# মহেশ্বৰ নেওগ
# ৰচনাৱলী



চতুৰ্থ খণ্ড

সংকলক
প্ৰণৱস্বৰূপ নেওগ

মহেশ্বৰ—নিৰ্মলা নেওগ প্ৰকাশন
ডক্টৰ মহেশ্বৰ নেওগ স্মাৰক ন্যাস পৰিষদৰ হৈ

চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী - ১

**MAHESWAR NEOG RACHANAVALI** : IV Volume, a collection of the critical and analytical introductions authored by Prof. Maheswar Neog to the Mediaeval and Modern Annexure Texts broadly of literature and culture, compiled by Sri Pranavswarup Neog and published on behalf of the 'Dr. Maheswar Neog Memorial Trust', by Sri Rajendra Mohan Sarma, Chandra Prakash, Panbazar, Guwahati-1, on 13 September, 2008.
Price : Rs. 850.00 (Rupees eight hundred fifty) only.

---

প্ৰকাশক : ডক্টৰ মহেশ্বৰ নেওগ স্মাৰক ন্যাস পৰিষদৰ হৈ
ৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী - ১
দূৰভাষ : ২৫১১৯৪৬

প্ৰথম সংস্কৰণ : ২০০৮

মূল্য : ৮৫০.০০ টকা

ডি.টি.পি. : বাজু কম্পিউটাৰ চিষ্টেম
পল্টন বজাৰ, গুৱাহাটী - ৮

মুদ্ৰক : অৰোৰা ফাইন আৰ্টচ
বামুণীমৈদাম, গুৱাহাটী-২১




## আশীৰ্বচন

জীৱনত বহুত কিবা-কিবি লিখিলোঁ। তাৰে কিছুৰ হিচাপ মোৰ হাতত আছে; আনবোৰ নিৰুদ্দেশ হৈ কেনি গৈছে, ময়ে তাৰ লেখ দিব নোৱৰা হৈছোঁ। মোৰ লেখাৰ কিছু সামগ্ৰী কিতাপৰ গঢ় লৈ ভিন ভিন সময়ত ছপা হৈ পঢ়ুৱৈৰ হাতত পৰিছিল; বাকীবোৰ ক'ত খালে-ডোঙে পৰি আছে, আৰু কুৰুৱা কোনো গজীয়া ভঁৰালত নাই। মোৰ লেখা কিছুমানত হয়তো মোৰ 'কুকুৰ সম্বাদ' বা মই চিনা-জনা বাহিৰ জগতখনৰ সম্বাদ সোমাই আছে; আনবোৰ লেখা হয়তো কোনোবা ভগা সবাহৰ উৰুঙা উৰুলি মাথোন। কিন্তু সিহঁতৰ দাম দৰ যিয়েই হওক লাগিলে, সেই সকলোবোৰকেই মই ভাল পাওঁ, কাৰণ কিবা কাৰণত ক'ৰবাৰপৰা আহি সিহঁতে মোৰ মন নে হিয়াৰ দুৱাৰেদিয়েই বাহিৰৰ জগতত ভুমুকি মাৰিছিলহি। মোৰ বন্ধুসকলৰ সহৃদয়হৃদয় যত্নত এতিয়া মোৰ প্ৰকাশন-সমগ্ৰৰ মুদ্ৰণৰ অৰ্থে এটি ন্যাস সৃষ্টি কৰা হৈছে আৰু তাৰ-ভিতৰেদিয়েই মই 'ভট্টা সভায়' যি 'অনাদরে অবহেলায় গান গেয়েছিলাম,' সেইখিনি ধৰি ৰাখিবৰ আয়োজন কৰা হ'ব ধৰিছে। মোৰ বস্তুবোৰৰ জীয়াই থাকিবৰ নিজস্ব যোগ্যতা থাকক-নাথাকক, বন্ধুসকলৰ এইযেৰা আদৰেৰে সেই যোগ্যতা সিহঁতক হয়তোবা দিব। *

মহেশ্বৰ নেওগ

---

* 'মহেশ্বৰ নেওগ ৰচনাৱলী'ৰ প্ৰথম খণ্ড প্ৰকাশৰ সময়ত তেখেতে নিজ হাতে লিখি দিয়া এই টোকাটিৰ অংশ আশীৰ্বচন স্বৰূপে মুদ্ৰিত হ'ল।

# আগকথা

অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ আটাইকেইটা দিশৰ বিজ্ঞানসম্মত বস্তুনিষ্ঠ গভীৰ অধ্যয়নেৰে সামগ্রিকভাৱে অসমতত্ত্ব অধ্যয়নৰ বাট কাটোঁতা ড° মহেশ্বৰ নেওগৰ বিচৰণৰ ক্ষেত্ৰ আছিল অত্যন্ত বিস্তৃত। তেওঁৰ অধ্যয়নে ভাষা আৰু ভাষাতত্ত্বৰপৰা সাহিত্য আৰু সাহিত্যতত্ত্বলৈ, লিপিৰপৰা চিত্ৰশিল্পলৈ, নৃ-তত্ত্বৰপৰা স্থাপত্যতত্ত্বলৈ, ৰাজনৈতিক ইতিহাসৰপৰা সাংস্কৃতিক ইতিহাসলৈ, শিলালিপি আৰু তাম্ৰলিপিৰপৰা পাঠ-সমীক্ষালৈ, ধৰ্মৰপৰা দৰ্শনলৈ, ব্যাকৰণ আৰু অভিধানৰপৰা সঙ্গীত আৰু অভিনয়লৈ এনেভাৱে অসমৰ লগত সম্পৰ্কিত এই সকলো বিষয় সামৰি লৈছে। তেওঁৰ গভীৰ আৰু বিস্তৃত অধ্যয়নে আৰু তেওঁৰ স্পষ্ট আৰু গভীৰ অন্তৰ্দৃষ্টিৰে অসমৰ সামাজিক সাংস্কৃতিক আৰু সাহিত্য ইতিহাসৰ তেওঁ কৰা প্ৰতিটো অধ্যয়নকে এটি এটি মাইলৰ খুঁটিত পৰিণত কৰি থৈ গৈছে। তেওঁ কৰি থৈ যোৱা কামৰ অধ্যয়ন অবিহনে এই ক্ষেত্ৰবোৰত অধ্যয়ন কৰিব খোজাসকলে কোনো অধ্যয়ন সম্পূৰ্ণ কৰিব নোৱাৰে। যথাৰ্থতে অসমতত্ত্ব অধ্যয়নৰ যোগেদি তেওঁ ভাৰততত্ত্ব অধ্যয়নত এক নতুন মাত্ৰা দান কৰি থৈ গৈছে।

যদিও অসমত বিশ্ব-বিশ্ৰুত সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱা আৰু কৃষ্ণকান্ত সন্দিকৈৰ দৰে লোকে পাঠ-সমীক্ষাৰ বাট ব্যক্তিগতভাৱে উলিয়াই থৈ গৈছিল আৰু কালিৰাম মেধিৰ দৰে পণ্ডিতে পুৰণি অসমীয়া সাহিত্যৰ সমীক্ষিত পাঠ প্ৰস্তুতিৰো আৰম্ভণি কৰিছিল, ড° মহেশ্বৰ নেওগেই অসমত পাঠ-সমীক্ষাৰ আনুষ্ঠানিক বিদ্যায়তনিক ভেটি প্ৰতিষ্ঠা কৰে। স্নাতকোত্তৰ পাঠ্যক্ৰমত পাঠ-সমীক্ষাৰ পাঠ্যক্ৰম অন্তৰ্ভুক্ত কৰি আৰু এম. ফিল্ আৰু পি.এইচ.ডি. ছাত্ৰ-ছাত্ৰীক পাঠ-সমীক্ষা আধাৰ কৰি গৱেষণা কৰ্ম কৰিবলৈ বাট উলিয়াই দি ড° নেওগে এই অধ্যয়নক অসমত বিদ্যায়তনিকভাৱে প্ৰতিষ্ঠা কৰিলে।

ড° নেওগে প্ৰাচীন আৰু আধুনিক পুথি-পত্ৰ সম্পাদনা কৰাৰ ক্ষেত্ৰত আৰু শিল আৰু তাম্ৰপত্ৰত খোদিত প্ৰাচীন শাসনসমূহ সম্পাদনা কৰাৰ ক্ষেত্ৰত পাঠ-সমীক্ষাৰ বিজ্ঞানসম্মত পদ্ধতি নিজে প্ৰয়োগ কৰি তেওঁৰ প্ৰতিটো কৰ্ম একো-একোটি আৰ্হিস্বৰূপ কৃতিলৈ পৰিণত কৰি থৈ গৈছে। প্ৰাচ্য শাসনাৱলীয়েই হওক বা গুৰু-চৰিত-কথাই হওক, সত্ৰীয়া নৃত্যই হওক বা পুথি-চিত্ৰৰ অধ্যয়নেই হওক, 'কীৰ্তন-ঘোষা'ৰ সম্পাদনাই হওক বা 'অৰুনোদই'ৰ সম্পাদনাই হওক, বাণীকান্ত কাকতিৰ ৰচনাৱলীয়েই হওক বা বিৰিঞ্চি কুমাৰ বৰুৱা স্মাৰক গ্ৰন্থই হওক তেওঁ কৰা প্ৰতিটো কামৰ বিজ্ঞানসম্মত সম্পাদিত ৰূপ আৰু প্ৰতিটো বিষয়ৰ সকলো দিশ সোঁহৰাই

তোলা আলোকবৰ্তিকাস্বৰূপ। এই ভূমিকাসমূহ সংশ্লিষ্ট প্ৰতিটো বিষয় জানিবৰ বাবে যথাৰ্থতে আটাইতকৈ নিৰ্ভৰশীল একো একোখন মূল্যবান দলিলস্বৰূপ।

ড° মহেশ্বৰ নেওগে নিজে ৰচনা কৰা, সম্পাদনা কৰা গ্ৰন্থসমূহৰ উপৰিও অসমৰ আৰু বাহিৰৰ বিভিন্ন বিদ্যায়তনিক পত্ৰ-পত্ৰিকাসমূহত সিঁচৰতি হৈ আছে তেওঁৰ অনেক মূল্যবান গবেষণা-পত্ৰ।

এই গৰাকী বৰেণ্য পণ্ডিতৰ সকলো ৰচনাৰ সংগ্ৰহ, সংৰক্ষণ, মুদ্ৰণ আৰু পুনৰ মুদ্ৰণৰ লক্ষ্য চকুৰ আগত ৰাখি ১৯৮২ খ্ৰীষ্টাব্দৰ ২৬ মেই তাৰিখে গঠিত হৈছিল 'ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদ'। ড° নেওগৰ জীৱিত কালতে ডিব্ৰুগড় আৰু গুৱাহাটীৰ বাণীমন্দিৰৰ যোগেদি 'মহেশ্বৰ নেওগ ৰচনাৱলী'ৰ ১০১৬ পৃষ্ঠাৰ প্ৰথম খণ্ড ১৯৮৬ চনত ন্যাস পৰিষদে প্ৰকাশ কৰে। এই খণ্ডত সন্নিবিষ্ট শ্ৰীশ্ৰীশঙ্কৰদেৱ, পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, সত্ৰীয়া নৃত্য আৰু নৃত্যৰ তাল, অসমীয়া গীতি-সাহিত্য, অসমীয়া সাহিত্যৰ ৰূপৰেখা আৰু আধুনিক অসমীয়া সাহিত্যৰ—এই গ্ৰন্থসমূহ সুকীয়াকৈও প্ৰকাশ কৰা হয়। মহেশ্বৰ নেওগ ৰচনাৱলীৰ পৰৱৰ্তী খণ্ডৰ প্ৰকাশৰ বাবে 'চন্দ্ৰ প্ৰকাশ'ৰ লগত যোগাযোগ কৰা হয় ; আৰু চন্দ্ৰ প্ৰকাশৰ যোগে ১০৫৮ পৃষ্ঠাৰ দ্বিতীয় খণ্ড ১৯৯৩ চনত প্ৰকাশ কৰোৱা হয়। এই খণ্ডত 'সন্নিবিষ্ট হয়, ড° নেওগৰ আত্মজীৱনী 'জীৱনৰ দীঘ আৰু বাণি', 'ৰক্তকমল' নামৰ কবিতাপুথি, 'আবৰ্তন' নামৰ এখন তিনি অংকীয়া নাটক, তিনিটা গল্পৰ সমষ্টি 'ত্ৰিকল্প' আৰু শিশুৰ উপযোগীকৈ লিখা ইউৰোপীয় সাধুৰ অসমীয়া ৰূপ 'ডাৱৰৰ সিপাৰে ধুনীয়া দেশ'। ইয়াৰে 'জীৱনৰ দীঘ আৰু বাণি', 'ৰক্তকমল' আৰু 'ডাৱৰৰ সিপাৰে ধুনীয়া দেশ' সুকীয়া পুথি হিচাপেও প্ৰকাশ কৰা হয়। মহেশ্বৰ নেওগ ৰচনাৱলীৰ ১০৭৭ পৃষ্ঠাৰ তৃতীয় খণ্ডটিও চন্দ্ৰপ্ৰকাশৰ যোগে ন্যাস পৰিষদে প্ৰকাশ কৰি উলিয়ায় ১৯৯৬ চনত। এই খণ্ডত সন্নিবিষ্ট হয় 'শঙ্কৰদেৱ' শিৰোনামৰ এখনি পুথি, 'শ্ৰীশ্ৰীমাধৱদেৱ' 'বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য', 'পঢ়িয়া মাধৱ চৰিত', 'অসমৰ ধৰ্মৰ বুৰঞ্জী : আন্ধাৰ আৰু পোহৰ', 'গুৰুচৰিতৰ ইতিকথা', 'লক্ষ্মীনাথ', 'পাঠ-সমীক্ষা', 'স্নেহৰ-অৰুণাচল' আৰু 'বিশ্ববিদ্যালয়, ভাষা, ভাষণ আৰু ভ্ৰমণ'।

ইতিমধ্যে ১৯৯৫ চনৰ ১৩ ছেপ্টেম্বৰ তাৰিখে সাম্প্ৰতিক কালৰ অসমৰ এই গৰাকী পণ্ডিত মহামহীৰুহ ড° মহেশ্বৰ নেওগদেৱে শেষ নিশ্বাস ত্যাগ কৰে। তেখেতৰ মহা প্ৰয়াণৰ পাছত, তেখেতে জীৱিত অৱস্থাতে দি যোৱা পৰামৰ্শ অনুসৰি তেখেতে সম্পাদনা কৰা গ্ৰন্থসমূহৰ ভূমিকাসমূহ সন্নিবিষ্ট কৰি ৰচনাৱলীৰ চতুৰ্থখণ্ড প্ৰকাশৰ বাবে উদ্যোগ লোৱা হয়। প্ৰসংগক্ৰমে উল্লেখ্য যে ডক্টৰ মহেশ্বৰ নেওগে শেষ নিশ্বাস পেলোৱাৰ পাছত ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ ঠাইত 'ডক্টৰ মহেশ্বৰ নেওগ স্মাৰক ন্যাস পৰিষদ' গঠনৰ প্ৰস্তাৱ কৰা হয়। ইতিপূৰ্বে প্ৰথমখন ন্যাস পৰিষদৰ

সদস্য ড° লীলা গগৈ, ড° মহেন্দ্ৰ বৰা আৰু শেহতীয়াকৈ অধিবক্তা শ্ৰীশৈলেন বৰুবাদেৰেও শেষ নিশ্বাস পেলালে; ৰ'লোঁগৈ মই আৰু ড° কেশৱানন্দ দেৱগোস্বামী। প্ৰথমৰ প্ৰকাশন ন্যাস পৰিষদে ড° মহেশ্বৰ নেওগ ছাৰকে সভাপতিৰ দায়িত্ব দিছিল আৰু মোৰ ওপৰত সচিবৰ দায়িত্ব ন্যস্ত হৈ আছিল। ছাৰৰ মৃত্যুৰ পাছত প্ৰকাশন ন্যাস পৰিষদৰ ঠাইত প্ৰস্তাৱ কৰা স্মাৰক ন্যাস পৰিষদৰ সভাপতিৰ দায়িত্ব মোৰ ওপৰত অৰ্পিত হয়। সচিবৰ দায়িত্ব ড° প্ৰদীপজ্যোতি মহন্তৰ ওপৰত আৰু কোষাধ্যক্ষৰ দায়িত্ব প্ৰণৱস্বৰূপ নেওগৰ ওপৰত ন্যস্ত হয়। সদস্যাস্বৰূপে শ্ৰীমতী স্নিগ্ধমালতী নেওগৰ নাম প্ৰস্তাৱিত হয়।

ড° নেওগছাৰৰ মৃত্যুৰ পাছত প্ৰতি বছৰে মৃত্যু তিথিত শঙ্কৰদেৱ অধ্যয়ন কেন্দ্ৰৰ সহযোগত আয়োজিত হৈ আহিছে স্বৰ্গীয় ছাৰৰ অধ্যয়নৰ বিষয়ৰ লগত সংগতি থকা বিষয়-সম্পৰ্কীয় একো-একোটি স্মাৰক বক্তৃতা। ভাৰতৰ একোগৰাকী বিশিষ্ট পণ্ডিতক একোটি বক্তৃতা প্ৰদান কৰিবলৈ নিমন্ত্ৰণ কৰি অনা হয়। ন্যাস পৰিষদে এনে বক্তৃতাসমূহৰ সংকলন প্ৰকাশৰো পথ খুলি ৰাখিছে। কিন্তু এনে প্ৰকাশনৰ উপৰিও ঘাই লক্ষ্য ৰচনাৱলী প্ৰকাশৰ আঁচনি কাৰ্যকৰী কৰাতেই আনকি কিছু পলম হৈছে।

ডক্টৰ মহেশ্বৰ নেওগ ৰচনাৱলীৰ চতুৰ্থখণ্ডৰ প্ৰকাশৰ বাবে 'চন্দ্ৰ প্ৰকাশ'ৰ ৰাজেন্দ্ৰমোহন শৰ্মা আগবাঢ়ি অহাৰো প্ৰায় চাৰি বছৰৰো অধিক সময় হ'ল। এই খণ্ডত এই পণ্ডিত গৰাকীয়ে সম্পাদনা কৰি উলিওৱা গ্ৰন্থসমূহক—(১) চৰিত পুথিৰ অধ্যয়ন, (২) ইতিহাস, ধৰ্ম, বুৰঞ্জী, (৩) পুৰণি সাহিত্যৰ অধ্যয়ন, (৪) আধুনিক ভাষা-সাহিত্যৰ অধ্যয়ন—এই কেইটা ভাগত ভগাই ভূমিকাসমূহ সংকলিত হৈছে। এই ভূমিকাসমূহৰ বিদ্যায়তনিক মূল্য এটা শব্দত কবলৈ হ'লে 'অতুলনীয়'। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে অসমত গ্ৰন্থ-সম্পাদনাৰ বিজ্ঞান সন্মত ৰীতিৰ বিদ্যায়তনিক প্ৰবৰ্তনৰ বাটকটীয়াও ড° নেওগ। এই ভূমিকাসমূহ সংগ্ৰহ কৰাও কোনো কোনো ক্ষেত্ৰত কষ্টকৰ কাম হৈ পৰিছিল। পণ্ডিতগৰাকীয়ে প্ৰথম সম্পাদনা কৰি উলিওৱা মহাপুৰুষ শংকৰদেৱৰ 'ভক্তি প্ৰদীপ' পুথিখনিয়েই দুষ্প্ৰাপ্য হৈ পৰিছিল। ড° নেওগৰ অন্যতম এগৰাকী স্নেহধন্য, শিৱসাগৰৰ শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বেজবৰুৱাই তেখেতৰ আটোমটোকাৰিকৈ ৰখা সংগ্ৰহৰ পৰা পুথিখনি দি ন্যাস পৰিষদক কৰা সহায় স্মৰণীয় হৈ থাকিব। এই খিনিতে শ্ৰীযুত বেজবৰুৱাৰ শলাগ ল'লোঁ।

ড° নেওগছাৰৰ একমাত্ৰ পুত্ৰ আৰু ন্যাস পৰিষদৰ কোষাধ্যক্ষ শ্ৰীপ্ৰণৱস্বৰূপ নেওগে পিতৃদেৱেকৰ হাতৰ আখৰ থকা প্ৰতিখিলা কাকত অত্যন্ত গুৰুত্বসহকাৰে সংৰক্ষণ কৰি থৈছে। প্ৰণৱস্বৰূপ নেওগেই ন্যাস পৰিষদৰ দৰাচলতে ঘাই পৃষ্ঠপোষকৰ দায়িত্বও পালন কৰি আহিছে। চতুৰ্থখণ্ডৰ ক্ষেত্ৰতো সন্নিবিষ্ট কৰিবলগীয়া ভূমিকাসমূহৰ

প্ৰতিলিপি চন্দ্ৰ প্ৰকাশৰ হাতত চাৰি বছৰৰ আগতেই তেওঁ তুলি দিয়ে। কিন্তু অক্ষৰ বিন্যাসৰ বিজুটিকে ধৰি নানা আহুকালে আৰু শেহত পাণ্ডুলিপিৰ হৰণ-ভগনে এই কাম সম্পূৰ্ণ কৰাত নানা প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিলে। পুনৰ ছপা কৰিবলগীয়া বিষয়সমূহৰ প্ৰতিলিপি প্ৰণবস্বৰূপ নেওগে প্ৰস্তুত কৰে, আৰু চন্দ্ৰ প্ৰকাশক সেইখিনি হস্তান্তৰ কৰা হয়। পুনৰ অক্ষৰ বিন্যাস আৰু আহিঁ কাকত চোৱাৰ ক্ষেত্ৰত হোৱা অসুবিধা চন্দ্ৰ প্ৰকাশে সোনকালে দূৰ কৰিব নোৱৰাত এই চতুৰ্থ খণ্ড প্ৰকাশৰ সমস্ত প্ৰয়াসটো এক দীৰ্ঘসূত্ৰী প্ৰয়াসত পৰিণত হয়। প্ৰকাশনৰ ক্ষেত্ৰত এনে অসুবিধা কেনেকৈ দূৰ কৰিব পাৰি আৰু এই পণ্ডিত গৰাকীৰ সমগ্ৰ ৰচনাৱলী কেনেকৈ নষ্ট নোহোৱাকৈ পুনৰ মুদ্ৰণ কৰি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ছাত্ৰ, গৱেষক আৰু অনুৰাগীসকলৰ হাতত তুলি দিব পাৰি, সেইটোৱেই ন্যাস পৰিষদৰ সন্মুখত এটি প্ৰত্যাহ্বান হৈ পৰিছে। আমি আশা কৰিছোঁ, ন্যাস পৰিষদে এই প্ৰত্যাহ্বান গ্ৰহণ কৰাৰ শক্তি শুভানুধ্যায়ীসকলৰ সহযোগত অৰ্জন কৰিবলৈ সক্ষম হ'ব। মহেশ্বৰ নেওগ ৰচনাৱলীৰ দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ খণ্ড ন্যাস পৰিষদৰ হৈ প্ৰকাশৰ দায়িত্ব লোৱাৰ বাবে চন্দ্ৰ প্ৰকাশৰ উদ্যোগী স্বত্বাধিকাৰী শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা ধন্যবাদৰ পাত্ৰ হৈ ৰ'ব।

মহেশ্বৰ নেওগ ৰচনাৱলীৰ চতুৰ্থ খণ্ডৰ সকলোখিনি ৰচনাৰ সংৰক্ষক আৰু সংকলক শ্ৰীপ্ৰণবস্বৰূপ নেওগ। প্ৰণবস্বৰূপ নেওগে যিখিনি কাম তেওঁৰ পিতৃৰ পুণ্য স্মৃতিত কৰি আহিছে সেইখিনিতকৈ বেলেগে পিতৃশ্ৰাদ্ধ কামৰ কোনো প্ৰয়োজন নাই। মই কেৱল ৰচনাসমূহ বিষয় অনুসৰি সজোৱাৰ ক্ষেত্ৰত পৰামৰ্শ দিছোঁ।

'মহেশ্বৰ নেওগ ৰচনাৱলী'ৰ ক্ষেত্ৰত এটা বিষয়ত সতৰ্কতা অৱলম্বন কৰিবলৈ যত্ন কৰা হৈছে, আৰু সেই বিষয়টো হৈছে পুনৰ মুদ্ৰণৰ সময়ত যাতে আখৰ-জোঁটনিৰ পৰা আৰম্ভ কৰি কোনো ক্ষেত্ৰতে পণ্ডিত গৰাকীৰ ৰচনাৰ সামান্য বিকাৰো নঘটে আৰু তাৰ প্ৰতি চকু দিয়া হৈছে। এই ক্ষেত্ৰত সমগ্ৰ ৰচনাৱলীত আখৰ-জোঁটনি একে ভাগীকৈ ৰাখিবলৈ তেখেতে জীৱিত কালতেই কৰি থৈ যোৱা সংশোধন, তেখেতৰ 'নিকা অসমীয়া ভাষা'ৰ নিৰ্দেশাৱলী আৰু তেখেত সম্পাদনাৰ ঘাই গুৰিয়াল হৈ সম্পূৰ্ণ কৰি যোৱা 'চন্দ্ৰকান্ত অভিধান' আৰু 'চলন্ত অভিধান'ক আধাৰ স্বৰূপে লোৱা হৈছে। আহিঁ কাকত চোৱাৰ দায়িত্ব লোৱাৰ বাবে সহপাঠী বন্ধু, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন বিভাগৰ প্ৰাক্তন সচিব শ্ৰীনিত্যানন্দ তামুলীক আৰু ছাৰৰ গুণমুগ্ধ প্ৰাক্তন ছাত্ৰ, এগৰাকী লেখক, অসমীয়া ভাষা-সাহিত্য তথা জাতীয় জীৱনৰ স্বাৰ্থত নিঃস্বাৰ্থভাৱে সেৱা আগবঢ়াই আহোঁতা অধ্যাপক ভৱানীপ্ৰসাদ অধিকাৰীৰ শলাগ ললোঁ। তথাপি অক্ষৰ বিন্যাস কৰা আৰু আহিঁ কাকত চোৱা সম্পূৰ্ণ নিখুঁত হৈছে বুলি দাবী কৰা সম্ভৱ নহয়। সম্ভাব্য এনে ত্ৰুটিৰ বাবে ন্যাস

পৰিষদৰ হৈ আমি ক্ষমা বিচৰাই নহয় পাঠকসকলৰ পৰা পা-পৰামৰ্শও বাঞ্ছা কৰিছোঁ যাতে ভৱিষ্যতে কৰিবলৈ হাতত লোৱা প্ৰতিটো কাম ত্ৰুটিশূন্য কৰিব পাৰি। ড° মহেশ্বৰ নেওগৰ ৰচনাৱলীৰ পৰৱৰ্তী খণ্ডসমূহ পৰিকল্পিতভাৱে আৰু সময়মতে প্ৰকাশ কৰি উলিওৱাত সচিব ড° প্ৰদীপজ্যোতি মহন্তই কৰি অহা কায়িক আৰু মানসিক নিৰলস শ্ৰমৰ কথাও স্মৰ্তব্য হৈ ৰ'ব।

১৩ ছেপ্টেম্বৰ ২০০৮

নগেন শইকীয়া
সভাপতি
ডক্টৰ মহেশ্বৰ নেওগ স্মাৰক ন্যাস পৰিষদ

# সূচীপত্ৰ

## চৰিত পুথিৰ অধ্যয়ন

## ইতিহাস, ধৰ্ম আৰু সংস্কৃতি

# পুৰণি সাহিত্য অধ্যয়ন

# আধুনিক ভাষা সাহিত্যৰ অধ্যয়ন

## ৰমানন্দ দ্বিজ-ৰচিত

# শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত

## সম্পাদকৰ পাতনি

**পুথিৰ আঁতি-গুৰি ঃ** যিখিনি সাঁচিপতীয়া পুথিৰপৰা মহাপুৰুষ শ্ৰীগোপালদেৱৰ চৰিতখনি ছপা কৰি উলিওৱা হৈছে, সেইখনি পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীয়ে আউনীআটি সত্ৰৰপৰা সংগ্ৰহ কৰি কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁৰালত সংৰক্ষণ কৰিছিল। বৰ্তমানে কামৰূপ অনুসন্ধান সমিতিৰ বিষয়ববীয়াসকলৰ সৌজন্যত ডক্টৰ শ্ৰীযুত বাণীকান্ত কাকতি আৰু ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ যোগেদি পুথিখনি পাই ছপাশালৰ বাবে যুগুত কৰি উলিওৱা হ'ল। সাঁচিপতীয়া পুথিখনিৰ লিপিকাৰ হলিৰাম; এওঁ আউনীআটি সত্ৰৰ অষ্টম (আনমতে নৱম) সত্ৰাধিকাৰ পদ্মপাণিদেৱৰ শিষ্য। বৰ্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰ দেৱ গোস্বামী প্ৰভুৰপৰা পোৱা ভূ মতে পদ্মপাণিদেৱ ১৭২৬-ৰপৰা ১৭৪০ শকলৈকে এই চৈধ্য বছৰ সত্ৰাধিকাৰ আছিল। গতিকে পুথিৰ অন্তত থকা লিপিৰ শক "বিশ্ব বিশ্ব মুনি জাহ্ন"ৰ শুদ্ধ পাঠ হ'ব "বিশ্ব বিশ্ব মুনি চন্দ্ৰ" অৰ্থাৎ ১৭৩৩ শক। মুঠতে, পুথিখনিৰ বয়স ১৪০ বছৰ। ঠায়ে ঠায়ে কোনো শব্দৰ পাঠ নষ্ট হৈছে আৰু কোনো ঠাইত আমি শুদ্ধ পাঠ উদ্ধাৰ কৰিব পৰা নাই। এনে ঠাইত যথাক্ৰমে তৰা-চিন আৰু বন্ধনীত প্ৰশ্ন-চিন দিয়া হৈছে। শ্ৰীমতী নিৰ্মলা নেওগে প্ৰায় গোটেইখনি পুথি সাঁচিপাতৰপৰা নকল কৰি উলিয়াই দিয়ে। ১৮৪৩ শকৰ 'বাঁহী'ত 'শ্ৰীভবানন্দ পাঠকে' 'বিজুলী' নামৰ প্ৰবন্ধাৱলীৰ মাজত এই পুথিখনিৰ বহল বিৱৰণ দিছিল। ইয়াৰ আগতে ১৮২১ শকত এইখনি চৰিতৰ ওপৰতে ভেটি কৰি দত্তদেৱ গোস্বামীয়ে গোপালদেৱৰ এখনি চৰিত গদ্যত লিখাই ছপা কৰায়।

**চৰিতকাৰৰ পৰিচয় ঃ** এই চৰিতখনিৰ ৰচক ৰমানন্দ দ্বিজ। আমাৰ চৰিত-সাহিত্যত আৰু এজন ৰামানন্দ দ্বিজ আছে। সেইজন হ'ল ভবানীপুৰীয়া গোপাল

আতাৰ শিষ্য শ্ৰীৰামদেৱ "ভাটী আতা"ৰ পুত্ৰ, আঁহতগুৰি সত্ৰৰ অধিকাৰ। তেওঁ শঙ্কৰ-মাধৱৰ এখনি আৰু ভৱানীপুৰীয়া গোপালৰ এখনি চৰিত ৰচে। তেওঁ আৰু আমাৰ বংশীগোপালদেৱৰ চৰিত লিখোঁতা ৰমানন্দ দ্বিজ একেজন মানুহ নহয়।

বংশীগোপালে কাঁহীকুচিত সত্ৰ কৰি থাকোঁতে বিষ্ণুভাৰতী নামে এজন ব্ৰাহ্মণে তেওঁত শৰণ লয়হি। ভাৰতীয়ে বংশীগোপালৰ সাহচৰ্য কৰাৰ বাবে "বৌধ"ই তেওঁক প্ৰাণে মাৰিব খোজাত গোপালদেৱে তেওঁক জকাইচুকৰ বৰলস্কৰৰ তত্ত্বাবধানত ৰখাবলগীয়া হৈছিল। এই ভাৰতীয়েই ৰমানন্দ দ্বিজৰ পিতামহ। কাঁহীকুচি-কলাবাৰী এৰি বংশীগোপাল ডেবেৰাপাৰলৈ যাওঁতে বাটতে ৰমানন্দৰ মাতামহ হৃষীকেশে তেওঁক বহুত শিষ্যেৰে সৈতে লগ ধৰিছিল। বিষ্ণুভাৰতী আৰু হৃষীকেশ দুয়োজনেই বংশীগোপলৰ বিশেষ প্ৰিয়পাত্ৰ আছিল। বংশীগোপালৰ অনুগ্ৰহতে হৃষীকেশ "ধৰ্মধাৰী মহন্ত" হয়।

ৰমানন্দৰ পিতৃ পদ্মপাণিও বংশীগোপালৰ শিষ্য। এওঁ বৰ কৰ্ম-চতুৰ আছিল আৰু গুৰুৰ কাষত থাকি কাৰ্যেৰে তেওঁক পৰিতুষ্ট কৰিছিল। গুৰুজন স্বৰ্গী হোৱাৰ পিছত মিশ্ৰ গোসাঁয়ে এওঁকেহে অন্তৰ্জল কৰা গাঁতৰ ওপৰত ভেঁটি বান্ধি ঘৰ সাজিবলৈ দিছিল।

গোপালদেৱৰ মৃত্যুৰ সময়ত ৰমানন্দ ল'ৰা-মানুহ। শেষ কালত গুৰুজনৰ অসুখ হৈ মূৰ ঘূৰাই পৰিবৰ সময়ত নানা ভকতে হেঁচা মাৰি ধৰি ল'ৰা ৰমানন্দক আধা-মৰা কৰিছিল; এজনে হাতেৰে সাবটি ধৰিহে বেচেৰাক ৰক্ষা কৰিলে। বংশীগোপালে একান্তভাৱে মগ্ন চিত্তেৰে মাধৱদেৱ, জয়দেৱ, কবীৰ আদি সন্তৰ চৰিত কোৱা ৰমানন্দই নিজ কাণে শুনিছিল আৰু নিজ চকুৰে দেখিছিল। খাগটিয়া নামে আতাই ৰমানন্দক গোপালৰ ওচৰত পদ পঢ়িবলৈ দিয়ে আৰু ৰমানন্দয়ো পৰিচিত হৈ তেওঁকে প্ৰাণ-গুৰু মানি লয়। বংশীগোপালৰ ভতিজাক জয়হৰিদেৱে ৰমানন্দক অশ্বক্ৰান্তত পঢ়িবলৈ পঠায় আৰু বনমালীদেৱৰ লগতো কিছুকাল থয়। ৰমানন্দই জয়হৰিৰে একেলগে ভাগৱতৰ ৰস পান কৰিছিল আৰু গোপালৰ সত্ৰলৈ আহি শ্ৰীভাগৱত কয় অৰ্থাৎ সত্ৰৰ ভাগৱতী হয়। এওঁ কেইবাখনিও পুথি ৰচনা কৰিছে— পদ্মপুৰাণৰ উত্তৰাখণ্ড, বৈষ্ণৱামৃতৰ গোবিন্দস্তোত্ৰ আৰু ভাগৱতৰ প্ৰথম স্কন্ধৰ চাৰি অধ্যায়ৰ পদ আৰু আন গ্ৰন্থ। চৰিতৰ এঠাইত তেওঁ কৈছে,—

শঙ্কৰ মাধৱ কথা পদ-বন্ধে লিখি আছো
দেখি মঞিঃ আত নকহিলো। ১২৭৪

ৰমানন্দৰ এই পুথিবোৰ এতিয়াও আমাৰ দৃষ্টিগোচৰলৈ অহা নাই। কিন্তু তেওঁৰ নিজা বিবৰণৰপৰা আৰু লিখাৰ ধৰণৰপৰা ক'ব পাৰি, তেওঁ গোপালদেৱ-চৰিত ৰচিবৰ বাবে অতি উপযোগী লোক হৈছে। তেওঁ নায়কৰ জীৱনৰ অনেক কাৰ্য-কথা নিজে দেখিছে-শুনিছে আৰু আনবোৰ বিষয়ত জনা-বুজা "বৃদ্ধ সজীসৱে" কোৱাৰপৰা লৈ চৰিত ৰচনা কৰিছে। তেওঁ নিজে চৰিতখনিৰ প্ৰাণ-বস্তুৰ মাজত সোমাই পৰা বাবে সি কবিত্বময় হৈ উঠিছে। সেই সময়ৰ ধৰ্ম, সমাজ আদিৰ ছবি দাঙি ধৰাৰ উপৰিও চৰিতখনিৰ বিশেষ বিভূতি হ'ল শঙ্কৰী সম্প্ৰদায়ৰ বিস্তাৰৰ অকুণ্ঠিত বিবৰণ। কোনো কোনো চৰিত-ৰচকৰ বিভেদ-ভাবে ৰমানন্দৰ মুকলি মনত ঠাই পোৱা নাই।

**হৰিবৰ বিপ্ৰ ঃ** বংশীগোপালৰ পিতামহ হৰিবৰ বিপ্ৰ (বৰদোৱাৰ ওচৰৰ?) ব্যাঘ্ৰপিণ্ডা গাঁৱৰ গ্ৰামেশ্বৰ (ভূঞা) আৰু সকলো পণ্ডিতৰ অগ্ৰগণী। তেওঁৰ যেনেকৈ এফালে হাতী-ঘোঁৰা আদি অশেষ সম্পত্তি, আনফালে তেনেকৈ তেওঁ 'ভাৰত পুৰাণ পদ কৰিছা বিস্তৰ'। হৰিবৰ বিপ্ৰৰ ভণিতা থকা দুখন পদ-পুথি আছে—জৈমিনীয় অশ্বমেধপৰ্ব মহাভাৰতৰপৰা লিখা 'বভ্ৰুবাহনৰ যুদ্ধ' আৰু ৰামায়ণৰপৰা গ্ৰথিত 'লৱ-কুশৰ যুদ্ধ'। শিৱনাথ ভট্টাচাৰ্যৰ দ্বাৰা প্ৰকাশিত 'বভ্ৰুবাহ-পৰ্ব'ত বিপ্ৰ হৰিহৰ বুলি ছপা হ'লেও পুথিখনিৰ ৰচকৰ প্ৰকৃত নাম হৰিবৰ বিপ্ৰহে হ'ব লাগে। এই হৰিহৰ বিপ্ৰই গোপালৰ পিতামহ। এওঁ কামৰূপ-কমতাৰ ৰজা দুৰ্লভনাৰায়ণৰ সমসাময়িক।—

জয় জয় নৃপতি দুৰ্লভনাৰায়ণ ৰাজা
কামপুৰে ভৈল বীৰবৰ।
সপুত্ৰবান্ধৱে নিতে সুখে ৰাজ কৰম্ভোক
জীৱম্ভোক সহস্ৰ বৎসৰ॥
তাহান ৰাজ্যত থিত সাধুজন মনোনীত
অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে কৰিলো প্ৰচাৰ॥১৯॥[1]

'লৱ-কুশৰ যুদ্ধ' বিষয়-বস্তুৰ ফালৰপৰা 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ লগত একে ধৰণৰ—

---

১। কামৰূপ অনুসন্ধান সমিতিৰ সাঁচিপতীয়া পুথি।

দুইখনিতে অশ্বমেধ যজ্ঞ-প্ৰসঙ্গত পিতৃ-কুলৰ লগত পুত্ৰৰ যুদ্ধৰ বৰ্ণনা দিয়া আছে। 'লব-কুশৰ যুদ্ধ'ৰ এঠাইত এই তুলনাৰ ইঙ্গিতো দিয়া আছে।—

জয় মুনি বদতি সুনিয়ো জন্মিজয়;
ৰামঠৈৰ বাপুতৰ এহি যুদ্ধচয়॥
ৰামক জিনিল জেন লৱ কুস সবে।
অৰ্জুনক জিনিলেক মণিপুৰশ্বৰে॥১॥[১]

কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত, কেশৱকান্তসিংহ যুৱৰাজৰ পত্নী ৰাণী মাহিন্দ্ৰী দেৱীৰপৰা পোৱা, বিতোপনকৈ চিত্ৰিত 'লৱ-কুশৰ যুদ্ধ' পুথিখনি অসম্পূৰ্ণ। তাৰ ভিতৰত হৰিবৰ বিপ্ৰ নামটোৰ বাহিৰে কবিৰ আন পৰিচয় নাই। এই পুথিত প্ৰাক্‌শঙ্কৰী যুগৰ বিশেষ বৈয়াকৰণিক ৰূপ ইব'-যুক্ত অতীত।[২] ব্যৱহৃত হৈছে।—

সিখিবাৰ সবচয় সাফলিবো ৰণে।২৭১
সনাইবাৰ সবে তাব মাথা নিলা কাটি॥৩০২

ইয়াৰপৰা 'লৱ-কুশৰ যুদ্ধ' প্ৰাক্-শঙ্কৰী ৰচনা বুলি, আৰু সেই পুথি 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ কবি একেজন হৰিবৰ বিপ্ৰ বুলি অনুমান কৰিব পৰা যায়। তেওঁৰ ৰচিত 'পুৰাণ পদ'ৰ বিষয়ে অৱশ্যে একো জনা নাযায়।

**গোপালৰ জন্ম; বাল্যকাল ঃ** হৰিবৰ আচাৰ্যৰ মাজু পুত্ৰৰ নাম ধৰ্মাই, ধৰমাই, বলভদ্ৰ বা বলদেৱ। "আচাৰ্য"(?) হিছাপে এওঁৰ বহুতো "শিষ্য" আছিল। চুক্লেন্‌মুং গড়গঞা ৰজাৰ দিনত ১৪৬৮-৬৯ শকত নৰনাৰায়ণৰ কোচ সৈন্যই চিলাৰায়ৰ সেনাপতিত্বত সোণকোষ, টেমনি, বৌটা, বাৰদলাইদি আগ বাঢ়ি অসম ৰাজ্য আক্ৰমণ কৰে। চিলাৰায় বৰ পৰাক্ৰমেৰে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ তামোলবাৰী পৰ্য্যন্ত পায়গৈ। পিছলা নৈৰ পাৰৰ গড় যুদ্ধত কোচ সেনা আহোমৰ হাতত পৰাস্ত হৈ ছেদেলি-ভেদেলি হৈ পলায়। এনে সময়তে শঙ্কৰদেৱ আদিয়ে আহোম ৰাজ্য এৰি কামৰূপলৈ গতি কৰে।[৩] এই সময়তে বৰদোৱা টেমনিৰ ভূঞা আৰু ভূঞাৰ অধীনৰ লোকক ৰজাই উজনিৰ নানা ঠাইলৈ তুলি নিয়ে। বলভদ্ৰও প্ৰায় সৰ্বস্বান্ত হৈ ভাৰ্যা যমুনাদেৱীৰে এই আপাহতে উত্তৰ লখীমপুৰৰ (ধুৰাঁহাটাৰ ওচৰৰ?)

---

১। কামৰূপ অনুসন্ধান সমিতিৰ সাঁচিপতীয়া পুথি।
২। Dr. B. Kakati : Assamese— Its Formation and Development, §§ 24,79
৩। মহেশ্বৰ নেওগ-লিখিত 'শ্ৰীশ্ৰীশঙ্কৰদেৱ', ৪২ ছেদ চাওক।

আলীপুৰ নামে ব্ৰহ্মপুত্ৰৰ পাৰৰ এডোখৰ ঠাইত ব'লগে। তাতে ১৪৭০ শকত ফাগুণী পূৰ্ণিমাৰ দিনা বৃহস্পতিবাৰে যমুনাৰ গৰ্ভত গোপালৰ জন্ম হয়। জন্মৰ দুমাহৰ পাছতে গোপালে পিতাকক আৰু তাৰো কিছু দিন পিছত মাতৃদেৱীক হেৰুৱায়, আৰু বায়েকৰ ঘৰত থাকি ডাঙৰ-দীঘল হয়। অসমীয়া জন-বিশ্বাসমতে ৰবথেকেৰা আৰু কুঁৱৈলতাৰ ফুল আৰু মেকুৰীৰ শিং দেখা পালে মানুহৰ ৰাজ-সম্পদ মিলে। গোপালেও সৰুতে গৰু চৰাই ফুৰোঁতে সেইবিলাক দেখা পাইছিল; বায়েকে পাছে কিবা অমঙ্গল হয় বুলি ভায়েকৰ গাত ঔষধ বাঁহি ৰক্ষা-মন্ত্ৰ বান্ধি দিছিল। দুখীৰ দুখী অৱস্থাৰে গোপালে এজন ব্ৰাহ্মণৰ ওচৰত পঢ়ি গীতা পৰ্য্যন্ত শিক্ষা লাভ কৰে।

**শঙ্কৰদেৱেৰে সাক্ষাৎকাৰ :** ধন নিদিলে বিয়া কৰিবলৈ বামুণৰ ছোৱালী নাপায়; সেই কাৰণে ধন ঘটিবলৈ গোপালে নাৱেৰে বেপাৰ কৰি ফুৰা কেইজনমান মুদৈৰ নাৱত উঠি ভটীয়াই যায়। লক্ষ্মীনাথ বেজবৰুৱাৰ মতে ধুবাঁহাটৰ এই মুদৈসকলে উজনিত ভক্তি-ধৰ্ম প্ৰচাৰৰ অৰ্থে এজন বিশিষ্ট ভক্ত বিচাৰি পাটবাউসীত থকা শঙ্কৰদেৱৰ কাষ চাপে।[১] সেই ছলতে শঙ্কৰ আৰু গোপাল দুয়ো দুইৰো প্ৰতি বৰকৈ আকৃষ্ট হয়। শঙ্কৰৰ লগতে থাকিবলৈ ইচ্ছা কৰাতো মুদৈসকলে গোপালক ঘৰলৈ ঘূৰাই লৈ যায়। গুৰুজনে গোপালক উপদেশ দিলে পাছত ধৰ্ম ল'বলৈ। কথা-গুৰুচৰিতত আছে, ৰামৰাম, মাধৱদেৱ, নাৰায়ণ ঠাকুৰ আদি ভক্তসকলে শঙ্কৰদেৱক ভক্তি-ধৰ্মৰ ভৱিষ্যতৰ কথা সোধাত তেওঁ কৈছিল, "বোলে মোৰ ৰবাপোত ঃ দুই নাতিত ঃ আৰাসৰৰ আজ্ঞা দহ বাহুজনেও ধৰিব ঃ জ্ঞানশিক্ষাবোধ লৈ অনেক তৰিব তৰাব ঃ বোলে ৰবাপো আৰু পুব দেশৰতে দুই ব্ৰাহ্মণ আমাৰ পাচে আহিব ঃ জানু পৰাই জ্ঞান কৰা ঃ আশ্ৰম নিৰাশ্ৰম ভাগৱতি ধৰ্ম্ম প্ৰৱৰ্ত্তাই জিৱ নিস্তাৰিব ঃ আৰু বেলগাছে ধুৰাহটাত মদনগোপাল থৈ আহিচো কৈ দিবা তানে আজ্ঞা লৈ অনেক সাখা বাঢ়িব॥"[২] ইয়াত বংশীগোপালৰ কথাকে কোৱা হৈছে।

**বংশীগোপালৰ সম্প্ৰদায়-লাভ :** নিজ দেশলৈ ঘূৰিলেও গোপালৰ মন-

---

১। 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ', পিঠি ১৯২-৯৬। বৰ্তমান চৰিতত শঙ্কৰদেৱক 'ৰবদৱা গ্ৰাম'ত দেখা বুলি লিখিছে। "সন্ত সম্প্ৰদা কথা"মতে আকৌ খোৱাসোৰত (ধুবাঁহাট) এই সাক্ষাৎ হয়। দুইটা উক্তি সত্য নহয়।

২। 'কথা-গুৰুচৰিত' সাঁচিপতীয়া পুথি, পাত ৬৩ খ।

চিত্ত সকলো শঙ্কৰৰ লগতে থাকি গ'ল। বাই-ভিনিহি আৰু বন্ধু-বান্ধৱক কৈ বিয়াৰ প্ৰস্তাৱৰপৰা নিষ্কৃতি লাভ কৰি তেওঁ কিছু দিন ৰামদাস নামে বৈষ্ণৱৰ (মাধৱদেৱৰ বৈনায়েক ৰামদাস নহয়) সঙ্গ লৈ হৰি-কথা চৰ্চি থাকিল। ৰামদাস তাৰপৰা আন ঠাইলৈ গ'লত তেওঁ বাঁহী বজাই নাম গাই ফুৰে; তেতিয়াৰপৰাই গোপালৰ নাম বংশীগোপাল হয়। এই সময়ত "বৌধ"সকলে তেওঁক বৰ আহুকাল কৰে। বংশীগোপালে শৰীৰক কষ্ট দি ভক্তি-ভাব সজাগ ৰাখিবৰ যত্ন কৰিছিল। কেতিয়াবা গাঁত খানি তাত সোমাই নাম লৈ আছিল; তেনে ক্ৰৌতে মিছিমি বামুণে চাউল-পাত দি তেওঁৰ যতন লৈছিল। তেতিয়াও ভক্তি-ধৰ্মৰ ঘাই ধলে স্পৰ্শ নকৰা অসম অঞ্চলত প্ৰবৃত্তিৰ দাস, অন্ন-যোনিৰ বিচাৰ নথকা ব্যভিচাৰী "ভকত" দেখি-শুনি বংশীগোপালে পছিমৰ মহন্তসকলৰ সঙ্গলৈ যাবলৈ বাঞ্ছা কৰে আৰু লুইতৰ চাণ্ডিনী ঘাটত ভাটীমুৱা মুদৈ নাৱত উঠি বৰপেটাৰ মাধৱদেৱৰ থানত উপস্থিত হ'লগৈ, আৰু জনালে, সেই থান আৰু দামোদৰৰ সত্ৰলৈকে তেওঁ আহিছে। "শ্ৰীভগৱত শাস্ত্ৰ শঙ্কৰৰো মত"— ইয়াকে গ্ৰহণ কৰাই তেওঁৰ উদ্দেশ্য। মাধৱে থান-মান দি বংশীগোপালক ৰাখিলে। কিছু দিনৰ পিছত তেওঁ তাৰপৰা দামোদৰৰ সত্ৰলৈ গ'ল আৰু সন্তৰ সম্প্ৰদায়, শৰণ-ভজন ভক্তি প্ৰাৰ্থনা কৰাত দামোদৰদেৱে ক'লে, "ওৰেষা বাসুদেৱ নামে সন্ত, তান্তে হন্তে কৃষ্ণ দেৱ বুলি জানিলো। ভক্তিৰ ক্ৰম নজানিলো। আবে শ্ৰীশঙ্কৰ হন্তে আজ্ঞা পায়া ভাগৱত-মত শৰণ-ভজন ভক্তি জানিলো। মালা-মন্ত্ৰকো মোক দিলা। এতেকে মোৰ গুৰু শঙ্কৰে জানিবা। তোমাক দৃঢ় কৰি কহিলো। তুমিও শ্ৰীশঙ্কৰমত শ্ৰৱণ-কীৰ্ত্তন কৰা।"[১] শ্ৰীশঙ্কৰৰ লগত দামোদৰৰ কোনো ভেদ নাই; শ্ৰীশঙ্কৰে "মোৰ দামোদৰ" বুলিহে দামোদৰদেৱৰ কথা কৈছিল। এতিয়া, দামোদৰে গোপালক শৰণ-ভজন ভক্তি "শঙ্কৰ-মত প্ৰমাণি কহিলা।" ইয়াৰ পাছত গোপাল মাধৱৰ থানত সাত বছৰ থাকি শ্ৰীশঙ্কৰৰ ধৰ্ম-নীতি-বিষয়ক শিক্ষা লাভ কৰে আৰু লোকসকলে কিভাৱে শঙ্কৰৰ অনন্যশৰণ ধৰ্ম গ্ৰহণ কৰিছিল তাকো মাধৱৰ মুখে শুনি ল'লে। তেওঁৰ জীৱনৰ লগত মাধৱ আৰু দামোদৰৰ নাম জড়িত হ'ল।

ইহ পৰলোকে মোৰ দেৱ দামোদৰ গুৰু
জানিবাহা সকলে ভকত।
বিচাৰ যুগুতি কথা কহো আমি যথা তথা
তাক পাইলো আতা মাধৱত॥ ৮৫০

**অসম ৰাজ্যত একশৰণীয়া সন্ত-সম্প্ৰদায়ৰ প্ৰসাৰ :** অসম ৰাজ্যত ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে এজন উপযুক্ত লোক পঠিয়াবলৈ পূৰ্ব্বতে গুৰুজনে যে কৈছিল, তকে সুঁৱৰি মাধৱদেৱে দামোদৰদেৱেৰে আলোচনা কৰি গোপালৰেদক উজনিলৈ যাবলৈ আজ্ঞা কৰে। উজনি দেশত পোৱা মনোকষ্ট সুঁৱৰি কিন্তু গোপাল কিছু দিন টলকা মাৰি থাকিল। মাধৱে বাৰে বাৰে কথাটো কৈ থকাত গোপালে অগত্যা অসমলৈ যাত্ৰা কৰিলে। কিন্তু বৌধৰ উপদ্ৰৱত পুনৰ বৰপেটালৈ ঘূৰিল। ইফালে পিছে উজনিৰ ভূএগসকলে ধৰ্ম দিওঁতা গুৰু বিচাৰি মাধৱদেৱৰ কাষলৈ খেদা পঠালে। সিমানতো গোপাল শ্ৰীক্ষেত্ৰলৈ যাওঁ বুলিহে ওলাল। কিছু দূৰ যোৱাৰ পাছত বাটতে অসুখ হ'ল আৰু স্বপ্নত জগন্নাথেও তেওঁক অসম দেশলৈ গৈ ধৰ্ম্ম প্ৰবৰ্তাই থাকিবলৈ আদেশ কৰিলে।—

> দামোদৰ মাধৱ প্ৰমুখ্যে বৈষ্ণৱৰ।
> আজ্ঞা যি শুনিলি সিটো মোহোৰ মনৰ।।২০৪

গোপাল ঘূৰি আহি পোনতে দামোদৰৰ সত্ৰতে সোমাল। দামোদৰ গুৰুৱে ক'লে,

> কৃষ্ণৰ ইচ্ছাত আমি মাধৱে সহিতে।
> যিখানি বুলিছো তাক লাগয় কৰিতে।।২২০
> মাধৱ দাসৰে মোৰে নাহি কিছু ভেদ।

মাধৱেও গোপালক পাই কিছু আনন্দ লাভ কৰিলে আৰু এইবাৰ যদুমণি নামে আন এজন ব্ৰাহ্মণ ভক্তকো লগত দি গোপালক পুনৰ অসমলৈ পঠালে মহাশুদ্ধ শঙ্কৰ "মহাপুৰুষ ধৰ্ম্ম লোকত দেখাই" মিলা-প্ৰীতিৰে থাকিবলৈ।

অসম দেশত যদুমণিদেৱে আধলিয়া গাঁৱত সত্ৰ পাতিলে; বংশীগোপালে পোনতে নানা ঠাইত ঘূৰি (উত্তৰ লখীমপুৰৰ?) কাঁহীকুছি গাঁৱত সত্ৰ পাতি ৰ'ল। ভূএগসকলে আদৰ-সাদৰ কৰি ধন দি মাটি কিনি, পুখুৰী খানি, ঘৰ-বাৰী কৰি দিলে। বৌধসকলে তেওঁত শৰণ ল'বলৈ যোৱা মানুহক হাক দি ৰাখিব নোৱাৰি তেওঁলোকৰ লগৰীয়া এক কপটী ব্ৰাহ্মণেৰে যোগ হৈ গোপালক বিহ খুৱাই আৰু খুঁচি-কাটি মাৰিবলৈ চেষ্টা কৰিছিল। তাকে শুনি ৰবদলৈ, তামূলী দলৈ আদি বাৰভূএগসকলে কলাবাৰী গাঁৱত সত্ৰ সজাই তেওঁক আড়ম্বৰেৰে তাতে থাপিলেগৈ। ভাগৱত-চৰ্চা, পদ-পাঠ, গীত-গান, ওজা-পালিৰে গোপালে ভক্তি-

---

১। গোবিন্দদাস 'সন্ত-সম্প্ৰদা কথা', পাত ৬। বৰ্ত্তমান চৰিতৰ পদ ১৫৩-১৫৫ চাওক।

ধৰ্ম মনোমোহা কৰি তুলিলে। তেতিয়া বৌধসকলেও তেওঁত শৰণ ল'লেহি, দুখী-দৰিদ্ৰৰেপৰা বৰুৱা-পণ্ডিতলৈকে সকলো আকৃষ্ট হ'ল।

**ডেবেৰাপাৰ সত্ৰ ; আহোম বিষয়াৰ সহায় :** কলাবাৰীত ডফলাৰ ভয় দেখি শ্ৰীমন্ত গোপালে লুইতৰ কোষ চাই ডেবেৰাপাৰত সত্ৰ-শাল পাতে। এই কাৰ্য্যত ভঁৰালী গোহাঁই আৰু সুন্দৰ (সোন্দৰ) গোহাঁই নামে দুজন আহোম বিষয়াই সহায় কৰিছিল। খোৰাৰজাৰ দিনত ১৪৮৫ শকত চিলাৰায়ৰ যুদ্ধত আহোম সৈন্য পৰাজিত হোৱাত এই সোন্দৰ বা আপচু গোহাঁই আন কেইজনমানেৰে কোচবেহাৰলৈ ওলৰূপে যাব লগা হৈছিল। ১৫২৪ শকত প্ৰতাপসিংহ ৰজা হোৱাৰ পিছত এওঁলোকক নৰনাৰায়ণে মুক্তি দিয়ে। এইজনা ৰজাৰ দিনত হোৱা কছাৰী-যুদ্ধত সোন্দৰ গোহাঁই সততে নিযুক্ত হৈছিল। ১৫৩৭ শকত সাতগাঁৱত কছাৰীয়ে এওঁক শেলেৰে খুঁচি মাৰে। ১৫৩৫ শকৰ ফাগুন মাহত প্ৰতাপসিংহ বুঢ়া ৰজাৰ আজ্ঞাৰে লাকুৰ বৰপাতৰ আৰু ভঁৰালী গোহাঁই ডফলাৰ লগত যুঁজিবলৈ যায়। ডফলাই বহুত ৰণুৱা কাটিলত দুইকো ঘূঁহকি আহিবলৈ কোৱা হ'ল। এই সময়তে ১৫৩৫-৩৭ শকমানত ডেবেৰাপাৰ সত্ৰ পতা হয় বুলি ধৰিব পাৰি। ১৫৫৬ শকত ৰূপ এচৰু, সোণ এচৰু দি বুঢ়াৰজাক বৰা উত্তৰকোলৰ বাৰভূঞাসকলক ভাঙি দক্ষিণ কোলত পতা হয় আৰু ডফলাগড় বন্ধাই ডফলাৰ পাল-সেৱাৰ নিয়ম বিহা হয়। সেই বছৰতে ভঁৰালী গোহাঁইৰ পুতেকইঁতে ৰাইজৰ জাত-কুল মৰা অভিযোগত তেওঁক পুত্ৰ সমন্বিতে বধ কৰিবলৈ বুঢ়াৰজাই আদেশ দিয়ে।[1]

**হেঙুলীয়া যদুমণি আৰু ভূঞা-পো অনিৰুদ্ধ :** বৰ্তমানখনি চৰিতত আছে, হেঙুলীয়া যদুমণিয়ে গীত-মাত আৰু ভূঞাৰ-পো অনিৰুদ্ধই প্ৰসঙ্গৰ পদ গাই গোপালৰ কলাবাৰী সত্ৰতে আছিল। সকলো ডেবেৰাপাৰলৈ যোৱাৰ পিছত দুয়োজনে একাদশীত মাছে-ভাতে খোৱা বুলি আৰু "আৰু পুনু কিবা বৌধবাদ বড়ে" বুলি গোপালদেৱে দুইকো ত্যাগ কৰে। এই কথাৰ প্ৰমাণ আমি আন পুথিৰপৰা পোৱা নাই। মায়ামৰীয়াসকলৰ আদি-গুৰু অনিৰুদ্ধৰ চৰিতত তেওঁ বংশীগোপালৰ সত্ৰত থকা কথাৰ ফুটকে নাই। চতুৰ্ভুজ কায়স্থ-ৰচিত যদুমণি-ৰমানন্দ চৰিতমতে যদুমণি কিছু দিন ডেবেৰাপাৰত আছিল; তেৱেঁ এতোলা সোণ

১। 'অসম বুৰঞ্জী', অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ (১৯৪৫), ৯৬, ৯৯, ১৪৭, ১৫০ ছেদ; কাশীনাথ তামূলী ফুকন, 'আসাম বুৰন্‌জি', পিঠি ৩২।

দি জগন্নাথৰ পাণ্ডাৰপৰা গোবিন্দ ঠাকুৰৰ মূৰ্ত্তি আনি বংশীগোপালক দিয়ে; আৰু গোপালে পূৰ্বতে মাধৱদেৱৰ ওচৰত লগোৱা একেবি দূষণৰ যাবে (বেজৰুৱাই উল্লেখ কৰামতে মাধৱদেৱক উজনিলৈ নিবলৈ নাও নপঠোৱাৰ দূষণলৈকি, চৰিতত কোৱা হোৱা নাই।) তেওঁ যদুমণিৰ হতুৱাই ঠাকুৰ আতা আদি পশ্চিমৰ ভক্ত-সমাজৰ ক্ষমা মগাই নিয়ে। এই আপাহতে যদুমণিয়ে "কথাৰ সাগৰ" ভৱানীপুৰীয়া গোপাল আতাক লগ পাই তেওঁৰ তত্ত্ব-চৰ্চাৰ দ্বাৰা বিশেষভাৱে প্ৰভাৱান্বিত হয়। তেওঁ পুনৰ বংশীগোপালৰ সত্ৰলৈ গ'লত দুইবো মাজত 'কৃপা' আৰু 'পুৰুষাৰ্থ'ৰ ভিতৰত কোনটি শ্ৰেয়ঃ, এই লৈয়ে তৰ্ক-বাদ হয়। ইমানতে যদুমণিয়ে বংশীগোপালৰ সত্ৰ এৰি ভৱানীপুৰীয়া গোপালক বিচাৰি ওলায়।[১]

**জয়মুকুন্দ মহন্ত, অনন্ত মহাজন, বংশীগোপালদেৱ :** বুৰঞ্জীত আছে, বুঢ়াৰজাৰ দিনত "মুকুন্দ গোহাঞিএ বিষি এৰি নাম গাই লগুণ দিয়াই বিয়া কৰাই ফুৰিছিল। পাছে মহা দেৱে বোলে, —'বিধি এৰিযে প্ৰবৰ্ত্তে মোক মহিমা দেখাওক।' এই বুলি বন্দী কৰি থৈছিলে। একো মহিমা নাপালত দায় ধৰি মুকুন্দ গোহাঞিক মাৰিলে।"[২] বৰ্তমান চৰিতখনিত বংশীগোপালৰ শঙ্কৰী পন্থৰ বাহিৰে সমসাময়িক আন দুটি 'পন্থ'ৰ কথা আছে। বুৰঞ্জীত উল্লিখিত মুকুন্দ গোহাঁয়েই চৰিতৰ জয় মুকুন্দ। এওঁৰ থান গৰাকাখৰৰ গোবিন্দপুৰ। এওঁ ধৰ্ম-শাস্ত্ৰীয় বিবাহ-ৰীতি, ব্ৰাহ্মণৰ লগুণ, পুষ্কৰিণী-প্ৰতিষ্ঠা, সকলো খণ্ডন কৰি হৰিনামকে সাৰ কৰিছিল, অনন্ত মহাজনে শৌচ-স্নান ভোজনৰ আচাৰ-বিচাৰ এৰি যোল নাম জপ কৰে। বংশীগোপলে নীতি-সদাচাৰে মঙ্গলময় নাম-ধৰ্মক প্ৰতিষ্ঠা লাভ কৰোৱালে।

**মদনগোপাল আৰু গোবিন্দ ঠাকুৰ মূৰ্ত্তি :** শঙ্কৰদেৱে ধুৱাঁহাটত থাকোঁতে এবাৰ কৰলা বাঢ়ৈৰ হতুৱাই মদনগোপাল নামে এটি কাঠৰ মূৰ্ত্তি গঢ়াইছিল। আৰু অসম ৰাজ্য এৰিবৰ সময়ত সেইটি বেলগছ এজুপিৰ ওপৰতে তুলি থৈছিল। সেই মূৰ্তিটি আৰু জগন্নাথক্ষেত্ৰৰপৰা দৌল-গোবিন্দৰ মূৰ্ত্তি অনাই বংশীগোপালে ডেৰেৰাপাৰত প্ৰতিষ্ঠা কৰে।

**ৰাজ-নিগ্ৰহ :** এনেতে বংশীগোপালৰ ডেৰেৰাপাৰ, তেওঁৰ আজ্ঞাপৰ জয়হৰিদেৱৰ ধুৱাঁবোল আৰু জয়মুকুন্দৰ গোবিন্দপুৰ থানৰ ওপৰত ৰজাঘৰৰ

---

১। চতুৰ্ভুজ কায়স্থ, যদুমণি-ৰমানন্দ চৰিত, পত্ৰ-৪-১৪ (হাতে লিখা)।

২। 'অসম বুৰঞ্জী' (১৯৪৫), ১৪৮ ছেদ।

বোষ-দৃষ্টি পৰিল। ১৫৩৭ শকত সাতগাঁৱত সোন্দৰ গোহাঁইক কছাৰীয়ে (চৰিতত যাক কিৰাত বোলা হৈছে) হত্যা কৰে। ৰণ-পলৰীয়া আহোম সেনাই গোবিন্দপুৰত আশ্ৰয় বিচাৰি নাপাই ৰজাত লগালেগৈ, সোন্দৰ গোহাঁই ৰণত মৰা নাই, সত্ৰীয়া ভকতহঁতে পলুৱাই লৈ ফুৰাইছে। বুঢ়া ৰজাই তুৰন্তে তিনিওখন সত্ৰলৈ নাৱেৰে চেংধৰা পঠালে। তিনিওখন সত্ৰ ভাঙি দিয়া হ'ল, বহুত ভকতক মৰা হ'ল, বহুতক বন্দী কৰি ৰাজধানীলৈ লৈ যোৱা হ'ল। বংশীগোপালো বন্দী হৈ গ'ল; কিন্তু বলভদ্ৰ আতা নামে এজনে নিজে বংশীগোপাল বুলি চিনাকি দি গুৰুৰ হৈ মৰণক সাবটি ল'লে। গোপালদেৱ কিছু দিন নগৰত থাকি পিছত বাৰখন ঠাইত বাৰখন "পলৰীয়া সত্ৰ" কৰি ঘূৰি ফুৰে। এবাৰ অসম ৰাজ্য এৰি কামৰূপলৈকে যাবলৈ ওলাইছিল; তাকে জানিবলৈ পাই কুমৰ গোহাঁয়ে (চুৰম্‌ফা কোঁৱৰ?) সলা-শিঙৰিৰ ফাটৰ চকিয়ালক সাৱধান কৰি দি গোপালদেৱক ৰাজ্যৰ ভিতৰতে ৰাখে।

**মিশ্ৰ গোসাঁই, কুৰুৱাবাহী সত্ৰ, বংশীগোপালৰ বৈকুণ্ঠ প্ৰয়াণ ঃ** "পলৰীয়া সত্ৰ"বোৰৰ ভিতৰত ঘাই, সৌৰাণিত থকাতে ৰাম কন্দলি নামে এজন ভকতই গোপালৰ হাতত নিজ পুত্ৰ হৰিচৰণক গতাই দিয়েহি। হৰিচৰণক নানা ঠাইত শিক্ষা দিয়াই ভাগৱত মিশ্ৰ নাম দিয়া হয়। ধোবাচুবুৰীৰ পলৰীয়া সত্ৰত থাকোঁতেই গোপাল গুৰুৱে এওঁক সত্ৰৰ অধিকাৰ পাতে আৰু কৰ্মাহিৰ নাতি জয়হৰিকো তেওঁৰ লগতে থয়। কাঁহীকুছি, কলাবাৰী, ডেৰেৰাপাৰ, এই তিনিখন ভাল সত্ৰ হ'লেও থাকিবৰ অনুপযুক্ত হোৱাত গোপালদেৱে জলপথ আৰু ৰাজপথে ঢুকি নোপোৱা অথচ দুফালে লুইতলৈ মুখ কৰা ঠাই চোৱাই ধনশিৰি নৈৰ ওচৰৰ লুইতৰ চাপৰিত কুৰুৱাবাহী নামে ঠাইত সত্ৰ থাপনা কৰে। এনেতে ১১৪ বছৰীয়া গোপালদেৱৰ ব'হাগমহীয়া 'বায়ুঝাই' বা ৰক্ত-চাপ-বৃদ্ধি হৈ অসুখ হ'বলৈ ধৰে। চৰিতমতে সেই বছৰতে শাওণ মাহত আহোম ৰজাই লুইতৰ উত্তৰ কূলৰ মানুহ ভাঙি দক্ষিণত পাতে।[১] মাঘ মাহত গোপালদেৱৰ বৈকুণ্ঠ-প্ৰয়াণ ঘটে।

**ৰাজৰোষত মিশ্ৰদেৱৰ মৃত্যু ঃ** বংশী গুৰুৰ মৃত্যুৰ পাছত মিশ্ৰ গোসাঁই, জয়হৰিদেৱ, বনমালীদেৱ কুৰুৱাবাহীতে থাকে। 'অসম বুৰঞ্জী'ত আছে, বংশীগোপালক "মহা 'দেৱেও স্বপ্ন দেখি বিচাৰ কৰি আনি কুৰুৱাবাহীত মঠ-

---

১। বংশীগোপালৰ জন্ম-শক ১৪৭০ আৰু চৰিতমতে তেওঁ ১১৪ বছৰ জীৱিত আছিল। বুৰঞ্জীমতে ১৫৫৬ শকত উত্তৰ কূলৰ মানুহ নি দক্ষিণ কূলত বহুওৱা হয়। দুইটা উক্তি অমিল হৈ পৰিছে।

মণ্ডপ কৰি নিৰ্ভয় কৰি থলে। কতদিন থাকি বংশীগোপালে দেহ এৰিলত মিশ্ৰ গোসাঞি সত্ৰৰ অধিকাৰ হ'ল। গোসাঞিও মহাৰাজাৰ পুত্ৰ দুজনাক ভকত কৰালে। সিবোৰেও ভকত হই কুৰুবাবাহীত ডাঙ্গৰীকে সত্ৰ পাতি দিলে। পাচে কতোদিন থাকি সতাই মিশ্ৰ গোসাঞিৰ সত্ৰৰ ভকত আছিল। অভকতীয়া পাই সত্ৰৰপৰা খেদিলে। সি আহি ৰজাত গোচৰ দিলে, বোলে,—'পিতলৰ, সোণৰ পিকদান, ইয়াক ৰাজা হলেহে লব পাই। তাকে লৈ মিচিৰ বাপু ৰাজা হ'ল।' পাচে সতাইৰ কথাকে লৈ মহা * দেৱে মিশ্ৰ গোসাঞিক মাৰিলে।" এই সতাই, "সতাই নৰকী", "কথা সতাই" বা সতানন্দই হেনো মিশ্ৰদেৱৰ কন্যা কনকাৱতীক বিয়া কৰিবলৈ ইচ্ছা কৰিছিল; কিন্তু গোসাঁয়ে বিয়া নিদিয়াত আৰু গোসাঁইৰ ভকত ৰঙ্গায়ে নিন্দা কৰা বাবে, সতায়ে বুঢ়াৰজাক সত্ৰৰ বিৰুদ্ধে কয়গৈ। এই চৰিতমতে কুৰুবাবাহীৰ ফাগুযাত্ৰাৰ দৌলৰ ওপৰত লগোৱা মগৰ আৰু গোসাঁইক বিচা ম'ৰাপাখিৰ কথাকে "অজ্ঞানী"য়ে ৰজা খিতাপৰ দোলা-মাৰি আৰু মুকুটৰ পাখি বুলি ৰজাৰ আগত কয়। পৰীক্ষিৎ বৰুৱাই মগৰ-ম'ৰাপাখি নি ৰজাৰ আগত দিলে। ১৫৬৬ শকৰ জেঠত কুৰুবাবাহী সত্ৰ ভাঙি পেলোৱা হয়। মিশ্ৰদেৱ পলাই ফুৰোঁতে দেৰগাৱঁৰপৰা তেওঁক পত্নী আৰু কেঁচুৱা পুত্ৰ ৰামকৃষ্ণ সমন্বিতে পৰীক্ষিৎ বৰুৱাই ধৰি নিয়ে। শোধ নৌ হওঁতেই নৰিয়া পৰি মিশ্ৰদেৱৰ মৃত্যু হয় আঘোণমহীয়া। 'সন্ত-সম্প্ৰদা কথা'মতে তেওঁৰ "বন্দীশালত প্ৰাণ গৈলা"।

**জয়হৰিদেৱৰ ৰাজ-অনুগ্ৰহ লাভ ঃ** লড়ি গোসাঁই জয়হৰিদেৱে ৰামকৃষ্ণ আৰু মিশ্ৰ-পত্নীক লৈ লুকাই ফুৰিছিল। এনেতে ৰাজৰোষ শাম কটা যেন দেখা গ'ল আৰু ১৫৭১ শকৰ ভাদত প্ৰতাপসিংহ স্বৰ্গদেৱ ঢুকাল। তেওঁৰ বৰপুত্ৰ চুৰম্‌ফা ৰজা হৈ কুৰুবাবাহী সত্ৰ পুনপ্ৰতিষ্ঠা কৰিলে। ডাঙৰীয়াসকলে এওঁক ভাঙি ভায়েক চুত্যিংফাক ৰজা পাতিলে, তেওঁকো গুচাই পুতেক জয়ধ্বজক ৰাজপাটত তুলিলে। এইজনা ৰজাই মিশ্ৰ গোসাঁইৰ পুতেকত শৰণ লৈ নতুন সত্ৰ পাতি দিবলৈ ওলোৱাত সত্ৰৰ পাঠক নিৰঞ্জন বাপুহে আগ বাঢ়ি গ'ল। ইফালে জয়হৰিদেৱেও মৃত্যুৰ সময় (ফাগুন, শুক্লা অষ্টমী) অহা দেখি ঘৰৰ ল'ৰা লক্ষ্মীনাৰায়ণ (পৰমাইৰ পৰিনাতি) আৰু ৰামকৃষ্ণক সত্ৰ নিদি নিৰঞ্জনকে কুৰুবাবাহীৰ ভাৰ দিলে। 'সন্তা-সম্প্ৰদা কথা'মতে জয়হৰিয়ে দুইটি শিশুকে পাঠকদেউৰ কোলাত দি ক'লে, "জানা পাঠক আতা, তোমাক দুই ডেকা সমন্বিতে সত্ৰসভা দিলো। তুমি পঢ়াই শুনাই ডাঙ্গৰ কৰি অধিকাৰী পাতিবা। তুমি ভক্তৰূপে থাকিবা।"

**আউনীআটি সত্ৰ ঃ** জয়ধ্বজ ৰজাই গালপোৱা ঘাটত যজ্ঞ কৰাওঁতে গোবিন্দ

মূৰ্তিয়ে সৈতে নিৰঞ্জন পাঠকক নিয়ায় আৰু তেওঁতে শৰণ লৈ ১৫৭৬ শকত ভূমি-জমি, দেউৰী-ভাগতী, যোগনীয়া-সমলীয়া দি মাজুলীত আউনী পাণৰ আটি কাটি গোবিন্দ ঠাকুৰে সৈতে আউনীআটি সত্ৰ পাতি দিয়ে। ইংৰাজী ২৪।৫।০৪ তাৰিখে (১৮২৭ শক, ১১ জেঠ) আউনীআটিৰ সত্ৰাধিকাৰে এথ্‌ন্'গ্ৰাফিৰ ছুপাৰিণ্টেণ্ডেণ্টলৈ পঠোৱা বিবৃতিমতে ১৫৭৬ শকত এই সত্ৰ প্ৰতিষ্ঠিত হয়। বুৰঞ্জীমতে সেই শকতেহে এইজনা ৰজা হয়।[১]

**বনমালীদেৱ দামোদৰৰ সত্ৰত; দক্ষিণপাট সত্ৰ ঃ** বনমালীৰ জন্ম ১৪৯৮ শকত কলাবাৰীত। ছবছৰ বয়সতে তেওঁ আনৰ মুখৰপৰা শুনি শাস্ত্ৰৰ টীকা-ব্যাখ্যা-পদ আওৰাব পাৰিছিল। তেতিয়াৰেপৰা তেওঁ বংশীগোপালৰ লগত থাকে। গোপালৰ মৃত্যুত তেওঁ ৰজা আৰু ভক্ত-সমাজৰ অনুমতি লৈ বেহাৰলৈ যায় আৰু দামোদৰদেৱৰ বৈকুণ্ঠপুৰ সত্ৰত বলৰামদেৱ আৰু ৰান্ধনিদেউ পৰমানন্দৰ লগত ৰয়গৈ। তেওঁলোক দুজনৰ মৃত্যুত বনমালী সত্ৰৰ অধিকাৰ হ'ল। তাতে থাকি তেওঁ জগন্নাথৰপৰা যাদৱৰায় মূৰ্তি কিনাই আনে আৰু প্ৰাণনাৰায়ণৰ বেহাৰ ত্যাগ কৰিবলৈ ঠিক কৰে। ইফালে অসমৰ জয়ধ্বজ ৰজায়ো তেওঁক মাতি পঠিয়ায়। জয়ধ্বজে তেওঁক পোনতে কলিয়াবৰৰ জখলাবন্ধাত, পাছত মাজুলী আঁহতগুৰিৰ জতকৰাত আৰু শেষত ব্ৰহ্মপুত্ৰৰ দক্ষিণে ৰাওলী বাহৰত বৈকুণ্ঠপুৰ (দক্ষিণপাট) সত্ৰ পাতি বনমালীক বহুৱায়।[২]

**গড়মূৰ সত্ৰ ঃ** নিৰঞ্জন পাঠকে কুৰুৱাবাহীৰ গোবিন্দক নি ৰজাৰ মহানুগ্ৰহ লভি বৰখিতাপেৰে সত্ৰ পতা দেখি ৰামকৃষ্ণ আৰু লক্ষ্মীনাৰায়ণৰ মনত অসন্তোষ ওপজে। বিশেষতে বংশীগোপালেও মিশ্ৰদেৱক কৈ গৈছিল,

গোবিন্দ ঠাকুৰ মূৰ্তি আৰো ভাগৱত।
মদনগোপাল সমে থাকে যিথানত॥
সেহিসে আমাৰ সত্ৰ তাহাত থাকিবা।

'সন্তা-সম্প্ৰদা কথা'মতে জয়ধ্বজে নিৰঞ্জনদেউক সত্ৰ পাতি দিয়াত "পাচে ৰাজাত কৈয়া লক্ষ্মীনাৰায়ণদেৱে একভাগ মূৰ্ত্তি, ভাগৱত, ভক্ত, আউনীআটীক আনিয়া মদনগোপাল সমে একফালে ৰামকৃষ্ণক দিলা। পাচে ভক্ত সমে আলোচনা কৰি

---

১। - শ্ৰীমহেশ্বৰ নেওগ, 'শ্ৰীশ্ৰীশঙ্কৰদেৱ', প্ৰস্তাৱনা। এখন আধাডুখৰীয়া বুৰঞ্জীমতে (বুঃ পুঃ বিঃ, অনুলিপি) ১৫৭১ শকৰ ব'হাগৰ ন দিন যাওঁতেই জয়ধ্বজ ৰজা হয়।

২। 'শ্ৰীশ্ৰীশঙ্কৰদেৱ', প্ৰস্তাৱনা।

ভয় দেখাই লক্ষ্মী গোসাঁইক খেদি তেওঁৰে আপোনাৰ নাতি কেশৱদেৱক সত্ৰ দি দেহ এৰিল। পাচে লক্ষ্মীনাৰায়ণ গোসাঁইৰ শাপক ভয়ে জয়ধ্বজ ৰাজা যাত্ৰী পঠাই জগন্নাথ হন্তে বংশীবদনক আনি গড়মূৰত সত্ৰ কৰি দিলা।" কুৰুৱাবাহী আৰু গড়মূৰৰ সত্ৰাধিকাৰে ১৯০৪ চনত চৰকাৰক দাখিল কৰা বিবৃতিমতে জয়ধ্বজ ৰজাই দিব খোজা মাটি-পাইক-সত্ৰ গ্ৰহণ নকৰিলে। তেওঁৰ মৃত্যুত তেওঁৰ ভতিজাক জয়ৰামদেৱক শিৱসিংহ ৰজাই ত্ৰিশ হাজাৰ পুৰা নিষ্কৰ মাটি আৰু বাৰ শ ঘৰ পাইক দি গড়মূৰত থাপনা কৰে।

**ৰংশীগোপালে পতা মেধি :** 'সন্ত-সম্প্ৰদায়'ত আছে (১) বেলসিধীয়া নিত্যানন্দ বাপু, (২) চাৰিঙত ব'ৰাগী বাপু, (৩) দেৰগাঁৱত ভাৰথি বাপু, (৪) ঢাপকটাত বৰমুকুন্দ বাপু, (৫) জিয়াঁমৰাত লিখক জয়ৰাম বাপু, (৬) কলিয়াবৰত কৃষ্ণ শ্ৰবণি, (৭) কুকুৰাকটাত নাৰায়ণ বাপু, (৮) শলগুৰিত বিষ্ণু বাপু, (৯) তিতামত গোবিন্দ বাপু, (১০) বতাৰগঞা চতুৰ্ভুজ বাপু, (১১) দ্বাৰকায়াত কামদেউ বাপু, (১২) কলবৰীয়াত চিদানন্দ, (১৩) ঢাপলীয়া ভৱানন্দ, (১৪) পাতকটীয়া নিত্যানন্দ, (১৫) তুলহিজানত মনোহৰ, (১৬) ৰতনপুৰত পূৰ্ণানন্দ, (১৭) দিচৈত কৃষ্ণচৰণ, (১৮) মূৰীয়াত হৰি মিশ্ৰ, (১৯) তামোলবাৰীত লখণ কৰুণা, (২০) কাঁড়ী গাঁৱত শ্ৰীধৰ ভাগতী, (২১) খৰণ্ডিত কৃষ্ণানন্দ, (২২) বান্দৰখেলত নিৰঞ্জন, (২৩) ৰূপকলীয়াত বৰবাপু, (২৪) দিহাজাণ্ডত সিঙাল মিশ্ৰ, (২৫) কেলিয়ালত মোহন বাপু, (২৬) মণিপুৰত দয়াল বাপু, (২৭) চিনাতলীয়া হৰিচৰণ, (২৮) লিজুৰাত হৰি বাপু, (২৯) ঢকুৰাখনাত অৰ্জ্জুন দেউৰী, (৩০) কৰাইখোৱাত কম্বি বাপু, (৩১) কাঁহীকুচিত অনন্ত কন্দলি, (৩২) হৰি মিশ্ৰ, (৩৩) ৰাম মিশ্ৰ, (৩৪) গদাধৰ বাপু, (৩৫) গোবিন্দ বাপু, (৩৬) গোপাল বাপু, (৩৭) কাকৈয়াল ৰামচৰণ বাপু, (৩৮) দিখৌমুখত ৰঘুপতি বাপু, (৩৯) কঁকিলা ধেমাজিত হৰিচৰণ বাপু আৰু সাতজন—"দেৱ গোপালে এই পঞ্চলিছ মেধি পাতিলা। এহি মেধিসব ঠাকুৰদেৱৰ আজ্ঞাৰ আসি অসম ৰাজ্যত সত্ৰ কৰিলা। সেইকালে দেৱগোপালে বৈষ্ণৱসকলক দেশে দেশে পাঞ্চিলা, যাতো, দেৱৰ একোভিতি ছলনা নাই।"

**বংশীগোপালৰ 'সম্প্ৰদা'—'মহাপুৰুষৰ ধৰ্ম্ম' :** বংশীগোপাল দামোদৰদেৱৰ শিষ্য আৰু তেওঁ মাধৱদেৱৰগৰা তত্ত্ব-বিচাৰ-কথা নিৰহ-নিপানীকৈ লাভ কৰিছিল। মাধৱৰ আজ্ঞাৰেই (দামোদৰৰো অনুজ্ঞা লৈ) আহোম ৰাজ্যলৈ তেওঁ শঙ্কৰী ধৰ্ম প্ৰচাৰৰ কাৰণে ওলায়। সেই সময়ত অসমীয়া বৈষ্ণৱ ধৰ্মক 'মহাপুৰুষৰ ধৰ্ম্ম' বুলিহে জনা গৈছিল,—

বংশীগোপালে

মহাপুৰুষৰ ধৰ্ম্ম থাপিয়া লোকত।
দেহ এড়ি ৰহিলন্ত বৈকুণ্ঠ পুৰত॥১৯

মাধৱে গোপাল-যদুমণিক কৈছে—

মহাপুৰুষৰ ধৰ্ম্ম লোকত দেখাই।
একে প্ৰীতি থাকিবাহা কালক গৱাঁই॥২৩৮

বংশীগোপালে মিশ্ৰদেৱক কৈছে—

মহাপুৰুষৰ ধৰ্ম্ম যেমন ৰহয়।
তেমনে প্ৰবৰ্ত্তি সদা থাকিবে লাগয়॥৯৩১

'মহাপুৰুষ' শব্দৰ অৰ্থ মহাপুৰুষ শঙ্কৰদেৱ বা পৰমপুৰুষ বাসুদেৱ কৃষ্ণ হ'ব পাৰে। এই দুটা অৰ্থতেই তাৰ প্ৰয়োগ দেখা যায়।

(১) দামোদৰদেৱে কৈছে—

পূৰ্ব্বে মহাপুৰুষে কৰিলা দশকন্ধ।
কীৰ্ত্তন ভটিমা ছবি দুলড়ি সুছন্দ॥
—ৰামৰায় দ্বিজ, গুৰুলীলা ৩৩৮

(২) পৰীক্ষিতৰ প্ৰতি শুকৰ উক্ত—

তদহং তেঽভিধাস্যামি মহাপৌৰুষিকো ভৱান্।
—শ্ৰীমদ্ভাগৱতম্ ২।১।৭

তোমাত কহিবো সেহি শাস্ত্ৰ তুমি তাক শুনিবাৰ পাত্ৰ
মহাপুৰুষৰ সেৱক তুমি সম্প্ৰতি—নামঘোষা ৬৪৭

বৰ্ত্তমান চৰিতৰ 'মহাপুৰুষৰ ধৰ্ম্ম' শঙ্কৰী ধৰ্মহি। শঙ্কৰদেৱৰ ধৰ্ম্মৰ অৰ্থত অসমৰ সমস্ত বৈষ্ণৱ সম্প্ৰদায় 'মহাপুৰুষীয়া'। কোনো লোকে দামোদৰদেৱৰ আজ্ঞাপৰ সত্ৰসমূহক এই মহাপুৰুষীয়াৰপৰা বেলেগ কৰি 'দামোদৰীয়া' বোলে; কিন্তু ই ঐতিহাসিক যুক্তি-বিৰুদ্ধ আৰু ভেদ-ভাৱৰপৰা ওপজা কথা। এনে সঙ্কীৰ্ণ বিচাৰেৰে চায়ো বংশীগোপালৰপৰা বড়া কুৰুৱাবাহী, আউনীআটি আৰু গড়মূৰক (বংশীগোপালৰ শিষ্য বনমালীয়ে বেহাৰত থকা দামোদৰৰ সত্ৰৰপৰা আহি পতা গুণে) 'দামোদৰীয়া' দক্ষিণপাটৰপৰা পৃথক ৰূপে ধৰা হয়। কিন্তু এইবোৰ কৃত্ৰিম ভেদ-ভাৱক বংশীগোপালৰ উদাৰ সেৱক, চৰিতকাৰ ৰমানন্দ দ্বিজে প্ৰশ্ৰয় দিয়া নাই। তেওঁ শঙ্কৰ, মাধৱ, দামোদৰ, গোপালৰ কোনো পাৰ্থক্য দেখা নাই। দেৱ

দামোদৰ আৰু 'শ্ৰীশঙ্কৰৰো ভেদ নাই দুইহন্তৰ ॥' বংশীগোপালক দামোদৰে 'এতেকে শঙ্কৰ মত প্ৰমাণি কহিলা।' মাধৱদেৱেও 'অসম দেশৰ প্ৰজাৰ নিষ্ফল জীৱন' সাৰ্থক কৰিবৰ হকে 'শ্ৰীমন্তশঙ্কৰ মত শ্ৰীভাগৱত' প্ৰচাৰ কৰিবলৈহে গোপালদেৱক পঠাইছিল।[1] বংশীগোপালেও অন্তিমত "শঙ্কৰ-মাধৱ-দামোদৰ-প্ৰসাদৰ" কথাকেহে সুঁৱৰিছিল। পুৰুষোত্তম ঠাকুৰ, দামোদেৱ আৰু গোপালদেৱৰ অময়া প্ৰীতিৰ কথা এই চৰিতখনিয়ে মনোৰমকৈ বৰ্ণাইছে। দামোদৰে কেইবা ঠাইতো কৈছে, শঙ্কৰ-মাধৱেৰে তেওঁৰ ভেদ নাই। আই-গোসাঁনী আৰু ঠাকুৰে গোপালৰ আৰু সন্ত-সম্প্ৰদায়ৰ মঙ্গল কামনা কৰিয়ে উষুৱা চাউল আৰু আমিষ খোৱাৰ শিক্ষা দিয়ে। গোপালেও দামোদৰৰ সত্ৰ-শাল আৰু ঠাকুৰৰ থানলৈ প্ৰীতি-সন্দেশ পঠাই আছিল আৰু উত্তৰাধিকাৰী নিয়োগ আদি গুৰু বিষয়ত দুয়ো ঠাইৰপৰা অনুমোদন আনিছিল। গোপালৰ সম্প্ৰদায় শঙ্কৰী 'সন্ত-সম্প্ৰদা'ই।

**অন্য-দেৱ-নিৰপেক্ষ একশৰণ ঃ** শঙ্কৰী ধৰ্মৰ মূল নাম "একশৰণ নাম-ধৰ্ম্ম"—সেই ধৰ্ম্মত অন্য দেৱৰ ভজনা পৰিহাৰ কৰি একমাত্ৰ পৰমপুৰুষৰ মূৰ্ত স্বৰূপ বাসুদেৱ কৃষ্ণত প্ৰেম-ভক্তি আৰোপ কৰি তেওঁৰ গুণ-কীৰ্তি গাব লাগে। এই ধৰ্মৰ শিক্ষা গোপালে মাধৱৰপৰাই পাইছিল।

অন্য দেৱ পৰিহৰি যিবা জনে যেন কৰি
ভকতি লভিলা যেনমত ॥১৬৫

গোপালে দেৰগাঁৱৰ শিৱ-মন্দিৰৰ বিগ্ৰহক "হৰি হৰ একে আত্মা মানিয়া মনতে" প্ৰেমত আলিঙ্গন কৰিছিল। ভৈৰৱী (ভৰলী) নদীৰ ওচৰৰ হলেশ্বৰ শিৱৰ সমুখত বনমালীদেৱেও নিজৰ "একশৰণ" ৰক্ষা কৰি—

হৰি বুদ্ধি কৰি তাঙ্ক কৰিলন্ত সেৱ।
নমো নমো লক্ষ্মীপতি ভগৱন্ত দেৱ॥
—শ্ৰীশ্ৰীবনমালীদেৱ চৰিত্ৰ ৩০৪

বংশীগোপালৰ মৃত্যুৰ পাছত ভাগৱত মিশ্ৰয়ো ভক্তসকলক ইয়াকে উপদেশ দিছিল—

---

১। "পূৰ্ণ মাধৱে বোলয়—জানা গুৰু, তুমি সেই দেশক যোৱা। সেই দেশ জন্ম-ভূমি, এতেকে গীতা-ভাগৱত-মত শঙ্কৰ-সম্প্ৰদা-ভক্তি লোকন্ত প্ৰৱৰ্ত্তো তেবে শঙ্কৰ-আজ্ঞা বয়।"—সন্ত-সম্প্ৰদা কথা, পত্ৰ ৭।

অন্য দেৱাদিক এৰি শ্ৰৱণ-কীৰ্ত্তন কৰি
মহাসুখে সকলে লভিবা।।১০৯৯

গীতাৰ "মামেকং শৰণং ব্ৰজ"ই শঙ্কৰ, মাধৱ, দামোদৰ, ভট্টদেৱ, বংশীগোপালৰ আদৰ্শ। মাধৱে গোপালক অসম ৰাজ্যলৈ পঠাওঁতে তেওঁ আপত্তি কৰিছিল—"সিদেশে ধৰ্ম্মত ৰতি নাই, অন্ন-যোনি বিচাৰ নাই, অন্যদেৱ ভজন, জাতি অজাতি ভেদ নাই।" সেই অসম দেশতে একশৰণ ধৰ্ম প্ৰচাৰ কৰাৰ ভাৰ তেওঁ গ্ৰহণ কৰিলে জীৱৰ পৰিত্ৰাণৰ হকে।

**পুথি-পূজা ঃ** অসমৰ বৈষ্ণৱসকলে থাপনাত পুথি থৈ প্ৰায় বিগ্ৰহ হেন জ্ঞান কৰি সেৱা কৰে। বৰ্তমান চৰিতত দামোদৰে শালগ্ৰামৰ পৰিৱৰ্তে পুথি-পূজা কৰা কথা আছে। কোচবিহাৰত থাকোঁতে এদিনাখন দামোদৰৰপৰা পূজাৰ শালগ্ৰামটি এজনে খুজি নিলে।

পাছে দেৱ দামোদৰে মণিকূট অভ্যন্তৰে
পুস্তকতে পূজা কৰিলেক।।১২৩৮

**সত্ৰ-সংগঠন, প্ৰসঙ্গ ঃ** চৈধ্য প্ৰসঙ্গ, সত্ৰীয়া বিষয় আৰু বিষয়াৰ শ্ৰেণী-বিভাগ শঙ্কদেৱৰ দিনতে হোৱা নাছিল। সত্ৰাধিকাৰ বাবৰ ধাৰণাটোও তেওঁৰ দিনত ওপজা নাছিল। শঙ্কৰো সত্ৰাধিকাৰ নহয়, মাধৱো নহয়। কীৰ্তন-ঘৰ, ভকতৰ বহা, হাটী আদি প্ৰথমৰেপৰা আছিল; কিন্তু মাধৱদেৱৰ হাতত সিবোৰ প্ৰণালীবদ্ধ হৈ পৰে। দামোদৰদেৱেও একে সময়ত প্ৰসঙ্গ আৰু বিষয়াৰ নিয়ম কৰে। গোপালদেৱে কুৰুৱাবাহীত সত্ৰ পাতিবৰ সময়ত উত্তৰ-দক্ষিণা কৰি সাত-খুটলীয়া কীৰ্তন-ঘৰ সজাই পুবে আৰু পছিমে দুখন দুৱাৰ দিয়াইছিল; তাৰ চাৰিকাষে ভকতৰ বহা-হাটী আছিল। সত্ৰ-নিৰ্মাণত এই নিয়মেই চলে। চাৰিকাষে চাৰিহাটীৰ মাজত নামঘৰ আৰু মণিকূট। আউনীআটি সত্ৰৰ নামঘৰৰ উত্তৰে সত্ৰাধিকাৰ থকাৰ নিয়ম। সেই সত্ৰত এতিয়াও চৈধ্য প্ৰসঙ্গ চলি আছে। বিশেষ বিশেষ লোকৰ ওপৰত প্ৰসঙ্গৰ কোনো কোনো বিষয়ৰ দায়িত্ব থাকে। গোপালদেৱ কলাবাৰীত থাকোঁতে—

ৰত্নাকৰ কন্দলিয়ে পঢ়ে ভাগৱত।
ভূঞা-পুত্ৰ অনিৰুদ্ধ পদৰ পাঠক।।
হিঙ্গুলীয়া যদুমণি গীত লগাৱয়।
জগন্নাথ সমে অষ্ট বৈষ্ণৱে ধৰয়।।৩৩১
মুৰাৰি বোলয় পদ পালি ছয়জন।
তিনি বেলা তিনি ওঝা নামৰ কীৰ্ত্তন।।

সত্ৰৰ বিভিন্ন শ্ৰেণীৰ বিষয়ৰ ভিতৰত কেইপ্ৰকাৰমানৰ নাম এই চৰিতত পোৱা যায়। গোপালদেৱে প্ৰসঙ্গৰ নিয়ম কৰি পাঁচজন 'শ্ৰৱণি' পাতে, এওঁলোকৰ কাম পদ-ভাগৱত শ্ৰৱণ কৰা (পদ ৮০৯-১৩)। 'ভঁৰালী' সকলক বংশীদেৱে চাউল, লোণ, তেল, খাৰ আদি বেহানি ৰখাৰ নিয়ম-শিক্ষা দিছিল (৮৭৩-৮৩)। মদনগোপাল মূৰ্তি আৰু গোবিন্দ ঠাকুৰৰ পূজাৰ ভাৰ 'ৰৰদেউৰী'ৰ হাতত—

বৃহত দেৱৰী নাম শ্ৰীহৰি গোসাঞি।
তেহে পূজা কৰে নিতে সম্ভাৰ মিলাই॥৫৩৫

'পাঠকে' পদ-পাঠ কৰে; নিৰঞ্জনদেৱ পোনতে এনে পাঠক আছিল।

কুৰুৱাবাহী, আউনীআটি, দক্ষিণপাট, গড়মূৰ—এই চাৰি সত্ৰৰ প্ৰত্যেকৰ বিষয়-ৰবীয়া আজি-কালি এশ ডেৰশৰো ওপৰ হ'ব। তেওঁলোকক ৰৰমনীয়া, মাজুমনীয়া, সৰুমনীয়া—এইতিনি মানত শ্ৰেণীবদ্ধ কৰা হয়। ৰৰমনীয়াসকলক "সাত ৰৰমানভগীয়া" বোলে। বিষয়-ৰবীয়াসকলৰ নামৰপৰাই তেওঁলোকৰ বাব বুজিব পৰা হয়—ৰৰভাগতী (আউনীআটিৰ বাগীশ), দুৱলীযা-ভাগতী, ৰৰপাঠক, দুৱলীয়া পাঠক, পাঠক, ৰৰশ্ৰৱণি, শ্ৰৱণি, ৰৰনামলগোৱা, দুৱলীয়া নামলগোৱা, বৈৰাগী নামলগোৱা, সৰুনামলগোৱা, গায়ন, পালিগায়ন, বায়ন, পালিবায়ন, ওজা, পালি, আশীৰ্বদীয়, নামঘৰীয়া, চ'ৰামচীয়া, ৰৰদেউৰী (দক্ষিণপাটৰ ৰৰপূজাৰি), দুৱলীয়া পূজাৰি, পূজাৰি, দেউৰী, সহস্ৰনামগোৱা, অঙ্গমলীয়া বা মলীয়াৰৰা, চাউলভঁৰালী, ধানভঁৰালী, মিঠৈভঁৰালী, ধনভঁৰালী (দক্ষিণপাটৰ ৰৰভাণ্ডাৰী), লোণভঁৰালী, ৰৰ আলধৰা (দক্ষিণপাটত সাধাৰণ বিষয়া, বাকী তিনি সত্ৰত গোসাঁইঘৰীয়া বিষয়া), ৰৰগুৱাকটা, পানীতোলা, নিশাফুৰা, ৰাজমেধি, পাঁচনি, হাটীমতা, ইত্যাদি, ইত্যাদি। ৰজাৰ ঘৰৰ লগত সম্বন্ধ ৰাখিবৰ বাবে ৰৰখাটনিয়াৰ, সৰুখাটনিয়াৰ আছিল। সত্ৰৰ বাহিৰৰ চহৰত ফুৰি বা থাকি সত্ৰৰ শিষ্যসকলৰ লগত সম্পৰ্ক ৰখা আৰু কৰ-কাটল তোলা আদি কামত ৰাজমেধি, ৰৰমেধি, কুৰুৱামেধি, মেধি, ৰাজপাঁচনি, পাঁচনি আদি বিষয়-ৰবীয়া থাকে।

**ত্যাগৰ আদৰ্শ :** গোপালদেৱ ভক্ত আৰু ভগৱন্তৰ হকে ত্যাগৰ এক জলন্ত আদৰ্শ। তেওঁৰ মহিমা-বিভূতি লোক-সমাজত জনাজাত হ'লত যেতিয়া জুমে-জুমে লোক আহিল শৰণ ল'বলৈ, তেতিয়া সম্পত্তিৰ বৃদ্ধি দেখি তাক তেওঁ বিপত্তি বুলিহে মানিছিল। সোণ-ৰূপ, তাম-কাঁহ, তামোল-চাউল, কল-কুঁহিয়াৰ আদি যত বস্তু আহিছিল, সকলোখিনি ভকতক দি এসন্ধ্যা মাথোন আৰৈ চাউলৰ ভাত ঘিউ দি ভোজন কৰিছিল; ভকতৰ সমাজত কঠত বহে; নিশাও টোপনি আহিলে নাম

ল'ব নোৱাৰিব বুলি দীঘে-পথালিয়ে দুহাত আঁঠুৰা তৰি হাতত মালা ধৰি মাটিত বা ঢকুৱাত বহি আছিল (৭৯-৮০ পিঠি)। এই কাঠোৰ নীতি-নিয়ম দেখি মানুহে ভক্তি নধৰিব বুলিয়ে পুৰুষোত্তম ঠাকুৰ আৰু শঙ্কৰপত্নী আই-গোসাঁনীয়ে তেওঁক আমিষ গ্ৰহণ কৰিবলৈ শিকায়। ঠাকুৰৰ কথামতে ভকতসকলে বৃদ্ধ গোপালদেৱক তুলা দি তলিচা এখনি কৰি শুবলৈ দিছিল; তাকো তেওঁ মহাদুখেৰেহে গ্ৰহণ কৰিছিল। সেইহে গোবিন্দ দাসে লিখিছে, "হেন দেৱ গোপল সম সাধু পূৰ্ব্বেও নাছিল, পাচক লাগিও নহৈব।"

**বৌধবাদ ঃ** শ্ৰীমন্ত শঙ্কৰৰ পূৰ্বৰ আমাৰ দেশৰ অৱস্থা বৰ্ণাওঁতে 'সন্ত-সম্প্ৰদাকথা'ত গোবিন্দ দাসে কৈছে—"ই দেশত পূৰ্ব্বে লোকসবে কাক হৰি বোলে, হৰিকথাও নজানিলে। অন্যদেৱদেৱীকে ভজিল ; কতোসবে বৌধমতে প্ৰবৰ্ত্তিল।" শঙ্কৰ গুৰুৰ চৰিত আৰু তেওঁৰ ৰচনাত এই বৌধমতৰ কথা পাওঁ। তেওঁ ধুৰাঁহাট বেলগুৰিত থাকোঁতে দুটা বৌধমতীয়া টাটকীয়াই (বাজীকৰ) ভক্তসকলক আহুকাল কৰিছিল। কীৰ্তনত গুৰুজনে এই বৌধসকলৰ প্ৰতিয়ে কটাক্ষপাত কৰিছ ঃ—কল্কিয়ে "সবাকে মাৰিব বৌধগণ যত আছে।" মাধৱদেৱৰ নামঘোষাতো এওঁলোকৰ কদাচাৰৰ ওপৰত দূৰণিৰপৰা দৃষ্টি নিক্ষেপ কৰা হৈছে। এই বৌধসকল হ'ল পিছৰ যুগৰ বৌদ্ধ পন্থৰপৰা বিগলিত হৈ ওলোৱা বামাচাৰসম্পন্ন বৌদ্ধ তান্ত্ৰিক। এওঁলোকেহে "বামানয় শাস্ত্ৰে মুহি আছা সৰ্ব্বজন", বুদ্ধদেৱে নহয়। ৰাম সৰস্বতীৰ 'ব্যাসাশ্ৰম' কাব্যত বৌধ মতাৱলম্বী কলিৰ ব্ৰাহ্মণৰ "বামানয় বিধি শাস্ত্ৰ" লৈ তৰ্কবাদ কৰা, "বৈষ্ণৱ বেশ" ধৰা, "গ্ৰাম্য গীত গোপ্য জ্ঞান বুলি" কোৱা, "তাম্ৰ কাংস্য দাৰুময় কতো মৃতিকাৰ" পুতলা লৈ টাটকীয়াৰ দৰে 'টাটক কৰা' কথা স্পষ্টকৈ উল্লেখ কৰিছে। এঠাইত কাটিলে সাত ঠাইত গজা বহুৰূপী বৌধসকলৰ আন ৰূপ পিছৰ যুগৰ ৰাতিখোৱা সম্প্ৰদায় আদি। 'সন্ত-সম্প্ৰদা কথা'ত (৮,১০ পাত), বৰ্তমান চৰিততো (পদ ৩০৫) বৌধক "বাৰগুৰুৱা" বোলা হৈছে; ৰাতিখোৱা সম্প্ৰদায়ৰ সেৱাত আজিও 'বাৰ বৈষ্ণৱৰ' আসন পতা হয়।

বংশীগোপালে সম্পূৰ্ণৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ আগলৈকে বৌধহঁতৰ উপদ্ৰৱ সহ্য কৰিবলগীয়া হৈছিল। বিয়াৰ ভাব এৰি তেওঁ পোনতে বৈষ্ণৱ-ভাব অৱলম্বন কৰোঁতেই তেওঁলোকে আহুকাল দিবলৈ ধৰে।

ই দেশত কতো কতো ভকত আছয়।
ব্যভিচাৰ মতে দেখো সবে প্ৰবৰ্ত্তয় ॥১১৩

অন্ন-যোনি বিচাৰ-আচাৰ কিছো নাই।
প্ৰবৃত্তিক চাহিলে পাষণ্ড সমুদায়॥

ই বৌধ ভকতৰে কথা। মাধৱদেৱৰ আদেশত গোপালদেৱ অসম ৰাজ্যলৈ গৈও বৌধৰ অত্যাচাৰত পুনৰ কামৰূপলৈ ঘূৰিছিল। তেওঁ কাঁহীকুচিত সত্ৰ পাতি লোকক শৰণ-ভজন দিয়া দেখি তাত ব্যাঘাত ওপজাবলৈ যত্ন কৰিছিল; তেওঁক বিহ খুৱাই মাৰিবলৈও চাইছিল। এজন বৌধৰ নাম চৰিতত দিয়া হৈছে—বাসুদেৱ বৌধ। শেহান্তৰত বৌধৰ মাজৰ অনেকেই ভক্তি-পথ ল'লে আৰু "বৌধ পাষণ্ড কুপথ" নষ্ট হ'বলৈ ধৰিলে। বৌধৰ লক্ষণ ঠায়ে ঠায়ে বৰ্ণোৱা হৈছে,—

মহামূৰ্খ অধম কহয় স্বেচ্ছামত।
নামানে তুলসী শালগ্ৰাম ভাগৱত॥৭০৯
শ্ৰাদ্ধ-বিধি একাদশী কিছু নমানয।
হৰিৰ নিৰ্ম্মাল্য পদ-জল প্ৰসাদক।
হৰি-পূজা মূৰ্ত্তি দণ্ডৱতক গীতাক॥৭১২
ইসব প্ৰমুখ্যে আনো হৰিৰ সেৱাক।
নিন্দা কৰি ফুৰে যিটো সেহি বৌধঝাক॥
ধৰ্ম্ম-ধাৰ্ম্মিক-নিন্দা বাঞ্ছে চাউল-কানি॥৭১৩
মহামূৰ্খ অজ্ঞানী লোকৰ মাঝে যাই।
সতকাৰ লই ফুৰে মহন্ত বোলাই॥

'ব্যাসাশ্ৰম'ৰ এঠাইত আছে, বৌধই "ম্লেচ্ছসকলৰ" মাজত বিশেষ প্ৰতিপত্তি লাভ কৰিছিল। ই জনজাতীয় লোকৰ মাজত বৌধসকলৰ বিশেষ প্ৰচাৰৰ ইঙ্গিত হ'ব পাৰে। ৰাতিখোৱা আদি ৰূপত বৌধসকলে শঙ্কৰী ধৰ্মক আক্ৰমণ কৰিছিল; তাৰ সঙ্কেত এঠাইত আছে,—

আৰু বুলিলন্ত পুনু শুনিয়ো শঙ্কৰ।
তযু মত বোলাই বৌধ হুইবেক বিস্তৰ॥২৩৩

**মিছিমি ব্ৰাহ্মণ :** সন্ত-সম্প্ৰদায়-প্ৰাপ্তিৰ আগতে বংশীগোপালে বিষয়ৰ ভোগ পৰিহাৰ কৰি কায়-কষ্ট ব্ৰত ধৰি গাঁত খানি তাত সোমাই হৰিনাম লৈছিল। চৰিতত আছে,

---

১। Dr B Kakati, *The Mother Goddess Kamakhya*, pp. 53f.

২। Edward Tuite Dalton, *Descriptive Ethnology of Bengal*; p.16.

নিতে নিতে তাতে গৈয়া মিছিমি ব্ৰাহ্মণে।
তণ্ডু লাদি দ্ৰব্য দিয়া পুৰিলা যতনে।।১১০

"মিছিমি ব্ৰাহ্মণ"ৰ এই উল্লেখ চকুত লগা। কোনোৱে কয়, ইয়াৰ শুদ্ধ পাঠান্তৰ হ'ল "নিচিনা ব্ৰাহ্মণ"। কিন্তু সেই যুগৰ পুৰণি অসমীয়া পদ-ভাষাত 'নিচিনা'ৰ নিচিনা আধুনিক শব্দ-গঢ় দেখা নাযায়; বৰ্তমান পুথিৰ বিশ্বাসযোগ্য পাঠ দলিয়াই পেলাবৰ কাৰণো নাই; তদুপৰি ১৮২১ শকত আউনীআটিৰ জ্ঞান-মহিমামন্ত অধিকাৰ শ্ৰীদত্তদেৱ গোস্বামী প্ৰভুৰ উদ্যোগত প্ৰকাশিত কথাত লিখা চৰিতত "মিছিমি ব্ৰাহ্মণবিলাক" বুলিহে উল্লেখ আছে। আমাৰ দেশৰ উত্তৰ-পূব সীমান্তৰ জনজাতীয় অঞ্চলত অতীজ কালৰপৰা আৰ্য হিন্দু সভ্যতাৰ বিস্তাৰ হৈছিল বুলি অনুমান কৰিবৰো থল আছে।[১] তদুপৰি পাৰ্বত্য জাতিৰ মাজৰ "ব্ৰাহ্মণৰ" বিষয়ত মণিপুৰীসকললৈকে আঙুলিয়াব পাৰি। চৰিতৰ "মিছিমি ব্ৰাহ্মণ" কথাটোৱে মিছিমি জনজাতিৰ মুজি ডাগ্ৰাহ্ আদি দেওৰ পূজাৰ পুৰোহিতৰূপে কাৰ্য কৰা অতি বিৰল লোক-শ্ৰেণীকে বুজাইছে, সম্ভৱ।[২]

সামৰণি ঃ এইখনি আমাৰ দেশৰ এগৰাকী আদৰ্শস্থানীয় ত্যাগী পুৰুষৰ জীৱন-চৰিত। শঙ্কৰী ধৰ্মৰ প্ৰকৃত স্বৰূপ আৰু তাৰ বিকাশ, আৰু সেই যুগৰ ৰাজনৈতিক-সামাজিক ইতিহাসৰ অনেক তথ্য এই পুথিত সৰলভাৱে সন্নিবিষ্ট কৰা আছে। ৰমানন্দ দ্বিজৰ কবিসুলভ অনুভূতিৰ মাজেদি সেই সকলো কথা নিমজ পদত প্ৰকাশিত হৈছে। এনে এখনি মূল্যবান পুথি ভকত-বৈষ্ণৱ আৰু সংস্কৃতিৰ সেৱকসকললৈ আগবঢ়াবলৈ পাই ধন্য মানিছোঁ আৰু আমাৰ সম্পাদনাৰ বঢ়া-টুটা আদি দোষৰ বাবে ক্ষমা মাগিছোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী, অসম
৪ আঘোণ, ১৮৭২ শক

---

১। Dr. B. Kakati, *The Mother Goddess Kamakhya*, pp. 53f.

২। Edward Tuite Dalton, *Descriptive Ethnology of Bengal*; p.16.

# দীননাথ বেজবৰুৱা-প্ৰণীত

# আচাৰ্য-সংহতি

## সম্পাদকৰ পাতনি

তিনি কুৰি বছৰৰ আগত ৪৪৮ শ্ৰীশঙ্কৰাব্দ, ১৮১৫ শকত সংস্কৃত শ্লোকে সৈতে '[হৰ-গৌৰী-সম্বাদ সুত-সংহিতা ষষ্ঠি পটল] আচাৰ্য-সংহতি'ৰ অসমীয়া পদ ভাঙনি কবি দীননাথ বেজবৰুৱা ডাঙৰীয়াই শিৱসাগৰৰ দিবাকৰ শৰ্মাৰ হতুৱাই প্ৰকাশ কৰে। বেজবৰুৱা ডাঙৰীয়াই মূল পুথিখনি কাৰপৰা ক'ত পাইছিল উল্লেখ কৰা নাই; তেওঁৰ স্বনামধন্য পুত্ৰ স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাই 'ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱন চৰিত'ত পিতৃয়েকৰ সংস্কৃত শাস্ত্ৰত ব্যুৎপত্তি সম্পৰ্কে আলোচনা কৰোঁতে লিখিছে—"স্কন্দপুৰাণৰ অন্তৰ্গত 'উৎকলখণ্ড' পুথি ডাঙৰীয়াই অসমীয়া পদলৈ ভাঙনি কৰিছিল। সেই পুথি এতিয়াও হাতে লিখা অৱস্থাতে আছে। ৰুদ্ৰযামালৰ অন্তৰ্গত হৰগৌৰি সংবাদৰ 'আচাৰ্য সংহতি' নামে পুথিৰও অসমীয়া পদ ভাঙনি ডাঙৰীয়াই কৰিছিল। ডাঙৰীয়া জীয়াই থাকোঁতেই সেই পুথি ছাপা হৈ ওলাইছিল।"

'ৰুদ্ৰযামাল' নামৰ সংস্কৃত পুথি আমি এতিয়ালৈকে ক'তো দেখা পোৱা নাই। এক 'সুত-সংহিতা'ৰ উল্লেখ শ্ৰীশঙ্কৰৰ 'কীৰ্ত্তন-ঘোষা'তো আছে। 'হৰ-গৌৰী-সম্বাদ' নামৰ পুথিৰ নাম পোৱা যায় আৰু এখনি বৰ্তমানে পোৱাও গৈছে। অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰপৰা ডক্টৰ শ্ৰীযুত সূৰ্যকুমাৰ ভূঞাৰদ্বাৰা সম্পাদিত 'অসম বুৰঞ্জী'ত (১৯৪৫ চনত প্ৰকাশিত) 'হৰ-গৌৰী-সম্বাদ' নামৰ এখন পুথি আৰু গৌড়ৰাজৰ কন্যা, কমতাৰ ৰাণী সুশুদ্ধি বা গড়মা কুঁৱৰীক লৈ গৌড় আৰু কমতাৰ যুদ্ধ সংঘটিত হৈছিল আৰু কুঁৱৰীৰ প্ৰেম-কাহিনীৰ লগত কমতেশ্বৰী আৰু অসম দেশৰ দিহিঙীয়া ৰজা চুহুংমুংৰ (১৪৯৭-১৫৩৯ খ্ৰীঃ) জড়িত হৈছিল। এই

পুথিখনি সেই হুলস্থুলৰ সময়ত কুঁৱৰীয়ে বুদ্ধি কৰি পুখুৰীৰ পানীত পেলায় দিয়ালে বুলি বুৰঞ্জীখনিত উল্লেখ কৰা হৈছে। আন এখনি সংস্কৃত 'হৰ-গৌৰী-সম্বাদ' পুথি তাৰ অসমীয়া ভাঙনিয়ে সৈতে বৰ্তমান অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হৈছে। ইয়াত ঐতিহাসিক আৰু অৰ্দ্ধ-ঐতিহাসিক অনেক কাহিনী আৰু কামৰূপ অসমৰ ৰজাৰ কথা আছে। এইখনি পুথি সম্ভৱতঃ কমলেশ্বৰসিংহৰ দিনত লিখিত। এই পুথিৰ লগত আমাৰ বৰ্তমান পুথিৰ কোনো সংশ্ৰৱ থকা যেন নালাগে। তেনে হ'লে তৃতীয় এখনি 'হৰ-গৌৰী-সম্বাদ' আছিল আৰু সেই পুথিৰে ষষ্টিতম অধ্যায়স্বৰূপ এই 'আচাৰ্য-সংহতি'ৰ শ্লোকখিনি বুলি ভাবিবলগীয়া হয়। কোনো সত্ৰত এই পুথি আৱিষ্কাৰ হোৱাটো একো আচৰিত কথা নহ'ব। ইয়াৰ আগৰ অধ্যায়বোৰত "সত্য, ত্ৰেতা আৰু দ্বাপৰৰ ধৰ্ম্ম-ব্যৱস্থা"ৰ কথা আছিল বুলি প্ৰথম শ্লোকৰপৰা অনুমান কৰিব পাৰি। বৰ্তমান প্ৰাপ্ত শ্লোকৰপৰা অন্ততঃ 'আচাৰ্য্য-সংহতি'ৰ ৰচনাৰ কাল সম্বন্ধেও অনুমান কৰিব পাৰি। ৫২ শ্লোকত পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰৰপৰা ২৪জন আচাৰ্য হোৱাৰ কথা উল্লেখ আছে। পুৰুষোত্তম ঠাকুৰৰ মৃত্যু ১৫৩৮ শকত (১৬১৬ খ্ৰীঃ) আৰু চতুৰ্ভুজ ঠাকুৰৰ মৃত্যু ১৫৭০ শকত (১৬৪৮ খ্ৰীঃ)। গতিকে সপ্তদশ শতিকাৰ শেহ ভাগত দুজনা ঠাকুৰৰপৰা বঢ়া কোনো পুৰুষ-সংহতিৰ সত্ৰত 'আচাৰ্য-সংহতি'ৰ শ্লোক ৰচিত হৈছিল বুলি ভাবিব পাৰি। পুৰুষ-সংহতিৰ ঘাই কেন্দ্ৰ বৰদোৱাতেই ই ৰচিত হৈছিল বুলি ভাবিবৰো কাৰণ আছে।

এটি কথা লক্ষ্য কৰিবলগীয়া—'আচাৰ্য-সংহতি'ত ব্ৰহ্ম, পুৰুষ আৰু কাল-সংহতিৰ উল্লেখ আছে (শ্লোক ৪৯); কিন্তু নিকা-সংহতিৰ নাম দিয়া হোৱা নাই। সপ্তদশ শতিকাৰ শেহ ভাগতে লিখিত 'কথা-গুৰুচৰিত'ৰ (বৰ্তমান অধ্যাপক শ্ৰীযুত উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰদ্বাৰা সম্পাদিত) এঠাইত চাৰিও সংহতিৰ কথা আছে; কিন্তু স্থানান্তৰত তিনিটি পথৰ কথা আছে—নিৰ্গুণা, কেবলা আৰু ভাগৱতী, আৰু এই তিনিটি পথৰ সংহতি নাম দিয়া আছে— ব্ৰহ্মঘটি (ব্ৰহ্ম-সংহতি), নিকাঘটি (নিকা-সংহতি), কালঘটি (কাল-সংহতি)। 'কথা-গুৰুচৰিত'ৰ এই কথাৰপৰা আৰু 'আচাৰ্য-সংহতি'ৰ উল্লিখিত শ্লোকৰপৰা অনুমান কৰিব পাৰিনেকি—দুয়োখনি পুথি একে সময়তে ৰচিত আৰু সেই সময়ত পুৰুষ-সংহতি আৰু নিকা-সংহতিৰ মাজত ফাট মেলা নাছিল?

গুৰু-চৰিতসমূহক সন্নিবিষ্ট বিষয়-বস্তুৰ ফালৰপৰা দুটা ভাগত ভাগ কৰিব পাৰি। (১) দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ আৰু ৰামানন্দ দ্বিজৰ চৰিত; আৰু (২)

ৰামচৰণ ঠাকুৰৰ নামত প্ৰচলিত চৰিত, 'বাঁহী'ত প্ৰকাশিত বৰদোৱাৰ চৰিত, 'কথা-গুৰুচৰিত' আৰু ১৭৭৩ শকত নকল কৰা 'গুৰুচৰিত'ৰ চমু সংস্কৰণ। আন যি দুই-এখন চৰিত পোৱা যায় বা যাব সিবোৰ পিছৰ ভাগৰ অন্তৰ্গত হোৱাৰ সম্ভাৱনা বেছি। 'আচাৰ্য-সংহতি'তো পিছৰ ভাগৰ চৰিতসমূহৰ লক্ষণকে দেখা পোৱা যায়।

'আচাৰ্য-সংহতি'ত সন্নিৱিষ্ট কথাৰ ভিতৰত বিশেষ মন কৰিবলগীয়া কথা কেইটিমান তলত তালিকা কৰি দিয়া হ'ল।

(১) বৌদ্ধ ধৰ্মৰ প্ৰতি বিৰূপ দৃষ্টি। স্বয়ং শঙ্কৰদেৱৰ "বামানয় শাস্ত্ৰে মুহি আছা সৰ্ব্বজন" কথাষাৰৰপৰাই এই দৃষ্টিয়ে বহল ৰূপ ধাৰণ কৰিছে।

(২) বৌদ্ধ ধৰ্মক প্ৰতিৰোধ কৰোঁতা অদ্বৈতবাদী, মায়াবাদী শঙ্কৰাচাৰ্য্যৰ প্ৰশংসা। অসমৰ বৈষ্ণৱ ধৰ্ম প্ৰামাণ্য ভাগৱতৰ টীকা-ৰচয়িতা ভক্ত শ্ৰীধৰ স্বামী শঙ্কৰাচাৰ্য সম্প্ৰদায়ৰে লোক। সেই টীকা আনি শঙ্কৰদেৱক দিওঁতা জগদীশ মিশ্ৰও সম্ভৱতঃ এই সম্প্ৰদায়ৰে।

(৩) শ্ৰীশঙ্কৰ, উত্তৰ ভাৰতত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰোঁতা ৰামানন্দ, বঙ্গৰ শ্ৰীচৈতন্য আৰু নিম্বাৰ্ক সম্প্ৰদায়ৰ হৰিব্যাস মুনিক হৰিৰ চাৰি অৱতাৰ বুলি ধৰা। বৰদোৱা চৰিত আদিতো এই গণনা দেখা যায়।

(৪) শঙ্কৰৰ গুপ্ত নাম 'গঙ্গাধৰ'ৰ উল্লেখ। দৈত্যাৰি ঠাকুৰেও এই নাম দিছে।

(৫) মহেন্দ্ৰ কন্দলিৰ টোলৰ স্থান-নিৰ্ণয় (শ্লোক ২৭) আৰু সেই স্থানৰ পিছৰ অৱস্থা-বৰ্ণনা (শ্লোক ৫৫)।

(৬) প্ৰথম তীৰ্থভ্ৰমণৰ কথাত উত্তৰ ভাৰতৰ তীৰ্থসমূহৰ মাত্ৰ উল্লেখ (শ্লোক ৩৪)।

(৭) শ্ৰীশঙ্কৰ বিষ্ণুৰ অৱতাৰ, মাধৱদেৱ বলৰামৰ অৱতাৰ, ৰামৰাম বিপ্ৰ ব্ৰহ্মাৰ অৱতাৰ, জগদীশ মিশ্ৰ শুকৰ অৱতাৰ আদি উক্তি।

(৮) শঙ্কৰৰ পাটবাউসীত স্থিতি কাল ছাৰে ওঠৰ বছৰ বুলি নিৰূপণ। পাটবাউসীৰ স্থানীয় বিশ্বাসো তদনুৰূপ।

(৯) শঙ্কৰদেৱৰ আজ্ঞাপৰ আচাৰ্যসকলৰ নাম—ৰামৰাম, হৰি(দেৱ), দামোদৰ(দেৱ), এই তিনিজন ব্ৰাহ্মণ; মাধৱ, নাৰায়ণ, মনু আৰু হৰিহৰ অব্ৰাহ্মণ (শ্লোক ৩৮)। ইয়াত 'মনু'ৱে কাক বুজাইছে, ধৰা টান।

(১০) মাধৱদেৱৰ আজ্ঞাপৰ আচাৰ্যসকলৰ নাম—বংশীগোপাল, যদুমণি (আধাৰ), শ্ৰীহৰি (লাইআটি), এই তিনিজন ব্ৰাহ্মণ; বাকীসকল অব্ৰাহ্মণ—ৰামচৰণ,

গোপাল (ভৱানীপুৰ), মথুৰাদাস, গোবিন্দ (খটৱা), বিষ্ণু (ৰৰবিষ্ণু, চমৰিয়া), লক্ষ্মীকান্ত (ঢোপগুৰি), পদ্মপাণি (বা বদুলা আতা), গোপাল (পঢ়িয়াপাৰ), কেশৱ (ভাটৌকুচীয়া কেশ'চৰণ আতা)।

অসমৰ বৈষ্ণৱ ধৰ্মৰ আৰু সত্ৰৰ বুৰঞ্জী বুজাত এই এধানমান পুথিখনিয়ে নিশ্চয় সহায় কৰিব। ধৰ্ম-বিশ্বাসৰ অনুকূল গুৰুসকলৰ দেৱীকৰণৰ বাহিৰে অনৈতিহাসিক কোনো কথা আমি ইয়াত দেখা পোৱা নাই। পুথিখনিৰ সংস্কৃত ভাষাৰ বিষয়ে এটি মন্তব্য আৱশ্যকীয়। দিবাকৰ শৰ্মাৰ প্ৰকাশিত পুথিখনিত অনেক ধৰণৰ ভুল আছিল; বোধ হয় পুৰণি পুথিত যেনেভাৱে পোৱা হৈছিল, তেনেভাৱেই ছাপাও কৰা হৈছিল। ৰাধাকান্ত সন্দিকৈ কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যলয়ৰ অধ্যাপক দেৱীদাস ভট্টাচাৰ্যৰ সহযোগত ব্যাকৰণৰ ভুল আমি যথাসাধ্য শুধৰাই দিছোঁ; তথাপি তাৰ ভালকৈ জনি নমৰিছে। শ্লোক-ৰচকজনৰ ভাষা-জ্ঞান থাকিলেও বা ক'ত্তোবা তেওঁৰ কবিত্বৰ বেঙনিয়ে দেখা দিলেও, তেওঁযে ছান্দসিক নহয়, ই ধুৰুপ; আৰু সম্পাদনৰ সময়ত আমিও ছন্দৰ কথা সম্পূৰ্ণ বাদ দি চলিছোঁ। বেজবৰুৱা ডাঙৰীয়াৰ ভাঙনি সৰল আৰু মুকলি; সি মূলৰ কথাখিনি বুজাত পাঠকক সহায় কৰিব।

গুৱাহাটী বিশ্ববিদ্যালয়
৮ ডিচেম্বৰ, ১৯৫২

ৰামানন্দ দ্বিজ আৰু ৰামগোপাল-ৰচিত

# শ্ৰীগুৰু-চৰিত

## সম্পাদকৰ পাতনি

**চৰিতকাৰৰ পৰিচয় ঃ** আঁহতগুৰি সত্ৰৰ ৰামগোপালদেৱৰ গোপালদেৱ (ভৱানীপুৰীয়া আতা) চৰিত আৰু ৰামগোপালৰ শিষ্য জয়নাৰায়ণৰ ৰামগোপাল চৰিতৰপৰা (বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত, মূল পুথিৰ তাৰিখ ১৭২১ শক) আমাৰ বৰ্তমান চৰিতকাৰৰ বংশলতা এইদৰে পোৱা যায়,—




এই বংশ 'উপাধ্যায়-কুল' নামে জনাজাত আছিল। শ্ৰীৰামদেৱ ভৱানীপুৰীয়া গোপাল আতাৰ স্থাপিত ছজন ব্ৰাহ্মণ গুৰুৰ অন্যতম। এওঁ উজনিৰপৰা বৰ

যদুমণিদেৱেৰে (বাঁহবাৰী, শিলিখাতল, দিহিং আদি সত্ৰৰ গুৰি) লগ লাগি এখন নাও কিনি লৈ বৰপেটা পায়হি আৰু তাৰেপৰা ভৱানীপুৰলৈ গৈ গোপাল আতাত শৰণ লয়। শ্ৰীৰাম তেতিয়াৰপৰা ভৱানীপুৰীয়া আতাৰ তিৰোধান (১৫৫৬ শক, আনমতে ১৫৩৩ শক) পৰ্যন্ত কালজাৰত থাকে; আৰু গোপাল আতাই শেষ সময়ত তেওঁক তাতে থাপি থৈ যায়। শ্ৰীৰামদেৱ এইদৰে জীৱনৰ শেষলৈকে কালজাৰতে থকাত তেওঁক কাল-সংহতিৰ সত্ৰ-শিষ্যসমূহৰ মাজত ভাটী আতা বা ভাটী যোৱা আতা নামে জনা গৈছিল। তেওঁৰ দুজন পুত্ৰ—'বৰ আতা' আৰু ৰামানন্দ 'ছোট গোসাঁই'। চৰিতত আছে, এজন ভট্টাচাৰ্যৰ ওচৰত ৰামানন্দই নানা শাস্ত্ৰ অধ্যয়ন কৰি সিবোৰত পাৰঙ্গত হৈ ভাগৱত পঢ়ি শিক্ষা সাং কৰে। শ্ৰীৰামদেৱৰ মৃত্যুত বৰ আতা পোৰাভঁৰালত সত্ৰ কৰি ৰ'ল আৰু ৰামানন্দ কালজাৰতে অধিকাৰ হ'ল। 'আসম ৰাজ্য'ৰ ভকতসকলৰ নিমন্ত্ৰণত ৰামানন্দই কলিয়াবৰ আৰু উজনি অঞ্চলত ভ্ৰমণ কৰি ফুৰে। সেই সময়ত আহোম সিংহাসনত আছিল 'লাঙ্গি ৰাজা'। এওঁ বোধ হয় লাঙি গদাপাণি বা গদাধৰ সিংহ (১৬০৩-১৭ শক) নহয়। ৰামানন্দ কালজাৰলৈ ঘূৰি অহাৰ পিছত বামন নামে এজন চৌধাৰীৰ ঘৰত সভা কৰিবলৈ যোৱা 'তৃতীয় বিংশতি' ভকতক পোৰাভিটা (বৰপেটা) সত্ৰৰ নটুৱাৰ নাচ চাই থাকোঁতেই ধিঙে কাটে। ৰামানন্দ এঘৰত শুই আছিলগৈ কাৰণে ৰক্ষা পৰিল। ধিঙৰ এই উপদ্ৰৱ এফালে আৰু আনফালে উজনিৰ ৰাইজৰ আগ্ৰহ দেখি আইগোসাঁনী (শ্ৰীৰাম আতাৰ পত্নী) আৰু ষাঠি কুৰি ঘৰ লোক লগত লৈ ৰামানন্দ নাৱেৰে উজাবলৈ ধৰিলে। কেইদিনমানৰ পাছত খকৰু-ডুবি পাই তাতে তেওঁ সত্ৰ কৰিলে। চৰিতত আছে, ইয়াতে কলিয়াবৰৰ লাচিত বৰফুকনে (১৫৯০-৯৩ শক) ৰামানন্দৰপৰা ধৰ্ম্মোপদেশ লয় আৰু ভেদেলী-ভগুৰত এখন সত্ৰ পাতি উছৰ্গি দিয়ে।* ইয়াৰ পিছত ৰামানন্দ বাঁহজেঙনিত ডেবেৰা বৰুৱাই (বৰবৰুৱা, মৃত্যু ১৫৯৭ শক), সজাই দিয়া দৃহত থাকিল এবছৰ। তাৰ পিছত সৰুচকুৱা সত্ৰত ছমাহ থাকি বাৰিবা-কালি পৰুৱাৰপৰা আহ্বান পাই তেওঁ পুনৰ ভেদেলী-ভগুৰলৈ যায়। আৰু এবাৰ বাঁহজেঙনিত কিছু দিন থাকি তেওঁ গড়গাঁৱলৈ গৈ আতন

* নাজিৰাৰ শ্ৰীযুত ধৰ্মকান্ত গোস্বামীদেৱৰপৰা পোৱা প্ৰেমাহাৰদেৱৰ ৰচিত বিনন্দশ্যামদেৱৰ চৰিতমতে লাচিত বৰফুকনে নমাটি দিহিং সত্ৰৰ অধিকাৰ, বৰ যদুমণিদেৱৰ নাতি, বিনন্দশ্যামদেৱৰ ওচৰত শৰণ লয় গুৱাহাটীত। এই প্ৰসঙ্গত বিনন্দশ্যামদেৱে উত্তৰ পাৰে লাচিতৰ গড় পৰিদৰ্শন কৰাৰ বৰ্ণনাও এই চৰিতখনিত আছে।

বাঁহগড়ীয়া সন্দিকৈ বুঢ়াগোহাঁইক লগ ধৰে। বুঢ়াগোহাঁয়ে ৰজাত সুধি শিমলুৰ খুটা মাৰি মাজুলীৰ আঁহতগুৰিত সত্ৰ পাতি খাত-পাম, তেলী-মালী, ধোবা-পাইক লগত দিলে। ৰামানন্দদেৱে জীৱনৰ পিছৰছোৱা কাল আঁহতগুৰিতে কটায়, আৰু এক ফাগুনৰ অমাৱস্যাৰ তিথিৰ দুপৰীয়া মহাপুৰুষৰ দশমৰ পদ শুনি শুনি চিৰনিদ্ৰাৰ কোলাত আশ্ৰয় লয়। তেওঁৰ তিনিটি পুত্ৰ—ৰামগোপাল, ৰামগোবিন্দ আৰু হৰিগোবিন্দ, আৰু তিনিটি কন্যা—পদ্মপ্ৰিয়া, ইন্দুমতী আৰু মইনামতি।

ৰামগোপালে গদাধৰসিংহৰ দিনৰ (১৬০৩-১৭ শক) বৈষ্ণৱ-নিৰ্যাতন আৰু ৰুদ্ৰসিংহৰ (১৬১৭-৩৬ শক) সন্ত-মহন্তৰ আদৰ-সাদৰ দেখা পাই শিৱসিংহৰ দিনত (১৬৩৬-) বৈকুণ্ঠী হয়। তেওঁ কুমৰ-হৰণ অঙ্ক, ৰাজসূয় আদি আৰু গোপালদেৱৰ জীৱনীৰ উত্তৰ-ভাগ ৰচনা কৰে।

**ৰচনা কাল ঃ** জয়নাৰায়ণৰ ৰচিত চৰিতত আছে, ৰামানন্দৰ শ্ৰীশঙ্কৰ-চৰিত আতন বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ বচনত লিখা হয়, আৰু বুঢ়াগোহাঁয়ে সেই পুথি দেখাও পাইছিল। কিন্তু অনুমান হয় তেওঁ সম্পূৰ্ণ চৰিতখনি দেখা পোৱা নাছিল। এইজনা ডাঙৰীয়া বুঢ়াগোহাঁই হয় ১৬৪৮ খ্ৰীষ্টাব্দত, আৰু তেওঁৰ মৃত্যু হয় ১৬৭৯ খ্ৰীষ্টাব্দত। মন কৰিবলগীয়া কথা,—চৰিতখনিত ৰামানন্দদেৱৰ মহা-উপকাৰী বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ নাম এবাৰো উল্লেখ কৰা হোৱা নাই। এওঁৰ মন্ত্ৰিত্বৰ শেষৰ ফালে ৰাজ্যত ৰজা ভঙা-পতা আদি নানা অশান্তিৰ সৃষ্টি হৈছিল; আনকি বুঢ়াগোহাঁইক আন আন বিষয়াসকলে দ্ৰোহ আচৰি, বন্দী কৰি মন্ত্ৰী ভাঙে, আৰু শেষত ১৬৭৯ খ্ৰীষ্টাব্দত সবংশে বধ কৰে। উল্লেখ কৰিব পাৰি যে, এইজনা বুঢ়াগোহাঁই আৰু চুজিন্‌ফা দিহিঙীয়া ৰজা, উভয়ে কাল-সংহতিৰ ম'ৰামৰা সত্ৰৰ (গড়গাঁৱৰ) সেৱক আছিল। আমাৰ বিশ্বাস, আতন বুঢ়াগোহাঁইৰ মন্ত্ৰিত্বৰ শেহ ডোখৰত বা তেওঁৰ মৃত্যুৰ পিছতহে ৰামানন্দই চৰিতখনি ৰচনা কৰি শেষ কৰে; আৰু সেয়ে চৰিতখনিত তেওঁৰ নাম-গোন্ধ নোহোৱা'ৰ কাৰণ। মুঠতে, ১৬৭৯ খ্ৰীষ্টাব্দৰ আগৰ আৰু পিছৰ দুবছৰমানৰ ভিতৰতে ৰামানন্দৰ শঙ্কৰ-মাধৱ-চৰিত সমাপ্ত হয়।

ৰামগোপালৰ চৰিতৰ বিষয়-বস্তু সম্পৰ্কে তেওঁ নিজেই ৰামানন্দদেৱৰ কথা-প্ৰসঙ্গত কৈছে,—

আমাৰ পৰম গুৰু দেৱতা ঈশ্বৰ।
কৰিলন্ত পদ শঙ্কৰৰ চৰিত্ৰৰ॥
মাধৱৰ চৰিত্ৰক পদে নিবন্ধিলা।

সেহি সঙ্গে গোপালৰ চৰিত্ৰ বৰ্ণাইলা॥
তাহাৰ যি কিছু বৈলা শেষ বৰ্ণনৰ।
কৰিবো বৰ্ণন চৰিত্ৰক গোপালৰ॥

তেওঁৰ ৰচনা-কাৰ্য্যৰ অনুপ্ৰেৰণাৰ বিষয়ে ৰামগোপালে লিখিছে,—

স্বৰ্গ-নৃপতিৰ মহামন্ত্ৰী মজুমদাৰ।
মহাবিচক্ষণ ধীৰ পাত্ৰ মধ্যে সাৰ॥
তেন্তে বুলিলন্ত বাক্য প্ৰতি আমাসাক।
গোপালদেৱৰ চৰিত্ৰক বৰ্ণাইবাক॥

এইজনা মজুমদাৰে সোণামুৱা দৈৱজ্ঞৰ বংশৰ ময়ুৰ বা ময়ুৰধ্বজ মজুমদাৰ বৰুৱা এই বংশ সম্পৰ্কে ডক্টৰ সূৰ্যকুমাৰ ভূঞাই তেখেতৰ সম্পাদিত হৰকান্ত সদৰ-আমিনৰ বুৰঞ্জীত আলোচনা কৰিছে। সোণামুৱা বা সূৰ্যবৰ দৈৱজ্ঞ খোৰাৰজাৰ দিনত অসমলৈ আহে। তেওঁৰ পুত্ৰ জয়ানন্দ বৰদলৈ। জয়ানন্দৰ পুত্ৰ বকুল পৰ্ব্বতীয়া বৰুৱা আৰু ময়ুৰ মজুমদাৰ বৰুৱা—ড° ভূঞাৰ ভাষাত who was like a confidential minister of the king, representing in himself the functions of a private secretary and an adviser on foreign relations. সেইহে ৰামগোপালে তেওঁক "স্বৰ্গ-নৃপতিৰ মহামন্ত্ৰী" বুলিছে।

**ৰামানন্দৰ গীতাৱলী আৰু তেওঁৰ চৰিতৰ বৈশিষ্ট্য :** বৰ্ত্তমান চৰিতখনিৰ উপৰিও ৰামানন্দদেৱৰ ৭৮টি বৰগীত পৰ্য্যায়ৰ গীত পোৱা গৈছে।* ইয়াৰ ভিতৰত ন-টি গীত কৃষ্ণ আৰু ৰুক্মিণীৰ প্ৰেম-কলহ-বিষয়ক; আৰু কেয়োটিতে তাল-মান বান্ধি দিয়া আছে। ইয়াৰপৰা বুজিব পাৰি, এই বিষয়-বস্তুৰে, আৰু এই গীতকেইটিৰে ৰামানন্দদেৱে এখনি নাটো ৰচনা কৰিছিল। কিন্তু সেই বিষয়ে সঠিক একো জনা নাযায়। শঙ্কৰ-মাধৱৰ আৰ্হিত গতানুগতিক গীত-ৰচনাৰ মাজতো ৰামানন্দৰ গীতবোৰত মৌলিক কবিত্বৰ আভাস পোৱা যায়।

ৰামানন্দৰ ৰচিত এই চৰিতখনিত তেওঁৰ পাণ্ডিত্য পৰিস্ফুট হৈ ওলাইছে। শঙ্কৰ-মাধৱৰ প্ৰথম দেখা-দেখিত প্ৰবৃত্তি-নিবৃত্তি-মাৰ্গীয় তৰ্ক, অন্তৰঙ্গা-নিৰ্গুণা, ভাগৱতী-

* নাজিৰাৰ শ্ৰীযুত ধৰ্ম্মকান্ত গোস্বামীদেৱৰপৰা পোৱা প্ৰেমাহাৰদেৱৰ ৰচিত বিনন্দশ্যামদেৱৰ চৰিতমতে লাচিত বৰফুকনে নমাটি দিহিং সত্ৰৰ অধিকাৰ, বৰ যদুমণিদেৱৰ নাতি, বিনন্দশ্যামদেৱৰ ওচৰত শৰণ লয় গুৱাহাটীত। এই প্ৰসঙ্গত বিনন্দশ্যামদেৱে উত্তৰ পাৰে লাচিতৰ গড় পৰিদৰ্শন কৰাৰ বৰ্ণনাও এই চৰিতখনিত আছে।

কেৱলা ভক্তি-বিভাগ, স কাৰ-নিৰাকাৰবাদ আদিৰ বিৱৰণ তেওঁ পাণ্ডিত্যপূৰ্ণভাৱে দিছে। আনফালে তেওঁ শ্ৰীশঙ্কৰদেৱক ঈশ্বৰ বুলি মানি তাৰ তিনিটা কাৰণ দেখুৱাইছে। পোনতে, তেওঁ গীতাৰ শ্ৰীকৃষ্ণবাণীলে (যদা যদা হি ধৰ্মস্য গ্লানিৰ্ভৱতি) আঙুলিয়াইছে। দ্বিতীয়তে, ৰামানন্দই কৈছে, চান্দসায়ে গুৰুজনক প্ৰকৃততে চতুৰ্ভুজ-ৰূপে দেখা পাইছিল। তৃতীয়তে, তেওঁ কয়,—

লক্ষ কৌটি প্ৰজাচয় যাৰ বাক্যে প্ৰবৰ্ত্তয়
তাঙ্ক কোনে মনুষ্য বোলয়।

শঙ্কৰ, মাধৱ, গোপালক ঈশ্বৰৰ ক্ৰমিক অভিব্যক্তি বুলি একান্ত বিশ্বাস আৰু ভক্তি-তত্ত্বৰ গভীৰ জ্ঞানে চৰিতখনি তত্ত্ব আৰু তথ্যৰ ফালৰপৰা বিশেষ সমৃদ্ধ কৰি তুলিছে।

ৰামানন্দদেৱে তেওঁৰ পিতৃ শ্ৰীৰাম আতাৰপৰা শুনামতেই এই চৰিতত সকলো বৰ্ণনা লিপিবদ্ধ কৰিছে বুলি উল্লেখ কৰিছে। শঙ্কৰদেৱৰ মহাপ্ৰয়াণৰ এশ বছৰৰো অধিক কাল পিছত লিখা এই পুথিত ইয়াৰ আগৰ আৰু পিছৰ গুৰুচৰিতসমূহৰ সাধাৰণ ঐতিহ্যৰপৰা দুই-এটি বিৱৰণত পাৰ্থক্য দেখা পোৱা যায়। তাৰ ভিতৰত উল্লেখ কৰিব পাৰি—শঙ্কৰদেৱৰ জন্ম আহিন-কাতিত নধৰি ফাগুনত ধৰা; শঙ্কৰদেৱৰ ওচৰলৈ সটীক ভাগৱত-পুৰাণ অনা তীৰহুতীয়া পণ্ডিতৰ নাম জগদীশৰ ঠাইত জগন্নাথ দিয়া; শঙ্কৰদেৱৰ জোঁৱাই হৰিক মনু বোলে· আহোম চেউটিয়া এজনৰ তলে শঙ্কৰদেৱে বিষয় খোৱা বুলি বৰ্ণনা কৰা; গুৰুজনৰ প্ৰথম তীৰ্থযাত্ৰাৰ লগৰীয়াসকলৰ নাম দিওঁতে চৰিতত সাধাৰণতে নোপোৱা নাম (হয়গ্ৰীৱ, ৰুদ্ৰৱৰ, কল্কি, কল্পতৰু, ধৰাধৰ ইত্যাদি) দিয়া; জয়ন্ত দলৈৰ পত্নীক শঙ্কৰদেৱৰ প্ৰথম শৰণীয়া বুলি ধৰা; গোবিন্দগিৰীৰ মৃত্যু-স্থান বাগুকাৰ ঠাইত নাৰায়ণপুৰ বুলি উল্লেখ কৰা; নৰনাৰায়ণ শঙ্কৰদেৱৰ প্ৰথম সাক্ষাতৰ পিছত চিলাৰায়-শঙ্কৰদেৱৰ পৰিচয় হোৱা আৰু নৰনাৰায়ণে শঙ্কৰক দোষীৰূপে ধৰাই নিয়া বোলা ইত্যাদি। এই চৰিততে পোন প্ৰথমে শঙ্কৰ-চৈতন্যৰ সাক্ষাৎ প্ৰতিপন্ন কৰিবলৈ বিচৰা হৈছে। ৰামানন্দৰ এই ৰচনাৰ বিশেষ সৌন্দৰ্য্য মাধৱদেৱ, অসুৰাৰি চক্ৰৱৰ্ত্তী আৰু আন ব্ৰাহ্মণ পণ্ডিতসকলৰ লগত শঙ্কৰদেৱৰ তৰ্কৰ বিৱৰণত, প্ৰাসঙ্গিকভাৱে ভক্তিতত্ত্ব ব্যাখ্যাত,

---

* ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ সম্পাদিত 'শ্ৰীৰাম আতা আৰু ৰামানন্দদেৱৰ গীত' আৰু বৰ্তমান সম্পাদকৰ সম্পাদিত 'ভক্তি গীত-সঙ্কলন'ত এইখিনি সন্নিবিষ্ট হৈছে।

বৈকুণ্ঠ, বৈকুণ্ঠপতি আৰু বৃন্দাবনী বস্ত্ৰ আদিৰ বৰ্ণনাত, ৰূপ-সনাতনৰ দৰে অসমৰ বাহিৰৰ বৈষ্ণৱসকলৰ কাহিনীত। ৰামানন্দই জীৱনৰ কৰ্মময় শেষছোৱা আহোম ৰাজ্যত কটোৱাত সেই ৰাজ্যৰ লগত সংশ্লিষ্ট চৰিত-কথা আগৰ চৰিতকাৰতকৈ অধিকতৰ পূৰ্ণভাৱে দিছে। বুৰঞ্জীৰ অন্যান্য ঘটনাৰ বিৱৰণতো তেওঁৰ লেখা সহজভাৱে চলিছে। ইয়াৰ উপৰি, এই চৰিতত দুই-এটি সৰু-সুৰা আহুকলীয়া প্ৰশ্নৰ সুসমাধান চমুতে মুকলিকৈ পোৱা যায়। শঙ্কৰদেৱে শূদ্ৰ হৈও ব্ৰাহ্মণৰ সেৱা লোৱা আৰু সকলো লোকক নামধৰ্মত শৰণ দিয়া লৈ নৰনাৰায়ণৰ ৰাজসভাত হোৱা বিচাৰৰ প্ৰসঙ্গত গুৰুজনৰ মুখে ভাগৱতৰ কপিলৰ বচনৰ উদ্ধৃতি দি কোওৱা হৈছে,—

আৰু এক কথা শুনিয়োক ৰাজা
যুগুতি কহো শাস্ত্ৰৰ।
নাম-উপদেশ দিয়া আচাৰ্য্যৰ
নিয়ম নাহি কুলৰ॥
বেদ-পাঠ দীক্ষা মন্ত্ৰ সমন্তক
ব্ৰাহ্মণে দিবে পাৰয়।
চাৰিও জাতিৰ আচাৰ্য্য হৈলেও
নামে দোষ নাহিকয়॥

ৰামানন্দই শঙ্কৰদেৱৰ ধৰ্মৰ বিশেষ তাৎপৰ্য্য নিৰ্দেশ কৰিছে এইদৰে,—

কামৰূপ ম্লেচ্ছ-দেশে শঙ্কৰ-স্বৰূপে কৃষ্ণ
আসিলন্ত আপুনি ইবাৰ।
অন্য-দেৱ-উপাসনা কৰিলন্ত নিবাৰণ
নামধৰ্ম্ম কৰিলা বিস্তাৰ॥

মুঠতে ৰামানন্দৰ শঙ্কৰ-মাধৱ-চৰিতে আমাৰ চৰিত-সাহিত্যত এখনি বিশিষ্ট স্থান অধিকাৰ কৰিছে।

**সম্পাদনা-প্ৰসঙ্গ :** ১৯৪৯ চনতে ডক্টৰ বাণীকান্ত কাকতিদেৱে ৰামানন্দ দ্বিজৰ গুৰু-চৰিতৰ এখনি সাঁচিপতীয়া পুথি (গোলাঘাটৰ বৰসাজতোলাৰ পুথি) কামৰূপ অনুসন্ধান সমিতিৰপৰা আনি দি আমাৰ ওপৰত সম্পাদনাৰ ভাৰ অৰ্পণ কৰে। কাকতি ডাঙৰীয়াই চৰিতসমূহৰ ভিতৰত এইখনিক বিশেষ স্থান দিছিল। আমি

অসম মিউজিয়ামৰ কৰ্তৃপক্ষৰপৰা ৰামানন্দ দ্বিজৰ শঙ্কৰ-মাধৱ-চৰিত আৰু ৰামগোপাল দ্বিজৰ গোপাল-চৰিত একেলগে থকা এখনি তুলাপতীয়া পুথি (ৰাণীৰ আগচিয়া গাঁৱৰ কীৰ্তিৰাম দাসৰ নকল, ১২৯৭ বঙলা সন) পাওঁ। কিন্তু কামটিত বহুত দিন বিশেষ আগ বাঢ়িব নোৱৰাত পৰি থকাৰ পিছত পুৰণি পুথিৰ সংগ্ৰহ-সম্পাদন-প্ৰকাশত প্ৰথিতযশা শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্ন ডাঙৰীয়াই তেখেতৰ প্ৰকাশ-অনুষ্ঠানৰ যোগে এইখনিৰ প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰাত সম্পাদনৰ কাম শেষ কৰি তেখেতৰ হাতত দিয়া হয় ১৯৫৪ চনৰ আগ ভাগত। দত্তবৰুৱাদেৱেই চৰিতখনি 'শ্ৰীগুৰু-চৰিত' নামে প্ৰকাশ কৰা ঠিক কৰে। আঢ়ৈ কুৰি বছৰৰো আগতে পুৰণি পুথি-প্ৰকাশত আগৰণুৱা হৰিবিলাস আগৰৱালাই ৰামানন্দৰ গুৰু-চৰিত ছপাই উলিয়াইছিল। সেই সংস্কৰণত মাজে মাজে কিছু অংশ বাদ পৰি যোৱাৰ উপৰিও শেষৰ ফালে ১৫১৩ পদৰপৰা ৰামচৰণৰ চৰিতৰপৰাহে তুলি দিয়া হৈছিল। আমি ঠায়ে ঠায়ে সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি আৰু আগৰৱালাৰ সংস্কৰণৰ পাঠ-ভেদ দেখুৱাইছোঁ।

এই কামত সহায়-সহানুভূতি দিয়া বাবে ড° বিৰিঞ্চিকুমাৰ বৰুৱা, ড° প্ৰফুল্লদত্ত গোস্বামী আৰু আমাৰ পুৰণি ছাত্ৰ শ্ৰীমান ৰামমল ঠাকুৰীয়া এম. এ.ক শলাগ জনাই থ'লোঁ। এনে এখনি গভীৰ আৰু বৃহৎ শাস্ত্ৰ ভক্ত আৰু সাহিত্যিক সমাজৰ মাজলৈ ছপাই উলিয়াই দি শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱা আৰু তেখেতৰ উদ্যোগী পুত্ৰ শ্ৰীযুত মুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা সিসকলৰ ধন্যবাদৰ পাত্ৰ হৈছে নিশ্চয়। চৰিতখনি ছপা হোৱা দেখিবলৈ আশা কৰা ড° কাকতিদেৱৰ স্মৃতি মাত্ৰ থাকিল। পুথি দুখনি দি সহায় কৰা বাবে অসম মিউজিয়াম আৰু অনুসন্ধান সমিতিৰ কৰ্তৃপক্ষকো ধন্যবাদ জনাইছোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়
১৫ আগষ্ট, ১৯৫৬

দ্বিজ ৰামৰ

# চাহাপৰী-উপাখ্যান বা মৃগাৱতী-চৰিত্ৰ

## ভূমিকা

**পুথিৰ পাঠৰ আঁতি-গুৰি ঃ** দ্বিজ ৰামৰ চাহাপৰী-উপাখ্যান বা মৃগাৱতী-চৰিত্ৰ ইয়াৰ আগতে প্ৰকাশিত হোৱা নাছিল। মাথোন পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া সাহিত্যৰ চানেকি'ত (vol.-II. part-III, ৯৩৫-৯৫১ পিঠি) ইয়াৰ এক অংশ (বৰ্তমান সংস্কৰণৰ ৩৮২ পদৰ "কুমৰ বদতি ঃ শুনা মহামতি ঃ পাত্ৰ-মন্ত্ৰী সমস্তই," এই শাৰীৰপৰা ৪৭৭ পদৰ "সাৱশেষে কহিলন্ত কন্যাৰ আগত," এই শাৰীলৈ) সন্নিৱিষ্ট হৈছিল। পণ্ডিত গোস্বামীয়ে যি পুথিৰপৰা এই অংশ গ্ৰহণ কৰিছে, সেই পুথিখনি কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত আছিল; আৰু তাকে মূল কৰি (ক. পুথি) আমাৰ পুথি যুগুত কৰা হৈছে। এই পুথিখনি গোস্বামীদেৱে উত্তৰ গুৱাহাটীৰ ৰংমহলৰ সোণাৰাম চৌধুৰীৰপৰা ধাৰলৈ আনিছিল। পুথিখনত ৩৬টা সমান সাঁচিপাত; প্ৰতি পাতৰ জোখ ১৬" / ৪$\frac{১}{২}$, আৰু লেখাৰ শাৰীৰ সংখ্যা ১১। ১২, ২৪, ৩২ আৰু ৩৯- সংখ্যক পাত চাৰিটা পুথিখনত নাই; গতিকে পুথিখনত মুঠ ৪০টা পাত আছিল যেন লাগে। কিন্তু ১২ সংখ্যাটো ভুলতেহে এৰা হৈছে। ১৩ সংখ্যক পাতৰ আৰম্ভতে আছে (২০১-২০২ পদ চাওক)—

হাজাৰ প্ৰনাম মোৰ কুমৰক প্ৰতি॥
ৰাজাৰ নন্দন মহা গুনেৰ সাগৰ।
চাড়িতে নপাৰো তাঙ্ক দায়া বহুতৰ॥

তাৰ পাছত বৰ্তমান সংস্কৰণৰ ১৮০ পদৰ পিছৰ আধাৰপৰা (আসিলো এথানে জলখেলা খেলিবাৰ।) ১৮৩ পদলৈক (আবে কৈক জাএঁৱা কৰো কমন উপাই॥)

শাৰীকেইটাৰ পুনৰাবৃত্তি মাথোন। "মতে তাক ৰাজা কৰিলেক ৰণ"ৰপৰা (৩৫৬ পদ) "আৰ কত দুখে তাক পাই কি নপাই"লৈকে (৩৭৩ পদ) শাৰীখিনিৰে ২৪-সংখ্যক পত্ৰ; "স্বামীঃ তযু নিজ পত্নী আমি"ৰপৰা (৪৮০ পদ) "দেবাঙ্গ বসনচয় কৰাই আভৰণ"লৈকে (৪৯৫ পদ) পদখিনিৰে ৩২-সংখ্যক পত্ৰ; আৰু "একলে ঘৰৰ মাজে"ৰপৰা (৫৭৮ পদ) "মিলালেক আনি তথা পাত্ৰযে মন্ত্ৰীক"লৈকে (৫৮৯ পদ) পদখিনিৰে ৩৯-সংখ্যক পত্ৰ পুথিখনত নাই। গতিকে মূল পুথিখনত মুঠ ৩৯টা পাতহে আছিল। পুথিখনৰ থকা পাতবো ঠায়ে ঠায়ে বিশেষকৈ দুই-এটা শব্দ (পাঠান্তৰ চাওক) লুপ্ত হৈছে। পুথিখন পুৰণি। পুথিখনৰ ২৬-সংখ্যক পাতলৈকে প্ৰতি পিঠিৰ চাৰিওকাষে কিছুমান লতা, পাত, ফুলৰ চানেকি আৰু বিষয়-বস্তু সংশ্লিষ্ট দুই-এটা চিত্ৰ আছে। ২১-সংখ্যক পাতলৈকে বিবিধ বৰ্ণ লগোৱা হৈছিল। সম্ভৱতঃ সেই কাম কৰা লেখক বা খনিকৰজনৰ সময় হোৱা হ'লে সমস্ত পুথিখনিৰে কাষৰবোৰত এনে চানেকি আৰু চিত্ৰ দিয়া হ'লহেঁতেন। এনে দাঁতিত চিত্ৰ থকা পুথিক "লতা-কটা পুথি" বোলা হয়, আৰু বৰ্তমানখন এনে পুথিৰ এটি ভাল নিদৰ্শন বুলি ধৰিব পাৰি। পুথিখনৰ শেষত আছে—"সাকে॥ শ্ৰীহৰিপদহস্তাক্ষৰলিখিতং॥ মাঘে মঙ্গলবাৰে॥ তাৰিক্ষ ২৯। শাকে ঃ ১৭১২ সক। জ্ৰিউনাথ হস্তাক্ষৰঃ"।

১৯৪৯ চনতে কামৰূপ অনুসন্ধান সমিতিৰ পুথিখনি ডক্টৰ বাণীকান্ত কাকতিদেৱে সম্পাদনৰ বাবে আনি দিয়ে। কিন্তু নানা অনুসন্ধান কৰিও সিখনিত নোহোৱা পদবোৰ পূৰাবলৈ দ্বিতীয় এখন পুথি নোপোৱাৰ কাৰণেই বিশেষকৈ সম্পাদন আৰু প্ৰকাশনৰ কামত আগ বাঢ়িব পৰা হোৱা নাছিল। কিন্তু গোলাঘাটৰ জ্যোতি-প্ৰকাশৰ উদ্যোগী গৰাকী শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামীদেৱে পুথিখনি প্ৰকাশ কৰিবলৈ আগ্ৰহ কৰাত খণ্ডিতভাৱেই তাক ছপাখানালৈ পঠোৱা হয়। ইয়াৰ ৪ ফৰ্মা অৰ্থাৎ ৬৪ পিঠি ছপা হৈ যোৱাৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠাগাৰলৈ পুথি সংগ্ৰহ কৰোঁতা শ্ৰীদণ্ডীৰাম দত্তই ওদালগুৰিৰ শ্ৰীঅমূল্য চৌধুৰীৰপৰা পাঠাগাৰৰ কাৰণে এখনি "চাহাপৰী-উপাখ্যান" পুথি (খ. পুথি) সংগ্ৰহ কৰি আনি ১৯৫৮ চনৰ ৩১ ডিচেম্বৰ তাৰিখে আমাৰ হাতত দিয়ে। এইখন পুথিত ৫৫খন সাঁচিপাত আছে, আৰু মাজতে ৪৭-সংখ্যক পাতটো (বৰ্তমান সংস্কৰণৰ ৫১৯-সংখ্যক পদৰ "ৰে কিঙ্কৰী মই তুমি নিজ পতি"ৰপৰা ৫৩১-সংখ্যক পদৰ "কন তথাতে দেখিলা॥ অনেক"লৈকে শাৰীবোৰেৰে) নাই। এই পুথিত বিশেষ এটি পাঠ-বিভ্ৰাট দেখা যায়

ঃ বৰ্তমান তাণ্ডৱণৰ ৪৬৫-৭৩ পদ ৪৫০-সংখ্যক পদৰ মাজতে সোমাই পৰিছে।

খ. পুথিৰ প্ৰতিটো পাতৰ জোখ ১৪$\frac{১}{৪}$"×৩$\frac{৩}{৪}$" আৰু লেখা শাৰীৰ সংখ্যা ৮। পুথিখনত একাধিক লিপিকাৰৰ হস্তাক্ষৰ দেখা যায়। পুথিখনৰ শেষ পাতত পদৰ শেষত অস্পষ্ট আখৰত আছে—"শক ১৭২১.... হাগ জৈষ্ঠ....বাৰে চাহাপৰি পুস্তক....শ্ৰীবিষ্টোদেৱস্য হস্তাক্ষৰ।"

বুৰঞ্জী-পণ্ডিত সোণাৰাম চৌধুৰীয়ে গুৱাহাটীৰ ১৮২৬ শকৰ ২য়-৩য় ভাগ 'জোনাকী'ত আখ্যানটো চমুকৈ প্ৰকাশ কৰে। আমি চাৰিটা সংখ্যা কাকত (বহাগ, আহাৰ, ভাদ আৰু আহিন-কাতি) মাত্ৰ দেখা পাইছোঁ; তাত কাহিনীটো অসম্পূৰ্ণ হৈ ৰৈছে। চৌধুৰীদেৱে পিছৰখিনি লিখিছিলনে বা প্ৰকাশ কৰিছিলনে, ক'ব পৰা নগ'ল। তেখেতে প্ৰবন্ধৰ প্ৰথম খণ্ডৰ তলত এইদৰে পাদটীকা সংযোগ কৰিছিল।—

"এই পুথিখনি কামৰূপৰ ৰঙ্গিয়া তহ্ছীলৰ অন্তৰ্গত পশ্চিম কচাৰি মহল মৌজাৰ খাটিকুছি নামক গাওঁৰ এজন পুৰণি ভাল মানুহৰ ঘৰত পোৱা গৈছে। আমি পুথিখনিৰ প্ৰথমৰপৰা কেৱল ২৬ টী মাত্ৰ পাত পাইছোঁ, বাকী পাত কিমান আছিল থাবৰ কৰা টান। পুথিখনি কোনোবা ৰাম ৰাম দ্বিজ ৰচিত। এওঁ শ্ৰীশঙ্কৰ গুৰু ৰাম ৰামেই হব পায়। পুথিখনি সাঁচিপাতত লিখা, আখৰবিলাক প্ৰাঞ্জল, পদবিলাক সুললিত। পুথিখনিৰ প্ৰতি পাতৰ চাৰিও কাষে নীল, হেঙ্গুল, হাইতালেৰে সুন্দৰ ৰকমে নানা ৰকম লতা বচা। ঠায়ে ঠায়ে ঘটনাবিলাক অৱলম্বন কৰি চিত্ৰ কৰাও আছে; কিন্তু তেনে হৃদয়গ্ৰাহী নহয়। পুথিখনি দেখি ৰজাঘৰীয়া পুৰণি পুথি বুলি অনুমান হয়। পুথিখনিৰ সাধুকথাৰ, ই সম্পূৰ্ণ থাকিলে আসাম উপন্যাসৰ এটি অঙ্গ পূৰ কৰিব পাৰিলেহেতেন। পুথিখনিত লিখিত নায়ক-নায়িকাদিৰ নাম মুছলমানৰ নামৰ দৰে। আমাৰ বিবেচনায় এই পুথিখনি কোনোবা ৰজাৰ দিনত হিন্দু হিন্দু ভাৱত সাজে সজ্জিত কৰি ফাৰ্চিৰপৰা অনুবাদিত হৈছিল। ঘটনাটী যিমানলৈকে পাইছোঁ, সকলোখিনি আমি লাহে লাহে প্ৰকাশ কৰি পাঠকসকলক উপহাৰ দিম।"

এই টোকা পঢ়িলে চৌধুৰীয়ে পণ্ডিত গোস্বামীক দিয়া পুথিখন সুকীয়া এখন পুথি বুলি ভবা হয়। কিন্তু ওপৰৰ বিৱৰণৰপৰা দুইখন পুথিৰে পাৰ্শ্ব-চিত্ৰবোৰ

একে ধৰণৰ বুলি অনুমান হৈছে। দ্বিতীয়তে, পুথিখনি দ্বিজ ৰামৰ, “ৰাম ৰাম দ্বিজৰ ৰচিত” নহয়; চৌধুৰীদেৱে সম্ভৱতঃ “কহে দ্বিজ ৰাম ৰাম বোলা সৰ্ব্বজনে” শাৰীটোৰপৰা এনে অনুমান কৰিছে; আন দুঠাইত মাত্ৰ থকা (পৃষ্ঠা ১১০, ১২৫ চাওক) কবিৰ নামৰ উল্লেখ তেখেতৰ খণ্ডিত পুথিত নাছিলেই। তৃতীয়তে, শ্ৰীশঙ্কৰৰ “গুৰু” (পুৰোহিত) ৰামৰাম গুৰু এই প্ৰণয়-কাহিনীৰ প্ৰণেতা যেন নালাগে; দ্বিজ ৰামৰ কোনো পৰিচয় সংগ্ৰহ কৰা বৰ্তমানে সম্ভৱ নহ'লেও তেওঁ সম্ভৱতঃ অষ্টাদশ শতকৰ শেষৰ ফালৰ অৰ্থাৎ আমি পোৱা পুথি দুখনৰ সময়ৰ লোক।

**চাহাপৰী-উপাখ্যানৰ কাহিনী ঃ** চাহাপৰী-উপাখ্যান বা মৃগাৱতী-চৰিত্ৰৰ বিষয়-বস্তু গাথাৰ আৰম্ভতে উপস্থাপন কৰা হৈছে,—

দেৱৰ ৰমণী মৃগাৱতী অপসৰী।
কুমৰে কৰিলা বন্দী তাঙ্ক কেন কৰি॥
ছয় মাস থাকি কন্যা কেনমতে গৈল।
পুনু কেন কৰি দুয়ো একথান ভৈল॥

ইন্দ্ৰৰ ভুৱন-সদৃশ কুণ্ডিল নগৰ। সেই নগৰৰ ৰজা দ্বিতীয় ইন্দ্ৰ যেন আমিৰছাহা। তেওঁৰ মহাৰূপৱতী এশগৰাকী মহিষী; কিন্তু কোনোগৰাকী মহিষীৰপৰাই ৰজাৰ এটি পুত্ৰ নহ'ল। পুত্ৰ নহ'লে জল-পিণ্ড নাপাব, সেই চিন্তাই গৰ্ভ-ব্যাধিৰ দৰে ৰজাক সদায় পীড়িব লাগিছে। এদিনাখন ৰাজসভাত বহি তাকে চিন্তা কৰি থাকোঁতেই বৰকৈ বিচলিত হৈ সুবৰ্ণৰ সিংহাসনৰপৰা ঢলি পৰিল। পাত্ৰ-মন্ত্ৰীসকলে চন্দন ছটিয়াই ভৃঙ্গাৰৰ জলেৰে মুখ ধুৱাই ৰজাক স্থিৰ কৰিলে। এজন বৃদ্ধ পাত্ৰই ধীৰেৰে কি হৈছে, প্ৰশ্ন কৰিলে। ৰজায়ো মনৰ দুখৰ কথা ভাঙি-পাতি ক'লে। বৃদ্ধ পাত্ৰই ৰজাক পুত্ৰ-লাভৰ অৰ্থে ৰাজ্যৰ যত ব্ৰাহ্মণ-সজ্জন, বৈষ্ণৱ-পণ্ডিত, দুখী-ভিক্ষী, সকলোকে মাতি আনি দান দিবলৈ মন্ত্ৰণা দিলে। সেইমতে ৰজাই সকলোকে একেলগ কৰি ন দিন ন ৰাতি ধান-মাহ, সোণ-ৰূপ, হীৰা-মাণিক পৰ্যন্ত কৰি দেশ অদৰিদ্ৰ কৰি দান দিলে। সকলোৱে ৰজাক উচ্চৈঃস্বৰে আশীৰ্বাদ কৰিলে,—

মনোৰথ কৰোক বৈকুণ্ঠ নাৰায়ণ।
নিমিলোক তোমাৰ প্ৰমাদ সৰ্ব্বক্ষণ॥
অচলা ভকতি হৌক কৃষ্ণ-চৰণত।

দানৰ ফলস্বৰূপে শ্ৰেষ্ঠা মহিষীৰ বত্ৰিশ লক্ষণেৰে এটি কোঁৱৰ উপজিল। নগৰ আনন্দ-কোলাহলেৰে মুখৰ হৈ উঠিল। ৰজাই নানা দান-দক্ষিণা কৰিলে। দৈৱজ্ঞ অনাই গণনা কৰোঁতে পোৱা গ'ল, কোঁৱৰ সৰ্বগুণী পৰম ক্ষত্ৰিয় হ'ব, হয়; কিন্তু পৰীৰ কাৰণে বিদেশ ভ্ৰমণ কৰিব লাগিব। সি যি হওক, ৰজাই ভাল এজনী ধাইৰ হাতত কোঁৱৰক গতাই দিলে। সাত বছৰ বয়সত কোঁৱৰক পঢ়াশুনা কৰিবলৈ লগোৱা হ'ল। পঢ়াত পণ্ডিত হোৱাত অস্ত্ৰ-শস্ত্ৰ আৰু সঙ্গীত-শিক্ষাত পাৰ্গত কৰি তোলা হ'ল। কিন্তু তেওঁ চিকাৰ নকৰি কেতিয়াও ভোজন নকৰে। এদিনাখন মৃগয়ালৈ গৈ ছটামান পহু মাৰিলে। এনেতে এজনী পৰী বিচিত্ৰ মৃগীৰূপে দেখা দিলে। কোঁৱৰ তাইৰ পিছত লৰিবলৈ ধৰিলে আৰু এপাট কাঁড় এৰিলে ধনুৰপৰা; এনেতে মৃগীজনী এজোপা গছৰ তলৰ এটা নাদত নোহোৱা হ'ল। কোঁৱৰে কান্দি কান্দি তাৰপৰা এখোজো নলৰোৱা হ'ল। লগৰ সৈন্যসকলে নানা বুজোৱাতো কোঁৱৰে মৃগৰ আশা নেৰিলে। খবৰ দিয়াত ৰজা আহিও নানা ধৰণে বুজাই কোঁৱৰৰ মন টলাব নোৱাৰি সৈন্যৰ হতুৱা এক সৰোবৰ, নানা ফল-ফুলৰ এখন বাৰী, আৰু টঙিঘৰ সজাই পালি-পহৰীয়া, দাস-দাসী আৰু কোঁৱৰক পালনৰ দায়িত্বেৰে এজনী ধাই দি কোঁৱৰক তাত থ'লে। কোঁৱৰে মাহত তিনিবাৰ কৰি ৰজাক মাত লগাবলৈ যায়। আন সময়ত দিনে-ৰাতি টঙিতে থাকে।

এদিনাখন হঠাতে আকাশৰপৰা এটা ঘোঁৰাত উঠি চাৰিজনী পৰী সৰোবৰত গা ধুবলৈ আহিল। মালিকজাদা অৰ্থাৎ কোঁৱৰে চাৰিওজনীৰ মাজৰ বেছি ৰূপহীজনীক ধৰিব খোজোঁতেই মানুহৰ গোন্ধ পাই সিহঁতে কাপোৰ পিন্ধি উৰা মাৰিলে। কোঁৱৰ অচেতন হৈ মাটিত পৰিল। ধাই আৰু দাসীবোৰে পানী ছটিয়াই, চন্দন ঘঁহি শুকুলা চামৰেৰে বিচি কোঁৱৰৰ চেতনা আনিলে। ধায়ে সোধাত তেওঁ ক'লে, সেই ৰূপহী পৰীজনীক নাপালে আৰু তেওঁ নিজীয়ে। নানাভাৱে সান্ত্বনা দিব নোৱাৰি ধায়ে উপায় দিলে, পৰী কেইজনী পুনৰ গা ধুবলৈ আহোঁতে ধৰি ৰাখিব খোজাজনীৰ কাপোৰ লুকুৱাই ৰাখিবলৈ। সেই মতে ছমাহৰ পিছত যেতিয়া চাৰি পৰী গা ধুবলৈ আহিল, কোঁৱৰে বুদ্ধি কৰি ৰূপহী সৰুজনী পৰীৰ কাপোৰ লুকুৱাই তাইক বন্দী কৰি ৰাখিলে। এই পৰীৰ নামেই হ'ল চাহাপৰী। কোঁৱৰে ধাইৰ হাতত চাহাপৰীক কাপোৰে সৈতে গতাই দিলে। কোঁৱৰে বিয়া কৰিব খোজাত পৰীয়ে ক'লে, "মোক বিচাৰি চাৰিমাহমানৰ পিছত যেতিয়া মোৰ বাইহঁত আহি তোমাৰপৰা মোক বিয়া দিয়াৰ বাবে সমুচিত ধন ল'ব, তেতিয়াহে তোমাৰ লগত

বিয়া হ'ব পাৰিব।" সেই কথাত ভোল গৈ কোঁৱৰে পৰীৰ লগতে টণ্ডিত ছমাহমান কটালে।

চাহাপৰীয়ে এদিন কোঁৱৰক চিকাৰ নকৰি ভাত খোৱা বাবে মৃদুভাৱে তিৰস্কাৰ কৰি ছল কৰি চিকাৰলৈ পঠালে। ইফালে তাই কোঁৱৰ ক'লৈ গৈছে নজনাৰ ভাও ধৰি ধাইক ক'লে, তাইৰ লগত বিয়াৰ কাৰণে বাপেকক আনিবলৈ নিশ্চয় মালিকজাদা গৈছে, এতিয়া তাইক লেতেৰ-পেতেৰকৈ দেখা পালে সকলোৱে হাঁহিব, কোঁৱৰেও লাজ পাব। ধায়ে হালধি-চৰিয়া লৈ তাইক গা ধুৱাই দিলে। পৰীয়ে তেতিয়া চুলি আঁচুৰিবলৈ ফণিখন খোজাত ধাই নিজৰ ঘৰৰ ভিতৰ সোমাওঁতেই তায়ো সোমাল আৰু "মানুহ আহিল, আহিল" বুলি চিঞৰ-বাখৰ লগালে; আৰু ধাই বাহিৰ ওলোৱাৰ লগে লগে তাই নিজৰ কাপোৰ পিন্ধি লৈ উৰা মাৰি ঘৰৰ ওপৰত উঠিল। ধায়ে চাহাপৰী আৰু কাপোৰ দুয়োটা নাপাই বাহিৰ ওলাই ঘৰৰ ওপৰত পৰীক দেখি ক'লে, "এতিয়াই ৰাজকোঁৱৰ আহিব, তুমি গুচি গ'লে মই তেওঁক কি বুলি বুজাম?" চাহাপৰীয়ে তেতিয়া ক'লে, "বহুমূল্যবান বস্তুও এনেয়ে পালে মানুহে আদৰ নকৰে। মোকো বিনাযত্নে পাই কোঁৱৰে অনেক অনাদৰ কৰিলে। কোঁৱৰক ক'বি, এতিয়াও যদি মোক লাগে, ৰোকাম ছহৰলৈ গ'লেই মোক পাব।" ইমানকে কৈ তাই তাৰপৰা নোহোৱা হ'ল। ধাই আৰু দাসীবোৰে মাটিত বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। এনেতে কোঁৱৰ ঘূৰি আহি সোধাত ধায়ে ক'লে, "এহেজাৰমান তিৰোতা আহি আমাক কিলাই কোবাই চাহাপৰীক কাপোৰৰ সৈতে কাঢ়ি লৈ গ'ল।" কুমাৰ বাৰে বাৰে মূৰ্ছা যোৱাৰ পাছত ধায়ে চাহাপৰীয়ে ক'বলৈ কৈ যোৱা কথাখিনি ক'লে।

কোঁৱৰে লগত দহজন লোক লৈ ৰোকাম নগৰলৈ যাত্ৰা কৰিলে। এমাহৰ মূৰত ধায়ে ৰজাৰ ওচৰলৈ গৈ বনলৈ যাওঁতে কোঁৱৰ হেৰাল বুলি কৈ আহিল। সৈন্য পঠাই বনত কোঁৱৰক বিচাৰি নাপাই ৰজা-ৰাণী দুয়ো বনলৈ গ'ল, আৰু শোকত কান্দি কান্দি অন্ধলা হ'ল।

কোঁৱৰ বহুত দিন ঘূৰি ঘূৰি নিজৰ ৰাজ্য এৰাই ছিলাম নগৰত প্ৰৱেশ কৰিলে। সেই নগৰৰ কটোৱালে খবৰ দিয়াত ৰজাই মালিকজাদাক মাতি নিয়ালে। মালিকজাদাই তেওঁৰ আগত নিজৰ দুখৰ কথা কোৱাত ৰজাই পোনতে হয় এহেজাৰ যুৱতী, নহয় নিজৰ সিংহাসনকে কোঁৱৰলৈ আগ বঢ়ালে। তেওঁ সেয়া ল'বলৈ ৰাজী নোহোৱাত ৰজাই অনেক সদাগৰ মতাই আনি ৰোকাম নগৰৰ কথা সুধিলে। কিন্তু, কোনেও তাক দেখা দূৰৰ কথা, নামো শুনা নাই। এজন বুঢ়া সাউদে মাথোন

ক'লে, তেওঁৰ গুৰুৰ মুখত বোকামৰ বৰ্ণনা শুনিছিল, তালৈ যাবলৈ হ'লে তিনিখন ডিঙা ভৰাই খোৱা বস্তু লৈ গুৰুক স্মৰি যাত্ৰা কৰিব লাগে। ৰজাই সদাগৰক প্ৰসাদ দি কোঁৱৰক নখন ডিঙা ভোজন-সম্ভাৰে সৈতে দিলে।

এবছৰ ডিঙাত উঠি যাওঁতে এদিন দুটা ডাঙৰ মাছে কামুৰি নাও ভাঙি গুড়ি কৰিলে। কোঁৱৰে সাত দিন পানীত উটি-বুৰি মদিলা নগৰৰ ওচৰত পাৰত উঠিল। তাতে এজনী কান্দি থকা বুঢ়ীক পাই কি হৈছে সোধাত ক'লে, সেই নগৰলৈ এক দেও আহিছে; দেওৰ হাতত হাৰি ৰজাই দিনে এটাকৈ মানুহ দিবলৈ গাত লৈছে, আৰু সিদিনাই বুঢ়ীৰ ঘৰৰ পাল। মালিকজাদাই বুঢ়ীৰ ঘৰৰ হৈ দেওৰ ঠাইলৈ যায় আৰু ভীমে বকাসুৰক বধ কৰাৰ দৰে দেওক বধ কৰে। মদিলা নগৰৰ ৰজাই অৰ্দ্ধ ৰাজ্য সমে নিজৰ কন্যা কোঁৱৰক দিব খোজাতো নোলোৱাত নানা সম্ভাৰেৰে তেওঁক তিনিখন ডিঙা দিলে।

পুনৰ এবছৰমান নাও চলাই যোৱাৰ পাছত এদিনাখন সাগৰত জোৱাৰ উঠাত ভীষণ পকনীয়াত পৰি নাও টুকুৰা-টুকুৰ হ'ল। বতাহৰ সোঁতত এচটা পাটত উঠি কোঁৱৰ দহ দিনৰ মূৰত কুপি নামে নগৰৰ পাৰত উঠিল। সেই নগৰৰ ৰজাই এক মহাবলী সৰ্পৰ ওচৰত যুঁজত হাৰি নিতে এজনী কন্যা আহাৰৰ কাৰণে দিবলৈ প্ৰতিশ্ৰুতি দিছিল। সেইমতে কোঁৱৰে নগৰৰ মাজৰ এটা সুন্দৰ ঘৰত মহাসৰ্পলৈ আগ কৰা নৱযৌৱনা এজনী কন্যা দেখা পালেগৈ। সেই কন্যা কুপিৰ ৰাজকুঁৱৰী। এনেতে সাতমূৰীয়া সেই সৰ্প আহিল। মহাবিক্ৰম দেখুৱাই কোঁৱৰে তাক বধ কৰিলে। ৰাজকুঁৱৰীয়ে মালিকজাদাক স্বামী সম্বোধন কৰিছিল। তেওঁ কিন্তু সেই সমাদৰ প্ৰত্যাখ্যান কৰিলে। এনেতে ৰজা আহি হাতীৰ কান্ধত তুলি কোঁৱৰক নিজৰ মন্দিৰলৈ নি তাত ৰাখি ৰাজ্যত নানা উৎসৱ, দান-দক্ষিণা আদি কৰিলে। এদিনাখন ৰাজসভাতেই ৰজাই কোঁৱৰক ৰাজকুঁৱৰীক বিয়া কৰি সেই ৰাজ্যত ৰজা হ'বলৈ ধৰিলে। কোঁৱৰ তেতিয়া সম্মত নোহোৱাত ৰজাই পাত্ৰ-মন্ত্ৰীসকলক তেওঁক টানি ধৰিবলৈ লগালে। তেতিয়া মুখেৰে সম্মতি জনাই কোঁৱৰে ক'লে, যদি ৰজাৰ সদাগৰসকলে ধন দিয়ে, তেওঁ নিজ দেশৰ ব্যৱহাৰমতে এটা সুকীয়া ঘৰ কৰি থাকিব; আৰু তেতিয়াহে ৰজাক ধন দি বিয়া হ'ব পাৰিব। এই প্ৰথাকে 'কোষবন্ধন' বোলা হৈছে। ৰজাই এই কথা শুনি সাগৰৰ পাৰত পালি-পহৰীয়া আৰু এশ দাসী দি জাপগড়েৰে ভাল ঘৰ এটা কৰি লগত ৰাজ্যৰ সকলো সদাগৰ দিলে।

এদিন মালিকজাদাই সকলো সদাগৰক গোটাই নিজৰ মনৰ আচল মতলব ভাঙি-পাতি ক'লে। বোকাম নগৰৰ বতৰা জনা মনজিত নামে বুঢ়া সদাগৰক

তেওঁ সহায়ৰ কাৰণে বিশেষ খাটনি ধৰিলে। মনজিতৰ দিহামতে কোঁৱৰে এৰাতি সকলোকে ভাং-ধুঁতুৰা মিহলাই নানা সুখাদ্য খুৱাই অচেতন অৱস্থাত পেলাই মনজিতেৰে নৌকাত উঠি ৰোকাম নগৰ বুলি যাত্ৰা কৰিলে।

সাগৰৰ ধুমুহাত কোঁৱৰৰ ডিঙা ভাগিল। মনজিতো সাগৰত তল গ'ল। কোঁৱৰে এচটা পাট পাই তাতে উঠি কেইদিনমান ওপঙি ফুৰি ত্ৰিপুৰ নগৰত উঠিল।

এইবাৰ কোঁৱৰ পৰিল ছাগলী-ৰখীয়া সোভা নামে এক দেওৰ হাতত। সি ফুচুলাই কোঁৱৰৰ কথা জানি লৈ সহায়ৰ আশ্বাস দি এক বন্দীশালত বন্দী কৰি থ'লে। তেনেকৈ বন্দী কৰা হেজাৰে হেজাৰে লোক তাত আছিল। তাৰে এজনৰ পৰামৰ্শমতে কোঁৱৰে লোৰ শলা তপতাই শুই থকা দেওৰ চকু কণা কৰি নিজেও সাৰে আৰু আনসকলকো মুক্তি দিয়ে। কোঁৱৰে ন-দিন নানা কষ্টৰ মাজেদি গৈ সোভাৰ ভনীয়েক তিনি ৰাক্ষসীৰ ৰত্নময় ঘৰত বৈছিল। তাৰপৰা ওলাই অনাহাৰে-অনিদ্ৰাই পুনৰ হাবিয়ে হাবিয়ে বাট ল'লে। এনেতে গৌৰাঙ্গ-বৰণ এক বৃদ্ধই এথাল ভাত দি অন্তৰ্দ্ধান হয়; সেয়া খাই কোঁৱৰৰ আঠগুণ তেজ যোলগুণ বল হ'ল। তেওঁৰ এটা ঘোঁৰা পাবৰ ইচ্ছা হোৱাত হঠাতে এটা ঘোঁৰা আহি তাতে দেখা দিলে। সেই ঘোঁৰাত উঠি গৈ কোঁৱৰ এইবাৰ নানা ৰত্নখচিত সুবৰ্ণময় বিচিত্ৰ ৰোকাম নগৰত উপস্থিত হ'লগৈ। তেওঁ সকলো কষ্ট নিমিষতে পাহৰি পেলালে। এখন সৰোবৰৰ পাৰত এজোপা গছৰ তলত নামি বহোঁতেই ঘোঁৰাটো আকাশলৈ উৰা মাৰিলে। এনেতে সুবৰ্ণৰ মৃগীৰূপে চাহাপৰীয়ে দেখা দিলে, কোঁৱৰে এপাট শৰ মাৰিলে; শৰৰ ছোট পাই মৃগী অদেখা হ'ল। চাহাপৰীৰ ৰাজ্যৰ কি মনোৰম সৌন্দৰ্য! সুন্দৰী পৰী-কন্যাসকলে কোঁৱৰক আগ বঢ়াই নি নানাভাৱে শুশ্ৰূষা কৰিবলৈ ধৰিলে।

তিনি দিনৰ মূৰত তিনিজনী বায়েকক লগত লৈ চাহাপৰী কোঁৱৰৰ ওচৰলৈ আহিল। দুয়ো প্ৰেমালাপত মগ্ন হ'ল। ইয়াৰ পাছত চাহাপৰীৰ বায়েকহঁতে কোঁৱৰ আৰু পৰীৰ বিয়া পাতিলে। কুমাৰে তেতিয়া নানা অলঙ্কাৰ পিন্ধি হস্তী-স্কন্ধত আৰোহণ কৰি নগৰ পৰিভ্ৰমণ কৰিলে। তাৰ পাছত দুইৰো মদন-শয়ন আৰম্ভ হ'ল, তাৰ বৰ্ণনা কবিয়ে উৎসাহেৰে দিছে।

দহমাহৰ মূৰত সময়মতে চাহাপৰীৰ দুটি যঁজা সন্তান উপজিল— আমিৰা আৰু সামিৰা। ছয়-সাত বছৰৰপৰা দুইৰো অস্ত্ৰ-শস্ত্ৰ-শিক্ষা আৰম্ভ হ'ল। এদিনা চাহাপৰীয়ে কোঁৱৰক ক'লে, তেওঁ য'লৈকে যায়, যাব পাৰে; কিন্তু যেন দক্ষিণ

ফালে থকা কটা গড়টো চাবলৈ নাযায়। তাৰ পাছত আন এদিনা চাহাপৰী তিনি বাইৰ ঘৰলৈ গ'ল। সেই ছলতে দুই পুত্ৰক লৈ কোঁৱৰ গ'ল দক্ষিণলৈ, কটা গড়ৰ দুৱাৰৰ কুলুপ খহাই ভিতৰত হাতে-ভৰিয়ে নিগড় লগোৱা এটা প্ৰেত দেখা পালে। তাৰ জয়দেউ-কাকুতিত ভোল গৈ কোঁৱৰে লোৱা কাটি দিয়াত সি পানী খাই গাত বল বান্ধি পোনতে আমিৰা-সামিৰাক, তাৰ পিছত বান্ধি-ছাটি মালিকজাদাক আছাৰ মাৰি সাগৰৰ পাৰত পেলালে। নানা বিলাপ কৰি কোঁৱৰ তাতে পৰি আছে। আমিৰা-সামিৰাই অলপ সকাহ পাই বাপেকৰ ওচৰলৈ আহিল আৰু তিনিও লাগি-ভাগি বান্ধবোৰ কাটি গলা-গলি কৰি কান্দিবলৈ ধৰিলে। এনেতে তেওঁক ঘৰত বিচাৰি নাপাই কান্দি-কাটি চাহাপৰীয়ে দিহা-দিহি পৰীবোৰক পঠালে। এজনীয়ে এজোপা গছৰ পাত এখিলাৰ আঁৰত সৰু বিছা এটা হৈ লুকাই থকা প্ৰেতক ধৰি লৈ আহিল। অনেক প্ৰহাৰৰ পাছতো সি কোঁৱৰৰ বাৰ্তা দিব নুখুজিলে; কিন্তু এজকা তেল তপতোৱা দেখি সি সকলো সৈ কাঢ়িলে। পৰীসকলে কোঁৱৰ আৰু আমিৰা-সামিৰাক সাগৰৰ পাৰৰপৰা উদ্ধাৰ কৰি আনিলে। প্ৰেতক পুনৰ কটা গড়ত শিকলি লগাই থোৱা হ'ল।

এদিন সমুদ্ৰৰ পাৰৰ সুৱৰ্ণ মন্দিৰত খাটৰ ওপৰত বহি থাকোঁতে কোঁৱৰৰ মনলৈ আপোন দেশৰ কথা আহিল। কোঁৱৰে দীৰ্ঘ ৰাৱ কাঢ়ি কান্দিবলৈ ধৰিলে। এজনী পৰীৰ মুখে এই খবৰ পাই মুকলি চুলিৰে চাহাপৰী লৰি আহিল দুয়ো পুত্ৰক লগত লৈ। কোঁৱৰে নিজৰ মনৰ দুখৰ কথা ভাঙি-পাতি কোৱাত আমিৰাক ৰজা আৰু সামিৰাক যুৱৰাজ পাতি ৰাজ্য-ভাৰ দি দুয়ো চাৰিটা ঘোঁৰাই টনা ৰথত উঠি কুণ্ডিল নগৰলৈ ঘূৰি আহিল। কিন্তু ইতিমধ্যেই পিতৃ আমিৰছাহা, মাতৃ পাত্ৰ-মন্ত্ৰী সকলো মৰি অন্ত হৈছে। কোঁৱৰে নানা বিলাপ কৰিলে। ৰাজ্যৰ প্ৰজাই তেওঁক চিনি পাই শ্ৰীসিংহাসনত তুলি অভিষেক কৰিলে।

**কাহিনীৰ সূত্ৰ-বিশ্লেষণ**[১]— দ্বিজ ৰামৰ এই প্ৰণয়গাথা কোনো বিশেষ এক পুথিৰ অনুবাদ বা ক্ষিপ্ৰ অনুসৰণ নহয়। যিমান দূৰ সম্ভৱ, ভ্ৰাম্যমান কোনো পছিমীয়া কাহিনী-কথকৰ মুখৰপৰা আখ্যানটো (traveller's tale) লৈ কবিয়ে নিজাভাৱে তাক নতুনকৈ বৰ্ণনা কৰে। এই চাহাপৰী-মালিকজাদাৰ কাহিনীত বিশ্বজনীন লোক-কথাৰ কিছুমান মূল সূত্ৰ বা মটিফ্ পৰিলক্ষিত হয়। ইয়াত সেইবিলাক বিশ্লেষণ কৰি দেখুওৱা হ'ল।

---

১। এনে বিশ্লেষণ-পদ্ধতিৰ বাবে Stith Thompson *Motif-Index of Folk-Literature* (Copenhagen) চাওক।

(১) পৰী নায়িকা মৃগীৰূপে দেখা দিয়া। চাহাপৰীয়ে প্ৰথমতে মৃগী হৈ দেখা দি কোঁৱৰৰ মন ভুলায়, আৰু কাহিনীৰ শেহৰ ফালেও বোকাম ছহৰত পোনতে মৃগীৰূপেই ছাহাজাদাৰ আগত ওলায়। এইদৰে নায়িকাই মৃগীৰূপে দেখা দি নায়কৰ মন হৰণ কৰা বৰ নতুন কথা নহয়। মহাযানী বৌদ্ধ বিনয়-পিটকৰ অন্তৰ্গত সুধন আৰু মনোহৰাৰ কাহিনী স্মৰণীয়। ইৰাণী প্ৰেমগাথাত নায়ক সানোবাৰ আৰু আন আন ডেকাক লতিফা বানুৱে যাদুৰ সহায়ত হৰিণ কৰি থৈছিল। ফিনলেণ্ড, স্কুইডেন, আয়াৰ্লেণ্ড, আইচ্‌লেণ্ড আদিৰ কাহিনীতো জলকুঁৱৰীয়ে জন্তুৰ ৰূপত দেখা দিয়া কথা পোৱা যায়। আয়াৰ্লেণ্ডৰ কাহিনীত হৰিণী বেশতে পৰীয়ে দেখা দিছে।

(২) চাৰিজনী পৰী গা ধুবলৈ অহা। ইয়াত চাৰি সংখ্যাটো বিশেষ অৰ্থপূণ। দ্বিজ পশুপতিৰ চন্দ্ৰাৱলী-বিশ্বকেতুৰ কাহিনীত আকৌ এইদৰে গা ধুবলৈ অহা চন্দ্ৰাৱলীৰ বাই-ভনী চাৰিজনী।

(৩) গছৰ তলত পানীত পৰি পৰী অদেখা হোৱা। এই প্ৰসঙ্গত সংস্কৃত 'অপ্সৰা' শব্দৰ মৌলিক অৰ্থত পানীৰ সংযোগ মন কৰিবলগীয়া। পানীৰ তলেদি পৰিস্তান বা লোকান্তৰলৈ বাট থকাৰ ধাৰণাও লোক-কথাত বিস্তীৰ্ণভাৱে আছে।

(৪) পৰীয়ে আকাশ-পথেদি ঘোঁৰাত উঠি উৰাৱত কৰি যাব পৰা।

(৫) পৰী, দেও আদিয়ে নেদেখাকৈয়ে গোন্ধ পাই মানুহৰ অৱস্থান অনুভৱ কৰা।

(৬) পৰী আদিক সিহঁতৰ কাপোৰ লুকুৱাই বন্দী কৰা, আৰু কোনোমতে কাপোৰ পাই সিহঁত পলাই সৰা। ভূত, পিশাচ, বাক, দ'ত আদি আত্মাৰ জগতৰ প্ৰাণীৰ বিষয়ে বৰ্ণনা থকা অসমীয়া সাধুকথাত এইটো সূত্ৰ বিশেষভাৱে ঘনাই দেখা পোৱা যায়। চন্দ্ৰাৱলী-বিশ্বকেতুৰ কাহিনীৰ বৰ্ণনা এই বিষয়ত চাহাপৰী-উপাখ্যানৰ অনুৰূপ। শ্লাভিক্, লিথুৱানিয়ান, চীনা সাধুতো এনে কথাঙ্গ আছে।

(৭) মায়া-মৃগীৰ গাত লগা আঘাত পৰীৰ আচল শৰীৰত দেখা যোৱা। নানান দেশৰ পৰীৰ সাধুত পৰীৰ মানবীয় লক্ষণ বৰ্তমান। আইৰিছ্ কাহিনীতো দেখা পোৱা যায়, পৰীৰ গাত মানুহৰ দৰেই আঘাত লাগে।

(৮) পৰীৰ লগত পৰিণয়ৰ ফলস্বৰূপে পুত্ৰ-লাভ। বিভিন্ন দেশৰ সাধুত এই কথা আছে। চাহাপৰীৰ দুই পুত্ৰ আমিৰা আৰু সামিৰাৰ কথা পঢ়িলে ফুলকোঁৱৰৰ গীতৰ ধন পাচতুলীৰ ল'ৰা অৰুণা আৰু জগৰালৈ মনত পৰে।

(৯) নৰ-মনিছে পৰিস্তানলৈ গৈ পৰী বিয়া কৰোৱা। এই কাহিনী-সূত্ৰও অনেক দেশৰ সাধুতে আছে।

(১০) পৰীৰ দেশলৈ যাওঁতে তিনিখন ডিঙৰা ভৰাই খোৱা বস্তু ল'ব লাগে; সেয়াও আকৌ "জনেকৰ সমল এহিসে স্বৰূপত। চন্দ্ৰাৱলী-বিশ্বকেতুৰ কাহিনীতো বিশ্বকেতুৱে সাত মাহৰ খোৱা বস্তুৰে সাতখন নাও লৈ গৈছিল ভূতকিঙ্কৰ ৰজাৰ দেশৰপৰা।

(১১) পৰীৰ দেশৰ সন্ধান কোনো লোকে নিজে দেখি নাজানে; কওঁতাসকলে গুৰু-পৰম্পৰায় মাত্ৰ তাৰ সম্ভেদ পায়।

(১২) পৰীৰ দেশ প্ৰমীলা-ৰাজ্য। ৰোকাম ছহৰত নাৰী চাহাপৰীৰ ৰাজত্ব। ৰোকাম আজব ছহৰ। পৰিস্তান সদায় সাত সাগৰ তেৰ নদীৰ সিপাৰে। জনাগাভৰুৰ গীততো আমি প্ৰমীলা-ৰাজ্যৰ কথা পাওঁ, তাত গাভৰুৱে "তিৰী হৈ ৰাজপাট খায়।" আইৰিছ লোক-কথাৰ পৰিস্তান মাত্ৰ নাৰীৰ দেশ। land of Amazons বা maiden land-অৰ ধাৰণাও পৃথিৱীত যথেষ্ট বিস্তৃত।

(১৩) পৰম সুশোভন পৰীৰ নগৰৰ প্ৰাচীৰ, ঘৰ সকলো সুবৰ্ণৰ। তাত বস্তু বিচাৰিলেই পোৱা যায়। পৰীবোৰক কিন্তু সতকাই দেখা পোৱা নাযায়। খৰিদ্দাৰে পোহাৰত উচিত মূল্য থৈ বস্তু-বাহানি লৈ যাব পাৰে।

(১৪) পৰীৰ ৰাজ্যত থাকোঁতে নিজৰ ঘৰৰ কাৰণে চিন্তা উপস্থিত হোৱা আৰু নিজৰ ৰাজ্যলৈ ঘূৰি আহি ৰজা হোৱা।

(১৫) দৈত্য-দেওৰ বলিৰূপে আন লোকৰ পৰিবৰ্তে গৈ নায়কে সেই দৈত্য-দেওক বধ কৰা। এই বিষয়ত 'ভীম-চৰিত'ৰ ভীম-বকাসুৰৰ কাহিনী মনত পৰে।

(১৬) দৈত্য-দেওৰ বলিৰূপে বন্দী হৈ থকা লোকক ৰক্ষা কৰা আৰু দৈত্য-দেওক বধ কৰা।

(১৭) শিকলি লগাই দৈত্য-দেওক বন্দী কৰি ৰখা।

(১৮) দৈত্য-দেও আদি বিছা আদি সৰু কীটৰ ৰূপত থকা।

(১৯) ছলনাত পৰি নায়ক দৈত্য-দানৱৰ হাতত বন্দী হোৱা।

(২০) আনৰ বুদ্ধি পাই দৈত্যৰ চকু কণা কৰি বধ কৰা। 'মৃগাৱতী-চৰিত্ৰ' আৰু 'চন্দ্ৰাৱলী-বিশ্বকেতু'ৰ এই ধৰণৰ এনে বৰ্ণনাকে পোৱা যায়।

(২১) বিনা মেহনতে বহুমূল্যবান বস্তু পালেও আদৰ নোহোৱা বাবে নায়িকাই নায়কক বহুতো বিপদগ্ৰস্ত ভ্ৰমণ আৰু পৰীক্ষাৰ সম্মুখীন কৰা। পৰীয়ে এইদৰে প্ৰেমাকাঙ্ক্ষীক অন্বেষণ কাৰ্য নিৰূপণ পৰি দিয়া আইৰিছ কাহিনীত আছে। গোল আৰু সানোবাৰৰ কাহিনীত মেহেৰ আঙ্গেজৰ কাৰণে আলমাছ ৰুহ বক্স একে ধৰণৰ পৰীক্ষাৰ সম্মুখীন হৈছিল। চন্দ্ৰাৱলীয়ে বিশ্বকেতুক আৰু চাহাপৰীয়ে মালিকজাদাক বিপজ্জনক পথ অতিক্ৰম কৰোৱাইছিল; তাৰ ওপৰতো বিশ্বকেতুৰ নানা পৰীক্ষা চাইছিল চন্দ্ৰাৱলীয়ে। সাগৰৰ তুফানত জাহাজ ভগা; নায়ক দৈত্য-দানৱ আৰু অজগৰ-আজদাহা আদি ভয়ঙ্কৰ সানোবাৰৰ মুখত পৰা আদি এই শ্ৰেণী কাহিনীৰ সাধাৰণ সূত্ৰ। 'চাহাপৰী-উপাখ্যান', 'মধুমালতী' আৰু 'চন্দ্ৰাৱলী-বিশ্বকেতু'ত সাগৰৰ মাছে (শেহৰখনত তিমিঙ্গিল) কামোৰ মাৰি নৌকা ভাঙে। চীন দেশৰ সাধুত পৰীৰ বিবাহিত স্বামীয়ে পৰীৰ পিছলৈ স্বৰ্গৰাজ্য পোৱা কথা আছে।

(২২) বহু পুণ্য-কৰ্মৰ ফলস্বৰূপে নায়কৰ (নায়িকাৰ কিন্তু নহয়) জন্ম হোৱা। মধুমালতী-মনোহৰ, চন্দ্ৰাৱলী-বিশ্বকেতু, লায়লা-মজনুন, সয়ফলমুল্লুক-বদিউজ্জামাল কাহিনীৰ দৰে মৃগাৱতী-মালিকজাদা কাহিনীতো এই সূত্ৰ বৰ্তমান।

(২৩) নায়কৰ জন্মৰ পাছত তেওঁ আগলৈ প্ৰেমত দেৱানা হৈ ঘৰ-বাৰী এৰিব বুলি দৈৱজ্ঞৰ গণনা। মজনুন্, মনোহৰ, বিশ্বকেতু, সয়ফলমুল্লুক, সকলোৰে ক্ষেত্ৰতে সেই একে কথা।

(২৪) নায়ক চিকাৰলৈ যাওঁতে নায়িকাৰ সন্ধান পোৱা আৰু মোহত পৰা। ফাৰ্চী মূলৰ বা মুছলমান সমাজৰ কাহিনীত এই সূত্ৰ বিশেষভাৱে লক্ষ্য কৰা যায়। দুষ্যন্তৰ মৃগয়াও সেইদৰে হ'ল কণ্ব মুনিৰ আশ্ৰমৰ কন্যা।

(২৫) ইচ্ছা হোৱা মাত্ৰকতে কোনো বস্তু আগতে পোৱা। মালিকজাদাৰ ভোক লগাত এক গৌৰবৰ্গ বৃদ্ধই খাবলৈ দিলেহি, আৰু ঘোঁৰা এটাৰ কথা ভাবোঁতেই ঘোঁৰাটোও ওলালহি আগতে। পাছত বুজা গ'ল, দুইটাই পৰীৰ মায়া। পৰীয়ে মানুহৰ মনৰ কথা ধৰিব পৰাটো আন আন দেশৰ সাধুতো আছে।

(২৬) গায়ক-বাদক দেখা নোপোৱাকৈয়ে গীত-বাদ্য শুনা। পূব বঙ্গৰ 'ভেলুয়া সুন্দৰীৰ গীতিকা'ত ভেলুৱাৰ প্ৰেমিক আমীৰে ফকীৰৰ দিয়া টুপী পিন্ধি অদৃশ্য হৈ ইন্দ্ৰসভাত মৃদঙ্গ বজোৱা কথা বৰ্ণিত হৈছে।

(২৭) নিষিদ্ধ কৰ্ম কৰাৰ ফলত ঘটনা-চক্ৰৰ পৰিবৰ্তন হোৱা পৃথিৱীৰ অনেক ঠাইৰ সাধুত আছে। চাহাই হাক দিয়া সত্ত্বেও কোঁৱৰে ৰোকাম ছুহৰৰ দক্ষিণৰ কটা গড় চাৱলৈ যোৱাৰ পিছত কাহিনী পৰিণতিৰ ফালে বেগাই আগবাঢ়ে।

অভিনৱ অসমীয়া প্ৰেমগাথা 'মৃগাৱতী-চৰিত্ৰ', 'মধুমালতী' আদিৰ কাহিনীৰ সূত্ৰ যেনেকৈ আন্তৰ্জাতিক, বিশেষকৈ এই দুখন কাব্যৰ মূল অনুপ্ৰেৰণা অসমীয়া সাহিত্যৰ তদাস্তীনলৈকে চিৰাচৰিত ৰীতিমতে সংস্কৃতত নহয়; বৰঞ্চ ভাৰতৰ বাহিৰৰপৰাও তাৰ কোনো উপাদান হয়তো আহিছে।

**পাশ্চাত্য ৰোমাঞ্চ**— পৌৰাণিক গ্ৰীক সাহিত্যত পাৰ্ছিউছ, হাৰ্কিউলিছ্ আদি বীৰসকলে নানা দৈত্য-দানৱ বধ কৰি সুন্দৰীৰ সান্নিধ্য লাভ কৰাৰ কাহিনী পোৱা যায়। চাহাপৰী-উপাখ্যানৰ নিচিনা যুদ্ধ আৰু প্ৰেমৰ মূল কাহিনী-সূত্ৰ অৱলম্বন কৰি মধ্যযুগৰ য়ুৰোপত ৰোমাঞ্চ্ কাব্যবিলাকে বিস্তাৰ লাভ কৰিছিল। ইবোৰৰ romance এই নামকৰণৰ মূল কথা হ'ল—ৰোমান ভাষা বা লেটিনৰপৰা উদ্ভুত দক্ষিণ য়ুৰোপৰ ফৰাচী, Provencal, Romansch আদি ভাষাত এই কাহিনীবোৰৰ প্ৰথম উৎপত্তি। বাস্তৱে সামৰিব নোৱৰা ঘটনাই কাহিনীবোৰৰ মূল অৱলম্বন। নাইট্ বোলা ধৰ্মবীৰসকলৰ দ্বাৰা সম্পাদিত অভিজাতা সুন্দৰীৰ সম্মানৰক্ষক বীৰত্বৰ কাৰ্য (chivalry. knight-errantry), প্ৰেম আৰু ঐন্দ্ৰজালিক প্ৰক্ৰিয়া সিবোৰৰ ঘাই উপাদান। ৰোমানসকলে অধিকাৰ কৰাৰ পাছত ইংলেণ্ডতো ফৰাচী ৰোমাঞ্চবিলাক বিয়পি পৰে। ৰজা আৰ্থাৰ, মহান চাৰ্লছ, মহাবীৰ আলেকজেণ্ডাৰ আৰু ট্ৰজান্ যুদ্ধক কেন্দ্ৰ কৰি ৰোমাঞ্চৰ চাৰিটি ধাৰাৰ সৃষ্টি হ'ল, আৰু তাৰ লগতে ইংলেণ্ডৰ পুৰণি জাতীয় আখ্যানেও ৰোমাঞ্চৰ সমল যোগালে। দক্ষিণ য়ুৰোপৰপৰা অহা ৰোমাঞ্চৰ প্ৰভাৱে ইংলেণ্ডত এটি পৰিণতি লাভ কৰিছিল স্পেনছাৰৰ Faerie Queene-অত। এই কাব্যত আয়াৰ্লেণ্ডৰ প্ৰাকৃতিক দৃশ্যৰ পটভূমিত পুৰণি আখ্যানবোৰৰ সকলো ধৰণৰ চৰিত্ৰ আৰু কাহিনীয়ে দেখা দিয়ে— পৰী-অপ্সৰা, দৈত্য-দানৱ (giants, dwarfs, dragons), ঐন্দ্ৰজালিক শক্তি-যুক্ত ঢাল-তৰোৱালেৰে সজ্জিত ভ্ৰাম্যমান ধৰ্মবীৰ, সৌন্দৰ্যৰ শক্তিশালী ঐন্দ্ৰজালিকতাৰে সজ্জিতা বিপদগ্ৰস্তা সুন্দৰী, ইন্দ্ৰজালে আবৰা দুৰ্গ-কাৰেং, যুদ্ধ-বিগ্ৰহ আৰু পখী ঘোঁৰা। ৰোমাঞ্চবোৰৰ প্ৰধান বৈশিষ্ট্য হ'ল—ইয়াৰ মাজত আমাৰ বুদ্ধি-শক্তি থাকে থৰ লাগি, মানৱ-চৰিত্ৰ-চিত্ৰণ-কাৰ্য থাকে ৰহিত হৈ।

**ভাৰতীয় ঐতিহ্য ঃ** সংস্কৃত সাহিত্যত ৰোমাঞ্চ দেখা পাওঁ গদ্যত—

আখ্যায়িকা আৰু কথা। অধ্যাপক কীথৰ লগত চমুকৈ ক'লে, আখ্যায়িকাৰ সমল ঐতিহ্য বা বুৰঞ্জীৰ, আৰু কথাৰ উপাদান কল্পনাৰ। 'হৰ্ষচৰিত' আখ্যায়িকা, 'বৃহৎকথা' হ'ল কথা। দণ্ডী, সুবন্ধু আৰু বাণ সংস্কৃত গদ্য ৰোমাঞ্চৰ প্ৰধান লেখক। তামিলনাড়ুৰ কাঞ্চীদেশৰ পল্লৱসকলৰ ৰাজকবি দণ্ডীৰ 'দশকুমাৰচৰিত' বা 'অৱন্তিসুন্দৰীকথা'ৰ বিষয়-বস্তু আলোচ্য গ্ৰন্থৰ শ্ৰেণীৰ ৰোমাঞ্চৰ ওচৰ-চুবুৰীয়া।

মগধৰ ৰজা ৰাজহংস মালৱৰাজ মানসাৰৰ হাতত পৰাজিত হৈ ৰাজধানী পুষ্পপুৰী এৰি বিন্ধ্যাচলৰ বনত আশ্ৰয় ল'লে। তাতে ৰাণী বসুমতীৰ এটি ল'ৰা হ'ল—কাহিনীৰ নায়ক ৰাজবাহন। ৰাজবাহন, বিদেহৰাজ প্ৰহাৰবৰ্মাৰ দুই পুত্ৰ—উপহাৰবৰ্মা আৰু অপহাৰবৰ্মা, ৰাজহংসৰ মন্ত্ৰী সিতবৰ্মাৰ পুত্ৰ—সুমতি আৰু সত্যবৰ্মা, মন্ত্ৰী ধৰ্মপালৰ পুত্ৰ—সুমন্ত্ৰ, সুমিত্ৰ আৰু কামপাল, মন্ত্ৰী পদ্মোদ্ভৱৰ পুত্ৰ—সুশ্ৰুত আৰু ৰত্নোদ্ভৱ—এই কেয়োজন একেলগে ডাঙৰ-দীঘল হয় আৰু কালক্ৰমত ভাগ্যৰ অন্বেষণত বাহিৰ হয়। তেওঁলোকক বাটত ব্ৰাহ্মণৰূপী এক কিৰাতে লগ পাই কয় যে, সি পূৰ্ব্বতে দস্যু আছিল। এদিনাখন হাতত পৰা এটা মানুহক এৰি দিব খোজা বাবে লগৰ দস্যুবোৰে তাক মৰিয়াই মৰিয়াই আধামৰা কৰি এৰি যায়। যমৰ নগৰলৈ তাৰ জীৱটো যোৱাত তাক সেইকণ পুণ্যৰ কাৰণে পুনৰ সৎকাৰ্যেৰে ডকাইতিৰ পাপ খণ্ডন কৰিবলৈ এৰি দিয়া হয়। সি তপ-জপেৰে শিৱক সন্তুষ্ট কৰে; এক বিলত থকা এখন তাম্ৰশাসনৰ উপদেশ পালন কৰি ৰসাতলৰ অধিকাৰ পাবলৈ তাক শিৱই বৰ দিয়ে। ৰাজবাহনে তাক ফলিখন পঢ়াত সহায় কৰে আৰু সি মন্ত্ৰ-হোমৰ সহায়েৰে এক অসুৰ-ৰাজকন্যা কালিন্দীক সঞ্জীৱিত কৰি বিয়া কৰে আৰু ৰসাতলৰ ৰজা হয়। কালিন্দীয়ে ৰাজবাহনক ক্ষুধা-পিপাসা-ক্লেশনাশন এটা মণি দিয়ে। পিছে পৃথিৱীলৈ ঘূৰি আহি ৰাজবাহনে লগৰীয়া ন-জনক বিচাৰি নাপালে; তেওঁলোক এটা এটা হৈ দিহা-দিহি গ'ল। শেষত যেতিয়া তেওঁলোক পুনৰ একেলগ হ'ল, প্ৰত্যেকৰপৰা ওলাল একোটা মধুৰ কাহিনী : প্ৰতিজনে নানা ঘটনাৰ পিছত একোজনী সুন্দৰী আৰু একোখন ৰাজ্য লাভ কৰিলে। ৰাজবাহনে পিতৃ-শত্ৰু মালৱৰাজৰ কন্যা অৱন্তিসুন্দৰীক বিয়া কৰি একেলগে মগধ আৰু মালৱৰ অধিপতি হ'ল।

কুমাৰসকলৰ কাহিনীবোৰ সকলো আজৱ ধৰণৰ; তদুপৰি সিবোৰ আধুনিক ৰুচিৰ পক্ষপাতী। ইয়াত সকলো ধৰণৰ কাহিনী-সূত্ৰই আছে—বনবাস, সাগৰ-যাত্ৰা, নৌকাভঙ্গ, যুদ্ধ-বিগ্ৰহ, তপ-যোগ, পূজা-সেৱা, যাদু, হত্যা, নৰবলি-দান, সুৰঙ্গ-

পথেদি পলায়ন, গোপন পৰিণয়; ৰজা, ৰাজকোঁৱৰ, যক্ষকন্যা, তাপস, যাদুকৰ, চোৰ, ডকাইত, বেশ্যা, কুট্টিনী। ছাৰ বেৰিডেল কীথে লিখিছে,—

সকলোবোৰ কাহিনী অদ্ভুত। য'ত পাকৈত চোৰৰ কাৰ্যকৰী সাম্যবাদে কেইমাহমানতে লক্ষপতিক বাটৰ ভিখাৰী আৰু ভিখাৰীক লক্ষপতিত পৰিণত কৰে, য'ত ঘূৰি ফুৰা মানুহৰ গাত ওপৰৰপৰা হুৰুস কৰি মানুহ পৰিলেও দুয়ো পক্ষৰ কোনো ক্ষতি নহয়, য'ত বন্দীশালৰ বন্দীক বান্ধি থোৱা জৰী সুন্দৰী গাভৰুত পৰিণত হোৱাৰ পিছত আগৰ নিচিনা নিবিড় আলিঙ্গনলৈ পিছ নোহোঁহকে, য'ত যাদুকৰে লাহতী গাভৰুক টানি লৈ যায় বলি দিবলৈ, য'ত চোৰ চুৰি-বিদ্যাৰ বিশেষজ্ঞ আৰু দেৱাল সিন্ধি দিয়া সকলো যন্ত্ৰেৰে সজ্জিত, য'ত বৌদ্ধ শ্ৰাবিকায়ো বেশ্যাৰ হৈ কৰে কুট্টিনীৰ কাৰ্য বা বিপন্ন তিৰোতাক গিৰিয়েকৰ ওপৰত হোৰ তোলাত সহায় কৰে কিম্বা পাশবিক উদ্দেশ্য লৈ ছোৱালী চুৰ কৰাত সহায়কাৰী হ'বলৈ নিমন্ত্ৰণ পায়, এনে এখন জগতত আমি ওলাওঁগৈ।

ঠিক যেন আলোচ্য ধৰণৰ অলৌকিক ঘটনা-সম্বলিত লৌকিক প্ৰেমগাথা।

ভাৰতবৰ্ষত অতি পুৰণি কালৰেপৰা নানা খাপৰ সাধুকথা আৰু আখ্যান সৃষ্টি হৈ আহিছে, আৰু সংস্কৃত প্ৰাকৃত আদি ভাষাৰ কবি-নাট্যকাৰসকলে সিবোৰৰ সদ্ব্যৱহাৰো কৰি আহিছে। জাতকসমূহ পৈশাচী প্ৰাকৃতত গুণাঢ্যৰ দ্বাৰা ৰচিত অধুনালুপ্ত 'বৃহৎকথা', সোমদেৱৰ 'কথাসৰিৎসাগৰ', ক্ষেমেন্দ্ৰৰ 'বৃহৎকথামঞ্জৰী', আনসকলৰ 'বৃহৎকথাসংগ্ৰহ', 'শুকসপ্ততি', 'পঞ্চতন্ত্ৰ', 'সিংহাসনদ্বাত্ৰিংশতিকা', 'বেতালপঞ্চবিংশতিকা' আদি এনে কাহিনীৰ মেটমৰা ভঁৰাল।

গুণাঢ্যৰ 'বৃহৎকথা'ৰ বিষয়ে যি জানিব বা অনুমান কৰিব পাৰি, তাৰ কাহিনী ৰামায়ণৰ অনুৰূপ আছিল। নায়ক নৰবাহনদত্তই বহুতোবোৰ সাহসিকতা আৰু বীৰত্বৰ কাৰ্য কৰি ভ্ৰমণ কৰাৰ পাছত মদনমঞ্চুকাৰ লগত পৰিণয় আৰু হিমালয় প্ৰদেশৰ বিদ্যাধৰসকলৰ ৰাজ্য লাভ কৰে। মদনমঞ্চুকাক 'চাৰুদত্ত' আৰু 'মৃচ্ছকটিকা'ৰ নায়িকাৰ লগতো তুলনা কৰা হৈছে। বাৰবিলাসিনীৰ কন্যা হৈও তাই মাতৃ-বৃত্তি পৰিত্যাগ কৰি শেষত ৰাজৰাণী হয়গৈ। ক্ষেমেন্দ্ৰৰ 'বৃহৎকথামঞ্জৰী'ত নৰবাহনদত্ত আৰু বিদ্যাধৰৰ, উদয়ন আৰু অনেক সুন্দৰীৰ আখ্যান আছে। পুৰাণসমূহতো নানা আকৃতি আৰু প্ৰকৃতিৰ কাহিনী সোমাই আছে। বৌদ্ধ সাহিত্যৰ ভিতৰত 'দিব্যাৱদান', 'অৱদানশতক' আদিত সুন্দৰ সুন্দৰ আখ্যান সন্নিবিষ্ট আছে। জাতকসমূহত আন্তৰ্জাতিক লোক-কথাৰ কাহিনী সূত্ৰ-সম্বলিত অনেক সাধুকথা

আৰু ৰামায়ণ মহাভাৰত আদি হিন্দু শাস্ত্ৰত পুনৰুক্ত কাহিনী-খণ্ডও আছে।

'চাহাপৰী উপাখ্যান' কৰি পাঠকৰ আগত চিনাকি দিবৰ সময়ত তাক 'ইতিহাস-কথা' বোলা হৈছে। একে শ্ৰেণীৰ কাহিনী 'মধুমালতী'কো ইতিহাস আখ্যা দিয়া আছে। ইয়াত ইতিহাস শব্দটোৰ অৰ্থ বুৰঞ্জী নহয়, বৰং ই পবিত্ৰ আখ্যান, উপাখ্যান, সাধু আদিকহে (tale, legend, narrative) বুজায়। ইতিহাসক ছান্দোগ্য উপনিষদত আৰু বৌদ্ধ সুত্তনিপাততো বেদৰ বা পবিত্ৰ বিদ্যাৰ পঞ্চম বুলি ধৰা হৈছে। গৃহ্যসূত্ৰসমূহত মৃতকৰ অন্ত্যেষ্টিক্ৰিয়াৰ পাছত শোকাৰ্তসকলে ইতিহাস-পুৰাণ শ্ৰৱণ কৰাৰ ব্যৱস্থা দিয়া আছে। ব্ৰাহ্মণবিলাকৰ অৰ্থবাদৰ একাংশ হ'ল ইতিহাস, আখ্যান আৰু পুৰাণ (narrative, myth, legend)। শতপথ-ব্ৰাহ্মণত ঋগ্বেদত কথিত পুৰূৰবা আৰু উৰ্বশীৰ আখ্যান বৰ্ণোৱা আছে। ঐতৰেয় ব্ৰাহ্মণত আছে শুনঃশেপৰ আখ্যান। এই সময়ত পুৰাণ হ'ল 'পুৰণি আখ্যান' (পিছৰ যুগৰ ভাগৱত-পুৰাণ আদি পুথিৰ অৰ্থত নহয়)। ব্ৰাহ্মণৰ অন্তৰ্গত ইতিহাসবোৰত কোনো যজ্ঞ-কৰ্মৰ ব্যাখ্যা দি সৰু একোটি কাহিনী বৰ্ণোৱা হয়। মহাভাৰতত এনে অনেক ইতিহাস সোমাই তাৰ কলেৱৰ বৃদ্ধি কৰিছে। মহাভাৰতৰ অন্তৰ্গত এক শ্ৰেণীৰ ইতিহাস হ'ল ইতিহাস-সম্বাদ, কথোপকথনৰ ৰূপত ইতিহাস। বুদ্ধদেৱৰ সময়ত আখ্যান, ইতিহাস, পুৰাণ আৰু গাথা নামৰ গদ্য-পদ্যত কথিত নানা কাহিনীৰ প্ৰচলন আছিল। সুত্তপিটকৰ অন্তৰ্গত দীঘনিকায়, সংযুত্তনিকায় আৰু অঙ্গুত্তৰনিকায়তো উপনিষদ আৰু মহাভাৰতৰ আৰ্হিৰ ইতিহাস-সম্বাদ সন্নিৱিষ্ট আছে।

জৈনসকলে সাহিত্যৰ বিভিন্ন অঙ্গত হাত দিছিল; আখ্যানমূলক ৰচনা জৈন সাহিত্যৰ বিশিষ্ট এটি ধাৰা। জৈনসকলৰ শাস্ত্ৰৰ টীকাৰ মাজতো প্ৰাচীন ভাৰতীয় নানা কাহিনী-উপকথা সন্নিৱিষ্ট হৈ আছে। হিন্দু আৰু বৌদ্ধসকলৰ অনেক কথাই এইদৰে জৈন সাহিত্যৰ অন্তৰ্গত হৈছিল; ৰামায়ণ-কৃষ্ণায়ণ কাহিনী তেওঁলোকে তেওঁলোকৰ সম্পত্তি কৰি লৈছিল। শান্তি সূৰি, দেৱেন্দ্ৰগণী আদিৰ উত্তৰজ্ঝয়নৰ ভাষ্যবোৰত উপকথাই বহুত। বিবিধ 'fairy-tale romance-এ জৈন সাহিত্যত আদৃত স্থান লাভ কৰিছিল। 'কথা' শ্ৰেণীৰ বিবিধ ৰচনা জৈন সাহিত্যত ভৰি আছে। 'কথানক' নামে কিছুমান সৰু সৰু সাধুও পোৱা যায়। নানা ৰোমাঞ্চৰ ভিতৰত অজ্ঞাত লেখকৰ 'মলয়সুন্দৰীকথা' বিখ্যাত। এই কাহিনী আন আন কবিয়েও ব্যৱহাৰ কৰিছিল। ৱাদিৰাজ সূৰিৰ 'যশোধৰ-চৰিত' আৰু ধনেশ্বৰৰ প্ৰাকৃতত লিখা 'সুৰসুন্দৰী-চৰিঅম্' মনোৰম প্ৰণয়-কাহিনী। ত্ৰয়োদশ শতিকাৰ মলধাৰী দেৱপ্ৰভই

উদয়ন, বাসবদত্তা আৰু পদ্মাৱতীৰ বিখ্যাত কাহিনী লৈ জৈন সিদ্ধান্ত আৰু তাৰ টীকাৰ প্ৰভাৱত 'মৃগাৱতী-চৰিত্ৰ' ৰচনা কৰে।

ফাৰ্চী প্ৰেমগাথা ঃ দ্বিজ ৰামৰ 'মৃগাৱতী চৰিত্ৰ'ৰ সম্পৰ্ক পোনপটীয়াকৈ ভাৰতীয় ঐতিহ্যৰ লগত নহয়; বৰং মুখ্যভাৱে ই ইছলামী ঐতিহ্যৰহে দান। এই দ্বিতীয় শ্ৰেণীৰ ঐতিহ্যত প্ৰেমগাথাৰ আৰু যুদ্ধৰ কাহিনীৰ স্থান যথেষ্ট আছিল। ইৰাণৰ প্ৰাচীন কবিসকলৰ ভিতৰত গজনীৰ চুলতান মামুদৰ সভাকবি ইৰাণৰ ব্যাসদেৱ ফিৰদৌসীৰ 'শাহনামা' বুৰঞ্জী আৰু উপকথাৰ সংযোগ-স্থলী। নিজামীয়ে (? ১১৪৩-১২০৩) ইৰাণী ভাষাৰ সৰ্বশ্ৰেষ্ঠ ৰোমাণ্টিক আৰু লিৰিকেল কাব্য লিখে বিখ্যাত আৰব প্ৰেমিক মজনুনক নায়ক কৰি। মজনুন, খুস্ৰৌ, ফৰহাদ, লায়লী শীৰীন, য়ুসুফ, জুলয়খা আদি ইৰাণী গাথাৰ লোকপ্ৰিয় নায়ক-নায়িকা। তুৰ্কীস্তান, হিন্দুস্থান, য'তে ইৰাণী-ফাৰ্চী ভাষা প্ৰচাৰ হৈছিল, তাতে তেওঁলোকৰ কাহিনীয়ে বিস্তৃতভাৱে প্ৰচাৰ লাভ কৰিছিল। লায়লি-মজনুন, জুলয়খা-য়ুসুফ, শীৰীন-খুস্ৰৌ, ফৰহাদ, গোলে বকাওলি-তাজল মুলুক, সয়ফল মুলুক-বদিউজ্জামালৰ প্ৰণয়গাথা দেশ দেশ জুৰি ৰাষ্ট্ৰ হৈ পৰে। ভাৰতবৰ্ষত ইৰাণী আৰু ভাৰতীয় সংস্কৃতিৰ সমন্বয়ৰ চেষ্টা আৰু আদান-প্ৰদান মুকলিকৈ চলিছিল। ভাব-ভাষা দুই ফালৰপৰা মিলনৰ এটি প্ৰয়াস দেখা পোৱা যায় অমীৰ খুস্ৰৌৰ ৰচনাৱলীত। তেওঁৰ ফাৰ্চীত লিখা কাব্য অৱলম্বন কৰি ভাৰতীয় ভাষাত কাহিনী ৰচিত হৈছিল। আনফালে সংস্কৃত মূলৰ নল-দময়ন্তীৰ প্ৰেম-কাহিনী ফাৰ্চীত লিখা হয় 'নল-দামন'। সংস্কৃত 'শুকসপ্ততি'ৰপৰা ইব্‌ন্ নিশাতীয়ে 'তোতিনামা' আৰু ইৰাণী 'বাসাতিন'ৰপৰা 'ফুলবন' লিখে দক্ষিণী উৰ্দুত। তহসিনুদ্দিনে কামৰূপ আৰু কলাৰ কাহিনী লিখে পদ্যত, আৰু নুসৰতীয়ে মনোহৰ-মধুমালতীৰ প্ৰেম-কথা ৰচনা কৰে এই উৰ্দূতে — 'গুলশান-এ-ইশ্‌ক্' (১৬৫৭)।

অমীৰ হামজাৰ কাহিনীয়ে মোগল ভাৰতৰ ৰাজধানীত বিশেষ সমাদৰ লাভ কৰিছিল। হুমায়ুনে 'হামজা-নামা'ৰ চিত্ৰ আঁকিবলৈ পাৰস্যৰ দুজন চিত্ৰকৰ অনাই নিয়োগ কৰিছিল; আৰু এই ছলতে ভাৰতত আচল মোগল চিত্ৰশৈলী প্ৰতিষ্ঠাপিত হয়। আকবৰে আমীৰ হামজাৰ কাহিনী ইমান ভাল পাইছিল যে তাৰ অন্তৰ্গত ৩৬০-টা আখ্যান হেৰেমত নিজে আবৃত্তি কৰিছিল আৰু কাহিনীটি অৱলম্বন কৰি চিত্ৰাৱলীৰ এখনি অনুপম পুথি অঁকাই ৰাখিছিল।

লক্ষ্ণৌৰ আজিও বিখ্যাত নৃত্য-গীতৰ ঐতিহ্যৰ বহুতোখিনি সৃষ্টি কৰিছিল

বাহাদুৰ শাহৰ সমসাময়িক অযোধ্যাৰ নবাব বাজিদ আলি শাহে। তেওঁ গোৰা চিয়া মুছলমান। তেৰেঁ লক্ষ্ণৌত উৰ্দু নাটক প্ৰৱৰ্তন কৰে; তাৰ ভিতৰত প্ৰথম হ'ল তেওঁৰ হুকুমমতে আমানত বোলা এজনে লিখা 'ইন্দেৰ সভা'। এই নাটকৰ অভিনয়ত বাজিদ আলি শাহে নিজে ইন্দেৰ অৰ্থাৎ ইন্দ্ৰৰ ভাও লৈছিল বুলি শুনা যায়। অধ্যাপক শুষ্টেৰিয়ে নাটকখনৰ বিষয়-বস্তুৰ আভাস দি লিখিছে,—

The heroine, Sabz Pari (Green Fairy), represented fertility and her beloved is Gulfam or one whose body is like a flower. Kala Dev (or the night) helps the lovers and Lal Dev (or the day) exposes their love. The end is comedy. Sabz Pari is united to her beloved Gulfam."[১]

এই শ্ৰেণীৰ অভিনয় কৰা 'পাৰ্চিয়ান্ থিয়েটাৰ্ পাৰ্টি' ডেৰ কুৰি বছৰমান আগতে অসমতো ঘূৰিছিলহি।

বহুতো ইৰাণী-ফাৰ্চী-কাব্য কথা উৰ্দু, হিন্দী আৰু আন ভাৰতীয় ভাষাত অনূদিত হৈছিল। এই কাহিনীৰ প্ৰবাহে বঙ্গদেশ পৰ্যন্ত ধৌত-বিধৌত কৰিছিল; কিন্তু অসমত সি হয়তো ভালৰূপে প্ৰৱেশ কৰিবলৈ নাপালে, আৰু পাইছিল যদিও তাৰ বিৱৰণ পাব পৰা হোৱা নাই। 'চাহাপৰী-উপাখ্যান' সেই সোঁতৰ আছাৰকনিৰ এটি চিটিকনি মাথোন। অজ্ঞাত লেখকৰ 'মধুমালতী'ত যদিও মুছলমান জন-সমাজৰ প্ৰিয় এটি কাহিনী বৰ্ণিত হৈছে, তাত ইছলামী পৰিৱেশৰ বা ঢঙৰ ('চাহাপৰী-উপাখ্যান'ৰ দৰে চৰিত্ৰ আৰু স্থান আদিৰ নামতো) সম্পূৰ্ণ অভাৱ।

'গুল-ব-সনৌবাৰ' এক পুৰণি ফাৰ্চী প্ৰেমগাথা। ইয়াৰ হিন্দী তৰ্জমা কৰিছিল নেমচন্দে। ১৮৫৭ চনত বঙালী মুছলমান কবি মোহম্মদ দানেশে ইয়াৰ বঙলা তৰ্জমা কৰি ছপাই উলিয়ায়। ফাৰ্চী প্ৰেম-গাথাৰ সূত্ৰ উপলব্ধি কৰাত সহায় কৰিবৰ বাবে তলত ইয়াৰ কাহিনীটি দিয়া হ'ল।

আজম ছহৰৰ বাদশ্বা শামশাদ লালপোসৰ সাত পুত্ৰ। প্ৰথম শ্বাহাজাদা তহমাছ চিকাৰ কৰিবলৈ গৈ এটা হৰিণ খেদি খেদি গৈ হাবিৰ মাজৰ এক ৰাজ্য-ত্যাগী জাহাঁগীৰ বাদশ্বাৰপৰা চীন মাচিনৰ ৰজা তৈমুছ শাহাৰ পুত্ৰ কৈমুছৰ মহা ৰূপৱতী কন্যা মেহেৰ আঙ্গেজৰ কথা শুনে। এই শ্বাহাজাদীয়ে তেওঁৰ পাণি-প্ৰাৰ্থীসকলক এক ছৱাল বা প্ৰহেলিকা দিছিল—"গোল ছানোমাৰ মাথে কি কৰে ৰবাই?" সমাধান

১। A. M. A. Shustery : *Outlines of Islamic Culture*, vol. I, p.156

কৰিব নোৱৰাত শই শই লোকৰ মূৰ কাটি গড়ত আঁৰি থোৱা হৈছিল। তহমাছ আদি আজমৰ ছজন কোঁৱৰ গ'ল চীন মাচিনলৈ; তেওঁলোকৰ দশা হ'ল আগৰসকলৰ দৰেই। শেহান্তৰত গ'ল প্ৰতিশোধৰ ভাবেৰে সৰু কোঁৱৰ আলামাছ ৰুহ বক্স। তেওঁ ৰ'লগৈ ছহৰৰ এক বুঢ়াৰ ঘৰত। তাৰপৰা মেহেৰ আঙ্গেজৰ বাগানত সোমোৱাত তেওঁৰ সখী-বান্দীহঁতে ধৰি ৰাখিলে। শ্বাহাজাদা গগলাৰ বেশ ধৰি থাকিল আৰু দেলাৰাম নামে বান্দী তেওঁৰ প্ৰতি আসক্ত হোৱাত দেলাৰামৰপৰা জানিলে, সাত সমুদ্ৰৰ পাৰৰ অকাফ ছহৰৰপৰা এটা জঙ্গি আহি শ্বাহাজাদীৰ পালেঙৰ তলত লুকাই আছে আৰু তাৰপৰাই তেওঁ ছৱালটো লৈছে। কোঁৱৰ অকাফ বুলি বাহিৰ ওলাল। কিন্তু যাব লাগে কোন বাটেদি? এজন পীৰক লগ পাই এক মিনাৰত লিখা থকা অকাফৰ বাটৰ সন্ধেদ ল'লে। ইয়াৰ পাছত লতিফা বানু নামে কন্যাৰ হাতত পৰি হৰিণ-ৰূপ পায়। আৰু লতিফাৰ ভনীয়েক জমিলা খাতুনে তেওঁক মানুহ কৰি বাটৰ সূক্ষ্ম সন্ধেদ দি এখন ৰুমাল, এক খঞ্জৰ, এক কামান, আৰু এক তীৰ দিলে বাটৰ সহায়ৰূপে। ছফেদ জমিনৰ এক বাঘৰ সহায়ত কিছু দূৰ আহি এক ছিমোৰগৰ (কুকুৰা) পিঠিত উঠি অকাফ পাই ফোৰখফাল নামে এক ডেকাৰ লগত বন্ধুত্ব কৰি ৰ'ল। ফোৰখফালৰ আগত এদিন ছৱালৰ কথা উলিয়ালতে "ফোৰখফাল শুনে ইহা হইল আগুন।" সি যি হওক, তাৰ সহায়ত ছানোবাৰ শ্বাহাৰে পৰিচিত হ'ল আৰু লাহে লাহে ছৱালৰ সমাধান বাহিৰ কৰিলে। —ছানোবাৰ এদিন চিকাৰলৈ যাওঁতে পানী বিচাৰি বিচাৰি এটা নাদত এজনী বুঢ়ী লগ পায় আৰু বুঢ়ীৰ দিহা অনুসৰি গোল (গুল) নামে এজনী পৰীজাদী বিয়া কৰি আনে। কিন্তু গোলে ৰাতি ৰাতি পলাই এক জঙ্গিৰ লগত থাকেগৈ। ছানোবাৰে এদিন ধৰা পেলাই জঙ্গিটোক তাৰ লগৰীয়াবোৰেৰে মাৰে আৰু গোলক এক পিঞ্জৰাত বন্ধ কৰি অন্ধকাৰ ঘৰত বন্দী কৰি থয়। আৰু কুকুৰৰ 'ঝুটা খানা' খাবলৈ দিয়ে।

এইদৰে ছৱালৰ জবাব বিচাৰি পাই ৰুহ বক্স আগৰ বাটেদি ঘূৰি আহিল। আহোঁতে জমিলা খাতুন, লতিফা বানুকো লগত লৈ আহিল। চীন মাচীনত প্ৰহেলিকাৰ সমাধান কৰি আৰু পালেঙৰ তলত লুকাই থকা জঙ্গিক তৈমুছ ছহৰৰ শ্বাহাৰ আগতে বাহিৰ কৰি উলিয়াই তাক আৰু মেহেৰ আঙ্গেজক লৈ আজম ছহৰলৈ আহিল। শামশাদ লালপোসৰ আগত জঙ্গিটোক যোঁৱাৰ ঠেঙৰ তলত পেলাই মাৰিলে। আগৰ প্ৰতিজ্ঞামতে মেহেৰ আঙ্গেজকো সেইদৰে মাৰিব

খুজিছিল। কিন্তু শ্বাহাজাদীয়ে নানা ধৰণে বুজালে— কপালত আছিল বাবেই তেওঁৰ হাতত ৰাজপুত্ৰসকল মৰিল, আৰু কপালৰ গুণতে এতিয়া তাই ছৱালত হাৰিল।

আর এক বাত ফের কহি জোনাবেতে
কেহ যদি লাল পায় বেগর মেহনতে
সেই লালে তার কিছু নাথাকে খেয়াল
লুটাইয়া দেয় যেন মফতের মাল।
বড়া মেহনতে যদি আদনা চিজ পায়
যতনেতে রাখে তাহা নাহি কেহ খায়।

শেষত ক'লে, তাইৰ গাত কোনো মৰদৰ হাত লগা নাই। ইয়াৰ পিছত শ্বাহাজাদাৰ প্ৰতিশোধৰ ভাব শাম কাটিলে, আৰু "একে একে সাদি বেহা করে চার জনে।"

**হিন্দী প্ৰেমগাথা :** হিন্দী সাহিত্যত প্ৰেমগাথাৰ এটি পৰম্পৰা গঢ় লৈ উঠে। ইয়াৰ ভিতৰত ৯০৯ হিজৰী বা ১৫১২ খ্ৰীষ্টাব্দত চিশ্‌তী বংশৰ শেখ বুৰহানৰ শিষ্য আৰু জৌনপুৰৰ বাদশাহ হুছেন শাহৰ আশ্ৰিত কুতুবনে পূৰ্বী হিন্দী বা অৱধী ভাষাত চৌপাই দোহা ছন্দত ৰচনা কৰা 'মৃগাৱতী' এক বৃহৎ আৰু সাৰ্থক ৰচনা। দ্বিজ ৰামৰ 'মৃগাৱতী-চৰিত্ৰ'ৰ কাহিনীৰ লগত কুতুবনৰ মৃগাৱতীৰ 'মটিফ'ৰ ফালৰপৰা বহুতোখিনি মিল আছে। কিন্তু এইটো ক'ব নোৱাৰি, কুতুবনৰপৰাই অসমীয়া কবিজনে বস্তুটি গ্ৰহণ কৰিছে। ডক্টৰ সুকুমাৰ সেনে ক'বৰ দৰে 'হাসির মায়ামৃগীর পিছে নয়ননীরে' উটি-ভাহি যোৱাৰ এনে গল্প যথেষ্ট পুৰণি; মহাযানী বৌদ্ধ বিনয়পিটকৰ অন্তৰ্গত সুধন-মনোহৰাৰ কাহিনী এই প্ৰকৃতিৰ। কুতুবনৰ কাহিনী চমুকৈ এই,—

চন্দ্ৰগিৰিৰ ৰজা গণপতিদেৱৰ পুতেক ৰাজকোঁৱৰ কাঞ্চন নগৰৰ ৰজা ৰূপমুৰাৰিৰ কন্যা মৃগাৱতীৰ ৰূপৰ মোহত পৰে। ৰাজকুঁৱৰীয়ে হৰণলুকি মায়া জানিছিল। নানা বাধা অতিক্ৰম কৰি ৰাজকোঁৱৰ মৃগাৱতীৰ ওচৰ পায়গৈ। পিছে, এদিনাখন মৃগাৱতীয়ে কোঁৱৰক এৰি উৰা মাৰি কোনোবাখন পালেগৈ। কোঁৱৰ যোগী-বেশে কুঁৱৰীক বিচাৰি বাহিৰ ওলাল। যাওঁতে যাওঁতে তেওঁ এক সাগৰে আবৰা এখন পৰ্বতীয়া দেশ পাই ৰুক্মিণী নামে ৰূপহী গাভৰুক ৰাক্ষসৰ হাতৰপৰা পৰিত্ৰাণ কৰে। ৰুক্মিণীৰ পিতাকে দুইৰো বিয়া পাতি দিলে। ইয়াৰ পিছত কোঁৱৰ মৃগাৱতীৰ নগৰ পালেগৈ। তাত ৰূপমুৰাৰিৰ মৃত্যুৰ পাছত মৃগাৱতীয়ে ৰাজপাট অধিকাৰ কৰি আছিল। দুয়ো তাত বাৰ বছৰ লগেৰে থকাৰ পিছত গণপতিদেৱে

বাতৰি পাই কোঁৱৰক ঘৰলৈ ঘূৰাই আনিবলৈ কটকী পঠালে। কোঁৱৰ মৃগাৱতীক লৈ ঘৰমুৱা হ'ল। বাটতে বৈ ৰুক্মিণীকো লগত ল'লে। চন্দ্ৰগিৰিত তিনিওবো সুখেৰে দিন যাবলৈ ধৰিলে। পিছে, এদিন মৃগয়ালৈ যাওঁতে কোঁৱৰ হাতীৰপৰা পৰি মৰিল; মৃগাৱতী-ৰুক্মিণীয়ে সহমৰণ বৰণ কৰিলে।

ওপৰৰ কাহিনীৰ সাৰাংশৰপৰা বুজা যাব, কুতুবনৰ লগত দ্বিজ ৰামৰ গোনপটীয়া সম্পৰ্ক নাই। বৰঞ্চ আন কোনো ঠাইৰপৰা তেওঁ বিষয়-বস্তু গ্ৰহণ কৰাই সম্ভৱ। বঙ্গদেশৰ মোহম্মদ খাতেৰে 'মৃগাৱতী-যামিনীভান' ৰচনা কৰে। এই কাহিনীও কুতুবনৰপৰা লোৱা যেন নালাগে। বানাৰসৰ ৰজা জগৎচন্দ্ৰ ৰায় আৰু ৰাণী ভবানীৰ ল'ৰা যামিনীভান জন্মিবৰ সময়ত দৈৱজ্ঞই

কহে এই লাড়কা যবে হইবে সিয়ানা
দেখিয়া পরীর তরে হইবে দেওয়ানা।
সেই গমে ছাএর করিবে দেশে দেশে
দুঃখ পাবে সুখ তাতে হইবেক শেষে।

কাহিনীৰ নায়িকা হ'ল কাঞ্চীপুৰৰ ৰজা ৰূপৰঙ্গ ৰায়ৰ কন্যা মৃগাৱতী পৰী। ওপৰৰ ভৱিষ্যদ্বাণী আৰু কাহিনীৰ ধাৰ বহুতোখিনি "চাহাপৰী-উপাখ্যান"ৰ দৰে। সম্ভৱতঃ অষ্টাদশ শতিকাৰ আন এজন বঙ্গীয় কবি কৰিমুল্লাৰ ৰচনা "যামিনী-ভান"। মীৰ্জাপুৰৰ এবাদতুল্লাই মৃগাৱতীৰ কাহিনী লৈ ১৮৫৭ খ্ৰীষ্টাব্দত গীতপ্ৰধান "কুৰঙ্গভানু" কাব্য ৰচনা কৰে।

কুতুবনৰ পিছত আন এজন সূফী কবি আৰু শেখ বুৰহানৰ প্ৰশিষ্য মালিক মুহম্মদ জায়সীয়ে কুতুবনৰ অনুসৰণত লিখা 'পদ্মাৱত' কাব্যত (খণ্ডিত) প্ৰেমগাথাৰ পৰম্পৰাই প্ৰৌঢ়তা লাভ কৰে। ইয়ে এই পৰম্পৰাৰ সকলোতকৈ প্ৰসিদ্ধ গ্ৰন্থ। এই ৰূপক কাব্যত বুৰঞ্জী আৰু কল্পনাৰ সমন্বয় ঘটোৱা হৈছে—চিতোৰৰ ৰাণী পদ্মিনীৰ কাহিনীয়ে কবিৰ হৃদয়ত কল্পনা যোগাইছে। বাহিৰৰপৰা কাব্যখন সিংহলৰাজ গন্ধৰ্বসেনৰ কন্যা পদ্মাৱতীৰ লগত চিতোৰৰ ৰতনসেনৰ প্ৰণয়-কাহিনী। ৰোসাঙ্গ (আৰাকান) দৰবাৰৰ সভাকবি আলাওলে (১৭শ শতিকা) 'পদ্মাৱত'ৰ বঙলা সংস্কৰণ কৰে।

গোবিন্দচন্দ্ৰ ৰজাৰ নগৰী পুষ্পাৱতীৰ কন্দৰ্প-সদৃশ ব্ৰাহ্মণ যুবক মাধৱ আৰু কামসেন ৰজাৰ অমৰাৱতীৰ প্ৰথিতযশসী নটী কামকন্দলাৰ প্ৰেম-কাহিনীয়ে উত্তৰ ভাৰতৰ সকলো ঠাইতে আদৰ লাভ কৰিছিল। হিন্দী-গুজৰাটী-সংস্কৃতত এই কথা

লৈ অনেক কাব্য ৰচিত হয়,—গণপতিৰ 'মাধবানল-কামকন্দলা-প্ৰবন্ধ', আনন্দধৰৰ 'মাধবানল-আখ্যানম্', কুশললাভৰ 'মাধবানল-কামকন্দলা চৌপই', দামোদৰৰ 'মাধবানল-কথা', আলমৰ 'মাধবানল-কথা'। এই কাহিনী ইমান জনপ্ৰিয় হৈ পৰিছিল যে চতুৰ্ভুজদাস কায়স্থ নামে এজন কবিৰ 'মধুমালতী' (১৬-১৭শ শতিকা) কাব্যত ইয়াক উপকাহিনীৰূপে গ্ৰহণ কৰা হৈছে।

ভৱভূতিৰ 'মালতী-মাধব' নাটকৰ প্ৰভাৱৰ পৰম্পৰাত 'মধুমালতী' নামে বিভিন্ন ভাষাত একধাৰা প্ৰেম-কাব্য ৰচিত হ'বলৈ ধৰে। মাধৱৰ চৰিত্ৰৰ নাম বদলাই মনোহৰ কৰা হয়, কিন্তু উপনাম-ৰূপে কোনো কোনো কবিয়ে মধু আৰু মাধৱ নাম ৰাখে। চতুৰ্ভুজদাসৰ 'মধুমালতী'ৰ প্ৰচাৰ মধ্যভাৰত আৰু মালৱাত হৈছিল। হিন্দীৰ সূফী কবি শেখ মংঝনৰ 'মধুমালতী' ৯৫২ হিজৰী (সংবত নৌ সৈ বাৱন ভৈউ) বা ১৫৪৫ খ্ৰীষ্টাব্দত ৰচিত হয়। ইয়াৰ কাহিনী এই —

গড় কনৈগিৰি নগৰৰ ৰজা সুৰজভানে বনত গৈ তপ সাধনা কৰি পোৱা পুত্ৰ মনোহৰক "চৌদহ বৰিস এগাৰহ মাসা নবঁয়ে দিন"ত ৰাতি শুই থকাৰপৰা অপ্সৰা কেইজনীমানে তুলি নি কোঁৱৰৰ সদৃশ চাই মহাৰস নগৰৰ বিক্ৰম ৰায়ৰ কন্যা ৰাজকুমাৰী মধুমালতীৰ চিত্ৰসাৰীত থয়গৈ। সাৰ পোৱাৰ পাছত মনোহৰ আৰু মধুমালতী দুয়ো দুইৰো প্ৰতি আকৃষ্ট হয়। কথা পাতোঁতে পাতোঁতে দুইৰো পুনৰ টোপনি আহিল। তেনেতে অপ্সৰাই কোঁৱৰক নি নিজৰ ঘৰত ৰাখি আহিল। দুয়ো নিজ নিজ ঠাইত সাৰ পাই প্ৰেমাকুল হৈ উঠিল। বিৰহ-বিকল ৰাজকুমাৰে ব'ৰাগী-বেশে কাৰেং এৰি সমুদ্ৰ-যাত্ৰা আৰম্ভ কৰিলে। চাৰি মাহৰ পিছত বাটত ধুমুহাই পাই লগৰীয়াবোৰক ইফালে-সিফালে সিঁচৰতি কৰি পেলালে; কোঁৱৰে এচটা কাঠত ধৰি সাগৰৰ পাৰত উঠি এখন হাবিত এখন পালেঙত এক সুন্দৰীক শুই থকা পালেগৈ। সেই সুন্দৰী হ'ল চিতবিসৰাউঁপুৰৰ ৰজা চিত্ৰসেনৰ জীয়ৰী প্ৰেমা (পেমা); এক ৰাক্ষসে দাঙি আনি তাতে থৈছে। মনোহৰে পাঁচমূৰীয়া, দহহতীয়া, দহচকুৰা সেই ৰাক্ষসক মাৰি প্ৰেমাক উদ্ধাৰ কৰিলে। মধুমালতী প্ৰেমাৰ সখী। প্ৰেমাই কোঁৱৰক আশ্বাস দিলে, তাই তেওঁক মধুমালতীৰ ওচৰলৈ লৈ যাব। এতিয়া, তাই মনোহৰেৰে পিতাকৰ নগৰলৈ আহিল। ৰজাই প্ৰেমা-মনোহৰৰ বিয়াকে পাতিব খুজিছিল, কিন্তু প্ৰেমাই বিয়া কৰিবলৈ অস্বীকাৰ কৰিলে।

পাছদিনা মধুমালতীয়ে মাক ৰূপমঞ্জৰী প্ৰেমাৰ ঘৰলৈ আহিছিল। প্ৰেমাই তেতিয়াই প্ৰেমিক-প্ৰেমিকাক দেখা-দেখি কৰাই দিলে। পুনৰ ৰূপমঞ্জৰীয়ে চিত্ৰসাৰীত

গৈ দুইকো একেলগে দেখা পায়। তেওঁ দুইকো নানা তিৰস্কাৰ কৰি জীয়েকক মনোহৰৰ লগ এৰিবলৈ কয়। জীয়েকে কথা নুশুনাত মাকে তাইক চৰাই হ'বলৈ শাও দিলে। যেতিয়া মধুমালতীয়ে সঁচাকৈয়ে চৰাই হৈ ক'ৰবালৈ উৰা মাৰিলে, তেতিয়াহে মাকৰ হুঁচ্ হ'ল আৰু বিলাপ কৰিবলৈ ধৰিলে।

তাৰাচন্দ নামে এজন কোঁৱৰে চৰাইৰূপী মধুমাতীক ধৰি পেলায় আৰু এটা সোণৰ সজাত ৰাখে। এদিন চৰায়ে নিজৰ সমস্ত কাহিনী তাৰাচন্দক কৈ শুনোৱাত কোঁৱৰে মনোহৰ-মধুমালতীৰ মিলন ঘটাবলৈ প্ৰতিজ্ঞা কৰে। তাৰাচন্দে সজাই সৈতে পখীটি লৈ মহাৰসনগৰলৈ আহিল। ৰূপমঞ্জৰীয়ে মন্ত্ৰ মাতি পানী চটিয়াই দিলতে মধুমালতীয়ে পুনৰ নিজ ৰূপ পালে। মাক-বাপেকে মধুমালতীক তাৰাচন্দতে বিয়া দিব খোজাত তেওঁ নিজ প্ৰতিজ্ঞাৰ কথা প্ৰকাশ কৰিলে। এইখিনিতে মংঝনে মধুমালতীৰ বিৰহজ্ঞাপক বাৰহমাসা সন্নিৱেশ কৰিছে। মধুমালতীয়ে নিজৰ মনৰ অৱস্থা বৰ্ণাই প্ৰেমালৈ এখন চিঠি লিখিলে; মাক ৰূপমঞ্জৰীয়েও প্ৰেমালৈ সকলো ঘটনা বৰ্ণাই দিলে আন এখন চিঠি। দুইখন লৈ প্ৰেমাই বেজাৰ কৰি থাকোঁতেই এজনী সখী আহি খবৰ দিলে যোগীবেশী মনোহৰ সেইখিনি পাইছেহি।

সূৰজভান তেওঁৰ ৰাণীৰে সদলবলে চিত্ৰসেন ৰজাৰ নগৰলৈ আহিল। মনোহৰ-মধুমালতীৰ বিয়া হ'ল। দৰা-কইনা আৰু তাৰাচন্দ বহুত দিন প্ৰেমাৰ তাতে আলহী থাকিল। এদিনাখন প্ৰেমা আৰু মধুমালতীক একেলগে দোলনি খেলি থকা দেখা পাই তাৰাচন্দ প্ৰেমাৰ সৌন্দৰ্যত মোহিত হৈ মূৰ্ছা যায়। মধুমালতীয়ে তাৰাচন্দৰ মনৰ কথা জানি লৈ বাপেকৰ ওচৰত প্ৰেমা-তাৰাচন্দৰ বিয়াৰ প্ৰস্তাৱ দাঙি ধৰিলে। এইখন বিয়াও হ'ল। দুইযোৰা দৰা-কইনা পুনৰ একেলগেই থাকিল সুখেৰে। যথাসময়ত তেওঁলোকে চিত্ৰসেন ৰজাৰপৰা বিদায় লৈ একেলগে ঘৰলৈ যাত্ৰা কৰিলে। কিছু দূৰ যোৱাৰ পিছত পৰস্পৰৰপৰা বিদায় লৈ দুই দল "কোউ পূৰব কোউ পচ্ছিম জাঈ।" দুবছৰত মনোহৰ কোঁৱৰ গৈ কনৈগিৰি পালেহি। নগৰত মহা আনন্দ-উছৱ আৰম্ভ হ'ল।

আগতে উল্লেখ কৰা হৈছে, দক্ষিণৰ কবি নুসৰতীয়ে 'গুলশান-এ-ইশক' নামে এক কাব্য লিখে দক্ষিণী উৰ্দুত, য'ত নায়ক আৰু নায়িকা হ'ল মধুকৰ আৰু মালতী; কিন্তু আন বিষয়ত মংঝনৰ প্ৰেমগাথাৰ লগত ইয়াৰ সাম্য নাই। এনে আন এক ৰচনা হ'ল গোৱালিয়ৰৰ কবি জানৰ 'মধুকৰ-মালতি'। অজ্ঞাত লেখকৰ

'মধুমালতীনী কথা' নামৰ গুজৰাটী ৰচনাৰো সন্ধেদ পোৱা গৈছে। উনবিংশ শতিকাৰ পোনতে অৰ্থাৎ ১৮০৬ খ্ৰীষ্টাব্দৰ আগতে বঙ্গত সৈয়দ হামজাই 'মধুমালতী' ৰচনা কৰে। উত্তৰ বঙ্গৰ সাকেৰ মামুদে ১৭৮১ খ্ৰীষ্টাব্দত লিখে 'মধুমালা-মনোহৰ'। অসমীয়া 'মধুমালতী'ৰ লেখক আৰু তাৰিখ দুয়োটাই অজ্ঞাত।

মৃগাৱতী আৰু মধুমালতীৰ কাহিনী কোনো নহয় কোনো ৰূপত সমস্ত উত্তৰ ভাৰতত পূবৰ অসমৰপৰা পশ্চিমৰ গুজৰাটলৈকে বিয়পি পৰিছিল। ১৬৬০ সম্বৎ অৰ্থাৎ ১৬০৩ খ্ৰীষ্টাব্দত লিখা বনাৰসীদাস জৈনৰ আত্মকথা 'অৰ্দ্ধকথানক'ত আছে,—

তব ঘৰ মেঁ বৈঠে ৰহেঁ জাহিঁ ন হাট বজাৰ।
মধুমালতি মিৰগাৱতি, পোথী দোই উদাৰ॥
তে বাঁচহিঁ ৰজনী সমৈ, আৱহি নৰ দস বীস।
গাৱৈঁ অৰু বাতৈঁ কৰহিঁ, নিত উঠ দেহিঁ অসীস॥

১৬১৫ খ্ৰীষ্টাব্দত ৰচিত কবিবৰ উসমানৰ 'চিত্ৰাৱতী'ত আকৌ আছে,—

মৃগাৱতী মুখ ৰূপ বসেৰা, ৰাজকুঁঅৰ ভয়ো প্ৰেম অহেৰা।
সিংঘল পদ্মাৱতি ভো ৰূপা, প্ৰেম কিয়ো হৈ চিতউৰ ভূপা॥
মধুমালতি হোই ৰূপ দিখাৱা, প্ৰেম মনোহৰ হোই তহঁ আৱা।

কবি জায়সীয়েও এই দুই গাথাৰ উল্লেখ কৰিছে। এইদৰে দেখা যায় মৃগাৱতী আৰু মধুমালতীৰ প্ৰেম-কাহিনীয়ে নিজস্ব এক মধুৰ পৰম্পৰাৰ সৃষ্টি কৰে। তাৰে একোটি সুঁতি আহি অসমকো স্পৰ্শ কৰেহি।

হিন্দী সাহিত্যত প্ৰেমগাথা বিশেষকৈ সূফী কবিসকলৰ দানৰূপে লানি পাতি পিছৰ যুগলৈকে ওলাই আছিল। জায়সীৰ অনুকৰণত ১৬১৬ খ্ৰীষ্টাব্দত 'চিত্ৰাৱলী' লিখে সূফী কবি উসমানে। ইয়াৰ ঘটনা-চক্ৰ জটিল আৰু কবিৰ দৃষ্টিৰ আধ্যাত্মিকতা প্ৰবল। আন আন সূফী কবি শেখ নবী, কাসিম শাহ, নুৰ মহম্মদে ক্ৰমে, 'জ্ঞানদীপ', 'হংস জৱাহিৰ', 'ইন্দ্ৰাৱতী' ৰচনা কৰে। এই পৰম্পৰা আন আন কাব্যৰ ভিতৰত ষোড়শ শতিকাৰ নন্দদাসৰ 'ৰূপমঞ্জৰী' আৰু আলমৰ 'মাধৱানল-কামকন্দলা', সপ্তদশ শতিকাৰ পুহকৰৰ 'ৰসৰতন', জানৰ 'কনকাৱতী', 'কমলাৱতী', 'কামলতা' আদি, মেঘৰাজ প্ৰধানৰ 'মৃগাৱতী কী কথা', দুখহৰণদাসৰ 'পুহুপাৱতী' আদিৰ নাম ল'ব পাৰি।

**বঙ্গদেশত ইছলামী প্ৰণয়-কাহিনী ঃ** বঙ্গদেশলৈ হিন্দী-ফাৰ্চী ৰোমাণ্টিক

কাব্যৰ বৰ্ষাধাৰা নমাই আনে ৰোসাঙ্গ (আৰাকান) দৰবাৰৰ সূফী কবি দৌলত কাজীয়ে সপ্তদশ শতিকাৰ প্ৰথম ভাগত তেওঁৰ অপূৰ্ণ পাঁচালী-কাব্য 'লোৰ-চন্দ্ৰাণী'ৰ যোগেদি। এই কাব্যত ৰজা লোৰকৰ লগত চন্দ্ৰাণী নামে ৰাজকন্যাৰ প্ৰণয় আৰু লোৰকৰ সতী পত্নী ময়নামতীৰ বিৰহ বৰ্ণোৱা হৈছে। দৌলৎ কাজীৰ অসমাপ্ত কাব্য আন এজন ৰোসাঙ্গৰ সভাকবি আলাওলে সমাপ্ত কৰে। আলাওলৰ আন কামৰ ভিতৰত ফাৰ্চী প্ৰণয়গাথা 'সয়ফলমুল্লুক বদিউজ্জামাল' আৰু জায়সীৰ 'পদ্মাৱত'ৰ ভাঙনি।

কুতুবনৰ 'মৃগাৱতী'ৰ ভাঙনি নহ'লেও সিখনিৰ লগত বহুতো সামঞ্জস্য থকা এখনি প্ৰণয়-কাব্য হ'ল (ড° সুকুমাৰ সেনৰ মতে) সপ্তদশ শতিকাৰ শেষ ভাগৰ কবি দ্বিজ পশুপতিৰ 'চন্দ্ৰাৱলী-বিশ্বকেতু'। অসম আৰু বঙ্গ উভয় প্ৰান্তৰে মুছলমান পাঠক-সমাজত এইখনিয়ে বিশেষ সমাদৰ লাভ কৰিছিল। বঙ্গদেশত এই কাব্য 'চন্দ্ৰাৱলী' নামে ছপা হৈ ওলাইছে। কেই বছৰমান আগতে ডক্টৰ সূৰ্যকুমাৰ ভূঞাই ইয়াৰ এটা (অসম্পূৰ্ণ) তুলাপতীয়া নকল ধুবুৰীৰ গৌৰীপুৰৰ সৰকাৰপাৰাৰপৰা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাৰণে সংগ্ৰহ কৰিছিল। দ্বিজ পশুপতিৰ বিশেষ পৰিচয় পোৱা নাযায়; তেওঁকে দেৱীভক্ত আৰু তেওঁৰ পিতৃৰ নাম যে কুপুৰা, এইখিনি মাত্ৰ পুথিখনৰপৰা সংগ্ৰহ কৰিব পৰা গৈছে। তেওঁৰ জন্ম অসমত হ'লেও বৰ্ত্তমানে ক'ব পৰা নগৈছে। পুৰাতত্ত্ব বিভাগৰ নকলটিৰ পাঠ বঙ্গদেশত মুদ্ৰিত পাঠতকৈ কিছু পৃথক। পুথিখন 'শ্ৰীধন মাহাম্মদ সৰকাৰ' আৰু 'শ্ৰীসেখ কানটু সৰকাৰে' ১২৬৫ বঙলা সালত নকল কৰিছিল। তেওঁলোকেই পাৰ্থক্যবোৰ সুমুওৱা বুলি মনে ধৰে। কোনো কোনো পৃষ্ঠাৰ শেষ শাৰীৰ লগত মিলাই ধন মাহাম্মদে নিজৰ নাম আৰু ঠিকনা ('সাকিন গেড়ামাৰি' ইত্যাদি) লিখি থৈছে; আৰু এঠাইৰ এক অনুচ্ছেদৰ শেষত পদৰ মাজতে ছলনাময়ী নাৰী-জাতি-বিষয়ক উপদেশৰ আৰম্ভতে দিয়া হৈছে,—'ধন মাহাম্মদে বলে সকলি বিকল', ইত্যাদি। পশুপতিৰ ৰচনা সৰস। মাজে মাজে কোনো কোনো পাত্ৰৰ বচন 'নাছাৰি ৰাগ ভাইটালী বসন্ত বাহাৰ', 'নাচাৰি ৰাগ বিভাস' আদি ৰূপে দিয়া হৈছে। কাব্যখনিত দ্বিজ ৰামৰ 'মৃগাৱতী-চৰিত্ৰ'ৰ লগত মিল থকা কথাঙ্গ, বৰ্ণনা আদি অনেক আছে।

পশ্চিম দেশত দিব্য পৰিসৰৰ ৰাজ্য কনকানগৰ। ৰজা অশ্বকেতুৰে বিয়া কৰা বাৰ বছৰ হ'ল। কিন্তু "পুত্ৰবংস নাহি ৰাজাৰ ভাবান্তুৰ দুস্কে।" ৰাণীয়ে তেতিয়া অতি ভক্তি চিত্তে কালিকা দেৱীক পূজা সেৱা কৰিলে। দেৱী সাক্ষাৎ হৈ জটৰপৰা

পাঁচপাহ ফুল লৈ বাণীক দি পুত্ৰ-বৰ দিলে। পাঁচ দিনৰ মূৰত ৰজাৰ লগত "ৰতি প্ৰেম নেহা নানাৰসে কেলি" হ'ল। যথাসময়ত পুত্ৰ উপজিল। নগৰ জুৰি উৎসৱ হ'ল। সপ্তম বছৰত কোঁৱৰক "হস্তে খড়ি দিল।"

ইঙ্গল পিঙ্গল সিখে ঝমক ঝাঙ্কাৰ।
ফাৰসি নাগিৰি পৰে ইলিম কালাম
চাৰি বেদ চন্ধ সাস্ত্ৰ য়াৰ গুৰুগম্য।
গিতা ভাগবত পৰে সাস্ত্ৰ বিয়াকৰন
সাতকাণ্ড ৰামায়ণ আৰ স্নবিধান।

ইয়াৰ পিছত অস্ত্ৰ-শস্ত্ৰ, ৰাজকাৰ্যৰ শিক্ষা হ'ল আৰু "ৰসিক-নাগৰ হইয়া সিখে নানা গিত।" অৱশেষত এক 'বষ্টম'ক (বৈষ্ণৱ) উত্তম দেখি তেওঁৰপৰা 'নিগুড় বেদ' লাভ কৰিলে, কিন্তু যেতিয়া 'বিয়াল্লিশ স্বৰৰ গীত' শিকিবলৈ বিচাৰিলে, গুৰুৱে ক'লে দক্ষিণ বেহাৰৰ শ্ৰীবৎসৰ ৰজাইহে মাত্ৰ সেয়া জানে। গুৰু-দক্ষিণা দি কোঁৱৰ ঘৰলৈ ঘূৰিল; গুৰুৱে তেওঁক নাম দিলে বিশ্বকেতু।

ৰত্নাময় নামে পুৰীৰ ৰজা চন্দ্ৰসেন। "পঞ্চ কন্যা আছে তাহাৰ পঞ্চ বিদ্যাধৰি।" সৰুজনীৰ নাম চন্দ্ৰাৱলী। ইন্দ্ৰই নিতে চন্দ্ৰাৱলীৰ নৃত্য দেখি কামত আতুৰ হয়, কাৰণ তাইৰ "বস্ত্ৰ ছেদিয়া ৰূপ তাৰ উভাৰিয়া পৰে।" এদিন দেৱৰাজে দাঁতত তৃণ লৈ আলিঙ্গন-দান বিচৰাত তাই প্ৰত্যাখ্যান কৰিলে। ইন্দ্ৰই তাইক অৰণ্যত মৃগী হৈ ঘাঁহ খাই থাকিবলৈ শাপ দিলে। ক'লে, বাৰ বছৰৰ মূৰত তাইৰ দেখা হ'ব বিশ্বকেতুৰ লগত। এই বিশ্বকেতুৱেই তেওঁৰ পতি হ'ব, কামসৰোবৰত নামিলেই তাইৰ শাপ খণ্ডিব।

বিশ্বকেতুৱে চিকাৰ কৰি ফুৰোঁতে হৰিণীৰূপী চন্দ্ৰাৱলীয়ে দেখা দিয়ে, আৰু বিশ্বকেতুৱে জীয়াই জীয়াই ধৰিবলৈ খেদা ধৰাত তাই জাপ মাৰি পৰিলগৈ কামসৰোবৰত আৰু তেতিয়াই পালে নিজ বিদ্যাধৰীৰূপ। তাই কোঁৱৰক নিজৰ চিনাকি দি ওপৰৰপৰা অহা ৰথত উঠি উৰা মাৰিলে। কোঁৱৰ এতিয়া নগৰলৈ ঘূৰি নাযায়। ৰজা-ৰাণী আহি নানা প্ৰবোধ দিলে; তেওঁ একো নামানিলে, ক'লে, কন্যা এবছৰৰ মূৰত গা ধুবলৈ আহিব। ৰজাই বহুতো 'কামলা'ক 'ইনাম বকশিস' দি সুন্দৰকৈ চিত্ৰিত ঘৰ-বাৰী কৰাই দিলে, আৰু লগত লগৰীয়া দি সুমতি ধাইৰ হাতত কোঁৱৰক সঁপিলে। ইফালে চন্দ্ৰাৱলী ৰত্নাময়পুৰলৈ ঘূৰি গ'ল যদিও

কুমাৰেৰ কাৰণে সদাএ প্ৰাণ ঝুৰে।
শইনে নিদ্ৰা নাহি ভোজোনে নাহি খক
বসিলে সান্ত নাহি অন্তৰে ভাবে দুখ।

কতোদিনৰ মূৰত স্নানৰ সময় হ'লত "মধুমাসে সুক্ল পক্ষে পঞ্চমি তিথিত অশ্বনি নৈক্ষেত্ৰ"ত চন্দ্ৰাৱলী আহিল কামসৰোবৰত গা ধুবলৈ 'চাৰি বইন' লগত লৈ। বায়েকহঁত ঘৰ-দুৱাৰ দেখি সন্দেহৰ ভাব প্ৰকাশ কৰাত তাই 'চাতুৰি কৰিয়া' ক'লে, কোনে সিহঁতক ধৰিব পাৰে। তেতিয়া পাঁচোজনীয়ে পাৰত কাপোৰ থৈ পানীত নামি 'ডুবাডুবি ঝাপাঝাপি' কৰিবলৈ লাগিল। কুমাৰে ধাইক মাতি সিহঁতৰ কাপোৰবোৰ ধৰি ৰাখিলে, সিহঁত পানীৰপৰা উঠিব নোৱাৰা হ'ল। চন্দ্ৰাৱলীয়ে বুদ্ধি কৰি পদুমৰ পাত এটাত নখেৰে শ্লোক এটা লিখি পাৰলৈ দলি মাৰি দিলে। বিশ্বকেতু আৰু লগৰ মানুহবোৰ সেইটো ধৰিবলৈ লৰ মৰাত পাঁচোজনী বিদ্যাধৰীয়ে নিজৰ কাপোৰ লৈ উৰা মাৰিলে। প্ৰণয়-পীড়াত কোঁৱৰৰ বিলাপ আৰম্ভ হ'ল। ধায়ে বুদ্ধি দিলে এইবাৰ বিদ্যাধৰীহঁত আহিলে যিজনীক ধৰিবৰ ভাব তাইৰ কাপোৰ লুকুৱাবলৈ। পুনৰ যেতিয়া বিদ্যাধৰী আহিবৰ তিথি পৰিল, কোঁৱৰ 'খন্দৰাৰ মধ্যে' সোমাই থাকিল। ধায়ো লুকাই আছে। ঘৰ-দুৱাৰ কোনো নোহোৱা যেন কৰি এৰা-পৰলীয়া কৰি থোৱা হৈছে। পাঁচ বিদ্যাধৰী আহি নিঃসঙ্কোচে পানীত নামিল; চন্দ্ৰাৱলীয়ে কিন্তু মনে মনে বুদ্ধিটো বুজি পাইছিল। চন্দ্ৰাৱলীৰ কাপোৰ থওঁতে পৰিল কোঁৱৰ লুকাই থকা ঠাইতে; কোঁৱৰে লুকুৱাই থ'লে। চাৰি বায়ে গা ধুই উঠি কাপোৰ পিন্ধিলে; চন্দ্ৰাৱলীয়ে কাপোৰ বিচাৰি নাপাই শাপ দিম বোলাত কোঁৱৰ ওলাল। চাৰি বায়েক উৰা মাৰিলে ৰত্নপুৰলৈ। কোঁৱৰ আৰু চন্দ্ৰাৱলীৰ প্ৰহেলিকা-সম্বাদ হ'ল। চন্দ্ৰাৱলীক নিজৰ কাপোৰ নিদি জপাৰপৰা পাট-শাড়ী উলিয়াই দি ভিতৰলৈ নিয়া হ'ল। কুমাৰে সুৰতি বিচৰাত চন্দ্ৰাৱলীয়ে ক'লে,—

অল্পমতি কন্যা আমি য়বিভাহিতা নাৰি
পুৰুসেৰ সংগ্ৰাম আমি কভু নাহি কৰি।
পুষ্পেৰ কলিকা তনু ভ্ৰমৰা নাহি বইসে
অখণ্ড জৌবন মোৰ পুৰুশে নাহি হিসে।
কুশেৰ অঙ্কুশ মোৰ নাহি বিন্ধে চৰণে
পুৰুষেৰ জন্ত্ৰণা আমি সহিব কেমনে।

আৰু ক'লে, "মধু মাসে সুক্ল পক্ষে" বায়েকহঁত আহি তাইক বিয়া দিব কোঁৱৰৰ লগত।

ইহাৰ মধ্যে নাহইবে নিগুড় শ্রিঙ্গাৰ।
নিগুড় শ্রীঙ্গাৰ বিনা আৰু জতো ৰঙ্গ
সকলে ভুঞ্জীয়া সুকে থাক মোৰ সঙ্গ।

এইমতে দুয়ো একেলগে 'বাক্য-ৰসে', শয়ন-ভোজন কৰি থাকিল। কেতিয়াবা পাশা খেলে।

কখন মদন ৰাগে নানা গিত্য গাএ
তম্বুৰা ধৰিয়া ক্ষণে বিজক বাজায়ে।

ধায়ে খবৰ দিয়াত ৰজা-ৰাণী আহিল বোৱাৰী চাবলৈ। ৰাণীয়ে তেল সেন্দুৰ কাজল পিন্ধালে। তেওঁলোকৰ মন কোঁৱৰ আৰু চন্দ্রাৱলীক নগৰলৈ নি বিয়াখন পতাৰ। কিন্তু চন্দ্রাৱলীয়ে কোঁৱৰক কোৱা দৰে বায়েকহঁত আহিলে বিয়া হ'ব বুলি "অবুজা ছাওালক জেন হস্তে কলা দিল।" ৰজা-ৰাণী ঘূৰি গ'ল। এদিন কোঁৱৰ গা ধুবলৈ যাওঁতে চন্দ্রাৱলীয়ে ধাইৰপৰা নিজৰ কাপোৰ সৰকাবৰ যত্ন কৰিছিল; কিন্তু যত্নই ফল নধৰিলে। এইবাৰ চন্দ্রাৱলীয়ে কোঁৱৰক বুদ্ধি কৰি পঠিয়ালে নগৰলৈ বিয়াৰ সম্ভাৰ আনিবলৈ। কোঁৱৰে কিন্তু বাটত নানা অমঙ্গল দেখা পাই গ'ল। চন্দ্রাৱলীয়ে ধাইক ক'লে—

স্নানেৰ সময় আজি হইল সুভ দিন
আসিবে ভগ্নীসব বুজি তাহাৰ চীন।
এহি সময়ে জাই চলো সৰোবৰেৰ ঘাটে
স্নান কৰি বস্ত্র পৰি বসি থাকি ঘাটে।

ধায়ে গা-পা ধুৱালে। চন্দ্রাৱলীয়ে পুনৰ নিজৰ বস্ত্র বিচাৰিলে আৰু ধাইক বুজালে, কোঁৱৰক এৰি তাই নিজ দেশলৈ ঘূৰি নাযায়; কিন্তু ধায়ে তাইৰ কাপোৰ দিয়াৰ লগে লগে তাই 'বাহু পসাৰিয়া' উৰাও দি প্রাসাদৰ ওপৰত পৰিল। ধায়ে ক'লে, তাই নিজৰ সত্য এৰি যোৱা উচিত নহয়, বিয়াৰ সম্ভাৰ লৈ কোঁৱৰ এতিয়াই আহিব, "তোমা বিনে হত্যা হবে ৰজাৰ কুমাৰ"। চন্দ্রাৱলীয়ে সমিধান দিলে,—

সুন মাই ধাও তুমি কিছু নিতি কথা
অলপ আয়সে জদী পাএ বহু ধন
পৰিহাস কৰি তাৰ নাকৰে জতন।
বিনা জত্নে নাৰিক জদি পাএন পুৰুশে

বেথা নাহি বাসে ৰতি ভুঞ্জেতো নিৰ্জ্জাসে।
সেহি হেতু ধাই আমি সে তত জানিয়া
কিছু শ্ৰম পাওক কুমাৰ (আমাক) লাগিয়া।...
কুমাৰেৰ পায় মোৰ কইব নমস্কাৰ
ৰত্নাপুৰে গৈইলে দেখা হৈবে আমাৰ
সৰ্ব্বথা কুমাৰ জেন জাএ সেহি দেশে
পথ নিৰক্ষিয়া আমি থাকিব অবস্যে।...
জৌবন ঘটিয়া জদি হৈ বিৰ্দ্ধ কাল
তদাছ কুমাৰ বিনা নভজিন আন।...

তাই এটা বহু গুণ থকা আঙঠি দি ক'লে, সেইটো যেন কোঁৱৰে সকলো সময়তে হাতত ৰাখে।

ইফালে কোঁৱৰ সদলবলে নগৰৰপৰা আহিল, কিন্তু ঘটনাটো জানি হাতীৰপৰাই আছাৰ খাই পৰিল। তাৰ পাছত কালিকাক পূজা কৰি "চন্দ্ৰাৱলি-প্ৰেম-বানিজ্জেৰ তৰে" দ্বিজ সন্ন্যাসীৰ বেশে দক্ষিণলৈ খোজ চলালে। সাত দিনে নিজৰ দেশ এৰাই ত্ৰিপুৰনগৰত প্ৰৱেশ কৰিলে। তাতে বিয়াল্লিশ স্বৰৰ গীত গাই থাকোতে শ্ৰীবৎসৰ ৰজাক লগ পালে। ৰজাৰ দিনে চাৰিটা ৰূপ ধৰিব পৰা বিদ্যাধৰী ৰাণী চতুৰ্ভুজাক এৰাতি কৰপুৰানগৰৰ বসুদত্তই হৰণ কৰিবলৈ আহোঁতেই ৰাণীয়ে দেৱীক স্মৰণ কৰি কাষ্ঠকায় হ'ল; বসুদত্তই ৰজাক ধৰি আনি তাতে থৈছে। কৰুণা ওপজাত বিশ্বকেতুৱে কৰপুৰা নগৰলৈ গৈ সসৈন্যে বসুদত্তক বধ কৰিলে। কৃতজ্ঞ শ্ৰীবৎসৰে তেওঁক বিয়াল্লিশ স্বৰৰ গীত শিকাই নিজৰ ঘৰলৈ লৈ গ'ল। চতুৰ্ভুজা এতিয়া পুনৰ মানুহ হ'ল। কোঁৱৰৰ মন ভুলাবলৈ ৰজাই নিতে তেওঁৰ আগত নগৰৰ বিদ্যাধৰী, নৰ্ত্তকী, 'নাটুয়া'ৰ নৃত্য কৰায়। কিন্তু সিমানতো তেওঁ চন্দ্ৰাৱলীৰ কথা নাপাহৰাত ৰাণীক সঁপি দিব খুজিলে কোঁৱৰত। ৰাণীয়ে অনিচ্ছাৰে বাৰ-বছৰীয়া ছোৱালীৰ ৰূপ লৈ কোঁৱৰৰ ওচৰলৈ গ'ল; কিন্তু নিজকে তেওঁৰ হাতত ধৰা নিদিলে। শেষত কোঁৱৰে ৰাণীৰ পৰিচয় পাই পুৰা ৰজাক নানা ভৰ্ৎসনা কৰি তাৰপৰা বিদায় ল'লে। নানা গাঁও-নগৰ এৰি এৰি থৈ সাগৰ-সঙ্গম পালেগৈ। গৰখীয়া ল'ৰা কিছুমানে ক'লে, তাৰ খেৰাঘাটত এক কুম্ভীৰে মানুহ পাৰ কৰে আৰু পাৰ কৰাৰ বেচৰূপে একোটা মানুহ খায়। সেই কুম্ভীৰ আচলতে আছিল এক অভিশপ্ত মুনি-কুমাৰ; এতিয়া পাৰ কৰোঁতে বিশ্বকেতুৰ মুখত গোবিন্দৰ নাম শুনি মুক্তি লাভ কৰিলে।

কোঁৱৰে পুনৰ নানা নগৰ এৰি কাঞ্চননগৰ পালেগৈ, য'ত "বিক্রিত পুৰুষ সব ৰূপবতি ৰামা", বিদেশী সুন্দৰ পুৰুষ পালে তিৰোতাবোৰে ধৰি ৰাখে। কণাৰ ভেশ ধৰি কোঁৱৰ সেই নগৰ পাৰ হৈ এখন অৰণ্যত শুই থকা পালেগৈ এক কন্যা। তেওঁ উদাৰচন্দ্ৰ ৰজা আৰু সুধন্যা ৰাণীৰ কন্যা চিত্ৰমালা, সৰুৰেপৰা মাক-বাপেকে নিচিনি তুলি-তালি ডাঙৰ-দীঘল কৰা এক ৰাক্ষসে আনি তাত থৈছে বিয়া কৰিবৰ মনেৰে। বিশ্বকেতুৱে ৰাক্ষসক চিত্ৰমালাৰ ইঙ্গিতত তাৰ চকু কণা কৰি বধ কৰিলে। ৰজা-ৰাণীয়ে তেওঁক আদৰ-সাদৰকৈ নি জীয়েকক বিয়া দিলে। দুয়ো ৰতি-ৰঙ্গে আছে; কিন্তু কোঁৱৰে চন্দ্ৰাৱলীৰ কথা অলপমানো পাহৰিব পৰা নাই। শেষত তেওঁ চিকাৰৰ ছলেৰে নগৰৰ বাহিৰ ওলাল আৰু ভগৱতীক আৰাধনা কৰাত দেৱীয়ে মায়া-মৃগীৰূপে দেখা দিলে। কুমাৰে মৃগীক খেদাৰ ছলতে ৰজাই দিয়া লগৰীয়াবোৰক এৰি এইবাৰ বিহড়ানগৰ পালেগৈ। তাৰ লোকে মেষ-ভেড়া পোহে, মদ্য-মাংস খায়, বিদেশীক মাৰি ধন লয়; ধৰ্ম-কৰ্ম নাই। বাটতে এজাক ভেড়া চৰাই মদ-ভাং খাই থকা মেসাম্বৰে কোঁৱৰক ধৰি খাবৰ মনেৰে ঘৰলৈ নিলে আলহী কৰি। পৰ্বতাকাৰ এটা ঘৰত ভেৰাবোৰ ৰাখি একুৰা জুই ধৰি কোঁৱৰৰ হাতত ধৰি বিনয়সহকাৰে কাষতে বহিল দুৱাৰখন ভেটি ধৰি। বিশ্বকেতুৱে দেখিলে বহুতো ভাল মানুহ হাত-ভৰি ভাঙি, চকু ফুটাই, বুকুত শিল দি বা হাতে-ভৰিয়ে বান্ধি পেলাই থোৱা আছে। ভয়তে বিশ্বকেতুৰ কান্দোন ওলাল। মেসাম্বৰে গোটাচেৰেক ভেড়া মুচৰি আনি খৰিকাত দি পুৰি খাই দুৱাৰমুখত পুনৰ পৰি ৰ'ল। টোপনি আহিল। ৰাতি দুপৰ। এক বন্দীয়ে কোঁৱৰক মন্ত্ৰণা দি ক'লে, ৰাতি পুৱালেই মেসাম্বৰে কোঁৱৰৰো হাত-ভৰি ভাঙিব আৰু আঠ-ন-দিন ৰাখি, একেবাৰেই মাৰি পেলাব;

মাংস পোড়া লোহাৰ ছড়ি আনহ টানিয়া
চক্ষেৰ আড় হৈয়া দেহ অগুনীতে খুসিয়া
তপ্ত হৈলে দুই ছৰ লহ দুই হাতে
নিৰ্জ্যাসে চাপিয়া দেহ দুষ্টাৰ দুই চক্ষেতে।...
মেষ মাৰি খাইছে কালি তাৰ খাল লও
সেহি চামা লইয়া তুমী আপন পিষ্টে দেও
মেসচৰ্ম্ম য়ভৰিয়া মেষবৰ্ণ হৈয়া
একেয়েকে মেস সবাক দেওতো ছাৰিয়া

ছাৰিয়া দিতে মাত্রে মেস জাবেক সকলে
তুমিওহ বাহিৰ হৈবা তাহাৰ মিসালে।

সেইমতেই বিশ্বকেতু মেসাম্বৰৰ চকু কণা কৰি ভেড়াৰ লগতে তাৰ ভৰিৰ তলেদি পাৰ হৈ গ'ল আৰু ক্ৰোধত দুই ভৰিত ধৰি টানি তাক গুৰিয়াই লঠিয়াই তম্বুৰাৰে মূৰ ভাঙি পেলালে। সি মৰি থাকিল। বান্ধনত থকা ৰাজপুত্ৰসকল মুক্ত হ'ল।

তাৰপৰা বিশ্বকেতু বাঘ-ভালুকৰ বনপথেদি গৈ পালেগৈ শ্ৰীমুৰাৰি ৰজাৰ পৰিত্যক্ত আৰু এতিয়া 'দইত্য-দান ভূত-প্ৰেত' অধ্যুষিত বিৰভগু পুৰী। তাত এজনী বুঢ়ীৰ ঘৰত আশ্ৰয় ল'লে। ৰাতি দৈত্য-দানৱবোৰ আহি মেসাম্বৰৰ মৃত্যুৰ খবৰ পাই হত্যাকাৰীৰ সন্ধান কৰিবলৈ ওলোৱা দেখি বিশ্বকেতুৱে কান্ধত বুঢ়ীক লৈ অৰণ্যত সোমাল। বাটত বুঢ়ীক আছাৰ মাৰি পেলাই পালেগৈ "মোহাধনেৰ সুৰ ৰাজা ভূতকিঙ্কৰৰ" নগৰ; য'ত "ৰাত্ৰি দিবা জোগ চিন্দা আৰ নাহি গ্যান।" ৰজাৰ সভাত তম্বুৰা লৈ বিয়াল্লিশ স্বৰৰ গীত গাই বিশ্বকেতুৱে সকলোকে মুগ্ধ কৰিলে। পিছদিনা ৰত্নাময়পুৰীৰ সন্ধান বিচৰাত কেৱে ক'ব নোৱাৰিলে। ৰজাৰ কথামতে কোঁৱৰক সকলো সিদ্ধাৰ গুৰু ৰুদ্ৰভাৰতিৰ ওচৰলৈ লৈ যোৱা হ'ল নানা দেশ অতিক্ৰম কৰি। ৰুদ্ৰভাৰতিয়ে ক'লে,—

সপ্ত মাসেৰ পথ আছে সপ্ত সাগৰ
তাহাৰ ওকুলে আছে সৰ্প আজাঙ্গৰ।
তাহাৰ পৰে নাহি আৰ ৰবিৰ কীনৰ
সপ্ত দিনেৰ পথ আৰ অন্ধকাৰ
তাহাৰ পৰে সপ্ত দিন উঞ্চল নিঞ্চল পথ
সেপথে জাইতে ৰসয বড়ই সঙ্কত
তাহাৰ পাছে গীয়া ৰত্নানামএ পুৰি
চন্দ্ৰসেন নামে ৰাজা তাহাৰ অধিকাৰি।

বাৰণ কৰাতো নুশুনা দেখি বিশ্বকেতুক মুনিয়ে তেওঁৰপৰা তন্ত্ৰ-মন্ত্ৰ শিকি অক্ষত-দেহ হ'বলৈ ৰাখিলে। ৰাজ-আভৰণ খহাই কোঁৱৰে 'উদাসীন' হৈ গুৰু-সেৱা কৰি থাকিল। মুনিয়ে কালিকা-পূজা কৰিলে, কোঁৱৰে উৰুৰ মাংস কাটি আহুতি দিলে। গুৰুৱে জ্বলন্ত বহ্নিত পৰীক্ষা কৰি আশীৰ্বাদ দি তেওঁক বিদায়

দিলে। ভূতকিঙ্কৰ ৰজাৰপৰা সাত মাহৰ খোৰা-বস্তুৰে সাতখন নাও লৈ সমুদ্ৰ-যাত্ৰা আৰম্ভ কৰিলে। দুখন সাগৰ পাৰ হ'ল। "তিয়জ সমুদ্ৰে নৌকা বিহুড়িল মচ্ছে। তিমঙ্গি নামে মৎস্যগোটা মহা আজাঙ্গৰ।" পাট এচটাত ধৰি বিশ্বকেতু পাৰলৈ উঠি এক বুঢ়ী বামুণীৰ ঘৰত আশ্ৰয় ল'লে। তাৰপৰা বিদায় লৈ বিশ্বকেতু এইবাৰ সোমালগৈ ৰত্নপুৰৰ গড়ৰক্ষক অজগৰৰ পেটত। তেওঁ গুৰু-নাম চিন্তা কৰাত অগ্নি জ্বলি উঠিল, অজগৰে তেওঁক উকতি উলিয়াই দিলে। অজগৰে মুক্তি লাভ কৰি কোঁৱৰক এটা মণি দিলে।

পুৰা বীৰে পুনৰ ৰত্নময়পুৰলৈ খোজ ল'লে আৰু সাত শিখৰ পাৰ হৈ ৰত্নপুৰত প্ৰৱেশ কৰিলে।

মৰিয়াছে চন্দ্ৰসেন ৰাজ্য কৰে পাত্ৰে
ৰাজকন্যা সবে কৰে নাহি ধৰে ছত্ৰে।

তম্বুৰা ৰজাই ঘূৰি ঘূৰি শেষত কোঁৱৰে সৰোবৰৰ ঘাটত যোগত বহিল। চন্দ্ৰাৱলীৰ দাসীয়ে যোগীৰ জটাত কুঁৱৰীৰ আঙঠি দেখি ভিতৰত খবৰ দিলেগৈ। চন্দ্ৰাৱলীয়ে ঘটনা বুজি পাত্ৰ প্ৰজাপতিৰ আজ্ঞাৰে নগৰত ঢোল বজাই ঘোষণা কৰালে—যত দূৰদেশী পৰদেশী আছে ৰজাৰ দুৱাৰত ঘণ্টা বজাই "ৰান্ধিয়া খাওক অন্ন ৰোজ সিধা লয়া"; তাকে নকৰিলে পিছদিনা কাটি ৰতি ৰতি কৰিব। বিশ্বকেতুৱে কঁকালত কেঁথাখন বান্ধি হাতত তম্বুৰা লৈ সোণৰ-ৰূপৰ ঘণ্টাত শব্দ কৰিলেহি। চন্দ্ৰাৱলীৰ দাসীয়ে তেওঁক টানি-আঁজুৰি চন্দ্ৰাৱলীৰ খিড়িকীৰ ওচৰলৈ আনিলে। তাতে কোঁৱৰে বিয়াল্লিশ সুৰৰ গীত জুৰিলে। চন্দ্ৰাৱলীয়ে দাসীক আজ্ঞা কৰিলে যোগীক গা ধুৱাই ভাল সিধা দিবলৈ, আৰু নিজে ভিতৰত কালিকাক পূজা কৰি পাত্ৰক ক'লে বিয়াৰ সম্ভাৰ গোটাবলৈ। পুনৰ চন্দ্ৰাৱলীৰ খিড়িকীৰ তলত গীত গাবলৈ আনি দাসীয়ে সোধাত ক'লে, তেওঁৰ যোগীবেশ চন্দ্ৰাৱলীৰ কাৰণেহে। সিহঁতে তেওঁক লাঞ্ছনা দি আঙঠি, তম্বুৰা আদি কাঢ়ি ল'লে। চন্দ্ৰাৱলীয়ে ইমান পৰেও কোঁৱৰৰ আগত দেখা দিয়া নাই। এতিয়াও আঁৰৰপৰা কথা-বতৰা সুধি ক'লে, পিছদিনা গন্ধৰ্ব-কন্যাসকলৰ মাজৰপৰা তাইক বিচাৰি উলিয়াব লাগিব। সেইমতে পিছদিনা বহু বিচৰাৰ পিছত দাসীবোৰৰ মাজত চন্দ্ৰাৱলীক বিশ্বকেতুৱে বাছি উলিয়ালে। তাৰ পিছদিনা দুইৰো বিয়া হ'ল।

পুৰাতত্ত্ব বিভাগৰ পুথি আধৰুৱা হৈ ৰৈছে। ছপা সংস্কৰণৰপৰা পোৱা যায়, বিশ্বকেতুৱে চন্দ্ৰাৱলীক লৈ স্বদেশলৈ ঘূৰে; বাটতে চিত্ৰমালাকো লগত লৈ আহে।

সপ্তদশ শতিকাৰপৰা চিলট আৰু চট্টগ্ৰামৰ মুছলমান কবিসকলৰ মাজত হিন্দু পুৰাণ-পাঁচালীৰ অনুসৰণত নবীবংশ বা পয়গম্বৰসকলৰ কাহিনী আৰু জঙ্গনামা বা হজৰত নবীৰ পৰৱৰ্তী খলিফাসকলৰ কালৰ যুদ্ধ-কাহিনী বঙলাত লিখা হ'বলৈ ধৰে। এই কবিসকলৰ দুই-এজনে প্ৰণয়—গাথাও ৰচনা কৰিছিল। এনে ধৰণৰ এটি গাথা হ'ল খলিল-বিৰচিত 'চন্দ্ৰমুখী'। ইয়াৰ মুখভাগ 'মৃগাৱতী-চৰিত্ৰ'ৰ লগত মিলে।—

মিছ্ৰি নগৰৰ ৰজা পুৰুবেশ্বৰৰ পুত্ৰ কুমাৰ গুলসুনাহৰ চিকাৰলৈ যাওঁতে ফীৰুজ শ্বাহ গন্ধৰ্বৰাজৰ কন্যা চন্দ্ৰমুখীক দেখি মুগ্ধ হয় আৰু লগৰীয়াসকলক লৈ গন্ধৰ্বনগৰী পায়গৈ। তাতে মালিনীৰ ঘৰত বৈ সুৰঙ্গপথেদি চন্দ্ৰমুখীৰ কাষেং সোমায়। দুইৰো মিলন হয়।...

অষ্টাদশ শতিকাৰ আবদুল গফুৰৰ 'গাজী সাহেবের গান' বা 'কালু-গাজী-চাম্পাৱতী প্াঁচালী'ত আমাৰ ফুলকোঁৱৰৰ গীতৰ নায়িকা পচতুলাৰ সদৃশ পাতালৰ ৰাজকন্যা পাঁচতুলা।

বিৰাট নগৰৰ ৰজা শাহা সেকান্দৰৰ পুত্ৰ জুলহাসে সুৰঙ্গপথেদি গৈ পাঁচতুলাক বিয়া কৰে। ৰাণীয়ে সাগৰত উঠি অহা নাৱত ল'ৰা এটি পাই তুলি ল'লে; নাম হ'ল কালু শাহা। ইয়াৰ পাছত ৰাণীৰ এটি পুত্ৰ হ'ল—বড়খাঁ গাজী। দুয়োজনে বৈৰাগ্য অৱলম্বন কৰি ঘৰৰ বাহিৰ হয়। মনোহৰ আৰু মধুমালতীৰ মিলনৰ নিচিনাকৈ পৰীয়ে দক্ষিণ ৰাজ্যৰ মুকুটৰায় ৰজা আৰু লীলাৱতী ৰাণীৰ কন্যা চম্পাৱতীৰ ওচৰলৈ নিদ্ৰিত গাজীক লৈ যায়। দুইৰো আঙঠি সলনা-সলনি কৰাৰ পাছত আকৌ গাজীক থকা ঠাই সোণাপুৰত থৈ আহে। নানা বিপৰ্যয়ৰ পিছত গাজীয়ে চম্পাৱতীক পায়গৈ; জুলহাস পাঁচতুলাও পিতৃ-ৰাজ্যলৈ ঘূৰি আহে।

অষ্টাদশ শতিকাৰ আগ কি মাজ ভাগত গৰীবুল্লাই 'আমীৰ হামজাৰ জঙ্গনামা' ৰচনা কৰে আৰু ফাৰ্চী কবি নুৰুদ্দিন জামীৰ ছাঁ লৈ লিখে 'ইউসুফ জেলেখা'। এওঁৰ পাছৰ কবি সৈয়দ হামজাই 'মধুমালতী'ৰ কাহিনী বঙলাত লিখে, আৰু ১৭৯২ খ্ৰীষ্টাব্দত গৰীবুল্লাৰ অনুবৃত্তি কৰি 'বড় আমীৰ হামজা' ৰচনা কৰে। আমীৰ হামজাৰ কাহিনীত আফৰিত, তফৰিত, খৰপায়, ছামদুল, চফেদ আদি দেওৰ কথা আছে। আমীৰৰ লগত তাৰ পৰীৰ শাদী হয়; হেন্দিয়াৰ হাতত আমীৰ হামজা শ্বহিদ হোৱাৰ পাছেত দাদ (প্ৰতিশোধ) ল'বলৈ আমীৰৰ বেটী কুৰছি পৰীয়ে বহুত পৰী লৈ আহে। সৈয়দ হামজাৰ তৃতীয় ৰচনা 'জৈগুনেৰ পুঁথি' হানিফাৰ জঙ্গনামা; চতুৰ্থ ৰচনা 'হাতেম তাইৰ কেচ্ছা'তো দেও, সাপ আৰু 'বিচ্ছু'ৰ কাহিনী আছে;

আৰু আছে নানা পৰীৰ কথা—আলগুন পৰী, ছহুলা পৰী, মিনা পৰী, মহা পৰী। অসমৰ বধকাব্য আৰু হৰণ-কাব্যৰ অন্তৰ্গত যুদ্ধ আৰু প্ৰণয়-কাহিনীৰে জন-সাধাৰণৰ মন ভুলোৱা কাহিনী-সূত্ৰ এইবোৰতো বৰ্ত্তমান।

ৰোসাঙ্গ দৰবাৰৰ কবি আলাওলে (১৭শ শেষাৰ্দ্ধ) ফাৰ্চী আখ্যায়িকা-কাব্য 'সয়ফুল মুল্লুক-বদিউজ্জামাল' কিছু অংশ অনুবাদ কৰে। ১২৩৫ বঙলা সালত লিখা সায়েৰ মুনশী মোহাম্মদ মালেক সাহেবৰ 'ছয়ফল মুল্লুক বদিওজ্জামাল'ৰ কেচ্ছাৰ প্ৰথম ভাগৰ লগত আমাৰ উপাখ্যানৰ সামান্য সামঞ্জস্য দেখা পোৱা যায়।

মেছেৰ নামৰ ছহৰৰ ছুফিয়ান বাদশ্বা ন জনী বিবি ছাদী কৰাৰ পিছতো অপুত্ৰক। তেওঁৰ প্ৰধান উজীৰ হাদিম আহাম্মদ। প্ৰতাপী বাদশ্বাই মাজে মাজে বেজাৰ কৰে,—

ফরজন্দ বিহনে বাদশা কান্দে জারে জার
আমি বাদে এ দৌলত ঘরে যাবে কার
আছমানেতে চান্দ বিনে কি করিবে তারা
যার ঘরে বেটা নাই সে ঘর আন্ধিয়ারা
নিমক ভাত খাব যদি বেটার রোজগার
মধু মিশ্রি সমতুল্য না হবে তাহার।...

এদিন বাদশ্বাই প্ৰধান উজীৰক ক'লে,—

তোমাকে শপিনু আমি বাদশাই মাদার॥
তক্তে বৈসে কর তুমি মুল্লুকের বাদশাই।
ফকির ছুরতে আমি ফিরিব দুনিয়াই॥

হাদিম আহাম্মদে নানা প্ৰবোধ দি উপদেশ দিলে,—

আল্লার বন্দেগী কর লাগাইয়া দিল।
আলবত্তা নিয়েত আল্লা করিবে হাছিল॥

উজীৰৰ কথা শুনি বাদশ্বাই কান্দি কান্দি আল্লাক মোনাজাত কৰি সিদিনা টোপনি গ'ল। আৰু ৰাতি স্বপ্নত কোনোবাই তেওঁক কোৱা শুনিলে এমোন ছহৰৰ আছিৰ বাদশ্বাৰ কন্যাক বিয়া কৰিলে ফৰজন্দ হ'ব। সেইমতে বিয়া-বাৰু হৈ গ'ল আৰু কন্যাৰপৰা এটি পুত্ৰ জন্ম হ'ল। তেৱেঁই কেচ্ছাৰ নায়ক ছয়ফল মুল্লুক। বাদশ্বাই গণক-নজুম মতাই আনি গণনা কৰালে; তেওঁলোকে জাতকৰ সকলো শুভ-লক্ষণ বৰ্ণাই ক'লে,—

কিন্তু এক সঙ্কট দেখি চতুৰ্দ্দশ বৎসৰ।
দেশে দেশে ভ্ৰমি দুঃখ পাইবে বিস্তৰ॥

উজীৰৰ একে সময়তে এটা ল'ৰা হ'ল—ছায়াদ। দুইটি ল'ৰা নলে-গলে লগা বন্ধু হৈ উঠিল। ছোলেমান নবীৰপৰা পোৱা অদ্ভুত মহিমাৰ তিনটি বস্তু বাদশ্বাই এদিন দুইকো ভগাই দিলে—ছয়ফল মুল্লুকক দিলে এটা মোহৰা আৰু এখন শাড়ী, ছায়েদক দিলে এটা ঘোঁৰা। শ্বাহাজাদাই শাড়ীখন খুলি দেখা পালে গোলেস্তা এৰোম নামৰ ছহৰৰ পৰী-বাদশ্বা শাহাবালৰ কন্যা বদিওজ্জামালৰ ছবি। তেতিয়াই 'হোশহাৰা শাহাজাদা জইল দেওয়ানা।' ইয়াৰ পিছত বাদশ্বাই নানা সুন্দৰীৰ সহায়ত শ্বাহাজাদাৰ পৰীৰ সপোন ভাঙিবলৈ যত্ন কৰিও একো কৰিব নোৱাৰিলে। ছয়ফল মুল্লুকে ছায়াদক লগত লৈ নানা মুলুকত ফুৰা সদাগৰসকলৰো কোনেও নাম নুশুনা গোলেস্তা এৰোম বিচাৰি যাত্ৰা কৰিলে চল্লিশ হাজাৰ জাহাজত কামান-বন্দুক, চিপাহী-গোলন্দাজ আদি লৈ। চীন দেশৰ বাদশ্বাৰ লগত দেখা-দেখি কৰি পুনৰ জাহাজ মেলে। কিন্তু সাগৰৰ তুফানত সকলো জাহাজ বুৰিল। শ্বাহাজাদা আন দহজনেৰে দেওৰ দেশ কুকাফ পাহাৰৰ পাৰত উঠিল। দেওৰ ৰজাই তাৰে আঠোটা মানুহ খালে। শ্বাহাজাদাৰে বাকী দুটা মানুহ দেওৰ বেটীৰ কাষলৈ নিলে। তাই শ্বাহাজাদাৰ ছুৰত দেখি এতিয়া বিয়া কৰিবলৈ বিচাৰে। শাহাজাদা কোনোমতে দেৱনীৰ ঠাইৰপৰা পলাই যায়। বাটতে লগৰ দুটাক বৰ বৰ কুকুৰাই ধৰি খায়। শ্বাহাজাদা সাপৰ নেগুৰত ধৰি এখন নৈ পাৰ হয়। দ্বিতীয়খন পাৰ হ'ব খোজোঁতেই ঘঁৰিয়ালে গিলে; কিন্তু তাৰপৰা তেওঁ ৰক্ষা পাই সৰন্দিপৰ বাদশ্বাৰ কন্যা মালেকাক এক দেওৰ হাতৰপৰা উদ্ধাৰ কৰে। মালেকাৰ সহায়ত তেওঁ বদিওজ্জামালৰ লগত দেখা হয় আৰু ইয়াৰ পিছতো নানা বিপদ-আপদৰ পাছত সেই পৰীৰে কোঁৱৰৰ বিয়া হয়। ইফালে ছায়াদেও নানা বিপদ পাৰ হৈ শ্বাহাজাদাৰ লগে লগে মালেকাক বিয়া কৰে। শেষত দুই যোৰা দৰা-কন্যা মেছেৰ ছহৰলৈ ঘূৰি আহে।

এই কেচ্ছাত শৃঙ্গাৰৰ বহুতো মুকলি বৰ্ণনা আছে, যিবোৰ 'পড়িয়া শুনিয়া লোকে আশকে ডুবিবে' বুলি ভয় হয়।

**অসমীয়া প্ৰণয়-গাথা :** মীৰজুমলাৰ লগত অসমলৈ অহা চিহাবুদ্দিন তালিশ নামে বুৰঞ্জী-লেখকে ওজৰ কৰিছিল, অসমত তেতিয়া থকা মুছলমানসকল স্থানীয় লোকৰ দৰেই হৈ পৰিছিল আৰু ইছলামৰ কথা পাহৰি গৈছিল। এই কাৰণতে নে কি, আৰু তেওঁলোকৰ বসবাসৰ স্থান অসমৰ সাহিত্যৰ ধাৰাৰ লগতো

তেওঁলোকে নিজকে মিলাব নোৱৰা কাৰণেও, তেওঁলোকে সাহিত্যলৈ অন্ততঃ ধাৰাবাহিক দান একো দিয়াৰ চিন আমি পাব পৰা নাই। সময়ে যদি তেনে কিবা আৱিষ্কাৰ কৰে সুখৰ কথাই হ'ব। শঙ্কৰদেৱৰ শিষ্য বুলি খ্যাত চান্দসাই, চান্দসাঁ বা চান্দখাঁৰ ভণিতাযুক্ত এটি গীত ভকতীয়া সমাজত পোৱা যায়। তেওঁক কবীৰ নামে জনা গৈছিল বুলিও কোনো লোকে কয়; আৰু কবীৰৰ ভণিতা থকা অসমীয়া গীতো ভক্ত-সমাজত দুই-এটি পোৱা গৈছে। চান্দসাইৰ ভণিতা থকা গীত ভকতীয়া ফকৰাৰ শাৰীৰ, ভাব-গধুৰ আৰু ইঙ্গিত-মধুৰ। শাহমিলন বা আজান পীৰৰ বিষয়েও আমি এতিয়াও স্পষ্ট একো জানিব পৰা নাই। পীৰ ছাহাবৰ নাম জড়িত থকা বহুতোখিনি জিকিৰ মৌলিকভাৱে চলি থকা অৱস্থাৰপৰা সংগ্ৰহ কৰা হৈছে। এইখিনিও আমাৰ সাহিত্যৰ আদৰৰ সম্পদ। কিন্তু পছিমৰপৰা চামে চামে আহি অসমত বসতি কৰা মুছলমানসকলে ইৰাণী-ফাৰ্চী-উৰ্দু-হিন্দীমূলীয় কি ৰোমাণ্টিক কাহিনী নিজ নিজ ঠাইৰপৰা লৈ আহিছিল, আমি একো নাজানো। কিন্তু চাহাপৰীৰ কাহিনী আৰু মধুমালতীৰ আখ্যান বাহিৰৰপৰা অহা মুছলমান বা আন সম্প্ৰদায়ৰ লোকৰ মুখতে বা হাততে অহা অসম্ভৱ নহয়।

ডক্টৰ সূৰ্যকুমাৰ ভূঞাই 'মৃগাৱতী-চৰিত্ৰ'ৰ ফালে লক্ষ্য কৰি বহুত দিন আগতে (১৯৩৬) লিখিছিল—

In addition to the Vaisnava literature and political literature there was in Assam a literature of romance "in fairy fiction dressed." Rama Dwija's *Mrigavaticharit*, depicts the adventure of a prince on his way to the fairy-land in quest of his sweetheart Mrigavati who was a fairy. The prince wins his beloved after a series of struggle with adversaries. *Teton Tamuli* is a picturesque romance describing the advantures of a Teton or Rogue. More books of this type will surely come out when a diligent search for manuscripts is instituted.[১]

'মৃগাৱতী-চৰিত্ৰ'ৰ লেখক দ্বিজ ৰামে ক'ৰপৰা তেওঁৰ কাহিনী পালে তাৰ ইঙ্গিত দিয়া নাই, আৰু নিজৰো কোনো পৰিচয় দিয়া নাই। বৰ্তমানে পোৱা সেই পুথিৰ নকল দুটিৰ তাৰিখ অৰ্থাৎ ১৭১২ শক আৰু ১৭২১ শকৰ অলপ আগে আগে কাহিনীটি পদত ৰচিত হোৱা যেন লাগে। পুথিখনৰ নকল কামৰূপ-মঙ্গলদৈ

১। *Studies in the Literature of Assam*, p.14.

অঞ্চলতহে পোৱা গৈছে। এই অঞ্চল এসময়ত অলপ দিনলৈ হ'লেও মোগলৰ অধিকৃত আছিল। ইয়াৰ চৰিত্ৰবিলাকৰ ইছলামী নামৰ ফাললৈ লক্ষ্য কৰিলেও অনুমান হয়, কোনো মুছলমান কথকৰপৰা দ্বিজ ৰামে তেওঁৰ বস্তু গ্ৰহণ কৰিছিল। সূফী কবি কুতুবনৰ প্ৰেম-কাব্যৰ লগত কবিৰ পৰিচয়ৰ ইঙ্গিত আমি নাপাওঁ। এই কাব্যখনি ইছলামী আৰু হিন্দু বিশেষকৈ বৈষ্ণৱ সংস্কৃতিৰ সমন্বয়ৰ এটি মধুৰ ফলৰ দৰে। দ্বিজ ৰামৰ কাহিনীৰ পৰিবেশ ইছলামী, কিন্তু তেওঁৰ বিৱৰণৰ উদ্দেশ্য বৈষ্ণৱ মনোভাৱোদ্ৰিক্ত। গতিকে কাব্যখন অসমীয়া বৈষ্ণৱ সাহিত্যৰ অঙ্গীভূত হৈ পৰিছে। ইয়াৰ আৰম্ভণৰ মঙ্গলাচৰণ আৰু শেষৰ "উপদেশ"বোৰ বৈষ্ণৱ কবিতাৰ চাবত তোলা। আমিৰছাহাই পুত্ৰ নোহোৱাত জল-পিণ্ডৰ কথা ভাবি বৰ বিচলিত হৈছে; তেওঁ ব্ৰাহ্মণ-সজ্জন, বৈষ্ণৱ-পণ্ডিতক দান-দক্ষিণা কৰি আশীৰ্বাদ লৈছে,—

মনোৰথ কৰোক বৈকুণ্ঠ নাৰায়ণ।......
অচলা ভকতি হোক কৃষ্ণ চৰণত।

মালিকজাদা সাগৰত উটি-বুৰি ফুৰিছে,—

সুমৰিয়া অচ্যুত গোবিন্দ দামোদৰ।
পশিলো শৰণে নাথ প্ৰাণ ৰক্ষা কৰ॥

তেবেঁ আকৌ ৰাক্ষসীৰ কবলত পৰি চিন্তা কৰিছে,—

একে প্ৰভু কৃষ্ণ বিনে আনক নাপাওঁ॥
মাধৱ গোবিন্দ হৰি কৰিয়ো ৰক্ষণ।

চাহাপৰীৰ নগৰৰ ভাটে

উচ্চ স্বৰে জয় হৰি নাম উচ্চৰয়॥

আৰ্টৰ জগতত এয়া যেন একো বিসঙ্গতিয়েই নহয়। নহ'লে মুছলমান ধ্ৰুপদীয়াসকলে "অনন্ত হৰি ওম্" বুলি আলাপ নকৰিলেহেঁতেন বা সেই সম্প্ৰদায়ৰ খেয়াল-গায়কসকলে এটা ৰাতিৰ আধাভাগ "সব দুখকা নাশক হৰি-নাম" বুলি দোহাৰি নাথাকিলেহেঁতেন।

সূফী কবি মংঝনৰ কাব্যৰ বিষয়-বস্তু লৈ কোনোবা এজন অসমীয়া কবিয়ে 'মধুমালতী' লিখে। ৰচনাৰ ছন-তাৰিখ একো জানিব পৰা হোৱা নাই; সম্ভৱতঃ ই 'মৃগাৱতী-চৰিত্ৰ'ৰ বহুতো পিছৰ ৰচনা। ৫৪টা সাঁচিপাত আৰু তুলাপাতৰ মিহলি নকল এটা অসম সাহিত্য সভাৰ পাঠাগাৰত পৰি আছিল; তাৰপৰা ড° সূৰ্যকুমাৰ

ভূঞাই আনি পুৰাতত্ত্ব-বিভাগত ৰক্ষণাবেক্ষণৰ বাবে থৈছেহি। এই নকলটোতো ছন নাই, তাৰিখ আৰু লেখকৰ (লিপিকাৰ নাম আছে এইদৰে—"এই পদ য়াহিনৰ ১১ দিনিয়াৰপড়া বৈসাখৰ ৬ দিনিয়াত সমাপত হুল এহি পুস্তক লেখক শ্ৰীমাহাৰাৰ বৰমাজীউজনা ডেকা গোস্বামী শ্ৰীমোহনচন্দ্ৰ গোস্বামী না")। মাহাৰাৰ গোসাঁইদেওক পুথিখনৰ ৰচক বুলি ভাবিবৰ অৱকাশ আছেনে, আমি ক'ব পৰা নাই। পুথিৰ ভিতৰত হ'লে ক'তো ভণিতা নাই। কিন্তু অসমীয়া কবিজন যিয়েই হওক লাগিলে, তেওঁৰ মাননীয় প্ৰৱচন হ'ল—গছৰ গুটি খাবাঁ, নাম নক'বাঁ। তেওঁ যেনেকৈ পুথিখনত নিজৰ আত্মবিলোপ ঘটাইছে, মংঝনৰ নামযো তেনেকৈ উল্লেখ কৰা নাই; অৱশ্যে প্ৰত্যক্ষভাৱে মংঝনৰ কাব্যৰ লগত তেওঁৰ সম্পৰ্ক নথকা অসম্ভৱ নহয়। কিন্তু তেওঁ সমস্ত বস্তুটি এক ভাগৱতী, পৌৰাণিক পৰিৱেশলৈ লৈ গৈছে; ঘটনাটো নৈমিষাৰণ্যৰ ঋষি-সত্ৰত লোমস মুনিয়ে বৰ্ণাইছে; ইয়াৰ ৰজা সূৰ্যভানু সূৰ্যবংশী, ইক্ষাকু-কুমাৰ। তদুপৰি অসমীয়া পদত মংঝনৰ এনে উদাৰ সুন্দৰ সূফী আত্মানুভূতি আমি দেখা নাপাওঁ,—

পেম দীপ জাকে হিয় বৰা, তে সব আদি অন্ত উজিয়ৰা।
বিৰহ জীৱ জাকে ঘট হোই, সদা অমৰ পুনি মৰৈ ন কোই॥

অসমীয়া কবিয়ে পুৰাণৰপৰা এই আখ্যান লোৱা হৈছে যেন ভাব এটা দিবলৈহে যত্ন কৰিছে,—

সুনা সামাজিকচয় ইতো কথা হয় নয়
দেখিয়োক পুৰাণ বিছাৰি।

সেই যুগৰ বিচাৰত পুৰাণৰ বস্তু নহ'লে গ্ৰহণ কৰিব কোনে? অসমীয়া 'মধুমালতীৰ পদ' মংঝনৰ কাব্যৰপৰা ঠায়ে ঠায়ে কিছু পৃথক। তলত সেইভাৱে তাৰ পৰিচয় দিয়া হ'ল।—

কৰ্ণেগিৰিৰ ৰজা সূৰ্যভানুৱে (সূৰ্য্যভান) অযুত হাজাৰ বছৰ ৰাজত্ব কৰিলে। কিন্তু তেওঁৰ পুত্ৰ নাই। দৈৱজ্ঞই জ্যোতিষ চাই ক'লে, অৰণ্যত গৈ শিৱৰ পূজা কৰিলে সুন্দৰ, গুণী, পণ্ডিত পুত্ৰ হ'ব। কিন্তু

বাহু বৰিসতে পৰদেষিজে হৈবেক।
আনন্দ কৰিয়া এক নাৰি দেখাইবেক॥
সপনত ৰাত্ৰি দেখিবেক সয়নত।

আৰু সেই নাৰীৰ কাৰণে তেওঁ ঘৰ-বাৰী এৰি নানা কষ্টত ঘূৰিব। ৰজাই অৰণ্যত শিব-পূজা কৰি বৰ লাভ কৰাত ছয় মহিষীৰ মাজৰ প্ৰধানা ৰাণীৰ পুত্ৰ এটি হ'ল। দৈৱজ্ঞই গণনা কৰি নাম থ'লে মনোহৰ, আৰু ক'লে, পূৰ্ণ দ্বাদশ বছৰত ল'ৰাটি যত্নেৰে ৰাখিব লাগিব, নহ'লে দেশান্তৰী হ'ব। সেইমতে বাৰ বছৰ পূৰ হোৱা দিনা নট-নটী অনাই নৃত্য-গীত কৰোৱা হ'ল আৰু চাৰিওকাষে পদাতি প্ৰহৰী ৰখা হ'ল। পিছদিনা গধূলিও নৃত্য-গীত আৰম্ভ হ'ল। কিন্তু তিনি পৰ ৰাতি ভাগৰ লগাত সকলো ঘৰাঘৰি গ'ল। কুমাৰো নিদ্ৰা আহিল। এনেতে চাৰিজনী অপ্সৰা আহি বিক্ৰম ৰজাৰ নগৰ অনুপাৰ ৰাজকন্যা মধুমালতীৰ ওচৰলৈ খাটে সৈতে মায়া কৰি লৈ গ'ল। কুমাৰ আৰু ৰাজকন্যা দুয়ো সাৰ পাই চিনাকি হ'ল। কুঁৱৰীয়ে নিজৰ আঙুঠি এটা কোঁৱৰক দি নিজে এটা কোঁৱৰৰপৰা খুজি ল'লে। দুয়ো পুনৰ টোপনি গ'ল ৰতি-ৰঙ্গে। অপ্সৰা কেইজনীয়ে পুনৰ কোঁৱৰক নিজ ঘৰত থৈ আহিল। পুৱা ৰজাই কোঁৱৰক নিজ ঠাইতে দেখি আনন্দ পালে। আকৌ গীত-বাদ্য আৰম্ভ হ'ল। কিন্তু কোঁৱৰ এতিয়া হ'ল বাতুল প্ৰায়। পাত্ৰৰ মন্ত্ৰণামতে ৰজাই দীঘল-ডাঙৰ নৌকা কৰাই লোণ-সাগৰৰ পাৰত ভৰা দিয়ালে দাস-দাসী, ৰজত-সুবৰ্ণ, ভোজন-সম্ভাৰ।

মনোহৰে সাগৰ-যাত্ৰা আৰম্ভ কৰিলে। কিন্তু মাজ সাগৰত মগৰে নাও কামুৰি ভাঙিলে। লগৰ সকলো মৰিল, কোঁৱৰে কোনোমতে পাট এচটা পাই তাকে সাবটি ধৰি পাৰলৈ উঠিল। অৰণ্যৰ ভিতৰত সুন্দৰ ঘৰ এটা দেখি সোমাই গৈ দেখা পালেগৈ বিচিত্ৰবিশ্ৰাম নগৰৰ ৰজা চিত্ৰসেনৰ কন্যা প্ৰেমাক (চিত্ৰসেনী), তিনি ভনীৰে পুষ্পবনত ধেমালি কৰি থাকোঁতে বতাহ-বৰষুণত বাট হেৰোৱাত তিনিমূৰীয়া, দহহতীয়া, সাতচকুৱা জম্বুৰথ (ৰাৱণৰ নাতি) ৰাক্ষসে ধৰি আনি তাত থৈছে, মাহে এবাৰ আহি সুৰতি ভোগ কৰি যায়। প্ৰেমা হ'ল আনফালে মধুমালতীৰ সখী। ৰাক্ষসটো আহিবৰ সময় হোৱাত কোঁৱৰে এটা গাঁত কৰি সোমাই থাকিল উশাহ পাবলৈ এটা সৰু বিন্ধা কৰি। প্ৰেমাই বুদ্ধি কৰি ৰাক্ষসৰপৰা তাৰ মৃত্যুৰ উপায় জানি ল'লে—মধুমালতীৰ আঙুঠি হাতত থকা মনোহৰৰ হাততে তাৰ মৃত্যু হ'ব; মনোহৰ ওচৰৰ নৈৰ পাৰলৈ গৈ তিনিবাৰ "আইস আইস" বুলি চিঞৰিলেই এটা সুবৰ্ণৰ টেমা পাৰলৈ উঠি আহিব;

দেখি য়াজুভিক ভাগি

তেতিক্ষণে হুইবে মুদগৰ॥

তাৰ অভ্যন্তৰে পুনু খান্দা এক সমন্নিতে
দেখিবেক আৰু তেমা এক।
আঙ্গুষ্ঠিক লয়া তাৰ মস্তকত মাৰিবেক
তেবে মুদ মুকল হৈবেক॥
তাহাৰ ভিতৰে পুনু একগুতি মধুকৰ
আচে মহা কুতুহল মনে।
সেহি খান্দা লয়া তাক তেতিক্ষণে চেদিবেক
মনুহৰ কুমৰে য়াপোনে॥
তেবে হৈবে মোৰ মৃত্যু কহিলো আগত তোৰ
তঐী মোৰ প্ৰানৰ সুন্দৰি।

প্ৰেমাৰ লগত অলপ সময় থাকি ৰাক্ষস বনলৈ গ'ল। প্ৰেমা আৰু কোঁৱৰে এতিয়া সেই উপায়মতে তাৰ বধ সাধন কৰিলে। দুয়ো পুনৰ ঘৰত সোমাই কেইদিনমান "মহা কৌতুকে কৃদিলা নিসংসয়" তাৰ পাছত ডাঙৰ ভুৰ এখন কৰি হীৰা-ৰত্ন আদি ভৰা দি চিত্ৰসেন ৰজাৰ নগৰলৈ যাত্ৰা কৰিলে। কুঁৱৰী শুলে। কোঁৱৰ জাগি ৰ'ল। বাটতে এটা ডাঙৰ মাছে 'গলে জৰি লগাই' কোঁৱৰক পানীৰ তললৈ লৈ গ'ল। কোঁৱৰে মাছটো খাণ্ডাৰে কাটি মাৰি পাৰত উঠিল। পুৰা দেখে, অটব্য অৰণ্য; তাতে এজোপা চন্দনৰ তলখনত পৰুৱা ভৰি আছে। পহু এটা দেখা পাই কাটি অলপ চোঁচৰাই দিয়াত পৰুৱাবোৰ তাৰ তেজত লাগিল; কোঁৱৰে চন্দনৰ ডাল এটা কাটি লৰ দিলে। বাটত এক মায়াবী সন্ন্যাসীয়ে মনোহৰক আশ্বাস দি হাবিৰ ভিতৰলৈ নিলে আৰু বাঘ-ৰূপ ধৰি কোঁৱৰৰ আগত থিয় হ'ল। মনোহৰে তাক কাটি এটা আলি পাই এখন হাট পালেগৈ। তাত বান্দৰে 'দোকান'ত বেচা-কিনা কৰে। সিহঁতে মনোহৰক আঁচুৰি-বাকুহি তেজ বোৱালে। এক বুঢ়া বান্দৰে তেওঁক লৈ গ'ল বান্দৰৰ মানুষ ৰজা ৰঙ্গসেনৰ ওচৰলৈ। মনোহৰে নিজৰ কথা ক'লে, ৰজাই মন্তব্য কৰিলে, তেওঁৰ জীৱন-কাহিনীও একে ধৰণৰে।

ৰঙ্গসেন পূৰ্বদেশৰ কৰ্ণাত নগৰৰ নীলকেতুৰ পুতেক। পুষ্পবনত ধেমালি কৰি থাকোঁতে স্বৰ্গ-কন্যা এজনী আহি ৰতি দি তেওঁক বলিয়া কৰিলে। এনিশা এশ বাছকবনীয়া ভৃত্য লৈ নাৱত চাৰি মাহৰ সম্ভাৰ লৈ সাগৰৰ সিপাৰৰ কন্যাৰ ক্ৰীড়াস্থান বিচাৰি ওলাল। বাটত কিছুমান বিকৃত প্ৰাণীয়ে নাও আক্ৰমণ কৰি সকলোকে ধৰি নি সিহঁতৰ ৰাক্ষস ৰজাক দিলেগৈ। ৰাক্ষসে সিহঁতক ভগাই-বটাই

ৰঙ্গসেন আৰু সখিয়েকক দিলে জীয়েকৰ ভাগত। তাই ৰঙ্গসেনক ধুনীয়া দেখি দুইকো ভালকৈ মাছ-মাংস খাবলৈ দিয়াই গৰালত থোৱালে, আৰু ৰাতি অদ্ভুত প্রসাধন কৰি ৰতি-আশে কোঁৱৰক ধৰিলেহি। কিন্তু ভয়ার্ত কোঁৱৰে তাইক তৃপ্তি দিব নোৱাৰিলে। পিছদিনা চাৰিটা ৰাক্ষসে দুই সখিৰ ডিঙিত এডাল শিকলি লগাই ডিঙিত কুন্দা দি আগত মদ্য-মাংসাদি দি বান্ধি থ'লেগৈ। দুয়ো নিকাৰত খীণাই-শুকাই গ'ল। আৰু কোনেও চাবলৈ নহা দেখি লগত থকা কটাৰী এখন উলিয়াই লোহা কাটি দুয়ো পলাল। বাটতে সখিয়েকক বাঘে নিলে; ৰঙ্গসেনক পাই বান্দৰে ৰজা পাতি থৈছে।

ৰঙ্গসেনে মনোহৰক দিনচেৰেক ৰাখি এটা ঘোঁৰা দি বিদায় দিলে। কোঁৱৰে নিজৰ দেশৰ সীমা পোৱা জানি ঘোঁৰা এৰি দিলে, কিন্তু সোমাল পুনৰ অৰণ্যত। তাৰপৰা পর্বতত উঠি এক ভয়ঙ্কৰ পখী আৰু এক সৰ্পই যুদ্ধ কৰি থকা দেখা পালে। মনোহৰে চৰাইটোৰ সহায় হৈ সাপটো কাটিলে। পখীয়ে সূৰ্যৰ জ্যোতিৰ এডাল হাৰ উপহাৰ দি কোঁৱৰক পিঠিত তুলি ভুৰৰ ওপৰত থৈ আহিল। প্রেমা আৰু মনোহৰ চিত্ৰসেন নগৰ পালেগৈ। তাতে দুইৰো বিয়া হ'ল। মনোহৰে কিন্তু মধুমালতীৰ কথা পাহৰিব পৰা নাই। এদিন প্রেমাক কথাটো ক'লে। প্রেমাই ৰজাৰ আগত সেই কথা উলিওৱাত ৰজাই "বিক্রম নৃপতি মোৰ সখি পৃয়ন্তৰ" বুলি দুইকো অনুপা নগৰলৈ যাবলৈ অনুমতি দিলে।

প্রেমা-মনোহৰ দুয়ো গৈ গৈ অনুপা আই মধুমালতীৰ মালা গঁথা বুঢ়ী মালিনীৰ ঘৰত ৰ'ল। পিছদিনা প্রেমা নগৰলৈ গৈ ৰাজপটেশ্বৰী ৰূপমঞ্জৰীৰ কাষ চাপিল। ৰাণীয়ে প্রেমাক আদৰ-সাদৰ কৰি ক'লে যে মধুমালতীৰ স্বয়ম্বৰৰ আয়োজন হ'ব লাগিছে। ৰজাৰ ওচৰত প্ৰেমাক ভেট কৰোৱাত, ৰজাই ৰাণীক ক'লে মধুমালতীৰ ওচৰলৈ লৈ যাবলৈ। ইফালে কোঁৱৰে মালিনীক সকলো কথা কৈ মধুমালতীৰ ওচৰলৈ আওঠিয়ে সৈতে তাইক পঠাই দিলে। মধুমালতীয়ে মনোহৰক ছোৱালীৰ সাজ পিন্ধাই নাতিনী বুলি চিনাকি দি ওচৰলৈ আহিবলৈ ক'লে। সেইমতে কোঁৱৰ আহিলত কুঁৱৰীয়ে সোণৰ কুম্ভত পানী আনি মনোহৰক গা ধুৱাই অলঙ্কাৰ আৰু পুষ্পমালা পিন্ধাই দিলে। ইয়াৰ পিছত মদনানন্দৰ মাজত দুইৰো টোপনি আহিল। প্রেমাক লগত লৈ ৰূপমঞ্জৰী আহি অচিনাকি ডেকা এটাৰ লগত জীয়েকক এইভাৱে পাই খঙত একো-নাই হৈ ডেকাক চৰাই হ'বলৈ অভিশাপ দি নিজৰ কক্ষত সোমাল। মনোহৰ সাৰ পোৱা মাত্রে চৰাই হৈ ফুলনিৰ গছৰ

ডালত পৰিলগৈ। প্ৰেমামালিনীৰ ঘৰলৈ আহি মনোহৰ মধুমালতীৰ ওচৰলৈ যোৱা বুলি জানি আচল ঘটনা বুজিব পাৰি ৰজাৰ ঘৰলৈ পুনৰ লৰ দিলে আৰু ৰজাৰ আগত বিলাপ কৰি সকলো ক'লেগৈ। ৰাজকাৰেং বিষাদে আবৰি ধৰিলে। ইফালে মনোহৰ পক্ষী-বেশে উৰি উৰি গৈ উত্তৰৰ দেশৰ ভূপাল তাৰাচন্দৰ (তাৰাচণ্ড, তাৰাচন্দ্ৰ) হাতত বন্দী হৈ নিজৰ কাহিনী শুনালে। ৰজাই নানা বৈদ্য আনি নানা প্ৰয়োগ কৰি চাই একো ফল নোপোৱাত সন্ন্যাসীৰ বেশ ধৰি অনুপালে খোজ ল'লে।

ইফালে ৰজা বিক্ৰম আৰু ৰূপমঞ্জৰী কান্দি-কাটি আছে। এদিন ৰজাই ৰাণীক আশ্বাস দি ভৃত্যবোৰক আদেশ দিলে মনোহৰক বিচাৰি উলিয়াবলৈ। প্ৰেমায়ো ৰজাৰ আজ্ঞা লৈ অন্বেষণত বাহিৰ ওলাল। পোনতে মধুমালতীৰ কোঠালৈ গৈ ৰাজকুঁৱৰীক অধোমুখে পৰি থকা অৱস্থাত পালে। তাতে দুইবো নানা সম্ভাষা হ'ল। তাৰপৰা ওলাই প্ৰেমা নানা নদী-পৰ্বত অৰণ্যত ভ্ৰমি স্বামীক বিচাৰি নাপাই ঘূৰি আহোঁতে ৰাজদ্বাৰতে সন্ন্যাসী-বেশী তাৰাচন্দক পাই তেওঁৰ কথা শুনি "মৰাৰ মুখত সুধা পড়িল জেহেনি" অৱস্থা পালে। তাৰাচন্দৰ ভৰি-ধূলি শিৰত তুলি তেওঁৰপৰা চৰাইটো লৈ ৰজাৰ ওচৰ পালেগৈ। ৰূপমঞ্জৰীয়ে কৃষ্ণক চিন্তি চৰাইৰ গাত পানী চটিয়াই দিয়াত মনোহৰে পুনৰ নিজ ৰূপ পালে। ইয়াৰ পিছত মনোহৰ আৰু মধুমালতীৰ বিয়া হ'ল। ৰজাই হয়-হস্তী দি মনোহৰক বিদায় দিলে। কোঁৱৰে দুই পত্নীক লৈ বিচিত্ৰবিশ্ৰামপুৰেদি পুনৰ কৰ্ণেগিৰিত প্ৰৱেশ কৰিলেহি। ইতিমধ্যে মনোহৰৰ পিতৃৰ মৃত্যু ঘটিছিল। মাকে পো-বোৱাৰীক আদৰি আনিলে। পিছদিনা পাত্ৰসকলে মনোহৰ আৰু দুই কুঁৱৰীক সিংহাসনত বহুৱালে।

অসমীয়া 'মধুমালতী'ত মংঝনৰ কাব্যৰপৰা কাহিনীৰ মূল ধাৰতে অনেকখিনি পাৰ্থক্য সোমাইছে। কিন্তু কাহিনীৰ ফ্ৰেমটো একে ধৰণেই বন্ধা আছে, আৰু কথাঙ্গৰ ফালৰপৰাও দুয়োটি ৰচনা একে কৈ আছে।

'মধুমালতী'ৰ কাহিনী আমাক পুৰাণত বিচাৰিবলৈ কোৱা হৈছে যদিও এতিয়ালৈকে জনাত সি পুৰাণৰপৰা প্ৰকৃততে গৃহীত নহয়। পুৰাণৰপৰা গৃহীত প্ৰণয়-গাথাৰূপে পাওঁ শঙ্কৰদেৱৰ 'ৰুক্মিণী হৰণ', পীতাম্বৰ কবিৰ 'উষা-পৰিণয়', অনন্ত কন্দলিৰ 'কুমৰ-হৰণ'। ৰাম সৰস্বতী আদিৰ বধ-কাব্যবোৰৰ নামতো সুন্দৰীসকলৰ কাহিনী সোমাই আছে। এইখিনিতে বৃষকেতুৰ 'উষা-হৰণ', কবিশেখৰৰ 'হৰিবংশ' আদি দেখাত পৌৰাণিক আখ্যানবো উল্লেখ কৰিব পাৰি। পদ্মপুৰাণৰ

উত্তৰখণ্ডৰ ক্ৰিয়াযোগসাৰ খণ্ডত থকা ভিণ্টাৰনিচৰ ভাষাত silly stories-অৰ মাজৰপৰা বাছকবনীয়া চাই মাধৱ আৰু সুলোচনাৰ প্ৰেমাখ্যান লৈ 'দীন' দ্বিজবৰে 'সুলোচনা-মাধৱৰ ইতিহাস' বা 'মাধৱ-সুলোচনাৰ পাঞ্চালী' ৰচনা কৰে। কাব্যখনত লোক-গীতিৰে সামঞ্জস্য পৰিলক্ষিত হয়। হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া সাহিত্যৰ চানেকি'ত তাৰে এক অংশ ছপা হৈ ওলাইছিল। কাহিনীটো এই,—

বিক্ৰম ৰজাৰ ৰূপে-গুণে অনিন্দিত একমাত্ৰ পুত্ৰ মাধৱে এদিনাখন মৃগয়া কৰিবলৈ গৈ এক সৰোবৰত স্নানৰতা যুৱতী এজনী দেখা পাই তাইৰ প্ৰণয়-প্ৰাৰ্থনা কৰে। যুৱতীয়ে ক'লে, তাই তাইতকৈ শতগুণে ৰূপৱতী-গুণৱতী ৰাজকুমাৰী সুলোচনাৰ দাসী চন্দ্ৰকলা; তেনে স্থলত সদৃশ গুণৰ কোঁৱৰে সুলোচনাক এৰি বান্দী এজনীক বিচৰা জানো উচিত হৈছে! সুলোচনাৰ ওচৰ কেনেকৈ পাবগৈ পাৰি, তাৰ ইঙ্গিতো চন্দ্ৰকলাই কোঁৱৰক নিদিয়াকৈ নাথাকিল। নিজৰ আস্তাবলৰপৰা ভদ্ৰশ্ৰৱা নামে উচ্চৈঃশ্ৰৱাৰ সন্ততি এক ঘোঁৰা আৰু লগত প্ৰচেষ্ট (প্ৰচেতস) নামে লিগিৰাক লৈ সাগৰ পাৰ হৈ সুলোচনাৰ মালিনী গন্ধনীৰ (গান্দিনী) ঘৰত আশ্ৰয় ল'লেগৈ। তাতে পিছদিনা ত্ৰিবিক্ৰম ৰজাৰ পুত্ৰ বিদ্যাধৰেৰে সুলোচনাৰ বিয়া হ'ব বুলি শুনি ত্ৰাস পালেও ফুলৰ মালা গাঁথি তাৰ পাতে পাতে নিজৰ চিনাকি আৰু প্ৰণয়-প্ৰাৰ্থনা লিখি দি এটা আঙঠিৰে মালিনীৰ হাতত ৰাজকুঁৱৰীলৈ পঠিয়াই দিলে। মালিনীৰপৰাও কোঁৱৰৰ ৰূপ-গুণৰ কথা শুনি সুলোচনাই মালাৰ ফুলৰ পাহিত চিঠি লিখি পিছদিনা চিনিবৰ ইঙ্গিত দি পঠালে। কোঁৱৰে তাৰ উত্তৰত 'পূৰ্ণ পত্ৰ' দি কুঁৱৰীৰ কাৰণেইযে তেওঁ দেশ এৰি আহিছে, আৰু দুইৰো সম্মতি আছে যেতিয়া, কুঁৱৰীক আকাশত থাকি পলুৱাই নিব, ইয়াকে জনালে। চিঠি দিবলৈ যাওঁতে মালিনীৰ লগতে গা ধুবলৈ সৰোবৰলৈ যাওঁ বুলি সুলোচনা মালিনীৰ ঘৰত সোমাই শুই থকা কোঁৱৰৰ ৰূপ দেখি তৃপ্তা হ'ল। দুইৰো প্ৰেমালাপ হ'ল ইয়াৰ পিছতে।

পিছদিনা বিয়াৰ হুলস্থূল। কিন্তু মাধৱ নিদ্ৰাত অচেতন। এই ছলতে প্ৰচেষ্টই ঘোঁৰাটোত উঠি সুলোচনাক হৰণ কৰি লৈ সাগৰৰ পাৰ পালেগৈ। সুলোচনাই ঘটনা বেগতিক বুজি বুদ্ধি কৰি প্ৰচেষ্টক বিয়াৰ বস্তু-বাহানি আনিবলৈ পঠাই দি নিজে ঘোঁৰাত উঠি চন্দ্ৰবংশী সুসেন ৰজাৰ সভাত পুৰুষ ৰূপ ধৰি বীৰবৰ নাম লৈ থাকিল। এদিনা ৰজাৰ নগৰত ভীমনাদ নামে গঁড় এটা আহি উপদ্ৰৱ আৰম্ভ কৰাত ৰজাৰ আদেশমতে বীৰবৰে জন্তুটো বধ কৰে। তাতে ৰজাই নিজৰ জীয়েকেৰে বীৰবৰক বিয়া কৰাই দিয়ে। ইফালে বীৰবৰ-ৰূপিণী সুলোচনাই গঙ্গা-

সাগৰ-সঙ্গম তীৰ্থত মাধৱক পাবৰ কাৰণে নানা সাধনা আৰম্ভ কৰে। আনফালে কুঁৱৰীৰ বিৰহত গঙ্গা-সঙ্গম তীৰ্থত মৰিবলৈ অহা প্ৰচেষ্ট, বিদ্যাধৰ আৰু মাধৱক ধৰি নি বীৰবৰৰ ওচৰত হাজিৰ কৰা হয়। বীৰবৰে প্ৰচেষ্টক কাৰাগাৰত বন্দী কৰাই থয়, বিদ্যাধৰক নানা প্ৰবোধ দি নিজ দেশলৈ ঘূৰাই পঠায়, আৰু সুসেন আৰু মাধৱৰ ওচৰত আত্মপ্ৰকাশ কৰে। ৰজাই মাধৱৰ লগত সুলোচনা আৰু জয়ন্তী, দুই ৰাজকুঁৱৰীৰ বিয়া পাতি দিয়ে।

এই কাহিনীত মাধৱে মালিনীৰ ঘৰত থাকি ফুলৰ মালাত সুলোচনাৰে পত্ৰ-ব্যৱহাৰ কৰা অংশটো পঢ়িলে মনোহৰ-মধুমালতী আৰু ফুলকোঁৱৰ-পচতুলা গাভৰুৰ প্ৰণয়-কাহিনীলৈ সহজে মনত পৰিব। আনফালে, নায়কে নায়িকাৰ বাহিৰেও অন্য এটী কন্যাৰ পাণিগ্ৰহণ কৰাটো 'মধুমালতী' আদি কেইবাটিও প্ৰেম-গাথাতে আছে।

'দীন' দ্বিজবৰৰ সময় ঠিৰাংকৈ ক'ব নোৱাৰি; কিন্তু তেওঁ কবিৰাজ চক্ৰৱৰ্ত্তী দ্বিজবৰেৰে একে হোৱাটো অসম্ভৱ নহ'ব। কবিৰাজ চক্ৰৱৰ্ত্তী ৰুদ্ৰসিংহ আৰু শিৱসিংহৰ সভাকবি আছিল। এওঁ ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ 'ইতিহাস' লৈ 'শঙ্খচূড়-বধ' বা 'তুলসী-চৰিত্ৰ' ৰচনা কৰে। ইয়াৰ খণ্ডিত নকল এটি পুৰাতত্ত্ব বিভাগত আছে। ইয়াত আছে, তুলসী আগতে গোলোকত ৰাধাৰ দাসী আছিল। এদিন শ্ৰীদামে তেওঁক কামনা কৰিছিল। ৰাধাই ব্যাঘাত জন্মালে আৰু শ্ৰীদামক শঙ্খচূড় দৈত্য হ'বলৈ অভিসম্পাত দিলে। তুলসীয়ে নাৰায়ণক স্বামী পাবলৈ বদৰীবনত দিব্য লক্ষ বৰ্ষ তপস্যা কৰে। ব্ৰহ্মাই সেই বৰ দি ক'লে, তেওঁ কিছু দিন শঙ্খচূড়ৰ পত্নী হ'ব লাগিব। শঙ্খচূড় আৰু তুলসীৰ মিলনৰ বৰ্ণনা কবিয়ে বৰ উলাহেৰে দিছে। ইয়াৰ পাছত শঙ্খচূড় আৰু দেৱতাৰ যুদ্ধৰ সময়ত নাৰায়ণে শঙ্খচূড়ক বধিব পৰা কৰিবলৈ তুলসীৰ সতীত্ব হৰণ কৰে শঙ্খচূড় ৰূপ ধৰি। তুলসীৰ দেহা পিছত দুভাগ হৈ গণ্ডকী নদী আৰু তুলসী গছ হ'ল।

প্ৰেমগাথাৰূপে কবিৰাজ চক্ৰৱৰ্ত্তীৰ বৈশিষ্ট্যপূৰ্ণ ৰচনা তেওঁৰ 'শকুন্তলা' কাব্যৰ উপকাহিনীৰূপে সন্নিবিষ্ট চন্দ্ৰকেতু আৰু কামকলাৰ কথা—পাঁচালীৰ আৰ্হিত ৰচিত। তদুপৰি, ইয়াৰ ভিতৰত অসমীয়া লিখিত সাহিত্যত বিৰল এটি বস্তু পোৱা যায়—বাৰমাহী। দুষ্যন্তই শকুন্তলাক দিয়া আঙঠি পোৱাৰ পিছত তেওঁৰ অভিজ্ঞান ওপজাত তেওঁ মহা বিবাদগ্ৰস্ত হ'ল। গৌতম, গালৱ, গৰ্গ, বিশ্বামিত্ৰ আদি ঋষিসকল আহিল। ৰজাই তেওঁলোকক প্ৰশ্ন কৰিলে, তেওঁৰ দৰে কেতিয়াবা কোনোবাই

ভাৰ্যাৰ বিয়োগ সহিছিলনে? মুনিসকলে ৰাম আৰু নলৰ কথা উল্লেখ কৰাৰ পাছত গৰ্গই চন্দ্ৰকেতু-কামকলাৰ কাহিনী আৰম্ভ কৰিলে।—

ৰত্নাৱলীপুৰৰ ৰজা চন্দ্ৰকেতুৱে বসন্ত কালত পুষ্পবন দেখি মদন-বিকাৰ অনুভৱ কৰাত শয্যাত পৰিলগৈ। স্বপ্নত দেখিলে ভদ্ৰাৱতী নগৰৰ ৰজা বীৰসিংহ আৰু ৰাণী ৰত্নাৱলীৰ কন্যা চন্দ্ৰকলাক। সাৰ পাই তেওঁ বিলাপ জুৰিলে আৰু তিনি দিনলৈ তেওঁৰ বিমৰ্ষ-ভাব নুগুচিল। কুল-পুৰোহিত ঋষ্যশৃঙ্গ মুনিৰ উপদেশমতে তেওঁ অৰণ্যলৈ গ'ল মৃগয়াৰ কাৰণে। এদিনা বনত ৰজাই শুনিলে এক শুক পক্ষীয়ে নতুনকৈ গৰ্ভ ধাৰণ কৰা পক্ষিণীক সুধিছে, কি খাবৰ মন গৈছে? চৰাইজনীয়ে মধুৰ কথা কোৱাত শুকে ভদ্ৰাৱতীপুৰৰ কামকলাই চন্দ্ৰকেতু ৰজাক পাবৰ কাৰণে হৰ-গৌৰীক পূজা কৰাৰ কথা কৈ তাৰপৰা মধু অনাৰ প্ৰস্তাৱ কৰিলে। পিছদিনা ৰজাই শুক পক্ষীক ধৰি পেলালে, আৰু নিজৰ স্বপ্ন আৰু বিৰহৰ কথা কৈ কামকলাৰ বাৰ্তা আনি দিবলৈ খাটনি ধৰিলে। ইফালে কামকলাই এৰাতি স্বপ্নত চন্দ্ৰকেতুক দেখা পাই মূৰ্চ্ছিত হয়। শুক পক্ষীয়ে দুদিনে উৰি গৈ সেই অৱস্থাতে কন্যাক পায়গৈ আৰু পাছত চন্দ্ৰকেতুৰ ৰূপ-গুণ, স্বপ্ন-বিৰহৰ সকলো কথা তেওঁক জনায়। কন্যাই ৰজাক আনি দিবলৈ কোৱাত শুকে কন্যাক কৈ সেই ৰাজ্যৰ বন্ধু শুকক লগত লৈ তিনি দিনে ৰত্নাৱলী পালেহি। ৰজাই সকলো কথা জানি ৰং পালে।

কামকলাই মাকক স্বয়ম্বৰ পাতিবলৈ ক'লে। মাকে ৰজাক ক'লে। স্বয়ম্বৰ হ'ল। মগধৰ চন্দ্ৰসেন, চম্পকনগৰৰ শাল্ব, কাঞ্চনপুৰৰ যমসেন আদি অনেক ৰজা আহিল। চন্দ্ৰকেতুও গ'ল শুকৰ লগত। কামকলাই সুনন্দা সখীৰ হাতত ধৰি স্বয়ম্বৰ-সভালৈ আহিল আৰু চন্দ্ৰকেতুক মালা পিন্ধাই বৰণ কৰিলে। সেই নিশা দুয়ো একেলগে কটোৱাৰ পিছত পুৱা ৰজা যাবলৈ ওলোৱাত কামকলাই জনালে, তেওঁৰ ব্ৰতৰ আৰু এবছৰ আছে। ৰজাই নিজ সৈন্য ঘৰলৈ পঠাই দি এবছৰ তাতে ৰ'ল। তাৰ পিছত কন্যাক লগত লৈ ৰাজ্যলৈ বাট লওঁতে এনিশা চম্পকনগৰত থাকি অৰণ্যত সোমাওঁতেই এক কাঞ্চন মৃগ দেখা পালে, আৰু কামকলাই চন্দ্ৰকেতুক মৃগ ধৰিবৰ বাবে পঠালে। কথা হ'ল : চন্দ্ৰকেতু, কামকলা দুয়ো পূৰ্বে ইন্দ্ৰসভাত বিদ্যাধৰৰূপে নাচ কৰিছিল। এদিন নাচি থাকোঁতে দুইৰো কামভাব হোৱাত তাল-ভঙ্গ হ'ল। ইন্দ্ৰই দুইকো মানুহ হ'বলৈ শাপ দি ক'লে, দুইৰো মানুহৰূপে মিলন হোৱাৰ এবছৰৰ পিছত বিচ্ছেদ হ'ব। বিদ্যাধৰ বিদ্যাধৰীয়ে কাকুতি-মিনতি কৰাত ইন্দ্ৰই ক'লে, তেওঁলোকৰ বিচ্ছেদ এবছৰ থাকিব আৰু পুনৰ বাৰ বছৰ একেলগে থকাৰ পিছত শাপমুক্ত হৈ স্বৰ্গলৈ আহিব। এতিয়া ইন্দ্ৰৰ আদেশমতেই এক দেবদূত কাঞ্চন-মৃগ হৈ আহিছিল।

ৰজাই সোণৰ হৰিণটো অনেকবাৰ ধৰোঁ ধৰোঁ কৈও ধৰিব নোৱাৰি মাৰি পেলাওঁ

বুলি শৰাসনত শৰ জোৰোঁতেই দেৱদূত নিজ ৰূপ ধৰি স্বৰ্গলৈ উঠিল। ৰজাই বাট বিচাৰি নাপাই ঘূৰি ঘূৰি এজোপা গছত ঘোঁৰা বান্ধি গছৰ ডালত সেই ৰাতিটো কটালে। ঘোঁৰাটো ৰাতি বাঘে খালে। পুৱা উঠি বিচাৰি বিচাৰি বাট নাপাই ৰজাই নানা বিলাপ কৰিলে, পক্ষী-বৃক্ষ সকলোকে কামকলাৰ বাৰ্ত্তা সুধি ঘূৰিলে। শেহত ওখ গছৰ ওপৰত উঠি দূৰত চন্দ্ৰসেন ৰজাৰ অৱন্তীনগৰ দেখা পাই তালৈকে গৈ ভিক্ষা কৰি ৰ'ল।

ইফালে কামকলাই চন্দ্ৰকেতুলৈ বাট চাই চাই শেষত বিলাপ জুৰিলে আৰু জুইত জাহ দি মৰিবলৈ ওলাল। দৈৱবাণীয়ে ক'লে, মৰিবৰ সকাম নাই; এবছৰ মণিপুৰ নগৰত থাকিলেই ৰজাৰ লগত পুনৰ মিলন ঘটিব। সেইমতে ৰাজকুঁৱৰী মণিপুৰত ৰ'লগৈ, আৰু এই ছলতে কবিয়ে বহাগ মাহত আৰম্ভ কৰি বাৰমাহীৰূপে কন্যাৰ বিৰহ বৰ্ণনা কৰিছে।

শুক পক্ষীয়ে ৰজাক বিচাৰি বিচাৰি অৱন্তীনগৰত ভিক্ষুকৰূপে পাই মণিপুৰলৈ লৈ আহিল। এতিয়া ৰজাই বীৰকেতু আৰু বীৰধনু, এই দুই সেনাপতিক সৈন্যসমবায়ে আনিবলৈ শুকৰ হাতত চিঠি দি পঠালে। শুকে দুই সেনাপতিক এক অৰণ্যত পালেগৈ;—মন্ত্ৰীসকলে ৰজাক আনিবলৈ ভদ্ৰাৱতীলৈ পঠাইছিল দুইকো। ৰজা, কামকলা, সৈন্য-সেনাপতি সকলো এতিয়া ৰত্নাৱলীপুৰলৈ আহিল। চন্দ্ৰকেতু-কামকলা বাৰ বছৰ ৰাজত্ব কৰি শাপ এৰাই পুনৰ বিদ্যাধৰ-বিদ্যাধৰী হৈ স্বৰ্গলৈ গ'ল।

যি কালত কবিশেখৰৰ 'হৰিবংশ' আৰু কবিৰাজ চক্ৰৱৰ্তীৰ 'গীত-গোবিন্দ' আদি শৃঙ্গাৰ আৰু তাৰ আভাস থকা পদ ৰচিত হৈছিল, সেই যুগতে এইদৰে প্ৰণয়-গাথাৰ বিস্তাৰ হোৱা একো আচৰিত নহয়। আনফালে এই সময় বা তাৰ পিছৰ যুগৰ বুলি ইঙ্গিত কৰিব পৰা জনাগাভৰু আৰু ফুলকোঁৱৰৰ গীত আদি বেলাডতো প্ৰণয়-গাথাৰ স্বৰূপটো পোৱা যায়। আধৰুৱাকৈ সংগৃহীত হোৱা দুবলা শান্তীৰ গীতত এটি কাহিনীৰ আভাস আছে। সাউদৰ পুতেক কোঁৱৰে পৰৰ বিবাহিতা দুবলাৰ ৰূপত মুগ্ধ হৈ তাইক বিয়া কৰিব খোজে। বুঢ়ীমাক মালিনীৰ যোগেদি কোঁৱৰে দুবলালৈ প্ৰণয়-প্ৰাৰ্থনা পঠোৱাত দুবলাই কঠোৰ দাবী কৰি ৰহিল। ইয়াৰ পিছৰ অংশ কাহিনী গীতত নাই। 'জয়ধন বণিয়াৰ বাৰমাহী গীত'তো এক প্ৰণয়-কাহিনী লুকাই আছে।

ধনেশ্বৰ সাউদ আৰু কমলামালাৰ পুত্ৰ ডেকা মাণিক সদাগৰে বিয়া কৰিলে মহা আড়ম্বৰেৰে। কিন্তু নৱোঢ় দম্পতিৰ মিলনৰ আগতে সদাগৰ গ'ল বণিজলৈ; কইনা থাকিল বাপেকৰ ঘৰত। বিদেশৰপৰা ঘূৰি আহি ডেকা সাউদে নিজৰ সুন্দৰী পত্নীৰ প্ৰণয় প্ৰাৰ্থনা কৰিবলৈ আৰম্ভ কৰিলে ছদ্মবেশে। মাহৰ পিছত মাহ পাৰ

হ'ল। বণিয়াই সাতসৰী হাৰ, হীৰাৰ মদনকড়ি, পাটৰ শাড়ী আদি নানা ঐশ্বৰ্য আৰু স্বাচ্ছন্দ্যৰ প্ৰলোভন দেখুৱালে। কিন্তু পতিব্ৰতা নাৰীৰ একেটা উত্তৰ—প্ৰত্যাখ্যান। শেষত সাউদে ক'লে,—

আহিন মাসতে কন্যা মুৰগা চোঁৱৰ
ভিন্ন দেশৰ সাউদ আহিছো আপোনা দাম্বৰ।

কন্যাই ক'লে,—

হোৱাতো আপোনাৰ দাম্বৰ থাক ৰে বসিয়া
ঘৰত আছে বৃদ্ধ বাপা আনো জিজ্ঞাসিয়া।

ইয়াৰ পাছত সম্যক পৰিচয় লাভ কৰাত কন্যাই সাউদক আদৰি-সাদৰি ঘৰৰ ভিতৰলৈ লৈ গ'ল।

ঠিক এই ধৰণৰ বৰ্ণনা উত্তৰ আৰু পূব বঙ্গত, আৰু ভোজপুৰী ভাষাৰ লোকগীততো পোৱা গৈছে; পশ্চিম বঙ্গতো স্বৰুফ নামৰ মুছলমান ৰচয়িতাৰ 'দামিনীচৰিত্ৰ' নামে এটি গাথা সংগৃহীত হৈছে।

**ফুলকোঁৱৰৰ গীতৰ কাহিনী**

বৰকলা নগৰৰ শঙ্কৰদেউ ৰজাৰ পুতেক মণিকোঁৱৰ আৰু বোৱাৰী কাঁচনমালা। মণিকোঁৱৰ যোল বছৰ বয়সত পানীত গা ধোওঁতে নোহোৱা হোৱাৰ পাছত এটি পুত্ৰ জন্মিল ফুলকোঁৱৰ। ফুলকোঁৱৰে ককাক আৰু বুঢ়ীমাক মন্যামতীৰ অনুমতি লৈ কাঠৰ পখী ঘোঁৰাত উঠি সাত দিন সাত ৰাতি 'আকাশে উৰাৱত' কৰি পৰিলগৈ দিজাই বাই মালিনীৰ বাৰে বছৰে শুকাই থকা ফুলনিত। লগে লগে ফুলনি সেউতী মালতী আদি ফুলেৰে জক্‌মকাই উঠিল। ইয়াৰ পিছত কোঁৱৰে মালিনীৰ ঘৰত থাকি মালাৰ ফুলত প্ৰণয়-বাৰ্তা লিখি পঠালে সিদেশৰ ৰাজকুঁৱৰী পচতুলালৈ। দুইৰো গোপনে মিলন হ'ল। পাছত ৰজাই বৰবৰুৱাৰ যোগেদি কোঁৱৰক চোৰ ধৰি প্ৰাণে মাৰিব খুজিছিল। শেষত কিন্তু ফুলকোঁৱৰ আৰু পচতুলাৰ বিয়াহে হ'ল। তেওঁলোকৰ দুটি ল'ৰা হ'ল—অৰুণা আৰু জগৰা। ফুলকোঁৱৰক শুকুলা হাতীয়ে পিঠিত তুলি নি কোনোবা দেশত ৰজা পাতিলেগৈ আৰু পচতুলাক লৈ গ'ল বৰুনাৱত ভৰাই সাউদে।

**জনা-গাভৰুৰ গীতৰ কাহিনী চমুকৈ এই—**

বুঢ়া ৰজাৰ জীয়েক জনাই গৰুচৰ (গৰুবাং) ৰাজ্যত 'তিৰী হৈ ৰাজপাট খাই' থাকি বিয়া কৰিব খোজা কোঁৱৰবোৰৰ বাবে তিনিটা পৰীক্ষা সাজু কৰি ৰ'ল। সেই পৰীক্ষাত উঠিব নোৱাৰি ন-শ কোঁৱৰ গৰুচৰৰ পোতাশালত বন্দী। কামপুৰ ছহৰৰ কলিধন নট পাণিপ্ৰাৰ্থী হৈ আহিল; তাক 'নাক-কাণ কটা বিড়ালী'ৰ অৱস্থা কৰি জনা-গাভৰুৱে ঘূৰাই

পঠালে। কলিধনৰ উটগুনিত নগাঁও (নে গুৱাহাটী) ছহৰৰ গোপীচন কোঁৱৰ আহিল গাভৰুৰ গৰ্ব্ব খৰ্ব কৰিবলৈ। কোঁৱৰে বাঁৰী মাক আৰু ন গোণ কুঁৱৰীৰ হাক নুশুনি কলিধনেৰে গৰুচৰ ৰাজ্য ওলালগৈ আৰু জনাৰ অলৌকিক পৰীক্ষাত সহজে উত্তীৰ্ণ হ'ল। ইয়াৰ পাছতো গোপীচনে বুঢ়া ৰজাৰ পুতেক অভিমন কোঁৱৰক মাৰি বুঢ়া ৰজাক, বাৰ কুৰি হাতীকো খেদাই জনাক নিজৰ ৰাজ্যলৈ লৈ আহিল আৰু বিয়া কৰি থ'লে।

এই কাহিনীৰ বিশেষ মিল দেখা পোৱা যায় 'গোল-ব-সনৌৱাৰ'ৰ লগত। জনাই ন-শ কোঁৱৰক বন্দী কৰি থৈছিল; মেহেৰ আঙ্গেজে কত মুল্লুকের কত শত বাদশাজাদার 'বেশুমার ছের' 'গড়ের কাঙ্গুরায়' 'লটকাই' থৈছিল। জনাৰ নাক-চুলি কাটিম বুলি গৈ গোপীচনে বিয়া কৰি থ'লে; আলমাছ ৰুহ বক্সে মেহেৰ আঙ্গেজক 'ঘোড়ার পায়ে রওদাইয়া' দিবলৈ আদেশ কৰাৰ পাছতো 'সাদি বেহা' কৰি পেলালে।

প্ৰেম-কাহিনী থকা লোক-গীতি ডিমাচা কছাৰীসকলৰ মাজতো আছে— লৰিংদাও-লৰিংদি, চক্ৰদৈংদাই-খলচিং।

চাহাপৰী-উপাখ্যানৰ ভাষা আদিৰ বৈশিষ্ট্য ঃ পৰীৰ গাথা হিছাপে এই ৰচনাত স্বাভাৱিকতে আৰবী-ফাৰ্চীমূলীয় শব্দৰ প্ৰাচুৰ্য ইয়াত আশা কৰা যায়। কিন্তু তেনে শব্দৰ সংখ্যা লেখত ল'বলগীয়াকৈ নাই বুলিয়ে ক'ব পাৰি। তলৰ শব্দকেইটা এই প্ৰসঙ্গত উল্লেখ কৰিব পৰা যায়।

কুলুপ। আৰবী, কুফ্‌ল্‌।

চহৰ, ছহৰ। ফাৰ্চী, শহ্‌ৰ্‌।

চিকাৰ। ফা° শিকাৰ। সংস্কৃত 'মৃগয়া' শব্দ এৰি এই শব্দ ব্যৱহাৰ কৰা অৰ্থপূৰ্ণ।

তবল। আ°।

তেজী (ঘোঁৰা)। ফা° 'তাজী' (আৰব দেশৰ ঘোঁৰা) শব্দৰপৰা অহা আৰু স° 'তেজ' শব্দৰ লগত ইয়াৰ অৰ্থ মিহলি হোৱা যেন লাগে।

পৰী। ফা°। পাৰস্যৰ পুৰণি কাহিনীমতে পৰীবোৰ কাফ নামে পৰ্বতত থকা সুন্দৰী স্ত্ৰী। দ্বিজ ৰামে অপসৰা, অপেস্বৰী, দেৱ-কন্যা, দেৱ-নাৰী, যক্ষেৰ কুমাৰী আখ্যাও লগতে ব্যৱহাৰ কৰিছে। ডেৰ কুৰি বছৰ আগতে অসমীয়া ভাষাত 'পৰী' শব্দটো ব্যৱহাৰ কৰাত সাহিত্যৰ এগৰাকী ওজাই আপত্তি কৰিছিল।

পৰীজাদী। ফা°।

বজাৰ। ফা° বজাৰ।

মনায়ক। সম্ভৱতঃ আ° মালিক আৰু স° নায়ক শব্দৰ 'জোড়কলম' হৈছে।

ৰবাব। আ°। সাৰঙ্গীৰ শ্ৰেণীৰ এক বাদ্য। মিঞা তানসেনৰ লগত এই যন্ত্ৰৰ নাম বিশেষভাৱে জড়িত আছে। হিন্দুস্থানৰ সঙ্গীতৰ বুৰঞ্জীত ৰবাবী বা ৰবাবিয়াসকলৰ বিশেষ আসন আছে।

হাজাৰ। ফা° হজাৰ। স° 'সহস্ৰ'ৰ পৰিবৰ্তে এই শব্দ প্ৰয়োগ কৰাটো মন কৰিবলগীয়া।

কোদাল (স° কুদ্দাল), খাণ্ডা (স° খণ্ড), জোৱাৰ (হি° জ্বাৰ), পাগল (হি°, দেশী), মতাহি (হি° মটকী, মটুকী, অ° মঠিয়া)— এইবোৰো চকুত পৰিব লগা শব্দ। আকল্ (আ° অক্ল্), নিকাল্ (স° নিঃ-কাল্) ধাতু দুটা শঙ্কৰদেৱৰ দিনৰেপৰা ব্যৱহাৰ হৈ আহিছে। একহি, লাই আজু তোহো—ব্ৰজবুলিত সাধাৰণতে আমি লগ পোৱা এই শব্দকেইটাও আমি এই কাব্যত পুনৰ দেখা পাওঁ। আজুকাৰ, হয়েৰ, —এনে ৰূপ আমাৰ চিনাকি পীতাম্বৰ কবিৰ কাব্যত। হুদুৰা (কুদুৰা, কুন্দুৰা < ? কন্দৰ), দোসাধু, ওপৰত দিয়া মনায়ক,—এই শব্দকেইটাৰ প্ৰয়োগ অসাধাৰণ। ড° সুকুমাৰ সেনে 'হুদুৰা' শব্দৰ ব্যৱহাৰ প্ৰাচীন বঙলাত দেখুৱাইছে পোতাশাল অৰ্থত, কিন্তু তাৰ ব্যুৎপত্তি এতিয়া দুঃসাধ্য। তেখেতে 'দোসাধু'ৰ লগত সম্বন্ধ দেখুৱাব খোজে চৰ্যাগীতিৰ 'দুযাধী'ৰ (< দৌঃসাধিক, দৌঃসাধনিক) লগত। এই শব্দটো দ্বিজ পশুপতিৰ চন্দ্ৰাৱলী-বিশ্বকেতুৰ পাঁচালীতো আছে,—

কন্যাৰ বচনে পাত্ৰ চলিল আনন্দে
দোসাদুক বুলিল তুমি ঢোল লহো কান্ধে।

'হুকম' বোলা বস্তুটি মুৰি আৰু আখৈৰ নিচিনা; এসময়ত উজনি অঞ্চলত আহোমসকলৰ মাজতহে এইটি বস্তু দেখা পাইছিলোঁ। 'কোষ-বন্ধন' বা 'কোষনা-বন্ধন' হয়তো নীবিবন্ধৰ দৰে বিয়াৰ কোনো প্ৰাচীন প্ৰথা, যি অনুসৰি কন্যাৰ পক্ষই দৰাৰ পক্ষৰপৰা ধন লয়—"বিত্ত-প্ৰতিগ্ৰহণে তেৰেসে বিয়া হয়।" নানা ফল-ফুলৰ নামৰ ভিতৰত 'কপৰা' আৰু 'ধাতৃ' অচিনাকি; এনে অচিনাকি গছৰ নাম বহুত হৰিবৰ বিপ্ৰৰ 'লৱ-কুশৰ যুদ্ধ'তো আছে।

'চাহাপৰী-উপাখ্যান'ৰ চৰিত্ৰ আৰু স্থানৰ নামবোৰতো ইছলামী ঢং এটি বৰ্তমান। কিছুমান স্থানৰ নাম আন প্ৰেমগাথাত পোৱা যায়। কুণ্ডিলা

নামে অৱশ্যে ভীষ্মক আৰু ৰুক্মিণীৰ পুৰীলৈ মনত পেলাব।

ৰোকাম পৰীসকলৰ ৰাজ্য। পাঠান্তৰত ৰোকান, ৰোমবয়, কামনা,—এনে ৰূপো দেখা যায়। পূৰ্ব্ববঙ্গৰ 'ভেলুয়া সুন্দৰীৰ কাহিনী' গীতিত পৰীৰ দেশ ৰোকাম ছহৰৰ কথা আছে।

সৈয়দ হামজাৰ 'আমিৰ হামজাত' ৰুম নগৰ, 'হাতেম তাই'ত 'ৰুমের সওদাগরের' কথা আছে।

ছিলাম (চিলাম)।

মদিলা (মজিলা)। আ° মদীনা।।

কুপি।

ত্ৰিপুৰ। 'চন্দ্ৰাবলী-বিশ্বকেতু'ত এক ত্ৰিপুৰ নগৰ আছে। কিন্তু 'মৃগাৱতী-চৰিত্ৰ'ৰ ত্ৰিপুৰ নগৰৰ বৰ্ণনাৰ অনুৰূপ ঘটনা 'চন্দ্ৰাৱতী বিশ্বকেতু'ৰ বিহড়ানগৰতহে ঘটিছে।

চৰিত্ৰবোৰৰ নাম স্থানৰ নামতকৈ অধিক সম্পূৰ্ণভাৱে ইছ্লামী।

আমিৰ্ছাহা, আমিৰ ছাহা। আ° অমীৰ, ফা° শাহ্।

মালিকজাদা, মলিকজাদা, মলুকজাদা। আ° মালিক, ফা° জাদঃ।

শ্বাহ্জাদাক চাহাপৰীয়ে বুলিছিল কামসিকজাদা (পাঠান্তৰ কাজিকজাদা) < আ° কাজী + মালিকজাদা।

আমিৰা, আমিৰ। আ° অমীৰ।

সামিৰা। ফা° শাহ্ + আ° অমীৰ।

চাহাপৰী, চাহেপৰী = ৰাণী পৰী।

জতুৱা খণ্ডবাক্য আদিৰ প্ৰয়োগত কবি পিছ পৰা নহয়। তাৰে দুটামান— নাপাই-নথৈ, নাও-গাএঞা, উখৰাত জল যেন, চিন্তে মহামাৰ, এক দান্ত নলাগস, জৰপুৰ কৰি বান্ধ, যমে পাত মলচিল, কচুতে ভাঙিলো বৰ কাচি, নযাই মিটন, শ্ৰদ্ধা লাগে, ধৰণী যাই চাল, গেৰা-গেৰি পাৰ, লোটাৰি পাৰ, দেখ নেদেখ কৰি, ফাল দি, লুকি দি, লুকা দি।

আগতেই কৈ আহিছোঁ দ্বিজ ৰামে বৈষ্ণৱ আদৰ্শত প্ৰেমগাথাটি ৰচনা কৰিছে। গতিকে, শঙ্কৰদেৱ আদিৰ প্ৰভাৱ আৰু প্ৰতিধ্বনি প্ৰকটভাৱে পৰিছে। ঘৰ-বাৰী, নগৰ, নাৰী-সৌন্দৰ্য আদিৰ বৰ্ণনাত কবিয়ে কন্‌ভেন্‌চনেল্ চিৰাচৰিত পথেদিয়ে আগবাঢ়িছে,—য'ত ঘৰ-বাৰী ৰত্নেৰে খচিত, নগৰ দ্বিতীয় অমৰাৱতী, নাৰী অক্ষত-

যৌৱনা, চাহাপৰী আৰু কুমাৰৰ মদন-শয়নেও ৰুক্মিণী-হৰণ, কুমৰ-হৰণ আদি কাব্য-নাটকলৈ আমাৰ মন ঘূৰাই নিয়ে। লোক-গীতিৰ দৰে কোনো কোনো শাৰীৰ পুনৰাবৃত্তি কাব্যখনত মন কৰিবলগীয়া এটি কথা। অসমীয়া বৈষ্ণৱ সাহিত্যৰ কাব্যিক সৌন্দৰ্য কিৰূপে ভক্তি-প্ৰচাৰৰ উদ্দেশ্য আৰু ধাৰ্মিক অনুশাসনৰ হেতুকে আড়ষ্ট হৈ পৰিছিল, 'মৃগাৱতী-চৰিত্ৰ'তো সেইবোৰ কাৰণতে প্ৰেমৰস ঠায়ে ঠায়ে শুকাই গৈছে। কুতুবন, মংঝন আদি সূফী কবিৰ কাব্যত যেনেকৈ প্ৰেমানুভূতি অবিৰলভাৱে বৈছে আৰু প্ৰেমক যেনেকৈ জীৱন আৰু জগতৰ মূল আধাৰৰূপে দেখা পোৱা গৈছে, এই ৰচনাত বা আন অসমীয়া গাথাতো তেনেভাৱে পোৱা নাযায়। প্ৰেমগাথাৰ এটি ঐতিহ্য সৃষ্টি কৰিবৰ প্ৰয়াসতে দ্বিজ ৰামৰ ৰচনাৰ সাৰ্থকতা।

চেনিকুঠী, গুৱাহাটী
১৪ জুলাই, ১৯৫৮

# পঢ়িয়া মাধৱ আতাৰ চৰিত

## ভূমিকা

মহাপুৰুষ মাধৱদেৱে জীৱনৰ অন্তিম সময়ত কোচবেহাৰৰপৰা নুমলীয়া ভকত 'উজনিৰ বাপুঘৰ' পদ্ম আতাক নিজ গাৰ বদল দি "তোমাত হন্তে মহাশুদ্ধ ভক্তিপন্থ প্ৰচাৰ হ'ব" বুলি উজানলৈ পঁাচিলে; ক'লে, বাটত দখিণকূলীয়া বিষ্ণু আতাক লগ পাই যায় যেন। বাপুঘৰ লুইতে উজাই শিঙৰা নৈয়ে সোমাই চমৰিয়াত ৰ'ল। দুয়োজনা আতা কীৰ্তন-গৃহ সোমাই, এখনি কঠ পৰা আছিল, তাতে সেবা কৰি বহি কথা হৈছে। বদুলা আতাক ভক্তিৰ ভাৰখনি দিয়াত আনন্দ প্ৰকাশ কৰি বৰবিষ্ণু আতাই নানা দৃষ্টান্ত দাঙি এবাৰ কৈছে, "আৰু এক সদাগৰৰ আঠাৰ পুত্ৰ; তাম, কঁাহ, পিতল, ৰাঙ্গ, সীহ, কড়ি, কাপৰ, কম্বল, ৰজত, সুবৰ্ণ, ৰত্ন, হীৰা, মাণিক, পোৱাল, মুকুতা, সিংখাপ, এই আঠাৰে ভাগকৈ ভগাই দিলে। সৱাতকৈ বঢ়া, কোটি লাখ-বিলাখ যাৰ মূল্য নাই, কাকো নিদি পৰম স্নেহত গোপ-থাপে থৈছিল, শেষ কালত এটি পুত্ৰ হ'ল, দি গ'ল। আমাৰ-তোমাৰো গুৰুজন পিতৃ, ঠাকুৰ আতা মাতৃ, আমি আঠ পুত্ৰ; ৰামচৰণ, বৰঠাকুৰদেউ, গোমাৰ গোবিন্দ, লচাকণীয়া গোবিন্দ, লক্ষ্মীকান্ত, পঢ়িয়াৰ মাধৱ, লায়টীয়া শ্ৰীহৰি, বংশী. যদুমণি, অচ্যুত গুৰু, এই আঠাৰজন পুত্ৰ। মাধৱৰ আশীবিধ ভক্তি.........; তাকে যাৰ যি যোগ্য পাত্ৰ চাই ভাগকৈ দিলে।"

মহাপুৰুষৰ ধৰ্মৰ এই প্ৰথম আৰু প্ৰধান প্ৰচাৰকসকলৰ মাজৰ এজনা হ'ল পঢ়িয়াৰ মাধৱ (পঢ়িয়া মাধৱ, পঢ়িয়া আতা)। সিজনাৰ সম্পৰ্কে বিশেষ কথা এতিয়াও ভালভাৱে আমাৰ মাজত জনা হোৱা নাই। এনে কি, 'পঢ়িয়া' শব্দটোৰ লগত দক্ষিণ ভাৰতৰ তামিল ভাষাৰ অস্পৃশ্য বুজোৱা 'পৰিয়া' শব্দৰ উপৰুৱা আৰু বাহ্য সাদৃশ্য দেখা পায়েই জনা-বুজা লোকেও দুইটাকে সাঙুৰি হাল জুৰি পঢ়িয়া আতা একেবাৰেই

মাদ্ৰাজৰপৰা আমদানি হোৱা বুলি নিঃসঙ্কোচে এক নতুন খবৰ সভায়-সমিতিয়ে দিয়াৰ অৱকাশ পাইছে। ইয়াতে পঢ়িয়া আতাৰ বংশৰ মহন্তসকল আৰু শিষ্যসকল ক্ষুণ্ণ হ'বৰে কথা, কাৰণ সিটি উক্তি শুদ্ধ হ'ব নোৱাৰে। কিন্তু সেই খবৰে অৱকাশ পাইছিল পঢ়িয়া আতাৰ আঁতি-গুৰি জনা নোহোৱা বাবেই। সেই ভ্ৰম বৰ্তমান প্ৰকাশনখনিয়ে নিশ্চয় দূৰ কৰিব পাৰিব। সুখৰ বিষয়, যিসকল দায়িত্বশীল লোকে পৰিয়া-পঢ়িয়াৰ খেলি-মেলি কৰিছিল, সিসকলেও পিছত খবৰ-কাগজত নিজৰ ভ্ৰম স্বীকাৰ কৰিছে। অৱশ্যে পঢ়িয়া শব্দৰ ব্যাখ্যা সম্পূৰ্ণৰূপে আমি পাইছো বুলি ক'ব পৰা নাই। এই চৰিতখনিয়ে নিজৰ এটি ব্যাখ্যা দিছে। কিন্তু ইয়াত যি বিৱৰণ পোৱা গৈছে, তাতোকৈ অলপ বহল বিৱৰণ 'কথা-গুৰুচৰিত'ত (তলত সকলো ঠাইতে মূল সাঁচিপতীয়া পুথিৰ পাঠ মাত্ৰ দিয়া হৈছে) সন্নিবিষ্ট হৈছে।

আৰু পঢ়িয়া আতাৰ নিৱাস উৰপোটত। জগন্নাথ সন্ন্যাসীৰে পছিম ক্ষেত্ৰ সকলো তীৰ্থ ফুৰাই নেপাল দেশ গৈ হিমালয়ৰ দখিণে যমদন্ত পৰ্বত উঠি যাওঁতে এজন ভব্য পুৰুষে উপদেশ দিলে, বোলে : আৰতে পৰি মৃত্যু হ'লে ৰাজ-ঐশ্বৰ্য্য, ধনপতি, ভোগ, ভুকুতি, স্বৰ্গসুখহে পায়গৈ, জনন, মৰণ, আয়াযাত, পাত, ভয়, গৰ্ভবাস, সংসাৰে নেৰায়। এতেকে তুমি পূৱ দেশে যোৱাঁগৈ; বিশিষ্ট গুৰু পাবা। এই ঘোষাটি মাতি প্ৰাৰ্থনা পৰামৰ্শ লভিবা; জন্ম-মৃত্যু আয়াযাত সাৰি পৰম্পদ বৈকুণ্ঠ পাবাগৈ; যোৱাঁ।— "হৰি-গুৰু-পদ সেৱা খাণ্ডা ডাটি ধৰা। মন-বৈৰী কাটি সুখে ভৱনদী তৰা॥"

মাৰ্কণ্ডেয়-সদাশিৱ মতে উপদেশে ভেদি আতে বিৰকত হৈ উভতি আহি উজাই কামৰূপে গৃহ পালেহি। *॥ পাই চোতালতে ৰৈ আছে। জ্যেষ্ঠ-চোট ভাতৃ, বৌৱেকে দেখিয়ে ভিতৰ সোমাল দ্বাৰ মাৰি। এই বোলে : "আমি আহিছো বাৰ বৰ্ষে অনেক তীৰ্থ ফুৰাই পৱিত্ৰ হৈ। অনেকে আমাক দৰ্শন-পৰ্শন মান-সৎকাৰ কৈ পৱিত্ৰ হৈছে। আদৰ-সাদৰ কৰিবৰ চাৰি দহো দ্বাৰ মাৰিহে সোমালাহক।"

সিহঁতে বোলে : "তোমাৰ নিচিনা এনে বেশধাৰী লোক দেখিবই নাপায় জটে, ঘণ্টা-পক্ষা-ভস্মে। মোৰ গুৰুজনে ঘোষাত কৈছে : কৃষ্ণৰ পৰম নিৰ্মল চৰিত্ৰ কথাৰ যৈত প্ৰকাশ। গঙ্গা আদি কৰি যত তীৰ্থ আছে তৈতেসে কৰে নিৱাস॥ তেনো কোটি গঙ্গা গয়া কাশী বাৰাণসী গুৰুজনৰ পাশতে স্নান কৰোঁ, হৃদিতে নিতে কৰোঁ।"

বোলে : "সেই গুৰুজননো ক'ত আছে?"

বোলে : "সেই সিপাৰে সুন্দৰীতে"॥*॥

তেহে দুয়ো সেইদিনাই ব্ৰহ্মপুত্ৰ পাৰ হৈ আহিল। জগন্নাথ সন্ন্যাসী সোমাল যজ্ঞমূৰ্তি বাসুদেৱৰ ঠাইতে। সুধি এওঁ গ'ল। সুন্দৰীত বাট-গৃহতে ৰৈছে। তেনেতে ঠাকুৰ আতা পালেহি মনথৈৰপৰা। সুধিৰ ধৈলে, বোলে : "ক'ৰ বৰাগী? ক'ৰতে আহা? কিয়?"

....সবে তীৰ্থ বাবে বৰ্ষ বেৰোৱা ক'লে। 'এতিয়া,' বোলে, "আহিছোঁ আশাকৰে।"

আতা বোলে : "তোমাৰ এনে বেশেৰে গুৰুজনক কিয় দেখিবা?"

বোলে : "কেনেকৈনো দেখি?"

বোলে : "এইভোৰ গুচুৱা।"

তেহে জট, কন্থা, খণ্টা, পঙ্কা উটাই পেলোৱালে নৈতে। শুনি গুৰু বোলে : 'সখিৰ মাত যেন শুনো। কাৰে কথা হৈছে?'

ভকতে বোলে : "বাপ, সেই সন্ন্যাসীটোৰ জট, খণ্টা, কন্থা, ম'ৰাপক্ষ কটাই উটাইছে।"

বোলে : "পাইছেহি কাজীয়ে।"

তেহে স্নান কৰাই আতা আতৈক ভেন্টাই দিছেগৈ গুৰুজনক। 'হৰি গুৰু' মাতি সেৱা কৈলে। গুৰুজনে সুধিছে, বোলে : "কি তীৰ্থ বেৰাইছিলা? কত বৰ্ষ?"

তেহে পূৰ্ব্বৰপৰা সবেখানি ক'লে; আৰু বোলে : "বৰ মেলখানত থাকিলে নেদেখে, দমিব নপাৰে; যাৰ মুঠিত যি থাকে, দূৰতে ক'ব পাৰোঁ।"

গুৰু বোলে : 'বাৰ বৰ্ষ বেৰাই লুকি-মুঠি শিখিলা।'

এই বুলি গুৰুজনে ঘোষা মাতিছে : "সমস্তে তপক আচৰোক, পৰোক পৰ্বতে উঠি যত।" "বেদাগম আদি কৰি যত বিস্তৰ তীৰ্থত নাহি কাৰ্য্য।"

আতৈৰ ঘোষাত মন মজি মহাপুৰুষক গুৰু বুলিলে। তেহে গুৰু মাধও নাম দিছে। পাছে গুৰুজনত বিদায় লৈ উৰপোটলৌ নগ'লে, তাইসৰ ঠাইতো নবৈ হেবেমদতে ৰ'লগে। গোসাঁইঘৰীয়াৰ-পো কৃষ্ণাই আতৈ বোলে, তেওঁ লগতে আছে। গুৰুজন থকা গৈ হৰিগৃহটিতে নাম-গুণ গাই থাকে। কৃষ্ণাই আতৈৰে আলধৰা খৰাই-লগা হৰি আতৈ, পঢ়িয়া আতৈৰে একেলগে শোৱে; পিঠিটো আঁকি-বাঁকি থয়।

পঢ়িয়া আতৈয়ে বোলে : "তই মোৰ পিঠিতো কিয় আঁক-বাঁক কৰ?"

বোলে : "স্বপ্নত সুন্দৰ স্ত্ৰী এটা আহি বোলে : তই লিখ। লিখ বুলি লিখায় দহোঁ।"

কৃষ্ণাই আতৈয়ে বোলে : "সৰস্বতী কণ্ঠোগত হ'লনে, মহাপণ্ডিত হ'ব।"

তেহে পঢ়িয়া আতৈক পঠাই লুইতৰ উত্তৰে চিৰহাটীত যাদইন্দ্ৰ ভট্টাচাৰ্যৰ ত'তে হৰি আতৈক দিলেনি পঢ়িবলৈ। পঢ়িছে ব্যাকৰণ, কাব্য, কোষ। পঢ়িয়া আতৈক মাহে-পক্ষে কৃষ্ণাই আতৈয়ে পঠায় চাউল-পাত দি। এজোপ গৈছে আহিন মহা শৰত কালে পূজি হাঁহ পাৰ ছাগ কাটি ঢাৰি আঁৰ দি থৈছে। আতৈয়ে ভু নপাই লাঠিৰ আগেৰে ঢাৰি বহিবলৈ চায়।

যাদইন্দ্ৰ বোলে : "পঢ়িয়াৰ-পো, তাক নালাৰিবা। তোমাসৱে নালাগে চাব।"

তেহে সেইভোৰ দেখি হৰি আতৈকো লৈ আহিল নপঢ়াই। সেই কথা গুৰুজনে

শুনি ....বোলে : "মোৰ গুৰুজনে দিছে প্ৰথম স্মৰ্ত্ত : অন্য দেৱী-দেৱ নকৰিবাঁ সেৱ, মূৰ্তিকো নচাইবাঁ তাৰ। গৃহো নপশিবাঁ, প্ৰসাদো নখাইবাঁ, ভক্তি হৈব ব্যভিচাৰ।।"

পঢ়িয়া আতৈয়ে সেই কথা শুনি আপুনি গৈছে পাৰ হৈ সুন্দৰীলৈকে। শৌচলৈ যোৱা ভকতে দেখি আহি বোলে : "বাপ, পঢ়িয়া আতৈ আহিবৰ দেখি আহিছো।"

গুৰুজনে বোলে : "আমাৰ এহেলৈ নাহিব। যিখানি পাইছে, কোৱাগৈ ত'তে ৰক।"

ক'লেগৈ। আতৈয়ে গুৰু-আজ্ঞা শুনি সৰিহ ৰখা পঁজা এযেৰি পাই তাতে ছমাহ পৰি অনাহাৰে আছে, হাৰ-চালহে আছেগৈ; দাঁড়ি-চুলিয়ে বিবৰ্ণ পৰিল গোটে, আকাৰহে আছে। একদিনা ঠাকুৰ আতা শুধিলৈ গৈছিল সেইটে। দেখি কক্‌বক্‌কৈ বগুৱা বাই পাৰত পৰিলহি। আতা দেখিয়ে বোলে : "কিয় এনে হ'ল?" ক'লে; মাতে নোলায়। "আহাঁ" বুলি ধৰি আনি ছোট গৃহতে থৈ আতা গ'ল সোমাই। গৈ বোলে : "জীৱৰ এনে দুখ হ'লে ধৰিব কোনে? গুৰু-ধৰ্ম লোপহে হ'বগৈ আগলৈ আৰু।"

বোলে : "সখি, কি?"

বোলে : "বাপ, সেই পঢ়িয়াৰ পো-আতৈৰ শৰীৰ পৰেহে। ছমাহ আজি অনাহাৰ।"

বোলে : "আহিছেনে?"

বোলে : "নগুলাতে থৈ আহিছো।"

বোলে : "আনাচোন।"

আনে! দেখে, চিনিবই নৱাৰে। দুখ দেখি গুৰুজন দয়া জন্মি দোষ-দণ্ড এৰি দাঁড়ি-মূৰ খুৰাই খাৰে-টেঙ্গা ৰউষ দি স্নান কৰালে। লগতে চাউল সিজাই প্ৰথম দিনা লেটেকুৰ মান দিলে। পাছলৈ ক্ৰমে ক্ৰমে আম, অমৰা টেঙা, আউৰমান দি বঢ়াই তিনি পক্ষেহে একঠি কৰিলে, গাও পূৰ্ব্বৱত পূৰ্ণ হ'ল।

বিদায়কৈ পুনৰ হেৰেমদৰ কৃষ্ণাই আতৈ, হৰি আতৈৰ লগত আছেহি।। *।।

ইয়াৰ পিছত গোসাঁইঘৰীয়া কৃষ্ণাই আতৈৰ কন্যা ইন্দুমতীৰ লগত পঢ়িয়া আতাৰ বিবাহ হয়। আৰু অলপ দিনৰ ভিতৰতে আতাই ইন্দুমতীৰ ভনীয়েককো বিয়া কৰে।

পুত্ৰ হ'ল বৰ গোপাল আতৈ, ভোলা মধ্যম, নিৰঞ্জন চোট মুৰাৰি সৰু, মুৰাৰি খাৰু টাৰ, হাৰ, পাট-ভুনি পিন্ধি জগুৱলে-ছনে গৈছিল; খটে ধৰি মাৰি নিলে। আৰা তিনি হেৰেমদতে ৰ'ল।

আৰু এদিন গুৰুজনৰ পিতৃ-তিথিলৈ তিনি দিন অছাত মনত পৰি বোলে, "গোপাল, আজিএ বাৱৰিলৈ গৈ কলা আনি যাগ দিয়াঁ, দিন নাই, শীঘ্ৰে।"

গৈ স্নান কৈ ধূলা লৈ বিদায়-সেৱা কৰিবলৈ গৈ দেখে, কথা-সুখে বহিছে। ৰস ভাগে বুলি নমাতি পাছে আঠু লৈ আছে।

চাই-দণ্ডীয়াত সম্বৰি দেখি বোলে, "কিয় নগ'লা?"

বোলে, "কথা-সুখ ভাগে বুলি আহো বিদায় কৈ যাবলৈ।"

বোলে, "গোধূলি কেতিয়া যাবা?"

বেগেই গৈ আনি যাগ দিহে বাতি চাই-দণ্ডীয়াত সেৱা কৰিছেগৈ।

বোলে, "পালানে?"

বোলে, "বাপ, আনি দিয়া হ'ল।"

তেহে গুৰুজনে বোলে, "দুপৰ বাট, ৰাতি দিনে পৰতে কৈলা।"

এই বুলি সন্তোষ হৈ বৰ দিছে, বোলে, "আমাক যেনেকৈ কলা আনি কৰ্ম কৰাই সন্তোষ কৰাইছা, তুমিও আমাৰ ভক্তি-বস্তুৱে সন্তোষ লভিবা, যশে জগত জুৰি ৰ'ব।"

ইয়াৰ পিছত মাধৱদেৱৰ লগত পড়িয়া আতাৰ আৰু এবাৰ সাক্ষাৎ হয়। ৰঘু ৰজাৰ নিগ্ৰহক্ৰমে মহাপুৰুষ ছমাহ কাল হাজোত থাকিবলগীয়া হয়। তাত যেতিয়া হয়গ্ৰীৱ-মাধৱৰ মন্দিৰতকৈও মাধৱ পুৰুষেহে অধিক লোক আকৰ্ষণ কৰিবলৈ ধৰিলে, তেতিয়া বিদ্বেষীসকলে "মৰা মাধৱ, জীয়া মাধৱ" উলিয়াবলৈ ধৰিলে। সকলো কথাৰ গম পাই কোচবেহাৰৰপৰা আইধায়ে টেমা ভৰাই কেশ ছিণ্ডি কাতৰ-কাৰ্পুণ্য কৰি মাতি পঠোৱাত গুৰুজন ভটীয়াই গ'ল; আৰু পোনতে মনদিয়া ঘাটত ৰ'লগৈ।

তাতে পড়িয়া আতৈ সেৱা কৰিছেহি। কৰি বোলে, "বাপ, আমি যাওঁ।"

বোলে, "যাব নালাগে, তুমি থাকা।"

বোলে, "বাপ, কাৰে থাকিম?".......

বোলে, "তেনেহলে আমি জিহ্বাকে দিছো।"

বোলে, "বাপ, চৰ্চি দিয়ক।"

দিলে। দি বোলে, "সদা-সৰ্বদা নাম নেৰিবাঁ।" তেহে বোলে, "মেঘ থাকে এক লক্ষ উপৰত; ম'ৰা থাকে পৃথিবীতে। মেঘে গাজিলে মৈৰা নৃত্য কৰে। মিত্ৰ ঘটিছে তেও। আৰু সূৰ্য থাকে এক লক্ষৰ উপৰে; পদ্ম থাকে এক লক্ষৰ তলত। তেওঁ সম্বন্ধ ঘটিছে। সূৰ্য উদয় হ'লে পদ্ম ফুলে। আৰু চন্দ্ৰৰ মণ্ডল দুই লক্ষৰ ওপৰে; ভেট-উৎপল দুই লক্ষৰ তলত। তেও মিত্ৰ ঘটিছে; চন্দ্ৰৰ উদয়ে ফুলে। এতিয়া ঠাইতে বস্তু চিনাই দিছো। নেৰ পাশ, ছাৰ ভাষ।"

পাছে সদা-সৰ্বদা নাম লৈ আছে। বৃদ্ধকাল হ'লহি। তৈতে গাবো-খৰামিৰ ৰণ লাগিল। আতৈৰ পুত্ৰ গোপাল বৰ; ভোলা মধ্যম; নিৰঞ্জন ছোট। মুৰাৰি সৰু, খটে মাইলে হাবিত। এবা তিনিএ আতৈক নি জঙ্গলত শাল-বৃক্ষৰ গুৰিত থৈ আহিলগৈ। তাতে নাম লৈ আছে বহি। নিশা বৰ বৃষ্টি-বাত আনিলে। শাল-বৃক্ষ ভাগিল দুহাতমানৰ উপৰে; এফাল মুঢ়াৰে পৈল। আতৈ নাম লৈ আছে। এবাসৰে পুৱা গৈ দেখি বোলে, "গাছ ভাগি মৰাহা পৰি। আহাঁ।" ধৰি আনিলতহে জানিলে।

পঢ়িয়া আতৈৰ বৃদ্ধ বয়সৰ এই কাহিনীটো মন কৰিবলগীয়া। গাৰো-খৰামি অৰ্থাৎ গাৰোসকল আৰু খাছিসকলৰ ৰণৰ সময়ত আতঙ্কত বৃদ্ধ আতৈক তিনি পুতেকে (আনজনক ইতিমধ্যেই ডকাইতে হত্যা কৰিছে) হাবিৰ মাজত থৈ অহা আৰু আতৈয়ে ধুমুহা-বতাহকো আওকাণ কৰি, ভাগি পৰা গছৰো উমান নোপোৱাকৈ নাম-মাধুৰী পান কৰি আছে। এই ঘটনা সঁচাকৈয়ে কৌতূহলোদ্দীপক। গাৰো-খৰামিৰ ৰণখনেইবা কেতিয়া লাগিছিল? সেই ৰণ হৈছিল বৰ্তমান মেঘালয় ৰাজ্যৰ দুই প্ৰধান গোষ্ঠী গাৰো আৰু খাছিৰ মাজত, নে সেই দুই গোষ্ঠীৰ লগত আন কাৰোবাৰ? আহোম বা কোচ ৰজাসকলৰ বুৰঞ্জী-বংশাৱলীত এই বিষয়টো সন্নিবিষ্ট নোহোৱাৰ্লে চাই এই ৰণ গাৰো আৰু খাছিৰ মাজতে আবদ্ধ বুলি ভাবিবৰ কাৰণ ওলায়।

পঢ়িয়া আতাৰ চাৰি পুত্ৰ— ক্ৰমে ভোলা, গোপাল, মুৰাৰি আৰু ত্ৰিপুৰাৰি ('কথা-গুৰুচৰিত'ত এওঁকে নিৰঞ্জন বোলা হৈছে)। ত্ৰিপুৰাৰি কনিষ্ঠ। এওঁকহে বিয়াৰ সময়ত অলঙ্কাৰ পিন্ধি স্নান কৰিবলৈ যাওঁতে ডকাইতে হত্যা কৰে, মুৰাৰিক নহয়।

১৪৫১ শকৰ আহিনৰ কৃষ্ণা তৃতীয়া তিথিত মাধৱ আতাৰ আৱিৰ্ভাৱ আৰু ১৫৫৪ শকৰ চৈত্ৰ মাহৰ কৃষ্ণা দ্বিতীয়া তিথিত তিৰোভাৱ বুলি আতাৰ বংশধৰসকলৰপৰা জানিব পৰা গৈছে।

পঢ়িয়া মাধৱ আতাৰ জন্মস্থান এঠাইত "বেলতলা মৌজাৰ নিকট বোদা গ্ৰাম" (পিঠি ১) আৰু এঠাইত "বেলতলা দেশ, বোন্দা গ্ৰাম" (পিঠি ৫) বুলি আছে। বেলতলা হ'ল কোচবেহাৰৰ কোচ ৰজাসকলৰ এটা ঠেঙুলিৰ অধিকৃত সৰু অঞ্চল; পিছত ই মৌজাত পৰিণত হয়। মন কৰিবলগীয়া যে 'কথা-গুৰু-চৰিতে' পঢ়িয়া আতাৰ নিবাস উৰপোটত বুলি ক্ষান্ত হৈছে। বোন্দা গাঁও গুৱাহাটীৰ পূৱলৈ নাৰেঙ্গী ৰেলষ্টেচনৰপৰা ৩ ফাৰ্লং দূৰত। যোগাসন কৰি মাধৱ ভূঞাই সন্ন্যাসী জীৱনত য'ৰপৰা জঁপিয়াই তললৈ পৰিব খুজিছিল, সেই 'মহেশ্বৰ চক্ৰৱৰ্তী পৰ্বত' (পিঠি ১) বা 'মহেশ্বৰ চক্ৰ'ক (পিঠি ৫) 'কথা-গুৰু-চৰিত'ত' পছিম "ক্ষেত্ৰে সকলো তীৰ্থ বেৰাই নেপাল দেশ গৈ হিমালয়ৰ দক্ষিণে পোৱা যমদন্ত" বুলি উল্লেখ কৰিছে। হাথীমূৰা বা হাতীমূৰা পৰ্বত বামুণদিত, গুৱালকুছিৰ পশ্চিমত। মাধৱে পশ্চিমৰ তীৰ্থক্ষেত্ৰৰপৰা বোন্দাৰ ঘৰলৈ আহি হাতীমূৰাৰ ওচৰত ব্ৰহ্মপুত্ৰ পাৰ হৈ সুন্দৰী অৰ্থাৎ সুন্দৰীদিয়াত মহাপুৰুষ মাধৱদেৱৰ সাক্ষাৎ লাভ কৰেহি। সন্ন্যাসী মাধৱৰ জুলি-জোলোঙা উটুৱাই দিয়া ৰবিলা হ'ল সুন্দৰীদিয়াতে।

'হেমেশ্বৰ' (পিঠি ১১, ১২) অৰ্থাৎ হেৰেমদৰ (হেৰামদ, হেৰান্দ) 'মহাৰাজ'

অৰ্থাৎ ৰজা-পোৱালিৰ ৰাজ্য 'দক্ষিণ' (পিঠি ৮), দখিণকোল অৰ্থাৎ লুইতৰ দক্ষিণৰ অঞ্চলত। এই হেৰেমদৰ ৰজাবপৰাই পিছৰ ৰাণীৰ ৰজাসকল হৈছে। হেৰেমদ ৰাজ্য 'গাৰোমিৰ দেশ' (পিঠি ৭) অৰ্থাৎ গাৰো আৰু খাছিসকলৰ অধ্যুষ্ট অঞ্চল। এই অঞ্চলৰ থানসমূহৰ বিষয়ে বৰ্তমান চৰিতখনি (পিঠি ৭, ৮, ১১, ১২) কিছু আভাস পোৱা যায়। 'কথা-গুৰুচৰিত'ত মহাপুৰুষ মাধৱদেৱে দখিণকুলীয়া ৰৱিবিষ্ণু আতাৰ ঠাই মালচালৈ গৈ 'নৃসিংহ-যাত্ৰা' কৰি আঁতাই সুন্দৰীদিয়ালৈ ঘূৰি অহাৰ বৰ্ণনা দিওঁতে এই অঞ্চলৰ এটি সুন্দৰ বৰ্ণনা দিয়া হৈছে।

পাছে যাত্ৰা গাই-বাই অৱসান হ'ল। আতৈসৱে অনেক দ্ৰব্য পালে। তৈতে দহ দিন ৰহি কাশী গঙ্গাদি উজাই গৈ হেৰেমেশ্বৰ ৰাজ্য হেৰেমদতে বৈলগৈ। ভক্তে সমে হৰি-কথা-সুখে তাতে ছমাহ আছিল, মহা-প্ৰেম-ভকতি-খেলা-সুখে। অনেক ৰায়ত দেশ ভাগি আহিব ধৈলে; ধৰ্ম ধৈলে অনেকে। .......... জঞ্জাল পাই ছিৰাম আতা সৈতে উত্তৰ ফালে এফেৰি হাবি আছে; তাতে গৈ কথা-সুখে ৰহে। পাছত থান সৰু হেৰেমদ হ'ল। আৰু ঘাটৰ কাখে এজুপি আম আছে; তাতে গুৰুজন গৈ আউজি এপদ দি একপদ মাটিত থয়; পদৰ চিন ৰ'ল; আউজা চেঁচা যেন হ'ল। এটি ছৰা কান্দি কান্দি গুৰুজন ওচৰলৈ গ'ল; গাছৰ্তে পাৰ আনি মাথে দিছে; সি নিচুক দিছে। ৰামচৰণ ঠাকুৰে বোৱা বেল, নাৰিকল, আম, আমলখি এতিও আছে।

পাছে হেৰেমেশ্বৰ ৰজা শৰণ ল'বলৈ মানুহ পঠালে।

বোলে, "ৰামচৰ্ণ, মোৰ পৰমগুৰু শ্ৰীশঙ্কৰদেউ নৰনাৰায়ণক শৰণ দিব লাগে বুলি বৈকুণ্ঠে গ'ল। আমিও ই ঠাই এৰি ব'লা যাওঁ।"

এই বুলি নাঞ মেলি আহিছে। কিছু ভটীয়াই ৰামচৰ্ণ উঠিল মুখ-হাত ধুবলৈ। ডোবাত ভেট, পদ্ম ফুলিছে। দেখি বোলে, "বাপ, জলে-থলে বৰ বিশেষ ঠাইখান।"

বোলে, "পাছত আমাৰ থান-সত্ৰ হ'ব।"

কিছু গৈ পানী-কুজ্জিত থিয় দি বোলে, "কি সম চাপৰিটো সত্ৰ কৰিবলৈ!"

বোলে, "পাছলৈ হ'ব।"

সৰু-বৰ [হেৰেমদ,] ফুলগুৰি হ'ল।

গুৰুজন নেত্ৰ বলাই চাই গ'ল পিৰিৰ্তে; য'তে দৃষ্টি পৈল, তৈত থান হ'ল পাছলৈ। সিকৰহাটী, ধোপগুৰি, নপৰা, ন-হাটী, ন-বৰি, মৰহটা, জটিয়া-জজি, গুৱালবৰি, গুৱালহটা, দীঘলকুছি, উৰপোট, কান্দুপুৰ ঃ এইসব হ'ল।

পানী-কাখৰীয়া জাল বাইছিল; মাছৰ বাৰ্তা ভক্তে সুধিলে ।

বোলে, "সতৰ শ'ল পাইছো।"

বিলৰ নাম হ'ল সতৰশ'লা।

কিছু গৈ, ফেৰেকি-জাল বাইছিল, গুৰুজনে বোলে, "এই বালাতে বৈ চাউল সিজক। মাছ লোৱা হওক।"

সুধিলে বাৰ্তা মাছৰ।

বোলে, "ছবুৰিমান নাৰ-বাটহে পাইছো।"

তাৰতে সুন্তিৰ নাম হ'ল ছবুৰিয়া। পাছদিনা একাদশী। বৈ নাম গাই চাউল-কলা খাই গৈছে। নাম হ'ল বিলৰ কলখাৰা।

মেলি গৈ কলহিত পৰি ভটীয়াইছে। বৰ চোম এজোপা দেখি বোলে, "মমা, এইডাল লম্বা চোম; অনেক পক্ষী বহাইছে।"

গুৰু বোলে, "আমাৰ পাছত অনেক ভকত একত্ৰ হৈ হৰি-গুণ গাব গহন লোক এজন থিত হৈ।"

চমৰিয়া হ'ল।

কিছু গৈ গাছথুৰি দেখি বোলে, "মণ্ডলাকাৰে মালাপ্ৰায় বৃক্ষখানি।"

পাছত মালৈবাৰী হ'ল।

চক্ষু পৰাত বেতবাৰী, কাতাৰিবাৰী, কৈমাৰি, দলগোমা, দমালচোঁচ, বুৰুকা, হৰিপুৰ, কাঁড়ীপৰা, কাতলামাৰি, কেঁচাইডুবি, চেকেলাবাৰী, নলঙ্গা ঃ এইসব থান-সত্ৰ হ'ল পাছত। গৈ পুনু মালচাতে বৈ কাঠমিয়ে খৰা দি সুন্দৰীতে ৰহিছেগৈ।।

মন কৰিবলগীয়া যে গুৱালকুছি বা শোৱালকুছি নামটি বৰ্তমানখনি চৰিতত 'সুবাকুছি', 'সুৱাৰ দুভি' (ডুবি) আৰু 'সোওালকুছি' ৰূপে পোৱা গ'ল। বুৰঞ্জীত 'শিয়ালকুছি' নামো আছে।

বৰ্তমান চৰিতত হেৰেমদৰ ৰজাৰ কথা আৰু মাধৱদেৱৰ ভ্ৰমণৰ কাহিনীৰ (পিঠি ১০—১১) চমু বিৱৰণ সন্নিবিষ্ট হৈছে। তিলচা নদীৰ দখিণ-পছিম ফালে (পিঠি ১২) চাম গছৰ তলত পিছলৈ হোৱা থানখনিয়েই হ'ল চমৰিয়া।

মাধৱদেৱে যেতিয়া তাঁতীকুছি-বৰপেটাত ৰঙিয়াল-ঘৰ সজায়, আসন, খুঁটা, চ'তি আদি হ'লত, মহাপুৰুষে "হেৰেমদলে বাৰ্তা দিলে খৰি-মাটি, ৰাঙ্গপতা, বালিচন্দা আনিবলৈ; খৰাই হৰি, কৃষ্ণাই, মাধ তিনিও আতৈএ আনিলে" বুলি 'কথা গুৰুচৰিত'ত আছে। এই মাধ' আতৈ পঢ়িয়া আতা নে, বুজিব পৰা নগ'ল। সম্ভৱ সেয়ে। কৃষ্ণাই হ'ল গোসাঁইঘৰীয়াৰ-পো কৃষ্ণাই আতৈ আৰু খৰাই হৰি হ'ল কৃষ্ণাই আতৈৰ আল-ধৰা খৰাই-লগা হৰি আতৈ।

বৰ্তমান চৰিতখনিত বৰ সৰহ লোকৰ নাম সন্নিবিষ্ট হোৱা নাই। ইয়াত 'কৃপালু গুৰু' বা 'গুৰুজন' হ'ল মহাপুৰুষ মাধৱদেৱ। মাধৱদেৱৰ সখি জনিয়াৰ নাৰায়ণ ঠাকুৰ, ভাগিন ৰামচৰণ ঠাকুৰক আৰু ছাঁৰ লেখীয়া জীৱন্মুক্ত ছিৰাম বা শ্ৰীৰাম

আতাক আমি ভালকৈয়ে চিনি পাওঁ। হৰিবল্লভ আতৈয়ে মাধৱদেৱৰ আল ধৰিছিল আৰু গুৰুজনক শেহ-বয়সত 'যশোদা মাএ খুৱাদি' খুৱাইছিল 'হৃদয়ত হাত ফুৰাই।' গুৰুজনেও বৰ তৃপ্তি পাইছিল। হৰিবল্লভেই বাহিৰৰ শিষ্যসকলে দিয়া দ্ৰব্যখিনি ভকতৰ মাজত ভগাই দিছিল। মাধৱদেৱে 'ৰাম-ভাৱনা' কৰা সময়ত এইজনা আতৈয়ে সীতাৰ ভাও লৈছিল। মুকুন্দ নামৰ একাধিক ভকত মহাপুৰুষ মাধৱদেৱৰ সত্ৰত আছিল; তাৰে এজন গুৰিতে ধোপগুৰিৰ বৰচুলীয়া নাচনিয়াৰ আছিল; এক আছিল খীৰা মৰলৰ পুত্ৰ; আৰু এক মুকুন্দ আতৈ আছিল দামোদৰদেৱৰ আত্মাপৰ ভগৱানদেৱৰ পত্নীৰ ভ্ৰাতৃ। মুকুন্দ আতৈ আৰু জনাৰ্দন আতৈ শেষ পৰ্যন্ত মাধৱদেৱৰ সঙ্গত আছিল। অচ্যুত গুৰু হাজোৰ ব্ৰাহ্মণৰ ল'ৰা আছিল, নদিয়া-শান্তিপুৰত পঢ়িবলৈ ওলোৱাৰপৰা শ্ৰীৰাম আতাই বিৰত কৰি মাধৱদেৱৰ কাষলৈ আনি ভকত কৰে; মহাপুৰুষে তেওঁক দেউৰি (বিলনীয়া) কৰি লয়। বেহৰীয়া বা বেহকৰা বিষ্ণু আতা মূলতে কোচবেহাৰৰ বিজয়পুৰৰ হিৰণ কাজীৰ বংশৰ লোক।

পঢ়িয়া আতাৰ সঙ্গৰ 'চাৰি বুঢ়া' (পিঠি ৮-৯) মেঘা, মৃগদুম, গোসাঁইঘৰীয়া বুঢ়া আৰু জহা চাউলীয়া হেৰেমদৰ লোক। মাধৱদেৱৰ সঙ্গত থকা ভকতসকলৰ মাজতো এজন দখিণৰ গৃহস্থী মেঘ চাৱলীয়া আছিল। আতাৰ ভকতসকলৰ মাজত আৰু আছিল গুৱালকুহিৰ 'পাঁচ বুঢ়া' (পিঠি ১৩)—গুটিমউ, খৰৰদাছ, দনাৰ্দন, কেশৱ আৰু হৰিদাস বুঢ়া।

### 'পঢ়িয়া' শব্দৰ অৰ্থ কি?

বৰ্তমান চৰিতখনিৰ মতে 'পঢ়িয়া' মানে পঢুৱৈ, যি পঢ়ে, পাঠক। পঢ়িয়া আতাৰ উল্লেখ কৰোঁতে পঢ়িয়া মাধৱ, পঢ়িয়াৰ মাধৱ, পঢ়িয়াৰ-পো মাধৱ, এনে বেলেগ বেলেগ ধৰণে কৰা হৈছে। 'কথা-গুৰু-চৰিত'ত দুঠাইমানত অনেক পৰিয়ালক 'পঢ়িয়া' বোলা হৈছে। ইয়াত শব্দটোৰ পঢুৱৈ বা শিক্ষিত অৰ্থ হোৱাটো সম্ভৱপৰ। এই শব্দৰ লগত দাক্ষিণাত্যৰ 'পৰিয়া' আখ্যাৰ কোনো সম্পৰ্ক দেখা পোৱা নাযায়। 'পৰিয়া' শব্দটো তামিল ভাষাৰ আৰু ি চাৰি বৰ্ণৰ বহিৰ্ভূত আৰু তাৰ তলৰ অস্পৃশ্য লোকক বুজায়। ষোড়শ শতিকাত এই শব্দটো কামৰূপলৈ ভ্ৰমণ কৰাৰ কথা ভাবিবলৈ অলপ উদ্ভট কল্পনা লাগিব। সেই সময়ত কায়স্থসকল কাইথেলি বিদ্যাত প্ৰশিক্ষিত লোক আৰু বিভিন্ন ৰজা আৰু ৰজাপোৱালিৰ কাৰখানা বা দোপদৰ বা কাৰ্যালয়ত কৰ্মচাৰীৰূপে নিয়োগ লাভ কৰা লোক। গতিকে, পঢ়িয়া শব্দৰ অৰ্থ নহ'লেও সমাৰ্থক হ'ল বোধ হয় কায়স্থ। কেইবাজনো ভক্ত মাধৱৰপৰা সুকীয়াকৈ

বুজিবৰ বাবেই মাধৱ আতাক পঢ়িয়া/পঢ়িয়াৰ/পঢ়িয়াৰ-পো মাধৱ/আতা বোলা হৈছিল—এই কথা স্পষ্ট। মাধৱ আতাৰ বংশ কায়স্থ ভূঞা।

বৰ্তমানখনি চৰিতত পঢ়িয়া মাধৱে মহাপুৰুষ মাধৱদেৱৰ ওচৰত কৃপালু গুৰুৰ প্ৰশ্নৰ উত্তৰত নিজৰ পৰিচয় দিছে: "বেলতলা দেশ, বোন্দা গ্ৰাম, বৰণ কায়স্থ কুল, মাধৱ ভূঞা নাম।" মহাপুৰুষ গুৰুজনে পিছত তেওঁক কৈছে: "আমাৰ নামে আপুনাৰ নামে একে, এই কাৰণে মিতা বোলা গেল। আৰু আপুনিয়ে পত্ৰ পঢ়ি আমাক পাৰা গেল, এই কাৰণে আমাৰ নাম মাধৱ, আপোনাৰ পঢ়িয়া মাধৱ নাম থাকিল।"

ইয়াত 'পঢ়িয়া' শব্দৰ এটি ওপৰৰ্ঞ্চি অৰ্থ দিয়া হৈছে বুলি মাথোন আমি গ্ৰহণ কৰিছোঁ। দ্বিতীয়তে, 'কথা-গুৰু-চৰিত'তযে আছে, "তেহে গুৰু মাধও নাম দিছে," সিও বৰ ঠিক যেন নালাগে; বৰং পঢ়িয়া মাধৱ নাম দিছে বুলি লেখা হ'লেই অধিক ভাল হ'লহেঁতেন। পঢ়িয়া আতাৰ পূৰ্বৰে নাম মাধৱ আৰু দেশৰ চলিত ৰীতিমতে মাধৱদেৱে সেই দেখি তেওঁক একে নামৰ বাবে 'মিতা' বুলি মাতিবলৈ ধৰিছে আৰু তেওঁ আনসকলৰ মাজত 'পঢ়িয়াৰ মাধৱ' নামে জনাজাত হৈছে।

এই চৰিতখনি অসমৰ সামাজিক-সাংস্কৃতিক বুৰঞ্জীৰ দৃষ্টিৰপৰা এখনি গুৰুত্বপূৰ্ণ দলিল বা প্ৰমাণ-পত্ৰ। ভাষাৰ ফালৰপৰাও ইয়াৰ কিছু বিশেষত্ব আছে। আমাৰ সম্পাদনাৰ যোগে সেই বৈশিষ্ট্য বিনাশ নকৰি বৰং ৰক্ষা কৰিবৰ বাবেই যত্ন কৰা হৈছে। যিখনি পুথি গুৱালকুছিৰ বৰসত্ৰৰপৰা আনি আমাৰ হাতত দিয়া হৈছিল, তাৰ বয়স এশ বছৰমান মাথোন হ'ব, কাৰণ সেইখনি আধুনিক (চৰকাৰী ডাঠ পাতৰপৰা কাটি দুতৰপীয়াকৈ এঠাই উলিওৱা) কাগজত লেখা। যি জনা গৈছে, পুথিখনি বৰসত্ৰৰ মায়াৰাম মহন্তদেৱে (মৃত্যু ১৩৩৮ বাঙলা ছনৰ মাঘত) লেখা। মহন্তদেৱে লেখা হয়তো এই পুথিৰ আন কোনো পুৰণি পূৰ্বৰূপ আছিল। কিন্তু এঠাইত 'বেলতলা দেশ' (পিঠি ৫; বুলি গোনতেই 'বেলতলা মৌজা' বোলালৈ চাই গোটেই চৰিতখনি ব্ৰিটিঃশ শাসন আৰম্ভ হোৱাৰ পাছত লেখা নহ'লেও সেই সময়ত পুনৰ্লেখন কৰি 'মৌজা' শব্দ সন্নিৱেশ কৰা বুলি ভাবিবৰ স্থল আছে। ইয়াত ব্ৰিটিঃশৰ আগমনৰ পিছৰ বৈশিষ্ট্য থকা আন শব্দ অৱশ্যে আমি লগ নেপালোঁ। পুথিখনিৰ বিৱৰণত পঢ়িয়া আতাৰ বৈকুণ্ঠ-প্ৰয়াণৰ কথা অহা নাই; আনফালে পুথিৰ দ্বাদশ পাতটোৰ এপিঠিত-মাত্ৰ কলোন (:) এটাৰে সামৰণি মাৰি বাঁও কাষে পৃষ্ঠা-সংখ্যা দিয়া হৈছে আৰু আন পিঠিত 'বৈকুণ্ঠৰ : পাৰিষদ...' আদি দুটামান শব্দ লেখি থোৱা আছে। ইয়াৰপৰা স্পষ্ট হয় যে সেয়ে পুথিৰ সামৰণি। কিন্তু আতাৰ প্ৰয়াণলৈকে বিৱৰণ নাহিল কিয়?

চৰিতখনিত কামৰূপ-গোৱালপাৰা অঞ্চলৰ সত্ৰসমূহৰ চৰিত-তোলা প্ৰসঙ্গৰ ভাষাৰ এটি নিদৰ্শন পোৱা গৈছে। আন কথাৰ ভিতৰত কৰিছুন, কহিলন আদি ৰূপৰ ব্যৱহাৰ এটি বিশেষ বৈশিষ্ট্য। এই অঞ্চলৰ সাধাৰণ কিছু আভিধানিক বৈশিষ্ট্য শব্দপঞ্জীৰ ভিতৰত লক্ষ্য কৰা যাব। তাহানি লক্ষ্মীনাথ বেজবৰুৱাই কৈছিল, লুইতত নাও বুৰে, পদ্মাতহে নৌকা ডুবে, অৰ্থাৎ বুৰ্ ধাতু অসমীয়া, ডুব্ ধাতু বঙলা। বৰ্তমান পুথিত (পিঠি ১৩) "ব্ৰহ্মপুত্ৰত নাও ডুবি লুটি-ঘুটি হৈ" আৰু "নাও বুৰি ঢৌ-বতাহত পৰি" ওচৰা-উচৰিকৈয়ে লেখা হৈছে। 'ডুবি' কিন্তু সহজ অসমীয়া শব্দ; সেই দেখি ইয়াত আমি 'সুৰাৱ দুভি' পাইছোঁ।

মাধৱদেৱে যে পঢ়িয়া মাধৱক দেখা পায়ে "কোন দেশেৰ?" (তুমি কোন দেশৰ?) বুলি সুধিলে, তেৱাঁই অভ্যাগতক অসমৰ বাহিৰৰ বুলি বঙলা ভাষাত সুধিছেনে কি? চৰিতৰ এঠাইত স্বাভাৱিক ঠাচত "আমাক ধৰ্মক দিবনা?" (পিঠি ৩) লেখা হৈছে যদিও, আন এঠাইত সলসলীয়াকৈ "আমি হবা পাৰোনেকি?" (পিঠি ১১) লেখা হৈছে। চৰিতখনিৰ আন কিছুমান বৈয়াকৰণিক বিশেষত্ব তলত মন কৰিব পৰা যাব (সংখ্যাবোৰ বৰ্তমান কিতাপৰ পিঠিৰ সংখ্যা :)

বৰ্তমান কাল, তৃতীয় পুৰুষ : আহিছি ৪, গৈইছি ৫, গৈইছে ৭, জন্মিছুন ১, আহিছুন ২, গৈইছুন, আছুন ৬। (এই ৰূপ সম্মানাৰ্থক, পুৰণি কবিতাৰ জন্মিছন্ত, আসিছন্তৰে সম্বন্ধ) প্ৰথম পুৰুষত এনে ৰূপৰ ব্যৱহাৰ অলপ আচৰিত যেন লাগে : দিছুন ৭ (দিছো), অন্যথা—লভিছু ৩।

অতীত কাল, তৃতীয় পুৰুষ : গেল ৬, ৮।

অনুজ্ঞা : চাৱাঁ যাইচোঁ ৩ (চোৱাঁগৈচোঁ)।

অসমাপিকা : যাইচোঁ ৩, যাই ৪ (গৈ)।

তুমৰ্থ : হ'বা লাগে ১, হ'বা পাৰোনেকি ১২, ক'ব লাগে ৭, দিব নোৱাৰি ৫, ল'বা আশা কৰি ৪, ল'বালৈ আহিছে ৪, ল'বলৈ আহিছে ৪।

কৃদন্ত : আহা হৈছে ৭ (অহা), জানা গৈইছি ৫ (জনা), পাৱা হৈছি ৫ (পোৱা), পাৱা যাব ১ (পোৱা), হবা নাই ১১ (হোৱা), কৰাৱা যাব ৮ (কৰোৱা)।

তলৰ খণ্ডবাক্যবোৰত জতুৱা গোন্ধ আছে; সেয়া মন্তব্য।

বিৰক্ত লভি ১ = বিৰক্তি পাই, বিৰকতি লাগি

মনে খাতিৰ নাপাই ১ = মনত নলগাত, মনঃপূত নোহোৱাত

আসন মাৰি ১, ৩, আসন ভিৰি ৩ = আসন কৰি, যোগাসন কৰি
দেখে যে ১, ২ = দেখে যে, যেই দেখে, দেখা মাত্ৰকতে
মুক্ত দিছে ৭ = মুক্ত হৈছে, পৰিনিৰ্বাণ লভিছে
মুক্ত দিয়া গেইছে ৭ = মুক্তি লাভ কৰা হৈছে, এৰা পৰা হৈছে
বাটমেলা দিছ্ল ৮ = পথত মেলানি দিছে, বাটত আগ বঢ়াই থৈছে
দৰ-কৰ সাধি ১১ = দৰ-দস্তুৰ মানি আৰু কৰ তুলি
কাহ্লতি দাবি দি ৪ = কাষলতিৰ তলত চেপা মাৰি লৈ

মহাপুৰুষ মাধৱদেৱে পঢ়িয়া মাধৱক আশীৰ্বাদ কৰি কৈছিল ঃ "তোমাৰ বংশ কঁয়াৰ বৃদ্ধিয়ে বৃদ্ধি হ'ব। আৰু সাত পুৰুষক লাগি বিনাভক্তি তৰিব। বাহু দাঙ্গি থাকা যাব।" ইয়াত বেদৰ আশীৰ্বদীয়া শ্লোকটিৰ প্ৰতিধ্বনি শুনা যায় ঃ "কাণ্ডাৎ কাণ্ডৎ প্ৰৰোহন্তী পৰুষঃ পৰুষঃ পৰি এৱা নো দূৰ্বে প্ৰতনু সহস্ৰেণ শতেন চ।" কৃপালু গুৰুজনৰ এই আশীৰ্বাদ পঢ়িয়া আতাৰ বংশৰ বিস্তাৰ আৰু সত্ৰৰ বৃদ্ধিত সাৰ্থক হৈছে।

ছয়ানী মৌজাৰ উৰপোট গাঁৱত উৰপোট সত্ৰ। ই বৰহেৰামদৰপৰা প্ৰায় দুমাইল আঁতৰত, জগলীয়া নৈৰ পাৰত। কথিত আছে, চাৰিজন বৃদ্ধ শিছে মাধৱদেৱক ইয়ালৈ নিমন্ত্ৰণ জনোৱাত মহাপুৰুষে লগত চতুৰ্ভুজ ঠাকুৰক লৈ সেইফালে আগ বাঢ়ে, কিন্তু গাঁৱৰ কাষৰেদি যোৱা নৈয়েদি মদৰ জগলিৰ দৰে অপৱিত্ৰ বস্তু উটি অহা দেখা পাই মহাপুৰুষ নিজে তালৈ নগৈ ঠাকুৰকে পঠালে, চতুৰ্ভুজদেৱে শলা-বন্তি জলাই ধৰ্ম-বস্তু প্ৰকাশ কৰেগৈ। তেৰাই সাক্ষাৎ কৰিবলৈ অহা লোকে ভেটোৱা বস্তু থৈ ওৰ কৰিব নোৱাৰে বুলি জানি হেনো মাধৱদেৱে থানৰ নাম ওৰপোট বা উৰপোট দিয়ে। ইয়াত দুয়োগৰাকীৰে পদচিহ্ন আছে।

ভোলাগাঁও মৌজাৰ সিকাৰহাটী গাঁৱত সিকাৰহাটী সত্ৰ—বৰহেৰামদৰপৰা এমাইলমান দূৰৈত কাশী-গঙ্গাৰ পাৰত। হেৰমেশ্বৰ অৰ্থাৎ হেৰামদৰ ৰজাই (ৰাণী-ৰজা) শৰণ বিচৰাতো শৰণ নিদি মাধৱদেৱ কাশী-গঙ্গাইদি ভটীয়াই যাওঁতে এই ঠাইতে নাও ৰখোৱা হৈছিল। লগৰ ৰামচৰণ ঠাকুৰে পানী ছুবলৈ যাওঁতে ঠাইডোখৰ বিতোপন দেখি মমাকক কোৱাত গুৰুজনে বাক্য কৰিছিল বোলে, ত'তে আগলৈ এখনি বিশিষ্ট সত্ৰ হ'ব। পিছত নহাটী আতৈয়ে বৰপেটা থানৰপৰা শলা-বন্তি আনি ইয়াতে সত্ৰ পাতে। কোনোৱে ভাবে, মহাপুৰুষে ইয়াত ভৱিষ্যতলৈ সত্ৰ-হাটী হ'ব বুলি স্বীকাৰ কৰাত সত্ৰৰ নাম সিকাৰহাটী হয়।

পঢ়িয়া আতাৰ দিনতে শুৱালকুছিৰ চাৰি বুঢ়াই আতাৰ পুত্ৰ মুৰাৰিক নি নিজৰ

ঠাইত বহা কৰি কীৰ্তন-ঘৰ বান্ধি দিয়ে। মুৰাৰি আতাৰ দুই পুত্ৰ পদ্ম আৰু জয়হৰিৰপৰা গুৱালকুছিৰ বৰসত্ৰ আৰু সৰুসত্ৰ হয়, আৰু পিছত বৰসত্ৰৰপৰা ন-সত্ৰ, বালি-সত্ৰ, পোৰাভিটি আদি আৰু সৰুসত্ৰৰপৰা হাটী-সত্ৰ (এই উদাসীন সত্ৰখনিৰে অধিকাৰ আছিল সাধু বুদৰাম মহন্তদেৱ) আদি গুৱালকুছিৰ সত্ৰসমূহ হয়। পঢ়িয়া আতা বৈকুণ্ঠী হোৱাত তেৰাৰ পুত্ৰ ভোলাই আতাক বৰহেৰামদৰ সমূহ বাপুসকলে ধোপ-মালা দি তাত অধিকাৰ পাতে।

কালক্ৰমত বৰহেৰামদৰ আশে-পাশে বহুতোখনি থান-সত্ৰ হয়—খাৰাপাৰা, চৌধুৰীপাৰা, শৰণীয়া, দতকুছি, বেহেনীয়াপাৰা, মুৰমালা, ধোপগুৰি, উলুবাৰী, গোৱালহাটী, লাংটা, চৌধুৰীপাৰা, দীঘলকুছি, মাৰাভিঠা, গণকপাৰা, সতপুৰ, গৰাবৰী, শিলপোতা, আগচিয়া, বগুৰা, কল্লাপাৰা, খুটাপাৰা, নপাৰা, ইত্যাদি। এই তালিকাৰ লগত 'কথা-গুৰু-চৰিত'ত উল্লিখিত (ওপৰত চাওক) নামখিনি মিলাই চাবলগীয়া।

বৰ্তমানখনি চৰিতত বৰহেৰামদ, সৰুহেৰামদ, সৰু ফুলগুৰি, বৰফুলগুৰি, উৰপোট, সিকাৰহাটী আদি থানৰ নাম উল্লিখিত হৈছে। বৰ্তমানৰ দক্ষিণ ৰাণী মৌজাৰ অতিবামা গাঁৱৰ হেৰামদ থানত মহাপুৰুষ মাধৱদেৱ ছমাহ কাল আছিল। মেঘা, মুগদুম (মঞ্জয়), মেঘা চাউলীয়া (মনোহৰ) আৰু গোসাঁইঘৰীয়া বুঢ়াৰ (কমলা) আহ্বানত মহাপুৰুষে পোনতে ইয়াত নাম-বস্তু প্ৰকাশ কৰে, আৰু ঠাইৰ নাম হেৰামদ দিয়ে। পাছত মাধৱদেৱৰ আজ্ঞাক্ৰমে পঢ়িয়া আতাই ইয়াত সত্ৰ পাতি ৰয় আৰু ইয়াতে নৰ-নাট সম্বৰণ কৰে। হেৰামদই বৰহেৰামদ নামে জনাজাত হয়। এই থান কাশী-গঙ্গাৰ (কাসি-গঙ্গা) পাৰত। বৰহেৰামদৰপৰা সিকাৰহাটীৰ পশ্চিম মূৰ পৰ্যন্ত নৈখনিৰ এই নাম, কিন্তু কলহীত (কুলশী) পৰালৈকে নৈখনিৰ শেষ খণ্ডৰ নাম তিলচা। এই খণ্ডতে বশিষ্ঠ মুনিৰ মদৰ পাত্ৰৰপৰা উৎপত্তি হোৱা বুলি খ্যাত জগলীয়া নৈ আৰু বাঠা নৈৰে কাশী-গঙ্গাৰ সঙ্গম হৈছে। আজিকালি ইয়াৰ নাম ত্ৰিকোণা হৈছে। বৰহেৰামদত শ্ৰীকৃষ্ণৰ আৰু মাধৱদেৱৰ পদচিহ্ন আছে।

সৰুহেৰামদ সত্ৰ ছয়ানী মৌজাৰ আমৰাঙা লাটৰ অন্তৰ্গত, বৰহেৰামদৰপৰা এক কিলোমিটাৰমান আঁতৰত। এইখনি সত্ৰও কাশী-গঙ্গাৰ পাৰত। মাধৱদেৱ বৰ হেৰামদত থকা সময়ত মানুহৰ ভিৰ এৰাবলৈ এই ঠাইলৈ গৈ টঙা বা টাঙা বনৰ তলত এটুকুৰা 'সুখৰ ঠাই' বিচাৰি লৈ তাতে পঢ়িয়া আতাক ধৰ্ম-বস্তু শিক্ষা দিছিল। পিছত দখিণকুলীয়া কৃষ্ণ আতৈয়ে ঠাইকণ বিচাৰি পাই তাতে শলা-বন্তি জলায়।

সৰুহেৰামদক আজিও লোকে 'সুখৰ ঠাই সৰুহেৰামদ' বোলে।

ভোলাগাঁও মৌজাৰ বৰপ্ৰতিমা গাঁৱত সৰুফুলগুৰি সত্ৰ। ইও কাশী-গঙ্গাৰ পাৰত। মাধৱদেৱৰ আদেশমতে ফুল বিচাৰি যাওঁতে শ্ৰীৰাম আতাই ইয়াত সৰু সৰু ধুনীয়া ফুল পাই নি দিছিল,আৰু তেতিয়া হেনো মহাপুৰুষে কৈছিল,—সেই ঠাইত পূৰ্বতে ৰুক্মিণী দেৱীৰ খোপাৰ পুষ্প সৰি পৰিছিল আৰু ভৱিষ্যতলৈ তাতে এখনি বিশিষ্ট সত্ৰ হ'ব। পিছত চতুৰ্ভুজ ঠাকুৰে ইয়াত শলা-বন্তি জলাই নাম-ধৰ্ম প্ৰচাৰ কৰে।

ভোলাগাঁও মৌজাৰ কুৰুৱা গাঁৱত বৰফুলগুৰি সত্ৰ। এই ঠাইৰপৰা শ্ৰীৰাম আতাই ডাঙৰ ডাঙৰ পাহিৰ ফুল নি মাধৱদেৱক দিছিলগৈ বুলি সত্ৰখনিৰ এই নাম। ইয়াৰ আন নাম আছিল বৰজাৰ, মহাপুৰুষে হেনো ইয়াতো ৰুক্মিণী দেৱীৰ কৱৰীৰ পুষ্প পৰিছিল বুলি কৈছিল। শ্ৰীৰামে ধোপা-ফুল পোৱা ঠাইত ধোপগুৰি নামে সত্ৰ হৈছিল। এই সত্ৰকেইখনি বৰহেৰামদৰপৰা এমাইলমানৰ ভিতৰতে।

পঢ়িয়া আতাৰ বংশৰ বংশলতা যথাস্থানত দিয়া হৈছে। কিন্তু স্থান আৰু ছপাৰ সুবিধাৰ বাবে তাত আতাৰপৰা দহ-বাৰ পীৰিলৈকে মাথোন ধৰি দিয়া হ'ল। এতিয়া আতাৰ ঘাই সত্ৰকেইখনিৰ বৰ্তমান অধিকাৰীসকলৰ তালিকা এটি দিয়া হওক।

| | |
|---|---|
| বৰহেৰামদ সত্ৰ | শ্ৰীশৰৎচন্দ্ৰ মহন্ত অধিকাৰী |
| সৰুহেৰামদ সত্ৰ | শ্ৰীৰামচন্দ্ৰ মহন্ত অধিকাৰী |
| সিকৰহাটী, মুৰমালা সত্ৰ | শ্ৰীবংশীধৰ মহন্ত অধিকাৰী |
| উৰপোট সত্ৰ | শ্ৰীহৰেশ্বৰ মহন্ত অধিকাৰী |
| লাংটা সত্ৰ | শ্ৰীপদ্মকান্ত মহন্ত অধিকাৰী |
| নোৱাপাৰা (নপাৰ) সত্ৰ | শ্ৰীদেৱকান্ত মহন্ত |
| বদুলা সত্ৰ | শ্ৰীমহীকান্ত মহন্ত অধিকাৰী |
| শিলপোতা সত্ৰ | শ্ৰীধৰ্মেশ্বৰ মহন্ত অধিকাৰী |
| আগচিয়া সত্ৰ | শ্ৰীভাৰতচন্দ্ৰ অধিকাৰী |
| শুৱালকুছিৰ | |
| বৰসত্ৰ, ন-সত্ৰ | শ্ৰীবিষ্ণুকান্ত মহন্ত অধিকাৰী |
| সৰুসত্ৰ | শ্ৰীসমদত্ত মহন্ত অধিকাৰী |
| হাটী-সত্ৰ | শ্ৰীমাধৱচন্দ্ৰ মহন্ত অধিকাৰী |

| | |
|---|---|
| বালি-সত্ৰ | শ্ৰীমহীন্দ্ৰনাথ মহন্ত অধিকাৰী |
| পোৰাভিঠি সত্ৰ | শ্ৰীকৃষ্ণকান্ত মহন্ত অধিকাৰী |

মুৰাৰি আতাক যেতিয়া সুৱাৰডুবিত সত্ৰ পাতি দিয়া হয় তেতিয়া বৰ্তমানৰ গুৱালকুছি গাঁও অতি সৰু আছিল। এই সুৱাৰডুবিৰ অৱস্থিতি বৰ্তমানৰ সিদ্ধেশ্বৰী পৰ্বতৰ পছিমে। এতিয়াও সেই ঠাইত পকা খট্‌খটি আৰু ওচৰৰ পাহাৰ অঞ্চলত পুৰণি আম-কঁঠালৰ বাৰীৰ চিন আছে। পিছত ব্ৰহ্মপুত্ৰৰ ৰামেই সুঁতিয়ে গাঁও খহাই ভঙা-পতা কৰাত পদ্ম আৰু জয়হৰি আতা সৰু-সত্ৰলৈ আহে।

পঢ়িয়া আতাৰ বংশৰ সত্ৰসমূহত বয়োজ্যেষ্ঠতা অনুসৰি অধিকাৰ পতা হয়। কিন্তু সত্ৰাধিকাৰ নহ'লেও এই বংশৰ মহন্ত-সকলে শিষ্যক শৰণ দিব পাৰে। মহাপুৰুষে হেনো কৈছিল, পঢ়িয়া মাধৱৰ বংশৰ লোক ভলুকা বাঁহৰ গাজৰ দৰে থিয় হৈ ওলাব। এইসকল মহন্তৰ সন্তানসকল কাৰো আজ্ঞাপৰ হ'ব নালাগে, সিসকল স্বয়ংপৰ।

"তোমাৰ বংশ কেএলা-বনৰ গুটি বঢ়াৰ দৰে বাঢ়িব"—পঢ়িয়া আতাৰ প্ৰতি মহাপুৰুষ মাধৱদেৱৰ এই আশীৰ্বাদটিয়ে যেন এইভাৱেই সাৰ্থকতা লাভ কৰিছে।

৬, বিশ্ববিদ্যালয় টোল
১৯৭১

লক্ষ্মীনাথ বেজবৰুৱা-সম্পাদিত

# বৰদোৱা গুৰুচৰিত

## ভূমিকা

**বৰদোৱা-গুৰুচৰিতৰ মূল কথা**

১৮৩২ শকৰ আঘোণৰপৰা ১৮৩৬ শকৰ আহিনলৈকে লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সম্পাদিত 'বাঁহী'ত মুঠ আঠত্রিশ অধ্যায়ত বিভক্ত হৈ এখনি 'গুৰুচৰিত্র' প্রকাশ পায়। সম্পাদকৰূপে সাহিত্যৰথী বেজবৰুৱাই প্রথম পিঠিতে এটি পাদটীকা দিছিল এইদৰে ঃ "এই হাতে-লিখা পুথিখন আমি আমাৰ বন্ধু শ্রদ্ধাস্পদ শ্রীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰপৰা পাইছোঁ। ৰাজখোৱা ডাঙৰীয়াক এই পুথিখন খটৰা সত্রৰ শ্রীযুত পুৰাৰাম মহন্তই বৰদোৱা সত্রৰ পুথি এখনৰপৰা নকল কৰি আনি দিছিল। আমি এই পুথি লৰচৰ নকৰাকৈ 'বাঁহী'ত প্রকাশ কৰিবৰ মন কৰিছোঁ।" চৰিত্রখনি ছপা হোৱা 'বাঁহী'ৰ শেষৰ সংখ্যাত বেজবৰুৱাৰ পাদটীকাটি বিশেষ প্রণিধানযোগ্য ঃ "পুৰণি গদ্য চৰিত্র বুলি চানেকিস্বৰূপে এই চৰিত্র পুথিখন 'বাঁহী'ত ছপা কৰিলোঁ। ইয়াৰ সকলো কথা নির্ভুল নহয় আৰু আমাৰ অনুমোদিতো নহয়।" 'নির্ভুল নোহোৱা' দুই-এটা কথাত বেজবৰুৱাদেৱে টিপ্পনী দি গৈছিল; সেইকেইটি বর্তমান সংস্কৰণত দেখা পোৱা যাব—৪৩-৪৪, ৫৪ পিঠিৰ পাদটীকাত। এটি বিশেষ মন কৰিবলগীয়া কথা—এই চৰিতখনিক 'পুৰণি গদ্য চৰিত্র বুলি চানেকিস্বৰূপে' কিমান দূৰলৈ ল'ব পাৰি, সি বিচার্য। আমি দেখাত ই পুৰণি কথা-চৰিতৰ কথা-ৰীতিৰ প্রতিনিধিত্ব নকৰে—যিমানখিনি কৰে ইতিমধ্যে প্রকাশিত 'কথা-গুৰুচৰিতে'। ইয়াত অর্বাচীন ভাষা-ৰূপ যথেষ্ট সোমাইছে বুলি স্পষ্টভাৱে স্বীকাৰ কৰি ল'ব লাগিব। দৌৰি, দৌৰা-দৌৰি, জামাই, কিনাৰ, কিনাৰা, বাচন, চুকুলি, আৰাল, চালাকি,

ফিৰত পা, ক্ষুধা পা, খৰিদ কৰ্, হিসাব, পত্নীৰ জন্য, পৰিদৰ্শন (দৰ্শন অৰ্থত)— এনেবোৰ প্ৰয়োগ চকুত লগা। আমাৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ'ত আমি কেইটামান কথা লক্ষ্য কৰিছিলোঁ এইদৰে :

> বৰদোৱা থানৰ কথা-চৰিতৰপৰা নতুনকৈ খটৰা সত্ৰৰ শ্ৰীপুৰাৰাম মহন্তই লিখা 'গুৰু-চৰিত্ৰ' এখনি ধাৰাবাহিকভাৱে দ্বিতীয় বছৰ, প্ৰথম সংখ্যাৰপৰা পঞ্চম বছৰ, একাদশ সংখ্যালৈকে 'বাঁহী'ত (আঘোণ, ১৮৩২—আহিন, ১৮৩৬ শক) প্ৰকাশ পায়। এইখনিকে সাধাৰণতে 'বৰদোৱা চৰিত' বুলি জনা যায়। চৰিতখনিৰ শেহত লক্ষ্মীনাথ বেজবৰুৱাই পাদটীকা সংযোগ কৰিছিল এইদৰে, "ইয়াৰ সকলো কথা নিৰ্ভুল নহয় আৰু আমাৰ অনুমোদিতো নহয়।" পিছে, বিশেষকৈ এইখনি চৰিতৰ আলম লৈ বেজবৰুৱাই ১৮৩৩ শকত 'শঙ্কৰদেৱ' গ্ৰন্থ লিখি ছপা কৰে; লগতে আন বিস্তৃত সত্ৰীয়া কথা-চৰিতৰপৰা সঁজুলি লৈ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' প্ৰণয়ন কৰে।

বৰদোৱা থানৰ মূল চৰিতখনি ক'লৈ গ'ল, সেই সম্বন্ধে বিশেষ কথা জানিব পৰা নগৈছে। ডেৰকুৰি বছৰমান পূৰ্বে তাৰ অনুসন্ধান কৰোঁতে এনে এটি খবৰ পোৱা গৈছিল যে কোনোবা এগৰাকী বৃদ্ধা দৈৱজ্ঞ মহিলাৰ হাতত চৰিতখনি নাজিৰালৈ স্থানান্তৰিত হয়। কিন্তু আমাৰ সন্ধানৰ সূত্ৰ আৰু সিমানতে হেৰাই যায়। এই কথা প্ৰায় বুকুত হাত দি ক'ব পাৰি যে মূল চৰিতখনিৰ ৰূপ পুৰাৰাম মহন্তৰ হাতত অবিকলভাৱে বৈ যোৱা নাই। সম্ভৱতঃ মূলৰ কথনকে ইয়াত বহুত সংক্ষেপ কৰা হৈছে আৰু ঠায়ে ঠায়ে অৰ্বাচীন ভাষা আৰু কথা সেই ছলতে সোমাই পৰিছে। আমাৰ *Sankaradeva and His Times : Early History of the Vaisnava Faith and Movement in Assam* গ্ৰন্থত এই চৰিতখনি সম্পৰ্কে আমি চমুকৈ এনেভাৱে মন্তব্য কৰিছিলোঁ :

> The *carita*, known as *Bardowā carita*, is the redacton of some old biorgaphy, which in its detail perhaps generally conformed to the *Kathā-guru-carita*. As it now stands, it looks in some place like an amplification of Daityāri Thākur's work, and at other places like a summary of its original with a

distinct supernatural tone. It ends with the death of Mādhavadeva like Daityāri's work. Like the *Kathā-guru-carita* it also records differences of opinion in some points of detail. In the redaction much of the beauty and wealth of the original seems to have been impaired; but its value as the summary of an old *carita* cannot be doubted.

**উত্তৰ যুগৰ চৰিত্ৰৰ লক্ষণ**

এই চৰিতখনিৰ বিষয়-বস্তু আৰু উত্থাপনৰ ৰীতি বহুতোখিনি 'কথা-গুৰুচৰিত'ৰ লগত মিলে। দুইখনি চৰিত একে অনুপ্ৰেৰণাৰ মূল উৎসৰপৰা উদ্ভব হোৱা বুলিও ধৰিব পাৰি। মাথোন 'কথা-গুৰুচৰিত'ত সমলৰ মাত্ৰা আৰু বৈবিধ্য অনেক অধিক আৰু তাৰ ভাষাৰ সৌন্দৰ্য আৰু আকৰ্ষণো বহুত বেছি। আমাৰ উপৰ্যুক্ত ইংৰাজী গ্ৰন্থত গুৰু চৰিতসমূহক দুটা যুগত ভাগ কৰা হৈছে। তাৰ পূৰ্বভাগত দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ, বৈকুণ্ঠ দ্বিজ আৰু ৰামানন্দ দ্বিজৰ চৰিতকেইখনি ধৰা হৈছে আৰু উত্তৰভাগত অনিৰুদ্ধ দাসৰ 'গুৰু-বৰ্ণনা'ৰ পিছতে 'কথা-গুৰুচৰিত', 'বৰদোৱা-গুৰুচৰিত', ৰামচৰণ ঠাকুৰৰ ভণিতাযুক্ত 'শঙ্কৰ-চৰিত' আদি ধৰা হৈছে। এই বিভাজনৰ কাৰণ কিছু পৰিমাণে 'শ্ৰীশ্ৰীশঙ্কৰদেৱ'ত আৰু তাতকৈ বহলকৈ ইংৰাজীত লেখা পুথিখনত আলোচনা কৰা হৈছে। যদিও মহাপুৰুষ গুৰুজনাৰ জীৱৎকালতে তেওঁক ঈশ্বৰ-অৱতাৰ জ্ঞান কৰা হৈছিল, উত্তৰভাগৰ চৰিতসমূহতহে অলৌকিক আখ্যানেৰে গুৰু-চৰিত্ৰ ৰঙীন কৰিবৰ প্ৰয়াস দেখা পোৱা যায়। বিশেষ কোনো সত্ৰ বা সত্ৰথূলৰ ওপৰত গুৰুত্ব আৰোপ এই শ্ৰেণীৰ চৰিত্ৰৰ আন এটি লক্ষণ। আনফালে, বিভিন্ন স্থানত সঞ্জীৱিত ৰূপত চলি থকা গুৰু-জীৱনকথা এই সময়তে একেলগ কৰিবৰ কাৰণে বিশেষ প্ৰয়াস কৰা হয়। প্ৰকাশিত 'কথা-গুৰুচৰিত' তেনে প্ৰয়াসৰ ফল আৰু সিখনিত উল্লিখিত চক্ৰপাণি বৈৰাগী আতৈ আৰু ধঞ্জয় আতৈ তেনে সংযুক্ত গুৰুকথা, গুৰুবাণীৰ প্ৰবক্তা, এইসকলৰ দৰে ভ্ৰাম্যমান বৈষ্ণৱৰ প্ৰচেষ্টাৰ ফলত স্বাভাৱিকতে গুৰুসকলৰ জীৱন-কথা যেনেকৈ একেলগে জমা হৈছিল, তেনেকৈয়ে তাৰ মাজত উপকথা-সাধু আদি সোমাবৰো সুৰুঙা ওলাই পৰিছিল। কেতিয়াবা কোনো বিশেষ কথাত হয়তো একাধিক মতৰো অস্তিত্ব এতিয়া সম্ভৱ হৈছিল। তেনে মতভেদ "কতো মুখে কয়" বা "মুখভেদে কয়" বুলি দুটা বা ততোধিক ৰূপত ব্যক্ত কৰা হৈছিল। বৌদ্ধ 'বিনয়পিটক'ৰ অন্তৰ্গত খন্ধকাবোৰৰ

বিষয়ে মৰিচ ভিণ্টাৰনিট্‌চে ক'বৰ দৰে দুই-এটি গুৰুকথা-প্ৰসঙ্গৰ বিষয়ে ক'ব পাৰি, "they were probably invented adhoc".

গুৰু-জীৱন-কথাত অলৌকিক কথা-সূত্ৰ-প্ৰৱেশৰ লগে লগে 'ভাগৱত-পুৰাণ'ৰ কৃষ্ণৰ চৰিত্ৰৰ আৰ্হিত গুৰু-চৰিত্ৰ গঢ়াৰ প্ৰয়াসো এইবেলা হয়। কোনো সম্ভৱ বংশবৃক্ষ আকোঁতে দেৱতা বা পৌৰাণিক বীৰকো তাৰ মাজলৈ টানিবৰ বাবে যত্ন কৰা হয়। দেৱতাৰ বৰত বংশৰ কন্যাই গৰ্ভ লাভ কৰা অযোনিসম্ভৱ জন্মৰ ধাৰণাও (parthenogenesis, immaculate conception) এতিয়াই বলেৰে প্ৰৱেশ কৰে। ওপৰত উল্লিখিত উত্তৰভাগৰ চৰিতসমূহৰ সাধাৰণ লক্ষণৰ কথা কওঁতে আমাৰ উপৰ্যুক্ত ইংৰাজী গ্ৰন্থত এইকেইটা বিষয়লৈ আঙুলিওৱা হৈছে :

(১) "পূবে শঙ্কৰ, পশ্চিমে কৃষ্ণ চৈতন্য, দক্ষিণে ৰমানন্দ স্বামী, উত্তৰে হৰিব্যাস"—"স্বয়ং ভগৱান চাৰি অংশে চাৰি ধামে অৱতাৰ" হোৱা;

(২) এক অদ্ভুত যুক্তিৰে শঙ্কৰাচাৰ্যৰপৰা ভক্তিপন্থ নিৰ্গত হোৱা;

(৩) ৰূপ, সনাতন, বৃন্দাবন দাস আদি বাহিৰৰ প্ৰখ্যাত সন্তই শঙ্কৰী ধৰ্মত শৰণ লোৱা;

(৪) সাতৰপৰা পয়ত্ৰিছ পৰ্যন্ত সংখ্যাৰ বৈকুণ্ঠৰ কথা, সেই সকলোৰে উৰ্ধ্বত ৰাধা-কৃষ্ণ বাস কৰা গোলোক বৈকুণ্ঠৰ কথা;

(৫) মহাপুৰুষে বৈকুণ্ঠৰ পট আঁকি 'চিহ্নযাত্ৰা' কৰা;

(৬) বঙ্গৰ শ্ৰীমতী ৰাধিকাৰ লেখীয়াকৈ অদ্ভুত প্ৰদৰ্শন কৰি বহুত ফুটা থকা পাত্ৰত জল অনা ৰাধিকাৰ (বা যোগমায়া বা সুমথিৰাৰ) কাহিনী;

(৭) নৰনাৰায়ণৰ শৰণৰ ইচ্ছাৰ হেঁচাত গুৰুজনাৰ বৈকুণ্ঠ-প্ৰয়াণ হোৱা। আমি পূৰ্বভাগৰ শ্ৰেণীত পেলোৱা চৰিত কেইখনিত এনেবিলাক কথা নোহোৱাটোৱে আমাক এই বিষয়ে ভাবিবলৈ বাধ্য নকৰেনে?

এনেবোৰ লক্ষণ আৰু প্ৰশ্নৰ আধাৰত 'বৰদোৱা-গুৰুচৰিত' অধ্যয়ন কৰি চাবলগীয়া।

### খটবা-সত্ৰ আৰু পুৰাৰাম মহন্ত

যদিও পুৰাৰাম মহন্তদেৱে চৰিতখনি লিখি বা নকল কৰি উলিয়াওঁতে নিজৰ খটৰা-সত্ৰৰ বা লেচাকণীয়া গোবিন্দৰপৰা বঢ়া থূলৰ সত্ৰৰ গুৰুত্ব উজলাবলৈ বিশেষ

যত্ন কৰা নাই, খটৰা-সত্ৰ আৰু পুৰাৰাম মহন্তৰ বিষয়ে আমি বিশেষ কিছু জনাৰ প্ৰয়োজন আছে।

খটৰা-সত্ৰ প্ৰতিষ্ঠা কৰা গোবিন্দক গুৰু-চৰিতত 'লচাকণীয়া' বা 'লেচাকণীয়া গোবিন্দ', 'গোমাৰ গোবিন্দ' আৰু 'খটৰা' বা খটৰাৰ গোবিন্দ' বুলি জনা যায়। 'লচাকণী' বা 'লেচাকণীয়া' আৰু 'গোমাৰ' কথা দুটা প্ৰকৃততে 'লেচাকোণা' আৰু 'গোমা' এনে ঠাইৰ নামৰপৰাও উদ্ভুত হ'ব পাৰে। এনেকৈ নামৰ আগত বিশেষণ প্ৰয়োগ কৰা সেই কালৰ ৰীতি। তদুপৰি শঙ্কৰদেৱ আৰু মাধৱদেৱৰ লগৰ ভকতসকলৰ মাজত কেইবাজনো গোবিন্দ নামৰ লোক থকাত সকলোকে একোটা উপাধি ধৰি বুজাবলগীয়া হৈছিল। লেচাকণীয়া আতৈৰ বাহিৰেও আনসকল গোবিন্দ হ'ল গোবিন্দ গৰমলি, উদাৰ গোবিন্দ, নাল-ভঙা বা কড়ি-ভঙা গোবিন্দ, বৰ গোবিন্দ, সাপে-খোৱা গোবিন্দ, গাবোৰ গোবিন্দ, চিলাৰায়ৰ খাতৰ ৰাজখোৱা গোবিন্দ, বুঢ়ীৰ-পো গোবিন্দ, মহ্বাপাৰৰ গোবিন্দ।

লেচাকণীয়া গোবিন্দৰ ঘৰ আছিল 'দুমুনি পৰ্বতৰ সমীপে' অৰ্থাৎ সম্ভৱতঃ হাজোৰ দুই-মুনি শিলাৰ ওচৰত। শঙ্কৰদেৱৰ দিনত এওঁ বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰা নাছিল। কিন্তু শঙ্কৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ পিছতে এওঁ মাধৱদেৱৰ ওচৰলৈ আহি শৰণ লয়। এওঁ তাৰ আগতে বিয়া-বাৰু কৰিছিল আৰু বন্দী-বেঁটীৰে তেওঁৰ গৃহস্থালি পূৰ আছিল। গোবিন্দ কিন্তু শৰণ লৈ গুৰুজনৰ সঙ্গতে ৰ'ল, ঘৰলৈ নোযোৱা হ'ল। বৰপেটা সত্ৰত তেওঁ বস্তিৰ শলা বঢ়োৱা কামৰ বাব পাইছিল। ঘৰৰপৰা পত্নী, দাস-দাসী সকলো আহি ধৰ্ম গ্ৰহণ কৰিলে আৰু আতৈক ঘৰলৈ যাবলৈ ধৰিলে। মাধৱদেৱকো ধৰিলে তেওঁক যাবলৈ দিবলৈ। তেওঁ কিন্তু যাবলৈ মান্তি নহয়। গুৰুজনে ক'লে কয়, "বাপ, গৃহ-অন্ধকূপ ছাৰি অহা গ'ল। নেযাওঁ আৰু। এই তযু পাদ-পদ্মতে ৰাখিবহে পাপীক।"

মাধৱদেৱে ক'লে, "বাৰু, আমি পাঁচিছো। যোৱাঁ, সেৱকসকললৈকে বুলি কৃষি কৰাঁগে।"

"বাপ, যাব পৰা হ'ব, কিন্তু গৰু-গাহৰি, ভাৰ্যা-পুত্ৰহে পোহা হ'ব আৰু।"

"গৃহস্থৰ ভাণ্ডাৰৰ ধান-চাউল অনেক এন্দুৰ, শলিয়া আদিয়ে খায়। সিহঁতলৈ জানো আৰ্জে? গৃহস্থই নিজে খাবলৈহে আৰ্জে। সিহঁতে মাজতে খায়। তুমিও গুৰু-ভকতলৈ আৰ্জাগে। যদি গৰু-গায়েও, ভাৰ্যা-পুত্ৰই তোমাৰ আৰ্জোন খায়, খাব। দাস-দাসীসকলক ভকত কৰি ল'ব লাগে। আপোন প্ৰাণকো কৃষ্ণতে অৰ্পিব লাগে।

এইক্ৰমে সকলোৰে একেমন হৈ হৰিক চিন্তিলে সিইঁতেৰে সমানে ভকত হৈ পোষণ-পালন কৰিলে দোষ নাই। সিইঁতক মাৰ-কিল কৰিলে, অবাচ্য বুলিলেহে দোষে পাব। গৃহস্থৰ এয়ে নিয়ম হ'ব লাগে। গৃহস্থই হওক বা উদাসীনেই হওক, মন নিশ্চয় হ'লেই হ'ল। যোৱাঁ। আৰ্জি লৈ আৰ্জোনৰ, তিনি ভাগ কৰিবাঁ। ধান, মাহ, সৰিয়হ, গুৰ, কচু, কোমোৰা, কপাহ, যিথিনি হয়, তাৰ তিনি ভাগৰ এভাগ ভাৰ্যা-পুত্ৰলৈ ৰাখিবা; এভাগ গুৰু-কীৰ্তনৰ সময়ত ইয়ালৈকে লৈ আহিবাঁ।"

গুৰুজনৰ এই উপদেশ পাই গোবিন্দ আতৈ নিজ গৃহলৈ যায় আৰু খেতি-বাতি কৰি পৰম নিষ্ঠাৰে গুৰুজনে কোৱামতে আৰ্জোনৰ শস্যৰ তিনি ভাগৰ এভাগ-গুৰু-কীৰ্তনত লগায়হি।

শঙ্কৰদেৱে আহোম ৰাজ্যৰ অন্তৰ্গত মাজুলীৰ ধুঁৱাহাট থান ত্যাগ কৰি নৰনাৰায়ণ ৰজাৰ কামৰূপলৈ ব্ৰহ্মপুত্ৰইদি ভটীয়াই আহোঁতে দৰঙৰ নানা ঠাই দেখি গৈছিল। তেওঁৰ দিনত এইবোৰ ঠাইত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ নহ'ল। গুৰুজনে মাথোন মাধব পুৰুষক সেই ৰাজ্যত ধৰ্ম প্ৰকাশ কৰাৰ অৰ্থে এজন সুদক্ষ লোক পঠাবলৈ কৈ গ'ল। শিয়ালকুছিত শিয়ালৰ হোৱা শুনি আৰু ৰং গোৱা ওজাৰ প্ৰভাৱ দেখি হেনো গুৰুজনে কৈছিল, "দৰঙৰ ধৰ্ম লৰংফৰং হ'ব।" গুৰুজনৰ আজ্ঞা সুঁৱৰি মাধৱদেৱে নাৰায়ণ ঠাকুৰ আতাৰ সাক্ষাতত গোবিন্দ আতৈক আজ্ঞা কৰিলে, "গোবিন্দ, তুমি পূব দেশলৈ যাব লাগে।" গোবিন্দই একো নামাতি তল-মূৰ কৰি ৰ'ল, কাৰণ তেওঁ শুনিছে, সেই দেশ হেনো বৰ জয়াৰ। মহাপুৰুষে দুই-তিনিবাৰ কোৱাতো গোবিন্দ নিমাত থাকিল।

অৱশেষত নাৰায়ণ ঠাকুৰে মাত লগালে, গোবিন্দ, তুমি গুৰুৰ বাক্য লেচাৰ কাণত কোৱা বুলি ভাবিছানেকি?

গোবিন্দৰ এইবাৰ মাত ওলাল। "বাপ, আমি অসমৰ্থ লোক। সি দেশৰ মনুষ্যৰ স্বভাৱ-চৰিত্ৰৰ কথা শুনি ভয় হৈছে।"

ঠাকুৰ আতাই ক'লে, "গোবিন্দ, তুমি ভয় কৰিব নালাগে, গুৰুবাক্য শিৰে ধৰি যাব লাগে।"

"বাপ, আমাৰ মনৰ আশঙ্কা গুচা নাই।"

মাধৱদেৱ পুৰুষে দৃঢ়ভাৱে আদেশ কৰি ক'লে, যদি তুমি অকলে যাবলৈ ভয় কৰিছা, তেন্তে তোমাৰ দাইন হাতস্বৰূপ শ্ৰীকৃষ্ণক লগত দিয়া হ'ল।"

গোবিন্দ আৰু শ্ৰীকৃষ্ণই গুৱা-পাণ আগ কৰি প্ৰাৰ্থনা জনালে। মাধৱদেৱে সমূহৰ মাজত দুইজনৰ শিৰত মালা দি ধৰ্ম-প্ৰকাশৰ আজ্ঞা কৰিলে।

গোবিন্দই তিনিজন ভকত লগত লৈ বৰপেটা-সুন্দৰীৰপৰা পূব-মুৱা হৈ চাৰিদুৱাৰলৈ বুলি আগ বাঢ়িল। দৰঙাখন খট-চোৰ ডকাইতৰ ঠাই, তেওঁ ধনমেৰিয়া মুখত বৈ টৌ-খুঁটি মাৰি ভাত খাইছে। এনেতে তিনিকুৰি খট আহি তেওঁক বেঢ়ি ধৰি খুঁচি-কাটি মাৰিব খোজে লোটা-কলহ, কাঁহী-বাটিবোৰ দেখি। গোবিন্দই ধৈৰ্য নেহেৰুৱাই ক'লে, "বোপাইহঁত, নেমাৰিবি, সকলো পাবি; মই ভাতকেইটা খাই লওঁ।" খাই-বৈ উঠি তেওঁ খটইঁতক শাস্ত্ৰৰ যুক্তিৰে পাপ-পুণ্য, স্বৰ্গ-নৰক, সুখ-দুখৰ কথা বুজাবলৈ ধৰিলে; ক'লে, "তহঁতে গো-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱক মাৰিযে সৰ্বস্ব কাঢ়ি আন, সিসব জীয়ে কেনেকৈ? আৰু এই দোষ-পাপৰ ভাগ ল'ব কোনে?" ইত্যাদি।

খটইঁতৰ মন ঘূৰিল। সিহঁতে গোবিন্দ আতৈক গুৰু মানি শৰণ ল'লে। খটৰ উপদ্ৰৱ আছিল যদিও, আতৈয়ে 'দধি-মথন' ভাওনা কৰি সকলোকে শান্ত কৰিলে। মাথোন দুটা খটে একো মানিব নোখোজাত সিহঁত দুটাক খেদি পঠোৱা হ'ল। প্ৰথমে যি ঠাইত গোবিন্দই খুটি মাৰিছিল, তাকে খুঁটিমৰা চাপৰি বোলে। কিন্তু তাত হেনো সুকনান্নী গোৱা ওজাৰ গীত-পদ শুনি ভাত নাখাই এৰি থৈ আহে।

সত্ৰ পাতিবলৈ হাবি কাটোঁতে দশভূজা মূৰ্তি ওলাল। ওচৰৰ-নিলগৰ সকলো লোকে গোসাঁনীৰ আগত হাঁহ-পাৰ বলি দিবলৈ জুম পাতি আহিবলৈ ধৰিলে। গোবিন্দ নিৰুপায়ত পৰিল। তেওঁ উপায় বিচাৰি মাধৱদেৱৰ ওচৰ পালেগৈ। মাধৱদেৱে ইতিমধ্যে তাঁতীকুছি অৰ্থাৎ বৰপেটাত আশী টকা বৰঙণি তুলি 'ৰাম-যাত্ৰা' কৰাইছিল। সেই ভাওনাৰ বাবে সুন্দৰা নটুৱাৰ হতুৱাই নিজৰ ৰূপৰ আৰ্হিৰে ৰামৰ আৰু সীতা-হনুমন্তৰ মূৰ্তি সজাইছিল। এতিয়া গোবিন্দক সেই 'ৰাম-যাত্ৰা'ৰ ৰাম, সীতা, হনুমন্তৰ মূৰ্তি দি সত্ৰত নি থাপিবলৈ আদেশ দিলে। গোবিন্দ আতাই সেইমতে মূৰ্তিকেইটি নি দশভূজাৰ ঠাইত থাপনা কৰিলে। দশভূজাৰ মূৰ্তি থকা ঠাইত এতিয়াও কেতেকী গছ এজোপা আছে। তাতে আতাই নিজ হাতে ৰোৱা কলজুপিৰ সঁচো আছে। হাবি কাটোঁতে এঠাইত ভেকুলিয়ে সাপ গিলি থকা দেখা পোৱা গৈছিল। তাকে শুভ লক্ষণ মানি সেই ঠাইতে খুঁটি মাৰি সত্ৰ-বস্তি পাতিবলৈ ঠিক কৰা হয়। 'ৰাম-যাত্ৰা'ৰ ৰাম, সীতা, হনুমন্তৰ মূৰ্তি এতিয়াও খটৰাত আছে।

মাধৱদেৱৰ আজ্ঞা অনুসৰি গোবিন্দ আতাই গুৰু-কীৰ্তনলৈ ধান-মাহ, কচু-কোমোৰা, তেল-গুৰৰ ভাৰ-ভেটি লৈ আহি আছিল বছৰচেৰেক। তাৰ পিছত তেওঁ যিহলে ভয় কৰি এসময়ত গুৰুজনৰ থান এৰিব খোজা নাছিল, সেই সংসাৰৰ মোহ গুৰুৰ আজ্ঞাতকৈ তেওঁৰ বাবে আকৌ ডাঙৰ হ'ল। তাতে বৰদৰংখন হ'ল মাছ-

পহুৰে ভৰা ভোগালী ঠাই। তাৰ মাজত তেওঁ গৃহ-অন্ধকূপৰ অন্ধকাৰত তেওঁৰ গুৰুৰ বাক্য পাহৰি গ'ল। এদিনাখন মাধৱদেৱে নাৰায়ণ ঠাকুৰেৰে কথা পাতি থাকোঁতে গোবিন্দৰ কথা ওলাল।

মহাপুৰুষে ক'লে, "সখি, তোমাৰ বাক্য ৰাখিবলৈ গোবিন্দে মন দিলে হ'বলা।"

"মোৰ কোন বাক্য, বাপ?"

"তুমি যে কৈছিলা লেচাৰ কাণৰ কথা।"

ঠাকুৰ আতাই "গোবিন্দ লেচাকণীয়াহে হ'ল" বোলাত তেতিয়াৰপৰা গোবিন্দৰ নাম 'লেচাকণীয়া গোবিন্দ' হ'ল।

গুৰুজনে গোবিন্দৰ বতৰা ল'বলৈ তিনিজন ভকত পঠিয়ালে। তেওঁলোক ঘূৰি আহি যি বতৰা দিলেহি, তাত মাধৱদেৱ মৰ্মাহত হ'ল। তেওঁলোকে ক'লে, "বাপ, গোবিন্দ ভালে আছে, কিন্তু তেওঁ ভকত গুচি ব্যাধ হ'ল।"

গোবিন্দই জাল পাতি জালত লগা পহুৰ গাত খাপৰ হানোতে কয়, "গুৰুজনৰ আজ্ঞাতেহে এয়া মাৰিছো।" মাছৰ গাত পঁচা-কালি মাৰোঁতে কয়, "গুৰুজনেহে মাৰিছে এয়া।"

মহাপুৰুষে বুলিলে, "হৰি, হৰি! গোবিন্দক মই কাহানি এইদৰে মাছ-পহু মাৰিবলৈ আজ্ঞা কৰিলো!"

গোবিন্দ আতাই গুৰুজনৰ সন্তাপৰ কথাৰ ভু পাই তিনিখন নাও নানান দ্ৰব্য-বস্তুৰে ভৰা দি লোক সমন্বিতে বৰপেটাত নাও চপালেহি। গুৰুজনে ঘাটত নাও লগালে বুলি জানিও বস্তু-বাহানি তুলিবলৈ কাকো নপঠালে। আতা নিজে উঠি গৈ গুৰুজনৰ ওচৰত পৰিলগৈ। গুৰুজন পিঠি দি বহিল, মাত এআষাৰো নলগালে। এইদৰে পাঁচদিনমান গ'ল। গোবিন্দই নাৰায়ণ ঠাকুৰক ৰবকৈ খাটনি ধৰাত ঠাকুৰ আতাই তেওঁক গুৰুজনৰ ওচৰত ভেটালে। মাধৱদেৱ এইবাৰো সমুখ হৈ নবহিল। তেওঁৰ খং এতিয়াও মাৰ যোৱা নাই। গৰ্‌গৰাই উঠিল, "অনাচাৰ কৰ তই, অপযশ পাওঁ মই। গুচ, তোৰ-মোৰ দেখা-দেখি নাই। তই আহ কিয়? 'মাধৱদেৱৰ শিষ্য' বুলি নিজকে কৱ কিয়? ইয়াত থকা সকলো মোৰ সঙ্গী, মোৰ কোনো শিষ্য নাই এক মাথোন ভাগিন ৰামচৰণৰ বাহিৰে। বজাৰ শৰণ দিছো, আজিৰপৰা যদি তই মোক গুৰু বোল।"

গোবিন্দই গুৰুৰ সমানে দৃঢ়ভাৱেই ক'লে, "বজাৰ দোহাই, তোমবাক গুৰু এৰি যদি আনক গুৰু বোলোঁ। তোমবাহে মোৰ গুৰু। আনক গুৰু বুলিলে এক

স্বামী এৰি আন স্বামী ভজা বেশ্যাৰ দৰে হ'ম। যদি তোমৰা দোষ দেখিছা শিক্ষা দিয়াঁ, মাৰাঁ, গালি পাৰাঁ, কিন্তু এৰিব নোৱাৰা।"

"ৰজাৰ দোহাই, আৰু যদি মোক গুৰু বোল।"

"ৰজাৰ দোহাই, যদি মই আনক গুৰু বোলোঁ।"

"ৰজাৰ দোহাই, যদি আৰু মোক গুৰু বোল।"

"আকৌ ৰজাৰ দোহাই, যদি মই তোমৰাক গুৰু নোবোলোঁ।"

এইদৰে তিনিবাৰ বোলা-বুলি হ'ল। মহাপুৰুষে বুজিলে, গোবিন্দৰ মন ডাঠ; অন্তৰৰ ভক্তিৰ দৃঢ়তা অচলৰ দৰেই অটল। তেওঁ আকৌ গৰ্জি উঠি সমুখ হৈ ক'লে, "এইবোৰ জানই যদি, এনে অনাচাৰ কৰি ফুৰ কিয়?" এইবাৰ তেওঁৰ ভক্ত-বৎসল মন কুমলি গ'ল। মনত পৰিল শ্ৰীকৃষ্ণৰ বাণী, দুৰাচাৰোঽপি মদ্ভক্তো ন নশ্যতি।

মোহোৰ পৰম ঈশ্বৰৰ দুৰাচাৰো ভক্ত নুহি নষ্ট
কিন্তু সিটো ভক্ত কৃতাৰ্থ আতি হোৱয়।

তেওঁ গোবিন্দৰ তিনিখন নাৱৰ ভৰা বস্তুসমূহ পাৰলৈ তুলি আনিবলৈ ভকতক আদেশ কৰিলে আৰু গোবিন্দক আগৰ দৰেই সম্ভাষা কৰিলে আৰু বিদায়ৰ সময়ত তিনি কটপা দি ক'লে, "মোৰ শ্ৰীশঙ্কৰদেৱৰ শুদ্ধমত ধৰ্মত কুটা গুচাই শুদ্ধ-সদাচাৰে প্ৰবৰ্ত্তি, হিংসা বৃত্তি এৰি নাম ল'বি। মোক গুৰু বোল যদি, আৰু অনাচাৰ নকৰিবি।"

ভবানন্দ বিপ্ৰ নামৰ এজনৰ এখন 'গোবিন্দ-চৰিত' আছে। তাত আছে :

অপূৰ্ব যাত্ৰাক শুনিলন্ত ধৰ্মৰায়।
গোবিন্দক মাতি নিলা দূতক পঠাই॥

ইয়াৰপৰা বুজা যায়, গোবিন্দ আতা প্ৰথম দৰঙী ৰজা ধৰ্মনাৰায়ণৰ দিনত জীৱিত আছিল। ধৰ্মনাৰায়ণৰ দিনতে খটবাৰ (?) মন্দিৰ সজা হয়। কীৰ্তন-ঘৰত বোলে তুলসীৰ খুঁটা লগোৱা হৈছিল, আৰু

খটবাৰ গোসাঁই-ঘৰ দেখোঁতেই ভয়ঙ্কৰ
ছকুৰি নাহৰৰ খুঁটা॥

গোবিন্দ আতাই পতা সত্ৰ-খটবা, পালভিটা, চিৰাজুলি, ভুলঙ্গ, আৰু নগৰা। গোবিন্দ আতাৰ তিনিগৰাকী ভাৰ্যা; প্ৰথমা লক্ষ্মী আই, দ্বিতীয়া সুমিত্ৰা আৰু তৃতীয়া গঙ্গা আই। একমতে ইসকলৰপৰা কোনো পুত্ৰ-সন্তান নহ'ল, কিন্তু লক্ষ্মী আয়ে পদ্মপাণি নামে এটি ঠাকুৰ তুলি লয়। গোবিন্দ আতাৰ ছপা বংশলতাত দেখুওৱামতে

লক্ষ্মী আইৰ পুত্ৰ পদ্মপাণি ঠাকুৰ, পদ্মপাণিৰ পুত্ৰ শাৰঙ্গপাণি ঠাকুৰ, সাৰঙ্গপাণিৰ পুত্ৰ ৰামগোবিন্দ ঠাকুৰ, তেওঁৰ পুত্ৰ গয়পাণি ঠাকুৰ, তেওঁৰ পুত্ৰ বাসুদেৱ (খটৰা-সত্ৰ), ৰামদেৱ (মাজবাট-সত্ৰ) আৰু বনমালীদেৱ ঠাকুৰ (চাঁপাতল-সত্ৰ)। খটৰাৰ বাসুদেৱৰ পুত্ৰ ভোগধৰ (খটৰা), জয়দেৱ (সোন্না-সত্ৰ), গোপালদেৱ (ঔগুৰি-সত্ৰ), গঠীয়া, মনপূৰ আৰু ছায়া ঠাকুৰ। বাসুদেৱ ঠাকুৰে ভ্ৰাতৃমনপূৰ ঠাকুৰক পোষ্যপুত্ৰৰূপে লয়। মনপূৰৰ পুত্ৰ হৰিধন মহন্ত, তেওঁৰ পুত্ৰ ক্ৰমে স্বৰ্গপাণি ওৰফে পুৰাৰাম মহন্ত, ৰামেশ্বৰ মহন্ত, উমাকান্ত মহন্ত, ৰামাকান্ত মহন্ত আৰু কামদেৱ মহন্ত।

এইদৰে দেখা যায় বৰদোৱা-চৰিত তোলা পুৰাৰাম মহন্ত লেচাকণীয়া গোবিন্দ আতাৰ অধস্তন নৱম পুৰুষৰ বংশধৰ। তেওঁ বৰ্তমান শতিকাৰ আগ ভাগৰ লোক। চৰিতখনি লিখি উলিয়াওঁতে মহন্তদেৱৰ যিটি কৰ্ম হৈছে, তাকে redaction বা সম্পাদন বুলি ক'ব পাৰি। কিন্তু মূল পুথিখনৰ কিংবা তাৰ আন কোনো redaction-অৰ অভাৱত তেওঁৰ কৰ্মৰ মূল্যায়ন কৰা আমাৰ বাবে সম্ভৱপৰ নহ'ব। তেওঁৰ সম্পাদিত ৰূপৰ কিছু বিসঙ্গতি বেজবৰুৱা ডাঙৰীয়াৰ দৃষ্টিত ধৰা পৰিছিল। তেনে কিছু ব্যতিক্ৰম আমাৰ সম্পাদনাৰ যোগেদি দূৰ কৰা হৈছে। দুই এঠাইত পুৰাৰাম মহন্তই দুই-এটি নাম এৰি গৈছিল, সেইবোৰ ঠাই কিন্তু পূৰ কৰি দিয়া নহ'ল। ৩৭, ৪১, ৬২ পিঠিত তেনে অপূৰণ ঠাই বৈ গৈছে। (৪৪ পিঠিত) হাথিয়া দলৈৰ ঠাইত মহন্তই আথিয়া নাম দিছিল। সেই আসোঁৱাহ বেজবৰুৱা ডাঙৰীয়াৰ পাদটীকাতে আঙুলিয়াই দিয়া হৈছে। ত্ৰয়স্ত্ৰিংশ অধ্যায়ত (পিঠি ১৭০) আকৌ একেটি নামেই এবাৰ 'হাজৰিয়া' আৰু এবাৰ 'হাবিয়া' বুলি দেখা দিছিল; সেই দুই-ঠাইত তাক হাথিয়া কৰা হৈছে। শিশু শঙ্কৰৰ কোষ্ঠী গণনা কৰা পণ্ডিতজনৰ নাম অন্যত্ৰ সণ্টৰা বা (কথা-গুৰুচৰিত"ত থকা দৰে) 'সণ্টৰা গৰ্গ'; বৰ্তমান চৰিতৰ পাঠত সেয়া হ'ল 'সন্তৰায় দৈৱজ্ঞ' (পিঠি ৪৬)। শঙ্কৰ-পত্নী দ্বিতীয়া আই-গোসানী কালিন্দী আই এই চৰিতত কালিন্দ্ৰী (পিঠি ৫৭)। খিৰা বা খীৰা মৰলৰ নাম ইয়াত 'খিৰ মণ্ডল' (পিঠি ১১৪,১৯২)। এই চৰিতত শঙ্কৰদেৱৰ প্ৰয়াণৰ সময়ত কাষত থকা লোক 'ৰামানন্দ, কমলিধৰা পৰমানন্দ, বৰনীয়াগিৰি, নিগনিয়াগিৰি এই চাৰিজন' (৩২শ অধ্যায়)। 'কথা-গুৰুচৰিত'ত "ৰামানন্দ ঠাকুৰ বাঙ্গন বিৰ বৰিয়াল গুৰু এই চাৰি, কমলিধৰাৰে পাঁচজন" ওলায়। গুৰুজনৰ চিতা সজা ঠাই যি নৈৰ পাৰত, সি হ'ল তোৰোছা বা তোৰ্ছা, মহন্তদেৱৰ তাণ্ডৱণত সি 'এচ্ছা নদী' আৰু পিছত পুষ্পকান্তিৰূপে দেখা দিছে। এনেভাৱে ঠাই আৰু লোকৰ নামৰ পাঠত বিভ্ৰাট ঘটা পোৱা যায়।

তদুপৰি মহন্তই কোনো কোনো ঠাইত ঘটনা পুনঃকথন কৰোঁতে অস্পষ্টতাই তাক আবৰি ধৰা দেখা পোৱা যায়। ৫৮ পিঠিত "প্ৰথমে হৰিচৰণ পক্ষত কাপ ধৰি ভকতিৰ খুটি মাৰি শাস্ত্ৰ কৰিছে" কথাটি অস্পষ্ট ৰ'ল; এয়া প্ৰকৃততে হ'ল মহাপুৰুষৰ ভক্তিপন্থ নিৰ্দেশ কৰা প্ৰথম পুথি 'হৰিশ্চন্দ্ৰ-উপখ্যান' ৰচনাৰ কাহিনী। হৰিহৰ আতাৰ চৰিতৰ প্ৰসঙ্গত : "ভাটীৰ কেশ" আতাই সদায় পাঠ পঢ়ে, হৰিহৰ আতা এদিন পাঠ গাইছে। কেশৱে ঈশ্বৰ পুৰুষত জনোৱাত পাছ শাৰীত বহিবলৈ আদেশ কৰিছে। তাৰ পিছদিনা পাঠ গোৱাত পিৰালিত বহিব দিছে, তাৰ পাছদিন খলাত বহি পাঠ গাবলৈ দিছে। তাৰ পিছদিনা পাঠ গোৱাত হাঁটীত থাকিব দিছে। তথাপি পাঠ দিয়ে, অৱশেষত আঁতৰ হৈ যাব দিছে। আতা চেপেটী বিলৰ পাচত বাস কৰিছে" (পিঠি ২২১-২২)। এই সমস্ত কথাখিনি লৰিছে। আচল কথা হ'ল ভাটীৰ কেশবঁ আতাই পাঠ পঢ়োঁতে "একাৰ ইকাৰ এৰি অশুদ্ধে যায় : (হৰিহৰ) আতা তাকে ধৰি যায় : তাৰেপৰা পাছলৈ অসূয়া লাগিলগৈ আতাক বাক্যে-বচনে হিংসা কৰে আৰেপৰা পঢ়িব নুৱাৰোঁ বুলি।" মাধৱদেৱৰ ওচৰত গোচৰ দিয়াত গুৰুজনে পোনতে মনে মনে থাকি পিছত হৰিহৰক পাঠৰ বেলা কীৰ্তন-ঘৰৰ কাষ্থি ৰা পিৰালিত, তাৰ পাছত খলাত, তাৰ পিছত হাঁটীৰ কাঁথিত, তাৰ পিছত নিজৰ হাঁটীত থাকিবলৈ কয় আৰু শেহন্তত আতা মধুপুৰ এৰি চেপেটীমৰা বিলৰ পাৰৰ সৰিয়হতলিলৈ গুচি যায়। ১১৬-১৭ পিঠিৰ বৰাবাহি আই আৰু গকুলচান্দ আতৈৰ মাজত ফকৰাৰে হোৱা কথোপকথন মহন্তদেৱে তোলামতে এনে :

আই : "পানী চল্ চল্ ঢৌ অপাৰ।"<br>
আতৈ : "বুৰে নাউ সুজানক তাল।<br>
ন ৰাজা পুৰণি খায়,<br>
ভিক্ষা দিয়া মাও, ঘৰে যাওঁ।"

এই উদ্ধৃতিত পোনতে ছন্দ-পতন চকুত পৰে আৰু দ্বিতীয়তে দেখা দিয়ে অৰ্থৰ বিসঙ্গতি। 'কথা-গুৰুচৰিত'মতে জয়ন্তিৰ মধ্যই আতৈ আৰু বৰাবাহি আইৰ মাজতহে এই কথোপকথন ঘটিছিল আৰু ফকৰাকেইটি হ'ল এনে :

"নাঞে চপচপ দেখো ঢউ আপাৰ।"<br>
"নুবুৰে নৌকা সুজান কণ্ঢাৰ॥<br>
নকৈ নাৰ্জো : পুৰণি খাঞে।

ভিক্ষা দিয়া মাও ঃ ঘ'লৈ যাঞ॥"

৮১, ৯৩ পিঠিত দৈত্যাৰি ঠাকুৰৰ চৰিতৰপৰা উদ্ধৃতি চকুত লগা। সকলো কথা-চৰিততে এনে পদ-উদ্ধৃতি দেখা পোৱা যায়।

মূল চৰিতখনি নোপোৱালৈকে মহন্তৰ তাণ্ডৱণত কিমানখিনি পৰিবৰ্তন ঘটিছে, কৈ উলিওৱা অসম্ভৱ। কিন্তু সেই মূল চৰিতৰ ঐতিহ্য প্ৰকাশিত 'কথা গুৰুচৰিত'ৰপৰা আঁতৰ হ'ব বুলি আমি আশঙ্কা নকৰোঁ। 'কথা-গুৰুচৰিত'ৰ কথন-কলাৰ লগত বৰদোৱা-সত্ৰযে জড়িত আছিল, সেই চৰিতৰ প্ৰথম পাতৰ ধঞ্জয় আতৈ আৰু চক্ৰপাণি বৈৰাগী আতৈ পুৰুষৰ প্ৰসঙ্গৰ পৰাই বুজিব পাৰি।

মুঠতে 'বৰদোৱা-গুৰুচৰিত'ৰ নিজস্ব এটি মূল্য আছে আৰু বৰ্তমান ৰূপতো তাৰ নিজা এটি ঐতিহ্য গঢ় লৈ উঠিছে, কাৰণ সাহিত্যৰথী বেজবৰুৱা প্ৰমুখ্যে লেখকসকলে সৰহ-তাকৰ পৰিমাণে ইয়াৰপৰা সমল গ্ৰহণ কৰিছে, যদিও সমালোচনাৰ দৃষ্টিকোণৰপৰা এই চৰিতখনিৰ বিষয়ে বহুত কথাই ক'ব পাৰি।

গুৱাহাটী বিশ্ববিদ্যালয়
১০ মাৰ্চ, ১৯৭৭

# গুৰু-চৰিত-কথা

## ভূমিকা

**গুৰু-চৰিত-কথাৰ চৰিত্ৰ আৰু গুৰুত্ব**

১.০ 'গুৰু-চৰিত-কথা' অসমৰ সংস্কৃতিৰ ইতিহাসৰূপে এখনি অতি মূল্যবান মহৎ গ্ৰন্থ। ঘটনা-বিস্তাৰৰ ফালৰপৰা কালক্ৰমত ই পঞ্চদশ শতিকাৰ শেহভাগৰপৰা আৰম্ভ কৰি সপ্তদশ শতিকালৈকে স্পৰ্শ কৰিছে আৰু বিষয়ৰ বিস্তাৰত অসমৰ সামাজিক, ধাৰ্মিক, আৰ্থিক, ৰাজনৈতিক, প্ৰাশাসনিক, সামৰিক, আৰ্থ-প্ৰাশাসনিক, কলাগত আদি সংস্কৃতিৰ বিভিন্ন দিশত এইখনি গ্ৰন্থই অকুণ্ঠ আলোকপাত কৰিছে। গ্ৰন্থখনিৰ কেন্দ্ৰত কিন্তু অসমৰ অভূতপূৰ্ব শঙ্কৰদেৱৰ আন্দোলনৰ ইতিবৃত্ত। সেই আন্দোলনে উল্লিখিত সকলো দিশ আলোড়িত কৰিছিল বুলিয়েই সকলোৰে বৰ্ণনাৰ ইয়াত প্ৰাসঙ্গিকতা। গ্ৰন্থৰ প্ৰাৰম্ভতেই বিষয় প্ৰৱৰ্তন কৰা হৈছে "প্ৰথমে আদি পুৰুষ ঃ দুজনা গুৰু ঃ নজনা আতা ঃ আকে মুখ্যকৈ আনোসৰ সেৱক"ৰ মহাগমনৰ কথা উল্লেখ কৰি। শঙ্কৰদেৱ-ধৰ্মৰ মুখ্য আৰু একমাত্ৰ উপাস্য পুৰুষৰ পাছত দুজনা গুৰু (মন কৰিবলগীয়া— সৰ্বত্ৰই 'দুজনা গুৰু') শঙ্কৰদেৱ আৰু মাধৱদেৱ, দুজনা ঠাকুৰ পুৰুষোত্তম আৰু চতুৰ্ভুজ আতা পুৰুষকে ধৰি, নজনা আতা (জীৱন্মুক্ত বুলি বিবেচিত শ্ৰীৰাম আতা, দখিণকূলীয়া বৰবিষ্ণু আতা, ভৱানীপুৰীয়া গোপালদেৱ আতা, আন এজন জীৱন্মুক্ত পুৰুষ হৰিহৰ আতা, মথুৰাদাস বুঢ়া গোপাল আতা, ভাটৌকুছীয়া কেশৱচৰণ আতা আৰু বদুলা পদ্ম আতা), 'চোট আতা' মাধৱদেৱ পুৰুষৰ বাহিৰেও 'নজনা আতা'কো ধৰি "দামোদৰ ঃ হৰি গুৰু, ৰামৰাম গুৰু", নাৰায়ণ দাস ঠাকুৰ আতা, "লাৱঠিয়া শ্ৰীহৰি, গোমাৰ গোবিন্দ ঃ দধিৰ লক্ষ্মীকান্ত ঃ পঢ়িয়াৰ মাধৱ ঃ হৰি ঃ কৃষ্ণ ঃ অচ্যুত গুৰু ঃ মাণিকৱৰিয়া কৃষ্ণ ঃ লচাকনিয়া খটৱা গোবিন্দ ঃ বংশীগোপাল ঃ আধলিয়া যদুমণি—এই পঞ্চিশজনা পঞ্চিশ মহন্ত"ৰ নাম লোৱা হৈছে। সিসকলৰ গুণানি-চৰিত দাঙি ধৰাটিয়েই 'গুৰু-

চৰিত-কথা'ৰ বক্তাৰ (তেওঁক 'গ্ৰন্থকাৰ' কিয় বোলা নাই, ইয়াৰ পিছৰ আলোচনাৰপৰাই বুজা যাব) উদ্দেশ্য। কোনো পুষ্পিকাৰে গ্ৰন্থখনিৰ নাম দিয়া নহ'লেও আদিৰ আৰু অন্তৰ ছেদকেইটিত সেই নামেই বোলা হওক বা সৰ্বাত্মক বিষয়ৰ ইঙ্গিত বোলাই হওক ওপৰা-উপৰিকৈ সোমাই আছে—'শ্ৰীশঙ্কৰদেৱৰ জন্মৰ্ত্তে পয়ানলৈ' 'চৰিত্ৰ' [§ ০২], 'দুজনা গুৰু নজনা আতা দুজনা ঠাকুৰৰ চৰিত্ৰ আনোসৰ সেৱকৰ' [§ ০৩], 'এনে দুজনা গুৰু দুজনা ঠাকুৰদেউ নজনা আতা অনেক মহাভাগৱতৰ চৰিত্ৰ' [§ ১১৩০], চমুকৈ 'গুৰুজশ, লীলাচৰিত্ৰ' [§ ০৩], 'গুৰুসেৱকৰ লীলাচৰিত্ৰ জসবস' [§ ১১২৮], 'অমৃত গুৰু-চৰিত্ৰ লীলাখেলা' [§ ১১২৯]। এই গুৰু, ঠাকুৰ, আতা আৰু মহন্তসকলৰ চৰিত্ৰ-বৰ্ণনেই দুই শতিকাৰো অধিক কালৰ ভাৰতৰ উত্তৰ-পূব প্ৰান্তৰ সাংস্কৃতিক-সামাজিক জীৱনৰ চিত্ৰৰ এটি বহল মাধ্যম হৈ পৰিছে গ্ৰন্থখনিত।

অসমীয়া ভাষাত গুৰু-চৰিতৰ অনুশীলন এক বিচিত্ৰ কাৰ্য। শঙ্কৰদেৱ-মাধৱদেৱৰ জীৱন-বৃত্তেৰেই এই ধাৰাৰ সাহিত্য (মৌখিক আৰু লিখিত) আৰম্ভ হয় আৰু ধাৰ নিছিগা সোঁতে সি বৈ থাকে। দুজনা গুৰু আৰু সি দুজনাৰ লগত সংশ্লিষ্ট মহাভক্তসকলৰ চৰিতবোৰত মোৰ শঙ্কৰদেৱ-সম্পৰ্কীয় ইংৰাজী কিতাপত[১] দুটা ভাগত ভগাইছোঁ—পূৰ্ব পৰ্যায় আৰু উত্তৰ পৰ্যায়। মহাপুৰুষ দুজনাৰ নিজৰ ৰচনা আৰু সমসাময়িক কবিৰ জীৱন-বৃত্তক স্পৰ্শ কৰা যি সীমিত সমল পোৱা যায়, তাৰ পিছতে প্ৰথম পৰ্যায়টি ধৰিছোঁ—দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ, ৰামানন্দ দ্বিজ, বৈকুণ্ঠ দ্বিজ আৰু অনিৰুদ্ধ দাসক মাত্ৰ এই পৰ্যায়ৰ চৰিতকাৰৰূপে। এইসকলেও যদিও গুৰুজনক ঈশ্বৰাৱতাৰ বুলি বিশ্বাস কৰে (প্ৰকৃততে তেনে বিশ্বাস তেওঁলোকৰ ধৰ্ম-বিশ্বাসৰে এক অবিচ্ছেদ্য অঙ্গ) আৰু গুৰুসকলৰ দেহাৱসানৰ পিছৰ দুই-এটি কথা এক প্ৰকাৰ ভৱিষ্যদ্বাণীৰ দৰে সন্নিৱেশ কৰিছে, তেওঁলোকে গুৰু দুজনাত প্ৰত্যক্ষভাৱে অতিমানৱীয় মাহাত্ম্য (miracle) আৰোপ কৰা নাই। তেওঁলোকৰ চৰিতকেইখনে শঙ্কৰদেৱৰ পূৰ্বপুৰুষৰ বৰ্ণনা লণ্ডাদেৱৰপৰাহে আৰম্ভ কৰিছে আৰু বাহিৰৰ চৈতন্যদেৱ, ৰূপ-সনাতন গোস্বামী, কবীৰ আৰু বৃন্দাবন দাসৰ প্ৰসঙ্গ প্ৰৱৰ্তন কৰিলেও ৰূপ-সনাতনক মহাপুৰুষৰ শিষ্য বোলা নাই। মুঠতে এই প্ৰথম পৰ্যায়ৰ চৰিতকেইখনি বাস্তৱ আৰু

১. *Śaṅkaradeva and His Times : Early History of the Vaiṣṇava Faith and Movement in Assam*, Gauhati University, 1965, pp. 4-25; আৰু চাওক মহেশ্বৰ নেওগ, গুৰুচৰিতৰ ইতিকথা, অসম সাহিত্য সভা, ১৯৮৩, পিঠি ২০-৫১, বিশদ আলোচনাৰ বাবে।

গম্ভীৰ (sober)। উচ্ছ্বাসভৰা উত্তৰ পৰ্যায়ত মই ৰামচৰণ ঠাকুৰৰ ভণিতাৰ শঙ্কৰ-চৰিত, বৰদোৱা-গুৰুচৰিত, গুৰু-চৰিত-কথা আৰু অন্যান্য পদ্য আৰু কথাচৰিতক সামৰিছোঁ। এই পৰ্যায়ৰ চৰিতৰ উদ্ভৱৰ পূৰ্বে অসমৰ ভক্তি-আন্দোলনৰ বুৰঞ্জীৰ কিছু বিস্তাৰ, লগে লগে কিছু ওলট-পালট ঘটিছিল। শঙ্কৰদেৱ-মাধৱদেৱ ইতিপূৰ্বেই অতীতৰ লোক হৈ পৰিছিল। সি দুজনাৰ মহিমা ম্লান কৰিবৰ কাৰণে আৰু দুইজনাক অস্বীকাৰ কৰিবৰ কাৰণে সচেতন যত্ন চলিছিল। বাহিৰৰ ভক্তি-ধৰ্ম তথা অন্য ধৰ্মৰ হেঁচাও এই অবসৰতে অসমত অনুপ্ৰবেশ কৰিছিল। গুৰু-কথা অসম, কামৰূপ আৰু বেহাৰ বা কোচবেহাৰ—এই তিনি ৰাজ্যত বিস্তৃত হৈ পল্লৱিত হৈ উঠিছিল। সঙ্ঘটি আৰু 'পন্থ' নতুনকৈ আহিল। বহুত সত্ৰ-অনুষ্ঠান হ'ল। সেইসকল প্ৰায় ৰাজানুগ্ৰহ-প্ৰাৰ্থী হ'ল। ভক্তিৰ ইতিহাসক বিভিন্ন শক্তিয়ে বিভিন্ন ফালে টানিবৰ যত্ন কৰিবলৈ ধৰে। এইবোৰ কাৰণত ইতিহাসেই বিকৃত ৰূপ লোৱাৰ সম্ভাৱনাৰ সৃষ্টি হৈছিল আৰু, আন কি, মূল তথ্যত নিষ্ঠাবানসকলো চঞ্চল হৈ উঠিছিল। যাক আমি লোক-কথা (folklore) বা সাধুকথা বুলি লওঁ, তেনে পদাৰ্থও গুৰু-কথাৰ লগত মিশ্ৰিত হৈছিল। অলৌকিক-পৌৰাণিক কথা-বস্তু চৰিত তোলাৰ সামগ্ৰীত পৰিণত হ'ল। চৰিত তোলা বুঢ়াভকতসকলে গুৰু-কথাক কৃষ্ণ-কথাৰ সমপৰ্যায়ৰ বুলি ধৰি কেতিয়াবা তাৰ মিশ্ৰণো অবাঞ্ছনীয় বুলি বিবেচনা নকৰিবলৈ ধৰে। বাহিৰৰ ভক্তিধৰ্মৰ ইতিহাসক ভুলকৈ গ্ৰহণ কৰাত অসমৰ তেনে ইতিহাসকো তাৰ প্ৰভাৱে ভঁজুৱা কৰিলে। 'গুৰু-চৰিত-কথা' অধ্যয়নৰ বাবে হাতত তুলি লোৱাৰ পূৰ্বতে তাৰ ৰচনাৰ এই পূৰ্বাৱস্থা বিচাৰ কৰা সমুচিত হ'ব। উত্তৰ পৰ্যায়ৰ চৰিতবোৰৰ অভিনৱ লক্ষণৰ ভিতৰত মই এইকেইটি বিশেষভাৱে লেখত ধৰিছিলোঁ—(১) আদি পৰ্যায়ৰ বৈকুণ্ঠ দ্বিজৰপৰা আৰম্ভ কৰি উত্তৰ পৰ্যায়ৰ চৰিতত শ্ৰীমন্ত শঙ্কৰ, বঙ্গৰ শ্ৰীচৈতন্য, (সম্ভৱতঃ নিম্বাৰ্ক সম্প্ৰদায়ৰ সন্ন্যাসী) হৰিব্যাস আৰু উত্তৰ ভাৰতৰ ৰামানন্দ—এই চাৰি ৰূপে হৰি অৱতাৰ হয় বুলি বৰ্ণোৱা হৈছে। 'গুৰু-চৰিত-কথা'ই সেই ধাৰ্মিক সাধুটি কিঞ্চিৎ পৃথক ধৰণে কৈছে [§ ৩০]। কিন্তু এই কথনৰ পিছফালে কোনো বহল অধ্যয়ন আছিল বুলি ভাব নহয়। (২) অসমৰ বৈষ্ণৱ ধৰ্মৰ গুৰি শঙ্কৰাচাৰ্যত দেখুওৱা হৈছে অতি অবাস্তৱভাৱে। 'গুৰু-চৰিত-কথা'ই শ্ৰীভাগৱতৰ বা ভগৱত্তত্ত্বৰ প্ৰৱাহ দেখুৱাইছে আদি নিৰঞ্জনৰপৰা গুৰুজনলৈ এই ধাৰাত : আদি নিৰঞ্জন—অনাদি অনন্ত—কালপুৰিয়া নাৰায়ণ—নৰনাৰায়ণ—ব্ৰহ্মা—নাৰদ—ব্যাস—শুক—পৰীক্ষিত—সূত—শঙ্কৰাচাৰ্য—

শ্ৰীধৰস্বামী—ভাস্কৰাচাৰ্য—নৃসিংহ—পৰমানন্দ—বত্নভাৰতি—মহাভাৰতি—পুৰুষোত্তম ভট্টাচাৰ্য—বিষ্ণুপুৰী—ব্ৰহ্মানন্দ—জগদীশ—গুৰুজন[§ ৩২১][১]। প্ৰকৃততে, ভাগৱত-পুৰাণত ভাগৱতৰ (ভগৱত্তত্ত্ব) ব্ৰহ্ম-সম্প্ৰদায় আৰু অনন্ত-সম্প্ৰদায় বুলি দুটি ঐতিহ্যৰ কথা আছে। শঙ্কৰাচাৰ্য সম্প্ৰদায়ৰ চাৰি মঠৰ পূবৰটি পুৰীৰ গোৱৰ্ধন মঠৰ শঙ্কৰাচাৰ্যসকলৰ তালিকা এই সম্পৰ্কত আলোচনা কৰিলে আমাৰ খেলি-মেলি ধৰা পৰে। শঙ্কৰাচাৰ্যৰ নিজৰ আজ্ঞা পোৱা নৃসিংহৰ উপাসক পদ্মপাদ, তেওঁৰ পিছৰ মঠাধিকাৰ ক্ৰমে শূলপাণি, নাৰায়ণ, বিদ্যাৰণ্য, ৰামদেৱ, পদ্মনাথ, জগন্নাথ, মধুৰেশ্বৰ, গোবিন্দ, শ্ৰীধৰ, মাধৱানন্দ, কৃষ্ণ ব্ৰহ্মানন্দ, ৰমানন্দ, বাগীশ্বৰ, পৰমেশ্বৰ ইত্যাদি। গুৰু দুজনাৰ গ্লানি গোৱা 'সন্তনিৰ্ণয়'তো শঙ্কৰাচাৰ্যৰপৰা শঙ্কৰদেৱৰ ধৰ্মপ্ৰাপ্তিৰ পটি কাটি দেখুৱাবৰ যত্ন আছে। এইবোৰ ব্যৰ্থ যত্ন। (৩) আদি পৰ্যায়ৰ চৰিতবোৰত অসমৰ বাহিৰত গুৰুজনৰ কোনো শিষ্য হোৱা কথাৰ উল্লেখ নাই। কিন্তু উত্তৰ পৰ্যায়ৰ চৰিতমতে পুষ্কৰতীৰ্থত কবি গোপীনাথ, বৃন্দাবন-গকুলত ৰেধা নামে সন্ন্যাসী, কালি-হ্ৰদ-তীৰত ৰূপ, সনাতন আৰু বৃন্দাবন দাস, উপদ্বাৰকাত ৰামাকান্ত নামে ক্ষত্ৰিয়, আৰু পুৰীত জগন্নাথৰ মুখ্য পাণ্ডাসকলে মহাপুৰুষক গুৰু বুলি শৰণ লয় (§§ ৬৫-৬৭, ২৯৩]। ১৭১৫ ছনত গোবিন্দ নায়ক নামে এজন ওড়িয়া কবিয়ে ৰচনা কৰা 'শঙ্কৰ গোসাই চৰিত'ত গুৰুজনৰ ভালেকেইজন শিষ্যৰ নাম দিয়া হৈছে কোচবেহাৰ আৰু পুৰীৰ।[২] এইবিলাক উক্তিৰ আজি কোনো বাস্তৱ প্ৰমাণ নাই। কিন্তু মন কৰিবলগীয়া ৰূপ গোস্বামীয়ে তেওঁৰ 'বিদগ্ধমাধৱ নাটক'ৰ নান্দীৰ শেহত দিয়া "অদ্যাহং স্বপ্নান্তৰে সমাদিষ্টোঽস্মি ভক্তৱতাৰেণ ভগৱতা শ্ৰীশঙ্কৰদেৱেন" কথাষাৰে আমাৰ গুৰুজনকে ইঙ্গিত কৰিছে বুলি ভাবিবৰ মন যায়। (৪) গুৰুজনৰ কোনো পুথিতে নথকা কথা—

---

১ এই ধৰণৰ এখন মিশ্ৰিত তালিকাৰ কেনেকৈ উদ্ভৱ হ'ল, বুজা নাযায়। ভাগৱত-পুৰাণৰ টীকাকাৰ শ্ৰীধৰ স্বামী শঙ্কৰাচাৰ্য সম্প্ৰদায়ৰ বাবেই বোধ হয় এনে কথাৰ জন্ম হৈছে। ছাৰ চাৰ্লছ এলিয়টে লেখিছে যে দখিণপাট-সত্ৰৰ নৰদেৱ গোসাঁইৰ উক্তিমতে তেওঁ শঙ্কৰাচাৰ্যৰ অধস্তন ৩৪শ উত্তৰাধিকাৰী, নাৰদৰ অনুসৰি বিষ্ণুধৰ্ম পাহৰণিত পৰাত ঈশ্বৰে দত্তাত্ৰেয় অৱতাৰ ধৰি বাৰাণসীত শঙ্কৰাচাৰ্যক শিষ্যৰূপে শিক্ষা দিয়ে। তাৰপৰা ক্ৰমে : শঙ্কৰাচাৰ্য—পদ্মাচাৰ্য—মুণ্ডনাচাৰ্য—কেৱলাচাৰ্য—সদানন্দ—নিত্যানন্দ—ভৱানন্দ—কাঞ্চনানন্দ—ব্ৰহ্মাচাৰীনন্দ * চৈতন্য স্বৰূপানন্দ— ৰামদত্ত—নিমাদত্ত—মাধৱাচাৰ্য —ব্ৰহ্মানন্দ ভাৰতি—বিশ্বনাথ ভাৰতি—হৃদয়ানন্দ ভাৰতি—বিষ্ণু ভাৰতি—শ্ৰীচৈতন্য—দামোদৰদেৱ—বলদেৱ—বনমালীদেৱ—ৰামদেৱ ইত্যাদি (Sir Charles Eliot : Hinduism in Assam, *Journal of Royal Asiatic Society*, 1910, p. 1178)।

২. গুৰুচৰিতৰ ইতিকথা, পিঠি ৩৯।

সাতৰপৰা পয়ত্ৰিশ সংখ্যালৈকে বৈকুণ্ঠৰ কথা, তাৰে উচ্চতমখনিত ৰাধাৰ বিহাৰ নতুন পৰ্যায়ৰ চৰিতৰ সম্পত্তি [§§ ০৪, ৩০]। বৈকুণ্ঠৰ নাম তাত হ'ল বলাস— যেনে পঙ্কজবলাস। এনে নামৰ আগ-গুৰি ক'ত? (৫) মহাপুৰুষৰ প্ৰথম তীৰ্থভ্ৰমণৰ পূৰ্বে বা পিছতে তুলাপাতত সাত বৈকুণ্ঠৰ (আকৌ সাত বৈকুণ্ঠ! গুৰুজনে 'প্ৰহ্লাদ-চৰিত্ৰ'ত বৈকুণ্ঠৰ সপ্তদ্বাৰৰ কথাহে কৈছে।) চিত্ৰ আঁকি 'চিহ্নযাত্ৰা' নামে সাত দিন সাত নিশা জোৰা ভাওনা কৰাৰ বৰ্ণনাও উত্তৰ পৰ্যায়ৰ চৰিতৰহে। (৬) বঙ্গদেশৰ শ্ৰীৰাধিকাৰ জাল-পৰীক্ষাৰ অনুৰূপ ৰাধিকা নামৰ এগৰাকী কৈৱৰ্ত-পত্নীয়ে এটা পলত পানী আনি জান বন্ধাৰ বৰ্ণনাও নতুন। এই বিষয়ে এক প্ৰকাৰ লোকগীতো প্ৰচলিত আছে আৰু দীননাথ বেজবৰুৱাৰ মতে "গুৰুজনে শান্তীজান বন্ধাত বৌদ্ধধৰ্মত প্ৰবৰ্তা মানুহৰ মাজৰপৰাই এজনী শান্তী উলিয়াই ভ্ৰষ্ট তান্ত্ৰিক পথত চলা লোকসকলৰ মুখ মাৰিছিল।"[1] (৭) মহাপুৰুষে ৰজা, কৰ্মকাণ্ডী বিপ্ৰ আৰু তিৰোতাক শৰণ নিদিয়া নীতি কৰিছিল বুলি উত্তৰ পৰ্যায়ৰ চৰিতৰ সময়ৰপৰা এটা কথা চলি আহিছে। কিন্তু দেখা যায় গুৰুজনে মাধৱদেৱ আৰু নাৰায়ণ ঠাকুৰক পঠিয়াই হেৰেমদৰ ৰজাক শৰণ কৰাইছিল, ভূষণ দ্বিজ আদিক যজমান এৰুৱাই শৰণ লগাইছিল; পিছৰ যুগত (আন কি মাধৱদেৱৰ দিনতে) তিৰোতা মেধি হৈছিল আৰু মহাপুৰুষৰ নাতি-বোৱাৰী আই কনকলতাই মহন্তসকলক আজ্ঞা দি সত্ৰ থাপন কৰাইছিল।

'গুৰু-চৰিত-কথা'ত পৌৰাণিক এক বাতাৱৰণ দিবৰ সচেতন যত্ন কৰা হৈছে আৰু গুৰুৰ চৰিত্ৰ কৃষ্ণ-চৰিত্ৰৰ আৰ্হিত প্ৰতিষ্ঠা কৰিববো প্ৰয়াস হৈছে। গুৰুজনৰ বংশলতা টানিবলৈ গৈ "গোলোক ঠাই"ত কৃষ্ণ, সৰস্বতী, ৰাধা আৰু নাৰদৰ এটি নাটকীয় দৃশ্যৰ অৱতাৰণা কৰিছে চৰিতকাৰে; আৰু "এতিয়া বৈকুণ্ঠৰ চৰিত্ৰ" বুলি শ্ৰীমন্ত শঙ্কৰৰ জন্মৰ গুৰি বৈকুণ্ঠতহে দেখা পাইছেগৈ [§§ ০৪, ২১-৩০]। শঙ্কৰদেৱৰ শিশু-জীৱন কৃষ্ণ-লীলাৰে চানেকিত অঙ্কন কৰা হৈছে দিনৰ পিছত দিনৰ লেখ দি [§§ ৩২-৪৭]। সাধাৰণ বৰ্ণনাতো পৌৰাণিক আয়তন দিয়া হৈছে শ্ৰীকৃষ্ণৰ কাৰ্য সুঁৱৰি—যেনেকৈ ষাণ্ড-মৰ্দনৰ প্ৰসঙ্গত অৰিষ্টাসুৰ-বধৰ প্ৰসঙ্গ আনি। আন আন আতাসকলৰ চৰিত-প্ৰসঙ্গতো পৌৰাণিক সুষমাৰ অন্ত পৰা নাই। নাৰায়ণ দাস ঠাকুৰ আতাৰ বংশবৃক্ষৰ বৰ্ণন আৰম্ভ হৈছে এইদৰে ঃ "প্ৰথমে ঈশ্বৰ অৱতাৰ হৰি ঃ হিৰণ্যক বধি পৃথিৱী উদ্ধৰি শৃঙ্গাৰ কৰিলে ৰজচলাত ঃ পুত্ৰ হ'ল নৰক", ইত্যাদি [§ ১৬২]। অনেক ঠাইতে গুৰুজনৰ ৰূপ বৰ্ণনা কৰা হৈছে কৃষ্ণদেৱৰ ৰূপৰ আৰ্হীৰ দৰে [§ ১৩৬]। আন কি, কেতিয়াবা চতুৰ্ভুজ ৰূপৰো পৰিকল্পনা ঘটিছে [§ ২৪৮], কেতিয়াবা

---

১ ৰমাকান্ত মুক্তিয়াৰৰ 'বটদ্ৰৱা থানৰ চৰিত্ৰ' পুথিত সন্নিবিষ্ট লক্ষ্মীনাথ বেজবৰুৱাৰ পত্ৰ চাওক।

বা অষ্টভুজৰ [§ ৩৭১]। পছৰ ভৱিষ্যৎ বুৰঞ্জীৰ কথা গুৰুজনৰ মুখত ভবিষ্যদ্বাণীৰূপে দিয়া হৈছে—ভগৱান বুদ্ধৰ বাণীৰ দৰে [§§ ২৬০, ৩৭৯, ১১১৬, ১১১৮, ১১১৯]। মাধবদেৱৰ মুখত [§ ৪৬৩] কাল-সংহতিৰ চৰিত্ৰ সম্পৰ্কে ভৱিষ্যদ্বাণী দিয়া হৈছে। নাৰদ মুনিয়ে বামুণ বেশ ধৰি দেখা দিছে [§ ৬৩৪]। হৰিহৰ আতাই যোগবলে এজাক গাহৰি সৃষ্টি কৰিছে [§ ১১০৩]। সৰ্বজ্ঞতা এটি বিশেষ বিভূষাৰূপে ভক্তসকলত ঠায়ে ঠায়ে আৰোপ কৰা হৈছে। এই সকলোতে এটি অলৌকিকতাৰ আভাস বৰ্তমান। কিছু কাহিনী-বৰ্ণন পঢ়ি অন্যত্ৰৰ সন্ত-সাধুৰ চৰিত্ৰৰ কাহিনীলৈ মনত পৰে— যেনেকৈ সূৰ্যলৈ পানী চটিওৱা লৈ ভাস্কৰ বিপ্ৰ আৰু নাৰায়ণ দাসৰ কথাৰ সমান্তৰাল শিখসকলৰ "মেহৰবান জনমসাখী"ৰ অন্তৰ্গত গঙ্গাতীৰত গুৰু নানকদেৱৰ লগত সূৰ্যলৈ পানী চটিওৱাসকলৰ কথোপকথন [§ ১১৯] আৰু জয়ানন্দ আতৈৰ নৰিয়াৰ [§ ৭০৩] কাহিনীৰ সমান্তৰাল বৌদ্ধ 'মহাবগ্গ' গ্ৰন্থৰ চীবৰখন্ধকৰ গিলানবথুকথা।[1] অৱশ্যে এনেবোৰ কথাঙ্গ বা মোটিফৰ মিলৰপৰা 'গুৰু-চৰিত-কথা' ঋণগ্ৰস্ত হৈছে বুলিব নোৱাৰি। লোককথাত মোটিফৰ এনে মিল জগতজোৰা। শিয়ালা বৈষ্ণৱৰ চৰিত্ৰ [§ ৫২৮] এটি অৰ্ধবাস্তৱ সাধু; সেই লৈ এখনি পদ-পুথিও আছে।

আগতে কৈছোঁ যে 'গুৰু-চৰিত-কথা'ৰ সঙ্কলনৰ সময়ত গুৰু-কথাৰ সামগ্ৰী প্ৰচুৰ হৈ পৰিছিল। 'তিনিও ৰাজ্য' অসম, কামৰূপ, বেহাৰৰ বিভিন্ন থান, সত্ৰত বিভিন্ন পৰিমাণ আৰু গুণৰ বস্তু স্তূপীকৃত হৈছিল। চক্ৰপাণি বৈৰাগী আতৈৰ দৰে ভ্ৰাম্যমান বুঢ়াভকতে ঠায়ে ঠায়ে গৈ "জি ৰই (নাজানে) তাকো পূৰকৈ লৈ আহে"। কিন্তু নাসৌ ঋষিৰ্যস্য মতো ন ভিন্নঃ। তেনে মতভেদবোৰ দলিয়াই পেলাবৰ বস্তুও নহয়। চৰিতকাৰে সেইদেখি এটা তুলনাত্মক উপায় অৱলম্বন কৰি এটা মত দি, মতান্তৰবোৰ 'কতো মুখে কই', 'কতো মুখভেদে কই', 'সিদেশত সখমতে' বুলি পঞ্জীয়ন কৰি থৈছে [§§ ৬২, ৬৯, ৭৮, ১৬০, ১৭৪, ১৮১, ২০২, ২২৩, ২৭১, ৬৬১, ১০৩২]। ই চৰিতকাৰৰ সাধুতা আৰু পাৰিপাট্যৰ নিদৰ্শন। সত্ৰীয়া চৰিত তোলা প্ৰথাৰপৰাই সকলো চৰিত তথা বৰ্তমান চৰিতখনিৰো উদ্ভৱ হৈছে। চৰিতখনি বহুতোখিনি সৰু-সুৰা বিৱৰণৰ (episode বা anecdote এটা বা একাধিক পেৰাগ্ৰাফ বা ছেদৰ) সমষ্টি। এই বিৱৰণবোৰ বিভিন্ন সময়ত ৰচিত হোৱাটোৱে সম্ভাৱনা; মাজে মাজে খাজি দিয়া পেৰাগ্ৰাফবোৰৰপৰাই সেই কথা অনুমান কৰিব পাৰি। বিৱৰণ-খণ্ড-প্ৰধান (episodical, anecdotal) হোৱা বাবে একোটি ঘটনাৰ বিৱৰণ সুকীয়াকৈ লৈও

---

১ গুৰুচৰিতৰ ইতিকথা, পিঠি ৫১-৫৮ত বিস্তৃত উদ্ধৃতি দিয়া হৈছে চৰিতৰ লগতে জনমসাখী আৰু মহাবগ্গৰ মূল ভাষাৰ।

ক'ব আৰু শুনিব পাৰি। বদুলা আতাই এদিনাখন "গুৰুসেৱা সামৰি হৰি আতৈক বোলে মোৰ গুৰুজনৰ এটি চৰিত্ৰ কীৰ্ত্তন কৰা" [§ ৯৯৮]। 'বৰদোৱা-গুৰুচৰিত' চৰিতৰ এই গোটৰ (unit) লেখ ধৰা হৈছে এনেকৈ : "চৰিত্ৰ ১৯১ একশত একানব্বৈ; মাধৱদেৱৰ চৰিত্ৰ একশত সাতত্ৰিশ; ঠাকুৰ আতাৰ চৰিত্ৰ ১০ দহটি; গোপাল আতাৰ চৰিত্ৰ চাৰিটি; বৰবিষ্ণু আতাৰ চৰিত্ৰ তিনটি; উপৰি বংশৰ চৰিত্ৰ ৩১ একত্ৰিশটি।" বৰ্তমান চৰিতৰ অন্তৰ্গত 'হৰিহৰ আতাৰ চৰিত'ত ১,২ আদি ১৪লৈকে সংখ্যা দি এনে লেখা ৰখা হৈছে [§§ ১০৯৪-১১১৭]। এজনা গুৰু বা এজনা আতাৰ কথা শেষ কৰি আন এজনাত ধৰা হোৱা নাই; বৰং সময়ৰ গতিত আগ বাঢ়ি বিবিধজনৰ চৰিত ছোৱা ছোৱাকৈ আগ বঢ়াই লৈ যোৱা হৈছে। এজনৰ প্ৰসঙ্গ এৰি আনজনলৈ যাবলগীয়া হৈ থাকে; কেতিয়াবা সেই অপসৰণ ঘোষণা কৰি কৰা হয়, যেনে—বদুলা আতাৰ কথাৰপৰা মাধৱদেৱৰ কথালৈ যাওঁতে [§§ ১০২৪-২৫]; কেতিয়াবা সি আচম্বিতে ঘটে, যেনে—মাধৱদেৱৰ কথা এৰি কেৱশচৰণ আতাৰ কথা কওঁতে [§§ ১০২৯-৩১]। গ্ৰন্থখনি এখনি আধুনিক জীৱনী বা বৈজ্ঞানিক ইতিহাস নহৈ অসমৰ বৈষ্ণৱ ধৰ্মৰ এক অসমীক্ষিত অভিলেখহে (chronicle, বুৰঞ্জী) হৈছে। কিন্তু এই অভিলেখ মহৎভাৱে মানৱীয় অভিলেখ—গুৰু, আতা, বৈষ্ণৱসকলৰ জীৱনৰ প্ৰাণৱন্ত চিত্ৰ। শঙ্কৰদেৱ-মাধৱদেৱৰ বাহিৰেও মহাৰাজ নৰনাৰায়ণ, চিলাৰায়, নাৰায়ণদাস ঠাকুৰ আতা, বদুলা আতা, ভাটৌকুছীয়া আতা, হৰিহৰ আতা, ভৱানীপুৰীয়া আতা আদিৰ বিস্তৃত চৰিত্ৰ ইয়াত বৰ্ণিত হৈছে। তাৰ উপৰি শ্ৰীৰাম আতা, হৈদাহ বনিয়া আতৈ [§§ ৩৬৭, ৪২৭], মধুৰি বৰকুঁৱৰী [§ ৮০৩] আদি অলেখ সৰু সৰু বাস্তৱ চৰিত্ৰৰ মনোৰম প্ৰকাশে সমস্ত চৰিতখনিক জীৱন্ত কৰি তুলিছে। শঙ্কৰদেৱে আগন্তুক নাৰায়ণ দাসক দেখাৰ আগ মুহূৰ্তত অপূৰ্ব সৌন্দৰ্যৰ মূৰ্তি লৈ "পচিম মুখে পীৰা কমলিত বসি বন কটাব লাগিছে ভকতক" [§ ১৮১]; গোবিন্দ গৰমলি পোনতে গুৰুজনৰ ওচৰলৈ আহোঁতে "গুৰুজনে এডালি হুলাৰে কেৰা গুটি গুচাইছে" [§ ১৮৮]—এনে সূক্ষ্ম বৰ্ণনা, বা মাধৱদেৱ আৰু ভনী উৰ্বশীৰ নিবিড় স্নেহ [§ ৫৬৪] বা বদুলা আতাই বাসুদেৱ বিপ্ৰৰ বন্ধুৱা থকা ল'ৰাটি মোকলাই আনি "ওকনিএ লাক" দেখি "পিৰাত পেলাই বচুঙ্গাৰে ডলি মাৰি" থকাৰ বৰ্ণনা [§ ৮৪৯] আদি ঘৰুৱা হৰহু চিত্ৰেৰে 'গুৰু-চৰিত-কথা'ৰ মানৱীয় অভিলেখ পূৰ হৈছে। নানা আৰ্হি বা দৃষ্টান্তই (fable, parable) বাইবেলৰ মনোৰম কৰাৰ দৰে গুৰুচৰিতখনিকো ৰসাল কৰি তুলিছে। সকলো ঠাইতে গুৰু-আতা-বৈষ্ণৱসকলৰ ঘৰুৱা আৰু উদাৰ জীৱন-কথাইযে বিবৃত হৈছে, এনে নহয়, মাজে মাজে ভক্তিতত্ত্ব, বেদান্ততত্ত্বই বিৱৰণক উচ্চ স্তৰলৈ তুলি নিছে। এই সকলোভাৱে

চৰিতখনি আমাৰ এটা সুদীৰ্ঘ যুগৰ সংস্কৃতিৰ বুৰঞ্জী আৰু উচ্চাঙ্গৰ সুসাহিত্যৰ এটি অঙ্গ হৈ পৰিছে।

### চৰিত-তোলা প্ৰথা আৰু গুৰু-চৰিত-কথাৰ ঐতিহ্য

২.০ আমাৰ দেশত সত্ৰ-থান আদিত 'চৰিত-তোলা' বা চৰিত-চৰ্চা বুলি এটি প্ৰথা প্ৰচলিত হৈ আহিছে। সত্ৰীয়া চৈধ্য প্ৰসঙ্গৰ অন্তৰ্গত কীৰ্তন-প্ৰসঙ্গৰ অন্তত এগৰাকী বুঢ়াভকতে ('বুঢ়াভকত' মানে বুঢ়া-বয়সীয়া ভকত বা বৃদ্ধ ভক্ত নহয়; ইসকল সত্ৰৰ বয়োনিৰপেক্ষে বিশেষ এক শ্ৰেণী বিষয়-বৰীয়াহে, আৰু ইসকল থকা হাটীও সুকীয়া, যাৰ নাম 'বৰবহা' আৰু য'ত চৰিতৰ বিশেষ চৰ্চা হয়) চৰিত তোলে। সত্ৰীয়া 'কথা-চৰিত্ৰ'ৰ বিশিষ্ট 'ভাষ্য, বোলন আৰু কথন'ৰ ৰীতি আছে। কোনো কোনো ভকত-সজ্জনৰ গৃহতো কেতিয়াবা দহ ভকত একেলগ হৈ এনে চৰিত্ৰ-প্ৰসঙ্গ প্ৰৱৰ্তন কৰে আৰু গুৰুসকলৰ জীৱন-কাহিনী এফালৰপৰা বিৱৰি আৰু আলোচনা কৰি যায়। ঠায়ে ঠায়ে পদ-চৰিতৰপৰাও একো অংশ সুৰ লগাই আবৃত্তি কৰা হয়। এজনে কওঁতে কোনো কথাত আঁৰ লাগিলে আন এজনে তাক শুধৰাই দিয়ে। কেতিয়াবা কেতিয়াবা কওঁতা আৰু শুনোতাৰ মন গুৰু-মহিমাত ইমানকৈ মজে যে, চাৰি-পাঁচ দিন লেথাৰি নিছিগাকৈ প্ৰসঙ্গ চলি থাকে। এনে ধৰণে চৰিত-চৰ্চাৰ ভিতৰত এয়েহে বিচিত্ৰ যে গুৰুসকলৰ অনেক উক্তি বেদৰ বাণীৰ দৰে লৰচৰ নোহোৱাকৈ অনেক কাল অনেক থান-সত্ৰত একে ধৰণে আবৃত্তি কৰা হৈ আহিছে আৰু এনেকৈয়ে গুৰু-কথাৰ ঐতিহ্যৰ এক শকত সোঁত যোৱা চাৰি-পাঁচ শ বছৰৰ বুকেদি বৈ আহিছে। সত্ৰলৈ নিজৰে শিছ বা আন আন বৰলোক আহিলে আশীৰ্বাদ দিবৰ বেলিকা এগৰাকী বুঢ়াভকতে সমাস্তৰাল এক প্ৰসঙ্গৰ এছোৱা চৰিত কথন কৰে ভালেখিনি সময় জুৰি—ইফালে অতিথি আঁঠু কাঢ়িয়ে থাকিব লাগে সকলোখিনি সময় সেই চৰিত কোৱাৰ মাধুৰ্য উপভোগ কৰি।

কোনো কোনো সত্ৰত এতিয়াও লভ্য কথা-চৰিতবিলাক এনে ধৰণৰ চৰিত-তোলা প্ৰথাৰপৰাই উদ্ভুত। সিবিলাকত সন্নিবিষ্ট বিস্তৃত আৰু মনোৰম গুৰু-জীৱনৰ কাহিনীবোৰ প্ৰাণৰ উচ্ছ্বাস সানি এনে প্ৰাণময় হৈ উঠিছে যে সেইবিলাক জীৱন্ত ঘটনাৰ দৰে চকুৰ আগতে দেখা আৰু মূল বক্তাৰপৰাহে যেন নিজ কাণে শুনা যেন লাগে। কথা-চৰিততকৈ সাধাৰণতে চমু পদ-চৰিতবোৰো একে উৎসৰপৰাই উদ্ভুত। 'গুৰু-বৰ্ণনা' নামৰ পদ-চৰিত ৰচনা কৰা অনিৰুদ্ধ দাসে তেওঁৰ ৰচনাৰ অনুপ্ৰেৰণা এনে চৰিত-তোলাৰপৰাইযে পাইছিল, তাক তেওঁ স্বীকাৰ কৰিছে ঃ

কথাৰূপে ভক্তসবে চৰ্চ্চে ঠাই ঠাই।
পদ-ছন্দে কৰিবাক মোৰ অভিপ্ৰায়॥

প্ৰকৃতপক্ষে, পদ-চৰিত সকলোখিনিয়েই কথন-চৰিত্ৰৰ ছন্দ-সংস্কৰণ মাথোন। কথা-চৰিতবিলাকেই হ'ল সত্ৰীয়া চৰিত-তোলাৰ ঐতিহ্যৰ ঘাই সুঁতি; পদ-চৰিতবোৰ সেই ঐতিহ্যৰ সুঁতিৰপৰা তুলি আনি ঘটত থোৱা তীৰ্থজল।

বেলেগ বেলেগ ঘাই ঘাই সত্ৰসমূহৰ নিজা নিজা কথা-চৰিত আছে। বৰ্তমান চৰিতখনি সাতাৰন্ন বছৰৰ আগতে ডক্টৰ বাণীকান্ত কাকতিয়ে তেওঁৰ আধ্যাত্মিক গুৰু বৰপেটা-সত্ৰাধিকাৰ চতুৰ্ভুজ মিশ্ৰৰপৰা শৰণ ল'বৰ বেলিকা গুৰু-নিৰ্মালিৰূপে পাইছিল। কিন্তু এইখনি চৰিত বৰপেটা-সত্ৰত সঙ্কলিত নহয়। ক'ত সঙ্কলিত হৈছিল, সি বিচাৰ্য হৈয়ে আছে অথন! পুথিখনিত গ্ৰন্থকৰ্তা হিছাপে কাৰো নাম দিয়া হোৱা নাই। প্ৰাচীন ধৰ্ম-গ্ৰন্থবোৰৰ ৰীতিয়েই এনে—তাৰ আধুনিক ধৰণৰ লেখক নাই, আছে বক্তাহে। কথা-চৰিতবিলাকৰ দৰে সমসাময়িক অসমৰ কথা-বুৰঞ্জীবিলাকৰো একে ৰীতি—তাৰ লেখক নাই, আছে লেখাওঁতাহে। লেখকৰ নাম নথকা বুলি এইসকল গ্ৰন্থৰ মূল্যৰ হ্ৰাস নহয়। প্ৰাচীন হিন্দু শাস্ত্ৰৰ ভিতৰত 'মহাভাৰত'ৰ বক্তা ব্যাস; তাৰ লিপিকাৰ গণেশ। ভাৰতৰ বৈষ্ণৱ-সম্প্ৰদায়বোৰৰ মূল গ্ৰন্থ 'ভাগৱত-পুৰাণ'ৰ বক্তা হ'ল ৰৌমহৰ্ষনি উগ্ৰশ্ৰৱা সূত।

কোনো ধৰ্ম বা গুহ্য কথাৰ প্ৰামাণিকতাস্বৰূপে তাৰ পৰম্পৰা দেখুওৱাৰ ৰীতি অতি প্ৰাচীন কালৰেপৰা ভাৰতবৰ্ষত আছে। গীতাত যোগৰ পৰম্পৰা দেখুওৱা হৈছে এইদৰে ঃ

ইমং ৱিৱস্বতে যোগং প্ৰোক্তবানহমব্যয়ম্।
ৱিৱস্বান্ মনৱে প্ৰাহ মনুৰিক্ষ্বাকৱেঽব্ৰৱীৎ॥
এৱং পৰম্পৰাপ্ৰাপ্তমিদং ৰাজৰ্ষয়ো ৱিদুঃ।
স কালেনেহ মহতা যোগো নষ্টঃ পৰন্তপ॥
স এৱায়ং ময়া তেঽদ্য যোগঃ প্ৰোক্তঃ পুৰাতনঃ।

নৈমিষাৰণ্যত সমৱেত হোৱা ঋষিসকলৰ আগত সূতে 'ভাগৱত-পুৰাণ' বিৱৰি কোৱাৰ দৰে 'প্ৰাণ-গুৰু'ৰ দেৱ-তুল্য চৰিতত 'উন্মত' হৈ এজন বিশিষ্ট বুঢ়াভকত আতৈয়ে এখনি সত্ৰৰ বৰবহাত বহি আন আন আতৈ-বাপুসকলৰ সমাজত সেই চৰিত বৰ্ণাইছে। তেওঁক 'গুৰু-চৰিত-কথা'ৰ বক্তা বুলিব পাৰি, লেখক নহয়। আতৈগৰাকীৰ কথন-বচন অনুসৰি যিজনে বা যিসকলে পুথিখনি লিখি উলিয়াইছে, তেওঁৰ বা সিসকলৰো নাম নাই। সিজন বা সিসকল নিনাও হৈ বৈ গৈছে। বক্তা আতৈগৰাকী কিন্তু পুথিৰ প্ৰাৰম্ভতে (§§ ০২-০৩) আমাৰ আগত দেখা দি নোহোৱা হ'লেও সামৰণিৰ সময়ত (§§ ১১২৫ আদি) পুনৰ ছাঁৰ দৰে আমাক দেখা দিছেহি—যেন সকলো কথন তেওঁৰ মুখৰ বচন, সকলো বৰ্ণনৰ আঁৰতে যেন তেওঁ ঘাই সূত্ৰ। সূত্ৰে মণিগণা ইৱ কথাৰ

ছেদবোৰ যেন তেওঁতে গাঁথ খাই আছে। এই আতৈগৰাকী হ'ল (অন্ততঃ প্ৰথম দেখাত) ধঞ্জয় আতৈ অথবা, অধিক সম্ভাৱনাৰে, চক্ৰপাণি বৈৰাগী আতৈ পুৰুষ। তেওঁ কিন্তু সাক্ষাৎ মহাপুৰুষ গুৰুজনৰ দিনৰেপৰা চৰিত-কথনৰ ঐতিহ্য টানি আনিছে ঃ

বৰদ্ৰবাৰপৰা পাটবাউসিলৈ ঃ কথাচৰিত্ৰ ঘোষাকীৰ্ত্তনহে আচিল ঃ সৰু আতা ঠাকুৰ আতা প্ৰমুক্ষে সোধে ঃ গুৰুজনে মুখপদ্মে কীৰ্ত্তন কৰে ঃ দশ অৱতাৰ বাইষ্য অৱতাৰ ঃ শৃৰামৰ ঃ কৃষ্ণবলোভদ্ৰৰ চৰিত্ৰ ঃ আতৈসৱে মহাশ্ৰদ্ধভাএ কৰ্ণাঞ্জলি ভৰি পিএ ঃ গুণমালা লীলামালা ভটিমাৰ ক্ৰম নাচিল ঃ মাত্ৰ কীৰ্ত্তন ওজাহে গাইচিল॥ (§ ০১)

এইদৰে মহাপুৰুষ শঙ্কৰদেৱৰ দিনত 'কথাচৰিত্ৰ' বুলিলে ভগৱন্তৰ চৰিত্ৰ-কীৰ্তনহে আছিল; তাকো পৰ্যায়-বদ্ধ নকৰি সুবিধামতে চৰ্চা গৈছিল। গুৰুজনেই ঘোষণা কৰিছিল যে কৃষ্ণ-চৰিত্ৰ আৰু ভক্ত-চৰিত্ৰ সমান। মহাপুৰুষৰ বৈকুণ্ঠ-প্ৰয়াণৰ পাছত সেই দেখি

তেহে শৃমাধদেএ গুৰুবাক্য সিৰে ধৰি গুৰুজনৰ সদাসৰ্ব্বদা চৰিত্ৰ কীৰ্ত্তন কৰিচিল। আতৈসৱে শ্ৰৱন কৰে ঃ সুন্দৰিত গৰুড়ৰ কান্ধে ভগৱন্ত অহাৎহে ছৈধ্যে গোটা প্ৰসঙ্গ ক্ৰম লগাই চৰ্চ্চি মুৰ্ত্তিমন্তকৈ পাতিছে॥ সাৰি ক্ৰম লগাইচে॥ [§§ ০১, ৬০৮]।

মাধৱদেৱ পুৰুষে দুজনা ঠাকুৰ প্ৰমুখ্যে নজনা আতাকে ধৰি "পঞ্চিশজনা [পঞ্চিশ মহন্ত] আচাৰ্য পাতি ধৰ্ম্মবস্তু থৈ আজ্ঞা দি.... বেহাৰত ভেলা মধুপুৰে নৰদেহ এৰি বৈকুণ্ঠে গলন্ত॥" বুজিব লাগিব, এই আচাৰ্যসকলৰ যোগে 'চৰিত্ৰ-কথা'ৰ চৰ্চা বিশেষ বিস্তাৰপ্ৰাপ্ত হৈছিল। সিসকলৰ মাজত গুৰু-কথাৰ বিশেষ বাহক দুজনা আচাৰ্যৰ উল্লেখ কৰি 'গুৰু-চৰিত-কথা'ৰ ঐতিহ্যৰ ধাৰাৱে অহা গৈছে ঃ

সেই নজনা আতাৰ সঙ্গৰে ঃ ভাটোকুচিয়া বদুলা আতা একে বস্তু ঃ সদাসৰ্ব্বদা গুৰুবাক্য শিক্ষা ধৰি শ্ৰৱণ কীৰ্ত্তন প্ৰেম ভক্তি কথা চৰিত্ৰসুখত ৰত ঃ [§ ০২]

এইখিনিতে কথাচৰিত্ৰত দুটি ডাল ধৰিছে। সেই দুটিক আমি বৰদোৱা ডাল আৰু বৰজহাৰ ডাল বুলিব পাৰোঁ চৰিতখনিৰ বিচাৰৰ ধাৰাত।

বৰদোৱা ডাল ঃ চৰিতখনিৰ পোনতে [§ ০২] ভাটৌকুছীয়া কেশৱচৰণ আতাৰপৰা বঢ়া গুৰু-পৰম্পৰা দিয়া হৈছে ঃ "পাচে আতা ধৰ্ম্মবস্তু জয় আতৈতে ভোগপুৰ দামোদৰতে থৈ ঃ পৃথিবি এৰি বৈকুণ্ঠে উঠিল ঃ পাছে তাৰা থলে কুৰুৱাবহিয়া পৰিক্ষিত আতৈ ঃ তাৰা থলে মনিপু আতৈ"। কিন্তু গোবিন্দদাসৰ 'সন্ত-সম্প্ৰদায়-কথা' অনুসৰি' এই গুৰু-বৃক্ষ এনেহে হ'ব লাগে ঃ

---

১. অসম সাহিত্য সভাৰদ্বাৰা প্ৰকাশিত আমাৰ 'গুৰুচৰিতৰ ইতিকথা'ৰ ওপৰঞ্চিৰূপে গোবিন্দ-দাসৰ পুথিখনি সন্নিবিষ্ট হৈছে।




আমাৰ চৰিতখনিয়ে কৈছে, মনিপু আতৈৰ (ওপৰৰ গুৰু-বৃক্ষৰ মনুপো আতা) দিনত হালধিয়াৰ দায়ামায় আতৈ বৰবহাত (অৰ্থাৎ বুঢ়াভকত) আছিল। তেতিয়াই চক্ৰপাণি বৈৰাগী আতৈ পুৰুষে তিনিও ৰাজ্যত (অসম, কামৰূপ, বেহাৰ বা কোচবেহাৰ) ঘূৰি ফুৰাত জণ্টিয়াবাঙ্গৰ ('তুংখুঙ্গীয়া বুৰঞ্জী' § ৮৪ মতে বিশ্বনাথঘাটৰ পোনে পোনে লুইতৰ দক্ষিণ পাৰে) বৰজহা সত্ৰত বৈছিলহি। সত্ৰৰ নাম-প্ৰসঙ্গৰ বেলিকা আতৈয়ে 'ৰাম গোসাই তুৱা পাৱে কৰোহো গোহাৰি' আদি চাৰিটি বৰগীতৰ চাৰি প্ৰকাৰে অৰ্থ-ব্যাখ্যা কৰাত তত্ত্বদৰ্শী পুৰুষ বুলি বৰকাপোৰ দি তেওঁক ডাঙৰ মান ধৰি ত'ৰ বাপুসকলে চৰিত সুধিছে, "শ্ৰীশঙ্কৰদেৱৰ জন্মৰপৰা পয়ানলৈ কক, আমি তেনেকৈ নেপাওঁ।" তেতিয়া চক্ৰপাণি আতৈয়ে বৰজহাত ছমাহ বৈ গুৰুজনৰ চৰিত বিস্তৃতকৈ কৈছে, মাজে মাজে যিখিনি কথা তেওঁ ক'ব পৰা নাছিল বাবে উহ্য বৈছিল, তাকো বৰজহাৰ বাপুসকলে কোৱামতে পূৰকৈ লৈছে। ইয়াৰ পিছত আতৈ পুৰুষ বৰজহা এৰি বৰদোৱাত বৈছেহি। বৰদোৱা থানৰ গায়ন বাপু, সিদ্ধ বাপু, কমললোচন বাপু আদি বাপুসকলে একেই গুৰু-কথা লৈ প্ৰশ্ন কৰিছে, আতৈয়ে মহানন্দে দুয়োজনা গুৰুৰ জন্মৰপৰা পয়ানলৈ আৰু সেৱকসকলৰো চৰিত কীৰ্তন কৰিছে [§ ০২]। "তাৰৰ্ত্তে তাৰাসবৰ বল সেইডালে গল" [§ ০৩] অৰ্থাৎ চক্ৰপাণি বৈৰাগী আতৈ পুৰুষৰ কথনৰপৰাই বৰদোৱা ডাল চৰিত-কথা প্ৰবৰ্তিত হ'ল। এইধাৰা চৰিতৰ এটি একপ্ৰকাৰ আভাস মাত্ৰ পোৱা যাব তাহানি দ্বিতীয় বছৰৰপৰা পঞ্চম বছৰলৈ (আঘোণ ১৮৩২ শক—আহিন ১৮৩৬ শক) লক্ষ্মীনাথ বেজবৰুৱা-সম্পাদিত 'বাঁহী'ত প্ৰকাশিত

আৰু বৰ্তমানে আমাৰদ্বাৰা সম্পাদিত হৈ প্ৰকাশিত 'বৰদোৱা গুৰুচৰিত' (গুৱাহাটী, ১৯৭৬) পুথিৰপৰা। অৱশ্যে এই প্ৰকাশিত চৰিতখনি মূল সাঁচিপতীয়া চৰিতৰ তাঁকাটোহে মাত্ৰ, তাকো অৰ্বাচীন ভাষাত। চৰিতখনিৰ মূল পুথিৰ সন্ধেদ বিচৰা হৈছিল; কিন্তু পুথিখনি বৰদোৱাৰপৰা এগৰাকী বিধৱা দৈৱজ্ঞৰ হাতত নাজিবালৈ স্থানান্তৰ হোৱাৰ বতৰা পোৱা হ'ল। তাৰ পিছত আৰু তাৰ পম খেদিবলৈও চিনকে পোৱা নগ'ল।

বৰজহা ডাল ঃ "আমাৰ হল এইক্ৰমে" বুলি এআষাৰ কথা লগাই দি এটি দ্বিতীয় ঐতিহ্যৰ নামৰ দাবী কৰা হৈছে, যি ঐতিহ্যৰ নিদৰ্শন বুলি আমি বুজিব লাগে সমস্ত 'গুৰু-চৰিত-কথা'খনিকেই। "এই ক্ৰমে" মানে "তাৰা থলে বৰজনা আঁতে ঃ তেঞ থলে সৰুজন আঁতে ঃ তাৰা থলে গৰলিয়া বাপুত ঃ তাৰা জয় বাপুক সত্তৰিয়া পাতি ঃ ধঞ্জয় আঁতে পুৰুৰক মহাশুদ্ধ ধৰ্ম্মবস্তু দি সেৱকৰ মুখ্য পাতি গল [বৰবহাত] ঃ জয় বাপুএ বিৰু বাপুক আজ্ঞা দিলে ঃ আঁতেএ থলে কৃষ্ণৰাম জয়ৰাম আঁতৈত" [§ ০৩]। ওপৰৰ 'সন্ত-সম্প্ৰদায়-কথা'ৰ গুৰু-বৃক্ষলৈ মন কৰিলে ইয়াৰ প্ৰথম 'তাৰা' কেশৱচৰণ আতা যেনেই লাগে আৰু বৰ্ণিত গুৰু-পৰম্পৰাটি চকলা সত্ৰৰ যেনহে লাগে।[১]

কেশৱচৰণ আতা
|
জগজীৱন আতা (বৰজনা আঁতে)
|
ভৱানন্দ আতা (সৰুজন আঁতে)
|
গৰল আতা (গৰলিয়া বাপু)
|
জয় বাপু সতৰিয়া [ধঞ্জয় আঁতে পুৰুষ বুঢ়াভকত]
|
বিৰু বাপু [কৃষ্ণৰাম-জয়ৰাম আঁতে পুৰুষ বুঢ়াভকত]

এই ডালৰ প্ৰধান প্ৰবক্তা হ'ল ধঞ্জয় আঁতে পুৰুষ। সিজনাক ৰামগতি, মণিৰাম আঁতে প্ৰমুখ্যে ভক্তসকলে দুজনা গুৰু, দুজনা ঠাকুৰ, নজনা আতা, আনোসৰ সেৱকৰ বিষয়ে

১. মাজুলীৰপৰা আহি নগাঁৱৰ আঁহতগুৰিত বহা চকলা-সত্ৰৰ পুৰুষীনামা কিন্তু পৃথক ঃ আদি জয়জগজীৱ—সনাতন—হৰিহৰ—বিষ্ণুদেৱ, ইত্যাদি (ড° কেশৱানন্দ দেৱ গোস্বামীৰ ব্যক্তিগত টোকা)।

প্ৰশ্ন কৰে। সিজনে তেতিয়া চৰিত কীৰ্তন কৰিবলৈ আৰম্ভ কৰে। পাছত ধঞ্জয় আতৈয়ে কথন-চৰিতৰ ভাৰখনি কৃষ্ণৰাম, জয়ৰাম আতৈৰ কান্ধত দি থৈ যায়।

অনুমান হয় বৰ্তমান চৰিতখনিক "আমাৰ হল এইক্ৰমে" কথাষাৰ লগাই বৰজহা ডালৰ সম্পত্তি কৰিবৰ যত্ন কৰা হ'লেও সেই কথাআষাৰৰ বাহিৰে চৰিতখনিয়ে চক্ৰপাণি বৈৰাগী আতৈৰ প্ৰবৰ্তিত ঐতিহ্যটিহে ৰক্ষা কৰে। আদিৰ আৰু শেহৰ 'শ্লোক' দুটিয়ে আৰু পুৰুষ-সঙ্ঘটিৰ কথাৰ প্ৰাধান্যৰপৰা সেই অনুমান দৃঢ়ীভূত হয়।

**গুৰু-চৰিত-কথাৰ বক্তা আৰু তাৰিখ**

৩.০ কেশৱচৰণ আতাৰ জন্ম  হয় বৰ্তমান লখীমপুৰ জিলাৰ অন্তৰ্গত নাৰায়ণপুৰ অঞ্চলৰ কাঁচিকটা নৈৰ পাৰৰ ভাটৌকুছিত। তেওঁৰ জন্মৰ সময়ত শঙ্কৰদেৱ আদি ভূঞাসকলে ধুৱাঁহাতা-বেলগুৰি এৰি কামৰূপলৈ ভটীয়ায়। এয়া ১৪৬৫-৬৬ শকৰ ঘটনা বুলি আমাৰ অনুমান। মাধৱদেৱৰ শেষ বয়সতহে কেশৱচৰণে ধৰ্মবস্তু গ্ৰহণ কৰেহি কামৰূপত আৰু মাধৱদেৱৰ প্ৰয়াণতহে (১৫১৮ শক) কেশৱচৰণে নিজ ঠাইত সত্ৰ থাপনা কৰি ধৰ্মপ্ৰচাৰ কৰে বুলি অনুমান কৰিব পাৰি। তেতিয়াৰপৰা বিৰু বাপু সত্ৰীয়া হোৱালৈকে প্ৰতিজন সত্ৰীয়াত ২৫ বছৰকৈ ধৰিলে ১২৫ বছৰমান হয় অৰ্থাৎ ১৬৪৩ শকমান (১৭২১ চন) হয় বুলি অনুমান কৰিব পাৰি আৰু তাৰ আগৰ-পিছৰ সময়কে ধঞ্জয় আতৈৰ সময় আৰু তেওঁৰ কথন-চৰিত্ৰ বুলি দাবী কৰা আমাৰ 'গুৰু-চৰিত-কথা'ৰ সময় বুলিব পাৰি।

কিন্তু মূলজনা আতৈৰ চৰিত্ৰ-কথন আৰু তাক লিপিবদ্ধ কৰাৰ মাজত এটি সময়ৰ ব্যৱধান হোৱাটো অসম্ভৱ নহয়। তদুপৰি চৰিতৰ "আমাৰ ক্ৰম" মানে যদিও বৰজহা ডাল বুলি আমি অনুমান কৰিবৰ থল হৈ যায়, আন দুটা সম্ভাৱনাৰ থল আমাৰ চকুৰপৰা সাৰি যোৱা উচিত নহ'ব ঃ (১) "তাৰৰ্ত্তে তাৰাসবৰ ৰল সেইডালে গল আমাৰ হল এইক্ৰমে" উক্তিটো পুথিখনিত স্পষ্টভাৱেই পিছত সংযোগ কৰি দিয়া হৈছে, আৰু চৰম ক্ষেত্ৰত এই সংযোগ 'বৰদোৱা ঠাল' বা বৰদোৱাৰ মূল চৰিতখনৰ ওপৰত 'বৰজহা ঠাল'ৰ নাম মাথোন কলম (graft) ধৰি বহুৱাই দিয়া হৈছে; মাথোন বুলি সন্দেহ হয়, আৰু সেই সন্দেহক আদিৰ আৰু অন্তৰ নমস্কাৰত মাথোন বৰদোৱা মূল বা পুৰুষসংহতিৰ গোসাঁইসকলৰ নামৰ উল্লেখে ঘনীভূত কৰে। তেনেটো সত্য হ'লে, বৰ্তমান চৰিতখনি বৰদোৱাৰ ঐতিহ্যৰে বাহক, চক্ৰপাণি আতৈয়েই তাৰ বক্তা আৰু শেহৰ (§ ১১১৬) 'আতৈ পুৰুষো' চক্ৰপাণিয়েই বুলি প্ৰতিষ্ঠিত হৈ ৰয়। (২) দ্বিতীয়তে, চৰিতখনি লিপিবদ্ধ কৰি উলিওৱাজন বা উলিওৱাসকল অথবা লিপিকাৰজন বা লিপিকাৰসকল বৰদোৱাৰ সেৱক বুলিহে অনুমান হয় বিশেষকৈ চৰিতৰ আৰম্ভণিৰ

আৰু শেষৰ অৰ্ধ-সংস্কৃত নমস্কাৰ দুটিৰপৰা। আদিৰ 'গদ্য শ্লোক'টি ঃ

শ্ৰীশঙ্কৰং নমো নিত্যং মাধৱ-সমন্বিতং
পুৰ্ষোত্তমং চতুৰ্ভুজং নমো নমঃ
শ্ৰীঅনন্তং কৃষ্ণং পাণিচন্দ্ৰং
চাৰুচন্দ্ৰং লক্ষ্মীনাথং ৰাম-শ্ৰীৰামেতি নমো নমঃ
শতসহস্ৰমহং বন্দে ॥

শেহৰ নমস্কাৰটি ঃ

শ্ৰীশঙ্কৰ নমো নমঃ শ্ৰীমাধৱ নমো নমঃ
পুৰুষোত্তম নমো নমঃ চতুৰ্ভুজ নমঃ শ্ৰীঅনন্ত নমঃ
শ্ৰীচন্দ্ৰচাৰু শ্ৰীলক্ষ্মীকান্ত নমো নমঃ ॥

ইয়াত শঙ্কৰদেৱ-মাধৱদেৱ দুজনা গুৰুৰ নাম তথা পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ দুজনা ঠাকুৰৰ নাম স্পষ্ট। শ্ৰীঅনন্ত বা অনন্ত আতা হ'ল চতুৰ্ভুজ ঠাকুৰৰ কন্যা সুভদ্ৰা আইৰ (আৰু ৰামদেৱ গাভৰুগিৰীৰ) পুত্ৰ, পিছত শলগুৰি আৰু কোৱামৰা সত্ৰৰ প্ৰতিষ্ঠাতা। প্ৰথম শ্লোকৰ 'কৃষ্ণ', 'পাণিচন্দ্ৰ'ক চিনাক্ত কৰা সম্ভৱপৰ হোৱা নাই। সেই শ্লোকৰ 'চাৰুচন্দ্ৰ' আৰু 'লক্ষ্মীনাথ' সম্ভৱতঃ সামৰণি শ্লোকৰ শ্ৰীচন্দ্ৰচাৰু আৰু লক্ষ্মীকান্ত। পুৰুষোত্তম ঠাকুৰৰ কন্যা কেশৱপ্ৰিয়াৰ স্বামী নিৰঞ্জন গাভৰুগিৰী আৰু দ্বিতীয়া ভাৰ্যা ভাত-নাখাঁতী আইৰ দ্বিতীয় পুত্ৰ সাৰঙ্গপাণিৰ (মাজুলীৰ দীঘলী-সত্ৰ) দ্বিতীয় পুত্ৰ বজ্ৰপাণিৰ (নগাঁৱৰ ভোগবাৰী-সত্ৰ) পুত্ৰ সতানন্দৰ তৃতীয় পুত্ৰ চন্দ্ৰচাৰু। অনন্ত আতাৰ দ্বিতীয় পুত্ৰ কেশৱৰায়ৰ প্ৰথম পুত্ৰ লক্ষ্মীকান্ত (বৰদোৱা); এওঁ সুন্দৰ গীত-নাট ৰচনা কৰিছিল। প্ৰথম শ্লোকৰ 'ৰাম-শ্ৰীৰাম' কোন, স্পষ্টকৈ বুজা টান। বৰদোৱা থানৰ দুটি ভাগ শলগুৰি আৰু নৰোৱাৰ অধিকাৰ ৰামচৰণ, শ্ৰীৰামদেৱকে যদি এই দুই নামে বুজাইছে, তেতিয়া হ'লে 'গুৰু-চৰিত-কথা'ই অষ্টাবিংশ শতিকাৰ শেষ-বিন্দু ছুবহি। কাৰণ, দুইজনা আতাৰ মাজত থানৰ জমি লৈ হোৱা বিবাদৰ মীমাংসা কৰিছিল কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ আদেশত ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু ভদ্ৰকান্ত সন্দিকৈ বৰবৰুৱাই ১৭২১ শকত (১৮০০ চন)।[১] অৱশ্যে এই তাৰিখ যদি লিপিকাৰৰহে হয়, সি চৰিত-বক্তা আতৈৰ নহ'বও পাৰে।

বৰ্তমান চৰিতখনিৰ উদ্ভৱৰ মূল থানৰ বিবেচনাত বৰদোৱা আৰু বৰজহাৰ বাহিৰেও আৰু এখনি থানৰ কথা বিবেচনা কৰিব পাৰি। ইয়াত পোনতে "সেই নজনা

---

১. আমাৰ সঙ্কলিত-সম্পাদিত 'প্ৰাচ্য-শাসনাৱলী'ত বুঢ়াগোহাঁই আৰু বৰবৰুৱাৰ বিচাৰৰ ৰায়ৰ ফলি (ক্ৰম-সংখ্যা ১০০) চাওক।

আতাৰ সঙ্গৰে ঃ ভাটোকুচিয়া বদুলা আতা একে বস্তু” [§ ০২] বুলি বদুলা পদ্ম আতাৰ প্ৰাধান্য স্বীকাৰ কৰা হৈছে। যদিও বেলেগ বেলেগ 'নজনা আতা' আৰু নাৰায়ণ দাস আদিৰো চৰিত্ৰ ইয়াত বহলভাৱে কীৰ্তিত হৈছে, বদুলা আতাৰ চৰিত বিশেষ বিস্তৃতভাৱে বৰ্ণিত হৈছে, সেই বিৱৰণৰ ধাৰা পুৰুত্তম বৰুৱাৰ পৃষ্ঠপোষকতালৈকে নামি আহিছে, আৰু যদিও পিছৰ কালত সঞ্জটি বা সংহতি বোলা বিভাগ চাৰিওটাৰে ইয়াত বিৱৰণ দিয়া হৈছে, নিকা সঞ্জটিৰ নিত্য-নৈমিত্তিক প্ৰসঙ্গ আদিয়ে চৰিতকাৰৰ বিশেষ মনোযোগ আকৰ্ষণ কৰি আছে। আৰু এটি বিষয়ত চৰিতকাৰজন বা চৰিতকাৰসকলৰ ৰতি দেখা যায়—বাৰুৱতিসকলৰ পাক, কোব, চাট আদি বিভিন্ন কৌশলৰ কথাত। বদুলা আতায়ো আদি জীৱনত বাৰুৱতিৰ তালিম পাইছিল [§§ ৮৩৪-৪০] আৰু সিও চৰিতকাৰৰ বাৰুৱতিৰ এই বিশেষ কায়দাবোৰৰ বৰ্ণনাত ৰতিৰ কাৰণ হ'ব পাৰে।[১] তেওঁ বদুলা আতাৰ উত্তৰাধিকাৰী পংক্তিৰ কোনো লোক হোৱাটোও অসম্ভৱ নহয়। আৰু সেই সূত্ৰতেই কমলাবাৰী সত্ৰৰ ঘনিষ্ঠ সম্পৰ্ক থকা বৰপেটাসত্ৰলৈ এই চৰিত-পুথিখনি আহিবলৈ পোৱাৰে সম্ভাৱনা।

'গুৰু-চৰিত-কথা'ৰ একেবাৰেই শেহৰ ফালে থকা “পছিম দেশত ফিৰিঙ্গিএ সুৰা খাই চিচা পেলাই” [§ ১১২৯] বোলা কথাষাৰৰপৰা অধ্যাপক লেখাৰুৱে অনুমান কৰিবলৈ বিচাৰিছিল যে ইংৰাজসকলে ভাৰতত সাম্ৰাজ্যৰ পাতনি তৰা সময়তে এই পুথি ৰচনা কৰা হৈছিল (পিঠি।৶)। অৱশ্যে তেওঁ 'নতুন অসমীয়া' কাকতত[২] ওলোৱা আমাৰ 'চৰিত-তোলা প্ৰথা আৰু কথা-গুৰু-চৰিতৰ বক্তা' নামৰ প্ৰবন্ধত আনুমানিক ১৬৩৮ শক বা ১৭১৬ খ্ৰীষ্টাব্দকে চৰিতখনি ৰচনা কৰা বোলা সিদ্ধান্তৰে দিয়া যুক্তিখিনিৰো উদ্ধৃতি দিছে। আমাৰ সেই ধাৰাৰ আলোচনা দ্বিতীয়বাৰ আগবঢ়োৱা হৈছিল লেখাৰুৰ 'কথা-গুৰু-চৰিত'ৰ সমালোচনাত।[৩] 'কথা-গুৰু-চৰিত'ৰ ইংৰাজী Foreword-অত ডক্টৰ বাণীকান্ত কাকতি আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই আমাৰ আলোচিত উপৰ্যুক্ত গুৰু-পৰম্পৰা চাই নিৰ্ণয় কৰিছে, অতি পলমকৈ ধৰিলেও, সপ্তদশ শতিকাৰ শেষাৰ্ধৰ পূৰ্বেই চৰিতখনি লিখা হয়।[৪] 'ফিৰিঙ্গি' শব্দৰ ইতিহাস ভাৰতবৰ্ষত অতি পুৰণি। সংস্কৃত ভাষাৰ ভিতৰত লটনকতনয় ভাব-মিশ্ৰৰ 'ভাব-প্ৰকাশ' নামৰ চিকিৎসাৰ গ্ৰন্থত আৰু দুই-এখন অভিধানতো ইউৰোপীয় অৰ্থত 'ফিৰঙ্গ', 'ফিৰঙ্গী',

---

১. 'উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজকীয়-প্ৰশাসন ঃ সাময়িক কথা' চাওক।

২. নতুন অসমীয়া, ১৪ জানুৱাৰী ১৯৫০।

৩. অসম সাহিত্য সভা পত্ৰিকা, প্ৰথম সংখ্যা, শাওণ ১৭৭৪, আগষ্ট ১৯৫২, পিঠি ৩৪, ৩৯।

৪. কথা-গুৰু-চৰিত, Foreword, p. i.

'ফিৰঙ্গিণী' প্ৰৱেশ কৰিছিল সম্ভৱতঃ 'Frank' বা ওল্ড হাই জাৰ্মানৰ 'Franko' শব্দৰ অপভ্ৰংশ হৈ। আনফালে 'ইংৰাজসকলৰ ভাৰতত পাতনি তবাৰ সময়ো' যথেষ্ট পুৰণি। 'গুৰু-চৰিত-কথা'ৰ বয়স সিমান নহ'বই। ইংৰাজৰ পূৰ্বে পৰ্টুগীজসকলেই ভাৰতত খিতাপি লৈছিলহি। ১৪৯৮ চনতে ভাস্কো দা গামাই আফ্ৰিকাৰ দক্ষিণতম অন্তৰীপ ঘূৰি ভাৰতৰ মালাবাৰ উপকূলত জাহাজ লগাইছিলহি। তাৰ ৭৫ বছৰৰ পিছত আকবৰ বাদশ্বাহে সমাগত পৰ্টুগীজসকলক সমাদৰ জনাইছিল। তাৰ পিছত তেওঁ গোৱাৰপৰা যীশুইট মিছনেৰিসকলক আহ্বান জনাই আনিছিল—তেওঁলোকৰ ধৰ্মৰ কথা বুজিবলৈ। সপ্তদশ শতিকাত ফৰাচী আৰু ব্ৰিটিঃশ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে পূৱ আৰু পশ্চিম উপকূলত বণিজৰ কুঠী থাপন কৰি ভাৰতত ভালকৈ শিপাবলৈ আৰম্ভ কৰে; ১৬০০ চনতে মহাৰাণী এলিজাবেথে 'certain adventurers for the trade of the East Indies' অক চনদ দিছিল। সেয়েই ভাৰতত ইংৰাজ আমোলৰ পাতনি। 'ফিৰিঙ্গি'ৰ বাহিৰেও আন তিনিটা ইংৰাজী-মূলীয় শব্দ চৰিতখনিৰ ভিতৰত আমাৰ চকুত ধৰা পৰে—পলটন [§ ৮৭৭ platoon], চাটিন [§ ৪৯৩], চাটোন, satin আৰু পিনিচ [§ ৩৯৮], পাঞ্চে pinnace. এই শব্দকেইটাকো কোনোপ্ৰকাৰে অৰ্বাচীনতাৰ পৰিচয় বুলি গণনা কৰিব নোৱাৰি। মানচৈ [§ ৮০৬] শব্দও বোধ হয় = পাঞ্চে, পিনিচ।

'গুৰু-চৰিত-কথা'ৰ ভাষা আৰু তাৰ ৰচনাৰ সময়ৰ বিচাৰত আৰবী, ফাৰ্চী, হিন্দী, তুৰ্কী আদি মূলৰ বা দেশী-মূলীয় শব্দবোৰৰো প্ৰয়োগ বিশেষভাৱে মূৰ্ত হৈ পৰে। বাদশ্বাহী আমোলৰ শব্দবোৰলৈকে এই বিষয়ত দৃষ্টি ঘূৰাব পাৰি ঃ একবৰ [§ ১০]< আকবৰ, পাচা [§§ ৯০, ২৮৫, ৮৭৮]< বাদশ্বাহ, কাজি [§ ২১৫, ৮৫৯]< কাজী, মজিদাৰ [§ ১০৯১]< মজুমদাৰ, চকিদৰ [§§ ১২০, ১৭৫]< চকীদাৰ; খাজনা-বিভাগীয় ঃ জমি [§ ১০], জামিন [§§ ৪৩২,১০৬৩], হজ [§§ ১৬, ৩৮২] < হদ্দ, ৰাৱত [§§ ১৩, ৭৪]< ৰইয়ত, নানকাৰ [§ ৩৮২], পৰঙ্গনা [§ ১৬০]< পৰ্গন; কাৰ্যালয়-বিষয়ক ঃ পৱুনা [§ ৩৫৯] < পৰৱানা, দোপদৰ [§ ৩৩৭] < দফতৰ, কাৰসনা/কৈসনা/পৈসনা [§§ ২৩৫, ২৩৮, ৯২৬], কাৰখানা, মহজৰ [§ ১০], খুনি, মকৰ্ত্তমা [§ ৯৩৩]; যুদ্ধ-সম্পৰ্কীয় ঃ লেৰ্হাই [§ ৩৯২], পলটন [§ ৮৭৭], লস্কৰ [§ ৩৫০]; বাণিজ্য-সম্পৰ্কীয় ঃ দোকান [§§ ২৩, ২৫৫], গোলা [§ ৩১৬], কৰ্যা [৯১০], বনাচ [§ ৩৬৭]; খাদ্যাদি-বিষয়ক ঃ খানা [§ ১১১১], মুচুলি [§ ৮১৮], কদু [১২৩], চফাৰি [§ ৩৩০]; বস্ত্ৰ-সম্পৰ্কীয় ঃ টুপি [§ ৮৭৬], বালিচৰি [§ ৮৯৩], দগলা [§ ৩৪৪]; বৃত্তি ঃ দৰ্য্যি [§ ২৪০], বাজিকৰ [§৩৬]; ঘৰ আৰু সঁজুলি ঃ দৰ্বা [§ ৩৪৪], মুটৰি [§ ৩০০], মাঠি [§ ২৫৩], চিচা [§ ১১২৯], থৈলা [§ ৯১৭];

গালিৰ শব্দ : চেলা [§§ ৮৯২, ৯৫৭], বৈচাৰি/বৈচালি [§ ৮৪২], হাৰাদাতা [§ ৬৮৬]< হাৰামজাদ : হাৰামি [§ ৩২]; সাধাৰণ শব্দ : বাতজবাৰ [§ ৩৫০], খসম [§ ২৮৩], মোটা [§ ৮৮১], কিনাৰ [§ ৭৮], খবৰ [§ ৪২০], খবৰদাৰ [§ ২৮২]। যাৱনিক শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত প্ৰাক্‌শঙ্কৰ হেম সৰস্বতীৰ 'নফৰ', শঙ্কৰদেৱৰ 'চাহাব', 'চাকৰি', 'ওৱাচিল' আদি, মাধৱদেৱৰ 'ফৰমান' আদি শব্দৰ প্ৰয়োগ মন কৰিবলগীয়া।

যদি আদ্যৰ 'শ্লোক'টিয়ে গ্ৰন্থৰ সময় নিৰূপণ কৰে, আৰু যদি তাৰ অন্তৰ্গত ৰাম-শ্ৰীৰাম শলগুৰি আৰু নৰোৱাৰ আতা ৰামচৰণ আৰু শ্ৰীৰামদেৱেই হয়, তেতিয়া হ'লে সেই সময় অষ্টাদশ শতিকাৰ শেষ ভাগ হ'ব লাগিব। কিন্তু আমাৰ ধাৰণা হয়, চৰিতখনিৰ বক্তা চক্ৰপাণি বৈৰাগী আতৈ অথবা ধঞ্জয় আতৈ পুৰুষ আৰু ৰাম-শ্ৰীৰামৰ সেৱক পুথি লিপিবদ্ধ কৰা বা নকল কৰা লিপিকাৰজনৰ মাজত সময় আৰু স্থানৰ এটি ব্যৱধান পৰিছিল। বৰ্ণিত চৰিত-কাহিনীৰ ধাৰ তাতোঁকৈও বহুত আগতে ছিগিছে। ইয়াত পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ জীৱনী স্পৰ্শ কৰা হৈছে, প্ৰথমজনক মাধৱদেৱে পঢ়ুওৱাৰ পিছত পাটকিৰ জইবৰ অধ্যাপকৰ ঠাইত শিক্ষা-লাভলৈকে (§ ১১২৪) আৰু দ্বিতীয়জনে জগন্নাথ-ক্ষেত্ৰৰপৰা তীৰ্থ কৰি ঘূৰি অহালৈকে (§ ১১১৬); কিন্তু সি দুজনাৰ মৃত্যুৰ (১৫৩৮ শক, ১৫৭০ শক) উল্লেখ চৰিতখনিত নাই। ১৫০১ শকত হোৱা চতুৰ্ভুজৰ পিতৃ হৰিচৰণ ঠাকুৰৰ বিবাহৰ কথা চৰিতৰ ভিতৰত (§ ৩৮৯) আছে। আনফালে কিন্তু দুইজনা ঠাকুৰৰ মৃত্যুৰ পিছত তেওঁলোকৰ আজ্ঞাধাৰীসকলে শঙ্কৰদেৱৰ বৰদোৱা-ত্যাগৰ এশ বছৰৰো অধিক কাল পিছত সেই বৰদোৱাক উদ্ধাৰ কৰি, তাক কেন্দ্ৰ কৰি প্ৰতিষ্ঠা লাভ কৰাৰ সময়তহে চৰিতখনি ৰচিত হৈছিল। ৰমানন্দ আৰু হৰিচৰণ ঠাকুৰ জীৱিত থকাতে শঙ্কৰদেৱে কালিন্দী আইক "তোমাৰ আমাৰ পিণ্ডজলৰ নাতিৎহে আষা" (§ ১১১৮), স্বপ্নত হ'লেও মহাপুৰুষে "আমি বৰাপো পুৰ্ষোত্তম চতুৰ্ভুজ" অসমৰ বৈষ্ণৱ ধৰ্মৰ এই চতুৰ্ব্যূহ ঘোষণা কৰা (§ ১১১৬), আৰু মাধৱদেৱৰ সমুখতে গুৰুজনে "ব্ৰহ্মাঘটি নিকাঘটি কালঘটি" এই তিনি ঘটি বা সঙঘটি (এয়ে শব্দটিৰ আচল ৰূপ যেন লাগে) বা সংহতিৰ উল্লেখ কৰা (ইয়াত পুৰুষ-সঙঘটি নিকা-সঙঘটিৰ বুকতে লুকাই আছে বা তাক সম্প্ৰদায়ৰ মূল ৰূপ বুলি জ্ঞান কৰি সুকীয়াকৈ দেখুওৱা নাই) কথা (§ ১১১৯), চাৰিও সঙঘটিৰ উল্লেখ (§ ৯৪০)— এইখিনিৰপৰা চৰিতখনিৰ বিষয়ে এই ধাৰণা দৃঢ়ীভূত হয়। কিন্তু এনেবোৰ উক্তিয়ে সূচোৱা ঘটনাৰো পাছত হোৱা থান-সত্ৰৰ নামে (§§ ৪৪৯-৫১) চৰিতখনিক বহু পিছলৈ টানে।

আন এটি কথা। মূল সাঁচিপতীয়া চৰিতখনি আৰু আন কি আমাৰ এই

সংস্কৰণৰ [ ]—এনে বৰবন্ধনীৰ ভিতৰত থকা আৰু পাছত সংযোগ কৰা অংশবিলাক আৰু নৰণিৰে আগৰ কথা কাটি লগোৱা নতুন কথাবোৰ ভালকৈ পৰীক্ষা কৰিলে, পুথিৰ পাতৰ ক্ৰমিক সংখ্যাবোৰ দুই-তিনিবাৰ সাল-বদল কৰা কথাও মন কৰিলে আৰু সাধাৰণ পাততকৈ বেলেগ জোখৰ ৭১ক, ১৪৩, ১৪৪, ১৪৫-সংখ্যক পাতখিনি দেখিলে, আৰু পুথি লিখা মহি আৰু লিখকৰ ('লিপিকাৰ'ৰ পুৰণি নাম) হাতৰ আখৰৰ গঢ়ৰ সলনি সূক্ষ্মভাৱে লক্ষ্য কৰিলে এটা কথা প্ৰতীয়মান হ'ব যে চৰিতখনি প্ৰথমবাৰ লেখাৰ পিছত তাক সময়ে সময়ে পৰিবৰ্ধন কৰা হৈ আহিছে। প্ৰথমে লেখাৰ আৰু সংযোজনবোৰৰ সময় ঠিক কৰিব নোৱাৰিলেও পিছৰ লেখাবোৰৰ তৰপবোৰ সুকীয়াকৈ বাছি উলিয়াব পৰা যায়।

এই সকলো কথা বিচাৰ কৰিলে আদ্য আৰু অন্ত্য 'শ্লোক'ৰপৰা আৰু প্ৰথম দুটা পাতত সংযোজিত বৰদোৱা-বৰজহাৰ ঐতিহ্যৰ কথাৰপৰা তাৰিখ ধৰি অষ্টাদশ শতিকাৰ শেহভাগত এনেবোৰ সংযোজনেৰে 'গুৰু-চৰিত কথা' পূৰ হৈছিল যদিও সেই শতিকাৰ প্ৰথম ভাগতেই চক্ৰপাণি বৈৰাগী আতৈ (মৃত্যু ১৭৫৮ চন) বা ধঞ্জয় আতৈ পুৰুষৰ সময়ত চৰিতখনিৰ ঘাই ৰূপ সম্পূৰ্ণ হৈছিল বুলি ক'ব লাগিব। আমাৰ হাতত পৰা পুথিখনি সেই 'ঘাই ৰূপ'ৰ আদি পুথি (autograph copy) নহ'বও পাৰে; হয়তো বৰদোৱা থূলৰ কোনো সত্ৰত আদি পুথিৰপৰা এই প্ৰতিলিপি কৰা হৈছিল আৰু তেতিয়াই আৰম্ভণিৰ আৰু শেহৰ 'শ্লোক' সোমাইছিল বা সেই দুটিয়ে নতুন ৰূপ লৈছিল।

বদুলা আতাৰ চৰিত-প্ৰসঙ্গত পুৰত্তম বৰুৱা, গোমথা মাহৰ (মাহৰা) আৰু সিলিখাতলৰ (§§ ১০২১) উল্লেখে বা বৰ্গিৰ উল্লেখেও (§§ ৬৮, ৩০০) চৰিতখনিৰ সময় নিৰ্দেশ কৰিব পাৰে, কাৰণ ১৭৪২ খ্ৰীষ্টাব্দত হোৱা বৰ্গিৰ বঙ্গ-উৰিষ্যা-আক্ৰমণৰ লগত চৰিতকাৰে গুৰুজনৰ জীৱৎকালৰ ঘটনা জড়িত কৰিবলৈ গৈছে।[1]

চক্ৰপাণি বৈৰাগী আতৈৰ মৃত্যুৰ বছৰ ১৬৮০ শক বা ১৭৫৮ চনৰ পিছতেই নিশ্চয় চৰিতখনি সাঁচিপাতত সঙ্কলিত হৈছিল—এই কথা দৃঢ়ভাৱে ক'ব পৰা যায়।

## যাযাবৰ চক্ৰপাণি বৈৰাগী আতৈৰ চৰিত

৩.১ নগাঁৱৰ বালি-সত্ৰত সংৰক্ষিত এখনি খণ্ডিত পুথিত ১৮৮ পাতলৈকে "শ্ৰীশৃমন্ত দুজনা গুৰু দুজনা ঠাকুৰদেউ নজনা আতা সেৱক সমন্বিতে চৰিত্ৰ (সম্পুম্নে সমাপ্তং। শ্ৰীকৃষ্ণায় নমো নমঃ শ্ৰীমাধৱ নমো নমঃ দুজনা ঠাকুদেউ নমো নমঃ শ্ৰীমিনে

---

১। এই ভূমিকাৰ 'গুৰু-চৰিত-কথাত বুৰঞ্জী' ছেদ চাওক।

তুলা বৃষে নমো কোটি নাম সহস্ৰ সত ন[ম]স্কাৰ দণ্ডৱত প্ৰনাম বন্দো বন্দে ঃ॥ জেষ্ঠ মাসে সুক্ল পক্ষে ইকাদষি তিতৃৰ্থং হস্তা নৈক্ষেত্ৰ ঃ দহ দিন জাএন্তে সোমবাৰে ঃ চন্দ্ৰক্ষেনে ঃ চাই দণ্ড থাকাত সমাপ্তং জৌতিৰাজসক॥ ১৭৪২॥) আছিল আৰু বাকী পাতত ("বৈসাগৰ স্থিতে সোমবাৰে ঃ সপ্তমি তিথি ঃ কৃষ্ণ পক্ষে ঃ) আতা পুৰুষসবৰ চৰিত্ৰ (সম্পুন্নে সমাপ্তং॥ ১৭৩৮॥ সক॥)" নকল কৰা আছে। আইভেটি ন-সত্ৰতো পিছৰ পুথিখনিৰ আন এটি নকল আছে বুলি ড° কেশৱানন্দ দেৱ গোস্বামীয়ে লিখিছে। গোস্বামীদেৱে ভাবে, (১) সমস্ত পুথিখনি প্ৰকাশিত 'কথা-গুৰুচৰিত'ৰ দ্বিতীয় খণ্ড; আৰু (২) এই দুই খণ্ডৰে বক্তা বা ৰচয়িতা চক্ৰপাণি বৈৰাগী আতৈ।[১] খণ্ডিত পুথিখনিৰ প্ৰথম চৰিতখনি বৈৰাগী আতৈৰ কথামতে লিখিত হোৱাৰ নিশ্চয় সম্ভাৱনা আছে; আৰু যদি সেই সম্ভাৱনা বাস্তৱ হয়, তেতিয়া হ'লে 'গুৰু-চৰিত-কথা'ৰ তৃতীয় ছেদত "তাৰৰ্ত্তে তাৰাসবৰ বল সেইডালে গল" বুলি ইঙ্গিত কৰা বৈৰাগী আতৈ-প্ৰৱৰ্তিত ঐতিহ্যৰে প্ৰতিভূ হ'ল এই "শ্ৰীশৃমন্ত দুজনা ঠাকুৰদেউ নজনা আতা সেৱক সমন্নিতে চৰিত্ৰ"। 'গুৰুচৰিত-কথা'ৰ একেটি ছেদতে একেটি বাক্যতে নিৰ্দেশ ক'ৰা "আমাৰ হল এইক্ৰমে" হ'ল ধঞ্জয় আতৈ-প্ৰৱৰ্তিত ঐতিহ্যটিহে বুলি বুজিব লগা হয় যদিও, তাতো সন্দেহৰ থল থকাৰ কথা ওপৰত উল্লেখ কৰা হৈছে।

বালি-সত্ৰৰ পুথিৰ ১৯৯-২০০ সংখ্যক পাত জুৰি চক্ৰপাণি বৈৰাগী আতৈৰ চৰিত কিছু বৰ্ণিত হৈছে। সেইখিনি বৰ্তমান চৰিতখনিৰ সংগঠন বুজাৰ বাবে আৱশ্যকীয় নিমিত্তে তলত উদ্ধাৰ কৰি দিয়া হ'ল। তাৰপৰা বুজা যাব পুথিখনিত ধৃত গুৰু-ঠাকুৰ-আতা-সেৱকৰ চৰিতৰ লগত বৈৰাগী আতৈ কেনে ঘনভাৱে সম্পৰ্কিত।

"বৈৰাগি আতৈএ তিনি ৰাজ্য বেৰাই পৰম তত্ত্ববস্তু গোটাই প্ৰকাস কৈলে ঃ সাগৰ মথি লৱনু সৰ্কৰা ঘৃত মধু [কৰি থৈ গ'ল সেৱকলৈ]॥ আদি ৰাম বৰব্ৰাহ্মণৰ গৃহ বুলিচিল ঃ তানে পুত্ৰ হৰাই ঃ তানে বেটা পৰাই ঃ তানে নন্দন সতাই ঃ তানে বিৰ্যে সত্যবৰ ঃ তানে তনই হৰিবৰ ঃ তানে পত্নী ভোগজিৰা ঃ তানে গৰ্ভে আতৈ পুৰুষ ঃ পিতৃদত নাম মাঘৰ পুৰ্ন্নিমাত জন্মে মেঘাই॥ নেঘেৰি নাওসালিৰ পাটকটিয়া বাঢ়ে মুলে নাঞ পাতে ঃ দোৱালে পাট আনে।[২] মেঘাই মুক্ষ মুখাল বৰা ঃ টাঙ্গন

১. অসমীয়া কথা-চয়ন, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৭২, পিঠি ১২, আৰু ডক্টৰ গোস্বামীৰ পুৰুষ-সংহতি-সম্পৰ্কীয় পি. এইচ্. ডি. তত্ত্বগ্ৰন্থ, গুৱাহাটী বিশ্ববিদ্যালয়, টাইপ কৰা পিঠি ৩১। "আতা পুৰুষসবৰ বংশাৱলী-চৰিত্ৰ" সম্পৰ্কে গোস্বামীয়ে উক্ত তত্ত্বগ্ৰন্থৰ ৪৫-৪৮ পিঠিত আলোচনা কৰিছে।

২. নেঘেৰি নাওসালি—নেঘেৰীটিঙত থকা ৰজাৰ ঘৰৰ যুদ্ধৰ নাও-নাওৱা কৰা কাৰখানা (dockyard)। ত'তে মেঘাই (চক্ৰপাণি) দোৱাল পাইক, খেলৰ প্ৰধান বৰা, খেলৰ দায়িত্বপ্ৰাপ্ত বিষয়া (লিক্চৌ)।

গাভাগি লিকচৌ ঃ ৰৰধলি কাখে বাৰি ঃ সৰুচৰাই হাবিত ঢেকি কাটি চাচোতে বাঘে নিলে ঃ আতৈ চোট লগে গৈচিল ঃ দেখি আহি মাকক কলেহি ঃ বঙ্গাটে বাপুক নিলে সাৱট মাৰি ঃ আই বৰ ঘোচাল লোক গৈ চাচখান লৈ মুখৰ্ত্তে আনি খৰি দিলেনি ঃ কৃয়াকৰ্ম্ম কৰি আচে ঃ এদিন ধলিত মাচ মাৰিচে ঃ আএ পাচিলে জকাইলে ঃ সুদাই সুত এটা লৈ গৈ ঃ ডুবিত বুৰ দি ধৰি এলানি নিলে তাকেহে মাৰিচে মধ্য মাতৃবাক্যে॥ সেই টাঙ্গনবৰা হলত হৰিবৰ মুৰে ঃ আগৰ খেপ আচিল ঃ বাপেকৰ পাচিতে আতৈক পাই বহালে ঃ জেঠত বাপেক মৈল ঃ আহিনত পাট কাটিবলৈ নিলে ঃ দিহিঙ্গে সোমাই ঃ নামচাঙ্গে উজাই ঃ আবাঙ্গাকলাত ঃ পাট কটাই চতমহা ভুৰকৈ উলিয়াই আনিচে ঃ পোৱা মুৰি চহুলা ঃ আতৈক দিলে ন চলা ঃ চোট চৰা দনমুখে ৰাখিব নপাইলে ঃ উটি গৈ সাকোৱা বতাষে নি উতৰে খাৰৈমুখে চাপিলগৈ ঃ ততে ভুৰ এৰি উজাই গৈ বঠাখনাত বাএক পৰিছিল অম্বিকা তাতে ৰল ঃ বৈষাগৰ মাহ গা তঙ্গালে ঃ বোলে বুপাই ঘৰে নেযাবি আৰু কতুবা নি মাৰিবগৈ খেপ হিংসাত ঃ ইবাৰে মৈলিহতে হৰিহে ৰাখীলে ঃ গুটিচাৰক পঢ়ি ঃ এক সত্ৰত গৈ নাম গাই থাকগৈ ঃ তেহে কাপৰ এযুৰি চাউল দিলে গৈ ঃ হৰনাথ অদ্ধাপকৰ চাত্ৰসালে গৈ পঢ়িচে ঃ আষাৰে সাওঁনে সবদ ধাতু সাধী সন্ধিৰ পাঠ লৈচে ঃ যুখইৰা বামুণৰ বেটা শৃহৰি একে বহা আচে ঃ নৰোৱাৰ সেবক আহি গৈ গুণ সিল মহিমা কৈ থাকে ঃ এদিন বোলে সখি এবাৰ মোকো নিবা জাম চামগৈ ঃ তেহে ভাদ্ৰৰ গুৰুকীৰ্ত্তনলৈ গৈচে।।* ॥

তিথি ভাৱনা চাই তেএঁ আহিল ঃ আতৈ [তাত ৰল গুণ গাব নপাৰে নৰা ৰহাই দেউৰি আতৈ আতাত কৈ চৰনৰা খেদালে আতৈ ভগা পাচি এটাত সোমাই সুনে ঃ হৰি গুৰু পাই নিচে] হৰি গুৰুঠাইতে ৰল ঃ বহা সোমাব নিদিএ ঃ তিনি দিন আচে ঃ চাউল পিঠা প্ৰসাদ খাই ভাত নাই ঃ পাচে নেজাই ঃ অনেক প্ৰাৰ্থনাকৈ বোলে পৰমতত্ত্ব বস্তু এক কনিকা গুৰুঠাই জনাই আমাকো দিয়া জক ঃ তেহে উপাই নপাই ইশ্বৰ পুৰুশত[১] জনালেগৈ ঃ বোলে কৰুবা ফুৰা লৰা বস্তু ৰাখিব ধৰিব কথা শুনিচা। আতৈ আহি কলেহি ঃ দুখকৈ পুনৰ তিনদিন অনাহাৰে আচে সুকাই নিষ্পান হলগৈ ঃ দেখী দায়া লাগি পুনৰ গৈ বোলে ব্ৰাহ্মন চৰাৰ জান জাইহে ঃ বোলে আনাচো ঃ নিলে দেখি কৃপালু পুৰুশ[২] দূৰ্দ্ধদৃষ্টি বস্তু প্ৰকাস কৰি বোলে ঃ টেপুকায়া বিচি অনেক পোখা সাক্ষা হব ৰব॥ * ॥

আতৈৰ নাম ঃ টেপুকায়া বৈৰাগি ঃ চক্ৰপানি ডম্বৰুধৰ ঃ বৃন্দাবনদাষ ঃ

---

১. ইশ্বৰ পুৰুশ—নবোৱাৰ বমাকান্ত আতা।

২. কৃপালু পুৰুশ—নবোৱাৰ বমাকান্ত আতা।

বগৰিবুটলা মূৰ্চ্ছাঘুৰুৱা ঃ সিশু পিতৃদতেৰে দশ॥ পাচে আতৈএ নি নিতি সদাচাৰ মাটিপানিৰ দেখাই ঃ বহা সুমাই অন দিচে ঃ সাদিনৎহে লৈচেগৈ। পৰিচৰ্যা কৃত্য সেৱাকৈ আচে ঃ সুনন্দ ভৱানন্দ যদু বৰাগি জইৰাম বৰাগি সভাই বৰাগি ৰাতুল বৰাগি হৰি গুৰু আতৈএ সৈতে সাতজনৰ সেৱা কৰে ঃ সেৱা বনত দুপৰ হৈ জাই ঃ আতৈখোজৰে ধুলা লই স্নানকৈ ঃ এদিন দেখে কান্তিতে দোন দি ঢ়াকি থৈচে ঃ বোলে টেপু ই কি ঃ বোলে ধুলা লবলৈ আপুনাৰ খোজটি ঢ়াকি থৈছো ঃ বহি কৰনি লৈ লবলৈ অৱজৰকে নেপাএঃ গা ধুই নিতে এনেকৈ লএঃ ঃ বোলে আমাৰ তুমি লৈছা ঃ তোমাৰ লবলৈ বিচাৰি [১৯৯ খ] নেপাব॥ আৰু এদিন আতৈএ সৈতে ওলাই গৈচে কহুাৰ[1] কাখেদি চন বাৰি এযোপা বগৰি পকি আছে ঃ বোলে আনা পাৰি বোলে আতবা কেনে লোক আচিল ঃ কিবা খাই মুখৰ্ত্তে গুটি পৰী গজিছে ঃ সংসই দেখো ঃ তেহে আতৈএ গমি বোলে মোতকৈ তোৰ বুদ্ধিৰ বল বঢ়া তোৰ জযে জগত যুৰিব অনেক তৰিব॥*॥

আৰু শৃহৰি সখিএক আতৈক দেখি হাটি লবলৈ অহাজোৱা কৰিছে ঃ বাপেকে বোলে খেত কৃষিকৈ পুষিব লাগে ঃ বহাৰি খুইচু বংসবৃদ্ধি পিণ্ডজল গৃহবাৰি কৰ ঃ মাকে বোলে জা তই হৰিগুণ গাগৈ তোৰে য়ামাৰ বংসৰ উদ্ধাৰ হব ই কথা নলবি কুচিত্ত বিশই পশুতো পাই জাক ঃ মানবি বিনে কত পাবি আৰু চাৰিৰ সঞ্জোগ জাই হাতে চাপৰ দি ঃ জাই মাৰি সপি ধৰি আনে ঃ এদিন পুৱতিয়া গল বিহানে ৰাগি গৈচে খেদিঃ বন্যা চাপৰিত হাল যুৰিচে কতো আনিচে ঃ যুপাযুপি কহুয়া তাৰৰ্ত্তে বাঘটি ওলাই ধৈলে ঃ ৰাৱতে হাই দি এৰুৱালে ঃ বামুনি গৈ বোলে মই কএঃ পালা ঃ বোলে হই তোৰ কথা নলৈহে মৈলো ঃ তাতে দহনকৈ কৃয়াকৰ্ম্মকৈ সুনন্দ আতৈৰ চাতে সোমালগৈ ঃ পাচে মাকৰ হৈ সৰাই দিএ তিথিত॥ *॥

আৰু আতৈক হৰিগৃহ মচা পালাধৰিয়া দিলে ঃ মচে সাৰে চাউল কাৰে পাত কাটে ফুল তুলষি তোলে ঃ আহি পহুে নিতে নিষা সোএ জাৰত এখানি কাপৰ ঃ এদিন জাৰ বুলি কলে ঃ গতি আতৈ বোলে তোৰ নিচিনা কালত ঃ আহি ফুৰাত গাচপাত পাৰি উপৰে লৈ সো॥ পাচে আতৈ কলসহুৱা কঠতলে উপৰে লৈ সোএ পুহ মাঘমহা ঃ তেহে পঢ়াত ভাল দেখি সুন্য পাট পঢ়িবলৈ দিলে ঃ এক বৰ্ষ পঢ়িচে ঃ সজ সুনি ইশ্বৰ পুৰুষে জোজন পাট দিলেনি ঃ সুৰসঞ্চ সিক্ষাই সোগুখিত হল ঃ তেহে আতা পুৰুষে সুত্ৰধাৰ পাতিচে ঃ পাচে ভোজনবেহাৰ বৈৰাগি[2] ঃ হৈচে ঃ ভাৱঁপ্ৰেমতে

১. কহুা—ঢকুৱাখনা অঞ্চলৰ কঢ়া নৈ।

ঘোষাতে আতৈসৰে কান্দে।। দধিমথনৰ বানৰ হুই বৰ ৰঙ্গ উলিয়াই।। * ॥

আৰু কৰামৰাতে আই লক্ষিতিথিলৈ জনালে ঃ ভক্তে সম গৈচে আতৈও গৈচে ঃ তিনি পক্ষ মহানন্দে আছে ঃ ততে হৰিমতি বুৰিভক্তিমুখে সডচন্দ্ৰৰ গীত সুনি জাত শুৰ বল ঃ আহি চৰ্চ্চাইচেহি। তেহে ঘাই পাট দিলে এককৰ্ণ পঢ়িছে কোকিলৰ শ্বৰ-প্ৰাই ঃ আতৈসবে সুনি অমৃত পিএ ঃ পাচে নাম দিছে ঃ লগাই আছে চই সাত বৰ্ণ হলগৈ ঃ গদাধৰ ৰাজা হৈ ঃ জগৰ ধৈলে সত্ৰত বামুন ৰৰণ লৈ থাকিব নপাই ঃ ব্ৰাহ্মনিয়া মহন্তৎ লব থাকিব পাই। টকলা পালৈগৈ ঃ আতা পুৰুসে ছদ্মঠাৱে পাচিলে সি তৰ্কিবই নুৱাইলে ঃ আতৈ ৰেগেই আহি কুৱৰিচোঙ্গ মৰঙ্গি ভগিৰথ আতাঠাই ৰলহি[২] ঃ আতা আতৈক পাই ঃ ভোজন·সয়ন এৰি দিয়ানিষা আঠোপৰ হৰিকথা সুনে॥ ভৰথ আতা তেহে আএ ভগিৰথ আতাসম্বৰেকক ৰানে ঃ আতা তেহে আতৈলৈ কলে ঃ বোলে আমাৰ ভৰা নাঞ আতৈসবৰ সুদা নাঞ ঃ বুজি চাব ঃ পাছে আতৈ জিজ্ঞাৰি বিদাইকৈ গল ভটিয়াই ঃ বৰদৱাত এক বৰ্ণ ৰহি গৈ সুন্দৰিত ৰৈছে ঃ ততে কামদ আতৈ বস্তু লভি বৰ সেবা ধৰিছে। এদিন চাউল সিজোৱা লৈচে ৰল ঃ কৰি লৈ হাটে গৈ এক কুৰ্হি আনি যুই ধৰি দি বোলে পুৰি ভাত খা নেৰিবি ঃ আতৈএ ৰাগকৈ বোলে দ্বাৰ মাৰি গলা কত নাম খতি হল ঃ বোলে গৃহদ্বাৰ মাইলো মুখৰ দ্বাৰ মাৰি গলুনা ঃ তেহে পুৰি চাউল লৈচে ঃ আৰ্হে বৰ্ণ ৰৈ বৰপেটা গৈচে ॥* ॥

তাতে বৰবহাৰ ৰামনাৰায়ণ আতৈ ঃ পূবৰ বহাৰ বলাই আতৈক লাগ পাইছে ঃ কৃষ্ণ সতৰিয়াৰ ভাই পঞ্চানন্দ বৰভক্ত পণ্ডিত অনেক পৰমতত্ত্ব কথা হৈছে। তেব বৰ্ণ ৰহি ভটিয়াই বেহাৰে গৈ চাৰিঙ্গিআ চিৰাম আতৈক লাগ পাই ছমাহ ৰহি আহি মুকুন্দ আতৈৰ য়া [২০০ ক] লধৰা বিজই আতৈক লগ পাইচে বিষ্ণুপুৰে ঃ ন মাহ ৰহি আহি ঘিলাধাৰিত বলোভদ্ৰ আতাঠাই তিনি বৰ্ণ ৰহিচে। মাঘৰ বিহুত মাগুা বাতাচাৰ পিঠা ঘিউত ভাজি দিলৈনি ঃ আতৈ কামৰ মাৰি ঃ দুই ফাল দুখুতৰ পৰিচে খৰি [দুই কৰাৰিএ] ঃ দুই ধাৰ নীৰ বহি গল ঃ বোলে এনে স্বাদ জিহ্বাৰ ৰচনা পালে আৰু নামৰ কি পাব ঃ একে উৰ্ব্বৰি সিদ্ধি চাই দ্বাৰ পালে উন্মত ঃ নললে আৰু পৰাখানি আতা ভোজন কৰিচৈগৈ॥ লক্ষিনাৰায়ণ বলোভদ্ৰ আতা ৰহষ্যতত লভিচে ঃ সাত মাহ ৰহি আহিচে॥ * ॥

---

১. এই সম্পৰ্কত ড° কেশৱানন্দ দেব গোস্বামী সম্পাদিত 'অঙ্কমালা'ৰ (গুৱাহাটী-কলিকতা ১৯৭৯) ২৩৭-৩৮ পিঠিৰ পাদ-টীকা আৰু একেজনেৰে সম্পাদিত — 'শঙ্কৰোত্তৰ গীত-সঙ্কলন' (ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৮০) চাবলগীয়া।

২. তলত উল্লিখিত 'কেশৱ-চৰিত'ৰ বৰ্ণনা চাওক। ভগীৰথ আতা হ'ল কুঁৱৰীচোঙ্গৰ কেশৱ আতাৰ পুত্ৰ ভগবান আতাৰ পুত্ৰ।

আহি বৰজহাত আচেহি[১] : নামসেৱাকে আচে এদিন পুহমহ্য আতৈসব [বিয়লিৰ প্রসঙ্গকৈ] ভাটিবেলা কীৰ্ত্তনগৃহৰ দক্ষিণ কান্তিতে ৰদ লৈ বহিচে। আতে খলাত বহি নামসেবা কৰিছে : হালথিয়াৰ দায়ামই ববৰহাৰ আতৈএ মাত লগালে বোলে বৰাগিগোট নামৰ দহো বৰ বেগ উড়াব চাবা। বোলে আতে নুবাৰে আমাৰ নামত মিসল আচে সিলাক লাৰে কিহে : বোলে কেনে মিসল : তেহে আতে : চাইটা গীত মাতিচে : ৰাম গোষাই : চিন্তহ গোবিন্দ : ৰামক বানি জপহ মন ভাই : মই সেবহু ৰামচৰণে দুজা।। বোলে চৰ্চ্চা জক : তেহে তিনী প্রকাৰে কলে : বোলে আৰু চৰ্চ্চা আকৌ ছৰ্চ্চি লগালে : বোলে আৰু আচেনে : তেহে অন্ত যোৰা পঞ্চভূত পঞ্চতত পঞ্চৰশ দেহাতে দেখালে : ৰাৰে কন্ধ গীতা ঘোষা ৰত্নাবলী সাখি সৈতে।। আতে মোহ হৈ প্রেমে ধৰ্শি উঠি গৈ জপাৰ মেলা খেদত টিঙ্গিৰি কাটি ববকাপৰ মেৰাই দি : বোলে এতদিন পৰ্ব্বতক নুপুযু নজানি। এহেন্তেযে মাৰে সৰ্প্প ব্যাঘ্ৰৰূপে প্রাণি।। আনখন কৰুবা ফুৰা ভকত বুলি নোচোএ নমাতে : বোলে বান্ধ ববদয়াত তোমাৰ নিচিনা কত লোক আচে : বোলে আদ্য থান ভকতিৰ ভুমুকত[২] গুটি আছে আমি তাৰাসবৰ ওটামচাহে : বোলে নহই তাৰাসবৰ লগৰে : তুমিও এজন : আগ সাৰি কট পাত মান দিচে : আগে চোৰক চাৰি ওচৰে নজাই।। *।।

দুই বৰ্শ ৰহি উজাই গৈ কম্লাবাৰিত ৰৈচে : আতাৰ পৰিনাতি পৰ্শুৰাম সতৰিয়া : ৰশমই ববৰহাৰ আতে : হৰাম ভৰাৰিএ অসুৰাকে মালাক বোলে : হস্তিৰ দশন দেখনসুৱাহে ভাৰি কিচু কাম নাহি : ভিতৰ জি পটা দুচলাতহে ঘাহ পানি কৰে শ্ৰৱন স্মৰণ।। আতৈএ সিদ্ধান্ত দিচে : হস্তি মৈলে দন্ত চেদি নি : দৰ্যা আসন দাপন পিৰা পাটি কেৰু মনি মুকুতা বিচনিনাল চিৰি অনেক কাম কৰে চিত্ৰবিচিত্ৰ : পটা দুচলা পৰি থাকে অনেক পক্ষি পৰি লাদে : সত্য ত্ৰেতা দ্বাপৰ কলিত : ব্ৰহ্মা হৰ ন সিদ্ধ চাৰি সিদ্ধ নাৰদ প্ৰহ্লাদ শুক এইসবে জপি গৈচে : সেই আৰ্হি লৈ দুজনা গুৰু উলিয়াই সেৱাকে সেৱকলে থৈ গৈচে : পদ ঘোষা কীৰ্ত্তন গীত আনি দিলে : নিৰাও হৈ [তাক সপিচে] সকলো আদৰনকৈ ৰাখিচে।

সাত মাহ ৰৈ গৈ কৱামৰা ইশ্বৰ পুৰুশ[৩] পাই অনেক পৰমতত্ব লৈচে থৈচেও : কৃষ্ণাই দেউৰি আতৈৰে ৰহস্য দিচে : সেশত গাতে সম্বৰিছে : অক্ৰুৰ লক্ষ্মণ প্ৰাননাথ কৃষ্ণনাথ : বৈকুণ্ঠ পাঠেক সঞ্জ মেধি বিভিসন দেউৰি বিৰলা পাঠক : যদুমনি : সেইসত্ৰেৰে হৰিকথাৰ খেলা গীত ঘোষা চৰ্চ্চা চৰিত্ৰ দিয়ানিষা আঠোপৰে প্ৰেমৰ

১. এইটি ছেদৰ লগত 'গুৰু-চৰিত-কথা'ৰ তৃতীয় ছেদ মিলাই পঢ়িবলগীয়া।

২. আদ্য থান ভকতিৰ ভুমুক—বৰদোৱা নৱোৱা সত্ৰ।

৩. কৱামৰা ইশ্বৰ পুৰুশ—অনন্ত আতা?

খেলা॥ দুই বৰ্ষ ৰহি গৈচে ভাটিয়াই ঃ সদাশীৱক মোহনি ৰূপ দেখৱাত ঃ যৎ জত বিন্দু পৰিল পৃথিৱিত ঃ ততে সত্ৰ হৰিগৃহ গ্ৰাম চহৰত হৰিগৃহকৈ হৰিগুণ গাইছে ঃ পৰ্শুৰাম গোৰাএ তিনি সাতবাৰ প্ৰদখিনকৈ ক্ষেত্ৰৱক মাৰি কুৰুক্ষেত্ৰে ৰামহ্ৰদকৈ ধৰ্ম্ম ভূমি থলে॥ আতে পুৰুসেও সাতবাৰ অছম কামৰূপ বেহাৰ বেৰাই ভক্তিবস্তু গোটাই ঃ দুদ [২০০ক]দৈ খিৰ লবনু খিৱিসা ঘৃতকৈ সেৱকলৈ থলে॥*॥

থান সত্ৰ গ্ৰাম চাই বৈ ফুৰিলে ঃ উতৰে খিলাধাৰিত তিনি পক্ষ আচিল ঃ তাতে বাৰেঘৰিয়া হৈ বল সকিয়া পৰমাৰ্থ লভি আতৈকবহু সুশ্ৰুবা কৰিচিল ঃ ডঙ্গয়া সিদ্ধ আতৈক পাইক এৰি লগে দিলে ঃ তিনি মাহ বৈ গৈচে॥ মোৰামৰাতো একনিশা বৈছে ঃ নামলগোৰা কৃষ্ণ বহু বেলি ৰাম বোলাত সুধিছে অনন্তৰপৰা অচ্যুতলৈ গোট হৰ লাগে বুলি কৈছে ঃ ৰাক বুলি চৰ্চ্চাই লৈছে ঃ নিচত সুবিদ্যা থাকে অমদ্যত কাঞ্চন ঃ জানন্তা লোকে লএ কৰিয়া জতন ঃ চাউল লোন দিচিল তাতে বল॥*॥

উজুৰা ভাটিয়াত ঢেকিয়াল সনাতন বৰুৱাৰ হৰিগৃহে মাহ পক্ষ ৰখাই বৈ জাই ঃ বৰুয়াত আতে সোধে বিসয়ৰ সুখ কেনে ঃ বোলে আতে বিসই বিশ খুদ্ৰসৌচ কৈলে জেনে সন্তা পাই তেনে আৰো সুখ ঃ এদিন বৰুৱা অৱসেষ প্ৰাৰ্থনা কৈলে ঃ সিজাই ভোজনবেহাৰ গীত ধৈলে অন্ন আঞ্জা ধুপি ঢ়েলে বৰুৱাক দিছে সিকটা সিকটি কৰে ঃ আতৈএ ভোজন কৈলে ঃ বৰুৱা খৰা ঃ বোলে আতে ডেলে ঃ বোলে মই সজ পালো দহো ঃ বোলে তোম্ৰাৰ অমৃত পান কৰা মুখ[পদ্ম] স্বাদ পাই[ছ]ৰ ॥*॥ বোলে তোমাৰ জিয়াৰি ভথৰা অভকত অমাৰ্জ্জিত ঠাইত নিদিবা নসলাবা ঃ মাজ্জি সেৱকত দিলে চাউলকঠি লাগিব গুৰু ভক্তত॥ ভোট অকা ডফলা থাকে আতৈৰ বৰুৱা পৰিচৰ্যা বন কৰিবৰ দেখি বোলে তই আমাৰ লেমাগুৰুকে ভাৰ ল বোলে আমাৰো লেমাগুৰু আতে॥ আৰু পেট গোমাইছিল ঃ চৰিয়াত পানি টৈকেলিবে মুখ ভাঙ্গিলে ঃ পাচলৌ ৰলপ হলেই হাৰিএ কৈছে মুখ ভাঙ্গা ঃ আৰাসবে মিচাই থলো চৰিয়া কানে টোকটকাই বোলে কিছু সন্তা কৰিছে॥*॥

আৰু ভাদ্ৰৰ পৌসৰ অনেক দ্ৰব্য লৈ নাঞ্চ ভৰাই কীৰ্ত্তনলৈ আহে ঃ প্ৰাৰ্থনাকে ভাও লই বোম্বৰঞ্চ চোৰ বৰুৱাক পাতি ডোল লগাই বঙ্গ কৰে॥ উজাই গৈ কৰামৰা নবোৰাত দুই তিনি মাহ বৈ আহে ঃ বদুলা আতাৰ পৰিনাতি পৰ্শুৰাম ঠাকুৰ পৰমাৰ্থ লভি আতৈক বৰ মানিছিল চাৰি মাহ ৰাখিচিল ঃ ভোগপুৰে মুৰাৰি আতৈতও আচিল এমাহ ঃ মৌখৰাত নিৰঞ্জন আতৈএ [মহাব্ৰহ্মাৰে]সেৱা কৰিচে তিনি পক্ষ ৰাখি॥ ভটিয়াই অহাত গাঙ্গৰ বালাত বৈ গা ধুইচে লিখক কৃষ্ণ আতে ভু পাই ঃ ভোজনসম্ভাৰ লৈ খেদে গৈ দেখাৰ্ন্তে লবী বান্ধ বুলি কান্দি পাৱতে পৈলগৈ ঃ আন্ধাৰি তুলি তেনেই

চাউল সিজাই ভোজন কৰাই পঠাইছে।। আহি ববদবাত গঙ্গাকাখে বহাঁকে বৈচে ঃ আতৈৰ পৰিচৰ্যা কৰা ঃ গাবন বাপু ঃ সিদ্ধ বাপু ঃ সিদ্ধ আতৈ ঃ গাবন দেউৰি আতৈ ঃ মুনি আতৈ ঃ বিয়াহ বাবন আতৈ ঃ ৰামৰাই আতৈ ঃ কমলোচন বাপু ঃ সৰ্ব্বানন্দ আতৈ ঃ চেঙ্গা মেধি ঃ ভোলাই বৰাগি দুগ্ধ খিৰাই।।*।।

ভোবৰা জানে এফেৰি ধান বৈচে তাকে দাইচে ঃ বতাহে গ'কাই পেলাইচে ককাল পোন হৈ সিদ্ধে বোলে জেঙ্গত কুতা দশা দবে হল ঃ আতৈ চাবলৈ গৈচিল সুনি বোলে ৰৈ ৰাম ঐ ৰাম ধান চুৰা হল এৰক ঃ গাবন বাপুএ বোলে খানকে বোলা নাই ঃ এই পাকটিহে বুলিচো বোলে তাকে এৰেক বাৰু।। আৰু হৈদাস ঘৰ কচু দুটি ভেটিলেহি ঃ বোলে কি কচু ঃ বোলে আতৈ হাতিখুজিয়া ঃ বোলে কচু ফুৰা হল নিয়া। গাবন বাপুএ বোলে দুইটাৰ মাজেহে বুলিচে দুইটাত পৰা নাই ঃ বোলে বাৰু থকনি।।*।।

আৰু মাখিমৌ এবাহি পাই পুৰি আনি দিলেহি ঃ খেদকৈ বোলে ৰৈ ৰাম আমি দুটিয়ে থাকিব নপাৰো ঃ অত লোক একত্রে বঞ্চে থৱানি পুৰ্ব্ব ঠাইতে ঃ বাজত নি চাৰিপাচে খাই বোলে থলুনি ঃ বোলে লৈচেনে বাহ বোলে লৈচে সি পুইলে কৰ লব।।*।।

আৰু বৰুৱা গাই এটি দিচে ঃ বান্ধি দোএ ঃ বেলা হলে আখটিকৈ হাম্বালে ঃ আতৈ মেলিব দিএ এদিন গাবন দেউৰি আতৈ বৎস গাই মুখ বান্ধি থৈচে ঃ বেলা বুজি আতৈএ বোলে বস্ব কাহে গল ঃ সিদ্ধ আতৈএ বোলে বাপ মুখ বান্ধি থৈচে ঃ বাগকৈ বোলে ৰৈ ৰাম ঐ ৰাম গো বজ্ঞান জন্তু তাক বান্ধে মেলা মেলা।। আৰু হৰি আতৈএ মাহে খুজিলেহি কামলৈ দেউৰি আতৈ বোলে নাই গল ঃ ৰামৰাই আতৈক বোলে মাহ আছেনে চোৱাছো ঃ চাই বোলে আছে ঃ তেহে ৰাগকৈ বোলে গুৰুজনে দিছে আমাক তাৰ নাই ঃ মিথ্যা মাতি পাপ আৰ্যে।।*।।

"আৰু গায়ন বাপুএ ধুলা" মাত্র বুলি এইখিনিতে ২০০-সংখ্যক পত্র শেষ হৈছে আৰু ইয়াৰ পিছৰ ছটি পাত বালি-সত্রৰ পুথিৰপৰা হেৰাইছে; গতিকে তাত চক্ৰপাণি আতৈৰ কথা সিমানতে পুথিখনিত অন্ত পৰিছে। ভাগ্যবশতঃ ডক্টৰ গোস্বামীয়ে উদ্ধাৰ কৰা আইভেটি ন-সত্রৰ পুথিত ভ্রাম্যমান মহাভক্তজনৰ জীৱনৰ শেষ পৰ্যন্ত বৰ্ণনা আমি পাব পৰা হৈ আছে। সেই পুথিৰপৰা গোস্বামীয়ে প্রস্তুত কৰা অনুলিপিত কেনেকৈ আতৈগৰাকী বৰদোৱাৰপৰা ওলাই গৈ অসম-কামৰূপ-বেহাৰৰ বিবিধ থান ভ্রমণ কৰি পুনৰ বৰদোৱালৈ ঘূৰি আহে আৰু ত'ত থকাতো নানাজন ভক্তৰ লগত তেওঁৰ সংসৰ্গ হয়, তাৰ খতিয়ন আছে।

আতৈয়ে বলমিত থকা ৰামদেৱৰ পুৰোহিতৰ ওচৰলৈ গৈছে (অনুলিপি পিঠি ৭)। অনেক ভক্তি-তত্ত্ব-পিপাসু লোক সিজনাৰ ওচৰলৈ আহিছে (পিঠি ৮-৯)।

এইখিনিতে মূল পুথিৰ এপাত হেৰাইছে। আতৈ বৰদোবাৰপৰা ওলাই দখিণকোলৰ তঙ্গৰা, বঙ্গৰা, কানুপুৰ, উৰপোত, নবৰি, নহাটী, ঢোপগুৰি, শিকৰহাটী, চমৰিয়া, মালেবৰি, কাতৰিবাৰিত ফুৰি মধুপুৰ থান পাইছেগৈ। তাত তিনি মাহ বৈ ঘিলাজাৰিতো তিনিপক্ষ বৈ সুন্দৰীয়েদি বৰদোবালৈ ঘূৰিছে চাৰি বছৰৰ মূৰত। ইয়াৰ পিছত আতৈ কিছু দিন উজাই গৈছিল (পিঠি ১০)। ৰামাকান্ত আতা পুৰুষ চলিলত ৰামচন্দ্ৰ আতা অধিকাৰ হ'ল; সেইজনা পুৰুষে আঢ়ে বছৰে দেৱ-সণ্ডঘটিকে ধৰি 'পাচোটা সণ্ডঘটি'ৰ সত্ৰসমূহৰ বুৰঞ্জী শুনে আতৈৰপৰা (পিঠি ১১-১৪)। আতৈ মৰামৰালৈ যোৱাৰ কথাও আছে। ইয়াৰ পিছত বৰদোৱাত দুবছৰ থাকি নানা জনৰ লগত নানা তত্ত্ব আলোচনা কৰে (পিঠি ১৩)। আতৈয়ে এবাৰ লগত পাঁচজনক লৈ ভটীয়াই গৈ বুৰুকা, গোমৰা, সুন্দৰী, বৰপেটা, গণকুছি, কানৰা, চাপৰি, বাউসীত থাকি ফুৰি বৰদোবালৈ ঘূৰে এবছৰৰ মূৰত (পিঠি ১৭-১৮)। ইয়াৰ পিছত দীঘলী, ধনশিৰিমুখ, মৰঙ্গি, বকতা, সলগুৰি, সাপেখোৱাৰ দক্ষিণ, টিপাম জৰাবাৰী আদিত ফুৰি আতৈ কৰামৰাত থিত লয়হি (পিঠি ১৮)। বকতাৰ কৃষ্ণৰাম বৰসকিয়াই (বৰশইকীয়া) কোৱা কথাষাৰ মন কৰিবলগীয়া ঃ "বোলে দীঘলীৰ বৰাগী আতৈ দুতি শঙ্কৰ যেন, সেৱা কৰোঁগৈ।" ইয়াৰপৰা বুজিব পাৰি আতৈ কেনে তত্ত্বদৰ্শী আৰু সন্মানাৰ্হ লোক আছিল। মৰঙ্গি আৰু বকতালৈ আতৈ আৰু এবাৰ গৈছিল (পিঠি ২৪)। এনেভাৱে আতৈৰ সাতানব্বৈ বছৰ হ'লহি। তেওঁ বিদুৰলৈ বুলি মৈত্ৰেয়ত কৃষ্ণই কথা-বস্তু থৈ যোৱা দৰে কাষত থকা সহজানন্দ মেধি আতৈৰ কৰ্ণত বাকি তিনি কুৰি বৰ্ষ পৰিচৰ্যা কৰা গায়ন ('গীত-লগোৱা') আতৈলৈ ৰহস্য-বস্তু এৰি "ৰামনাম স্মৰি পয়ান কৈলে ঃ মাহ কাতি বাৰ বুধ তিথি কৃষ্ণ অষ্টমী বাৰ দিন যাওঁতে ৰোহিনী নক্ষেত্ৰে ঃ পৃথিবীত মুঠ সকলো থান সত্ৰে গ্ৰামে সাতানৈ।।৯৭।। ৰাজশক।। সন শক ১৬৮০।। * ।।" হৰি-কথা আৰু গুৰু-কথাৰ অৰ্থে জীৱন উছৰ্গা কৰা আতৈগৰাকীয়ে পৃথিৱী এৰিলে বৰদোৱাত গুৰু-চৰিত-কথনৰ এক শক্তিশালী ঐতিহ্য থাপন কৰি। ইয়াৰপৰা বুজা যাব চৰিতত বৰ্ণিত বিভিন্ন থান-সত্ৰৰ ইতিহাস বৈৰাগী আতৈৰ বাবে কেনে জীৱন্ত পদাৰ্থ আছিল। যদি তেৱেঁই 'গুৰু-চৰিত-কথা'ৰ বক্তা, ১৬৮০ শক বা ১৭৫৮ চনত তেওঁৰ মৃত্যুৰ পিছতে সম্ভৱতঃ আমাৰ চৰিতখনি লিপিবদ্ধ কৰা হৈছিল। সাঁচিপতীয়া পুথিখনৰ হস্তাক্ষৰৰ বিচাৰত (palaeography) এই তাৰিখ সৰ্বপ্ৰকাৰে সমীচীন বুলিয়ে বোধ হয়—অৱশ্যে পিছৰ সংযোগবোৰ এৰি।

বৈৰাগী আতৈয়ে 'মিসল দিয়া'ৰ প্ৰসঙ্গ কুঁৱৰীচোণ্ডৰ বিপ্ৰ মহন্ত কেশৱৰ নাতি শ্ৰীচন্দ্ৰদাসে ৰচনা কৰা 'কেশৱ-চৰিত'ত (শ্ৰীগণেশ গোস্বামীৰ হাতত এখনি পুথি

আছে, তাৰ অনুলিপি ড° কেশৱানন্দ দেৱগোস্বামীৰ হাতত) প্ৰবৰ্তিত হৈছে। ভগীৰথ আতা তেতিয়া জাটিয়াবাঙ্গত থাকি গুৰুজনৰ, দুই ঠাকুৰৰ চৰিত আদি চৰ্চিছিল। সেই সময়ত ৰুদ্ৰসিংহ ৰজাৰ আদেশত সকলো ব্ৰাহ্মণ ভকতক অব্ৰাহ্মণ গোসাঁইক সত্ৰৰপৰা আউনীআটিলৈ খেদোৱা-কোবোৱা লাগিল।

সেহি কালে আতৈ পাছে বৈৰাগী ভৈলন্ত। খহনীয়া সত্ৰে আসি আতৈ ৰহিলন্ত।। নাম-অৱসানে ভাগৱত বখানন্ত। তাত পাছে অনুক্ৰমে পাঠক গাবন্ত।।৩০৯।। এহিমতে আতৈ কতো কাল ৰহিলন্ত। ভৰথ আতা মাতিয়া যে বাক্য বুলিলন্ত। শুনিয়ো বৈৰাগী তুমি নামক যে লৱা। নামৰ সোম্বায়ো যাবা তাৰ প্ৰমাণ লৱা।। ৩১০।। আতৈয়ে বোলন্ত আমি মিসল কৰা গৈছে। তোম্মাৰ ভাগৱতত বিশ্বাস হুইছে।। তাৰ সোম্বাই নিব মন কৰিব পাছে। আতা বোলে মিসলীয়া কৰা যেনে হৈছে।। ৩১১।। কেনমতে মিসলীয়া কৰা যেবে গৈছে। শ্ৰীনাৰায়ণে ব্ৰহ্মাত যেনেমতে কহিছে।। তোম্মাসাৰ মিসল কেনমতে কৰিছা। আতৈয়ে বোলে অনন্তে সিদ্ধ নৰত কহিছা।। ৩১২।। সেহি বাক্য শুনি আতা হাসি মাতিলন্ত। তোমৰা সেহি বস্তু চৰ্চি কহি দেখান্ত।। ৰাম গোসাই গীত পঞ্চভাবে চৰ্চিলন্ত। বৰকাপৰ দিয়া তাঙ্ক আতা মাতিলন্ত।। ৩১৩।। ভগীৰথ আতাত ভৰথ আতা কৈলা। মধ্য নিশাভাগে নিয়া সঙ্গ যে কৰাইলা।। (বৰদোৱাৰ শ্ৰীবাপুটি নাম-লগোৱাৰ হাতত সংৰক্ষিত পুথি)

ইয়াৰপৰা বুজিব পাৰি, ভাগৱত-পুৰাণত বৰ্ণিত ভাগৱতৰ (ভগৱত্তত্ত্ব) ব্ৰহ্মা আৰু অনন্ত সম্প্ৰদায় যি দুটি ঐতিহ্যৰ কথা আছে, চক্ৰপাণি আতৈয়ে সেই দুটিকে সংযুক্ত কৰি তত্ত্বব্যাখ্যা সবল কৰি তুলিছিল।

চন্দ্ৰচাৰু-কৃত এখনি খুদমানি চৰিতৰ টোকাপুথিত, "ৰমাকান্ত আতাৰ সঙ্গৰ ভক্তৰ লেখা"ত 'ভাগতি চক্ৰপাণি বৰাগী' নামটি সন্নিৱিষ্ট হৈছে আৰু শেহৰফালে "জয় নমো·চক্ৰপাণি বান্ধৱ ৰাম। তোম্মাৰ চৰণে কৰো সহস্ৰ প্ৰণাম" আদি কেইশাৰীমানিৰ চক্ৰপাণি-প্ৰণাম যোগ দিয়া হৈছে। ইয়াৰপৰাও সম্প্ৰদায়ত আতৈৰ সম্মানৰ কথা বুজা যায়।

ৰঙাচৰণ-কৃত (সন ১২৮৪ত নকল কৰা, বৰঙাবাৰীৰ শ্ৰীদ্ৰোণ মহন্তৰ হাতত ৰক্ষিত) এখনি পদ-চৰিতত নবোৱা আৰু সলগুৰিৰ কন্দলৰ কথা বৰ্ণোৱা আছে। সেই বৰ্ণনাত নবোৱাৰ পক্ষ সমৰ্থন কৰি সলগুৰিয়াসকলক মৃদু-কটু নিন্দা কৰা হৈছে। গতিকে 'সলগুৰিয়া আতৈ' আখ্যাৰে জনাজাত চক্ৰপাণিৰ গাতো অকণমান সেই নিন্দাৰ চিটিকনি পৰিছে ঃ

আৰো শুনা দ্বেষ ভাব যিমতে বাঢ়িল। চক্রপাণি বাপু দেশ বেৰায়া আসিল। বুলিলন্ত আনি আছো সত্ৰৰ সৰ্বহ। যাক লাগে লৈয়ো মাগি কৰিয়া আগ্ৰহ। তাল খোল বাদ্য-ভৃণ্ডে মান্য কৰি নিব। তেবেসে বৰাগী বাপু সত্ৰত পশিব।। পাদোদক লৈয়া মান্য কৰিবন্ত বহু। তেহে পৰমাৰ্থ ব্যক্ত কৰিবন্ত তেহো। সেহিমতে আদৰিয়া নিলন্ত সমস্তে। সবে প্ৰণামিয়া বৈল নৰোৱা একত্ৰে।। ৰমাকান্ত আতা বুলিলন্ত হেন বাণী। ভকত কৰিছো বিপ্ৰ বৰাগীক আমি।। আৰো নানা শৰণীয়া ব্ৰাহ্মণ আছয়। তেহো সবে গুৰু বুলি পাদোদক লয়। আমি কেনে লৈবো ব্ৰাহ্মণৰ পাদোদক। ব্যাদ্যে-ভণ্ডে কেনে মান্য দেখাইবোহো তাহাক।। এহি বুলি চক্ৰপাণি বাপুক নাদৰি। নৰোৱা ৰহিলা যদি নিলা সলগুৰি।। সেহি এক হেতু জানা অপ্ৰীতি হৈবাৰ। লজ্জা হুয়া বাপু কৈলা কুযশ-প্ৰচাৰ।। সইচক্ষে দেখি আছো ইসব কথাক। হোৱে নোৱে বুজি সাধুমনে চাবা তাক।।

বাস্তবিকতে এইখিনি কথা 'হোৱে নোৱে বুজি' চাবলগীয়া! এইটো স্বীকাৰ কৰিবই লাগিব যে ভক্তিতত্ত্ব আৰু গুৰু-লীলা-তত্ত্বৰ ব্যাখ্যাত চক্ৰপাণি বৈৰাগী আতে অতুলনীয় পণ্ডিত আছিল। 'গুৰু-চৰিত-কথা'ৰ বৰ্ণনাৰ সূক্ষ্ম প্ৰাচুৰ্য তেনে এজন অভিজ্ঞ পণ্ডিত বক্তাৰপৰাহে সম্ভৱপৰ হৈছিল।

### পুথিৰ পাতৰ বুৰঞ্জী

৪.০ 'গুৰু-চৰিত-কথা'ৰ মূল সাঁচিপতীয়া পুথিখনিৰ যে নিজৰ এক দীঘল ইতিহাস আছে, পুথিখন যত্নেৰে লুটিয়াই চালে বুজিব পৰা যাব। এই সম্পদটি অধ্যাপক বাণীকান্ত কাকতিদেৱে ১৯২৭ চনমানত বৰপেটা সত্ৰৰ সত্ৰীয়া চতুৰ্ভুজদেৱৰপৰা শৰণ ল'বৰ বেলা নিৰ্মালিৰূপে পাইছিল। ১৯২৮ চনৰ ২০ জানুৱাৰীত কাকতিদেৱে পুথিখনি অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগক ধাৰলৈ দি ১৯৩৫ চনৰ ২ জুলাইত পুনৰ নিজ হাতলৈ আনে। বিভাগত থকাত পুথিখনিৰ সংখ্যা No. 288 D.H.A.S. দি চিহ্নিত হৈছিল আৰু 'শঙ্কৰ-চৰিত' বা 'শঙ্কৰ-চৰিত গদ্য' নামে পঞ্জীভূত হৈছিল। ১৯৪৯-৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হাতেলেখা পুথিভঁৰাল স্থাপিত হোৱাত অসমীয়া বিভাগৰ প্ৰথম অধ্যাপক ডক্টৰ কাকতিয়ে তাক প্ৰথম হাতেলেখা পুথিৰূপে দান কৰে। তেতিয়াৰপৰা ই বিশ্ববিদ্যালয়ৰ সম্পত্তি আৰু 'গুৰু-চৰিত (শঙ্কৰ)' নামে পৰিচিত।

সমস্ত পুথিখনিৰ আখৰ-পানি ভালকৈ চাই এই কথা ক'ব লাগিব যে তাক প্ৰথম লিপিবদ্ধ কৰাৰ পিছত বাৰে বাৰে তাত সংযোগ-পৰিবৰ্তন-পৰিবৰ্ধন কৰা হৈছে। আমাৰ সম্পাদিত মুদ্ৰিত পাঠৰ মাজে মাজে বৰবন্ধনীৰ ভিতৰত বন্ধ

অংশবোৰৰপৰা পাঠকে বুজিব পাৰিব যে সেইবোৰ অংশ পিছৰ কালৰ বিবিধ সময়ৰ সংযোগ। কোনো কোনো ঠাইত পুৰণি শাৰীবোৰ আৰু নতুন সংযোগৰ মাজত কালৰ ব্যৱধান পৰি যোৱাও অনুমানযোগ্য হ'ব। ক'তোবা নকৈ সাঁচিপাত যোগ দিয়া হৈছে বা পুৰণি পাতৰ আধাখিনিমান নকৈ লেখা হৈছে। ক'ৰবাত আকৌ পূৰ্বতে লেখা একোটা শব্দৰে আদখিনি নৰণিৰে তুলি দি তাৰ ওপৰত নতুন আখৰ বহুৱাই তাৰ লগতে পিঠিৰ দাঁতিত বা ওপৰত বা তলত নতুন শাৰী যোগ দিয়াও দেখা যায়। এইভাৱে মূল পুথিখন পুনঃ পুনঃ 'সম্পাদিত' হোৱাৰ ভাবটিৰ অস্তিত্বও দেখা পোৱা যায়। এই দৃষ্টিৰে চালে চৰিতখনিয়ে নতুন নতুন পদাৰ্থ আহৰণ কৰি ক্ৰমবৰ্ধমান মহাকাব্যৰ (epic of growth) দৰে নিজ কলেৱৰ বৃদ্ধি কৰি আছিল আৰু নিজকে পুষ্ট কৰিছিল। ইয়াৰ ভিতৰতে চৰিত-কথনৰ বৰদোৱা ঐতিহ্যৰ (চক্ৰপাণি বৈৰাগী আতৈ পুৰুষ-প্ৰবৰ্তিত) পুথিখন "আমাৰ হল এইক্ৰমে" বুলি বলাৎ বৰজহা ঐতিহ্যলৈ (ধঞ্জয় আতৈ) টানিবৰ যত্ন এটি প্ৰকট হোৱা যেন লাগে।

তলৰ টোকাখিনি পুথিখনৰ পৰিৱৰ্তনশীল সংগঠন উপলব্ধি কৰিবৰ বাবে বিশেষ আৱশ্যকীয়। সাধাৰণতঃ পুথিখনিৰ পূৰঠ একোটি পাত ৫৫ চেণ্টিমিটাৰ × ১৫.৫ চেণ্টিমিটাৰ জোখৰ আৰু একো পিঠিত ১৪ৰপৰা ১৮লৈকে আৰু সাধাৰণতে ১৮টা শাৰী লেখা পৰিছে।

বেটীপাতৰ তলৰ প্ৰথম পাতৰ ক পিঠিত এখনি ৰঙীণ ছবি চাৰিটি আসীন মূৰ্ত্তিৰে; খ পিঠিত পুথিৰ আৰম্ভণ আৰু 'শ্ৰী১' লেখ। দ্বিতীয় পাতৰপৰা খ পিঠিত 'শ্ৰী১' আদি লেখ আৰু ওপৰে বাঁও চুকত ২ আদি লেখ। আমি পিছৰটো লেখ ধৰি বন্ধনীৰ ভিতৰত পত্ৰ-সংখ্যা উল্লেখ কৰিছোঁ। এই লেখৰ অনুৰূপকৈ পাতল মহীৰে পুথিৰ ওপৰে মাজত নং ১, নং ২ আদি লিখা আছে।

১৬ পাতৰপৰা (আগৰ লেখমতে ১৪) 'শ্ৰী' দি লিখা পাতৰ সংখ্যাৰ তলে তলে অৰ্বাচীন কোনোবাই ১৬, ১৭ আদি লিখি গৈছে। ২৩ পাতৰপৰা ২৯ পাতলৈ (আগৰ লেখমতে ২২ৰপৰা ২৮লৈ) সাঁচিপাত কেইখিলা হেৰাইছে। বৰ্ণনাৰ ক্ৰম ৰাখিবলৈ বুলি এই পাতকেইটাৰ সাৰাংশ ঔগুৰি-সত্ৰৰ (গোলাঘাট) দ্বিতীয় 'কথা-গুৰু-চৰিত'ৰপৰা ওপৰঞ্চিত দিয়া হৈছে। ৩০ পাতৰপৰা ওপৰে মাজত লিখা ২৩ আদি সংখ্যা ধৰা হৈছে—দেখা-দেখিকৈ ঠিক আগৰ পাতকেইটা হেৰোৱাৰ পিছত।

৫৭ পাতত (আগৰ ৫৬) 'শ্ৰী'ৰ লগত ৫৬ সংখ্যাটি কাটি নতুন আখৰেৰে ৫৭ কৰা হৈছে। কাষৰত লিখা আছে অতি আধুনিক আখৰেৰে ঃ '৫৬ পাতা নাই'। অৰ্থবা কি? ৫৮ পাতত (আগৰ ৫৭) 'শ্ৰী'ৰ লগৰ '৫৭' কাটি '৫৬' কৰা হৈছে। ৫৯

পাতৰপৰা (আগৰ ৫৮ আদি) আকৌ 'শ্ৰী'ৰ লগৰ ৫৮, ৫৯, ৬০, ৬১, ৬২, ৬৩ কাটি পুনৰ ৫৮, ৫৯, ৬০, ৬১, ৬২, ৬৩ লেখা হৈছে। ৬৫ পাতত (আগৰ ৬৩?) 'শ্ৰী৬২' কাটি ৬৩, নতুন আখৰেৰে ৬৩, আকৌ পিছত ৬৪ লেখা হৈছে। ৬৬ পাতত 'শ্ৰী৬৩' (আগতে বোধ হয় '৩'টো অন্য অঙ্ক আছিল) আৰু তাৰ তলতে দুটা আখৰৰ কিবা এটা শব্দ আছে।

৬৭ পাতত 'শ্ৰী৬৪' (আগতে বোধহয় '৪'টো অন্য অঙ্ক আছিল) আৰু তাৰ তলত নকৈ ৬৮ লিখা আছে। ৬৮, ৬৯, ৭০, ৭১ (আগৰ শ্ৰী৬৫, ৬৬, ৬৭, ৬৮) পাতত পাতল চিয়াহীৰে ৬৫, ৬৬, ৬৭, ৬৮ লিখি দিয়া হৈছে।

৭১ পাতৰ লগত ২৯.৫ চেণ্টিমিটাৰ × ৮ চেণ্টিমিটাৰ জোখৰ এটা পাত লগাই ৪১৪ ছেদৰ কথাখিনি লিখি ৰখা হৈছে। মূল পুথিৰে আৰু এই পাতৰে আখৰ একেজনৰে যেন লাগে, আৰু লগাই দিয়া পাতটোৰ আখৰবোৰ সৰু সৰু আৰু মহী পনীয়া বিধৰ।

৭২ পাতৰপৰা ৯৬ পাতলৈ 'শ্ৰী৬৯'ৰপৰা 'শ্ৰী৯৩' পৰ্যন্ত সংখ্যাবোৰ বহিছে আৰু 'শ্ৰী'যুক্ত সংখ্যাৰ তলে তলে ৭৩ৰপৰা ৮৮লৈ অনিয়মিতভাৱে নতুন আখৰেৰে লেখ ধৰা হৈছে। ৮৪ আৰু ৮৫ পাতৰ আখৰবোৰ আপেক্ষিকভাৱে সৰু। ৯৭ পাতৰপৰা ১৪১ পাতলৈ 'শ্ৰী৯৪'ৰপৰা 'শ্ৰী১২৮' সংখ্যা বহিছে। কিন্তু এই শ্ৰী-অঙ্কবোৰৰ তলত নতুনকৈ পনীয়া মহীৰে সংখ্যা একোটা লেখা হোৱা নাই।

১৪২ পাতৰ (শ্ৰী১২৯) ওপৰ বাঁও চুকত '১৪১' হে আছে। এই পাতৰপৰা আৰম্ভ কৰি শেষ পৰ্যন্ত আমি সেই দেখি নতুন ক্ৰমিক সংখ্যা দি সেইমতে পাতৰ লেখ ধৰিছোঁ। ১৪৩, ১৪৪, ১৪৫ পাত বেলেগ জোখৰ—৪১.৭ চেণ্টিমিটাৰ × ১৪.৫ চেণ্টিমিটাৰ ; আৰু এই তিনিটা পাত সম্ভৱতঃ পাছত যোগ দিয়া হৈছিল। সিহঁতৰ মহীও ডাঠ ক'লা নহয়।

১৪৬-১৫৬ পাত (আগৰ ওপৰ বাঁও চুকৰ লেখত ১৪৫-১৫৫) = শ্ৰী১৩৩-১৪৩। ১৪৭ পাতৰ (পাতটোৰ এটা ফালত মাথোন লেখা আছে) ওপৰ বাঁও চুকটো ফাটি গৈছে আৰু 'শ্ৰী১৪৪' সংখ্যাটোৰ '১৪' অংশ লোপ পাইছে।

পাতবোৰৰ দাঁতিত, ওপৰত, তলত যোগ দিয়া কথাবোৰৰ ভিতৰত মন কৰিবলগীয়া যে ১৭৬ ছেদৰ দ্বিতীয় ফাকি সংস্কৃত নতুনকৈ বামুণীয়া আখৰেৰে লগাই দিয়া হৈছে। ১৪৬খ পিঠিৰ ষষ্ঠ শাৰীৰ মাজত নতুনকৈ লগাই দিয়া ১০৩৮ ছেদ আৰম্ভ হৈছে। সেইখিনিৰপৰা পিঠিটোৰ তললৈকে পাতৰ হাইতালৰ হালধীয়া ৰং পাতল আৰু শাৰীবোৰৰ দীঘ ওপৰৰ শাৰীবোৰতকৈ সামান্য কম। ১৩৫ক, ১৩৫খ,

১৩৬ক, ১৪৬ক আদি পিঠিবোৰ ভালকৈ লক্ষ্য কৰিলে একাধিক লোকৰ হাতৰ আখৰ তাত ধৰা পৰিব। ১৩৫খত ২য়-৩য় শাৰীত লগাবলগীয়া ওপৰত লেখি থোৱা কথাখিনি আৰু ১৩৬কৰ ১১-১২ শাৰীৰ পাতত লগাবলগীয়া কথাখিনি ঠিকমতে খাজিব নোৱাৰি। এনে লাগে সেইবোৰ শাৰী অন্য স্থানতহে (অন্য শাৰী বা পিঠি) লগাবলগীয়া। এনে দুই-এক বিসঙ্গতি নতুনকৈ লগোৱা কথাৰ বাবে ধৰা পৰা স্বাভাৱিক।

## গুৰু-চৰিত-কথা আৰু কথা-গুৰুচৰিত

৪.১ ওপৰৰ বিৱৰণৰপৰা বুজা যাব যে বৰ্তমান চৰিতখনিৰ নিজৰ এটি নাম নাই—যদিহে আমি § ০৩ৰ "গুৰুজশ লীলাচৰিত্ৰ" বা § ১১৩০ৰ "দুজনা গুৰু দুজনা ঠাকুৰদেউ নজনা আতা অনেক মহাভাগৱতৰ চৰিত্ৰঅমৃত" কথাষাৰকে সেই নাম বুলি নলওঁ। আচলতে দ্বিতীয়টিয়েই পুথিখনিৰ স্বৰূপ-প্ৰকাশক নাম হ'লহেঁতেন। অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত থকাত ত'ৰ পুথি-তালিকাত দিয়া নাম 'শঙ্কৰ-চৰিত' বা 'শঙ্কৰ-চৰিত গদ্য' বা গুৱাহাটী বিশ্ববিদ্যালয়ৰ তালিকাৰ নাম 'গুৰু-চৰিত (শঙ্কৰ)' সমুচিত নহয়। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ ছপা সংস্কৰণত (১৯৫২) গ্ৰন্থখনিৰ নাম 'কথা-গুৰুচৰিত' কৰা হৈছে—সম্ভৱতঃ 'কথাগীতা', 'কথাভাগৱত' আদিৰ অনুকৰণত। ভট্টদেৱেও কিন্তু নিজৰ পুথিকেইখনিক 'শ্ৰীগীতাকথা', 'শ্ৰীভাগৱতকথা' আৰু 'শ্ৰীভক্তিৰত্নাৱলীকথা'হে বুলিছিল। সংস্কৃতৰ 'কাদম্বৰীকথা' আদি নামৰ লগতো এই নামকৰণৰ সাম্য আছে—যদিও সংস্কৃতৰ 'কথা'ৰ সংজ্ঞাৰে ভট্টদেৱৰ ৰচনা বা গুৰুচৰিত খাপ নাখায়। আমাৰ সম্পাদিত বৈকুণ্ঠনাথ ভট্টাচাৰ্যৰ গ্ৰন্থৰ ইতিমধ্যে দিয়া নামৰ কথাকে সুঁৱৰি আমি সেই দেখি 'গুৰু-চৰিত-কথা' নামটিকে বাছি ল'লোঁ বিশেষতে ভট্টদেৱৰ নামকৰণৰ ধাৰাত। এনে কৰাত অৱশ্যে এটি কথা পাহৰি যোৱা নাই যে চৰিতখনিত গুৰু দুজনাই মাথোন—শঙ্কৰদেৱ আৰু মাধৱদেৱ; কিন্তু ইয়াৰ বিৱৰণে "দুজনা গুৰু দুজনা ঠাকুৰদেউ নজনা আতা অনেক মহাভাগৱত'ক সামৰিছে।

আনফালে 'গুৰু-চৰিত-কথা' আৰু 'কথা-গুৰুচৰিত'ৰ এটি মৌলিক পাৰ্থক্য ৰৈছে পাঠৰ বিষয়ত। ১৯৫২ ছনৰ সংস্কৰণত লেখাৰুৱে উল্লেখ কৰিছে, ডক্টৰ বাণীকান্ত কাকতিদেৱে "এই পুথিখনি বৰপেটা সত্ৰৰ তেতিয়াৰ বুঢ়া অধিকাৰ * চতুৰ্ভুজ মিশ্ৰদেৱৰপৰা পাইছিল আৰু এটা প্ৰতিলিপিও কৰাই থৈছিল। ......তেখেতে এই গ্ৰন্থ সম্পাদন কৰি উলিয়াবলৈ আমাক আদেশ দিয়ে।" প্ৰতিলিপিটি ডক্টৰ কাকতি ছাৰৰপৰা আনি মাজে মাজে চাবৰ মোৰ সুবিধা হৈছিল। তাৰ পাঠ অনেক ঠাইতে বিকৃত, অনেকবোৰ শাৰীকেই প্ৰতিলিপিকাৰে এৰি এৰি গৈছে। আৰু অনুমান হয় লেখাৰুৱে এই প্ৰতিলিপিৰ ওপৰতেই বেছিকৈ নিৰ্ভৰ কৰিলে আৰু মূল পুথিৰ লগত সম্পৰ্কটো ভালকৈ নাৰাখিলে,

যদিও তেওঁ লেখিছে, "এই কার্যত মাথোন একেখন পুথিৰ ওপৰতে নির্ভৰ কৰিব লগা হৈছিল। গতিকে কোনো ঠাইত দুই-এটি বুজিব নোৱাৰা শব্দ তেনেভাৱেই ৰখা হৈছে।" ১৫ জুন ১৯৭৭ তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয় টোলত আমাৰ ৬ নম্বৰী বহাত লেখাৰুদেৱক শেহবাৰ লগ পাওঁতে তেওঁ কোৱা কথামতেও তেওঁ প্রতিলিপিটোৰ ওপৰতে নির্ভৰ কৰি চলিছিল। অধিকন্তু, ১৯৪৯ চনৰ ডিচেম্বৰত প্রথম সংস্কৰণৰ ১—১৩৬ পিঠি সুকীয়াকৈ বন্ধাই ছাত্রসকলৰ সুবিধাৰ কাৰণে উলিয়াওঁতে ডক্টৰ কাকতি ছাৰৰ নির্দেশমতে প্রকাশনখনৰ সমালোচনা লিখিবলৈ লৈ দেখা পাইছিলোঁ— পুথিখনিৰ প্রথম 'শ্লোক'টি আৰু § ০২ আৰু § ০৩ত প্রায় ১৫ শাৰী কথা বাদ পৰি গৈছে।[১] আন ঠাইতো পাঠ বিকৃত। মূল পুথিৰ ওপৰত প্রতিষ্ঠিত আমাৰ এই 'গুৰু-চৰিত-কথা' আৰু প্রতিলিপিটোৰ ওপৰত প্রতিষ্ঠিত লেখাৰুৰ 'কথা-গুৰুচৰিত' একেখন গ্রন্থৰে দুটা ৰূপ (version) বুলি ধৰিলেহে লেখাৰুদেৱৰ 'কথা-গুৰুচৰিত' বিকৃতিৰ দোষাৰোপৰ হাত সাৰিব। অৱশ্যে মূল পুথিখনি থাকোঁতে তাক অৱজ্ঞা কৰাটি নুবুজায়; মূল পুথিৰদ্বাৰা সমর্থিত নহ'লে প্রতিলিপিৰ পাঠ সঠিক বা গ্রহণীয় হ'ব নোৱাৰে। আমি 'কথা-গুৰুচৰিত'ৰ সেই দেখি পাঠ-পাঠান্তৰ দেখুওৱা নাই। তলত মূল পুথিৰপৰা 'কথা-গুৰুচৰিত'ৰ ব্যতিক্রম দেখুওৱা হৈছে; কিন্তু সি সম্পূর্ণ চিত্রখন নহয়। সংখ্যাবোৰ 'গুৰু-চৰিত-কথা'ৰ ছেদৰ সংখ্যা।

৪.২ 'কথা-গুৰুচৰিত'ত এৰা পৰা অংশবোৰ : § ০১ (শ্রীৰাম ৰাম ... ... শতসহস্রমহং বন্দে।।—৩ শাৰী কথা); ০২ (তাৰাৰ দিনত ...... সাৰশেষে।। —১১ শাৰী); ০৩ (তাৰৰ্ত্তে তাৰাসবৰ .... ... হল এইক্রমে :) (কে মুঁকে প্রশ্ন কৈলে .... ... সুমৰাইলা আজি —৫ শাৰী; ৩২ (আৰু এদিনত .... .... অদ্ভুত হৈছে : ৩ শাৰী;) ; ৩৩ (আঠ দিনত ... ... অত্রাহি হল বল।।—৯ শাৰী); ৪৬ (কতো মুখভেদে কই ... ... পোৰাগাম হৈ।।) (বনগাঞে ধান চাবলৈ .... .... স্বস্থ হৈছে।।; ৫৮, ৬২ (কৃয়াকর্ম আচৰি .... .... বিহা দি গৈছে) ; ৮৩ (ভই এদিন কলা ভগাৎ .... ... জেঙ্গাকে ভাঙ্গে —৪ শাৰী); ১৩৭ (যথা তৰোর্মূলনিষেচনেন তৃপ্যন্তি তৎস্কন্ধভুজোপশাখাঃ ।।) ; ১৬০ (কতোসবে কই ... চলিচে); ১৭৬ (হীনসেবা ন কর্ত্তব্যং .... মানসর্ব্বস্বমাপুন্নাৎ।।); ১৭৯ (বাসক বুলিছে ..... মই কোন কুটা); ১৯৯ (আৰু কৌনজপুৰে ..... ৰৰঠাকুৰদেৱলৈ খোজাইছেগৈ।।); ২১৬ (মোৰ গুৰু দিছে .... দিএ নামৰ দান :); ২২৪ (সম্পূর্ণ); ২২৯ ( চাৰি সিদ্ধৰ বাক্য .... বুলিলা বাক।।); ২৪৩ (ৰাতি হলে কচু ঢেকিয়া ... কৰে

---

১. কথা-গুৰুচৰিত, ১৯৫২, পৰিশিষ্ট (১) পিঠি ২।

আন নাই); ২৫৬ (এবাৰ সাবটি ..... ওলাএন্তেই পাইচেগৈ—৪ শাৰী); ২৫৭ (সম্পূৰ্ণ); ২৬২ (বোলে কালে কৰিচিল দেখিলা ঃ বোলে বাপ জানো); ৩২৯ (দৈত্যে অমৃত .... স্বপ্নজে বৃথা হ্‌ল।।—৩ শাৰী); ৪১২-৪১৩-৪১৪ (সম্পূৰ্ণ); (৫৩৮ সম্পূৰ্ণ); ৫৭৮ (সম্পূৰ্ণ); ৬০২ (বোলে বাপ .... ভোজন কৰিছে—২ শাৰী); ৬০৪ (ঘোষা মাতিছে .... মনে দি পদেহে বহা।।—৪ শাৰী); ৬০৯ (সম্পূৰ্ণ); ৬১৭ (সম্পূৰ্ণ); ৬২২ (আমি কোন কুটা .... সকলে আকুল কৰে); ৬২৮ক (সম্পূৰ্ণ); ৬৩১ক (সম্পূৰ্ণ); ৬৩৬ (পাৱত ধৰি ... নিদাৰুণ দুখশোক।—৩ শাৰী); ৬৫০ (আৰু এজন .... উজটি পাই ঃ—২ শাৰী); ৬৫২ (আৰু এদিন .... গুৰুজনে সুনি দি কৈছে); ৬৫৩ (বেলা হ'ল .... ভাঙ্গোতেই); ৬৫৮ (মাতাচো মাতি আনিলে ... জগত যুৰিব।। —এই ১৭ শাৰী স্থানান্তৰিত); ৬৫৯ (আৰু কৰ্ণপুৰ নামে ... আহি ললেহি ঃ—এই ৫ শাৰীও স্থানান্তৰিত); ৬৬৫ (তুলিছে তিনি মাহ .... পুষ্কৰে পিতৃ হই।।—১৪ শাৰী); ৬৯৪ (এই বুলি গল সনাতন .... অনেক সেবাকৈ ঃ বোলে হৰিনা শিৱ ...... সামৰিচে ৰাৱতক —৫ শাৰী); ৬৯৯ (ৰেক আৰ্হি কৈচে .. পাপদুৰ্ব্বাসনাৰ খাৰি—৪ শাৰী) ; ৭১৩ (সম্পূৰ্ণ); ৭২১ক (সম্পূৰ্ণ) ; ৭৩৫ (এই বুলি সবাকে .... মহাপ্ৰসাদ অমৃত); ৭৪২ (পূৰ্ব্বে বসিষ্ঠ ...... তোমাৰো); ৭৪৯ (এতেকে নিচুক ..... এতিয়া); ৭৫১ (এই বুলি কৈ .... নৰকে জাইবাৰ।।); ৭৫৭ (সম্পূৰ্ণ); ৭৬৩ (ঘোষা তিনিটা কৰিচে ...তুৱা চৰণে হাম।।); ৭৬৬ (আতা আই ভুনি পাটনি .... চৰু আঞ্জা থলে—৩ শাৰী); ৭৬৮ (কেৱল কীৰ্ত্তনে .... আপুনি হৰি); ৭৬৯ (নাৰদৰ বাক্যলৈ মনকৈ... জানিলো সৰ্বথা।।/ সিদ্ধ মুনি দেএ .... সখিৰ গৃহবাস।।); ৭৭৩ (তেহে হাস্যকৈ .... থাক যাদৱা); ৭৭৪ক (সম্পূৰ্ণ); ৭৯৮ (গুৰুজনে বোলে... মাতিলে ঃ গাগ্লোকে); ৮০৪ (ৰাজা নি কথা সুনাই....নহই ৰাজা—৩ শাৰী); ৮০৭ (ধন লাগে যদি ক মই অতে দিএঃ ঃ দুষ্টে বোলে নেলাগে ঃ); ৮১২ (তৈতে কুমাৰনি পানিঘাটে ... তিনটা ভই কৈছে।। —শাৰী); ৮২১ (নুৱাৰি প্ৰভু ঃ বোলে তেনো দহঘৰ দিচো ঃ বোলে); ৮২৩ (নাৱৰ আসনতে বসি ... বোলে আতা গুৰুজনে—৩ শাৰী); ৮২৪ (ঘোষা কৰিছে ..... পৃথিবিত); ৮৩৯ (চাউল সিজাএন্তে ... ওজাৰ ঃ পাচে); ৮৪৬ (কতুবা কমাৰ আচেনে .... ঈশ্বৰ হৃদয়ত থাকিবা দিৱাএ); ৮৭২ (মোৰ সেৱা বন্দন। ... আগলৌ আশা কৰিচে); ৮৭৩ (থৈ গুচি আহিল .... দা খুজি কাটি); ৮৮২ (সম্পূৰ্ণ); ৯০৫ (ঠাই গল নগৰখনা ... সেৱা কৈলে ঃ আতা); ৯১৩ (আৰু যদি কৰ্ম্মভাগে ... বহুস্তুতি নিন্দাহে); ৯১৪ (গুৰুজনে ঘোষা মাতিছে.... সম্পূৰ্ণ গৃহবাৰি।।); ৯১৯ (উত্তমে দুবেলা ... দুখি দৰিদ্ৰ।।); ৯২০ (ৰাজাৰ হৈ বৈএ ... নিশা বহেগৈ); ৯৩৮ (কতোএ অনেক ৰাখে .... ভাত নেপাই।।); ৯৪৬ (সম্পূৰ্ণ);

৯৫২ (যদিহে হিয়াত নাই .... সবে কথা মিচা ।।); (৯৫৭) আৰু বদুলা আতাক জি ... যদুমনিক চাতে দি ঃ আছে); ৯৬৬ (আতাও আহনতে পানিকুদ্ধিত থিৱ দি চাই আছে— শ্ৰেষ্ঠ জ্যেষ্ঠ আপুনিহে আগত ভাৱৰ যোগ্য); ৯৭২ (নুমলিয়া দায়া স্নেহৰ বেটাও অতি স্নেহৰ); ৯৮১ (স্থানান্তৰিত); ৯৮৮ (বোলে পাটনি পাচ দিন ... চাচ্ছ উটি চুপি); ৯৯১ (আতাৰ কাতিতে দি বোলে ... সংসাৰবন্ধ চিণ্ডে ঃ / নাদন্ত ঢেকেলি পৰে ঃ ... ..... নোতোলে মানে/ সেই বাক্যে সতৰিয়া হল ।।); ৯৯৯ (সম্পূৰ্ণ); ১০১৬ (সম্পূৰ্ণ); ১০১৯ (নিশা পত্নীৰে সুইছে .... জেন জানি ভাবি); ১০৪৭ (কবিভূষন ... বাসুদেৱ); ১০৫২ (আৰু চাউল লোন লৈ ... আশানাশক্তে কৰে দুষ্টে ঃ); ১০৫৬ (এশ বৰ্ষ কতোৰ .... একো কাৰ্য নহই); ১০৩৬ (ওলালে চাতে .... গনগন নাই/ বোলে সা হই .... গাএঃ দিচে ।।); ১০৬৬ (ঘোষাকীৰ্ত্তন মাতি .... উদ্ধৱ গুপিসবৰ); ১০৭০ (খেদকৈ বোলে হৰি হৰি .. এনে বস্তুকোজে এৰে); ১০৮৯ (ঐ বাপ সি জগতে ... কান্দিলে); ১০৯০ (জায়ালে চইকুৰি ... পিণ্ড দিবালে) ; ১০৯১ (আঠ বৰ্ষৰ পাচত ।। ভৰাৰিডুবিত থাকি/দিঘলা কাথৰ/তাম্ৰধ্বজ নোবাচুৰ ভিটাত চাৰি মাহ/ জাৰৰিকুছিৰ মুৰাৰি কোচৰ গৃহে তেৰে দিন ঃ পাচবাৰ পাচ দিন / হৰিবল্লভঠাই / ৰমৃতাকৰক নিয়া দলৈ গৃহে দুবাৰত পাচ মাহ সভালে নিয়াত/সাতপাটে তেধ্য দিন/ ভৃগু বাম্ভঠাই ৫ দিন ঃ মাইদৰা গোপালতৎ ৭দিন/—এইদৰে নতুন সংযোগ সকলোখিনি এৰা গৈছে) ; ১০৯৩ (সম্পূৰ্ণ); ১০৯৪(হৰিহৰ আতাৰ চৰিত্ৰ ঃ সাস্ত্ৰৰ ৰসূয়াৰ); ১১০৩ (আৰু ভিমে জজ্ঞ প্ৰসংসা ..... দানি নহনে); ১১১১ (বুলি এক আৰ্হি .... খেদি পেলালে ঃ তেনেহে)।

ওপৰত দিয়া বাদ পৰি যোৱা নমুনাবোৰ চালে বুজা যাব যে বিশেষকৈ পুথিৰ নকৈ লগোৱা সংযোগবোৰ অনুলিপিৰ লিপিকাৰে তথা সম্পাদকে এৰা-ধৰাকৈহে গ্ৰহণ কৰিছে।

৪.৩ 'কথা-গুৰুচৰিত'ৰ বিশেষ পাঠ-বিভ্ৰাট কিছুমান ঃ § ০১ ৰাম ৰাম গুৰু ['কথা-গুৰুচৰিত'ত ধৃত পাঠ ঃ পঞ্চিশ মহন্ত], ০৪ পঞ্চ স্বৰ তুলি ঃ তাৰ মন্ত্ৰ ঘোৰকৈ গীত গালে [পঞ্চ সুৰ তুলি তাৰ মন্ত্ৰ ঘোষকৈ গীত গালে ।], ০৯ ভ্ৰমৰা কাষ্ঠ [ডুমচা কাষ্ঠ], ১০ একবৰ পাচা [একবৰ পাঠান], ১১ বানা তস্যৰ [বানাত], ২২ সহস্ৰনাম [শাক্ত নাম], ৩২ নেপালে হেৰা দি জাই [ নেপালেহে ৰাগি যাই], ৩৭ মগনিয়াৰ বেশ [কানীয়াৰ বেশ], ভুৰুকুৱা প্ৰভু [ গুৰু লৰা প্ৰভু], ৪৩ ভণ্টা ডুগ চোৰ ঢোপ [ভণ্টাডু গছোৰ ঢোক], ৫২ ধ্ৰুৎ কলৈ গৈছিলি [ কলৈ গৈছিলি], ৮৩ সুৰপি বলি [ সুৰা পি লৈ], ৮৪ অদঠ বৰ্ষ [ অৰ্দ্ধ বৰ্ষ], থাব [যাব], ৯২ সেটে ছেদ হল

[সেইতে ছেদ হ'ল], ৯৬ বাকচাট মাৰি গৰ ডেই [বাক চাট মাৰি গৰতেই], ৯৮ তুলি পাটি গাক [গুলি পাটি গাক], ১১২ জাইগিৰি উলিবলৈ [ যায়। গিৰি উলিবলৈ], ১১৩ ফক্লাবৰি [ ফক্লুবাৰি], বৰ ধুপ [বৰ যুপ],গা ৰহি [গা হৰি], ১২৩ চা বৰৰ খচাত সক কত মৰিচে [চাবৰৰ খচাত সক কত মৰিছে], ১২৮ নি কিতা নদীৰ তীৰে [নিকিতা নদীৰ তীৰে], ১৪১ ব্ৰহ্মা সদাশিৱ ৰবি শশী পৰ্য্যন্তে [ব্ৰহ্মা সদাশিৱ বিনা নিৰ্জ্জান], ১৫৩ চৰিয়াত আজলি কৈ ভৰি [চৰিয়াত আটালৈকে ভৰি], ১৫৯ চমস সিদ্ধে একাদশ স্কন্ধে কৈচে ..../ নুহি মূৰ্খে [চাৰি সিদ্ধে একাদশ স্কন্ধত কৈছে/নুহি সুখ], ১৬০ গই জানে [গৈ জানে], ১৬১ গই জানত [গৈ জানত], ১৭৫ চকিদাৰে নাঞ তালচাত [চকীদাৰে নাঞ তলচালত], ১৭৪ মিত্ৰ ভাঙ্গিমনে য়েৰিলো [মিত্ৰ ভাঙ্গিব নোৱাৰিলো], ১৭৯ জাপ্ৰাই বুৰ টাপ্ৰাই গ্ৰাহ।। [জাপ্ৰাই বুৰটা প্ৰাই গ্ৰাহ।], ১৮১ তাৰে দিয়াতে [তাৰে দি আতে], জেমা জোৰা [যে সাযোৰা],১৮৪ আহ্নৰপৰা [আসনৰপৰা], ১৮৮ পুৰাকল্লশ্বৰ [পুৰাকল গুৰ], ১৯২ শাক্ত কামসিক [শাক্ত তামসিক], তেঞে য়েকা জলকৰ তোলা [তেঞেৰে কাজল কৰা তোলা], কুত পাতি [কুৰ্তা পাতি], ২০০ দামু সৰদাৰকে [দামোদৰ দাসকে], ৰৰলুৰিৰকা [বৰ লুৰিৰ বগ], ২০৬ তৃতীয় অনাদিপাতন [দ্বিতীয় অনাদি পাতন], ২০৭ গাবদলে [গাব হলে], ২০৩ ঠাৰহ হৰাই [ধাৰাহে হৰাই], ২০৪ জিতাই [তিন ভাই], ২০৮ বিচাৰি আত্মাত কতু সংসাৰত [বিচাৰি। আটাইতকৈ], ২১২ ৰাজাৰ ৰাশিত [ৰাজাৰ বাৰীত], ২১৪ অদঠ বৰ্ষ [অষ্ট বৰ্ষ], ২১৭ কন্ধে যুলি [কান্ধে বুলি], ২১৯ দৰ্প্পনছায়া [দৰ্পণ চোৰা], ২২৯ শৰীৰত ঘাৱ মাৰে [শৰীৰত যাৱ মাৰি], ২৩০ হাটিমুৰে [হাটি গোৰে], ২৩১ এশা এৰা[এৰা। এৰা], ২৩৫ গুৰুজনতত নি [গুৰুজনত ভনি], ২৩৬ চলিব লগা টান হলগৈ। [চলিবলৈকে টান হলগৈ], ২৩৮ কৈসনাৰ [কৈমলাৰ], ২৪৭ এচৰা [এৰিবা], ২৪৮ আওতাই [আজ্ঞাই],২৫১ বৰ ঢালি [বঢ়ালি], থবকো নসই [সব কোন মতে], ২৫৮ আঝুৰিচা ওভোতা সিঙ্গিমুৰী [আজুৰি চাও ভোটা সিঙ্গিমুৰি], ২৬২ টোপলি বাই [টোপনিয়ায়], ২৬৫ সেইজোপ [সেই সেই বেলি], ২৬৯ পচৰাযুৰি [পছৰা বামুণী], ২৭৫ ৰাজাৰ দোহাই [তাৰাৰ দোহাই], ২৮৪ কি অন্নই [কি অন্যায়], ২৯০ তুমি ওঝা হৈচা [তুমি উজাইছা], ৩২৮ প্ৰভাএ/প্ৰসও [প্ৰভা/প্ৰমত্ত], ৩৪৪ কুটা/পটু [কুত্তা/পতু], ৩৫৩ শব্দ উঠিচে ডুক্ৰিনকৈ [শব্দ উঠিছে গহিনকৈ], ৩৫৭ ডোয়াৰ [দুৱাৰ], ৩৬৭ কঠখানি সাৰিত পৰাই [কত খানি মাৰি তপৰাই], ৩৬৮ চাতে [ছাঁতে], ৩৭৪ সৌজ [মৌজ], ৩৭৬ জতিৰ মনথৈয়া [জাতিৰমন], ৩৭৭ বৰ বস্তু পা [বৰ ভুপা], ৩৭৮ ৰামাই আঁতে [সাই আতে], ৩৭৮ কঠ সৈতে উধি গল [কচু সৈতে উৰি গ'ল], ৩৮২

চাৰি হজ [চাৰি ইদ], ৪১৮ চলাইকবাই বাপকে [চলাই-কবাই বাপ কৈ], ৪১৯ দুই সেবা [দুই মেবা], ৪২২ নবক মূৰ/অশ্বমৰ/চাতে [নৰকাসুৰ/অশ্বমৰ/ছাত্ৰ], ৪২৫ তম চৰখৰিয়াত বুৰি চব [তমচৰ খৰিয়াত বুঢ়ী সব], ৪৩৮ লগা গিৰিএ [নগা গিৰিএ], ৪৪২ দখিনকোল [দেখিলে কোণ], ৪৬৮ বহাটি বসাই গুৰু [বহাটিৰ ঠাই। গুৰু], ৪৭০ সজাকৈ টউত ভিজাই [সজাকৈ। উভতি যাই], ৪৭৬ স্বৰ এৰি [শুব এৰি], ৪৮০ ভূ নেপাই [ভুলে নেপাই], ভূ নেপাইহে [ভুলে পাইহে], ৪৮৮ কচু চেচোৰ [কচু চেচোৰা], ৪৮৯ বিশিষ্ট গুৰুক [বিষ্ণু, গুৰুক], ৪৯২ পালিসৱ [আন সব], ৪৯৬ তাও পচৰা দগলা তিলক [ভাও চপৰা দগলা তিলক], ৪৯৭ নিশাৰ বৃষ্টি [নিশ্চয় বৃষ্টি], ৫০০ চাইদিনিয়া দেহা [চায় দেহা], ৫০৪ শিশ্ন উদৰ [শিৱা উদৰ], ৫২০ নুগুচে বীৰ্য [পুগু বীৰ্য], ৫২৫ দুলে বাট সিহাত [দুলে যি জাত], ৫২৬ ভোজ দিএ টে॥ বোলে দুতিয়া চন্দ্ৰে [ভোজ দিএ। আতে বোলে দুটীয়া চন্দ্ৰে], অৰণ্যলৈ [যৰচলৈ], মাকৰ হিয়া [মাক ৰহিয়া], ৫৩৪ হাৰিয়াদিয়াত [হৰিদিয়াত], ৫৩৫ মন্দিয়া/ভুনি [সন্ধিয়া/তুলি], ৫৩৭ খৰিয়া নিলাজ [খৰিয়ানি লাজ], ৫৩৯ মোৰা/জাংনা/বগৰা [খোৰা/জালা/গৰা], ৫৪২ আশা (আষা), সজা জিৰ [গ্ৰাবাম জাজিৰ], ৫৪৪ ওচৰ্ত্তে নেৰে দিয়া নিশা [চাউলেৰে দিএ নিশা], সিকলিতহে চড়ে [শিকলি চাত], ৫৪৬ বনকলা [বন কনা], ৫৪৭ লাউফঠুৰা কথা/লাউকঠুৰা কথা [লাউ কুৰুৱা/লাউ কুৰুৱা], ৫৪৮ পৰমতত্ত্বৰ ভূ নাই [পৰম ভাতৃৰ গুনাই], ৫৪৯ হৰিভক্তিৰ বিষম সন্ধি [হৰি ভক্তিৰ বিষয় সম্বন্ধি], ৫৬২ পিয়লা জক/ঢ় সোধাব/কেহো থিৰিহা কতোক লৱনু [অনা যক/সোধাব/কেহো থীৰিহা কতো কলহনু], ৫৬৭ বিডম্বন [চিত গুণ], ৫৬৭ সৰ্পক নচাই [সম্পৰ্ক নচাই], ৫৬৯ সমাই/বৰা সকিয়াত [গৰাকী/বৰ শকীয়াত], ৫৭২ দুখুতুৰকৈ [দুখগুকৈ], ৫৩৭ আটিত [মাটিত], ৫৭৪ আপঢুবা [আপচুবা], ৮৭৫ গাটি তঙ্গাই [গাটি দঙ্গাই], গুৰু মাহুত জ্ঞান গজাঙ্কুশক নগনে ই প্ৰমত হই [গুৰু মাৰ্গত জ্ঞান গজাঙ্কুশ সকল গলেই প্ৰমত্ত হয়], ৫৭৭ তএগ্ৰাহএগ্ৰাকৈ [এগ্ৰাহ এগ্ৰাহকৈ], ৫৭৯ দুবাৰে গা নসৰকা [দুবাৰে গান সৰকা], ৫৮৪ ষোড়শ বিকাৰ [সোতৰ বিকাৰ], ৫৯১ ঢৌ বজোৰাৰে [ঢৌ বজোৰা চৰ], ৫৯২ বধ দিলে [বহু দিনে], ৫৯৬ বউৰ মান [আউৰ মান], ৬০৪ বধ নলাগই/লাউকঠুৰা [বন্ধন লাগয়/লাউ কচুৰা], ৬০৭ কিবা গাই টেটাই জুই দিয়াদি হান মাৰে [কি জাগা ইটে গাত জুই দিয়া দিহা ........], ৬০৭ খুৰি বাক এটি [খুৰীয়েক এটি], মহাৰাসৰ [মহা ৰামৰ], ৬১০ আন কালতকৈ ফাই : কত [আন কালতকৈ ফাইকত], খলা সাৰিবি [খলা মাৰিবি], ৬১৩ সুহিৰ/সোহিত [মুহিৰ/মোহিত], ৬২৩ জিতইখৰি [যি তইখৰি], ৬৩৮ সেই নিশাই [সেই নিশ্চয়], ৬৪৮ কান পাচি [কাপ

পাতি], ৬৪৯ বুৰা এতা গৈ [বুৰাএ ভাগৈ], ৬৫১ মাৰি এঠালে [মাৰি এটালে], ৬৬২ সপ্পটে কুলাৰ মান [সৰ্পে টেকুলাৰ মান], ৬৬৪ কোশযুৰি [কোৰ যুৰি], ৬৬৬ ফল মলে দৈয়ার্জিত [ফলমূলে দি আৰ্জ্জিত], ৬৯৩ চিনিপগা বলাই আতৈএ [চিনী পগাব নাই। আতৈএ], ৭০১ শিষ্ণ উদৰৰ [শিষ্য উদৰ], ৭০৫ বহা মোৱা চন্দা ডনিকা ভুবা [বহা মোচা ছন্দা তনিকা টোৰা], ৭০৭ সৰিহটো [ঠাৰিহটো], ৭৫৪ ভোতাই ওলাল [দুটাই ওলাল], ৭৬০ ফোহাটিহত [দোহাটি হ্ত], ৭৬৬ কৈসনা/কৈসনা [কৈ খলা/কৈ সনা], [তিয়াই/ধুতিকৈ তিয়াই জুতি কৈ], ৭৬৯ বাৰাবাহি [পাৰাবাসী], বাহ্ৰাবাহিৰ [বাঢ়া বাহিৰ], ৭৭৫ আহিছে ঃ গই জানত [আহিছেগৈ। জানত], ৭৮৪ গালিত অতকাৰ কৰে [গালিত অতিকাব কৰে], ৭৮৮ জাত্ৰা পাতি [যন্ত্ৰোপাতি], ৭৯০ পঞ্জৰ [পঙ্কৰ], ৭৯৫ প্ৰপন্ন [প্ৰসন্ন], ৭৯৬ জি সচাৰক [জিম চাৰক], ৭৯৮ পাট ভুনি/মোল [পাত তুলি/মান], ৭৯৯ তন ঃ খোপা [তল খোপা], ৮০২ মুখ্য লাগি [সূক্ষ্ম লাগি], ৮০৬ ডকান্ত্ৰিএ [ডকা নিত্ৰ], গোৰে মেলি [গোৰোমলি], ৮০৮ দেহ নৰতে [দেহ লৰতে], ৮১৩ গোহাৰতে [গুহাতে], ৮১৮ তোৰে থকা [তোৰে কথা], ৮২০ সতৰিয়া [মতৰিয়া], ৮২৪ জুইচৰু [জয় চৰু], বিধি বক্র [বিধিবদ্ধ], ৮২৫ খাইছে ঃ উদ সিয়ালে [খাইছে উদাসিয়ালে], ৮৩৯ থবৰ জহত [খবৰ জহত], ৮৪০ কিচু নাম হিনাই তাৰে নাম বিনাই [কিছু নামহি নাই তাৰে নাসৰি নাই], ৮৪১ লঠৌদ্বাৰে [চৌদ্বাৰে], ৮৪৬ লাউকঠুৰা বিনে [লাউ কচু পাবলৈ], ৮৪৯ পিৰাত পেলাই বচুঙ্গাৰে ডলি [পিৰত পেলাই বচুভাৰে দলি], ৮৫১ জইচিৰি/হুনু [জয়শ্ৰী/হেনো], ৮৫২ আউ ৰথক্ৰমে [আয়ু অন্তে], ৮৫৬ সোমদৈঘাটে [শেষে দৈ ঘাটে], ৮৬০ ঘৰোৱাহি/লঠৰিয়া [ঘৰ বাৰী আদি/পঠৰীয়া], ৮৬৩ আদপোৱামান কমৰা [আদপোৱা, চাল কোমোৰা], ৮৬৬ এৰাসবৰ [এ ৰাম বৰ], ৮৭৩ এধাচলিহা [এটা চলিহা], ৮৭৮ লেৰ্হাই [লেহেই], হাতিৰে পুৰ দি [হাতীৰে গুৰ দি], ৮৯৪ অৱলেপে/দে ঃ ইলাজ বনাঞ [অৱহেলে/দে ঃ], ৯০২ বাক্যখতৰত [বাঃ খতৰত], ৯২১ কলচা/বুটা/এটকা তৰ [কলচি/বুঢ়া/একটা কৰ], ৯৪৪ চাউল সিপ [চাউল পিঠা], ৯৫১ আজ্ঞাতে/চমতে [অঞ্জাতে/চসতে], ৯৭৮ সকৰাহিঘাটতে [মকৰাহি ঘাটতে], লৰনাতি [নৰনাতী], ৯৮২ নিৰাই [নিশাই], ৯৯৪ জগৰাত ঃ লপা ৰাজাৰ [জগৰা তলৰা ৰাজাৰ], ৯৯৪ মাযুলি ৰাম ঃ মলুৰাল সনাতন দুইমুখৰ সনাতন ঃ ঠকৰিয়াল [সজুলিৰাম, সলুৰা সনাতন, হুইমুখৰ সনাতন, চুকৰিয়াল], ৯৯৬ সলখৰ/মেতেৰি ৰহাই [মলখৰ/মেতেৰিৰ হাই], ১০১৯ পাটকটিয়া তামুলিহাটৰ নাএসালিৰ ঃ ওডা ৰৰা পাট কাচিবলৈ [পাত কাতিয়া আতা চলি হাতৰ নাৱশালীৰ ওজা বৰ পোত কাতিবলৈ], ১০২১ মাথা ওফোৰাম [স্বামীও কোৰাম],

১০২৩ কাচিখাঞঃ দে [কাচি খাওঁদে], দাই মাৰি [দায় মাৰি], ১০২৮ লুটুৰা বুৰা [লুটুৰা বুৰা], ১০৩১ সলখৰ বৰঘ তিনটি লোক [মলখৰ বৰ ঘতি নটি লোক], ১০৩৭ বলাই নৰহৰিক [বলাইৰ হৰিক], ১০৩৮ অদঠ বৰ্ষ [আধ বৰ্ষ], ১০৩৯ কোটি কন্নান্তৰে [কোটিক প্ৰান্তৰে]. ১০৪৭ গোটা সেৰ [গোটা সৰ], ১০৬৯ সোন্দা দিগজোৰা [সোন্দা গজোৰা], ১০৭৫ জিহে তুলাৰ [যিহেতু লাৰ], ১০৭৩ সাৰ জাবৰ দি [গৰে জাবৰদি], ১০৯১ সুন্দৰিত ১৪ বৰ্ষ [সুন্দৰীত বাৰ বৰ্ষ], ৰৰপেটাত অদঠ বৰ্ষ [ৰৰপেটাত আঠ বৰ্ষ], পুনু ৬ মাহ [পুনু ৩ মাহ], ১০৯৬ আগপলিয়া/সলু/অস্বমন্তে/কৈলে শৰ/মোৰা ৰপ্ৰয়াস বোলে তোম্রা জেন পুৰুষক নৌকাজান [আগলিয়া/শুলোঁ/অন্তমতে/কৈ নেমৰ/নৌকা যান], ১১১৬ ঢ়াৰি কঠ টৈমা সৰাই [ধাৰি কঠতে সামৰাই], থোকা তামোল থোকা কল গোট পান মাঠি মুখে পিয়া লোক [ঠোকা তামোল, ঠোকা কল, ঠোট পান যাগি মুখে খোৰা লোক], জড়ে [জাত], ১১১৭ জোজন মোকল [যোজন মুকল], চাইদণ্ডিয়া হৈধনিঁকৈ [চাই দণ্ডিয়াই হুনিকৈ], চাইডৰিয়াত হৰিধ্বনিকৈ [চাই তৰিয়াত হৰি ধ্বনি কৈ], গাহ্লাতে [গাততে], ১১২৮ আতৈ পুৰুষৰ [আত পুৰুষৰ], অপৃচৰ [অস্পৃস্যৰ]।

এনে ধৰণৰ পাঠ-বিভ্ৰাটৰ সম্পূৰ্ণ তালিকা বহুতো ডাঙৰ হ'ব বাবে তাৰ চেষ্টা কৰা নহ'ল। দেখা-দেখিকৈ এইবোৰ ব্যতিক্ৰমৰ মূল হ'ল ভুলেৰে ভৰা প্ৰতিলিপিটো। সেই ব্যতিক্ৰমৰ হাত সাৰিবলৈ হোৱা হ'লে সমস্ত গ্ৰন্থখনিৰ পাঠতে মূল সাঁচিপতীয়া পুথিৰ  লগত মিল স্থাপন কৰিব লাগিছিল। প্ৰথম ১৩৬ পিঠিত পাঠ-বিভ্ৰাট চকুত পৰাৰ পিছতে লেখাৰুদেৱক মই পিছৰ পাতবোৰৰ কেঁচা ছপা চোৱাৰ সময়ত সাঁচিপতীয়া পুথিখন পঢ়ি দি সহায় আগ বঢ়াইছিলোঁ। কিন্তু এদিন মাথোন তেনেদৰে মিলোৱাৰ পিছত সেই প্ৰক্ৰিয়া তেওঁ পৰিহাৰ কৰিলে। গতিকে প্ৰতিলিপিটোহে তেওঁৰ মূল হৈ থাকিল। প্ৰতিলিপিটোৰ দোষবিলাক এনে এনে পৰ্যায়ৰ ঃ (১) পাঠ গ্ৰহণ কৰোঁতে ম-স, ত-ড, ত-ভ, ৰ-ষ, ল-ন—আদি যোৰাবোৰৰ মাজত লগা খেলিমেলিত ভুল আখৰটোকে লোৱা; (২) পুৰণি পুথিত পদ্য হ'লে সৰু সৰু ছেদ ভাঙি আৰু গদ্য হ'লে ডাঙৰ ডাঙৰ ছেদত মাথোন ভাগ ৰাখি শাৰীৰ সকলো শব্দ একে লেথাৰিত লিখি যোৱা হোৱা বাবে শব্দবোৰ ইটোৰপৰা সিটো পৃথক কৰোঁতে ভুল হোৱা; পুথি-পাতৰ লিখিত অংশৰ চাৰি কাষৰত নতুনকৈ লগাই দিয়া সংযোগবোৰৰ ভিতৰত কিছু গ্ৰহণ কৰি কিছু বাদ দিয়া; এনে সংযোগ গ্ৰহণ কৰোঁতে কেতিয়াবা শাৰী ভুল কৰি আন এঠাইত লগোৱা; বোধগম্য নোহোৱা শব্দৰ পাঠ এৰি দিয়া বা তাৰ ঠাইত খাপ নোখোৱা শব্দ বহুওৱা; শব্দৰ পুৰণি ৰূপৰ ঠাইত নতুন ৰূপ বা নতুন সমাৰ্থক শব্দৰ

সমাৱেশ; পুৰণি শব্দৰ অৰ্থ নোপোৱা বাবে নতুন শব্দ সুমুৱাবলৈ গৈ তাতো থাৱনি নোপোৱা হোৱা, ইত্যাদি। সাধাৰণতে পুৰণি পুথিৰ লিখক (লিপিকাৰ) পটু নহ'লে এনেবোৰ দোষেই পুথিত শিপাবলৈ পায়। তাৰ ফলত ভাষাৰ নিজৰ জতুৱা ৰূপ আৰু অভিপ্ৰেত অৰ্থ, দুইটাই হেৰাই যায়। এনে অনুলিপিৰ ওপৰত প্ৰতিষ্ঠিত হোৱা বাবে 'কথা-গুৰুচৰিত'ৰ পাঠক আমাৰ আলোচ্য পাঠান্তৰ বুলি ইয়াত পৰিগণিত হোৱা নাই। ছপাৰ ভুলো ইয়াত বিচাৰিলৈ অনা নাই। 'কথা-গুৰুচৰিত' আৰু 'গুৰু-চৰিত-কথা' পাঠ-সমীক্ষাৰ দৃষ্টিতো স্বতন্ত্ৰ ৰূপ বুলিও ধৰিব পৰা যায়; কিন্তু পোনৰখনিৰ ঐতিহ্য নিতান্ত অৰ্বাচীন।

**গুৰু-চৰিত-কথাৰ ভাষাতত্ত্ব**

**৫.১ মাত বলি ফাৰ্চি :** 'গুৰু-চৰিত-কথা'ৰ ভাষা আৰু ভাষাশৈলী তাৰ বিশিষ্ট সম্পদ। শঙ্কৰদেৱ, মাধৱদেৱ আদি কামৰূপ-অসমৰ ভক্ত লেখকসকল সেই সময়ত নিজৰ জন্মস্থান এৰি ভাৰতৰ (প্ৰকৃততে উত্তৰ ভাৰতৰ) বিভিন্ন তীৰ্থস্থানত ভ্ৰমণ কৰেগৈ। সেই সময়ত নানা ভাষী লোকসকলক সিসকলে বিভিন্ন স্থানত লগ পায় আৰু সেই ঠাইৰ পণ্ডিত, কবি, গায়ক আদিৰ লগতো সিসকলৰ সংস্পৰ্শ ঘটে। বঙ্গদেশত বঙলা ভাষা, উৰিষ্যাত ওড়িয়া ভাষা আৰু বৃন্দাবন, মথুৰা আদি উত্তৰ ভাৰতৰ কেন্দ্ৰবোৰত আজিৰ হিন্দীৰে পূৰ্বন্তৰৰ বিভিন্ন স্থানীয় ৰূপৰ লগত আমাৰ কবি-ভক্তসকলৰ পৰিচয় ঘটিছিল আৰু এইটোও অসম্ভৱ নহয় যে তেওঁলোকৰ মুখে মুখে বাহিৰৰ বেলেগ বেলেগ ভাষা বা তাৰ শব্দ লাগি আহিছিল। অৱশ্যে এনে ভাষাৰ ঠাচ বা শব্দাৱলী মহাপুৰুষ দুজনাৰ ৰচনাত বৰ সৰহকৈ অনুপ্ৰৱেশ কৰা নাই; সেই অনুপ্ৰৱেশ অতি সীমিত বুলিয়ে ক'ব পাৰি। কিন্তু সি দুজনাৰ জীৱৎকালত কথাই কথাই হয়তো অনাঅসমীয়া বাক্য, খণ্ডবাক্য বা শব্দ সৰি পৰিছিল। এই কথাৰ আভাস বৰ্তমানখনি চৰিতেও দিব। শঙ্কৰদেৱে প্ৰথম তীৰ্থযাত্ৰাৰ অভিজ্ঞতা পাই বৰ্ণাওঁতে "জি তীৰ্থৰ জি ভাব কথা কাৰ্য মাত বলি ফাৰ্চ্চি", তাৰ কথা কৈ শুনাইছিল [§ ৬৯]। মহাপুৰুষৰ দ্বিতীয় তীৰ্থযাত্ৰাৰ অন্ততো মাধৱদেৱ পুৰুষে সখি নাৰায়ণ ঠাকুৰৰ আগত "জত জি খানদান মাত বলি ফাৰ্চ্চি খোটা বেৱস্তা-ক্ৰম" কৈছিল [§ ৩১২]। মাধৱদেৱে 'গৌতমী সংহিতা'ৰপৰা পটন্তৰ তোলোঁতে নানা জাতি-জনজাতিৰ লোকৰ কথা কৈ "জাৰ জি ভাও মাত বলি ফাৰ্চ্চি" গঢ় লোৱাৰ উল্লেখ কৰিছে [§ ৫৩৬]। বাহিৰত ভ্ৰমণ কৰা সময়ত আমাৰ যাত্ৰীসকলে জঙ্গিনপুৰত গোকুলৰ এজন বৰাগী যাত্ৰীয়ে "ভাষা মাতে বঙ্গালি কৃষ্ণ বলভদ্ৰৰ চৰিত্ৰ"ৰ গীত গোৱা শুনিছিল [§ ৩০৪]। শঙ্কৰদেৱৰ "পেখিএ চানুৰ সভা মাজে জাই। চুনত ৰাজআজ্ঞা ৰাম গোচাই।।"—

ইত্যাদি কোচবেহাৰ ৰাজসভাত গোৱা ভটিমা "ভাষা ফাৰ্চ্ছি মাতে" ৰীতি বুলি চৰিতখনিয়ে সাব্যস্ত কৰিছে আৰু তেনে এটি ভটিমা "জয় জয় দিশ্য ইশ্য জগহাৰি। লীলা কও ভগুভাৰ উতাৰি'ক "খোটা উৰিছা ভাষা ফাৰ্চ্ছি ঠাটে" ৰচিত বুলিছে। এইবোৰত মাত=বলি (বুলি, বোলী) = ভাষা আৰু ফাৰ্চি আখ্যাৰে বুজিব লাগিব উত্তৰ ভাৰতৰ ভাষা হিন্দী বা উৰ্দু বা হিন্দুস্থানী, যাক হয়তো সেই কালত খড়ী বোলী বুলি পৰিচয় কৰা হৈছিল। 'লক্ষ্মীসিংহৰ বুৰঞ্জী'ত (বৰপাহি বুৰঞ্জী) ভুধৰসিংহৰ বিদ্ৰোহৰ প্ৰসঙ্গত আছে ঃ "তেতিয়া পদোএ ফুকনেৰে ফাৰ্চী মাতেৰে কথাও হৈছিল, পদোএ বোলে, কাঁহেচো আয়া হে তুম, ডেঢ়াচো আয়া হে। এনেকৈহে ফাৰ্চীৰে কথা হ্ও।"[1] 'শৰাইঘাটৰ যুদ্ধ'ৰ বুৰঞ্জীতো আছে "ফাৰ্চিৰ মাত হিন্দুৰ অক্ষৰ" অৰ্থাৎ নাগেৰী বা দেৱনাগৰী লিপিত লিখিত হিন্দুস্থানী ভাষাৰ কথা।[2]

৫.২ আৰবী, ফাৰ্চী, তুৰ্কী আদি অসংস্কৃত ভাষা, দেশী আৰু বিদেশী (ইংৰাজী) মূলৰ বহুতো শব্দ এই "মাত বলি ফাৰ্চ্ছি" বা হিন্দী-হিন্দুস্থানীৰ লগত সংস্পৰ্শৰ যোগেদি মহাপুৰুষৰ কাল আৰু তাৰ অব্যৱহিত পিছৰ যুগত অসমীয়া ভাষাত কেনেকৈ সোমাইছিল, তাৰ সাক্ষ্য এই চৰিতখনিয়ে দিব। চৰিতখনিৰ তাৰিখ-প্ৰসঙ্গত আমি চকুত লগা তেনে শব্দৰ উল্লেখ কৰিছোঁ। তাতকৈ বহল এক তালিকা শব্দ-সূচীৰপৰা তৈয়াৰ কৰিব পৰা হয় [শব্দবোৰ ব্যুৎপত্তিৰে সৈতে 'শব্দ-সূচী'ত চাওক; তাত নোহোৱা শব্দবোৰৰ মাত্ৰ ছেদৰ সংখ্যা ইয়াত দিয়া হ'ল] ঃ

আফু § ১৯৬; ইলাজ, একবৰ, ওজ, কদু, কৰ্যা, কাজি, কাৰসনা, কাহিলা, কিনাৰ, কুতা, কুলি, কৈসনা-কৈষান, খত, খতৰ, খবৰদাৰ, খসম, খানদান, খানা ১১১১; খাৰা খালি, খুনি ৯৩৩; গাৰ্হ, গোলা, গোলাম, চকি, চকিদৰ-চকিদাৰ, চফাৰি, চলাহি, চাটন, চাকৰ ৭৮, ৮৭৫, ৮৭৭; চিজ, চিচা ১১২৯; চিটি, চিপাহি ২৯৪, ৩০০, ৮০২, ৮৭৪; চুপ ৭৬; চেলা, চোট ৯০৩; জঙ্গল, জঙ্ঘল ৯১৭,১০০৬; জমি, জমিদাৰ ৯৫০, ১১১০; জৰু ১০৯৭; জাইগা, জামিন, জিনিচ ১০০৪; জেমা ২৮৪, ৮৭৭; জেমাদাৰ জোতা ১১১১; জোলা, টুপি ৮৭৬; ঠাণ্ডা, ডাকু, তস্যৰ, তালচা, তিফাইত ১১১১; থানাদাৰ, থৈলা ৯১৭; দগলা, দৰমহা ৯৩৮; দৰযা-দৰ্যা, দৰ্য্যি,

---

১ লক্ষ্মীসিংহৰ বুৰঞ্জী, সূৰ্যকুমাৰ ভূঞাই প্ৰস্তুত কৰোৱা অনুলিপি, ৯৭ পিঠি।

২ শৰাইঘাটৰ যুদ্ধৰ কথা, লীলা গগৈ-সম্পাদিত, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৪৭, ২৪ পিঠি। মন কৰিবলগীয়া যে অসমৰ চাহ-বাগিচাত কাম কৰা চোট নাগপুৰ আদি ঠাইৰপৰা অহা বিবিধ জনজাতিয়ে নিজৰ সাদানি বা ভাবাক ফাৰ্চী বুলি মাতে; যেনে—মুণ্ডাৰি ফাৰ্চী, ওৰাং ফাৰ্চী ইত্যাদি।

দোকান, দোচোৰা, দোপদৰ, ধুপ, নানকাৰ, নিকালি ৮৭৭; নেফৰ, পাতিলা, পৰঙ্গনা, পলটন ৮৭৭; পহুনা, পাচা, পাৱনা, পিনিচ, পিয়দা, পৈসনা, ফিৰিঙ্গি, বকচুন, বজৰা, বনাচ, বনাঞ, বন্দুক ৮৭৬; বস্নি, বলি, বস্তি ৩০০, ৯৫০; বহি, বাজি, বাজিকৰ ৩৬; বাত, বাতজবাব, বানত, বাব, বালিচ/শ, বালিচৰি, বিলাইত, বিহান, বেটা ৮৯২; বৈ (ৱৈ) চাৰি (লি), ভেৰা ১১৯, ৩৪৪; ভৈচ, মকৰ্ত্তমা ৯০৩; মচল, ১২, ১০০, ১৩৬; মজিদাৰ,.মৰধ, মহজৰ, মাঠি, মাজি, মানচৈ, মুচুলি, মুটৰি, মোটা ৮৮১, ৯০৩; ৰামাউত, ৰায় (ৱ)ত, ৰাহুত, ৰোজ, লম্বা ১৩, ১৭; লস্কৰ, লাকুৰি ২৯৯; লেহাঁই, সুৱৰ, হজ, হাউলি, হাচিল, হাৰামি ৩২, হাৰাদাতা, হালচা।

**৫.৩ বঙলা, ওড়িয়া আদিৰ টুকুৰা** ঃ শব্দ-আহৰণৰ বাহিৰে আনভাৱেও অসমৰ বাহিৰত ভ্ৰমণৰ স্মৃতিকণা ৰাখিবৰ বাবে চৰিতকাৰে যত্ন কৰিছে—'শ-স'ৰ ঠাইত 'চ-ছ' লেখি আৰু বিভিন্ন কেন্দ্ৰৰ স্থানীয় শব্দ সংৰক্ষণ কৰি। এনে প্ৰক্ৰিয়াৰদ্বাৰা বৰ্ণনাত এটা স্থানীয় চৰিত্ৰৰ বোল (local colour) বৈ গৈছে। নাৰায়ণ ঠাকুৰ আতাৰ চৰিত্ৰ-প্ৰসঙ্গত চৈতন্যপন্থী "সোহুনমিয়া গুৰুপতিকা সিখা" লোৱাৰ কথা কোৱা হৈছে। সেই পন্থৰ এজন আহি নাৰায়ণ-পত্নীক 'হৰিজি' বুলি সম্বোধন কৰি 'হৰিপো' সমধ ধৰি নাৰায়ণৰ বতৰা লৈছে [§ ১৭৭]। আমাৰ তীৰ্থযাত্ৰী আতৈসকলে বাহিৰৰ এগৰাকী মহিলাক সম্বোধন কৰিছে 'হৰিজি' বুলিহে [§ ২৮০]। শান্তিপুৰত মহাপুৰুষ চৈতন্য মহাপ্ৰভুৰ গৃহলৈ যোৱা বুলি দিয়া বৰ্ণনাত আছে, চৈতন্য-শিষ্যসকলে সিসকলৰ গুৰুক জনাইছে ঃ "পুব দেশৰ্ত্তে শঙ্কৰ নামে গোচাই দ্বাৰে খাৰা হৈ ৰহিচে ঃ খবৰদাৰ আজ্ঞা মহাৰাজ॥" শুনি "কৃষ্ণচৈতন্য গোচাই আথেবেথে আগ বাঢ়ি মঠতে" মহাপুৰুষক 'হৰিপো' সম্বোধন কৰি কথা সুধিছে [§ ২৮২]। কবীৰৰ ভেটিৰ কথাকো 'গোচাইভিটা' বুলি কোৱা হৈছে আৰু তাত লগ পোৱা কবীৰৰ নাতিনীয়েকে স্বামীৰ কথা 'এভগীয়া খসম' বুলি উল্লেখ কৰিছে [§ ২৮৩]। ঘৰলৈ ঘূৰাৰ বাটত মহানন্দা পাৰ হৈ বৈতৰণী জাহাদপুৰত ৰওঁতে মাধৱদেৱে 'বেসাতি কৰি' আনিছে "পতিলা লাকুৰি তৰ্কাৰি ঃ একালি বাতুকি হলিভ্ৰাগুৱা গুৱা চফাৰি"—যি ঠাইত বস্তুৰ যি নাম তাকে দিবৰ চেষ্টা [§ ২৯৯]। বাহিৰৰপৰা অহা খগেশ্বৰ সন্ন্যাসীৰ ভাষা ঃ "গো শাস্ত্ৰ হামু স্বৰে ব্ৰহ্ম" আৰু সন্ন্যাসীৰে উত্তৰ কটা আমাৰ হৰাম লিগিৰাৰ কথা—"হামু কে" [§ ৩৭২]? হৰিদ্বাৰৰ সূৰ্য্যসেন অধ্যাপকৰ কথাত 'কেন' (কিয়) বঙলাৰপৰাই সোমাইছে যেন লাগে [§ ৮৮৫]। হৰিদ্বাৰৰে হৰবিন্দ ৰজাৰ 'জক্ষ্মা ব্যাপাৰ' হ'লত "এক হাজাৰ টকা দে ঃ ইলাজ বনাঞ" বুলিছিল এক সন্ন্যাসীয়ে, আৰু এজনে 'এক লাস টকা'ৰ 'দাৰু' দিবলৈ লৈছিল [§ ৮৯৪]। কায়ৰা কৃষ্ণাই আতৈয়ে হৰিদ্বাৰৰ এক বিলৰ পাৰত

মাছ ধৰি ভাত ৰান্ধি খাওঁতে 'চটা কেৰা'ই (ছজন কেএগ) 'মুচুলি খৰা বনমানুহ' (মাছ খোৱা বান্দৰ) আৰু 'কাবৰিয়া' (পগলা, দুষ্ট< কামৰূপী?) বুলি খেদি আহিছিল [§ ৮৯৮]। কোচবেহাৰত আইধায়ে ভকতক নিমন্ত্ৰণ কৰি ভোজন কৰাওঁতে এটি খাদ্য হ'ল 'তেতেলি আম্বুল' (অম্বল) [§ ৮৯৭]। মথুৰাদাসে 'বঙ্গদেশীমতে' 'চঙ্গকীত্তন' (সংকীৰ্ত্তন) কৰিছিল পোনতে [§ ৯২৫]। বদুলা আতা গঙ্গালৈ যাওঁতে তেওঁৰ লগৰ যদুমণি আতৈয়ে ভটিমাত 'ব্ৰহ্মা মহেশ্বৰ জাকৰ চাকৰ' গোৱা বাবে যাত্ৰী ব্ৰহ্মচাৰী সন্ন্যাসী এটাই "কেন চেলা দোচোৰা বাত বজাই গুৰু নিন্দ .... বেটা কৈৰ জাতৃ" বুলি নিলাজে-ওভতে দপদ্ৰপাই উঠিছিল। পিছত সেই ব্ৰহ্মচাৰীৰ মুখতে আতাই ভাগিনলৈ বাৰ্তা পঠাইছিল ঃ "হামাৰ চাতে ভাগিন হুই জগন্নাথচৰণ ঃ আগাৰি গৈ আছে ঃ মমাখান কাহিলা ঃ কৈ জাব দিছে। তেহে সি স্বব ৰাস্তা ৰাওকৈ গৈছে জগন্নাথচন্ন কাইৰে ... সুনি আতে ফিৰি দাউৰি আহিছে" [§§ ৯৫৭-৯৫৮]। অসমীয়া ভাষাত আন ভাষাৰ এইদৰেই বোল লাগিছে। লক্ষ্মীনাৰায়ণ মহাৰজাৰ ফুলনিবাৰীত দুই বঙালী ভট্টাচাৰ্যই মাধৱদেৱক সম্বোধন কৰিছে 'মহাচই' বুলি [§ ১০৫৪]। জগন্নাথদেৱৰ মহাপ্ৰসাদ স্থানীয় মাতত 'প্ৰচাদ'হে [§ ২৯১]। দিগ্বিজয়ী পণ্ডিতৰ 'জিনাবানা'ৰ 'বানা' (পতাকা) সম্ভৱতঃ ওড়িয়া শব্দ যদিহে সি অসমীয়া বানা অলঙ্কাৰৰ দৰে মেডেল বুজোৱা নাই [§§ ১১, ১২, ৩৪৬]। জগন্নাথ মন্দিৰৰ শীৰ্ষৰ পতাকাক 'পতিত-তাৰণ বানা' বোলা হয়। 'আটিকা'ও [§§ ২৯২, ১০২৬] ওড়িয়া, বুজায় পুৰীৰ মন্দিৰত ভাপত প্ৰসাদ সিদ্ধ কৰা মাটিৰ সৰু পাত্ৰক। কেইবাটাও এনে পাত্ৰ এটাৰ ওপৰত এটাকৈ থাক কৰি ঢাকি দি তলত জাল দিয়া হয়। এনে পাত্ৰৰ তিনিবিধমানৰ সৰু-ডাঙৰ গঢ়। মধ্যম বিধকহে আটিকা বোলা হয়; ইয়াতকৈ সৰুবিধক চাটি আৰু ইয়াতকৈ ডাঙৰবিধক টাৰিয়া বোলা হয়। পুৰীৰ মন্দিৰৰ মূলটিক (sanctum sanctorum) বৰদেউল বোলা হয়; তাৰ সমুখৰটিৰ জগমোহন নাম; চৰিতত (§ ২৯২] তাৰে অনুকৰণতে সম্ভৱতঃ 'মোহন-মন্দিৰ' নামে মতা হৈছে! ওড়িয়া ভাষাক 'খোটা উৰিছা ভাষা' কিয় বোলা হ'ল বুজিব পৰা নগ'ল [§ ৩৪০]। কেশৱচৰণ ভাটৌকুছীয়া আতাৰ মুখত 'দৈ একটুক' [§ ১০৩০] আখজা লগা নহৈছেনে?

৫.৪ আঞ্চলিক হেঁচা ঃ অসমৰ ভিতৰৰ ভাষাৰ মাজত আহোমৰপৰা অহা মাইহাঙ্গ ২৮৪, কুনবিন ২৯১ (দ্বিতীয় 'কথা-গুৰুচৰিত'ত কুনমিন, বুৰঞ্জীত কুনমিন-কুনখা), হেঙ্গদান ৩৯১ দেখা পোৱা যায়। অসমৰ বাহিৰৰ লোকৰ ভাষাৰ ৰং যেনেকৈ তুলিবলৈ যত্ন কৰা হৈছে, তদানীন্তন অসমীয়া-ভাষী অঞ্চলবোৰৰ কিছু কিছু পৃথক ৰূপৰ আভাসৰ অভিলেখো চৰিতখনিৰ ভাষাত ৰৈ গৈছে। এই চৰিতৰ ভাষা মুখ্যতঃ

আৰু প্ৰায় সম্পূৰ্ণভাৱে আজিৰ উজনীয়া মান্য ভাষা; উজনিৰ আঞ্চলিক কথিত ৰূপো তাৰ ভিতৰতে সোমাই আছে; কিন্তু 'হ্জ' (=সজ § ৪৫৬) আদি নিতান্ত কথ্য ৰূপ সৰহ লিপিবদ্ধ হোৱা নাই। আজি নামনিত স্থানীয়ভূত কিছুমান ৰূপ চকুত লগাকৈ মিঠাকৈ বৈ গৈছে—আপি ৬, ৩৮৯; আবু আই ৩৫; এমান ৬১১; আলোৱা চাউল ৫৯৭; গোটে ২৫৬; বৱা ১২৮, ২০৫; ফিৰদিনা ৩৯৪; বৈনি ৩৩১, ৩৮৯; হৰ ৪৩৪; সেৰা ১৬, ৪৮, ১১১৩; সৰ্বনামৰ ভিতৰত তোম্রাঠৈৰ ২২২ আৰু তক ৯৬০; ক্ৰিয়া-ৰূপৰ ভিতৰত তাৰিলাক-মাৰিলাক ৯৭৬; জতুৱা খণ্ডবাক্য 'জাপ্রাই বুৰ টাপ্রাই গ্রাঙ্' ১৭৯ (উজনিত হ'লে ক'ব 'জপৰাই জোবোৰা মাৰা, টপৰাই গৰাহ ধৰা')। আটাল ৮৪; ভটিয়াল ১১৫ আদি ক্ৰিয়া-ৰূপ আজি-কালিৰ গোৱালপাৰাৰ বৈশিষ্ট্য। নুনু ৯৬, ৩৩৫; দাদুদু ৯৪৮; দেৱবেবা ১০৫—কোচবেহাৰ অঞ্চলৰ সম্বন্ধবাচক শব্দ। আদগা, মহৰা, গৰমলি, মেনা, মেতেৰি আদি কোচ ৰজাৰ সৰু-বৰ বিষয়ৰ বিশিষ্ট নাম; লস্কৰ, থানাদাৰ, জেমাদাৰ, কাজি আদি সি ৰাজ্যৰ নামকৰণ বাহিৰতো আছে। কোচবেহাৰৰ 'খাৰি' ঘিউ আদি থোৱা পাত্ৰ। বৰবিষ্ণু আতাৰ মুখৰ 'বতি' বঙলা ভাষাৰ 'বটে'ৰ ওচৰ-চুবুৰীয়া। ভকতীয়া মহলৰ বিশিষ্ট গ্ৰন্থ বুলিও চৰিতখনিত ভকতীয়া ভাষাৰ হেঁচা বিশেষ দেখা নাযায়; অচা হৈছে ৯২১, ৯৪৩; চাউলসিজোৱা ২৬৩; গুৰা, চাউলগুৰা ৯১৯ এটা আঙুলিৰ লেখৰ ভিতৰৰ। ঝীবি ২৪১, ঝানা ১১৮, ঝুবৰাজ ২১৫, নাঙ (নাও) আৰু ক্ৰিয়া মুইলো, কিলাঙ, নপাঙ ১০৫৪; অঞ্চল বা ব্যক্তিথূলৰ বিশিষ্ট উচ্চাৰণ। মুৰাৰি বৰকোচৰ ভাষা ঃ "হামিও কালৈ হৰন লমহি" ৫০৯।

**৫.৫ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক বৈশিষ্ট্য ঃ** প্ৰাগব্ৰিটিংশ অসমীয়া ভাষাৰ স্বৰূপ নিদৰ্শনৰূপে অসমীয়া বুৰঞ্জী আৰু গদ্য গুৰুচৰিতবিলাকৰ বিশিষ্ট মূল্য। মাধৱ কন্দলি-হেম সৰস্বতীৰেপৰা দুতিৰাম হাজৰিকা-ঘনশ্যাম খাৰঘৰীয়া ফুকনলৈকে অসমীয়া কবিসকলৰ কাব্যত তথা শঙ্কৰদেৱ-মাধৱদেৱৰ নাটকীয় গদ্য আৰু ভট্টদেৱ-গোপালচৰণ দ্বিজৰ কথা-ৰচনাৰেপৰা ৰঘুনাথ মহন্তৰ ৰামায়ণ আৰু তাৰ পিছলৈকে পুৰণি অসমীয়া সাহিত্যত অসমীয়া ভাষাৰ 'সাহিত্যিক উপভাষা'ৰহে অনুশীলন হৈছিল; কথিত অসমীয়া ভাষাৰ চানেকি ইমান বিৰাট এক সাহিত্যয়ো পোনপটীয়াকৈ নিদিয়ে। কিন্তু সেই সাহিত্যৰো মূল অভিলেখ সাঁচিপতীয়া-তুলাপতীয়া পুথিবোৰৰ সাক্ষ্যেৰে পাঠ-সমীক্ষাৰ ধাৰাত কোনেও ভাষাতাত্ত্বিক অধ্যয়নত হাত দিয়া নাই। ডক্টৰ বাণীকান্ত কাকতিয়েও ছপা সংস্কৰণ হাতত লৈ আৰু হাতে-লিখা পুথিবো সম্ভাব্য মুদ্ৰিত ৰূপ লৈহে সেই যুগটোৰ বিচাৰ কৰিছে। যেনে প্ৰকাৰেই হওক পৰিবৰ্তিত (tampered) ৰূপত ভাষাৰ অধ্যয়ন স্বৰূপ অধ্যয়ন হ'ব নোৱাৰে। পুৰণি অসমীয়া ভাষাৰ ধ্বনিতাত্ত্বিক-

ৰূপতাত্ত্বিক ৰূপবোৰ এতিয়াও কিন্তু পুথিৰ পাতত চাহ্ নকৰা ভূমিৰ দৰে পৰি আছে। তলত এই বিষয়ক কিছু আভাস মাত্ৰ দিয়া হৈছে। সদ্যহতে এই বৈশিষ্ট্যবোৰ বৰ্তমানখনি ক্ৰমবৰ্ধমান চৰিত-ৰচনাৰে লক্ষণ বুলি ধৰিছোঁ যদিও সিবোৰ বহুতো পুৰণি লেখক আৰু 'লিখক'ৰে লেখাৰ বৈশিষ্ট্য বুলিব লাগিব। সেই বৈশিষ্ট্যৰ মূলটি বোধহয় বাস্তৱ আৰু ভাষাতত্ত্বানুগ যে সংস্কৃতৰ লেখীয়া নহৈ ভাষা হ'ল স্বভাৱগত; যেনেকৈ কোৱা যায় তেনেকৈয়ে লিখাও যায়। তলৰ তালিকাটোত সংস্কৃতৰ স্বৰ আৰু ব্যঞ্জনৰ পৰিণতি দেখুওৱা হৈছে। ৰবৰন্ধনীৰ ভিতৰত দিয়া ৰূপবোৰ আধুনিক ৰূপ তথা সম্ভাব্য পুৰণি ভাষাৰ ৰূপৰ দৃষ্টিৰপৰা তুলনাৰ বাবে সন্নিৱিষ্ট কৰা হৈছে।

সংস্কৃতৰ স্বৰবোৰ 'গুৰু-চৰিত-কথা'ৰ ভাষাত কেনেভাৱে পৰিবৰ্তিত হৈ ওলাইছে চোৱা যাওক।—

আদ্য ৰ > ৰসতি ৪২৩, ৰঙ্গিকাৰ ১০৪৬ [অ. ৰথনি ৮৪৮, ৰৰে ৮৩]

আদ্য অ > বৈ [(য-যুক্ত এটা ব্যঞ্জনৰ আগত) বৈচ্যুত ১০৭৬]

আদ্য আ > য়া [য়াত ৮৬১, য়ামাক ১৭৬, য়ামি ২২৬]

আদ্য আ > ৱা [ৱাৰ ১৯৩, ৱান ৯৩৭, ৱাতা ১২৩]

মধ্য অ একে থাকে, পিছৰ যুগৰ দৰে ও নহয়। কাপৰ ১৮৪, ২৯৪, পহৰ ২৬৯, ৪০৭, পষৰা ৬১৫, লঘন ১৮৭

মধ্য অ > ও বিৰোচন ৪২০

মধ্য অ > এ কনেক ৯৫৬

মধ্য অ (ৰ'ৰে সংযুক্ত) লোপ। একশৰ্ম্ম, একশম্ম ৩১

মধ্য অ > আ (পিছৰ আ'ৰ লগত সমীকৰণ হৈ) দায়া ৮৫৯, তু. দীন-দায়া-নিধি (শঙ্কৰদেৱ)

আ >. এ (পিছৰ আ'ৰ লগত বিষমীকৰণ হৈ) একাৰ ৩০৮, এৰা ২৩১, এহাৰ ১০৫১, বেধা ৬৫ [এতা ৮, ৫৩, ৩১৬, ৮৫৩]

মধ্য আ > অ [গমচা ৪১৫]

ই > এ [এমান ১৩৭, ১৮২, ৩৫০, টেঁপচি ৩]

মধ্য ই > অ নন্দনি ৯৫৪

মধ্য ই, ঈ > উ জৈমুনি ২৪, পথুক ৩১৮, ৯৬৮, মকচি ২৪

অন্ত্য ইও > ও [নাও ৬০, নখাও ৭৯, খাও ৩২৮, তও ৮৫৩, মও ২০৮, আও ৩২৬]

অন্ত্য ইও > এঞ [মএঞ ১২৫, ১৮৬]

অন্ত্য ইও > উ [চাক ১৪৯]

অন্ত্য ইএ > এ [সমাএ ২৯, ১৬৯, পাএ ৩২, ৩৩৫, মএ ২১, এএ ৪৩৩]

উ > অ, ও [কমৰা ১২, ৮৬৩, কোমৰা ১২৫]

উএ অপৰিবৰ্তিত থাকে (আধুনিকতহে উৱে হয়) [পুএ ১২৪, ৰউএ, অউএ ১৬৩]

ঋ > ৰি, ইৰ [ৰিচ ৫৩, ৰিবি ৩৯৫, ৰিন ১৭৭, ৰিসভ ৮৯৬, কিৰ্বি ৮৬]

বিপৰীত ফালে ঋ < ৰি, ৰী [কৃয়া ৫, ১৬, ১২৯, কলপৃয়া ৩৯৪, অতৃ ৫,২০,] হয়গৃঞ ২৫, পৌতৃ ১৫৯, জাতৃ ৬৩]

আদ্য এ > ই [ইকাদসি (ষি) ৫, ৬]

আদ্য এ > য়ে, ৰে [ৰেকোটা ২৬৭, য়েকা ১৯২, ৰেভগিয়া ৪০৮]

আদ্য ঐ > ৰৈ [ৰৈ ৩৫০]

মধ্য ঐ > অ [বশ্যে ১৫৫, চতন ১৬৫]

মধ্য এ > ঐ [চৈতন ১৩৬, ১৫৮]

মধ্য ও > অ [দুৰ্গংসৱ ১৩৭, নিয়ঁতা ৮৬৪]

মধ্য ও > উ (পিছৰ উচ্চ স্বৰৰ প্ৰভাৱত) [গুপি ৭৪, ৩৬৭, নামলুভি]

ও > উ (পিছৰ নিম্ন স্বৰ থকাত) [গুৱালি ২৯]

ও > উ (আগৰ উচ্চ স্বৰৰ বাবে) [হলু, কলু ১২২, কতু ১৬, কলকু ৬, গুচু ৪২৭, মুলু ৪৩৮, ৯৫৩]

ওএ > এ [নাএ ১৬, নিএই ৮৬৪]

আদ্য ঔ > ৰৌ [ৰৌৰসে ৩৯৭]

অন্ত্য ঔ > ঔউ [ঢৌউ ২৩৯]

আওঁ > আঙ্গ (স্থানীয় ৰূপ) [নাঙ্গ ১০৩৯, কিলাঙ্গ ২৭৮, নপাঙ্গ ১০৫৪]

আধুনিকত য'ত অনুনাসিক (ঁ) আশা কৰা যায়, তাত তাক পোৱা নাযায়—[গাত ১২, ২৫১, খেপো ৮, সিহ্‌ত ১২, তহ্‌ত ১৮৬]

ব্যঞ্জনৰ পৰিবৰ্তনো বিচিত্ৰ।

ক > গ [বিবেগ ২০০, বিবেগি ১০৪৮]

ক > প [পৈসনা ৯২৬]

বিপৰীত ফালে ক < প [কোদ্ধ ১০৫৯]

খ > ক্ষ [ক্ষাট ২৫৮]

বিপৰীত ফালে খ, স < ক্ষ [লাস ২৮, ৪৩৮]

গ > ঘ [সমঘ্রে ১৬৯, ২৬৭, ৩০০] (ঘোষীকৰণ)

গ, ধ, দ্ধ > ধ [দধকৈ ১৪১, শ্ৰধাকৈ ২৩১, সুধা ৩৭৮]

দ > ধ [মৰধ ১২৯, ১৩৭] (ঘোষীকৰণ)

ধ > দ [সাদি ১২৯, ১৬৫] (অঘোষীকৰণ)

ঞ্চ > চ [কিচু ৮ (= কিঞ্চিৎ)]

চ > স্ব [পৰিস্বৰ্যা ৮৪৬]

চ্চ > ত [তুচ ১৮১, ২৩৪]

চ্ছ > চ, ছ [ইচা, ইছা ১, ৯২]

জ > য [যামদগ্নি ২৫৬]

ঢ (=দ্ধ) > হ্, হ্ব [বাহ্বিছে ৮, ১১]

জ্য > জ, য [জৌতি ৮৬, যৌতি ৪৩৫, জোতিস, ৭৯, ২০৬]

ত > ক [কিতা, কিস্তা = ত্রিস্রোতা, তিস্তা, ১২৮, ১৫৭]

অন্ত্য ত হলন্ত কৰি লিখা যায়—[সাৎ ৭৪, গোৰৎ ৭৫, ভকৎ ১৫৯]

ৎস, ৎস্য > স্ব, স্য, ষ্য, চ [বস্ব ১০৬, মস্য ৩৩৯, বষ্যৰি ৩৬৮, মাচ ১৪২]

ত্ত > ত [উতৰ ২১১, কুতা ১৭, ১৯২]

ত্য, থ্য > চ [সচা ১৪২, হোচা ১৭২, মিচা ১২, ১৭২]

থ > ত [ভাবৰিব ২৬৩] (অঘোষীকৰণ)

তা, ত্ব > ত, ৎ [সখিত ১৮২, সখিৎ ১৮৩]

ত্ব > ত্ত [তত্ত ৩৫৩]

ৎস > চ [কুচিত ২৮০, ৪১৮]

দ্য > য [বিযুতসঞ্চে ৫১, যুই ১১৪]

ধ্র > দ্ধ [গৃদ্ধ ২২৩]

দ্ধ > হ্ব > ৰ [বুহ্বা, বুৰা ৩৫৪, বুৰি ৪২২]

ন ≥ ল [লঙ্গলা ৮৩৬]

ন্ন > ম্ন [অম্নই ২৮৪]

ম্ন > ন, অন্তত ন্ [জগন্নাথ ৭৩, অন ৫৮]

প > ব [দিবিকা ৮২]

ভ > ব [দুৰ্বগিয়া ষ ১৪৩, ধনবএ ৪১৯] (অঘোষীকৰণ)

ন, ম লোপ (সম্ভৱতঃ মাজতে চন্দ্ৰবিন্দু হৈ) [সভাৰ ৩১২, বাদৰ ১০৪২, সাদহ ২৪১, মজিদাৰ ৯৫০]

য (নতুন উচ্চাৰণ জ) > জ [জজ্ঞ জজি ২১, জত্নে ৩২, সজ্যা ১৪২, জৱন ১০]

অন্ত্য য (য়) লোপ [প্ৰাৰ্থনি ৬, বন্দনি ১৪২, অৰন ১০৯, অটৰ ১৬, সম্প্ৰদা ৩১, বিদা ৮১০, বেৰসা ২৫৭]

যু > উ [আউ ৪৬, ২১১]

মধ্য ৰ্য (যুক্ত) > ই [বিভিচাৰ ১৫৯, বিতিৰেক ১০৭]

মধ্য য (যুক্ত) > ই অ (কেতিয়াবা 'ই'টো পূৰ্ব্বৰ ব্যঞ্জনলৈ যায়) [আইধা ২২৮, সইন্ধা ১৭৯]

মধ্য য (যুক্ত) > এ [বেক্ত ২১, ৩৪, বেঞ্জন ৪৩, বেথা ৭৭, বেৰথা ৯৯, ৮৮, বেৰসা ২৫৭, বৈদ ৭৭]

মধ্য য > ব [পাবস ১৯, শ্ৰবস ৯৯৮, ভবত ৭৫, সবন ১৪০, ক্ষবঙ্কাৰ - ১৪, ২১৫]

মধ্য ৰ লোপ [ঘলৌ ১০৭৩, চাইডৰিয়া ৯৭৩]

ৰেফ লোপ (যুক্ত ব্যঞ্জনৰ সাধাৰণতে দ্বিত্ব এৰি) [মাজনি ৩৪৩, প্ৰাথিলে ১৮, মাজাৰি ১০১৩, আত্ত ১১, একসন্ন ৩১, কীত্তন ১৭৯, ২১৬, গোবৰ্দ্ধন ৬৬, গত্ত ৮৭২, দুল্লভ ২৬৯, বন্নন ৩০৩, বাত্তা ২৮০, প্ৰবত্তে ২০২, নিন্নয় ২২৮, মত্ত্য ১৯৩, মদ্দিচে ৫১, সুবন্ন ৫, ৩৮৭]

ৰ্ত্ত > ত্ৰ [ৰাত্ৰাদি ৩৯২, ৰাত্ৰাসাকো ৩৮২, কৈবত্ৰ ৩২৫ (বিপৰ্যয়)]

ৰ্ঘ > ঘ্ৰ [দীঘ্ৰ ২১৭]

হ্ৰ > ৰ [ৰস্ব ৩, ৩৬৩, ৰদ ৩৮১]

'ৰ-লয়োৰভেদঃ' [নৰবিল ৩৩২, নৰলে ১৯২, নৰলাকে ৩৮৯, বৈচানল ৩০]

মধ্য ব > প [তৃপিনি ৩০২]

মধ্য ব > য় [সেয়া ২৫৭, ৮৪৩, দিয়া ৯২৬, আদপোয়া২৯৭]

মধ্য ব লোপ [দেএ ১৯, ১৫৭, প্ৰভাএ ৮৪৯, নাএ ১১৭]

মধ্য ব (যুক্ত) লোপ [দেৱত ৪০৭]

অন্ত্য ব > ও বা লোপ [প্ৰভাও ৮৫৯, মাধও, ৮৯৯, মাধদেউ, উদ্ধসংবাদ]

অন্ত ব > এঃ [হয়গৃএঃ ২৫]

'শষো সঃ' নহ'লেও শ, ষ, স তিনিওটা উষ্মবৰ্ণ বেছি ভাগ ঠাইত ষ আৰু তাতকৈ কমকৈ স-ত পৰিণত হোৱাৰ ভাব দেখা যায় : [ইকাদসি/ইকাদষি, সুদা ৫৩, সুকাই ২২৭, সুলু ২৭৭] (সো ধাতু সুপ্ত ৰূপৰপৰা ওলোৱা বুলি তাৰ দন্ত্য নিজস্ব।)

শেষৰ উষ্ম বৰ্ণৰ লোপ [সন্তো ৩৮১, ১০৪২, অসন্তোকে ৮৪৬, পঞ্জি ৮৮৫(তু° পঞ্জাবী ভাষা)]

শ্য, শ্ব, স, স্ব > চ, ছ [অপূচ ১১২৮, আচিন-আছিন ১৮, ১০৪৫, চব ২০০, চৰ্গ ২৮০, চতন্ত্রে ১০৪৭, চমতে ৯৫১, ৰজচলা ১৬২, চবোদই ৮২, ১৩৭, চাতে ৬৫, ৩০৭]

উষ্ম বৰ্ণৰ চ উচ্চাৰণ পাবলৈ তাত কেতিয়াবা য বা ব যোগ [ঐকেশ্য ৩৬, বাইশ্য ১, ২৫, বাশ্য ৩৮১, তেইষ্য ১০৬, স্বব ১৬, ১০৬, মাধ দাস্য ৫৫৫ (মাধ দাছ ৬১৭), অস্বম/বিস্বম ৮৫৩ (ঐকেশ বাইশ আদিৰ চ উচ্চাৰণ হোৱালৈ চাই সেইবোৰ ৰূপ নতুন আলহী যেনো লাগে একুৰি এক, একুৰি দুই আদিৰ তুলনাত।)]

ষ > খ [বৰখিলৈগে ৩২১, উখবা ১০৪৪]

ষ > হ [নিবামুহি ৪০৪, মহি ৫৩, বাক্ষহ ৮৮৬, নিহনি ১০১০]

শ্চ > চ, ছ [আচৰ্য, আছৰ্য ৮৬, অনিছএ ৯৫৬]

স্ত > ত [তন ৩২, তম্ভ ১৯, তম্ভাই ১১০৬]

স্থ > থ [বেৰথা ৯১]

স্প > প [অপূচ ১১২৮]

ক্ষ > খ [পৰিখি ৯৪, এখাৰ ১৩৫]

ক্ষ > স [নিৰিসন ২৫৯, নিৰেসি ৮৯০, লাস বতিলাস ২৮, ৯৭২]

ক্ষ > ষ [কষা ৯৮৬]

ক্ষ > ইক্ষ, ক্ষে [বিপইক্ষে ২২৯, ক্ষেমিব ১২৯]

অবিদিত ৯২০, অব্যেৰ্থে ৯৯৫, অভাল ১১০৬ আদিত অপনিহিতৰ অ'ৰ আগম হৈছে।

অথিত ৩৯৬, ধো < দহো < দেখোন ৯৬৯, আঁওবা ৩১৬, চন্দ্ৰা ৯৩৬, বাত্ৰা ৪১৮, বিহ্বা ১৪২ আদি স্বৰ আৰু ব্যঞ্জনৰ বিপৰ্যয়ৰ চানেকি।

ওপৰত আৰু শব্দ-সূচীত উল্লিখিত চঙ্কীৰ্ত্তন ৯২৫, কেচিঘাট ৬৫, চুনত ৩৩১, চুনা ২৯৪, গোচাই ২৮২, দচ ৩০৩, প্ৰচাদ ২৯১, বাচ ৬৫, ৩০২, চেৰ ৩০৫, মহাচই ২৯৪ আদি শব্দ আলহীৰ (loan word) নিচিনা, বাহিৰৰ উচ্চাৰণে সৈতে সিহঁত আমাৰ ভাষাত সোমাইছে। ওপৰত উল্লেখ কৰাৰ উপৰিও শব্দৰ মধ্যস্থ ধ্বনিৰ লোপ (সেইখিতে ৩৩৩, ব্যাকৰ্ম ৩০, নৰ্ক ২৪, পৰ্ম্মানন্দ ৩৩২, পুৰোত্তম ১, মহাপুৰ্ব ২৪৫। (সৰ্বনাম আৰু ধাতুৰূপ চাওক।) সেইদৰে অন্য ধ্বনিৰো লোপ (ঠাকু আতা ৩৩৩ সম্মাকৈ ৩৩৫) বিশেষ মন কৰিবলগীয়া। ড আৰু ঢ'ৰ তলত ফুট কাটিলে ডয়ে

ৰ, ঢয়ে ৰতকৈও সেই দুটাযে মূৰ্ধন্য ধ্বনি, তাকহে বুজায়। কল্প, অল্প লিখোঁতে লিপিকাৰে কপ্ল, অপ্ল লিখাহে দেখা যায়। সেয়ে বোধ হয় গৃহীত গঢ়।

পুৰণি পুথিৰ আখৰ-জোঁটনিৰ সম্পৰ্কে আমাৰ সম্পাদিত 'অৰুনোদই' গ্ৰন্থত[১] যথেষ্ট বিস্তৃতভাৱে আলোচনা কৰা হৈছে। ইয়াত সেই দেখি সেই বিষয় প্ৰৱৰ্তন কৰা নহ'ল। ওপৰৰ তালিকাৰ বিশ্লেষণৰপৰা আৰু শব্দ-সূচীৰপৰাও এই পুথিৰ বৰ্ণবিন্যাসৰ বিষয়ে পাঠকে স্পষ্ট আভাস পাব পাৰিব। কালিৰাম মেধিয়ে 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনিত নিৰ্দেশ কৰা পুৰণি পুথিৰ বৰ্ণ-বিন্যাস-নীতিৰ ভিতৰত বৰ্তমান পুথিত (১) 'শষোঃ সঃ'-অতকৈও 'শসোঃ যঃ' বুলি এটা নিয়মহে যেন অধিক প্ৰচলিত, (২) মূৰ্ধন্য ণ আৰু দীৰ্ঘ ঈ-উকাৰো তুলনামূলকভাৱে কম। চ-ছৰ ভিতৰত চ'ৰ প্ৰাধান্য চকুত পৰে। ক্ৰিয়া-ৰূপৰ আচে, গৈচে আদিও মন কৰিবলগীয়া।

৫.৬ পুৰণি অসমীয়া ব্যাকৰণ : সংস্কৃত আৰু প্ৰাকৃত ভাষাবোৰৰ নিজ নিজ ব্যাকৰণ আৰু অভিধান আছিল; কিন্তু ১০০০ চনমানৰপৰা উদ্ভৱ হোৱা 'ভাষা'বোৰৰ (vernacular) আধুনিক কাললৈকে ব্যাকৰণ-অভিধান নাছিল; সিবোৰৰ পুৰণি যুগৰ স্তৰটো অনুশাসনবিহীন নহ'লেও কোনেও তেতিয়া বৈয়াকৰণিক-আভিধানিক নিয়ম-নিগড়ৰ কথা ভবা নাছিল। ব্ৰিটিংশ যুগত পোনতে ছাহাবসকলৰ উদ্যোগতে 'ভাষা'বোৰতো ব্যাকৰণ-অভিধান হ'বলৈ ধৰে; তাৰ পাছত আহিল স্থানীয় লোকৰ ৰচিত ব্যাকৰণ-অভিধান—অসমত যেনেকৈ ৰবিনছন (১৮৩৯) আৰু ডক্টৰ নাথান ব্ৰাউনৰ (১৮৪৮) ব্যাকৰণ আৰু মাইলছ ব্ৰনছনৰ (১৮৬৭) অভিধানৰ পাছত আহিল হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ-অভিধান। বঙলা, অসমীয়া আদি 'ভাষা' মূলতঃ সংস্কৃতৰপৰা উদ্ভূত বুলি সিবোৰৰ ব্যাকৰণ-অভিধান সংস্কৃত ব্যাকৰণ-অভিধানৰ ধাৰাত ৰচিত হ'বলৈ ধৰিলে। কিন্তু আমি দেখা পাওঁ পুৰণি অসমীয়া কাব্য, নাটক, গীতা-ভাগৱত, ৰামায়ণ, মহাভাৰত, চৰিত আৰু বুৰঞ্জীৰ ব্যাকৰণ আৰু আভিধানিক ৰূপ সংস্কৃতৰ বশঙ্গত নাছিল। সন্ধিৰ নিয়ম, ণত্ব-বিধি, ষত্ব-বিধি আদি হেলাৰঙে অৱহেলা কৰা হৈছিল পুৰণি পুথি লিখি উলিয়াবৰ সময়ত, যদিও পুৰণি পৰ্যায়ৰ লিপিকাৰেও সংস্কৃত পুথি নকল কৰোঁতে সেইবোৰ বিধি হয়তো কটকটীয়াকৈ মানি চলিছিল।

'গুৰু-চৰিত-কথা'ৰ ভাষা কোনোপ্ৰকাৰে মধ্যযুগীয় বা অবাস্তৱ নহয়; বৰং আমি ক'ব পাৰোঁ যে এই ভাষা ষোড়শ-সপ্তদশ শতিকাৰ বাস্তৱ কথনভঙ্গিৰ প্ৰতিভূ; উনবিংশ-বিংশ শতিকাত সেই ঐতিহ্যৰে প্ৰসাৰণ ঘটিছে মাথোন। গতিকে এই চৰিতৰ

---

১. অৰুনোদই ১৮৪৬-১৮৫৪, মহেশ্বৰ নেওগ-সঙ্কলিত-সম্পাদিত, গুৱাহাটী, ১৯৮৩, ভূমিকা, পিঠি ১১৩-১৮ বিশেষকৈ

ভাষাতে আধুনিক অসমীয়াৰ পত্তনৰ নিদৰ্শন সোমাই আছে বুলিব পাৰোঁ। আধুনিক ভাষাত অৱশ্যে ইংৰাজীৰ দৰে বিদেশী ভাষা আৰু ওচৰ-চুবুৰীয়া ভাৰতীয় ভাষাৰ হেঁচাৰ বাবে পূৰ্বৰ লক্ষণৰপৰা বিলক্ষণ বৈশিষ্ট্য সোমাইছে, ভাষাৰ গঠনে অত্যাধুনিক ৰূপ লৈছে। ওপৰত আৰু তলত অত্যাধুনিক প্ৰভাৱৰপৰা মুক্ত পুৰণি অসমীয়াৰ গুণ-বৈশিষ্ট্যবোৰ দেখুওৱা হৈছে।

**বহুবচন প্ৰত্যয় :** তিনিটা এনে প্ৰত্যয় আমাৰ চকুত লগাকৈ ধৰা পৰে-- -ভোৰ (এইভোৰ ৮১, ১২৩, হৰোবাভোৰ ১৬৬, বামুনভোৰ), -হান (সাবাহান ৯৮২) আৰু -ৰা-ঠে (তোম্ৰাঠেৰ ২১১)। প্ৰথমটো উজনিৰ আৰু বাকী দুটা নামনিৰ বৈশিষ্ট্যযুক্ত। তাহানি ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই শ্ৰেণীত বক্তৃতা দিওঁতেও -বোৰ নকৈ -ভোৰহে বুলিছিল। এইখিনি বোলোঁতে '-খিনি'ত এটা বহুবচন প্ৰত্যয়ৰ মূল্য আছে।

**লিঙ্গ :** চৰিতখনত স্ত্ৰীবাচক -ঈ বা -অনী'ৰ ব্যৱহাৰ নাই; -ই আৰু -অনি'য়েই সিহঁতৰ কাম সাধে : -ই (বুৰা-বুৰি ৮৫৮, গোপ-গুপি ৭৪, ৩৮১, চাকোলা-চাকুলি ৩৭৩ ক), -অনি/-আনি (বৰা-বৰানি ১০৩, গোসাঁই/গোসাঞি-গোসানি ১৪০, ৮৭২, পসাৰি/পহাৰি/পষাৰি ৩৩, ৪৫৫, পহাৰি ১০৪৮, পসাৰণি ৯১৩, আপি ৬, ৩২, সান্তি, ১৯, ৪৬, বহাৰি ৪১৮, ৯৫২ নিজেই স্ত্ৰীলিঙ্গ।

আন দুটা সাধাৰণ প্ৰত্যয় : -ই (আজিৰ দৰে -ঈ নহয়) (ভাবি ৮৫৯), -ইয়া (আজিৰ দৰে - ঈয়া নহয়) (জ্যোতিবিয়া ১৭, ডাঙ্গৰিয়া ৮৪৮, ডাঙ্গৰিয়া-বন্ধিয়া ১৮১, চুবুৰিয়া. সইকিয়া, সকিয়া ১০১৯, ১০২৪, অহমিয়া ৬২১, দৰনিয়া ৫৪২ (দেৰুনীয়া, বৰদেৰনীয়া অৰ্থাৎ কোচবেহৰুৱা), সতৰিয়া ৩, মলিয়া ১০৩৭।

**বিভক্তি :** প্ৰথমাৰ -এ আন কি উচ্চ স্বৰৰ পিছত থাকিলেও চৰিতখনে -য়-শ্ৰুতি যোগ নকৰে (বুৰিএ ১৬৮)। তৃতীয়াৰ -এৰে বিভক্তিৰ বিষয়তো একে কথা (অঙ্কুশেএৰে ১৫৮)। পঞ্চমীৰ বিশেষ প্ৰত্যয় -তে, -ন্তে, -ৰ্ন্তে < সং তস্ (কামৰূপতে ৮৬১, ঠাইতে ৩৯৫, হোমন্তে ৩৭, এইখিন্তে ৭৫, গোসাঁৰ্ন্তে ০২, জন্মৰ্ন্তে ২, তাৰ্ন্তে ০৩, নঙ্গলাৰ্ন্তে ৮৫৬)। আজি-কালিৰ দৰে ষষ্ঠী বিভক্তিৰ পাছত পৰা পৰসৰ্গ দি পঞ্চমীৰ কাৰ্য সধা হয় (এহেৰপৰা ৩৩৫); কিন্তু ষষ্ঠীৰ চিন নোহোৱাকৈও পৰসৰ্গটিৰ ব্যৱহাৰ আছে (চাহি পৰা ১০৩৯, শৰীৰ পৰা ১০৪০, খৰি পৰা ১৫, চালি পৰা ৩৫০)। তুলনাৰ্থত আজি-কালি সপ্তমীৰ চিনৰ পিছত -কৈ যোগ দিয়া হয়; তেতিয়া কিন্তু সপ্তমীৰ চিনটি নহ'লেও লেঠা নাই (লক্ষ্মীনাৰায়ণকৈ)।

**সৰ্বনামৰ ৰূপ :** তলত (১), (২), (৩) আদি বিভক্তিৰ সংখ্যা :

(১) আমি, (২) য়ামাক ১৭৬, (৪) আমালকে ২৩২, আমালৌ ২৬৩
(১) তোম্রা ১৭৬, (২) তোমাক, (৪) তোমালোকে ২৩২, (৬) তোম্রাঠেৰ ২২২
(১) আৰাটি ৪৩৬, (৪) আলকে ১৯১, (৫) আৰতে ১০৯, (৬) ৰাৰ ১০৩৮, (৭) আৎ ৭৩
(১) তাঁৰা ৩৭৭, তেৰা ২৪২, (২) তাহেতক ১৭৫
(২) ইৰাক ১৩৮
(১) কোনু ৮৭৩, খনো ৭৪, (৩) কোনেৰে ৮৬৫
(১) জি ৩৯১, জিবা ২৮, জেতি ৮৬৫, ঝেই ১৭৬, (৭) জৎ ৭৫
(১) সেই ১৭৬, (২) তক ৯৬০, (৪) তলকু ৩২, তলকে ১০১৯
(৪) কলুবা ৮৬১, কলকু ১৭৭ ; (৫) কৰ্ত্তে ৩৫০, (৬) কৰুবা ৪২৬, (৭) কৎ ৭৩, কতু ৪৩, কাহ্য ১০৯৭
(৪) এহেলৈ ৮৬৬, (৫) এহেৰ্ত্তে ১০৮৪, এহেৰপৰা ৩৩৫, (৬) ৰৰ ৯০২, (৭) অতো ২৯৫, অতে ৩৪৩, অতু ২০৪, অৎ ১৫৮, ৰত ৫১, ৰৈত ৫১
(৫) তৰুপৰা, তৈৰপৰা ৪, (৬) তৰ ৯০২, তৰু ৮৬৫, তত ৭৩, তৎ ৯৮৫, ২০৪
(৫) এইখিত্তে ৭৫
(৩) এটেই
(৪) এখেলৈ ২১০, (৫) এখেৰপৰা ২৯৬, (৭) এখেত ৮৫৫, এখেৎ ১২২
(৫) সেইখিতে ১০৮৫
(৩) সেইটে ১০৮৫, সেটে ১২
(৭) অহিকত ৮৭২

**ধাতু ৰূপ ঃ** তলত (১) , (২) আৰু (৩) সংখ্যাই প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰুষ সূচাইছে ; বিভিন্ন কাল আদিৰ যিবোৰ ৰূপ চকুত পৰিছে তাক ইয়াত পঞ্জীভূত কৰা হৈছে ; বচন আৰু মান্য, তুচ্ছ ৰূপ একেলগে থোৱা হৈছে ঃ

নিত্য বৰ্তমান—(১) পাৰো কি চাৰো ৭৭, ফুৰু ১৭৬, ১৯৩, সুনু ২৭৭, দেখু ৪০৮, সোধু ৯৩৭, নপাঙ্গ ১০৫৪, কিলাঙ্গ ২৭৮, (২) জা ২৭৫, নজা (তহঁত) ১৮৬, নজৱা ৬, জোৱাহক ২২৯, (তই) পাৱ ৮৪৮, পৱা (=পোৱা) ১২৩, পুৱা (=পোৱা) ৩৯১, নপতিয়া (=নপতিওৱা) ১৪২, (৩) হয় ৩, নিদিএ ৬, সোধে, নুসুধে ১২৩

স্বৰূপ বৰ্তমান—(১) আচো ৭৩, ২৬৭, কৰিচো ১৪০, (৩) আচে ১২৪,

কৰিচন্ত ১২৯, কৈচে ২, আহিচে ২, নইকিছে ৮৬৮, খুইচে ১২

স্বৰূপ ভূত—(১) ললু ৩৪১, কুলু ১২২, সুলু ৯৫৩, সলু, ৰলু ৯২৭, নৰলু ৮৭৩, মুইলো ২৭৬, (২) কৈলি ২৬৮, কৈলিহুক ২০১, (৩) আচিল ১, আচিলন্ত ১, গলন্ত ১, সুলে ৮, পৈলৈগৈ ৮৪৭, তাৰিলাক, মাৰিলাক ৯৭৬, মৈল ২৭৮, আটাল ৮৪

অপূৰ্ণ ভূত—(৩) ১ কৰিছন্ত, হুইছিল ৮, নাইকিছিল

সম্ভাব্য ভূত—(১) হলুহতে ৯৫৯, দিলোহতে ১৪১, (২) (তহঁতে) কৰহতে, (৩) থাকিলহন্তে ১০৮২, ৰহিল হতে ৪১২

ইয়াত 'কৰিচন্ত' 'আচিলন্ত' কাব্যিক উপভাষাৰ ৰূপ; 'গলন্ত' সেই ৰূপৰপৰা কিঞ্চিৎ স্খলন। 'থাকিলহন্তে' পুৰণি, 'ৰহিল হতে' কিছু নতুন। নপাঙ্গ, কিলাঙ্গ, মুইলো, তাৰিলাক, মাৰিলাক—উপাভাষাৰ ৰূপ। 'আটাল' গোৱালপাৰা অঞ্চলৰ স্থানীয় ৰূপ। আহে কাতিত ৩১৫—নিত্য বৰ্তমানৰ ক্ৰিয়া-বিশেষণৰূপে ব্যৱহৃত হৈছে; ক্ৰিয়াৰ তেনে প্ৰচলন আজি-কালিও হয়—আহিল ব'হাগত, গ'ল জেঠত। কৃদন্ত হোঁতা ৯৩ হওঁতা হৱন্তাৰ চমু ৰূপ। সৰ্বনামীয় জাএ ৩১৮ (=জাৱে, যেতিয়া, যেতিয়ালৈ) আৰু কালৈ ১৩৫ (কাইলৈ সং কল্য) সময়বাচক। কৰ্মবাচ্য, ভাববাচ্যৰ ৰূপো বিৰল নহয়; ক্ষেমা যাব ২১৩, অচা গৈছে ৯২১, অচা নাই ৯৫৩, ইত্যাদি।

ক্ৰিয়া-ৰূপবোৰত মন কৰিবলগীয়া মধ্য ধ্বনিৰ লোপ ঃ ন'ৰ লোপ—আইলে ৩৩০, আইলা ৮৬৮; ৰ'ৰ লোপ—এইলে ১০৫৫, কৈলি ২০৯, পৈল ৩৭৫, মৈল ২৬৮, মাইলে ৩২৬, ল-লোপ—বুইলে ৩৯৩, মেইলে ৮৭৮; জ-লোপ—খুইচো ৪৪৪, সৈছে ২৬৮, সব ২৫৬, সলে ২৫৬—এই কেইটা স (সহ্) ধাতুৰ ৰূপ।

**প্ৰত্যয় আৰু পৰসৰ্গ ঃ** কিছু বিশেষ বিশেষ প্ৰত্যয় আৰু পৰসৰ্গৰ প্ৰয়োগ মন কৰিবলগীয়া।

-উ = -ইও। চাৰু ১৪১

-উ = -ও। মোৰু, মুলু ১২৪

কান্তে (=কাৰণতে) ২৫৩, ৩০৫

কিবা (= কিজানি, কিজানিবা) কিবা আহিছে ১২৪

-কে। হলিকে ৪১, হলোকে ১২৯

-খন সম্মানসূচক সম্বোধনত, = সকল। ৰামান বাপখন ১৪০

-খাঞ = খান, খন। কাছিখাঞ ১০২৩

-ধাৰ = আখাৰ < অক্ষৰ। বাক্যধাৰ ২০৪

-খি = -খিনি। সেইখিতে ১৬

-চা, তু° জানোচা। গলেচা ৪২৬

-চাৰি, -চাৰেক, = -চেৰেক < চাৰি-এক। খানচাৰি ২৬০, যুপিচাৰেক ১৭০

-টুক, তু° ব° -টুকু, -টুকুন। একটুক ১০৩৩

-ট, -টো/তো, -টি। ইট ৯৮০, এইট ১২৯, আতাট ৯৮০, আগট ১৩০, লোকট ৪২৬, থকাটি ১৯০, ৰাশিটং ২১৪, গৃহটং ১০৭৩, স্ত্রীটে ১৯৯, আগটো ১৩০, নটো ১৩০, ইতো ৯৯, জিতো ৪৩৭, সিতো, বান্ধাটি ১৯২

-তো: তেনেকৈতো ২২২

-দ্বাৰে, তু° দ্বাৰা, (বুৰঞ্জী) দুৱাৰেদি (যোগে)। গোপাল আতৈদ্বাৰে ধৰ্ম ধৰি ১০০৩, কাৰ দ্বাৰে ১০৯৩

-নি (আজি-কালি গৈ দি তাৰ কাম হয়)। সুজানি ১৩০, যোৰানি ১২৯, থনি ১০১৫

-নিকিন (প্ৰশ্নত, -নেকি?) আছে নিকিন ১২৩, পাৰি নিকিন ৩১৭, ৩৭৩

-নে চাইছো। আকুল হবানে চাইছো ১৮২

-মুৰি (=প্ৰতি জনে) ভকৎমুৰি ৯৪৫, জনমুৰি ২৯১

-লৌ = লৈও। পাছলৌ ১০, ধনলৌ ৮৪৭, কিনিবলৌ ১২৩

-শ্বৰ (কলৰ লেখত)। কলশ্বৰ ৮৭৩, পুৰাকলশ্বৰ ১৮৮

-হতে, -হন্তে (হেঁতেন)। পাৰাহতে ৮৫৩, কৈলেহতে ১০১৯।

**সংখ্যাবাচক শব্দ :** 'গুৰু-চৰিত-কথা'ত কেইটামান আজি আচহুৱা যেন লগা সংখ্যাবাচক শব্দ দেখা পোৱা যায়—আচাৰি ১২০ (আধা-তাকৰ চাৰি, ৩$\frac{১}{২}$ 'শৰাইঘাটৰ যুদ্ধ'ৰ বুৰঞ্জীতো শব্দটো দেখা যায়); আদপাচ ৪০১ (৪$\frac{১}{২}$), আদসপ্ত ৯ (৬$\frac{১}{২}$), অডঠ, অদঠ ২১৪, ৪০০ (৭$\frac{১}{২}$), আদপোন্ধেৰ ৪০১ (১৪$\frac{১}{২}$), সোল্ল (১৬), সতৰ, সাতাৰে ১৭, ৪০০ (১৭), আঠেৰে ১০৫৮, ১০৭৩ (১৮)। ২০ আৰু ২০ৰ ওপৰৰ সংখ্যাবোৰ সাধাৰণতে কুৰিৰ লেখ দি ধৰাই অসমীয়াত সহজ। বিশ বা বিছ (২০) শব্দটো চৰিতখনিত চকুত পৰা নাই। কিন্তু অলপ আগতে কৈছোঁ, ঐকৈশ্য ৩৬ (২১), বাইশ্য, বাশ্য, বাস্য ১, ৩৮১ (২২), তেইষ্য ২০৬ (২৩) শব্দত চ'ৰ নিচিনা উচ্চাৰণ-নিৰ্দেশৰ অৰ্থে ষ'ৰ সংযোগ লৈ সেইবোৰ শব্দ নতুন যেন লাগে। কিন্তু ইয়াৰ পিছতে পাওঁ পঞ্চা ১০৭৫ (৫০), সাতি ৪৩২ (৬০), তিনিসাঠি ৩৫০ (৬৩), সপ্তসাঠি ৪০১ (৬৭),

পাচ আধিক এশ ৪০১ (১০৫) আৰু ওপৰৰ ফালে লাস ২৮ (লক্ষ), বতিলাস ৪৩২ (বত্রিশ লাখ? বহুত লাখ?)।

অনুকাৰ শব্দ : আগচাগ ৮৬৮, ব্রাহ্মণকাৰন ১০৬৬ আদি অনুকাৰৰ উদাহৰণ আছে।

**জতুৱা খণ্ডবাক্য**

৫.৭ 'গুৰু-চৰিত-কথা'ৰ ভাষা জতুৱা অসমীয়া। তাৰ জতুৱা ৰূপৰ মোল আজি বহুতোখিনি হেৰাই পৰিছে, কাৰণ সেই ভাষাৰ মূল জাতটোৱেই আমাৰ অচিনাকি হৈছে। তলত পুথিখনিৰ কিছু জতুৱা খণ্ডবাক্য তুলি দিয়া হ'ল। তাৰ অনেকবিলাকেই কালক্রমত অচল টকাৰ দৰে হৈ পৰিল আৰু সেইবিলাক আজি আমাৰ মাজত নথকাই স্বাভাৱিক। যিটো সাংস্কৃতিক পৰিস্থিতিত (ethos) সিবোৰৰ জন্ম হৈছিল, সি আজি পৰিবর্তিত হৈছে বাবেই এই পৰিবর্তন। বৰং জতুৱা খণ্ডবাক্যৰ পৰিবর্তনৰ আধাৰত সাংস্কৃতিক বিৱর্তনৰ অধ্যয়ন সম্ভৱপৰ।

বেৰাই ফুৰাত ২, ঋজু খালে ৮ (মিলিল), অঙ্গিকাৰ খাই (অঙ্গীকাৰ কৰি), আচর্য অদ্ভুত হৈ ১২, দেহ এৰি ১৩ (দেহা আগ কৰি), শাল চাঞ্চে ১৫ (শত্রুতা কৰে), মখা বান্ধি ১৬ (দৈ হৈ, গোট মাৰি), চুপ খালে ১৬ (নিস্তব্ধ হ'ল), কালৰ প্রমাণে ১৭, চুপহি ধৰালে ২৭ (অঙ্কুৰিত কৰালে), দৰ টান ২৭ (দাম চৰা), মোল কৰিলে ২৮ (দৰ কৰিলে), মোল দাঙ্গিব ২৭ (দাম দিব), কাৰণৰ নিমিত ৩২ (লোকক দেখুৱাই), তত্ত্ব নেপাই ৩৩ (তৎ নেপাই), সুৰ্ত্তি নেপালে ৩২ (চুৰ্তি হেৰুৱালে), বেবুৱা লাগি ৩৫ (পেঁপুৱা লাগি), ভু হৰাই ৩৫ (অচেতন হৈ), জান দিলে ৩৫, গলাগোপা কৰি ৩৫, বিস্মই বিশ্রুতি হৈ ৪৭, মাত আখ আহে ০৫ (উচ্চাৰণ, লেখা ঠিক হয়), মাৰ গল ৫১, ৬৫, ৪২৫, ১০১৩ (মৰিল, তু° ব°), বেৰে পাই ৬৫ (আঁকোৱালি ধৰিব পাৰে), গোৰত গোৰে ৭৫ (close on the heels, একেবাৰেই পিছে পিছে), তোচা খা ৭৩ (সঙ্কুচিত হ) ৭৬, গঞ্জ ভৰি ৭৭ (গর্ব কৰি), পাৰো কি চাৰো ৭৭, ফোত মচা ৭৭ (একেবাৰেই মিছা), আপান লাগি ৭৭ (খং উঠি), সেই বেগেই ৭৯, ১৫৫ (তৎক্ষণাৎ, সেইফালেই), বেজির্ত্তে/বেজিৰপৰা বৰখিলৈ ৮৪৬, ৪৩০, তৰ পেলা ৮১৭, গা পতি ৯২, চলেবলে ১০০, আনে বানে ১০০, জিৱতি পুততি ৯৭, তেতি সমএ ৯৮, শিৰৰ-সিখৰ সিন্দুৰ ১০৪, দাউ মাইলে ১০৯, হাপাহ মৰে ১১৩ (হুতাহ গুচে), জাম খাই ১১৪, ১৪৪ (নুমাই), থবকা খাই ১১০, ২৮২ (থমকা মাৰি), গা জাকি মাৰি ১২৬, ১৪৪ (জিকাৰ খাই), বেলা চোটি হল ১৩৫, মুখ বাদ্য কৰিলে ১৩৭, প্রধান চিত ১৪২, খুম্র শৌচ ১৪৭, অষ্টম দুখিত ১৬৬

(অষ্টম দৰিদ্ৰ), হেৰাই ধৰিলে ৪৪০, ১৬৬ (হেঁচি), মাটিএ গাতিএ ১৬৪, অ পা ১৬৬, উ পা ২১৬, কৰুবা কোন ১৮৬, চিৰ দি ১৮৮, ঠানে মানে ৰূপে গুণে ১৮৪, ৰাও বান্ধিলে ১৯১ (ৰাও জুৰিলে), কুৰুৱানখ মাৰি ১৯২ (দৃঢ়কৈ ধৰি), কটাৰ পো কটাহত ১৯৬ (গালি), পাম ধৰিবলৈ ২০৫, চৰুটি মাৰি থৈছে ২০৫ (ছুৱা কৰিছে), ভাবি গণি ২০৬, বেলা চোট হ'ল ২২৫, দাই মাৰি সিজাই সুকাই ২২৭, জোট কৰিচে ২৩৮, চকু ফকাই দিলে ২৪৫, ভাএ একে নাহে ২৪৭ (মিলে নিমিলে), বাৰ থৈছে, বাৰ গুচক ২৬১, ফুট অহা (উতলিবলৈ ধৰা) চৰু ২৬৩, ৰোজ ধৰে ২৬৭, ৩০২ (নিত্যখাদ্য যোগায়), খুজি বাহ্লি ২৬৬ (বিয়ালৈ কইনা ঠিক কৰি), বামুনিৰ বেটা ২৬৭, চুচৰি বাই ২৬৮, দাইজগৰা ধৰি ২৬৮, বধসপত দি ২৬৮, ৰাজাৰ দোহাই দি ২৭৫, কাপৰ বাউলি দি ২৯৪, জন মুৰি ২৯৯, কং খাব ৩০৫ (কি মিল হ'ব), ঠগিং খাই ৩২১ (স্তম্ভিত হৈ), গোৰত গাজি উজানত বৰখিলেগৈ ৩২১, খল দিলে ৩২৫ (গোচৰ দিলে), গা আন্তৰিল ৩২৬ (গা দেখা নিদিলে), চকু ফিকাই দিলে ৩২৬ (দেখুৱাই দিলে), সৈই কৰাম ৩২৭ (সৈ কঢ়াম, স্বীকাৰ কৰাম), গেৰি পাৰে ৩২৮ (চিঞৰে), ঝমক দি ৩২৮ (চমকি), উকি মাৰি ৩২৮, চাট মাইলে ৩২৬ (লুকাল), জোৰা দিচো ৩৩৬ (অৰ্থ কৰিছো), জাতি জাই ৩৪১, তিনিপৰ মাইলে ৩৩৯, স্নান আহে ৩৪৪ (গা ধুব লাগে), দাঙ্গি নেসাহে ৩৪৬, সংকৃত্য দিএ ৩৫০, হব লাগে ৩৫০ (হ'বলা), বাত-জবাব ৩৫০, বে কৰিবই নুৱাৰে ৩৫০ (মুখ মেলিবকে নোবাৰে), বোলমাত কৈলো ৩৫১, শব্দ ধাতু সূত্ৰ সাধিছে ৩৫৩, খাৰ কাঢ়িছে ৩৬২, জাঞ দিছে ৩৬২, মেল দিএ ৩৬৯ (সভা পাতে), কুটনি কৈলো ৩৭৮, নেথাই জা ৩৮৩ (থাৱনি নাপা), কাপকাঠি এৰিছে ৩৮৪, বাৰৰ চৰা দৰে ৩৮৬, আল ধৰো ৩৯০, গন্ধে আমোদিত ৩৯৩, কনাক পতান দি ভাগিব ৩৯৫, কাহ পৰি ৮০৭ (নিতাল মাৰি), কাহিলা পৰি ৪১৪, বাক্য বুলিব ৪১৮ (গালি পাৰিব), চাটি মাইলে ৪২৩ (ছটিয়ালে), টা[গ] বা[গ] কৈ ৪৪৪, নেত্ৰ বলাই ৪৫০, খৰা দি ৪৫২ (নাও মেলি), খোৰা দি ৪৫৪, খেপ লাগি ৪৫৬ (আখেজ হৈ), কাহিলা পৈল ৮৯৮, ফেহাফুহা কৰে ৯০৪, ধাৰে নিৰে ৯১০, কোদাল পাৰি ৯১৫, ছত কাটিছে ৯১৭, দহটকা খাপিলে এটকা তৰ খালে ৯২১, ভাগ্যে ভাগীৰথী ৯৩৭, গঙ্গোদবত পোহ দিচানে ৯৫৮, অন পৰ্শো ৯৯৮ (ভাত খাওঁ), ঢুকাকে নেপাই ৩৬, মূৰে বুলি ফুৰিছে ১০৬৯ক, গুটি মুঠি কৰ্ ১১১৬, টেলাই নকৰ ১১১৪, মেঘে ওন্দোলপাৰ কৰিছে ১০৪৪, বাত ফুৰা নহই ৯৯৩, জেঙ্গাৰা মাৰি ১০৩৫, উল্লাহ খালে ১০৪৫, মুখে হাই দি ১০৪৭, মখ ভাগিলে ১০৮০, টিকৰ স্বামী ১১০৯, বৃষ্টি সিলে দলে খুন্দি আইলে ১১১৪, হেকেৰা মাৰি ১১১৮।

**গুৰু-চৰিত-কথাৰ কথাশৈলী**

৬.০ 'গুৰু-চৰিত-কথা'ৰ বিশেষ গুৰুত্ব গদ্য লেখাৰূপে আৰু কথাশৈলীৰ পুৰণি নিদৰ্শনৰূপে। কথাশৈলী প্ৰকৃত কথাশৈলী হ'বলৈ হ'লে কৃত্ৰিম উপাদান বৰ্জন কৰি সমসাময়িক বা আধুনিক, সৰল আৰু প্ৰত্যক্ষ হ'ব লাগিব। এই দৃষ্টিৰপৰা চালে কথাচৰিত আৰু বুৰঞ্জীয়েই আমাৰ কথাশৈলীৰ প্ৰথম আৰু প্ৰকৃষ্ট উদাহৰণ। এই দুটি শৈলী দুটি সম্ভ্ৰান্ত মহলৰ প্ৰতিভূ—কথাচৰিত সত্ৰ-থানক কেন্দ্ৰ কৰি ধৰ্ম আৰু আধ্যাত্মবিদ্যাৰ চৰ্চাৰ মহলৰ সংস্কৃতিৰ (culture) আৰু বুৰঞ্জী হ'ল আহোম ৰাজধানীক কেন্দ্ৰ কৰি ৰাজনীতি আৰু তদানীন্তন আধুনিক সভ্যতাৰ (civilisation) মহলৰ সম্পত্তি। সত্ৰীয়া প্ৰসঙ্গত আৰু অতিথিৰূপে অহা ৰজা-ৰাজোৱানৰেপৰা সাধাৰণ গ্ৰামী ভকতৰ শোধ-পোছত কথাচৰিতৰ ভাষাৰ কৰ্ষণ হয় যেনেকৈ, ৰাজধানীৰ কাৰেঙতে হওক বা ৰজাৰ বৰচ'ৰাতে হওক মেলত (সকলো অৰ্থতে) বা বিদেশী কটকী চৌখাম কৰাত যি ভাষাৰ চৰ্চা হয় সেয়ে বুৰঞ্জীত অভিলিখিত হৈ গন্ধীয়া ভঁৰালত আজিৰ পুৰুষৰ বাবে সঞ্চিত হৈ আছে। কথাচৰিত গুৰু-আতা-ভকতসকলৰ ব্যক্তিগত আৰু সমজুৱা জীৱনৰ স্বৰৰ প্ৰতিধ্বনি; বুৰঞ্জী ডাঙৰীয়াৰপৰা কাঁড়ী-পাইকলৈকে অতীত অসমৰ নাগৰ (metropolitan) সভ্যতাৰ অভিলিখিত বাণী। বুৰঞ্জীত যেনেকৈ আমাৰ সমজাৰ উচ্চ-নিম্নসকলৰ তথা বহিৰাগত কটকী আদিৰ আৰু বাহিৰৰপৰা অহা কূটনৈতিক পত্ৰালাপৰ ভাষাৰ মিশ্ৰণ ঘটিছিল, কথাচৰিততো সেইদৰে গুৰুজনৰেপৰা ন শৰণ প্ৰাৰ্থীজনলৈকে সকলোৰে, ৰাজধানীৰপৰা ছহৰ ফুৰিবলৈ যোৱা অতিথিৰ, ছকুৰি ভকতেৰে গুৰুৰে তীৰ্থ ফুৰিবলৈ যাওঁতে বাটত ভেট হোৱা অচিনাকিসকলৰ ("মাত বলি ফাৰ্চ্ছি" বা "খোটা উৰিছা ভাষা" বা আন) কথাৰ সংযোগ হৈছিল। এইবিলাক বিভিন্ন প্ৰভাৱৰ ফলত বুৰঞ্জীৰ যেনেকৈ কথাচৰিতৰো তেনেকৈ গদ্য আৰু গদ্যশৈলীয়ে একেখনি গ্ৰন্থতে এক নহৈ বিবিধ ৰূপ পৰিগ্ৰহ কৰিছিল। তাতে আকৌ একোখনি বুৰঞ্জী আৰু কথাচৰিত অনামী একাধিক লেখকৰ লেখাকৰ্ম। তদুপৰি, বিভিন্ন জনৰ উক্তি হুবহু ৰাখিবৰ বাবে যত্ন এটিও তাত বৰ্তমান। গতিকে, 'গুৰু-চৰিত-কথা'ত এজনৰ কথাশৈলী বিচৰা ভুল হ'ব। গীত, ঘোষা, পয়াৰ, ফকৰা, ভকতীয়া ফকৰা, পদ-চৰিত আদিৰ উদ্ধৃতিয়ে' চৰিতখনৰ কথাশৈলীক সুৰময় আৰু অৰ্থময় কৰি তুলিছে; কিন্তু পোনে পোনে স্মৰণপথৰপৰা সেইখিনি লোৱা বাবে তাত মূলৰ পৰিপ্ৰেক্ষিতত পাঠ-সমীক্ষাৰ প্ৰশ্ন বৈ গৈছে—যদিচ সদ্যহতে আমাক সেই প্ৰশ্নই আহুকাল কৰিব নালাগে। চৰিতৰ ব্যাসজন সুপণ্ডিত লোক হ'লেও তেওঁৰ গণেশজন তেনে নিশ্চয় নহয়; গতিকে বিশেষকৈ সংস্কৃত উদ্ধৃতিবোৰে লেঙুৰিয়াইছে, ক'ৰবাত মূল পাঠ অনুমান

কৰাটোকে কঠিন কৰি তুলিছে। কিন্তু এই সকলোবোৰ উদ্ধৃতিয়ে ভাষাশৈলীক এক কাব্যিকতা প্ৰদান কৰিছে। চৰিতখনৰ সাধাৰণ ভাষাতো এক উচ্ছ্বাস সনা আছে আৰু মাজে মাজে সি পাতল কাব্যিকতাত পৰিণত হৈছে। কথিত ভাষাৰ বিবিধ ভাব (moods), বিভিন্ন বক্তাৰ বিভিন্ন সুৰ ইয়াৰ শৈলীত মিলিত হৈছে। কিন্তু সৰ্বোপৰি চৰিতখনিৰ ভাষা সত্ৰৰ কীৰ্তনঘৰত বা বৰবহাত বহি সমূহক সম্বোধন কৰি কৰা চৰিত-কথনৰ ভাষা। তাৰ বুকুতে বিভিন্ন উদ্ধৃতি, বিভিন্ন উক্তি আৰু বিভিন্ন বৰ্ণনাৰ কড়ি আৰু কোমল জীণ গৈছে। পুথিখনিৰ কথনভঙ্গিৰ বিশেষ আকৰ্ষণবিন্দু হ'ল সংলাপবোৰ। ২৬২-সংখ্যক ছেদৰ মাধৱদেৱ-শ্ৰীৰাম আতাৰ কথাখিনিকে লওক। ভকতীয়া ফকৰা আৰু গুৰুজনৰ খেদ-বচন গোট খাই কথনভঙ্গিক এক গভীৰতা প্ৰদান কৰিছে। পোৰা বৰগীতৰ পুথি লৈ ৩৮০ ছেদত শঙ্কৰ-মাধৱৰ আলোচনাটি চমু, কিন্তু ব্যাপকাৰ্থ আৰু এক নীৰৱ-ছন্দোযুক্ত। পুৰণি পুথিৰ কূটচিন গুচাই আধুনিক গঢ়লৈ আনিলে "আৰু গীত কৰি গোটাই লিখিলে বাৰেওকুৰি", "কমলা গায়নে নিলে আৰবাবৈলে" আৰু "চতমহা বনপোৰা বতাহত ঘৰ পোৰাত পুইলে"—এই বাক্যখণ্ডবোৰ একোটা বাক্যৰূপেই পৰিগণিত হ'ব লাগে। সেইদৰে "অনেক শ্ৰমকৈ গীতখানি কৈলো/পুইলে/গীত কিছু কৰা/আমি নকৰো আৰু"ৰ মাজে মাজে ডাঢ়ি পৰ্যন্ত হ'ব পাৰে। এতিয়াও এইবোৰ খণ্ডৰ পিছে পিছে বিৰামৰ আৱশ্যক; আৰু সেই বিৰামেই কথাখিনিক শক্তি দি যায়। আনকি 'পুইলে' শব্দটোও এই ব্যৱস্থামতে এটা বাক্যৰ ওজনৰ হ'ব পাৰে। ৩৪৯ ছেদত কাৰ্যৰ বিৱৰণ আৰু সংলাপ একেলগে আছে আৰু আমাৰ পোঙ্কৰ শাৰীৰ ভিতৰতে এটি সম্পূৰ্ণ পৰিস্থিতি শক্তিশালীভাৱে বিবৃত হৈছে। আধুনিক পাঠকসকলে চৰিতখনৰ যতি-চিনৰ লগত পৰিচিত হৈ ভাষাৰ ছন্দৰ হিল্লোলত এবাৰ সোমাই ল'লে সেই ভাষাশৈলীৰ সোৱাদ সত্ৰীয়া বৰবহা বা কীৰ্তন-ঘৰত বহি শুনা বুঢ়াভকতৰ চৰিত-কথনৰ আস্বাদ পোৱাৰ দৰেই পাব।

## সাহিত্যিক দৃষ্টি

৭.০ 'গুৰু-চৰিত-কথা'ৰপৰা শঙ্কৰদেৱৰ যুগৰ সাহিত্য-বুৰঞ্জী আৰু তাৰ পটভূমিৰ এটি স্পষ্ট আভাস পোৱা যায়। গুৰুসকলৰ কোনখনি পুথি কেতিয়া ৰচিত হৈছিল তাৰ উল্লেখ চৰিতখনিয়ে দি গৈছে আৰু সি সাহিত্যৰ ইতিবৃত্তৰ বাবে বিশেষ প্ৰয়োজনীয়। তদুপৰি অনেক গীত, ঘোষা আদিৰ অনুকূল বা ৰচনাৰ পটভূমিও ইয়াত সুন্দৰভাৱে দিয়া হৈছে।[১] শঙ্কৰদেৱ-মাধৱদেৱ দুয়ো লাগি কেনেকৈ মাধৱ কন্দলিৰ

১. ৩৬৭ পিঠিৰপৰা এই উদ্ধৃতিবোৰৰ সূচী চাওক।

পাঁচকাণ্ড ৰামায়ণ সপ্তকাণ্ড কৰিলে আৰু তাক এক আধুনিক অৰ্থত 'সম্পাদন' কৰিলে, তাৰ অভিলেখ চৰিতখনিয়ে দিয়ে [§ ২৩৪]। সেই কথাই পাঠ-সমীক্ষাৰ এটি প্ৰশ্নও উপস্থিত কৰে। অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ ৰামায়ণ "ঢ়াকি তুচ কৈ গুচাবৰ মন দিলে" বুলি কোৱা হৈছে। এতিয়াও দেখা পোৱা যায় যে অনন্ত কন্দলিৰ ৰামায়ণত মাধৱ কন্দলিৰ ৰামায়ণৰ বহুত ছত্ৰ সোমাই পৰিছে। মাধৱদেৱ-শঙ্কৰদেৱে সেই দেখি আদিকাণ্ড-উত্তৰাকাণ্ড নিজে লিখি "কাপৰগাৰি দৰে আগ গোৰ সমে" কৰি যোগ দিলে, আৰু য'ত "আগে (ভক্তি) উপদেশ নাই সুভ সুভহে আছিল আধ্যাত" তাত মাধৱদেৱে "উপদেশ আচুফুল" লগাই দিলে। ভক্ত কবিসকলৰ কাৰণে কাব্যও ভগৱন্মুখী হ'ব লাগিছিল। সেইহে ভাগৱত-পুৰাণৰ ৰুক্মিণী দেৱীয়ে কৃষ্ণ অহ্য পলম হোৱা দেখি দুখ কৰোঁতে "দৃষ্টা কিমপি জুগুপ্সিতম্" কথাষাৰক পীতাম্বৰ কবিয়ে ইন্দ্ৰিয়ালু কৰি "কোন অঙ্গে খুন দেখি" ৰূপ দিয়া দেখি শঙ্কৰদেৱে কবিক 'কামসিক' বা কামুক লোক বুলি আৰু ধৰ্মাধিকাৰ হ'বৰ অযোগ্য বুলি মন্তব্য কৰিছিল [§ ১৯২]। মহাপুৰুষৰ অৱশ্যেই মনত আছিল, 'কিমপি জুগুপ্সিতম'ৰ শ্ৰীধৰী মনোৰম ব্যাখ্যা 'ধাৰ্ষ্ট্যাদি'। ধৃষ্টতা ৰুক্মিণীৰ ভক্তা-প্ৰিয়া চৰিত্ৰোচিত আত্মলঘিমাৰ প্ৰকাশক, 'অঙ্গত খুন' শব্দ কামুকী-চৰিত্ৰেৰেহে খাপ খায়। নৱীন শঙ্কৰদেৱৰ 'কোমল গীত'ৰ মূল্যায়ন ঃ "আকাৰ ইকাৰ নাই সুদা অৰ্থে পৃথিৱি পাতাল বৈকুণ্ঠ স্বৰ্গ ভেদি গল," আৰু মহেন্দ্ৰ কন্দলিৰ মন্তব্য ঃ "তৈল লোন নাই সুদা বেঞ্জনৰ এনে স্বাদ ঃ বিনা জৰু বন্ধন" [§ ৫৩]। মাধৱদেৱৰ 'জন্মৰহস্য'ৰ অনুবাদ-কৌশল দেখি শঙ্কৰদেৱৰ উক্তি ঃ "আমি বঢ়াবহে পাৰো টুটাব নুৱাৰো ঃ তুমি ৰস্ব দীৰ্ঘ সবে পাৰা দহো" [§ ৩৬৩]। মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী'ৰ ভাঙনিত কণ্ঠভূষণৰ আহ্লাদ ঃ "পণ্ডিতে মুখ দিব নুৱৰা হৈছে গোটে।। ....গোটে একো ৰোৱা নাই আৰু ঃ ৰত্নৰ অলি প্ৰেমময়" [§ ৪২১]।। মাধৱদেৱৰ গুৰুভটিমা, ঠাকুৰ আতাৰ 'জয় জয় অনাদি শঙ্কৰ' আদি গীত আৰু জইন্তিৰ মধাইৰ 'বাউ ধৰ নামৰ বাচৰু শ্ৰীশঙ্কৰৰ ঘাটে'—এই তিনিটি কবিতা সম্পৰ্কে এদিনা নাৱত ফুৰোঁতে নাৱৰ ৰূপকেৰে গুৰুজনৰ বিচাৰ ঃ "বৰাপোএ জি কবিতা কৰিলে ..... নৌকা চাদি উপচি গল ঃ নাৰায়ণদাষৰ কবিতা নাঞ চপচপিয়া হল।। মধাইৰ কবিতাহে তলিতে লুকাল" [§ ১৯৩]। এনেবিলাক উক্তিয়ে সেই যুগৰ সাহিত্যিক ধৰণ-ধাৰণাৰ আভাস দিয়ে। মহাপুৰুষে একাদশ স্কন্ধৰ নিজৰ ভাঙনিৰ কথা লৈ কৈছিল ঃ "নাৰায়ণদাষ অনেক শ্ৰমকৈ অৰন্য কাটি একুটি পদ কৰিচো" [§ ২২২]। মূল সংস্কৃত শ্লোক আৰু

১. ৩৬৭ পিঠিৰপৰা ৩৮২ পিঠিলৈ "উদ্ধৃতি আৰু অনুকূলৰ সূচী" চাওক।

টীকাকাৰৰ পাক লগোৱা কথাৰপৰা সাৰ সংগ্ৰহ কৰি কবিতা কৰাযে কি দুৰূহ কথা! বদুলা আতাই দশমৰ পদৰ কথা কৈছে ঃ "পদৰো চাৰি চৰণ গোৰো চাৰি চৰণ" [§ ৯৯৫]। "নকুৰি এঘাৰটা বৰগীত চই ৰযে চোৰ চাতুৰি" [§ ৩৮০]। এই ছয় ৰস (মধু, কটু আদিৰ দৰে) চোৰ, চাতুৰী, বিৰহ, বিৰক্তি (বৈৰাগ্য), লীলা আৰু পৰমাৰ্থ। প্ৰকৃততে এয়া গীতবোৰৰ বিষয়-বস্তুহে। বঙ্গদেশৰ পদাৱলীত পঞ্চ ৰতি অনুসৰি পঞ্চ ৰস—শান্ত, দাস্য, সখ্য, বাৎসল্য আৰু মধুৰ।

মাধৱদেৱৰ 'নামঘোষা'ৰ আঁচনি গুৰুজনেই দি গৈছিল ঃ "আৰু এখানি ঘোষা নামে প্ৰেমভক্তিগ্ৰন্থ কৰিবা ঃ আমাৰ পাচত ঃ যেন ৰৌবৰালিৰেপৰা ডনিকা ৰই জেন কৈ ঃ দহ হাজাৰ বৈকুণ্ঠৰ নাম দিবা।" [§ ৩৯২]। চৰিতথনিত ঘোষাৰ বিবিধ নাম—দোষ-মৰিষণ ঘোষা, কৰুণাময় ঘোষা, ফুল ঘোষা, লতা-কটা ঘোষা, মউতৰিয়া ঘোষা, নাওবৈঠা(চা) ঘোষা, মায়া-নিবাৰণী ঘোষা, কণা-খোৰা-শিংভগা-গৰ্ভিণী ঘোষা। মহাযাত্ৰাত মৃতকক দহনৰ বাবে নিওঁতে গাই-বাই যোৱা 'প্ৰাণহৰি'-'জয়হৰি' যাত্ৰা-ঘোষা [কীৰ্তন-ঘোষা]। বৰগীত এটিৰ নামকৰণ কৰা হৈছে 'প্ৰয়োজন বৰগীত'— 'গোবিন্দ দুগ্ধ পিউ দুগ্ধ পিউ'। এই নামবিলাকো গীত-ঘোষাখিনি চোৱাৰ একোটা ভঙ্গিৰপৰা উদ্ভূত।

বৰ্তমান সংস্কৰণত চৰিতথনিৰ অন্তৰ্গত পদ, গীত, ভটিমা আদিৰ সুকীয়া সুকীয়া সূচী সন্নিৱিষ্ট কৰা হৈছে। এই উদ্ধৃতিবিলাকৰ পাঠ সমালোচক দৃষ্টিৰে বিচাৰ কৰিবলগীয়া, কাৰণ সিবোৰত পদ, গীত, ভটিমা আদিৰ সাধাৰণতে গৃহীত পাঠৰপৰা ঠায়ে ঠায়ে ভেদ দেখা যাব। এনে থলত মূলৰ পাঠ নিৰ্ণয় কৰোঁতে উদ্ধৃতিবিলাক উপসাক্ষ্য-ৰূপে (testimonium) বিচাৰযোগ্য হ'ব। গতিকে আমি উদ্ধৃতিৰ পাঠত কোনো পৰিবৰ্তন-সংশোধন কৰা নাই।

### গুৰু-চৰিত-কথাত ভূগোল

৮.১ ইচ্ছা হৈছিল চৰিতখনিত উল্লিখিত ঠাই আদিৰ নামবোৰ অসম-কামৰূপ-বেহাৰ তথা ভাৰতৰ অন্যত্ৰৰ মানচিত্ৰই সৈতে বৰ্ণনা কৰোঁ। কিন্তু সি অকলেই এটা গুৰু কৰ্ম হ'ব। শঙ্কৰদেৱৰ তীৰ্থভ্ৰমণ-প্ৰসঙ্গত উল্লিখিত বাহিৰৰ ঠাইবোৰৰ চিনাকি দিবৰ বাবে ইতিপূৰ্বে এটা প্ৰবন্ধত বহলাই আলোচনা কৰিছোঁ।[১] এই প্ৰসঙ্গত এটা কথা মন কৰিবলগীয়া যে 'গুৰু-চৰিত-কথা'ত থূপতে উল্লিখিত অনেক তীৰ্থস্থানৰ [§§ ৬৪-৬৭] নাম 'ভক্তি-প্ৰদীপ' গ্ৰন্থত একেলগে আহিছে। পুৰী, বৃন্দাবন আদিৰ বিস্তৃত বৰ্ণনা তীৰ্থযাত্ৰা-প্ৰসঙ্গতে আহিছে। আহোম আৰু কোচসকলৰ ৰাজ্যই উত্তৰ-পূব ভাৰতত বৃহৎ একোটা ভূখণ্ড সামৰিছিল। সেই ৰাজ্যৰ সীমা অৱশ্যে স্পষ্টকৈ

নিৰূপিত নহয়, কিন্তু দুয়োখন ৰাজ্যই তেতিয়া ক্ৰমবৰ্ধমান। নৰনাৰায়ণ-চিলাৰায়ৰ পাছত কোচৰাজ্য সোণকোষ সীমা কৰি দুভাগ হয়—বেহাৰ আৰু কামৰূপ। তাকে বৰদেৱান আৰু ছোটদেৱান বোলা হৈছিল, ফাৰ্চী বুৰঞ্জীত নাম কোচ-বিহাৰ আৰু কোচ-হাজো। বৰদেৱানৰ মানুহ হ'ল বৰদেৱনীয়া, দেৱনীয়া বা 'দৱনিয়া'। বেহাৰ বা কোচ-বেহাৰৰ ভূগোল আমাৰ আজি অচিনাকি হৈ পৰিছে। বিশেষকৈ হৰিহৰ আতাৰ যাযাবৰ জীৱন ত'ৰ বহু ঠাইৰ লগত জড়িত। তাৰ ভিতৰত মৰিচবাৰিভিটা [§ ১০৯৯] আলিপুৰদুৱাৰ ৰেল ষ্টেশ্যনৰ নিকটবৰ্তী। ভিটা মইনাবৰি [§ ১১০৪] সম্ভৱতঃ দেৱানহাট ৰেল ষ্টেশ্যনেদি গৈ পোৱা ময়নাগুড়ি দিঘলহাটি। কোচ-বিহাৰ ৰেল ষ্টেশ্যনৰপৰা মটৰে-বাছে যাব পৰা চন্দনচৌড়াতে সম্ভৱতঃ চিলাৰায় দেৱানৰ ছাউনি চন্দনচ'ৰা আছিল। বেহাৰৰ প্ৰধান মহাপুৰুষীয়া থান মধুপুৰৰ আধুনিক বৰ্ণনা ঃ "গ্ৰামটি কুচবিহার-শিলিগুড়ি পাকা রাস্তা হইতে মাত্র তিন মাইল দূরে দূরে অবস্থিত। ....একটি মন্দির আছে, সেখানে কোন মূর্তি নাই। বৈষ্ণব শঙ্করদেবের অনূদিত ভাগবত পূজা হয়। মন্দিরে একটি অনির্বাণ প্রদীপ প্রজ্বলিত আছে।"[২] ৰাজ্যৰ মাজেদি প্ৰৱাহিত প্ৰধান নদী ত্ৰিস্ৰোতা বা তিস্তা, প্ৰলয়ঙ্কৰী বন্যাৰ বাবে যাক উত্তৰ বঙ্গৰ অশ্ৰু বোলা হয়। কোচ ৰাজ্য উদ্ভৱ হোৱাৰ পূৰ্বে সেই অঞ্চলতে কমতা ৰাজ্যৰ বিস্তাৰ ঘটিছিল। কমতেশ্বৰ বা কামেশ্বৰ দুৰ্লভনাৰায়ণৰ লগত গৌড়াধিপতি ধৰ্মনাৰায়ণৰ সংগ্ৰাম হৈছিল মহানন্দাৰ তীৰত। সেয়ে আছিল বোধ হয় দুই ৰাজ্যৰ সীমা। উত্তৰ-পূৰ্বাঞ্চলৰ তদানীন্তন নানা সৰু সৰু ৰাজ্যৰ (যাৰ নাম হয়তো সম্পূৰ্ণভাৱে বিস্মৃতিৰ গৰ্ভত বিলীন হৈছে) ভিতৰত বগুৰা (য'ত মাধৱদেৱৰ পিতৃ নামকণা গোবিন্দগিৰিৰ ঘৰ আছিল আৰু তেওঁৰ বৰপুতেক দামোদৰ ৰজাৰ মজিন্দাৰ হৈছিল) আজিৰ বাংলাদেশৰ ৰংপুৰ জিলাৰ ধৰ্লা বা ধলেশ্বৰী নৈৰ পাৰত আছিল। বাৰভূঞাসকলৰ ক্ষুদ্ৰ ক্ষুদ্ৰ শাসনবোৰ সমস্ত অঞ্চলটো ব্যাপি আছিল; তাৰ ভিতৰত বাউসিয়া বিলাতত আছিল গন্ধৰ্বৰায় নামে শক্তিমন্ত বৰভূঞাৰ অধিকাৰ। সেই ঠায়েই ঠাহ খাই থকা ৰকা বৰলৰ বাবে বৰলজাৰ নামে খ্যাত হৈ শঙ্কৰদেৱৰ পৱিত্ৰ থান পাটবাউসীৰ অধিষ্ঠান হৈছিল। একেবাৰেই উত্তৰ-পূব অঞ্চলত কলিতা দেশ, য'ৰপৰা "অৰন্যে চৰা পৰ্ব্বত পাৰ হৈ তিনিমনি ঃ ফাটে ঃ আবৰমিৰি চাৰি মাটিমিৰিএদি অচম দেশ ওলাবহি পাৰি [§ ৪৫৩]। আজিৰ অসমৰ অনেক ঠাই-নৈ, গাঁও-চহৰৰ নাম কোৱা হৈছে; তাৰে বহুত নাম আজি

১. Maheswar Neog : Itinerary of a 16th century pilgrim from Assam, *Journal of Oriental Research*, Madras, 1950.

২. অশোক মিত্র-সম্পাদিত 'পশ্চিম বঙ্গের পূজা-পার্বণ ও মেলা', প্রথম খণ্ড, ১৯৬১, পৃষ্ঠা ১৫০।

নিশ্চিহ্ন হৈ গৈছে। ডুবিৰ দৰে এখন সৰু গাঁৱৰ নাম আমি পাওঁ [§ ১৫]—এই গাঁৱতে শিৱসিংহ ৰজাৰ দিনত পৰিহৰেশ্বৰ শিৱৰ মন্দিৰ প্ৰতিষ্ঠিত হৈছিল আৰু তাতে ভাস্কৰবৰ্মাৰ বিখ্যাত ডুবি তাম্ৰফলক আৱিষ্কৃত হৈছিল। হৰিহৰ আতাৰ গৃহ মুঢ়াভঙ্গা ফুকনহাটত। ডাঃ জন পিটাৰ ৱেডে তাকে ডাঙৰ দুটা অঞ্চলৰূপে বৰ্ণাইছে তেওঁৰ ভূগোলত ঃ Fookunhath is a considerable district, famous for its great fair on the banks of the Looicheh river. Next to this succeeds the small district of Moorabaga, which does not exceed eight miles in length and two in breadth; but it is famous for a temple of Camaka, greatly frequented by mountaineers as well as inhabitants of Upper Assam. এইদৰে অসমৰ সাংস্কৃতিক ইতিহাসৰ লগত সম্পৰ্কিত চৰিত-ধৃত স্থানবোৰৰ কথা আলোচনাৰ বিষয় হৈ আছে। চক্ৰপাণি বৈৰাগী আতৈয়ে নানা থান-সত্ৰ নিজ চকুৰে দেখি[১] সেইবিলাকৰ নাম তেওঁৰ বৰ্ণনাৰ ঠায়ে ঠায়ে সন্নিৱেশ কৰিছে কেতিয়াবা থুপি থুপিকৈ [§§ ৪৮২, ৪৫০]।

### গুৰু-চৰিত-কথাত বুৰঞ্জী

৮.২ 'গুৰু-চৰিত-কথা'কাৰ সাংসাৰিক জীৱনৰ ঐশ্বৰ্যৰ চকমকনিৰপৰা আঁতৰৰ উদাসীন ভকত। ৰাজধানীৰ লগত তেওঁৰ বা তেওঁলোকৰ কোনো সম্বন্ধ নাই। ৰজাৰ গন্ধীয়া ভঁৰালযে দূৰৰ কথাই। কিন্তু তেওঁ বা সিসকল সংস্কৃত আৰু বিশদ ৰুচিৰ লোক। গতিকে আহোম বুৰঞ্জীৰ কথা, কোচ ৰাজবংশাৱলীৰ জ্ঞান তেওঁৰ বা সিসকলৰ জোলোঙাত অনুষ্টুপীয়াকৈ হ'লেও থাকিব লাগিব। একো আয়য়-বিষয়ত নথকা বুলি বুৰঞ্জী পুথি তেওঁলোকৰ দখলত থকাৰ সম্ভাৱনা তাকৰ। সেই বুলি দেশৰ ৰজাৰ আৰু শাসনৰ কথা জনাটো-বুজাটো সংস্কৃতিসম্পন্ন লোকৰ জীৱনৰ এটি আৱশ্যকীয় প্ৰস্তুতিৰ দৰেই। চৰিতকাৰে প্ৰত্যক্ষভাৱে বুৰঞ্জী-ৰাজবংশাৱলী পাঠ নকৰিলেও পৰোক্ষভাৱে সিবিলাকৰ জ্ঞান আহৰণ কৰিব লাগিছিল। অকল সিমানেই নহয়, দূৰণিৰ পাঠান-মোগল, ওড়িয়া-বৰ্গীৰ ইতিহাসৰ যৎকিঞ্চিৎ টুকুৰাও সেই আহৰণৰপৰা বাদ পৰি যোৱা নাই। সাধুকথা আৰু বুৰঞ্জীৰ মিশ্ৰণৰ বাবে আমাৰ চৰিতকাৰৰ আদৌ অৰুচি নাই। যদিও 'বুৰঞ্জী ফলি মহজৰ'ৰ দৰে ইতিহাসৰ সমুচিত সমলৰ কথা লগতে কোৱা হৈছে, চৰিতৰ বুৰঞ্জী আৰম্ভ হৈছে এই গতেৰেহে ঃ "আদি বিক্ৰমাদি গৌৰেশ্বৰ ঃ তাৰ পাছে ভোজ নাম ঃ তাৰ পাছে পুৰুষ ঃ তাৰ পাছে কন্ন নামে ঃ তাক মাৰি হল পাঠান ঃ তাক মাৰি ললে কুচানে তিনি পুৰুষ ঃ পাছত অৰাজ্য হল ঃ তেহে

১. ওপৰৰ 'ভ্ৰাম্যমান চক্ৰপাণি বৈৰাগী আতৈৰ চৰিত' চাওক।

দিল্লীশ্বৰ একবৰ পাচা হ'ল" [§ ১০]। বিক্ৰমাদিত্যৰপৰা আকবৰ বাদশ্বাহলৈ এই চেকুৰ দুৰণিবটীয়া আৰু বুৰঞ্জীৰ সীমা ভঙা বিধৰ হৈছে। কিন্তু চৰিতকাৰে দীঘল হাত মেলি "উৰিচা দেশে বৰ্গি ৰাজা", আমাৰ তীৰ্থযাত্ৰীসকল বালেচৰ বন্দৰত থকাত শুনা বৰ্গিৰ আক্ৰমণৰ কথা [§§ ৬৮, ৩০০] আৰু 'নামমালিকা' প্ৰণয়ন কৰোঁৱা 'গজপতি পুৰ্ষোত্তম'ৰ নাম [§ ৯০০] আনি উল্লেখ কৰিছে। বৰ্গি হ'ল মাৰ্হাট্টা জাতি। ১৭৪২ খ্ৰীষ্টাব্দত আলিবৰ্দিখাঁৰ দিনত (১৭৪৪-৫৬) নগপুৰৰাজ ৰঘুজী ভোঁসলে আৰু মন্ত্ৰী ভাস্কৰ পণ্ডিতে বঙ্গ আক্ৰমণ কৰে। খাঁই উড়িষ্যা এৰি দিয়ে আৰু এঘাৰ লাখ টকা চৌথ দিয়ে। চৰিতকাৰে সম্ভৱতঃ এই সংঘৰ্ষৰ কথাই জানিছিল আৰু তাকে উজাই নি শঙ্কৰদেৱৰ সময়ত স্থাপন কৰিছে। এই উল্লেখে চৰিতখনিৰ তাৰিখ নিৰ্দেশ কৰিব পাৰেনে? বিবিধ মুছলমান শক্তিৰ অসম-আক্ৰমণ সম্পৰ্কে চৰিতকাৰৰ ধাৰণা একেবাৰেই অস্পষ্ট। বিশ্বসিংহই বাদশ্বাহক ঠেলি ৰাজ্য বঢ়োৱা [§ ৪১৩], গুৰুজন ৰটাত থকাত 'আব্ৰখনা গাভুখা বঙ্গাল উজোৱা' [§ ৮৫], 'আবখ্‌লা বঙ্গালমাৰণত দেশত বৰ একাল হোৱা' [§ ৪৮৮] আদি কথা দুৰণিৰ প্ৰতিধ্বনি; সিহঁতক ঐতিহাসিক প্ৰতিষ্ঠা দিয়া কঠিন।

কোচ ৰাজ্যৰ বুৰঞ্জীৰ বহুত কথা চৰিতকাৰে তেওঁৰ বিৱৰণৰ মাজত ব্যৱহাৰ কৰিছে। মহাপুৰুষ গুৰুজনা বেলগুৰিত থকাতে বাৰভূঞাসকলক নিবলৈ নৰনাৰায়ণ মহাৰাজে চিলাৰায় আৰু গাভুৰুখাকে আগ বঢ়াই পঠায় [§ ৮৯]। শিৱ দেৱতাৰ ঔৰসত জন্মি বিশ্বসিংহ গৰখীয়াৰ দলপতি হয় [§ ৯২]। বিশ্বসিংহই ঘট-পৰীক্ষা কৰি ওঠৰজন পুত্ৰৰ মাজত নৰনাৰায়ণক যুৱৰাজ আৰু চিলাৰায়ক ডেকাৰজা পাতে [§ ৯৪]। নৰনাৰায়ণৰ শনিৰ দশা পৰা বুলি কোৱাত ৰজা আৰু চিলাৰায়ে ৰাজধানী এৰি বৰনগৰ, পিছত ডিঙ্গা নগৰত থকাতে দেৱানে মহাপুৰুষক দেখি গুৰু ল'বলৈ থিৰাং কৰে আৰু ৰামৰাইকুঠিত নি ৰামৰাইৰ কন্যা কমলাপ্ৰিয়া আপিক বিয়া কৰে [§§ ২১২-১৩]। ৰজা আহোম ৰাজ্যত ভেশচন ধৰি ফুৰোঁতে তাৰ ঐশ্বৰ্যত মোহিত হয় আৰু বেহাৰ নগৰত থকা চিলাৰায়ে চাৰেংদাৰত তুলি কমলাপ্ৰিয়াই গোৱা গুৰুজনৰ গীতত মুগ্ধ হৈ গুৰুত শৰণ লয়। আৰম্ভ হয় নৰনাৰায়ণ-চিলাৰায়ৰ বিপুল, বিজয়ী অসম-আক্ৰমণ [§§ ২১৪-১৫]। কোচে মোগলক আক্ৰমণ কৰে; চিলাৰায় বন্দী হয় আৰু মন্ত্ৰ-বল দেখুৱাই মুক্তি লাভ কৰে, আৰু ঢালি বা বান্ধৱতিৰূপেও প্ৰশংসা পায় [§§ ৪১৩-১৪]। সোনাবৰ আদগাই বিহ-কাপোৰ দি চিলাৰায়ৰ মৃত্যু ঘটায় [§ ৪১৪]। ৰঘুদেৱনাৰায়ণৰ কামৰূপ ৰাজ্য বাচকাদ্বাৰে খামপা আঁকাই দেশ ভাঙে [§ ৬২৮ক]। লক্ষ্মীনাৰায়ণৰ (হ'ব লাগে ৰঘুদেৱনাৰায়ণৰ) আদেশত চাৰি

বৰুৱাই হাজোৰ দ'ল নিৰ্মাণ কৰায়, কিন্তু চাৰিও পলাই যায় [§§ ৬৬২, ১০৩০]। ৰঘুদেৱনাৰায়ণে বৰপিতাকেৰে কাজিয়া কৰি ৰাজ্য সোণকোষ নৈতে ফালি কামৰূপ ৰাজ্য নিজৰ কৰি লয়, লক্ষ্মীনাৰায়ণ ৰঘুদেৱৰ সংঘৰ্ষ হয়, যাৰ ফলত ৰঘুদেৱ মোগলৰ বন্দী হৈ যাবলগীয়া হয় [§§ ৮৭৬-৭৮]। চৰিতখনিত [§ ৮৭৪] লক্ষ্মীনাৰায়ণৰ পুত্ৰ বীৰনাৰায়ণ ৰজা হোৱা আৰু তেওঁৰ পুতেক প্ৰাণনাৰায়ণে মধুপুৰীয়া গোবিন্দ আতৈৰ দ্ৰোহ আচৰাৰ উল্লেখ কৰা হৈছে। কালক্ৰমত কোচ ৰাজ্য কিছুমান সৰু সৰু শাসনত পৰিণত হৈছিল—বেজিনি, ৰানি, লুকি, বেলতলিয়া ইত্যাদি [§ ৯৪]।

এইদৰে কোচ ৰাজ্যৰ ৰাজবংশাৱলীৰ লগত চৰিতকাৰৰ যিমান পৰিচয়, আহোম বুৰঞ্জীৰ লগত চিনাকি সিমান ঘনিষ্ঠ নহয়; আৰু তাৰ কাৰণ বোধ হয় সেই বুৰঞ্জীৰ বিপুলতা। তথাপি অচম বা অস্বম ৰাজ্য [§§ ৬২১, ৮৫৩] আৰু অহমিয়াৰ [§ ৬২১] কথা চৰিতৰ বিৱৰণত স্বাভাৱিকতে আহি পৰে। গতিকে চৰিতকাৰে লিখিত বুৰঞ্জীলৈ নগৈ মৌখিক বুৰঞ্জীতে ক্ষান্ত থাকি আমাক ঠায়ে ঠায়ে বিপাঙত পেলাইছে—আন কি ৰজাৰ নামো ঠিকমতে দিব নোৱাৰি আৰু তাৰিখৰ জোখমতে বুৰঞ্জীৰ কথা চৰিত-কথাত খাজিব নোৱাৰি। বিৰাট সৈন্য-সমভিব্যাহাৰে নৰনাৰায়ণ-চিলাৰায়ৰ অসম-আক্ৰমণৰ বৰ্ণনাত কোৱা হৈছে ঃ "ইন্দ্ৰৰ সন্তান মন-কুমৰপৰা নামি অহা ৰাজা দিহিঙ্গৰ হালধিবাৰীত নগৰকৈ চুপক্ষাসিংহ ঃ লাইক্ষা ৰল ততে ঃ পাত্ৰ লেকাই চেটিয়া ঃ চিতামণি গড় বান্ধি যুদ্ধ দিলে....;" শঙ্কৰদেৱে ভাই জগতানন্দৰ যোগে দিয়া দিহা-বুদ্ধিমতে গৰুৰ ওপৰত বামুণ তুলি চিলাৰায়ক বিমুখ কৰি পঠিওৱা কথা কৈ বৰ্ণোৱা হৈছে ঃ "অহমে খেদি কলিয়াবৰ নামকৈ চামধৰা গৰ বান্ধি সীমা কৈলেগৈ॥ ...পাছে চুপক্ষাৰ পুত্ৰ হল ছেঙ্গমলুক্ষা ঃ ৰাজা হৈ দলৈগুৰিত নগৰ গড় কৈ ৰল ঃ তানে পুত্ৰ মনচেঙ্গ ডুকৰিচিদামত নগৰ বাহৰ কৈ ৰল ঃ তানে বেটা চাৰি ভগা ভগনিয়া লাইক্ষা চুঙ্গফাৰ বেটা খোৰা লেঙ্গফা [§ ৮৯]।" ইয়াত বুৰঞ্জীৰ জ্ঞানৰ ওলট-পালট হৈছে। ১৫৬২-৬৩ চনত কোচ-আহোমৰ সংঘৰ্ষ হয়। গতিকে চৰিতৰ ভুল নাম চুপক্ষাসিংহ হ'ব লাগে চুখামফা খোৰাৰজা; লেকাই চেটিয়া প্ৰতাপসিংহ বুঢ়াৰজাৰ দিনৰ (১৬০৩-৪১); চিন্তামণি গড় বন্ধা হয় ১৬৭৮ চনত আতন বুঢ়াগোহাঁইৰ তদাৰকত; খোৰা ৰজাৰ ননাতি হ'ল ভগাৰজা (১৬৪১-৪৪), পৰিনাতি ভগনীয়া ৰজা চুতামলা জয়ধ্বজসিংহ (১৬৪৮-৬৬)। চৰিতৰ ৰজা-ৰাজকোঁৱৰৰ নামবোৰ দেখা যায় মনে-পতাহে। চৰিতত আকৌ দিয়া হৈছে ঃ "চিঙ্গফুসিংহৰ পুত্ৰ খোৰাৰজা সলখৰ পোৰানগৰত ঃ লাদৈ মেৰাগড় বন্ধাই যুদ্ধ দিলে ঃ ডেবেৰা বৰুৱা কেকোৰা

পাত্ৰ.....পাচে একেনিশা মাচখোৱা গৰ বান্ধি যুদ্ধ দিলে" [§ ৯৬]।। খোৰাৰজা চুক্ৰেনমুং গড়গঞা ৰজাৰ পুত্ৰ; তেওঁ সলগুৰিত (সলখৰ-গুৰি?) ৰাজধানী পাতিছিল [§ ৯৮]। লাদৈ আৰু মেৰাগড় প্ৰতাপসিংহ ৰজাৰ দিনত আৰু মাছখোৱা গড় জয়ধ্বজসিংহৰ দিনত বন্ধোৱা হয়।[১] নৰনাৰায়ণ-চিলাৰায়ৰ যুদ্ধৰ বেলা আহোমৰ "কেকোৰা ৰাজা লাহন বৰবৰুৱা ঃ মাদুৰিয়াল ৰাজমন্ত্ৰ বৰগোহাই ঃ ভেবা বৰফুকন ঃ এইসবে আলচি দলৰগাঞত এক যুদ্ধ তেলিয়াডোঙ্গাত এক যুদ্ধ দিলে" [§ ২১৫]—এই উক্তিৰ যথাৰ্থতাও পৰীক্ষাযোগ্য। অন্য এঠাইত এই সময়ৰ ৰজাৰ নাম দিয়া হৈছে উদয়আদিত্য [§ ৮৭৫]। ভৱানীপুৰীয়া গোপাল আতাৰ শিশু-জীৱন-প্ৰসঙ্গত 'কেকোৰা জইসিংহ' (জয়ধ্বজসিংহ?) ৰজাৰ উল্লেখ আহিছে আৰু আতাৰ জন্মৰ সময়ৰ ৰজাৰ নাম হ'ল স্বৰ্গনাৰায়ণসিংহ। শঙ্কৰদেৱৰ আদি বৰভূঞা কোচ ৰাজ্যলৈ ভটীওৱাৰ পাছত 'স্বৰ্গনাৰায়ণ ৰাজা'য়ে অৱশিষ্ট ভূঞাসকলক সলখত পাতে [§ ৮৫২]। বদুলা আতাৰ চৰিত-প্ৰসঙ্গত কোৱা হৈছে ঃ "আৰু উদয়আদিত্য ৰাজাৰ দিনত ভকতৰ বৰ জগৰ হৈছিল ঃ পলাইছিল ঃ সত্ৰসভা নামগুণ এৰি ঃ চকি ফাট দি পালে ঃ ধৰি খাতোৱাল কৰি বেবেজিয়া কৰেনি" [§ ১০২১]। উদয়াদিত্য ৰজাৰ দিনত ধৰ্ম-জগতৰ খেলিমেলিৰ কথা বুৰঞ্জীত আছে।

কমতা ৰাজ্য, বাৰভূঞাৰ নানা দখল, হেৰেমদৰ ৰজা, বগুকীয়া ৰাজ্য আৰু কলিতা দেশৰ কথা ভূগোলৰ আলোচনা প্ৰসঙ্গত উল্লেখ কৰি আহিছোঁ। ইয়াৰ ভিতৰত বাৰভূঞাসকলৰ বিশেষ এক ৰাজনৈতিক-সামাজিক গুৰুত্ব আছে এই কাৰণে যে কোচ আৰু আহোম ৰজাসকলে প্ৰতাপী ভূঞাসকলৰ বিষয়ে সততে চিন্তা কৰিবলগীয়া হৈছিল, কোচ ৰজাই মিত্ৰতাৰে আৰু আহোমসকলে যুদ্ধ-বিগ্ৰহ কৰি বাৰভূঞাসকলক বশ কৰি ৰাজ্যৰ ভিতৰত সিঁচৰতিকৈ পাতিছিল। বাৰভূঞাসকলৰ আধুনিক বুৰঞ্জী লিখিবৰ কাৰণে যত্ন আজিও হোৱা নাই—সামগ্ৰীৰ অভাৱেই তাৰ এটা বিশেষ কাৰণ। নগেন্দ্ৰনাথ বসুৰ Social History of Kamarupaত এইফালে যত্ন কৰা হৈছে আৰু মোৰ শঙ্কৰদেৱৰ যুগ-সম্পৰ্কীয় গ্ৰন্থতো' বাৰভূঞাৰ অৰ্ধ-ঐতিহাসিক কাহিনীক জুকিয়াবৰ যত্ন কৰা হৈছিল। বৰ্তমান চৰিতৰপৰা দেখা যায় কমতাৰ কৰতলীয়া বাইসিয়া গন্ধৰ্বৰাই প্ৰভাৱশীল শাসক আছিল [§§ ১৩, ১৪]। বাৰভূঞাৰ মুখ্য ৰামৰাই বিশ্বসিংহৰ দিনত বাৰেখান ঢাল বহিছিল [§ ৯৫], বাৰভূঞাসকল সময়ত প্ৰতাপী

১. ড° লীলা গগৈৰ লগত এই সম্পৰ্কে আলোচনা কৰা হৈছিল। ডক্টৰ গগৈৰ পি. এইচ্. ডি. থিছিছত বিষয়টোৰ ভাল আলোচনা এটি আছে।

ৰজাৰ কৰ্মচাৰী হৈছিল—মাধৱদেৱৰ পিতৃ গোবিন্দগিৰি বণ্ডুকিয়া ৰজাৰ কাকতি থকাৰ পিছত শঙ্কৰদেৱৰ দলত যোগ দিয়াত তেওঁক কৰ্তৃপক্ষই "আঠুভঙ্গা দোলা দি আঠদুলিয়া দি ৰটাৰ পাৰে বৰা পাতি থলে", [§ ৯৭] বণ্ডুকাৰ 'ৰজা' আছিল সম্ভৱতঃ প্ৰতাপৰাই ভূঞা [§§ ১২৪, ৬৬১]। শঙ্কৰদেৱৰ দলৰ বাৰভূঞাসকলৰ খা/খাঁ উপাধি চকুত লগা—বুঢ়া খা, কেতাই খা, গাভুৰু খা, ৰাম খা, ৰূপ খা আদি [§ ৮৭]।

অসম-কামৰূপ-বেহাৰৰ ভৈয়ামৰ লোকৰ ওপৰত মাজে মাজে পৰ্বতীয়া জনজাতিৰ আক্ৰমণ চলিছিল; সেই আক্ৰমণত অৱশ্যে ৰাজনৈতিক কাৰণতকৈও আৰ্থিক কাৰণহে অধিক আছিল, খাদ্যৰ বাবেই গো-মহিষ বিচাৰি পৰ্বতীয়াসকল নামি আহিব লাগিছিল আৰু তেতিয়াই সংঘৰ্ষ হৈছিল। আহোম প্ৰশাসনৰ তলত ডফলা-বহতীয়া নিয়োগ কৰাৰ মূলতে তেনে সংঘৰ্ষকে এৰাই চলাৰ চেষ্টা। ভোট, ডফলা, লাঙ্গলিয়া ডফলা, খামপা অকা লোকৰ উল্লেখ চৰিতখনিত অনেক ঠাইত।[২] এটি বিশেষ চকুত লাগি যাবলগীয়া কথা—বৃদ্ধ পঢ়িয়া মাধৱ আতৈৰ চৰিত-প্ৰসঙ্গত [§ ২২] গাৰো-খৰামিৰ ৰণৰ উল্লেখ। আজিৰ মেঘালয়ৰ জনজাতি গাৰো আৰু খাছিসকলৰ মাজত এই সংঘৰ্ষ নে তেওঁলোকে লগ লাগি আনক আক্ৰমণ কৰিছিল, সেইটিহে বুজা নগ'ল।

### আৰ্থিক অৱস্থা-ব্যৱস্থা

৯.০ অসম-কামৰূপ-বেহাৰৰ লোকৰ প্ৰধান উপজীব্য সদায় কৃষিয়েই হৈ আহিছে ভাৰতৰ অন্যত্ৰৰ দৰে। মাটি-বাৰী, হাল-গৰু, হালোৱা-বনুৱা সেইদেখি সকলোৰে প্ৰধান চিন্তা। আমাৰ দেশৰ ভাণ্ডি পেলোৱা ৰজায়ে কয়, "মই হাল বাই খাই আছিলো, তোমালোকে আনি ৰজা কৰিছিলা।" সেই ভগা ৰজাৰ পুনৰ খেতি-খোলালৈকে ঘূৰি যোৱাৰ প্ৰধান হেঁপাহ। এই অঞ্চলৰ মাটি সাৰুৱা। মাথোন লাগে সেই মাটিৰ ওপৰত স্বত্ব-প্ৰভুত্ব। জমি হ'ল ৰজাৰ, তাক ভোগ কৰিবলৈ হ'লে জামিন অৰ্থাৎ খাজনা দিব লাগে গৰাকীক। দখিণকূলীয়া বৰবিষ্ণু আতাই পৰৰ মাটিত খেতি কৰি জামিন চাৰি পোন কড়ি দিব নোৱাৰি বেঙেনা বেচি সেই জগৰ মাৰে [§ ৪৩২]। ভৱানীপুৰীয়া গোপাল আতাই দুটকাৰ মাটি লৈ তাৰ ওপৰত গৃহ-বাৰি কৰিছিল [§ ৮৪৩]। আমাৰ

---

১. Maheswar Neog, *Sankaradeva and His Times : Early History of the Vaisnava Faith and Movement in Assam*, pp. 48-58. নানা কাৰণত 'আদি-চৰিত'খনি নিৰ্ভৰযোগ্য নহয়।

২. §§ ১৪, ৮৭, ৪৫৯, ৬২১, ৬২৮ক, ৮০২, ৮৩৯, ৮৪১।

সঙ্কলিত 'প্ৰাচ্য-শাসনাৱলী'ত বিষয়াই-বিষয়াই মাটি বেচা-কিনা কৰা এখন ফলি সন্নিবিষ্ট হৈছে। যিসকলে হাল-গৰু, হালোৱাৰ দিহা কৰিব নোৱাৰিছিল, সিসকলে কোৰেৰেই নিজে খেতি খোলা কৰিব লাগিছিল [§ ২৬৫]। কোনোৱে আকৌ নিজৰ মাটি-বাৰী থকাতো নতুন ঠাইত ঘৰ কৰি পাম ধৰে [§ ২০৫]। খেতিৰ ঘাই শত্ৰু বেয়া বতৰ, বান-পানীৰ বাহিৰেও গৰু-গাইৰ অত্যাচাৰ আৰু কেতিয়াবা খাদ্য বিচাৰি আক্ৰমণ কৰা লোকৰ উপদ্ৰৱ।

ৰাজ্যত কৰি খোৱা নানা বৃত্তিৰে লোক সৰ্বত্ৰ ৰজাঘৰীয়া বা-বিষয়াসকলৰ বাহিৰে। হাত বা শৰীৰ নলগা বৃত্তি হ'ল মাথোন পুৰোহিত আৰু দৈৱজ্ঞৰ [§§ ২৫৬, ৪৭৬, ৭৮৯]। বুদ্ধিৰ বৃত্তিত চলা সাপ মেলা বৈদ যুগী [§ ৩৬], বেজ সজলিয়া [§৭৭]। আনসকলৰ ৰোজকাৰ হাতে-কামে। বনিয়া হৈদাহ আতৈয়ে "ৰজত সুবৰ্ণৰ বিচিত্ৰ বন কৰে" [§ ৩৬৭]। আন বৃত্তিয়াল লোকসকল—কুমাৰ, হাতেৰে কলহ চৰু গঢ়া হিৰা কুমাৰ, চালৰ কাম কৰা চমাৰ [§§ ১৯৪, ২০০, ৪৬১], কমাৰ [§ ৪৮০], শামুক-চূণ পোৰা মুখি [§ ১৯৭], মাচমৰিয়া [§ ৮৪২], ডোম [§ ২০০], ধোবা [ৰঘুপতি ধোবাই ভকতৰ কাপোৰ ধোৱে § ২৩০], তেলী [কমলাপতি আতৈয়ে তেল বেচিছিল § ৪৪৪], পাটপলু পোহা যুগী [আজি-কালি কাটনী § ১২৩], মিঠাই কৰা সালৈ [§ ৮১৮ হিং হালুৱা]। এই বৃত্তিয়াল লোকসকল বৃত্তিগত জাতত বদ্ধ হৈ পৰিছিল। তাঁতী আৰু তাঁতীৰ মৰলৰ কাম হৈছিল কাপোৰ বোৱা [§§ ২৬৯, ৬৩২], সোৱালুকুচিৰ তাঁতীৰ নামো লোৱা হৈছে [§ ৮১২]। মৰলৰ তলে কাম নকৰি থকা তাঁতীও আছিল। গোবিন্দ তান্তীয়ে বনাচ বা বোৱনী লৈ কাপোৰ বৈ দিছিল [§ ৭১৫]। পঢ়িয়াসকলৰ বৃত্তি আছিল সম্ভৱতঃ পঢ়ি বা শিশিৰী পঢ়ি (ডাঠ জাৰৰ কাপোৰ) তৈয়াৰ কৰা; হেৰেমদ অঞ্চলত তিনিকুৰি ঘৰ পঢ়িয়া আছিল; পঢ়িয়া মাধৱ আতৈৰ কথা আমি জানো [§ ৪৪৮]। তাঁতী আৰু পঢ়িয়া আদিৰ কামে অসমীয়া কাৰুশিল্পীৰ কুটীৰ-শিল্পৰ ৰূপ লৈছিল। মাধৱদেৱৰ লগৰ ভকতসকলৰ মাজত অনিৰুদ্ধ আতৈ আছিল পূৰ্বতে হাতীঘাঁহী, সনাতন আতৈ ঘোঁৰাঘাঁহী, জয়ানন্দ আতৈ মাউত, মুকুন্দ-মাধৱ আতৈ বৰঢুলীয়া, কমলা আতৈ বাঢ়ৈ, ৰাম আতৈ পহাৰি (দোকানী), নাৰায়ণ-নিৰঞ্জন আতৈ দুনিয়া (দাৱনি), বলাই আতৈ চিনি-পগোৱা [§§ ৫৩৭-৪১, ৫৮৩, ৬৭২, ৬৮০, ৬৯৩]। কিছুমান বৃত্তিয়াল লোকক ৰজাঘৰে নিজ কামৰ বাবে নিয়োগ দি লৈছিল—যেনে, ৰজাৰ খেৰকটিয়া [§ ২৬৩], চিলাৰায় দেৱানৰ টেকাই মাজি [§ ৩৩৫], ৰজাৰ সাতকুৰি জোলা [§ ৪৫৭]। দৰ্জীৰ কাম নতুন; দৰ্জী মুছলমান লোক আৰু দৰ্জীক নিয়োগ কৰিছিল মাথোন কোচ মহাৰাজে [§ ২৪১, ৩৬১]। সিয়া

কাপোৰৰ (tailored cloth) ব্যৱহাৰ বিৰল আছিল; শৰাইঘাটৰ যুদ্ধত যুদ্ধ-সজ্জাত থকা ফুকন-গোহাঁই বিষয়াসকলে গাত গাঁটি-কাপোৰহে লৈছিল; জয়ধ্বজসিংহ ৰজাই দুখ কৰিছিল, মোগলে সিয়া কাপোৰ দি এসোপা জাইগিৰি ধন নিলে বুলি। সেই কালত যি সৰু নগৰ-সভ্যতা জীপ পাই উঠিছিল, তাৰ অংশীদাৰ হ'ল (কোচবেহাৰত) "দোকানি চাকৰি চিপাহি পয়দা ঢোপধৰা গৰমলি ভৰাৰি মহলিয়া সদাগৰ নট-ভাট"সকল [§ ৩৪৯]। সৰু-ডাঙৰ ৰজাঘৰীয়া বিষয়াসকলৰ বিষয়-বাবৰ কথা প্ৰশাসন প্ৰসঙ্গত কোৱা হৈছে। এই সকলোৱেই গোট খাই সিকালৰ মধ্যবিত্ত সমাজ গঢ়ি তুলিছিল। ভবানন্দ সাউদ ওৰফে নাৰায়ণ দাস ঠাকুৰ আতা বদৰনিয়া গ্ৰামৰ মুখ্য সাউদ জমিদাৰ হৰি চৰদাৰৰ [§ ১১১০] নিচিনা আঢ্যৱন্ত লোক কমেই দেখা গৈছে। বৃত্তি নহ'লেও বিলৰ মূৰৰ জানত "ভেটা মাৰি খাদ কাটি ডিঙ্গৰা পাউৰি চেপা খোকা পল যুলুকি ঝাল জকাই ঘনি পাতি" মাছ ধৰা [§ ৯৬৮] বা ধনুশৰত ৰজ্জু টানি শৰ কৰি কাটলৰ দৰে বৰ মাছ মৰা [§ ১০৯৬], 'খাপৰ জাল কুতা' (চিকাৰী কুকুৰ) লৈ হৰিণ চিকাৰ কৰা দস্তুৰৰ চলতি আছিল। সেয়া খাদ্য-সংগ্ৰহৰ উপায় আৰু আমোদ।

মুদ্ৰাৰ প্ৰচলন কোচ-আহোম দুই ৰাজ্যতে থাকিলেও মুদ্ৰাই ঢুকি নোপোৱা আওহতীয়া অঞ্চলত বস্তু-বিনিময়প্ৰথা (barter) সঞ্চালনীকৈ চলিছিল। গএগা এক বুঢ়ীয়ে বুঢ়াই সজা পাচি-খৰাহি নি সত্ৰীয়া ভকতসকলৰপৰা সিসকলে দিব পৰা বস্তু সলাইছিল। আহোম আৰু কোচ ৰাজ্যৰ নিজস্ব মুদ্ৰা নিজৰ মাইকী-পোৱালি বা টকা-শালৰপৰা ওলাইছিল। কোচ মুদ্ৰাৰ প্ৰচলন ৰাজ্যৰ বাহিৰতো হৈছিল; তাকে নাৰায়ণী বা নাৰেঙ্গী বোলা হৈছিল। ৰূপৰ মুদ্ৰাবিলাকক জোখ হিছাপে টকা, গোটা টকা বা ৰূপ, আতোলা, আদটকি বা আধলি, মহা বা সিকা, আদমহা, একনা, ছৰাতি বা ছৰতীয়া আৰু খাতি বোলা হৈছিল। [§§ ১২৫, ১২৯, ২৫৭, ৫৪২, ৫৭০, ৬২৩, ৯০২]। গোটা টকাতকৈ সৰুখিনি হ'ল 'চোট ৰূপ' [§ ১২৯]। মুদ্ৰাতকৈ সৰু মুদ্ৰা-মূল্যৰ লেখ কৰি বা কড়ি আৰু কৰা বা কড়া [§§ ১৬৯, ১৭৩, ১৮৫]। যোল পোন কড়িয়ে এক কাওণ বা কাৱাণ, এটকাৰ মূল্য [§§ ১৮৫, ৫৬৯]। মুদ্ৰা বা কড়ি-কড়া ঘূণীয়া—ফুটা, ঘোলা বা বাৰ নোহোৱা—হ'ব পাৰে [§ ৫৬৯]। ৰূপৰ মুদ্ৰাৰ ওপৰত এটকি সুবৰ্ণৰ ছৰতীয়া আদি [§§ ৫৭০, ৫৮৫]। এটকি সুবৰ্ণত ছকুৰিখন পঢ়ি পোৱা গৈছিল; মহাপুৰুষে এটা হৰিণৰ মূল্য এক নাৰেঙ্গি আধলি, এটা মৰা চৰাইৰ বেচ এসিকা আৰু এটা টুনি চৰাইৰ দাম পাঁচ পোন কড়ি দিছিল [§§ ১২৫, ১৮৫, ২৭৫, ৫৪২, ৫৭০]। ঢেঁকীয়া শাকৰ আটিত বেচ লয় চাৰি চাৰি কৰা কৈ [§ ৫৭৩], আঁৰি মাছ এটাৰ দাম চাৰি পোন [§ ১০৩৪]। হৈদাহ বনিয়া আতৈয়ে আধা কড়ি পাবলগীয়া

থাকিলে কড়িটো টাঙি মাৰি ভাঙি ৰাখে, ভঙা কড়িটো পুৰি চূণ কৰে। ওজন কৰিবলগীয়া বস্তুৰ সেৰ (চেৰ), আধেৰ, পোৱা, তোলা হিছাপ হৈছিল: নহ'লে জোখ পুৰা, দোণ, কঠা আদি [§ ৬২৮ক]। দৰনিয়া অৰ্থাৎ কোচবেহাৰৰ দামোদৰ আতৈয়ে "দেহতো নিতে একটকা ভাঙ্গি খাই; যুই খৰি পাত সাক মাছ তেল লোন অন্ন-বস্ত্র দিলে খৰ্চ্চাকে দিহে খাই; আৰু অৰ বস্তুখানি তৎ থলেও কৰাটো দিয়ে" [§ ৫০২]। এই দিনেকীয়া খৰচ অতিপাত বুলিব লাগিব। শ্ৰীৰাম আতাই এদোণ চাউলৰ ভাত খাই সাজত; মাধৱদেৱৰ পৰামৰ্শত তেওঁ 'ডায়েটিং' কৰি এজনৰ প্ৰকৃত জোখ একঠালে কমাই আনিলে [§ ৫০৩]।

গৃহস্থী ঘৰেই হওক বা সত্ৰীয়া ভকতৰ হাটীৰ বহাই হওক, এটা থকা-শোৱা ঘৰত "চাঙ্গ চিলিঙ্গা ওটা সোৱাচাঙ্গ খৰিচাঙ্গ" আদি থাকে [§§ ৪৬৭-৬৮]। চহকী লোক হ'লে যাৱতীয় ঘৰৰ সমুখত বাটগৃহ [§ ৪৮৯] এটিও থাকে; তাতে ওফৰাজেঙৰ ধৰণৰ অতিথিও ৰ'বহি পাৰে। ৰজাৰ (বাৰেভূঞাৰ) টুপ লগা বৰঘৰৰ সুশোভন "খুটা চতি মাৰলি ডাঙ্গ ফুলচতি" আদি অঙ্গ থাকে; ঘাই ঘৰৰ (কাৰেং) ধোন্দৰ বাটেদি সৰকি আকৌ দেউডাগৰ ধোন্দে বৰচ'ৰালৈ আহিব পাৰি [§ ৪৭৬]। পকী কাৰেং আদি সাজিবৰ বাবে লাগিছিল শিলা, ইটা, চূণ-গুৰ-মাহ-মাছ মিহলি বজ্ৰলেপ যেন কৰাল আৰু তাৰে সজা মন্দিৰৰ নিচিনা দেৱালময় ঘৰৰ (masonry building) বিভিন্ন ভাগবোৰ হ'ল গা, গলধা, চৰিয়া, বৰবুটা, কলচা, ছোট বুটা, কলচি [§ ৯২১]। চাংৰুং ফুকনৰ বুৰঞ্জীবিলাকত কাৰেং আৰু দ'ল সজাৰ জোখ-মাপ দিয়া হৈছে। ব্যক্তিগত ঘৰখনৰ ভিতৰত লগা সামগ্ৰীৰ ভিতৰত "তুলি পাটি গাৰু কাহি বেৰা কলহ লোটা চৰিয়া" [§ ৩৫৫]; "শয়ন কৰা পিৰাখানি" হ'ল বৰপীৰা বা চালপীৰা [§ ৪০২]; আন এটি তালিকাৰ "কাপৰ থঙ্গা কাহি বেৰা কলহ লোটা পিৰা চৰিয়া ঃ ঢাৰিপাটি খাট তুলি তলচা গাৰু জাপি লাঠি বিচনি ডাবৰ পৰ্য্যন্তে" [§ ৪০৫]। আৰু লাগে "ঢাৰি কঠ টৈমা সৰাই জাপি লাঠি" [§ ১১১৬]। বৰপেটাৰ কীৰ্তন-ঘৰ-নিৰ্মাণৰ বৰ্ণনা [§§ ৬৪৪-৫১] অসমীয়া শোভন গৃহ-নিৰ্মাণৰ এক মনোৰম অভিলেখ—বাঢ়ৈ-সুতাৰ-কাৰিকৰে সজা খুঁটা, চ'তি, মাৰলি, ডাং ৰঙাকৈ ৰনকোৱা ৰুৱা-কামি, "ৰুৱা পাৰি গঠিয়াই পৰা সিতলি", তাতে খুউওৱা পাৰ্ব্বতি, "মুঠিকচৰুৰ বাৰ দি গণ্ঠা কামি", খৰিমাটি-ৰাংপাতা-বালিচন্দাৰে বন্ধোৱা কুদ্ৰাক্ষৰ জালা, লতা-ফুল কটা পাটদ্বাৰ সমন্বিতে।

ৰজাই ৰাজপুৰুষক সন্মান কৰোঁতে "ৰজত সুবৰ্ন্ন বানাত হিৰা পোৱাল বাখৰ" দিয়ে [§ ১১]। কোচ ৰাজবিষয়া ৰূপাবৰ লস্কৰ গুৰুজনৰ ওচৰলৈ আহোঁতে "গোটে

*পিন্ধি উৰি টাৰ হাৰ পেচন্দাৰ কৰমফুলা”ৰে শোভিত হৈ ৰাজসিক বেশত যোৱা দেখি গুৰুজন ভিতৰ সোমাই গ'ল [§ ৫৮৭]।* “উত্তম মহাজনিয়া দোকানি ঃ হিৰা ৰত্ন ৰজত সুবৰ্ণ বাখৰ পোৱাল মাণিক বেচে পাই” [§ ৮৯৩]। সাধাৰণ তৰপৰ লোকৰ বাবে বহুত অলঙ্কাৰৰ পয়োভৰ অসম্ভৱ; “কুটগছ নোলোৱাকৈও” ছোৱালী বিয়া দিয়া দেখা যায়। হৰিহৰ আতাৰ হৈ বিয়াত বেহাৰৰ আইধায়ে ছকুৰি টকাৰ অলঙ্কাৰৰ জোৰোণ দিয়াইছিল; সেইহে জোৰোণত দিয়া গৈছিল “মনি খাৰু টাৰ হাৰ আঙ্গুঠি উঝণ্টি কুণ্ডল হোড়ৰ সাম্ভ সিন্ধুৰ পাটনি পাট ৰিহা পিন্ধাই” [§ ১১০৬]।

পুৰুষৰ সাজ-পাৰৰ ভিতৰত ভুনি আৰু পচৰা অৰ্থাৎ চুৰিয়া আৰু চেলেঙেই পূৰা জোৰা [§ ২৬৯]। আজিও কোনো মহন্ত আৰু পুৰণি ধৰণৰ আন লোকে চেলেং বা বৰকোপোৰ গাঁটি মাৰি পিন্ধি তাৰেপৰা আধুনিক কুৰ্তাৰ কাম লয়। মহাপুৰুষ শঙ্কৰদেৱেও নৰনাৰায়ণ ৰজাই দিয়াতহে এটা সোণোৱলী দগলা, সোণ খটোৱা কুৰ্তা জামা গাত লৈছিল এদিনলৈ [§ ৩৪৪]; দগলা নামৰ কুৰ্তা বিশেষকৈ পাৰ্টীসকলৰ মাজত আধুনিক কাললৈকে প্ৰচলিত। কিন্তু সকলো ধৰণৰ সামগ্ৰীৰ বস্ত্ৰই এই অঞ্চলত প্ৰস্তুত হৈছিল; তাৰ প্ৰচলনো হৈছিল। কোটকৰী মুগা বা তস্যৰ [§ ১১][—এই নামটো চীন ভাষাৰপৰা আহিছে বুলি সন্দেহ কৰা হয়], “কমল (কম্বল) বানাত (বানত) পটু লুহি চাটন সিংসাপ তাও বালিচৰি মখমল পাট চিট” [§ ৮৯৩], গাত চটিয়াই লোৱা “বৰকাপৰ; মজালি চেলেঙ্গ ঃ পচৰা গমচা” [§ ১০৬৪], আইসকলৰ “পাটনি পাট ৰিহা” [§ ১১০৬] এইবোৰ বিবিধ বস্ত্ৰ। ভবানন্দ সাউদ (নাৰায়ণ দাস পাছত) শঙ্কৰদেৱৰ ওচৰলৈ আহোঁতে আৰু বুঢ়া গোপালে মাধৱদেৱক লগ পোৱাৰ কথা উঠোঁতে ‘জেমা জোৰা’ বা ‘পাগ জেমা’ পিন্ধি আহিছিল। সেয়া কিন্তু ‘ডাঙৰিয়াবন্ধিয়া’ সাজ, গুৰুৰ সমুখ হোৱা সাজ নহয় [§§ ১৮১, ৪৯০]। গুৰু-সমুখ হ'বলৈ হ'লে “আঠুমূৰে ভুনি দুপকিয়া টনা ঢ়ৰিয়া পচৰা ঃ এনেভাএ গলেহে পাই” [§§ ৪৯০, ৫৮৭]। বৌদ্ধ ভিক্‌খুৰ দৰে ভিক্ষালৈ ওলাই যোৱা শঙ্কৰদেৱৰ লগৰ ভকত মধাই আতৈৰ বৰ্ণনা ঃ “সুন্দৰ ভৰ জৌবন দিব্য পুৰুষজন ঃ গৌৰেবন্নে হাতে লাঠি মাথে ভগ্ন চাতি ঃ আঠুমূৰে ভুনি ফটা বস্ত্ৰ কন্ধে যুলি গহন সান্ত ধীৰে ভাএ গৈছে ঃ বেশটি ভক্তৰ ঃ গালক্ষণ ডাঙৰিয়া মহন্তৰ ঃ সাজটি দুখী দৰিদ্ৰ ভিখুকৰ” [§ ২১৭]। ‘ফটা বস্ত্ৰ’ই বৌদ্ধ ভিক্‌খুৰ চীৱৰলৈ যে মনত পেলায়, পিছত ক'ম। মৃতকৰ কিৰিয়া ধৰাসকলে আকৌ ‘মাতাত পথালি গমচা’ মাৰিব লাগে [§ ১৮৪]। জাপিৰ লগতে ছাতিৰ ব্যৱহাৰৰ উল্লেখ আছে [§§ ২১৭, ২৪৫]। জোতাৰ উল্লেখ আওপকীয়াকৈ আছে [§ ১১১১]। ‘নামঘোষা’ৰ ‘চৰ্মৰ নিমিত পানৈযুৰি’ৰ কথা

মনলৈ আহে। শঙ্কৰ গুৰুজনক চিলাৰায় দেবানে এযুৰি কাঁহৰ খৰম কৰাই দিছিল জালি কটাই, যদিও চোট ৰাজাৰ কাতৰত গুৰুজনে এদিনহে মাথোন তাত পাও দিছিল [§ ৩৯৫]। কটকনগৰৰ ৰজাই জগন্নাথলৈ বুলি একলহ গন্ধতৈল পঠিওৱা [§ ২৪২] আৰু নৰনাৰায়ণ ৰজাই ভুলকৈ কোৱা 'নাৰায়ণ কলচি' [নাৰায়ণ চক্ৰবৰ্তী তৰ্কালঙ্কাৰ? —দৰং-ৰাজবংশাবলী, পিঠি ১১৬] নামটো শুনি দ্ৰব্যগুণ থকা নাৰায়ণ তৈলৰহে কলহ বুলি ভবাই [§ ৩৪৯] এই অঞ্চলত কলহ ভৰি গান্ধতেল প্ৰস্তুত কৰাৰ সাক্ষ্য দিয়ে।

চাউল হ'ল সমস্ত অঞ্চলটোৰ মুখ্য খাদ্য। নানা প্ৰকাৰ ধানৰ খেতি ইয়াৰ উৰ্বৰ ভূমিত হৈছিল; "বৰ লাহি ফৰমা ফাকৰি বৰা জহা বাও মঠঙ্গা মাইগুটিয়া এই নবিধ"ৰ উপৰিও ৰাথালি আদি শালি, নেঘেৰি ইত্যাদি। নানা প্ৰকাৰ শাক 'তৰ্কাৰি' বাৰীয়ে বাৰীয়ে তৈয়াৰ হৈছিল; "সাক পাত কচু ঢেকিয়া অউটেঙ্গা বেতগাজ" [§ ২৪৩] প্ৰকৃতিয়ে বাৰীত আৰু হাবিত দিছিল। বেঙেনাৰ খেতি বিশেষ এক খেতি [§ ৬৯৬]। 'মুগ মাটি মুচুৰ' আদি মাহো খেতিৰ উৎপন [§ ২৫৫]। এই অঞ্চলত নানা বিধ কলৰ উৎপাদন হয়—"দিগজোৱা মালভোগ বৰতমনি ঃ গোবিন্দতুলসি ঃ বগিতৰা পুৰা" [§ ৭৫৮], 'ধিৰমনি' [§ ১০৪২] আদি। নিধি লিবাই ফাৰোৱেলে লেখ দিয়ামতে "ভিম, মনুহৰ, বৰতমনি, জাতি,/সোন্দা, মালভোগ, পুৰা, কেতেকি,/দিকজোআ, বনকল, সালিকি ঠুটিয়া/না না ৰূপ কল প্ৰভু দিলে স্ৰজিয়া।"[১] 'ফলাহাৰ'ৰ [§ ২৪৩] ভিতৰত এই 'সুফল কদলীয়েই' আগ। অঞ্চলটোৰ নৈ-বিল, খাল-পুখুৰীত "উচল-পাচল জল মৎস্যৰ প্ৰভাৱে"; ৰৌ, কাটল, আঁৰি আদি বৰ বৰ মাছৰ উপৰিও "ভুৰা ডনিকা মৌৰা মাচ" আদি সৰু মাছ [§ ১০১১] অনন্ত। কি মাছৰ লগত কি শাক ৰন্ধিতা খায়, সেইমতে জানি ৰান্ধিলেহে খোৱাৰ জুতি লাগে। শিশু শঙ্কৰে গোপাল-ৰূপে "ডেমডেউকা মাগুৰ মাছৰ গৰি দি ঃ বালিচুকা লাঙ্গি ভাঙ্গৰ্ন দি ঃ বালিবাবৰিএ বৰিৱালা মাছে" ৰান্ধোতে "অমৃতপ্ৰাই হৈছিল" [§ ৪৮]। ঠাকুৰ আতাৰ ল'ৰাকালত লগৰীয়াসকলৰ মাজত ৰান্ধোনৰ জুতি কেনেকৈ লাগিব, তাৰ আলোচনাত ওলাইছে ঃ "সলে মলে ঃ কাবৈ পালেঙ্গে ঃ ডৰিকে বাঙ্গনে ঃ ৰউএ অউএ ঃ চুকা মাগুৰে ঃ ঢেকিয়া মোৱা ঃ বাবৰি বটিয়া ঃ খলিহা বেহাৰে" [§ ১৬৩]। মহাপুৰুষে শেষ বয়সত নৈয়ে উটি যোৱা পানীকুৰা কাটল মাছ ধৰি "বাকলি গুচাই খুতুৰা কৈ তৰাপাত পতৰা কৈলে....... মাচ চোটকৈ আদখাৰ ভজা টেঙ্গা জনি

১. অৰুনোদই, বচৰ ৪, ডিচেম্বৰ ১৮৪৯, পিঠি ৯৫।

জালুক হলিদ্ৰা দি ৰান্ধিলে ঃ গন্ধে আমোদিত হল" [§ ৩৯৩]। আগতে চেনি নেদেখা মানুহে বাট মাছৰ লগত চেনি ৰান্ধি খোৱাটো আমোদজনক [§ ৬৯]। মহাপুৰুষে কেতিয়াবা পাঁচখন আঞ্জাৰে খোৱা কথা [§§ ২৪৬, ২৫৫], লৰা-লৰিত শ্ৰীৰাম আতাই "বেগতে সুদা চাউলকেটা সিজাই এধাফুটাতে নমাই বাছি লোন বা নাই খাৰনি মৰিচে খাই অহা" [§ ৪৬৪] মন কৰিব পাৰি। সেই কালত লোণ আজিৰ দৰে সস্তা বা সুলভ নাছিল; লোণৰ পুং দেশখনত সীমিত আছিল; ব্ৰিটিশ লোণ বেপাৰীয়েহে যোৱা শতিকাত সৰহ পৰিমাণত লোণ আমদানি কৰিবলৈ ধৰে। পুৰণি কালত সেই দেখি লোণৰ পৰিবৰ্তে সণ্ডালনীকৈ কলাখাৰৰ খাৰণীৰ ব্যৱহাৰ হৈছিল। লোণ-দান, বিশেষকৈ দোৱাপগা লোণ-দান বিশিষ্ট দান বুলি ধৰা হৈছিল [§ ২৫২]। সেই কালত লোণমুঁদৈৰ শ্ৰেণী এটাই আছিল [§ ১৩৪]। বিশেষ উৎসৱ আদিত গাখীৰৰ বস্তু আৰু মিষ্টান্নৰ আয়োজনৰ স্বপ্ন দেখা হৈছিল ঃ "ভোজনবেহাৰ খেলা সমে ঃ দধি দুগ্ধ খিৰ লৱনুখিৰিহা ঘৃত মধু পৰমান ঃ আখৈ চিৰা চেনি ফেনি মাণ্ডা মনোহৰা পুৰি লুচি জেল্পি মোদক জৰা পুৰা কলা পিঠা অনেক নানা উপায়ন" [§ ৬৮৮]। কোচবেহাৰৰ আইধায়ে শ্ৰীৰাম আতাক নিমন্ত্ৰণত খুৱাইছিল "চিৰা দুদ মিঠৈ কলা সৈতে ঃ তেতেলি আম্বুলে সৈতে কৰি ভোজন" [§ ৮৯৭]। দীঘলীয়া অনাহাৰৰ পাছত পৰিয়া আতৈক মাধৱদেৱে "চাউল সিজাই প্ৰথম দিনা লেটেকুৰ মান দিলে ঃ পাচলৈ ক্ৰমে আম অমৰা টেঙ্গা ৱউৰ মান দি বঢ়াই তিনি পক্ষেহে একঠি কৰিলেগৈ" [§ ৫৯৬]। বৃন্দাবনত বৈষ্ণৱ-বৈৰাগী যতি সন্ন্যাসীৰ বাবে 'ভণ্ডৰা' পাতোঁতে দিয়া হয় "দুগ্ধ চিৰা চেনি ঘৃত মধু ঃ মাণ্ডা মনোহৰা বাতাচা ঃ জেলপি ঃ ফেনি ঃ লুচি পুৰি ঃ জিনৈ এটা ঃ মোদক ঃ ইখু আখৈ জৰা পুৰা" [§ ২৯৬]। অসমৰ তীৰ্থযাত্ৰীসকলে নদিয়া-গোপীনাথ পাওঁতে ৰামৰায়ে "দিচে দুইটকা ভঙ্গাই দুসন্ধ্যা দুদ খিৰ চেনি বাৰেমচলা ঘৃত মধুএ সৈতে" [§ ৩০১]। সেইদৰে সিসকলে ঠায়ে ঠায়ে "চাউল লোণ তৈল পতিলা লাকুৰি তৰ্কাৰি ঃ একালি বাতুকি হলিদ্ৰাগুৰা গুৱা চফাৰি সবাকে" কিনি-কুটি ল'বলগীয়া হৈছিল [§ ২৯৯]। খাদ্য নহ'লেও খাদ্যৰ লগতে এৰিব নোৱৰা বস্তু আছিল তামোল-পাণ; আৰু ৰৰনৈয়েদি নাও চলাই তামোলৰ বেহা কৰাসকলৰ ভিতৰত ডেকা কালৰ মাধৱদেৱ পুৰুষো এজন। তামোল বেচা একশ্ৰেণী 'গুৱাসজাই' [§ ১৩৪] আৰু গোট হিছাপত বা গুছি ভাণ্ডি পাণ বেচা পোহাৰিৰ কাৰবাৰ সণ্ডালনীকৈ চলিছিল। জুইৰ বাবে প্ৰয়োজনীয় খৰিৰ অভাৱ নাছিল আৰু টিঙিৰি-তুলাৰপৰা [§ ৩৯৩, ৫২৫] জুই উলিওৱা হৈছিল। সৰিয়হৰ মিঠাতেল খোৱা আৰু চাকি জলোৱা দুই কামতে লাগিছিল। এড়ি-তেলো জলোৱা হৈছিল। তেলৰ অভাৱত বা এনেয়ো নাহৰ-গুটি জলাই চাকিৰ কাম লোৱা হৈছিল [§ ১০০৪]।

জীৱ-সম্পদৰ (livestock) ভিতৰত গৰু, ম'হ, ছাগ আদিৰ উল্লেখ পোৱা যায়। গৰুৰ ভাল-বেয়া লক্ষণ গৰাকীৰ চিন্তনীয় বিষয়, যজ্ঞোচিত বৃষভ হ'ব লাগে "ফান্দ সুক্কা ঃ সোৱনখুৰা ঃ গুৱাসিঙ্গা.....কাৰলাবিৰ্বভুম" [§ ১০৬৮]। হৰসিংহ উজিৰ বৰাৰ চাইটা ৰথীয়াৰে দুটা পাটগোহালিৰ দুশ ছাগৰ লগতেযে ভেড়াও আছিল, সেইটো দৃষ্টিযোগ্য কথা [§ ১০৯]। নানা ঘৰচীয়া-বনৰীয়া জন্তুৰ দেহাৱশেষ নানা কামত লাগিছিল ঃ "নখা বাঘ পশু (পহু) ভৈচ হস্তি সোনা ৰজতে বাৰ্ধা কৰি পিন্ধে ঃ ডাব ফনি মনি দাপন দৰ্যা [আসন সিংহাসন] কেৰু পাটি নাল লগাই ঃ নখা বাঘ বৰা ভালুকৰ ৰজত সুবৰ্নেৰে ৰচিত কৰি লই ঃ কেশ পশুৰ স্মৰ কৰি চুলে চন্দ্ৰতাপে দিএ ঃ ভেৰা ছাগ কুতা এইসবৰ কেশ আনি কামলি কমল লুহি পটু ষানত চলিচা সিহি লই" [§ ৩৪৪]। অঞ্চলটো নানাবিধ চৰাইৰ স্থায়ী আৰু জুৰণীয়া থান। বিলত ভৰি থাকে "পানিকাউৰি দৈকলা ভেৰা ৰামপাৰ গঙ্গাচিলা গইবেজিয়া ঘোক ঃ কনোৱা বটকলা" আদি [§ ৭৪৭]। ভেৰা অৰ্থাৎ পেলিকান-জাতীয় চৰাইৰ ঠাই বুলিয়ে ভেলা-মধুপুৰৰ ভেলা-ডোবাৰৰ সেই নাম।

বামেদি যাবলৈ হ'লে দোলা [§ ৪২৪; কেতিয়াবা খন্তেকীয়া পীৰা-দোলা §১৩২] আৰু পানীয়ে যাবলৈ হ'লেও নাও হ'ল প্ৰধান পৰিবহনৰ উপায়। গৰুৱে টনা গাড়ীৰ বা আন গাড়ীৰো উল্লেখ পোৱা নাযায়, গৰু-গাড়ীত উঠা গৰুৰ পিঠিত উঠাৰে সমান জ্ঞান কৰা হৈছিল বাবে। অৱশ্যে বলদৰ পিঠিত শাস্ত্ৰৰ বোজা দি তাৰ ওপৰত উঠি অহা বাহিৰৰ ব্ৰহ্মজ্ঞানীৰ কথা চৰিতখনিত পাওঁ। বহুত বিধৰ নাৱৰ নাম এই একেখনি চৰিততে পোৱা যায়—কোহ্না [§ ৭৯৮], মানচৈ, গমাৰি নৌকা (এবিধনে?) [§§ ৪০৪, ৮০৬], কোন্ধ নাও [§ ১০২৪], পিনিচ (এই পিনিচ আৰু মানচৈ সম্ভৱতঃ = মানচৈ, পাঁঞ্চে, pinnace [§ ৩৯৮], চেৰেঙ্গাডাৰি [§ ৪০৫], বজৰা আদি। মুদৈসকলৰ নিজৰ বেপাৰৰ নাও আছিল; তেওঁলোকেও চুকানি বা ভেৰোণ লৈ মানুহ তুলি অ'ৰপৰা ত'লৈ নিছিল। গোবিন্দগিৰিয়ে এনে নাৱতে মাধৱেৰে বণুকালৈ ভটীয়াইছিল [§ ১২৭]; মাধৱদেৱে গুৱাসজাইৰ নাৱত উজাই আহে [§ ১৩২]; বজ্ৰাঙ্গী আয়ে মুদৈনাৱত নাজিৰাহাটৰ ঘাট পাৰ হয় [§ ৪৫৪]। দেৱাই মাজিৰ নাৱত চুকানি ভৰি বেহেৰীয়া বিষ্ণুৰ ভাই যদুমণি উজাই আহে [§ ৫১৮]। কেশৱচৰণ আতাই এবাৰ ভেৰণ নিদিয়াকৈয়ে তিনিজন লোকৰ এখন নাৱত যাবলৈ পায় [§ ১০৩১]। কেতিয়াবা বিষয়া লোকৰ নাৱেও মানুহ কঢ়িয়ায়। ভাটৌকুছীয়া আতাই বনমালী কটকিৰ নাৱত উঠি সলখৰপৰা বৰপেটা পাইছিল [§ ৮৫২]। তেওঁক এবাৰ খুড়াকে খাৱনা অৰ্থাৎ খোৱা খৰচ দি চাৰি কাওণ কড়িৰ বন্দৰহুত চণ্ডিবৰ কটকিৰ

নাৱত আহমঘাটৰপৰা কামৰূপলৈ পঠিয়ায় [§ ১০৩২]। মহাপুৰুষে তীৰ্থভ্ৰমণ-কালত প্ৰায় ভৰিৰে হাঠিয়ে ফুৰিছিল। সেই ভ্ৰমণ কায়িক আৰু আৰ্থিকভাৱে কষ্টকৰ আছিল। বৃন্দাবন-জগন্নাথলৈ যাবৰ কথা ওলোৱাত গুৰুজনে কৈছিল,"সি দেশ কটকিনা তৃৰ্থে মৰণে সম ঃ টকা নহলে কিচু নিমিলে" [§ ২৭১]। সেইবোৰ ঠাইত নানাবিধ মুদ্ৰাৰ প্ৰচলন; কটকত বজাৰ কৰিবলৈ মাধৱদেৱে "গোকুলৰ কানাইৰ চিহ্নী টকা" এটি নিছিল [§ ২৯৭]। তেওঁ দিনে যাত্ৰীসকলৰপৰা "জনমুৰি কৰি তুলি নি ঃ বেসাতি কৰি আনি সবাকে ভগাই দিব" লাগিছিল [§ ২৯৯]।

লুইত আৰু তাৰ উপনৈবোৰে ছোৱা সমস্ত অঞ্চলটোত নানা ধৰণৰ বস্তু উৎপন্ন হৈছিল আৰু সেয়ে মুদৈ-সজাই-সদাগৰসকলৰ পোহাৰ আৰু সদাগৰি বস্তু আছিল। বিশেষতে উজানত বিশিষ্ট কিছু উৎপন্ন পোৱা গৈছিল। ভৱানন্দ সাউদে লগৰীয়াসকলক কৈছে, "উজানত সুনিচো ঃ সুবন্ন পাটবস্ত্ৰ ঃ হস্তীদান্ত ডাবকটাৰি জালুক ৰঙ্গাপতিয়াঁ ৰাইলুঙ্গিয়া জাপি পাই ঃ সঙ্গাহে আনিলে মূল দুন পাই" [§ ১৮০]। সেইজন সাউদেই গুৰুৰ সঙ্গত নাৰায়ণ দাস হোৱাৰ পাছত গুৰুক কথাত লাগি কৈছে, "বাপ উজান দেশত সুবন্ন পাব ঃ পাটকাপৰ পাব ঃ ডাবকটাৰি পাব ঃ মৰিচ পাব ঃ হস্তিদন্ত পাব ঃ দিলদহিয়া বৰকাপৰ পাব" [§ ২৬৩]। আনফালে, কোচ ৰাজ্যত ৰজাৰ বাৰিচোৱাই জালুকৰ খেতি কৰিলেও 'ই দেশত নাই' উজনিৰ প্ৰচুৰ পৰিমাণত [§ ৩৪১]। "লোন পোবাল বাখৰ চিত তাও সিন্ধুৰ জিনিচ" বেপাৰৰ বস্তু [§ ১০০৪]। হেৰেমদত ৰাঙ্গপতা বালিচন্দা পায় [§ ৬৪৬]। তাতে পঢ়িয়াসকলৰো ঘৰ; কিন্তু মাধৱদেৱে পঢ়ি কিনিবলৈ গৈছিল জাবৰিকুছিত [§§ ৪৪৮, ৫৭০]। মাহ, সৰিয়হ, তামোল, পাণ, লোণ আদি দুৰণিৰ বেহা। তামোল-মুদৈ, লোণ-মুদৈ আদি বিশেষজ্ঞ মুদৈ; মুদৈ-সাউদৰ বাহিৰে সজাই, চাৰিবিধ সমাই, কাজুৱা আদি বেহেৰুৱাই বেচা-কিনা কৰিছিল [§ ৮৯৩]। "চিৰা কল দুগ্ধ ঘৃত গুৰ চেনি গুৱাপান" [§ ৬৭২] আদি সৰু সৰু বস্তু পোহাৰিয়ে বা গৃহস্থয়ো বেচে। উজনি-নামনি সকলোতে চকি, দুৱাৰ, হাট আৰু ফাট বা পানীফাটবোৰৰ হাটখোৱা, ফাটখোৱাসকলৰ যোগেদি ৰজাঘৰে বেহা-বেপাৰৰ অনুশাসন আৰু কৰ-সংগ্ৰহ (দান, হাট, ফাট) কৰিছিল [§§ ১৭৬, ৯৯২, ১১১০]।

এই সকলো প্ৰাচুৰ্যৰ মাজতো অভাৱ-অনাটনে প্ৰজাক পীড়িবলৈ সুবিধা এৰা নাছিল। চুৰি আৰু বিশেষকৈ বাহিৰত ভ্ৰমণৰ সময়ত ডকাইতিৰ ভয় আছিল। কেতিয়াবা "চোৰ ডাকু বেজ ওজা মচল ঃ দেশ ৰাৱত ভাঙ্গি চন্ন কৰে" [§ ১০৮১]। আকাল-মাৰিমৰক আহিছিল। গোবিন্দগিৰি আৰু মাধৱ হৰসিংহ বৰাৰ ঘৰত থকাতে "কাতিমহা

বৰ আকাল দেশত ঃ আই আতা দুই তিনি সাজো উপাসে থাকে" [§ ১১৭]। "এজোপ দেশত বৰ একাল পৈল"ত মাধৱদেৱে "এ সখি দুখিয়া ভকৎকেটি প্ৰবৰ্ত্তাব নুবাৰিম হৱ লাগে ঃ দেশতো দেখো বৰ বিকল ঃ টকাও নাই ঃ খুজিলেও নেপাই" বোলাত ঠাকুৰ আতাই নিজৰ গুটিভঁৰাল ভকতলৈ দি দিছিল [§ ৭১৬]। মাধৱদেৱে বেহাৰত থকাত পুনৰ দেশত "বৰ একাল পৈল ঃ ভকতৰ টকামহাও নাই ঃ চিনাজনাও নাই ঃ নগৰমাটি কটকিনা ঠাই ঃ প্ৰবৰ্ত্তাই টান হলহি ঃ দিনটো মাগেগে দুকঠি তিনিকঠি পাই আহে।"[১] ভকতৰ দুখ দেখি গুৰুজনে জনোৱাত ৰাজধানীৰ ভক্ত বিষয়াসকলে গাই গাই ভকত ভগাই দায়িত্ব লৈ আকাল পাৰ কৰিলে [§§ ৮৬৩-৬৬]। আৰু এবাৰ আকালত গুৰুজনে বলধিপৰাত এটা ভঁৰালকে কিনি ল'ব লাগিছিল ভকতৰ বাবে [§ ৮৭০]। এবাৰ দেশত মহা অনাবৃষ্টি হোৱাত গুৰুজনে 'গোবৰ্ধন জাত্ৰা'ৰ আয়োজন কৰে [§ ৭৭৮]। জিকিৰি ৰোগ, ঘুমুৰিয়া ৰোগ আদিয়ে লোকক পীড়া কৰিছিল [§§ ১২৩, ১০৩২]। নাৰায়ণ তৈল প্ৰস্তুত কৰা কবিৰাজো দেশত আছিল [§ ৩৪৯]। হৰিদ্বাৰৰ ৰজাৰ যক্ষ্মা হোৱাত সন্ন্যাসীয়ে "ইলাজ বনাই দিয়ে" [§ ৮৯৪]।

একপ্ৰকাৰ মৃদু প্ৰকৃতিৰ দাসত্ব প্ৰথা দেশত প্ৰচলিত আছিল।[১] হৰসিংহ "বৰাৰ টোলত গোলাম বহতা বান্ধা লঠৰিয়া ৰাৱতে সৈতে আদসাত কুৰি গিৰি" [§ ১০০]। বৰা আছিল দয়ালু মানুহ। অনেক টকাৰ কাৰণে লোকৰ ঘৰত দাসৰূপে থাকিবলগীয়া হৈছিল আৰু সেই টকা দিব পাৰিলে দাসত্বৰপৰা মুকলি হৈছিল। তপাৰ বলোৰাম আতৈ পূৰ্বতে পথালিকুচিত পাঁচ টকাৰ বাবে এক গৃহস্থৰ বান্ধা হৈ আছিল; ঠাকুৰ আতাই নিজকে তেওঁৰ মমা বুলি চিনাকি দি টকাকেইটা দি তেওঁক এৰুৱাই আনে [§ ২০৩]। শ্ৰীৰাম আতাও পোনতে এঘৰ গ্ৰামী ভকতৰ দুনিয়া অৰ্থাৎ বেচ লৈ ধান দোৱা দাৱনি আছিল; তেওঁকো ঠাকুৰ আতাই কৈ-মেলি মেলাই আনে [§ ২০৪]। বৰকৰৈবাৰিৰ নাৰায়ণ-নিৰঞ্জন দুই ভায়ো দুনিয়া আছিল। গুৰুজনৰপৰা বুদ্ধি শিকি গএগ্ৰা ঠাকুৰিয়াৰ দৃষ্টি এৰাই ভকতৰ লগলৈ আহে [§ ৩৮০]। বদুলা আতাৰ ওচৰলৈ ভিক্ষা বিচাৰি অহা বাসুদেউ বিপ্ৰৰ "গেৰেলা মেৰেলা ঃ ওকণিএ লাৰু" পতা ল'ৰাটো চাৰি কাৱণ কড়িলৈ বন্ধুৱা আছিল; আতাই কড়ি দিলত মেলাই আনি বিপ্ৰই আতাক দিলেহি [§ ৮৫০]। কোচ ৰজাই ঘোঁৰাৰ কৰণীয়াকৈ বন্দী নাৰায়ণ ঠাকুৰ আৰু গকুলচান্দক ভোটক দিয়াটোও পুৰণি প্ৰথাৰ অৱশিষ্ট। হৰসিংহ বৰাৰ ঘৰত থকা মানুহৰ আঢ্যৱন্ত লোকৰ ঘৰত বন্ধা বা বন্ধুৱা নহ'লেও কাম কৰি খাই থকা বনুৱা-

---

১. মোৰ 'প্ৰাচ্য-শাসনাৱলী'ৰ অসমীয়া আৰু ইংৰাজী পাতনি (পিঠি ৭২-৭৩, ১৭৯) চাওক।

জাতীয় মানুহ থাকিছিল। মহাপুৰুষৰ গৃহত বাৰভূঞা বিষয়া এবাৰ পাছতো বন কৰা মানুহ কেইবাজনো আছিল—চন্দৱী, ৰামাই আতৈ, ধ্বজা, গদা, গকুলা আদি। তেওঁলোকে আতৈসকলৰ দৰেই সম্মান পাইছিল। চন্দৱীক চন্দৱী আই বুলিহে তেতিয়াও আৰু এতিয়াও মতা হয়; তেওঁ শঙ্কৰদেৱে বৃন্দাবনৰ চিত্ৰ কৰাতো ভুল ধৰিছিল আৰু আন আতৈসকলৰ দৰে ভিক্ষালৈ যোৱা কৰ্তব্যও পালন কৰিছিল।

## সমাজ আৰু সামাজিক ব্যৱস্থা

১০.০ 'গুৰু-চৰিত-কথা'ৰ বৰ্ণিত কালৰ অসম-কামৰূপ-বেহাৰৰ জন-বসতিত আজিৰ দৰে মঙ্গোলীয় (ভোট-ব্ৰহ্ম) প্ৰাচুৰ্য আছিল। ভাৰতৰ এই উত্তৰ-পূৰ্বাঞ্চলৰ "পৰ্ব্বতে পাহাৰে নগা মিৰি গাৰো ভোট ডফলা অকা নৰা" [§ ৩০৮], "ব্ৰাহ্মণ ক্ষেত্ৰ বষ্য সুদ্ৰ কলিতা কেওট ঃ কোচ আসম চুটিয়া কচাৰি ঃ সুৰি যুগি ধোবা ঃ ঢোম হাৰি চণ্ডাল ঃ তুৰুক জঁৱন" [§ ৫৩৬], মেচ [§ ৭৯৯] আদি সকলোৰে বাস। আসম, অস্বম বা অচমসকলে [§§ ৩০৮, ৪২২] অঞ্চলটোৰ পূৰ্বখণ্ডত ত্ৰয়োদশ শতিকাৰ দ্বিতীয় চতুৰ্থাংশৰেপৰা ৰাজ্য স্থাপন কৰি বহিছিল। ষোড়শ শতিকাৰ প্ৰাৰম্ভতে প্ৰতিষ্ঠিত হৈছিল কোচ ৰাজশক্তি। এনে ৰাজ্যবোৰৰ কথা 'গুৰু-চৰিত-কথাত বুৰঞ্জী'ত কোৱা হৈছে। তদানীন্তন হিন্দু-সমাজখনত জাতৰ বিচাৰ আছিল ডাঙৰ। ব্ৰাহ্মণ, কায়স্থ, কলিতা, দৈৱজ্ঞ আদিবোৰ সেই সমাজৰ ভিন ভিন কোঠা। ব্ৰাহ্মণসকল সেই সময়ৰ সমাজৰ নেতা, সামাজিক বিধি-বিধানৰ বিধাতা, নানাবিধ ধৰ্ম-কৰ্মৰ পুৰোহিত। এসময়ত ভূঞাৰ দৰে দেশ চলোৱা হাবুঙীয়া বামুণৰ ঐতিহ্যৰো উল্লেখ এঠাইত আহিছে [§ ৪৭৭]। কায়স্থসকল বিশেষকৈ বাৰভূঞাৰূপে দেশাধিকাৰ আৰু শাসকৰ কাৰ্য কৰিছিল। শঙ্কৰদেৱ-মাধৱদেৱ আদি নৱবৈষ্ণৱ ভক্তি-ধৰ্মৰ ঘাই নেতাসকলৰ বাৰভূঞা কায়স্থৰ মাজৰপৰাই উত্তৱ হৈছিল। এই কায়স্থসকলক ষট্‌কৰ্মী অৰ্থাৎ ছয়প্ৰকাৰ সংস্কাৰ মনা লোক বুলি কোৱা হৈছে। এওঁলোকে হাল নাবায়, ভাৰ নবয়। কিন্তু অসম ৰাজ্যৰ কথা অলপ সুকীয়া ঃ "তোমাৰ ৰাজ্যত কাথ বুলি কই হাল ভাৰ বই" [§ ১২৫]; সেই বাবেহে উৰ্বশী আপিৰ বিয়াৰ সময় হ'লত গোবিন্দগিৰি ভৰালি-ডুবিৰপৰা কামৰূপলৈ ভটীয়াইছিল। শদিয়াৰ উত্তৰলৈ মাটিমিৰি পৰ্বতৰ সিপাৰে এখন কলিতা ৰাজ্যই আছিল। কলিতাৰ ভিতৰত আকৌ সজ কলিতা বা বৰকলিতা [§§ ১৭৩, ৪৫৩] আৰু সৰু কলিতা, এই দুই ভাগ। ভৱানীপুৰীয়া গোপাল আতা বৰকলিতাৰ বংশৰ; নাৰায়ণ দাস ঠাকুৰ আতালৈ খুড়াকে সজ কলিতাৰ ঘৰৰ ছোৱালী চাই আনিছিল। জীৱন্মুক্ত হৰিহৰ আতা, বুঢ়া দৈৱজ্ঞ আতৈ আদি প্ৰধান বৈষ্ণৱসকল দৈৱজ্ঞ আছিল। সেই কালত জাতৰ বিচাৰ আৰু জাত যোৱাৰ আতঙ্ক আছিল তীব্ৰ। "তিনিদিন সুদ্ৰৰ চাউল খালে

বামুন জাত জাই" [§ ৩৫০], খোবা মাছৰ লগত শামুক থাকিলেও জাত মৰে [§ ১১০২]; কিন্তু ভক্তি-ধৰ্মৰ বিস্তাৰ হ'লত ভক্তক সালে (সালৈ, হালৈ) বুলি ঘিণোৱা পত্নীক হৰি গুৰু আতৈয়ে "তোৰে থকা নহই ভালে" বুলি নিন্দা কৰে [§ ৮১৮]। নববৈষ্ণৱ ধৰ্মই জাত-বিচাৰৰ শক্তি বহুতোখিনি হ্রাস কৰি পেলায়।

ভক্তিধৰ্ম-প্ৰচাৰৰ পূৰ্বে ই দেশত শাক্ততন্ত্ৰৰ বিশেষ প্ৰভাৱ আছিল। শঙ্কৰদেৱ, মাধৱদেৱ, সিসকলৰ বাৰভূঞাৰ বংশৰ উপৰি পুৰুষ শাক্ত আছিল। মাধৱে মাতৃৰ টান নৰিয়াৰ সম্বাদ পাই গোসাঁনীলৈ এযোৰ পঠা মানিছিল আৰু শঙ্কৰদেৱেৰে প্ৰথম দেখাতে 'বেলবন্ধ দুৰ্গৎসৱ'ৰ (দুৰ্গা-পূজাৰ বেল-বোধন) উল্লেখেৰে কথা আৰম্ভ কৰিছিল। বিশ্বসিংহই গৰখীয়া কালত "গৃহকৈ মাটিৰ দুৰ্গা সাজি কৰিঙ্গা কাটি বলি দি পূজে নিতে।" গোবিন্দ গৰমলিয়ে নিজৰ গাৰ তেজ দি দেৱীক পূজিছিল [§ ১৮৮]। খহটা পাষণ্ড সন্ন্যাসী 'পঞ্চবটি বামা কালি কৰ্ম্মি' আছিল [§ ৪১৪]। মাধৱ কন্দলিয়ে ছাত্ৰ-শালত থকা শ্ৰীশঙ্কৰক এদিনাখন "বোলে ডেকাগিৰি দুৰ্গাৰ ৰিচ আহ্নিক সিখাএ" [§ ৫৪]। বিশেষকৈ বেহাৰত দুৰ্গোৎসৱ বিশেষভাৱে হৈছিল।

প্ৰাচীন কামৰূপত শৈৱধৰ্ম অতি পুৰণি। শঙ্কৰদেৱৰ জন্মৰ পূৰ্বে পিতৃ কুসুমবৰৰ কপিলী গায়ে সিঙ্গৰিৰ গোপেশ্বৰ সদাশিৱক গৈ দুগ্ধেৰে স্নান কৰাইছিল। শঙ্কৰদেৱৰ নাম শঙ্কৰ হোৱাটোও শৈৱধৰ্মৰে ফল। বিশ্বসিংহক শিৱ-ঔৰস-প্ৰসূত বুলি আৰু তেওঁৰ বংশক শিৱবংশী বুলি ব্ৰাহ্মণ্যধৰ্মৰ লোকে সিসকলক শৈৱ-সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত কৰাৰ যেন যত্ন কৰিছিল। ব্যাসকলাই নামৰ বৈষ্ণৱজনে ৰুগ্ন পুত্ৰৰ স্নেহত থাকি একশৰণ ধৰ্মতত্ত্ব পাহৰি পত্নীক বাৰণ নকৰাত, পত্নীয়ে চপৰাৰ শিৱথানলৈ পাৰ এযুৰি উৰুৱাইছিল। এইদৰে শঙ্কৰদেৱৰ যুগতো দেৱীধৰ্মৰ লগতে শিৱধৰ্ময়ো নিজৰ অস্তিত্ব অনুভৱ কৰাইছিল। চমৎকাৰ কথা যে কবি অনন্ত কন্দলিয়ে ভক্তিধৰ্ম গ্ৰহণ কৰাৰ আগতে "ধৰ্ম্মক পূজে সন্তোষ হৈ পূজা বেক্ত হৈ বৃষভৰূপে গ্ৰহণ কৰে নিতে॥" "সইন্ধা তৰ্পণ কৰা ঃ মধ্যানে বেলা সূৰ্য নমি অৰ্ঘজল চলু চলু দিয়া" ব্ৰাহ্মণ নালাগে, আনসকলৰ মাজতো প্ৰচলিত হৈছিল [§ ১৭৯]। কায়স্থসকলৰ মাজতো চূড়াকৰণ, উপনয়ন আদি (জাতকৰ্ম্ম চুৰাকৰ্ম্ম কৰ্ণবিন্ধন উপনয়ন অন্নপ্ৰাসন, § ৯৯) ছবিধ সংস্কাৰ বৰ্তিছিল। শ্ৰাদ্ধ আদি মৃতকৰ হকে কৰিবলগীয়া স্মাৰ্ত বিধান চলিছিল। কৃষ্ণ পণ্ডিতে মাধৱদেৱক এদিন ধৰিছিল, "তোমালকে পাক অন ইশ্বৰক দিব নেপাই দোষ হই সুদ্রে ঃ আমিহে পাএ" [§ ৫৫৫]। অন্ত্যেষ্টি-কৰ্ম, সৰু-ডাঙৰ প্ৰায়শ্চিত্ত-বিধান, পুখুৰী-উছৰ্গা আদি কৰ্মৰ বৰ্ণনাও চৰিতখনিয়ে দিয়ে। ডকশ শঙ্কৰদেৱে যোগশাস্ত্ৰ পঢ়িছিল আৰু যোগাভ্যাসো কৰিছিল। একে বংশৰে ৰতিকান্তই "যোগ চিন্তিচে ঃ

আহ্নিক তৰ্প্পন সন্ধ্যা কৰি ঃ উৰ্দ্ধহস্তকৈ সূৰ্যক।।" হৰিহৰ আতাই 'যোগধাৰণা ধৰি' সমাধি লাভ কৰে [§§ ৬১, ২৪৫, ১১১৭]। সেই কালত ভ্ৰাম্যমাণ যোগীও অ'ত ত'ত পোৱা গৈছিল; নৰনাৰায়ণ ৰজাৰ কাৰেঙৰ ভিতৰত তেনে এজনে বাহ লৈছিল; আৰু চিলাৰাইৰ টোলতো খহটা নামে এক 'বৌদ্ধ' অৰ্থাৎ বামাচাৰী তান্ত্ৰিক সন্ন্যাসী আছিল, সেই সন্ন্যাসীয়ে "বাৰেপতি কয় বোলে হামু এক ব্ৰহ্মাক চিন্তো" কিন্তু খঙৰ বেগত "চিলাৰাইৰ মূৰ্তিকৈ খৰিকাবাণ হানি হেৰাও দিয়ে।" কপিলা গৰুৰ ওপৰত শাস্ত্ৰ তুলি তাৰ ওপৰত উঠি বাদ কৰিবলৈ অহা খগেশ্বৰ সন্ন্যাসীৰ দাবী—"গো শাস্ত্ৰ হামু সবে ব্ৰহ্মা" [§§ ৩৬৯, ৩৭২, ৪১৪]। বামাচাৰী 'বৌদ্ধ'সকলে নানা তন্ত্ৰ-মন্ত্ৰ আৰু যাদুৰ আশ্ৰয় লৈছিল। গুৰুজন ধুৱাহাটত থকা সময়ত "সেই গ্ৰামে দুটা বৌধমতিয়া টাটকিয়াই" (বাজীকৰ) এটাই বেমাৰ আৰু এটাই বেজ হৈ ঝাৰি-ফুকি মানুহৰপৰা ধন-ধান উলিয়াইছিল। মাধৱদেৱে লগ পোৱা ক্ষেত্ৰ বিলাইতত বিদ্যাধৰ নামে সজ মহন্ত বেশ ধৰি ফুৰা এজনে স্বীকাৰ কৰিছিল, "হামু বাৰে গুৰু মন্ত্ৰ চিন্তো গাঞ ভাবো।" তেতিয়া মাধৱদেৱে ঘোষণা কৰিছিল, এনেসকলেই "অৰিতি বৌধমতে দেশ নষ্ট বেদ এৰি কৰে" [§ ৮৮, ৬৯৪]। গুৰুজনেও 'কীৰ্ত্তন-ঘোষা'ত এইসকললৈ লক্ষ্য কৰি ভগৱান বুদ্ধকে একপ্ৰকাৰে নিন্দা কৰিছে ঃ "বুদ্ধ অৱতাৰে বেদপথ কৰি ছন্ন। বামানয় শাস্ত্ৰে মুহি আছা সৰ্বজন।।" এইসকলেই অসমৰ ৰাজনৈতিক বুৰঞ্জীতো ৰীতীয়া বা অৰীতীয়া বুলি নানা কুকৰ্ম্মৰ অভিলেখ ৰাখিছিল।

সতী-যোৱা প্ৰথা অসমত আছিলনে, স্পষ্ট প্ৰমাণ পোৱা নাযায়। একমতে কুসুমবৰৰ মৃত্যুত "সান্তি সত্যসন্ধা আই স্বামী সঙ্গে অনুগামী গল" [§ ৪৬] এই উল্লেখে সহমৰণ খাটাংকৈ প্ৰমাণ নকৰে। শঙ্কৰদেৱ-আন্দোলনে নাৰীসকলকো আগ বঢ়াই লৈ গৈছিল; মাধৱদেৱে কোচবেহাৰৰ তেলী কৃষ্ণ আতৈৰ পত্নী আই দায়ালক লক্ষ্মীনাৰায়ণৰ ছকুৰি মাদৈৰ মেধি পাতে; তেওঁ মাদৈসকলক প্ৰসঙ্গ গাবলৈ শিকায়, সিসকলৰ কৰ নি গুৰুজনক শোধায় [§ ৯৪৭]। সিকালৰ বিয়াৰ নীতি-নিয়মৰো কিঞ্চিৎ আভাস আমি এই পুথিত পাওঁ। পিতা-মাতাই কন্যাক "সাদৰে সম্প্ৰদান কৈ মূলমন্ত্ৰেৰে টিক ধৰি বিবাহ দিয়ে" [§ ৫৫২]; স্বামি সেই দেখি হয় 'টিকৰ স্বামি' [§ ১১০৯]। কইনাক বিয়াত "মনি খাৰু টাৰ হাৰ আঙ্গুঠি উঝণ্টি কুণ্ডল হোডৰ সাম্ধ সিন্ধুৰ পাটনি পাট বিহা পিন্ধাই" সজোৱা হয় [§ ১১০৬]। কইনাৰ জোৰোণৰ বাবে কোচবেহাৰৰ আইধায়ে মুঠ ছকুৰি টকাৰ অলঙ্কাৰ গঢ়াই দিছিল [§ ১১১৫]। কেতিয়াবা কইনাঘৰে জোৰোণত "কুটগচ নখৰাকৈ সম্প্ৰদানকৈ" ছোৱালী দিয়ে [§ ১৭৩]। বিয়া বিশেষ বিশেষ প্ৰকাৰৰ হ'ব পাৰে—ঘৰজিয়াকৈ দিয়া বিয়া, আবিয়ৈ বিয়া, পাছ বিয়া

[§§ ৫৯৭, ১০৫৯, ১০৩০]। শিশু-জন্মৰ "চাইদিনত স্ত্রীসবে পাচটি মঙ্গল কৰা" [§ ৩২] এটি লোক-উৎসৱ। নানা লোক-বিশ্বাসৰ পঞ্জীয়নো চৰিতখনিত আছে। ভাগিনক মোমায়েকে মাৰিব নাপায় [§ ৪৪৩], 'গোবৰ্ধনযাত্ৰা' কৰিলে বৰষুণ হয় [§ ৭৮৮], তিৰীৰ মুখ নেদেখা (বয়সলৈকে অবিবাহিত) লোকক বাটত দেখিলে মাছমৰীয়ায়ো মাছ নাপায় [§ ৮৪২]—এইবোৰ তেনে বিশ্বাস বা অন্ধবিশ্বাস। ভূতত বিশ্বাস সকলো পুৰণি সমাজতে থাকে। গধূলি প্ৰসঙ্গলৈ যাওঁতে বকুলতলত আগচি ধৰা ভব্য লোকৰ ছাঁ [§ ৫৪৮], দ হোলাৰ হাবিৰপৰা ওলাই সাবটি ধৰা বুঢ়াভকত [§ ৫৫৭], তিনি যেন যমদূত [§ ৫৭১], চুৰিৱনি হোলাৰ দৈত্য-দানঞা, খুৰি বাক, চাৰি গুলৈ [§ ৬০৭], ধিৰাই আতৈৰ বহাত লম্ভা "সাংখ খাৰুৰে সুন্দৰ স্ত্রী"-বেশী ক্ষেতৰি [§ ৭০০]—এইবোৰ অপদেৱতাৰ প্ৰকাশ। এনে বিশ্বাসৰ সমাজত বেজ-বৈদ্য, টাটকিয়া-বাজিকৰৰ [§ ৩৬] বহল ক্ষেত্ৰ, তন্ত্ৰ-মন্ত্ৰ, কুমন্ত্ৰ-অভিচাৰ বিশেষ কৰ্ম। হেৰা দিয়া [§§ ৩২, ৮৭৬], খৰিকা-বাণ হানি হেৰা দিয়া [§ ৩৬৯], মন্ত্ৰ কৰি নাৱৰ আগত নৈৰ পানীৰ বিবিধ ক্ৰিয়া সৃষ্টি কৰা [§ ৮০৬]—এইবোৰ কুঅভিচাৰ। বিহ-কাপৰৰ প্ৰয়োগো [§ ৪১৪] তেনে। জ্যোতিষ-চৰ্চা সমস্ত অঞ্চলটোত বাৰুকৈ হৈছিল। নানাবিধ খেলা-ধূলাৰ ভিতৰত বৰৰ নাও-খেল [§ ৮৫৯] আৰু সৰুৰ ভণ্টা (ভটাগুটি), ডুগডুগলি, চোৰৈ, ঢোপ, বাঘ, বাঘ-ছাগ, পঞ্চি, ঘিলা, পাহঘিলা, সোৰটাঙ্গ, হৈ, চৌপট [§§ ৪৩-৪৫, ১০৮, ১১০, ১৬৩, ৪৫৬, ৬৬৫]।

### শঙ্কৰদেৱৰ যুগত ভাৰতীয় স্বাক্ষৰ

১১.০ শঙ্কৰদেৱৰ যুগটি অসম-কামৰূপৰ বৌদ্ধিক প্ৰসাৰণৰ যুগ; শঙ্কৰদেৱ আন্দোলন এক সৰ্বভাৰতীয় আধ্যাত্মিক আন্দোলনৰ অবিচ্ছিন্ন খণ্ড-প্ৰকাশ। সেই সময়ত ভাৰতৰ চিন্তানায়কসকলৰ চিন্তাৰ ঢৌৱে অসম-কামৰূপৰ বালিগৰাতো কোবাইছিলহি। মহাপুৰুষে তেওঁৰ 'ভক্তি-ৰত্নাকৰ'ত যেনেকৈ 'বৈষ্ণৱানন্দলহৰি'ৰ নিচিনা অন্যত্ৰ বিৰল আৰু সম্ভৱতঃ এই অঞ্চলতে ৰচিত পুথিৰ পাঠ উদ্ধাৰ কৰিছে, তেনেকৈ শঙ্কৰাচাৰ্যৰ 'বিষ্ণু-ভুজঙ্গ-প্ৰয়াত স্তোত্ৰ'ৰ (এই স্তোত্ৰৰ পাঠ-ভেদ বৰ্তমান, তাক 'শিৱ-ভুজঙ্গ-প্ৰয়াত'ৰূপেও পোৱা যায়, আৰু মন কৰিবলগীয়া, গুৰুজনে শঙ্কৰাচাৰ্যৰ নামটি এই প্ৰসঙ্গত লোৱাও নাই), কাশ্মীৰৰ শিহ্লন-মিশ্ৰৰ 'শান্তি-শতক'ৰ, দক্ষিণৰ কৃষ্ণ মিশ্ৰ-যতিৰ 'প্ৰবোধচন্দ্ৰোদয়'ৰ ছত্ৰ উদ্ধাৰ কৰি দিছে। সিয়ে দেখুৱায়, শঙ্কৰদেৱৰ মানসিক দিগন্ত কেনেভাৱে প্ৰসাৰিত আছিল। সন্দেহাতীত নোহোৱা 'বিষ্ণু-ভুজঙ্গ-প্ৰয়াত'ৰ বাহিৰে শঙ্কৰাচাৰ্যৰ আন গ্ৰন্থৰ উদ্ধৃতি শঙ্কৰদেৱত বা আমাৰ ভক্ত পণ্ডিতসকলত নাই। 'গুৰু-চৰিত-কথা'ই অঙ্কিত কৰাৰ দৰে [§ ৩২১] ভগৱত্তত্ত্ব বা ভক্তিৰ ঐতিহ্যৰ

লগতো শঙ্কৰাচাৰ্যক জড়িত কৰা নাযায়। কিন্তু ভক্তিত আপ্লুত হোৱা কেইবাজনো অদ্বৈতপন্থী লোকে ভাৰত তথা অসমৰ ভক্তি আন্দোলনত নিজৰ স্বাক্ষৰ ৰাখিছে। সেইসকলৰ ভিতৰত শ্ৰীধৰ-স্বামী সবাতো প্ৰধান; তেওঁৰ 'ভাগৱত-ভাৱাৰ্থ-দীপিকা' অনুসৰিয়ে শঙ্কৰ-মাধৱ আদিয়ে ভাগৱত-পুৰাণৰ অৰ্থ গ্ৰহণ কৰিছে। গুৰু-পন্থত 'দীপিকা'ৰ গুৰুত্ব দেখুৱাবৰ বাবেই চৰিতত জগন্নাথে মহাপ্ৰভুৰ আদেশক্ৰমেহে তীৰহুতৰ জগদীশ মিশ্ৰই সেইখনি আনি মহাপুৰুষক দিয়া বোলা হৈছে [§ ৭৩]। অদ্বৈত সম্প্ৰদায়ৰে সন্ন্যাসী বিষ্ণুপুৰীৰ সংগৃহীত 'ভক্তি-ৰত্নাৱলী' আৰু তাৰ কান্তিমালা-টীকা মহাপুৰুষৰ সম্প্ৰদায়ত সাদৰে গৃহীত হৈছে [§§ ৩২১-২৪]। উত্তৰ ভাৰতৰ সন্ত কবিসকলৰ ভিতৰত কবীৰৰ নাম এই সম্প্ৰদায়ত শ্ৰদ্ধাৰে লোৱা হয়, কাৰণ "বোলে কবিৰ গোচাই ইশ্বৰঅৱতাৰ বিৰাট ব্ৰহ্মাৰ অংশে আহিছে" [§§ ২৮৩-২৮৪]। কিন্তু কবীৰৰ দোহা আদিৰ চৰ্চা অসমত ক'তো দেখা নাযায়; মাথোন কবীৰৰ ভণিতাৰে দুই-এটি গীত ভকতীয়া সমাজে গায়। শ্ৰীশঙ্কৰৰ লগত শ্ৰীচৈতন্যৰ সাক্ষাৎকাৰ [§ ২৮২] পুণ্যশীলসকলৰ কল্পনা। বৃন্দাবনৰ চৈতন্যীয়া গোস্বামীসকলৰ খবৰো চৰিতকাৰে বিশেষভাৱে ৰাখিছে [§ ২৯৬]। ইয়াৰ ভিতৰত মন কৰিবলগীয়া যে 'নাহং ৱিপ্ৰো ন চ নৰপতিঃ' আদি শ্লোকটি চৈতন্যীয়াসকলৰ সম্পৰ্কতহে উল্লেখ কৰা হৈছে; 'পদ্যাৱলী'ত সেইটি 'সাৰ্বভৌমানাং' বুলিলেও কোনো ঐতিহ্যই তাক শ্ৰীচৈতন্যেৰে সম্বন্ধিত কৰে। এইমাত্ৰ কোৱা দৰে পুণ্যশীলৰ কল্পনাই জগন্নাথৰ মন্দিৰত মহাপুৰুষৰ লগতে কেইবাটাও যুগৰ ভাৰতীয় মহন্তসকলক একত্ৰিত কৰিছে ঃ "আৰ মহন্তসব বহিচে ঃ কৃষ্ণচৈতন্য শ্ৰীচৈতন্য ঃ হৰিব্যাষ ঃ ৰামানন্দি....." [§ ২৯১]। কিন্তু ইয়াৰ তুলনাত ৰামানন্দ সম্প্ৰদায়ৰ সন্ন্যাসী ভেশ ধৰা ডকাইত [§ ৩০৭][১] আৰু গুৰুজনৰ প্ৰয়াণৰ পিছত অসমত থকা গুৰুধৰ্মত অনুপ্ৰৱেশ কৰিবৰ যত্ন কৰা যাদবেন্দ্ৰ আদি চৈতন্যপন্থীসকলৰ কথা বোধ হয় অধিক বাস্তৱ।

পুৰী, বৃন্দাবন, উপদ্বাৰকা আদিত শঙ্কৰদেৱৰ শিষ্যসকলৰ বিষয়ে ওপৰত আলোচনা কৰি আহিছোঁ। বাহিৰৰ ভ্ৰমণ-প্ৰসঙ্গত বিবিধ ঠাইৰ লোকৰ উল্লেখৰ মাজত হৰিদ্বাৰৰ 'কেৰা' (কেএগ্ৰা; হিং কৈয়াঁ, কাইএগ্ৰা; বং কেয়ে); 'নামমালিকা'ৰ কথাত সৌৰাষ্ট্ৰ ব্ৰাহ্মণৰ কথা চকুত লগা [§§ ৮৯০, ৯০০]। তীৰ্থভ্ৰমণকাৰীসকলে বাহিৰৰ জীৱন-প্ৰবাহ দেখি কেনেকৈ কৌতূহলত অভিভূত হৈছিল, তাৰো সম্ভেদ পোৱা যায় ঃ "চোটি আতা জত জি খানদান মাত বলি ফাৰ্চ্চি খোটা বেৰস্তা ক্ৰম কৈ বোলে ঃ প্ৰেৰালো বিঁকে গোবৰো কিনৈ বিস্ময় ভৈলোহো দেখি ঃ জৈত জিবা আমি দেখিলো সুনিলো কতেক কহিবো সখি" [§ ৩১২]।

---

১. এই সম্পৰ্কত চাওক এইচ্. এইচ্. উইলছনৰ *Essays and Lectures on the Religions of the Hindus*, vol, 11. London, 1862, pp. 53-54

### বিদ্যা-শিক্ষাৰ প্ৰসাৰ

১২.১ শঙ্কৰদেৱ-পূৰ্ব উত্তৰ-পূৰ্বাঞ্চলত শিক্ষাদানৰ ঘাই কেন্দ্ৰ আছিল কৃতবিদ্য পণ্ডিতসকলে চলোৱা ছাত্ৰশালবোৰ—লণ্ডাবৰ পঢ়া কৌশিকৰ ছাত্ৰশাল [§ ৩৯], শঙ্কৰদেৱ পঢ়া মহেন্দ্ৰ কন্দলিৰ শিঙৰিৰ ছাত্ৰশাল [§ ৫০], মাধৱদেৱে শিক্ষা লোৱা বণ্ডুকাৰ ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰশাল [§ ১২৮], সালকচাৰ দেৱদত্ত অধ্যাপকৰ ছাত্ৰশাল [§ ৩৫৩], চিৰহাটিৰ যাদইন্দ্ৰ ভট্টাচাৰ্য অধ্যাপকৰ ছাত্ৰশাল [§ ৫৯৫], পুৰুষোত্তম ঠাকুৰৰ উচ্চশিক্ষাৰ স্থান পাটকিৰ জইবৰ অধ্যাপকৰ ছাত্ৰশাল [§ ১১২৪] ইত্যাদি। ইয়াৰ উপৰি অঞ্চলটোৰ বাহিৰৰ বাৰাণসী [§ ৩২০], হৰিদ্বাৰ [§ ৮৮৫], নদিয়া-শান্তিপুৰ [§§ ১২, ৩৫০, ৪৭২] আদি ঠায়ে ইয়াৰ বিদ্যাৰ্থী আৰু পণ্ডিতক আকৰ্ষণ কৰিছিল। নৰনাৰায়ণ-চিলাৰায়ে বাৰাণসীত শিক্ষা-লাভ কৰিছিল; মহাৰজাই নিজে গূঢ়াৰ্থ থকা শ্লোক ৰচিছিল [§ ৩৩৬], আৰু 'মহাপণ্ডিত চিলাৰায়ে' [§ ২১৫] সংস্কৃততে জয়দেৱৰ 'গীত-গোবিন্দ'ৰ 'সাৰৱতী' নামে টীকা কৰিছিল। কণ্ঠভূষণে শঙ্কৰদেৱৰ ওচৰত পাণ্ডিত্যত লাজ পাই বাৰাণসীত ব্ৰহ্মানন্দ সন্ন্যাসীৰ ওচৰত বেদান্ত পঢ়িবলৈ গৈছিল [§§ ৩১৯-২১]। দেশৰ ভিতৰত ভট্টাচাৰ্য, কন্দলি, অধ্যাপক, ঠাকুৰ আদি পণ্ডিতীয়া উপাধিৰ পণ্ডিত আছিল। খিলাই বামুণৰ দৰে কোনোৱে "ছাত্ৰসালে পঢ়োতেই আদবয়স গৈছিল" [§ ৭৩৬]। মহেন্দ্ৰ কন্দলি অধ্যাপকক 'ধৰিব' পৰা আচাৰ্য (আধুনিক পঢ়াশালি-পৰিদৰ্শকৰ দৰে 'ওপৰৱালা') মাধৱ কন্দলিৰ শিষ্য ৰাগৱ আচাৰ্য [§ ৫০]। ছাত্ৰশালত ভৰ্তি হোৱা ছাত্ৰক বাৰ-তিথি গণি 'ফলি দি' 'মাত আখ' শিকোৱা হয়। সেয়া হ'লে 'পুথি দিয়া' হয়। তাৰ পাছতে শঙ্কৰে "দোৱাল পিহ্নাতে সয়ন কৰে ঃ এফালে এক শাস্ত্ৰ বস্তি ঃ ইওফালে সেইমতে ঃ গুৱাবটা দুবাগৰে দুফালে পঢ়ে অবিচ্ছেদে"। ছাত্ৰই মাজে মাজে পাঠশালি সৰা-মচাও কৰিব লাগে। শঙ্কৰক সেই দায়িত্বৰপৰা অব্যাহতি দি অধ্যাপকে ওজা-ছাত্ৰ পাতি দিছিল [§ ৫০]। ছাত্ৰশালৰ পাঠ্যক্ৰমৰ বিষয়ত বৰ্তমান চৰিতখনিৰ সাক্ষ্য ল'বলৈ হ'লে চাৰি বেদ, চৈধ্য শাস্ত্ৰ, অষ্টাদশ পৰ্ব মহাভাৰত, অষ্টাদশ সংহিতা, চৈধ্য ব্যাকৰণ, অষ্টাদশ তন্ত্ৰ, অষ্টাদশ কাব্য, অষ্টাদশ কোশ ছাতৰসকলে অধ্যয়ন কৰিব লাগিছিল [§ ৬০]। শঙ্কৰদেৱেও এহ পাঠ্যক্ৰমৰ মাজে গৈ "অপ্ৰমাদী পণ্ডিত ভৈলন্ত মহাশয়।" শিক্ষা সমাপ্ত হোৱাৰ পাছত ছাত্ৰসকলে 'চত ফুৰি' বা 'চৈত্ৰ গাই' অৰ্থাৎ বিশেষ আশীৰ্বাদৰ মন্ত্ৰ গাই' ঘৰে ঘৰে ভিক্ষা কৰি গুৰু-দক্ষিণা সংগ্ৰহ কৰে [§ ৮৮৫] আৰু গুৰু-বিদায় কৰে কাপোৰ-টকা দি সেৱা কৰি। পঢ়াশালিত যেনেকৈ ফলি দি ক-খৰপৰা পাঠ আৰম্ভ হয়, তাৰপৰা পৃথক এটা উপায়ে গুৰু দুজনে অনেকক পঢ়িব পৰা কৰি তুলিছিল—যেনেকৈ লক্ষ্মণ

ওজাক "গুৰুজনে একাদহ পুথিতে দেখাই ফলি নিদিয়াকৈএ পঢ়াই ঃ বিবেগি পঢ়ুয়া হল ঃ দসমৰ পদ আওৰাই লব দিলে ঃ আহিলত ওজা সিকালে ঃ চিৰাম আতা পালি দুই নিতে কীৰ্ত্তন কৰেহি ঃ বৰ চক্ৰবৰ্ত্তী ওজা হল" [§ ৫০১]।

বিদ্যা-লাভত পৰিয়ালৰ ঐতিহ্য (family tradition) এটি ডাঙৰ কথা। সেইহে খেৰসুটি বুঢ়ীআয়ে টামন হৈ উঠা বাৰবছৰীয়া শঙ্কৰক সোঁৱৰাই দিছিল ঃ "আমাৰ বংশত অপণ্ডিত নাই ঃ তই মূৰ্খ হব খুইছনে" [§ ৪৯]? এটা শিক্ষিত পৰিয়ালৰ লগত থকা বন্দী-বেটীয়েও শিক্ষা কেনেকৈ আহৰণ কৰে, তাৰ উদাহৰণ চন্দৰী আই, যি শঙ্কৰদেৱে সপ্তবৈকুণ্ঠৰ চিত্ৰ আঁকা সময়ত কল্পতৰু বৃক্ষৰ ঠাই নিৰ্দেশ কৰিছিল [§ ৭৪] আৰু বৃন্দাবনী বস্ত্ৰতো ভুল ধৰিছিল [§ ৩৭৭]। সেই কালত অঞ্চলটোতযে বিদ্যাৰ কেনে চৰ্চা হৈছিল তাৰ আভাস শঙ্কৰদেৱে লুইতত উটি অহা গীতাখনি পোৱাৰপৰাই [§ ৮৪] অনুমান কৰিব পাৰি। পঢ়িব নোৱৰা লোকৰ ঘৰতো দিব্য অক্ষৰৰ 'ৰত্নাৱলী' পুথিখনি সংৰক্ষিত হোৱাৰো [§ ৬২৫] এটি তাৎপৰ্য আছে। সেই দিনত 'লিখক'ৰ হতুৱাই "পুথি বেচ দি লিখাবলৈ পাইছিল" [§ ৬২৫]; অশুদ্ধ পুথিৰপৰা প্ৰতিলিপি প্ৰস্তুত কৰিলে অশুদ্ধ হোৱাৰে সম্ভাৱনা সৰহ, গতিকে " পুথক (পুথি) সোধন আৰ্হি" হ'ব লাগে [§ ৮৫৫]। সাঁচিপাতৰ খাৰ কঢ়া, জাঞ দিয়া, তিকা, কুট দিয়া, লিখা, শুকোৱা—এই ক্ৰমত পুথি তৈয়াৰ হয় [§§ ২৪৮, ৩৬২, ৩৭১, ১১১৯]।

পণ্ডিতসকলে শিক্ষাৰ কেন্দ্ৰবোৰত ঘূৰি তৰ্কবাদলৈ পণ্ডিতক প্ৰত্যাহ্বান জনাই ঘূৰে, বাদত জিকিলে বানা (পতাকা নে মেডেল) বান্ধি যায় আৰু হাৰিলে বানা খহাই যায় [§ ১২]—যেনেকৈ মালসকলেও কৰে [§ ৩৪৬]। কেতিয়াবা বাহিৰৰ পণ্ডিত আহিলে 'ফুলচন্দন পাট ভুনি" দি মান কৰা হয়। সেইদৰে ভাগৱত পঢ়ি মাধৱদেৱৰ ওচৰতো "গোটাচাৰি শ্লোক কৈ আহোগৈ" বুলি গৰ্ব কৰি আহি অসুৰালি ভট্টাচাৰ্যই অৰ্থ যুৰিব নোৱাৰি লাজ পায় [§ ৭৯৮]।

### সঙ্গীত, নাটক, কলা-শিল্প

১২.২ ভৰত মুনিৰ 'নাট্যশাস্ত্ৰ' আদি গ্ৰন্থত বিভিন্ন প্ৰদৰ্শনীয় কলাক (performing art) ভগৱান শিৱৰ লগত সংশ্লিষ্ট কৰি সিবোৰৰ কৌশল বৰ্ণোৱা হৈছে। বৈষ্ণৱধৰ্মৰ প্ৰৱলতাৰ সময়ত বোধ হয় সি কথা বিসদৃশ যেন লগা হ'ল। গতিকে শ্ৰীকৃষ্ণ, নাৰদ আদিৰ লগত সংযোজিত কৰি সঙ্গীত, নাট্য, আন কলাৰ পুৰণি

১. "নিৱসতু তৱ গৃহে নিশ্চলা সিন্ধুপুত্ৰী। প্ৰৱিশতু ভুজদণ্ডে চণ্ডিকা বৈৰহন্ত্ৰী॥
—ন চলতু তৱ চিত্তং পাদপদ্মাম্বুৰাৰেঃ॥"—এইটিৰ দৰে মন্ত্ৰ গাই স্নাতকসকলে আশীৰ্বাদ কৰি ঘৰে ঘৰে ভৈক্ষ্য সংগ্ৰহ কৰে।

ৰচনা কৰিবৰ প্ৰবৃত্তি আৰু প্ৰচেষ্টাৰ সময় আহিল। তেনে এটি প্ৰচেষ্টা হ'ল অসমতো প্ৰচাৰ থকা গৌড়দেশীয় ৰঘুনন্দন-বিৰচিত 'হৰি-স্মৃতি-সুধাঙ্কুৰ',[১] য'ত বীণাবাদক নাৰদ মুনিৰ কল্যাণত সঙ্গীত-বিদ্যা ভূ-ভাৰতত অৱতৰণ কৰিছে। সেই কাহিনীৰ পুনঃকথন কৰা হৈছে অসমীয়া 'বাদ্য-প্ৰদীপ'ত[২]। তাৰে এটি চাট বৰ্তমানখনি চৰিতত [§ ০৪] পৰিছেহি। নাৰদ মুনি গোলোক বৈকুণ্ঠলৈ গৈছে। তাতে তেওঁক সৰস্বতী-সমন্বিতে কৃষ্ণই প্ৰেম-ভক্তি দিছে। ৰাধা-সমন্বিতে কৃষ্ণই মুনিক বীণা-যন্ত্ৰ দি গীত গাবলৈ কৈছে। নাৰদে তাৰ, মন্দ্ৰ, ঘোৰ, এই তিনিও স্বৰ-স্থান আগুৰি গীত গালে পঞ্চতত্ত্বে পঞ্চস্বৰ তুলি।[৩] আই সৰস্বতীয়ে গালে সকলো যন্ত্ৰৰ ৰজা চাৰঙ্গদাৰ চৰ্জি সেই চাৰঙ্গদাৰত সপ্ততত্ত্বে সপ্তস্বৰ তুলি। এই পুৰাণৰপৰাই চৰিতকাৰে প্ৰেমপূৰ্ণানন্দগিৰিৰে আৰম্ভ কৰি শ্ৰীশঙ্কৰৰ বংশলতা টানিছে। কথিত আছে [§ ২২১], শঙ্কৰদেৱে 'কালিদমন নাট'ৰ তাল ঘাতোঁতে স্বৰ্গৰপৰা গন্ধৰ্ব নামি আহিছিল শিকিবলৈ; গুৰুজনে তেতিয়া জটিল ষড়ছন্দৰ তাল ধৰিলত গন্ধৰ্বই আঁত ধৰিব নোৱাৰি লাজ পাই ঈশ্বৰ মানি গুচি গ'ল।

ৰামচৰণ ঠাকুৰৰ ভণিতাযুক্ত চৰিত, 'বৰদোৱা-গুৰুচৰিত'ৰ দৰে উত্তৰ পৰ্যায়ৰ এই চৰিতেও 'চিহ্নযাত্ৰা'ৰ কথা কয়। সেই বৰ্ণনাত শঙ্কৰদেৱৰ সাহিত্য-কৰ্ম আৰু আদি পৰ্যায়ৰ চৰিতৰ লগত খাপ নোখোৱা সঙ্গীত, নাট আৰু সাহিত্য-বস্তু আছে। তাত খোল বাদ্য, তাল-মান আৰু ধেমালিক অভিনৱ সৃষ্টিৰূপে উপস্থাপন কৰা হৈছে; অন্য বৰ্ণনা আৰু প্ৰয়োগত নথকা তিমিৰ ৰাগ, বাউমগুলি ৰাগ, মেঘমণ্ডল আৰু মেঘমগুলি ৰাগৰ কথা কোৱা হৈছে; স্বৰ্গ বৈকুণ্ঠৰ কথাও গুৰুজনৰ আন গ্ৰন্থত নাই; তুলাপাতত বৈকুণ্ঠৰ চিত্ৰ লিখি কৰা ধৰ্মৰ প্ৰদৰ্শনা মহাপুৰুষৰ প্ৰয়োগবিজ্ঞানত দেখা নাযায়। হয়তো সমস্ত 'চিহ্নযাত্ৰা'ই আছিল এটি সম্পৰীক্ষা আৰু তাৰ ধাৰা পিছৰ নাটত পৰিস্থূত হয়। গতিকে সঙ্গীত, নাটক আৰু সাহিত্যৰ পদাৰ্থৰূপে সি একক আছিল।

শঙ্কৰ-পূৰ্ব অনুষ্ঠানৰ ভিতৰত সম্ভৱতঃ বৰঢুলীয়াৰ বাজনা [§ ৫৪১] আৰু সভা কৰি মাদল কোবোৱাৰ [§ ৮০৮] কথা ক'ব পাৰি। 'দৰং-ৰাজবংশাৱলী'ৰ বৰ্ণনামতে হাজোৰ মাধৱ-দেৱালয় অৰণ্যাকীৰ্ণ আৰু বাঘ আদিৰ বাসস্থান হৈ আছিল— ৰঘুদেৱনাৰায়ণে তাক পুনৰ্নিৰ্মাণ কৰি নট-ভাট আদিৰ ব্যৱস্থা কৰাৰ সময়লৈকে; আৰু ৰামচন্দ্ৰ বৰপাত্ৰৰ পদ 'যোগিনী-তন্ত্ৰ' ('মণিকূট' নামে পিছত মুদ্ৰিত) পুথিৰপৰা দেখা

---

১. মহেশ্বৰ নেওগ-সম্পাদিত, ৰঘুনন্দন-বিৰচিত হৰি-স্মৃতি-সুধাঙ্কুৰ, গুৱাহাটী, ১৯৭৬

২. লক্ষ্মীনাথ দাস আৰু মহেশ্বৰ নেওগ-সম্পাদিত 'বাদ্য-প্ৰদীপ' (মহেশ্বৰ নেওগ আৰু কেশৱ চাংকাকতীৰ *Rhythm in the Vaishṇava Music of Assam*অত সন্নিবিষ্ট)।

৩. গুৰুজনৰ উত্তৰকাণ্ড ৰামায়ণত তিনি স্বৰস্থানৰ (নাদ) কথা আছে লৱ-কুশৰ ৰামায়ণ-গান প্ৰসঙ্গত "তাৰ ঘোৰ মন্দ্ৰ নাদে দুয়ো গীত গাৱে।"

যায় সেই মন্দিৰত সত্ৰীয়া চৈধ্য প্ৰসঙ্গৰ আৰ্হিত মন্দিৰৰ গীত-মাত চলিবলৈ ধৰে।[১] বৰ্তমান চৰিতত মাধৱদেৱৰ ওচৰত হাজোৰ গায়নে শিক্ষা-লাভ কৰাৰ স্পষ্ট উল্লেখ আছে; এটি গীতত ৰাগ তাল-মান-ঘাত বাজনা শুনি সেই বায়ন স্তম্ভিত হোৱাৰো বৰ্ণনা আছে [§ ৮১৬]। মাধৱদেৱ স্বয়ং হাজোৰ মন্দিৰলৈ যাওঁতে নাটমন্দিৰত বহি "পূজাৰি-দেউৰিৰ লগতে নাচনিয়াৰকো দখিনা দিছিল" [§ ৬২৪]। কোনো সত্ৰত থকা 'হাজোৱলীয়া বাজনা' অৰ্বাচীন।

বৰপেটা-সত্ৰৰ প্ৰথম সত্ৰীয়া মথুৰাদাস আতা পূৰ্বতে "বঙ্গদেসি চৈতনিয়াসিমতে নামমন্ত্ৰ লৈ গ্ৰামৰ লোক আঠাৰে জনে সৈতে ৰামায়ণ গাই ফুৰে আতা ওজা" [§ ৪৮৯]; বাকী ওঠৰজন পালি [§ ৪৯২]। পিছত তেওঁলোকক মাধৱদেৱে বৰগীত আদি ৰচি দিয়ে গাবৰ বাবে [§ ৪৯৯]। পদো তেওঁলোকে গাইছিল [§ ৬৪১]। সত্ৰৰ ওজা-পালি বা বিয়াহ গোৱা-নচাতো বঙলুৱা প্ৰভাৱ এটি থাকিব পাৰে, যি কাৰণে কমলাবাৰী আদি সত্ৰত সি পলমকৈহে চৈধ্য প্ৰসঙ্গৰ ভিতৰত সোমাইছিল। লক্ষ্মণ ওজাক গুৰুজনে নিজে পঢুৱাই, গান-বাজনা শিকাই চক্ৰৱৰ্তী ওজা কৰিলে [§ ৫০১]। পোনৰেপৰা কীৰ্তন-ঘোষা ওজা উঠিয়ে কোনোজনে লগাই দিছিল [§ ৮৮]। চাৰঙ্গদাৰ, বীণা আদি বাদ্যযন্ত্ৰ পূৰ্বৰে প্ৰচলিত। আতৈ ভাস্কৰ বিপ্ৰই বজাই ফুৰা ৰবাব নতুন আমদানি যেন লাগে। মন কৰিবলগীয়া যে গুৰু নানকৰ সঙ্গী মৰদানাৰ হাততো এই যন্ত্ৰ সদায় আছিল।

মাধৱদেৱ হাজোৰ ৰামদৈৱা বালিত থকাত ভিমা বায়ন জগন্নাথ গায়ন উঠি দিনে-নিশা গাই-বাই কৰায় নটুৱা নাচ [§ ৮১৪] অৰ্থাৎ নানা ভাৱৰ নাচ। সুৰানন্দ কটোৱালে লগনীয়াৰ গোচৰ সুধিবৰ কাৰণে মাধৱদেৱৰ বৰপেটা-সত্ৰলৈ আহি নিজে খুজি চালে 'ৰাধা-নাচ' অৰ্থাৎ গোপী-নাচ বা সম্ভৱতঃ আজি যাক বোলা হয় চালি নাচ। মন কৰিবলগীয়া যে তেওঁ এটি নটুৱা ল'ৰাৰ কাপোৰ ফালি পৰীক্ষা কৰিলে, "দেখে কাঠৰ তন ঃ খোপা গমচাৰ ঃ স্ত্ৰী নহই" [§ ৭৯৯]। এই ৰূপ-সজ্জা মনত ৰাখিবলগীয়া। সত্ৰবিলাক হোৱাত সঙ্গীত-নাটক চলাবৰ বাবে স্থায়ী ৰূপত বিষয়-ববীয়া হ'ল—গায়ন, বায়ন, ওজা আদি; কোনো সত্ৰত সূত্ৰধাৰী আদি ভূমিকা অনুসৰিও বিষয়-বাব হ'ল। শঙ্কৰদেৱ আন্দোলনে গুৰু দুজনাৰ নাট কেইখনিকে সাৰথি কৰি এক কৰ্মঠ নাট্য-আন্দোলনো গঢ়ি তুলিলে। মাধৱদেৱৰ কালতে নৃসিংহ-জাত্ৰা [§ ৪৪৭], অজামিলপক্ষান জাত্ৰা [§ ৭২৪], ভৱানীপুৰীয়া গোপাল আতাৰ জন্মজাত্ৰা পাচটি [§

---

১. মহেশ্বৰ নেওগ আৰু কেশৱ চাংকাকতী, 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল'ৰ সম্পাদকৰ পাতনি চাওক (পিঠি [২০]-[২১])।

৭৩৯], ৰামভাৱনা [§ ৭৪৪—ভাওনা আখ্যাৰ প্ৰয়োগ মন কৰিবলগীয়া], মহাপুৰুষৰ ভোজনবেহাৰ আৰু দধিমথন [§ ৭৬৬], গোবৰ্দ্ধন জাত্ৰা [§ ৭৮৮]—বিভিন্ন উপলক্ষ্যত অভিনীত হৈছিল। ঠায়ে ঠায়ে তাৰ বহল বৰ্ণনা মনোৰম।

শঙ্কৰদেৱে 'চিহ্নযাত্ৰা'ৰ বাবে সপ্তবৈকুণ্ঠৰ পট তুলাপাতত লিখা [§ ৭৪], "দীব্য হাতি জেন জিয়াহে জাই খাই ফুৰেহে", এনেকৈ "তুলাপাতত হিঙ্গুল হাইতালেৰে জন্ত্ৰ কৰি হস্তি সাজি লিখি" ভুৰুকাৰ মুখত লগোৱা [§ ৩৪০] চিত্ৰশিল্পৰ নিদৰ্শন আছিল। "ৰঙ্গা বগা কলা হলিদ্ৰা সৌজ ঃ কাচনীল গৌৰ শ্যাম" কৰি সূতা বনকাই তিনি কুৰি হাত বহল কাপোৰত কৃষ্ণৰ বৃন্দাবন-লীলা বোৱাই তোলা বয়ন-শিল্পৰে এটি প্ৰকৃষ্ট নিদৰ্শন হৈছিল—শঙ্কৰদেৱৰ আৰু মাধৱদেৱৰো নিৰ্দেশনা আৰু তাঁতীকুছিৰ ৰজাঘৰীয়া বাৰেমৰলৰ কৰ্মপ্ৰৱণতাত হৈ উঠিছিল [§ ৩৭৩ক]। যঁতৰত নেৰি পাঁজি কাটি সূতা উলিওৱাও [§ ৩৭৩ক] এটি ঘৰুৱা শিল্প। প্ৰকৃততে বোৱা-কটা অসমীয়া তিৰোতাৰ সাধাৰণ এটি কৰ্তব্য, তেওঁলোক স্বভাৱ-শিপিনী। বজ্ৰাঙ্গী "আই বৰ কাজি ফুলতি ঃ গুটি গাতি গছ লতা বুটা ছপা কেচ হাতি ঘোৰা চব দিব তুলিব পাৰে" [§ ৪৫৭]। কাঠ-পুতলা নচুওৱাৰ উল্লেখটি [§ ১১৩১] মন কৰিবলগীয়া। 'আৰ্থিক অৱস্থা-ব্যৱস্থা'ৰ আলোচনাত অঞ্চলটোৰ ঘৰ আৰু মন্দিৰৰ নিৰ্মাণ-বিদ্যাৰ কথা স্পৰ্শ কৰি অহা হৈছে।

### উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজকীয় প্ৰশাসন

১৩.০ উত্তৰ-পূৰ্বাঞ্চলৰ 'তিনি ৰাজ্য' অসম (আহোম ৰাজ্য), কামৰূপ আৰু বেহাৰ (দুখন কোচ ৰাজ্য) চৰিতখনিৰ ৰচনাৰ সময়ত প্ৰতিষ্ঠিত সত্য। শুক্লধ্বজ চিলাৰায়ৰ মৃত্যু আৰু মহাৰাজ নৰনাৰায়ণ আৰু শুক্লধ্বজপুত্ৰ ৰঘুদেৱনাৰায়ণৰ মাজত সামান্য বিবাদৰ ফলস্বৰূপে বিশ্বসিংহ আৰু নৰনাৰায়ণ-চিলাৰায়-প্ৰতিষ্ঠিত কোচবেহাৰ ৰাজ্য এখনৰ ঠাইত সোণকোষক সীমা কৰি কামৰূপ আৰু কোচবেহাৰ, এই দুখন ৰাজ্য হ'ল। কোচবেহাৰ ৰাজ্যৰ উত্তৰৰ আগতে অঞ্চলটোত কমতা বা কামতা ৰাজ্য বিস্তৃত আছিল। সেই ৰাজ্যৰ ৰজা দুৰ্লভনাৰায়ণৰ নাম প্ৰাক্-শঙ্কৰ তিনিজন কবিয়ে লৈছে; কিন্তু তেওঁৰ পুৰাতাত্ত্বিক প্ৰতিষ্ঠাৰ অভাৱ, যদিহে আমি সদিয়া-চেপাখোৱাৰ তামৰ ফলিৰ' দুৰ্লভনাৰায়ণকে কমতাৰ ৰজাজন বুলি নলওঁ। ৰমানন্দ দ্বিজৰ গুৰুচৰিতমতে বিশ্বসিংহই দুৰ্লভনাৰায়ণক বধ কৰি ৰজা হৈছিল। সেই হিচাপত তেওঁ পঞ্চদশ-ষোড়শ শতিকাৰ সংযোগৰ সময়ৰ ৰজা হ'ব বুলি ক'ব লাগিব। কমতা ৰাজ্যৰ প্ৰশাসনৰ কথা কিন্তু বিশেষ জনা নাযায়; মাথোন চণ্ডীবৰৰ প্ৰসঙ্গত কেনেকৈ পণ্ডিতক "টাৰ হাৰ কিৰিটি কুণ্ডল পিন্ধাই" বা "সোনোৱালী দগলা টুপি দি বা গুৱা

সফুৰা দি” সন্মান কৰা যায় আৰু দোষীৰূপে সাব্যস্তজনক “গাৰ্হতে চাকশাল কুন্দা মাৰি থয়”, সেই কথা পোৱা গৈছে [§§ ১২-১৩]। দ্বিতীয়তে মন কৰিবলগীয়া প্ৰতাপী ভূঞা “গন্ধৰ্ব্বৰাই চোট ৰাজা কামেশ্বৰ কৰতলীয়া” [§ ১৪]। এই গন্ধৰ্বৰাইৰ তলে মাগুৰিত খেতি ৰক্ষা কৰিবলৈ ধৰা বা মথাউৰি বন্ধা আদি পূৰ্তকৰ্ম ভূঞাসকলেই কৰিছিল [§ ১৩]।

**১৩.১ কোচসকলৰ প্ৰশাসন ঃ** বিশ্বসিংহই আনুমানিক ১৫১৫ৰপৰা ১৫৪০ চন পৰ্যন্ত ৰাজত্ব কৰিছিল। তেওঁৰ ওঠৰজন কোঁৱৰৰ ভিতৰত নৰনাৰায়ণক যুৱৰাজ আৰু চিলাৰায়ক ডেকাৰজা পাতে; তেওঁলোক দুয়ো বিশ্বসিংহৰ পাছত মহাৰাজ আৰু চোট ৰজা বা দেৱান হয়; ৰণক্ষেত্ৰত চিলাৰায় সৈন্যাধ্যক্ষ। বিশ্বসিংহই এই দুই কোঁৱৰৰ বাহিৰেও বাকীসকলক বেজিনি (বিজনি), ৰানি, লুকি, বেলতলা আদিত নগৰ পাতি দি কিছু ৰাজকীয় ক্ষমতা দিছিল যেন অনুমান হয় [§ ৯৪]। কোচ বৰৰাজাৰ আৰু চোট ৰাজাৰ ডা-ডাঙ্গৰীয়া [§ ১০৮৩] আছিল অনেক বিষয় লৈ ঃ “বৰৰাজাৰ মুখ্যমন্ত্ৰ সোনাবৰ আদগা লগে চোট ৰাজাৰ ঃ মুখ্যমন্ত্ৰ ৰূপাবৰ আদগা [§ ৪১৪]; তেৱেঁই ৰূপাবৰ লস্কৰ [§ ৫৮৫]? কোচ বিষয়াৰ ভিতৰত বৰুৱাও আছিল [§ ৬৬২]—দিঘলা বৰুৱা [§ ৮১১], “গন্ধৰ্ব্ব মাজি নাএঃ বৈঠা দহ হাজাৰ উপৰি বৰুৱা ৰঘু ৰাজা পাতিচে” [§ ৮০১]। কোচবেহাৰৰ প্ৰতাপী বিষয়া সুৰানন্দ কটোৱাল [§§ ৮০৩-১০], কেহো হাজৰা [§ ৮২৯], কেইবাজনো কাজি—বিৰূপাক্ষ, কলিয়া, সুৱালু, মৰ্দ্দন, ৰঞ্জে [§ ৮১১]। দৈৱজ্ঞ নাৰায়ণ আতৈৰ জ্যেষ্ঠ বুৰা দলৈৰ গাত পাঁচোটা ‘কাৰ্যনা’ বা বিষয়-বাব—“দলৈ, মজিদাৰ ঃ চৌধাৰি ঃ পাটোৱাৰি ঃ মেনা, ঠাকুৰিয়া” [§ ৫৮৫]। ঢোপধৰা (নয়নানন্দ, § ৭৯৯), কটোৱাল (নয়নানন্দ) আৰু গৰমলি (গোবিন্দ § ১৮৯, হৰি § ৩২৬, কোনো মেচ § ৮০০), সেৰা বা সাৰা, চিপাহি-পিয়দা [§ ৩৪৯] আৰক্ষী বিভাগৰ বৰ-সৰু কৰ্মচাৰী। অমৃতাকৰ দলৈৰ গৃহত মাধৱদেৱে পুৰুষোত্তম ঠাকুৰত শক্তি-ভক্তি শোধাবৰ সভাত “অনেক ভকত গ্ৰামবাষি চৌধাৰি পটোৱাৰি মেনা তালুকদাৰ ঠাকুৰিয়া অনেক লোক লস্কৰ বহিছেহি” [§ ৬১১]। দেখা যায় কামৰূপত ইব্ৰাহিম কড়োৰীৰ তলে মোগলসকলৰ ভূমি-অনুশাসন পদ্ধতি প্ৰবৰ্তিত হৈ বৰুৱা, চৌধাৰী, তালুকদাৰ, পটোৱাৰি আদি বিষয় হোৱাৰ পূৰ্বেই কোচ শাসনত

---

১. মহেশ্বৰ নেওগ, সদিয়া-চেপাখোৱা তামৰ ফলি প্ৰবন্ধ (সংস্ৰা, জুন-আগষ্ট ১৯৭৬) আৰু 'Light on a ruling dynasty of Arunachal in the 14th and 15th Centuries (*Annals of Bhandarkar Oriental Institute, Golden Jubilee Vol.*, Poona) চাওক।

সেইবোৰ বিষয়ৰ সৃষ্টি হৈছিল আৰু 'পৰঙ্গনা' বিলাইত আদি বিভাগো সেই অৰ্থে হৈছিল। খাতা, বজালি, ক্ষেত্ৰ পৰগনাৰ নাম এই চৰিততে আছে [§§ ১৬০, ৫৭৭, ৬৪৯, ৬৮১, ৬৯৪]। সেইদৰে তালুকদাৰ (ধেৰা § ৬১৭), পাটগিৰি (ৰামজই § ৬২৮ক), ঠাকুৰীয়া বা গাঁও ঠাকুৰিয়া (§§ ৫৮৬, ৬৮০), পুৰাণ (§ ৬২৩ক), বহাই (§ ৯৯৬), মেনা (ভবানীপুৰীয়া গোপালকো কুমাৰৰ মেনা বোলা হৈছে, § ৪৬২), মেতেৰি (জয়হৰি) আদি বিষয়াৰ নাম পাওঁ। ডকুৱা (মনোহৰ, § ১০৯৩ বা ডাকুৱাৰ পো ৰূপাবৰ লস্কৰ, § ৫৮৭) বোধ হয় ডাকৰ (postal) বিষয়া (আজি-কালি নামটো 'ডাউকা' হৈছে)। চাৱলিয়া (মেঘ § ৬৬৬) চৱাল-জবাব লোৱা অধিকাৰ। মৰলসকল (নাৰায়ণ, গুপি, জয়ৰাম, § ৯৯৬) সাধাৰণতে তাঁতীৰ ওপৰৰ চৰ্দাৰ। ৰাজ্যৰ সীমাৰ চকিত চকিদাৰ (§ ৮৩০) বা চকিয়াল (§ ১০৩৩), মণ্ডল (হৰ, § ১১১১), জেমাদাৰ (হৰাই, § ১১১১) আদি ভিন ভিন কৰ্মচাৰী। ৰঘুদেবনাৰায়ণৰ খাতৰ ৰাজখোৱাৰো উল্লেখ হৈছে। শঙ্কৰদেৱে বৃন্দাবনী বস্ত্ৰ বোওৱাৰ সময়ত তাঁতীকুছিৰ (বৰপেটাৰ) মৰলসকলক গুৰুজনৰ দায়িত্বত দিয়া হৈছিল।

ছেইন্ট পলৰ দৰে ধৰ্মৰ অৰ্থে চৰম কষ্ট আৰু শাস্তি স্বীকাৰ কৰা নাৰায়ণ ঠাকুৰ আতাৰ প্ৰসঙ্গত কোচ শাসকসকলৰ শাস্তি আৰু বিচাৰ-ব্যৱস্থাৰ সম্ভেদ আমি পাওঁ। বামুণৰ গোচৰ পাই অধৰ্ম আচৰাৰ অভিযোগত শঙ্কৰদেৱক ধৰি আনিবলৈ নৰনাৰায়ণে গৰমলি পঠিয়ালে। গৰমলিয়ে গুৰুজনক নাপাই ঠাকুৰ আতা আৰু গোকুলচান্দক ধৰি ৰাজসভাত উপস্থিত কৰিলেগৈ। ৰজাই হৰি গৰমলিক শোধ কৰিবলৈ দিলে। বিশেষকৈ ঠাকুৰ আতাই গুৰুজনে কিবা অধৰ্ম শিকাইছে বুলি কোনো প্ৰকাৰে স্বীকাৰ নকৰিলে আৰু ক'ত লুকাল তাকো নক'লে। ৰজাই দুইজন ভকতক শাস্তি কৰিবলৈ দিলে; গৰমলিয়ে চেপাকুন্দা, পোতাকুন্দা আৰু ডফলাকুন্দা নামৰ বন্দীৰ ভৰিত লগাই থোৱা কাঠৰ কুন্দা (stock, stocking) লগাই তপত কোৰ গাত লগাই দিলে, কঠা নামৰ যন্ত্ৰ, ওঠৰযোৰ চাকশাল আদি শৰীৰ জুৰি লগাই দিলে। দিনে-নিশা একে শাস্তি। তথাপি আতাই কেৰেপকে নকৰিলে। তেতিয়া হৰিষা নামৰ গৰমলিয়ে বন্দীক ফিলখানালৈ নি এদিঙীয়া গাঁত কৰি তাতে গু, গোবৰ, জাবৰ, ভেবেৰ দি পেলাই লৈ মূৰত ৰা-বাঁহ (গোটা বাঁহৰ এমূৰ ফালি বন্দীক চেপা মাৰি ধৰা যতন) দি হেঁচি ধৰিলে। তাৰপৰা আনি লোৱা অৰ্থাৎ লোৰ শিকলি লগাই বান্ধি ৰাখিলে। সিমানতো একো পৰোৱা নকৰাত ৰজাৰ আদেশত দুই বন্দীক ভোটত বেচি দিয়া হ'ল যোঁৱাৰ সলনিত; কিন্তু ভোটেও দেও-মানুহ বুলি দুইকো ঘূৰাই দিলেহি (§§ ৩২৬-৩১)।

১৩.২ আহোমসকলৰ প্ৰশাসন ঃ আহোম প্ৰশাসনৰ দুই-এটি কথা (খেল, মেল, পাইক আদি) চৰিতখনিত প্ৰসঙ্গতঃ আহিছে। মাধৱদেৱ পুৰুষে ভক্তিতত্ত্ব ব্যাখ্যা কৰোঁতেই 'তিনি গোহাঁই' অৰ্থাৎ ৰজাৰ বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই এই তিনি মন্ত্ৰী, বৰবৰুৱা, ফুকন, ৰাজখোৱা, মেলদগিয়া বৰুৱা, নেওগ, সইকিয়া, টাৰৈবাৰিকলৈকে উল্লেখ কৰিছে [§ ৯৩৮]। খেলদাৰ বিষয়াৰ মাজৰ 'গাএৰ ওজা বৰা', সকিয়া [§ ৮৩৯, ১০১৪] আদিৰ নাম কৰা হৈছে। শ্ৰীৰাম আতাই হুটা বুঢ়াক জ্ঞানবোধ দিওঁতেও পাইক প্ৰথাৰ মূল, দোৱাল, তেৱালৰ প্ৰসঙ্গ আনিছে [§ ৮৯২] আৰু চ'ৰাৰ ৰাজখোৱা, খাত ৰাজখোৱা, ঘাট ৰাজখোৱা—ই তিনি বিধৰ কথা উলিয়াইছে [§ ৮৯৩]। ৰাজ্যৰ সাধাৰণ প্ৰজাই ৰজাঘৰত পাইক খাটিবলগীয়া হোৱা আৰু তাৰ বাবে উপস্থিত হোৱা আহুকালৰ কথা প্ৰকাশ পাইছে। বংশীগোপালেও এঘাৰ বৰ্যতে ঘাঁহ কটা বেগাৰ খটাৰ 'কুচিত খাটনি দুখমই' কৰিব লগা হৈছিল [§ ৪৮৪]। মাধৱদেৱে দৃষ্টান্তৰূপে "ৰাজাৰ খাটনিবৰ্ত্তে.....হজৰ ভাগৰুৱা" হৈ অহা লোকৰ কথা কৈছে [§ ৯০৩]। বদুলা পদ্ম আতাক সৰুতে ককায়েক শঙ্কৰদাসে সৈতে গাঁৱৰ সুভাই ওজা-বৰাই ধৰি নি সকৰাহিত আদপহিয়া পাইক (আদ্‌পোৱা পাইক?) কৰিলে; পদ্মক সৰু দেখি চাউল সিজাবলৈ ৰাখিলে; কিন্তু তেওঁ অমুৰি কৰাত "দুওপোৱা পাইক পুৰে থৈলো খাটক ঃ ওলক হজলৈ ই" বুলি ছমাহ বান্দৰতি শিক্ষাত লগালেগে আৰু ফুকনে তেওঁৰ কোব-পাক দেখি কাকত কাটি পাইক এৰি পঠালে আৰু ৰাইজে সুভাইক ভাণ্ডি শঙ্কৰদাসক ওজা-বৰা পাতিলে [§§ ৮৩৯-৪০]। কোৱা হৈছে, উদয়াদিত্য ৰজাৰ দিনত (?) "ভকতৰ বৰ জগৰ হওঁতে" চকি ফাট আদিত ভকত ধৰি ধৰি "খাতোৱাল কৰি বেবেজিয়া কৰেনি"—বেবেজিয়া খেলত ভৰ্তি কৰি খাতত খাটিবলৈ বাধ্য কৰে। এনেকৈ ভকতৰ হাত-ভৰিত বেৰি লগাই আন কি গা ধুবলৈ যাওঁতেও বৰাই এৰি দিয়া নাছিল, তাৰ বৰ্ণনা দিয়া হৈছে [§ ১০১১]। শোধ-বিচাৰৰ প্ৰথাৰো খানিক আভাস দিয়া হৈছে ঃ কাৰোবাৰ গোচৰ থাকিলে বৰা, শইকীয়া, ফুকন-বৰুৱাত ক্ৰমে বিচাৰৰ বাবে দিব লাগে, আৰু শেষ বিচাৰ হ'ল ৰজাৰ [§ ৫৬৯]। দোষীক লোৱা অৰ্থাৎ শিকলি বা বেৰি লগাই ৰখা হয় [§ ১০২১]। বৰালৈকে বিষয়াসকলে দৰমহাৰ পৰিবৰ্তে ৰজাই দিয়া গা-মানুহ, খতিয়া বা খাতোৱাল, লিক্‌চৌ নিজৰ কামৰ বাবে পাইছিল [§ ১২৩, ৯৩৮]।

*১৩.৩ কৰ-প্ৰশাসন ঃ আহোম ৰজাসকলৰ মাটি-দান আদিৰ ফলিৰপৰা এই দেশৰ বিবিধ কৰৰ নাম থুপতে পাব পাৰি—কৰ-কাটল, দান, হাট, বাট, ফাট, বেগাৰ আদি[১]। আহোম ৰাজ্যত হাট, ফাট, ঘাট আদি বিশেষ থানা আছিল [§ ৭৯৯], য'ত

হাটখোৱা, ফাটখোৱা, ঘাটখোৱা আদি বিষয়াই বিশেষকৈ বেপাৰী, নাৱৰীয়া আদিৰপৰা দান আৰু কৰ আদায় কৰে ৰজাৰ হৈ [§ ১১১০]। নাৰায়ণদাস ঠাকুৰ আতাৰ চৰিত প্ৰসঙ্গত গোপাল কোঁৱৰৰ দেশৰ অচম, গাৰো, ভোট আৰু বঙ্গাল চকিৰ দান আৰু পৃথকে চকি, হাট, ফাটৰ উল্লেখ কৰা হৈছে [§§ ১৭৫-৭৬]। জইন্তিৰ মধাইৰ জল-কৰ তোলা বিষয় আছিল, কিন্তু সেই কামৰ দুনীতি দেখি তেওঁ বিষয় এৰি দিয়ে [§ ১৯২]। কামৰূপ-বেহাৰৰ কৰ আৰু ভূমি বিষয়াৰ (fiscal officers) লেখ আদি ওপৰত পাইছোঁ। উজানৰ হৰসিংহ বৰা প্ৰতাপী লোক; তেওঁ ৰজাধন জাইগিৰি তুলিবলৈ ছুৰৰ ফুৰে [§§ ১০৯-১১৯]। চকিত চকিদাৰে নাও তালাচ কৰে, সদাগৰৰ বস্তু-বাহানি চায় আৰু "দান হাচিল মাৰিলে" ওপৰত তাৰ বতৰা কয় [§§ ১২০, ১৭৫]। লক্ষ্মীনাৰায়ণ ৰজাই মাধৱদেৱক খৰিখা দলৈৰ মাটি-বাৰিতে সত্ৰ পতাই দিয়ে [§ ৮৬০]। ইতিমধ্যে শঙ্কৰদেৱক নৰনাৰায়ণে "মোৰামাৰি পচিমে মানচৈ দখিনে তোৰোচা উতৰে ভেলা পূবে চাৰি হদ সিমাকৈ মাটি দুস নানকাৰ ব্ৰহ্মাতৰকৈ দিলে বিলে সৈতে গৃহবাৰি ঢ়াপ কৰাই সয্যে সমে" [§ ৩৮২]। অৱশ্যে ই ব্ৰহ্মাতৰ বা ব্ৰহ্মাত্ৰ নহয়, ধৰ্মত্ৰহে হ'ব। অন্যত্ৰ এক আৰ্হিত কোৱা হৈছে "তেহে ৰাজা ৰূপ কাপৰ মাটি ব্ৰহ্মাত্তৰকৈ দিলে বামুনকে" [§ ৫৩৫]। লক্ষ্মীনাৰায়ণ ৰজাই আইধাইক সাতখানি গ্ৰাম দিছিল তাৰ জামিন বা জমি-জমা নিজাকৈ খৰচ কৰিবলৈ। আইধায়ে এদিন ৰজাত ক'লে বোলে "বাপু, মোক আৰু দুখানিমান গাঞ দে।" আইধায়ে ক'লে, সাতখান গাঁৱৰপৰা পোৱা চাৰি-ছয় শ টকাই "নোজোৰে দাসী-দাস গুৰু-ভকত সুধিবলৈ।" ৰজাই পোনতে উদাসীনক পুহিবলৈ গাঁও নিদিওঁ বুলিছিল যদিও শেহন্তত গাঁও দিলে [§ ১০৬৩]। পিয়ল, দৰবধৰা (মাটি জোখোঁতা)—এই শব্দবোৰো কৰ-প্ৰশাসন-সম্পৰ্কীয় [§§ ৫৬২, ৫৮৬]।

**১৩.৪ সামৰিক কৌশল আদিৰ কথা ঃ** বাৰভূঞাসকল দেশ-শাসক আৰু যোদ্ধাও আছিল। চণ্ডীবৰে আশীখান ঢাল বা আশী বাৰুৱতি তেওঁৰ অধীনত লৈ চলাইছিল [§ ১৫]। বাৰু বা ঢালৰ নানা চালনাৰ কথা চৰিতথনিত আছে—ছাট [§ ৮৩০] বা 'ছাটিবাৰু পতা' [§ ৪১], চিলাৰায়ে 'বাৰু চাটি মাৰি" আহোমসকলৰ 'গৰ ডেই মানুহ কাটি ভঙ্গোৱা" [§ ৯৬], পাক, চক্ৰ, কোৰ, উচাট, ছাট [§ ৮৪০]। বদুলা পদ্ম আতাৰ বংশৰ খেল বৰনাৰায়ণপুৰৰ বাৰুৱতি খেল [§ ৮৩৪]। কিশোৰ অৱস্থাতে তেওঁক আদপহিয়া পাইক কম-বয়সীয়া বাবে ওজা-বৰাই ভাত-ৰান্ধনিৰ কাম দিলত "চাউল সিজাওতে বিৰিয়াক বাৰু কৈ পাগমাৰিক দা কৈ নিতে আখৰা কৰে।" পিছে তেওঁ অমুৰি কৰাত মানুহে ধৰি তেওঁক পূৰা পোৱা পাইক ধৰি বাৰুৱতিৰ কামত

১. নেওগ সঙ্কলিত-সম্পাদিত 'প্ৰাচ্য শাসনাৱলী' চাওক।

দিলে হিংসাকে। পিছে তেওঁ সকলো প্ৰকাৰৰ বান্ধ-চালনাতে ইমান পাকৈত কাজ দেখুৱালে যে ৰজাই পদ্মক কাকত কাতি পাইকৰ লেখৰপৰা এৰুৱাই দিলে [§ ৮৪০]। লঠৌ দুৱাৰে ডফলা নামি দেশ আক্ৰমণ কৰাত ৰজাই ঘুৰিয়া খেলৰ বাৰুৱাত হাজাৰ দিলত পদ্মৰ ককাই শঙ্কৰদাসো ৰণলৈ যাব লগা হ'ল। পদ্মই বৌৱেকৰ অনুৰোধত ককায়েকৰ ঠাইত ৰণলৈ গৈ বুৰৈৰ আগাৰিৰ ৰণত বিক্ৰম দেখুৱালে, হয়; কিন্তু ৰণ এৰি হাবিত সোমালগৈ [§ ৮৪১]। বান্ধ-খেলতে পাৰ্গত আৰু এজন বিখ্যাত বাৰুৰতি হল চিলাৰায়ৰ পিছত ৰঘুদেৱৰ মন্ত্ৰী ৰূপাবৰ লস্কৰ আতৈ; এওঁ গুৰুজনৰ একান্ত সেৱক আছিল। এওঁ ৰঘু-লক্ষ্মীনাৰায়ণৰ সংঘৰ্ষৰ সময়ত বেহাৰত বন্দী হৈ ৰয় [§§ ৮৭৬-৮১]। ত'তে তেওঁ বাহিৰৰপৰা অহা মল্লযোদ্ধাক বান্ধ-খেলা দেখুৱাই হৰুৱায় আৰু ৰজাৰ কথামতে এশ ল'ৰাক বান্ধৰ পাক-চক্ৰৰ শিক্ষা দিয়ে। সেই শিক্ষাৰ চুড়ান্ত আছিল ৰূপাবৰি পাক, সোনাবৰি কোব আৰু একাম্বৰি কোব [§§ ৮৮১-৮৪]। বান্ধতি পচা সম্ভৱতঃ বান্ধৰতিসকলৰ বিশেষ অস্ত্ৰ [§ ১০৫০]। সিঙ্গিমুৰি কাঁড় [§ ২৫৮], খাৰেৰে মৰা হিলৈ [§ ৮৫৩], বন্দুক [§ ৮৭৬], "খাৰুৱা দি ফাকত মেৰাই ৰখা" তিখাল খাগুা [§ ১০৪৩] যুদ্ধৰ বিবিধ সামগ্ৰী। বেহাৰৰ বাখৰভগুাৰ [§ ৮০১] সম্ভৱতঃ খাৰ-বাৰুদৰ ভঁৰাল (magazine)। বদুলা আতাৰ চৰিত-প্ৰসঙ্গত তামুলিহাটৰ নাওশালিৰ (royal dockyard) পাটকটিয়া অৰ্থাৎ যুদ্ধৰ নাও সজা কাঠৰ পাট তৈয়াৰ কৰা পাইকৰ ওজা-বৰা গুভিৰৰ চিৰাম আতৈৰ উল্লেখ [§ ১০১৯] আছে। ভাটৌকুছীয়া কেশৱচৰণ আতা ডেকা কালত মুঢ়াভগা ফুকনহাটত থাকোঁতে ধনু-শৰ পৰিচালনাৰ 'ফলাৰ অভ্যাস', প্ৰাথমিক শিক্ষা পাইছিল। তেওঁ বেহাৰৰ মাধৱদেৱৰ ঠাইৰপৰা হৰিহৰ আতাক লগ পাবলৈ যাওঁতে নাৱৰপৰা শৰ-ধনু লৈ শৰ জুৰি কাটল মাছ এটা মাৰে [§ ১০৯৬]।

## অসমৰ ভক্তিধৰ্মৰ ইতিহাসৰ মূলকথা

১৪.০ 'গুৰু-চৰিত-কথা' অসমৰ নৱবৈষ্ণৱ বা ভক্তিধৰ্মৰ ইতিহাসৰ আদিপৰ্ব। দুজনা গুৰু, নজনা আতাকে ধৰি পঁচিশ মহন্তৰ চৰিতৰ কথাচ্ছলেন সেই পৰ্ব বৰ্ণিত হৈছে। চৰিতখনি ৰচনা কৰা সময়ত অসমৰ বাহিৰৰ ভক্তিসম্প্ৰদায়ৰ বাৰ্তা (অৱশ্যে দক্ষিণ, পশ্চিম আৰু উত্তৰ-পশ্চিম অঞ্চলত বাদে) এইখিনি পাইছিলহি আৰু তাৰ কিছু অংশ স্থানীয় ইতিহাসত সন্নিবেশ কৰাৰ প্ৰয়োজন চৰিতকাৰে অনুভৱ কৰিছিল। কিন্তু তাৰ বাবে যি ঐতিহাসিক বোধ আৰু জ্ঞানৰ প্ৰয়োজন, তাৰ পৰিবৰ্তে চৰিতকাৰৰ

মুখে শুনা আৰু অনিৰ্ভৰযোগ্য বতৰাৰ ওপৰত বিশ্বাস কৰিয়ে ক্ষান্ত হৈছিল। উত্তৰ পৰ্যায়ৰ চৰিতবোৰত শ্ৰীশঙ্কৰ, শ্ৰীচৈতন্য, হৰিব্যাস আৰু ৰামানন্দক হৰিৰ চতুৰ্থা অৱতাৰৰ তত্ত্বৰ বিশেষ তাত্ত্বিক বা ঐতিহাসিক ভিত্তি নাই।[১] বৰ্তমান চৰিতে "উত্তৰে হৰিব্যাস ঃ পুবে ৰূপ সনাতন ঃ দখিনে চৈতন্য ঃ বাইব্যে কবিৰ ঃ পচিমে বৃন্দাবন দাস ঃ নৈৰিত্যে নিত্যানন্দ ঃ মধ্যত অনন্ত অচ্যুত শুদ্ধ সনাতন ব্ৰহ্ম" বুলি মণ্ডলটি বহলাই ল'লেও তাতো ভূগোল-বুৰঞ্জীৰ যুক্তিৰ নাটনি পৰে। জগদীশ মিশ্ৰ তীৰহুতীয়া বাপুৱে জগন্নাথ ক্ষেত্ৰৰপৰা ৰামানন্দ দ্বিজে লেখিবৰ দৰে 'দিপিকা সহিতে' অৰ্থাৎ শ্ৰীধৰ স্বামীৰ মনোৰম পাণ্ডিত্যপূৰ্ণ 'ভাগৱত-ভাবাৰ্থ-দীপিকা' টীকা সমন্বিতে ভাগৱত পুৰাণ এখনি আনি (এই দীপিকা নোহোৱা ভাগৱত ইতিপূৰ্বেও অসমত আছিল) শ্ৰীশঙ্কৰদেৱক দিছিল। এই কথাৰ ওপৰত চৰিতকাৰে গুৰুত্ব আৰোপ কৰিছে, কবিবৰ কথাও। কিন্তু তাকে কৰোঁতে ভাগৱত-তত্ত্বৰ উত্তৰাধিকাৰৰ যি বংশলতা টানিছে [§ ৩২১], আৰু তাত যেনেকৈ শ্ৰীশঙ্কৰাচাৰ্যকো ভক্তিধৰ্মৰ পৰ্যায়ত পেলাইছে, সিহে অবাস্তৱ হৈছে।[২] চৰিতকাৰৰ চেষ্টা প্ৰশংসনীয়, কিন্তু কষ্টৰ ফল আশানুৰূপ নহয়। আনফালে, প্ৰাগজ্যোতিষপুৰৰ সাৰ্বভৌম ভট্টাচাৰ্য আৰু বাহিৰৰ পুৰী, উপদ্বাৰকা, পুষ্কৰক্ষেত্ৰৰ লোকক মহাপুৰুষৰ শিষ্যৰূপে উত্তৰ পৰ্যায়ৰ চৰিতেহে দেখুৱাইছে।[৩] এই সকলোখিনি নতুনকৈ গঢ় লোৱা একপ্ৰকাৰ সৰ্বভাৰতীয় দৃষ্টিৰ ফল। ঘটি, সঙ্ঘটি বা সংহতি চৰিতখনিৰ ৰচনাৰ সময়তে উদ্ভৱ হোৱা যেন লাগে, কাৰণ 'তিনি ঘটি'ৰ কথাহে ইয়াত আছে আৰু তাকো পিছত সংযোগ কৰা হৈছে [§§ ৪৬৩, ৪৭৯, ১১১৯]। অসমৰ ভক্তসম্প্ৰদায়ৰ মাজত ওলোৱা ফাটৰ আভাস [§§ ৫১২, ৬২৫-২৭, ৬৩৮, ১০০৪,...] আৰু আন কি নাম-গীততো প্ৰভেদ সৃষ্টি হোৱাৰ আভাস [§ ১০৭৬] স্পষ্ট। এনেবোৰ প্ৰভেদৰ বাবে মাধৱদেৱে নাৰায়ণ ঠাকুৰৰ পৰামৰ্শত সংগঠনত অধিক গুৰুত্ব দিব লগা হৈছিল, আন কি গুৰুজনে দি যোৱা বাধাও আঁতৰাই থৈ 'বৰঘৰ বৰমেল' 'ৰাধানাচ' কৰাব লগা হৈছিল [§§ ৬৩৮-৩৯]; তাৰ বাবে তেওঁ লগনীয়া লোকৰ গোচৰত ৰজাঘৰৰপৰাও শাস্তি-অপমান ভোগ কৰিছিল। এই সময়তে চৈতন্যপন্থী আদি লোকৰ অনুপ্ৰৱেশ ঘটিছিল আৰু তাৰ বাবে সম্প্ৰদায়ত কিছু অমিল-অজীণ মূৰৰ সৃষ্টি হৈছিল [§§ ১৭৭, ৪১৭, ৪৮৯, ১০৫৪]। নানা প্ৰতিক্ৰিয়াশীল শক্তিৰ বিৰোধ সত্ত্বেও শঙ্কৰদেৱৰ আন্দোলন নিজৰ গতিত আগ বাঢ়িছিল। যিসকল

১. ভূমিকা (গুৰু-চৰিত-কথাৰ চৰিত্ৰ আৰু গুৰুত্ব), পিঠি ৩১ চাওক।

২. তথা

৩. তথা, পিঠি ৩২

পণ্ডিতে সাধাৰণ সমাজত আৰু ৰাজসভাত শঙ্কৰদেৱক ব্যতিব্যস্ত কৰি তুলিছিল আৰু তেওঁক আৰু তেওঁৰ আন্দোলনক মষিমূৰ কৰিব বুলি সঙ্কল্প কৰিছিল সেইসকলৰ নাম ইতিহাসৰ পাদটীকাৰপৰাও হেৰাই গৈছে। শঙ্কৰদেৱ কিন্তু হেৰোৱা নাই। তেওঁৰ আন্দোলন সাধাৰণ লোকৰ—লোকৰ ঘৰত বন্ধা থকা, দুনিয়া কামত খটা, আন আন নিচলাসকলৰ শক্তিৰে গঠিত হৈছিল, "মহাগৰ্ব্বী ব্ৰাহ্মণ বৰলোক"ৰ [§ ১০১৮] গৰ্বত নহয়। জাতৰ বিচাৰ ওফৰাই পেলোৱা নহৈছিল যদিও ভকতৰ সমাজত জাতৰ ভেদাভেদ শিথিল হৈ পৰিছিল।[১] নৰনাৰায়ণ ৰজা, চিলাৰায় দেৱানৰ সমাদৰ, পৃষ্ঠপোষকতা আৰু চোট ৰজাৰ ধৰ্মগ্ৰহণে কোচ ৰাজ্যত শঙ্কৰদেৱৰ আন্দোলনক কিছু স্বাচ্ছন্দ্য দিছিল। কিন্তু বিৰোধবোৰৰ সিমানতে অন্ত পৰা নাছিল, আৰু মাধৱদেৱ আৰু দামোদৰদেৱে ফাটি অহা কামৰূপ ৰাজ্যত নানা দুৰ্ভোগ ভুগি শেহত সৰু হোৱা কোচবেহাৰ ৰাজ্যতে আশ্ৰয় ল'ব লগা হৈছিল। লক্ষ্মীনাৰায়ণ ৰজাই মাধৱদেৱক ৰাজ্যৰ ধৰ্মৰ গৰাকী পতাত কিছুমান অশান্তিৰ ওৰ পৰে, কিন্তু তেতিয়া মাধৱ পুৰুষৰ জীৱনাৱসানলৈ সৰহ দিন নাথাকিছিল। ইয়াৰ পিছত কোচবেহাৰতে বৈষ্ণৱ ধৰ্মৰ স্থিতি ঢিলা হৈ আহিবলৈ ধৰিলে, ৰজাসকলৰ পৃষ্ঠপোষকতাও পাতলি আহিল; আন কি, মধুপুৰৰ অধিকাৰ বুঢ়ীৰ-পো গোবিন্দ আতৈৰো প্ৰাণনাৰায়ণ ৰজাই দ্ৰোহহে কৰিবলৈ ধৰে [§ ৮৭৪]। এতিয়া সময় হ'ল কামৰূপ-বেহাৰ দুই কোচ ৰাজ্যৰপৰা ধৰ্মৰ ভাৰকেন্দ্ৰ অসম ৰাজ্যলৈ আঁতৰাই অনাৰ। গতিকে ইতিমধ্যেই উজান ৰাজ্যলৈ আজ্ঞা দি পঠোৱা বংশীগোপালদেৱ আৰু আধলিয়া যদুমণিদেৱ আৰু মাধৱদেৱে জীৱনৰ শেহৰ ফালে আজ্ঞা দিয়া বদুলা পদ্ম আতাৰ ফালে আশাৰ দৃষ্টিৰে চাবলগীয়া হয় [§§ ৮১২, ৯৫৯]।

**১৪.১ ভক্তিধৰ্মৰ অনুষ্ঠান : সত্ৰৰ আৱয়ৱিক ৰূপ :** বৰ্তমান চৰিতমতে [§ ৭১] শঙ্কৰদেৱে দুকুৰি চৈধ্য বছৰ বয়সত প্ৰথম বিবাহ কৰাৰ পাছত আলিপুখুৰীত থাকি হৰিকীৰ্তন কৰি কৃষ্ণকথা চৰ্চে, আৰু তাত জঞ্জাল পাই গ্ৰামৰপৰা দূৰৰ কুসুমবৰৰ নিজঞ্জাল সৰিয়হতলিত "চাৰি হাটি কৰি : হৰিগৃহ বান্ধে।" এয়ে পিছৰ পৰিবৰ্ধিত সত্ৰ অনুষ্ঠানৰ আদি ৰূপ—হৰিগৃহ, কীৰ্তন-ঘৰ বা নামঘৰক কেন্দ্ৰ কৰি আবাসিক ভক্তসকলৰ চাৰিও কাষৰে থকাৰ দিহাৰে। ইয়াৰ পিছত দুজনা গুৰু যি যি স্থানত বসবাস কৰিছিল ত'ত ত'ত সেই আৰ্হিৰেই সত্ৰ নামৰ অনুষ্ঠান গঢ় লৈ উঠিছিল। মূলতে সম্ভৱতঃ দিনে দিনে

---

১. এই বিষয়ত ই. টি. ডেল্টনৰ প্ৰবন্ধত (*Journal of the Asiatic Society of Bengal*, কলিকতা, ১৮৫১) বৰপেটা সত্ৰৰ বৰ্ণনা চাবলগীয়া।

হৰি-কীৰ্তন হৰি-কথাযে হৈছিল, সেয়েহে সত্ৰ বা ব্ৰহ্ম-সত্ৰ, ব্ৰহ্মৰূপী সনাতন, জিজ্ঞাসা বা বিচাৰৰ সভা আৰু পিছতহে সেই বিচাৰ-সভাৰ আৱয়বিক ৰূপটো (সভাৰ স্থান আৰু সভাত বহা পাৰিষদসকলৰ অৱস্থানৰ স্থান সামৰি) সত্ৰ নামে সামৰি লয়। নৈমিষাৰণ্যৰ ঋষিসকলৰ সমাবোহত ভগৱত্তত্ত্ব-আলোচনাৰ আদৰ্শই সত্ৰৰ উৎপত্তিৰ মূলতে আছে।

১৪.১.১ কীৰ্তন-ঘৰ : ৰঘুদেৱ ৰজাৰ টেকেলাৰ হেঁচোত বৰপেটা-তাঁতীকুছিলৈ মহাপুৰুষ মাধৱদেৱে লৰা-লৰিকৈ আহিলত মথুৰাদাস বুঢ়া আতাই তেওঁৰ লগৰীয়া ওঠৰজনেৰে তিনি পুলিকৈ এটি ঘৰ কৰি দিয়ে,—“চাউল সিজোৱা শয়ন কৰা বহা নামগোৱা”ৰ বাবে সিমানেই ঠাই। তেতিয়া মাধৱদেৱৰ কথামতে ভক্তসকলে ৰামলাৰুৱা বুঢ়া-বুঢ়ীৰ মাটিত সুন্দৰকৈ হৰিমন্দিৰ বা হৰিগৃহ সজাৰ বিস্তৃত বৰ্ণনা চৰিতখনিত দিয়া হৈছে [§§ ৬৪১-৫৫]। বজালি পৰঙ্গনাৰপৰা ভুৰ বান্ধি অনা বাঁহৰেপৰা হেৰেমদৰপৰা অনা “খৰিমাটি ৰাঙ্গপতা বালিচন্দা”লৈকে সকলো গৃহ-নিৰ্মাণৰ সামগ্ৰীৰে যেতিয়া ‘মঠ’ তৈয়াৰ হ’ল, খট্‌খটিও [§ ৬৭০] দিলে, কাৰিকৰে পাটদ্বাৰত লতা-ফুল কাটি দিলে, ‘কুন্দ্ৰাক্ষৰ জালা’ত ৰাংপতা বালিচন্দা মাৰি এঠালে, জয়-বিজয় দুই বৈকুণ্ঠৰ দ্বাৰপালকো কাঠত কাটি দ্বাৰত বহুৱালে, তেতিয়া ৰুৱা-কামী, শীতলী-পৰ্বতি পৰ্যন্ত বনকোৱা হৰি-মন্দিৰক মানুহে ‘ৰঙ্গৱন গৃহ’ নামেহে জানিলে আৰু তাকে “চাবলৈ দেশৰ প্ৰজা ভাগি আহিব ধৈলে।” এনে ৰঙিয়াল ঘৰৰূপে কীৰ্তন-গৃহ বন্ধা সকলো সত্ৰতে হৈছিল বুলি ক’ব নোৱাৰি; কিন্তু সম্পত্তিশালী সত্ৰত দেখনিয়াৰকৈ কীৰ্তন-ঘৰ কৰিছিল। কিন্তু সৰ্বত্ৰ কাঠ-বাঁহ, খেৰেৰেই সেই মন্দিৰ তৈয়াৰ কৰা হৈছিল, ক’তো শিল-ইটাৰ ব্যৱহাৰ নহৈছিল। কাঠ-বাঁহৰ প্ৰাচুৰ্য আৰু শিল-ইটা-কৰাল তৈয়াৰ কৰাৰ দুৰূহতাই ইয়াৰ কাৰণ। দেশত ৰজাৰ কাৰেঙৰ বাহিৰে মন্ত্ৰী আদিৰ গৃহও পকী কৰা নহৈছিল। মন কৰিবলগীয়া, পূৰ্বৰেপৰা চলি অহা ধৰ্মৰ মন্দিৰবোৰৰ শিখৰ আকৃতিৰ পকী গঠনৰ ঠাইত মানুহ থকা ঘৰৰ নিচিনা এতিয়া ঘৰ হ’ল হৰিদেৱৰ বাবে।

১৪.১.২ হাটি আৰু ভকতৰ বহা : সত্ৰৰ আবাসিক ভক্তসকলৰ আবাস পোনৰপৰা হৈছিল। গুৰুজনে কীৰ্তন-ঘৰৰ চাৰিফালে চাৰি শাৰীকৈ সৰু সৰু বহা কৰি দিছিল বা সৰহ ক্ষেত্ৰত ভকতৰ হতুৱাই কৰাই লোৱাইছিল। ভকতক মাটি দেখুৱাই দিলে তাত মাটি দি ভেটি কৰি নিজে ঘৰ কৰিছিল; কেতিয়াবা কৰ্মঠ ভকতে কৰা তেনে বহা মাধৱদেৱে বয়সস্থ ভকতক দিয়াই দিছিল [§§ ৪৬৭, ৪৬৮]। যেতিয়া উদাসীন (অবিবাহিত) ভকতৰ বাহিৰেও আশ্ৰমী (গৃহস্থাশ্ৰমী, বিবাহিত, তিৰিলগীয়া) ভকত সত্ৰত থাকিব লগা হ’ল, তেওঁলোকৰ বাবে বাজ-হাটি, বাহিৰ-হাটি বা চাৰি

হাটিৰ বাহিৰত হাটিকে বিবাহিতসকলক স্থান দিয়া হ'ল। আশ্ৰমী-উদাসীনৰ এই প্ৰভেদ কটকটীয়াকৈ ৰখাৰো নিয়ম হ'ল [§§ ২১০, ৫৪৫-৪৬, ৬৭১]। দুইবিধ হাটিৰ মাজত দ্বাৰ ৰাখি নিশা তাক বন্ধ কৰাৰ দিহাও হ'ল [§ ৭০২]। ভকতসকলে যাতে "খলা কান্তি সাঞ্জি মাঞ্জি সবাক ধৌতকৈ" ৰাখে, সেই অৰ্থে মাধবদেৱে "আজি বৈকুণ্ঠপথ চাচিব লাগেগৈ" বুলি আগ-জাননী দি বহাবিলাক পৰিদৰ্শন কৰিছিল [§ ৬০৩]। সত্ৰৰ সমুখত বাটগৃহ বা বাটঘৰ [§§ ৪২৩, ৫৯৯, ৬৬৫]—আজিকালিৰ বৰ বৰ সত্ৰৰ কৰাপাট ('কপাট'ৰ ভ্ৰষ্ট ৰূপ)।

**১৪.২ সত্ৰৰ আভ্যন্তৰিক ৰূপ আৰু জন্মৰ কথা :** নাম-দেৱ-গুৰু-ভকতক মহাপুৰুষীয়াসকলৰ চাৰি শৰণৰ মূলৰূপে বহুতে বৌদ্ধধৰ্মৰ বুদ্ধত শৰণ, ধৰ্মত শৰণ আৰু সঙ্ঘত শৰণলৈ ঘূৰি চাব খোজে আৰু সেইদৰে আমাৰ সত্ৰ-অনুষ্ঠানৰ মূলতো বৌদ্ধধৰ্মৰ আৱাসিক অনুষ্ঠান বিহাৰ বা সঙ্ঘাগাৰক পাবলৈ বিচাৰে। বিখ্যাত অজন্তা গুহাত বিহাৰৰ যি ৰূপ দেখা যায়, তাত মধ্যত বহল এটা চ'ৰা আৰু তিনি কাষে আৰু সমুখৰ কাঁথিভাগতো ভিক্‌খুসকলৰ শুবৰ কাৰণে সৰু সৰু খুপি আছিল। কিছুমান বিহাৰৰ পিছ ভাগত বা কাষৰত একপ্ৰকাৰ এটি প্ৰাৰ্থনা-ঘৰ (chapel)। কিন্তু এইবিলাকৰ প্ৰভাৱ সত্ৰৰ গঠনৰ ওপৰত পৰাটো সম্ভৱ নহয়, কাৰণ দ্বাদশ শতিকামানতে বৌদ্ধ বিহাৰবোৰ মৃত অনুষ্ঠানত পৰিণত হৈছিল; তাৰে কিছুমান পৰিত্যক্ত হৈ হিন্দু মন্দিৰতো পৰিণত হৈছিল। উৰিষ্যাৰ উদয়গিৰিৰ গণেশ-গুম্‌কাত জগন্নাথদেৱৰ নামত উছৰ্গা কৰা কুটিল লিপিৰ এখনি ফলি খোদিত আছে। মাজত কীৰ্তন-ঘৰ আৰু চাৰি হাটিৰে আমাৰ সত্ৰই মাজত বৰ-দেউল আৰু চাৰিকাষে সৰু সৰু মন্দিৰেৰে পুৰীৰ জগন্নাথ-মন্দিৰৰ complexটোলৈহে মনত পেলায়। তদুপৰি, বিভিন্ন ধৰ্মৰ আৱাসিক মঠবোৰৰ কথাও মনত পৰে, যদিও সিবোৰক সত্ৰৰ লগত বহুত কথাতে মিলাব নোৱাৰি।[১] বিখ্যাত *Hinduism and Buddhism* গ্ৰন্থৰ গ্ৰন্থকাৰ ছাৰ ছাৰ্লছ এলিয়টে অসমৰ সত্ৰবোৰত ভ্ৰমণ কৰি সমস্ত ভাৰতৰ হিন্দুৰ ভিতৰতে একক সত্ৰ অনুষ্ঠান দেখি বিমোৰত পৰিছে আৰু বৌদ্ধধৰ্মৰ লগত সাদৃশ্যতে তেওঁৰ আলোচনা অন্ত পেলাইছে।[১] তেওঁ কোৱামতে ভূটীয়া বৌদ্ধধৰ্মৰ প্ৰভাৱত সত্ৰৰ বিকাশ বুলি বিশ্বাস কৰিবলৈ টান। বৰং এই অনুষ্ঠান ভাগৱত-পুৰাণৰ আৰু জগন্নাথ-মন্দিৰৰ আৰ্হিত জৈৱিকভাৱে (organically) জন্ম লৈ উঠা বুলিহে অনুমান হয়।

**১৪.২.১ সত্ৰৰ কৰ্ম আৰু কৰ্মী :** পূৰ্বৰেপৰা দেৱ-মন্দিৰবোৰত পূজা-

---

১. মোৰ *Early History of Vaisnava Faith and Movement in Assam*, 1985 (pp. 309-11) পুথিত এই বিষয়ে বহল আলোচনা কৰিছোঁ।

সেৱা চলোৱা পূজাৰি-দেউৰি আদিৰ দৰে কীৰ্তন-ঘৰ আৰু সত্ৰৰ ধৰ্মদেশনা আৰু যাৱতীয় পুণ্যকৰ্ম-পৰিচালনাৰ বাবে বিষয় ববীয়াৰ প্ৰয়োজন হৈছিল। সত্ৰৰ গৰাকীজন হ'ল সতৰিয়া [§ ০২] বা মহন্ত [§ ১২১০] বা অধিকাৰ [§ ৯২৬]। ভক্তিতত্ত্ব শিক্ষা দিয়া গুৰুৰ তিনিটি শ্ৰেণী—উপকাৰী [§ ৫০৫], অঞ্জনিয়া বা নাম-অঞ্জনিয়া বা অঞ্জনিয়া গুৰু [§§ ৫০৫, ৬১০, ৬৯৬, ৭৬৫][২]। কোচবেহাৰত মাধৱদেৱে মথুৰাদাসক দুটি নাৰায়ণী ৰূপেৰে "মালতি ফুলৰ ঢোপ টকা দি বোলে তোমাক অধিকাৰ পাতি বৰপেটা থানৰ এই টকা দিছো সলা বস্তিৰ ঃ তিনিয়ো ৰাজ্যৰ লোকে [সেৱাতে] কৰ দিব" [§ ৯২৬]। কমল, বেহেৰীয়া বিষ্ণুৰ পুত্ৰ কানাই, মথুৰাদাস ভাল পাঠক আছিল [§§ ৫২২, ৫৩২, ৫৭৯]। ভাগতি কৰ্ণপুৰে মাধৱদেৱৰ বৰপেটাত ভাগৱত পঢ়িছিল [§ ৬৫৯]। কমলা, কেহো আতৈ, জগন্নাথ প্ৰসিদ্ধ গায়ন [§§ ৩৪০, ৪০১, ৮১৪]। ভিমা বায়নৰ [§§ ৭৪, ৮১৪] বিশেষ খ্যাতি। সত্ৰৰ নটুৱাই "নাচ-কাছ কৰি" নাচত, নাটত নাচে, ভাও দিয়ে [§ ৮১৪]। গুৰুজন ধুঁৱাহটাত থকাত ৰামদাস আতৈ আৰু ৰামৰাম গুৰুৱে ওজা উঠি ঘোষা-কীৰ্তন গাইছিল [§§ ১৪৫-৪৬]। মাধৱদেৱৰ কথাত মথুৰাদাসে বঙলুৱা 'চঙ্গকীৰ্তন' কৰোঁতে লক্ষ্মণ ওজাই পদ গাইছিল [§ ৯২৫]; মথুৰাদাসৰ নিজৰ পালি আছিল ওঠৰজন। শঙ্কৰদেৱৰ দিনত ৰামৰাম গুৰু, ৰামদাসে দেউৰিৰ কাম কৰিছিল [§§ ১৪৭-৪৮]; মাধৱদেৱে অচ্যুত গুৰু আৰু কৃষ্ণাই আতৈক সেই বিষয়-বাব দিয়ে [§§ ৪৭২, ৭৭১]। জইন্তিৰ মধাই আতৈৰ পত্নীক তেওঁৰে সৈতে বাজহাটিত ঠাই দি আৰু পিছত বুঢ়ীৰ-পো গোবিন্দৰ মাক বুঢ়ীক মাধৱদেৱে খলা সৰা-মচা কাম দিছিল [§§ ২১০, ৬৬৯]। মনপুৰ ভণ্ডাৰিয়ে চাউল-লোণকে আদি কৰি ভঁৰালৰ সকলো বস্তু চাইছিল [§ ৬৪৬]। বিষ্ণু আতাৰ বেটা হৰিচৰণ ভাল লিখক বা লিপিকাৰ আছিল [§ ৭২৬]। হাটিমতা, পাল-ধৰিয়া [§§ ৫৭১, ৯১৭] আন বিষয়-বাব। দ্বাৰীয়ে নিশা "নামপাঠ থলেই পৰত দ্বাৰ মাৰিব আটকি" হাটিৰ [§ ৭০২]। শঙ্কৰদেৱৰ লগৰ কমলিধৰা পৰমানন্দ আতৈ, মাধৱদেৱৰ আলধৰা গোবিন্দ, যদুমণি আৰু হৰিবল্লভ আতৈ [§§ ৭১৯, ১০৫১, ১০৬৪]।

১৪.২.২ নাম-প্ৰসঙ্গৰ ক্ৰম ঃ নামধৰ্মৰ আধাৰ সত্ৰসমূহত হৰি-নাম-কীৰ্তনেই মুখ্য কৰ্ম। বিভিন্ন ৰূপত তাৰে আবৃত্তি-পুনৰাবৃত্তিৰ ধাৰা সত্ৰত চলি থাকিব লাগে। চৰিতথনিত দঢ়াই কোৱা হৈছে যে এই নাম-কীৰ্তনৰ "চৈধেগোটা প্ৰসঙ্গ পাতি মুক্তিমন্তকৈ চৰ্চ্চি ক্ৰম লগাইছে" মাধৱদেৱে সুন্দৰীদিয়াত থকাত [§ ০১, ৬০৮]। প্ৰথম অৱস্থাত

---

১ ইংৰাজী Introductionঅৰ ছেদ ১৪.২ৰ লগত এলিয়টৰ উদ্ধৃতি চাওক।

২. নামঘোষা ২৩৫, ২৩৮

এই স্থান-ক্ৰম নাছিল; শঙ্কৰদেৱৰ দিনত "মহাপুৰুষ গুৰু চোট আতা ঠাকুৰ আতা শ্ৰীৰাম আতা ঃ পৰ্ম্মানন্দ আতে, উদাৰ আতে ৰামৰাম গুৰু এইসবে সৈতে পাচবেলা আঘনমহ্য বাও নৰাতলিত ঃ মাঘ পুহমহ্য মাহ সৰিহখলাত কথাসুখে বহে" [§ ৩১৬]। এই সময়তো "ভাগতিএ ভাগৱত কই গীতা কই মাঘত" [§ ৩১৭]। মাধৱদেৱৰ দিনতে বিভিন্ন প্ৰসঙ্গৰ বিষয়-ৰবীয়াসকলৰ কৰ্ম লৈ গৰ্ব হৈছিল; গুৰুজনে কৈছিল মথুৰাদাসক ঃ "গাৱন নতৰে বাৱন নতৰে নতৰে ভাগৱটা। দেউৰি নতৰে ভৰাৰি নতৰে নতৰে হাটিমতা" [§ ৫৭৯]। গায়নৰ গীত আৰু বায়নৰ খোল-বাজনা বিভিন্ন গীত-নৃত্যৰ লগৰীয়া। এবাৰ মাধৱদেৱে ঠাকুৰ আতাৰ গৃহৰ "কাস্তিতে বহিছে কথাসুখে" আৰু তাতে "কীৰ্ত্তন চৰিত্ৰ চৰ্চ্চা" হৈছিল [§ ৭৫০]। চৈধ্য প্ৰসঙ্গৰ পূৰ্ণ মূৰ্তি চৰ্চি কোৱা এক গম্ভীৰ ধৰ্মকাৰ্য; তাৰ বাবে "পাচুটি টকা কাপৰ এযুৰি সৰাই সলা"ৰ আয়োজন লাগে [§ ৮৯৪]। বদুলা আতাৰ নেতৃত্বত তেওঁৰ থানৰ কেনেকৈ দিবা-নিশা হৰিভক্তিৰসত সময় যায় তাৰ বিশদ বৰ্ণনা দিয়া হৈছে [§ ৯৯৮]। গুৰুজনৰ 'গুণমালা' আৰু 'লীলামালা' পুথি দুখনি ভকতসকলে ব্ৰহ্মমুহূৰ্ততে গায় [§ ১০৪০]— শিখধৰ্মত 'জপুজী' আৰু 'সুখমনী'ৰ যেনে থান, মহাপুৰুষীয়া ধৰ্মতো ই দুখনিৰ তেনে। কেতিয়াবা ভকতসকলে হাটিতে বহিও প্ৰসঙ্গ কৰে [§ ১০৯৫]।

এইসকল নিত্য-প্ৰসঙ্গৰ বাহিৰেও নৈমিত্তিক প্ৰসঙ্গও পালন কৰা হৈছিল আদিৰেপৰা। ফাগুযাত্ৰা [§ ৩১৪], বোকা যাত্ৰা পাচটি [§ ৭৩৯] আদি শ্ৰীকৃষ্ণ-জীৱনৰ লগত সম্পৰ্কিত উৎসৱ, আৰু শঙ্কৰদেৱৰ প্ৰয়াণৰ পিছত কীৰ্তন, ভাওনা আদিৰ মহাসমাৰোহ কৰি ভাদ্ৰৰ গুৰুকীৰ্তন সত্ৰৰ প্ৰধান উৎসৱৰূপে উদ্‌যাপিত হয় [§ ৫৫০, ৭৬৫, ৮৪৫]।

**১৪.২.৩ ভকতৰ পন্থা ঃ** শঙ্কৰদেৱৰ দিনৰপৰাই ক্ৰম বাখি বৌদ্ধ ভিক্‌খু-সঙ্ঘৰ দৰে বৈষ্ণৱ ভকতৰ সঙ্ঘ (order) গঢ় লৈ উঠিবলৈ ধৰে আৰু মাধৱদেৱৰ দিনতে সি এক সুন্দৰ শৃঙ্খলাৰ মাজলৈ আহে, যাৰ সাক্ষ্য এই চৰিতখনিয়ে বিশদভাৱে দিয়ে। ভিক্‌খুসকলৰ দৰে উদাসীন ভকতসকলেই সত্ৰৰ কেন্দ্ৰীয় গোট হৈ পৰে। মাধৱদেৱযে চিৰকুমাৰ আছিল, সেই কথাই বোধ হয় এই বিষয়ত আদৰ্শ যোগাইছিল। যদিও শঙ্কৰদেৱ বিবাহিত আৰু পূৰ্ণ গৃহস্থী আছিল, তেৱোঁ কথায় কথায় মাধৱদেৱক কৈছিল, "ৰৰাৰ পো আৰু দিনা চাৰি ঃ আগে লাগ পালোহতে তোমাক ঃ এ আমিও ৰামানন্দৰ মাকক বিবাহ নকৰালোহতে ঃ তেও কৰাইচো বুলি গৃহঅন্ধকূপত প্ৰাণ ত্যাগ কৰা নাজাই" [§ ১৪১]। গাৰ্হস্থ্য জীৱনৰ মোহে মহাপুৰুষক আচ্ছন্ন নকৰিছিল। এবাৰ মাধৱদেৱে উদাসীন ভকতসকলক উদাসীনৰূপে থাকিবলৈহে টানি ধৰিছিল [§ ৫৭৬], যদিচ আন এবাৰ ভকতসকলৰ যাৰ মন যায় বিয়া কৰিবলৈ উপদেশ দিয়ে

[§ ১১০৫]। মাধৱদেৱৰ দিনত সত্ৰত উদাসীন (অবিবাহিত) আৰু আশ্ৰমী (বিবাহিত), দুইবিধৰ ভকতেই আছিল; কিন্তু উদাসীনসকল ভিতৰ-হাটিত থাকে আৰু তিৰি-লগীয়াসকলৰ থান বাজহাটিতহে; দুই হাটিৰ মাজত দুৱৰীৰ ওখ দুৱাৰ। বুঢ়ীৰ-পো গোবিন্দ কেনেকৈ 'গোটে লৰা' অৱস্থাতে [§ ৬৬৯] বৰপেটালৈ আহিছিল, সেই কথা মন কৰিলে কেনেকৈ সত্ৰত ভকত ল'ৰা গোট খাইছিলহি, বুজা যাব। ভকতসকলক সাধাৰণতে আতৈ বুলি সম্বোধন কৰা হৈছিল; উচ্চ ধৰণৰ ভকত হ'লে অৱশ্যে আতা নাম পাইছিল [§ ৮৫৬]। লক্ষ্মণ ওজাক মাধৱদেৱে একাদশ পুথিখনতে দেখুৱাই ফলি নিদিয়াকৈয়ে পঢ়িবলৈ শিকালে, তেওঁ 'বিবেগি পঢ়ুৱা' হ'ল আৰু ওজা-পালি শিকা বাবে 'বৰ চক্ৰৱৰ্তী ওজা' হ'ল [§ ৫০১]। আলধৰা খৰাই-লগা হৰি আতৈক বোলে স্বপ্নতে সুন্দৰী স্ত্ৰী এটি আহি লিখ লিখ বুলি লগত শোৱা পঢ়িয়া আতৈৰ পিঠিতে আঁক-বাঁক কৰায় দেখি কৃষ্ণাই আতৈয়ে চিৰহাটিৰ যাদইন্দ্ৰ ভট্টাচাৰ্যৰ ছাত্ৰশালিত পঢ়াই মহাপণ্ডিত কৰিলে [§ ৫৯৫]। মাধৱদেৱে একেলগে হৰিচৰণ, পুৰুষোত্তম, ৰামচৰণ আৰু পৰমানন্দ ঠাকুৰ, অচ্যুত গুৰু, সৰু গুৰু আৰু লক্ষ্মণ ওজাক পঢ়ুৱাইছিল [§ ১১২০]। এইভাৱেই সত্ৰত শিক্ষা চলিছিল।

ভকতসকলে জীৱননিৰ্বাহৰ কাৰণে কেইবাটা কথাতো নিৰ্ভৰ কৰিব লাগিছিল। বৌদ্ধ ভিক্‌খুসকলৰ দৰে তেওঁলোক ভিক্ষালৈ যাব লাগিছিল আৰু সেই কামত অকাল-অনাবৃষ্টিৰ সময়ত যথেষ্ট কষ্টৰ সমুখীন হ'ব লাগিছিল; বহুতো গৃহস্থই পদুলিৰপৰাই ভকতক বিমুখ কৰি খেদিছিল; কোনোৱে আকৌ সত্ৰতে সিধা দিছিলগৈ, কেতিয়াবা ভকতৰ দুখ দেখি গুৰুজনেই ঘৰৰপৰা চাউল-লোণ দিয়াইছিল [§§ ২১৭, ২৭০. ৫০৮, ৫৬৪, ৬০০, ৮৬২, ৮৯২]। গুৰুজনৰ গৃহত থকা চন্দৰী আয়ো ভিক্ষালৈ গৈছিল [§ ৩৭০]। ভকতৰ এই ভিক্ষা-বৃত্তি পিছৰ কালত নানা কাৰণত বন্ধ হ'ল। ভকতসকলে দিনে 'ভকত সাৰিৰ ভাগ' পায় [§ ২৪৩]--নামৰ প্ৰসাদ আৰু সময়ে সময়ে সেৱা কৰিবলৈ অহা ভক্তিমানসকলে অনা দ্ৰব্য-বস্তু কানমাৰিলেকে, মাছ-পছ আদিও [§§ ৬৫৬, ৫৪৩, ১০১১] ভগাই দিয়া হয়। কেতিয়াবা ভকতসকলৰ নিমন্ত্ৰণো পৰে; বেহাৰৰ আইধায়ে নিতে দুজন দুজন ভকতক মাতি চিৰা-ফলাহাৰ কৰাইছিল [§ ৮৯৭]। আইধায়ে ভকতক সহায় কৰাৰ উদ্দেশ্যে লক্ষ্মীনাৰায়ণ ৰজাৰপৰা দুখন অধিকা গাঁও লৈছিল [§ ১০৬৩]; আৰু হৰিহৰ আতাই বিয়া কৰোঁ বোলাত সৰ্বপ্ৰকাৰে সহায় কৰিছিল [§§ ১১০৫-০৬]। ভকতসকলে আকালত পৰি খাব-পিন্ধিবৰ কষ্টত মাধৱদেৱে নাৰায়ণ ঠাকুৰৰপৰা গুটি-ধানৰ ভঁৰালৰ দান লৈছিল, বা আনৰ ভঁৰাল কিনি দিছিল বা বৰদেৱনীয়া ডা-ডাঙৰীয়াৰ মাজত ভকতৰ দায়িত্ব ভগাই লৈছিল।

১৪.২.৪ ভকতৰ 'সঙ্ঘ-বিনয়' ঃ বৌদ্ধ ভিক্‌খুসঙ্ঘত প্ৰৱেশ কৰোঁতে ভিক্‌খুসকলে চিৰকৌমাৰ্য-ব্ৰতৰ শপথ গ্ৰহণ কৰিব লাগিছিল। অধিকন্তু, ভগৱান বুদ্ধই পৰিস্থিতি-ভেদে সঙ্ঘৰ কিছুমান নিয়ম প্ৰণয়ন কৰি দিছিল। সেয়ে বিনয়। আমাৰ উদাসীন ভকতৰ পন্থাত প্ৰৱেশ কৰোঁতে কোনো শপথ গ্ৰহণ কৰোৱা নহৈছিল। আনফালে, ভক্তিপন্থৰ এখনি 'বিনয়-পিটক' বা তেনে গ্ৰন্থ নাই য'ত দুজনা গুৰুৱে দি যোৱা শীল-শিক্ষাবোৰ বিধিবদ্ধভাৱে লিপিবদ্ধ কৰা হ'ল। কিন্তু 'গুৰু-চৰিত-কথা' পঢ়িলে বিশেষকৈ মাধৱদেৱৰ চৰিত-প্ৰসঙ্গত বিশেষ পৰিস্থিতিৰ বৰ্ণনাৰ লগতে সত্ৰীয়া ভকতৰ তথা 'গ্ৰামী ভকত'ৰ বাবেও কিছু নীতি ঘোষিত হোৱা পোৱা যায়। বিশেষকৈ বহল সমাজৰ তথা সত্ৰৰ ভিতৰৰ আৰ্থিক ব্যৱস্থাৰ বাবে সম্ভৱপৰ সঙ্কটৰ হাত সাৰি থাকিবলৈকে ভকতৰ মাজত সংগঠনৰ আৱশ্যক হৈছিল। গুৰুজনে নিয়ম কৰিছিল, বাহিৰৰপৰা "চাউল মাহ কচু কমৰা আদা মৰিচ গুৱা পান" আদি পালে খাই বাঢ়ি থাকিলে সমূহত বিলাই দিব লাগে [§ ৫৬৪]। গুৰুজনে ভকতৰ মাজত লগামতে ইটো-সিটো বস্তু, আন কি "পানচুন শাকপাত দিএনিয়াকৈ" চলিবলৈ "দুজনে দুজনে সঙ্গপৃতি হোৱাহাক" বুলি নিয়ম কৰিছিল [§ ৭০২। তিনিজনীয়াকৈও তেনে মিত্ৰ হ'ব পাৰে [§ ৭০৩]। এনেকৈ মিত্ৰ হোৱা হৈদাসৰ প্ৰতি আপোনপেটীয়া নিষ্ঠুৰ ব্যৱহাৰ কৰা বাবে ৰামদাস আতৈক বহিষ্কাৰকে কৰিছিল, আৰু নিয়ম কৰি দিছিল, মিত্ৰই মিত্ৰই "এখনি তামোলকে বাণ্টি খাবাহাক" [§ ৮৬৮]। উদাসীন ভকতক গুৰুজনে কঠোৰ জীৱন যাপন কৰিবলৈ কৈ ইঙ্গিত দিছিল, "ভক্তিৰ বিষম সন্ধি ওভোতা খোজ ভালু দৰে" [§ ৫৪৬]। "উদাসৰ পৰদাৰা হাতলৰ কাচলৰ ঃ আশ্ৰমিৰ অন্যদেউ বিভিচাৰ এই দুইৰ মই গুৰু নহএঁ" [§ ৭২৫]। "সৰাতে ফটা কাপৰ খুজি কন্থা সি চৰিয়া লাউ লৈ ভিক্ষাকৈ হৰিগুণ গাই প্ৰৱৰ্তাই" [§ ৬০০] ভকতৰ আদৰ্শ জীৱন ঃ "এ আতৈসব ফটা চিটা কানিকন্থা খাৰে সাকে খাই হৰিগুণ গাই দিনকৈটা বঞ্চাহাক" [§ ৫৩৬] ঃ এয়া ভক্তৰ চীৱৰ-বিনয়। বৌদ্ধধৰ্মৰ ভিক্‌খুনী-সঙ্ঘৰ দৰে ভকতনীপন্থ এটি নাছিল ; কিন্তু সত্ৰৰ বাজ-হাটিত তিৰোতাসকল আছিল আৰু কেতিয়াবা গৃহী গ্ৰামী ভকতৰ লগত সত্ৰৰ উদাসীন ভকতৰো মিত্ৰতা হৈছিল। গতিকে, "আশ্ৰমী হাটিত উদাসীনে ধান নাবানিব" বুলি গুৰুজনে উদাসীনৰ বাবে উৰাল-উৰালমাৰি কৰাই দিছিল [§ ৫৯৭], ভিতৰ আৰু বাজ-হাটিৰ মাজত দ্বাৰ দি দ্বাৰী [§ ৭০২] ৰাখিছিল, আৰু মিত্ৰ গ্ৰামী ভকত হাটিত নিশা ৰ'বহি, উদাসীনজন গ্ৰামী ভকতৰ ঘৰলৈ দিনতে গৈ নিশা নথকাকৈ ঘূৰি আহিব—এনে নিয়ম কৰিছিল [§ ৪৪৪]; উদাসীন ভকতৰ নিজ ঘৰত পৰিবাৰ আদি থাকিলেও পৰিয়ালৰ লগলৈ যোৱাটোও

মাধৱদেৱে নিৰুৎসাহহে কৰিছিল [§§ ৫৩৪-৩৬, ৫৭৮, ৭০১, ৭০৯]; ঘাঘৰ মাজিৰ ঘৰত গধূলি গুৰুজনৰ লগৰ তিনিজন ভকত বোৱাত "চাউল চৰু দিঞা ভোজন কৰা" বোলাত "আমি নিযা এতিয়া নেখাঞ : ভকত মানুহ" [§ ৬২১] কথাষাৰে ভিক্‌খুসকলৰ দশ-শীলৰ মাজৰ 'বিকাল-ভোজন-বেৰমানি'লৈহে মনত পেলায়। ভকতৰ মাজত তঞা-হঞা কৰিলেও একুৰি টকাৰ দণ্ডৰ ভিতৰ হ'ব লাগে [§ ৫৩২]।

১৪.৩ গ্ৰামী গৃহবৰ্তী ভকত : গুৰুজনে উচ্চাৰণ কৰা কিছু ৰীতি-নীতি গেহী-বিনয়ৰ লগত তুলনীয়। "ভক্তে অন অৰ্পণা নকৰি খালে কুতা খোৱাৰ সদৃশ" [§ ২২৩] বা "দাইহে ভাগে ভকত কাহানি ভাগে" [§ ২৬৭] আদি সত্ৰীয়া ভকত আৰু গ্ৰামী ভকত সকলোতে প্ৰযোজ্য। শঙ্কৰদেৱ আৰু কালিন্দী আইৰ মাজৰ আচৰণ বা নাৰায়ণ ঠাকুৰ আৰু বৰাবাহি আইৰ মাজৰ আচৰণত তেনে গৃহী-বিনয় বিচাৰি পোৱা যাব পাৰে।

প্ৰথম অৱস্থাৰেপৰা সত্ৰৰ হাটিত থকা উদাসীন আৰু গৃহস্থী ভকতক (যাক আজি-কালি 'ভকত' শব্দেৰেই বিশেষিত কৰা হয়) উপৰিও গাঁৱে-নগৰে নতুন ধৰ্ম গ্ৰহণ কৰি গৃহস্থী জীৱন পালন কৰা 'গ্ৰামী ভকত' বা 'গৃহবৰ্তী ডাঙৰীয়া' ভকত (যাক আজি-কালি কোনো সত্ৰৰ 'শিছ' আখ্যা দিয়া হয়) আছিল। নাৰায়ণদাস ঠাকুৰ আতা তাৰে ডাঙৰ উদাহৰণ। কোচবেহাৰ ৰাজধানীৰ অনেক বিষয়া, ৰজাৰ আইধাই আৰু ৰাণীসকলেও ভক্তিধৰ্ম পালন কৰিছিল। তদুপৰি গাঁৱে গাঁৱে অনেক লোক ভকত হৈ গৃহতে থাকি নতুন উদাত্তীভূত জীৱন যাপন কৰিছিল। মাধৱদেৱৰ দিনত কেৱল বিজয়পুৰতে তিনি শ, তিনি কুৰি গ্ৰামী ভকত আছিল [§ ৮০৫]। সত্ৰৰ হৰি-কথা-প্ৰসঙ্গৰপৰা এওঁলোক বঞ্চিত হ'লেও এওঁলোকক ঘৰতে 'হৰিগৃহ' (আজি-কালি সণ্ঢালনীকৈ 'গোসাঁই-ঘৰ' নামহে প্ৰচলিত) কৰি ঘৰৰ আৰু আন লোকেৰে নাম-কীৰ্তন কৰিবলৈ নিৰ্দেশ দিয়া হৈছিল, ঘৰৰ-পৰৰ সমবেত সকলোকে "আমুকা আতৈ অহা জক"—এনে সম্বোধনেৰে সম্ভাষা আৰু মান কৰিবলৈ কোৱা হৈছিল [§ ৫৭৭]। মাধৱদেৱে আন কি কালিন্দী আইকো গুৰুজনৰ সম্পৰ্কত বিশেষ মাৰ্জিত ব্যৱহাৰ আৰু সম্ভাষা শিকাইছিল [§ ১৪০]। গ্ৰামী ভকতসকলৰ জীৱনো ভক্তিৰ অৰ্থে উৎসৰ্গীকৃত জীৱন হ'ব লাগিছিল, আন কি, তেওঁলোকৰ সম্পত্তিতো নতুনকৈ গুৰু-ভকতৰ ভাগ বহিছিল। ঠাকুৰ আতাই এদিনাখন নিজৰ "ৰূপা সোন তাম কাহ বস্ত্ৰ গৰু মহ সবাকে গুৰুজনত সোধালেগৈ : তাৰে গুৰু তিনি ভাগ কৰিলে : সেৱকৰ ৰাজাৰ ভাৰ্যা-পুত্ৰৰ" [§ ৩৮৭]। মাধৱদেৱে কেহো হাজৰা নামৰ কোচবেহাৰৰ বিষয়াৰ ঘৰলৈ যাওঁতে তেওঁৰ সম্পত্তিৰ তিনি ভাগ কৰি দি কৈছিল, "বোলে এভাগ ৰাজাৰ জঞ্জাল মাৰিবা : এভাগ পুত্ৰ-ভাৰ্যা প্ৰবৰ্ত্তিব : এইভাগ আমাৰ : আৰে তিনিও ৰাজ্যৰ

দুখিয়া ভকতক সুধিবা" [§ ৮২৯]। শঙ্কৰদেৱে সংসাৰী ভকতক সন্ন্যাস বা বৈৰাগ্যৰ উপদেশ নিদিছিল। নানকদেৱে "কৃত কৰো নাম জপো" বুলি কোৱাৰ দৰে নাৰায়ণ ঠাকুৰে "মুখে নাম কৰ্ম্মে কথা মনে ৰূপ চিতে পাদপদ্ম ঃ বুদ্ধিএ নিচই হস্তে কৃত্য" আচৰণ কৰিছিল [§ ৭৬৮]। সৰ্বপ্ৰকাৰ দুনীতি নিবাৰণ কৰিছিল গুৰু দুজনাই। বনাচ লৈ কাপোৰ বোৱা ব্যৱসায় কৰা গোবিন্দ তাঁতীয়ে গ্ৰাহকৰপৰা সূতা একোনেচা ৰখা দেখি মাধৱদেৱে "এতিয়াৰপৰা মহৰাটোকো নাৰাখিবা" বুলি নিৰ্দেশ দিছিল [§ ৭১৫]। পুৱাৰ দুই দণ্ডত হাল বোৱা আৰম্ভ কৰি দুপৰলৈ দুই দণ্ড থকাত মেলিবলৈ, দিনত এবাৰ মাথোন গাইৰ গাখীৰ খীৰাবলৈ মাধৱদেৱে উপদেশ দিছিল [§ ৭০৮]। আজিও অসমৰ নিষ্ঠাবানসকলে তেনে নীতি মানি চলে। সকলোৰে প্ৰতি সম, সদয় ব্যৱহাৰ; তএ্ৰা-হএ্ৰা নথকা মাত-কথাৰ মসৃণতা; সভাত ইফাল-সিফাল কৰোঁতে 'বস্ত্ৰৰ বা জাই বুলি' [§ ৬৮৮] 'গা মাৰি' খোজ দিয়া—এনেবোৰ কথা নতুন এটা সংস্কৃতিৰ লক্ষণৰূপে বৰ্তিবলৈ ধৰে। নাৰায়ণ ঠাকুৰে মুখেৰে 'হে, হে' কৰি হাল বাই থকা গাৰোৰ গোবিন্দক তাৰ ঠাইত 'ৰাম ৰাম' বুলিবলৈ বল কৰা এই নতুন সংস্কৃতিৰে ডাক, গাঁৱলীয়া জীৱনক লয়লাস দিয়াৰ প্ৰচেষ্টাৰ প্ৰতীক। "উজান অস্বম দেশত নাম লোকৰ ভগাজকাই মুহ্না খালৈ হাণ্ড এনে" আছিল [§ ৮৫৭]; নৱ আন্দোলনৰ প্ৰভাৱত ল'ৰা-ছোৱালীৰ নামকৰণতো পৱিত্ৰতা সোমাল দেশ জুৰি। নীৰস দৈনন্দিন কাৰ্যত হৰি-নাম-প্ৰসঙ্গ প্ৰৱেশ কৰি ক্ষুদ্ৰ জীৱনক মহত্ত্বৰ বোল দিলে। ন ধানৰ চাউল, নতুন শাক-পাত গুৰুত লগাই ভক্তসকলে পৰম আনন্দ উপভোগ কৰে [§§ ২২৭, ৪৪০, ৫৫০]। গুৰুজনক নিজৰ গৃহলৈ নি কীৰ্তন পাতি গ্ৰামী ভক্তই মহোৎসৱ পাতে। সেইদৰে অমৃতাকৰ দলৈৰ দৰে অৱস্থাপন্ন লোকে বৰসভা বা ব্ৰহ্মসভাৰ আয়োজন কৰে, য'ত সাতখান গ্ৰামৰ সাতোটা জোৰা উঠে [§ ৬১১]।

সামৰণি

১৫.০ 'গুৰু-চৰিত-কথা' শঙ্কৰদেৱ-প্ৰৱৰ্তিত অসমৰ ভক্তি-আন্দোলনৰ মনোৰম অভিলেখ। লগতে ই শঙ্কৰদেৱৰ পূৰ্বৰ, শঙ্কৰদেৱৰ জীৱৎকালৰ আৰু পিছৰ অসমৰ বহুল এখন ছবি দাঙি ধৰে। সেই দীঘল কালছোৱাৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আদি ব্যৱস্থাৰ সাক্ষ্যও ই নিজা ধৰণে বহন কৰিছে। এই চৰিতখনিৰ এক বৃহৎ মূল্য জীৱনী-গ্ৰন্থ আৰু কথা-ৰচনাৰূপে। কিন্তু ই আধুনিক গঢ়ৰ চৰিত বা জীৱনী নহয়; ইয়াত বৰং অনেকজন সন্তৰ চৰিত একেলগ হৈ এটি ধৰ্ম-আন্দোলনৰ পৰিষ্কাৰ স্বৰূপ

দাণ্ডি ধৰিছে। সেই আন্দোলনেহে পুথিখনৰ সকলো বৰ্ণনাক সাবটি ধৰি এটি সাহিত্যিক ঐক্য দিছে। সেই ৰূপত গ্ৰন্থখনি আমাৰ জাতীয় ইতিহাসৰ, অসমীয়া মানুহৰ বুৰঞ্জীৰ এক প্ৰধান অঙ্গ। মহৎ গ্ৰন্থখনিৰ ভাষাৰ ৰূপতো আমি বাৰে বাৰে ওলোটা সুঁতিয়ে উজাই গৈ বুঢ়া লুইতৰ বালি-গৰাৰ দৰে অসমীয়া মানুহৰ ভাষাৰ বুৰঞ্জীৰ এছোৱা দেখা পাব পাৰোঁ। এনেবোৰ দৃষ্টিৰপৰা সাৰ্থকতাপূৰ্ণ গ্ৰন্থখনিক তাৰ স্বে মহিম্নি পাঠকৰ সমুখত দাণ্ডি ধৰিবলৈ এই সংস্কৰণত যত্ন কৰা হৈছে।

১৯৮৭

# স্বৰেখাত বৰগীত

## প্ৰস্তাৱনা ঃ সমস্যা

> Though the many schools of music in India to-day each lay claim to the same ancient treatises, there are important differences in the music of the various parts of India. Hardly any of the modes of South Indian music are exactly identical with those of North Indian. Even in the North, rāgas and styles greatly differ from one province to another.
>
> —Alain Danielou. *Northern Indian Music*

বিশেষকৈ ভাৰতৰ স্বাধীনতা-লাভৰ পিছৰপৰা দেশৰ সাংস্কৃতিক জীৱনত এটা নতুন দিশ সাৰ পাই উঠিছে। সেয়ে হৈছে—ভাৰতৰ সাংস্কৃতিক গৌৰৱক মাথোন মুখৰ কথা বুলিয়ে নলৈ তাক কাৰ্যতঃ 'স্বে মহিম্নি' প্ৰতিষ্ঠিত কৰিবলৈ যত্ন কৰা। ই মাথোন পৌনৰুত্থানিক বা ৰিভাইভেলিষ্ট্ মনোবৃত্তিৰ প্ৰশ্ৰয় দিয়া নহয়; ইয়াত সমীক্ষাৰো ভাগ আছে। কিমান যুগৰ আগৰ ভাৰতৰ সংস্কৃতিৰ ৰূপ কি আছিল—তাৰ বিচাৰ কৰি, তাৰ বুৰঞ্জীৰ পুনৰভিনয় কৰিবলৈ যোৱাটো স্বৰূপ গৌৰৱৰ কথা হ'ব নোৱাৰে। কিমানবোৰ যুগৰ মাজেদি গঙ্গা-যমুনা-ব্ৰহ্মপুত্ৰৰ বুকেদি কিমান পানীৰ ধাৰ বৈ গ'ল, তাৰো হিছাপ ল'বলগীয়া। দেশৰ গৌৰৱপূৰ্ণ অতীতৰ বিচাৰত জাতীয় চৈতন্যই কেনেভাৱে সহজ বিকাশ লাভ কৰিছিল, সেইটোৰ লেখ লোৱাটো আৱশ্যকীয়। দেশৰ সাংস্কৃতিক সম্পদৰ পুনঃসংস্থাপনত সামাজিক ক্ৰমবিকাশক অস্বীকাৰ কৰা নচলে। আজিৰ জগতৰ সঙ্গীত, সাহিত্য আৰু ললিত-কলাত ভাৰতৰ দানৰ ৰূপ কেনে হ'ব পাৰে, তাক ঠিক কৰিবলৈ যোৱাৰ আগতে ভাৰতৰ সঙ্গীত, সাহিত্য আৰু কলাৰ যি বিচিত্ৰ ৰূপ বিকশিত হৈছিল, তাৰ মূল্যাঙ্কনৰ বহুল প্ৰয়োজন আছে। আজিৰ ভাৰত

এই চেতনাৰে সজাগ হৈ উঠিছে, সৰ্ব-ভাৰতীয় আৰু প্ৰান্তীয় নানা সাংস্কৃতিক অনুষ্ঠানৰ যোগেদি আজি জাতি সক্ৰিয় হৈছে,—ই সঁচাকৈয়ে আনন্দ আৰু দিগন্তপ্ৰসাৰী আশাৰ বিষয়। ভাৰতীয় সংস্কৃতিৰ ঐক্য আৰু বৈচিত্ৰ্য দুইটাৰে স্বীকাৰ নতুন জাতীয় বিকাশ-প্ৰক্ৰিয়াৰ এটি প্ৰধান লক্ষণ হৈ থিয় দিছে।

কিছু দিনৰ আগৰপৰা বৰগীতৰ সাঙ্গীতিক ভিত্তি আৰু মূল্য সম্পৰ্কে নানা আলাপ-আলোচনা, জল্পনা-কল্পনা চলি আহিছে। এই সম্পৰ্কে গৱেষণা কৰিব লাগে, আৰু বৰগীতৰ গায়ন-পদ্ধতি এটা ৰূপত নিৰ্দ্ধাৰণ কৰি দিব লাগে,—এনে ধৰণৰ কথাও আজি-কালি ঘনাই উঠা দেখা যায়। এই বিষয়ত কেইবাটাও কথাই খেলি-মেলি লগোৱা দেখা গৈছে। পুৰণি সাঁচিপতীয়া পুথিত বৰগীত আৰু অঙ্কীয়া গীতসমূহত পোনতে ভাৰতীয় সঙ্গীতশাস্ত্ৰত উল্লিখিত কিছুমান ৰাগৰ নাম স্পষ্টকৈ লিখা থাকে। ইয়াৰ উপৰি, দুটিমান বৰগীতত আৰু সকলো অঙ্কীয়া গীতিতে এখন বা তিনিখন তালৰ নামো আছে। এই গীতসমূহৰ নামবোৰৰ সকলোখিনিয়েই বিবিধ সঙ্গীতশাস্ত্ৰৰ ৰাগৰ নামাৱলীৰ লগত মিলে। মাথোন বৰগীতত পোৱা দৰে কৌ নামৰ ৰাগ এটি সংস্কৃত সঙ্গীত-শাস্ত্ৰত পোৱা নাযায়। অৱশ্যে এই শব্দটো সংস্কৃতৰ কৌশিক (যি নামৰপৰা মালকোশ নামৰ 'কোশ' অংশ হৈছে) বা ককুভ নামৰপৰা ওলোৱা একো অসম্ভৱ নহয়। কিন্তু এই বিষয়ে আমাৰ চিন্তা কৰিবলগীয়া বেছি একো নাই। সঙ্গীতশাস্ত্ৰীয় সাধাৰণ কিছুমান নীতি লৈহে পোনতে আমাৰ ভাবিবলগীয়া হৈছে। ভাৰতবৰ্ষত হিন্দুস্থানী আৰু কৰ্ণাটকী,—এই দুটা বহল সঙ্গীত-সম্প্ৰদায় আছে। এই সম্প্ৰদায়-বিভাগ হোৱাৰ মূল কথা হ'ল দুইটাৰে বিশিষ্ট গায়ন-পদ্ধতি, আৰু ৰাগৰ একে নাম হোৱা সত্ত্বেও দুই শ্ৰেণীত সিঁহতৰ বিভিন্ন ৰূপ হোৱাটো। আনফালে আকৌ, কোনো কোনোৱে দুটা সম্প্ৰদায়ৰ ঠাইত কলিকতা, লক্ষ্ণৌ, পুনা, কৰ্ণাটক আৰু তাঞ্জোৰক কেন্দ্ৰ কৰি ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতক পাঁচটা সম্প্ৰদায়ত বিভক্ত কৰিবলৈ বিচাৰে। এইবোৰৰ মাজত কিছুমান মূলগত প্ৰভেদ আছে বা বিচাৰি পোৱা গৈছে কাৰণেই, এনে সম্প্ৰদায়-বিভাগৰ কথা ভবা হৈছে। এতিয়া, বৰগীত আৰু অঙ্কীয়া গীতৰ শাস্ত্ৰীয় ৰাগ-তালবোৰৰ নামৰপৰা ইবিলাকোযে শাস্ত্ৰীয় সঙ্গীতেই আছিল, বা এতিয়াও শাস্ত্ৰীয় সঙ্গীতেই হয়, এই কথা বোধ হয় ক'ব পৰা যায়। কিন্তু আমাৰ ৰাজ্যত সম্প্ৰতিকে উত্তৰ ভাৰতীয় সঙ্গীতৰ প্ৰচলন বেছি হোৱা বাবেই হওক, বা আন কোনো কাৰণতে হওক, উত্তৰ ভাৰতীয় অৰ্থাৎ

হিন্দুস্থানী সঙ্গীতক মানদণ্ডৰূপে লৈ অনেকেই ক'বলৈ বিচাৰে যে, বৰগীত আৰু অঙ্কীয়া গীত শাস্ত্ৰীয় সঙ্গীতৰ আকাশৰপৰা খহি পৰা তৰা। গতিকে, এই সমালোচকসকলে ইয়াকো ক'বলৈ নাপাহৰে যে, বৰগীত-অঙ্কীয়া গীতৰ সত্ৰীয়া গায়ন-পদ্ধতি পৰিহাৰ কৰি হিন্দুস্থানী সঙ্গীতৰ আৰ্হিৰে সিবোৰ গোৱা উচিত। কিন্তু এই দৃষ্টিভঙ্গী বিজ্ঞানসম্মত হয় নে নহয়, সি বিচাৰ্য। যেতিয়া একেটা ৰাগেই হিন্দুস্থানী সম্প্ৰদায়ত আৰু বৰগীতত বেলেগ ৰূপ পৰিগ্ৰহ কৰা দেখা যায়, তেতিয়া আমি মনত ৰাখিব লাগিব যে সেই একেটা ৰাগেই কৰ্ণাটকী সম্প্ৰদায়ত আকৌ বেলেগ এটা ৰূপত দেখা দিয়ে। এতিয়া প্ৰশ্ন হয়, এই তিনিটা ৰূপৰ কোনটো শুদ্ধ আৰু কোনটো অশুদ্ধ। ন্যায়-বিচাৰৰ ফালৰপৰা চাবলৈ গ'লে, এটা পক্ষক অশুদ্ধ বোলাত আনটো পক্ষক মানদণ্ড বুলি ধৰিব নোৱাৰি।

বৰ্তমান প্ৰশ্নত আমি আৰু কেইটামান কথা বিচাৰ কৰি চাব লাগিব। কোনো লোকে কয় যে, বৰগীতৰ ৰাগৰ ৰূপ শঙ্কৰদেৱে ঠিৰাং কৰি দিয়াৰ পাছত যোৱা চাৰি শ বছৰে সি ওজা গায়ন-বায়নসকলৰ অযত্নত সেই ৰূপৰপৰা খহি পৰিছে, আৰু সেই গতিকেহে সি শাস্ত্ৰীয় সঙ্গীতৰ (এই আখ্যাৰে তেওঁলোকে হিন্দুস্থানী সঙ্গীতকহে বুজায়) লগত অমিল হৈ পৰিছে। এই উক্তিত দুটা ধৰি লোৱা কথা আছে,—প্ৰথম, আমাৰ সত্ৰীয়া ওজাসকল সকলোৱেই সঙ্গীতত অপটু আৰু অৱহেলাকাৰী। দ্বিতীয়তে, শাস্ত্ৰীয় সঙ্গীতৰ মান একমাত্ৰ হিন্দুস্থানী সঙ্গীতেহে আদি কালৰপৰা আজিকোপতি ঠিকে-ঠাকে ধৰি ৰাখিছে। ভাৰতীয় সঙ্গীতৰ ইতিহাসে আৰু অসমৰ গীত-মাতৰ বুৰঞ্জীয়ে এই দুটা ধাৰণা সমৰ্থন কৰেনে? বহুতে কয় যে সত্ৰীয়া সঙ্গীতত খোল, মৃদঙ্গ আৰু তাল—এইবোৰ তাল-যন্ত্ৰ আছে যদিও, বাঁহী-জাতীয় বা বীণা-জাতীয় কোনো স্বৰাশ্ৰয়ী যন্ত্ৰ নোহোৱাৰ বাবে ৰাগৰ স্বৰ-ৰূপ বিকল হোৱাটো খুব সম্ভৱ। সত্ৰীয়া সঙ্গীতত স্বৰ-যন্ত্ৰ নোহোৱা হোৱাটো অৱশ্যে দুখৰ বিষয়। শঙ্কৰদেৱৰ দিনত কিন্তু চাৰেংদাৰ (চাৰেঙা বা চাৰিঙা) আৰু আজি সমস্ত ভাৰতত বিৰল হৈ পৰা ৰবাব বাদ্য ব্যৱহৃত হৈছিল, আৰু বাঁহীও সত্ৰীয়া গীতত প্ৰয়োগ হৈছিল যেন লাগে। আজি এনে ধৰণৰ বাদ্য ব্যৱহৃত নহ'লেও কেইটামান কথা এতিয়াও মন কৰিবলগীয়া হৈ আছে। সকলো অঞ্চল বা ব্যক্তিৰে বৰগীত গোৱাৰ মাজত কিছুমান বহল ঐক্য আছে—যাৰ ফলত এখন সত্ৰৰ লোকে দূৰৈৰ আৰু অসম্পৰ্কিত আন এখন সত্ৰৰ লোকে ৰাগ দিওঁতেই ৰাগৰ পৰিচয় ক'ব পাৰে। গতিকে যোৱা চাৰি

শ বছৰৰ ব্যৱধানত কিবা অলপ লৰচৰ হ'লেও বৰগীতৰ ঐতিহ্য সৰহ ক্ষেত্ৰত শঙ্কৰদেৱৰ সময়ৰেপৰা অব্যাহত হৈ আছে। আনফালে আকৌ, ওজাসকলৰ গায়ন-পদ্ধতিৰ ৰাগৰ অনিবদ্ধ বা আলাপ অংশত অৰ্থাৎ ৰাগ দিওঁতে, ওজাই যিবোৰ স্বৰ ব্যৱহাৰ কৰে, প্ৰকৃত গীতটো গাওঁতে তাৰে দুটা-এটা ব্যৱহৃত নহয়। দ্বিতীয়তে, এঠাইৰ গোৱাৰ লগত আন এঠাইৰ বৰগীত গোৱাৰ মাজত অন্ততঃ আপাততঃ কিছু পাৰ্থক্য দেখা পোৱা যায়। গতিকে বৰগীতৰ গৱেষণাৰ প্ৰধান কাম হোৱা উচিত এতিয়াও অব্যাহত থকা বৈশিষ্ট্যবোৰ বাছি উলিওৱাটো; আৰু তাৰ ওপৰতেই বৰগীতৰ প্ৰকৃত ৰূপ নিৰ্ণয়ৰ প্ৰথম ঢাপ নিৰ্ভৰ কৰিব।

সত্ৰীয়া সঙ্গীতৰ তালৰ নাম, তালৰ বোল আৰু ৰাগসমূহৰ সময়-নিৰূপণৰ ঐতিহ্য উত্তৰ ভাৰতৰপৰা বহুত পৃথক—এই কথাও আমি পাহৰিব নালাগিব। পোনে পোনে সাম্প্ৰতিক উত্তৰ ভাৰতীয় সঙ্গীতৰ ৰাগ-সুৰত বৰগীতৰ ৰাগৰ নাম অনুসৰি তাক নিৰূপণ কৰি লৈ গালে তাক বৰগীত বুলি চিনিবকে পৰা নাযাব। সেইটি পন্থ ল'বলৈ গ'লে কোনো গৱেষণাৰে প্ৰয়োজন নহ'ব। আজিৰ হিন্দুস্থানী গায়কী ৰীতিত বৰগীতৰ কথাখিনি সংযোগ কৰি গালে তাৰ নাম আৰু বৰগীত হৈ থাকিব নোৱাৰে। মূল সঙ্গীত-শাস্ত্ৰীয় নিয়মৰপৰা বৰগীত আঁতৰি অহা বুলি ধৰিলেও বৈজ্ঞানিক দৃষ্টি-ভঙ্গীত বৰ্তমানৰ পদ্ধতি এৰাৰ প্ৰশ্ন উঠিবই নোৱাৰে। তাৰ নিজস্ব আদৰ্শ পদ্ধতি এটা ঠিৰাং কৰা সুকীয়া কথা; আৰু সি বাঞ্ছনীয় হৈ উঠিছে যেনো লাগে। গৱেষণাৰ কাম হ'ব—বৰগীতৰ স্বৰূপ নিৰ্ণয় কৰা, আৰু সেই নিৰ্ণীত স্বৰূপৰ লগত উত্তৰ ভাৰতীয় বা কৰ্ণাটকী সঙ্গীত-ৰূপৰ সম্পৰ্ক বাছি উলিওৱা। ই তেনেই সহজ কাম নহয়। বৰগীতৰ নিজৰ মান-গৌৰৱ যিয়েই থাকক বা নাথাকক, আমি এটা মুকলি মন লৈ তাৰ কাষ চাপিব লাগিব। তাৰ স্বৰূপ বা বুৰঞ্জী সম্পৰ্কে আগৰেপৰা কোনো ধৰা-বন্ধা ধাৰণা লৈ কেতিয়াও সেই কাম কৰিবলৈ আগ বঢ়া উচিত নহ'ব। তেনে ধাৰণাৰপৰা মুক্ত, উদ্যমী, ধৈৰ্যশীল, অনুসন্ধিৎসু সঙ্গীত-বিশাৰদৰ আত্ম-প্ৰয়োগৰ ওপৰতে গৱেষণাৰ প্ৰকৃত ফল নিৰ্ভৰ কৰিব।

এই প্ৰসঙ্গত সঙ্গীতশাস্ত্ৰৰ লগত বৰ্তমান প্ৰচলিত উত্তৰ আৰু দক্ষিণৰ সঙ্গীতৰ ৰূপৰ সম্পৰ্কৰ কথা সুঁৱৰিব পাৰোঁ। শাৰ্ঙ্গদেৱৰ 'সঙ্গীত-ৰত্নাকৰ' (১৩শ শতিকা), দামোদৰ মিশ্ৰৰ 'সঙ্গীত-দৰ্পণ'ৰ (১৭শ শতিকা) দৰে শাস্ত্ৰীয় সঙ্গীতৰ মূলগ্ৰন্থ আজি অবোধগম্য হৈ পৰিছে। আজি শাস্ত্ৰই এফালে আৰু ওস্তাদসকলে

এফালে বাট বুলিছে। উত্তৰ ভাৰতত ৰাগৰ স্বৰ-নিৰূপণৰ সময়ত সঙ্গীতশাস্ত্ৰৰ লিখিত আইনতকৈ বিভিন্ন ঘৰাণাৰ প্ৰচলিত প্ৰথালৈ আঙুলিওৱা হয় বেছি।

উত্তৰ ভাৰতীয় সঙ্গীত বুলিলে ধ্ৰুপদ, খেয়াল আদি ৰীতিৰ কথাকে ভবা হয়। ধ্ৰুপদৰ জন্মৰ বুৰঞ্জী গোৱালিয়ৰৰ ষোড়শ শতিকাৰ ৰাজা মানসিংহৰ লগত জড়িত। হিন্দুস্থানত সৰ্বাতোকৈ মান পোৱা সঙ্গীতশাস্ত্ৰ অহোবল পণ্ডিতৰ 'সঙ্গীত-পাৰিজাত' সপ্তদশ শতিকাত ৰচিত হৈছিল। প্ৰকৃততে বিদেশী আক্ৰমণৰ ফলত প্ৰাচীন শাস্ত্ৰীয় সঙ্গীতৰ অৱনতিৰ অৱকাশ ওলাইছিল। ৰামামাত্যৰ 'সঙ্গীত-কলা-নিধি' (১৫৪৯), সোমনাথৰ 'ৰাগ-বিবোধ' (১৬১০), দামোদৰৰ 'সঙ্গীত-দৰ্পণ' (১৬২৫) আদি প্ৰকৃততে এনে প্ৰভাৱৰ ফলত হোৱা বিকৃতিৰ নিৰাকৰণ কৰি প্ৰাচীন সঙ্গীতক পুনঃসংস্থাপন কৰাৰ একোটা ডাঙৰ চেষ্টা। এই যুগত ৰচনা কৰা সঙ্গীতশাস্ত্ৰৰ একোটাইঁত স্থানীয় তাৎপৰ্যও দেখা পোৱা যায়। এই হিছাপে চালে পূব ভাৰতৰ সঙ্গীতশাস্ত্ৰ হ'ল 'শ্ৰীহস্তমুক্তাৱলী'ৰ সঙ্গীত-পণ্ডিত শুভঙ্কৰ কবিৰ 'সঙ্গীত-দামোদৰ'হে। কামৰূপতো এই শাস্ত্ৰৰ প্ৰচলনৰ স্পষ্ট প্ৰমাণ আছে। 'সঙ্গীত-দামোদৰ' ষোড়শ শতিকাৰ মধ্যভাগৰ আগতে ৰচিত যেন লাগে। ই এতিয়াও ছপাত প্ৰকাশিত হোৱা নাই।

১৮১৩ চনত পাটনাৰ মহম্মদ ৰেজ্জাৰ দ্বাৰা ৰচিত *Nagmat-e-Arsaphi*-তে প্ৰথম বিলাৱল ঠাটক (European Major Scale) শুদ্ধ ঠাট বুলি ঘোষণা কৰা হয়। একে সময়তে জয়পুৰৰ মহাৰাজ প্ৰতাপসিংহই সঙ্কলন কৰোৱা 'সঙ্গীত-সাৰ'তো বিলাৱলেই শুদ্ধ স্কেল। প্ৰকৃততে এই সময়ৰপৰাহে বিলাৱল ঠাট হিন্দুস্থানী সঙ্গীতত শুদ্ধ ঠাটৰূপে প্ৰতিষ্ঠিত হয়। এই ঠাট-নিৰূপণত পাৰস্যৰ সংস্পৰ্শৰ প্ৰভাৱ নিশ্চয় আছে; আনফালে, হয়তো ক'ব পাৰি, দক্ষিণৰ শুদ্ধ ঠাট মুখাৰী বা কণকাঙ্গীহে অবিকৃত ভাৰতীয় শুদ্ধ গ্ৰাম। মহম্মদ ৰেজ্জাই উত্তৰ ভাৰতত প্ৰচলিত ৰাগ-ৰাগিণী-পুত্ৰ-বিভাগ পুৰণি আৰু অনাৱশ্যকীয় বুলি নিন্দা কৰি নতুন বিভাগ উলিয়ায়। পণ্ডিত ভাতখণ্ডেই সিদিনা ভাৰতীয় সঙ্গীতক পুনঃসংস্থাপন কৰিবলৈ কেইবাখনো কিতাপ লিখে। আচৰিত কথা, তেওঁ 'চতুৰ পণ্ডিত' নাম লৈ 'শ্ৰীমল্লক্ষ্যসঙ্গীত' আৰু 'অভিনৱ ৰাগমঞ্জৰী' নামৰ সংস্কৃত গ্ৰন্থ লিখি পাছত মাৰাঠী ভাষাত ৰচনা কৰা 'হিন্দুস্থানী সঙ্গীত-পদ্ধতি'ত নিজৰ মতৰ বল বঢ়াবলৈ সেই দুই সংস্কৃত গ্ৰন্থৰপৰা উদ্ধৃতি দিয়ে। তেওঁ ক'ব খুজিছিল, শাৰ্ঙ্গদেৱৰ জাতি-মূৰ্চ্ছনাৰ তত্ত্ব পিছৰ যুগৰ লোকে নুবুজা হ'ল; প্ৰাচীন গ্ৰন্থত

বৰ্ণিত শ্ৰুতিবোৰ সমান দূৰত্বযুক্ত, আৰু ২২টা শ্ৰুতি কোনো কালেই প্ৰকৃততে ক'তো ব্যৱহাৰ হোৱা নাছিল আৰু আজিও নহয়। তেওঁ শ্ৰুতিতত্ত্ব মনা সঙ্গীত-পণ্ডিতক শ্ৰুতিপণ্ডিত বুলি ইতিকিং কৰিছে; বাৰ স্বৰ স্থাপনৰ সময়তো তেওঁ প্ৰাচীন লক্ষণ-গ্ৰন্থৰপৰা আঁতৰি আহিছে। এইবোৰ আৰু আন কাৰণতো প্ৰাচীন ভাৰতীয় সঙ্গীতৰ আধুনিক প্ৰধান সংস্থাপক ভাতখণ্ডেৰ সঙ্গীত-চেষ্টা সঙ্গীত-পণ্ডিতসকলৰ তীক্ষ্ণ সমালোচনাৰ বিষয় হৈছে।*

হিন্দুস্থানী সঙ্গীতৰ তুলনাত কৰ্ণাটীয় সঙ্গীত অধিক বিধিবদ্ধ বুলি ক'ব পাৰি। উত্তৰ ভাৰতৰ লগত দক্ষিণৰ প্ৰধান পাৰ্থক্য ঠাটত ; কাৰণ, বিলাৱল ঠাটৰ ঠাইত দক্ষিণৰ শুদ্ধ মেলকৰ্ত্ত হ'ল মুখাৰী বা কণকাঙ্গী (European Minor Scale)। অনেক ৰাগৰ নাম দুই পদ্ধতিত বেলেগ বেলেগ; ৰাগ-বিভাগো সুকীয়া। উদাহৰণস্বৰূপে,

| দক্ষিণ ভাৰতৰ | উত্তৰ ভাৰতৰ |
|---|---|
| হনুমতোড়ি | ভৈৰবী, |
| মায়ামালৱগৌল | ভৈৰৱ, |
| খৰহৰপ্ৰিয় | কাফী, |
| হৰিকাম্ভোজী | ঝিঞ্ঝোটি বা খম্বাজ, |
| শঙ্কৰাভৰণ | বিলাৱল, |
| শুভপন্তুৱৰালি | তোড়ী, |
| মোহন | ভূপালী। |

দক্ষিণ ভাৰতৰ বিলহৰি শঙ্কৰাভৰণৰ এটি জন্য-ৰাগ। দক্ষিণৰ হিন্দোলম্ হিন্দুস্থানী হিন্দোলৰপৰা সুকীয়া, বৰং মালকোশৰ পৰ্যায়ৰ; হিন্দুস্থানী হিন্দোল দক্ষিণৰ গমনপ্ৰিয়া মেলৰ ভিতৰতহে পৰে। হিন্দুস্থানী শ্ৰী দক্ষিণৰ শ্ৰীৰাগৰপৰা পৃথক; সি দক্ষিণৰ কামবৰ্দ্ধনী বা ৰামপ্ৰিয়া মেলৰ অন্তৰ্গত হ'ব। উত্তৰৰ ভীমপলাসীৰে মিল থকা দক্ষিণৰ ৰাগ হ'ল আভেৰী। উত্তৰৰ বিলাসখানী (বিলক্ষণী) তোড়ী হ'ল দক্ষিণৰ শুদ্ধ তোড়ী। উত্তৰৰ দেশ ৰাগ দক্ষিণী কেদাৰগৌলৰ অনুৰূপ।

ইয়াৰপৰা দেখা যাব ভাৰতীয় শাস্ত্ৰীয় সঙ্গীত বুলিলে এখন শাস্ত্ৰ, এটা

* পণ্ডিত ওঙ্কাৰনাথ ঠাকুৰ, 'প্ৰণৱভাৰতী'।

গায়ন-পদ্ধতি, এটা মত হোৱাৰপৰা বহুত দূৰত। ইয়াৰ ভিতৰত শাস্ত্ৰ আৰু গায়ন-পদ্ধতিৰ মাজৰ পাৰ্থক্য বিশেষ চকুত লগা কথা।

পুৰণি সঙ্গীতশাস্ত্ৰবোৰত ৰাগৰ স্বৰ-নিৰূপণ আছে। আন আন পৰিবৰ্তনৰ উপৰিও কালক্ৰমত গায়নৰ ঠাট সলনি হোৱা স্বাভাৱিক। আনফালে, কোনো কোনো পাৰঙ্গত সঙ্গীতজ্ঞই একোটা ৰাগত নিজা ৰূপ দিবলৈ যত্ন কৰা ভাৰতৰ সঙ্গীতৰ বুৰঞ্জীত নজনা কথা নহয়। মিঞাকা মল্‌হাৰ, দৰবাৰী কানাড়া, বিলাসখানী তোড়ী, হুছেইন তোড়ী, বাহাদুৰ তোড়ী ইয়াৰ পটন্তৰ। মিঞা তানসেনে হিন্দু সঙ্গীতৰ অৱনতি ঘটালে বুলি এটা গুজব কেতিয়াবা শুনা যায়; হিন্দোল আৰু মেঘ ৰাগক তেওঁ বিকৃত কৰে বুলি কোৱা হয়। মোগল যুগত হিন্দু সঙ্গীতৰ যি বিস্তাৰ ঘটিল, তাত গম্ভীৰ হিন্দু আৰু আমোদপ্ৰিয় মুছলমানী মৌলিক মনোবৃত্তিৰ আদান-প্ৰদানৰ মাজে এক নতুন সঙ্গীত-ৰূপৰ জন্ম হোৱা বুলি ভাবিবৰ কাৰণ আছে।

এজন সঙ্গীতকাৰ বা বুৰঞ্জীৰ এটা যুগে যদি ৰাগৰ নতুন ৰূপ সৃষ্টি কৰি ল'ব পাৰে, এখন ৰাজ্যৰ কেইবা শতিকাৰো ইতিহাসে একধাৰা ৰাগৰ সুকীয়া পদ্ধতি প্ৰৱৰ্তাব নোৱৰাৰ কোনো কাৰণ নাই। ইয়াক অস্বীকাৰ কৰিলে ইতিহাসৰ যুক্তি অস্বীকাৰ কৰি যুগ-যুগান্তৰৰ ঘড়ীৰ কাঁটাবোৰ বাঁওফালে ঘূৰাবলৈ যত্ন কৰাৰ নিচিনা অবৈজ্ঞানিক কথা হ'ব।

অসম সঙ্গীত নাটক একাডেমিয়ে বহুত দিনৰপৰা বৰগীত আৰু আন বৈষ্ণৱ সঙ্গীতৰ গৱেষণা আৰম্ভ কৰিবৰ কথা কল্পনা-জল্পনা কৰি আছিল। ১৯৫৬ ছনৰ প্ৰথম ভাগতে এই বিষয়ে নিৰ্দিষ্ট ৰূপত একাডেমিয়ে চিন্তা কৰি কৰ্মপন্থা বাছি উলিয়াবলৈ ঠিক কৰে। সেই অনুসৰি পোন প্ৰথমতে সঙ্গীতজ্ঞ আৰু গৱেষণাৰত পণ্ডিতসকলৰ লগত আলোচনা কৰি একাডেমিৰ সম্পাদিকা শ্ৰীমতী সবিতা দেৱীয়ে বৰগীত সম্পৰ্কে ৩৯টি প্ৰশ্নৰ এখনি প্ৰশ্নাৱলী সঙ্গীতবিদ্ আৰু সঙ্গীতানুৰাগীসকলৰ মাজত প্ৰচাৰ কৰে। প্ৰশ্নাৱলীখনিত বিষয়-বস্তু, মূল আৰু ৰাগ, মালিতা, তাল, যন্ত্ৰ, গৱেষণা আৰু সানমিহলি—এইকেইটি ভাগত ভগাই প্ৰশ্নবোৰ আগ বঢ়োৱা হৈছিল। অনেক সঙ্গীতজ্ঞ আৰু সঙ্গীতানুৰাগীয়ে প্ৰশ্নাৱলীৰ উত্তৰত নিজৰ নিজৰ মত প্ৰকাশ কৰিছে। এই উত্তৰসমূহৰপৰা দুই-এটি সাধাৰণভাৱে নজনা কথা জানিবলৈ পোৱা গৈছে। উত্তৰসমূহৰ মাজৰপৰা উত্তৰ দিওঁতাসকলৰ নানা মতভেদো দেখিবলৈ পোৱা গৈছে। সকলো প্ৰশ্নই যে বাঞ্ছিত

উত্তৰ লাভ কৰিছে, তেনে বুলিও ক'ব নোৱাৰি। কিন্তু ইয়াৰ মাজত আনন্দৰ বিষয়—সকলো উত্তৰদাতাই বৰগীতৰ বৰ্তমান অৱস্থাৰ বিষয়ে চিন্তা কৰিছে, আৰু বৰগীতৰ যে আধুনিক বিজ্ঞানসম্মতভাৱে গৱেষণা চলাব লাগে, সেই বিষয়ে যেন এক মুখে মত প্ৰকাশ কৰিছে।

ইতিমধ্যে একাডেমিৰ ফালৰপৰা আৰু এটি কাম কিছু সমাধা কৰা হৈছে। এই কাম হ'ল বৰগীত আৰু আন বৈষ্ণৱ-গীতিৰ বিস্তৃতভাৱে ৰেকৰ্ড সংগ্ৰহ কৰা। মাজুলীৰ কমলাবাৰী, বেলগুৰি আদি শিৱসাগৰ জিলাৰ আন আন ঠাইৰ সত্ৰ, বৰপেটা, পাটবাউসী আদি সত্ৰৰ গায়ন-বায়নৰ গীত-বাদ্যৰ টেপ্-ৰেকৰ্ডিং বহুতোখিনি সংগ্ৰহ কৰা হৈছেই। একাডেমিৰ বাৰ্ষিক কাৰ্য- বিৱৰণীত সম্পাদিকাই এই ৰেকৰ্ডবোৰৰ অধ্যয়নৰপৰা এইখিনি কথা ক'বলৈ বিচাৰিছিল। —প্ৰথমতে, বৈষ্ণৱ সঙ্গীতৰ গায়ন-পদ্ধতি প্ৰায় সৰ্বত্ৰ একে ধৰণে আৰু বহুতোখিনি অব্যাহতভাৱে আছে। দ্বিতীয়তে, মুঠ ত্ৰিশটিমান ৰাগ এতিয়াও সুন্দৰভাৱে পোৱা যায়। তৃতীয়তে, ৰাগবিলাকৰ নিজস্ব বৈশিষ্ট্য এতিয়াও ধৰা পৰে। বৰগীতৰ গায়ন-পদ্ধতিতো ভাব আৰু ৰাগৰ প্ৰাধান্য স্বীকাৰ কৰিবলগীয়া হয়। এতিয়াও ৰাগবিলাকৰ গোৱাৰ সময় নিৰ্ণয় সকলো ঠাইতে চলি আহিছে। সত্ৰীয়া ওজাসকলৰ মতে বৰগীত আৰু সত্ৰীয় ওজা-পালিৰ ৰাগৰ গায়ন-ৰীতি সুকীয়া সুকীয়া।

বৰগীতৰ বহুল গৱেষণাত ধৰাৰ আগতে এটি প্ৰাথমিক গৱেষণাৰ আঁচনি লোৱা হৈছিল। এই আঁচনিৰ বাবে ছটি ৰাগৰ ছটি গীত বাছি উলিওৱা হৈছে। ৰাগকেইটি হ'ল ধনশ্ৰী, আশোৱাৰী, সুহাই, কৌ, শ্যাম আৰু কল্যাণ। কমলাবাৰী, কলিয়াবৰ আৰু বৰপেটাৰ তিনিজন ওজাই গোৱামতে গীতৰ আলাপ আৰু গীত-ভাগৰ স্বৰলিপি কৰাৰ উপৰিও তাৰ লগৰ তালৰ আৰ্যাও লিখি ৰখা হৈছে। শ্ৰীপুৰুষোত্তম দাস আৰু শ্ৰীবীৰেন্দ্ৰকুমাৰ ফুকনে কমলাবাৰীৰ শ্ৰীমণিৰাম গায়ন মুক্তিয়াৰ আৰু শ্ৰীমণিৰাম দত্ত মুক্তিয়াৰ বায়ন, কলিয়াবৰৰ শ্ৰীগিৰিকান্ত মহন্ত, আৰু সুন্দৰীদিয়াৰ শ্ৰীযাদৱচন্দ্ৰ পাঠকৰপৰা স্বৰলিপি আৰু বোল গ্ৰহণ কৰিছে। স্বৰলিপি লোৱাত সহায় কৰিবৰ বাবে এছৰাজ-বাদক শ্ৰীবিধুভূষণ চৌধুৰীক নিয়োগ কৰা হৈছিল। দুয়োজন গৱেষণা-কৰ্মীয়ে ৰাগ-তাল লিখি উলিওৱাৰ পাছত সিবোৰৰ সাঙ্গীতিক বৈশিষ্ট্যবোৰ চালি-জাৰি উলিয়াই দ্বিতীয় ভাগত সন্নিবিষ্ট প্ৰতিবেদনখনি প্ৰণয়ন কৰিছে।

## সাধাৰণ : বিষয়-বস্তু

বৰগীত কি? তাৰ সংজ্ঞা কি?—বৰগীত বুলিলে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচিত, নিৰূপিত ৰাগত পোৱা নকুৰি এঘাৰটি গীতৰ এটি থূলক বুজায়।

কথা-গুৰুচৰিতত আছে : "আৰু গীত কৰি গোটাই লিখিলে বাৰেও কুৰি, কমলা গায়নে নিলে আৱৰাবলৈ, চ'তমহা বনপোৰা বতাহত ঘৰ পোৰাত পুইলে। গুৰুজনে খেদকৈ বোলে, বৰা পো, অনেক শ্ৰমকৈ গীতখানি কৈলো, পুইলে। গীত কিছু কৰা, আমি নকৰোঁ আৰু। তেহে মাধৱ'দেৱে গুৰুবাক্য ধৰি কৰিছে। আতৈসৱৰ মুখত ৰোৱা আগে-গুৰি ৰিহা-গাৰি ক্ৰমে দি মাজত চোট আতাই গীত কৈলে নকুৰি এঘাৰটা বৰগীত ছয় ৰসে, চোৰ-চাতুৰী।"

শঙ্কৰ-মাধৱ-বিৰচিত, সত্ৰসমূহত বা ঘৰে ঘৰে সাঁচিপাতত থকা বিশেষ গীতসমূহকেইহে অবিসম্বাদিতভাৱে বৰগীত বোলা হয়। একে ৰাগ-তাল আৰু ভাব-ভাষাৰে আন কবিৰ ৰচিত গীতক সকলোৱে বৰগীত নোবোলে। সত্ৰ আৰু পন্থভেদে ৰামচৰণ ঠাকুৰ, ভৱানীপুৰীয়া গোপাল আতা, আতাৰ কন্যা পদ্মপ্ৰিয়া, বৰযদুমণি, অনিৰুদ্ধ, আঁহতগুৰীয়া শ্ৰীৰাম বিপ্ৰ আদিৰ ৰচিত গীতকো বৰগীত বুলি ধৰা হয়, আৰু সেইমতে প্ৰসঙ্গত ব্যৱহাৰ কৰা হয়। কিন্তু এইবিলাক গীতক বৰগীত আখ্যা দিয়া সম্পৰ্কে আন সত্ৰ বা পন্থই নিদাৰুণ প্ৰশ্ন কৰে।

শঙ্কৰদেৱ-মাধৱদেৱ-ৰচিত এই গীতখিনিৰ লগত আন বৈষ্ণৱসকলৰ গীত সামৰি লিখা পুথিত দেখা যায়—এইখিনি গীতৰ অন্তত "ইতি বৰগীত সমাপ্ত" বুলি আনসকলৰ গীত আৰম্ভ কৰে; কিন্তু সেইসকলৰ গীতৰ অন্তত "ইতি বৰগীত সমাপ্ত" কথাষাৰ নিদি দিয়া হয় "ইতি অমুকদেৱৰ গীত সমাপ্ত" বুলি।

এইবোৰ কথাৰপৰা এটা কথা প্ৰতীয়মান হয় যে, সঙ্গীতশাস্ত্ৰীয় কিছুমান ধৰা-বন্ধা নিয়ম মানি চলিলেই বৰগীত নহয়; বৰগীতৰ আৰু কেইটিমান বিশেষত্ব আছে। বৰগীত সাংসাৰিক জগতৰ প্ৰেম-কাহিনীৰপৰা সম্পূৰ্ণ মুক্ত, আধ্যাত্মিক ভাবৰ উপাসনা-প্ৰসঙ্গৰ গীত। তদুপৰি ই মহাপুৰুষ-বিৰচিত হ'ব লাগিব। এনে প্ৰকাৰে বিবেচনা কৰিলে বৰগীতক এটা শ্ৰেণী নুবুলি এক পঞ্জী বা থূপ বোলাহে সমীচীন হ'ব যেন লাগে।

বৰগীত নামটি কেতিয়াৰপৰা হ'ল, নিৰূপিতভাৱে কোৱা টান। শঙ্কৰদেৱ বা মাধৱদেৱে এই শব্দ ব্যৱহাৰ কৰা নাছিল যেন লাগে। আনফালে, কথা-গুৰুচৰিতৰ যুগত তাৰ প্ৰচলন হোৱা বুলি আমি ওপৰৰ উদ্ধৃতিৰপৰা বুজিব

পাৰোঁ। কোনো কোনোৰ মাজত এনে বিশ্বাসো আছে যে শঙ্কৰদেৱৰ আজ্ঞামতে মাধৱদেৱে গীতৰ পুথি লিখি উলিওৱাৰ সময়তে তেওঁ গুৰুজনৰ আজ্ঞাৰে তাৰ বৰগীত নামকৰণ কৰে।

বৰগীত নামটো কোনো কোনোৰ মতে হিন্দুস্থানী 'বড়াগানা' শব্দৰপৰা উদ্ভূত। মোগল বাদশ্বাহসকলৰ দিনত ভাৰতীয় সঙ্গীতৰ বিপুল চৰ্চা চলিছিল আৰু তাৰ ভিতৰেদি হিন্দু-ভাৰতীয় আৰু মুছলমানী কৃষ্টিৰ সমন্বয় ঘটিছিল। সেইকালত 'বড়াগানা' বুলিলে উচ্চ শ্ৰেণীৰ সঙ্গীতক বুজাইছিল বুলি বহুতে মত পোষণ কৰে। 'বড়াগানা' আখ্যাৰ লগত 'বৰগীত' শব্দৰ মিল আছে যেন আমাৰ অনুমান নহয়। অসমীয়া ভাষাত কেতিয়াবা একে শ্ৰেণীৰ ব্যক্তি বা বস্তুৰে বিশেষ এক তৰপক বুজাবৰ কাৰণে 'বৰ' বিশেষণটো তেনে ব্যক্তি বা বস্তুৰ নামৰ আগত ব্যৱহাৰ কৰা হয়; যেনে, কাঁহ, বৰকাঁহ; কাপোৰ, বৰকাপোৰ; জাপি, বৰজাঁপি; ফুকন, বৰফুকন; বৰুৱা, বৰবৰুৱা; কাকতী, বৰকাকতী । ইয়াত 'বৰ' বিশেষণৰ প্ৰয়োগে 'সৰু' বা 'ক্ষুদ্ৰ' এটা শ্ৰেণীৰ পৰিকল্পনাৰ সৃষ্টি নকৰে; সেইদৰে বৈষ্ণৱসকলৰ গীতৰ মাজৰ এটা ভাগত বিশেষ এখনি স্থান দি শঙ্কৰ-মাধৱৰ এক পঞ্জী গীতক 'বৰগীত' বোলা হৈছে।

বৰগীতৰ শ্ৰেণী-বিভাগ আগৰপৰা আছেনে বা তেনে বিভাগ বাঞ্ছনীয়নে?—আগৰপৰা তেনে শ্ৰেণী-বিভাগ নাই, আৰু এতিয়াও বঙ্গীয় বৈষ্ণৱ পদাৱলীৰ আৰ্হিৰ শ্ৰেণী-বিভাগ কৰিবলৈ যোৱা আৱশ্যকীয় বা বাঞ্ছনীয় যেন নালাগে। বৰগীতত কৃষ্ণ-চৰিত্ৰ আৰু ভক্তিতত্ত্ব প্ৰকাশ কৰা হৈছে। পুথিত বিষয়ৰ ক্ৰম নৰখাকৈ গীতবোৰ খেলি-মেলিৰ দৰে হৈ আছে। বিষয়-বস্তু অনুসৰি শৃঙ্খলা লগাবলৈ গ'লে শিশুলীলাৰ এটা ভাগ ওলাব পাৰে। বাকী সকলোবিলাক প্ৰায় ভক্তিতত্ত্বৰ পৰ্যায়তেহে পৰে। বাস্তৱিকতে তুতি, উপদেশ, জাগৰণৰ গীত, খেলানৰ (গোষ্ঠৰ) গীত, আকৌ ফাগুৰ গীত, উদ্ধৱ-যানৰ গীত, ভোজন-ব্যৱহাৰৰ গীত, ভূষণ-হৰণৰ গাত, দধি-মথনৰ গীত আদি বৰ্ণনামূলক নামেৰে বৰগীতবিলাক পৰিচিত হৈ আহিছে। সত্ৰৰ নানা সন্ত-মহন্তসকলৰ মতে বৰগীতসমূহ চতুৰ্ধাৰাবিশিষ্ট—উত্থান, জাগন, খেলান আৰু নৃত্য।

-যদিও বৰগীত আৰু অঙ্কৰ গীত বা অঙ্কীয়া গীত বিষয় আৰু উদ্দেশ্যৰ ফালৰপৰা পৃথক, তথাপি আমাৰ এই প্ৰতিবেদনত সাঙ্গীতিক বিচাৰৰ ফালৰপৰা বৰগীত শব্দই অঙ্কীয়া গীতকো সামৰিব।

# বৰগীতৰ ভাষা

অঙ্কীয়া নাট আৰু ভটিমাসমূহৰ লগতে প্ৰায়বিলাক বৰগীতৰে ভাষা শঙ্কৰ-মাধৱ আৰু তেওঁলোকৰ পূৰ্বৰ কবিসকলৰ ভাষাৰপৰা সুকীয়া এটি কৃত্ৰিম ঠাঁচ মাথোন। এই ভাষা-ঠাঁচক সাধাৰণতে ব্ৰজাৱলী ভাষা বোলা হয়। এই ধৰণৰ ভাষা প্ৰয়োগ কৰাৰপৰা বৰগীতৰ সাঙ্গীতিক আলোচনাৰ ফালে কিবা ইঙ্গিত পোৱা যাব পাৰেনেকি, সি ভাবিবলগীয়া বিষয়। অসমীয়া ব্ৰজাৱলী ভাষাৰ অনুৰূপ এটি কৃত্ৰিম ঠাঁচ সেই যুগৰ বঙ্গ আৰু উৰিষ্যাতো বৈষ্ণৱ কবিসকলে ব্যৱহাৰ কৰিছিল; আৰু তাকে ব্ৰজবুলি বা ব্ৰজবোলী বোলা হয়। বঙ্গীয় ব্ৰজবুলিৰ বিষয়ে এজন পণ্ডিতে লিখিছে, "ব্ৰজবুলি এটা কৃত্ৰিম ভাষা। মৈথিল ভাষাই ইয়াৰ ভেঁটি; বঙলা ভাষা, হিন্দী আৰু ব্ৰজভাখাৰ (ভাষা) টুকুৰা লৈ ইয়াৰ ওপৰভাগ সজা হৈছে। বঙ্গত উদ্ভৱ আৰু বিকাশ হোৱা বাবে আৰু একমাত্ৰ বঙালী কবিয়ে কৰ্ষণ কৰা কাৰণেও এই ব্ৰজবুলি প্ৰকৃততে বঙলাৰ এটা উপভাষা; অৱশ্যে ই সাহিত্যত মাথোন ব্যৱহাৰ্য। ঠিক একে সময়তে বঙ্গৰ ব্ৰজবুলিৰে প্ৰায় সম্পূৰ্ণে অভিন্ন ব্ৰজবুলিৰ আন এটি ৰূপৰ অসমতো উৎপত্তি ঘটিছিল।.........অসমীয়া ব্ৰজবুলিৰ বিষয়ে এই উক্তি অবিকল উৰিষ্যাৰ ব্ৰজবুলিতো প্ৰয়োগ কৰিব পাৰি। ........মিথিলাৰ লগত প্ৰত্যক্ষ যোগাযোগৰপৰা অসমীয়া ব্ৰজবুলিয়ে স্বাধীনভাৱে গঢ় লোৱা যেন লাগে; কিন্তু উৰিষ্যাত হ'লে আমি এই বিষয়ত ন্যায়তঃ বঙলাৰ প্ৰভাৱ আশা কৰিব পাৰোঁ।"*

মন কৰিবলগীয়া, ব্ৰজবুলি গীতসমূহৰ বিষয়-বস্তু শ্ৰীকৃষ্ণৰ ব্ৰজ বা বৃন্দাবন-লীলা। কিন্তু ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ে স্পষ্টকৈ কৈছে, বেৰিলী, আলিগড়, আগ্ৰা, মথুৰা আদি অঞ্চলৰ কথিত পশ্চিমা হিন্দীৰ উপভাষা ব্ৰজভাখাৰ লগত ব্ৰজবুলিৰ প্ৰত্যক্ষ সম্পৰ্ক নাই।** এই কৃত্ৰিম ভাষাটো পুব ভাৰতত প্ৰচলিত অপভ্ৰংশৰ নিদৰ্শন বুলিও পণ্ডিতসকলে আজি-কালি ভাবিবলৈ বিচাৰে।

আন এটি মন কৰিবলগীয়া কথা,—শঙ্কৰদেৱৰ সম্ভৱতঃ প্ৰথম বৰগীত 'মন মেৰি ৰাম-চৰণহি লাগু' কামৰূপৰপৰা বহুত আঁতৰত বদৰিকাশ্ৰমতহে ৰচিত হৈছিল বুলি চৰিতত পোৱা যায়। এয়া হ'ল তেওঁৰ প্ৰথম তীৰ্থভ্ৰমণৰ সময়ৰ

* Dr. S. Sen, *A History of Brajabuli Literature*.

** *Origin and Development of the Bengali Language*.

কথা, আৰু তীৰ্থভ্ৰমণ ১৪৮১ৰপৰা ১৪৯৩ খ্ৰীষ্টাব্দৰ ভিতৰত সমাপন হৈছিল বুলি দেখুওৱা হৈছে।* এই হিছাপে এই গীতটি অসম, বঙ্গ আৰু উড়িষ্যাৰ ভিতৰতে প্ৰথম ব্ৰজবুলি ৰচনা বুলি ধৰিব পাৰি। বঙ্গৰ প্ৰথম ব্ৰজবুলি গীতটিত যশোৰাজ খাঁই হুছেইন শ্বাহৰ নাম উল্লেখ কৰিছে (নৃপতি হাসন জগত-ভূষণ, ইত্যাদি)। হুছেইন শ্বাহ বঙ্গৰ নবাব আছিল ১৪৯৩ খ্ৰীষ্টাব্দৰপৰা ১৫১৯লৈ। আনফালে, ১৫০৪ৰপৰা ১৫৩২ খ্ৰীষ্টাব্দৰ ভিতৰত প্ৰতাপৰুদ্ৰ গজপতিৰ তলে প্ৰত্যন্ত নৃপতি ৰামানন্দ ৰায় কবিৰ 'পহিলহি ৰাগ নয়ন-ভঙ্গ ভেল' হ'ল প্ৰথম ওড়িয়া ব্ৰজবুলি ৰচনা।**

শঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থলৈ যাবৰ সময়ত (অৰ্থাৎ ওপৰত কোৱামতে বদৰিকাশ্ৰমত 'মন মেৰি ৰাম-চৰণহি লাগু' গীতটি ৰচাৰ আগতে) বৌমাৰিত বৈ এজন লোকক ভকত কৰি এই গীতটি কৰি দি গৈছিল—'ৰাম মেৰি হৃদয়-পঙ্কজে বৈছে। ভাই চিন্তে না চিন্তস কৈছে॥'***

## বৰগীতৰ আগত অসমৰ সঙ্গীত

পঞ্চদশ-ষোড়শ শতিকাৰ দোমোজাত শঙ্কৰদেৱে ভক্তি প্ৰচাৰ কৰি গীত-মাত ৰচনা কৰাৰ আগতে অসমত সঙ্গীতৰ অৱস্থা কি আছিল, খাতাং প্ৰমাণেৰে একো ক'ব নোৱাৰি—বিশেষকৈ ৰাগ-সঙ্গীতৰ বিষয়ত। অষ্টমৰেপৰা দ্বাদশ শতিকাৰ ভিতৰৰ বৌদ্ধ সিদ্ধসকলৰ চৰ্য্যাপদবোৰত এইবোৰ ৰাগৰ নাম আছে—পটমঞ্জৰী, গৱড়া, অৰু, গুঞ্জৰী, দেবক্ৰী, দেশাখ, ভৈৰৱী, কামদ, ধানসী, ৰামক্ৰী, বৰাড়ী, বলাড্ডি, শবৰী, মল্লাৰী, মালসী, মালসী-গৱড়া, কহ্নু-গুঞ্জৰী, বঙ্গাল। কিন্তু এইবোৰ ৰাগেৰে সিদ্ধসকলৰ গীতৰ চলতি কেতিয়াবাই বন্ধ হৈ গৈছে। কালিকা-পুৰাণ (১১শ-১২শ শতিকা), শঙ্কৰদেৱৰ পূৰ্বৰ মাধৱ কন্দলিৰ ৰামায়ণ আদিত গীত-বাদ্যৰ উল্লেখ আছে। কিন্তু তেনে গীত-বাদ্যৰ প্ৰচলন কেনেভাৱে চলিছিল, তাৰ নিদৰ্শন আৰু পোৱা নাযায়।

---

* শ্ৰীশ্ৰীশঙ্কৰদেৱ।

** M. Neog : The Bhakti Cycle of Assamese Lyrics : Bargits and After, *Journal of the University of Gauhati,* Vol. I.

*** কথা-গুৰুচৰিত, পিঠি ৫১১-১২ ।

মনকৰ, দুৰ্গাবৰ কায়স্থ আৰু পীতাম্বৰ কবি—এই তিনিওজন গীত-ৰচক যোড়শ শতিকাৰ। পীতাম্বৰ কবিৰ গীত গোৱা এতিয়াও ক'ৰবাত প্ৰচলন হৈ আছে যদিও জনা নাযায়। দুৰ্গাবৰ, মনকৰৰ মনসা-গীত নীলাচল-কামাখ্যাত কিছু দিনলৈকে গোৱা হৈছিল বুলি শুনা যায়; এতিয়াও তাত কোনোৱাই গাব পাৰেনে, ক'ব পৰা নহ'ল। মঙ্গলদৈৰ কোনো অঞ্চলত দুৰ্গাবৰী মনসা-গীতৰ গায়ন গোৱা যাব পাৰে। কিন্তু য'ত য'ত মনসা-পূজা হয়, সিবোৰ ঠাইত সম্ভৱতঃ সপ্তদশ শতিকাৰ দৰঙী আমোলৰ সুকবি নাৰায়ণ-ৰচিত 'সুকনান্নী' গীতবহে প্ৰভূত প্ৰচলন। মনকৰ আৰু দুৰ্গাবৰ দুয়ো সমসাময়িক। দুৰ্গাবৰে বাহুবল শিকদাৰ নামে এজন লোকক তেওঁৰ গীতত প্ৰশংসা কৰিছে। এই বাহুবল শিকদাৰ কবিৰ পৃষ্ঠপোষক, নহ'লেবা অনুপ্ৰেৰণা-যোগাওঁতা। আন এঠাইত দুৰ্গাবৰে "বাহুবল শিকদাৰ গন্ধৰ্ব অৱতাৰ" বুলি বাহুবলৰ সঙ্গীতপটুতাৰ ইঙ্গিত দিছে; আন এঠাইত আকৌ তেওঁক "পদ্মাদেউকৰ" বা মনসা দেৱীৰ উপাসক বোলা হৈছে। দুৰ্গাবৰে তেওঁক "আয়ু যশ বৃদ্ধি হৌক চন্দ্ৰ দিবাকৰ" বোলা আৰু স্থানান্তৰতো আশীৰ্বাদ দিয়া কথা মন কৰিবলগীয়া। বাহুবল শিকদাৰৰ বিশেষ পৰিচয় পোৱা নাযায়। সম্ভৱতঃ এৱেঁই পিছ বয়সত পাত্ৰ পদৱী পায়, আৰু নৰনাৰায়ণ ৰজাৰ দিনত ১৫৬২ খ্ৰীষ্টাব্দত চিলাৰায়ৰ অসম-অভিযানত ভীমবল পাত্ৰেৰে বাৰম্ন হেজাৰ সৈন্য লৈ স্থলপথে যুদ্ধযাত্ৰা কৰে। গতিকে, দুৰ্গাবৰ কায়স্থ নৰনাৰায়ণ ৰজাৰ দিনৰ লোক বুলি পৰোক্ষভাৱে বুজিব পৰা যায়। পদ্মাৰ পাঁচালীৰ আৰম্ভতে দুৰ্গাবৰে বিশ্বসিংহ, তেওঁৰ ৪৮ মহিষী (?) আৰু ১৮জন কোঁৱৰৰ উল্লেখ কৰিছে। ইয়াৰ ভিতৰত মন কৰিবলগীয়া দুৰ্গাবৰে বিশ্বসিংহৰ আঠাইকেইজন পুত্ৰৰ কথা উল্লেখ কৰাটো। ইয়াৰপৰা পদ্মাৰ পাঁচালী বিশ্বসিংহৰ ৰাজত্বকালত ৰচনা কৰা বুলি ল'লেও তাৰ শেষ ভাগলৈ ধৰিব লগা হয়। নৰনাৰায়ণৰ ৰাজত্ব কালত ৰচিত হ'লেও পুথিখনিত বিশ্বসিংহৰ এনে বন্দনা থাকিব পাৰে; কিন্তু নৰনাৰায়ণৰ নাম উল্লেখিত নোহোৱাটো সেই পক্ষত আচৰিত কথা হ'ব। অৱশ্যে এইটোও আমি পাহৰিব নালাগিব যে, এতিয়ালৈকে দুৰ্গাবৰী মনসা-গীতৰ পুথি খণ্ডিতভাৱেহে পোৱা হৈছে। মুঠতে, দুৰ্গাবৰক বিশ্বসিংহ আৰু নৰনাৰায়ণৰ ৰাজত্ব-কালৰ লোক বুলি ধৰিলে প্ৰমাদৰ সম্ভাৱনা থাকিব যেন নালাগে। এডোৱাৰ্ড্ গেইটৰ মতে বিশ্বসিংহৰ শাসন-কাল ১৫১৫ চনৰপৰা ১৫৪০ চনলৈ। এই ফালৰপৰা চালে দুৰ্গাবৰক প্ৰাক্শঙ্কৰী কবি বোলাৰ কোনো অৰ্থই নাথাকে।

১৫১৫ ছনতে শঙ্কৰদেৱৰ বয়স ৬৬ বছৰ। আনফালে, তেওঁৰ ওপৰত শঙ্কৰদেৱ আৰু ভক্তি-আন্দোলনৰ প্ৰভাৱ লক্ষ্য কৰিলে দুৰ্গাবৰ শঙ্কৰদেৱৰ সমসাময়িক আৰু বয়সত সৰু বুলিহে ভাব হয়।

মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণ, এই তিনিওজন মনসা-কবিকে পুৰণি সমালোচকসকলে প্ৰাক্‌শঙ্কৰী বুলি ধৰি আহিছে। কেতিয়াবা পীতাম্বৰ কবিকো সেই তালিকাত ধৰা হয়। মনসাপূজাৰ অবৈষ্ণৱ বিষয়-বস্তুৱেই ঘাইকৈ এনে ধাৰণাৰ বাবে দায়ী। কিন্তু সুকবি নাৰায়ণ আমাৰ চিনাকি প্ৰমাণ আৰু কিম্বদন্তীমতে সপ্তদশ শতিকাৰ লোক। এওঁৰ মনসা-পাঁচালীৰ বঙলা সংস্কৰণো আছে, আৰু বঙালী পণ্ডিতসকলৰ মতে তেওঁৰ সময় সপ্তদশ শতিকাৰ মাজভাগ। ভাষাৰ আৰ্কেইক্ বা অপেক্ষাকৃত অধুনা-অপ্ৰচলিত গঢ়লৈ চাই মনকৰক দুৰ্গাবৰৰ আগৰ কবি বুলি ধৰিবৰ মন যায়; কিন্তু তেৱোঁ প্ৰায় দুৰ্গাবৰৰ দৰে এশ মহিষী আৰু ওঠৰ কোঁৱৰে সৈতে "কমতাইৰ ৰজা"ৰ (বিশ্বসিংহ) উল্লেখ কৰিছে। পীতাম্বৰ কবিৰ 'উষা-পৰিণয়' ৰচিত হয় ১৫৩৩ খ্ৰীষ্টাব্দত আৰু 'মাৰ্কণ্ডেয় পুৰাণ' ৰচিত হয় ১৬০২ খ্ৰীষ্টাব্দত অৰ্থাৎ শঙ্কৰদেৱৰ মৃত্যুৰ ৩৪ বছৰ পাছত। মনকৰ, দুৰ্গাবৰ আৰু পীতাম্বৰৰ বিষয়ে ইমানকে ক'ব পাৰি—সময়ৰ লেখত তেওঁলোক শঙ্কৰদেৱৰ সমসাময়িক; কিন্তু বিষয়-বস্তু আৰু ৰচনাৰ গঢ়ৰ ফালৰপৰা তেওঁলোক প্ৰাক্‌শঙ্কৰী।* এনেকৈ চালে অসমৰ প্ৰাক্‌শঙ্কৰী সঙ্গীত বা অন্ততঃ তাৰ স্থিতিৰ নিদৰ্শনৰূপে তেওঁলোকৰ গীতবিলাকলৈ আঙুলিয়াই দিব পাৰি।

বৰ্তমানে প্ৰাপ্ত মনকৰৰ মনসা-গীতত ৰাগৰ নাম দেখা নাযায়। দুৰ্গাবৰৰ মনসা-পাঁচালীৰ খণ্ডিত পুথিত পটমঞ্জৰী, ভাটিয়ালী, ৰামগিৰি আৰু সুহাই নাম মাথোন পোৱা গৈছে। গীতি-ৰামায়ণত এইবোৰ ৰাগৰ নাম আছে—অহিৰ, আকাশমণ্ডলী, গুঞ্জৰী, চালনি, দেৱজিনি, দেৱমোহন, ধনশ্ৰী, পটমঞ্জৰী, বৰাড়ী, বসন্ত, বেলোৱাৰ, ভাটিয়ালী, মঞ্জৰী, মাৰোৱাৰ, মালচি, মেঘমণ্ডল, ৰামগিৰি, শ্ৰীগন্ধকালী, শ্ৰীগান্ধাৰ, সুৱাই। ইয়াত মেঘমণ্ডল প্ৰকৃততে মেঘমল্লাৰ হ'ব পাৰে। এই নামে আৰু আকাশমণ্ডলে গুৰুচৰিতত উল্লেখিত মেঘমণ্ডলী, বায়ুমণ্ডলী আৰু-তিমিৰ ৰাগৰ নাম সোঁৱৰায়। মালচি মালৱশ্ৰী বা মালসিকা নামৰ অপভ্ৰংশ। দেৱমোহন নামটোৱে দক্ষিণৰ দেৱমনোহৰী আৰু দেৱৰঞ্জনী নামৰ

* নেওগ-সম্পাদিত "গীতি-ৰামায়ণ"ৰ পাতনি।

ৰাগৰ কথা মনত পেলাব; শূলিনী নামৰ মেলকৰ্ত্তৰ চলনী ৰাগৰ নামৰ লগত চালনি নাম বিশেষ মিলে।

পীতাম্বৰৰ 'উষা-পৰিণয়'ত ব্যৱহৃত ৰাগবোৰ—অহিৰ, গুঞ্জৰী, গোণ্ডগিৰি, ধনশ্ৰী, নাগ, নাট, পটমঞ্জৰী, পাহাড়ী, বৰাড়ী, বসন্ত, ভাটিয়ালী, ভৈৰৱী, মল্লাৰ, সুৰাই।

আমি যি দুই-এটি দুৰ্গাবৰী গীত প্ৰাচীন ধৰণেৰে গোৱা শুনিছোঁ, তাৰ ঢং দেখাত বৰগীতৰপৰা পৃথক। বৰগীতৰপৰা এই পাৰ্থক্য মনকৰী আৰু পীতাম্বৰী গীততো দেখা গ'লহেঁতেন বুলি ভাবিবৰ কাৰণ আছে। অসত্ৰীয়া ব্যাহ-গোৱা ওজাৰ গায়ন-পদ্ধতিত বৰগীতৰ দৰে অনিবদ্ধ আৰু নিবদ্ধ এই দুটা অংশ দেখা পোৱা যায়।

## বৰগীত ঃ সাঙ্গীতিক ধাৰা

বৰগীতৰ সাঙ্গীতিক পৰ্যায় বা ধাৰাৰ বিষয়ে অনেক লোঁকে অনেক মতামত পোষণ কৰা দেখা যায়। কোনোৱে তাক ধ্ৰুপদ-জাতীয়, কোনোৱে প্ৰবন্ধ-শ্ৰেণীগত সঙ্গীত বুলি ঘোষণা কৰিছে। কোনো পণ্ডিতে সিংহলৰ সঙ্গীতৰ লগতো বৰগীতৰ সামঞ্জস্য লক্ষ্য কৰিছে। সঙ্গীতৰ কোনো সম্প্ৰদায়ৰ লগত বৰগীতৰ ঐতিহাসিক সম্পৰ্ক দেখুওৱাৰ আগতে আজি পোৱা ধৰণেই বৰগীত লিপিবদ্ধ কৰি তাৰ ওপৰত বৈজ্ঞানিক সমীক্ষাৰ আলোক-সম্পাত কৰা আৱশ্যকীয়। গঠন-প্ৰণালী, নিবদ্ধ-অনিবদ্ধ-বিভাগ, আৰম্ভতে উল্লেখ কৰা ৰাগৰ নাম আদিৰপৰা বৰগীতক ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ এটি সুঁতি বুলি অনুমান কৰিব পাৰি। অনিবদ্ধ আৰু নিবদ্ধ, এই দুটা ভাগ ধ্ৰুপদতো আছে। কিন্তু ধ্ৰুপদত ব্যৱহৃত হোৱা লয়ৰ কৌশল, অৰ্থাৎ দুগুণ, চৌগুণ, আড়ি, উপজ আদি বৰগীত গায়কসকলে ব্যৱহাৰ কৰা দেখা নাযায়। তদুপৰি ধ্ৰুপদৰ আবিষ্কাৰক হ'ল মানসিংহ টোমৰ। এওঁ আছিল আকবৰৰ সমসাময়িক অৰ্থাৎ আনুমানিক ষোড়শ শতিকাৰ লোক। বৰগীতৰ সৃষ্টি হয় ইয়াৰ আগতে। "পুৰণি কালৰ প্ৰবন্ধ-গীতসমূহৰ গায়ন-প্ৰাণালী কেনে ধৰণৰ আছিল, তাক সঠিকভাৱে নিৰ্ণয় কৰিব নোৱাৰাকৈ এই বিষয়ে সঠিক একো ক'ব পৰা নাযায়। কিন্তু প্ৰবন্ধ-গীত ধ্ৰুপদৰো আগৰ আৰু ত্ৰয়োদশ শতাব্দীৰ সঙ্গীত-গ্ৰন্থত তাৰ উল্লেখ পোৱা যায়। জয়দেৱৰ দিনতো প্ৰবন্ধ-গীতৰ প্ৰচলন আছিল। গতিকে সেইকালত ভাৰতত প্ৰচলিত এটা মুখ্য সঙ্গীত-ধাৰাৰ কিছু প্ৰভাৱ বৰগীততো পৰিছিল বুলি ভাবিলে বোধ কৰোঁ ডাঙৰ ভুল কৰা নহ'ব। প্ৰবন্ধ-গীতৰ ভাগসমূহৰ (উদ্‌গ্ৰাহ, ধ্ৰুব, মেলপক, অন্তৰা,

আভোগ আদি) লগত বৰগীতৰ বিভিন্ন অংশৰ মিল আছেনে নাই ক'ব নোৱাৰি। কিন্তু অনিবদ্ধ বা ৰাগ দিয়া অংশটোক এতিয়াও বহুত সত্ৰত 'উগাৰ' বুলি কোৱা শুনা যায়। 'উদ্‌গ্ৰাহ'ৰ লগত 'উগাৰ' শব্দৰ সাদৃশ্য অলপ মন কৰিবলগীয়া। তাৰ উপৰি, বৰগীতৰ প্ৰথম ভাগটোৰ পিছত 'ধ্ৰুং' বুলি লিখা থাকে। এই 'ধ্ৰুং'ৰ লগত প্ৰবন্ধ-গীতৰ ধ্ৰুব নামৰ ভাগটোৰ কিবা সাদৃশ্য আছেনেকি, সেইটোও ভাবিবলগীয়া।

"উত্তৰ ভাৰতীয় বা কৰ্ণাটকী ৰাগৰ বৰ্ত্তমান ৰূপৰ লগত বৰগীতৰ ৰাগৰ ৰূপ মিলাবলৈ গ'লে ডাঙৰ ভুল কৰা হ'ব। উত্তৰ ভাৰতীয় ৰাগসমূহৰ বৰ্ত্তমান ৰূপৰ লগত দুশ বছৰমান আগতে ৰচিত সঙ্গীত-গ্ৰন্থত উল্লিখিত ৰাগৰ ৰূপৰ কোনো মিল বিচাৰি পোৱা নাযায়। গতিকে পাঁচ শ বছৰ আগতে ৰচিত হোৱা বৰগীতৰ ৰাগ-ৰূপৰ লগত বৰ্ত্তমান হিন্দুস্থানী বা কৰ্ণাটকী ৰাগৰ মিল নথকাটো একো আচৰিত নহয়। তথাপি প্ৰাথমিক গৱেষণা-কাৰ্য্য চলাওঁতে বৰগীতৰ ধনশ্ৰী আৰু কল্যাণ ৰাগৰ লগত উত্তৰ ভাৰতৰ বৰ্ত্তমান প্ৰচলিত ধনশ্ৰী-ভীমপলশ্ৰী আৰু শুদ্ধ কল্যাণৰ কিছু মিল থকা দেখা গৈছে।

"কোনো এটা ৰাগৰ স্বৰ-সংযোজনা শুনি তাত উত্তৰ ভাৰতৰ কোনো ৰাগৰ প্ৰভাৱ পৰা বুলি কৈ দিয়াটো অসুবিধাৰ কথা। ভাৰতীয় ৰাগ-সঙ্গীতৰ স্বৰ-সংযোজনাৰ ক্ষেত্ৰ ইমান বিশদ আৰু বহল যে যি কোনো সুৰতেই আমি অলপ নহয় অলপ কোনো এটা ৰাগৰ আভাস পাম। উদাহৰণস্বৰূপে, বড়ো সুৰবিলাকৰ প্ৰায়বিলাকতে সা ৰে মা পা ধা, এনে ধৰণৰ স্বৰ-সংযোজনা দেখা যায়। সেই বুলি বড়ো সুৰক আমি দুৰ্গা বা তেনে ধৰণৰ ৰাগৰ ওপৰত প্ৰতিষ্ঠিত বুলি ক'ব নোৱাৰোঁ। অসমত প্ৰচলিত বহুতো লোকগীতি বা ভক্তিমূলক গীতিৰ স্বৰ-সংযোজনাত উত্তৰ ভাৰতীয় বা কৰ্ণাটকী ৰাগৰ ছাঁ দেখা পালে, তাত ৰাগ-সঙ্গীতৰ প্ৰভাৱ পৰা বুলি ভাবিলে ভুল হ'ব।

"দক্ষিণ ভাৰতীয় দুই-এটা ৰাগৰ নামৰ লগতো বৰগীতৰ সাদৃশ্য থাকিলেও গঠনৰ ফালৰপৰা কোনো সাদৃশ্য দেখা পোৱা নাযায়। দক্ষিণ ভাৰতৰ কৃতি আদিৰ গঠন বৰগীতৰ গঠনতকৈ সুকীয়া। তদুপৰি কৰ্ণাটকী স্বৰোচ্চাৰণ-পদ্ধতিৰ লগত-বৰগীত-গায়কৰ স্বৰোচ্চাৰণৰ মিল থকা দেখা নাযায়। অৱশ্যে বিশদ গৱেষণা নোহোৱাকৈ এই বিষয়ে সঠিককৈ কোৱা সম্ভৱ নহয়।" *

---

* প্ৰশ্নাৱলীৰ সমিধানত শ্ৰীবীৰেন্দ্ৰকুমাৰ ফুকন আৰু শ্ৰীপুৰুষোত্তম দাসৰ টোকা।

বৰগীত উচ্চাঙ্গ সঙ্গীতৰ ভিতৰত পৰেনে?—এই প্ৰশ্নত কেতিয়াবা কোনোৱে বৰগীত ভজন-শ্ৰেণীৰ বা ভক্তিমূলক গীত বুলি উচ্চাঙ্গ সঙ্গীতৰপৰা আঁতৰাই ৰাখিবলৈ বিচাৰে। প্ৰকৃততে, বিষয়-বস্তুৰ ফালৰপৰা যি গীত ভক্তিমূলক পৰ্য্যায়ত পৰে, সিয়ে সাঙ্গীতিক বিচাৰত "উচ্চাঙ্গ" বা আন কোনো সঙ্গীত-পদ্ধতিৰ ভিতৰত পৰাত কোনো বাধা থাকিব নোৱাৰে। বৈষ্ণব ধৰ্ম্মই উচ্চাঙ্গ আৰু ভজন, এই দুইবিধ সঙ্গীতৰে বিকাশত আদিৰেপৰা সহায় কৰি আহিছে। ভজনৰ ভিতৰত মীৰাবাঈৰ অপূৰ্ব্ব গীতাৱলীলৈ আঙুলিয়াব পাৰি। আনফালে, বিভিন্ন বৈষ্ণৱ সম্প্ৰদায়ে উৎকৃষ্ট সঙ্গীত-কৌশলক আশ্ৰয় কৰিবলৈ যোৱাত ধ্ৰুপদৰ দৰে গম্ভীৰ অথচ কঠিন ধাৰাৰ বাহক হৈ আহিছে। জয়দেৱৰ অষ্টপদীসমূহ প্ৰাচীন ধ্ৰুপদৰ নিদৰ্শন বুলি বিবেচিত হৈছে। তানসেন, বৈজু আদিৰ গুৰু স্বামী হৰিদাসজী মহাৰাজ নিম্বাৰ্ক সম্প্ৰদায়ৰ বুলি কোৱা হয়। বল্লভাচাৰ্য সম্প্ৰদায়ৰ বিখ্যাত অষ্টছাপৰ দ্বাৰা প্ৰৱৰ্তিত ধ্ৰুপদৰ দৰে উচ্চাঙ্গৰ সঙ্গীতৰ ধাৰা আজিও প্ৰবলভাৱে চলি আছে।

## বৰগীতৰ ওপৰত বাহিৰা প্ৰভাৱ

শঙ্কৰদেৱৰ দিনৰপৰাই ওজা-পালিয়ে কীৰ্ত্তন-ঘোষা গোৱা প্ৰথা প্ৰচলিত হৈ আহিছে। শঙ্কৰদেৱৰ বন্ধু আৰু শিষ্য ৰামৰাম বিপ্ৰ সেই সময়ৰ এজন ভাল ওজা আছিল। মাধৱদেৱৰ দিনত বৰপেটাৰ লক্ষ্মণ ওজা বিশেষ পটু হৈ উঠিছিল। মথুৰাদাস বুঢ়া আতাই ভক্তি-ধৰ্ম গ্ৰহণ কৰাৰ আগতে পাঁচালীৰ আৰ্হিত ওজা হৈ ওঠৰজন পালি লৈ ৰামায়ণৰ গীত গাই ফুৰিছিল। পিছত তেওঁ কীৰ্ত্তন-ঘোষা গোৱা ওজা হৈছিল। এনেভাৱে দেখা যায় শঙ্কৰদেৱে মাধৱদেৱৰ দিনৰপৰাই সত্ৰীয়া ব্যাহ গোৱা ওজা-পালিৰ প্ৰৱৰ্তন হয় আৰু সি নিজা পদ্ধতিত পৰিসৰ-বৃদ্ধি লাভ কৰে। ইয়াৰ পাছত অ-সত্ৰীয়া ওজা-পালি বা ব্যাহৰ লগত কোনো সম্পৰ্কৰ কথা জনা নাযায়।

নিজস্ব বৈশিষ্ট্য লৈ বৰগীত প্ৰতিষ্ঠিত হোৱাৰ পাছত তাৰ ওপৰত বাহিৰা প্ৰভাৱ পৰিছেনে, আৰু পৰিলে কিমান দূৰ পৰিছে, সি বিচাৰ্য্য বিষয়। ভকতীয়া মহলত এনে প্ৰভাৱৰ বিষয়ে প্ৰবাদ অপ্ৰচলিত নহয়।*

---

* *Journal of the Music Academy (Madras)*, Vol, XXII

"ৰুদ্ৰসিংহ ৰজাৰ দিনৰপৰা বঙলা প্ৰভাব বা বাহিৰৰ প্ৰভাব পৰিল বুলি জনা হয়।"** এই প্ৰভাব অৱশ্যে ৰাজ-অনুগ্ৰহ লাভ বা ৰাজ-সন্তুষ্টিৰ আশা কৰা উজনিৰ দুইএখন সত্ৰৰ ওপৰত বেছি পৰিল। গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী'ত আছে যে ৰুদ্ৰসিংহ ৰজাৰ ৰজাৰ দিনত খাউন্দ নামে একশ্ৰেণী বিষয়া নিয়োগ কৰা হয়; "হিন্দুস্থানৰপৰা সেই খাউন্দসকলে গীত গাব, নাচিব আৰু বজাব পৰা মানুহ কেতবিলাক আনে। ই দেশৰো এজন লোক দিল্লীলৈ গই পাখোৱাজ প্ৰভৃতি বজাবলৈ আৰু গীত গাবলৈ শিকি আহে।" এই পাখোৱাজ এতিয়াও মাজুলীৰ আউনীআটি সত্ৰত দেখা পোৱা যায়; অৱশ্যে তাক ঢোলকহে বোলা হয়।

"(ক) আহোম ৰাজগৃহত বঙালী ধৰ্মগুৰুৰ প্ৰভাৱ বিস্তাৰ হোৱাৰ লগে লগে দুৰ্গোৎসৱ আদিত ৰজাঘৰীয়াকৈ বঙ্গদেশীয় যাত্ৰাভিনয়, গীত-মাতৰ আমদানী হয়। (খ) অসমৰ বৈষ্ণৱ ধৰ্মগুৰুৰ ওচৰত শৰণ লোৱাৰ পাছত অসমীয়া ধৰ্মগুৰুৰ বিখ্যাত সত্ৰীয়াসকলেও বঙলা গীত, বঙলা ভাৱনা, যাত্ৰাদি ৰজাঘৰীয়া উৎসৱত কৰোৱা হ'ল। তেনেবোৰ গীত আৰু অভিনয় শিকি নিজক ধন্য মানি ৰজাঘৰতো উচ্চ প্ৰশংসাৰ পাত্ৰ হয়। (গ) খাত-পাম, দেৱোত্তৰ আদিৰ দান গ্ৰহণ কৰি বা তেনে সম্পদৰ গৰাকী হৈ সম্পূৰ্ণ মহাপুৰুষীয়া সত্ৰত বঙলা গীত, বঙলা যাত্ৰাভিনয় ৰজাঘৰ আৰু সত্ৰতো কৰা আৰু চলোৱা হয়। কিন্তু এনে সত্ৰই দুজনা গুৰুৰ তিথি ধৰ্মজৰীৰে সংশ্লিষ্ট প্ৰধান তিথি-পৰ্ব আৰু প্ৰসঙ্গত মহাপুৰুষে চলাই যোৱা গীত, তাল, সুৰেৰে ভাৱনা-যাত্ৰা আদি অব্যাহত চলাই থাকিল। এনে কাৰণতে জ্ঞাতে বা অজ্ঞাতে ইটোৰ ওপৰত সিটোৰ প্ৰভাৱ পৰা বা কিঞ্চিৎ বিকৃত হোৱা নিতান্ত সম্ভৱ।"*** উজনি অসমৰ কোনো কোনো সত্ৰৰ পাখৌজীয়া বাজনা সম্ভৱতঃ এনে বাহিৰৰ প্ৰভাৱৰ পৰিচয়।

বৰগীত মুখ্যতঃ প্ৰসঙ্গৰ বাবে ৰচিত গীত। নাম-প্ৰসঙ্গৰ আৰম্ভণিতে খোলত গুৰু-ঘাতৰ বাজনা বজাই সময় অনুসৰি উপযোগী ৰাগৰ গীত লৈ পোনতে সেই ৰাগ-প্ৰকাশক আলাপ কৰা হয়। আলাপতে তা-না-না-না, ৰাম, হৰি, গোবিন্দ আদি শব্দ ব্যৱহাৰ কৰা হয়। আলাপৰ বুলি সত্ৰে সত্ৰে বিভিন্ন। আলাপৰ পাছত গীত ধৰা হয়। একে গীতত ছন্দ অনুসৰি বা এনেয়ো বেলেগ

---

** প্ৰশ্নাৱলীৰ সমিধানত শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তৰ টোকা।

*** প্ৰশ্নাৱলীৰ উত্তৰত শ্ৰীচন্দ্ৰধৰ মহন্তৰ টোকা

বেলেগ তাল সহযোগ কৰা হয়। এনে পদ্ধতিৰে গোৱা গীতক 'বন্ধনৰ গীত' বোলা হয়। দ্বিতীয় এক পদ্ধতিত গোৱা গীতক 'মেলানৰ গীত' নাম দিয়া হৈছে। এইমতে বৰগীত গাওঁতে ৰাগৰ মূল ঠাটত সুৰ ধ্বনিত কৰি তাল নৰখাকৈ গীত গোৱা হয়। অনেক সময়ত নিত্য প্ৰসঙ্গত খোলেৰে গুৰু-ঘাতৰ বাজনা নবজোৱাকৈয়ে মেলানৰ গীত কৰি গোৱা হয়।

কোনো কোনোৱে অনুমান কৰে যে অসমত নাম-প্ৰসঙ্গ আৰু গীত-মাতৰ দুটা বা অধিক আৰ্হিৰ প্ৰচলন হয়। বৰপেটা থান আৰু কমলাবাৰীৰ আৰ্হি একে। আনফালে বৰদোৱা থানৰ আৰ্হি বেলেগ। আৰ্হিৰ পাৰ্থক্য অনুসৰি সুৰ-সঞ্চাৰৰ কিছু লৰ-চৰ হ'ব পাৰে; কিন্তু মূলগত পাৰ্থক্য যে কিবা হৈছে, বিশ্বাস নহয়।

বৰগীতৰ গায়ন-পদ্ধতি কোন অঞ্চল বা সত্ৰই যথাসম্ভৱ অব্যাহত ৰাখিছে, সেই বিষয়ে তৰ্ক হোৱা স্বাভাৱিক; কিন্তু তাৰ সমাধানত উপনীত হোৱা সম্প্ৰতিকলৈ সম্ভৱ নহয়। গায়ন-পদ্ধতি বিবিধ হোৱা উচিত নাছিল; এতিয়াও সি একে হোৱা উচিত—প্ৰায় লোকৰে এনে মত দেখা যায়। কিন্তু বিস্তৃত গৱেষণা নোহোৱাকৈ সেই কাৰ্য সম্ভৱ হ'ব নোৱাৰে।

আগতেই কৈ অহা হৈছে, আমাৰ এই বিচাৰত বৰগীত আৰু অঙ্কীয়া গীতৰ পাৰ্থক্য ধৰা হোৱা নাই। প্ৰকৃত পক্ষেও সঙ্গীতৰ দৃষ্টিকোণৰপৰা সিবিলাকৰ পাৰ্থক্য নাই। অঙ্কীয়া গীত বন্ধা তালত গোৱা হয়, বৰগীতত তাল সংযোগ নকৰাকৈ বা বিবিধ তাল সংযোগ কৰি গোৱা হয়।

বৰগীত আৰু অঙ্কীয়া গীতৰ ৰাগৰ তালিকা এটি তলত দিয়া হ'ল। শঙ্কৰদেৱৰ বৰগীতৰ সংখ্যা ৩৪, আৰু মাধৱদেৱৰ ১৫৭, মুঠ নকুৰি এঘাৰটা। শঙ্কৰদেৱৰ ছখনি অঙ্কৰ মুঠ গীত ১২৮, আৰু মাধৱদেৱৰ অৰ্জুন-ভঞ্জন, চোৰ-ধৰা, ভূমি লুটিওৱা, পিম্পৰা গুচুৱা, আৰু (বৰগীত পুথিত সন্নিৱিষ্ট দুটি গীত বাদ দি) ভোজন-বেহাৰৰ মুঠতে ২৩টি গীত ইয়াত ধৰা হৈছে। দুইজনা মহাপুৰুষৰ বৰগীত আৰু অঙ্কীয়া গীতৰ সংখ্যা সুকীয়াকৈ দেখুৱা হৈছে। শঙ্কৰদেৱৰ এটি গীতত মাত্ৰ পয়াড় বুলি লিখা আছে।

অহিৰ ঃ বৰগীত—শঙ্কৰ ১, মাধৱ ৩; অঙ্কীয়া—শঙ্কৰ ৩।

আশোৱাৰী ঃ বৰগীত—শঙ্কৰ ৪, মাধৱ ১৭; অঙ্কীয়া—শঙ্কৰ ৭, মাধৱ ৩।

কল্যাণ ঃ বৰগীত—শঙ্কৰ ১; অঙ্কীয়া—শঙ্কৰ ৫, মাধৱ ১।

কানড়া (কানাড়া) ঃ বৰগীত—মাধৱ ১; অঙ্কীয়া—শঙ্কৰ ১৭, মাধৱ ১।

কামোদ ঃ বৰগীত—মাধৱ ২; অঙ্কীয়া—মাধৱ ১।
কেদাৰ ঃ বৰগীত—শঙ্কৰ ১, মাধৱ ১; অঙ্কীয়া—শঙ্কৰ ২।
কৌ ঃ বৰগীত—মাধৱ ৩; অঙ্কীয়া—শঙ্কৰ ২ ।
গৌৰী ঃ বৰগীত—শঙ্কৰ ৬, মাধৱ ১১; অঙ্কীয়া—শঙ্কৰ ১৫, মাধৱ ১
তুড় ঃ অঙ্কীয়া—শঙ্কৰ ২।
তুড়-বসন্ত ঃ বৰগীত—শঙ্কৰ ১, মাধৱ ৩ ।
তুড়-ভাটিয়ালী ঃ বৰগীত—মাধৱ ৩; অঙ্কীয়া—শঙ্কৰ ২, মাধৱ ১।
ধনশ্ৰী ঃ বৰগীত—শঙ্কৰ ১৩, মাধৱ ১৬; অঙ্কীয়া—শঙ্কৰ ৫।
নাট ঃ বৰগীত—মাধৱ ২; অঙ্কীয়া—শঙ্কৰ ২।
নাট-মল্লাড় ঃ বৰগীত—শঙ্কৰ ১; মাধৱ ১; অঙ্কীয়া—শঙ্কৰ ১।
পূৰ্ব্বী ঃ অঙ্কীয়া—শঙ্কৰ ১।
বৰাড়ী ঃ বৰগীত—মাধৱ ৭; অঙ্কীয়া—মাধৱ ২।
বসন্ত ঃ বৰগীত—শঙ্কৰ ১, মাধৱ ৭; অঙ্কীয়া—শঙ্কৰ ১, মাধৱ ১।
বেলোৱাৰ ঃ বৰগীত—মাধৱ ৭; অঙ্কীয়া—শঙ্কৰ ৬, মাধৱ ২।
ভাটিয়ালী ঃ বৰগীত—মাধৱ ২৫; অঙ্কীয়া—শঙ্কৰ ১, মাধৱ ২।
ভূপালী ঃ বৰগীত—শঙ্কৰ ১।
মল্লাড় ঃ বৰগীত—মাধৱ ৩।
মাহুৰ ঃ বৰগীত—মাধৱ ৮; অঙ্কীয়া—শঙ্কৰ ৫।
মাহুৰ-ধনশ্ৰী ঃ বৰগীত—শঙ্কৰ ১, মাধৱ ৪; অঙ্কীয়া—শঙ্কৰ ৫।
ৰামগিৰি ঃ অঙ্কীয়া—মাধৱ ১।
ললিত ঃ বৰগীত—মাধৱ ৩।
শ্যাম ঃ বৰগীত—মাধৱ ৫; অঙ্কীয়া—শঙ্কৰ ২, মাধৱ ১।
শ্যাম-গড়া ঃ বৰগীত—মাধৱ ২।
শ্ৰী ঃ বৰগীত—শঙ্কৰ ২, মাধৱ ১০; অঙ্কীয়া—শঙ্কৰ ৩, মাধৱ ৫।
শ্ৰী-গান্ধাৰ ঃ বৰগীত—মাধৱ ১; অঙ্কীয়া—শঙ্কৰ ১৩, মাধৱ ১।
শ্ৰী-গৌৰী ঃ বৰগীত—মাধৱ ১; অঙ্কীয়া—শঙ্কৰ ১।
সাৰেং ঃ অঙ্কীয়া—শঙ্কৰ ১।
সিন্ধুড়া ঃ বৰগীত—মাধৱ ৮; অঙ্কীয়া—শঙ্কৰ ৪।
সুহাই ঃ বৰগীত—শঙ্কৰ ১; মাধৱ ৩; অঙ্কীয়া—শঙ্কৰ ১৫, মাধৱ ১।

ওপৰৰ তালিকাত মুঠ ৩৩টি ৰাগৰ নাম আছে; ইয়াৰে সাতটি দুটিকৈ ৰাগৰ মিশ্ৰ। এই সকলো ৰাগৰ নামেই কোনো ৰূপত ভাৰতীয় সঙ্গীতৰ পুথিত পোৱা যায়। কৌ-ৰাগৰ নামহে দুৰ্লভ। সপ্তদশ শতিকাৰ পিছভাগৰ বঙ্গৰ মুছলমান কবি আলাউলৰ পদ্মাৱতীৰ পাঁচালীত 'কহু' ৰাগিণীৰ উল্লেখ আছে।

কমলাবাৰী সত্ৰৰ গায়ন-বায়নসকলে কয় যে তেখেতসকলৰ সত্ৰত ৩২ গোট ৰাগ-পদ্ধতি প্ৰচলিত হৈ আছে, তাৰ এটি ৰাগো হেৰোৱা নাই।*

## ৰাগ-মালিতা

যদিও ৰাগমালা আৰু ৰাগ-মালিতা সম্পূৰ্ণৰূপে বেলেগ বস্তু, মালিতা শব্দটো 'ৰাগমালা' আখ্যাৰ 'মালা' অংশৰপৰা উদ্ভূত যেন লাগে। শঙ্কৰদেৱৰ সমসাময়িক কবি ৰামসৰস্বতীয়ে তেওঁৰ 'গীত-গোবিন্দ'ৰ পদত এই আখ্যাটো ব্যৱহাৰ কৰিছিল, আৰু তেওঁ 'সঙ্গীত-দামোদৰ'ৰ** ৰাগৰ ধ্যানৰ ভাঙনি দি তাকেই মালিতা বুলিছিল। ইয়াৰপৰা বুজিব পাৰি শঙ্কৰদেৱৰ আগৰপৰা নহ'লেও শঙ্কৰদেৱৰ দিনৰপৰাই মালিতাৰ প্ৰচলন অসমত হৈ আহিছে। কিন্তু শঙ্কৰদেৱ বা মাধৱদেৱৰ ৰচিত কোনো মালিতা পোৱা নাযায়। গতিকে বৰগীতৰ লগত কোনো ৰাগ-মালিতা সম্পৰ্কিত বুলি ক'বলৈ টান হয়। কিন্তু কোনো কোনো সত্ৰীয়া গায়নে বিশেষকৈ অঙ্কীয়া গীতৰ লগত মালিতা জুৰি গোৱা দেখা যায়। কমলাবাৰী সত্ৰৰ গায়নে কয়, তেখেতসকলৰ ওজা-পালিসকলেহে ৰাগ-মালিতাৰ প্ৰচলন কৰি আছে। মুঠতে সত্ৰীয়া মহলত একধাৰা ৰাগ-মালিতা বহুত দিনৰপৰা চলি আছে, আৰু এই মালিতাবোৰ অসত্ৰীয়া ব্যাহ গোৱা ওজা-পালিৰ মাজত প্ৰচলিত মালিতাৰপৰা বহুত পৃথক। নগাঁৱৰ কলিয়াবৰ অঞ্চলত যিবিলাক সত্ৰীয়া মালিতা পোৱা যায় সিবোৰ মালিতা ৰাগত গোৱা নহয়; গুৰুতিথি আদি নৈমিত্তিক প্ৰসঙ্গৰ সময়ত বহুতোবোৰ মালিতা সাধাৰণ পয়াৰৰ আৰ্হিৰে আবৃত্তি কৰা হয়। বৰপেটাত ৰাগ দিয়াৰ আগতে মালিতা গোৱাৰ প্ৰথা আছিল। গুৱালকুছি অঞ্চলত আশোৱাৰী, গান্ধাৰ, বৰাড়ী, সুহাই—এইকেইটা ৰাগৰ

---

* প্ৰশ্নাৱলীৰ সমিধানত শ্ৰীমণিৰাম গায়ন মুক্তিয়াৰ।

** প্ৰাচীন সঙ্গীতশাস্ত্ৰৰ ভিতৰত চত্বাৰিংশচ্ছত-ৰাগ-নিৰূপণম্, শিৱতত্ত্ব-ৰত্নাকৰ, দামোদৰ মিশ্ৰৰ ৰাগ-দৰ্পণ আদিত বহুতো ৰাগ-ৰূপ পোৱা যায়।

মালিতা এতিয়াও প্ৰচলিত আছে। ৰাগ টানোতে বজোৱা কেইখনমান সুকীয়া তালো আছে; তাক ৰাগ-পানী বা মালিতা-তাল বোলা হয়।

সত্ৰীয়া ৰাগ-মালিতাৰ পুথি ক'তো পোৱা হোৱা নাই। এই মালিতাবিলাকৰ যি ৰূপ বৰ্তমান মুখে মুখে পোৱা যায়, তাৰপৰা ৰাগবোৰৰ স্বৰমূলক বৈশিষ্ট্য একো ধৰা নপৰে। কোনো কোনোৱে ভাবে যে উত্তৰ ভাৰতৰ ৰাগমালা চিত্ৰাৱলীৰ দৰে ৰাগ-মালিতাৰ কিছুমান চিত্ৰ প্ৰস্তুত কৰিলে ভাল হয়। কিন্তু এনে চিত্ৰ অঙ্কন কৰোঁতে চিত্ৰকৰে মালিতাবোৰতকৈ নিজৰ কল্পনাৰ ওপৰতহে বেছিকৈ নিৰ্ভৰ কৰিব লাগিব। তদুপৰি, এই চিত্ৰবিলাকৰপৰা সঙ্গীতজ্ঞসকলৰ বিশেষ কোনো ধৰণৰ সহায় হ'ব যেন মনে নধৰে।

## তাল

বৰগীতৰ পুথিত গীতবিলাকত কোনো তালৰ নাম উল্লেখ কৰা নাথাকে। মাত্ৰ শঙ্কৰদেৱৰ ৰচিত তিনিটি গীতত প্ৰত্যেকটি গীতৰ তিনিখনিকৈ তাল ধৰি দিয়া আছে। এই গীতকেইটিক ষড়ছন্দৰ গীত বোলা হয়।* অঙ্কীয়া গীতবিলাকত এই কেইখন তালৰ নাম আছে—একতালি, খৰমান, চুটিকলা বা তালচুটা, যতিমান বা যতিতাল, দোমানী, বিষমতাল, ৰূপকতাল, মানচোক। সত্ৰীয়া ওজাসকলৰ মতে বাৰখন তাল আৰু বাৰখন উপতাল আছে। বাৰখন তালঃ একতাল, খৰমান, চুটকলা, দচবাৰী, দোমানী, ধৰমযতি, বৰযতি, বৰবিষম, সৰুবিষম, পৰিতাল, ৰচকতাল, ৰূপক; বাৰখন উপতাল ঃ আছতোলা, আদশৰি, আৰবিষম, উনযতি, ওলোটা গঞ্জল, ৰূপগঞ্জল, সুদাগঞ্জল, চাবতাল, চুটা, জোৰাবিষম, পূৰবিষম, মাঠতাল। যোৰহাট লেটুগ্ৰাম সত্ৰৰ অধিকাৰ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত দেৱৰপৰা অলপতে যদুপতি নামে এজনৰ ৰচিত তাল সম্পৰ্কীয় এখনি অসম্পূৰ্ণ সাঁচিপতীয়া পুথি পোৱা হৈছে। সেই পুথিত কোৱা হৈছে গৌতমীয়-তন্ত্ৰত নাৰদে গৌতম ঋষিৰ আগত ৪৯খন তাল ব্যাখ্যা কৰিছিল; যদুপতিয়ে কিন্তু ২৬খন তালহে তেওঁৰ পুথিত ব্যাখ্যা কৰে—বিপঞ্চ, ষড়পঞ্চ, আৰযতি, প্ৰতিমাঠ, দশতলা, ৰূপক, একতালি (বিপুলা), একতালি (চন্দ্ৰিকা), একতালি

** হিন্দুস্থানী সঙ্গীতত ষট্‌কাল বুলি এটি কথা আছে; ষট্‌কালত ছন্দৰ বেগ ছগুণ বঢ়াই নিয়া হয়। উনবিংশ শতিকাৰ ত্ৰিবাঙ্কুৰৰ সঙ্গীতজ্ঞ গোবিন্দ মাৰৰক 'ষট্‌কাল গোবিন্দ' বোলা হৈছিল।

(ৰামা) বা দশকৰি, বিষম, বিৰাজ, দোমানী, আঠতলা, ছাজ, বৰবিষম, ধৰশ্লোক, বিযতি, সমতা, বিতলৰি, যতি বা প্ৰৌঢ়িযতি, মাঠযতি, গুঞ্জল, থাৰুতাল, খৰতাল, মাঠতাল আৰু চুটিকলা। এই পুথিখন অসম্পূৰ্ণ; তদুপৰি ইয়াৰ যি অংশ পোৱা গৈছে, তাকো সদ্যহতে বিশেষ ব্যৱহাৰ কৰিব পৰা নহ'ব। ইয়াত চাত, চাপৰ, ঘাত, ঘাতনিৰ উপৰি হ্ৰস্ব, দীৰ্ঘ, লঘু, গুৰু, প্লুত, কলা, শঁয়া আদি বৰ্তমানে অন্ততঃ সত্ৰীয়া মহলত অপ্ৰচলিত পাৰিভাষিকৰ ব্যৱহাৰ কৰা হৈছে।* আনফালে হিন্দুস্থানী সঙ্গীতৰ বিশেষজ্ঞসকলেও ইয়াৰ বিশেষ অৰ্থ ভাঙিবলৈ বৰ্ত্তমানে অপাৰগ হৈছে। কিন্তু কিছু গৱেষণাৰ পাছত এই পুথিৰ সদ্ব্যৱহাৰ হ'ব বুলি আশা কৰা যায়। ইয়াত ৰূপক তালৰ যি বৰ্ণনা দিয়া আছে তাৰপৰা এনে ইঙ্গিত পোৱা যেন লাগে। এই ৰূপক তালৰ দক্ষিণ ভাৰতত প্ৰচলিত ৰূপকৰ লগত সামঞ্জস্য থকা দেখা যায়। ৰূপক তালৰ সংজ্ঞা পুথিখনত এনেভাৱে দিয়া হৈছে,—

প্ৰতি যুগ্ম শেষে লঘু থাকয় যাহাত।
তাহাৰ ৰূপক নাম বেদত প্ৰখ্যাত॥

এই সূত্ৰত দুটা চাপৰৰ পিছত এটা ফাঁক পৰা বুলি ধৰিলে কোনো কোনো সত্ৰত বৰ্তমান প্ৰচলিত ৰূপক তাল সূত্ৰৰ লগত মিলিব।

কমলাবাৰী সত্ৰৰ প্ৰচলিত তালৰ তালিকা—(১) একতালী, (২) পৰিতাল, (৩) ৰক্ততাল, (৪) যতি, (৫) ধৰমযতি, (৬) ৰূপক, (৭) সৰুবিষম, (৮) বৰবিষম, (৯) মাঠযতি, (১০) ৰূপগঞ্জল, (১১) থাকতাল, (১২) আচতলা, (১৩) বিৰুপতাল, (১৪) ব্ৰহ্মতাল, (১৫) চাৰিখনীয়া, (১৬) খৰমান, (১৭) বৰগঞ্জল, (১৮) চুটকলা, (১৯) উনযতি, (২০) খনযতি, (২১) দোমানী, (২২) তিনিমানী, (২৩) চাৰিমানী, (২৪) পাঁচমানী, (২৫) দোৱাজ (২৬) দশবাৰি।**

সত্ৰীয়া আৰু গএগ ওজাসকলৰ মাজত তালৰ বোল লেখা পুথি পোৱা নাযায়। শিকাৰুসকলে গুৰুৰপৰা মুখে মুখে বোল শিকি মনত ৰাখে। পুৰণা গায়ন-বায়নসকলে লিখিব নাপায় বুলি তালৰ বোল লিখিবলৈ নিদিয়ে। বিভিন্ন

---

** ছন্দৰ অক্ষৰৰ হিছাপত পৰ্ব দুবিধ হ'ব পাৰে— দীৰ্ঘ আৰু হ্ৰস্ব। গীতত সেইদৰে গুৰু (দীঘল) আৰু লঘু (চুটি) স্বৰ থাকে; গুৰুৰ ওপৰত প্লুত আৰু লঘুৰ তলে দ্ৰুত স্বৰ হ'ব পাৰে। লঘুক একমাত্ৰা ধৰিলে দ্ৰুতত আধা মাত্ৰা, গুৰুত দুই মাত্ৰা আৰু প্লুতত তিনি মাত্ৰা পৰিব।

* গ্ৰন্থাৱলীৰ সমিধানত শ্ৰীমণিৰাম গায়ন মুক্তিয়াৰ।

সত্ৰত তালৰ বোলবোৰ (শব্দবোৰ) বেলেগ বেলেগ; কিন্তু মাত্ৰাৰ অমিল বেছি হ'ব নালাগে।

## বাদ্য-যন্ত্ৰ

বৰগীত আৰু অঙ্কীয়া গীতত খোল (দিহিং সত্ৰ আদিত মৃদঙ্গ) আৰু তালৰ বাহিৰে আন বাদ্য-যন্ত্ৰ ব্যৱহাৰ কৰা দেখা নাযায়। কোনো কোনো সত্ৰ বা গাঁৱত কালি আৰু নাগাৰাৰ ব্যৱহাৰ দেখা যায়। কিন্তু নাগাৰা প্ৰায় নামনি অসমতে সীমাবদ্ধ। আনফালে কালি কলিয়াবৰ-বৰদোৱা পৰ্যন্ত মাত্ৰ ব্যৱহাৰ কৰা দেখা যায়। ইয়াৰ ৰাজনৈতিক কাৰণো থাকিব পাৰে। কালিত সপ্তস্বৰ ফুটোৱা অতি টান। ৰাগবিশেষে ভাওনাত কেতিয়াবা মাথোন কালি বজোৱা হয়। কিন্তু কমলাবাৰী আদি সত্ৰত বৰগীতৰ লগত কালি বজোৱা প্ৰথা আগৰেপৰা মুঠেই নাই; কিন্তু বাজনা বজাওঁতে বায়নৰ লগত কালি বজোৱা হৈছিল বুলি জনা যায়। কিছু দিনৰ আগলৈকে বৰপেটাত উৎসব আদিৰ সময়ত কীৰ্ত্তন-ঘৰৰ বাহিৰত কালি বজোৱা হৈছিল। মন কৰিবলগীয়া খোল-তাল আৰু নাগাৰা তাল-যন্ত্ৰহে, স্বৰাশ্ৰয়ী যন্ত্ৰ নহয়। বৰ্তমানে কোনো সত্ৰ বা বৈষ্ণৱ অনুষ্ঠানত স্বৰাশ্ৰয়ী যন্ত্ৰৰ ব্যৱহাৰ নাই। 'গুৰু-চৰিত'ৰপৰা জানিব পাৰি শঙ্কৰদেৱৰ শিষ্য ভাস্কৰ বিপ্ৰই ৰবাব নামে বীণাৰ শ্ৰেণীৰ বাদ্য বজাই শঙ্কৰদেৱৰ গীত গাই ফুৰিছিল। চৰিতত আৰু আছে ৰামৰায়ৰ জীয়েক আৰু চিলাৰায়ৰ পত্নী কমলপ্ৰিয়া বা ভুৱনেশ্বৰীয়ে চাৰেংদাৰ বজাই শঙ্কৰদেৱৰ গীত গাইছিল। ভক্তসকলে কয়, শ্ৰীমাধৱদেৱ বেহাৰ ৰাজ্যত থাকোঁতে চাৰেংদাৰত গীত গাইছিল—শুন লো পণ্ডিত হৰি-পদ-সেৱা-ৰসে থিৰ কৰ চিত। বৰ্তমানে এনে কোনো তাঁৰ-যন্ত্ৰ ব্যৱহৃত নহয়।

সত্ৰভেদে খোলৰ বোল বেলেগ বেলেগ হোৱা দেখা যায়; কোনো কোনো ক্ষেত্ৰত মাত্ৰা-বিভাগ বা scanning-অতো পাৰ্থক্য থাকে। উদাহৰণস্বৰূপে,—কমলাবাৰী সত্ৰৰ বোলত ব্যৱহাৰ হোৱা শব্দ আৰু বৰপেটাত ব্যৱহাৰ হোৱা আৰ্যাৰ শব্দ বেলেগ।

বৰগীতৰ লগত স্বৰৰ সঙ্গতি ৰাখিবৰ কাৰণে আজি-কালি বাঁহী বা বেহেলা আদি তাঁৰ-যন্ত্ৰ ব্যৱহাৰ কৰাটো দূষণীয় হ'ব নোৱাৰে; বৰং বাঞ্ছনীয় বুলিহে ক'ব পাৰি।

## ৰাগ আৰু সময়

এবং কালবিধিং জ্ঞাত্বা গায়েদ্যঃ স সুখী ভবেৎ।

—সঙ্গীত-মকৰন্দ, ২৩

ভাৰতীয় সঙ্গীতত অতি প্ৰাচীন কালৰপৰাই সময় অনুসৰি ৰাগৰ বিভাগ মানি অহা হৈছিল। পোনতে সঙ্গীত-মকৰন্দতে ৰাগৰ এই সময়-বিভাজন দেখা পোৱা যায়। অসমৰ গায়নসকলৰ মাজতো এনে বিভাগৰ প্ৰচলন আছে। অৱশ্যে কেতিয়াৰপৰা সেই প্ৰচলন হ'ল ক'ব নোৱাৰি। "পুৱাৰ গীত গধূলি গোৱা" লোকক নিন্দাও কৰা হৈছে প্ৰবচনত। এই বিষয়ে ভাৰতীয় পণ্ডিতৰ যি মতামত আছে, তাৰ লগত অসমীয়া ওজাসকলৰ মত নিমিলে। সত্ৰীয়া ওজাসকলৰ মাজত—

একমতে

দুপৰৰ পূৰ্ববেলেকে—কল্যাণ, কৌ, শ্যাম, শামগেড়া, ললিত, অহিৰ, কোড়ি;

দুপৰৰপৰা গধূলিৰ পূৰ্ববেলেকে—ভাটিয়ালী, গৌৰী, বসন্ত, তুড়-বসন্ত, গান্ধাৰ, শ্ৰীগান্ধাৰ, ধনশ্ৰী, পয়াৰ, শ্ৰীপয়াৰ, বৰাড়ী, কেদাৰ, মাহুৰ, শ্ৰী, তুড়-ভটিয়ালী;

গধূলি সময়ত—আশোৱাৰী, সাৰেঙ্গ, বেলোৱাৰ, পৰজ, চালেঙ্গি;

আগ নিশা—সুহাই. সিন্ধুৰা, কানাড়া, মল্লাৰ, নাট-মল্লাৰ;

শেহ নিশা—মধ্যালি, ভূপালী, কামোদ;

পুৱাৰ সময়ত—ধূপালি, পূৰ্ব্বী।

আনমতে

পুৱাৰপৰা দুপৰলৈ—কল্যাণ, কৌ, শ্যাম, শ্যামগেড়া, অহিৰ, ললিত, ধূপালি, ভূপালী।

বাকীবোৰ ৰাগ গীত বুজি আন সময়ত গোৱা হয়।

## বৰগীতৰ স্বৰলিপি

ইয়াৰ আগতে বৰগীতৰ পদ্ধতিবদ্ধ গৱেষণা কৰিবৰ কাৰণে কোনো গুণীয়ে যত্ন কৰা আমাৰ চকুত নপৰে। দুই-এগৰাকী সঙ্গীতজ্ঞই দুই-এটি গীতৰ স্বৰলিপি গ্ৰহণ কৰিছিল। বৰগীতৰ বোধ হয় প্ৰথম স্বৰলিপি কৰে বঙ্গৰ জোড়াসাঁকোৰ হিতেন্দ্ৰনাথ ঠাকুৰে। চতুৰ্থ ভাগ 'জোনাকী'ত (১৮১৩-১৪ শক)

'সাংখ্য স্বৰলিপি' নামে ধাৰাবাহিকভাৱে প্ৰকাশিত প্ৰবন্ধত তেওঁ শঙ্কৰ-মাধৱৰ গীতৰ স্বৰলিপি দিছিল। এইভাগ কাকতৰ ২২৬-২৯ পিঠিত "শঙ্কৰদেৱৰ গান।। ৰাগিণী গৌৰী-তাল একতাল।। সোই সোই ঠাকুৰ মোই" ইত্যাদি আৰু ৩০৪-০৬ পিঠিত "মাধৱদেৱৰ গান।। ৰাগিণী গৌৰী—তাল আড়াঠুংৰি।। নাচে ভাল নাচে মদন গোপাল" ইত্যাদি ওলাইছিল।

লক্ষ্মীৰাম বৰুৱা, কীৰ্ত্তিনাথ বৰদলৈ আদিয়ে বৰগীতৰ নিজস্ব পদ্ধতিত দুই-এটি গীতৰ স্বৰলিপি প্ৰকাশ কৰে। গুৱাহাটীৰ শ্ৰীলক্ষ্মীনাথ দাসদেৱে বহুতো গীতৰ স্বৰলিপি নানা গায়কৰপৰা সংগ্ৰহ কৰি থৈছে। সেইখিনি অৱশ্যে এতিয়াও প্ৰকাশিত হোৱা নাই। যোৰহাটৰ শ্ৰীচক্ৰধৰ মহন্তই দুটিমান গীতৰ স্বৰলিপি প্ৰকাশ কৰিছিল। বৰপেটাৰ শ্ৰীখগেন্দ্ৰনাথ দাস (সঙ্গীত-বিশাৰদ) দেৱেও কিছু গীতৰ স্বৰলিপি গ্ৰহণ কৰি থৈছে। বাৰ বছৰমান আগতে যোৰহাটৰপৰা 'বৰগীতৰ স্বৰলিপি' নামে এখন কিতাপ ওলাইছিল। প্ৰকাশৰ লগে লগে কিতাপখনৰ কঠোৰ সমালোচনা হয়; কাৰণ, স্বৰলিপিকাৰে বৰগীতৰ স্বৰূপ গায়ন-পদ্ধতি সমূলে পৰিহাৰ কৰি হিন্দুস্থানী ৰাগ-লিপিৰ আৰ্যাত পেলাই বৰগীত কেইটামান লিখি উলিয়াইছিল মাথোন। এনে কৰাৰপৰা কোনো স্বৰূপ বা সজ উদ্দেশ্য সিদ্ধ হ'ব নোৱাৰে, সেই কথা নক'লেও হ'ব।

## সামৰণি

বৰগীতৰ প্ৰাথমিক গৱেষণাৰ বাবে নিযুক্ত এই সমিতিৰ কাম শেষ হৈছে। সমিতিৰ এই প্ৰতিবেদন দাঙি ধৰাৰ সময়ত আমি ক'ব লাগিব যে অসমৰ বৃদ্ধ ওজা-গায়নসকলৰ বৰগীত ৰেকৰ্ডত আৰু স্বৰলিপিত বিস্তৃত পৰিমাণে গ্ৰহণ কৰা উচিত হ'ব; আৰু সেয়ে গৱেষণাৰ দ্বিতীয় খাপ হ'ব। এই উদ্দেশ্যে বৰ্ত্তমানতকৈ বহল পৰিসৰৰ কাৰ্য্যসূচী গ্ৰহণ কৰিব লাগিব।

গুৱাহাটী

৩১ আগষ্ট, ১৯৫৭ চন

# পবিত্ৰ অসম

## ভূমিকা

বনোপান্তনদীশৈলনিৰ্ঝৰোপান্তভূমিষু।
ৰমন্তে দেৱতা নিত্যং পুৰেষূদ্যানৱৎসু চ।।

বৃহৎসংহিতা, ৫৫.৮

প্ৰাকৃতিক সৌন্দৰ্যেৰে মনোৰম পৰিৱেশৰ মাজত সাগৰ, নদী বা হ্ৰদৰ পাৰত তীৰ্থস্থান, আৰু এই স্থানতে লোকে "তীৰ্থ বুলি কৰে জলত শুদ্ধি।" সেয়ে মানুহৰ কি দেৱতাৰো লীলাক্ষেত্ৰ। জল নোহোৱাকৈ তীৰ্থ নহয়। তীৰ্থক্ষেত্ৰত মানুহৰ প্ৰাণৰ আকৃতি লৈ থিয় হ'ল মন্দিৰ, আৰু মন্দিৰৰ ভিতৰত স্থাপিত হ'ল দেৱতাৰ অৰ্চা-মূৰ্তি। নগৰ-প্ৰান্তৰ, দুৰ্গ-শৈলশিখৰ, উদ্যান-অৰণ্য, সকলোৱেই মন্দিৰৰ স্থান হ'ব পাৰে। মন্দিৰ পূজাৰ কাৰণে। গতিকে যজমানৰ হৈ আচাৰ্যই স্থপতিক নিৰ্দেশ দিব লাগিব। মন্দিৰ দেৱতাৰ মূৰ্তি, ই দেৱতাৰ জ্যামিতিক ৰূপ, বাস্তুপুৰুষমণ্ডলৰ ওপৰত প্ৰতিষ্ঠিত। মন্দিৰৰ ভিত্তিচিত্ৰ এই মণ্ডলেৰে ঠিক একে নহ'লেও তাৰ দ্বাৰা স্থিৰীকৃত। কোনো ঠাইত এজন দেৱৰ মন্দিৰ প্ৰতিষ্ঠা কৰাৰ আগতে তাৰপৰা আন দেৱ, ভূত, ৰাক্ষসসকলক অপসৰণ কৰিবলৈ মিনতি জনাই সেই ঠাই সেই একেজন দেৱতাৰ বাসভূমি কৰা হয়। এই ভূমিত হাল বাই তাক সমান কৰি পৱিত্ৰ কৰি দেৱৰ স্বৰূপ মন্দিৰৰ বাবে উপযুক্ত কৰা হয়।

শিল, ইটা, কৰাল, কাঠ—এইবিলাক মন্দিৰৰ উপকৰণ। তাৰে মন্দিৰ নিৰ্মাণ কৰাৰ আগতে গৰ্ভাধান হয়, শুভ নক্ষত্ৰৰ ৰাতি পৃথিৱীত অনন্ত নাগৰ চিত্ৰৰ শিৰত গৰ্ভপাত্ৰ আৰোপ কৰা হয়। এই গৰ্ভপাত্ৰ লৈ মন্দিৰৰ গৰ্ভগৃহৰ ওপৰত বিমানৰ নিৰ্মাণ, এই বিমান দেৱৰ বাহ্য শৰীৰ, এয়ে আচল মন্দিৰ। বিমানৰ সমুখৰ মণ্ডপ আদি আনুষঙ্গিক। অনেক নামেৰে মন্দিৰক অভিহিত কৰা হয়—প্ৰাসাদ, প্ৰাসাদ-দেৱালয়, দেৱালয়, দেৱাগাৰ, দেৱগৃহ, দেৱকুল, দেৱায়তন, মন্দিৰ, ভৱন, স্থান, ক্ষেত্ৰ, কীৰ্তন, হৰ্ম্য, বিহাৰ, চৈত্য, ক্ষেত্ৰ।

যদিও প্ৰাচীন শাস্ত্ৰত প্ৰাসাদৰ কুৰিটা বেলেগ গঢ়ৰ ব্যৱস্থা আছে আৰু অগ্নিপুৰাণত ৪৫ বিধ মন্দিৰৰ কথা আছে, আজি-কালি শিখৰৰ গঢ় অনুসৰি মন্দিৰবিলাকক তিনি শ্ৰেণীত ভাগ কৰা হয়—নাগৰ, দ্ৰাবিড় আৰু বেসৰ। মুঠভাৱে নাগৰ উত্তৰ ভাৰতৰ আৰু দ্ৰাবিড় দক্ষিণ ভাৰতৰ আৰু বেসৰ বিন্ধ্য পৰ্বতৰপৰা অগস্ত্য(নাসিক)লৈকে দাক্ষিণাত্যৰ এই অংশৰ শৈলী বুলি ক'ব পাৰি।

মন্দিৰ ৰাজহুৱা পূজা-অৰ্চনাৰ ঠাই নহয়, গতিকে প্ৰায়ে চাৰিচুকীয়া সৰু গৰ্ভগৃহত পূজাৰী, যজমানৰ বাহিৰে বেছি মানুহৰ ঠাই নাই। আনফালে হস্তীপৃষ্ঠাকৃতি বৌদ্ধ চৈত্যগৃহত সামূহিক পূজাৰ সুবিধা সম্পূৰ্ণ আছে। বৈষ্ণৱসকলৰ গীত-কীৰ্তনৰ যোগে সামূহিক পূজা পুৰণি মন্দিৰৰ গৰ্ভগৃহত সম্ভৱ নহয়, তেনে কীৰ্তন আদি হ'বলৈ হ'লে তাৰ ঠাই হ'ব গৰ্ভগৃহৰ সমুখৰ মণ্ডপ।[১] অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ হোৱাত স্থাপিত হোৱা সত্ৰৰ কেন্দ্ৰ গৰ্ভগৃহ (যাৰ নাম এতিয়া হ'ল মণিকূট, ভঁৰালঘৰ বা ভাঁজঘৰ) নহয়, মণ্ডপহে (নামঘৰ বা কীৰ্তনঘৰ)। এই সময়ত আৰু এটি পৰিৱৰ্তন হ'ল—মন্দিৰৰ উপকৰণ শিল, ইটা, কৰালৰ ঠাইত কাঠ, বাঁহ, ইকৰা, মাটি মাত্ৰ হ'ল। এই সময়ৰ ৰাজনৈতিক পৰিস্থিতি আৰু নানা হেতুকে অশান্তিৰ ভয়ো বোধ হয় গৃহ-নিৰ্মাণ-শিল্পৰ এই নিম্ন স্তৰলৈ পৰিবৰ্তনৰ এটা কাৰণ।

অসমৰ মন্দিৰ-নিৰ্মাণৰ বুৰঞ্জীত এটা কথা মন কৰিবলগীয়া যে আজি থিয় হৈ থকা সৰহভাগ মন্দিৰেই আহোম যুগৰ শেষৰ ফালে নিৰ্মিত। কামৰূপ জিলালৈ চালেই এই কথা বুজা যাব। নীলাচলৰ কামাখ্যা মন্দিৰ আৰু হাজোৰ হয়গ্ৰীৱ-মাধৱৰ বৰ্তমান মন্দিৰ কোচ ৰজাসকলৰ ৰাজত্বত ১৫৬৫ আৰু ১৫৮৩ খ্ৰীষ্টাব্দত সজোৱা। কিন্তু গেজেটিয়াৰত আঙুলিয়াই দিয়া মতে কামৰূপ জিলাৰ আন কোনো মন্দিৰ অষ্টাদশ শতিকাৰ আগৰ নহয়; তাত দিয়া ২৬টি মন্দিৰৰ ভিতৰত বাৰটিয়েই শিৱসিংহ স্বৰ্গদেৱৰ দিনত (১৭১৪-৪৪) মাত্ৰ নিৰ্মিত। নীলাচল পৰ্বতৰ কিছুমান ধ্বংসাৱশেষ সপ্তম-অষ্টম শতিকাৰে হ'ব পাৰে, কিন্তু কামাখ্যা মন্দিৰৰ ওপৰভাগৰ কিছু নৰনাৰায়ণৰো পিছত সজা হৈছিল; এই মন্দিৰৰ গাৰ খোদিত অলঙ্কাৰ আৰু ডাঙৰ ডাঙৰ মূৰ্তিৰ শাৰী একোটি বিশেষত্ব। নীলাচলৰ আনবিলাক মঠ আপেক্ষিকভাৱে নতুন আৰু তাৰে কিছু ১৮৯৭ চনত দাৰভাঙ্গাৰ মহাৰাজে পুনৰ্নিৰ্মাণ কৰোৱা। হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ তল অংশৰ কটা ফুল আদি আৰু বিশেষকৈ বাহিৰলৈ শুঁড় আগ কৰি থকা হাতীৰ শাৰী অতি পুৰণি স্থাপত্যৰ নিদৰ্শন বুলি ধৰা হয়। ওপৰভাগ

১. Stella Kramrisch, *The Hindu Temple*, Vol.I.

ৰঘুদেৱনাৰায়ণে নিৰ্মাণ কৰায়। বেছিকৈ পোৱা ধুনীয়া ৰঙা ৰঙৰ ইটাৰে সেইবোৰ নিৰ্মিত; শিলত কটা কামৰূপৰ আন প্ৰায়বিলাক মন্দিৰেই আহোম স্থাপত্যৰ নিদৰ্শন; বহল, পাতল, অলঙ্কাৰ আদি তাত লগোৱা থাকে; মূল মন্দিৰৰ আগত সৰু এটি নাট-মন্দিৰ থাকে। অসমৰ প্ৰায় সৰ্বত্ৰ ইয়াৰ আগত টিনৰ নামঘৰ এটিয়ে মন্দিৰৰ মূল আঁচনিকে বেলেগ ৰূপ দিছে। কামৰূপত আৰু অন্যান্য স্থানতো আগৰ মন্দিৰ ভাগি যোৱা কাৰণে বা মন্দিৰ-ঘৰ নোহোৱা কাৰণে অনেক ক্ষেত্ৰত কাঠ-বাঁহ-খেৰৰ ঘৰ সাজি পূজা আদি কৰা হয়।

কামৰূপত শিৱৰ পূজা অতি প্ৰাচীন বুলি অনুমান হয়। কালিকাপুৰাণৰ বৰ্ণনাৰপৰা যি বুজিব পাৰি, শাক্তধৰ্ম-প্ৰচাৰৰো আগতে ইয়াত শৈৱধৰ্মৰ প্ৰভাৱ বিস্তৃতভাৱে আছিল। মিথিলাৰ ৰাজকোঁৱৰ নৰকাসুৰে ইয়াত ৰাজত্ব প্ৰতিষ্ঠা কৰি দেৱীৰ পূজা প্ৰতিষ্ঠা কৰিবলৈ আহোঁতে এই ৰাজ্যত শিৱৰ একাধিপত্য আছিল (স চ দেশঃ স্বৰাজ্যাৰ্থং পূৰ্বং গুপ্তশ্চ শম্ভুনা) আৰু নৰকাসুৰে কিৰাতসকলক এই ৰাজ্যৰপৰা খেদাই দেৱীক প্ৰতিষ্ঠা দিয়াতো শৈৱধৰ্ম গোপনৰূপে ইয়াতে ৰৈ গ'ল (অন্তৰ্গুপ্তঃ স মে পুৰে)। শিৱ কেনেকৈ কামৰূপৰ আৰ্যেতৰ লোকসকলৰ মাজত প্ৰিয় হৈ পৰিল, তাৰ ইঙ্গিতো এই পুৰাণখনিয়েই দিছে। গুণাভিৰাম বৰুৱাই পুৰণি ঐতিহ্যৰ ওপৰত নিৰ্ভৰ কৰি কৈছে, আগৰ কামৰূপৰ অন্তৰ্গত জলপাইগুৰিত জল্পেশ্বৰ নামে এজন ৰজাই জল্পেশ্বৰ শিৱৰ মন্দিৰ প্ৰতিষ্ঠা কৰি শিৱপূজা প্ৰচাৰ কৰে।

চতুৰ্থৰপৰা দ্বাদশ শকিতাৰ ভিতৰত পুষ্যবৰ্মা, শালম্ভম্ভ আৰু ব্ৰহ্মপাল বংশৰ হিন্দু ৰজাসকলৰ সকলোৰেই যেন একান্ত শিৱভক্ত আছিল। আন কি, ভাস্কৰবৰ্মাৰ দূত হংসবেগে হৰ্ষবৰ্ধনৰ আগত নিজৰ ৰজাৰ প্ৰতিজ্ঞাৰ কথা এনেকৈহে কৈছিল, “অয়মস্য চ শৈশবাদাৰভ্য সংকল্পঃ স্থেয়ান, স্থাণুপাদাৰবিন্দদ্বন্দ্বদৃতে নাহমন্যং নমস্কুৰ্যামীতি” (হৰ্ষচৰিত, সপ্তম উচ্ছ্বাস)। নৱম শতিকাৰ বনমালদেৱে হাটকশূলী শিৱৰ মন্দিৰ পুনৰ্নিৰ্মাণ কৰে। এওঁৰ ফলিত ৰাজধানীৰ ওচৰৰ কামকূট পৰ্বতত শ্ৰীকামেশ্বৰ আৰু মহাগৌৰীৰ উল্লেখ আছে। ইন্দ্ৰপাল ৰজা শিৱ আৰু গিৰিজা দুইৰো ভক্ত। অৱশ্যে দেৱীধৰ্মৰ প্ৰভাৱ এই ৰজাসকলৰ ফলিবোৰত অনুভূত নহয়। সপ্তমৰেপৰা ত্ৰয়োদশ শতিকাৰ ভিতৰৰ বুলি পণ্ডিতসকলৰ দ্বাৰা নিৰ্ণীত কেইবাটিও শিৱমন্দিৰৰ ধ্বংসাৱশেষ শিৱসাগৰ, দৰং, কামৰূপ আদি জিলাত পোৱা গৈছে।

অসমত নৱবৈষ্ণৱ ধৰ্মৰ অভ্যুদয়ৰ সময়তো শিৱৰ স্থিতি ভালকৈয়ে অনুভৱ

কৰিব পাৰি। স্বয়ং শঙ্কৰদেৱেই হেনো শিওৰিৰ গোপেশ্বৰ শিৱৰ বৰত উপজি শঙ্কৰৰ নাম পাইছিল। বিশ্বসিংহ ৰজা আকৌ শিৱৰ পুত্ৰ; কোচ ৰজাসকল শিৱবংশী। শিৱৰ সাধাৰণ ধৰ্মৰ উপৰিও কছাৰীসকলৰ মাজত কেনেকৈ "হংস পাৰ মদ ভাত মহিষ শূকৰ কুকুৰা ছাগল উপহাৰে"ৰে, মাদল বজোৱা নাচোনেৰে শিৱ-পূজাৰ বিধান আছিল, তাৰ সাক্ষ্য কোচ ৰাজবংশাৱলীয়ে দিয়ে। বড়ো-কছাৰীসকলৰ বুঢ়া বা ৰাথৌ বা শিৱৰায়ৰ পূজাৰ কথা বৰ্তমান পুথিৰ যথাস্থানত পোৱা যাব। মণিৰাম দেৱানৰ বুৰঞ্জীত কছাৰী ৰজাসকলৰ তত্ত্বাৱধানত কেনেকৈ দেৰগাঁৱত মদ-মাংসৰ নৈবেদ্যেৰে শিৱপূজা চলিছিল, বৰ্ণোৱা হৈছে। এইদৰে বড়ো-কছাৰীসকলৰ মাজত শিৱধৰ্মৰ এটি বলৱান ঐতিহ্য বৈ আহিছে। আমাৰ মনত পৰিব, শিৱ নিজেই কিৰাত, দেৱী কিৰাতী।

আহোম ৰজাসকলৰ আমোলতো শৈৱধৰ্মই বিশেষ আদৰ পাইছিল। প্ৰতাপসিংহ স্বৰ্গদেৱে (১৬০৩-৪১) দেৰগাঁও নেঘেৰীটিঙত আগৰ ভগা শিৱ-মন্দিৰৰ পৰিবৰ্তে নতুন শিৱদ'ল নিৰ্মাণ কৰিছিল। গদাধৰসিংহৰ দিনত (১৬৮১-৯৬) হ'ল উমানন্দৰ বৰ্তমান মন্দিৰ, ৰুদ্ৰসিংহৰ দিনৰ জয়সাগৰৰ পাৰৰ শিৱদ'ল, শিৱসিংহ আৰু তেওঁৰ ৰাণীসকলৰ দিনৰ শিৱসাগৰ-গৌৰীসাগৰৰ পাৰৰ শিৱদ'ল, প্ৰমত্তসিংহৰ দিনৰ উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰ দ'ল আৰু ৰাজেশ্বৰসিংহৰ দিনৰ বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰ আদিৰ শিৱমন্দিৰ উল্লেখযোগ্য। প্ৰতাপসিংহৰেপৰা আৰম্ভ কৰি স্বৰ্গদেওসকলৰ মোহৰবোৰত হৰৰ উল্লেখ প্ৰায় অবিচ্ছেদ্যভাৱে চলি আহে।

শিৱমন্দিৰসমূহৰ বাহিৰেও বুঢ়াগোসাঁই বা বুঢ়াগোহাঁইৰ থান অসমৰ সৰ্বত্ৰ বিয়পি আছে। এইবোৰেই যেন কালিকাপুৰাণত ইঙ্গিত দিয়া শিৱৰ অজ্ঞাতবাসৰ ঠাই। কিন্তু য'তেই বুঢ়া আছে, তাতেই বা তাৰ ওচৰতেই বুঢ়ীৰ থান প্ৰায় আছে। এইদৰে শক্তিপূজাই যদিও শিৱধৰ্মক প্ৰতিৰোধ কৰি পোনতে বিস্তাৰ লাভ কৰিবৰ কাৰণে যত্ন কৰা যেন লাগে, শেষত দুইৰো এক সমন্বয় আপোনা-আপুনি হৈ উঠিল। অসমত আজি এটি শৈৱ সম্প্ৰদায় নাই। ইয়াৰ কাৰণ প্ৰথমতে, দেৱীৰ প্ৰভাৱ আৰু দ্বিতীয়তে, নৱবৈষ্ণৱ ধৰ্মৰ সৰ্বগ্ৰাসী অথচ মধুৰ বিস্তাৰ।

অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে। সঁচাকৈয়ে জগতৰ আদ্যাশক্তি-ৰূপিণী মহামায়াৰ "দুৰ্গা ভদ্ৰা কালী আদি হৈবেক তোমাৰ নাম, থাকিবা লোকৰ পূজা খাই।" ভাৰত জুৰি বিষ্ণু-চক্ৰচ্ছিন্ন সতীৰ অঙ্গ একাৱন্নখন পীঠত পৰিছিল। কিন্তু কোনো অঙ্গ ছিন্ন-ভিন্ন নোহোৱাকৈয়ে অসম জুৰি দেৱী নানা ৰূপত নানা

আড়ম্বৰেৰে বিদ্যমান। ইয়াৰ ভিতৰত কামৰূপৰ কামাখ্যা কেন্দ্ৰস্বৰূপ। একালত উত্তৰ-পূব সীমান্ত অঞ্চলত দিক্কৰবাসিনীৰূপে দেৱীয়ে উজ্জ্বল ৰূপ লৈ বিৰাজ কৰিছিল। কালত তেৱেঁ তাম্ৰেশ্বৰী আই বুলি, কেঁচাইখাঁতী গোসাঁনী বুলি খ্যাতি লাভ কৰিছিল। কিন্তু দেৱীৰ যে আৰু কত কি নাম—লখীমপুৰত মালিনী, মণিপুৰীয়া দেৱী, কেঁচাইখাঁতী, নীল গোসাঁনী, বুঢ়ী; শিৱসাগৰত দুৰ্গা, গৌৰী, বুঢ়ীগোসাঁনী বা জয়ন্তেশ্বৰী; নগাঁৱত কামাখ্যা, মহামায়া, চামুণ্ডা, মহিষমৰ্দিনী; কামৰূপত কামাখ্যা, উগ্ৰতাৰা, ভুৱনেশ্বৰী, চণ্ডিকা, জয়দুৰ্গা, নাহেশ্বৰী, কালী, ব্যাঘ্ৰেশ্বৰী, ইত্যাদি, ইত্যাদি। সকলো শাক্তই মানি নল'লেও গোৱালপাৰাৰ টুক্ৰেশ্বৰী পীঠত সতীৰ উৰু-জয়ন্তীয়া পাহাৰৰ ফালজোৰত সতীৰ বাম চৰণ পৰিছিল বুলি প্ৰবাদ আছে।

কামৰূপত দেৱীপূজাৰ চলতি কেতিয়াৰপৰা হ'ল বা শাক্তধৰ্মই কেতিয়া, ক'ত, কেনেকৈ জন্ম লাভ কৰিলে, সেই সম্পৰ্কে নানা পণ্ডিতৰ নানা মত। বৈদিক আৰ্যধৰ্মৰ ওপৰত আদিবাসীসকলৰ ধৰ্মৰ তন্ত্ৰ-মন্ত্ৰ আদিৰ প্ৰভাৱৰ প্ৰতিক্ৰিয়াস্বৰূপে তান্ত্ৰিক ধৰ্মৰ উদ্ভৱ হৈছিল বুলি ভাবিবৰ কাৰণ আছে। শৈৱ-শাক্ত তান্ত্ৰিকতাৰ ওপৰত বৌদ্ধধৰ্মৰ পিছৰ কালৰ বজ্ৰযান, তন্ত্ৰযান আদিৰ ছাওঁ আহি নিশ্চয় পৰিছে। বজ্ৰযানৰ সাধনমালাত ওডিয়ান, পূৰ্ণগিৰি, কামাখ্যা বা কামৰূপ আৰু সিৰিহট্টৰ বিশেষ উল্লেখ পোৱা যায়। দেৱীৰ তন্ত্ৰতো উড্ডীয়ান, পূৰ্ণশৈল, কামৰূপ আৰু জালন্ধৰৰ গুৰুত্ব দেখা পোৱা যায়। এনেবোৰ কথাৰপৰা বৌদ্ধ তন্ত্ৰ আৰু শাক্ত তন্ত্ৰৰ কিছুমান সাধাৰণ লক্ষণ মন কৰিবলগীয়া হৈ পৰে। তন্ত্ৰৰ ওপৰত ভাৰতৰ বাহিৰৰপৰা প্ৰভাৱো অনেক পণ্ডিতে সন্দেহ কৰিবৰ থলী পাইছে। উত্তৰ-পূব ভাৰতেই তন্ত্ৰ আৰু শাক্ত ধৰ্মৰ জন্মস্থান আৰু লীলাভূমি বুলি নানা বিচাৰৰপৰা বিশ্বাস কৰিব পাৰি। এই ফালৰপৰা কামাখ্যা-পীঠৰ গুৰুত্ব যথেষ্ট। কামাখ্যা যেন বেবিলন আদিৰ মাতৃ-দেৱী আৰু পৃথিৱীৰ অনেক দেশৰ ভূমি-দেৱীৰ সংমিশ্ৰণ। নীলাচলৰপৰা অনতিদূৰত থকা মাতৃপ্ৰধান খাছিয়া আৰু গাৰো জাতিৰ আদিম বিশ্বাসৰ মাজতো এই শক্তিকেন্দ্ৰৰ কোনো বিশ্বাসৰ সম্বন্ধ থাকিব পাৰে। বিশ্বসিংহ ৰজাই নীলাচলৰ পীঠবোৰ আৱিষ্কাৰ কৰাৰ আগতে এই ঠাইত গাৰোসকলে হেনো গাহৰি, কুকুৰা বলি দি পূজা কৰিছিল। কিন্তু ইয়াৰ আগৰ কামাখ্যা মন্দিৰৰ বুৰঞ্জী মোলান পৰি আছে। একাদশ-দ্বাদশ শতিকামানত কালিকাপুৰাণ ৰচনা কৰা সময়ত কামাখ্যা আৰু দেৱীৰ আন ৰূপসমূহৰ

প্ৰভাৱ নিশ্চয় শক্তিদৃপ্ত আছিল। কিন্তু হিন্দু ৰজাসকলৰ তাম্ৰ-শাসনবোৰত এইকালে কোনো ইংগিতকে পোৱা নাযায় বুলিব পাৰি। এই সময়ত শৈৱধৰ্মৰ প্ৰভাৱ ইমান দিগন্ত বিয়পা আছিলনে যে দেৱীধৰ্মৰ প্ৰতি শাসনবোৰত কোনো আকৰ্ষণেই ধৰা নপৰে?

নৱবৈষ্ণৱ ধৰ্মৰ আবিৰ্ভাৱৰ সময়ৰ সৰু-বৰ শাসক বাৰভূঞাসকল প্ৰায়েই ঘোৰ শাক্ত আছিল। শঙ্কৰদেৱৰ আজোককাক চণ্ডীবৰ বা দেৱীদাস মহা দেৱীভক্ত। বিশ্বসিংহ ৰজাৰ গৰখীয়া কালত গৰখীয়াসকলে শৰত কালত ফৰিং কাটি দেৱীপূজা কৰাৰ উল্লেখ কোচ ৰাজবংশাৱলীত আছে। এই সময়ত নীলাচলৰ পুৰণি মন্দিৰবোৰৰ চিন নোহোৱা হৈছিল। বিশ্বসিংহই পীঠস্থানবোৰো পণ্ডিতৰ সহায় লৈ মাটিৰ তলৰপৰা উলিয়াব লগা হৈছিল। কামাখ্যা মন্দিৰৰ দৰে পুৰণি আন এটি শাক্ত মন্দিৰ সদিয়াৰ ওচৰৰ তাম্ৰেশ্বৰী মন্দিৰ। সম্ভৱতঃ ইয়াৰ অধিষ্ঠাত্ৰী কালিকা-পুৰাণোক্ত তীক্ষ্ণকান্তা উগ্ৰতাৰা। কিন্তু এই থানৰ ইতিহাসো ধাৰাবাহিকভাৱে পোৱা নাযায়। যোৱা শতিকাৰ মাজ ভাগত ইয়াত যি মন্দিৰৰ ভগ্নাৱশেষ পোৱা হৈছিল সি পঞ্চদশ শতিকাত পুনৰ্নিৰ্মিত বুলি অনুমান কৰা হৈছে; কিন্তু ঘাই মন্দিৰটি বহুত দিনৰ আগৰ হ'ব লাগিব, কাৰণ ইয়াৰ প্ৰত্নতাত্ত্বিক নিদৰ্শনবোৰত আদিমতাৰ সঁচ দেখা পোৱা যায়। আনফালে আমি জনাৰ ভিতৰত ইয়াৰ পূজাৰিসকল দেউৰী-চুটিয়া লোক; তেওঁলোকৰ মতে গোসাঁনীৰ নাম পিছাচি অৰ্থাৎ কন্যা, জনাজাত কেঁচাইখাঁতী বুলি। দেৱীৰ নাম যেতিয়া কেঁচাইখাঁতী হয়, তেতিয়া তেওঁ নৰবলি গ্ৰহণ কৰে। এসময়ত নৰবলি হোৱা বুলি অসমৰ অনেক ঠাইকে আঙুলিয়াই দেখুওৱা হয়। তাম্ৰেশ্বৰী মন্দিৰত শেষ আহোম যুগত আহোম ৰজাৰ প্ৰতিনিধি সদিয়াখোৱা গোহাঁইৰ অধীনে পূজা-সেৱা বলি আদি হৈছিল।

কামাখ্যা আৰু তাম্ৰেশ্বৰী মন্দিৰৰ বাহিৰে আজি-কালিৰ প্ৰায়বিলাক শাক্ত মন্দিৰ পিছৰ আহোম ৰজাসকলৰ দিনৰ। নগাঁৱৰ শিলঘাটৰ কামাখ্যা মন্দিৰো প্ৰমত্তসিংহ স্বৰ্গদেৱৰ কালৰহে (১৭৪৫)। আনফালে উত্তৰ পাৰৰ ফুলবাৰী আদি ঠাইৰ দেৱী-মন্দিৰৰ ঐতিহ্য কিছু প্ৰাচীন যেন অনুভৱ হয়। কাছাৰৰ কছাৰী আৰু জয়ন্তাৰ জয়ন্তীয়া ৰজাসকলেও চণ্ডী, জয়ন্তা বা জয়ন্তেশ্বৰী, কালী আদি নামত দেৱীৰ পূজা কৰিছিল আৰু কৰাইছিল। আন আন সৰু সৰু ৰজায়ো শাক্তধৰ্মৰ

কৰ্ম্মৰ বৰ্ণনা আছে। হস্ত-কৰ্ম বা হস্তকে সাধাৰণ লোকে মুদ্ৰা বোলে। এই অৰ্থত 'মুদ্ৰা' শব্দৰ প্ৰয়োগ তন্ত্ৰশাস্ত্ৰত আছে, কিন্তু নাট্যশাস্ত্ৰত তেনে প্ৰয়োগ ক'তো নাই। সি যি হওক, ভৰত মুনিৰ নাট্যশাস্ত্ৰত ৬৭ প্ৰকাৰ হস্ত-কৰ্মৰ বৰ্ণনা আছে। তাৰে ২৪টি অসংযুত হস্ত, ১৩টি সংযুত হস্ত আৰু ৩০টি নৃত্তহস্ত। অধ্যায়টোৰ শেষৰ ফালে আৱেষ্টিত, উদ্বেষ্টিত, ব্যাবৰ্ত্তিত আৰু পৰিবৰ্তিত,—এই চাৰিপ্ৰকাৰ কৰ-কৰণ আৰু ১০ প্ৰকাৰ বাহুৰ কৰ্ম বৰ্ণনা কৰা হৈছে।

(৪) দশম অধ্যায়ত শৰীৰৰ অন্যান্য অঙ্গৰ কৰ্মৰ বৰ্ণনা দিয়া হৈছে। তাৰ ভিতৰত ৫ প্ৰকাৰ উৰঃকৰ্ম, ৫ প্ৰকাৰ পাৰ্শ্ব-কৰ্ম, ৩ প্ৰকাৰ উদৰ-কৰ্ম, ৫ প্ৰকাৰ কটি-কৰ্ম্ম আৰু ৫ প্ৰকাৰ পাদ-কৰ্ম বৰ্ণিত হৈছে।

(৫) একাদশ অধ্যায়ত চাৰী-বিধান দিয়া হৈছে। সাধাৰণতে এটা ভৰিৰে চালনা কৰাকে চাৰী আৰু দুটা ভৰিৰ চালনাকে কৰণ বুলি কোৱা হয়। (এক-পাদ-প্ৰচাৰো যঃ সা চাৰীত্যভিধীয়তে। দ্বি-পাদ-ক্ৰমেণ যত্তু কৰণং নাম তদ্ভৱেৎ।।) চাৰী মুঠতে ৩২ প্ৰকাৰ; তাৰে ষোলবিধ ভৌমী চাৰী আৰু ষোলপ্ৰকাৰ আকাশিকী চাৰী। চাৰীৰ বৰ্ণনাৰ পাছত বিভিন্ন অস্ত্ৰ-প্ৰয়োগৰ সময়ত ল'বলগীয়া ভঙ্গী বা স্থান ছয়প্ৰকাৰ আৰু ন্যায় চাৰি-প্ৰকাৰ বৰ্ণনা কৰা হৈছে।

(৬) দ্বাদশ অধ্যায়ত মণ্ডলৰ বৰ্ণনা আছে। মণ্ডল হ'ল চাৰীৰ সংযোগৰ ফল (চাৰীসংযোজানীহ মণ্ডলানি নিবোধত)। মণ্ডল দুই প্ৰকাৰ—দহবিধ আকাশী আৰু দহবিধ ভৌম।

(৭) ৰজা, সদাগৰ, মন্ত্ৰী, তপস্বী, ৰোগী, উন্মাদগ্ৰস্ত আদি বিভিন্ন চৰিত্ৰৰ উপযোগী বিভিন্ন পাদ-চালনাকে গতি বোলা হয়। ইয়াৰ বৰ্ণনা ত্ৰয়োদশ অধ্যায়ত বিশেষভাৱে দিয়া হৈছে। বিভিন্ন চৰিত্ৰৰ প্ৰৱেশ আৰু প্ৰস্থানৰ নীতিও ইয়াতে বান্ধি দিয়া হৈছে। লগতে বিভিন্ন চৰিত্ৰৰ আসন-বিধিও বিহিত হৈছে।

নন্দিকেশ্বৰৰ অভিনয়-দৰ্পণৰ ছন-তাৰিখ এতিয়াও খাটাংভাৱে নিৰ্ণীত হোৱা নাই। সাধাৰণতে এই শাস্ত্ৰখনি শাৰ্ঙ্গদেৱৰ সঙ্গীত-ৰত্নাকৰৰ (ত্ৰয়োদশ শতিকা) আগৰ বুলি ধৰা হয়। নমস্ক্ৰিয়া প্ৰভৃতি প্ৰাথমিক বিধানৰ পাছত নন্দিকেশ্বৰে ছয় অঙ্গ, ছয় প্ৰত্যঙ্গ আৰু ষোল উপাঙ্গৰ লেখ দিছে। কিন্তু প্ৰকৃততে তেওঁ নপ্ৰকাৰ শিৰঃকৰ্ম্ম, আঠপ্ৰকাৰ দৃষ্টি, চাৰিপ্ৰকাৰ গ্ৰীৱা, ৫১ প্ৰকাৰ হস্ত (আঠাইশপ্ৰকাৰ অসংযুত আৰু তেইশপ্ৰকাৰ সংযুত হস্ত; তেৰপ্ৰকাৰ নৃত্ত-হস্ত যি দিয়া হৈছে সি সংযুত আৰু অসংযুত হস্তৰপৰা পৃথক নহয়), তাৰ লগতে ষোলপ্ৰকাৰ দেৱ-হস্ত, দহপ্ৰকাৰ সম্বন্ধ-হস্ত,

নপ্ৰকাৰ গ্ৰহ-হস্ত বৰ্ণনা কৰা হৈছে। ইয়াৰ উপৰি চাৰিপ্ৰকাৰ পাদ-কৰ্ম আৰু দহপ্ৰকাৰ গতি নিৰূপণ কৰা হৈছে। চাৰিপ্ৰকাৰ পাদ-কৰ্ম হ'ল—দহপ্ৰকাৰ মণ্ডল, পাঁচপ্ৰকাৰ উৎপ্লৱন আৰু সাতপ্ৰকাৰ ভ্ৰমৰী।

শাৰ্ঙ্গদেৱৰ সঙ্গীত-ৰত্নাকৰৰ (আনুমানিক ১২৪৭ খ্ৰীষ্টাব্দ) সপ্তম অধ্যায়টো হ'ল নৰ্তনাধ্যায়। এই অধ্যায়ত এইবোৰ বিষয় বৰ্ণনা কৰা হৈছে—(১) সাতপ্ৰকাৰ অঙ্গৰ ভঙ্গী; তাৰ ভিতৰত ঊনৈশপ্ৰকাৰ শিৰঃকৰ্ম (নাট্যশাস্ত্ৰৰ চৈধ্যপ্ৰকাৰ ইয়াৰ অন্তৰ্গত হৈছে), সাতষষ্টি প্ৰকাৰ হস্ত (২০ অসংযুত, ১৩ সংযুত আৰু ৩০ নৃত্ত-হস্ত; প্ৰত্যেক বিধৰে পিছত একোখনকৈ নতুন হস্ত সংযোগ কৰা হৈছে), পাঁচপ্ৰকাৰ বক্ষঃ-কৰ্ম, পাঁচপ্ৰকাৰ পাৰ্শ্ব-কৰ্ম, পাঁচপ্ৰকাৰ কটি-কৰ্ম, তেৰপ্ৰকাৰ পাদ-কৰ্ম আৰু পাঁচপ্ৰকাৰ বাহু-কৰ্ম; (২) নপ্ৰকাৰ প্ৰত্যঙ্গৰ চালনা; তাৰ ভিতৰত হ'ল ৯ প্ৰকাৰ গ্ৰীৱা-কৰ্ম, ১৬ প্ৰকাৰ কৰ-কৰ্ম, ৪ প্ৰকাৰ উদৰ কৰ্ম, ৫ প্ৰকাৰ উৰু-কৰ্ম, ১০ প্ৰকাৰ জঙঘা-কৰ্ম, ৫ প্ৰকাৰ মণিবন্ধ-কৰ্ম, ৭ প্ৰকাৰ জানু-কৰ্ম, আৰু (৩) ১২ প্ৰকাৰ উপাঙ্গৰ চালনা; তাৰ ভিতৰত ৩৬টা দৃষ্টি, ৭ প্ৰকাৰ ভ্ৰূ-কৰ্ম, ৯ প্ৰকাৰ পুট-কৰ্ম, ৯ প্ৰকাৰ তাৰা-কৰ্ম, ৮ প্ৰকাৰ বিষয়নিষ্ঠ তাৰা-কৰ্ম, ৬ প্ৰকাৰ কপোল-কৰ্ম, ৬ প্ৰকাৰ নাসা-কৰ্ম, ১৯ প্ৰকাৰ নিশ্বাস-প্ৰশ্বাসৰ বিধি, ১০ প্ৰকাৰ অধৰ-কৰ্ম, ৮ প্ৰকাৰ দন্ত-কৰ্ম, ৬ প্ৰকাৰ জিহ্বা-কৰ্ম, ৮ প্ৰকাৰ চিবুক-কৰ্ম, ৬ প্ৰকাৰ মুখ-কৰ্ম। ইয়াৰ উপৰি ৮ প্ৰকাৰ ভৰিৰ, ৫ প্ৰকাৰ ভৰিৰ সৰু গাঁঠিৰ, ৭ প্ৰকাৰ হাতৰ আঙুলিৰ, ৫ প্ৰকাৰ ভৰিৰ আঙুলিৰ, ৫ প্ৰকাৰ গোৰোৱাৰ কাম আৰু ৪ প্ৰকাৰ মুখ-ৰাগৰ বৰ্ণনাও দিয়া হৈছে।

ভৰত মুনিয়ে তিনিপ্ৰকাৰ কৰ-প্ৰচাৰৰ কথা কৈছে। পিছৰ নাট্য-পণ্ডিতসকলে তাতে আৰু দুবিধ যোগ দিছে; আনফালে শাৰ্ঙ্গদেৱে ১৫ কৰ-প্ৰচাৰ, ৪ কৰ-কৰণ, ২০ কৰ-কৰ্ম আৰু ১৪ কৰ-ক্ষেত্ৰৰ বৰ্ণনা দিছে। তাৰ পাছত তেওঁ ১০৮টি নৃত্ত-কৰণ, ৩২ অঙ্গহাৰ, ৪ ৰেচক, ১৬ ভৌমী-চাৰী আৰু ১৬ আকাশী-চাৰী, ৫৪ দেশী-চাৰী বৰ্ণাইছে। তাৰ পিছত আহিছে ৬ পুৰুষ-স্থান, ৭ স্ত্ৰী-স্থান, ২৩ দেশী-স্থান, ৯ উপবিষ্ট-স্থান, ৬ সুপ্ত-স্থান, ১০ আকাশী-মণ্ডল, ১০ ভৌম-মণ্ডল, ১০ লাস্যাঙ্গ আৰু ৬ ঘৰ্ঘৰ।

নাট্যশাস্ত্ৰকে অনুসৰণ কৰি অগ্নিপুৰাণে নাট্য আৰু নৃত্তৰ বৰ্ণনা দিছে। এই পুৰাণৰ ৩৪১শ অধ্যায়ত বিভিন্ন অঙ্গ-প্ৰত্যঙ্গৰ চালনা দেখুওৱা হৈছে। তাতে ২৪খন

অসংযুত হস্ত আৰু কিছু সংযুত হস্তৰ বৰ্ণনা সন্নিৱেশ কৰা হৈছে। বিষ্ণুধৰ্মোত্তৰতো[১] নৃত্যৰ বৰ্ণনা আছে। এই শাস্ত্ৰ ৫০০ খ্ৰীষ্টাব্দৰ পাছৰ নহয় বুলি সাধাৰণতে কোৱা হয়, এইটো ঠিক যে এইখন সঙ্গীত-ৰত্নাকৰৰ বহুত আগৰ ৰচনা।

গীত, বাদ্য আৰু নৃত্য, সঙ্গীতৰ এই তিনিটা অঙ্গৰ বিষয়ে পুথি ৰচনা কৰা পণ্ডিতৰ লেখ নাই। ব্ৰহ্মা, শিৱ, নাৰদ আদি পৌৰাণিক নাম ধাৰণ কৰা সঙ্গীত-শাস্ত্ৰ-কৰ্তাৰ উপৰিও অনেক সঙ্গীত-পণ্ডিতৰে নামৰ বাহিৰে আন পৰিচয় আজি পাবলৈ নাই। আন কি, নাট্যশাস্ত্ৰতে কোহল আদি নাট্য-পণ্ডিতৰ উল্লেখ আছে। সঙ্গীত-ৰত্নাকৰৰ টীকাকাৰ কল্লিনাথে কোহলৰ শাস্ত্ৰৰপৰা কেইটামান কৰবৰ্ত্তনা আৰু মধুপ-চাৰী নামে কেইটামান নতুন চাৰী উদ্ধাৰ কৰি দেখুৱাইছে। অভিনৱগুপ্তই তেওঁৰ নাট্যশাস্ত্ৰৰ টীকা 'অভিনৱ-ভাৰতী'ত দত্তিলাচাৰ্য, নন্দী বা নন্দিকেশ্বৰ, তুম্বুৰু, বিশাখিল আদি পণ্ডিতৰ নাম লৈছে। এইসকলৰ ভিতৰত মাত্ৰ নন্দিকেশ্বৰক 'অভিনয়-দৰ্পণ'ৰ গ্ৰন্থকাৰ বুলি চিনাক্ত কৰিব পাৰি।

নাট্যশাস্ত্ৰৰ টীকাৰ ভিতৰত কাশ্মীৰৰ শৈৱ পণ্ডিত অভিনৱগুপ্তৰ (দশম শতিকাৰ শেষ বা ১১শ শতিকাৰ আৰম্ভণি) ৰচনাখনি মাত্ৰ পোৱা যায়। এওঁৰ বাহিৰে লোল্লট, উদ্ভট, শঙ্কুক(ল), কীৰ্তিধৰ, মাতৃগুপ্ত, ভট্টনায়ক আৰু শ্ৰীহৰ্ষ নামৰ পণ্ডিতসকলেও নাট্যশাস্ত্ৰৰ টীকা বা ছায়া ৰচনা কৰিছিল বুলি জনা যায়। কিন্তু তেওঁলোকৰ লেখাবিলাক আজি আৰু পাবলৈ নাই।

ধনঞ্জয়ৰ দশৰূপক (দশম শতিকা), ৰামচন্দ্ৰ আৰু গুণচন্দ্ৰৰ নাট্যদৰ্পণ (দ্বাদশ শতিকা) আৰু নাট্য-সাহিত্যৰ আলোচনাৰে বিশ্বনাথ কবিৰাজৰ সাহিত্য-দৰ্পণ আদি পিছৰ যুগৰ নাট্যশাস্ত্ৰবোৰত সাধাৰণতে আঙ্গিক অভিনয়ৰ বিশদ বৰ্ণনা পোৱা নাযায়। এই সময়ৰপৰা অভিনয় বা তাৰ কোনো অংশৰ বিষয় লৈ বিশদ বৰ্ণনাৰে নতুন শাস্ত্ৰ ৰচিত হ'বলৈ ধৰে।

প্ৰাচীন ভাৰতীয় সঙ্গীত-সাহিত্যৰ বিষয়ে আলোচনা কৰা এটি প্ৰবন্ধত[২] মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ ভি. ৰাঘৱনে নৃত্যৰ বিষয়ে আলোচনা থকা পিছৰ যুগৰ তলত নাম দিয়া পুথিখিনিৰ নাম লৈছে।—

চালুক্যৰাজ সোমেশ্বৰৰ অভিলষিতাৰ্থ-চিন্তামণি বা মানসোল্লাস (১১৩১ খ্ৰীষ্টাব্দ); ইয়াত নৃত্তৰ বিষয়ে অধ্যায় কেইটিমান আছে।

---

১. ৩.২০ ইত্যাদি।

২. *Journal of the Music Academy*, Vols. III & IV.

অৰ্জুন-ভৰত—গীত আৰু নৃত্য-বিষয়ক; তাঞ্জোৰৰ সৰস্বতী মহল লাইব্ৰেৰিত হাতে-লিখা নকল আছে।

ঔমাপত—গীত আৰু নৃত্য-বিষয়ক; হাতে-লিখা নকল মাদ্ৰাজ ছৰকাৰৰ ওৰিয়েণ্টাল মেনাস্ক্ৰিপ্ট্ লাইব্ৰেৰিত; উক্ত লাইব্ৰেৰিয়ে এটা সংস্কৰণ ছপাও কৰিছে।

ভৰত-চন্দ্ৰিকা—এখন তেলুগু টীকাসহ, মাদ্ৰাজ ছৰকাৰৰ ওৰিয়েণ্টাল মেনাস্ক্ৰিপ্ট্ লাইব্ৰেৰিৰ কেটেলগত বৰ্ণিত।

ভৰতাৰ্ণৱ—৪,০০০ শ্লোক-সমন্বিত; অভিনয়-দৰ্পণত ইয়াৰ উল্লেখ আছে; একমতে অভিনয়-দৰ্পণ এই বৃহৎ পুথিৰ সাৰাংশ মাত্ৰ। ভৰতাৰ্ণৱ নামৰ পুথি মাদ্ৰাজ আৰু তাঞ্জোৰৰ মেনাস্ক্ৰিপ্ট্ লাইব্ৰেৰি আৰু পুনাৰ ভাণ্ডাৰকৰ ওৰিয়েণ্টাল ৰিছাৰ্চ ইন্‌ষ্টিটিউটত সংৰক্ষিত আছে। বৰ্তমানে পোৱা ৰূপত পুথিখনি সম্পাদন কৰি অধ্যাপক ৱাসুদেৱ শাস্ত্ৰীয়ে তাঞ্জোৰৰ সৰস্বতী মহল লাইব্ৰেৰিৰপৰা প্ৰকাশ কৰিছে।

কোহলীয় অভিনয়-শাস্ত্ৰ—মাদ্ৰাজৰ মেনাস্ক্ৰিপ্ট্ লাইব্ৰেৰিত সংৰক্ষিত।

নন্দি-ভৰতোক্ত সঙ্কৰহস্তাধ্যায়—মাদ্ৰাজৰ মেনাস্ক্ৰিপ্ট্ লাইব্ৰেৰিত সংৰক্ষিত।

জয়সিংহ বা জয়সেনাপতিৰ নৃত্তৰত্নাৱলী—তাঞ্জোৰ মেনাস্ক্ৰিপ্ট্ লাইব্ৰেৰি; ডক্টৰ ভি. ৰাঘৱনে সম্পাদন কৰি মাদ্ৰাজ ছৰকাৰৰ ওৰিয়েণ্টাল মেনাস্ক্ৰিপ্ট্ লাইব্ৰেৰিৰপৰা প্ৰকাশ কৰিছে।

পেডকোমতি ৱেম ভুপালৰ (১৪শ শতিকাৰ শেষ বা ১৫শ শতিকাৰ আগ ভাগ) সঙ্গীত-চিন্তামণি—ত্ৰিবান্দ্ৰমৰ ৰজাঘৰীয়া পুথিভঁৰালত সংৰক্ষিত।

নাৰায়ণ আয়েঙ্গাৰৰ (১৯শ শতিকা) নৃত্যৰ বিষয়ে তামিল পুথি অভিনয় সাৰসম্পুটম্।

দামোদৰৰ সঙ্গীত-দৰ্পণ (আনুমানিক ১৬৩০ খ্ৰীষ্টাব্দ)—নৃত্যৰ বিষয়ে আলোচনাৰে।

দেৱণভট্টৰ (আনুমানিক ১৪০০ খ্ৰীষ্টাব্দ) প্ৰায়খিনি নৃত্যৰ কথাৰে সঙ্গীত-মুক্তাৱলী; তাঞ্জোৰ লাইব্ৰেৰিত সংৰক্ষিত।

ৱেদৰ (১৭ শতিকাৰ আগভাগ) সঙ্গীত-পুষ্পাঞ্জলি বা নৃত্য-পুষ্পাঞ্জলি; তাঞ্জোৰ লাইব্ৰেৰিত সংৰক্ষিত।

চিত্ৰকূটৰ কুম্ভকৰ্ণৰ (১৪৪৯ খ্ৰীষ্টাব্দ) সঙ্গীত-ৰাজ, নৃত্যৰ বিষয়ে এটি অধ্যায়েৰে; পাছত পুথিখন ব্ৰহ্মাদ্ৰিৰ কলাসেনৰ নামত চলোৱা হয়; ৰাজস্থান পুৰাতত্ত্ব মন্দিৰৰপৰা প্ৰকাশিত।

তাঞ্জোৰৰ ৰজা তুলজাৰ (১৭২৯-৩৫ খ্ৰীষ্টাব্দ) সঙ্গীত-সাৰামৃত, নৃত্যৰ বিষয়ে

আলোচনাৰে; পুথিখনিৰ নৃত্য-সম্পৰ্কীয় অংশটি মাদ্ৰাজৰ মিউজিক্ একাডেমিৰ সংস্কৰণৰ পাতনিৰ লগতে ডক্টৰ ভি. ৰাঘৱনৰ দ্বাৰা সম্পাদিত হৈ প্ৰকাশ পাইছে।

হৰিপালদেৱৰ সঙ্গীত-সুধাকৰ (১৪শ শতিকা?)—দক্ষিণ ভাৰতৰ গ্ৰন্থাগাৰসমূহত সংৰক্ষিত।

জৈন গ্ৰন্থকাৰ পাৰ্শ্বদেৱৰ সঙ্গীত-সময়-সাৰ; ত্ৰিবান্দ্ৰম সংস্কৃত ছিৰিজৰপৰা প্ৰকাশিত হৈছে; ডক্টৰ ৰাঘৱনে ইয়াৰ এটি সমীক্ষামূলক সংস্কৰণ যুগুত কৰিছে।

বিজয়নগৰৰ ৰজা কৃষ্ণদেৱৰায়ৰ (১৫০৯-৩০ খ্ৰীষ্টাব্দ) অধীনে লক্ষ্মণ বা লক্ষ্মীনাৰায়ণে লিখা সঙ্গীত-সূৰ্যোদয়, নৃত্তৰ বিষয়ে আলোচনাৰে।

শিৱাজীৰ ককায়েক শম্ভুজীৰ বাবে বেদৰ দ্বাৰা ৰচিত সঙ্গীত-মকৰন্দ; সৰস্বতী মহল লাইব্ৰেৰিৰ পত্ৰিকাত ক্ৰমিকভাৱে প্ৰকাশিত।

পাৰ্লাখিমিতিৰ ৰজা নাৰায়ণৰ সঙ্গীত-নাৰায়ণ। ৰজা জগজ্জ্যোতিৰ্মল্লৰ সঙ্গীত-সাৰ-সংগ্ৰহ।

মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ সঙ্গীতৰ অধ্যাপক সম্বমূৰ্তিয়ে তেওঁৰ সঙ্গীতাভিধানৰ[1] তলত দিয়া শাস্ত্ৰবোৰৰ উল্লেখ কৰিছে।—

ছিঙ্ক ভূপালৰ নৃত্য-সম্পৰ্কীয় অভিনয়-ভৰত-সাৰ।

শৃঙ্গাৰশেখৰৰ অভিনয়লক্ষণ; তাঞ্জোৰৰ লাইব্ৰেৰিত সংৰক্ষিত।

ত্ৰিবাঙ্কুৰৰ মহাৰজা বালৰাম বৰ্ম্মাৰ (১৭২৪-৯৮ খ্ৰীষ্টাব্দ) নৃত্যৰ শাস্ত্ৰ বালৰাম-ভৰত।

ভৰত-কল্প-লতা-মঞ্জৰী, নৃত্যৰ বিষয়ে, মাদ্ৰাজৰ ওৰিয়েণ্টাল লাইব্ৰেৰিত সংৰক্ষিত।

এম্. ৰামকৃষ্ণ কবিয়ে তেওঁৰ ভৰতকোশৰ পাতনিত আন পুথিৰ লগতে তলত নাম দিয়া কেইখনৰ উল্লেখ কৰিছে।—

অশোকমল্লৰ এখন বৃহৎ সঙ্গীতগ্ৰন্থৰ অভিনয়-সম্পৰ্কীয় একাংশ, ২,০০০ শ্লোকেৰে।

জ্যোতিপুৰৰ (জোধপুৰ) ৰজা নাগমল্লৰ (আনুমানিক ১৭০০ খ্ৰীষ্টাব্দ) নাগেন্দ্ৰ-সঙ্গীত।

জামনগৰৰ শত্ৰু-শল্য ৰাজধানীৰ কবি শ্ৰীকণ্ঠৰ (১৬শ শতাব্দী) ৰসকৌমুদী।

বিপ্ৰদাসৰ সঙ্গীত-চূড়ামণি; ইয়াৰ নৃত্য-সম্পৰ্কীয় অংশ 'নৃত্তপ্ৰকাশ' মাত্ৰ পোৱা গৈছে;

---

১. P. Sambamoorthy, *Dictionary of South Indian Music.*

এই অংশটোৰ নেপালৰ ৰজা জগজ্জ্যোতির্ম্মল্লই (১৭ শতিকাৰ আগভাগ) এখন টীকা ৰচনা কৰিছিল।

তাঞ্জোৰৰ সৰস্বতী মহল লাইব্ৰেৰিৰ অধ্যাপক বাসুদেৱ শাস্ত্ৰীয়ে তলত দিয়া নামবোৰ যোগ দিছে।—

ৱীৰ ভল্লটৰ শৃঙ্গাৰ-প্ৰকাশ।

আদি-ভাৰত; এই পুথিৰপৰা উদ্ধৃতি সৰস্বতী মহল লাইব্ৰেৰিত থকা এখন সঙ্কলনৰ বিভিন্ন তাণ্ডৰণত পোৱা গৈছে।

গন্ধৰ্ব-বেদ; সৰস্বতী মহল লাইব্ৰেৰিত সংৰক্ষিত যামলাষ্টক নামে পুৰণি পুথিত ১৮ অধ্যায় আৰু ৩৬,০০০ শ্লোকৰ পুথি বুলি গন্ধৰ্ব-বেদৰ উল্লেখ পোৱা যায়।

ইয়াৰ উপৰি নাট্য-মনোৰমা, হস্তাধ্যায় (বোডলিয়ান লাইব্ৰেৰি, অক্সফোর্ড) আদি পুথিৰ উল্লেখ পোৱা যায়। পূব ভাৰতত শুভঙ্কৰ কবিৰ হস্তমুক্তাৱলী, তাৰ ওপৰত নির্ভৰ কৰি লিখা ৰজা ৰাঘৱৰায়ৰ হস্তৰত্নাৱলী (বোডলিয়ান লাইব্ৰেৰি, অক্সফোর্ড), ঘনশ্যাম দাসৰ সঙ্গীত-সাৰ-সংগ্ৰহ আদিৰ উল্লেখ কৰিব পাৰি। কেৰলৰ কথাকলিৰ গুৰুসকলে ভৰতৰ নাট্যশাস্ত্ৰৰ উপৰিও হস্ত-লক্ষণ-দীপিকা (মাদ্ৰাজ চৰকাৰৰ ওৰিয়েণ্টাল মেনাস্ক্রিপ্ট্ লাইব্ৰেৰি) নামে এখনি হস্ত-কৰ্ম্মৰ পুথিৰ ওপৰত নির্ভৰ কৰে। উৎকলৰ মহেশ্বৰ মহাপাত্ৰই (১২শ শতিকা) নৃত্ত-বিষয়ক অভিনয়-চন্দ্ৰিকা নামে এখনি পুথি ৰচনা কৰিছিল। উৎকলৰ বিশ্ববিদ্যালয়ৰপৰা নৃত্তৰ যৎকিঞ্চিৎ চৰ্চা থকা সঙ্গীত-মুক্তাৱলী প্ৰকাশিত হৈছে। অসমৰ ওজা-গায়নৰ মুখত তৌৰ্য্যত্ৰিক-সাৰ বা মুদ্ৰাধ্যায় নামৰ পুথিৰ নাম শুনা যায়। অসমত পোৱা সঙ্গীতশাস্ত্ৰ এতিয়ালৈকে দুখন—তাল-বিষয়ক বাদ্য-প্ৰদীপ[১] আৰু হস্তলক্ষণৰ পুথি হস্ত-মুক্তাৱলীৰ মূলে সৈতে প্ৰাঞ্জল অসমীয়া ভাঙনি এখন। ইয়াৰ উপৰি কোনো কোনো সত্ৰত নাচৰ তালৰ আৰ্য্যা পোৱা যায়।

## শুভঙ্কৰ কবিৰ হস্তমুক্তাৱলী আৰু তাৰ মূল্যায়ন

শুভঙ্কৰ কবি সঙ্গীতশাস্ত্ৰৰ এজন নিপুণ লেখক। অলপ দিনৰ আগলৈকে অন্ততঃ পূব ভাৰতত তেওঁক সঙ্গীতশাস্ত্ৰৰ এজন প্ৰামাণ্য গ্ৰন্থকাৰৰূপে লোকে মানি আহিছিল। নাৰদৰ সঙ্গীত-মকৰন্দত যি ৰাগ-ৰাগিণী অৰ্থাৎ ৰাগৰ পুৰুষ-স্ত্ৰীৰ বিভাগ প্ৰতিপন্ন-কৰা হৈছিল, তাক মানি লোৱা ওপৰ শ্ৰেণীৰ গ্ৰন্থকাৰৰ ভিতৰত শুভঙ্কৰ

১. অসম সঙ্গীত নাটক অকাদমীৰ প্ৰকাশন *Rhythm in the Vaishnava Music of Assam*-অত সন্নিবিষ্ট, লক্ষ্মীনাথ দাস আৰু মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত।

কবিও এজন। বৰ্তমানলৈকে আৱিষ্কৃত হোৱা তেওঁৰ দুখন সঙ্গীতশাস্ত্ৰ শ্ৰীহস্তমুক্তাৱলী আৰু সঙ্গীত-দামোদৰত তেওঁ বিশ্লেষণশীলতা, সূক্ষ্মতাৰ প্ৰতি আগ্ৰহ আৰু স্বাধীন চিন্তাৰ পৰিচয় দিছে[১]।

শুভঙ্কৰৰ দুয়োখন শাস্ত্ৰৰ ভিতৰত হস্তমুক্তাৱলী বা শ্ৰীহস্তমুক্তাৱলী[২] তেওঁৰ প্ৰথম ৰচনা, কাৰণ, সঙ্গীত-দামোদৰত তাৰ স্পষ্ট উল্লেখ কেইবাঠাইতো আছে।

## হস্তমুক্তাৱলীৰ পাণ্ডুলিপি

শিৱসাগৰ জিলাৰ মাজুলীৰ আউনীআটি সত্ৰৰ সত্ৰীয়া পুথিভঁৰালত হস্তমুক্তাৱলীৰ এটি সাঁচিপতীয়া পাণ্ডুলিপি (১৬"x৪") পোৱা গৈছে। এতিয়ালৈকে পোৱা হস্তমুক্তাৱলীৰ পাণ্ডুলিপিৰ ভিতৰত এইখনেই বিশেষভাবে নিৰ্ভৰযোগ্য। মুঠ পাতৰ সংখ্যা ১০২, শ্লোকৰ সংখ্যা ৯১৬। অৱশ্যে ঠায়ে ঠায়ে শ্লোকৰ দুই-এশাৰী হেৰাইছে। এইটোও মন কৰিবলগীয়া যে এতিয়ালৈকে পোৱা পুথিৰ ভিতৰত এইখনেই আপেক্ষিকভাবে সম্পূৰ্ণ। পুথিখনৰ শেষত এইদৰে লিখা আছে,—

'ইতি শ্ৰীহস্তমুক্তাৱলী সমাপ্ত।

'শ্ৰীৰামচন্দ্ৰায় নমো নমঃ।। বৈশাখৰ তিনি দিন যাওঁতে শুক্ৰবাৰে ৰামনৱমী তিথি শুক্লপক্ষত শ্ৰীহস্তমুক্তাৱলী সমাপ্ত।। সুচন্দ ৰাই ওঝাৰ পুস্তক।। লিখকৰ জগৰা নাম।। সুচন্দ ৰাই ওঝাৰ পুস্তক সমাপ্ত।।'

পুথিখনি গুৱাহাটীত নকল কৰাৰ তাৰিখ ১৩৪০ বঙলা ছন অৰ্থাৎ ১৮৫৫ শকাব্দ বা ১৯৩৩ খ্ৰীষ্টাব্দ। যিমান দূৰ বুজা যায়, সুচন্দ ৰাই পুথিখনৰ মালিকৰ নাম। অৱশ্যে আমি কল্পনা কৰিব পাৰোঁ যে এই ওজাজনেই হস্তমুক্তাৱলীৰ শ্লোকবিলাকৰ লগে লগে দিয়া সুন্দৰ অসমীয়া ছায়া বা অনুবাদ কাৰোবাৰ হতুৱাই প্ৰস্তুত কৰাইছিল। আউনীআটি সত্ৰৰ বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী প্ৰভুৰপৰা আমি যি শুনিছোঁ, এই সুচন্দ ৰাই ওজা আউনীআটি সত্ৰ বা কোনো সত্ৰৰে ওজা নহয়; তেওঁ আন কোনো ঠাইৰ ব্যাহ গোৱা ওজাপালিৰ ওজাহে। দুই-

---

১. অধ্যাপক কে. বাসুদেব শাস্ত্ৰীয়ে নাৰদী-শিক্ষাৰ শুভঙ্কৰ-বিৰচিত এক টীকাৰ কথা উল্লেখ কৰিছে।

২. শুভঙ্কৰে প্ৰতিখন হস্তৰ লক্ষণ-বৰ্ণনাৰ শেষত এযোৰ দুডলীয়া দাঁড়িৰ মাজত 'শ্ৰী' আখৰটো নিয়োগ কৰিছে, আৰু কৈছে যে যিসকলে এলাহৰ বাবে বা কিতাপ ডাঙৰ হ'ব বুলি 'শ্ৰী'টো নিলিখে, সেই মৰ্য্যাদা লঙ্ঘনোদ্যতসকলক 'শ্ৰী' শব্দই ত্যাগ কৰিব (শ্লোক ৮-৯)। এইবাবে সমান্তৰালভাবে 'হস্তমুক্তাৱলী'ৰ নামান্তৰ হৈছে 'শ্ৰীহস্তমুক্তাৱলী'।

এঠাইৰ বাহিৰে সাধাৰণভাৱে এই অনুবাদটি নিৰ্ভৰযোগ্য। অনুবাদকে প্ৰায় সকলো ঠাইতে সংস্কৃত শ্লোকৰ আখৰে আখৰে অনুবাদ কৰি গৈছে; আৰু আৱশ্যকীয় ঠাইত মূল শ্লোকৰ ওপৰত নিৰ্ভৰ কৰি হস্তসমূহৰ বিনিয়োগৰ বহল বৰ্ণনা দিছে। অনুবাদৰ ভাষা প্ৰাঞ্জল; ফল-ফুল, চৰাই-পহুৰ সংস্কৃত নামবোৰো সহজভাৱে অসমীয়াত দিয়া হৈছে। অনুবাদৰ ভাষালৈ চাই পুথিখনি অষ্টাদশ শতিকাৰ পিছৰ নহ'ব বুলি আমাৰ অনুমান হয়। এই পুথিৰ সংস্কৃত শ্লোকৰ পাঠ আৰু অসমীয়া অনুবাদে শুভঙ্কৰৰ মূল পুথিৰ পাঠ-নিৰ্ণয়ত প্ৰভুতভাৱেযে সহায় কৰিব, তাত কোনো সন্দেহ নাই।

কনকলাল বৰুৱা ডাঙৰীয়াৰ যত্নত কামৰূপ অনুসন্ধান সমিতিয়ে সত্ৰৰ পুথিখনি কিছু দিনলৈ ধাৰলৈ আনে আৰু তাৰ এটি প্ৰতিলিপি তৈয়াৰ কৰে। সেই প্ৰতিলিপি এতিয়া কাৰ হাতত আছে থিৰাংকৈ জানিব পৰা নগ'ল। কিন্তু অনুসন্ধান সমিতিৰ মুখপত্ৰত[১] অধ্যাপক দিবাকৰ গোস্বামী আৰু শ্ৰীনাথ চক্ৰৱৰ্তীয়ে পুথিখনৰ মূল শ্লোকৰ আৰম্ভৰ ১৩২ টি ইংৰাজী অনুবাদে সৈতে প্ৰকাশ কৰিছিল। পুথিখনিৰ আন এটি প্ৰতিলিপি কালিৰাম মেধি ডাঙৰীয়াই তৈয়াৰ কৰি ৰাখিছিল, আৰু তাকে আমাক সম্পাদন কৰি প্ৰকাশ কৰিবৰ বাবে দিছিল। আমি 'ৰামধেনু'ৰ সম্পাদক থকা সময়তে একেলগে মূল সংস্কৃত আৰু প্ৰাচীন অসমীয়া অনুবাদ ধাৰাবাহিকৰূপে সেই কাকতত প্ৰকাশ কৰিবলৈ লওঁ। কিন্তু আমি সেই কাকতৰ সম্পাদকৰ দায়িত্ব এৰি দিয়াৰ লগে লগে কাকতখনত হস্তমুক্তাৱলীৰ প্ৰকাশ বন্ধ হয়। 'ৰামধেনু'ত খটকামুখ হস্তৰ বিষয়-লক্ষণ বৰ্ণনাৰ শেষলৈকে মাথোন ছপা হৈছিল।[২] তেতিয়াই এই মূল্যবান সম্পদটিৰ প্ৰতি অসমৰ নৃত্য-ৰসিকসকলৰ অনুৰাগ বাঢ়ি উঠে। কিন্তু আমি এতিয়ালৈকে পুথিখনি ছপা কৰাৰ কোনো দিহা কৰিব পৰা নাছিলোঁ। মাদ্ৰাজৰ মিউজিক একাডেমিৰ পত্ৰিকাৰ সম্পাদক অধ্যাপক ভি. ৰাঘৱনৰ উদ্যোগত সেই কাকতত মূল শ্লোকখিনি এখন বহল পাতনিৰে সৈতে প্ৰকাশিত হয়।[৩] সেই কাকতত প্ৰকাশ হোৱা ৰূপতে গ্ৰন্থখনিৰ সংস্কৃত সংস্কৰণ এটি অলপতে পুথিৰূপে প্ৰকাশ হ'ব।

---

১. *The Journal of Assam Research Society,* Vols. VIII–IX, 1941–43.

২. ৰামধেনু, ৩য় বছৰ, ৭ম সংখ্যা (কাতি, ১৮৭২ শক)–৪ৰ্থ বছৰ ষষ্ঠ সংখ্যা (আহিন, ১৮৭৩ শক)।

৩. *The Journal of the Music Academy, Madras,* Vol. XXIV, 1953–Vol. XXX, 1959.

'বঙলা হৰফত' লিখা, 'দেখাত নতুন' আৰু 'বৰ্ণবিন্যাস থূলমূলভাৱে শুদ্ধ', তাৰিখ নোহোৱা এখন হস্তমুক্তাৱলী পুথি নেপালৰ ৰজাৰ দৰবাৰ গ্ৰন্থাগাৰত আৱিষ্কৃত হয়। এই পুথিৰ বিৱৰণ মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে তেওঁৰ কেটেলগত[1] দিছে। পুথিখনৰ শেষ শ্লোকৰ সংখ্যা হ'ল ৯৫৫, আৰু তাতেই "ইতি শুভঙ্কৰবিৰচিতা হস্তমুক্তাৱলী সমাপ্তা" বুলি পুষ্পিকা দিয়া হৈছে। কিন্তু এই পুথিৰ শেষৰ শাৰীটো হ'ল "সৰ্বলোকানুৰাগশ্চ নৃপচিত্তে সদা স্থিতিঃ।"; আৰু ই আমাৰ পুথিৰ ৯০২-সংখ্যক শ্লোকৰ শেষ মাত্ৰ। মহামহোপাধ্যায় শাস্ত্ৰীয়ে পুথিখনৰ যি অলপমান উদ্ধৃতি দিছে, তাৰপৰাই অনুমান হয়, সত্ৰৰ পুথিৰ লগত মিলালে তাত বহুতোবোৰ পাঠান্তৰ ওলাব।

নেপালৰ দৰবাৰ গ্ৰন্থাগাৰত হস্ত-মুক্তাৱলী-সাৰ-সমুদ্ধৃতিকা নামে ৭৯৫ নেৱাৰী ছনত (১৬৭৫ খ্ৰীষ্টাব্দ) ঘনশ্যাম বোলা এজনে লিখা হস্তমুক্তাৱলীৰ টীকা এখনি পোৱা হৈছে। এই টীকা লিখা হৈছিল নেপালৰ ৰজা জগজ্জ্যোতিৰ্মল্লৰ (১৬১৭-৩৩ খ্ৰীষ্টাব্দ) জীয়েকৰ পুতেক অনন্তৰ পুত্ৰক বিষয়টো বুজাবৰ বাবে। এই পুথিখনিৰ বৰ্ণনাও মহামহোপাধ্যায় শাস্ত্ৰীয়ে তেওঁৰ কেটেলগৰ ২৭২ পৃষ্ঠাত দিছে।

মিথিলাৰ অন্তৰ্গত দাৰভাঙ্গাৰ পণ্ডিত মহামহোপাধ্যায় পৰমেশ্বৰ ঝাৰ হাতত তাৰিখৰ উল্লেখ নথকা, বহুত ভুল থকা আৰু জৰাজীৰ্ণ তালপাতৰ এখন হস্তমুক্তাৱলী পোৱা গৈছে। এই পুথিত অৱশ্যে মৃগশীৰ্ষ হস্তৰ বিষয়-লক্ষণৰ বৰ্ণনাৰ শেষলৈকেহে অৰ্থাৎ আমাৰ পুথিৰ ৬০৩ সংখ্যক শ্লোকলৈহে আছে।[2] দেখা যায় ইয়াত ১২ খন অসংযুত-হস্ত, সকলো সংযুত-হস্ত আৰু নৃত্তহস্তৰ বৰ্ণনা বাদ পৰি গৈছে।

ওপৰৰ কথাৰপৰা দেখা যাব যে এতিয়ালৈকে পাব পৰা পুথিৰ ভিতৰত আউনীআটি সত্ৰৰ পুথিখনিয়েই আটাইতকৈ সম্পূৰ্ণ। এই পুথি যুগুত কৰোঁতে যে কেইবাখনিও পুথিৰ সাহায্য লোৱা হৈছিল তাক ১৭৭-সংখ্যক শ্লোকৰ পাছৰ এই কথাআষাৰৰপৰাই বুজা যায়—কচিৎ পুস্তকে অংসস্থে চলিতৌ পুৰ ইতি পাঠঃ॥

মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ ভি. ৰাঘৱনে মোলৈ লিখা এখন চিঠিত জনাইছে যে তেওঁ কেইবছৰমান আগতে ইউৰোপ ভ্ৰমণ কৰিবলৈ যাওঁতে লণ্ডনৰ

---

১. *A Catalogue of Palm-leaf and Selected Paper Manuscripts belonging to the Durbar Library, Nepal*, Calcutta. 1905, pp. 270–72.

২. Kashi Prasad Jayaswal, *A descriptive Catalogue of Manuscripts in Mithila*, Patna, 1933, pp. 170-f.

*এটা পুথিভঁৰালত হস্তমুক্তাৱলীৰ এটি প্ৰতিলিপি পাই তাৰ এটা মাইক্ৰোফিল্ম নকল* যোগাৰ কৰি আনিছে। মাদ্ৰাজৰ মিউজিক একাডেমিৰপৰা ওলাবলগীয়া হস্তমুক্তাৱলীৰ আমাৰ তাণ্ডৱণৰ আগকথা লিখোঁতে ডক্টৰ ৰাঘৱনে এই পুথিৰপৰা কিছু পাঠান্তৰ সংযোগ কৰাৰ কথা আছে।

অক্সফোৰ্ডৰ বোডলিয়ান লাইব্ৰেৰিত[১] 'হস্তৰত্নাৱলী' নামে এখনি হস্তৰ পুথি পোৱা গৈছে। পুথিখনি অসমীয়া-বঙলা হৰফত লিখা। তাৰে এটা ফটোষ্টেট্ নকল অন্ধ্ৰ প্ৰদেশৰ এন্. এছ্. কৃষ্ণমূৰ্তিয়ে সংগ্ৰহ কৰি আমালৈ পঠাইছিল। ইয়াত গ্ৰন্থকাৰৰ নাম শ্ৰীৰাঘৱৰায়। গ্ৰন্থখন শুভঙ্কৰৰ হস্তমুক্তাৱলীৰ পুনঃসংযোজন মাত্ৰ। গ্ৰন্থখনৰ বিষয়-বস্তুৰ পৰিসৰ এইদৰে নিৰূপণ কৰা হৈছে,—

শ্ৰীহস্তমুক্তাৱলিকৃৎপ্ৰবন্ধে ভূয়ো যদুক্তান্ বিষয়ান্ ববন্ধ।
শ্ৰীৰাঘৱঃ ক্ষোণিপতিস্তদেতাং শ্ৰীহস্তৰত্নাৱলীমাতনোতি॥

ৰাঘৱৰায় শুভঙ্কৰৰপৰা আঁতৰি যোৱা নাই। তেওঁ পোনতে হস্তমুক্তাৱলীৰ সকলো হস্তৰ নাম আৰু অসংযুত আৰু সংযুত হস্তৰ লক্ষণ প্ৰায় শুভঙ্কৰৰ উদ্ধৃতিৰে দি গৈছে। তাৰ পিছতে তেওঁৰ প্ৰকৃত কাম আৰম্ভ হৈছে; তেওঁ হস্তৰ বিষয় অনুসৰি হস্তৰ বিনিয়োগ দেখুৱাইছে। তেওঁ বিষয়ৰ সংখ্যা মুঠ ৪০৫টা বুলি নিৰূপণ কৰিছে (পঞ্চাধিকা বিনিৰ্দিষ্টা বিষয়াণাংচতুঃশতী) তেওঁ সেই বিষয় অনুসৰি হস্ত-মুক্তাৱলীৰপৰা বিষয়-লক্ষণৰ বৰ্ণনা টুকি টুকি আমাক দিছে। দুখৰ বিষয় অক্সফোৰ্ডৰ পাণ্ডুলিপিখন খণ্ডিত; ১২৬-সংখ্যক বিষয়তে সি শেষ হৈছে। সন্দেহ নাই যে ৰাঘৱৰায়ৰ অপূৰ্ব্ব আলোচনা-পদ্ধতিয়ে তেওঁৰ গ্ৰন্থখন সকলো নৃত্যশিল্পীৰ বাবে সহজভাৱে কামত লগাব পৰা কৰি তুলিলেহেঁতেন। ৰাঘৱৰায়ৰ ৪০৫টা বিষয়ৰ কেইটামানৰ নাম ক'লেই পাঠকে তেওঁৰ পদ্ধতি বুজিব পাৰিব—দেৱতা, বিষ্ণুৰ দশাৱতাৰ, স্বৰ্বেশ্যা, অৱতাৰ, অগ্নিসমূহ, কামদেৱ, চন্দ্ৰ আৰু সূৰ্য্য, ৰাহু, তাৰা।

## হস্তমুক্তাৱলীৰ গুৰুত্ব

হস্তমুক্তাৱলী হ'ল হস্ত-কৰ্মৰ পুথি। ইয়াত শৰীৰৰ অন্য অঙ্গ, প্ৰত্যঙ্গ বা উপাঙ্গৰ বৰ্ণনা নাই। এই শাস্ত্ৰৰ এটি মূল হ'ল ভৰত মুনিৰ নাট্যশাস্ত্ৰ। পুথিখনিৰ দুঠাইত ভৰতৰ উল্লেখ পোৱা যায়,—

---

১. Bodleian Library, Oxford, H. H. Wilson Collection, No. 234 (Aufrecht, Oxford Cat., pp. 101-02).

ৰতৌ নিগদিতা তৰ্হি ভৰতেন ৰসাৱহা॥ ২৬৯

যত্ৰ যা যা ময়া প্ৰোক্তাস্তা প্ৰোক্তা ভৰতাদিভিঃ॥ ৫৩৯

অন্য সঙ্গীতশাস্ত্ৰকাৰৰ বা কোনো সঙ্গীতশাস্ত্ৰৰ নাম পুথিখনিত ক'তো নাই। অৱশ্যে শুভঙ্কৰে ঠায়ে ঠায়ে বহলভাৱে আনসকলৰ মতো উল্লেখ কৰিছে।—

নিষধো নাম হস্তোঽয়ং তদা স্যাৎ কৱিসম্মতঃ॥ ৬৯

স্বস্তিকো হস্তঃ কথিতো হস্তকোৱিদৈঃ॥ ৭৩

প্ৰোক্তং নাট্য-বিশাৰদৈঃ॥ ১৮৫

ভৱেৎ প্ৰবীণসম্মতঃ॥ ৩৩৩

নৃত্যবিদগ্ধৈৰভিধীয়তে॥ ৩৬৫

ইতি সৰ্বস্য সম্মতাঃ॥ ৪৮২

পুথিখন লিখাৰ আগতে সকলো সঙ্গীতশাস্ত্ৰ আলোচনা কৰিছিল বুলিও শুভঙ্কৰে দাবী কৰিছে—

যত্নাৎ সঙ্গীতশাস্ত্ৰাণি ৱিলোক্য নিখিলান্যপি।

ৰচিতা ভাৰতীমেতামাদ্ৰিয়ন্তু বিচক্ষণাঃ॥ ৯১১

ভালেমান ঠাইত তেওঁ আন লেখকৰ ওপৰত নিৰ্ভৰ কৰিলেও নিজৰ মত প্ৰতিপন্ন কৰিবৰ বাবে বিশেষ যত্ন কৰা দেখা যায়—

মকৰঃ শুভঙ্কৰৰসাৱহঃ॥ ৮৪

কথিতৌ শুভঙ্কৰকৰৈঃ প্ৰিয়ৌ॥ ১১৩

অনেক থলত তেওঁ নিজৰ স্বতন্ত্ৰ ব্যাখ্যা দি গৈছে। নাট্যশাস্ত্ৰৰ চৰম নেতা ভৰত মুনিৰপৰাও তেওঁ সাহসেৰে আঁতৰি গৈছে। তেওঁৰ সেই আত্মপ্ৰত্যয় আছে, যাৰ বলত তেওঁ নিজৰ কথা এইদৰে ক'ব পাৰিছে,—

ধীৰক্ষুৰ্গুণসিন্ধুদুৰ্ধৰতৰোদগাঢ়াৰঢ়স্ফুৰ-

জ্জ্যোতিৰ্নৰ্তকনৰ্তকীভিৰ্ৱিলস্য সঙ্গীতৱিদ্যোৎসুকঃ॥

আৰু নিজৰ পুথিৰ বিষয়ে ক'ব পাৰিছে,—

সদ্বৰ্ণোজ্জ্বলৰূপিণী গুণযুতা বৈদগ্ধ্যচিত্ৰান্বিতা।

নানাভাৱৰসান্বিতা ৰসকৰী সীমন্তিনী ৰূপৰা॥

আগতে কোৱা হৈছে আউনীআটি সত্ৰৰ পুথি অনুসৰি হস্তমুক্তাৱলীত ৯১৬টা শ্লোক আছে। ইয়াৰ প্ৰায় সকলোখিনি অনুষ্টুভ ছন্দত ৰচিত। পুথিখনৰ অধ্যায়-বিভাগ নিৰ্দেশ কৰা হোৱা নাই। কিন্তু তাৰ বিষয়-বস্তু সুসংবদ্ধভাৱে আৰু বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে।

বিষয়-বস্তু-বিস্তাৰৰ ক্ৰম এনে ঃ মঙ্গলাচৰণ আৰু বিষয়-বস্তুৰ নিৰ্দেশ (শ্লোক ১-১১); হস্তসমূহৰ অসংযুত, সংযুত আৰু নৃত্ত-হস্ত, এই তিনিভাগে বিভাজন (শ্লোক ১২-১৪); ৩০খন অসংযুত হস্তৰ নাম (শ্লোক ১৫-১৯); ১৪খন সংযুতহস্তৰ নাম (শ্লোক ২০-২২); ২৭খন নৃত্তহস্তৰ নাম (শ্লোক ২৩-২৯); ৩০ খন অসংযুত হস্তৰ লক্ষণ (৩০-৬৩); ১৪খন সংযুত হস্তৰ লক্ষণ (শ্লোক ৬৪-৭৯); অসংযুত হস্তবোৰৰ বিষয় আৰু বিষয়-লক্ষণ (শ্লোক ৮০-৭৩৬); সংযুত হস্তবোৰৰ বিষয় আৰু বিষয়-লক্ষণ (শ্লোক ৭৩৭-৮৫৮); নৃত্তহস্তবোৰৰ নামৰ পুনৰুল্লেখ (শ্লোক ৮৫৯-৮৬৬); নৃত্তহস্ত বুজাবলৈ সংযুক্ত হস্তৰ প্ৰয়োগ (শ্লোক ৮৬৭-৮৯৪); হস্তসমূহৰ বিষয়ে জানিবলগীয়া যৎকিঞ্চিৎ আৰু উপসংহাৰ (৮৯৫-৯১৬)।

শুভঙ্কৰে তেওঁৰ দ্বিতীয় কৃতি সঙ্গীত-দামোদৰৰ কেইবাঠাইতো তেওঁৰ প্ৰথম ৰচনা হস্তমুক্তাৱলীৰ উল্লেখ কৰিছে। তলত সেই উল্লেখবোৰ উদ্ধাৰ কৰি দিয়া হ'ল,—

এতেষাং সৰ্বেষাং হস্তকানাং ৱিষয়লক্ষণাণি····। অতোমৎকৃৎহস্তমুক্তাৱল্যাং সকলানি ৱিশেষতো বোদ্ধৱ্যানি বুদ্ধিমদ্ভিৰিতি। (চতুৰ্থ স্তবক)

তৎ সৰ্বং মমৈৱ হস্তমুক্তাৱল্যাং ৱৰ্ত্ততে, তত্ৰৈৱানুসন্ধেয়ং যুক্তিমদ্ভিৰিতি। (চতুৰ্থ স্তবক)।

খটিকাপুণ্যানি সিদ্ধ্যৰ্থং খটিকাদয়ঃ।
হস্তমুক্তাৱলীকৰ্ত্তুৰিয়ং কৱিমুদে কৃতিঃ॥ (পঞ্চম স্তবক)
সঙ্গীতদামোদৰহস্তমুক্তাৱলীসুধাসেৱনমেৱ শেৱধিঃ।
সঙ্গীতশাস্ত্ৰৈৰ্গদিতৈঃ কিমন্যৈৰ্যত্ৰাধিযুক্তেক্ষুপুলাকসিক্থৈঃ॥ (পঞ্চম স্তবক)

### শুভঙ্কৰ কবিৰ সঙ্গীত-দামোদৰ

অলপতে কলিকতা সংস্কৃত কলেজৰ গৱেষণা গ্ৰন্থাৱলীৰপৰা 'সঙ্গীত-দামোদৰ'খন ছপা হৈ ওলাইছে।[১] ইয়াৰ আগতে সেই পুথিৰ কোনো সংস্কৰণ ওলোৱা আমাৰ চকুত নপৰে। মাদ্ৰাজৰ মিউজিক্ একাডেমিৰ পত্ৰিকাত আৰু কলিকতাৰ 'প্ৰবাসী' কাকতত বিভিন্ন লেখকৰ এই গ্ৰন্থ-বিষয়ক প্ৰবন্ধ প্ৰকাশ পাইছিল। ফৰাচী প্ৰাচ্যতত্ত্ববিদ আৰু সঙ্গীততত্ত্ববিদ Alain Danielou-এ পেৰিছৰ ৰাষ্ট্ৰীয় গ্ৰন্থাগাৰত থকা পুথি (৬৭টা পাত, তাৰিখ ১৬৪৪ শক; মৈথিলী হৰফত লিখিত) আৰু লণ্ডনৰ ইণ্ডিয়া অফিচত সংৰক্ষিত পুথি (৫২টা পাত, ১৬৪৩ শক) দুখন মিলাই ছপাবৰ

১. *Sangita-damodarah* of Subhankara, ed. by Gaurinath Sastri and Govindagopal Mukhopadhyaya, Calcutta Sanskrit College Series, No. XI, Calcutta, 1960.

কাৰণে এটি পাঠ ঠিক কৰি থৈছে। সংস্কৃত কলেজৰ সংস্কৰণটি এই দুখন পুথিৰ পাঠ আৰু কলেজৰ পুথিভঁৰালত থকা দুখন পুথিৰ পাঠ মিলাই সম্পূৰ্ণ কৰা হৈছে। ১২১টা পাতৰ এখন সঙ্গীত-দামোদৰ পুথি কৃষ্ণনগৰৰ গ্ৰন্থাগাৰত আছিল। পিছত তাক কলিকতাৰ এছিয়াটিক্ ছোচাইটিৰ গ্ৰন্থাগাৰলৈ নিয়া হয়; তাৰ পিছত আৰু সেই পুথিৰ বিষয়ে একো জনা নাযায়। অসমত এই পুথিৰ কোনো নকল এতিয়ালৈকে আৱিষ্কাৰ হোৱাৰ সম্বাদ আমি পোৱা নাই।

সঙ্গীত-দামোদৰ পাঁচটি স্তবকত সম্পূৰ্ণ কৰা হৈছে। প্ৰথম স্তবকত ভাৱ, হাৱ, অনুভাৱ, বিভাৱ, অভিসাৰিকাৰ গমনকাল, নায়ক-নায়িকাৰ অনঙ্গ-দশা আৰু দূতীৰ বৰ্ণনা দিয়া হৈছে। দ্বিতীয় স্তবকত নায়িকাৰ বহল বিশ্লেষণ, সখী আৰু নায়কৰ কথা কৈ নাদৰ কথা আৰু গীতৰ অঙ্গবিভাগ দিয়া হৈছে। তৃতীয় স্তবকৰ বিষয়-বস্তু হ'ল স্বৰ, গমক, গণ, মূৰ্চ্ছনা, বৰ্গ, তাল, গ্ৰাম, ৰাগ আৰু তাল; এই স্তবকতে বহুতো ৰাগৰ লক্ষণ বা ৰূপ দিয়া হৈছে। চতুৰ্থ স্তবকৰ আলোচ্য বিষয় হ'ল শ্ৰুতি, নায়কৰ সচিব, কলা, তত শুষিৰ আনদ্ধ আৰু ঘনৰূপে বাদ্য-বিভাগ, মাত্ৰা, অঙ্গ হাৰ, নৃত্ত আৰু নৃত্যৰ বিভিন্ন অঙ্গ, নাট্য, ৰঙ্গবিন্যাস, জৰ্জ্জৰ-পূজা, পূৰ্ব্ব-ৰঙ্গ আদি, বৃত্তি, ভাষাবিভাগ, বিভাষা, ৰূপকৰ প্ৰকাৰ-ভেদ। পঞ্চম স্তবকত আলোচনা কৰা হৈছে গায়ন-দোষ, গীতৰ লয়, ৰস-বিভাগ।

অধ্যাপক Danielou-এ সঙ্গীত-দামোদৰৰ বিষয়ে লিখিছে, "এইটো নিশ্চিত কথা যে বৰ্ত্তমানে সকলো ঠাইতে প্ৰচলিত উত্তৰ-ভাৰতৰ সঙ্গীতৰ প্ৰাচ্য শাখাৰ পদ্ধতি ইয়াত বৰ্ণিত হৈছে। সঙ্গীত-ৰত্নাকৰৰ পিছত ৰচিত সঙ্গীতশাস্ত্ৰবোৰৰ ভিতৰত সঙ্গীত-দামোদৰেই সকলোতকৈ গুৰুত্বপূৰ্ণ আৰু সৰাতো বিস্তৃত গ্ৰন্থ যেন লাগে। ই সঙ্গীততত্ত্বৰ আৰু সঙ্গীত-পদ্ধতিৰ বিভিন্ন দিশৰ বিস্তৃত আৰু দীঘলীয়া বৰ্ণনা দিছে। অলপ দিনলৈকে ই ভাৰতৰ পূব অংশত অবিসম্বাদিত প্ৰামাণ্য গ্ৰন্থ-ৰূপে আছিল আৰু এনে লাগে যেন ইয়াত বৰ্ণিত সঙ্গীত-পদ্ধতি আমাৰ সময়ৰ আগলৈকে বাহাল আছিল।" শুভঙ্কৰে সঙ্গীত-দামোদৰত তেওঁৰ আগৰ অনেক সঙ্গীত আৰু নাট্য-শাস্ত্ৰৰ উল্লেখ কৰিছে। তাৰ ভিতৰত প্ৰধান হ'ল দশৰূপ, নাট্যদৰ্পণ, সঙ্গীত-চূড়ামণি, ৰত্নকোশ, সঙ্গীত-ৰত্নাকৰ আৰু নাট্যলোচন। এই গ্ৰন্থত উল্লিখিত গ্ৰন্থকাৰসকলৰ ভিতৰত ভৰত, নাৰদ, বাৎসায়ন, কালিদাস আৰু উজ্জ্বলদত্ত প্ৰধান।

**শুভঙ্কৰৰ পৰিচয়**

শুভঙ্কৰৰ পৰিচয়, স্থান আৰু কাল সম্পৰ্কে নিশ্চিতকৈ এতিয়াও একো ক'ব

পৰা হোৱা নাই। অসম, বঙ্গ আৰু মিথিলাৰ লেখকসকলে তেওঁক নিজৰ নিজৰ ৰাজ্যৰ সম্পত্তিৰূপে দাবী কৰি আহিছে। হস্তমুক্তাৱলীৰ ৯১২শ শ্লোকত শুভঙ্কৰে 'কুষিণৰ-মহত্তৰ'সকলক তেওঁৰ গ্ৰন্থখনি আদৰ কৰিবলৈ এটি মিনতি জনাইছে,—

যে যে হস্তকশাস্ত্ৰজ্ঞাঃ কুষিণৰমহত্তৰাঃ।
তেঽনুগৃহ্ণন্তু পৰয়া মুদা মন্তাৰতীমিমাম্॥

ইয়াত 'কুষিণৰ' শব্দটোৰ পৰিবৰ্ত্তে 'কুশীলব' পাঠ গ্ৰহণ কৰিবৰ বাবে এটা প্ৰবৃত্তি ওপজে। কিন্তু পুৰণি অসমীয়া অনুবাদখনিত 'কুষিণৰ-মহত্তৰাঃ' কথাংশটোৰ ৰূপান্তৰ কৰা হৈছে— "কুষিণৰ দেশৰ মহন্তসকল"। সম্ভৱতঃ এইটোৱেই অনুবাদখনিৰ সময়ত সৰ্ব্বজন-গৃহীত অৰ্থ; আৰু সম্ভৱতঃ সেই সময়ত পাব পৰা হস্তমুক্তাৱলীৰ টীকা-ছায়া আদিত এনে অৰ্থই গৃহীত হৈছিল। ইয়াত 'কুষিণৰ' শব্দটোৰ আচল ৰূপ বা ৰূপান্তৰ 'কুশীনাৰা' বুলি ধৰিব পৰা হয়। কুশীনাৰা বা কুশীনগৰ ভগবান বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ স্থান। ইয়াক বৰ্ত্তমান গোৰক্ষপুৰৰ ৩৭ মাইল পূবৰ কাসিয়া নামৰ গাঁওখন বুলি[১] চিনাক্ত কৰা হৈছে। সেই স্থানত কিছু প্ৰাচীন ভগ্নাৱশেষো পোৱা গৈছে। ঠাইডোখৰৰ অতি প্ৰাচীন নাম আছিল কুশাৱতী; সি আছিল দক্ষিণ কোশলৰ ৰাজধানী। কাসিয়াৰ বৰ্তমান অৱস্থালৈ চাই তাত নৃত্য-গীতৰ চৰ্চা থকা কলা-কুশলীসকলৰ এখন স্থান আছিল বুলি হঠাতে ভাবিব নোৱাৰি। এই প্ৰসঙ্গত ডক্টৰ সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াই 'মহাপৰিনিৰ্বান-সুত্ত'ৰ এটি ছেদলৈ আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। মহাপৰিনিৰ্ব্বাণৰ আগে আগে যেতিয়া ভগবান বুদ্ধই কুশাৱতীৰ নিচিনা এখন পিছ পৰা ঠাইলৈ খোজ লয়, তেওঁৰ পৰমানুৰক্ত আনন্দই সন্দিহান হৈ প্ৰশ্ন কৰিলে। বুদ্ধদেৱে তেতিয়া ক'লে, মল্লসকলৰ ৰাজধানী কুশাৱতীক এসময়ত দিনে-ৰাতিয়ে দহপ্ৰকাৰ শব্দই ধ্বনিত-প্ৰতিধ্বনিত কৰি ৰাখিছিল।—

'কুসাৱতী আনন্দ! ৰাজঢানী দসহি সদ্দেহি অৱিত্তা অহোসি দিবা চেব ৰত্তি চ। সেয্যথিদং—হত্থিসদ্দেন, অস্‌সসদ্দেন, ৰথসদ্দেন, ভেৰিসদ্দেন, মুদিঙ্গসদ্দেন, বিণাসদ্দেন, গীতসদ্দেন, সঙ্খসদ্দেন, সম্মসদ্দেন, অস্নাথ পিবথ খাদথাতি দসমেন সদ্দেন।"

আমি মাত্ৰ অনুমান কৰিব পাৰোঁ, ভগবান বুদ্ধৰ দিনত দহপ্ৰকাৰ সঙ্গীতময় আৰু অসঙ্গীতময় ধ্বনিৰে ভৰা কুশাৱতী বা কুশীনাৰাত শুভঙ্কৰ কবিৰ দিনত আকৌ নানাজন সঙ্গীতপটু লোকৰ উদ্ভৱ হৈছিল। যুক্ত-প্ৰদেশৰ পূবভাগৰ এই ঠাইতে হয়তো শুভঙ্কৰৰ জন্ম হৈছিল। ই অৱশ্যে অনুমানৰহে কথা।

---

১. *N. L. Dey, The geographical Dictionacy of Ancient and Mediaeval India*, London, 1927, pp. 111-ff.

শুভঙ্কৰৰ স্থান সম্পৰ্কত এটি সৰু কথা আমি মন কৰিব পাৰোঁ।— সেয়ে হ'ল 'কিৰাত' (শ্লোক ৩৪৮) শব্দটোৰ উপৰিও জাতিবাচক 'কোচ' (শ্লোক ৫১৮) শব্দৰ উল্লেখ। (অনুবাদ 'কিৰাত' শব্দৰ অৰ্থ কৰা হৈছে 'কছাৰী' বুলি।) ইয়াৰপৰা অন্ততঃ এইটো অনুমান কৰিব পাৰি যে শুভঙ্কৰ পূব ভাৰতৰ লোক। লগতে এইটোও ভাবিব পাৰিনেকি যে কমতাক কেন্দ্ৰ কৰি কোচ ৰাজশক্তিৰ অভ্যুদয়ৰ সময়তে শুভঙ্কৰ জীয়াই আছিল? এই প্ৰসঙ্গত আৰু এটা কথালৈ আঙুলিয়াই দিব পাৰোঁ যে জ্যোতিৰীশ্বৰ কবিশেখৰৰ মৈথিলী গদ্যত লিখা 'বৰ্ণৰত্নাক'ৰ পুথিৰ পঞ্চম কল্লোলত[১] মৃগয়াৰ প্ৰশস্ত ঠাই অৰণ্যবোৰত বাস কৰা জনজাতিবোৰৰ নাম এইদৰে দিয়া হৈছে—

> "কোচ কিৰাত কোল্‌হ ভিল ষস পুলিন্দ সবৰ ছৈৰঙ্গ মেজ গোণ্ঠ বোট নেট পহলিয়া পোধ দীতবাৰ সাগৰ বান্তৰ প্ৰভৃতি অনেক জে ম্লেচ্ছ জাতি তাক নিবাসস্থান।"

হস্তমুক্তাৱলীত কবিয়ে নিজতে 'কবি-চক্ৰবৰ্ত্তি-পদবী-সঙ্গেন সঙ্গীতবিৎ' উপাধি প্ৰয়োগ কৰিছে। এই কথাৰ অসমীয়া অনুবাদ কৰা হৈছে এইদৰে— কবি চক্ৰৱৰ্তীৰ সঙ্গত থাকি যি সঙ্গীতবিদ হৈছে। অসমৰ কোনো লেখকে এই কবি-চক্ৰৱৰ্তী শব্দই ৰুদ্ৰসিংহ (১৬৯৪-১৭১৪) আৰু শিৱসিংহ (১৭১৪-৪৪) স্বৰ্গদেৱৰ সভাকবি ৰামনাৰায়ণ কবিৰাজ চক্ৰৱৰ্তীক বুজাইছে বুলি ভাবিবৰ অৱকাশ পাইছে। কিন্তু পুৰণি অসমীয়া অনুবাদখনিৰ এই ভাঙনি আৰু নতুন লেখকসকলৰ এই মত গ্ৰহণীয় নহয়। মন কৰিবলগীয়া যে সঙ্গীত-দামোদৰতো শুভঙ্কৰে নিজৰ বিষয়ত একে ধৰণেৰে এটি বিশেষণ প্ৰয়োগ কৰিছে—খ্যাতো যঃ কবি-চক্ৰবৰ্ত্তি-পদতো। ইয়াৰপৰা বুজা যায় যে কবি-চক্ৰবৰ্ত্তী শুভঙ্কৰৰ ঈপ্সিত বা প্ৰাপ্ত এটি পদবী।

আউনীআটি সত্ৰৰ পুথিখনি উদ্ধাৰ হোৱাৰ পাছৰপৰা শুভঙ্কৰক অসমৰ লোক বুলি দাবী কৰি অহা হৈছে।[২] শ্ৰীশ্ৰীআউনীআটীয় সত্ৰাধিকাৰ প্ৰভুৱে এখন পত্ৰত লিখিছে যে হস্তমুক্তাৱলীক নিজৰ সত্ৰৰ এক আছুতীয়া সম্পত্তি বুলি ভাবি অহা হৈছে। কিন্তু আমি এতিয়াই দেখা পাম যে শুভঙ্কৰ কবি অসমত সত্ৰ-প্ৰতিষ্ঠাৰ

---

১. ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়: "The Varṇa-ratnākara of Jyotirīśvara Kaviśekharācā-rya', *Proceedings of the Fourth Oriental Conference*, Allahabad, Vol. II, p. 568

২. মহাপৰিনিব্বানসূত্ত, ২০৬।

বহুত আগৰ লোক। দ্বিতীয়তে, হস্তমুক্তাৱলীৰ মঙ্গলাচৰণত সত্ৰীয়া নিয়মেৰে শ্ৰীকৃষ্ণক নমস্কাৰ নজনাই ভগৱান শিৱকহে অভিবাদন জনোৱা হৈছে। তদুপৰি, আমাৰ সত্ৰসমূহত হস্তমুক্তাৱলীৰ প্ৰয়োগ বিৰল বা শূন্য বুলিয়েই ক'ব পাৰি। অৱশ্যে এইটো বোধ হয় সম্ভৱ যে হস্তমুক্তাৱলীৰ অসমীয়া অনুবাদটি সত্ৰীয়া বা অসত্ৰীয়া ব্যাহ গোৱা ওজা-পালিৰ ব্যৱহাৰৰ কাৰণেই প্ৰস্তুত হৈছে।

কোনো কোনো লেখকে শুভঙ্কৰ কবিক মিথিলাৰ সঙ্গীত-বিশাৰদ নৃপতি শুভঙ্কৰ ঠাকুৰ (১৫৮৩-১৬১৯) বুলি বিবেচনা কৰিছে। বিশেষকৈ মিথিলাৰ আধুনিক পণ্ডিতসকলে শুভঙ্কৰ কবি বা এই মহাৰাজ শুভঙ্কৰ ঠাকুৰকে জ্যোতিষ শাস্ত্ৰ তিথি-নিৰ্ণয় আৰু সঙ্গীত-দামোদৰৰ গ্ৰন্থকাৰ বুলি ধৰিছে।[১] মহাৰাজ শুভঙ্কৰ ঠাকুৰৰ পিতৃৰ নাম গোপাল বা মহেশ ঠাকুৰ। কিন্তু শুভঙ্কৰ কবিয়ে সঙ্গীত-দামোদৰত দিয়া বংশ-লতাত এই নাম পোৱা নাযায়। গতিকে হস্তমুক্তাৱলী আৰু সঙ্গীত-দামোদৰৰ কবি শুভঙ্কৰ আৰু মহাৰাজ শুভঙ্কৰ ঠাকুৰ একেজন মানুহ হ'ব নোৱাৰে।

শুভঙ্কৰে সঙ্গীত-দামোদৰত তেওঁৰ আজোককাক নাৰায়ণৰপৰা নিজৰ চাৰিজন পুত্ৰলৈকে বংশলতা আঁকিছে এইদৰে,—

নাৰায়ণানিৰুদ্ধ-শ্ৰীধৰ-কুল-সিন্ধু-কুমুদিনী-বন্ধুঃ।
দোষাকৰ-তাৰক্কোনঙ্কঃ স শুভঙ্কৰো জয়তি॥
শ্ৰীদেৱকীনন্দন-ৰাজশেখৰৌ সুসেন-দামোদৰকৌ সহোদৰৌ।
এবাং মদীয়াঙ্গ-ভুৱাঞ্চতুৰ্ণাং কৃতে কৃতিং ৱিত্তৰসেন পূৰ্ণাম্॥
অপুনৰ্ভৱ এৱাস্তু ভৱশ্চেদিতি জাগ্ৰতু।
লাহাড়ীয়কুলে জন্ম কৱিতা হৰিভক্তয়ঃ।

ইয়াত 'লাহাড়ীয়কুলে জন্ম' কথাটোৰ ওপৰতে ঘাইকৈ নিৰ্ভৰ কৰি এজন বঙালী লেখকে[৩] বঙ্গদেশৰ কোনো বাৰেন্দ্ৰ শ্ৰেণীৰ লাহিড়ী নামৰ ব্ৰাহ্মণ বংশত হস্তমুক্তাৱলী আৰু সঙ্গীত-দামোদৰৰ লেখক শুভঙ্কৰৰ জন্ম হৈছিল বুলি ক'বলৈ

---

১. K. L. Barua, *Early History of Kamarupa*, Shillong, 1935, p. 326; B. K. Barua: 'A short note on Sri Hastamuktavali', *Journal of the Assam Research Society*, Gauhati, Vol.. VIII, pp. 71-ff.

২. পণ্ডিত পৰমেশ্বৰ ঝা, *মিথিলাতত্ত্বৱিমৰ্শা*; S. N. Sinha, *History of Tirhut*, 1922, p. 172; Jayakanta Mishra, *A History of Maithili Litrerature*, Allahabad, 1949, pp. 34-ff.

২. দীনেশচন্দ্ৰ ভট্টাচাৰ্য, সঙ্গীত-দামোদৰ (বঙ্গালীর রচিত চিরলুপ্ত গ্ৰন্থ), প্ৰবাসী, ২য় খণ্ড, কাৰ্ত্তিক-চৈত্ৰ, ১৩৫৪ সন, পৃষ্ঠা ৩৮।

বিচাৰিছে। উক্ত লেখকজনে এই মৰ্মে কুলপঞ্জীও বাহিৰ কৰিছে। কিন্তু কুলপঞ্জীৰ কথাৰ ওপৰত নিৰ্ভৰ কৰা সদায় নিৰাপদ নহয়।

সঙ্গিত-শাস্ত্ৰকাৰ আৰু এজন শুভঙ্কৰৰ নাম পোৱা গৈছে। এছিয়াটিক ছোচাইটিৰ সংস্কৃত ভাষাৰ পুথিৰ ভিতৰত সঙ্গান-সাগৰ নামৰ এখনি সঙ্গীতশাস্ত্ৰৰ পুথিৰ দুটা নকল পোৱা গৈছে। এই পুথিৰ পুষ্পিকাত আছে— সপ্তম-চক্ৰৱৰ্ত্তী-শ্ৰীমজ্জয়চ্চন্দ্ৰদেৱ-সভানন্দ-কবি-বাল-সৰস্বতী-শ্ৰীশুভঙ্কৰ-বিৰচিতে সংগানসাগৰে ......।[২]

এই উল্লেখৰ সপ্তম-চক্ৰৱৰ্ত্তী জয়চ্চন্দ্ৰদেৱ কোন আৰু তেওঁৰ সভাকবি বালসৰস্বতী শুভঙ্কৰক হস্তমুক্তাৱলী আৰু সঙ্গীত-দামোদৰৰ গ্ৰন্থকাৰৰ লগত একে বুলি ভাবিব পাৰিনেকি, ক'ব নোৱাৰি।

সঙ্গান-সাগৰ পুথিখন খণ্ডিত; তাৰ দুয়োটা নকলৰে বহুতবোৰ পাত নাই। শাস্ত্ৰখনৰ নৰ্তন অধ্যায় আৰম্ভ হৈছে এইদৰে,—

পূৰ্ব্বং যেন কৃতং স্বয়ং ভগৱতা নৃত্যং ৰবং তাণ্ডবং
গৌৰী প্ৰীতিকৰং হৰেণ সুচিৰং নত্বা তমীশং বিভুম্।
আচাৰ্যং ভৰতং প্ৰণম্য শিৰসা শ্ৰীনন্দিকেশং ততঃ
শ্ৰীমানেষ শুভঙ্কৰো বিতনুতে নৃত্যস্য লক্ষ্মাধুনা॥
মতঙ্গমতমালোক্য পাৰ্থশ্ৰীভোজভূভুজঃ
ততঃ সোমেশ্বৰস্যাপি সুস্পষ্টং লক্ষ্মসংযুতম্।

মন কৰিবলগীয়া হস্তমুক্তাৱলীৰ গ্ৰন্থকাৰেও গ্ৰন্থৰ আৰম্ভতে হৰ-গৌৰীক স্মৰণ কৰিছে। সঙ্গীত-দামোদৰতো ভৰত আৰু মতঙ্গৰ দৰে প্ৰাচীন নাট্যশাস্ত্ৰকাৰসকলক স্মৰণ কৰা হৈছে। অৱশ্যে হস্তমুক্তাৱলীত স্পষ্ট উল্লেখৰূপে ভৰতৰহে নাম পোৱা যায়। এনে সামান্য উল্লেখৰপৰা আমাৰ গ্ৰন্থকাৰক সঙ্গান-সাগৰৰ গ্ৰন্থকাৰৰ লগত একে কৰিবৰ ঠেক পোৱা নাযায়। আনফালে সঙ্গীত-দামোদৰক নন্দিকেশ (অভিনয়-দৰ্পণৰ গ্ৰন্থকাৰ নন্দিকেশ্বৰ), পৰমাৰ নৃপতি ভোজ (১০১০-৫৫) আৰু সোমেশ্বৰৰ (সম্ভৱতঃ মানসোল্লাস বা আভিলষিতাৰ্থ-চিন্তামণিৰ গ্ৰন্থকাৰ চালুক্যৰাজ দ্বিতীয় সোমেশ্বৰ) নামৰ সঙ্গীত-দামোদৰত উল্লেখ হোৱা নাই। মুঠতে, হস্তমুক্তাৱলী আৰু সঙ্গান-সাগৰৰ গ্ৰন্থকাৰ দুজন বুলিয়েই ধৰিব লাগিব।

---

২. H. H. Sastri, A *Descriptive Catalogue of the Sanskrit Manuscripts in the collection of the Asiatic Society*: Vol. XIV, Calcutta, 1955, pp. 38-40, No. 61.

**শুভঙ্কৰৰ কাল**

সঙ্গীত-দামোদৰৰ আৰম্ভণিতে শুভঙ্কৰে কেইবাখনো প্ৰাচীন সঙ্গীতশাস্ত্ৰ আৰু কেইবাজনো সঙ্গীতশাস্ত্ৰকাৰৰ নাম লৈছে—সঙ্গীত-কল্প-বল্লী, সঙ্গীত-শেখৰ, নাট্য-লোচন, সঙ্গীত-কলা-কল্পবৃক্ষ, দশৰূপ, নাট্যদৰ্পণ, ৰত্নকোশ, সঙ্গীত-ৰত্নাকৰ, সঙ্গীত-শাৰদা, মুক্তাৱলী, নাৰদ আৰু ভৰত। Alain Danielou-এ মন্তব্য কৰিছে, "সঙ্গীত-ৰত্নাকৰৰ নাম গ্ৰন্থকাৰে আলোচনা কৰা পুথিৰ তালিকাত এবাৰ মাথোন দেখা যায়। তাৰ গ্ৰন্থকাৰৰ নাম ক'তো দিয়া হোৱা নাই। পুথিখনৰ নামটোৱে শাৰ্ঙ্গদেৱৰ গ্ৰন্থকে সম্ভৱতঃ বুজাইছে; কিন্তু এই বিষয়ে থিৰাংকৈ একো ক'ব নোৱাৰি। এই নামৰ কেইবাখনো গ্ৰন্থ আছে।"

ৰামকৃষ্ণ কবিয়ে লিখিছে, "সঙ্গীত-দামোদৰৰ গ্ৰন্থকাৰ জগদ্ধৰৰ পিছত জীৱিত আছিল আৰু হস্তমুক্তাৱলী ৰচনা কৰিছিল। নেপালৰ ঘনশ্যামে এই হস্তমুক্তাৱলীৰ এখন টীকা ৰচনা কৰে। (শুভঙ্কৰে) দুখন নাট্যলোচন (অভিনৱ আৰু ত্ৰিলোচনৰ), দুখন নাট্যদৰ্পণ (গুণচন্দ্ৰৰ আৰু কোনোবা এজন নিনাও লেখকৰ), নটোৰগী, শাৰদা (শাৰদা-তনয়), সঙ্গীত-চূড়ামণি (সাগৰনন্দী), তুম্বুৰু-নাটক, নাগৰ-সৰ্ব্বস্ব (পদ্মশ্ৰী), ধূৰ্ত্তসমাগম (জ্যোতিৰীশ্বৰ) উল্লেখ কৰিছে।[১] এটি পাঠমতে শুভঙ্কৰে সঙ্গীতসৰ্ব্বস্ব নামে শাস্ত্ৰৰ নাম লৈছে আৰু শাস্ত্ৰখনি মৈথিল মহাপণ্ডিত জগদ্ধৰৰ ৰচিত বুলি অনুমান কৰা হৈছে। ৰামকৃষ্ণ কবিৰ মতে জগদ্ধৰ ১৫০০ খ্ৰীষ্টাব্দমানৰ লোক। কাৰণ সঙ্গীত-শেখৰৰ গ্ৰন্থকাৰ এই জগদ্ধৰে সঙ্গীতবল্লী, সঙ্গীত-শেখৰ, ত্ৰিলোচনৰ নাট্য-লোচন আৰু নাট্য-দৰ্পণৰ (গুণচন্দ্ৰৰখন নহয়) উল্লেখ কৰিছে। শুভঙ্কৰে উল্লেখ কৰা মুক্তাৱলী সম্ভৱতঃ দেৱেন্দ্ৰৰ সঙ্গীত-মুক্তাৱলী (আনুমানিক ১৪০০ খ্ৰীষ্টাব্দ)। এই সঙ্গীত-মুক্তাৱলীৰ উল্লেখ ১৩৫০ শক বা ১৪২৮ খ্ৰীষ্টাব্দত লিখিত সঙ্গীত-শিৰোমণিত পোৱা যায়। আনফালে দেৱেন্দ্ৰই চতুৰ্দশ শতিকাৰ দ্বিতীয় ভাগৰ দেৱণভট্টৰ প্ৰামাণ্য উদ্ধাৰ কৰিছে।

শুভঙ্কৰে নাম উল্লেখ কৰা গ্ৰন্থবোৰ ত্ৰয়োদশ শতিকা বা তাৰ আগৰ। শাৰদা বা সঙ্গীত-শাৰদাখন সম্ভৱতঃ শাৰদাতনয়ৰ শাৰদীয় নামৰ গ্ৰন্থখনেই। ইয়াৰ উল্লেখ শাৰদা-তনয়ে নিজে ভাৱপ্ৰকাশত দিছে (১২শ বা ১৩শ শতাব্দ)। মিথিলা বা মগধৰ ৰজা নান্যদেৱে ৰত্নকোশৰ উল্লেখ কৰিছে; নান্যদেৱৰ উল্লেখ আকৌ পোৱা যায়

১. ভৰতকোশ, Introduction, p. xx.

শাৰ্ঙ্গদেৱত। পশ্চিম চালুক্য ৰজাসকলৰ মাজৰ ৰজা জগদেকমল্লই (১৩৩৪-৪৩) লিখা এখন সঙ্গীত-চূড়ামণি আছে। একে নামৰ আৰু এখন শাস্ত্র পোৱা যায় কবি চক্রবর্তী নামে এজন গ্রন্থকাৰৰ। জগদ্ধৰে যিবিলাক শাস্ত্রৰ নাম উল্লেখ কৰিছে, শুভঙ্কৰেও সেইবোৰৰ নাম দিছে।

ধূৰ্তসমাগম নামে এখন প্রহসনৰ নাম সঙ্গীত-দামোদৰত দিয়া হৈছে চতুর্থ স্তবকত, য'ত শুভঙ্কৰে বিবিধ ৰূপক আৰু উপৰূপকৰ উদাহৰণস্বৰূপে দময়ন্তী-সংহাৰ, বালী-বধ, সত্যভামা, মায়াকাপালিক আদি নামবোৰ উদ্ধাৰ কৰিছে। ধূর্ত-সমাগম প্রহসনখন এখন আদি-ৰসাত্মক প্রহসন। এইখনৰ নাট্যকাৰ হ'ল শৃঙ্গাৰতত্ত্বৰ পুথি পঞ্চ-সায়ক আৰু মৈথিলী গদ্যৰ পুথি বর্ণৰত্নাকৰৰ গ্রন্থকাৰ জ্যোতিৰীশ্বৰ কবিশেখৰ। মিথিলাৰ কর্ণাটকী ৰজা হৰিসিংহদেৱৰ (বা হৰসিংহদেৱ) ৰাজত্বৰ কালত প্রহসনখন লিখা হয়। মহামহোপাধ্যায় হৰপ্রসাদ শাস্ত্রী আৰু চি বেণ্ডালৰ মতে এইজন ৰজা মিথিলাৰ ছিমৰাওনৰ শাসনকর্তা আছিল আনুমানিক ১৩২৪ চনত।[১]

পঞ্চসায়কৰ নিচিনা আৰু এখন শৃঙ্গাৰতত্ত্বৰ পুথি নাগৰসৰ্বস্বৰ গ্রন্থকাৰ পদ্মশ্রীজ্ঞানো মিথিলাৰ মানুহ। এই গ্রন্থৰ এখন টীকা ৰচিত হৈছিল ষোড়শ শতিকাৰ শেষ কিম্বা সপ্তদশ শতিকাৰ আৰম্ভণৰ নেপালৰ ৰজা জগজ্জ্যোতির্মল্লদেৱৰ ৰাজত্বত।

মুঠতে, শুভঙ্কৰ কবিৰ সময় চতুৰ্দশ শতিকাৰ প্রথম ভাগতকৈ আগ হ'ব নালাগে। যদি ৰামকৃষ্ণ কবিৰ মত ঠিক হয়, শুভঙ্কৰৰ তাৰিখ ষোড়শ শতিকাৰ প্রথম ভাগৰ আগলৈ নাযায়।

এতিয়া শুভঙ্কৰৰ তাৰিখ কিমান পাছলৈ যাব পাৰে, তাকো চোৱা যাওক। ৰজা ৰাঘৱৰায়ৰ হস্তৰত্নাৱলী পুথিখন হস্তমুক্তাৱলীৰ ওপৰত নিৰ্ভৰ কৰি লিখা। এইজন ৰজা নৱদ্বীপৰ অধিপতি আছিল বুলি জনা গৈছে।[২] 'দ্বিজন্মবংশপ্রসূত' ৰাঘৱৰায়ৰ সম্পৰ্কে সংস্কৃতত ৰচিত নৱদ্বীপৰ ৰাজবংশাৱলী 'ক্ষিতীশবংশাৱলীচৰিত'[৩] আৰু বঙলাত লিখা ৰজা কৃষ্ণচন্দ্রৰ জীৱনীৰপৰা (লণ্ডন, ১৮১১) বহুতখিনি কথা

---

১. *Catalogue of Palm-leaf and Select Paper Manuscripts belonging to the Darbar Library, Nepal,* Calcutta, 1905.

২. দীনেশচন্দ্র ভট্টাচার্য্য, সঙ্গীত-দামোদৰ, প্রবাসী, ২য় খণ্ড, কার্ত্তিক-চৈত্র ১৩৫৪ সাল।

৩. ক্ষিতীশবংশাৱলীচৰিতং, A Chronicle of the Family of Raja Krishnachandra of Navadvipa, Bengal, edited and translated by W. Pertsch, Berlin, 1852.

জানিব পৰা হৈছে। ৰাঘৱৰায় অষ্টাদশ শতিকাৰ আৰম্ভৰ নবদ্বীপৰ ৰজা কৃষ্ণচন্দ্ৰৰায়ৰ প্ৰপিতামহৰ পিতামহ। এই ৰাজবংশটিৰ প্ৰতিষ্ঠাতা কান্যকুব্জৰ ব্ৰাহ্মণ নৃপতি ক্ষিতীশৰ পুত্ৰ ভট্টনাৰায়ণ গৌড়েশ্বৰ আদিসূৰৰ দিনত ৯৯৯ শকত গৌড়ৰাজ্যলৈ আহি কিছু গাঁও কিনি লৈ তাৰ অধিপতি হয়। ৰাঘৱৰায়ে ১৬৩২ খ্ৰীষ্টাব্দলৈ একাৱন্ন বছৰ নবদ্বীপত ৰাজত্ব কৰিছিল। এওঁ 'নিখিলগুণসম্পন্ন প্ৰজাহিতান্বেষী সুপ্ৰসিদ্ধ' ৰজা। দিল্লীশ্বৰৰপৰা ৰাঘৱৰায়ে হস্তীপ্ৰসাদ আৰু মহাৰাজ উপাধি লাভ কৰিছিল। তেওঁ প্ৰতিষ্ঠা কৰা ৰেউই আৰু মাদুৰ্ণা নগৰৰ নাম তেওঁৰ পুত্ৰ ৰুদ্ৰৰায়ৰ দিনত ক্ৰমে কৃষ্ণনগৰ আৰু শ্ৰীনগৰ হয়। নবদ্বীপৰ ৰাজবংশ সাহিত্য-সংস্কৃতিৰ পৃষ্ঠপোষক আছিল। সপ্তদশ শতিকাৰ শেহৰ ফালে ৰাঘৱৰায়ে এই ৰাজ্যতে এই হস্তৰত্নাৱলী ৰচনা কৰে।

সঙ্গীত-সাৰ-সংগ্ৰহ আৰু গীত-চন্দ্ৰোদয় নামৰ দুখন গ্ৰন্থৰ গ্ৰন্থকাৰ বঙ্গদেশৰ ঘনশ্যাম দাস বা নৰহৰি দাসে (সপ্তদশ শতিকাৰ শেষভাগ বা অষ্টাদশ শতিকাৰ প্ৰথম ভাগ) তেওঁৰ দুয়োখন পুথিতে সঙ্গীত-দামোদৰৰ উদ্ধৃতি দিছে।

নেপালৰ ৰজা জগজ্জ্যোতির্মল্লৰ কন্যাৰ পুত্ৰ অনন্তৰ কাৰণে ঘনশ্যাম বোলা এজনে ১৬৭৫ চনত হস্তমুক্তাৱলীৰ টীকা হস্তমুক্তাৱলী-সাৰ-সমুদ্ধৃতিকা ৰচনা কৰে।

পাঁচটা তৰঙ্গত ৰচিত সঙ্গীত-শাস্ত্ৰ ৰাগ-তৰঙ্গিণীত সঙ্গীত-দামোদৰৰপৰা অনেক উদ্ধৃতি দিয়া হৈছে। এই পুথিখন দাৰভাঙ্গাৰ ৰাজপৰিয়ালৰ প্ৰতিষ্ঠাতা মহেশ ঠাকুৰৰ পৰিনাতি মহীনাথৰ ভায়েক নৰপতি ঠাকুৰৰ আজ্ঞাক্ৰমে ১৬৭৫ বা ১৬৮৫ চনত ৰচনা কৰা হৈছিল বুলি বিবেচনা কৰা হয়। এই ৰাগ-তৰঙ্গিণীৰপৰা হৃদয়নাৰায়ণেও (১৬৬৭ চন) উদ্ধৃতি দিয়া দেখা যায়।

সঙ্গীত-দামোদৰ ৰচনা হোৱাৰ পিছতে সি পূব ভাৰতত জনপ্ৰিয় হৈ উঠিছিল বুলি অনুভৱ কৰিব পাৰি। নৰনাৰায়ণ ৰজাৰ ভ্ৰাতৃ আৰু সেনাপতি শুক্লধ্বজ বা চিলাৰায়ে তেওঁৰ গীত-গোবিন্দৰ টীকা সাৰৱতীত সঙ্গীত-দামোদৰৰপৰা মালৱ, গুৰ্জৰী আদি কেইবাটাও ৰাগ-ৰূপ উদ্ধাৰ কৰি দিছে। শুক্লধ্বজৰ আদেশক্ৰমে লিখা ভবানন্দ ঠাকুৰৰ সদৰ্প-কন্দৰ্পতো সঙ্গীত-দামোদৰৰ উল্লেখ আছে। শুক্লধ্বজৰ মৃত্যু হয় ১৫৭১ চনত। গতিকে বুজিব পাৰি ষোড়শ শতিকাৰ আগভাগ বা মাজভাগৰ আগতে সঙ্গীত-দামোদৰ ৰচিত হৈছিল। এইখিনিতে এইটো কথাও উল্লেখ কৰিব পাৰি যে অসমীয়া কবি ৰাম সৰস্বতীয়ে তেওঁৰ গীত-গোবিন্দৰ পদ-ভাঙনিত সঙ্গীত-দামোদৰৰ ৰাগ-ধ্যানৰ কেইটিমানৰপৰা ভাঙনি সন্নিবিষ্ট কৰিছে।

ওপৰৰ আলোচনাৰপৰা আমি ইমানকে ক'ব পাৰোঁ যে সঙ্গীত-দামোদৰ আৰু হস্তমুক্তাৱলী ষোড়শ শতিকাৰ মাজভাগৰ আগতেই ৰচিত হৈছিল।

হস্তমুক্তাৱলীৰ বিষয়-প্ৰস্তাৱ

আমি ইতিমধ্যে সন্নিৱিশ কৰা হস্তমুক্তাৱলীৰ বিশ্লেষণৰপৰা দেখা যাব যে এই গ্ৰন্থত ৩০খন অসংযুত হস্ত, ১৪খন সংযুত হস্ত আৰু ২৭খন নৃত্তহস্তৰ বিশদ বৰ্ণনা আছে। এই বিষয়-বস্তুৰ হস্তমুক্তাৱলীয়েই সৰ্বাতো বহুল গ্ৰন্থ। হস্তলক্ষণ আৰু বিষয়ৰ লক্ষণৰ বিষয়ত শুভঙ্কৰ কবিয়ে নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰৰ আলোচনা কৰিছিল আৰু সিবোৰ বহুত দূৰলৈকে মানি লৈছিল বুলি ক'ব লাগিব। ভৰতৰ নাম এই শাস্ত্ৰত আছে; কিন্তু শাৰ্ঙ্গদেৱৰ বা সঙ্গীত-ৰত্নাকৰৰ নামৰ উল্লেখ ক'তো নাই। শুভঙ্কৰৰ দ্বিতীয় গ্ৰন্থ সঙ্গীত-দামোদৰতহে ৰত্নাকৰৰ সামান্য উল্লেখ পোৱা যায়। শুভঙ্কৰৰ ওপৰত নন্দিকেশ্বৰ বা অভিনয়-দৰ্পণৰ প্ৰত্যক্ষ প্ৰভাৱ পৰা যেন নালাগে।

তলত আমি শুভঙ্কৰৰ হস্ত-লক্ষণ সম্পৰ্কে অলপ তুলনামূলক আলোচনা কৰিছোঁ।[1]

অসংযুত হস্ত

নাট্যশাস্ত্ৰ আৰু ভক্তি-ৰত্নাকৰত একে ২৪খন অংসযুত হস্ত আছে, কিন্তু ভক্তি-ৰত্নাকৰত নিকুঞ্চক নামে এখন অধিকা হস্তৰ বৰ্ণনা দিয়া হৈছে মতান্তৰৰূপে। অভিনয়-দৰ্পণত নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰৰ অসংযুত হস্তৰ ভিতৰত ২৩খন সন্নিৱেশ কৰিছে আৰু উৰ্ণনাভ হস্তখন বাদ দিছে আৰু অৰ্দ্ধপতাক, সিংহমুখ, চন্দ্ৰকলা, ময়ূৰ আৰু ত্ৰিশূল নামে পাঁচখন হস্ত যোগ দি অসংযুত হস্তৰ মুঠ সংখ্যা ২৮ কৰিছে। কিন্তু এই শাস্ত্ৰত আৰু চাৰিখন ওপৰঞ্চি হস্ত আছে—অৰ্দ্ধসূচী, ব্যাঘ্ৰ, কটক আৰু পল্লী।

হস্তমুক্তাৱলীত মুঠ ৩০খন অসংযুত হস্ত আছে; সেয়া হ'ল—নাট্যশাস্ত্ৰ আৰু ভক্তি-ৰত্নাকৰ দুই শাস্ত্ৰতে থকা ২৪খন হস্তৰ উপৰি সিংহাস্য (ইয়াৰ নামান্তৰ অভিনয়-দৰ্পণত সিংহমুখ), কদম্ব, কৃষ্ণসাৰমুখ, ঘ্ৰোণিক, অঙ্কুশ আৰু তন্ত্ৰীমুখ হস্ত। তদুপৰি এই পুথিত ভ্ৰমৰ হস্তৰ এক ওপৰঞ্চি ৰূপান্তৰ দিয়া হৈছে—চলন্মধুকৰ।

---

১. না. শা. = নাট্যশাস্ত্ৰ, এম্. ৰামকৃষ্ণ কবিৰ দ্বাৰা সম্পাদিত, বৰোদা, ১৯৩৪, দ্বিতীয় খণ্ড।
অ. দ. = অভিনয়-দৰ্পণ, অশোকনাথ শাস্ত্ৰীৰ দ্বাৰা সম্পাদিত, কলিকতা, ১৩৪৪ বঙ্গলা সন।
স. ৰ. = সঙ্গীত-ৰত্নাকৰ, এছ্. সুব্ৰহ্মণ্য শাস্ত্ৰীৰ দ্বাৰা সম্পাদিত, মাদ্ৰাজ, চতুৰ্থ খণ্ড।

১. পতাক (পতাকা) : (হ. মু. ৩১, ৮১-২০১; না. শা. ৯.১৮-২৭; অ. দ. ৯৩-৯৯, স. ৰ. ৭. ১০২-০৮) : হাতৰ সকলো আঙুলি একেলগ কৰি পোন কৰি বুঢ়া আঙুলি অলপমান সঙ্কুচিত কৰিব লাগে। কেয়োখন শাস্ত্ৰতে ই একে আকৃতিৰ। কথাকলিত এই হস্তক ত্ৰিপতাক বোলা হয়।

২. পদ্মকোষ (পদুম-কলি) : (হ. মু. ৩২.২০২-১৩; না. শা. ৯.৭৯-৮৩, অ. দ. ১৩৪-৩৭, স. ৰ. ৭.১৪২-৪৩) : হাতখন চিত কৰি, আঙুলিবোৰ আঁতৰা-আঁতৰি কৰি তলুৱাৰ মুখে কিঞ্চিৎ বেঁকা কৰি বৰ্তুলাকাৰ কৰিব লাগে। কেয়োখন শাস্ত্ৰতে এই হাতৰ আকৃতি একে।

৩. হংসাস্য (হাঁহৰ ঠোঁট) : (হ. মু. ৩৩.২১৪-৩৬; না. শা. ৯.১০৪-০৫; অ. দ. ১৫৪-৫৭; স. ৰ. ৭.১৬১-৬৩) : বুঢ়া আঙুলি, তৰ্জনী আৰু মধ্যমাক একেলগ কৰি হাঁহৰ ঠোঁটৰ নিচিনা কৰি অনামিকা আৰু কেঐা আঙুলি মেলি দিব লাগে। নাট্যশাস্ত্ৰ, সঙ্গীত-ৰত্নাকৰ আৰু কথাকলি পদ্ধতিত এই হস্ত একেই; কিন্তু অভিনয়-দৰ্পণত মধ্যমাক তৰ্জনী আৰু বুঢ়া আঙুলিৰে লগ নলগাই অনামিকা আৰু কেঐা আঙুলিৰ দৰে আঁতৰা-আঁতৰিকৈ মেলি দিবলৈ দিয়া হৈছে।

৪. কৰ্ত্তৰীমুখ (কেঁচিৰ পাত) : (হ. মু. ৩৪-৩৫, ২৩৭-৮৪; না. শ. ৯.৩৯-৪১; অ. দ. ১০৫-০৭; স. ৰ. ৭.১১৯-২১) : এই হস্তৰ দুটা ৰূপ বৰ্ণোৱা হৈছে : (১) পতাক হস্তৰ মধ্যমাৰ পিঠি ভাগলৈ তৰ্জনীয়ে মু' কৰা কৰি অনামিকাক কেঁকোৰা কৰিব লাগে। (২) কেঐা আঙুলি, অনামিকা আৰু বুঢ়া আঙুলিৰে তলুৱাৰ ওপৰত মুঠি মাৰিব আৰু বাকী দুটা আঙুলি একেলগে থিয় কৰি মেলিব। ইয়াৰ প্ৰথমবিধ নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰতো আছে; কিন্তু অভিনয়-দৰ্পণত ই সামান্য পৃথক। কথাকালিত পৃথক আন দুবিধ কৰ্ত্তৰীমুখ দেখা যায়।

৫. অলপদ্ম (ফুলা পদুম) : (হ. মু. ৩৬.২৮৫-৯৪, না. শা. ৯.৯১-৯২; অ. দ. ১৪৬-৪৯; স. ৰ. ৭.১৪৭-৫১) : সকলো আঙুলি আঁতৰা-আঁতৰি কৰি গাৰ ফালে ঘূৰাই বৰ্তুলাকাৰ কৰা হয়। নাট্যশাস্ত্ৰত এই হাতক অলপল্লৱ বা অলপদ্মক বোলা হৈছে; সঙ্গীত-ৰত্নাকৰে বুলিছে অলপল্লৱ।

৬. ত্ৰিপতাক (তিনিপতীয়া পতাকা) : (হ. মু. ৩৭.২৯৫-৩৪৫; না. শা. ৯.২৬-৩২; অ. দ. ১০০-০২; স. ৰ. ৭.১০৯-১৬) : পতাক হস্তৰ অনামিকা তলুৱাৰ ফালে ভাঁজ কৰিব। সকলো শাস্ত্ৰতে ই একে। কথাকলিত কিন্তু এই হস্তক পতাকহে

বোলা হয়। অভিনয়-দৰ্পণত (শ্লোক ১০৩-০৪) অৰ্দ্ধপতাক নামে আৰু এখনি হস্ত আছে; সেই হস্তত ত্ৰিপতাকৰ কেঞা আঙুলিটোও ভাঁজ কৰা হয়।

৭. মুষ্টিক (মুঠি) : (হ. মু. ৩৮.৩৪৬-৬; না. শা. ৯.৫৫-৫৬, অ. দ. ১১৬-১৮, স. ৰ. ৭.১২৮-৩০) : চাৰিটা আঙুলি তলুৱাৰ ওপৰত মুঠি কৰি তাৰ ওপৰত বুঢ়া আঙুলিটো ৰাখিব। সঙ্গীত-ৰত্নাকৰমতে বুঢ়া আঙুলি মধ্যমাৰ ওপৰত মাত্ৰ ৰয়। আন কেইখন শাস্ত্ৰৰ মুষ্টিৰে হস্তমুক্তাৱলীৰ মুষ্টিক একে।

৮. শিখৰ (টিং) : (হ. মু. ৩৯.৩৬৮-৭৮; না. শা. ৯.৫৭-৫৮; অ. দ. ১১৮-২১; স. ৰ. ৭.১৩০-৩১) : মুষ্টিক হস্তৰ বুঢ়া আঙুলিটো থিয় কৰি ধৰিব লাগে। আন কেইখন শাস্ত্ৰতো ই একেই; কথাকলিত কিন্তু পৃথক।

৯. অৰ্দ্ধচন্দ্ৰ (কাঁচি জোন) : (হ. মু. ৪০-৪১, ৩৭৯-৯৬; না. শা. ৯.৪৩-৪৫; অ. দ. ১১১-১৩; স. ৰ. ৭.১১৭-১৯) : এই হস্তৰ দুটা ৰূপ দিয়া হৈছে: (১) চাৰিওটা আঙুলি একেলগ কৰি অলপ কেঁকোৰা কৰিব আৰু বুঢ়া আঙুলিটো অলপ কেঁকোৰা কৰি ধৰিব। এই সংজ্ঞা নাট্যশাস্ত্ৰৰ অনুৰূপ। অভিনয়-দৰ্পণ আৰু সঙ্গীত-ৰত্নাকৰত বুঢ়া আঙুলি কেঁকোৰা কৰাৰ নিৰ্দেশ নাই। (২) মধ্যমা, অনামিকা আৰু কনিষ্ঠাক তলুৱাৰ ওপৰত মুঠি কৰি ধৰিব, তৰ্জনী আৰু বুঢ়া আঙুলিক আঁতৰা-আঁতৰি কৰি মেলি দিব। এই বৰ্ণনা কথাকলিৰ অৰ্দ্ধচন্দ্ৰ আৰু অভিনয়-দৰ্পণৰ ওপৰঞ্চি হস্ত চন্দ্ৰকলাৰ অনুৰূপ।

১০. সৰ্পশিৰা (সাপৰ ফেঁট) : (হ. মু. ৪২.৩৯৭-৪০৮; না. শা. ৯.৮৪-৮৫; অ. দ. ১৩৭-৩৯; স. ৰ. ৭.১৫২-৫২) : সকলো আঙুলি একেলগ কৰি তলুৱাৰ ফালে অলপমান কেঁকোৰা কৰা হয়। সকলো ঠাইতে এই হস্ত একে। ইয়াৰ নামৰ ৰূপান্তৰ সৰ্প-শীৰ্ষ।

১১. সূচীমুখ বা সূচ্যাস্য (বেজীৰ মুৰ) : (হ. ম. ৪৩.৪০৯-৪২; না. শা. ৯.৬৪-৭১; অ. দ. ১২৭-৩১; স. ৰ. ৭.১৪৯-৫১) : মধ্যমাৰ মূৰত বুঢ়া আঙুলিৰে ধৰিব; আন তিনিটা আঙুলি থিয় কৰি মেলিব। আন কেইখনি শাস্ত্ৰত এই হস্ত পৃথক। অভিনয়-দৰ্পণত ইয়াৰ নাম সূচী।

১২. খটকামুখ (কেঁকোৰাৰ মুখ) : (হ. মু. ৪৪.৪৪৩-৬০; না. শা. ৯.৬০-৬৩; অ. দ. ১২৪-২৭; স. ৰ. ১৩৪-১৭০) : তৰ্জনী আৰু মধ্যমাৰ মূৰত বুঢ়া আঙুলিৰ মূৰেৰে ধৰিব, অনামিকাক অলপ চপৰাব আৰু কনিষ্ঠাক ওখ কৰি মেলিব। আন শাস্ত্ৰৰ বৰ্ণনাৰ লগত এই হস্ত নিমিলে।

১৩. **অৰাল** (বেঁকোৱা) : (হ. মু. ৪৫.৪৬১-৮৫; না. শা. ৯.৪৬-৫২; অ. দ. ১১৪; স. ৰ. ৭.১২২-২৮) : বুঢ়া আঙুলি আৰু তৰ্জনী ধেনুৰ দুই আগৰ নিচিনাকৈ কেঁকোৱা হ'ব; বাকী তিনি আঙুলিক আগলৈ পোনকৈ মেলিব (অগ্ৰৱলিতাঃ)। নাট্যশাস্ত্ৰমতে শেষ তিনিটা আঙুলি সুকীয়া সুকীয়াকৈ ওপৰলৈ মেলিব লাগে (ভিন্নোৰ্ধ্বৱলিতাঃ)। 'ভিন্নোৰ্ধ্বৱলিত' কথাটোৰ অভিনৱগুপ্তই অৰ্থ কৰিছে—পূৰ্বস্যাং পৃষ্ঠেঽবদূৰে তিষ্ঠন্তি; সঙ্গীত-ৰত্নাকৰত এই অৰ্থতে অধিক ভিৰ দিয়া হৈছে। অভিনয়-দৰ্পণমতে পতাক হস্তৰ তৰ্জনীক দোঁৱালেই অৰাল হস্ত হৈ যায়।

১৪. **শুকতুণ্ড** (ভাটৌৰ ঠোঁট) : (হ. মু. ৪৬.৪৮৬-৯৮; না. শা. ৯.৩৩-৫৪; অ. দ. ১১৫-১৬; স. ৰ. ৭.১৩৭-৩৯) : অৰাল হস্তত শিৱৰ ত্ৰিশূলৰ দৰে অনামিকাক কেঁকোৱা কৰা হয়। আন তিনিওখন শাস্ত্ৰতে অৰালত এই অনামিকা বেঁকা কৰাৰ ব্যৱস্থা আছে; কিন্তু বাকীবোৰ আঙুলিৰ লক্ষণ নিজ নিজ ধৰণেই থাকিব।

১৫. **সন্দংশ** (সঁৰাহ বা চেপেনা) : (হ. মু. ৪৭. ৪৯৯-৫৪২; না. শা. ৯.১১০-১৬; অ. দ. ১৫৯-৬১; স. ৰ. ৭.১৭৫-৮১) : অৰাল হস্তৰ তৰ্জ্জনীৰ মূৰ বুঢ়া আঙুলিৰ মূৰেৰে লগা-লগি হয়। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত এই একে ব্যৱস্থাৰ নিৰ্দেশ আছে; কিন্তু দুইখনতে তলুৱাক খোৰ পতাৰো নিৰ্দেশ দিয়া হৈছে। অভিনয়-দৰ্পণমতে পদ্মকোশ হস্ত এবাৰ জপালে এবাৰ মেলিলেই এই হস্ত হয়।

১৬. **কাঙ্গুল** (বৃশ্চিক) : (হ. মু. ৪৮.৫৪৩-৫৯; না. শা. ৯.৮৮-৮৯; অ. দ. ১৪৪-৪৬; স. ৰ. ৭.১৪০-৪১) : বুঢ়া আঙুলি, তৰ্জনী আৰু মধ্যামাৰ আগ সমান কৰি পৰস্পৰ লগা-লগি নোহোৱাকৈ ৰাখিব; অনামিকাক কেঁকোৱা কৰিব আৰু কেঞা আঙুলিক ওপৰলৈ তুলিব। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত এই হস্ত একেই। নাট্যশাস্ত্ৰত প্ৰথম তিনিটা আঙুলিৰ অৱস্থাক 'ত্ৰেতাগ্নিসংস্থিতাঃ' বুলি আৰু সঙ্গীত-ৰত্নাকৰত 'ত্ৰেতাগ্নিসংস্থানাঃ' বুলি বৰ্ণোৱা হৈছে; তাৰে সিংহভূপালে অৰ্থ কৰিছে—ত্ৰেতাগ্নিৱৎ ত্ৰিকোণাকাৰাঃ স্থিতাঃ। অভিনয়-দৰ্পণমতে পদ্মকোশ হস্তৰ তৰ্জনী নম্ৰা হ'লেই কাঙ্গুল হস্ত হয়। অভিনৱ-ভাৰতীত কাঙ্গুল শব্দৰ বৃশ্চিকৰ বাহিৰে আৰু এটা অৰ্থ দিয়া হৈছে—কঙ্গুঃ প্ৰিয়ঙ্গুঃ তাং লাতীতি তস্যায়মৰ্থঃ।

১৭. **উৰ্ণনাভ** (মকৰা) : (হ. মু. ৪৯-৫৬০-৭১ ; না. শা. ৯.১২০-২১; স. ৰ. ৭.১৭৩-৭৫) : পদ্মকোশ হস্তৰ সকলো আঙুলি কেঁকোৱা হ'ব। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত এই হস্ত একেই ধৰণৰ। অভিনয়-দৰ্পণত উৰ্ণনাভ নাই।

১৮. কপিত্থ (ঔটেঙা) : (হ. মু. ৫০.৫৭২-৮০; না. শা. ৯.৫৯-৬০; অ. দ. ১২১-২৪; স. ৰ. ১৩২-৩৪) : শিখৰ হস্তৰ তৰ্জনীক বেঁকা কৰি বুঢ়া আঙুলিৰ মূৰত লগাব। আন শাস্ত্ৰতো এই হাত একে।

১৯. মৃগশীৰ্ষ (হৰিণাৰ মূৰ) : (হ. মু. ৫১.৫৮১-৬০৩; না. শা. ৯.৮৬-৮৭; অ. দ. ১৩৯-৪১; স. ৰ. ৭.১৫৯-৬০) : বুঢ়া আৰু কেঞা আঙুলি থিয় হ'ব; বাকী তিনি আঙুলিক একেলগ কৰি তললৈ কৰিব। আন শাস্ত্ৰতো ই একেই। নাট্যশাস্ত্ৰত কিন্তু কোৱা হৈছে, হাতৰ আঙুলিবোৰ গোনতে তললৈ মু' কৰিব- (অধোমুখীনাং সৰ্বাসামঙ্গুলীনাং সমাগমঃ)।

২০. হংসপক্ষ (ৰাজহাঁহৰ পাখি) : (হ. মু. ৫২.৬০৪-১৫; না. শা. ১০৬-০৯; অ. দ. ১৫৭-৫৯; স. ৰ. ৭.১৬৩-৬৭) : বুঢ়া আঙুলি কেঁকোৰা হ'ব, কেঞা আঙুলি ওপৰলৈ উঠিব, মাজৰ তিনি আঙুলি একেলগ হৈ আগলৈ মেল খাব। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত ই একে। অভিনয়-দৰ্পণত সৰ্পশীৰ্ষৰ কনিষ্ঠা মেল খালেই হংসপক্ষ হয়।

২১. তাম্ৰচুড় (কুকুৰাৰ মূৰৰ জঁ বা ফুল) : (হ. মু. ৫৩.৬১৬-২৬; না.শা. ৯.১২২-২৬; অ. দ. ১৬৩-৬৪; স. ৰ. ৭.১৮১-৮৪) : মধ্যমা আৰু অঙ্গুষ্ঠৰ মূৰ লগা-লগি হয়, তৰ্জনী ওখ হৈ কেঁকোৰা হয়, আন দুটা আঙুলিৰে তলুৱাত মুঠি পৰে। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত এই হাত একেই, কিন্তু ৰত্নাকৰত তাৰ দ্বিতীয় এটা ৰূপ দিয়া হৈছে—কেঞা আঙুলি দীঘলকৈ মেলিব, বুঢ়া আঙুলিয়ে আন তিনিটা আঙুলিক একেলগে কেঁকোৰা হোৱা অৱস্থাত হেঁচা মাৰি ধৰিব। আনহাতে, প্ৰথমটো ৰূপত তৰ্জ্জনীৰে টিলিকি মৰাৰ (চোটিকা) ব্যৱস্থা শাৰ্ঙ্গদেৱে দিছে। এই হস্তৰ নামকৰণৰ ব্যাখ্যা দিছে অভিনৱগুপ্তই—চূড়া-মুক্ত-কুক্কুটাকাৰত্বাৎ তাম্ৰচূড়ঃ।

২২. চতুৰ (চাৰিৰ মুঠ) : (হ. মু. ৫৪.৬২৭-৪৭; না. শা. ৯.৯৩-১০০; অ. দ. ১৪৯-৫২, স. ৰ. ৭.১৫৪-৫৮) : কেঞা আঙুলি ওপৰলৈ তুলিব, মাজৰ তিনি আঙুলি মেলি দিব; সেই তিনি আঙুলিৰ মাজত বুঢ়া আঙুলি থাপিব। এই হাত নাট্যশাস্ত্ৰত প্ৰায় একেই; অভিনৱ-ভাৰতীত তিনি আঙুলিৰ মাজত (তাসাং মধ্যে) মানে মধ্যমাৰ মাজত (মধ্যমায়া মধ্য এৱ) বুলি ব্যাখ্যা কৰা হৈছে। সঙ্গীত-ৰত্নাকৰত একেটা কথাকে 'মধ্যমায়া মধ্যপৰ্বোদৰে' বুলি নিৰূপিত কৰা হৈছে। অভিনয়-দৰ্পণত কিন্তু বুঢ়া আঙুলি অনামিকাৰ মূলত থাপিবলৈ নিৰ্দ্দেশ দিয়া হৈছেঃ অঙ্গুষ্ঠো অনামিকামূলে তিৰ্যক্।

২৩. **মুকুল** (কলি ঃ) হ. মু. ৫৫-৬৪৮-৮৪; না. শা. ৯.১১৭-২১; অ. দ. ১৬১-৬৩; স. ৰ. ৭.১৬৯-৭৩) ঃ সকলো আঙুলি চিত কৰি আগবোৰ একেলগ কৰিব। অভিনয়-দৰ্পণত এই হাত একেই। নাট্যশাস্ত্ৰত কোৱা হৈছে, হংসমুখ হস্তৰ আঙুলিবিলাক উৰ্দ্ধ, সমাগতাগ্ৰ আৰু সহিত হ'লে মুকুল হস্ত হয়। অভিনৱগুপ্তই বিট-চুম্বনত বিনিয়োগ দেখুৱাবলৈ কৈছে—যদি ৱা বিটৈৰ্নাৰীণাং কুচ-চিবুকাদিস্থানেষু অঙ্গুলি-পঞ্চকেন সমং সশব্দং নখস্পৰ্শনে কাম-সূত্ৰেঽবাচ্ছুৰিতকমিতি তদ্বিটচুম্বনম্। সঙ্গীত-ৰত্নাকৰত এই হস্তত কেয়োটা আঙুলি থিয় কৰা আৰু সিহঁতৰ আগবোৰ একেলগ কৰা সূচোৱা হৈছে।

২৪. **ভ্ৰমৰ** (ভোমোৰা) ঃ (হ. মু. ৫৬-৬৬৫-৭৪; না শা. ৯.১০১-০৩; অ. দ. ১৫২-৫৪; স. ৰ. ৭.১৬৭-৬৯) ঃ বুঢ়া আঙুলিয়ে মধ্যমাৰ মূৰত ধৰিব; বাকী তিনি আঙুলি আঁতৰা-আঁতৰিকৈ থিয়কৈ মেল খাব। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰমতে তৰ্জনীও বক্ৰ হ'ব লাগে। হস্তমুক্তাৱলীত এই হাতৰ এটা ৰূপান্তৰ দিয়া হৈছে চলন্মধুকৰ (উৰি যোৱা ভোমোৰা)—বুঢ়া আঙুলিৰে মধ্যমাৰ মূৰত ধৰিব, কেঞা আঙুলি থিয় কৰিব, আন দুটা আঙুলি বেঁকা কৰি হাতখন কঁপাব।

তলত নাম দিয়া হস্তকেইখন পুৰণি তিনিওখন শাস্ত্ৰতে নাই, মাত্ৰ সিংহাস্য বা সিংহমুখ অভিনয়-দৰ্পণতো (১৪২-৪৪) আছে।—

২৫. **কদম্ব** (কদম ফুল) ঃ (হ. মু. ৫৮.৬৭৫-৮৬) ঃ পদ্মকোশ হাততে আঙুলিবোৰ পদ্মকোশতকৈ অধিক সঙ্কুচিত হ'ব লাগে। এই প্ৰকাৰে এই হাত পদ্মকোশৰ সামান্য ৰূপান্তৰ মাথোন।

২৬. **কৃষ্ণসাৰমুখ** (কৃষ্ণসাৰ হৰিণৰ মুখ) ঃ (হ. মু. ৫৯.৬৮৭-৯৫) ঃ মধ্যমা, অনামিকা আৰু অঙ্গুষ্ঠ তলুৱাৰ ফালে দোঁ খাই মূৰে মূৰে একেলগ হয় আৰু আন দুটা আঙুলি অলপ নম্ৰ অলপ উৰ্দ্ধ হৈ থাকে।

২৭. **ঘ্ৰোণিক** (গাহৰিৰ মুখ) ঃ (হ. মু. ৬০.৬৯৬-৯৯) ঃ সকলো আঙুলিৰ আগ একেলগ কৰি গাহৰিৰ মুখৰ নিচিনা কৰিব।

২৮. **সিংহাস্য** (সিংহৰ মুখ) ঃ হ. মু. ৬১.৭০০-০৬; অ. দ. ১৪২-৪৪ঃ বুঢ়া আঙুলি আৰু কেঞা আঙুলি একেলগ কৰিব, বাকী তিনিটা আঙুলি একেলগ কৰি-আগবোৰ অলপ ওপৰ কৰি মেলিব। অভিনয়-দৰ্পণত কোৱা হৈছে, মধ্যমা, অনামিকা আৰু অঙ্গুষ্ঠ যদি মিশ্ৰিত হয় আৰু বাকী দুটা আঙুলি যদি প্ৰসাৰিত হয় তেতিয়াই সিংহাস্য হস্ত হ'ব।

২৯. অঙ্কুশ (হাতীৰ আঁকুহি বা লাংচিং) : (হ. মু. ৬২.৭০৭-১৮) : তৰ্জনীৰ আগ অলপ কেঁকোৰা হ'ব, বাকী তিনি আঙুলিয়ে তলুৱাত মুঠি মাৰি ধৰিব।

৩০. তন্ত্ৰীমুখ (বীণা) : অনামিকা আৰু মধ্যমা তলুৱাৰ ফালে অলপ কেঁকোৰা হ'ব, বাকী তিনি আঙুলি আঁতৰা-আঁতৰিকৈ মেল খাব।

সংযুত হস্ত

নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত একেই তেৰখন সংযুত হস্ত দেখা পোৱা যায়; সঙ্গীত-ৰত্নাকৰত মতান্তৰ মানি চতুৰ্দশ এখনি হস্ত (ত্ৰিশিখৰ) যোগ দিয়া হৈছে। অভিনয়-দৰ্পণত নাট্যশাস্ত্ৰৰ তেৰখনৰ আঠখন মাত্ৰ হস্ত লোৱা হৈছে, বাকী পাঁচখন (গজদন্ত, বৰ্দ্ধমান, নিষধ, অৱহিত্থ আৰু মকৰ) বাদ দিয়া হৈছে, আৰু ওপৰঞ্চি পোন্ধৰখন (শিৱলিঙ্গ, কৰ্তৰীস্বস্তিক, শকট, শঙ্খ, চক্ৰ, সম্পুট, পাশ, কীলক, মৎস্য, কূৰ্ম, বৰাহ, গৰুড়, নাগবন্ধ, খট্বা আৰু ভেৰুণ্ড) যোগ দিয়া হৈছে। আনন্দ কুমাৰস্বামীৰ *The Mirror of Gesture*-অত নাট্যশাস্ত্ৰত থকা অৱহিত্থক অৱশ্যে বাদ দিয়া হোৱা নাই।

হস্তমুক্তাৱলীয়ে ভৰত আৰু শাৰ্ঙ্গদেৱৰ তেৰখন সংযুত হস্ত আৰু মৰাল নামে এখন হস্ত বৰ্ণনা কৰিছে।

১. গজদন্ত (হাতী-দাঁত) : (হ. ম. ৬৫.৭৩৮.৪৬; না. শা. ৯.১৫৪-৫৫; স. ৰ. ৭.২০৪-০৭) : সৰ্পশিৰা হস্ত দুখন কিলাকুটি কোঁচাই আগলৈ মেলিব লাগে। নাট্যশাস্ত্ৰই সৰ্পশীৰ্ষ হস্ত দুখন 'কূৰ্পৰাংসোচিতৌ' হ'ব লাগে বুলি কৈছে; অভিনৱগুপ্তই এই শব্দৰ অৰ্থ কৰিছে—দুই হাত পৰস্পৰ বাহুত স্থাপিত হ'ব লাগে (কূৰ্পৰাংস-শব্দেনোভয়-সামীপ্যং তয়োৰন্তৰালং গৃহ্যতে পূৰ্ব-দক্ষিণে তু যথা তত্ৰাকুঞ্চিতৌ তৎস্থানসংবেষ্টনপৰৌ। তদ্‌যথা ৰামে বাহৌ দক্ষিণো দক্ষিণে ৰামহস্তঃ ভুজাকাৰ-বেষ্টিত-দন্তাকৃতি-যোগাদ্ গজদন্তঃ)। সঙ্গীত-ৰত্নাকৰত ইখন হাতে সিখনৰ কিলাকুটি আৰু বাহুৰ মাজত ধৰাৰ বিধান দিয়া হৈছে (স্কন্ধ-কূৰ্পৰয়োৰ্মধ্যমন্যোন্যস্য যদা কৰৌ); কিন্তু গজদন্ত হস্তৰ দ্বিতীয় ৰূপ এটাও দিয়া হৈছে—সৰ্পশীৰ্ষ হস্ত দুখন মুখা-মুখি হৈ কিলাকুটিত নিজ নিজ স্কন্ধৰ ফালে ভাঁজ হ'ব। হস্তমুক্তাৱলীৰ গজদন্ত এই দ্বিতীয় ৰূপটোৰ লগত প্ৰায় মিলে।

২. কপোত (কপৌ) : (হ. মু. ৬৬.৭৪৭-৫৬; না. শা. ৯.১৩০-৩৩; অ. দ. ১৭৭-৭৮; স. ৰ. ৭.১৮৬-৮৮) : দুইখন হাত (অসমীয়া ভাওনিমতে দুই পতাক হস্ত) একেলগ কৰি মাজত এডোখৰ শূন্য ঠাই কৰিব। নাট্যশাস্ত্ৰত হাত দুখন পৰস্পৰ

দাঁতি দাঁতিয়ে লগা-লগি হ'লেই কপোত হয় বুলি কোৱা হৈছে। অভিনয়-দৰ্পণমতে কপোত হস্তত হাতৰ মূল, আগ আৰু পাৰ্শ্ব শ্লিষ্ট হ'ব বুলি বিধান দিয়া হৈছে। সঙ্গীত-ৰত্নাকৰে একে বৰ্ণনাকে দিছে আৰু হস্তখনৰ নামান্তৰ দিছে—কূৰ্ম্মক।

৩. বৰ্দ্ধমান (বাঢ়ন্ত হাত) : (হ. মু. ৬৭.৭৫৭-৬৩; না. শা. ৯.১৫৮; স. ৰ. ৭.২১৪-১৬) : মৃগশীৰ্ষ হাত দুখন সমুখত একেলগ কৰিব লাগে। নাট্যশাস্ত্ৰমতে দুখন হংসপক্ষ হস্ত পিঠীয়া-পিঠি কৰি থাপন কৰিব লাগে; কিন্তু কীৰ্তিধৰৰ পাঠমতে মুকুল হস্ত যেতিয়া কপিত্থ হস্তৰ দ্বাৰা পৰিবেষ্টিত হয়, তেতিয়াই বৰ্দ্ধমান হয়। সঙ্গীত-ৰত্নাকৰমতে হংসপক্ষ হাত দুখন স্বস্তিকৰ দৰে ধৰিলে বৰ্দ্ধমান হস্ত সম্পন্ন হয়। অভিনয়-দৰ্পণত এই হস্ত নাই।

৪. অঞ্জলি (আঁজলি) : (হ. মু. ৬৮.৭৬৪-৭০; না. শা. ৯.১২৮-২৯; স. ৰ. ৭.১৮৫-৮৬) : পতাক দুই হস্তক চিত কৰি দাঁতিয়ে দাঁতিয়ে লগাই কোঁচ খুৱাব লাগে। দুখন পতাক হস্তৰ সংশ্লেষ হ'লেই অঞ্জলি হয় বুলি নাট্যশাস্ত্ৰই কয়; এই 'সংশ্লেষ'ৰ অৰ্থ অভিনৱ-ভাৰতীত দিয়া হৈছে—সম্যগ্ গ্ৰহণেন সংমুখং সৰ্বাসামঙ্গুলীনাময়ং শ্লেষো লক্ষ্যতে। সঙ্গীত-ৰত্নাকৰ আৰু অভিনয়-দৰ্পণো এই বিষয়ত দ্বিমত নহয়। গতিকে একমাত্ৰ হস্তমুক্তাৱলীৰ মত স্বতন্ত্ৰ হৈ ৰৈছে।

৫. নিষধ (চেপা খোৱা) : (হ. মু. ৬৯.৭৭১-৭৫; না. শা. ৯.১৪১-৪৭; স. ৰ. ৭.২০৯-১১) : দুই হাতেৰে দুই হাতৰ কিলাকুটিত ধৰিব। কপিত্থ হস্তই মুকুল হস্তক পৰিবেষ্টিত কৰিলেই নিষধ হস্ত হয় বুলি নাট্যশাস্ত্ৰত আছে; অভিনৱভাৰতী আৰু সঙ্গীত-ৰত্নাকৰেও এই ৰূপকে গ্ৰহণ কৰিছে। কিন্তু নাট্যশাস্ত্ৰত পাঠভেদে নিষধৰ আৰু তিনিটা ৰূপান্তৰ পোৱা যায় : (১) মৃগশীৰ্ষই শিখৰ হস্তক চেপা মাৰি ধৰিব। (২) বাঁও হাতে সোঁ হাতৰ কিলাকুটিৰ ভিতৰফালে (অৰ্থাৎ ওপৰলৈ) ভুজত ধৰিব, সোঁ হাতেও বাঁও হাতৰ কিলাকুটিৰ ভিতৰফালে ধৰিব মুঠিকৈ। (৩) দুখন হংসপক্ষ হস্ত পিঠীয়া-পিঠিকৈ ধৰিব। সঙ্গীত-ৰত্নাকৰত কোৱা হৈছে যে তাত উল্লিখিত গজদন্তৰ প্ৰথম ৰূপটোকে কোনোৱে নিষধ বুলি কয়। এই ৰূপ হস্তমুক্তাৱলীৰ নিষধেৰে প্ৰায় মিলে।

৬. কৰ্কট (কেঁকোৰা) : (হ. মু. ৭০.৭৭৬-৮৭; না. শা. ৯.১৩৩-৩৫; অ. দ. ১৭৮-৮০; স. ৰ. ৭.১৮৮-৯২) : এখন হাতৰ আঙুলিবোৰ আনখন হাতৰ আঙুলিৰ মাজে মাজে সোমাই এটা লতাৰে সজা ঘৰৰ দৰে হ'ব। আন কেয়োখনি শাস্ত্ৰতো এই হস্ত একেই।

৭. **উৎসঙ্গ** (আলিঙ্গন) ঃ (হ. মু. ৭১.৭৮৮-৯৫; না. শা. ৯.১৩৯-৪০; অ. দ. ১৮৪-৮৫; স. ৰ. ৭.১৯৮-২০১) ঃ দুখন অৰাল হস্ত বহল কৰি আঙুলিৰ আগ থিয় কৰি আগত চিত কৰিব। নাট্যশাস্ত্ৰমতে অৰাল হাত দুখন বিপৰ্য্যস্ত কৰি থাপন কৰিব লাগে—অৰালৌ তু বিপৰ্যস্তাবুত্তানৌ বৰ্ধমানকৌ। সঙ্গীত-ৰত্নাকৰত যদিও কোৱা হৈছে যে দুখন সৰ্পশীৰ্ষ হস্তেৰেহে উৎসঙ্গ হস্ত কোনোৱে নিৰ্ম্মাণ কৰে (এই বিষয়ত অভিনয়-দৰ্পণৰ মত মিলে), তথাপি অৰাল হস্ত দুখনতে চাৰিটা সুকীয়া সুকীয়া প্ৰকাৰে থাপন কৰি উৎসঙ্গ হস্ত সিদ্ধ কৰা দেখুওৱা হৈছে ঃ (১) অৰাল হাত দুখন ইখন সিখনৰ ওপৰে নি বিপৰীত বাহুৰ ওচৰত সমুখলৈ মেলিব। (২) হাত দুখন ইখন সিখনৰ ওপৰে নি শৰীৰৰ সোঁ ফালে ধৰিব। (৩) হাত দুখন বিপৰীত কাষলটিত সুমুৱাই তলুৱা দুখন তলমুৱাকৈ ধৰিব। (৪) হাতৰ তলুৱাৰ পিঠি দুখন কাষ-মুৱা কৰিব।

৮. **অৱহিত্থ** (গোপন কাৰ্য্য) ঃ (হ. মু. ৭২.৭৯৬-৯৯; না. শা. ৯.১৫৬-৫৭; স. ৰ. ৭.২০৮-০৯) ঃ দুখন শুকতুণ্ড হস্ত তিৰ্য্যকভাৱে ওপৰলৈ থিয় কৰি বুকৰ আগত ৰাখিব। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰমতে শুকতুণ্ড হাত দুখন পোনতে বুকুৰ ফালে মু' কৰি তাৰ পাছত তললৈ তলুৱা কৰি নামি যাব।

৯. **স্বস্তিক** ঃ (হ. মু. ৭৩.৮০০-১০; না. শা. ৯.১৩৫-৩৭; অ. দ. ১৮০-৮১; স. ৰ. ৭.১৯২-৯৪) ঃ অৰাল হস্ত দুখন বাঁও কাষলৈ ওপৰলৈ তলুৱা কৰি মণিবন্ধৰ স্থানত লগা-লগি কৰিব। নাট্যশাস্ত্ৰত এই হাত একেই। অভিনয়-দৰ্পণত অৰালৰ পৰিৱৰ্তে দুখন পতাক হস্তৰ ব্যৱহাৰৰ বিধান দিয়া আছে। অভিনৱ-ভাৰতীত কোনো বিনিয়োগত অৰালৰ ঠাইত পতাকৰ সংযোগ নিৰ্দেশ দিয়া হৈছে। সঙ্গীত-ৰত্নাকৰত অৰাল আৰু পতাক দুইবিধ হাতৰে প্ৰয়োগ মানি লোৱা হৈছে।

১০. **মকৰ** (মগৰ) ঃ (হ. মু. ৭৪.৮১১-১৭; না. শা. ৯.১৫২-৫৩; স. ৰ. ৭.২১২-১৩) ঃ তললৈ মু' কৰা এখন পতাক হস্তৰ ওপৰত তেনে আনখন পতাক হস্ত থাপি দুই বুঢ়া আঙুলি থিয় কৰি ধৰিব। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত এই হাত একেই। হস্তমুক্তাৱলীৰ অসমীয়া ভাঙনিত বাঁও হাতৰ ওপৰত সোঁ হাত দিবলৈ দিয়া হৈছে।

১১. **দোল** (দোলনা) ঃ (হ. মু. ৭৫.৮১৮-২৫; না. শা. ৯.১৪৮-৪৯; অ. দ. ১৮১-৮২; স. ৰ. ৭.১৯৫-৯৬) ঃ পতাক হস্ত দুখন লম্বিত আৰু তললৈ ঢিলাকৈ লৰালে এই হস্ত হয়। নাট্যশাস্ত্ৰমতে স্কন্ধদ্বয় শিথিল আৰু পতাক হস্ত দুখন লম্বমান

হ'ব লাগে। সঙ্গীত-ৰত্নাকৰত আঙুলিবোৰো শ্লথ হ'ব লাগে বুলি কোৱা হৈছে। অভিনয়-দৰ্পণমতে পতাক হস্ত দুখন উৰুদেশত ৰ'ব লাগে। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত দোল, ডোল আৰু অভিনয়-দৰ্পণত ডোলা নাম দেখা যায়।

১২. পুষ্পপুট (ফুলৰ কুঁকি) : (হ. মু. ৭৬.৮২৬-২৯, না. শা. ৯.১৫০-৫১; অ. দ. ১৮২-৮৩; স. ৰ. ৭.১৯৬-৯৭) : সৰ্পশিৰা হস্ত দুখন কেঞা আঙুলি দুটা লগাই একেলগ কৰি কুলাৰ আকৃতি কৰিব লাগে। আন শাস্ত্ৰতো এই হাত একে।

১৩. মৰাল (ৰাজহাঁহ) : (হ. মু. ৭৭.৮৩০-৪৩) : দুই হাতৰ আঙুলিবোৰ বিৰল কৰি কঁপাব। আন শাস্ত্ৰত এই হাত নাই।

১৪. খটকাবৰ্দ্ধমান (ডাণ্ডৰ কেঁকোৰা) : (হ. মু. ৭৮.৮৪৪-৫১; না. শা. ৯.১৩৭-৩৮; অ. দ. ১৮৭-৮৮; স. ৰ. ৭.২০২-০৪) : দুখন খটকা মুখ একেলগ কৰিব। হাত দুখন কেনেকৈ একেলগ কৰিব লাগে, কোৱা হোৱা নাই। নাট্যশাস্ত্ৰত খটকামুখ ন্যস্ত হ'ব লাগে বুলি কোৱা হৈছে; অভিনৱগুপ্তৰ মতে হাত দুখন পৰস্পৰ মুখা-মুখি হ'ব লাগে। অভিনয়-দৰ্পণমতে দুই খটকামুখ হাতেৰে মণিবন্ধৰ ওচৰত স্বস্তিকৰ আকৃতি কৰিলে খটকাবৰ্দ্ধন হস্ত হয়। সঙ্গীত-ৰত্নাকৰত হাত দুখন মুখা-মুখি হোৱা আৰু দুইখনে স্বস্তিক গঠন কৰা, দুইটা ৰূপকে অনুমোদন কৰা হৈছে।

### নৃত্তহস্ত

নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰে ৩০খন নৃত্তহস্তৰ নাম দ্বিবচনত দিছে। সঙ্গীত-ৰত্নাকৰে ইয়াৰ উপৰি শেষত বৰদাভয়ৌ নামে ওপৰঞ্চি এখন নৃত্তহস্তৰ নাম দিছে। অভিনয়-দৰ্পণত তেৰখন মাথোন নৃত্তহস্ত আছে। তাৰ পাঁচখনৰ নাম অসংযুত হস্তৰ তালিকাত পোৱা যায়—পতাক, কপিত্থ, শিখৰ, হংসাস্য আৰু অলপদ্ম; আৰু আঠখনৰ নাম সংযুত হস্তৰ তালিকাত আছে—স্বস্তিক, ডোলা, অঞ্জলি, খটকাবৰ্দ্ধন, শকট, পাশ, কীলক আৰু কূৰ্ম।

হস্তমুক্তাৱলীৰ ওঠৰখন নৃত্তহস্তৰ নাম নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত সাইলাখ পোৱা যায়, আৰু চাৰিখনৰ (পক্ষৱঞ্চিত, আবিদ্ধৱক্ত্ৰ, অৰালখটকামুখ আৰু উৰঃপাৰ্শ্বাৰ্দ্ধমণ্ডলী) নাম প্ৰায় একে (পক্ষৱঞ্চিত, আবিদ্ধৱক্ত্ৰকৌ অৰালকটকামুখৌ আৰু উৰঃপাৰ্শ্বাৰ্দ্ধমণ্ডলৌ)। তদুপৰি নতমুখ, সূচ্যাস্য আৰু বক্ষোমণ্ডলী নাম তিনিটা এই দুই আদি শাস্ত্ৰত তলমুখৌ, সূচিমুখৌ আৰু উৰোমণ্ডলিনৌৰূপে পোৱা গৈছে। শুভঙ্কৰৰ উত্তানৱেচিত হ'ল ভৰতৰ আৰু শাৰ্ঙ্গদেৱৰ উত্তানৱঞ্চিতৌ। এইদৰে হস্তমুক্তাৱলীৰ সাতাইশখন নৃত্তহস্তৰ ছাবিশখনেই পুৰণি শাস্ত্ৰ দুখনত পোৱা গ'ল।

মাত্ৰ শুভঙ্কৰৰ অলপদ্মোন্নত হস্ত আগতে দেখা নাযায়। তাৰ পৰিবৰ্তে আমি পাওঁ অলপদ্মৰৌ আৰু উল্বণৌ নামে দুখন হস্ত; কোনো কোনোৰ মতে নাট্যশাস্ত্ৰত অলপদ্মৰৌ উল্বণৌ শব্দৰ বিশেষণ মাত্ৰ। শুভঙ্কৰে পুৰণি শাস্ত্ৰৰ ললিতৌ আৰু বলিতৌ নৃত্তহস্ত দুখন বাদ দিছে। এইটোও মন কৰিবলগীয়া যে শুভঙ্কৰে নৃত্তহস্তৰ নামবোৰ দ্বিবচনত নিদি একবচনতে দিছে। হস্তমুক্তাৱলীৰ মূল সংস্কৃত পাঠত প্ৰতি নৃত্তহস্তৰ এটা মাত্ৰ লক্ষণ বৰ্ণোৱা হৈছে, কিন্তু অসমীয়া ভাঙনিত একাধিক লক্ষণৰ বৰ্ণনা আছে ; তলৰ আলোচনাত প্ৰথমখন নৃত্তহস্তৰ বিষয়ত এই কথা দেখুওৱা হ'ল।

১. কেশবন্ধ ঃ (হ. মু. ৮৬৭; না. শা. ৯.১৯৭; স. ৰ. ৭.২৪২-৪৩) ঃ দুখন ত্ৰিপতাক হস্ত কেশৰ ওচৰৰপৰা আঁতৰাই নি কাষত ৰখা হয়।

অসমীয়া ভাঙনিত ত্ৰিপতাক হাত দুখনৰ চাৰিপ্ৰকাৰ চালনা নিৰ্দেশ কৰা হৈছে ঃ (১) হাত দুখন কেশৰপৰা অলপ আঁতৰত ৰাখি পুনৰ কেশৰ ওচৰলৈ অনা হয়; (২) হাত দুখন চমক খুৰাই কাণৰ ওচৰৰপৰা ওপৰলৈ তোলা হয়, অলপ আঁতৰা-আঁতৰি কৰা হয় আৰু পুনৰ কাণৰ ওচৰলৈ অনা হয়; (৩) হাত দুখন পুনঃ পুনঃ লাহ্ লগাই কপালৰ আগৰপৰা কান্ধৰ ওপৰে পিঠিৰ পাছলৈ নিয়া হয়; (৪) হাত দুখন কপালৰ আগৰপৰা আৰু আগলৈ নিয়া হয়, পুনৰ কপালৰ আগলৈ অনা হয়, তাৰ পিছত সিহঁতক লুটিয়াই লৈ কান্ধৰ ওপৰে পাছ ফাললৈ নিয়া হয়, তাৰ পিছত কাণৰ ওপৰলৈ, তাৰ পিছত কাষলৈ আৰু শেষত কপালৰ আগলৈ অনা হয়।

নাট্যশাস্ত্ৰমতে দুখন হাত (কোনো বিশেষ হস্তৰ নাম ধৰা হোৱা নাই) চুলিৰপৰা আঁতৰাই নি কাষত ধৰা হ'লেই কেশবন্ধ হস্ত হয়। সঙ্গীত-ৰত্নাকৰমতে কেশবন্ধ হস্তত হাত দুখন কাষৰপৰা মূৰত নলগাকৈ মূৰৰ ওপৰলৈ তুলি তাৰ পিছত নিতম্ব হস্তৰ দৰে চুলিৰ ওচৰৰপৰা আঁতৰাই নি পুনৰ চুলিৰ ওচৰলৈ আনিব লাগে।

২. নিতম্ব ঃ (হ. মু. ৮৬৮; না. শা. ৯.১৬৯; স. ৰ. ৭.২৩৮-৩৯) ঃ দুখন ত্ৰিপতাক হস্ত বাহু-মূলৰপৰা তপিনাৰ পাছলৈকে চলাই নিয়া হয়। নাট্যশাস্ত্ৰতো এই হস্ত একেই। অভিনৱ-ভাৰতী আৰু সঙ্গীত-ৰত্নাকৰমতে হাত দুখন পতাক হ'ব লাগে।

৩. ৰেচিত ঃ (হ. মু. ৮৬৯; না. শা. ৯.১৯৩; স. ৰ. ৭.২৩৫-৩৭) ঃ দুখন হংসপক্ষ হস্ত বেগেৰে কোলাৰপৰা কাষলৈ মেলি দিয়া হয়। কোনোৱে ইয়াকে মকৰ বোলে। নাট্যশাস্ত্ৰত হংসপক্ষ হস্ত দুখন ওপৰলৈ ভলুৱা কৰি খৰকৈ লৰাবলৈ দিয়া হৈছে। সঙ্গীত-ৰত্নাকৰে একে চালনাকে নিৰ্দেশ কৰিছে, কিন্তু হাত দুখনৰ নাম

দিয়া নাই; কিন্তু তাৰে দুটা ৰূপান্তৰ সূচাইছে ঃ (১) দুখন হংসপক্ষ খৰকৈ চলোৱা, (২) এই দুয়োবিধ চালনা সংযোগ কৰা। শার্ঙ্গদেৱে কৈছে, এই ৰেচিত হস্ত নৃসিংহই দৈত্যৰ (হিৰণ্যকশিপুৰ) বুকু বিদাৰণ কৰাত বিনিয়োগ কৰিব পাৰি।

৪. **অৰ্দ্ধৰেচিত** ঃ (হ. মু. ৮৭০; না. শা. ৯.১৯৪; স. ৰ. ৭.২৩৭) ঃ অৰ্দ্ধৰেচিতৰ এখন হাত ৰেচিতৰ দৰে আৰু বাকীখন খটকামুখ হ'ব লাগে। নাট্যশাস্ত্ৰমতে বাঁও হাত চতুৰস্ৰ আৰু সোঁ হাত ৰেচিত হ'ব। সঙ্গীত-ৰত্নাকৰত কোনখন হাত চতুৰস্ৰ হ'ব লাগে, স্পষ্টকৈ নাই।

৫. **চতুৰস্ৰ** ঃ (হ. ম. ৮৭১; না. শা. ৯.১৮৪; স. ৰ. ৭.২১৬-১৭) ঃ দুখন খটকামুখ হস্ত ছয় ইঞ্চিমান আঁতৰা-আঁতৰিকৈ সমুখত ৰাখিব লাগে; এনে কৰোঁতে কিলাকুটি দুটা সমানত ৰ'ব লাগিব। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰতো এই হাত একেই; পিছৰখন শাস্ত্ৰত মাত্ৰ কোৱা হৈছে, দুইখন হাত আগ-মুৱা (পুৰোমুখৌ) হ'ব লাগে। "

৬. **উদ্বৃত্ত** ঃ (হ. মু. ৮৭২; না. শা. ৯.১৮৫; স. ৰ. ৭.২১৮-২০) ঃ দুখন হংসপক্ষ বুকুৰ সমুখত থাকি তালপাতৰ দৰে কঁপে। নাট্যশাস্ত্ৰত নৃত্তহস্ত একে। সঙ্গীত-ৰত্নাকৰ ঃ চতুৰস্ৰ হস্তৰ হংসপক্ষ হাতৰ এখন তললৈ মু' কৰি তললৈ নমোৱা হয় আৰু আনখন তলুৱা ওপৰলৈ কৰি বুকুৰ ওচৰত ৰখা হয়।

৭. **পল্লৱ** ঃ (হ. মু. ৮৭৩; না শা. ৯.১৯৬; স. ৰ. ২৩৯—৪২) ঃ দুখন পদ্মকোশ হস্ত পাতে সৈতে গছৰ আকৃতি কৰি কাষে কাষে বা সমুখত লগ লগোৱা হয়। নাট্যশাস্ত্ৰ ঃ মণিবন্ধনমুক্তৌ তু পতাকৌ পল্লৱৌ স্মৃতৌ। সঙ্গীত-ৰত্নাকৰত পল্লৱৰ কেইবাটাও ৰূপ দিয়া হৈছে।

৮. **পক্ষবঞ্চিত** ঃ (হ. মু. ৮৭৪; না. শা. ৯.২০০; ৭.২৫৫) ঃ দুখন ত্ৰিপতাক মূৰ আৰু কঁকালত দিব লাগে। নাট্যশাস্ত্ৰত এই নৃত্তহস্ত একেই; সঙ্গীত-ৰত্নাকতো প্ৰায় একেই।

৯. **লতা** ঃ (হ. মু. ৮৭৫; না. শা. ৯.১৯৮ ; স. ৰ. ৭.২৪৬—৪৭) ঃ দুখন ত্ৰিপতাক তিৰ্য্যকভাৱে কাষৰত থ'ব লাগে। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত একে।

১০. **নতমুখ** ঃ (হ. মু. ৮৭৬; না. শা. ৯.১৮৬; স. ৰ. ৭.২২১-২২) ঃ তলমুৱা দুখন হংসপক্ষ বুকৰ সমুখত থৈ মুখা-মুখি আৰু বেঁকাকৈ ওপৰমুৱা কৰা হয়। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত এই হাতৰ নাম তলমুখ। নাট্যশাস্ত্ৰ ঃ চতুৰস্ৰৰ

হাত দুখনেৰে হংসপক্ষ হস্ত কৰি তিৰ্যকভাৱে মুখা-মুখি কৰিব লাগে। সঙ্গীত-ৰত্নাকৰঃ উদ্বৃত্তৰ হাত দুখনেৰে হংসপক্ষ হস্ত কৰি মুখা-মুখি কৰিব লাগে।

১১. স্বস্তিক ঃ (হ. মু. ৮৭৭; না. শা. ৯.১৮৭; স. ৰ. ৭.২২২) ঃ ওপৰলৈ আগ কৰি হংসপক্ষ হস্ত দুখন বক্ৰভাৱে মণিবন্ধত লগ লগাব লাগে। না. শা. ঃ তলমুখ হস্তৰ হাত দুখন মণিবন্ধত স্বস্তিকৰ আকৃতি কৰি লগ লগাব লাগে। স. ৰ. ঃ হংসপক্ষ হাত দুখন লগ লগাই স্বস্তিকৰ আকৃতি কৰিব লাগে।

১২. বিপ্ৰকীৰ্ণক ঃ (হ. মু. ৮৭৮; না. শা. ৯.১৮৭; স. ৰ. ৭.২২৩-২৪)ঃ পৰস্পৰ বিমুখ দুখন হংসপক্ষ বুকুৰ সমুখত তলমুৱা বা ওপৰমুৱা কৰি ৰাখিব। না. শা. ঃ স্বস্তিকৰ দৰেই কিন্তু হাত দুখন আঁতৰা-আঁতৰি হৈ ৰ'ব। স. ৰ. ঃ স্বস্তিকৰ হাত দুখন বেগেৰে আঁতৰাই বুকুৰ সমুখত আঙুলিবোৰ ওপৰ বা তললৈ টোৱাই ৰখা হয়।

১৩. আবিদ্ধবক্ত্ৰ ঃ (হ. মু. ৮৭৯; না. শা. ৯.১৯০; স. ৰ. ৭.২৩০—৩১) ঃ স্কন্ধদেশ ওপৰলৈ তুলি কিলাকুটি লগ লগাই দুখন তলমুৱা অৰাল হস্ত লৰোৱা হয়। না. শা. আৰু স. ৰ. ঃ পৃথক।

১৪. সূচ্যাস্য ঃ (হ. মু. ৮৮০; না. শা. ৯.১৯১-৯২; স. ৰ. ৭.২৩২-৩৫)ঃ কিলাকুটি কোঁচাই দুখন সৰ্পশীৰ্ষৰ মধ্যমা অঙ্গুষ্ঠত লগাই বক্ৰভাৱে মেলি দিয়া হয়। না. শা. আৰু স. ৰ. ঃ সূচিমুখ প্ৰায় একে।

১৫. অৰালখটকামুখ ঃ (হ. মু. ৮৮১-৮২; না. শা. ৯.১৮৮; স. ৰ. ৭.২২৪-২৯) ঃ বাঁও অৰাল বক্ৰভাৱে কিঞ্চিৎ মেলি আৰু সোঁ অৰাল বাহিৰ-মুৱা কৰি বুকুৰ সম্মুখত ৰখা হয়। না. শা. ঃ অৰালকটকামুখ বা অৰালকটকাত দুখন ওপৰমুৱা অলপদ্ম (অলপল্লৱ) পদ্মকোশত পৰিণত হয়।

১৬. বক্ষোমণ্ডলী ঃ (হ. মু. ৮৮৩। উৰোমণ্ডলিনৌ—না. শা. ৯.২০৪; স. ৰ. ৭.২৬৪-৬৭) ঃ এখন (পতাক) হাত ওপৰত আৰু এখন তলত কৰি বুকুৰ ওচৰত চক্ৰাকাৰে ঘূৰোৱা হয়। ইয়াৰ লগত নাট্যশাস্ত্ৰৰ উৰোমণ্ডলিনৌ মিলে; সঙ্গীত-ৰত্নাকৰত বিভিন্ন ৰূপ-ৰূপান্তৰ দিয়া হৈছে।

১৭. উৰঃপাৰ্শ্বাৰ্দ্ধমণ্ডলী ঃ (হ. মু. ৮৮৪; না. শা. ২০৫; স. ৰ. ৭.২৬৭-৬৯) ঃ এখন অলপদ্ম আৰু এখন অৰাল বুকুৰ দুই কাষত লৰাব লাগে। না. শা.ঃ প্ৰায় একে; স. ৰ. ঃ অলপ সুকীয়া।

১৮. **পাৰ্শ্বমণ্ডলী ঃ** (হ. মু. ৮৮৫; না, শা. ৯.২০৪; স. ৰ. ৭.২৬২-৬৩) এখন অলপদ্ম আৰু এখন অৰাল প্ৰত্যেকে একাষত ঘূৰে। না. শা. ঃ দুখন হাত (নাম নাই) একাষত চক্ৰাকাৰে ঘূৰে। স. ৰ. ঃ পৃথক।

১৯. **উৰ্দ্ধমণ্ডলী ঃ** (হ. মু. ৮৮৬; না. শা. ৯.২০৩; স. ৰ. ৭.২৬০-৬২)ঃ ওপৰমুৱা দুখন পদ্মকোশ মণিবন্ধত লগা-লগি কৰা হয়। না. শা. ঃ দুখন হাত (নাম নাই) শৰীৰৰ ওপৰ ভাগৰ কাষত চক্ৰাকাৰে গতি কৰি থাকে। স. ৰ. ঃ নাট্যশাস্ত্ৰৰে প্ৰায় একে।

২০. **মুষ্টিকস্বস্তিক ঃ** (হ. মু. ৮৮৭; না. শা. ২০৬; স. ৰ. ৭.২৭০-৭১)ঃ দুখন অৰাল বাহুৰ ফালে ঘূৰাই খটকামুখত পৰিণত কৰা হয়। নাট্যশাস্ত্ৰ আৰু অভিনব-ভাৰতী লগ লগাই পঢ়িলে এই একে অৰ্থই হয়। স. ৰ. ঃ পৃথক।

২১. **পক্ষপ্ৰদ্যোতক ঃ** (হ. মু. ৮৮৮; না. শা. ৯.২০১; স. ৰ. ৭.২৫৫-৫৬)ঃ এখন ত্ৰিপতাক নিতম্বত আনখন মূৰত দি ক্ৰমে মূৰ আৰু নিতম্বলৈ নিয়া হয়; এই চালনা ঘূৰাই ঘূৰাই কৰি থকা হয়। না. শা. ঃ একে। স. ৰ. ঃ প্ৰায় একে;

২২. **কৰিহস্ত ঃ** (হ. মু. ৮৮৯; না. শা. ৯.১৯৯; স. ৰ. ৭.২৪৮-৫৮) ঃ এখন ত্ৰিপতাক হস্ত একাষে মেলি কঁপাই কঁপাই তললৈ নিয়া হয় আৰু আনখন ত্ৰিপতাক কাণৰ কাষত ৰখা হয়।

২৩. **দণ্ডপক্ষ ঃ** (হ. মু. ৮৯০; না. শা. ৯.২০২; স. ৰ. ৭.২৫৭-৫৮) ঃ দুখন হংসপক্ষ বক্ৰভাৱে মেলি এবাৰ ওপৰ এবাৰ তলমুৱা কৰা হয়। না. শা.ঃ একে। স. ৰ. ঃ পৃথক।

২৪. **গৰুড়পক্ষ ঃ** (হ. মু. ৮৯১; না. শা. ৯.২০১; স. ৰ. ৭.২৫৯-৬০)ঃ কিলাকুটি অলপ কোঁচাই দুখন ত্ৰিপতাক তললৈ ঘোৰাই বক্ৰভাৱে মেলি দিয়া হয়। না. শা. ঃ তলুৱা তলমুৱা কৰি হাত দুখন খৰকৈ লৰোৱা হয়, অভিনব-গুপ্তৰমতে নিতম্বদেশৰপৰা।

২৫. **অলপদ্মোন্নত ঃ** (হ. মু. ৮৯২) ঃ দুখন অলপদ্ম ওপৰলৈ তুলি নিয়া হয়। নাট্যশাস্ত্ৰ আৰু সঙ্গীত-ৰত্নাকৰত এই নৃত্তহস্তৰ পৰিবৰ্তে অলপল্লবৌ আৰু উল্বণৌ নামে দুখন নৃত্তহস্ত আছে।

২৬. **উত্তানবঞ্চিত ঃ** (হ. মু. ৮৯৪; না. শা. ৯.১৯৫; স. ৰ. ৭.২৪৪-৪৬)ঃ কিলাকুটি কোঁচাই দুখন ত্ৰিপতাক তিৰ্য্যকভাৱে মেলি দিয়া হয়। নাট্যশাস্ত্ৰৰ উত্তানবঞ্চিতৌ ইয়াৰে একে। সঙ্গীত-ৰত্নাকৰে দুটা ৰূপান্তৰ দিছে।

২৭. নলিনীপদ্মকোষ ঃ (হ. মু. ৮৯৪; না. শা. ৯.২০৭; স. ৰ. ৭. ২৭২-৭৬) ঃ ওপৰমুৱা দুখন পদ্মকোষ আঁঠুৰ ওপৰত কঁপোৱা হয়। না. শা. ঃ দুখন পদ্মকোষ এবাৰ ওপৰ এবাৰ তলমুৱা কৰি কঁপোৱা হয়। সঙ্গীত-ৰত্নাকৰত কেইবাটাও ৰূপ আছে; তাৰে এটা হস্তমুক্তাৱলীৰ অনুৰূপ।

বিনিয়োগ আৰু বৈশিষ্ট্য

প্ৰতিখন সুকীয়া সুকীয়া হস্তৰ বিষয়ৰ সংখ্যা আৰু বিষয়-লক্ষণৰ সুক্ষ্ম বৰ্ণনালৈ লক্ষ্য কৰিলে হস্তলক্ষণ-শাস্ত্ৰৰ ভিতৰত হস্তমুক্তাৱলীৰ বিশিষ্ট স্থান নিৰ্ণয় কৰিব পৰা যাব। তলত বিভিন্ন অসংযুত আৰু সংযুক্ত হস্তৰ বিষয় বা বিনিয়োগৰ সংখ্যাৰ এটি তালিকা কৰি দিয়া হ'ল।

অসংযুত হস্ত ৩০খন

| | | | |
|---|---|---|---|
| পতাক | ২১৩ | কাঙ্গুল | ৬৮ |
| পদ্মকোষ | ৩৫ | উৰ্ণনাভ | ১৮ |
| হংসাস্য | ৮৩ | কপিত্থ | ৪১ |
| কৰ্ত্তৰীমুখ | ৮২ | মৃগশীৰ্ষ | ৬৭ |
| অলপদ্ম | ৩৪ | হংসপক্ষ | ৪৪ |
| ত্ৰিপতাক | ৭৪ | তাম্ৰচূড় | ৩৪ |
| মুষ্টিক | ৭০ | চতুৰ | ১২৪ |
| শিখৰ | ৩৬ | মুকুল | ৬৯ |
| অৰ্দ্ধচন্দ্ৰ | ৪৭ | ভ্ৰমৰ | ১৯ |
| সৰ্পশিৰা | ১৭ | কদম্ব | ২৮ |
| সূচ্যাস্য | ১৫২ | কৃষ্ণসাৰমুখ | ১৮ |
| খটকামুখ | ৫৬ | ঘ্ৰোণিক | ৫ |
| অৰাল | ৭৯ | সিংহাস্য | ১১ |
| শুকতুণ্ড | ২৮ | অঙ্কুশ | ১৮ |
| সন্দংশ | ১৬৬ | তন্ত্ৰীমুখ | ২৫ |

সংযুত অস্ত ১৪খন

| | | | |
|---|---|---|---|
| গজদন্ত | ১১ | অৱহিত্থ | ১৪ |
| কপোত | ২৮ | স্বস্তিক | ৪৩ |
| বৰ্দ্ধমান | ১৩ | মকৰ | ১৫ |
| অঞ্জলি | ১৪ | দোল | ৩২ |
| নিষধ | ১৪ | পুষ্পপুট | ১৭ |
| কৰ্কট | ১৭ | মৰাল | ৪০ |
| উৎসঙ্গ | ২৯ | খটকাবৰ্দ্ধমান | ১৬ |

নাট্যশাস্ত্ৰত পতাক হস্তৰ পাঁচপ্ৰকাৰ চালনাৰ দ্বাৰা ডেৰকুৰি বিনিয়োগ (পাঠান্তৰ ধৰিলে পঁয়ত্ৰিশটি) দেখুওৱা হৈছে; সঙ্গীত-ৰত্নাকৰত এঁকৈশপ্ৰকাৰ প্ৰয়োগ দেখুওৱা হৈছে; আৰু অভিনয়-দৰ্পণে পতাকৰ একচল্লিশটি বিষয়ৰ নাম দিছে, বৰ্ণনা দিয়া নাই। আনফালে, হস্তমুক্তাৱলীত পতাকৰ বিনিয়োগৰ সংখ্যা হ'ল দুশ তেৰ আৰু সিবোৰ বুজাবলৈ হস্তখনিৰ সঞ্চালনবো নিৰ্দ্দেশ দিয়া হৈছে। অসমীয়া ভাওনিখনিৰ ওপৰখিনি বিশেষত্ব বিষয়-লক্ষণবোৰৰ বৰ্ণনা আৰু পৰিষ্কাৰকৈ দিয়া হৈছে। মুঠতে, এই ভাওনিখনিসহ হস্তমুক্তাৱলী বা শ্ৰীহস্তমুক্তাৱলী সমস্ত ভাৰতবৰ্ষতে হস্ত-লক্ষণৰ এখনি অপূৰ্ব গ্ৰন্থ হৈছে।

বৈজয়ন্তী
উত্তৰ শৰণীয়া, গুৱাহাটী,
২৭ জুলাই, ১৯৬৩

# ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা-সম্পাদিত

## অঙ্কমালা

### আগকথা

অসমীয়া সাহিত্যৰ বুৰঞ্জী আজিও পূৰ্ণাঙ্গ হৈ উঠা নাই। তাৰ বহুতোবোৰ বগা পাতত আজিও কলীয়া আখৰ পৰা নাই। তাৰ বহুতোবোৰ কথাই পৰিবৰ্তনৰ কলমৰ খোচৰ কাৰণে সাজু হৈ থাকিবলগীয়া হৈছে। আমাৰ সাহিত্যৰ সকলো সমল পাব পৰা পুথিভঁৰাল এটা নাই। আমাৰ দেশৰ সকলো পুথিভঁৰাল একেলগ কৰিলেও সাহিত্যৰ সমস্ত পৰিসৰ কিবাৰূপে সামৰিব পাৰিবনে নোৱাৰে, ক'ব নোৱাৰোঁ। বোধহয় নোৱাৰিব। পুৰণি সাহিত্যৰ বিষয়ত এনে উক্তি অধিক মাৰাত্মকভাৱে সত্য। অনেক লেখাৰ কথা আমি গুজবৰ লেখীয়াকৈহে জানো। পীতাম্বৰ কবিৰ ভাগৱতৰ দশমৰ দুটা শাৰী সকলোৱে মুখে মুখে : কোন অঙ্গে খুন দেখি.......। কিন্তু তাৰ বাকী হাজাৰ শাৰী আমাৰ অজ্ঞাত। সাহিত্য অকাদমীৰ 'সঞ্চয়ন'ত সৰু এটা অংশ সন্নিবিষ্ট হৈছে। কিন্তু পীতাম্বৰৰ দশম আৰু প্ৰথম স্কন্ধ, তেওঁৰ 'চণ্ডী', তেওঁৰ 'নল-দময়ন্তী'ৰ পূৰ্ণ পাঠ আজিও আমাৰ বাবে অজ্ঞাত বাসত। নাম জনাৰ ভিতৰতে এই অৱস্থা। নজনাকৈ বা কিমান ক'ত কি আছে! আৰু এটা কথা। আজিও আমাৰ পণ্ডিত সমাজত প্ৰাচীন গ্ৰন্থৰ সমীক্ষিত পাঠ বা সমীক্ষামূলক পাঠোদ্ধাৰৰ প্ৰতি আগ্ৰহ দেখা পোৱা নাযায়। অথচ এনে ধৰণৰ সমীক্ষা নহ'লে সাহিত্যৰ ৰূপ বৈজ্ঞানিকভাৱে নিৰূপিত হ'ব নোৱাৰে আৰু সেয়ে নহ'লে সাহিত্যৰ প্ৰকৃত মূল্যায়ন হ'ব নোৱাৰে। আচল সাহিত্যৰ বুৰঞ্জী লেখাতো দূৰৰ কথা! 'কীৰ্তন-ঘোষা'ৰ বজৰুৱা তাণ্ডৰণত 'অসন্ত জগতখান তোমাত উদ্ভৱ ভৈল'ৰ ঠাইত 'অনন্ত জগতখান তোমাত উদ্ভৱ ভৈল'

পাঠ পঢ়ি আমি শঙ্কৰদেৱৰ বেদান্তবাদ কি বুজিম? কিম্বা হৰিবৰ বিপ্ৰৰ জতুৱা 'বুঢ়াৰ হাতৰ চেঙ্গ সেন্থৰে নেৰাস'ৰ ঠাইত 'বুঢ়াৰ হাতৰ চেঙ্গ সেন্দূৰ নেৰাস' পঢ়ি বজাৰত চেং-সেন্দূৰ বোলা দ্ৰব্য এটা বিচাৰি ঘূৰি ফুৰাটো একেবাৰেই পৰুৱাই পোৱাৰ দুৰ্দশা! এই সকলোবোৰ বিষয়ত আমাৰ আলস্য, অজ্ঞান, অৱজ্ঞা ফৌজদাৰী বিধিৰ ভিতৰত পৰিবলগীয়া হৈছে। অথচ আজি আমাৰ দেশত সাহিত্যিক আৰু পণ্ডিতৰ অভাৱ স্বীকাৰ কৰিবলৈ দুখ পাওঁ।

পুৰণি অসমীয়া নাটৰ বুৰঞ্জীৰ বিষয়ে যদি ক'ব লাগিল, আমাৰ জ্ঞান-সাগৰৰ দুই পাৰত শঙ্কৰদেৱ-মাধৱদেৱক প্ৰায় অকলশৰীয়াকৈ আমন-জিমনকৈ বহি থকা দেখা পাওঁ যেন সেই দুজনাৰ পাছত আমাৰ কোনোৱে কাপ-কাঠি হাতত লোৱাই নাই! অথচ আজিও অসমৰ গাঁৱে-ভূঁয়ে মহাপুৰুষৰ নাটকতকৈ অইন নাটৰে ভাওনা হয় অধিককৈ। কিন্তু সেইফালে সাহিত্যৰ নিপুণ আৰু শিষ্যসকলৰ দৃষ্টি বালিত গোজ মৰা উট-চৰাইৰ চকু। এইটো অৱশ্যে হয় যে ভাওনাৰ নাটৰ ৰজা অঙ্কীয়া নাট আৰু গুৰু দুজনাৰ পিছতেই আদৰ্শ আৰু আৰ্টৰ ফালৰপৰা নাটকৰ লুইতীয়া ওখ বালি-গৰাত খহনীয়া ধৰিছিল। সেই বুলি মাধৱ পুৰুষ চলাৰ পিছৰপৰা বিংশ শতিকাৰ মাজ ভাগলৈকে ভাওনা নাটৰ সোঁতটো হিল-দ'ল ভাঙি নহ'লেও অন্ততঃ জিৰ্‌জিৰকৈ বৈ আছে। তাকনো আমি অৱজ্ঞা কৰিব লাগেনে? এইছোৱা কালৰ এই পৰ্যায়ৰ নাটবোৰে আন কথাৰ লগতে এটা কথা আমাক সোঁৱৰাই দিয়া উচিত যে মহাপুৰুষৰ সংস্কৃতিক দানৰ অনুশীলন ফুটছাই নহৈছিল আৰু দেশত অন্ততঃ সংশ্লিষ্ট মহলত সাংস্কৃতিৰ চৰ্চা অবিৰল আছিল। বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'অঙ্কীয়া নাট'ত শঙ্কৰ-মাধৱৰ বাহিৰে গোপাল আতাৰ নাট এখনি ধৰা হৈছিল। কালিৰাম মেধিৰ 'অঙ্কাৱলী'ত ৰামচৰণ, দৈত্যাৰি, ভূষণ আদিৰ কেইবাখনিও নাট সামৰা হৈছিল। সেইখিনিয়ে আমাক অন্ততঃ সোঁৱৰাই দিছিল যে মহাপুৰুষ গুৰু দুজনাক এৰি দিলেও আমাৰ মঞ্চৰ পাদ-প্ৰদীপ নিৰ্বাপিত নহয়। এতিয়া ডক্টৰ শৰ্মাই শঙ্কৰোত্তৰ দহখনি নাট থুপাই এই সঙ্কলনটি প্ৰকাশ কৰাত ভাওনা-ঘৰৰ জোৰ-মহতাৰ ফালে আমাৰ দৃষ্টি ভালকৈয়ে যাব বুলি আশা কৰিছোঁ। আৰু আশা কৰিছোঁ, গৱেষণাত ৰতি থকা কোনো তৰুণ পণ্ডিতে এই সমস্ত বিষয়টো মন্থন কৰি তাৰ অমৃত আৰু হলাহল বাছি উলিয়াবলৈ উৎসাহ পাব।

সঙ্কলনটিৰ নাম শৰ্মাদেৱে 'অঙ্কমালা' থৈছে। ভালেই হৈছে। অঙ্ক নামটোৰ

নিজৰ এটি বুৰঞ্জীয়েই হৈছেগৈ। মহাপুৰুষৰ কালত এই নামটি নাছিল। শঙ্কৰদেৱৰ নাট, নাটক, নৃত্য আৰু যাত্ৰা নামকেই ব্যৱহাৰ কৰিছে; তাৰ ভিতৰত নাটক শব্দটোৰ ব্যৱহাৰেই সৰ্বাধিক। মহাপুৰুষৰ অব্যৱহিত পাছৰ চৰিত-ৰচনাৰ সময়ছোৱাত অঙ্ক আৰু ঝুমুৰা শব্দ দুটা ওলাল। লগতে যাৰ অঙ্ক বা যাৰ নাট আখ্যাটোও বোধ হয় তেতিয়াৰে উদ্ভৱ। কৃষ্ণদাস কবিৰাজৰ 'চৈতন্য-চৰিতামৃত'তো অঙ্ক নামটো আছে—চৈতন্যদেৱে কৈছে, "আজি কৰিবাঙ নৃত্য অঙ্কেৰ বিধানে।" ডক্টৰ সুশীলকুমাৰ দেই ক'বৰ দৰে, The word *anka* is used in medieval vernacular literature in the sense of drama in general, without any referance, express or implied, to the highly technical Anka of the Sanskrit drama. শঙ্কৰদেৱৰ বা আজিৰ ভাৰতীয় নাটকো সংস্কৃতৰ পৰ্য্যায়ৰ ৰূপক নহয়। আমাৰ পুৰণি নাটকবোৰক অঙ্ক আৰু বৰ্তমানবোৰক নাটক বুলি নিশ্চয় সিহঁতৰ মাজত সীমাৰেখা এডাল বিচাৰি পাব পাৰি। অঙ্কীয়া নাট নামটো আকৌ অদ্ভুত, কাৰণ অঙ্ক মানেই জানো নাট নহয়? ই অৰ্বাচীন নামকৰণ, অতি ভাৰ্নেকুলাৰ। কিন্তু সেই নামকৰণত এটা প্ৰয়োজন আছিল। এটা সময়ত মহাপুৰুষৰ নাট, ভাওনা আৰু বাজনাৰ ৰীতিটো 'হাই ষ্টাইল' আৰু কঠিন বুলি পৰিগণিত হ'ল। তেনে স্থলত সিবোৰৰ ভাৰ্নেকুলাৰ ষ্টাইল এটাৰ প্ৰয়োজন হ'ল। গতিকে একে সত্ৰৰ বা একে নামঘৰৰ নাট, ভাওনা, বাজনাতে দুটা ধাৰা চলিল। অৱশ্যে গাঁওবোৰৰ অধিকেই নিম্ন ফাললৈ ঢৌকিব লাগিল। গতিকে অঙ্কীয়া নাট-ভাওনা-বাজনা আৰু তাৰ বাহিৰৰ অঙ্কীয়া নাট-ভাওনা-বাজনা হ'ল। সেই দেখিহে ৰাজধানীৰ ভাওনাৰ কথা উল্লেখ কৰোঁতে সিযে সেই হাই ষ্টাইলত হৈছিল, তাকে বুজাবলৈ 'অঙ্কৰ মতে' বুলি বুৰঞ্জীয়ে টিপ্পনী জোৰাই দিবলগীয়া হৈছিল। এইদৰে 'অঙ্কীয়া নাট', 'অঙ্কীয়া ভাওনা', 'অঙ্কীয়া বাজনা' আখ্যাবোৰ সিদ্ধ হৈছিল।

শঙ্কৰদেৱী নাটক সেই কালৰ ভাৰতত অকলশৰীয়া এক বিকাশ নহয়। দক্ষিণৰ তামিল-তেলুগুৰ ভাগৱত-মেল, কন্নড়ৰ যক্ষগান, আৰু মালয়ালমৰ কথাকলি আৰু উত্তৰৰ ৰামলীলা-ৰাসলীলাৰ ঐতিহ্যও প্ৰায়ে সমানেই পুৰণি। ক্লাছিকেল সংস্কৃত নাটকৰ হাড়ত এইবোৰ বনৰ দৰে গজি উঠিছিল আৰু সকলোবোৰতে কিছুমান সাদৃশ্য লক্ষ্য কৰিব পাৰি। ডায়নিছাছৰ কোৰাছৰ পৰা এস্কাইলাছ-ইউৰিপিডিছ-ছফোক্লিছৰ নাটক উদ্ভৱ হোৱাৰ সমান্তৰাল কৰি আমাৰ

ওজা-পালিৰপৰা শঙ্কৰী নাটৰ জন্মৰ কথা ভবাটো পণ্ডিতৰ কল্পনাৰ এটা চৌখীন বিলাস। তথাপিচোন কথাবোৰ তেনেকৈ কুটি কুটি ভাল লাগে।

শঙ্কৰদেৱৰ নাটৰ ভাষাটোৰ নাম কি? নাটৰ ভিতৰত বা চৰিতত সেই নাম নাপাওঁ। চৰিতত শঙ্কৰদেৱে তীৰ্থৰ বেলা শুনি অহা 'মাত বলি ফাচী'ৰ কথা আছে। সিয়ে বোধহয় থূলমূলভাৱে উত্তৰ ভাৰতৰ ভাষাৰ বৰ্ণনা। কিন্তু বৰগীত আৰু নাটৰ ভাষাক আমি 'ব্ৰজাবলী ভাষা' বুলিয়ে মুখে মুখে জানি আহিছোঁ। এজন পণ্ডিতে দায় ধৰি কৈছিল, সংস্কৃতৰ 'আৱলী' প্ৰত্যয় শাৰী অৰ্থতহে ব্যৱহাৰ হ'ব লাগে। পিছে, আমি কি কৰিম, স্বয়ং মহাপুৰুষেই তাক বিশেষণ প্ৰত্যয় কৰি "চন্দ্ৰাৱলী ৰজনী দেখিয় বিতোপন" লেখিলে! এতেকে লোক-প্ৰজ্ঞায়ো তেনে কৰি 'ব্ৰজাবলী' বিশেষণটো সিদ্ধ কৰি লৈছে, যেন এই ভাষা ব্ৰজধামৰ ভাষাহে! কিন্তু স্পষ্টকৈয়ে ই ব্ৰজভাখা (ব্ৰজভাষা) নহয়। বৰং ইয়াৰ ভেটি হ'ল মৈথিল; তাৰ ওপৰতে অসমীয়া ৰূপতত্ত্ব-ধ্বনিতত্ত্বৰ ছাল-চ'তি-খুঁটা লগাই, হিন্দী আদিৰো খবুৰা, কুকুৰ আদি লগাই তাৰ ঘৰটো বন্ধা হৈছিল। অৱশ্যে শঙ্কৰ-মাধৱৰ দৰে সি দুজনাৰ উত্তৰাধিকাৰীসকল সিমান নিপুণ বাঢ়ৈ নোহোৱা বাবে পাছত আৰু তেনে ৰাঙলী-চ'ৰা সাজোঁতা নোহোৱা হ'ল। সংস্কৃতৰ দৰে নাটৰ আন উপাদানৰ ক্ষেত্ৰতোযে একে আকালেই আমাৰ লগ ললে, তাকো শৰ্মাৰ এই সঙ্কলন আৰু ভূমিকাই দেখুৱাব।

এই নাটবোৰ শঙ্কৰী নাটৰ অৱক্ষয়ৰ স্বাক্ষৰ হ'লেও, সিহঁতৰ সাহিত্যিক মূল্য বৰ সৰহ নহ'লেও, ঐতিহাসিক মূল্য নিশ্চয় হ'ব। ৰোমান সাম্ৰাজ্যৰ অৱক্ষয় আৰু পতনৰ ইতিহাসো তাৰ গৌৰৱৰ ইতিহাসৰ সমানেই প্ৰয়োজনীয় অধ্যয়ন। কিন্তু প্ৰকৃত মূল্য থকা নাটক শঙ্কৰোত্তৰসকলে লেখা নাছিল, সিও নহয়। যি উৎসাহেৰে বৰদোৱাকে ধৰি নগাঁও অঞ্চলত আজিও 'ৰাৱণ-বধ'ৰ ভাওনা হয়, সি অঙ্কীয়া ভাওনাৰ সমানেই হ'ব। এনে থলত ডক্টৰ শৰ্মাই শঙ্কৰোত্তৰ নাটৰ ইতিহাসৰ অধ্যয়নলৈ এইফেৰা ভাল বৰঙণি আগবঢ়াই আমাৰ ধন্যবাদৰ পাত্ৰ হ'ল। বাঞ্ছা কৰোঁ, সাহিত্যামোদীসকলে এইভাৱেই এই প্ৰকাশনখনি গ্ৰহণ কৰিব।

২৭ মেই, ১৯৭৩

# প্ৰাচ্য-শাসনাৱলী

## ভূমিকা

অসম সাহিত্য সভাৰ আঁচনিমতে 'পবিত্ৰ অসম' গ্ৰন্থ-প্ৰণয়নৰ সময়ৰেপৰা মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদৰ 'কামৰূপ-শাসনাৱলী'ৰ আৰ্হিৰে পুষ্যবৰ্মা, শালস্তম্ভ আৰু ধৰ্মপাল বংশৰ ৰজাসকলৰ ৰাজত্বৰ অৱসানৰ পাছৰ যুগৰ তাম্ৰশাসন, প্ৰস্তৰশাসন আৰু আন লেখসমূহ সংগ্ৰহ কৰি প্ৰকাশ কৰিবৰ অৰ্থে মানস কৰা হৈছিল। এই বিষয়ত সোণাৰাম চৌধুৰী, হেমচন্দ্ৰ গোস্বামী, সূৰ্যকুমাৰ ভূঞা, সৰ্বেশ্বৰ শৰ্মা কটকী, সৰ্বেশ্বৰ বৰুৱা, হৰিনাৰায়ণ দত্ত বৰুৱা আদিয়ে বহুতো কাম কৰি থৈ গ'লেও সেই মহান তত্ত্বানুসন্ধানকাৰীসকলৰ সংগৃহীত শাসনৰ পাঠসমূহ বিবিধ আলোচনীত বিক্ষিপ্ত হৈ পৰি আছে। সেইখিনি সংগ্ৰহ কৰি এটি সঙ্কলনৰূপে সম্পাদন কৰি প্ৰকাশ কৰিলেও এই পাছৰ যুগটোৰ ইতিহাসৰ বহুতোখিনি প্ৰথম শ্ৰেণীৰ প্ৰামাণ্যৰ এখনি লাগতিয়াল পুথি হয়। চৰকাৰৰ কাছাৰীবিলাকৰ মহাফেজখানাবোৰত অনেক শাসনৰ নকল সংগৃহীত আছে। এইবিলাকৰ ব্যৱহাৰ আজিও ৰাজস্ব-বিভাগে কৰি আছে। ইয়াৰ উপৰি ব্যক্তিগত জিম্মাত দুই-এখনি ফলিৰ সন্ধান পোৱা যায়। দুই-এখনি ফলি আকৌ যোৱা কিছু দিনৰ ভিতৰত মাটিৰ তলৰপৰা ওলাইছে। ডিব্ৰুগড়ৰ ওচৰৰ লেপেটকটা বাগিচাৰ ভিতৰত মাটি খানোতে পোৱা ৰুদ্ৰসিংহৰ দিনৰ ফলিখনিৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। এনেভাৱে সিঁচৰতি হৈ পৰি থকা শাসনসমূহৰ সংগ্ৰহ ঐতিহাসিক অধ্যয়নৰ বাবে নিতান্ত আৱশ্যকীয় হৈ আছে।

বৰ্তমান সংগ্ৰহে সময় আৰু স্থানৰ ফালৰপৰা এক বৃহৎ পৰিসৰ অধিকাৰ কৰি আছে। ইয়াৰ ভিতৰত ঐক্য প্ৰদান কৰা এটি মাথোন গুণ হ'ল—এই সকলো ফলি আৰু কাকতৰ লিপি অসমীয়া। ১১২৭ শকত মহম্মদ-ইবন-বখতিয়াৰৰ যৱন সৈন্য ধ্বংস হোৱাৰ কথাৰে উত্তৰ গুৱাহাটীৰ কানাই-বৰশী-বোৱা শিলৰপৰা

চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে আইভেটি ন-সত্ৰৰ বাবে ১৭৪৪ শকত দান কৰা ধৰ্মোত্তৰ-পত্ৰলৈকে এক বিশদ ইতিহাস। অসম, কামৰূপ, কোচবেহাৰ এই 'তিনি ৰাজ্য'ৰ উপৰি হেড়ম্ব, জয়ন্তীয়া আদিৰ শাসনাৱলী ইয়াত সন্নিৱিষ্ট হৈছে। আহোম, কোচ, কছাৰী আদি বিভিন্ন ৰাজ-সম্প্ৰদায়ৰ শাসনৰ অঙ্গৰ ইঙ্গিত এই ফলিবোৰে দিব। ভাৰতৰ সমস্ত প্ৰাচ্যৰ ৰাজ্য-শাসন আৰু ৰাজনীতি, ন্যায়-বিচাৰ, ৰাজস্ব-শাসন, কৰাৰোপণ-ব্যৱস্থা, শাসকসকলৰ ধৰ্ম-সংক্ৰান্ত নীতি আৰু শাসন আদিৰ বিষয়ে এই ফলিবোৰে চমুকৈ হ'লেও অতি স্পষ্ট ইঙ্গিত দিব। অনেকখনি ফলি গড় আৰু খাৱৈ, দুৰ্গ আৰু পৰিখা, মন্দিৰ আদিৰ নিৰ্মাণৰ ইতিহাসৰস্বৰূপ সাক্ষী হৈ থিয় হৈ আছে। ১১২৭, ১৫৩৮, ১৫৮৯ শক আদিৰ ফলিত যুদ্ধৰ শেষত বিজয়ী বীৰে গৌৰৱেৰে ৰণ-জয় ঘোষণা কৰিছে। এখনি কাকতে [৯৫] কমলেশ্বৰসিংহ ৰজাৰ দিনত মানুহ বেচা-কিনাৰ প্ৰমাণ দাঙি ধৰিছে। এক শিলৰ লেখা (ফলি ১৫৬) আহোঁম ৰজাৰ দিনৰ মাটি বেচা-কিনাৰ নথিৰ দৰে থিয় দিছে। শাক্ত, শৈৱ, বৈষ্ণৱ মন্দিৰ আৰু নৱবৈষ্ণৱ সত্ৰ, সৎসঙ্গী (সচঙ্গী) মঠ বা সত্ৰ, বৈষ্ণৱ মন্দিৰৰ দৌল আৰু অখণ্ড-প্ৰদীপৰ হৈ ভূমি-দান আৰু পাইকৰ নিবন্ধন বহুতোখিনি ফলিৰ দ্বাৰা কৰা হৈছে। ফলি ১৪২-এ স্ৰগ্ধৰা আৰু শাৰ্দূলবিক্ৰীড়িত ছন্দত কামাখ্যা দেৱীলৈ আগ বঢ়োৱা এক লাখ বলিৰ কাহিনী কৈছে।

বিশেষকৈ কামৰূপত অনেক সৎসঙ্গী মঠ বা সত্ৰৰ হকে তেনে অনুষ্ঠানৰ মেধিক মাটি-বৃত্তি দি হৰি-মন্দিৰ কৰি শ্ৰৱণ-কীৰ্তন ধৰ্ম প্ৰৱৰ্তাই তেল-বন্তি জ্বলাই থাকিবলৈ দিয়া হৈছিল। বৰ্তমান সংগ্ৰহৰ ভিতৰত ফলি ১৭-ত শ্ৰৱণ-কীৰ্তনাদি প্ৰৱৰ্তক মেধি পাতি ব্ৰহ্মোত্তৰ দান কৰা হৈছে, আৰু ফলি ৪৫-তে আমি প্ৰথম সৎসঙ্গী সত্ৰৰ উল্লেখ পাওঁ। ফলি ৬২-ত সুন্দৰীখেল সত্ৰৰ জয়নাৰায়ণ মেধিৰ উল্লেখ আছে। ফলি ৭৩-ৰে 'দামোদৰি সৎসঙ্গিসত্ৰ'ৰ নামে ধৰ্মোত্তৰ-ব্ৰহ্মোত্তৰ দুয়োবিধ দান দিয়া হৈছে। ফলি ৭৬-ত কবিৰত্ন ভাগৱতীক মহাজন পাতি ভূমি মনুষ্য দিয়া হৈছে শ্ৰৱণ-কীৰ্তনাদি ধৰ্ম প্ৰৱৰ্তাবৰ অৰ্থে। ফলি ৮৭-ত বিদ্যাবিনোদ, কবিৰত্ন দুই ব্ৰাহ্মণক পূৰ্বতে হৰিদেৱী পন্থৰ মেধি পতাৰ কথা উল্লেখ কৰি পুনৰ ভূমি-মনুষ্য দিয়া হৈছে। ফলি ৬৮, ৭৯, ৮১-ত মঠ-ঘৰ নাম-ঘৰৰ বাবে দানৰ নিবন্ধ কৰা হৈছে। সৎসঙ্গী সত্ৰ বা সচঙ্গৰ বিষয়ে 'পবিত্ৰ অসম' গ্ৰন্থৰ 'কামৰূপ' অধ্যায়ত কিছু কথা সন্নিৱিষ্ট হৈছে। সাধাৰণতে সত্ৰবিলাকক ধৰ্মোত্তৰ কৰি মাটি-বৃত্তি দিয়া হৈছিল। কেতিয়াবা সত্ৰৰ বিগ্ৰহৰ নামত দেৱোত্তৰ দিয়াও দেখা যায় (ফলি ৮২,

৯০)। ব্ৰাহ্মণক দিয়া কৰ-বিহীন ভূমি হ'ল ব্ৰহ্মোত্তৰ। এই 'ধৰ্মোত্তৰ', 'দেৱোত্তৰ', 'ব্ৰহ্মোত্তৰ', শব্দকেইটা বহলভাৱে ব্যৱহাৰ কৰা হয় আৰু সংস্কৃত ভাষাৰ ফলিৰ মাজতো পোৱা যায় যদিও, সিহঁত শুদ্ধ সংস্কৃত নহয়, 'ধৰ্মত্ৰ', 'দেৱত্ৰ', 'ব্ৰহ্মত্ৰ', এনেহে হ'ব লাগে। ফলি ৬২, ৭৯, ১০২-ত আমি 'ধৰ্মত্তৰ' ৰূপটি পাইছোঁ। ফলি ১১-ত আমি ব্ৰহ্মোত্তৰ অৰ্থত 'ব্ৰাহ্মণবৃত্তি', ফলি ৯৭-ত 'দ্বিজবৃত্তি' আৰু ফলি ১৩২-ত 'বিপ্ৰোত্তৰ' শব্দ ব্যৱহৃত হৈছে। ফলি ২৪, ৪৩-ত 'ব্ৰহ্মত্তৰ', ফলি ৬৮-ত 'দেৱ-বৃত্তি' আছে। প্ৰতাপসিংহ বুঢ়া ৰজাৰ দিনৰ বৰ্ণনাত কাশীনাথ তামুলীফুকনৰ বুৰঞ্জীত আছে ঃ 'এবং দেৱৰগাঁও দেৱালয়ৰ দৌল কৰি মাটি মানুহ উচৰ্গ কৰি দিলে। সেই দিনৰেপৰা দেৱোত্তৰ ব্ৰহ্মত্তৰ চলে' (পিঠি ৩৩)। ফলি ৩৯, ৪৪, ৮১ আৰু ১০২-ত নানকাৰ বা কৰ-ৰহিত ভূমি দান কৰা হৈছে। ফলি ১০১-ত 'নৰবৃত্তি' শব্দটিৰ প্ৰয়োগ মন কৰিবলগীয়া। ফলি ৮৩-ৰ যোগে লক্ষ্মীসিংহ স্বৰ্গদেৱে গুৱাহটীয়া আনোৱাৰ ফকিৰক মাটি আৰু কেইঘৰমান 'চেলা' দিছে আৰু তেওঁৰ বংশৰ নামে বাউসী পৰগণাৰ চাহ মদাৰ, বৰনগৰৰ চাহ ফকিৰ আৰু ক্ষেত্ৰিৰ পাঁচ পীৰৰ দৰগাহৰ উপৰিও হাজোৰ পোৱামক্কাৰ ভাগ নিবন্ধ কৰা হৈছে। ফলি ৬৩-ত ৰাজেশ্বৰসিংহই দুজন বেজক মাটি-বৃত্তি দিছে। ফলি ১০৩-ৰ যোগে বেথাৰাম তামুলীফুকন বৰফুকনে চন্দ্ৰকান্তসিংহ, তেওঁৰ পৰ্বতীয়া কুঁৱৰী পদ্মাৱতী আৰু তেওঁলোকৰ পুত্ৰৰ হৈ হয়গ্ৰীৱ-মাধৱৰ 'প্ৰাক্-প্ৰবৃত্ত-সত্ৰোৎসৱ-স্থানীয়-হৰি-কীৰ্ত্তনোৎসৱাৰ্থং' অৰ্থাৎ 'মাঘ মাহত দশমি তিথিত পুৰ্বে দ্বাদশ যাত্ৰা আছিল সেয়ে লোপ পালত সম্প্ৰতি নৱিনকৈ বৎসৰি সভাযাত্ৰা কৰিবৰ নিমিত্তে' ব্যৱস্থা কৰি দিছে। ফলি ১৩০-ত ভাল বামুণৰ ল'ৰাৰ বিয়াত ৰজাই যৌতুক কৰি মাটি দিয়া কথাটি বৰ আহ্লাদদায়ক। ফলি ১০১ বাউসী পৰগণাৰ চৌধাৰী-পাটোৱাৰী-নিয়োগৰ পত্ৰ। ফলি ১০৯ আৰু ১১০-ৰ দ্বাৰা মন্দিৰৰ বাবে পূজাৰি, চামৰ-ধৰোঁতা আৰু গীতা-পাঠক নিয়োগ কৰা হৈছে। ফলি ১০০-ত এখন বিচাৰৰ ৰায় লিপিবদ্ধ কৰা হৈছে। এইবিলাকৰ উপৰি ৰাজেশ্বৰসিংহ ৰজাই দীৰ্ঘেশ্বৰী মন্দিৰৰ দেৱীপীঠৰ বাবে দান কৰা ৰূপৰ জাপিৰ (ফলি ৬৬) ওপৰৰ লেখা, এজন বুঢ়াগোহাঁয়ে নৱোৱা সত্ৰত দিয়া বৰকাঁহৰ (ফলি ৯২) লেখা, এজন ভকতই সুন্দৰীদিয়া সত্ৰত দিয়া পিতলৰ দুৱাৰৰ (ফলি ১০৫) লেখা আদিয়ে পুৰণি লিপিৰ বিভূতিৰ পৰিচয় দিব।

হাজোৰ হয়গ্ৰীৱ-মাধৱৰ পূজা-অৰ্চনাৰ বাবে ৰুদ্ৰসিংহ স্বৰ্গদেৱে ১৬৩৩

শকৰ চ'তত দিয়া ৰূপৰ সামগ্ৰীৰ ভিতৰত এটা ৰূপৰ কলহত ৰজাৰ নাম আৰু তাৰিখ খোদিত আছে (ধৰণীকান্ত দেৱ শৰ্মা, কামাখ্যা তীৰ্থ, পিঠি ৮১)। অলপতে বেণুধৰ শৰ্মাদেৱে উদ্ধাৰ কৰি ৰাজ্যিক সংগ্ৰহালয়ত জমা দিয়া এখন ফলি হ'ল ভাগৱত পুথিৰ বাকচৰ ওপৰত লগোৱা নাম-পাত বা 'লেবল্' মাথোন; তাৰ চাৰিটা চুকত গজাল মাৰিব পৰা বিন্ধা আছে। তাৰ পাঠ ঃ

বাজিগ্ৰীৱৰপুভৃতে ভগৱতে শ্ৰীমাধৱায়াদৰাৎ শ্ৰীমান্ শ্ৰীহৰি-
দেৱ ইত্যভিহিতো গোবিন্দ-সত্ৰাধিপঃ।। শ্ৰীমদ্ভাগৱ-
তং সটীকমদদাৎ সুন্নক্তিপীঠস্থিতং শাকে দিগ্‌গজতৰ্ক-
ষণ্ম খমুখৈণাঙ্কে ৰবৌ সিংহস্থে।। হৰিদেৱনিযু-
ক্তেন বিদ্যাবাগীশশৰ্ম্মণা। গৌৰৱাদিদমানীয় মা-
ধৱাগ্ৰে সমৰ্পিতং।। ১৬৬৮।।

দেখা যায়- সটীক ভাগৱত শাস্ত্ৰখনি গোবিন্দ-সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীহৰিদেৱৰ হৈ বিদ্যাবাগীশ শৰ্মাই হয়গ্ৰীৱ-মাধৱৰ মন্দিৰত অৰ্পণ কৰিছিলহি।

যদিও বৰ্তমান সঙ্কলনৰ নামত বহুলভাৱে 'শাসন' শব্দ প্ৰয়োগ কৰা হৈছে, ভিতৰত সন্নিৱিষ্ট সকলো ফলি আৰু লেখা শাসন নহয়। শাসন শব্দই ৰাজ-শাসন অৰ্থাৎ ৰজাই দিয়া ফলি বা তাম্ৰশাসন অৰ্থাৎ ৰজাই দিয়া তামৰ ফলি বুজায়। এনে ধৰণৰ ফলিৰ বাহিৰেও ইয়াত আন আন বিধৰ ফলি আৰু লেখা সামৰা হৈছে। এই সকলোবিলাকেই কামৰূপ-অসম-কোচবেহাৰৰ সমসাময়িক ৰাজনৈতিক আৰু সামাজিক বুৰঞ্জীৰ উৎকৃষ্ট সমল যোগায়। কোচ-আহোম ৰজাসকলৰ ফলিত ৰজাৰ প্ৰশংসা থাকিলেও অতিৰঞ্জিত ধৰণৰ স্তুতি অতি কম। ডাঙৰ ডাঙৰ ৰাজ্যৰ ৰজাক বশ কৰি কৰতলীয়া কৰা হৈছে, এনে ধৰণৰ উক্তি নায়েই। ফলি ১২-ত গদাধৰসিংহ স্বৰ্গদেৱে বঙ্গ, কলিঙ্গ, তৈলঙ্গ, সৌৰাষ্ট্ৰ, মগধ আদি অশেষ দেশত 'কুপ্যাকুপ্য-বিভৰণ'ৰ দ্বাৰা সন্তোষ লগোৱাৰ কথা আছে; আন কোনো ফলিতে বিদেশৰ উল্লেখ নাই।

ফলি-৭৫ অনুসৰি পূৰ্বতে শ্বাহজাহান বাদশ্বাই কামৰূপত দিয়া মাটি-বৃত্তি ৰাজেশ্বৰসিংহ ৰজাৰ আদেশত পুনৰ বাহাল ৰখা হৈছে। 'বঙ্গালৰ দিনৰপৰা' অৰ্থাৎ কামৰূপ মোগলৰ অধীনত থকা সময়ৰপৰা বাউসী পৰগণাৰ চৌধাৰী বিষয়-বাব খোৱা বংশৰ লোকক চন্দ্ৰকান্তসিংহই পুনৰ চৌধাৰী-পটোৱাৰী দুই বাবত নিয়োগ কৰিছে (ফলি ১০১)। হাজোৰ হয়গ্ৰীৱ-মাধৱ, গুৱাহাটীৰ শুক্ৰেশ্বৰ-

জনাৰ্দন আদি মন্দিৰৰ নামতো পূৰ্বতে মোগল সম্রাটে মাটি-বৃত্তি আদি দিছিল।

কেতিয়াবা পূৰ্বৰ ফলি নষ্ট হ'লে বা হেৰালে পূৰ্বৰ বৃত্তি উদ্ধাৰ কৰি পুনৰ তাম্ৰপট্ট কৰি দিয়া হয়। কেতিয়াবা আগৰ কাগজত দিয়া "পত্র মোহৰ..... চিৰস্থায়ী নেদেখি চিৰকাল থাকিবৰ নিমিত্তে পত্র গুচাই তাম্রপত্র কৰি দিয়া" হয় (ফলি ৬৪)। কেতিয়াবা তেনে পত্র-মোহৰ জীৰ্ণ হোৱা কাৰণেও তাম্রপত্র কৰি দিয়া হৈছিল (ফলি ৮৫) বা "পূৰ্ব্ব পত্রিকা জি আছিল সি গৃহদাহত দগ্ধ হৈলা কাৰণ" (ফলি ১২৯) বা পূৰ্বৰ "তাম্র-পত্রিকা.....চৌৰাপহৃত হৈল কাৰণ"তো পুনৰ তাম্ৰপট্টক কৰি দিয়া হৈছিল (ফলি ৫২)। "ভোজ ভাত খাই বাটা পিন্ধি" ধৰ্মোত্তৰ আদি পত্র লেখি দিয়াৰ উল্লেখটি (১০২/২) চকুত লগা।

আহোম ৰজাৰ দিনত মাজে মাজে মাটি আৰু পাইকৰ পিয়ল হৈছিল। সেই পিয়ল অনুসৰি পেৰা-কাগজ বা পঞ্জী ৰখা হৈছিল আৰু মাটি আদিৰ বাবদ ধন ধাৰ্য কৰা হৈছিল। শিৱসিংহ ৰজাৰ দিনৰ পেৰা-কাগজ ব্রিটিঃশে দেশ লোৱা সময়লৈকে আছিল বুলি গেইটে লেখিছে। বৰ্তমান সঙ্কলনৰ দুই-এখন ফলিত পেৰা আৰু পেৰাৰ ধনৰ উল্লেখ আছে (ফলি ৯০, ১০১, ১০৩)। কামৰূপত মোগল শাসনৰ সময়ত 'ফাৰ্চ্চিৰ মহজৰ' ৰেকৰ্ডৰূপে (ফলি ১০১) চলিছিল। মন কৰিবলগীয়া যে উৰিষ্যা অঞ্চলৰ ফলিবিলাকত ৰেকৰ্ড ৰাখোঁতাক পেটপাল, পেট্টপাল, পেড়াপাল আদি বোলা হৈছিল; এওঁতকৈ ওপৰৰ বিষয়া হ'ল পুস্তপাল বা পুস্তকপাল (D. C. Sircar, *Indian Epigraphy*, p. 99)। উল্লেখ কৰিব লগীয়া যে শঙ্কৰদেৱৰ লেখাত 'পেৰাপাত্ৰ'ৰ কথা আছে।

মাটিবৃত্তি দিয়াৰ আগতে সকলো প্রাথমিক অনুসন্ধান আদি কৰা হৈছিল। ব্ৰহ্মচাৰী-সত্ৰৰ ব্ৰহ্মচাৰী বাপুক লক্ষ্মীসিংহই মাটি দিয়াৰ আগতে "কুঐেগএঞা শ্ৰীৰাজমন্ত্ৰি পূৰ্ণানন্দ বুঢ়াগোহাঞিও.......ডাঙ্গৰীয়াই ধনবৰ বড়াৰ মুখে বুজি শ্ৰীশ্ৰী •লৈ জনালত'হে তাম্রপত্র কৰি মাটি-মানুহ দিয়া হৈছে (ফলি ৯৭)। চন্দ্ৰকান্তসিংহই অতিৰামক চৌধাৰী-পটোৱাৰী পতাৰ আগতে 'পূৰ্ব্বৰ ফাৰ্চ্চিৰ মহজৰ" চাই লোৱা হৈছিল (ফলি ১০১)। পত্র ১০২-ত উল্লিখিত 'পাতনী জোখ' প্রাথমিক জৰিপ বুলি হেমচন্দ্র গোস্বামীয়ে অনুমান কৰিছে।

গেইট চাহাবে লেখিছে যে গদাধৰসিংহ ৰজা হোৱাৰ আগতে নামনি অঞ্চলত লুকাই ফুৰোঁতে মুছলমানসকলৰ মাটি জৰিপ কৰা পদ্ধতি দেখি ৰজা হোৱাৰ পিছৰ যুদ্ধ-বিগ্ৰহৰ পিছত কোচবেহাৰ আৰু বঙ্গৰপৰা জৰিপ কৰা মানুহ

অনাই শিৱসাগৰত জৰিপ আৰম্ভ কৰে, কিন্তু তেওঁৰ মৃত্যুৰ পাছলৈকে সেই কাম সম্পূৰ্ণ হোৱা নাছিল। গেইটে লেখিছে, "The method of survey adopted is nowhere described, but it was probably the same as that which was in vogue when Assam was first occupied by the British, i.e., the area of each field was calculated by measuring the four sides with a *nal* or bamboo pole, 12 feet long, and multiplying the mean length by the mean breadth. The unit of area was the *purā*, which contained four standard Bengali *bighās* or 14,400 square feet" (pp. 170-71) পুৰাৰ হিছাপ অনেকখনি ফলিতে আছে; তদুপৰি আমি সধয়াপুৰীৰ ফলি দুখনত (১০৬, ১০৭) 'পুটি' আৰু মাধৱদেৱৰ নীলাচল তাম্ৰশাসনত (১০৮) আৰু ৰুদ্ৰসিংহৰ কেশৱ-ৰাই মন্দিৰৰ হকে দানৰ ফলিত (১০৯) 'পুটক্' শব্দ পাওঁ। জয়ন্তীয়াপুৰৰ ফলিত (৮৯, ৯৮, ৯৯) মাটিৰ পৰিমাণ হলৰ হিছাপত দিয়া হৈছে, কিন্তু এই হলৰ পৰিমাণ কিমান, স্পষ্টকৈ জনা নগ'ল। এই ফলিত আন এটা জোখ হ'ল 'কেদাৰ'। ফলি ৯৯-ত 'বসু-হস্ত-প্ৰমাণ-মানদণ্ড'ৰ উল্লেখ মন কৰিবলগীয়া। শিৱসিংহ ৰজাৰ চাৰিখন ফলিত (১৭, ১৮, ১২৮, ১২৯) 'সাৰ্দ্ধসপ্তহস্ত মানদণ্ড'ৰ কথা কোৱা হৈছে। বেলতলাৰ ফলিত (ফলি ১৪৬) "ডণ্ড প্ৰমাণ ৭।৪ সাত হাত এক বিগত চাৰি আঙ্গুল" দিয়া হৈছে। আনফালে বৰদোৱা সত্ৰৰ বিৱাদৰ সিদ্ধান্তৰ তামৰ ফলিত (১০০) "মাটিৰ জোখ ৭ হতিয়া টাৰেৰে দীৰ্ঘে ১৯ বেং প্ৰস্থে ৯ দা আতে মাটি ১৶/১৮৮ পুং" হিছাপ দিয়া হৈছে আৰু ব্ৰহ্মচাৰী সত্ৰৰ ফলিত "দীৰ্ঘে ৬২০ বেও প্ৰস্থে ৮০ আতে হয় মাটি ১২৪ পু°" আৰু "দীৰ্ঘে ৮০ বেও প্ৰস্থে ৮০ আতে মাটি হই ১৬ পুৰা" হিছাপ আছে। সধয়াপুৰীশ্বৰৰ ফলিত (১০৬) '[দ্বি] কুণ্ডাবল-নৌ-স্থলী'ৰ উল্লেখ আছে; এই 'কুণ্ডাবল' কি জোখ, বুজা নগ'ল। তদুপৰি, মাটিৰ পৰিমাণ বুজাওঁতে 'চলিত দৰে' (ফলি ৮১), 'তিনি গুণিৰ দৰে' (ফলি ৪৪, ৭৬, ৮৭), 'তৃগুণিকৈ' (ফলি ৭৯), 'দুনিৰ দৰে' (ফলি ৬২, ৮৫), 'দুই গুণিয়া দৰে' (ফলি ১৩২), 'দুনিৰকাতে' (? ফলি ৭৬, ১৪৫) এনে খণ্ডবাক্য ব্যৱহাৰ কৰা হৈছে; এইবোৰ কি বুজাইছে, বুজা নগ'ল।

মাটিৰ শ্ৰেণীবিভাগো এটি প্ৰণিধানযোগ্য বিষয়। মাধৱদেৱৰ তাম্ৰশাসনত বাটী বা বাস্ত-ভূ° (বাস্তু-ভূমি), পোখৰী-বাড়ী, মুণ্ডা-বাটী, চাষ-ভূমি, গোপ্ৰচাৰ-ভূ (ভূমি) (ধৰ্মপালৰ শুভঙ্কৰপাটক ফলি, শাৰী ৩৫ চাওক), শা-(শালি)ভূমি,

তি-থা (?), শি-থা (?) আদি প্ৰকাৰ দেখা পোৱা যায়। শিৱসিংহৰ ফলি ৩৯-ত আমি 'ফৰিঙ্গতি চৌগুঙ্গি (?) মাটী ২৩ পুড়া বৰিমাটী ৭পুড়া', ফলি ৪১-ত 'ফৰিঙ্গতি হাবি মাট্টি ধাকা ১২ পুৰা মিন্নিক (?) জমি ১২ পুৰা...... বাড়ি মাটি ৭ পুৰা', ফলি ৪৩-ত 'ৰুপিত ললে (লাল?) ১২ বাৰ পুৰা কঠিয়াতলী ৬ পুৰা.....ফৰিঙ্গতী তিনি গুণিৰ দৰে (?) ৮ পুৰা', ফলি ৪৫-ত 'ভিঠি' আৰু 'উবাৰ'ৰ উল্লেখ পাওঁ। ৰাজেশ্বৰসিংহৰ দিনৰ ফলি ৬৩-ত ৰোৱাতি, বাড়ি, বেঙ্গেনাতলি, বাওতলি আৰু কঠিয়াতলি; ৬৮-ত বড়ি, বাড়ি, বিল আৰু ওবাৰ হাবি মাটি; ৭৬-ত হাবি মাটি, বাড়ি, বাওতলি, দলনি মাটি, জমি মাটি; ৭৭-ত লাল, বাৰী; লক্ষ্মীসিংহৰ দিনৰ ফলি ৭৯-ত ৰুপিত, ফৰিঙ্গতি, বাওতল্লি, বাৰি বৰি, হাবি দলনি মাটি; ৮৩-ত লাল মাটি, বাৰী; গৌৰীনাথসিংহৰ দিনৰ ফলি ৮৫-ত নীল মাটি, বাড়ী মাটি, দলনি মাটি; ৮৭-ত ৰোপিত, বাৰি, জমি, বৰি, দলনি মাটি; চন্দ্ৰকান্তসিংহৰ পত্ৰ ১০২-ত উবাৰ মাটি, বড়ি, উবাৰ বিল— এইবিলাক শ্ৰেণীৰ উল্লেখ আছে। ইয়াৰ উপৰি, ফলি ১৬-ত চাঙ্গনা ভূমি, ফলি ১৩০-ত বাকৰি মাটি, ফলি ১৩৩, ১৩৪, ১৫৫-ত অজজঙ্গলা, ১৩৬-ত হাচিলা জঙ্গলা; ১৩৩-ত বিহি জমি, এইবোৰ শ্ৰেণীৰ নাম পাওঁ। ফলি ৪১-ৰ 'মিন্নিক জমি' আৰু ফলি ১৩২-ৰ 'স্বমিল্লিক ৰোপিত জমি' কি?

বৰ্তমান সংগ্ৰহৰ ভিতৰত ফলি ১৬-তে আমি প্ৰথম আহোম ৰাজ্যৰ কৰ-কাটলৰ নাম পাওঁ। তাৰ পিছত অনেকখনি ফলিত ৰজাঘৰীয়া কৰ আৰু বাৰবোৰৰ উল্লেখ আছে আৰু ৰজাই দান কৰা মাটি আৰু পাইকক সিবোৰৰপৰা অব্যাহতি দিয়া বুলি উল্লেখ কৰা হৈছে। ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ 'আহোমৰ দিন' (১৯১৮, পিঠি ৫১-৫২)-ৰপৰা কৰ-কাটল আদিৰ বিৱৰণ তলত তুলি দিয়া হ'ল।

কৰ—মাটি খোৱা বাবে ৰজাক দিবলগীয়া বস্তু বা ধন।

কাটল—পাইকে মাটি খোৱা বাবে ৰজাঘৰত খাটিব লাগিছিল; নোৱাৰিলে খাটনিৰ সলনি দিয়া ধন।

পদ—পাইকে বিষয় পালে দিবলগীয়া ধন।

পঞ্চক—বৰগুণি বা পঁচা।

বেঠ—ৰজাঘৰীয়া হাতী, ম'হ আদি জন্তুবোৰ ধৰা বাব।

বেগাৰ—ৰজাৰ প্ৰয়োজনমতে বন কৰি দিয়া বাব।

জলকৰ—নৈ, বিল আদিৰ মাছ ধৰা কৰ।

যৰক্ষাৰ—হিলৈৰ খাৰ তৈয়াৰ কৰাবৰ নিমিত্তে ঘৰে পতি যৰখাৰ দিব লগা ধাৰ।

চোৰ—সৰু-সুৰা চুৰিৰ শাস্তি।

ছিনলা—ব্যভিচাৰ দোষৰ শাস্তি।

ধুমছি—নিৰ্বংশ মানুহৰ সম্পত্তি ৰজাই পোৱা ধাৰ।

ঘামেশা—ছোৱালী বিয়া দিলে ৰজাৰ প্ৰাপ্যফেৰি।

দান—বেচিবলৈ অনা বস্তুৰ বাবে ৰজাক দিয়া কৰ; পাৰ হোৱা কৰ।

খুত—মাটিত বাজে আন বস্তুৰ ওপৰত লগোৱা ৰাজহ।

দণ্ড—জগৰৰ নিমিত্তে দিয়া পীড়ন।

বন্ধ—জগৰৰ নিমিত্তে বন্ধা।

হাট—নিৰূপিত সময়ত বা দিনত অনেক মানুহে গোট খাই কিনা-বেচা কৰা ঠাই; তাৰ কৰ।

চকী—ৰজাৰ নগৰৰ বা গড়ৰপৰা দিয়া ঠাই; তাৰ কৰ।

ফাট—নাৱেৰে বা বামে বেহা কৰা বেপাৰী একত্ৰ হোৱা আৰু ৰাজহ দিয়া ঠাই; তাৰ কৰ।

ইয়াৰ বাহিৰে লীলা গগৈয়ে এখন পুৰণি বুৰঞ্জীত পাই দিয়া তালিকাত মাৰেছা (মাৰেশা) হ'ল বিয়াত হোম দি পোৱা মাটিৰ বাবে দিব লগা কৰ। নাৱেৰে বেহা কৰোঁতাসকলে ৰজাঘৰক দান নামে কৰ দিব লাগিছিল; কেতিয়াবা কোনো নাৱৰ দান ৰহিত কৰি অদানী কৰা হৈছিল (ফলি ১৪৪)। কাশীনাথ তামুলীফুকনৰ বুৰঞ্জীত আছে, প্ৰতাপসিংহ বুঢ়া ৰজাৰ দিনত "বৌমুৰিয়া গণক ভৰালি বৰুআই জনাই, হাট ফাটৰ দান পহাৰে পতি মাহে ৪ কৰা দৰে লগালে।" কোঁৱৰ, ডাঙৰীয়া, পুৰোহিত আৰু ওপৰ শ্ৰেণীৰ লোক আৰু সিসকলৰ বন্দীবোৰক এৰি দেশৰ সমস্ত প্ৰজাই ৰজাঘৰত খাটি দিব লাগিছিল। এই সকলো হ'ল পাইক। পাইকে খাটনিৰ বাবে দুপুৰা ৰোৱঁতী মাটি বিনাকৰে পাইছিল; কিন্তু ৰজাঘৰত খাটিব লগা নহ'লে তাৰ সলনি দুটকাকৈ ৰূপ কৰ হিছাপে দিব লাগিছিল। সকলো পাইকক খেল অনুসৰি ভাগ ভাগকৈ পতা হৈছিল। কুৰি পাইক এজন বৰাৰ অধীনত, শয়েক এজন শইকীয়াৰ অধীনত, হাজাৰ এজন হাজৰিকাৰ তলে, তিনি হাজাৰ এজন ৰাজখোৱা, আৰু ছহাজাৰ এজন ফুকনৰ তলে দিয়া হৈছিল। খেলবোৰ ডাঙৰীয়া-বিষয়াৰ অধীনত পৰিচালিত হৈছিল। মন্দিৰ, সত্ৰ, ব্ৰাহ্মণ

আদিক বেলেগ বেলেগ খেল আৰু বিষয়াৰ অধীনৰপৰা আনি পাইক দিয়া হৈছিল। বেঙেনাআটি সত্ৰৰ ফলি (৮২) আৰু ব্ৰহ্মচাৰী সত্ৰৰ ফলি (৯৭) চালে এই কথা বুজা যাব। দ্বিতীয়খন ফলিত 'শ্যমুয়া-কাৰি' হ'ল উচ্চ খাপৰ আৰু তল খাপৰ চমুৱা আৰু কাঁড়ী।

আহোম ৰাজ্যৰ ভিতৰত হ'লেও কামৰূপ অঞ্চলক পৰগণা অনুসৰি ভাগ কৰি কৰ আদি তাত তোলাৰ নিয়ম আছিল। কামৰূপৰ ফলিবিলাকত ৰৰুৱা, বৰকায়স্থ, চৌধাৰী, পটোৱাৰী, তালুকদাৰ, ঠাকুৰীয়া—এইসকলক সম্বোধন কৰা হৈছে (ফলি ১৬, ১৭, ৮৭, ১০৪)। দৰং দেশৰ ফলিত আকৌ ৰজা, ৰাজপুত্ৰ, হাজৰিকা, শইকীয়া, বৰা আৰু বুৰুক (ফলি ৫২) বা ৰজা, ৰাজপুত্ৰ, দুৱাৰদাৰ, হাজৰিকা, শইকীয়া, বৰা আৰু বৰুৱাক (ফলি ৮৬) সম্বোধন কৰা পাওঁ। দৰঙৰ কৰ-প্ৰথা উজনি অঞ্চলৰপৰা অলপ পৃথক আছিল (Gait, p. 240)। বেলতলাৰ ফলিত 'দাতিয়লিয়া ৰজাপোৱালিহত'কো সামৰা হৈছে (১৪৬)।

ফলি ১৫০-ৰপৰা দেখা যাব যে সেই সময়ত (অষ্টাদশ-উনবিংশ শতিকা) আহোম ৰাজ্যত 'নাৰানি ৰূপ' (নাৰায়ণী ৰূপ) বা কোচবেহাৰৰ ৰাজকীয় মুদ্ৰাৰ চলতি আছিল। 'কথা-গুৰুচৰিত'ৰপৰা আমি জানো, শঙ্কৰদেৱৰ দিনত 'নাৰেঙ্গি আধলি' (নাৰায়ণী আধলি) আদি চলিছিল। সমস্ত পূব ভাৰততে ব্ৰিটিশৰ আগমনলৈকে কোচ ৰজাৰ মুদ্ৰা বহলভাৱে চলাৰ প্ৰমাণ পোৱা যায়।

বহুতো ফলিত কিছুমান শব্দৰ সংক্ষিপ্ত ৰূপ ব্যৱহাৰ কৰা হৈছে। মাধৱদেৱৰ নীলাচল তাম্ৰশাসনত বিশেষকৈ এনে সংক্ষিপ্ত ৰূপ ভৰি আছে। *Journal of the University of Gauhati*-ত এই ফলি-বিষয়ক প্ৰবন্ধত আমি তাৰে কেইটামানৰ ব্যাখ্যা দিছিলোঁ ঃ লেঃ=লেখা; পু=পুটক (পুৰা), ভু=ভূমি; শা (সা)-ভু=শালি-ভূমি, বৃ=বৃক্ষ; স=সৰ্মা (শৰ্মা), সং=সম্বৎসৰ, সাং=সাকল্যেন। দ্বা-ভু, হি আদিৰ আমি অৰ্থ উলিয়াব পৰা নাছিলোঁ। ডক্টৰ দীনেশচন্দ্ৰ সৰকাৰে 'হি' মানে হিৰণ্য (সোণ, কৰ) আৰু 'সং' মানে সম্বন্ধ অৰ্থ দিছে *Indian Epigraphy*-ত। এই 'সং' ৰূপ সম্ভুক্ত, সম্ভোগ্য (শাৰী ১৩) সংলগ্ন (শাৰী ২৪), সংন্যস্ত, সমম্ আদিৰো সংক্ষেপ হ'ব পাৰে। তেওঁ *Journal of Ancient Indian History*-ত (Vol. II) প্ৰকাশিত মাধৱদেৱৰ শাসন-সম্পৰ্কীয় প্ৰবন্ধত কেইটামান সংক্ষিপ্ত ৰূপৰ কৌতূহলজনক ব্যাখ্যা দিছেঃ দ্বা=দ্বাভ্যাম্, প্ৰমা=প্ৰমাণেন, কা=কায়স্থ (কাকতী), সূত্ৰ=সূত্ৰধাৰ, ল-গু-বৃ=লম্ব-গুৱাক-বৃক্ষ, প্ৰ-

বৃ-গং=প্ৰতি বৃক্ষ-গুগুকানি। আমি ওপৰত মাটিৰ শ্ৰেণী বুলি সন্দেহ কৰা 'শি-থা' আৰু 'তি-থা' কি, সৰকাৰেও ধৰিব পৰা নাই। তেওঁ 'ৱাটী' শব্দটো 'ৱাস্তু-টীকৰ (টিক্কৰ)'ৰ সংক্ষিপ্ত ৰূপ (অৰ্থ ঘৰ-বাৰী সাজিব পৰা টিকা-মাটি) বুলি লৈছে; কিন্তু বাটী শব্দটো সংক্ষিপ্ত ৰূপ নহে পূৰা ৰূপো হ'ব পাৰে; তেতিয়া তাক Prakritism বুলি গণ্য কৰা হ'ব। ফলিখনৰ প্ৰথম শাৰীত (এই শাৰীটো কিন্তু আনবোৰ শাৰী কটাৰ পিছত লেখা যেনহে লাগে) থকা 'ন' দুটা সৰকাৰে 'নি' বুলি লৈ 'নিবদ্ধ' (পঞ্জীবদ্ধ) বা 'নিৰীক্ষিত'ৰ (অনুমোদিত) সংক্ষেপ বুলি ধৰিব খুজিছে; কিন্তু এই 'ন' অতি স্পষ্ট, সি 'নৱীকৃত' বা তেনে আন শব্দৰ সংক্ষেপ হ'ব পাৰে, নতুবা সি মাথোন 'নমো নমঃ' বুজাব পাৰে।

আহোম শাসনৰ ফলিবিলাকৰ ভিতৰতো কেইবাখনতো শব্দৰ সংক্ষিপ্ত ৰূপ দেখা পোৱা যায়। ফলি ৩১ ঃ কমাং (কমাৰ?); ৫১ ঃ ক (কলিতা, কমাৰ, কছাৰী?), চৌ (চৌধাৰী?), সাং (?), ৭৫ ঃ কিঃ (?), কোঃ (কোচ), কৈ ঃ (কৈৱৰ্ত), কঃ (কলিতা, কমাৰ, কছাৰী?), গুঃ (?), ৭৬ ঃ কং (কলিতা), কোং (কোচ), গ্ৰাং (গ্ৰাম), তুং (তুৰুক=মুছলমান?), কৈ (কৈৱৰ্ত); ৮০ ঃ কাঃ (কায়স্থ), পুং (পুত্ৰ), ভা° (ভাই), ৮২ ঃ ভা° (ভাই), পু° (পুত্ৰ), পু (পুৰা), ৮৬ ঃ কং (কলিতা), কেং (কেওটা), কা (কায়স্থ), জুং (?); ৮৭ঃ কং, কোং, ব্ৰাঁং (কেয়োটা জাতি), ৯০ ঃ ক (কলিতা), কচা (কছাৰী); ৯৭ঃ পু° (পুত্ৰ), ভা° (ভাই), কু° (কুৰি, কুমাৰ), ১০০ ঃ পু° (পুত্ৰ), ভা° (ভাই)।

ৰজাসকলে দান দিয়া ভূমি আৰু পাইকৰ ব্যৱস্থাৰ যাতে অন্যথা নহয়, সেই বিষয়ে দাতাসকলক সদায় সচেতন দেখা যায়। ৰুদ্ৰসিংহ ৰজাৰ দিনৰ ৰবৰুৱাই মাটিৰ দান বিধান কৰি কৈছে—'অতোঽনৈৰবাস্যাঃ' (ফলি১৫)। সেইজনা ৰজাই জয়সাগৰৰ শিৱ আৰু বিষ্ণু-দ'লত পূজাৰি, চামধৰোঁতা, গীতাপাঠক নিয়োগ কৰি কৈছে—"তানন্যত্ৰ কৰ্ম্মণি যে ভূপা নিয়োজিষ্যন্তি, তেষাং কৰম্বাগ্ৰহীষ্যন্তি, তে পাতকিনো ভৱিষ্যন্তীতি॥" (ফলি ১০৯-১০)। জয়ন্তীয়াপুৰৰ কালিকা-মঠৰ ফলিত একে ধৰণেই কোৱা হৈছে—"এতৎ-দানজান্যং যোঽপহৰণকৰ্ত্তা স চণ্ডালো ভৱতি।" গদাধৰসিংহ আদি ৰজাসকলে ভৱিষ্যতৰ ৰজাসকলক দত্ত বৃত্তি-ৰক্ষাৰ অৰ্থে প্ৰাৰ্থনা জনাইছে (ফলি ১১, ৯৭, ১০০, ১০১, ইত্যাদি)। ৰুদ্ৰসিংহৰ ফলিত (১০৯-১০) 'উৎসৃজ্য আকল্পান্তম্' কথাটিয়ে ভাৰতৰ অন্যত্ৰ ফলিত থকা 'আচন্দ্ৰাদিত্য-কালীয়', 'আচন্দ্ৰাৰ্কাৰ্ণৱ-

ক্ষিতি-সৰিৎ-পৰ্বত-সম-কালীন' আদি খণ্ডবাক্যৰ কথা সোঁৱৰায় (Sircar, *Indian Epigraphical Glossary*, p. 388)।

মন কৰিবলগীয়া যে এই সঙ্কলনৰ ফলিবোৰত একমাত্ৰ শকাব্দ ব্যৱহাৰ কৰা হৈছে। মাথোন মাধবদেৱৰ নীলাচল তাম্ৰশাসনত 'সং ২৫', অৰ্থাৎ সম্ভৱতঃ ৰজা মাধবৰ বা তেওঁৰ বংশৰ ৰাজত্বৰ ২৫ অব্দ লেখা আছে। গেইটে উল্লেখ কৰিছে যে চুহুম্মুং দিহিঙীয়া ৰজাৰ দিনতে (১৪৯৭-১৫৩৯) আহোমসকলে লাক্নি ঠাইত শকাব্দ চলাবলৈ ধৰে। বৰ্তমান সংগ্ৰহৰ ভিতৰত গদাধৰসিংহ ৰজাৰ দিনৰ ১৬১৬ শকৰ ফলিতে (১২) প্ৰথমে আহোম ৰজাৰ নামৰ আগত 'সৌমাৰেশ্বৰ' আখ্যাৰ প্ৰয়োগ হৈছে। সম্ভৱতঃ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰৰ পুনৰ্নিৰ্মাণৰ সময়ত ৰচিত 'যোগিনীতন্ত্ৰ'তে পোনতে আহোমসকল আৰু আহোম ৰাজ্যক সৌমাৰ নাম দিয়া হয়। প্ৰতাপসিংহ বুঢ়া ৰজাৰ (১৬০৩-৪১) দিনত 'যোগিনী-তন্ত্ৰ'ৰ 'অষ্টকোণঞ্চ সৌমাৰং যত্ৰ দিক্কৰবাসিনী' আদি কথা বিচাৰ কৰি "স্বৰ্গদেও আঠচুকিয়া সৌমাৰৰ অধিপতি হৈছে" বুলি বুজি আঠচুকীয়া 'হিন্দু আখৰুআ মোহৰ' মাৰিবলৈ থিৰাং কৰা হয় (তামুলীফুকন, পিঠি ২৮-২৯)।

দ্বাদশ শতিকামানলৈকে কামৰূপত ৰাজত্ব কৰা হিন্দু ৰজাসকলৰ সকলো ফলিতে সংস্কৃত ভাষা ব্যৱহাৰ কৰা হৈছিল আৰু সেই ফলিবিলাকৰ লিপি হ'ল অসমীয়াৰ পূৰ্বৰূপ। সেই ৰজাসকলৰ ফলিৰ পিছৰপৰাই অসমীয়া লিপি স্পষ্ট হৈ ওলাইছে। কানাই-বৰশী-বোৱা শিলৰ ফলি ১১২৭ শক বা ১২০৫ চনৰ; তাৰ আখৰ সুন্দৰ অসমীয়া। অলপতে গুৱাহাটীৰ আমবাৰী বোলা ঠাইত টেক্সটাইল ইন্‌ষ্টিটিউটৰ ভেটি খানোতে মাটিৰ তলত পোৱা এটা শিল বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত ৰক্ষিত হৈছে। তাৰ অৱস্থা অতি জীৰ্ণ। সেই অৱস্থাৰপৰা ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে তলত দিয়া ধৰণে সদ্যহতে পাঠ উদ্ধাৰ কৰি *Journal of Indian History*-ত (Vol. XLVIII, pt. 1, April 1970) 'Significance of the stone inscriptions at the Assam State Museum, Gauhati' প্ৰবন্ধৰ মাজত প্ৰকাশ কৰিছিল :

আদিত্য-সম-শ্ৰীসমুদ্ৰপাল-
ৰাজ্যে। প্ৰবল-সবাসিক-
সত্ৰ সগুণ-কৃয়া সন্ধাসীন
বোলে দান পুএজন সজ।
যোগীহাটী। সক ঈশ বাণ চক্ৰ
মূঢ় ভণতি॥

সক ঈশ বাণ চক্ৰ=১১৫৪শক, ১২৩২ ছন। ফলিৰ ভাষা মিহলি, কিন্তু অসমীয়া গঢ় সামান্য অলপ আছে।

এতিয়ালৈকে আৱিষ্কৃত শিলৰ ফলি, তামৰ ফলিৰ ভিতৰত ১৫৩৮ শকৰ চামধৰা গড়ৰ ফলিতে (৭) স্পষ্ট অসমীয়া ভাষা দেখা পোৱা যায়। বহুত দিনৰ আগতে ড়ক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই নগাঁৱৰ গছতল বোলা ঠাইৰপৰা উদ্ধাৰ কৰি অনা এটা স্তম্ভৰ গাৰ লেখাই পণ্ডিতসকলক বিমোৰত পেলাই আছে। ৰাজমোহন নাথে 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশিত এটা প্ৰবন্ধত ফলিখন ১১৪৫ শকৰ আৰু বিশ্বসুন্দৰ নামে এজন ৰজাৰ বুলি ঠিক কৰিছিল। বৰ্তমান ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে *Vishveshvaranand Indological Journal*-অত (March 1971, IX, i) ওলোৱা এটা প্ৰবন্ধত ফলিৰ পাঠ এইদৰে নিৰ্ণয় কৰিবলৈ বিচাৰিছে ঃ

সীমা এৰিয়া যৱন ডবাকত গয়ত [শক] ১২৮(৪) ৰেদান্ত-ৰাশি-গণন
শ্ৰীবিষ্ণু বাসধৰ শৈলকাৰ শকত ম্লেচ্ছ ইথান উয়াসা
দেখহ শতত্ৰিশ বৈৰ বঙ্গাল বহুকাৰ্য্য[ত] ইহাত ফগু
বহাখ জল তোসব সঞ্জাত যাষ জলশ্ৰী পঞ্জ্যকাথ্য
বাদ্যৰোল জলসেনাই বৈৰীক ভাথি-জলান্তশেষ খেদাবি

এই পাঠৰ ভাষা স্পষ্ট অসমীয়া নহয়। কিন্তু ১২৮৪ শক বা ১৩৬২ ছন হ'ল চতুৰ্দশ শতিকাৰ শেষভাগ। তেতিয়া অসমীয়া ভাষা পুৰঠ হৈ ওলাইছিল; মাধৱ কন্দলি, হেম সৰস্বতী আদি কবিক কোনোৱে ইয়াতকৈ আগৰ বুলিও অনুমান কৰে। ফলিৰ ওপৰৰ পাঠ ঠিক হ'লে যৱন, ম্লেচ্ছ, বঙ্গাল শব্দ তিনিটা একে অৰ্থত ব্যৱহাৰ কৰাটো বুজা যাব। "বাঙ্গাল-পদাতীনাং ভূ-সীমা" কথাটো থকা মাধৱ ৰজাৰ নীলাচল তাম্ৰশাসন (ফলি ১০৮) ডক্টৰ দীনেশচন্দ্ৰ সৰকাৰে পঞ্চদশ শতিকাৰ বুলি ল'ব খোজে। ভাস্কৰবৰ্মা আদিৰ সংস্কৃত ফলিত অসংস্কৃত ৰূপ [Prakritism] থকাৰ দৰে এই নীলাচল ফলিতো বহুতো তেনে ৰূপ আছে ঃ একঞ্চশিতি (=একবিংশতি), বাঁটী (=অ. বাড়ী; বাৰী), চিৰ (=অ. চিৰা, চিটা), কোঞ্চী (=অ. কুছি), পোখৰী-বাড়ী (স. *পুষ্কৰী), বাট্টালি (স. বৰ্ত্ম + আলি), চাস (স. কৰ্ষ, অ. চাহ), চাসালি, মাঝী (মাজি), চসাত (স. *কৰ্ষত), শুখ (শুষ্ক), মহাএৱ (মহাদেৱ)। আহোম ৰজাৰ দিনৰ সংস্কৃত ফলিত বা ফলিৰ সংস্কৃত অংশতো এনে ৰূপ পৰিলক্ষিত হয়। দুৱাৰগঁৱিলাৰ শিলৰ ফলিত (ফলি

২৮) 'প্ৰাচীৰ' শব্দ ব্যৱহাৰ নকৰি বুৰঞ্জীবোৰত আমি সততে লগ পোৱা 'প্ৰাঞ্চী' শব্দ প্ৰয়োগ কৰা হৈছে। ৰুদ্ৰসিংহৰ দিনৰ ৰৰবৰুৱাৰ ভূমি-দানৰ ফলিত (১৫) 'বাটী' (বাৰী, মাটি) পাওঁ। ফলি ১৬-১৭ আদিত 'শ্ৰীযুদনুজ' (শ্ৰীযুত+অনুজ) আন ফলিত 'শ্ৰীযুত্তৰুণ' (শ্ৰীযুত + তৰুণ) পাঠ দেখা পোৱা যায়। 'দুগ্ধাম্বুধিঃসমুত্থিত' (ফলি ১৬) আদিৰ সন্ধি মন কৰিব লগীয়া। আনফালে 'শশভুৎশাকে' (ফলি ৩/২) আদিত 'ৎ' আৰু 'শ'ৰ সন্ধি স্থাপন নকৰি সহাৱস্থান মাত্ৰ কৰোৱা হৈছে। জমি অৰ্থত সংস্কৃততো (ফলি ১০৩), অসমীয়াতো (ফলি ৩০, ৫২) 'মৃত্তিকা' শব্দৰ প্ৰয়োগ চকুত লগা।

এই সকলোখিনি লৈও ক'ব লাগিব ৰজাদিনীয়া পণ্ডিতসকলে সংস্কৃত-চৰ্চাৰ ঐতিহ্য সযতনে ৰক্ষা কৰিছিল। অনেক ফলিত ছন্দ আৰু গদ্য উভয়তে সংস্কৃত শৈলীৰ সৌন্দৰ্য প্ৰকাশ পাইছে। ছন্দৰ ভিতৰত শাৰ্দূলবিক্ৰীড়িতৰ প্ৰচুৰ প্ৰয়োগ দেখা পোৱা যায়। ইয়াৰ বাহিৰেও স্ৰগ্ধৰা, মালিনী আদিৰ সুবিনিয়োগো আমি দেখা পাওঁ।

ছপাশালৰ অসুবিধাৰ কাৰণে আমি অনেক ঠাইত মূল ফলিৰ জোঁটনি (বিশেষকৈ ৰেফৰ লগৰ দ্বিত্বত—ৰ্প্প, ৰ্ম্ম, ৰ্গ্গ ইত্যাদি) ৰাখিব পৰা নাই। 'ফুকন' শব্দত ণ, ন দুইটাৰ স্থানভেদে ব্যৱহাৰ আছে, আমি 'ন'কে ব্যৱহাৰ কৰিছোঁ। আৰু এটি কথা পাঠকসকলে মন কৰিব যে শাৰী বা বাক্যৰ শেষৰ 'ম্' ফলিত সৰ্বত্ৰ অনুস্বাৰ কৰা হৈছে, ইয়াতো আমি তাক আহুকাল দিয়া নাই। পূব ভাৰতৰ শাসনবিলাকত আদিতে মাঙ্গলিক চিহ্নৰূপে চন্দ্ৰবিন্দু আৰু '৭' অঙ্কটোৰ নিচিনা এটা চিন দিয়া হয়; এই চিনটোক আঞ্জী বোলা হয়। কোনো কোনো পণ্ডিতে এই চিনক প্ৰণৱৰ (ওঁ) বিকৃতি বুলিও ভাবিছিল; কিন্তু আনসকলৰ মতে ই "সৰ্পাকৃতি কুণ্ডলিনীৰ মধ্যমাভাবাপন্না চিত্ৰপ্ৰতিকৃতি।" পদ্মনাথ বিদ্যাবিনোদে তেওঁৰ 'কামৰূপ-শাসনাৱলী'ত (পিঠি ৫৫-৫৬) আৰু *Journal of Assam Research Society* (Vol. I)-ৰ এটি প্ৰবন্ধত এই বিষয়ে বহলাই আলোচনা কৰিছে।

আহোম ৰজাসকলৰ কোনো কোনো সংস্কৃত-অসমীয়া ফলিৰ আনটো লুটিত আহোম ভাষাত আহোম আখৰেৰে ফলিৰ কথাখিনিৰ সাৰমৰ্ম লেখা থাকে; আৰু এনে স্থলত অসমীয়া কথাখিনিৰ তলত 'এতদৰ্থ-বিজ্ঞাপকমাচামাক্ষৰেণাপৰপৃষ্ঠে' (ফলি ৭৩), 'এতদৰ্থকমাসামাক্ষৰমেতদ্‌পৰপৃষ্ঠে' (ফলি ৮২, ১০০, ১৪৮) বা 'অস্যাৰ্থো অশমাক্ষৰে' (ফলি ১১০), 'এতদৰ্থকমাশামাক্ষৰে'

(ফলি ১৫১) বুলি ইঙ্গিত দিয়া থাকে। ইয়াত আচামাক্ষৰ, আসামাক্ষৰ, অশমাক্ষৰ, আশামাক্ষৰ মানে অসমীয়া আখৰ নহয়, আহোম লিপিহে।

ফলিবোৰত আৰবী-ফাৰ্চী-তুৰ্কীমূলীয় শব্দৰ ব্যৱহাৰ এটা মন কৰিবলগীয়া বিষয়। 'কতপা' ৯৫ (চাব) শব্দটো [আ. কতবঃ, লেখা] স্বয়ং শঙ্কৰদেৱেই ব্যৱহাৰ কৰিছিল ঃ "নাৰদে দিলন্ত তিনি কতপা।" বিশেষকৈ কামৰূপ অঞ্চলত মুছলমানী ৰাজস্ব-বিভাগীয় প্ৰশাসন প্ৰচলিত হোৱাত আৰু পাছত আহোমসকলেও সেই প্ৰথা গ্ৰহণ কৰাত সেই অঞ্চলৰ ফলিতে এই ধাৰাৰ শব্দৰ প্ৰয়োগ দেখা পোৱা যায়। 'গয়ৰহ,' 'ওগয়ৰহ' ৩১ (ইত্যাদি) [আ. ৱগইৰহ] শব্দ গ্ৰহণ কৰাৰ আগতে 'আনোসকলে' (ফলি ১৬, ১৭) দি তাৰ অৰ্থ বুজুওৱা হৈছিল। 'চুকনী' ৬৪ (খন্দুৱা) [তু. চুকা, পৰিশোধ কৰ্], 'জংলা' ৪৫ [হি. জঙ্গল], মাটিৰ বিষয়ৰ এই শব্দ দুটা হিন্দুস্থানীৰপৰাই অসমীয়াত প্ৰৱেশ কৰিছে। 'জমা' ১০৩ [আ. জম্অ], 'জমি' ২৪ [ফা. জমীন] সোনকালেই অসমীয়াত সাধাৰণ শব্দ হৈ পৰিছিল। 'ডাগ' ৯৭ (মানুহৰ শ্ৰেণী, খেল) < ফা. দাগ (চিন)। তালুকদাৰ ১৬ [আ. তঅল্লুক + ফা. দাৰ] আদি বিষয়া পছিমীয়া ৰাজস্ব-শাসনেৰে সংশ্লিষ্ট। 'দপদৰ' ৬৪ শব্দ [আ. দফ্তৰ] গুৰুচৰিতবোৰত 'দোপদৰ' ৰূপত পাওঁ। মন কৰিবলগীয়া, 'দৰবাৰ' ৩৪[ফা.] আৰু 'নানকাৰ' ৩৯[ফা.] শব্দ দুটা ফলিৰ সংস্কৃত ভাষাতো ব্যৱহাৰ কৰা হৈছে। একেটি গৃহকে দৰবাৰ-মন্দিৰ, সভা-মন্দিৰ আৰু মন্ত্ৰ-ভৱন বোলা হৈছে তিনিখন সুকীয়া সুকীয়া ফলিত। 'দৰোবস্ত' ৪৫ (সমস্ত, যাৱতীয়°) = ফা. দৰবস্ত। সাধাৰণ 'তোপ' (বৰতোপ, বন্দুক) শব্দ হিন্দুস্থানীৰ যোগে তুৰ্কী ভাষাৰপৰা আহিছে। 'পৰঙ্গনা' ১৬, 'পৰগণা' ২৪ আহিছে ফাৰ্চী 'পৰগনা', 'পৰগনহ'ৰপৰা; কিন্তু 'পৰগনহ' সংস্কৃত 'প্ৰগণঃ' শব্দৰ ফাৰ্চীকৰণ বুলিহে ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে কৈছে। 'পঞ্জা' ৭৫ [ফা. পঞ্জহ্] চহী বা মোহৰৰ সলনি হাতৰ তলুৱাৰ চাব। 'পাস্বা' ৭৫ [ফা. বাদশাহ, উৰ্দু পাদশাহ্] মোগল সম্ৰাট। 'পিয়ল' ৪৫, ১৩৩ (census) ফাৰ্চী 'পিয়াল'ৰপৰা অহা বুলি অভিধানত দেখুওৱা হৈছে। 'পীৰ' ৮৩ ফাৰ্চী, 'ফকিৰ', 'ফকীৰ' ৮৩ আৰবী [ফক্কীৰ]। পীৰৰ থান 'মকাম' ৮৩ সেইদৰে আৰবী (তুলনীয় জতুৱা খণ্ডবাক্য 'চিন-মোকাম'), 'মহজৰ' ১০০ (লেখা, নথি, record) আৰবী (ঘোষণা-পত্ৰ)। 'লাল' (মাটিৰ প্ৰকাৰভেদ), [ফা. লঅল (চুনি পাথৰ), লালী (ৰঙা, ৰং)], হদ ১৬ (সীমা) [আ. হদ্দ্] (চতুহদ ৬২ চাওক), হাজাৰ ৩২[আ. হজাৰ], 'হাজী'

৮৩[আ°], হিন্দুস্থানীৰপৰা অহা 'চেলা' ৮৩ (শিষ্য) আদি শব্দ এই ফলিবোৰতে প্ৰথম দেখা যায়।

ফলি সম্পৰ্কে এটি বিশেষ কৌতূহলৰ বস্তু হ'ল সংস্কৃতত বিশেষকৈ সংস্কৃতৰ শ্লোকত তাৰিখ দিওঁতে অঙ্ককেইটা বিবিধ শব্দৰ সহায়েৰে প্ৰকাশ কৰাটো। এনেকৈ কৰাৰ কাৰণ ডক্টৰ সৰকাৰে এইদৰে নিৰ্দেশ কৰিছে ঃ "Since the repeated mention of a word in the same sense was regarded as a bad style of composition, and such a word would often not fit in the metre of a stanza, the authors required a large number of words for indicating the same number. A convention therefore gradually developed, according to which ordinary words that can somehow be associated with particular numbers were used to imply those numbers" (*The Indian Epigraphy,* p.228). উদাহৰণস্বৰূপে, সূৰ্যৰ ৰথৰ ঘোঁৰা হ'ল সাতোটা, গতিকে ঘোঁৰা বুজুওৱা শব্দবোৰে ৭ সংখ্যাটো বুজায়, যুগ্ম মানে হ'ল ২, আৰু ৰুদ্ৰ বা ঈশ্বৰ (শিব) হ'ল ১১ জন, গতিকে 'ঈশ'ই বুজায় ১১। তদুপৰি 'অঙ্কানাং বামতো গতিঃ' নীতি এই বিষয়ত মনা হয়। সেই গতিকে কানাই-বৰশী-বোৱা ফলিৰ (ফলি ১) 'শাকে তুৰগ-যুগ্মেশে'ৰ অৰ্থ হ'ল ১১২৭ শকত। অঙ্কৰ বামা গতিৰ নিয়মৰ কেতিয়াবা ব্যতিক্ৰমো দেখা যায়; উদাহৰণস্বৰূপে ওপৰত উদ্ধৃত আমবাৰী ফলি। এটা কথা মন কৰিবলগীয়া যে ফলি ১০৬-ত ১৩১৪ শক বুজাবলৈ মাথোন '৪১৩১ ॥' লেখা হৈছে, যেনে ইয়াতো 'অঙ্কনাং বামতো গতিঃ' হৈছে। তলত এই ফলিবিলাকত অঙ্ক বুজাবলৈ ব্যৱহৃত শব্দবোৰৰ এখন নিৰ্ঘণ্ট কৰি দিয়া হ'ল।

০=অম্বৰ ১৯, ৩৬; আকাশ ৬৭, ১৪২; গগন ২৬, ৩৪, ৩৫, ৩৭; বিয়ৎ ৫; ব্যোমন্ ৬, ৬২; [শূন্য] ৮৯

১=অজ ৪৭; অৰ্ক (?) ৮৯; অবনি ৫০; ইন্দু ৬, ২৪, ২৬, ৩৪, ৩৫, ৩৬, ৪৬, ৪৮, ৪৯, ৫১, ৫৩, ৫৭, ৫৮, ৬০, ৬১, ৬৪, ৬৭, ৬৯, ৭১, ৭২, ৭৪, ১৩৭; ইলা ২১; ক্ষমা (ক্ষ্মা) ১২, ক্ষিতি ৬৯; ক্ষোণি ৮২; চন্দ্ৰ ১০, ১৩, ১৪, ৩০, ৩৩, ৭৮, ৮৯, ১০৬, ১০৯, ১১০; ত্ৰিনয়ন (?) ৫৬; দ্বিজৰাজ ১০৭; ধৰণী ৫৯, ১২৫; নিশাকৰ ২৭, ৯৪; ব্ৰহ্মন্ ৫৪; ভূ ১৩, ১৪, ৯২, ৯৪; ভূমি ৯৩;

মহী ৩২; যামিনীপতি ১৯; ৰূপক ১০৬; বিধু ৯২, ৯৩; শশধৰ ২৮, ৪০; শশভৃৎ ২৩; শশাঙ্ক ১৯, ২৯, ৩৭, ৪০, ৯৩, ১০৩; শশী ২১, ৬৫; শুভ্ৰাংশু ১৫; সুধাংশু ৫০, হিমজ্যোতি ৮, ক্ষপাকৰ ১৪২

২=অক্ষি ১০৯, ১১০; কৰ ৫৪; [দ্বি]৯৬; নেত্ৰ ৫৫, ৯৩; পক্ষ ১৫, ৫৬; ভুজ ৯৩, ৯৪, ৯৬, ১০৯, ১১০; যুগ্ম ১

৩=অগ্নি ১৫; ঐশাক্ষি ১৫৫; ত্ৰিনয়ন-নয়ন ২৩; ৰাম ৫৭, ১০৭; ৱহ্নি ১০৭; ৱীতিহোত্ৰ ১০৬; হুতাশ ১০৩

৪=অব্ধি ২০, ২৩, ২৫; ব্ৰহ্মমুখ ১৫৫; যুগ ২৭, ১০৩; ৱৰ্ণ ১৫২; ৱেদ ১৯, ২৮, ৫৯, ৬০, ১০৬; সেনা ৫৮

৫=মাৰ্গণ ৫; ৱাণ ৫, ১০, ২৫, ২৭, ২৯, ৩০, ৩৩, ৬১, ১২৬; ৱিশিখ ২৮; শৰ ৬, ২৬, ৩২; হৰাস্য ২৯

৬=অলিপাদ ৫৯; ঋতু ৬, ২৯, ৩০, ৩২; গুণ ৩৪, ৪৭; গৃহানব (?) ১৩৭; তৰ্ক ১২, ২৩, ৩৬, ৩৭, ৫০, ৭২, ৭৪; যুগ (? এইটো সন্দেহজনক; যুগৰ অৰ্থ ২ হ'ব পাৰে, তেতিয়া 'ৰসযুগ'=দুটা ৰস=৬৬ হ'ব) ৪০; ৰস ১২, ১৩, ১৪, ১৯, ২০, ২৬, ২৭, ৩০, ৩৩, ৩৫, ৩৬, ৩৭, ৪০, ৪৬, ৪৮, ৪৯, ৫০, ৫১, ৫৩, ৫৪, ৫৫, ৫৬, ৫৭, ৫৮, ৬০, ৬১, ৬৪, ৬৫, ৬৭, ৭১, ৭২, ৭৪, ৭৮, ৮২, ১০৯, ১১০, ১৩৭; ৱেদাঙ্গ ২৮

৭=অদ্ৰি ১৩, ৬০, ৬১, ৯০; ঋষি ৫০; গিৰি ৬৫; গোত্ৰ ৫৫; তুৰগ ১, ৫১; তুৰঙ্গ ৫৮; তুৰঙ্গম ৯৩; নগ ৮; মুনি ৫৪, ৫৬, ৫৭, ৬৪, ৯৪, ১৩৭, ১৪২; বাৰ ৩২; ৱিধু (?) ৬৪; সিন্ধু ৫৩; স্বৰ ৬; হয় ৫৯, ৬৫; [সপ্ত] ৯২, ১০৩

৮=দন্তাবল ৬৭; নাগ ৩, ৮, ৭২, নিধি (?) ৭৮; বজ্ৰ ১০; বসু ৬৯, ৭১, ৭৪

৯=গ্ৰহ ১৪, ৩৩, ৭৮; নিধি ৭৮; মুনি ৩; ৱন্ধ্ৰ ১০; বিবৰ ৮২; [নব] ৮২

১১=ঈশ ১; ৰুদ্ৰ ৯০

১৫=তিথি ৫

১৬=ভূপ ২০; নৰেশ ১২৫

১৭=মৈত্ৰ ১৫৫; মৈত্ৰক ৯২, ৯৩, ৯৪, ৯৬

৬৪=কলা ২১

১

কানাই-বৰশী-বোৱা শিলৰ তুৰুষ্ক-ক্ষয়ৰ ফলি

তাৰিখ—১১২৭ শক। স্থান—গুৱাহাটীৰ মণিকৰ্ণেশ্বৰ মন্দিৰৰ ওচৰত, অৰ্থাৎ ৰংমহলৰ পূব-দক্ষিণ কোণত।

অসমীয়া আখৰেৰে এইখন বৰ্তমানলৈকে আবিষ্কৃত প্ৰথম ফলি। ফলিখনৰ আবিষ্কাৰক সোণাৰাম চৌধুৰী। ১৯১৮ চনত এজন সন্ন্যাসীয়ে কানাই-বৰশী-বোৱা শিলৰ কাষত আশ্ৰম কৰিবৰ নিমিত্তে চাৰিও কাষৰৰ হাবি কটাই মুকলি কৰাত ফলিখনৰ শ্লোকটো ওলাই পৰে। চৌধুৰীয়ে ফলিখনৰ চাব এটা তুলি আনি অসম উপত্যকা বিভাগৰ কমিছনাৰ কৰ্ণেল পি. আৰ. টি. গৰ্ডনক দিয়ে। গৰ্ডনে নিজে গৈ চৰ জমিনে ফলিখন চায় আৰু কামৰূপ অনুসন্ধান সমিতিৰ ১৯১৯ চনৰ বছৰেকীয়া অধিৱেশনত এই সম্পৰ্কে 'A rock inscription' বুলি এটি প্ৰবন্ধ পঢ়ে (*The Work of Kamrup Anusandhan Samiti*, Gauhati, 1920, pp. 33-35)। তেওঁৰ শ্লোকটিৰ অনুবাদ— "On the 13th of Chaitra of the year 1127 Saka the Turusk (Musalmans) came to Kamarupa and were destroyed." তেওঁ পেইটৰ বুৰঞ্জীৰপৰা অনুমান কৰে, ফলিত উল্লিখিত কামৰূপ আক্ৰমণ কৰা তুৰুষ্কসকল মুহম্মদ-ই-বখতিয়াৰ খিলিজিৰ তলে অহা মুছলমান সৈন্য। লিপিবদ্ধ নিদৰ্শন থকা প্ৰথম মুছলমানৰ অসম-আক্ৰমণ এই বখতিয়াৰৰ আক্ৰমণ। ইয়াৰ কিছু বৰ্ণনা মিনহাজ-উদ্-দিনৰ 'তবকত-ই-নসিৰী'ত পোৱা যায়।

পদ্মনাথ ভট্টাচাৰ্যই *Indian Historical Quarterly*-ত (December 1927) ফলিখনৰ বিষয়ে আলোচনা কৰে। তেওঁ 'কামৰূপ শাসনাৱলী'ৰ (সন ১৩৩৮ সাল) ভূমিকাৰ ৪৪ পিঠিত আৰু কনকলাল বৰুৱাই *An Early History of Kamarupa*-ৰ ২১১-১৩ পিঠিত এই লিপি আৰু এই আক্ৰমণৰ বিষয়ে আলোচনা কৰিছে। দুয়োজনে লগে লগে ফলিৰ প্ৰতিচ্ছবিও (facsimile) দিছে। ভট্টাচাৰ্যই উল্লেখ কৰিছে লিপিৰ দৈৰ্ঘ্য ৪৪ ইঞ্চি আৰু প্ৰতিটি আখৰ গঢ়ে ২$\frac{১}{২}$ ইঞ্চি

চৌধুৰীয়ে 'ৰংমহল' প্ৰবন্ধত (আৱাহন ২.৫, ফাগুন ১৮৫২, পিঠি ৪৮৫) ১১২৭ শকৰ লিপি থকা শিলক কানাই-বৰশী-বোৱা বোলা নাই। বৰং ১৪৮৯ শকৰ ৰণজয়ৰ ঘোষণা থকা শিলকহে এই নামে বৰ্ণাই ১১২৭ শকৰ ফলি থকা শিলটোক "ইয়াৰ ওচৰৰ আন এখন শিল" বুলিছে। তেওঁ আৰু লিখিছে (৪৮৮ পিঠি), "কানাই-বৰশী শিলৰ গাতো এই শ্লোকটো লিখিত থকাৰ প্ৰমাণ পোৱা যায়। এই শিলটো আজি-কালিও প্ৰায় ২০ হাতমান ওখ আৰু ইয়াৰ বেড় ১০০ হাতমান হ'ব। ইয়াৰ প্ৰায় ১৬ হাতমান ওখত এশাৰী খোলনি আছে। এই খোলনিবোৰত খাৰ ভৰাই কোনোজনে শিলটোৰ ভালেমান অংশ উৰুৱাই ভাঙি পেলায়। ভাগি ছিটিকি পৰা শিলৰ চটীয়াবোৰ এতিয়াও চাৰিওফালে সিঁচৰতি হৈ পৰি আছে। তাৰে এখণ্ডত শাকে তুৰগযুগ্মেশে ...... এই শ্লোকাংশ দেখা যায়।"

সৰ্বেশ্বৰ কটকীয়ে 'মিলন'ত 'অসমৰ শিলৰ ফলি' প্ৰবন্ধত (মিলন ১.২, আহাৰ ১৮৪৫, পিঠি ১৫১-পাদটীকা) চৌধুৰীয়ে উদ্ধাৰ কৰামতে ফলিখনৰ পাঠটি দিছিল।

২

## চন্দ্ৰভাৰতিৰ মণ্ডপৰ শিলৰ ফলি

এইখনি ফলি উত্তৰ গুৱাহাটীত পোৱা গৈছিল। তাৰ লগত কোনো 'মণ্ডপ'ৰ অৱশেষ আদি দেখা পোৱা নগৈছিল। ছপাৰ 'ত্ৰৰলি' শব্দ 'তৰণি' হ'ব লাগে। ফলিৰ সময় জনা নাযায়; আখৰৰ গঢ় চাই পঞ্চদশ শতিকাৰ শেষভাগ বা ষোড়শ শতিকাৰ ফলি বুলি ক'ব লাগিব।

৩

## নীলাচলৰ কামাখ্যা মন্দিৰৰ শিলৰ ফলি

দাতা ৰজা—নৰনাৰায়ণ। পাত্ৰ—শুক্লধ্বজ বা শুক্লদেৱ। বিগ্ৰহ—কামাখ্যা। তাৰিখ—১৪৮৭ শক। স্থান—গুৱাহাটী নগৰৰ পছিমলৈ, ভৰলু নৈৰো পছিমলৈ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত।

কামাখ্যা দেৱীৰ মূল মন্দিৰলৈ সোমোৱা অন্তৰালৰ (চলন্ত-মূৰ্তি-গৃহ) বেৰত দুখন শিলালিপি আছে। দুইখন একে তাৰিখৰ। কিন্তু দ্বিতীয়খন (আমাৰ সঙ্কলনত তলৰখন) প্ৰথমখনতকৈ সামান্যভাৱে সৰু আখৰেৰে বেলেগ এচটা শিলত লিখা।

কামাখ্যামন্দিৰ কিবা কাৰণত (প্ৰবাদমতে, কালাপাহাৰ নামৰ ইছলাম ধৰ্ম

গ্ৰহণ কৰা জনৈক হিন্দুৰ আঘাতত) বিধ্বস্ত হোৱাত কোচবেহাৰৰ মহাৰজা নৰনাৰায়ণে শুক্লধ্বজৰ হতুৱাই তাক পুনৰ্নিৰ্মাণ কৰায়। মন্দিৰ সজা কাম পোনতে মহৎৰাম বৈশ্য নামে এজন কৰ্মচাৰীৰ ওপৰত ন্যস্ত হৈছিল; কিন্তু অৰ্থ-হৰণৰ অপৰাধত তেওঁ অভিযুক্ত হোৱাত মেঘামকদুম নামৰ সেনাপতিক সেই ভাৰ দিয়া হৈছিল। নিৰ্মাণ-কাৰ্য সম্পূৰ্ণ হোৱাত নৰনাৰায়ণে তেওঁৰ বিদুষী ৰাণী ভানুমতী (প্ৰতাপৰায় ভূএগ্ৰৰ কন্যা) আৰু শুক্লধ্বজে তেওঁৰ বিদুষী পত্নী চন্দ্ৰপ্ৰভাৰে (প্ৰতাপৰায়ৰ ভায়েক শ্বেতধানৰ কন্যা) দেৱীৰ প্ৰথম মহাপূজাত যোগদান কৰেহি। নৰনাৰায়ণ আৰু চিলাৰায়ৰ শিলামূৰ্তি মন্দিৰৰ চলন্ত-মূৰ্তি-গৃহৰ গাত কটা আছে।

খাঁ চৌধুৰী আমানতউল্লা আহমদৰ 'কোচবিহারের ইতিহাস'ত (প্ৰথম খণ্ড, পিঠি ১২৬-২৭) দুইখন ফলিৰ পাঠ দিয়া হৈছে। গেইট ছাহাবে (*A History of Assam*, ed. 2, p. 57) এই দুইখন ফলি এখনৰ দৰে লৈ ইংৰাজী ভাঙনি দিছে। হেমচন্দ্ৰ গোস্বামীয়ে 'বঙ্গীয় সাহিত্য পরিষদ পত্রিকা'ত (১৩২৫, ৩৫.২, পিঠি ৭৭-৮৩) 'কামাখ্যা মন্দির' নামে এটা প্ৰবন্ধ লিখিছিল। তাত নাট-মন্দিৰৰ প্ৰোথিত ফলিৰ নকল দিয়া হৈছিল। 'চেতনা'ৰ ৫ম বছৰ ৭ম সংখ্যাত (ফাগুন ১৮৪৫) 'কামৰূপত কোচৰজাৰ কীৰ্ত্তিচিন' নামৰ প্ৰবন্ধৰ লগত (৩৬৫ পিঠি) এই ফলিৰ পাঠ প্ৰকাশ পাইছিল। সোণাৰাম চৌধুৰীয়ে লিখিছে, "সম্প্ৰতি শ্ৰীযুক্ত বাবু পূৰণচাঁদ নাহাৰ লিখিত 'আসামের কতিপয় হিন্দু নরপতি' নামে প্ৰবন্ধত এই ফলিৰ চাব এটি যুৰি দিয়া পোৱা গৈছে।" ধৰণীকান্ত দেৱশৰ্মাৰ 'কামাখ্যা তীৰ্থ' পুথিত (১৩৫৭ বঙলা চন) ফলি দুখনিৰ পাঠ 'দেৱীৰ চলন্তা মন্দিৰত কোচৰজা নৰনাৰায়ণ আৰু চিলাৰায়ৰ শিলালিপিৰ প্ৰতিলিপি' শীৰ্ষেৰে দিয়া হৈছে।

৪

## গণেশ্বৰ-পুষ্কৰিণীৰ শিলৰ ফলি

ৰজা—হেড়ম্বাধিপতি দুনুত্ৰৰাই। স্থান—বেলতলা গণেশগুৰি। সময়—১৪৯৯শক।

এই ফলিৰ কথা গেইট ছাহাবে তেওঁৰ *Progress of Historical Research in Assam*-অত উল্লেখ কৰিছে। ডক্টৰ ভূঞাই লিখিছে, —"On the road to Basistha, in the village of Beltala, there is a few

words inscribed on the Ganesha rock, which itself is a subject of worship to all the local people."

ফলিখনৰ পাঠ উদ্ধাৰ কৰি সোণাৰাম চৌধুৰীয়ে ১৭শ বছৰ ২য় সংখ্যা 'বাঁহী'ত (জেঠ ১৮৫০) 'কামৰূপৰ তিনিখন পুৰণি শিলৰ ফলি' প্ৰবন্ধত (পিঠি ৭৫) সম্পূৰ্ণ তুলি দিছিল। তাৰপৰা পাঠটি অনুসন্ধান সমিতিৰ টোকা-বহীত টুকি থোৱা হৈছিল।

ফলিৰ 'শ্ৰীশ্ৰীহেড়ম্বাধিপতি দুনুন্দ্ৰৰাই'ৰ বিষয়ে বিশেষ একো জনা নগ'ল। দেখা যায় এওঁ শঙ্কৰদেৱৰ সমসাময়িক। এই সময়তে হেৰেমদ নামে এখন ৰাজ্য আছিল বুলি গুৰু-চৰিতৰপৰা জনা যায়; কিন্তু হেৰেমদৰ কোনো ৰজাৰ নামৰ উল্লেখ চৰিতবোৰত পোৱা নাযায়।

৫

হয়গ্ৰীৱ-মাধৱৰ মন্দিৰৰ শিলৰ ফলি

দাতা ৰজা—ৰঘুদেৱনাৰায়ণ। বিগ্ৰহ—হয়াসুৰ-ৰিপু বা হয়গ্ৰীৱ-মাধৱ। তাৰিখ—১৫০৫ শক বা ১৫৮৩ খ্ৰীষ্টাব্দ। স্থান—কামৰূপৰ হাজোৰ মণিকূট নামৰ টিলা।

কোচবেহাৰৰ নৰনাৰায়ণ ৰজাই তেওঁৰ ভায়েক শুক্লধ্বজৰ মৃত্যুৰ পাছত শুক্লধ্বজৰ পুতেক ৰঘুদেৱনাৰায়ণক পুত্ৰৱৎ স্নেহ কৰি 'পাটকোঁৱৰ' নাম দি লৈছিল। সকলোৱে ভাবিছিল, নৰনাৰায়ণৰ পাছত ৰঘুদেৱেই কোচবেহাৰৰ ৰজা হ'ব, কাৰণ ৰজাৰ কোনো ল'ৰা নাছিল। কিন্তু শেষ বয়সত তেওঁৰ লক্ষ্মীনাৰায়ণ নামে পুত্ৰ হ'ল। ৰঘুদেৱে লাহে লাহে ৰাজপাটৰ আশা এৰি দিলে আৰু শেহত যুঁজহা খাওঁ বুলি সপৰিবাৰে ৰাজধানী ত্যাগ কৰি মানাহ নৈৰ পাৰৰ বৰনগৰৰ ওচৰত দুৰ্গ নিৰ্মাণ কৰি ৰ'লহি আৰু নৰনাৰায়ণৰ প্ৰতি স্পষ্টকৈয়ে বিৰূপ ভাব প্ৰকাশ কৰিবলৈ ধৰিলে। অগত্যা ৰজাই ভতিজাকৰ লগত যুদ্ধ দিবলৈকে আগ বাঢ়ি আহিল, কিন্তু ৰণক্ষেত্ৰত ৰঘুদেৱৰ ছকুৰি মাদৈক যুঁজাৰুৰ বেশত দেখা পাই লাজত তলমূৰ কৰিলে, আৰু সোণকোষ নৈক সীমা কৰি ৰাজ্যৰ পুব অংশ ৰঘুদেৱক এৰি দিলে; সেয়ে হ'ল নতুন কামৰূপৰাজ্য। ৰঘুদেৱে 'ছোট ৰজা' উপাধিৰে কামৰূপ শাসন কৰিব, নৰনাৰায়ণক বছৰি কৰ দিব আৰু টকা কৰিলে নৰনাৰায়ণৰ নামো সংযোগ কৰিব—এয়ে সিদ্ধান্ত হ'ল।

হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ কিবা কাৰণত (প্ৰবাদমতে, কালাপাহাৰে ভঙাত) বিধ্বস্ত হোৱাত ৰঘুদেৱে ১৫০৫ শকত (১৫৮৩ খ্ৰীষ্টাব্দ) তাক শ্ৰীধৰ নামৰ এজনৰ হতুৱাই পুনৰ্নিৰ্মাণ কৰায়। এই ফলিত ৰঘুদেৱে বিশ্বসিংহ, নৰনাৰায়ণ

আৰু চিলাৰায়ৰ নাম লৈছে, কিন্তু নিজকে ভূপতি বুলি বৰ্ণাইছে। ১৫১০ শকত তেওঁ নিজৰ স্বাধীন নামত চাব মাৰিছিল।

গেইটে (*A History of Assam*, ed. 2, p. 63) এই শিলৰ ফলিখনৰ ইংৰাজী ভাঙনি দিছে। খাঁ চৌধুৰী আমানতউল্লা আহমদে তেওঁৰ কোচবিহাৰৰ ইতিহাসৰ ১২১-২২ পৃষ্ঠাৰ পাদটীকাত আৰু ধৰণীকান্ত শৰ্মা পাঠকৰ 'কামাখ্যা তীৰ্থ'ত ফলিখনৰ পাঠ উদ্ধাৰ কৰিছে। 'চেতনা'ত (৪ৰ্থ বছৰ ৮ সংখ্যা, চ'ত ১৮৪৮ শক, পিঠি ২১৯ আৰু ৫ম বছৰ, ৭ম সংখ্যা, ফাগুন ১৮৪৫, পিঠি ৩৬৮) সোণাৰাম চৌধুৰীৰ 'হাজোৰ বিৱৰণ' প্ৰবন্ধৰ অন্তৰ্গত ৰূপে (পিঠি ২১৯) ফলিৰ পাঠ উদ্ধৃত হৈছিল।

হন্তাপুণ্যজনস্য—আহমদৰ পাঠ 'হন্তা পুণ্যজনস্য' শ্ৰীমুচ্ছুক্ৰ —মূল পাঠ 'শ্ৰীমৎশুক্ৰ'-। প্ৰাপ্তবয়া—'চেতনা'ৰ পাঠ 'প্ৰাপ্তবয়াঃ'। কাৰুঃ—আহমদৰ পাঠ 'কাৰাঃ'। শ্ৰীমচ্ছ্ৰীৰঘু—মূলত 'শ্ৰীমৎশ্ৰীৰঘু'।

৬

## পাণ্ডুনাথ মন্দিৰৰ শিলৰ ফলি

ৰজা—ৰঘুদেৱনাৰায়ণ। বিগ্ৰহ—পাণ্ডুনাথ হৰি। তাৰিখ—১৫০৬ শক বা ১৫৮৪ খ্ৰীষ্টাব্দ। স্থান—নীলাচলৰ কামাখ্যা মন্দিৰৰ পশ্চিমত অৱস্থিত পাণ্ডুনাথ পৰ্বত। পাণ্ডুনাথ মন্দিৰ কালক্ৰমত ভাগি-ছিগি গৈছে।

খাঁ চৌধুৰী আমানতউল্লা আহমদে তেওঁৰ ইতিহাসৰ ১২২ পৃষ্ঠাৰ পাদটীকাত আৰু ধৰণীকান্ত শৰ্মা পাঠকৰ 'কামাখ্যা তীৰ্থ'ত এই ফলিখনৰ পাঠ তুলি দিছে।

এই ফলিৰ পাঠ ১৮৪৫ শকৰ ফাগুনৰ ৫ম বছৰ ৭ম সংখ্যা 'চেতনা'ৰ সোণাৰাম চৌধুৰীৰ 'কামৰূপত কোচৰজাৰ কীৰ্ত্তিচিন' প্ৰবন্ধৰ লগত (৩৬৯ পিঠি) ওলাইছিল।

ফলিৰ পাঠত ছন্দৰ ব্যতিক্ৰম ঘটিছে।

৭

## চামধৰা গড়ৰ ৰণজয় শিলৰ ফলি

ৰজা—চুচেংফা প্ৰতাপসিংহ (১৬০৩-১৬৪১)। তাৰিখ—১৫৩৮ শক।

এই ফলিৰ পাঠ হেমচন্দ্ৰ গোস্বামীয়ে 'আলোচনী'ৰ (৭ম বছৰ ১২শ সংখ্যা, আহিন ১৮৩৮ শক, পিঠি ৫৭০-৭১) 'চামধৰা গড়ৰ গদ্য' প্ৰবন্ধৰ অন্তৰ্গত কৰি প্ৰকাশ কৰিছিল। ফলিৰ পাঠ 'আলোচনী'ৰপৰা অনুসন্ধান সমিতিৰ টোকা-

বহীত লোৱা আছিল। সমিতিৰ বহীৰপৰা মূল পাঠ লোৱা হৈছে।

'অৰুনোদই'ত উদ্ধৃত বুৰঞ্জীত (পুৰণি অসম বুৰঞ্জি, নং ১৭) আছে ঃ "লাক্নি ৰঙ্গমাও (৯) সঁকত কাতিত ৰজা দেৱে দেও পানিত গৰ বান্ধিলেগৈ। তাৰপৰা গৈ, মাঘৰ দিনত ৰজা দেৱে চামধৰাত গৰ বান্ধিলে" (পৃ. ২৭)। তামূলীফুকনৰ বুৰঞ্জীত আছে, প্ৰতাপসিংহৰ দিনত "লুইতৰপৰা পৰ্ব্বতলৈ দখিণ পাৰে চামধৰা গৰ বন্ধালে" (পিঠি ৩২)। ফলিত প্ৰতাপসিংহ বুঢ়া ৰজাক 'সমৰবিজয়িনঃ' বুলি কোৱা হৈছে যদিও কাৰ লগত তেওঁৰ কেতিয়া যুদ্ধ হৈছিল, তাৰ উল্লেখ নাই। পণ্ডিত গোস্বামীদেৱে দেখুৱাই দিয়ামতে এই ৰণ হ'ল চৈয়দ বাবাকৰৰ (গেইটৰ ১০৮ পিঠিত উল্লিখিত Saiad Aba Bakr) অধীনৰ মোগল সৈন্যৰ লগত ভৰলীমুখত হোৱা আহোমৰ যুদ্ধ। এই যুদ্ধত আহোমসকল বিজয়ী হয়। প্ৰতাপসিংহই ৰাজধানীত যুদ্ধ-জয়ৰ ৰিক্খ্বান উৎসৱ পাতেগৈ। যুদ্ধ হৈছিল ১৫৩৭ শকৰ পুহত, আৰু চামধৰা গড় বন্ধা হয় ১৫৩৮ শকৰ মাঘত।

ফলি দুখনৰ বিশেষ এটি মূল্য হ'ল যে এখনৰ আধা আৰু আনখন সম্পূৰ্ণ অসমীয়া ভাষাত লেখা। ইয়াৰ আগৰ শুদ্ধ অসমীয়া ভাষাত লেখা শিল, তাম আদিৰ কোনো ফলি এতিয়াও পোৱা হোৱা নাই। গোস্বামীদেৱে আঙুলিয়াই দিয়ামতে এতিয়ালৈকে আৱিষ্কৃত আহোম ৰজাসকলৰ ফলিও এয়ে প্ৰথম।

এই ফলিখনত বৰফুকন বিষয়ৰ উল্লেখ আছে। প্ৰকৃততে বৰফুকন আৰু বৰবৰুৱা, এই দুয়োখন বিষয় প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে সৃষ্টি কৰা হয়। লাঙ্গি পানিসিয়া প্ৰথম বৰফুকন। কলিয়াবৰৰ পছিমলৈ নতুনকৈ জয় কৰা প্ৰদেশৰ শাসনৰ অধিকাৰ তেওঁক দিয়া হয়। কলিয়াবৰৰ পূৰ্বে বৰগোহাঁই আৰু বুঢ়াগোহাঁই শাসনৰ বাহিৰৰ অঞ্চলবোৰৰ অধিকাৰ নতুন বৰবৰুৱা বিষয়ৰ অধীন কৰা হয়। প্ৰথম বৰবৰুৱা মোমাই তামূলী, সম্বন্ধত ৰজাৰ মোমায়েক। "পাচে ক্ৰমে এই জনা ৰজাৰ দিনতে নেওগ ১, লানমাখ্ৰৰ হালধিঠেঙা ১, পিক্চাই চেটিয়া ১, বুৰা গোহাঁই পৰিয়া সৰু চকুআ ১, আকও পিক্চাই চেটিয়াই ১, ঐ লাঙ্গিএ সহিতে ৬ জনা বৰফুকন হ'ল" (তামূলীফুকনৰ বুৰঞ্জী)।

এই ফলিৰ 'গোসাই' শব্দ পিছৰ কালত 'গোহাঁই বা 'গোহাত্ৰিঁ' কৰি লেখা দস্তুৰ হ'ল।

সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুৰঞ্জী'ত (ছেদ ১১২) আছে, "সেইবেলা মহাৰাজাদেৱে আপুনি চামধৰা গড় বান্ধিলে। মুখকৈ দিছিল ভণ্ডাৰী চেটিয়াক। লুইতৰপৰা দক্ষিণলৈ ভয়ৰাগুৰিলৈ, উত্তৰে লুইতৰপৰা চামধৰা

পৰ্ব্বতত লগাই। সেই সকলোৰে মাজত ৰাজাদেৱৰ পুতেক আবাই বৰজনা গোহাঁই বোন্দা ৰোগ হৈ মৰিল।” অনুমান হয় ফলিৰ শ্ৰীভণ্ডাৰি গোসাঁই এই বুৰঞ্জীৰ ভণ্ডাৰী চেটিয়া আৰু নায়সলিয়াবাই হ'ল আবাই বৰজনা গোহাঁই। লাঙ্গিৰ্পো গোসাঁই বৰফুকন লাঙ্গি বৰফুকন।

৮

কামতাপুৰৰ কমতেশ্বৰী গোসাঁনীৰ মন্দিৰৰ শিলৰ ফলি

দাতা—প্ৰাণনাৰায়ণ। বিগ্ৰহ—ভবানী বা কামতেশ্বৰী গোসাঁনী। তাৰিখ—১৫৮৭ শক। স্থান—কোচবেহাৰৰ গোসাঁনীমাৰি।

কোচবেহাৰৰ ৰজা প্ৰাণনাৰায়ণ (১৬৩২-৬৫) অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ এগৰাকী পৃষ্ঠপোষক আছিল। মধুপুৰৰ বনমালীদেৱ গোসাঁই তেওঁৰ মন্ত্ৰদাতা গুৰু। তেওঁ মধুপুৰৰ চতুৰ্ভুজ, শ্ৰীৰামপুৰৰ মদনমোহন, কাকতকুটাৰ চতুৰ্ভুজ আদি বিগ্ৰহ থাপনা কৰে। এওঁৰ আজ্ঞামতেই শ্ৰীনাথ ব্ৰাহ্মণে অসমীয়া পদত আদি আৰু দ্ৰোণপৰ্ব মহাভাৰত আৰু ‘দ্ৰৌপদীৰ স্বয়ম্বৰ’ কাব্য আৰু সংস্কৃত ‘বিশ্বসিংহচৰিত’ ৰচনা কৰে। (কোচবিহারের ইতিহাস, ১. পিঠি ১৫৪—।)

১৫৮৭ শকত (১৬৬৫ খ্ৰীস্টাব্দত) প্ৰাণনাৰায়ণে কামতাপুৰৰ (গোসাঁনীমাৰি) কামতেশ্বৰীৰ (ভবানী) মন্দিৰ নিৰ্মাণ কৰায়। মন্দিৰৰ দ্বাৰলিপি আমানতলউল্লা আহমদৰ ‘কোচবিহারের ইতিহাস’ গ্ৰন্থত (পিঠি ১৬৬, পাদটীকা) উদ্ধৃত হৈছে।

মূলত দ্বিতীয় শাৰীৰ ‘ভূমিপতেঃ’ শব্দ ‘ভূমপতেঃ’ আছিল; সেয়ে ছন্দৰ ফালৰপৰাও বাঞ্ছনীয়।

৯

বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ ৰণ-জয়ৰ শিলৰ ফলি

ৰজা—[চক্ৰধ্বজসিংহ ১৬৬৩-৬৯]। পাত্ৰ—আতন বাঁহগড়ীয়া বুঢ়াগোহাঁই, নেওগ বৰফুকন, বাঁহগুটি গোহাঁই ফুকন, আদি। তাৰিখ—১৫৮৯ শক। স্থান—উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰ দেৱালয়ৰ পিছফাল।

হেমচন্দ্ৰ গোস্বামীয়ে ‘আলোচনী’ত (৮৩, পিঠি ১১২) ‘শিলৰ ফলি’ (কানাই-বৰশী-বোৱা শিলৰ গদ্য) প্ৰবন্ধত প্ৰথমখন ফলিৰ পাঠ প্ৰকাশ কৰিছিল।

এই ফলি উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰ মন্দিৰৰ পিছফালে থকা কানাই বৰশী বোৱা শিল নামৰ ডাঙৰ শিলটোত কটা আছে। “ফলিখনৰ ওপৰ ভাগত

এটা অতি সুন্দৰ গণেশৰ মূৰ্ত্তি কটা আছে। তলৰ ফলিখনৰ চাৰিওকাষে ধুনীয়াকৈ এডাল লতা কটা আছে। উত্তৰ পাৰে ফুলুঙৰ গড় য'ত অন্ত হৈছে, তাতে এই ফলিখন কটা আছে" (আলোচনী ৮, ১১২ পিঠি)। গেইট ছাহাবে লেখিছিল (১৫৪ পিঠি), "An inscription in Assamese on the Kanai Barasi rock near the Manikarneswar temple in Kamrup records the erection of an Ahom fort there in Saka 1589 (1667 A. D.) after the defeat and death of Sana and Saiad Firuz." গোস্বামীদেৱে লেখিছে, এই ফলিত চানাৰ নামৰ উল্লেখ নাই। আচলতে দ্বিতীয়খন ফলিতহে সেই নামটো আছে। গেইটে সম্ভৱতঃ দ্বিতীয়খন ফলিৰ কথাহে লিখিছিল। সিখন ফলিত চানা আৰু পিৰোজ, দুইবো নাম আছে।

সোণাৰাম চৌধুৰীয়ে 'ৰংমহল' প্ৰবন্ধৰ লগত (আৱাহন, ২,৫, ফাগুন ১৮৫২, পৃ. ৪৮৯) দুইখন ফলিৰে পাঠ দিয়ে। তেওঁৰ মতে পাঠ— "শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱ মহাৰাজাৰ মন্ত্ৰী বাঁহগড়ীয়া বুঢ়া গোহাঞী, বড়ফুকন, বৃদ্ধ গোসাই ফুকন, দিহিঙ্গীয়া সন্দিকৈ ফুকণ সমন্বিতে গড় নিৰ্ম্মিত আঘণ মাস শাক ১৫৮৯।" এইখন ফলি কানাই-বৰশী শিলৰ দক্ষিণ মূৰত বুলি তেওঁ কৈছে, দ্বিতীয়খন শিলটোৰ পশ্চিম কাষে ৭ হাতমান ওখত লিখা। সম্ভৱতঃ প্ৰথমখনত উল্লেখযোগ্য কেয়োটা নাম নোসোমোৱাত কাৰোবাৰ আপত্তি হোৱাত দ্বিতীয়খন কটাবলগীয়া হ'ল। দ্বিতীয়খন ফলিৰ 'ঔবৰ' শব্দটো সম্ভৱতঃ 'ও বৰ', এনে হ'ব লাগে।

সৰ্বেশ্বৰ শৰ্মা কটকী (আৱাহন, চতুৰ্থ বছৰ) আৰু সোণাৰাম চৌধুৰীয়ে (আলোচনী, ৮ম বছৰ) কানাই-বৰশী-বোৱা শিলৰ লিপিৰ বিষয়ে লেখাৰ উল্লেখ পোৱা গৈছে; কিন্তু প্ৰবন্ধ দুটি নোপোৱাত সি কোনখন লিপিৰ বিষয়ে, ক'ব পৰা নগ'ল।

গেইটৰ বুৰঞ্জীৰ ১৫৩-৫৪ পিঠিত ১৫৮৯ শকৰ (১৬৬৭ ছন) আহোম-মুছলমানৰ ৰণৰ বৰ্ণনা দিয়া হৈছে। গুৱাহাটীত মোগলৰ থানাদাৰ চৈয়দ ফিৰুজ খাঁই বাকী চৈ-পেচকচ বিচাৰি আহোম ৰজালৈ এখন টান চিঠি দিয়ে। সেই চিঠি পাই চক্ৰধ্বজসিংহই যুদ্ধ কৰাকে স্থিৰ কৰি বৰবৰুৱাৰ পুত্ৰ লাচিতক সেনাপতি কৰি আগুৱাই পঠিয়ায়। কাজলী আৰু বাঁহবাৰীত আহোমৰ জয় হয়, আৰু বৰনদীৰ পাৰত এটা গড় মোগলে ল'লেও শেহলৈকে গুৱাহাটী আৰু পাণ্ডু আহোমৰ হাতলৈ আহে। মুছলমানে (আঘোণ ১৫৮৯) পুনৰ যুদ্ধ আৰম্ভ কৰাত তেওঁলোকক মানাহ

নৈ পৰ্যন্ত খেদি নি যুদ্ধত সম্পূৰ্ণ ঘটুওৱা হয়। এই জয়-লাভৰ পাছতে গুৱাহাটীত বৰফুকনৰ দোপদৰ পতা হয় আৰু পাণ্ডু আৰু শৰাইঘাটত শকতকৈ গড়-প্ৰাকী বন্ধা হয়।

এই ফলিত উল্লিখিত শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱ হ'ল চুতামলা জয়ধ্বজসিংহ; বুঢ়াগোহাঁই বাঁহগড়ীয়া আতন; বৰফুকনৰ নাম নেওগ (এওঁ লাঙ্গি পানীসিয়াৰ পাছত দ্বিতীয় বৰফুকন)।

সেইদৰে কানাই-বৰশী-বোৱা শিলৰ ৰণ-জয়ৰ ফলিৰ উল্লেখৰ লগতে লেখিছে, "An old cannon at Silghat bears the following inscription in Sanskrit : King Chakradhvaj Singh, having again destroyed the Muhammadans in battle in 1589 Sak, obtained this weapon, which proclaims his glory as the slayer of his enemies." ঠিকমতো একে ধৰণৰ লেখা থকা এটা বৰতোপ পোৱা গৈছিল; তাৰ ফাৰ্চী ভাষাত আৰু একাষাৰ কথা আছে যে সেইটো হিলৈ অসম জয় কৰিবৰ কাৰণে চৈয়দ আহমদ আল হুছেইনক ১০৭৪ হিজৰীত (১৬৬৩) গতাই দিয়া হৈছিল। পৰিশিষ্ট খ চাওক।

১০

নামজানি বৰফুকনৰ ৰণ-জয়ৰ শিলৰ ফলি

[ৰজা—চক্ৰধ্বজসিংহ।] পাত্ৰ—মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ নামজানি বৰফুকন অৰ্থাৎ লাচিত। তাৰিখ - ১৫৮৯ শক।

এই ফলিখন ৪১ ইঞ্চি ওখ, ৫৩ $\frac{১}{২}$ ইঞ্চি পৰিধিৰ এটা শিলৰ খুঁটাত খোদিত আছিল। খুঁটাটো পোৱা গৈছিল গুৱাহাটীৰ দক্ষিণৰ ফটাশিল অঞ্চলত। তাৰপৰা আনি তাক পাণবজাৰ জুবিলী বাগিচাত (এতিয়া নতুন পানী-কলৰ ঠাই) ৰখা হৈছিল। তাৰপৰা ৰাজ্যিক সংগ্ৰহালয়লৈ অনা হৈছে।

হেমচন্দ্ৰ গোস্বামীয়ে 'বৰফুকনৰ জয়স্তম্ভ' প্ৰবন্ধত (আলোচনী, ৭ম বছৰ, ১০ম সংখ্যা, শাওণ ১৮৩৮ শক, পিঠি ৪৮০-৮১) ফলিৰ সম্পূৰ্ণ পাঠ দিছিল। পণ্ডিত গোস্বামীদেৱে লেখিছে, "ফলিখন কটাত বৰ্ণাশুদ্ধি দোষ আছে আৰু আখৰ আদি পৰি গৈছে।"

'-তাস্তৰণ-' গোস্বামীৰ পাঠ '-তাম্বৰণ-'। মুলৰ আন পাঠ : -কমনিম্ন-, -মৰ্য্যা-সৌৰ্য্যগাম্ভিৰ্য্য-, ফুকন জিত্বা জৱন-সংগ্ৰামং, শকালজুতংগতবৰসানী।

গোস্বামীৰ '-শকালযুতং গত ৰৰষাণি'—এই পাঠো সুখকৰ নহয়; '-শক-

কাল-যুতে গতে বৰ্ষে' বা তেনে পাঠ হ'লেহে ভাল হ'লহেঁতেন, এতিয়া সি Prakritism-অৰ উদাহৰণ মাথোন হৈ ৰৈছে।

বাঁহগড়ীয়া বুঢ়াগোহাঁই আদিৰ ৰণ-জয়ৰ ফলি (ফলি ৯) আৰু বৰ্তমান ফলিয়ে একে যুদ্ধ-জয়ৰ কথাকে সামৰিছে।

বিখ্যাত শৰাইঘাটৰ যুদ্ধ ইয়াৰ পিছৰ—১৫৯১ শকৰ (১৬৬৮ চন)।

নামজানি-শ্ৰীবৃহৎফুকন-সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুৰঞ্জী'ত (১৫১ ছেদ) আছে, মোমাই-তামুলী বৰবৰুৱা কলিয়াবৰত থাকোঁতে কছাৰী ৰজা ইন্দ্ৰনাৰায়ণে "বৰবৰুৱাৰ নাম গুচাই পত্ৰত নামজানী ৰাজা বুলি লিখিছিলে। ....এই দিনৰ পৰাহে বৰফুকনৰ নাম নামজানী ৰাজা বোলে।"

১১

### বিশ্বেশ্বৰ মন্দিৰৰ ফলি

ৰজা—গদাধৰসিংহ (১৬৮১-৯৬)। বিগ্ৰহ-বিশ্বেশ্বৰ। তাৰিখ—১৬০৫ শক। স্থান-কামৰূপ জিলা। গ্ৰহীতা—গোবিন্দ চক্ৰৱৰ্তী বিপ্ৰ।

এই ফলিখনিৰ নকল গুৱাহাটীৰ মহাফেজখানাৰ মহজৰ বহীত (সংখ্যা ১১৬) পোৱা গৈছিল। কিন্তু বিশ্বেশ্বৰ মন্দিৰ বা বিগ্ৰহ ক'ত, জানিব পৰা হোৱা নাই।

এতিয়ালৈকে আমি পোৱা পাইক আৰু ভূমিদানৰ ফলিৰ ভিতৰত এইখনিতে সংস্কৃত আৰম্ভণিৰ পাছত অসমীয়াত দানৰ বিৱৰণ দি পুনৰ সংস্কৃতেৰে শাসনখন শেষ কৰা পদ্ধতি প্ৰথম দেখা পোৱা যায়।

১২

### উমানন্দৰ মন্দিৰৰ শিলৰ ফলি

ৰজা—গদাধৰসিংহ। পাত্ৰ—গড়গঞা সন্দিকৈ বৰফুকন। এওঁ গদাধৰসিংহ, ৰুদ্ৰসিংহ দুইজনৰ দিনতে বৰফুকন আছিল। বিগ্ৰহ-উমানন্দ শিৱ। স্থান—গুৱাহাটী কাছাৰী ঘৰৰ পোনে পোনে লুইতৰ মাজৰ ভস্মাচল।

সোণাৰাম চৌধুৰীয়ে পণ্ডিত পদ্মনাথ বিদ্যাবিনোদৰো এফেৰি সহায় লৈ ফলিৰ পাঠটি নিৰ্ণয় কৰি 'উমানন্দ দেৱালয়' প্ৰবন্ধত (মিলন, ৩.২, ফাগুন ১৮৪৬, ১০৬ পিঠি) সন্নিৱিষ্ট কৰিছিল। ফলিখন মন্দিৰৰ জগমোহনৰ বেৰত লগোৱা আছে। চৌধুৰীয়ে ফলিখনিৰ এটি অসমীয়া অনুবাদো প্ৰবন্ধটিৰ লগত দিছিল। ধৰণীকান্ত শৰ্মা পাণ্ডাই ফলিৰ পাঠ 'কামাখ্যা তীৰ্থ' পুথিত তুলি দিছে।

বঙ্গ, কলিঙ্গ, তৈলঙ্গ, সৌৰাষ্ট্ৰ, মগধ আদি অশেষ দেশৰ লোকক সৰু-ডাঙৰ দানেৰে গদাধৰসিংহই সন্তুষ্ট কৰা কথাটিৰ উল্লেখ মন কৰিবলগীয়া। দ্বিতীয়তে, ইয়াৰ পাছৰ ফলি দুখনৰ দৰে (১৩, ১৪) ইয়াত আহোম ৰজাক 'সৌমাৰেশ্বৰ' বোলা কথাটিও চকুত লগা বিধৰ। ষোড়শ শতিকাৰ শেহভাগত ৰচিত 'যোগিনীতন্ত্ৰ'তে পোনতে আহোম ৰাজ্যক সৌমাৰ বোলা হয়।

'সকল-বৃন্দাৰক-বৃন্দ-ৰাজ্যেশ্বৰ' বৰ স্পষ্ট পাঠ হোৱা নাই যেন লাগে।

গেইটে (পৃ. ১৭০) গদাধৰসিংহৰ প্ৰসঙ্গত লেখিছে, "He was a patron of Sakta Hinduism. The temple of Umananda, on Peacock Island opposite Gauhati, was built under his auspices, and the earliest known copperplates recording grants of land by Ahom kings to Brahmans or Hindu temples, date from his reign." তামুলীফুকনে ১৬০৬ শকত মঞ্জুৰখাঁ নবাবৰ লগত আহোমৰ যুদ্ধৰ বিষয়ে লেখিছে, "সেই জুধতে নবাবক পৰাস্ত কৰি, ৰঙ্গামাটি পৰ্জন্তে বঙ্গালক খেদি থলেগৈ; এই অৱধি আহমেৰে বঙ্গালৰ ৰণ নহল। এই ৰণৰপৰা উলটি আহি মানহাকে পুনৰ ধৰ কৰি ৰাখিলেহি। পাচে উমানন্দৰ দল কৰালে।"

১৩

## উমানন্দৰ মন্দিৰৰ ভূমি আৰু পাইক-দানৰ ফলি

ৰজা—গদাধৰসিংহ। বিগ্ৰহ—উমানন্দ শিৱ। তাৰিখ—১৬১৭ শক। স্থান—গুৱাহাটী কাছাৰীৰ পোনে পোনে ব্ৰহ্মপুত্ৰৰ মাজৰ ভস্মাচল পৰ্বতৰ (যাক ইংৰাজসকলে Peacock Island নাম দিছিল) উমানন্দ দেৱালয়ৰ হৈ ক্ষেত্ৰি পৰগণাৰ ক্ষুদ্ৰ-চাংসাৰি গাঁৱত।

এই ফলিখনৰ নকল গুৱাহাটীৰ মহাফেজখানাৰ মহজৰ বহীৰপৰা (সংখ্যা ২০৫) লোৱা হৈছে।

'সহিতে' শব্দটো 'সহিতং' হোৱা হ'লে ভাল আছিল। মহজৰ বহীত 'ষড়্' শব্দ 'সৰ'-ৰূপে আছে। 'অদ্ৰি' শব্দ বহীত 'অব্ধি' আছিল, সেই শব্দই ৪ সংখ্যা বুজায়, কেতিয়াবাহে সি ৭ বুজায়, গতিকে 'অদ্ৰি' পাঠ লোৱা হ'ল।

এই ফলি অনুসৰি দিয়া পাইকৰ সংখ্যা ২৬; কিন্তু মাটিৰ পৰিমাণৰ কোনো উল্লেখ ইয়াত নাই।

১৪

## উমানন্দৰ মন্দিৰৰ ভূমি আৰু পাইক-দানৰ ফলি

ৰজা—ৰুদ্ৰসিংহ। বিগ্ৰহ—উমানন্দেশ্বৰ। তাৰিখ—১৬১৯ শক। স্থান—গুৱাহাটী কাছাৰীৰ পোনে পোনে ব্ৰহ্মপুত্ৰৰ মাজৰ ভস্মাচল পৰ্বতৰ (যাক ইংৰাজসকলে Peacock Island নাম দিছিল) উমানন্দ দেৱালয়ৰ হৈ বংশৰ পৰগণাৰ চাংসাৰি গাঁৱত।

এই ফলিখনৰ নকল গুৱাহাটীৰ মহাফেজখানাৰ মহজৰ বহীত (সংখ্যা ২০৬) সন্নিবিষ্ট আছে।

ৰুদ্ৰসিংহৰ জীৰ্ণ ফলিখন শিৱসিংহৰ ফলিৰ (১৬৪১ শক) লগত গৌৰীদত্ত মিশ্ৰই 'বাঁহী'ত (৫.১২, কাতি ১৮৩৬) 'গুৱাহাটীৰ * শ্ৰীউমানন্দ দেৱালয়ৰ তামৰ ফলি' নামে প্ৰবন্ধত তুলি দিছিল। তাৰ পাঠত 'কমল-শ্ৰীল-মকৰন্দ'ৰ ঠাইত 'কমল-গলন্মকৰন্দ', 'বংসৰান্তৰ্গত'ৰ ঠাইত 'বঙ্গেশ্বৰান্তৰ্গত', আৰু 'চতুঃপঞ্চাশজ্জনাঃ'-অৰ ঠাইত 'চতুস্পঞ্চাসজ্জনাঃ' আছিল। মিশ্ৰৰ প্ৰবন্ধৰপৰা অনুসন্ধান সমিতিৰ বহীত পাঠ টুকি থোৱা হৈছিল। মহজৰ বহীত 'তুন্দিল'ৰ ঠাই 'তুণ্ডিল' আৰু 'চতুঃ'-অৰ ঠাইত 'চতুৰ' আছে।

আগৰ ফলিখনৰ দৰে ইয়াতো পাইকৰ সংখ্যা দিয়া হৈছে, কিন্তু ভূমিৰ পৰিমাণৰ নিৰ্দেশ নাই।

১৫

## ৰুদ্ৰসিংহৰ দিনৰ ভূমি-দানৰ ফলি

ৰজা—ৰুদ্ৰসিংহ। পাত্ৰ—ওপৰ দিহিঙ্গীয়া বৰবৰুৱাৰ পুত্ৰ বৰবৰুৱা। গ্ৰহীতা—হৰি, কৃষ্ণ, বাসুদেৱ, ভৰত, ৰামহৰি, অবদ্ধ নামে ছজন ব্ৰাহ্মণ। তাৰিখ—১৬২৩ শক। স্থান—ডিব্ৰুগড়ৰ লেপেটকটা বাগিচাৰ ওচৰৰ বৰবৰুৱা নামৰ ঠাই।

ডিব্ৰুগড়ৰ লেপেটকটা বাগিচাত কোৰ মাৰোঁতে ওলাই পৰা শিলৰ চেপেটা বাকচে সৈতে এই ফলিখন বাগিচাৰ মেনেজাৰে অসম ৰাজ্যিক সংগ্ৰহালয়লৈ পঠিয়ায়। ফলিখন পাঠ-উদ্ধাৰৰ অৰ্থে সংগ্ৰহালয়াধ্যক্ষ প্ৰেমধৰ চৌধুৰীদেৱে আমালৈ পঠিয়ায়। ফলিৰ আখৰ এতিয়াও স্পষ্ট আৰু সুন্দৰ। ডিব্ৰুগড়ৰ ওচৰৰ বৰবৰুৱা অঞ্চলতে লেপেটকটা বাগিচা পৰে। লীলা গগৈয়ে জনাইছে, বৰবৰুৱা পুখুৰী লেপেটকটা বাগিচাৰ ওচৰত, বৰবৰুৱাৰ বাৰীও ওচৰে বৰ্তমান দুৰ্গাপুৰ বাগিচাৰ ওচৰত আছিল। আহোম ৰজাৰ দিনত এই অঞ্চলটোত ওপৰ-দিহিঙীয়া বৰবৰুৱাৰ আমোল আছিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত সেই বিষয় খোৱা বৰবৰুৱাই এটা পুখুৰী খানি তাক উছৰ্গা কৰিবৰ সময়ত এই ফলি কৰি মহাৰাজৰ আজ্ঞাৰে পাইকে সৈতে কুৰি পুৰা বাৰী মাটি আৰু বাৰ পুৰা ৰোৱঁতী মাটি ব্ৰাহ্মণ ছজনক দান কৰে।

ফলিখনৰ '-সংজ্ঞকাঃ ষড়্‌ব্ৰাহ্মণা[ঃ]' কথাটি তাৰ পিছৰ 'তেভ্যো'ৰ দৰে চতুৰ্থী বিভক্তিৰে '-সংজ্ঞকেভ্যঃ ষড়্‌ব্ৰাহ্মণেভ্যঃ' হোৱা হ'লে ভাল হ'লহেঁতেন। 'অতোঽন্যৈৰ্ৱাস্যাঃ'- ফলিত 'অতোন্যৈৰ্বাষ্যাঃ' আছিল। ইয়াৰ বহুবচনটিও মন কৰিলগীয়া; কাৰণ, আগতে আমি 'দত্তা....বাটী' আৰু 'ভূমী...দত্তা' মাথোন পালোঁ। 'অতোঽন্যৈৰ্ৱাস্যাঃ' মানে দান কৰা মাটি দান-গ্ৰহীতাসকলৰ বাহিৰে আনে ভোগ-দখল কৰা অনুচিত। 'অগ্নি' শব্দটো ফলিত 'অনি' হৈহে আছিল। মন কৰিবলগীয়া ফলিত সহিত[ং], হৰি, কৃষ্ণ, বাসুদেব, ভৰত, ৰামহৰি, অবদ্ধ শব্দকেইটাৰ পাছত একোডাল '।' চিনহে আছিল।

বৰবৰুৱা পুখুৰী নামৰ কেইবাটাও পুখুৰী বিখ্যাত। চুলিকফা ল'ৰা ৰজাৰ দিনৰ আলন বুঢ়া পানীদিহিঙীয়া বৰবৰুৱাই থাওৱাৰ দ'ল-পুখুৰী কৰায় (লীলা গগৈ, বুৰঞ্জীয়ে পৰশা নগৰ, পৃ. ৭৫-৭৬), লেপেটকটাৰ ওচৰৰ বৰবৰুৱা পুখুৰী খনায় ৰুদ্ৰসিংহৰ দিনৰ ওপৰদিহিঙীয়া বৰবৰুৱা ডেকাই। লক্ষ্মীসিংহ ৰজাৰ দিনৰ আদাবৰীয়া শিৱৰাম বৰবৰুৱাই "তংচু আলিৰ মূৰত বৰবৰুৱা পুখুৰী খনালে, কুৰিহাতমান দ হ'ল, তথাপি তাত পানী নোলাল।" এইটোৱেই নাজিৰাৰ বৰতলৰ পুখুৰী, "হেকেৰা বৰবৰুৱাৰ পুখুৰী" নামে জনাজাত (তুংখুঙীয়া বুৰঞ্জী, ১৯৬৩, পৃ. ৮৫)। গৌৰীনাথসিংহ স্বৰ্গদেৱৰ বৰবৰুৱা নামতিয়াল সন্দিকৈৰ ভাগৱতীয়ে নামতি-দ'ল-পুখুৰী কৰায়।

ৰুদ্ৰসিংহ ৰজাৰ আন দুখনি ভূমি-দানৰ ফলি পৰিশিষ্টত (ফলি ১০৯, ১১০) সন্নিৱিষ্ট হৈছে। তিনিওখনি ফলিৰ পাঠে সৈতে তাৰ এটি আলোচনা 'অসম সাহিত্য সভা পত্ৰিকা'ৰ ৩৯শ বছৰ ১ম সংখ্যাত প্ৰকাশিত আমাৰ 'ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ তিনিখন তামৰ ফলি' প্ৰবন্ধত সন্নিৱিষ্ট হৈছিল।

১৬

## কামাখ্যা, পাণ্ডুনাথ আৰু উগ্ৰতাৰাৰ পূজক ব্ৰাহ্মণক ভূমি-দানৰ তামৰ ফলি

ৰজা—শিৱসিংহ (১৭১৪-৪৪)। পাত্ৰ—বিজয় তৰুণ দুৱৰাৰ পুত্ৰ অনুজ (ডেকা) দুৱৰা বৰফুকন। তাৰিখ—১৬৩৭ শক ২৮ ফাগুন। স্থান—কামৰূপ দেশৰ কোঁৱৰভাগ আৰু পাতিদৰং পৰগণা।

এই ফলিৰ নকল গুৱাহাটীৰ মহাফেজখানাৰ মহজৰ বহীত (সংখ্যা ১০৯)

তোলা আছে। তাত 'যশো'ৰ ঠাইত 'যংশো', 'দিগন্তৰাশেষ'ৰ ঠাইত 'দিগন্তৰশেষ', 'শ্ৰীমদনুজ'ৰ ঠাইত 'শ্ৰীযুদনুজ' পাঠ আছে। 'নিৰাজিত' শব্দটো 'নীৰাজিত' বা 'বিৰাজিত' হোৱা হ'লে সুখকৰ হ'লহেঁতেন। 'দুগ্ধাম্বুধিংধিসমুত্থিত'ত এক বিচিত্ৰ সন্ধিৰ ৰূপ দেখা যায়, কাৰণ, সাধাৰণতে ই 'দুগ্ধাম্বুধ্যধিসমুত্থিত' হ'ব লাগিছিল।

শিৱসিংহ ৰজাৰ দিনত ভাটীত ক্ৰমে তিনিজন বৰফুকন হয়—তৰুণ দুৱৰাৰ বিজয়, দিহিঙীয়াৰ (ফলি ২৭, ২৯-ত পানীদিহিঙীয়া বোলা হৈছে) ডেবেৰা, তৰুণ দুৱৰাৰ বিজয়ৰ পুতেক ডেকা দুৱৰা। 'ডেকা' শব্দৰ সংস্কৃত অনুবাদ কৰি ডেকা দুৱৰাৰ নামকে ফলিবোৰত অনুজ দুৱৰা কৰা হৈছে। বৰ্ত্তমান সঙ্কলনত ১৬ৰপৰা ৪৫ পৰ্যন্ত আৰু ১২৮ৰপৰা ১৩৬ সংখ্যাৰ ফলিবিলাক শিৱসিংহ ৰজাৰ দিনৰ। কিন্তু এই ফলিবোৰৰ যিখিনিত বৰফুকনৰ উল্লেখ আছে, তাত তিনিজনৰ নাম এটা ক্ৰমত পোৱা নাযায়। ফলি ২০ (১৬৪০ শক), ২২ (১৬৪২), ২৫(১৬৪৫)-ত বিজয় নাম আছে আৰু ফলি ২১-ৰ 'বিদুচন' নামটো সম্ভৱতঃ বিজয়েই হ'ব লাগে। কিন্তু এইবোৰ ফলিৰ আগতে আৰু মাজত ফলি ১৬-১৯ (১৬৩৭, ১৬৩৯, ১৬৪০), ২৩ (১৬৪৩)-ত অনুজ দুৱৰা আহিছে। আকৌ ফলি ২৬-২৯ আৰু ৩২-ত দিহিঙীয়াৰ ডেবেৰা ফুকনৰ নাম পোৱাৰ পাছত ফলি ৩৩-৩৫, ৩৮-৪৩-ত দুৱৰা বা তৰুণ দুৱৰা বুলি মাথোন বৰফুকনৰ উল্লেখ। ফলি ৪৪ আৰু ৪৫-ত কণ দুৱৰা নাম পোৱা গ'লেও পাঠ-বিভ্ৰাটৰ হেতুকেহে 'তৰুণ' শব্দটোৱেই 'কণ' হোৱা যেন লাগে। এই প্ৰসঙ্গত ফলি ৪২ আৰু ৪৪-ৰ মিল মন কৰিবলগীয়া। গতিকে, সম্ভৱতঃ ফলি ৩৩-ৰপৰা (১৬৫৯ শক) ডেকা দুৱৰাই হ'ল বৰফুকন। এওঁ প্ৰমত্তসিংহৰ দিনতো বৰফুকন আছিল। ফলি ৫০ আৰু ৫১-ত (প্ৰমত্তসিংহ ৰজাৰ দিনৰ) গদাধৰ তৰুণ দুৱৰা ফুকন নামটি আছে। ফলি ৬৭-ত দশৰথ বৰফুকনে নিজকে গদাধৰ বৰফুকনৰ পুত্ৰ বুলি পৰিচয় দিছে। ফলি ৭২-ত আছে—'শ্ৰীমদনুজ-দুৱৰা-বৃহৎফুকনাত্মজ-শ্ৰীমত্তৰুণ-দুৱৰা-বৃহৎফুকন-তনুজ-শ্ৰীমদ্দশৰথাভিধেয়-সেনাধ্যক্ষো।' এই উল্লেখৰ প্ৰথম দুৱৰাই বিজয়ক, তেওঁৰ পুত্ৰ তৰুণ দুৱৰাই গদাধৰক আৰু তেওঁৰ পুত্ৰই দশৰথক বুজাইছে।

শিৱসিংহ ৰজাৰ আমোলৰ ৩৯খন ফলি এই সঙ্কলনত সন্নিবিষ্ট হৈছে। গেইটে তেওঁৰ বুৰঞ্জীত (পিঠি ১৮৪, পাদটীকা) লেখিছে তেতিয়ালৈ পোৱা আহোম ৰজাৰ দিনৰ ৪৮খন ফলিৰ ভিতৰত ১৯খনেই শিৱসিংহই দিয়া। জ্যোতিষীসকলে শিৱসিংহৰ ছত্ৰভঙ্গ যোগ পৰিছে বুলি কোৱাত তেওঁ বৰকুঁৱৰী ফুলেশ্বৰী বা প্ৰমথেশ্বৰীক ৰাজছত্ৰ দিয়ে; ফুলেশ্বৰীৰ মৃত্যুত তেওঁৰ ভনীয়েক দ্ৰৌপদীক অম্বিকা নাম দি আৰু সেই কুঁৱৰীৰ মৃত্যুত সলাল গোহাঁইৰ জীয়েক অনাদৰীক সৰ্বেশ্বৰী নাম দি ৰাণী কৰিলে। গেইটে লেখিছে, ১৭২৪ চনলৈকে ৰজাৰ নিজৰ নামত,

১৭২৪-ৰপৰা ১৭৩১-লৈ ৰজা আৰু ফুলেশ্বৰীৰ নামত, ১৭৩২-ৰপৰা ১৭৩৬-লৈ ৰজা আৰু অম্বিকাৰ নামত, আৰু ১৭৩৯-ৰপৰা ১৭৪৪-লৈ ৰজা আৰু সৰ্বেশ্বৰীৰ নামত মোহৰ মৰা হয়; কিন্তু মাজতে ফুলেশ্বৰীৰ মৃত্যুৰ পাছত ১৭৩২ ছনত আৰু অম্বিকা দেৱীৰ মৃত্যুৰ পাছত ১৭৩৮-৩৯ ছনত কেৱল ৰজাৰ নামত মোহৰ মৰা হৈছিল।

তামূলী ফুকনৰ বুৰঞ্জীত আছে, পৰ্বতীয়া "গোসাঁইৰ দ্বাৰা সাস্ত্ৰানুসাৰে গুআহাটিৰ সকলো দেৱতাৰ পূজাৰ বেৱস্থা বিধি উলিয়াই, দেৱালই সকল নিবন্ধ কৰিলে; এবং অশ্বক্ৰান্তত দল কৰালে, দিৰ্ঘেস্বৰিতো দল কৰালে।" (পৃ° ৫০)

১৭

## বৰপেটা-বাউসী পৰগণাৰ ব্ৰহ্মোত্তৰৰ তাম্ৰৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—অনুজ (ডেকা) দুৱৰা বৰফুকন। বিগ্ৰহ—বাসুদেৱ। গ্ৰহীতা—হৰি মিশ্ৰ, বলদেৱ আদি। স্থান—কামৰূপৰ বৰপেটা আৰু বাউসী পৰগণা। তাৰিখ—১৬৩৯ শক ২ ভাদ।

গুৱাহাটীৰ কাছাৰীৰ মহাফেজখানাৰ মহজৰ বহীত (সংখ্যা ২৪১) ফলিখনি নকল কৰি ৰখা হৈছে। তাত 'শুদ্ধান্তঃকৰণ'ৰ ঠাইত 'শুদ্ধান্তস্কৰণ', 'শ্ৰীমদনুজ'ৰ ঠাইত 'শ্ৰীযুদনুজ' পাঠ আছে। সেয়েযে মূল ফলিৰ পাঠ, এই কথা বুজিব পাৰি।

এই ফলিৰ মাটি ছজন ব্ৰাহ্মণক ব্ৰহ্মোত্তৰৰূপে দিয়া হয়; কিন্তু 'শ্ৰীৰঘুনন্দন চক্ৰবৰ্ত্তীক শ্ৰৱণ কীৰ্ত্তনাদি ধৰ্ম্ম প্ৰবৰ্ত্তক মেধি' বুলি ইয়াত উল্লেখ কৰা আছে।

১৮

## পাটবাউসী পৰগণাৰ দামোদৰীয়া সত্ৰৰ ধৰ্মোত্তৰৰ তাম্ৰৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—অনুজ (ডেকা) দুৱৰা বৰফুকন। তাৰিখ—১৬৩৯ শক ১৬ ভাদ। স্থান—পাটবাউসী পৰগণাৰ দেৱদামোদৰৰ সত্ৰ। গ্ৰহীতা—বলোদেৱ মেধি।

গুৱাহাটীৰ মহাফেজখানাৰ মহজৰ বহীত (সংখ্যা ৭৩) এই ফলিখনি তোলা আছে। ইয়াত 'শ্ৰীমদনুজ'ৰ ঠাইত 'শ্ৰীযুদনুজ' আছে। ফলিৰ নকলৰ পোনতে 'দেৱদামোদৰৰ সত্ৰৰ' কথাষাৰ আছে। বুজিব পৰা নগ'ল, এই ফলিৰ জমি-মানুহ দামোদৰদেৱৰ পাটবাউসী সত্ৰলৈকে নিয়া হৈছিল নে কি।

১৯

**নীলাচলৰ কামেশ্বৰ শিৱৰ মন্দিৰৰ শিলৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—অনুজ (ডেকা) দুৱৰা বৰফুকন। তাৰিখ—১৬৪০ শক। স্থান—নীলাচল (গুৱাহাটী)।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীয়ে তেওঁৰ 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ লগত (বাঁহী, ১৫.১২, চ'ত ১৮৪৭, পিঠি ৬৭৬) উদ্ধাৰ কৰি দিছিল। 'বাঁহী'ৰ পাতটি পূৰাকৈ নোপোৱাত বৰ্তমান ফলিৰ পাঠ বিকল ৰ'ল। মন্দিৰলৈ গৈ ভিতৰত আৰু আশে-পাশে চাই ক'তো ফলি কটা শিলটি পোৱা নগ'ল। গতিকে চৌধুৰীদেৱে দিয়া ফলিখনৰ ভাঙনি তলত দিলোঁ।—

"সকলো বেদ আৰু উপনিষদে যাক প্ৰমাণিত কৰিছে, নীলাচলত যাৰ অধিষ্ঠান, প্ৰসিদ্ধ নীলাচলত অধিষ্ঠিত যাৰ (মহেশ্বৰৰ) 'শ্ৰীকামেশ্বৰ' নাম প্ৰখ্যাত আৰু প্ৰিয়, সেই মহেশ্বৰৰ, কামান্তক শিৱৰ সুন্দৰ পদ-পঙ্কজৰ শ্ৰেষ্ঠ মধুকৰ প্ৰবল প্ৰতাপত তপন, (অতএব) অৰাতি-ৰূপ তিমিৰ-ধ্বংসকাৰী, মহাদ্ৰবিন-দানৰ দ্বাৰা যিজনে জনসমূহৰ দৈন্যকে নিৰস্ত (দৰিদ্ৰতাক দূৰীভূত) কৰিছে, স্বৰ্গগঙ্গাৰ (পৱিত্ৰ আৰু নিৰ্ম্মল) নীৰ-সদৃশ পৱিত্ৰ নিৰ্ম্মল বিপুল কীৰ্ত্তি-নিকৰৰ দ্বাৰা যিজনে দশো দিশ ৰঞ্জিত (খচিত, শোভিত) কৰিছে, শক্ৰ-কুল-ভূষণ, সৌমাৰ-দেশাধিপতি শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱ-পৰনামা মহাৰাজাধিৰাজ শিৱসিংহে তেওঁৰ (বৰফুকনৰ) উপৰিপুৰুষৰপৰাই, তেওঁৰ (শিৱসিংহৰ) উপৰিপুৰুষৰ স্বৰ্গীয় ভূপসকলৰ চৰণ-কমলৰ (মধু-পান-শীল) ভৃঙ্গ-স্বৰূপ, প্ৰসিদ্ধ দুৱৰা বংশত জাত, তেওঁৰ (শিৱসিংহৰ) চৰণ-নখ-স্বৰূপ চন্দ্ৰৰ (চন্দ্ৰিকা-পান-পৰায়ণ) চকোৰ- স্বৰূপ মন্ত্ৰিবৰ শ্ৰীযুত অনুজ (তৰুণ ডেকা) বৰফুকনৰ দ্বাৰা অম্বৰ (০) বেদ (৪) ৰস (৬) শশাঙ্ক (১), অৰ্থাৎ ১৬৪০ শকাব্দত এই মন্দিৰ ভক্তিপূৰ্বক নিৰ্ম্মাণ কৰালে।"

২০

**নীলাচলৰ সিদ্ধেশ্বৰ মন্দিৰৰ লিপি**

ৰজা—শিৱসিংহ। পাত্ৰ—বিজয় তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৪০ শক। স্থান—গুৱাহাটীৰ নীলাচল (কামাখ্যা)।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীয়ে 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ লগত (বাঁহী, ১৫.১২, চ'ত ১৮৪৭, পিঠি ৬৭৭) প্ৰকাশ কৰিছিল। তেওঁ ফলিখনৰ স্থূলানুবাদ দিছে এইদৰে—

'শক্ৰ-বংশৰ ভূষণ (মহাৰাজাধিৰাজ) শিৱশিংহই কামদহনকাৰী শিৱৰ চৰণ-

কমলৰ ভ্ৰমৰতুল্য আৰু ৰিপুবিলাকৰ সুন্দৰী ৰমণীসকলৰ অশ্ৰুপাতকাৰী ধূম। এওঁৰ কীৰ্ত্তি সূৰ্য্যতুল্য, অতি উজ্জ্বল আৰু দিগন্তব্যাপিনী, এই শ্ৰীমন্ত ৰজা অৰ্থীবিলাকৰ ওচৰত অমৰ তৰু (কল্পবৃক্ষ)স্বৰূপ। ইন্দ্ৰবংশৰ প্ৰথম আৰম্ভৰেপৰাই যিবিলাক ভৃত্যান্বয় (ভৃত্য-বংশ) আপ্ত বা বিশ্বস্ত, সেইবোৰ বংশৰ ভিতৰত দুৱৰা-বংশজাত বৃহৎফুকন দেৱ-সেনাপতি স্কন্দৰ তুল্য, (গতিকে) তেওঁ জয়িষ্ণু বীৰ সেনাসমূহৰ অধিপতি; (অতএব) এওঁ নৃপগণদ্বাৰা পূজিত। এওঁ শিৱসিংহ স্বৰ্গদেৱৰ আজ্ঞা শিৰোধাৰ্য্য কৰি ব্যোম (০) অব্ধি (৪) ভূপ (১৬) অৰ্থাৎ ১৬৪০ শকাব্দত ভূতপতি শিৱৰ প্ৰাকাৰ-শোভিত মনোহৰ মন্দিৰ নিৰ্ম্মাণ কৰালে।"

ইয়াত 'বিজয়-ভটপতি' কথাটোৰ অৰ্থ কৰা হৈছে 'জয়িষ্ণু বীৰ সেনাসমূহৰ অধিপতি'; কিন্তু 'বিজয়' হ'ল বৰফুকনৰ নাম, 'ভটপতি' মানে সেনাপতি।

২১

## উমানন্দৰ বিগ্ৰহ-লিপি

ৰজা—শিৱসিংহ। পাত্ৰ—বিদুচন (বিজয়?) বৰফুকন। বিগ্ৰহ—উমানন্দ। স্থান—গুৱাহাটী কাছাৰীৰ সমুখৰ ভস্মাচল। তাৰিখ—১৬৪১ শক।

উমানন্দৰ বিগ্ৰহ-লিপি 'চেতনা'ত (২য় বছৰ, ১০ম সংখ্যা, জেঠ ১৮৪৩, 'সদিয়াৰ শিলৰ খুটা আৰু উমানন্দৰ বিগ্ৰহ-লিপি' প্ৰবন্ধ, পিঠি ৪৪৪-৪৬) সৰ্বেশ্বৰ কটকীয়ে প্ৰকাশ কৰিছিল। সোণাৰাম চৌধুৰীয়ে 'উমানন্দ দেৱালয়' প্ৰবন্ধত (মিলন ৩.২, ফাগুন ১৮৪৬, পিঠি ১০৬) সংশোধিত পাঠ প্ৰকাশ কৰে।

ইয়াৰ উপৰি লক্ষ্মীকান্ত মিশ্ৰৰ "শ্ৰীশ্ৰীউমানন্দৰ ফলি' (বাঁহী, ১৫শ বছৰ, পিঠি ২৭৫) প্ৰবন্ধ দ্ৰষ্টব্য আৰু সোণাৰাম চৌধুৰীৰ 'উমানন্দ' (মিলন, ২য় বছৰ, ৬৮ পিঠি) প্ৰবন্ধ দ্ৰষ্টব্য। ধৰণীকান্ত শৰ্মা পাণ্ডাই "কামাখ্যা তীৰ্থ" পুথিত ফলিৰ পাঠ তুলি দিছে।

সোণাৰাম চৌধুৰীৰ অনুবাদ ঃ "গৌৰীশ অৰ্থাৎ মহাদেৱৰ পাদপদ্মৰ ভ্ৰমৰ-স্বৰূপ ইন্দ্ৰবংশত জাত শ্ৰীমৎ শ্ৰীশিৱসিংহ ৰাজশ্ৰেষ্ঠৰ আদেশ সমস্ত মস্তকত ধাৰণ কৰি দুৱৰা কুলত জাত, ন্যায়ত পটু বিদুচন নামে বৰফুকনে ইলা (১), কলা (৬৪), শশী (১) শৰত ৰূপৰ এই শিৱমূৰ্ত্তিখনি বিস্তাৰ কৰিলে অৰ্থাৎ জনাজাতকৈ থাপনা কৰিলে। ১৬৪১।"

১৬৪০ শকৰ নীলাচলৰ সিদ্ধেশ্বৰ মন্দিৰৰ লিপিত (সংখ্যা ২০) আৰু ১৬৪২ শকৰ অশ্বক্ৰান্ত দেৱালয়ৰ শিলৰ ফলিত (২২) বৰফুকনৰ নাম বিজয় পোৱা

গৈছে। ১৬৪১ শকৰ উমানন্দৰ বিগ্ৰহ-লিপিত সেই নাম 'বিদুচন' হ'লে এক অমিল উপস্থিত হয়। প্ৰকৃততে, বৰফুকনজনৰ নাম বিজয় বা বিজয়সেন। ছন্দৰ ফালৰপৰাও দেখা যায় তৃতীয় পাদটো বৰ গণ্ডগোলীয়া। তদুপৰি, ছন্দৰ বিষয়ত চতুৰ্থ পাদৰ 'শাকে' শব্দটো 'শকে' হ'ব লাগে।

২২

**অশ্বক্ৰান্ত দেৱালয়ৰ শিলৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—বিজয় তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—বিষ্ণু।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীয়ে 'বাঁহী'ত ('কেইখনমান নষ্ট হৈ যোৱা শিলৰ ফলিৰ পাঠ-সংগ্ৰহ', ১৪শ বছৰ, ১১শ সংখ্যা, ১৮৪৬ শক, পিঠি ৪১৮) প্ৰকাশ কৰিছিল। গেইটে এই ফলিৰ উল্লেখ কৰিছে (*Report on Historical Research*)। 'জয়ন্তী'ত (তৃতীয় বছৰ, পিঠি ৮৩৩) সোণাৰাম চৌধুৰীৰ 'অশ্বক্ৰান্ত দেৱালয়ৰ ফলি' প্ৰবন্ধ ওলাইছিল। ধৰণীকান্ত দেৱশৰ্মাই 'কামাখ্যা তীৰ্থ' পুথিত ফলিৰ পাঠ তুলি দিছে।

'অশ্বক্ৰান্ত দেৱালয়ৰ ভূমিদানৰ ফলি' চাওক (ফলি ৪১)।

অনুসন্ধান সমিতিৰ পুথিৰপৰা পাঠ লৈ সংশোধন কৰা হ'ল। সমিতিৰ পাঠবোৰ ঃ সিদ্ধোহভিষেকোৎসৱঃ—সমিতিৰ পাঠ, সিদ্ধাভিষেকোৎসৱঃ, বন্দাৰুৰ্ন্নিজদেব—বন্দাৰুৰ্ন্নিযাদৱ, তস্যাজ্ঞাম—তস্যাম, নৃত্যঘন—নৃতঘন, সাদৰং—সাদৰাৎ, সেৱি—সেৱী। দেখা যায়, তৃতীয় আৰু চতুৰ্থ পাদ ছন্দৰ ফালৰপৰা আহুকলীয়া। 'ভূভৃন্নীতি....' পাদটিও তেনে। শেষৰ শাৰীৰ 'ৰেশ্মৈতন্নয়নাব্ধি-'ৰ ঠাইত 'ৰেশ্মৈতন্নয়নাব্ধি' হ'লেহে ছন্দ ঠিক ৰয়, অৰ্থৰ ফালৰপৰা যদিও দুইটা পাঠেই হ'ব পাৰে, কাৰণ 'অয়ন' আৰু 'নয়ন' দুইটাই ২ অঙ্কটো বুজায়।

২৩

**অশ্বক্ৰান্তৰ কূৰ্ম-জনাৰ্দনৰ ফল্গুৎসৱৰ মন্দিৰৰ শিলৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—অনুজ (ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—কূৰ্ম-জনাৰ্দন। তাৰিখ—১৬৪৩ শক। স্থান—উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্তৰ অনন্তশায়ী নাৰায়ণৰ দেৱালয়ৰ তলত আৰু কূৰ্ম-জনাৰ্দনৰ দেৱালয়ৰ ওপৰত।

হেমচন্দ্ৰ গোস্বামীয়ে 'আলোচনী'ত (৮, ৭, পিঠি ২৮৫-৮৬, 'শিলৰ ফলি ঃ জনাৰ্দ্দনৰ ফল্গুৎসৱৰ মন্দিৰ ঃ অশ্বক্ৰান্ত') এই ফলিৰ পাঠ দিছে। সৰ্বেশ্বৰ কটকীয়ে 'আৱাহন'ত (৮.৩, ফাগুন ১৮৫৮, ৩০৭ পিঠি ঃ '৩ঠৰ শতাব্দীৰ শিলালিপিৰ

প্ৰতিলিপি') একে পাঠেই দিছে ছবিৰে (facsimile), কিন্তু তেওঁ তাক "গুৱাহাটীৰ অশ্বক্ৰান্ত দেৱালয়ৰ অন্তৰ্গত জনাৰ্দ্দন পৰ্ব্বতৰ ওপৰত শ্ৰীকৃষ্ণৰ ফল্গুৎসৱ উপলক্ষে নিৰ্ম্মাণ কৰোৱা" দৌলৰ ফলি বুলি ভুলতে উক্তি কৰিছে। এই কথা সোণাৰাম চৌধুৰীয়ে নিম্নোক্ত প্ৰবন্ধত দেখুৱাইছে।

উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্তত দুটি দেৱালয় আছে—পৰ্বতৰ ওপৰত অনন্তশায়ী নাৰায়ণ বিগ্ৰহেৰে এক দেৱালয়, তলত পৰ্বতৰ নামনিত ব্ৰহ্মপুত্ৰৰ একেবাৰেই দাঁতিতে কূৰ্ম-জনাৰ্দনৰ দেৱালয়। দুই দেৱালয়ৰ মাজত, ওপৰৰ দেৱালয়ৰ খট্খটিৰ ওপৰতে দেউল বা কূৰ্ম-জনাৰ্দনৰ ফল্গুৎসৱ মন্দিৰ। বৰ্তমান ফলি সেই দেউলৰে ওপৰৰ বিষ্ণু—"মন্দিৰৰ গাত থকা ফলিখনো ভুঁইকঁপত এনেভাৱে নষ্ট হৈছে যে, তাৰ পাঠ উদ্ধাৰ কৰা অতি কঠিন হৈ পৰিছে। এই ফলিখনৰ চাৰিওকাষে এডাল সুন্দৰ লতা কটা আছে আৰু ফলিৰ ওপৰতে বিষ্ণুৰ মূৰ্ত্তি এটা কটা আছে। ফলিখনৰ ১ম চাৰি শাৰীত ২/৪ টা আখৰ আছে কিন্তু বাকীবোৰ তেনেই উঠি গৈছে।" (গোস্বামী, পৃ. ২৮৫)

ফল্গুৎসৱ মন্দিৰৰ ফলিৰ ভাঙনি গোস্বামীয়ে দিছে এইদৰে—

'দেৱতা-গন্ধৰ্ব্ববিলাকে যাক বন্দনা কৰে, যি গীত, নৃত্য, বাদ্য আদি শুনি আনন্দ লাভ কৰিবলৈ উৎসুক, যি মায়াক বিনাশ কৰে, তেনে শ্ৰীশ্ৰীজনাৰ্দ্দনদেৱে বিনোদবিলাহ দোলনৰ নিমিত্তে মহাৰাজাধিৰাজ শ্ৰীশ্ৰীশিৱসিংহৰ আজ্ঞাত, জনাৰ্দ্দনৰ পদ-পঙ্কজত অনুৰক্ত শ্ৰীমত তনুজ দুবৰা বৰফুকনৰ দ্বাৰাই জনাৰ্দ্দন পৰ্ব্বতত ত্ৰিনয়ন-নয়ন-অব্ধি-তৰ্ক-শশভৃৎ অৰ্থাৎ ১৬৪৩ শকত ফল্গুৎসৱৰ দৌল নিৰ্ম্মিত হ'ল।" (পৃ. ২৮৬)

গোস্বামীদেৱে 'তনুজ দুবৰা' বুলি ইয়াত অৰ্থ ল'লেও আচলতে 'অনুজ দুবৰা' অৰ্থাৎ ডেকা দুবৰাহে হ'ব লাগে। এওঁ পূৰ্ব্ববৰ্তী বিজয় তৰুণ দুবৰাৰ পুত্ৰ। গোস্বামীয়ে এওঁৰ নাম গদাধৰ বুলি লেখিছে।

সোণাৰাম চৌধুৰীৰ 'জনাৰ্দ্দনৰ মূল মন্দিৰ আৰু ফল্গুৎসৱৰ মন্দিৰ' (আৱাহন, ৮.৫, পিঠি ৬৫০-৫২) লিখিছে, উপৰ্যুক্ত দেৱালয় দুটিক ওপৰ দেৱালয় আৰু নাম দেৱালয় বোলা হয়।

ইয়াত জনাৰ্দন দেৱতাক 'গীত-নৃত্য-বাদ্য-মঙ্গল-প্ৰীত্যুৎসুক' বোলা কথাটি মন কৰিবলগীয়া। ইয়াৰপৰা মন্দিৰত গীত, বাদ্য আৰু নৃত্যৰ উৎসৱ চলিছিল বুলি অনুমান কৰিব পাৰি।

২৪

## সিদ্ধেশ্বৰ দেৱালয়ৰ ভূমিদানৰ তামৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—সিদ্ধেশ্বৰ শিৱ। তাৰিখ—১৬৪৫ শক। স্থান—শুৱালকুছিৰ সিদ্ধেশ্বৰ মন্দিৰৰ বাবে বৰবংশৰ পৰগণাত।

আগতে গদাধৰসিংহ আৰু বুঢ়াজনা ৰজাই (?) ১৬০১ শকত দিয়া ভূমি-দান-পত্ৰ নষ্ট হোৱাত শিৱসিংহ ৰজাই বৰ্তমান ফলিত পুনৰ মাটি পাইক দিছে।

'বাঁহী'ত (১৪শ বছৰ ১২শ সংখ্যা, চ'ত ১৮৪৬ শক) সৰ্বেশ্বৰ শৰ্মা কটকীৰ (?) 'অসম ৰজাই ভূমি-দান দিয়া তামৰ ফলি'ৰ লগত উদ্ধৃত। অনুসন্ধান সমিতিৰ বহীৰপৰা লোৱা এই পাঠৰ সমস্ত সংস্কৃত অংশৰ বহুত বিভ্ৰাট ঘটিছে। সেইখিনি ঠিক কৰিব পৰা নগ'ল।

ওচৰৰ সত্ৰৰ গায়ন-বায়নে শিৱ-মন্দিৰত গীত-বাদ্যাদি কৰিবলৈ দিয়া ৰাজ-আদেশ চকুত লগা।

২৫

## মাণ্ডাকটা গড়ৰ শিলৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—কেন্দুগুৰীয়া পৰমানন্দ বৰপাত্ৰগোহাঁই আৰু বিজয়সেন দুৱৰা বৰফুকন। তাৰিখ—১৬৪৫ শক। স্থান—ৰংমহলৰ উত্তৰে চন্দ্ৰগিৰিৰ ওচৰ।

সোণাৰাম চৌধুৰীৰ 'কামৰূপৰ তিনিখন পুৰণি শিলৰ ফলি' প্ৰবন্ধত (বাঁহী, ১৭শ বছৰ, ২য় সংখ্যা, জেঠ ১৮৫০ শক, পিঠি ৭৬) ফলিখনিৰ পাঠ দিয়া হৈছিল।

চৌধুৰীয়ে 'ৰংমহল' প্ৰবন্ধত (আৱাহন, ২.৫, ফাগুন ১৮৫২, পিঠি ৪৯২) এই গড় "তেতিয়াৰ বৰফুকনৰ ৰাজধানী গুৱাহাটীৰ সীমা-নিৰ্দ্দেশক গড়" বুলি অনুমান কৰিছে।

তিন্দুমূলাগ্ৰ-গ্ৰামস্থ—কেন্দুগুৰি গাঁৱত থকা অৰ্থাৎ কেন্দুগুৰীয়া। এই বংশৰ বৰপাত্ৰসকলৰ স্থান বৰ্তমান শিৱসাগৰ মহকুমাৰ বেতবাৰী অঞ্চলৰ কেন্দুগুৰি আছিল। ১৬০৮ শকত 'যোগিনীতন্ত্ৰ'ৰ হয়গ্ৰীৱ-মাধৱৰ বৰ্ণনাৰ অসমীয়া অনুবাদ কৰা ৰামচন্দ্ৰ বৰপাত্ৰই "কেন্দুগুৰি নামে গ্ৰাম, শস্যে মৎস্যে অনুপাম; দিলীহৰ আতি অনুকূল" বুলি নিজৰ স্থানৰ পৰিচয় দিছে।

ফলিত এটা মন কৰিবলগীয়া কথা—গড় নিৰ্মাণ কৰা বিষয়া দুজনৰ নাম থকা সত্ত্বেও বাক্যটোৰ শেষত 'বিধিজ্ঞঃ .. ব্যৰচয়ৎ' আছে একবচনত। আনফালে

১৬৪৩ শকৰ অশ্বক্রান্তৰ কূৰ্ম-জনাৰ্দনৰ ফল্মুৎসৱৰ মন্দিৰৰ ফলিতে (ফলি ২৩ ) আমি বিজয়সেন বৰদুৱৰা বৰফুকনৰ পুত্ৰ 'অনুজ দুৱৰা' (ডেকা দুৱৰা) বৰফুকনৰ নাম পাই আহিছোঁ। গতিকে, এই কথাটো এটা সমস্যা হৈ ৰ'ল। ফলি ১৬ ৰ টোকা চাওক।

২৬

**নীলাচল কমলেশ্বৰৰ মন্দিৰৰ শিলৰ ফলি**

ৰজা-ৰাণী—শিৱসিংহ, ফুলেশ্বৰী. পাত্ৰ-(ডেবেৰা) দিহিঙীয়া বৰফুকন। তাৰিখ-১৬৫০ শক। বিগ্ৰহ—কমলেশ্বৰ শিৱলিঙ্গ। স্থান —গুৱাহাটীৰ নীলাচল (কামাখ্যা)।

ফলিৰ এই পাঠ সোণাৰাম চৌধুৰীৰ 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ লগত (বাঁহী, ১৫.১২, চ'ত ১৮৪৭, পিঠি ৬৭৭) ওলাইছিল।

কমলেশ্বৰস্যাদেশাদিষ্টক-প্ৰাসাদম্—মূল 'কমলেশ্বৰস্য দৃশদিষ্টক-প্ৰসাদম্' (কমলেশ্বৰ দেৱতাৰ শিলা আৰু ইটাৰে কৰা মন্দিৰ) পাঠৰ ঠাইত ডক্টৰ মুকুন্দমাধৱ শৰ্মাৰে আলোচনা কৰি বৰ্তমান পাঠ লোৱা হৈছিল যদিও মূল পাঠেই প্ৰশস্ত আছিল যেন লাগে। 'দৃশদ্' বা 'দৃষদ্' মানে শিল।

২৭

**ৰংমহলৰ গড়খাৱৈৰ শিলৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—(ডেবেৰা) পানী-দিহিঙীয়া বৰফুকন। তাৰিখ—১৬৫৪ শক। স্থান—উত্তৰ গুৱাহাটীৰ ৰংমহল গাঁও, চিলা পৰ্বতৰ পূৱ ফাললৈ।

'আলোচনী'ত (৭ম বছৰ ৮ম সংখ্যা, জেঠ ১৮৩৮, পিঠি ৩৫৪-৫৭) হেমচন্দ্ৰ গোস্বামীয়ে 'চিলা পৰ্ব্বতৰ গদ্য শিলৰ ফলি' প্ৰবন্ধত ফলিৰ পাঠ দিছিল।

সোণাৰাম চৌধুৰীয়ে 'ৰংমহল' প্ৰবন্ধত (আৱাহন, ২.৫, ফাগুন, ১৮৫২, পিঠি ৪৯২, পাদটীকা) এই ফলিৰ পাঠ আংশিকভাৱে তুলি দিছিল। তাত 'ৰাজাধিৰাজ'ৰ পৰিৱৰ্তে তেওঁ 'ৰাজৰ্ষিৰাজ' পঢ়িছে।

সমন্বিত—গোস্বামীৰ পাট 'সমিদ্ধ' (প্ৰজ্বলিত)। খেয়মচীখনৎ—গোস্বামীৰ পাঠ 'খেয়মচিখনৎ'।

২৮

**গুৱাহাটীৰ পশ্চিম দ্বাৰৰ শিলৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—(ডেবেৰা) দিহিঙীয়া বৰফুকন। তাৰিখ—১৬৫৪

শক। স্থান—নীলাচলৰ কামাখ্যা মন্দিৰলৈ উঠি যোৱা মটৰ চলা বাটৰ এধানমান ভাটীলৈ দুৱাৰ-গঁৱিলাৰ পৰ্বতৰ চেপৰ ওচৰত আলিবাটৰ দাঁতিতে এই ফলি আছে। বৰফুকনৰ গুৱাহাটী নগৰৰ এই দুৱাৰকে পাঁডুৰ দুৱাৰ নামে জনা গৈছিল। আন কেইখন দুৱাৰ হ'ল পূৰ্বে জয়দুৱাৰ, উত্তৰে লতাশিল, দক্ষিণে ফটাশিল।

'আলোচনী'ত (৭ম বছৰ, ১০ম সংখ্যা, শাওণ ১৮৩৮) সোণাৰাম চৌধুৰীয়ে 'প্ৰাগজ্যোতিষপুৰৰ সম্বন্ধে যৎকিঞ্চিৎ' প্ৰবন্ধত (?) এই ফলিৰ পাঠ দিছিল।

'আলোচনী'ৰ ৮ম বছৰ, ২য় সংখ্যাত (পুহ ১৮৩৮) হেমচন্দ্ৰ গোস্বামীয়ে 'শিলৰ ফলি দুৱাৰ-গঁৱিলাৰ গদ্য' (পিঠি ১০৯-১২) প্ৰবন্ধত শাৰী ভাঙি ভাঙি ফলিখনৰ পাঠ দিছে।

'ৱিলীনমান'—গোস্বামীৰ পাঠ 'বিলীনমানা'। 'প্ৰৱৰস্য অৱনি'—চৌধুৰীৰ পাঠ 'প্ৰৱৰ-মথ্যমান'। 'বনীয়ক'—গোস্বামী, 'বলীয়ক'। 'মুগ্ধ'—চৌধুৰী, 'শুভ্ৰ'। 'দিগন্তৰালেন"—গোস্বামী, 'দিগান্তৰালেন'। 'প্ৰাগ্‌জ্যোতিঃ'— চৌধুৰী, 'প্ৰাক্‌জ্যোতিঃ'। 'প্ৰতোল্যা'—গোস্বামী, 'পতোল্যা'। 'প্ৰাঞ্চী'—'আলোচনী'ৰ পাঠ 'পুৰী'। ফলিখনত সংস্কৃত 'প্ৰাচীৰ' শব্দৰ ঠাইত 'প্ৰাঞ্চী' শব্দৰ (=গড়) ব্যৱহাৰ মন কৰিবলগীয়া; ই Prakritism অৰ উদাহৰণ। 'প্ৰতোলী (> পদুলি) শব্দটিৰ অৰ্থ ঘাই বাট, পদুলি-বাট।

কামাখ্যা-নীলাচলৰ ধৰণীকান্ত শৰ্ম্মা পাণ্ডাৰ 'কামাখ্যা তীৰ্থ' (প্ৰথম সংস্কৰণ) পুথিত এই ফলিৰ পাঠ দিয়া হৈছে এই শীৰ্ষৰে "শত্ৰুৰ গৰাহৰপৰা আহোমৰজা শিৱসিংহৰ দ্বাৰা ৰাজ্য ৰক্ষাৰ স্মৃতিচিহ্ন। কামাখ্যা পাহাৰৰ সংলগ্ন দক্ষিণে পাণ্ডু-গুৱাহাটী-ৰাজআলিৰ কাষত কাটিং নামৰ ঠাইৰ শিলালিপিৰ প্ৰতিলিপি।"

২৯

### গুৱাহাটীৰ দক্ষিণৰ বিজয়-দ্বাৰৰ শিলৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—(ডেবেৰা) পানীদিহিঙীয়া ফুকন। তাৰিখ—১৬৫৫ শক। স্থান—শবৰাচলৰ কাষৰি, ফটাশিল।

সোণাৰাম চৌধুৰীৰ 'কামৰূপৰ তিনিখন পুৰণি শিলৰ ফলি' (বাঁহী ১৭.২, জেঠ ১৮৫০ শক) প্ৰবন্ধৰ অন্তৰ্গত (পিঠি ৭৭) হৈ ফলিখনৰ পাঠ ছপা হৈছিল।

'কামৰূপৰ বুৰঞ্জী'ৰ পৰিশিষ্টৰূপে সন্নিবিষ্ট গুৱাহাটীৰ ক্ষেত্ৰ-পৰ্বতৰ তালিকাত শবৰাচলৰ নাম নাই। 'কালিকা-পুৰাণ' আৰু 'যোগিনীতন্ত্ৰ'তো এই নাম নাই। 'কালিকাপুৰাণ'ত ভস্মাচলৰ দক্ষিণলৈ আৰু নীলাচলৰ দক্ষিণলৈ থকা এটা পৰ্বতৰ নাম দিয়া হৈছে কৰ্পট; ইয়াত যমৰ পূজা হয়। এই কৰ্পটাচলেই শবৰাচল হোৱাটো আচৰিত কথা নহ'ব।

৩০

**দেৰগাঁৱৰ শিৱ-দ'লৰ তামৰ ফলি**

দাতা ৰজা-ৰাণী—শিৱসিংহ আৰু অম্বিকাদেৱী। বিগ্ৰহ—উমা-মহেশ্বৰ। তাৰিখ—১৬৫৬ শক ফাগুন। গ্ৰহীতা— বাণেশ্বৰ ব্ৰাহ্মণ বৰুৱা। স্থান—বৰ্তমান দেৰগাঁৱৰ নেঘেৰীটিং নামৰ টিলাত অৱস্থিত শিৱ-মন্দিৰৰ বাবে ফুটুকাতলি, বেতিয়নি আদিত মাটি দান কৰা হৈছে।

এই ফলিৰ পাঠ গোপিকাবল্লভ গোস্বামীয়ে উদ্ধাৰ কৰি 'সুৰভি'ত (২.৬-৭, পিঠি ৩৭৮-৭৯) প্ৰকাশ কৰে।

ফলিখন কেইবাফালৰোপৰা গুৰুত্বপূৰ্ণ। (১) ৰুদ্ৰসিংহ ৰজাৰ দিনতে ১৬২৬ শকত (১৭০৪ চন) দেৰগঁয়া (দেৱগ্ৰামীয়াচাৰ্য্য) ভূধৰ আগমাচাৰ্যক সদাশিৱৰ মন্দিৰ নিৰ্মাণ কৰাই মাটি-বৃত্তি দি নিয়োগ কৰা হয়। (২) শিৱসিংহই পুনৰ বাণেশ্বৰ ব্ৰাহ্মণক ১৬৪৬ শকত (১৭২৪ চন) জমি দিয়ে। এতিয়ালৈকে এইজনা ৰজাই স্বয়ং ৰাজ্য শাসন কৰিছিল, নিজ নামত মোহৰ মাৰিছিল। (৩) ১৬৪৭ শকত (১৭২৫ চন) বৰৰজাৰে (শিৱসিংহৰ বৰকুঁৱৰী ফুলেশ্বৰীক এই নাম দি ৰাজছত্ৰ অৰ্পণ কৰিছিল) লগ লাগি তেওঁ বাণেশ্বৰ ব্ৰাহ্মণক বিয়া পাতি দিয়ে। এই সময়ৰপৰা আহোম মোহৰ শিৱসিংহ আৰু ফুলেশ্বৰী বা প্ৰমথেশ্বৰীৰ নামত মৰা হৈছিল। (৪) ১৬৫৩ শকত (১৭৩১ চন) প্ৰমথেশ্বৰী বৰৰজা ঢুকায়। এই বছৰেই তেওঁৰ ভনীয়েক দ্ৰৌপদী অম্বিকা নাম লৈ ৰাজপাটত উঠি বৰৰজা হয় আৰু এই সময়ৰপৰাই শিৱসিংহ আৰু অম্বিকাদেৱীৰ নামত মাইকী-পোৱালিত মোহৰ মৰা হয়। (৫) অম্বিকাদেৱী ১৭৩৮ চনলৈকে জীয়াই আছিল; তাৰ চাৰি বছৰৰ আগতে এই তামৰ ফলিখনি কটা হয়।

*Journal of Assam Research Society*-ত (VIII.1, January 1941) বাণেশ্বৰ বৰুৱাৰ বংশৰ চন্দ্ৰধৰ বৰুৱাই Negriting temple নামে এটি প্ৰবন্ধ প্ৰকাশ কৰিছিল। তাত কিন্তু এই ফলিৰ উল্লেখ নাই। বৰুৱাদেৱৰ মতে বুদ্ধিস্বৰ্গনাৰায়ণসিংহই (১৬০৩-৪১) বৰ্তমানৰ নেঘেৰীটিং চাহ-বাগিচাৰ এমাইলমান পছিমলৈ ওখই দুহাতমান আৰু পৰিধিত দুহাতমান এক বাণলিঙ্গ পাই মন্দিৰ সজাই প্ৰতিষ্ঠা কৰাই ভূধৰ আগমাচাৰ্যক বৰঠাকুৰ নিয়োগ কৰে। আগমাচাৰ্যৰপৰা নৱম পীড়িৰ দুৰ্গেশ্বৰে সংস্কৃতত তেওঁলোকৰ এখন বংশাৱলী লিখে। এক প্ৰবাদমতে বাণেশ্বৰ এই বংশৰ প্ৰথম বৰুৱা আৰু তেওঁ ৰাজেশ্বৰসিংহৰ (১৭৫১-৬৯) সমসাময়িক। ই অসম্ভৱ নহয়। বাণেশ্বৰ বৰুৱাৰ নাম লোকগীততো পোৱা যায় আৰু এতিয়াও লোকে কয়, 'ৰজা ৰাজেশ্বৰ, বৰুৱা বাণেশ্বৰ।'

কাশীনাথৰ বুৰঞ্জীত আছে বুদ্ধিস্বৰ্গনাৰায়ণে "দেৱৰগাওঁ দেৱালয়ৰ দৌল কৰি মাটি মানুহ উচৰ্গ কৰি দিলে। সেই দিনৰেপৰা দেৱোত্তৰ ব্ৰহ্মোত্তৰ চলে।" আৰু "দেৱৰগাঁৱৰ পুৰনি দল আদি কিছু গাঁও ব্ৰহ্মপুত্ৰে খহোআত নেঘেৰিটিঙ্গত ন দল" 'তৈয়াৰ হ'ল' ৰাজেশ্বৰসিংহৰ দিনত। গতিকে বৰ্তমান ফলিখন পুৰণি দ'ল থকা অৱস্থাত দিয়া হ'ব লাগিব।

ফলিৰ শেহৰ ফালে 'তিনিটা পাইকক খেলৰ কাকত কাটি হাতত আকি ঘৰ-বন্দিকৈ' দিয়া কথাটি বিশেষ মন কৰিব লগীয়া। আহোম ৰজাৰ দিনত বিশেষ বৃত্তিৰ লোক বুজাবলৈ হাতত, কপালত চিন দিয়াৰ প্ৰথা আছিল। ভূমি-জমি অৰ্থত 'মৃত্তিকা' শব্দৰ ব্যবহাৰ চকুত লগা। ইয়াৰ পাছৰ দুই-এখন ফলিতো সেই ব্যৱহাৰ আছে।

৩১

## বৰপেটা সত্ৰৰ তামৰ ফলি

ৰজা—শিৱসিংহ, অম্বিকাদেৱী। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৫৭ শক ৪ আহাৰ। স্থান—বৰপেটাৰ (পোৱাভিটা) শঙ্কৰদেৱৰ স্থানৰ হৈ বাউসী বৰপেটাত মাটি আৰু পাইক দিয়া হৈছে।

ডক্টৰ কেশৱানন্দ দেব গোস্বামীৰ সহায়েৰে ফলিৰ পাঠ উদ্ধাৰ কৰা হ'ল। ফলিৰ প্ৰথমৰ সংস্কৃত অংশৰ শেহৰ ফালে এশাৰীমান কথা স্পষ্ট নোহোৱাত বাদ পৰি গৈছে, তাত 'এই তাম্ৰপত্ৰিকা দিয়া হ'ল' এনে কথা থাকিব লাগিছিল। ফলিৰ শেহৰ বৰফুকনৰ চাপৰ ভিতৰত 'তমিদং' কথাটো 'তস্যেদং' হ'ব লাগে।

এইখনি ফলিৰ সংস্কৃত অংশৰ লগত সুন্দৰীদিয়া সত্ৰৰ তামৰ ফলি (ফলি ৩৭) মিলাই চাবলগীয়া।

ফলি ১৬-ৰ টোকা চাওক।

৩২

## দীৰ্ঘেশ্বৰী মন্দিৰৰ শিলৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—(ডেবেৰা) দিহিঙীয়া বৰফুকন। স্থান—উত্তৰ গুৱাহাটীৰ ৰংমহল অঞ্চল। সময়—১৬৫৭ শক।

দীৰ্ঘেশ্বৰী মন্দিৰৰ ১৬৫৭ আৰু ১৬৫৯ শকৰ দুইখন ফলি সোণাৰাম চৌধুৰীয়ে 'দীৰ্ঘেশ্বৰী দেৱালয়' প্ৰবন্ধৰ মাজত (মিলন, ২.২, ফাগুন ১৮৪৫, পিঠি ৭০) প্ৰকাশ কৰিছে। তাৰপৰা বৰ্তমানে পাঠ লোৱা হ'ল। 'মিলন'ৰ সম্পাদকে

চৌধুৰীৰ পাঠ 'পাশা-গাম্বু'ৰ (চৌধুৰীৰ অৰ্থ 'জৰী আৰু জল') পাঠান্তৰ 'পাষাণাম্বু' (শিল আৰু পানী) গ্ৰহণ কৰিছে। 'নৃপতের্ব্বিভোর্নির্দেশাৎ'— 'মিলন'ৰ গৃহীত পাঠ 'নৃপতোর্ব্বিভূনিদেশাৎ গৃহীত্বা'।

১৬৫৭ আৰু ১৬৫৯ শকৰ দীৰ্ঘেশ্বৰী মন্দিৰৰ দুইখন ফলিৰ পাঠাংশ সোণাৰাম চৌধুৰীয়ে 'ৰংমহল' প্ৰবন্ধৰ পাদটীকাত (আৱাহন ২.৫, ফাগুন ১৮৫২, পিঠি ৪৯৩) তুলি দিছে।

'মিলন'ৰ প্ৰবন্ধত সোণাৰাম চৌধুৰীয়ে লিখিছে, "কামৰূপৰ দীৰ্ঘেশ্বৰী এখন জাগ্ৰত দেৱালয়। ই গুৱাহাটীৰ ঈশান কোণত প্ৰায় চাৰি মাইলমান দূৰৈত উত্তৰ পাৰৰ এখন পৰ্ব্বতৰ ওপৰত। ইয়াৰ মন্দিৰ আজি-কালি গুৱাহাটীৰ উজনী ঘাটৰপৰা দেখা যায়। ৰংমহল গাঁৱৰ ইতিহাস-প্ৰসিদ্ধ ফুলুং গড়ৰপৰা ইয়ালৈ পূবমুৱাকৈ প্ৰায় এমাইলমান যাব লাগে। .....আগৰ দিনত....দেৱালয়খন ব্যাঘ্ৰসঙ্কুল ঠাইত থকা দেখি ইয়াক অধিষ্ঠাত্ৰী দেৱী বা গোসাঁনীৰ আন এটা নাম বাঘেশ্বৰী। ইয়াৰ দলৈ, পূজাৰি আদিয়ে বাঘক এই গোসাঁনীৰ বাহন বুলি কয়।....

'ফুলুং গড়ৰ অলপ দূৰৈত থকা গাঁৱৰপৰা যিখন শিলনীয়া পৰ্ব্বত আগ বাঢ়ি গৈছে, তাৰে পূব মূৰত এই দেৱালয় স্থাপিত। মন্দিৰৰ গঢ় অতি সাধাৰণ ধৰণৰ। ইয়াৰ উচ্চতা ত্ৰিশ-পঁয়ত্ৰিশ ফিটৰ ভিতৰত হ'ব।

'দেৱালয় থকা পৰ্বৃতখন আৰু তাৰ গাতে লাগি থকা পৰ্বৃতক লেঠেৰি-লগা গুণে এনে নামে অৰ্থাৎ দীৰ্ঘেশ্বৰী নামেই খ্যাত। ১৬৩৪ শকত ৰুদ্ৰসিংহ স্বৰ্গদেৱে গুৱাহাটীৰ ক্ষেত্ৰপৰ্ব্বত বিচৰাই লিখোৱা এখন সাঁচিপতীয়া পুথিত এই পৰ্ব্বতৰ আন নাম সীতাপৰ্ব্বত বুলিছে।......

"কালিকা-পুৰাণত কামাখ্যাৰ অষ্ট যোগিনীৰ ভিতৰত দীৰ্ঘেশ্বৰীও এক যোগিনী বুলি লেখিছে। তদুপৰি সেই যোগিনীসকলৰো বেলেগ বেলেগ পীঠ আছে বুলি লেখিছে। আকৌ যোগিনীতন্ত্ৰত কামনাথৰ পছিমে সাত ধনু অন্তৰত দীৰ্ঘেশ্বৰী আছে বুলি কৈছে।"

১৬৬১ শকত শিৱসিংহই আৰু ১৬৭৯ শকৰ ৰাজেশ্বৰসিংহই মাটি আদি দিয়া দুখন ফলিৰ উল্লেখ কৰি দুয়োখনৰ কথা গেইটে *Historical Research in Assam*-অত লিখিছে।

৩৩

**দীৰ্ঘেশ্বৰী মন্দিৰৰ শিলৰ ফলি**

**ৰজা—শিৱসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। সময়—১৬৫৯ শক। ওপৰৰ ফলি ৩২-ৰ টোকা চাওক।**

মূলত 'শ্ৰীমত্তৰুণ'ৰ ঠাইত 'শ্ৰীযুত্তৰুণ', 'শ্ৰীদুৰ্গাদ্বাৰাণি'ৰ ঠাইত 'শ্ৰীদুৰ্গাৎদ্বাৰাণি' পাঠ আছে।

৩৪

**গুৱাহাটীৰ বৰফুকনৰ দৰবাৰ-মন্দিৰৰ দক্ষিণৰ বিজয়-দ্বাৰৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৬০ শক। স্থান- গুৱাহাটী। এইখন ফলি বৰফুকনৰ দৰবাৰ ঘৰৰ দক্ষিণ দুৱাৰৰ। সেই দুৱাৰৰ নাম বিজয়দুৱাৰ।

হেমচন্দ্ৰ গোস্বামীৰ 'বৰফুকনৰ দৰবাৰ মন্দিৰ' (আলোচনী, ৭ম বছৰ, ৯ম সংখ্যা, ১৮৩৮, পিঠি ৪০২-০৫) প্ৰবন্ধৰ লগত এই ফলিৰ নকল ছপা হৈছিল। ফলিৰ জোখ—৫৬"x $\frac{১}{২}$ "। ফলিখন বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈছে। মূল ফলিত-কৈলাশ-(কৈলাস), -বংশাৱতংশ- (ৱংশাৱতংস), -মহেন্দ্ৰণামাদেশ (-মহেন্দ্ৰানামাদেশ) পাঠ আছে। ২৫ পিঠিৰ ২য় শাৰীৰ '-পদাম্বুজ'- হ'ব লাগে '-তদ্‌পদাম্বুজ-'।

এই ফলি আৰু উত্তৰৰ জয়-দ্বাৰৰ ফলিৰ বিষয়ে ডক্টৰ ভূঞাই লিখিছে ঃ "The council-chamber of the Barphukan at Gauhati was situated somewhere near the present site of the Sonaram Aided High School. Two finely chiselled rectangular blocks of stone have been found in different places at Gauhati, which were orginally posted at the southern and northern gates of the council chamber".

বিজয়-দুৱাৰৰ প্ৰতিলিপি (fascimile) সৰ্বেশ্বৰ কটকীয়ে 'আৱাহন'ত (৩.১৩, শাওণ ১৮৫৪, ১১৭২ পৃ.) প্ৰকাশ কৰিছিল।

এই ফলিখনিৰ ৰচনাত বিশেষ সাহিত্যশ্ৰী ফুটি উঠিছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে প্ৰথমৰ শাৰীত আৰু 'হৰ-হাস-কৈলাস' ('সদাশিৱৰ অট্টহাসিবিলাক গোট মাৰি কৈলাস পৰ্ব্বতখন গঠিত হৈছে') কথাটোত 'কাদম্বৰী'ৰ প্ৰভাৱ লক্ষ্য কৰিছে। 'দৰবাৰ-মন্দিৰ'ৰ 'দৰবাৰ' শব্দটো ফাৰ্চীমূলীয় আৰু 'মন্দিৰ'টো সংস্কৃত। এই -'দৰবাৰ-মন্দিৰ' কথাটোকে জয়-দ্বাৰৰ ফলিত (ফলি ৩৫) 'মন্ত্ৰ-ভৱন' বোলা হৈছে আৰু অজিত-দ্বাৰৰ ফলিত (ফলি ৫৮) 'সভা-মন্দিৰ' বোলা হৈছে।

৩৫

**গুৱাহাটীৰ বৰফুকনৰ মন্ত্ৰ-ভৱনৰ উত্তৰৰ জয়-দ্বাৰৰ শিলৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৬০ শক। স্থান—সম্ভৱতঃ লতাশিল বা তাৰ ওচৰৰ কোনো অঞ্চলত এই শিল পোৱা গৈছিল।

হেমচন্দ্ৰ গোস্বামীৰ 'মন্ত্ৰভৱন' প্ৰবন্ধৰ (আলোচনী, ৭ম বছৰ ১১শ সংখ্যা, ভাদ ১৮৩৮, পিঠি ৫২৩-২৫) অন্তৰ্গতৰূপে ফলিৰ পাঠপ্ৰকাশ পাইছিল। এই ফলিৰ ভাষা বৰফুকনৰ দৰবাৰৰ দক্ষিণৰ বিজয়-দ্বাৰৰ ফলিৰ (ফলি ৩৪) পাঠৰ লগত বৰকৈ মিলে।

'গুৱাহাটীৰ দক্ষিণৰ বিজয়-দ্বাৰৰ শিলৰ ফলি' (ফলি ২৯) চাওক।

গোস্বামীদেৱে লেখিছে যে এই ফলিখন গুৱাহাটীৰ জুবিলীগাৰ্ডেনত (এতিয়াৰ নতুন পানী-কলৰ ঠাই) থিয়কৈ পুতি ৰখা অৱস্থাত পোৱা গৈছিল। ফলিখন বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়ত আছে। ফলিত 'নিলয়' শব্দটো স্পষ্ট নহয়; তাৰ 'ন'টো মৰি গৈছে আৰু 'ল'টো 'ন' যেনহে লাগে। '-প্ৰতাপানল-' আৰু '-জাল-'ৰ মাজত '-জ্বালা-' শব্দ আছে আৰু '-শ্ৰীমত্তৰুণ-'ৰ মূল পাঠ '-শ্ৰীযুত্তৰুণ-'।

গোস্বামীদেৱে 'জৰ্জ্জৰীকৃতাৰাতি'টো 'জৰ্জ্জৰিকৃতাৰাতি' ৰূপে লৈছে। তদুপৰি 'পাদূপ্ত্ৰিম' শব্দটো তেওঁ 'পাদূপ্তিম' বুলি পঢ়িছে আৰু তাৰ অৰ্থ কৰিছে 'পদৰপৰা জাত'। 'পাদূপ্ত্ৰিম' মানে হ'ল 'পাদুকাৰপৰা (পাদূ) সিঁচৰতি হৈ পৰা (উপ্ত্ৰিম)'।

৩৬

**বালিসত্ৰৰ কাঁহৰ ঘণ্টাৰ লেখা**

দাতা—ফলাইক্ষ ৰাইডঙীয়া ফুকন। তাৰিখ—১৬৬০ শক। স্থান—নগাঁৱৰ বালি সত্ৰত থকা এই ঘণ্টা পূৰ্বতে লক্ষীমপুৰৰ বৰ্তমানৰ বাসুদেৱ থানত অৱস্থিত নৰোৱা সত্ৰত দিয়া হৈছিল। এই ঘণ্টাৰ লগতে নৰোৱাৰ আৰু থকা বৰকাঁহ (ফলি ৯২) বালি সত্ৰলৈ অনা হয়।

'অসম সাহিত্য সভা পত্ৰিকা'ত (১ম বছৰ, ২য় সংখ্যা, পিঠি ৭৬) লেখাৰ পাঠ প্ৰকাশ হৈছিল। ডক্টৰ কেশৱানন্দ দেৱ গোস্বামীয়ে অনা নকলৰপৰাও পাঠ মিলোৱা হ'ল। সত্ৰত নিজেও চাই অহা হৈছে। 'পত্ৰিকা'ৰ 'ফলাইক্ষ'ৰ ঠাইত গোস্বামীয়ে পঢ়িব খোজে 'ফলাখ্য'। 'ৰাইডঙ্গিয়া'—পত্ৰিকাত 'ৰাইটঙ্গিয়া', গোস্বামীয়ে 'ৰাইতঙ্গিয়া' পাঠ লৈছিল। 'প্ৰাদাৎ'—'পত্ৰিকা' আৰু গোস্বামীৰ পাঠ 'প্ৰাদাং'।

ৰাইডঙীয়া ফুকন হ'ল ৰাইডঙীয়া মেলৰ (ৰাইডঙীয়া কুঁৱৰীৰ, আনমতে বৰকুঁৱৰীৰ মেল) ফুকন।

৩৭

**সুন্দৰীদিয়া সত্ৰৰ তামৰ ফলি**

দাতা ৰজা—শিৱসিংহ। তাৰিখ—১৬৬০ শক।

ফলিখনি 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ২৮৩-৮৫ পিঠিত উদ্ধৃত হৈছে। ১৯শ বছৰ 'বাঁহী'ত (পিঠি ১১৫-) ডিম্বেশ্বৰ নেওগৰ 'সুন্দৰীদিয়া সত্ৰৰ তামব ফলি' প্ৰবন্ধ প্ৰকাশিত হয়। ১৯৬৯ শকৰ ফেব্ৰুৱাৰীত সুন্দৰীদিয়া সত্ৰলৈ যাওঁতে ফলিৰ নকল আনি পাঠ মিলোৱা হৈছিল।

সুন্দৰীদিয়া সত্ৰৰ অধিকাৰসকল চক্ৰপাণি শিকদাৰ আৰু তেওঁৰ পুত্ৰ আৰু 'জয়দ্ৰথ-বধ'ৰ কবি কবিৰত্ন সৰস্বতীৰ বংশৰ লোক। কবিৰত্নৰপৰা অধস্তন সপ্তম পীড়িত হয় গয়াপাণি (গয়াপাল); এওঁ শঙ্কৰদেৱৰ ওচৰত ভকত হৈ ৰামদাস নাম পাইছিল। এওঁৰপৰা মাধৱদেৱৰ ভনীয়েক উৰ্বশীৰ পুত্ৰ হ'ল ৰামচৰণ ঠাকুৰ। ৰামচৰণৰ তিনি পুত্ৰ—শঙ্কৰ-মাধৱৰ চৰিত লেখা দৈত্যাৰি ঠাকুৰ, ত্ৰিপুৰাৰি আৰু নৰহৰি। ত্ৰিপুৰাৰি মাধৱদেৱৰ দিনৰে মূল সুন্দৰীদিয়াত ৰয়। এওঁৰ পুতেক সাৰঙ্গপাণিৰ দ্বিতীয় পুত্ৰ মণিৰাম মেধিক সুন্দৰীদিয়া সত্ৰৰ প্ৰথম অধিকাৰ বুলি ধৰা হৈছে; এৱেঁই সত্ৰখনি সংগঠন কৰে। এওঁৰ চতুৰ্থ পুত্ৰ কানুৰাম মেধি হ'ল সুন্দৰীদিয়াৰ দ্বিতীয় অধিকাৰ। কানুৰাম মেধিৰ দিনতে ১৬৬০ শকত শিৱসিংহ ৰজাৰ হৈ এজন তৰুণ দুৱৰা বৰফুকনে সত্ৰক ২০ পুৰা মাটি আৰু দুখন বিল তামৰ ফলি কৰি দান কৰে। (কায়স্থ সমাজৰ ইতিবৃত্ত, ২৬২, ২৭০, ২৮২ পিঠি চাওক)।

মন কৰিবলগীয়া, এই ফলিৰ সংস্কৃত অংশ বৰপেটা সত্ৰৰ তামৰ ফলিৰ (ফলি ৩১) তেনে অংশৰ অনুৰূপ।

৩৮

**ধাৰেশ্বৰ দেৱালয়ৰ তামৰ ফলি**

**ৰজা—শিৱসিংহ। পাত্ৰ (ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—ধাৰেশ্বৰ শিৱ। তাৰিখ—১৬৬০ শক। স্থান—গুৱাহাটীৰপৰা কুৰি মাইলমান দূৰৰ হাতীমূৰা পৰ্বত (পবিত্ৰ অসম)**

**এই ফলিৰ নকল সৰ্বেশ্বৰ শৰ্মা কটকীয়ে 'বাঁহী'ত (১৪শ বছৰ, ১২শ সংখ্যা, চ'ত ১৮৪৬ শক) 'অসম ৰজাই ভূমিদান দিয়া তামৰ ফলি' প্ৰবন্ধৰ লগত উলিয়াইছিল।**

৩৯

**ক্ষেত্ৰি পৰগণাৰ চেঙ্গাগ্ৰামৰ ফলি**

দাতা ৰজা—শিৱসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—মধুৰাম পাটোৱাৰী। তাৰিখ—১৬৬১ শক। স্থান কামৰূপৰ ক্ষেত্ৰি পৰগণাৰ চেঙ্গা গাঁও।

হৰিনাৰায়ণ দত্তবৰুৱাই এই ফলিখনৰ পাঠ 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত' গ্ৰন্থৰ ৫৭৪ পিঠিত তুলি দিছিল। তেওঁ লেখিছে যে সংস্কৃত আৰু অসমীয়া অংশৰ অনেক ঠাইৰে আখৰবোৰ উঠি গৈছে। 'সমুত্তুঙ্গ' —দত্তবৰুৱাই ইয়াত 'সম্মুত্তঙ্গ' পঢ়িছিল। 'মুতে' শব্দটো নিশ্চয় 'মুঠে' হ'ব লাগিছিল।

দান-গ্ৰহীতা মধুৰাম পাটোৱাৰী চণ্ডীবৰ বৰভূঞাৰ সমসাময়িক শ্ৰীপতিদত্ত ভূঞাৰ বংশধৰ। এই বংশৰ নিৰঞ্জন হুছেন শ্বাহৰ তলে জায়গিৰদাৰ আছিল; মোগলৰ আমোলত বংশৰ আন দুজনমানেও বিষয় খাইছিল। দত্তবৰুৱাই লেখিছে যে ১৭৩৯ খ্ৰীষ্টাব্দত মধুৰামে শিৱসিংহ ৰজাক গুৱাহাটীত দেখা কৰি তেওঁ পতা এখনি সৎসঙ্গী সত্ৰ চলাবলৈ কিছু ভূমিদান লাভ কৰে। "শিৱসিংহ ৰজাৰ দিনত কামৰূপ পিয়ল কৰিছিল; এই পিয়লৰ কামত মধুৰামে পাটোৱাৰী কাম কৰে। ..... সৎসঙ্গী সত্ৰৰ কাম চলাবলৈ শিৱসিংহ মহীপে চৌধাৰী বংশৰ মধুৰাম মহন্তক ২৫ ঘৰ ব্ৰাহ্মণ, কায়স্থ, কলিতা, কেওট আৰু নাপিত আৰু এঘাৰ গোট তিনি পোৱা ভকত দিছিল" (পৃ. ৫৭৪)। এই বংশৰ বংশাৱলী পঢ়িলে কামৰূপৰ ভূমি-অধিকাৰ সম্পৰ্কে বহুত কথা জানিব পৰা যাব।

৪০

**উমানন্দৰ প্ৰত্যহ পূজাৰ্থে দেৱোত্তৰৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—শশধৰ-ৰস-যুগ-শশাঙ্ক অৰ্থাৎ ১৬৬১ শক (ইয়াত 'ৰস-যুগ'ই দুই 'ৰস' অৰ্থাৎ ৬৬ অৰ্থ কৰিছে)। স্থান—গুৱাহাটীৰ উত্তৰৰ ব্ৰহ্মপুত্ৰৰ বুকৰ উমানন্দ বা ভস্মাচল পৰ্বত।

লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীৰ 'মহাৰাজ শিৱসিংহৰ দেৱত্ৰ দান সম্বন্ধীয় তাম্ৰ-পত্ৰিকাৰ প্ৰতিলিপি' (বাঁহী, ১৫.৩, আহাৰ ১৮৪৭, পিঠি ১৫৮-৬০) প্ৰবন্ধত এই ফলিৰ পাঠটি উদ্ধৃত হৈছিল। লগতে গুহাৰ মুখত খোদিত দুটি শ্লোকো ভাগৱতীদেৱে উদ্ধাৰ কৰি দিছিল।—

শিৱাগম্যং শিৱাগম্যং শিৱযোগং শিৱাত্মকম্।
শিৱগৌৰীসদাসেব্যং শিৱশিৱাশ্ৰয়ঃ শ্ৰয়ে॥

দেৱদেৱীসুতস্যেয়ং শিৱগৌৰীসদাত্মনঃ।
অনেকাৰ্থমিদং বাক্যং সদাস্যাত্মস্থিতিঃ প্ৰতি।। ১৬৮৫।।

সোণাৰাম চৌধুৰীয়ে 'উমানন্দ দেৱালয়' (মিলন, ৩.২, ফাগুন ১৮৪৬, পিঠি ১০৭) নামৰ প্ৰবন্ধও চাবলগীয়া।

'৺ ৰ' = ঈশ্বৰ। প্ৰথম '৺ৰে' স্বৰ্গদেৱ বা স্বৰ্গনাৰায়ণদেৱক আৰু দ্বিতীয় '৺বে' উমানন্দ শিৱক বুজাইছে।

৪১

**অশ্বক্ৰান্ত দেৱালয়ৰ ভূমিদানৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ বৰফুকন। গ্ৰহীতা—শিৱ দেউৰী, বলোদেৱ ব্ৰাহ্মণ। স্থান—বংশৰ পৰগণা। সময়—১৬৬১ শক।

এই ফলিৰ পাঠ সৰ্বেশ্বৰ শৰ্মা কটকীৰ 'অসম ৰজাই ভূমিদান দিয়া তামৰ ফলি' প্ৰবন্ধৰ লগত (বাঁহী, ১৪শ বছৰ, ১২শ সংখ্যা, চ'ত ১৮৪৬ শক) প্ৰকাশ পাইছিল।

কটকীদেৱে মৌন (মৌলি), সেনানি-সম (সেনানী-বৰ), ৱিতিৰ্ণ্ণা (ৱিতীৰ্ণা), ৺৺ স্বন্যে (৺৺ পুণ্যে), ৰাজড়গুাই (ৰাজদগুাৰ্ই) আদি পাঠ লৈছিল।

৪২

**উমানন্দৰ দেৱালয়ৰ ফলি**

ৰজা—শিৱসিংহ। স্থান—গুৱাহাটী। তাৰিখ—১৬৬৩ শক।

উমানন্দ দেৱালয়ৰ ফলি (ফলি ১৪) আৰু তাৰ টোকা চাওক। 'বাঁহী'ত গৃহীত পাঠত 'কুশলিস্বিণ্যুত্তাৰিণী' আৰু 'সাধ্বসাং' দুৰূহ পাঠ হৈছে। ফলি ৪২, ৪৪, ১৩১-৪৪ মিলাই চালে সেয়া 'কুশলিন্যুত্তাৰিণী সাধ্বসাৎ' হ'ব লাগে বুলি বুজিব পাৰি। তদুপৰি 'বাঁহী'ত 'শ্ৰীদুৱৰাকুলাজ' কথাটোও 'শ্ৰীসুৰবাকুলাজ' বুলি লোৱা হৈছিল। 'তাম্ৰফলী' শুদ্ধ সংস্কৃত নহয়। এই ফলিৰ দ্বাৰা ইতিপূৰ্বে ১৬৩৭ শকত দিয়া ভূমিদানৰ ফলিৰ দান পুনৰ বলবৎ কৰা হয়। এই ফলিৰ সংস্কৃত অংশৰ লগত ফলি ৪৪-ৰ মিল দেখা যায়। ফলিখনৰ দ্বাৰা দিয়া ব্ৰহ্মোত্তৰৰ স্থান আৰু পৰিমাণ বুজা নগ'ল।

৪৩

## গুৱাহাটীৰ জনাৰ্দন দেৱালয়ৰ ভূমিদানৰ তামৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—দেউৰী নিত্যানন্দ শৰ্মা। তাৰিখ—১৬৬৪ শক ১৮ আহাৰ। স্থান—ছয়ানীয়া পৰগণাৰ বিভিন্ন গাঁও।

এই ফলিৰ নকল সৰ্বেশ্বৰ শৰ্মা কটকীৰ 'অসম ৰজাই ভূমিদান দিয়া তামৰ ফলি' প্ৰবন্ধৰ লগত (বাঁহী, ১৪শ বছৰ, ১২শ সংখ্যা, চ'ত ১৮৪৬ শক) ওলাইছিল। জনাৰ্দনৰ মূল মন্দিৰৰ ফলি (ফলি ৪৬) আৰু টোকা চাওক। ফলিখনৰ নকল অনুসন্ধান সমিতিৰ বহীত টুকি থোৱা আছিল।

৪৪

## কোমৰভাগ পূবপাৰ পৰগণাৰ মাড়ে আৰু কোকৰিয়া গাঁৱৰ তামৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন (ডেকা)। গ্ৰহীতা—মোহনৰায় ভূএগ্ৰা। তাৰিখ—১৬৬৪ শক ৪ জেঠ। স্থান—কামৰূপৰ পূবপাৰ পৰগণাৰ মাড়ে আৰু কোকৰিয়া গাঁও।

ফলিৰ নকল 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ৪৫৪ পিঠিত দিয়া হৈছে। ফলিৰ সমস্ত সংস্কৃত অংশ গলিতপাঠ। এই অংশৰ লগত ফলি ৪২-ৰ আৰু ১৩১ৰপৰা ১৪৬লৈ ফলিকেইখনৰ সংস্কৃত অংশ কিছু মিলে। দত্তবৰুৱাৰ পাঠত মৌলিনাং (মৌলীনাং), গণলাঞ্চিগৃধী (গণলাঞ্ছিতাংঘ্ৰি), স্বৰ্গাধিপ জেস্যবৈঃ (স্বৰ্গাধিপস্য বৈ), এসা (এষা), তামফলি (তাম্ৰফলিকা), ইত্যাদি আছে। শেষৰ বাক্যটি বোধ হয় "এষা তাম্ৰফলী বিচিত্ৰ-কুশলিন্যুত্তাৰিণী সাধৱসাৎ মন্ত্ৰি-শ্ৰীদুৱৰা-কুলাব্জ-তৰুণাদিত্যেন নানকাৰদা" —এনে হ'ব লাগে; তৰুণ-দুৱৰা-বংশ-পদ্মৰ সূৰ্য-স্বৰূপ বৰফুকনে নানকাৰ কৰি ফলিত মাটি দিছে। ফলি ১৬-ৰ আৰু ৬৪-ৰ টোকা চাওক বৰফুকনৰ নামৰ সম্পৰ্কত।

ঠাকুৰিয়াসকলে—দত্তবৰুৱাৰ পাঠ 'চাকৰিয়ালেসকলে', সম্ভৱতঃ 'ঠাকুৰিয়া আন সকলে', এনে হ'ব লাগে। শেহৰ 'সন' শব্দটোও মূলত 'সক' বা 'শক' থকাটো সম্ভৱ।

চণ্ডীবৰ বৰভূএগ্ৰাৰ সমসাময়িক শ্ৰীধৰ ভূএগ্ৰাৰ এজন উত্তৰপুৰুষ মোহনৰায়ৰ বংশৰ লোক বৰ্তমান পকোৱা আদি ঠাইত আছে।

৪৫

**খাতা পৰগণাৰ খাতাবাড়ী গোবিন্দপুৰ গ্ৰামৰ ফলি**

দাতা ৰজা—শিৱসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—ধ্বজনাৰায়ণ চৌধাৰী। তাৰিখ—১৬৬৪ শক ১১ আঘোণ।

ফলিৰ নকল হৰিনাৰায়ণ দত্তবৰুৱাৰ 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ৩১৫ পিঠিত তুলি দিয়া হৈছে। তাৰ সংস্কৃত অংশ এনেদৰে দিয়া হৈছিল—"স্বস্তি নিতি বিদ্যা বিচাৰদা সাৰজিত শ্ৰীহৰিহৰ পদ পৰায়ণ পুৰন্দৰ সম শ্ৰীশ্ৰীশিৱসিংহতন্মন্ত্ৰি প্ৰধান নামাগুণাসাৰ শান্তিৰ্ম্মদাৰ শ্ৰীযুক্ত কণ দুৱৰা বৃহৎ ফুকনেন দত্ত ধৰ্ম্মোত্তৰ প্ৰমাণ পত্ৰিকেয়ং।" ইয়াৰ 'শ্ৰীযুক্ত কন' ফলিত সম্ভৱতঃ 'শ্ৰীযুত্তৰুণ' আছিল আৰু প্ৰকৃততে হ'ব লাগিছিল 'শ্ৰীযুত-তৰুণ' অথবা 'শ্ৰীমত্তৰুণ'। ফলি ১৬-ৰ আৰু ৬৪-ৰ টোকা চাওক বৰফুকনৰ নামৰ সম্পৰ্কত।

ধ্বজনাৰাণ—ধ্বজনাৰায়ণ চণ্ডীবৰ বৰভূঞাৰ সমসাময়িক আৰু লগত কামৰূপলৈ অহা লোহাবৰ ভূঞাৰ বংশৰ। দত্তবৰুৱাদেৱে লেখিছে, "এওঁ আহোম ৰজাৰ দিনত খাতা পৰগণাৰ চৌধাৰী আছিল। এওঁৰ পূৰ্বপুৰুষসকল বড়িৰপৰা অহাৰ পিছৰেপৰা এওঁৰ দিনলৈ মালীকুছিতে বসতি কৰি আছিল। পিছত এদিন এই গাঁৱৰ উত্তৰফালে থকা খাতাবাৰী গোবিন্দপুৰ গাঁৱৰ মাজেৰে তেওঁৰ পৰগণালৈ যাব ধৰাত তেওঁ দেখিলে যে এঠাইত এটা ডাঙৰ বামুণ ভেকোলাই এটি সাপ খাব ধৰিছে। তাকে দেখি এই মাটিত বসতি কৰিলে ভাল হ'ব বুলি তেওঁ বিশ্বাস কৰি কথিত মালীকুছি গাঁৱৰপৰা এই গাঁৱলৈ উঠি আহি স্বৰ্গীয় শিৱসিংহ ৰজাৰপৰা ১৬৬৪ শকত এই গাঁওখন লাখেৰাজ ধৰ্ম্মোত্তৰ স্বৰূপে পাইছিল আৰু এই ধৰ্ম্মোত্তৰৰ ভিতৰত ৰাজ-আদেশমতে এখন সৎসঙ্গী সত্ৰ স্থাপন কৰিবলৈ ১৸০ সাত পোৱা ভকত পায় আৰু পদ্মনাভ নামে এটি বিগ্ৰহ স্থাপন কৰে। এৰেঁই এই সত্ৰৰ ১ম মেধিও।'

এই ফলিতো বৰফুকনৰ নাম 'শ্ৰীযুক্ত কণ দুৱৰা বৃহৎ ফুকন' গুচি শ্ৰীমত্তৰুণ-দুৱৰা বৃহৎ-ফুকন'হে হ'ব লাগে।

৪৬

**গুৱাহাটী জনাৰ্দনৰ মূল মন্দিৰৰ শিলৰ ফলি**

ৰজা—প্ৰমত্তসিংহ (১৭৪৪-৫১)। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—জনাৰ্দন-বিষ্ণু। তাৰিখ—শক। স্থান—গুৱাহাটীৰ পাণবজাৰৰ একাবাৰৰ ষ্ট্ৰেণ্ড ৰোডৰ দাঁতিৰ শুক্ৰেশ্বৰ মন্দিৰৰ ওচৰত।

হেমচন্দ্ৰ গোস্বামীয়ে 'আলোচনী'ত (৮.৫, ফাগুন ১৮৩৮, পিঠি ১৭৪-৭৫) 'শিলৰ ফলি' প্ৰবন্ধত এই ফলিৰ পাঠ দিছে। গোস্বামীদেৱে তমিশ্ৰ (তমিস্ৰ), নিশ্ৰম (নিঃশ্ৰম), ষাৎগুণ্য (ষাড়্গুণ্য) আদি পাঠ গ্ৰহণ কৰিছিল। 'ৱিৱিধ-ধেনু-ৱিতৰণ'তকৈ 'ৱিৱিধ-ৱিত্ত-বিতৰণ' পাঠ বেছি ভাল হ'লহেঁতেন।

জনাৰ্দন মন্দিৰৰ নামনিত ব্ৰহ্মাপুত্ৰৰ শিলাময় গৰাত এক ধ্যানী চতুৰ্ভুজ বিষ্ণু-মূৰ্তি আছে, যাক লোকে বোধ-(বুদ্ধ)জনাৰ্দন বোলে।

"মানুহৰ মুখে শুনা যায় যে মানৰ দিনত মানইঁতে এই মন্দিৰৰ ভিতৰত গৰু কাটি খোৱা বাবে এই মন্দিৰত কোনো কাম-কাজ নচলা হয় আৰু এইদৰে ব্যৱহাৰ নোহোৱাকৈ থাকোঁতে মন্দিৰটো ভাগি-ছিগি যোৱাৰ নিচিনা হৈছে।" (আলোচনী পৃ. ১১৫)।

বৰফুকন সম্পৰ্কে ফলি ১৬-ৰ আৰু ৬৪-ৰ টোকা চাওক। শিৱসিংহ ৰজাৰ দিনৰ বৰফুকন ডেকা তৰুণ দুৱৰা প্ৰমত্তসিংহৰ দিনতো আছিল। ফলি ৫০ আৰু ৫১-ত এইজনা ফুকনৰ নামেই গদাধৰ তৰুণ ফুকন। আনবোৰ ফলিত এওঁক মাথোন তৰুণ দুৱৰা বুলি উল্লেখ কৰা হৈছে।

৪৭

## নীলাচলৰ আম্ৰাতকেশ্বৰৰ শিলৰ ফলি

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৬৬ শক। বিগ্ৰহ—আম্ৰাতকেশ্বৰ শিৱ। স্থান—গুৱাহাটীৰ নীলাচলৰ (কামাখ্যা) উত্তৰাংশৰ আমৰাজুৰি।

সোণাৰাম চৌধুৰীয়ে 'কামাখ্যাত আহোম কীৰ্ত্তি' (বাঁহী, ১৫, ১২, চ'ত ১৮৪৭, পিঠি ৬৭৮) প্ৰবন্ধৰ লগত ফলিৰ এই পাঠ দিছিল। শ্ৰীধৰণীকান্ত শৰ্মা পাণ্ডাৰ 'কামাখ্যা তীৰ্থ' পুথিত ফলিখনিৰ পাঠ দিয়া হৈছে; কিন্তু পাঠ শুদ্ধ নহয়।

৪৮

## শুক্ৰেশ্বৰ দেৱালয়ৰ শিলৰ ফলি

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—শুক্ৰেশ্বৰ শিৱ। তাৰিখ—১৬৬৬ শক। স্থান—গুৱাহাটী পাণবজাৰ।

এই ফলিৰ পাঠ ১৮৩৮ শকৰ 'আলোচনী'ত ('শুক্ৰেশ্বৰ মন্দিৰ', আলোচনী, ৭ম বছৰ, ১০ম সংখ্যা, ৪৮১-৮২ পিঠি) হেমচন্দ্ৰ গোস্বামীয়ে অতি অসম্পূৰ্ণভাৱে প্ৰকাশ কৰিছিল। তেওঁৰ পাঠ :

শ্ৰীৰাম—

১ ৭ ৶ স্বস্তি দুৰ্ব্বাৰসংসাৰবিস্তাৰকাৰাগাৰনিকাৰনিস্তাৰ-
২ চতুৰতৰশুক্ৰেশ্বৰমহেশ্বৰচৰণচাৰণপ্ৰধানপ * *
৩ মানন্দদানসন্তানকৰ্ম্মায় * নমানন * ৰামধা-
৪ মমহোদ্দ * সমগ্ৰসংগ্ৰ * মগ্ৰা * * মণগোজিতসুধা-
৫ ধামসম্বৰ্ত্তমাৰ্ত্তণ্ড * ঙ্গ * পু.....
৬ প্ৰশস্ত-সমস্ত....
৭ মত্ স্বৰ্গ * * সং....
৮ স্পদলক্ষমৰক্ষণবি....
৯ ক্ষক্ষয়দক্ষতীক্ষ্ণ....
১০ নায়কসম....
১১ বধি স্বৰ্গন.....
১২ বৃহৎফুক্ক.....
১৩ মহ......
১৪ ...........
১৫ ...........

সোণাৰাম চৌধুৰীয়ে ১৪শ বছৰৰ 'বাঁহী'ত ('কেইখনমান নষ্ট হৈ যোৱা শিলৰ ফলিৰ পাঠ-সংগ্ৰহ', বাঁহী, ১৪.১১, ফাগুন ১৮৪৬, পিঠি ৪১৮-) পূৰ্ণতৰ পাঠ উদ্ধাৰ কৰি প্ৰকাশ কৰে। তাৰপৰাই বৰ্তমান পাঠ গৃহীত হৈছে।

'তুংখুঙ্গীয়া বুৰঞ্জী' (ছেদ ৮১), তামূলীফুকনৰ বুৰঞ্জী (পৃ. ৫৩) আদিত প্ৰমত্তসিংহৰ দিনত শুক্ৰেশ্বৰৰ দেৱালয় কৰোৱাৰ উল্লেখ আছে।

৪৯

**নীলাচলৰ দুৰ্গা-সৰোবৰৰ (শিলৰ?) ফলি**

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুবৰা বৰফুকন। তাৰিখ—১৬৬৬ শক। স্থান—নীলাচল বা কামাখ্যা পৰ্বতলৈ উঠা বাটৰ তলত ট্ৰাঙ্ক ৰোডৰ দক্ষিণলৈ।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীৰ 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ লগত (বাঁহী, ১৫.১২, চ'ত ১৮৪৭, পিঠি ৬৭৮-৭৯) প্ৰকাশিত হৈছিল।

৫০

**শিলঘাটৰ কামাখ্যা-মন্দিৰৰ শিলৰ ফলি**

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—গদাধৰ (ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—কামাখ্যা। তাৰিখ—১৬৬৭ শক। স্থান—কলিয়াবৰ শিলঘাট।

গেইটে এই ফলিৰ উল্লেখ কৰিছে (*RHRA*)। ফলিখন মন্দিৰৰ গাত লাগি থকা।

হেমচন্দ্ৰ গোস্বামীৰ 'শিলৰ ফলি'ত দিয়া (আলোচনী, ৮.৫, পিঠি ১৯৩) পাঠ লোৱা হ'ল। লক্ষ্মীকান্ত ভাগৱতীৰ 'শিলঘাটৰ লিপি' (বাঁহী, ১৫শ বছৰ, পিঠি ২৭৭) প্ৰবন্ধ দ্ৰষ্টব্য।

সৰ্বেশ্বৰ কটকীয়ে 'চেতনা'ত (ষষ্ঠ বছৰ, চতুৰ্থ সংখ্যা, আঘোণ ১৮৪৬ শক, পিঠি ২২৭-২৯) 'জীয়াজুৰি বাগিচাৰ ধ্বংসাৱশেষ আৰু শিলঘাটৰ শিলৰ ফলি আৰু বৰতোপ' প্ৰবন্ধত এই ফলিৰ পাঠ দিছিল।

লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীয়ে 'শিলঘাটৰ লিপি' প্ৰবন্ধত (বাঁহী, ১৫শ বছৰ, ৫ম সংখ্যা, ভাদ ১৮৪৭, পিঠি ২৭৫-৭৬) সংশোধন দিছে ঃ কলিত—কশিত।। প্ৰোদ্‌গত—প্ৰোষিত।। ভৰ্গ—গৰ্ভ।। ক্ষা—ক্ষ্মা।। বিপ্ৰাণন—বিশ্ৰাণন।। তুলিত—ক্ষিতি।। তচ্চৰণ—তুস্থ ৰণ।। ৰোহা—বিতাৰা।। ৰুচি-ৰুচিৰ—ৰুচিৰ-চিৰ।। গিৰি—ঋষি। এইমতেই ভাগৱতীদেৱে অনুবাদ কৰি দিছিল অসমীয়ালৈ।

৫১

**কলিয়াবৰৰ হাতীমূৰা পৰ্বতৰ দুৰ্গা-মন্দিৰৰ শিলৰ ফলি**

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—গদাধৰ (ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—দুৰ্গা মহাদেৱী। তাৰিখ—১৬৬৭ শক। স্থান—কলিয়াবৰৰ হাতীমূৰ—পৰ্বত।

'আলোচনী'ত (৮.৫, ফাগুন ১৮৩৮, ১৯২ পিঠি) হেমচন্দ্ৰ গোস্বামীয়ে 'শিলৰ ফলি' প্ৰবন্ধত এই ফলিৰ পাঠ দিছে।

*Journal of the Assam Research Society, II. i.*-ত পত্ৰিকাৰ সম্পাদকৰ The Hatimuria temple in Nowgong প্ৰবন্ধ দ্ৰষ্টব্য।

৫২

**দক্ষিণপাট সত্ৰৰ ভূমিদানৰ তাম্ৰৰ ফলি**

ৰজা—প্ৰমত্তসিংহ। জয়ধ্বজসিংহৰ দিনত দিয়া পত্ৰৰ উদ্ধাৰ)। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৭১ শক, ২১ মাঘ। স্থান—দৱং দেশ।

অসম সাহিত্য সভা পত্রিকা, ১ম বছৰ, ৪ৰ্থ সংখ্যা, পিঠি ২০৭-ত এই ফলিৰ পাঠ ওলাইছিল। কামৰূপ অনুসন্ধান সমিতিৰ বহীৰপৰা তাৰ পাঠ লোৱা হ'ল। তাত পয়োধি (পয়োধৌ), পদ্মবদ্বভুত (পদ্মবদম্ভুত), -কৃতা দুষ্কৰ (কৃতাহস্কৰ), কমনিয় (কমনীয়), কুলুদ্ভৱ (কুলোদ্ভৱ) আদি পাঠ আছিল।

কামৰূপৰ মহাফেজখানাৰ মহজৰ বহীত এই ফলিৰ পাঠ (সংখ্যা ১৮৭) আছে। তাত সংস্কৃতত '-পয়োধি-পদ্ম-ৱমদ্বত-' (-পয়োধি-পদ্ম-ৱ্ৰগ্ন-ভূত-?), 'দ্বিজবড়দান্মোদা-নবান-খম্ম-সমেতংনা' (দ্বিজৱৰায় অদান্‌-মুদা নৱান্‌ ক্ষ্মা-সমেতান্‌?), '-ৱিৰাজ্জিত-'ৰ সলনি '-নিৰাজ্জিত-', ইত্যাদি আছে। অসমীয়া অংশত দৰঙ্গ (দৰং), ৰাজা (ৰাজ), হাজোৰিকীয়া (হাজৰিকা), বড়া বৰুক (বড়া ও বৰুক), খডা আলী (আলী), ছিন্নম (চিন), আনন্দা কং (আনন্দ কং ), জিবনা কাং (জিবনা কচাৰি), মঙ্গলু (মঙ্গল), মুটত (মুঠ), ইত্যাদি।

এইখনি ফলিৰ বিষয়ে কেইবাটিও কথা মন কৰিবলগীয়া। প্ৰথমতে, ফলিৰ জমি দৰং দেশত হোৱা বাবে পোনতে "দৰং দেশৰ ৰাজা ও ৰাজপুত্ৰ ও হাজৰিকা ও শইকীয়া ও বড়া বৰুক"ক সম্বোধন কৰা হৈছে—কামৰূপৰ জমি দিয়া ফলিত যেনেকৈ 'কামৰূপৰ বৰুৱা, বৰকায়স্থ, চৌধাৰী, পটোৱাৰী, তালুকদাৰ, ঠাকুৰীয়া'ক সম্বোধন কৰা যায়। দ্বিতীয় কথা, আদিতে এই ফলিৰ জমি জয়ধ্বজসিংহই বনমালীদেৱক দিয়া যেন বুজিব পাৰি। তৃতীয় কথা, এইখন 'জীৰ্ণোদ্ধাৰ প্ৰমাণ'ৰ পত্ৰ, কাৰণ আগৰ ফলি 'চৌৰাপহৃত হৈল।' চতুৰ্থতে, 'তিনি প্ৰসঙ্গ শ্ৰৱণ-কীৰ্ত্তন'ৰ উল্লেখো চকুত লগা। ইয়াৰ 'মৃত্তিকা' শব্দ জমি অৰ্থত ব্যৱহাৰ কৰা হৈছে। ভকতৰ লেখ দিওঁতে বিষয়-ববীয়াৰ (খড়ি-খুটি কটা, ঘৰ খলা সড়া, চৰু গঢ়া হিৰা) উল্লেখ আৰু জাতিবাচক উপাধিবোৰৰ সংক্ষিপ্ত ৰূপ মন কৰিবলগীয়া।

৫৩

**ৰুদ্ৰেশ্বৰ দেৱালয়ৰ শিলৰ ফলি**

**ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—ৰুদ্ৰেশ্বৰ শিৱ। তাৰিখ—১৬৭১ শক। স্থান—উত্তৰ গুৱাহাটী।**

**মন্দিৰৰ গাত খোদিত ফলিৰ পাঠ হেমচন্দ্ৰ গোস্বামীয়ে 'শিলৰ ফলি' প্ৰবন্ধত (আলোচনী, ৮.২, ১৮৩৮, পিঠি ৫১-৫৫) উলিয়াইছিল; কিন্তু সি অসম্পূৰ্ণ হৈ ৰৈছিল। পুনৰ সোণাৰাম চৌধুৰীয়ে 'বাঁহী'ত (বাঁহী ১৪.১১, ফাগুন ১৮৪৬) পূৰ্ণ পাঠ প্ৰকাশ কৰে, যদিও গোস্বামীয়ে কৈছিল, "ফলিখনৰ মাজ ঠাইতে কেইবাশাৰী আখৰো আগেয়ে উল্লেখ কৰা ভুঁইকঁপত ভাগি নষ্ট হৈছে।" চৌধুৰীৰ এনে দক্ষতাৰ**

বিষয়ত 'শুক্ৰেশ্বৰ দেৱালয়ৰ শিলৰ ফলি' চাওক। চৌধুৰীয়ে 'ৰংমহল' প্ৰবন্ধত (আৱাহন ২.৫, ফাগুন ১৮৫২, পিঠি ৪৯৩, পাদটীকা) ফলিৰ পাঠাংশ দিয়ে।

'তীৰ্থে স্নান-দানানি'—পূৰ্বৰ গৃহীত পাঠ 'তীৰ্থ-স্নান-দানান্'।

'তুংখুঙীয়া বুৰঞ্জী'ত (ছেদ ৪৫) আছে, "আৰু ৰুদ্ৰসিংহ স্বৰ্গদেও স্বৰ্গী হোৱা ঠাইত গুৱাহাটীৰ উত্তৰ পাৰত ১৬৭৩ শকে (?) দৌল কৰি ৰুদ্ৰেশ্বৰ নামে শিৱ স্থাপন কৰি দেৱালয় পাতি মাটি, পাইক দেবত্তৰ কৰি দিলে। সেই কাৰণে ৰুদ্ৰেশ্বৰ-গ্ৰাম নাম হ'ল।" ৰুদ্ৰসিংহ মহাৰজা উত্তৰ গুৱাহাটীৰ ৰংমহলত বহুত দিন বাহৰ কৰি থকাতে ১৬৩৬ শকৰ ১৩ ভাদত তেওঁৰ মৃত্যু হয়। তাতেই শিৱসিংহক মন্ত্ৰীসকলে ৰজা বৰণ কৰে। ৰুদ্ৰসিংহৰ দ্বিতীয় পুত্ৰ প্ৰমত্তসিংহ ৰজা হৈ ১৬৭১ শকত "ৰুদ্ৰসিংহ সৰ্গদেও স্বৰ্গি হোৱা ঠাইতে দল কৰি, ৰুদ্ৰেশ্বৰ নামে সিৱস্থাপনা কৰি দেৱালই পাতিলে।" (তামূলী ফুকন)

৫৪

## গুৱাহাটীৰ জনাৰ্দনৰ ফল্গুৎসৱ মন্দিৰৰ শিলৰ ফলি

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৭২ শক। স্থান—গুৱাহাটী পাণবজাৰৰ একাষৰৰ ষ্ট্ৰেণ্ড ৰোডৰ দাঁতিৰ শুক্ৰেশ্বৰ মন্দিৰৰ ওচৰ।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীয়ে উদ্ধাৰ কৰি 'আৱাহন'ত (৮.৫, ব'হাগ ১৮৫৯, পিঠি ৫৫.৫২ ঃ 'জনাৰ্দনৰ মূল মন্দিৰ আৰু ফল্গুৎসৱৰ মন্দিৰ') প্ৰকাশ কৰিছিল। ফল্গুৎসৱ (দৌল) মন্দিৰটিতে হেমচন্দ্ৰ গোস্বামীয়ে 'আলোচনী'ত (৮.৫) পাঠ দিয়া জনাৰ্দন মূল মন্দিৰৰ ফলিখনি ৰখা পাইছিল। পিছত সেই দৌল-মন্দিৰটি ভাগি চূৰমাৰ হৈ যায়। চৌধুৰীয়ে জনাইছে, ১৯৩৭ শকমানত মূল মন্দিৰৰ জগমোহন নতুনকৈ সজোৱা হয় আৰু "সেই সময়তে ফল্গুৎসৱ মন্দিৰৰ ভগ্নাৱশেষ ইটা, শিলৰ মাজৰপৰা মূল মন্দিৰৰ ফলিখন আনি সেই মূল মন্দিৰৰ জগমোহনৰ দেৱালয়ত লগোৱা হৈছে বুলি শুনা যায়।" আৰু, বৰ্তমান ফলিখনৰ "ওপৰত এটি সুন্দৰ পদ্ম কটা আছে। এই ফলিখন ইয়াৰ (দৌলৰ) ভগ্নাৱশেষৰ কাষত ঘৰ বন্ধা বামুণ এঘৰৰ দুৱাৰ—মুখত ভালে বছৰ পৰি আছিল।" ১৮৫৬ শকমানত তাক কামৰূপ অনুসন্ধান সমিতিলৈ অনা হয়। বৰ্তমান ফলিখন অসম ৰাজ্যিক সংগ্ৰহালয়ত। মূল পাঠ ঃ ভূপাল—(ভূপতি), -শ্ৰীযুত্তৰুণ ('শ্ৰীমৎ-তৰুণ-')। চৌধুৰীয়ে আঙুলিয়াই দিছে, শেষ শাৰীৰ 'ব্ৰহ্মাণি' শব্দ 'ব্ৰহ্মণি' হ'ব লাগে।

মন কৰিবলগীয়া যে প্ৰমত্তসিংহৰ দিনত একেলগে একে বছৰতে ফলি ৫৪,

৫৫ আৰু ৫৬-ৰ তিনিওটা ফল্গুৎসৱ মন্দিৰ (দৌল) কৰা হয়। দ্বিতীয় কথা, জনাৰ্দন-মন্দিৰ থকা পৰ্বতটিত এইখনি ফলিত 'মন্দৰগিৰি' বোলা হৈছে। 'যোগিনী-তন্ত্ৰ'ত (২.৯) চক্ৰতীৰ্থৰ ওচৰৰ বিষ্ণুৰ পূজাৰ স্থান মন্দৰ পৰ্বতৰ কথা আছে।

৫৫

**নীলাচলৰ ফল্গুৎসৱৰ দৌলৰ ফলি**

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৭২ শক। স্থান—নীলাচলৰ (কামাখ্যা পৰ্বত) সিদ্ধেশ্বৰ আৰু কামেশ্বৰৰ মঠৰ মাজ ঠাই।

ফলিৰ এই পাঠ সোণাৰাম চৌধুৰীৰ 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধত (বাঁহী, ১৫.১২, চ'ত ১৮৪৭, পিঠি ৬৭৯) সন্নিবিষ্ট হৈছিল।

এই ফলিখি কিছু দিন মাটিৰ তলত পৰি আছিল; তাৰপৰা অলপতে উদ্ধাৰ কৰা হৈছে। মূল ফলিত পোনতে 'শ্ৰীৰাম' আৰু আঞ্জী চিন আছে, 'যোগিনী'ৰ ঠাইত 'যোগীনি', 'বাগাদি'ৰ ঠাইত 'বাদিত', 'গাম্ভীৰ্য্য'ৰ ঠাইত 'গাম্ভিৰ্য্য', 'ৰসাৱনী'ৰ ঠাইত 'ৰসাৱনি' আছে। এই ফলিৰপৰা দেখা যায় দেৱীৰ দৌল সিদ্ধেশ্বৰ আৰু কামেশ্বৰ মন্দিৰৰ মাজভাগতে আছিল।

৫৬

**হয়গ্ৰীৱ-মাধৱৰ ফল্গুৎসৱৰ দৌলৰ শিলৰ লেখা**

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৭২ শক। স্থান—হাজোৰ মণিকূট।

ফলিৰ পাঠ 'চেতনা'ত (সোণাৰাম চৌধুৰী, 'হাজোৰ বিৱৰণ', চেতনা, ৪.৮, চ'ত ১৮৪৪, পিঠি ২২২) প্ৰকাশ পাইছিল। 'চেতনা'ৰ পাঠ 'দধীচি'ৰ ঠাইত 'দধ্যঞ্চি' আৰু 'দৌলোঽয়মকাৰি'ৰ ঠাইত 'দোলায়মকাৰি'। শ্ৰীধৰণীকান্ত শৰ্মা পাঠকৰ 'কামাখ্যা তীৰ্থ' পুথিতো ফলিখনিৰ পাঠ তুলি দিয়া হৈছে।

৫৭

**নীলাচলৰ কেদাৰ-মন্দিৰৰ শিলৰ ফলি**

ৰজা—ৰাজেশ্বৰসিংহ (১৭৫১-৬৯)। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—কেদাৰ-শিৱলিঙ্গ। তাৰিখ—১৬৭৩ শক।

'বাঁহী'ত (১৫.১১, ফাগুন ১৮৪৭) ডক্টৰ ভূঞাৰ 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ'ৰ দ্বাদশ আধ্যাৰ (স্বৰ্গদেৱৰ দিনৰ শিলৰ আৰু তামৰ ফলিৰ পাঠ) অন্তৰ্গতৰূপে

ওলাইছিল (পিঠি ৬৫১)। ভূঞাদেৱে সোণাৰাম চৌধুৰীৰপৰা পাঠটি পাইছিল। কামৰূপ অনুসন্ধান সমিতিৰ ফলিৰ পাঠৰ বহীত ফলিখনি নকল কৰা আছে। তাৰপৰা বৰ্তমান পাঠ লোৱা হৈছে। শ্ৰীধৰণীকান্ত দেৱ শৰ্মাৰ 'কামাখ্যা তীৰ্থ'ত এই ফলিৰ পাঠ দিয়া হৈছে।

ৰাজেশ্বৰসিংহৰ ৰাজত্বত "ঐ বিজই তৰুণ দুঅৰাৰ নাতি বহিখোয়া ১, এওঁৰ দদায়েক তামুলি জনা ১, এই দুই ক্ৰমে বৰফুকন হ'ল" (তামূলীফুকন, পৃ.৫৩)। কিন্তু এইজনা ৰজাৰ দিনৰ প্ৰথম বৰফুকন হ'ল ডেকাজনা তৰুণ দুৱৰা বা গদাধৰ। ফলি ১৬-ৰ আৰু ৬৪-ৰ টোকা চাওক।

৫৮

## গুৱাহাটীৰ বৰফুকনৰ সভা-মন্দিৰৰ পশ্চিমৰ অজিত-দ্বাৰৰ শিলৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৭৪ শক।

ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ দ্বাৰা 'বাঁহী'ত (১৫.১১, ফাগুন ১৮৪৭) 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ' প্ৰবন্ধৰ দ্বাদশ আধ্যাত (পিঠি ৬৫১) উদ্ধৃত। তেওঁ সোণাৰাম চৌধুৰীৰপৰা পাঠটি পাইছিল। পাদটীকাত গুণাভিৰাম বৰুৱাৰ মতৰ উদ্ধৃতি দি ভূঞাদেৱে সোণাৰাম হাইস্কুল আৰু ভৰলুমুখ থকা ঠাইতে বৰফুকনৰ দোপদৰ (দফ্তৰ) আছিল বুলি লিখিছে। ফলি ৩৪-ৰ টোকা চাওক। কামৰূপ অনুসন্ধান সমিতিৰ বহীত থকাৰপৰা বৰ্তমান পাঠটি লোৱা হৈছে। তাত 'গুণিতাগুণ'ৰ ঠাইত 'গুণীতাগুণ', 'প্ৰতীয়মান'ৰ ঠাইত 'প্ৰত্যমান' পাঠ লোৱা হৈছিল। 'বাখিলস' শব্দটো 'ৱাধীণস' (গঁড়) হ'ব পাৰে। কালিকাপুৰাণত (১৮০.১৭) এই শব্দটিৰ প্ৰয়োগ আছে এক পক্ষী অৰ্থত ঃ

নীলগ্ৰীৱো ৰক্তশীৰ্ষঃ কৃষ্ণপাদঃ সিতচ্ছদঃ।
ৱাধীণসঃ স্যাৎ পক্ষী চ মম বিষ্ণোৰপি প্ৰিয়ঃ।।

সভা-মন্দিৰৰ দক্ষিণৰ বিজয়-দুৱাৰ আৰু উত্তৰৰ জয়-দুৱাৰৰফলি (ফলি ৩৪, ৩৫) এই ফলিৰ প্ৰসঙ্গতে চাবলগীয়া।

৫৯

## ৰুদ্ৰেশ্বৰ দেৱালয়ৰ গড়ৰ শিলৰ ফলি

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৭৪ শক। স্থান—উত্তৰ গুৱাহাটীৰ ৰংমহলৰ ৰুদ্ৰেশ্বৰ মন্দিৰ।

এই ফলিৰ পাঠো হেমচন্দ্ৰ গোস্বামীৰ 'শিলৰ ফলি' প্ৰবন্ধৰ লগতে

(আলোচনী, ৮.২, আঘোণ ১৮৩৮, পিঠি ৫৪) ওলাইছিল। গোস্বামীদেৱে 'কাৰুভিৰলং দ্বাৰেণ' ('দুৱাৰে সৈতে', এই অৰ্থ ধৰি) আৰু 'ধৰণ্যো'ৰ ঠাইত 'ধৰণৌ' পাঠ গ্ৰহণ কৰিছে। প্ৰকৃততে, 'ধৰণৌ' পাঠ হ'লে ছন্দৰ ফালৰপৰাও ভাল হয়। তদুপৰি, সন্দেহযুক্ত 'দীনৌদ্য' নিশ্চয় 'দীনৌঘ' হ'ব লাগে।

সোণাৰাম চৌধুৰীয়ে 'ৰংমহল' প্ৰবন্ধত (আৱাহন, ২.৫, ফাগুন ১৮৫২, পিঠি ৪৩৩, পাদটীকা) ফলিৰ পাঠাংশ দিছে।

১৬৭৪ শক তাৰিখটো চকুত লগা, কাৰণ প্ৰমত্তসিংহৰ পিছৰ ৰাজেশ্বৰসিংহ ১৬৭৩ শকতে ৰজা হয়। ঘাই মন্দিৰ ১৬৭১ শকত কৰা হয় প্ৰমত্তসিংহৰ আদেশত। তাৰ তিনি বছৰৰ পিছত ৰাজেশ্বৰসিংহৰ আমোলত সি সম্পূৰ্ণ হ'লেও বোধ হয় প্ৰমত্তসিংহৰ দিনতে দ'লৰ চাৰিফালৰ গড়ৰ কাম আৰম্ভ হয়।

৬০

## চিত্ৰাচলৰ নৱৰত্ন মন্দিৰৰ শিলৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ—নৱগ্ৰহ। তাৰিখ—১৬৭৪ শক। স্থান—পূব গুৱাহাটীৰ নৱগ্ৰহ পৰ্বত নামে জনাজাত পাহাৰ।

এই ফলিৰ পাঠ 'চেতনা'ত (৭ম বছৰ, মহাপুৰুষ সংখ্যা, ভাদ ৪৭৭ শঙ্কৰাব্দ) ৰসধৰ শৰ্মাৰ 'নৱগ্ৰহ দেৱালয়ৰ সম্বন্ধে এটি কথা' প্ৰবন্ধৰ (পিঠি ৪০-৪৮) লগত ওলাইছিল। তাৰপৰা ডক্টৰ সূৰ্যকুমাৰ ভূঞাই 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ' প্ৰবন্ধৰ দ্বাদশ আধ্যাত (বাঁহী, ১৫. ১১, ফাগুন ১৮৪৭, পিঠি ৬৫১) তুলি দিছিল। কামৰূপ অনুসন্ধান সমিতিৰ বহীৰপৰা বৰ্তমান পাঠ লোৱা গ'ল। শ্ৰীধৰণীকান্ত শৰ্মা পাণ্ডাৰ 'কামাখ্যা তীৰ্থ' পুথিত ফলিখনিৰ পাঠ উদ্ধৃত হৈছে।

শিৰোপৰি (শিৰ + উপৰি) সমিতিৰ বহীৰ পাঠ 'শিৱপোৰি' বোধ হয় লিপিকাৰৰ প্ৰমাদবশতঃ।

তামুলী ফুকনৰ বুৰঞ্জীত ৰাজেশ্বৰসিংহৰ কথা আছে "সৰ্গদেৱে গুআহাটিৰ বশিষ্ঠাশ্ৰমত দল কৰালে, ও মণিকণেস্বৰ, চিত্ৰাচল, এই সকলতো দল কৰালে।" (পৃ. ৫৬)

৬১

## নৱগ্ৰহ-পুষ্কৰিণীৰ শিলৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৭৫ শক। স্থান—পূব গুৱাহাটীৰ বৰ্তমান শিলপুখুৰী নামে জনাজাত পুখুৰী।

ডক্টৰ সূৰ্যকুমাৰ ভূঞাদেৱে 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ' প্ৰবন্ধৰ কোলাত (বাঁহী, ১৫.১১, পিঠি ৬৫১) ফলিখনিৰ পাঠ তুলি দিছিল। তেওঁ কৈছে, এই শিলপুখুৰীক নৱগ্ৰহ পুখুৰী নামেও জনা যায়; তাৰ নটা চুক। অনুসন্ধান সমিতিৰ বহীত ফলিৰ পাঠ আছে। ফলিৰ শিলটো (যিটোৰ বাবেই নৱগ্ৰহ-পুষ্কৰিণীৰ সৰ্বসাধাৰণে দিয়া নাম শিল-পুখুৰী) বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়লৈ স্থানান্তৰিত কৰা হৈছে। তাত পাঠ আৰম্ভ হৈছে আঞ্জী চিনেৰে, আৰু আন পাঠ : ভূখণ্ডাখণ্ডল (সুখণ্ডাখণ্ডল), গোত্ৰামন্দ (গোত্ৰানন্দ), বীৰ্জ্জ (ধাৰ্য্য), সেৱি (সেৱী), শ্ৰীযুক্তৰুণ (শ্ৰীমত্তৰুণ)

৬২

### পূবপাৰ পৰগণাৰ সুন্দৰীখেল সত্ৰৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—(ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১১ মাঘ ১৬৭৫ শক। গ্ৰহীতা—শঙ্খপাণি মেধি। স্থান—কামৰূপৰ পূবপাৰ পৰগণা।

ডক্টৰ ভূঞাই 'শঙ্খপাণি মেধিৰ ফলি' শীৰ্ষ দি এই ফলিখনিৰ পাঠ 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ' প্ৰবন্ধত (বাঁহী ১৫.১১, পিঠি ৬৫২) তুলি দিছিল। ফলিখনি তেতিয়াৰ সত্ৰৰ অধিকাৰ খৰ্গেশ্বৰ মহাজনৰ হাতত আছিল। অনুসন্ধান সমিতিৰ বহীত ফলিখনি লেখা আছে। তাত 'দোৰ্দ্দণ্ডাখণ্ডল' আছিল 'দোৰ্দ্দণ্ডখণ্ড'-ৰূপে।

৬৩

### খাতা পৰগণাৰ শক্তিপাৰা গ্ৰামৰ তামৰ ফলি

দাতা—ৰাজেশ্বৰসিংহ। তাৰিখ—১৬৭৭ শক। গ্ৰহীতা—অগস্তি আৰু তেওঁৰ ভতিজা ৰাম বৈদ্য। স্থান—কামৰূপৰ খাতা পৰগণা, শক্তিপাৰা (সাক্তাপাৰা) গাঁও।

ফলিখনি 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ৪৩৫ পিঠিত উদ্ধৃত হৈছে। 'অহং, 'দদামীমাং', 'দাসাভ্যাং' উক্ত পুথিত 'অয়ং', 'দদামিমাং' আৰু 'দাসাখ্যাং' হৈ ওলাইছিল। ফলিৰ শেহৰ 'শন' শব্দটো দেখাতে 'শক' হ'ব পাৰে। প্ৰকৃততে, গুৱাহাটী কাছাৰীৰ মহজৰ বহীত (১৬, ১৩৩) সেইদৰেই আছে আৰু তাৰ এটা নকলত (১৬) গাঁৱৰ নামো সাক্তাপাৰা বুলি আছে।

এই ফলিৰ যোগে মাটি ভোগ কৰিবলৈ পোৱা অগস্তি আৰু ৰামৰ বংশক শ্ৰীধৰ ভূঞাৰ বংশ বুলি লোকে কয়। দুয়োজন বৈদ্য আৰু তেওঁলোকৰ বংশাৱলীমতে দুয়ো ভাটীৰপৰা আদি বৈদ্য-বৃত্তি চৰ্চা কৰিছিল। (কায়স্থ সমাজৰ ইতিবৃত্ত, পৃ. ৪৩৪)।

৬৪

**হয়গ্ৰীৱ-মাধৱৰ প্ৰদীপ-নৈৱেদ্যৰ অৰ্থে কোঁৱৰভাগ আৰু পূবপাৰ পৰগণাৰ তামৰ ফলি**

ৰজা—প্ৰমত্তসিংহ। পাত্ৰ—তৰুণ দুৱৰা (ডেকা) বৰফুকন। বিগ্ৰহ— হয়গ্ৰীৱ-মাধৱ। গ্ৰহীতা—মাধাদাস আঠপৰীয়া। স্থান—(হাজোৰ মন্দিৰৰ হৈ) কোঁৱৰভাগ পূবপাৰ পৰগণা। তাৰিখ—১৬৭৭ শক।

ফলিৰ নকল এটা (বঙলা 'ৰ'ৰে) অনুসন্ধান সমিতিৰ বহীত এঠা লগাই ৰখা হৈছে। তাৰ পাঠত ভাস্কৰ জিদ্বাৰ কিৰ্ত্তি (ভাস্কৰজিদপাৰ-কীৰ্ত্তি), দ্বয় শ্ৰয় সেবাটীকা (দ্বয়-শ্ৰেয়সে ৱাটিকা), ভূকৰন্নিত সধপ দিপ ধটকং (ভূকৰ-ৰহিত-সধূপ-দীপ-শতকং?) স্বতৈজ সাধাৰং (সতৈজসাধাৰং), সটকঞ্চ(শতকঞ্চ), মূল্য (মুনি)।

ফলিৰ তাৰিখটোতো অলপ আহুকাল আছে। প্ৰমত্তসিংহৰ ৰাজত্বকাল ১৬৭৩ শকৰ আহিন পৰ্যন্ত মাথোন আছিল। 'মূল্য' সম্ভৱতঃ 'মুনি' বা 'শৈল' হ'ব পাৰে। ফলিৰ অসমীয়া অংশত ১৬৭৭ শক স্পষ্ট দিয়া আছে।

ফলিখনত এটা কথা মন কৰিবলগীয়া যে আগৰ এজন বৰফুকনে যি ভূমি আগতে "মোহৰ কৰি দিছিল, সেই পত্ৰ চিৰস্থায়ী নেদেখি চিৰকাল থাকিবৰ নিমিত্তে পত্ৰ গুচাই তাম্ৰপত্ৰ কৰি" দিয়া হৈছে। ফলিৰ শেহৰ ফালে প্ৰদীপত লগা তেলৰ হিছাপটিও চকুত লগা; তদুপৰি, মুঠ আৱশ্যকীয় তেলৰ দামো হিছাপ কৰি দিয়া হৈছে।

এই ফলিৰ মাটি, প্ৰদীপ আদি আৰু যিসকলৰ কুশলৰ বাবে মাধৱ মহাপ্ৰভুলৈ আগ বঢ়োৱা হৈছে, তাৰ হিছাপ ল'লে ফলিখনৰ পাঠ কিছু স্পষ্ট আৰু শুদ্ধ কৰিব পৰা যায়।

যি ছজনৰ কুশলৰ বাবে দুৱৰা ফুকন অৰ্থাৎ গদাধৰ তৰুণ দুৱৰা বৰফুকনে প্ৰদীপ-নৈৱেদ্যৰ বিধান কৰিছে, সেইসকল হ'ল ঃ

(১) সৰুজনা দুৱৰা বৰফুকন, অৰ্থাৎ বৰ্তমানজনা বৰফুকনৰ পিতৃ বিজয় ওৰফে সৰুজনা। ওৰফে অনুজ দুৱৰা বৰফুকন;

(২) ডেকাজনা দুৱৰা বৰফুকন, অৰ্থাৎ বৰ্তমানজনা বৰফুকন গদাধৰ ওৰফে ডেকাজনা ওৰফে তৰুণ দুৱৰা বৰফুকন;

(৩) বৰ্তমানজনা বৰফুকনৰ পুত্ৰ দশৰথ ওৰফে বহিখোৱা দুৱৰা বৰফুকন;

(৪) বৰ্তমানজনা বৰফুকনৰ পুত্ৰ (?) মিন্নাথ (মীননাথ) ফুকন ডেকা;

(৫-৬) বৰ্তমানজনা বৰফুকনৰ মাতৃ আৰু সেই বৰফুকনৰে পত্নী।

গতিকে সংস্কৃত অংশৰ "বৃহৎফুক্কন-সুত্ৰ-মাত্ৰায়াং-সজায়া-সুত-দ্বয়-শ্ৰয়সে", এই ভুল পাঠটো শুদ্ধ হৈ এইসকলৰ মঙ্গলৰ অৰ্থে বুলি বুজাব লাগিছিল। গতিকে

সি "বৃহৎফুকনস্ তন্-পিতৃ-মাত্ৰাত্ম-স্বজায়া-সুতদ্বয়-শ্ৰেয়সে" বা তেনে হ'লে কথাটো ওলালহেঁতেন। লগতে "দীপ-শতকং"টো স্পষ্টকৈয়ে "-দীপ-ষট্‌কং" হ'ব লাগে। লগতে "-নৈৱেদ্য-শতকং" কথাটোও "নৈৱেদ্য-ষট্‌কং" হ'ব। লগতে অসমীয়া পাঠত ৬গছ বন্তিৰ লেখত (সম্ভৱতঃ) ডেকাজন দুৱৰা ফুকনৰ পত্নীৰ নামে ৪ পৰ জ্বলি থাকিব লগীয়া বন্তি এগছৰ কথা পৰি গৈছে, আৰু "১৬খন নৈবেদ্য"ৰ ঠাইত ৬খন নৈবেদ্য" হ'লে ভাল হ'ব। তদুপৰি "তস্কল-বধ-তাণ্ডুলাভিঃ' কথাটো "তণ্ডুল-লৱণ-তাম্বুলাদিভিঃ হ'ব পাৰে।

এতিয়া মাটি, তেল, নৈৱেদ্যৰ হিছাপ।

| | | |
|---|---|---|
| ডেকাজনা বৰফুকনে দিয়া বাৰিযাজানি গাঁৱত ৰূপিত জমি | | ২০ পুৰা |
| | আলতা গাঁৱত | ১২ পুৰা |
| | কমাৰকুছি গাঁৱত | ১২ পুৰা |
| সৰুজনা বৰফুকনে দিয়া অভযপুৰ গাঁৱত ৰূপিত জমি | | ৪ পুৰা |
| | বাৰী এখন | [১০]পুৰা |
| | মুঠ | ৫৮ পুৰা |
| বাদ গা-মাটি ৪ পুৰা | | |
| আঠপৰীযাক দিয়া মান-মাটি ১ পুৰা | | |
| ৫ পুৰা | | ৫ পুৰা |
| | থাকিল | ৫৩ পুৰা |

এপুৰাত ।। ০ দৰে ৫৩ পুৰাত চুকনি = ।।০x৫৩ = ২৬ ।।০ টকা

তেল ঃ

| | | |
|---|---|---|
| ৰাতি-দিন থকা ৪ গছ বন্তিত মাহে | ৩০ সেৰ | [বছৰত ৩৬০ সেৰ] |
| চাৰিপৰলৈকে থকা ১ গছ বন্তিত মাহে | ৩৸০ সেৰ | [বছৰত ৪৫ সেৰ] |
| দুপৰলৈকে থকা ১ গছ বন্তিত মাহে | ৩ সেৰ | [বছৰত ৩৬ সেৰ] |
| মুঠ মাহে | ৩৬ সেৰ | [বছৰত ৪৪১ সেৰ] |

মাটিৰ চুকনি ২৬ ।।০ এই তেলৰ খৰচ মুঠ ২১ ।।৶

নৈৱেদ্যৰ বস্তু ঃ

(চাউল ১২ কঠা, মাহ ৬ কঠা, লোণ ১ ।। তোলা,

তামোল ৬ গণ্ডা, পাণ ১৭ গুচি) ৸৶

বাকী মৰগত লগাব ৪৲

২৬ ।।০ ২৬ ।।০

আমাৰ সঙ্কলনত এইখনেই ডেকাজনা তৰুণ দুৱৰা বৰফুকনৰ শেষ ফলি। এইখিনিতে তৰুণ দুৱৰা বংশৰ বৰফুকনকেইজনৰ বিষয়ে এটি টোকাৰ আৱশ্যক;

কাৰণ, ওপৰৰ ১৬ সংখ্যাৰপৰা আমাৰ টোকাবোৰত কিছু প্ৰমাদ ঘটিছে আৰু সেই প্ৰমাদ 'সংশোধন-সংযোজন'ত শুধৰাবলগীয়া হৈছে।

আমি এতিয়া নিশ্চিন্তভাৱে ক'ব পৰা হৈছোঁ যে ১৬ (১৬৩৭ শক), ১৭, ১৮, ১২৮ (১৬৩৯), ১৯, ২০ (১৬৪০), ২১ (১৬৪১), ২২ (১৬৪২), ২৩ (১৬৪৩), ২৪, ২৫ (১৬৪৫) আৰু ১২৯ (১৬৪৬) ফলিৰ বৰফুকন হ'ল সৰুজনা ওৰফে অনুজ ওৰফে বিজয়। সম্ভৱতঃ ১৬৪৮ শকমানলৈকে তেওঁ বৰফুকন আছিল। তেওঁৰ পাছত পানীদিহিঙীয়া বৰফুকনৰ বংশৰপৰা ডেবেৰা বৰফুকন হয়। ২৬ (১৬৫০), ২৭, ২৮ (১৬৫৪), ২৯ (১৬৫৫) আৰু ৩২ (১৬৫৭) ফলিৰ বৰফুকন ডেবেৰা। বিজয় আৰু ডেবেৰা শিৱসিংহৰ দিনৰ বৰফুকন।

১৬৫৭ শকত সৰুজনা বা অনুজ বা বিজয় বৰফুকনৰ পুত্ৰ ডেকাজনা ওৰফে গদাধৰ তৰুণ দুৱৰা ফুকন বৰফুকন হয়। এওঁক প্ৰায়ে তৰুণ দুৱৰা বৰফুকন বুলিয়ে উল্লেখ কৰা হৈছে। ৩১ (১৬৫৭ শক), ৩৩(১৬৫৯), ৩৪, ৩৫, ৩৮, ১৩১ (১৬৬০), ৩৯-৪১ (১৬৬১), ৪২, ১৩২-১৩৪ (১৬৬৩), ৪৩-৪৫ (১৬৬৪), ১৩৬ (১৬৬৫), ৪৬-৪৯ (১৬৬৬), ৫০-৫১ (১৬৬৭), ৫২-৫৩ (১৬৭১), ৫৪-৫৬ (১৬৭২), ৫৭ (১৬৭৩), ৫৮-৬০ (১৬৭৪), ৬১ (১৬৭৫), ১৩৭ (১৬৭৬) আৰু ৬৪ (১৬৭৭) ফলি এইজনা বৰফুকনৰ। এইমতে দেখা যায় এওঁ ২১ বছৰ কাল বৰফুকন বিষয় খাইছিল শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰসিংহৰ ৰাজত্বত।

১৬৭৭ শকত ডেকাজনা বা গদাধৰ বৰফুকনৰ পুত্ৰ বহিখোৱা ওৰখে দশৰথ বৰফুকন হয় ৰাজেশ্বৰসিংহৰ কালতে। এওঁক দুৱৰা ফুকন বা বৰফুকন মাথোন বুলিও উল্লেখ কৰা আছে। ৬৫ (১৬৭৭), ৬৭ (১৬৮০), ৬৯, ৭০ (১৬৮১), ৭১, ৭২ (১৬৮৬) আৰু ৭৭(১৬৮৭) ফলিবোৰ এওঁ দিয়া। এওঁৰ পিছত এওঁৰ দদায়েক তামূলীজনা বৰফুকন হয় ৰাজেশ্বৰসিংহৰ দিনতে।

বিজয়, তেওঁৰ পুত্ৰ গদাধৰ, তেওঁৰ পুত্ৰ দশৰথ, তেওঁৰ দদায়েক তামূলী— এই চাৰিজনেই তৰুণ দুৱৰা বংশৰপৰা হোৱা বৰফুকন।

'কামৰূপৰ বুৰঞ্জী'ৰ পৰিশিষ্ট ক অনুসৰি এই বৰফুকন কেইজনৰ ভোগ-কাল ঃ সৰুজনা দুৱৰা বৰফুকন ১৬৩৬ শকৰপৰা আৰম্ভ কৰি ১৩ বছৰ; দিহিঙীয়া ফুকনৰ ১৬৪৯ৰপৰা প্ৰকৃততে ১৬৪৮ৰপৰা) ৯ বছৰ; ডেকাজনা দুৱৰা-ফুকনৰ ১৬৫৭ৰপৰা ২০ বছৰ; পুতেক দুৱৰা ফুকনৰ ১৬৭৭ৰপৰা ১২ বছৰ আৰু দদায়েক (বহিখোৱা) ফুকনৰ ১৬৮৯ৰপৰা দুবছৰ।

৬৫

**মণিকর্ণেশ্বৰ দেৱালয়ৰ শিলৰ ফলি**

ৰজা—ৰাজেশ্বৰসিংহ। পাত্র—দশৰথ তৰুণ দুৱৰা বৰফুকন। বিগ্রহ—মণীশ্বৰ (মণিকর্ণেশ্বৰ) মহেশ্বৰ। তাৰিখ—১৬৭৭ শক। স্থান—গুৱাহাটীৰ উত্তৰ পাৰৰ ৰংমহলৰ মণিকর্ণেশ্বৰ টিলা।

সোণাৰাম চৌধুৰীয়ে 'বাঁহী'ত (১৪.১১, ফাগুন ১৮৪৬) 'কেইখনমান নষ্ট হৈ যোৱা শিলৰ ফলিৰ পাঠ-সংগ্রহ' প্রবন্ধত এই ফলিৰ পাঠ উদ্ধাৰ কৰি দিছিল। তাৰ পাছত 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ' প্রবন্ধত (বাঁহী, ১৫.১১, ফাগুন ১৮৪৭, পিঠি ৬৫২) পাঠটি তুলি দিয়া হৈছিল। শ্রীধৰণীকান্ত দেৱশর্মাৰ 'কামাখ্যা তীর্থ' পুথিত ফলিৰ পাঠ দিয়া আছে। কামৰূপ অনুসন্ধান সমিতিৰ বহীৰপৰা পাঠ লোৱা হ'ল। ইয়াৰ 'প্রঞ্চাৱঞ্চাত' ফলি ৪৬ত থকা দৰে 'প্রজ্ঞাৱজ্ঞাত' হ'ব পাৰে, আৰু 'জনাগ্রহীত্তি' সম্ভৱতঃ 'জনগৃহীত' হ'ব লাগেনেকি? সমিতিৰ পাঠত 'ৰৰৱাৰণ' আছিল 'বৰাবাধন'ৰূপে।

তামূলী ফুকনৰ বুৰঞ্জীত ৰাজেশ্বৰসিংহই মণিকর্ণেশ্বৰ দেৱালয় কৰোৱা কথা আছে (পৃ. ৫৬)।

৬৬

**দীর্ঘেশ্বৰী মন্দিৰৰ দেৱী-পীঠৰ ৰূপৰ জাপিৰ লিপি**

দাতা ৰজা—ৰাজেশ্বৰসিংহ। বিগ্রহ—দীর্ঘেশ্বৰী দেৱী। তাৰিখ—১৬৭৯ শক। স্থান—গুৱাহাটীৰ উত্তৰ পাৰে থকা দীর্ঘেশ্বৰী দেৱীৰ মন্দিৰ।

সর্বেশ্বৰ শর্মা কটকীয়ে 'ৰবৈদেচিলা'ত (বহাগ ১৮৫৬ শক, ৭৮-৮০ পিঠি) "(১) পুৰণি পুথিত বিহু-উৎসৱ বর্ণনা আৰু (২) স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ ৰূপৰ জাপি-দান" প্রবন্ধৰ লগত লিপিৰ পাঠ দিছিল। সেই পাঠ ৰূপৰ জাপিটোৰ চাৰিও মেৰে ঘূৰণীয়াকৈ কটা হৈছিল। কটকীদেৱে মন্দিৰ-নির্মাণৰ শিলৰ ফলিৰ পাঠ উদ্ধাৰ কৰি দিছিল—"শ্রীযুত-তৰুণ-দুৱৰা-বৃহৎফুক্কণেন শ্রীশ্রীদীর্ঘেশ্বৰী-দেব্যা মঠমিমং ব্যৰচয়ৎ ১৬৭১ শাকে।।" তেওঁ লেখিছে, "মঠৰ ভিতৰত য'ত পূজা কৰা হয়, তাত দেৱীৰ অঙ্গ আচ্ছাদন কৰি থোৱা আছে বা ঢাকি থোৱা আছে।" কটকীদেৱে "শ্রীৰাজেশ্বৰ সিংহাস্যো" আৰু "সমাদিদং" (সমদাদিদং) পঢ়িছিল। ১৯৪৯ চনত ৰূপৰ জাপি চোৰে নিয়ে।

এই মন্দিৰ ১৬৫৭ শকত শিৱসিংহই নির্মাণ কৰায় (ফলি ৩২-৩৩ চাওক)। কামৰূপৰ উপায়ুক্তৰ কার্যালয়ৰ মহজৰ বহীত থকা ফলিৰপৰা (১৪৩,

১৪৫) একে বছৰতে অৰ্থাৎ ১৬৭৯ শকৰ বহাগত মন্দিৰটিৰ নামত পাইক আৰু মাটি-বৃত্তি দিয়া দেখা যায়। ইয়াৰ পূৰ্বে ১৬৬১ শকত শিৱসিংহ ৰজাই এখন ফলিৰে (মহজৰ ১৪৪) দেৱোত্তৰ দান কৰিছিল। ১৪৩ আৰু ১৪৪-সংখ্যক নকলৰ মূল ফলি উত্তৰ গুৱাহাটীৰ শিলসাঁকোৰ শ্ৰীবলীন্দ্ৰ ভট্টাচাৰ্যৰ জিম্মাত আছে।

৬৭

## হাঁজোৰ কেদাৰ-মন্দিৰৰ ইটাৰ গড়ৰ দুৱাৰৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—গদাধৰ তৰুণ দুৱৰা বৰফুকনৰ পুত্ৰ দশৰথ দুৱৰা বৰফুকন। তাৰিখ—১৬৮০ শক। স্থান—হাজোৰ মদন পৰ্বত।

ডক্টৰ সূৰ্যকুমাৰ ভূঞাই 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ' প্ৰবন্ধত (বাঁহী, ১৫.১১, ফাগুন ১৮৪৭, পিঠি ৬৫২) ফলিখনিৰ পাঠ দিছে। পাঠটি তেওঁ সোণাৰাম চৌধুৰীৰপৰা পাইছিল। 'উদাসীন সত্যশ্ৰৱাৰ ভ্ৰমণ'তো এই ফলিৰ কথা আছে বুলি কোৱা হৈছে। কামৰূপ অনুসন্ধান সমিতিৰ বহীৰপৰা পাঠটি লোৱা হ'ল। তাত "বেষ্টকামেষ্টকালয় প্ৰকাৰ দ্বাৰৌ" (ৰেষ্টকাৰিষ্টকালয়-প্ৰাকাৰ-দ্বাৰৌ) পাঠ লোৱা হৈছিল। শ্ৰীধৰণীকান্ত দেৱশৰ্মা পাণ্ডাৰ 'কামাখ্যা তীৰ্থ' পুথিত ফলিখনিৰ পাঠ তুলি দিয়া হৈছে। ডক্টৰ ভূঞা-সম্পাদিত 'কামৰূপৰ বুৰঞ্জীৰ'ৰ প্ৰথম পৰিশিষ্ট 'গুৱাহাটীৰ ক্ষেত্ৰ-পৰ্ব্বত'ত আছে, "কেদাৰৰ পৰ্ব্বতৰ নাম মদনাচল।" মন কৰিব লগীয়া, ইয়াত ৰাজেশ্বৰসিংহক "কামৰূপ-সৌমাৰেশ্বৰ" বোলা হৈছে।

'কালিকাপুৰাণ'ত (৮২শ অধ্যায়) আছে ঃ

ভস্মকূটশ্য চৈশান্যাং মণিকূটো মহাগিৰিঃ।
মণিকৰ্ণো নাম হৰস্তত্ৰ তিষ্ঠতি লিঙ্গকম্॥
স সদ্যোজাত-ৰূপস্তু মণিকৰ্ণ ইতীৰিতঃ।
সদ্যোজাতস্য মন্ত্ৰেণ পূজিতব্যঃ সদাশিৱঃ॥

এই মণিকূটৰ পুবলৈ সুমঙ্গলা অৰ্থাৎ বৰনদী।

৬৮

## খাতা পৰগণাৰ ওৰাৰা তালুকৰ কালাকুছি গ্ৰামৰ মঠৰ ফলি

দাতা—ৰাজেশ্বৰসিংহ। উপলক্ষ্য—কালাকুছি গাঁৱৰ মঠঘৰ, অতিথিশালা। গ্ৰহীতা—হলিৰাম বৰকাকতী। স্থান—কালাকুছি, কামৰূপ।

'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ৮০৫ পিঠিত উদ্ধৃত এই ফলিৰ পাঠ Commissioner on Special Duty, J. Mathie-এ কৰোৱা

নকলৰপৰা (পিছত ৭।৩।১৬ তাৰিখে পুনৰ certified) লোৱা হৈছিল। অনুসন্ধান সমিতিৰ বহীত (নং ২৪২) মহাফেজখানাৰপৰা পোৱা নকল তোলা আছে। কিন্তু দুই ঠাইতে ফলিৰ সংস্কৃত অংশটি সম্পূৰ্ণ দুৰ্গত অৱস্থাৰপৰা উদ্ধাৰ কৰিব লগীয়া হৈছে। সমিতিৰ পাঠ—

"স্বস্তি শ্ৰীকন্দৰ্প দৰ্পনশ্চা গুণানয় শ্ৰীৰাজেশ্বৰসিংহ স্বৰ্গনাৰায়ন নৃপঃ ক্ষিতিপতি কুল মৌংনি ভ্ৰাজ মানক্ষি পিঠ৪ ছাতৰুবৰ বঙ্গ শক্ৰ গোত্ৰানুবেন্দু৪ সবধবৰ হৰহিৰ ক্ষিতি ক্ষিতীয় কিৰ্ত্তী নিজ ভূজ জগ তেজো নিৰ্জ্জিতো বাতি ভ্ৰষ্ট ৪ অৱহৃতি দিয়তে কামৰূপ নিবাসিনে পত্ৰ সৎ পত্ৰীকা প্ৰাদাস্তু দেত বৃত্তি ৰক্ষিণি।"

"কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ পাঠ—"স্বস্তি শ্ৰীকন্দৰ্প দৰ্পণষ্কা গুণালয় শ্ৰীশ্ৰীৰাজেশ্বৰ সিংহ সৰ্গ নাৰায়ণো নৃপঃ ক্ষিতিপতিকুল মৌনি ভ্ৰাজ মানাক্ষি পীঠ ৪ ছুবতৰুবৰ বন্দ্য সক্ৰ গোত্ৰানবেন্দু ৪ সৰধৰ হৰহিৰ ক্ষিৰ হিন্তীয় কিৰ্ত্তি নিজভুজ জুগ তেজো নিজ্জিতো গতি ভ্ৰষ্ঠ ৪ অবহৃতি দিয়তে কামৰূপ নিজ সিজে পত্ৰসৎ পত্ৰীকা প্ৰাদাত্ত দেব বৃত্তি ৰক্ষিণি—"

অসমীয়া অংশতো পাঠভেদ দেখা পোৱা যায়। ওবাৰ (সমিতি)—ওপৰ (ইতিবৃত্ত)। মৰাণই (ইতিবৃত্ত)—মৰানদী (সমিতি)। ধান (সমিতি)—ধনে (ইতিবৃত্ত)। ২ ঘৰ।। পোৱা (ইতিবৃত্ত)—২ ঘৰ। পোৱা সমিতি)। অথিতী (ইতিবৃত্ত)—অতিথী (সমিতি)।

মহজৰ বহীৰপৰা যি দেখা যায়, সংস্কৃত অংশৰ শেহৰ শাৰীটো এনে হ'ব পাৰে ঃ অয়ং কৃতী দীয়তাং (?) কামৰূপ-নিৱাসিনে পত্ৰস্য [তাম্ৰ]পত্ৰিকাং প্ৰাদাত্তদেতদ্বৃত্তি-ৰক্ষিণীম্। অসমীয়া অংশত 'পশ্চিম ফলা'ৰ ঠাইত 'পশ্চিম কন্ধা' পাঠ সুখকৰ।

দানৰ গ্ৰহীতা হলিৰাম বৰকাকতীৰ পূৰ্বপুৰুষ চন্দ্ৰগিৰি ভূএগ্ৰা কনৌজৰপৰা আহিছিল; এই বংশৰ ৰাজেন্দ্ৰ ভূএগ্ৰা নৰনাৰায়ণৰ পাত্ৰ আছিল (দৰং-ৰাজবংশাৱলী, ৩৯১ পদ)। 'কায়স্থ সমাজৰ ইতিবৃত্ত' চাওক।

৬৯

## নীলাচলৰ কামাখ্যাৰ ৰংঘৰ বা নাটমন্দিৰৰ গাৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—দশৰথ তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৮১ শক।

'বাঁহী'ত (১৫.১২, চ'ত ১৮৪৭, ৬৮০ পিঠি) সোণাৰাম চৌধুৰীয়ে 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ মাজত এই ফলিৰ পাঠ আৰু তাৰ অনুবাদ প্ৰকাশ কৰিছিল।

চৌধুৰীৰ পাঠ সুন্দৰ। মাথোন 'বাঁহী'ত "ভূভৃন্নীতিল তৌম্ব কোদন্দ...." আৰু "শ্ৰীযুদ্ধহৎফুকণঃ" আছে। লক্ষ্মীসিংহ স্বৰ্গদেৱে কৰোৱা এই মন্দিৰটি দুৰা-পিঠীয়া ভাঁজ-ঘৰ আৰু কামাখ্যাৰ মূল মন্দিৰৰ লগত লগা আটাইতকৈ সমুখৰ ঘৰ।

৭০

## শুক্ৰেশ্বৰ মন্দিৰৰ প্ৰত্যহ পূজাৰ অৰ্থে দত্ত অৰ্থাদিৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—দশৰথ তৰুণ দুৱৰা বৰফুকন। তাৰিখ—১৬৮৩ শক ৪ কাতি। স্থান—গুৱাহাটীৰ নৰ্থব্ৰুক তোৰণৰ আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ আৱক্ষ মূৰ্তি থকা ঠাইৰ ওচৰ।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীৰপৰা পাই ডক্টৰ ভূঞাই 'মহাৰাজ ৰাজেশ্বৰ-সিংহ স্বৰ্গদেৱ' প্ৰবন্ধত (বাঁহী, ১৫.১১, ফাগুন ১৮৪৭, পিঠি ৬৫২-৫৩) প্ৰকাশ কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ বহীত ফলিখনিৰ পাঠ নকল কৰা আছে। তাত পাঠ কেইটিমান হ'ল ঃ খণ্ডি তোৰ্দ্দণ্ড (খণ্ডিত-দোৰ্দ্দণ্ড), তমিশ্ৰ (তমিস্ৰ), ভাষাজ্জিত (ভাসাজ্জিত), প্ৰসাদোৰ্দ্দাম (প্ৰসাদোদ্দাম)। ফলিখনিৰ যোগেদি "অৰ্থাদি" বা ধন আদি দিয়া হৈছিল। "দত্তামিমমৰ্থাদি-প্ৰমাণ-পত্ৰিকেয়ং" ভাল পাঠ হোৱা নাই।

৭১

## সিদ্ধেশ্বৰ মন্দিৰৰ শিলৰ ফলি

ৰজা-ৰাজেশ্বৰসিংহ। পাত্ৰ—দশৰথ দুৱৰা বৰফুকন। বিগ্ৰহ—সিদ্ধেশ্বৰ মহেশ্বৰ। তাৰিখ—১৬৮৬ শক। স্থান—শুৱালকুছি।

হেমচন্দ্ৰ গোস্বামীয়ে 'শিলৰ ফলি' প্ৰবন্ধত (আলোচনী, ৮.২, আঘোণ ১৮৩৮ শক, পিঠি ৫১-৫৫) এই ফলিৰ পাঠ দিছিল। ১৮৯৭ ছনৰ বৰভুঁইকঁপৰ ফলত সিদ্ধেশ্বৰ মন্দিৰ খহি পৰে আৰু শিলৰ ফলিখনো আংশিকভাৱে নষ্ট হয়। গতিকে পণ্ডিত গোস্বামীদেৱে তাৰ সম্পূৰ্ণ পাঠ উদ্ধাৰ কৰিব নোৱাৰিলে।

৭২

## বশিষ্ঠাশ্ৰমৰ মন্দিৰৰ শিলৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—দশৰথ দুৱৰা বৰফুকন। তাৰিখ—১৬৮৬ শক। স্থান—বেলতলাৰ ওচৰৰ বশিষ্ঠাশ্ৰম।

হেমচন্দ্ৰ গোস্বামীয়ে ‘বশিষ্ঠাশ্ৰমৰ শিলৰ ফলি’ প্ৰবন্ধত (আলোচনী ৭.৬, চ'ত ১৮৩৭ শক, পিঠি ২৯৮-৩০০) এই ফলিৰ পাঠ দিছিল। ডক্টৰ সূৰ্যকুমাৰ ভূঞাই ‘মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ’ প্ৰবন্ধত ফলিৰ পাঠ উদ্ধাৰ কৰি দিছিল। অনুসন্ধান সমিতিৰ বহীতো পাঠৰ নকল তোলা আছে। শ্ৰীধৰণীকান্ত শৰ্মা পাণ্ডাৰ ‘কামাখ্যা তীৰ্থ’ত ফলিখন তুলি দিয়া হৈছে। গোস্বামীদেৱৰ ‘শ্ৰীগোৱিন্দপদাজ্জাবলম্ব’ (‘শ্ৰীগোৱিন্দৰ পাদপদ্মৰ অৱলম্বন কৰোঁতা) পাঠতকৈ ‘শ্ৰীগোৱিন্দপদাজ্জৰোলম্ব’ (শ্ৰীগোৱিন্দৰ পাদপদ্মৰ মধুকৰ) অধিক সুখকৰ।

তামুলী ফুকনৰ বুৰঞ্জীত ৰাজেশ্বৰসিংহৰ শাসনৰ বৰ্ণনাত (পৃ. ৫৬) আছে, “আৰু সৰ্গদেৱে গুআহাটিৰ বশিষ্ঠাশ্ৰমত দল কৰালে।”

৭৩

## বৰপেটা জাঁয়াৰ সৎসঙ্গী সত্ৰৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। তাৰিখ—১৬৮৬ শক, জেঠ। স্থান—বৰপেটাৰ ওচৰৰ নগাঁৱৰ জাঁয়াৰ।

ফলিৰ পাঠ সূৰ্যকুমাৰ ভূঞাই জাঁয়াৰ সত্ৰৰ মহীনাথদেৱ অধিকাৰীৰপৰা পাই তুলি দিছিল। নকল অনুসন্ধান সমিতিৰ বহীতো ৰখা হৈছে। ফলিখনৰ ওলটা পিঠিৰ লেখাখিনি অধিকাৰীয়ে সাব্যস্ত কৰামতে ফাৰ্চী নহয়, আহোমহে হ'ব লাগে।

‘সুৰ-তৰুবৰ-বন্ধুঃ’—সমিতিৰ বহীৰ পাঠ ‘সুৰতৰুবৰবুজঃ’।

গুৱাহাটীৰ উপায়ুক্তৰ কাৰ্যালয়ৰ মহাফেজখানাৰ মহজৰ বহীত এই ফলিৰ নকল (৭৫) ৰখা হৈছে। তাত ‘-হীৰ-’ৰ ঠাইত ‘-হৰ-হীৰ-’, ‘প্ৰদেশৰ’ৰ ঠাইত ‘দেশৰ’, ‘জমি ৰা’ৰ ঠাইত ‘জমি পাবা’ আদি পাঠ আছে।

৭৪

## দক্ষিণপাটৰ বাসুদেৱ-মঠৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। পাত্ৰ—ৰাজমন্ত্ৰীৰ পুত্ৰ ‘শূলপুৰাধিকাৰী’ চটাই-অলীয়া অনন্ত ৰাজমন্ত্ৰী। বিগ্ৰহ-বাসুদেৱ। তাৰিখ—১৬৮৬ শক। স্থান—মাজুলীৰ দক্ষিণপাট সত্ৰ।

‘অসম সাহিত্য সভা পত্ৰিকা’ৰপৰা (১ম বছৰ, ৪ৰ্থ সংখ্যা, ২০৭ পিঠি) কামৰূপ অনুসন্ধান সমিতিৰ বহীত এই ফলি দুখনি লেখি ৰখা হৈছিল। তাৰ পাঠত ক ফলিত দেৱতায়ৈঃ (দেৱতায়ৈ), শ্ৰীশ্ৰীমন্বিজ (শ্ৰীশ্ৰীমন্নিজ), পৃথী (পৃথ্বী), তুদিনা বিৰত্ত (তুণ্ডিলাবিৰত), হনি কৃত (গুণীকৃত), কৃতানুকলক (কৃতানুকূলক),

পাশান্যন্তকাদিনা (পাষাণেষ্টকাদিনা), মঠেয়েমুতসৃষ্ট (মঠোঽয়মুদসৃষ্ট), আসীত (আসীৎ?)। বৰ্তমান গৃহীত পাঠো সৰ্বপ্ৰকাৰে সুখকৰ বুলি ক'ব নোৱাৰি।

খ ফলিৰ পাঠত দোৰ্দ্দন্দ (দোৰ্দ্দণ্ড), খমাপতি (ক্ষ্মাপতি), স্বাৰ্থ (সাৰ্থ—সমূহ অৰ্থত?), তামদত্যনন্তাখ্য (শ্ৰীমদনন্তাখ্য), সুল (শূল), পাসানেস্ত কবি নিৰ্ম্মিত মঠমিমঠম্ কৰিস্যত (পাষাণেষ্টক-ৱিনিৰ্ম্মিত-মঠমিমমকৰিষ্যত)। পাঠৰ শেহৰ '১৬৬৮' শক নিতান্তই ১৬৮৬ হোৱা উচিত। 'খ' ফলিৰ 'গণনীয়' শব্দৰ ঠাইত 'শ্ৰীমৎ-কীৰ্তিচন্দ্ৰ বড়ুৱাহুয়ানুকূলক মন্ত্ৰিগণ [-াগ্ৰ]-গণনীয়' হ'ব লাগে। মন কৰিবলগীয়া যে ক, খ দুইখন ফলিৰ পাঠৰ কথাখিনি প্ৰায় একে।

'শ্ৰীমদ্ৰাজমন্ত্ৰ্যাত্মজ চটায়ালী-গ্ৰাম-সমুদ্ভৱ শূলপুৰাধিকাৰী শ্ৰীমদনন্তাখ্য মহামন্ত্ৰী' সম্ভৱতঃ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ সমসাময়িক আৰু 'অনকূল' নুমলি বৰগোহাঁই; তেৱেঁই সম্ভৱতঃ বৰগোহাঁই হোৱাৰ আগতে শলাল গোহাঁই (শূলপুৰাধিকাৰী বা শলপুৰাধিকাৰী) আছিল। মোৰ ছাত্ৰ আৰু বন্ধু শ্ৰীলীলা গগৈয়ে (অধ্যাপক, ডিব্ৰুগড় বিশ্ববিদ্যালয়) এই সম্পৰ্কে এই টোকাটি পঠিয়াইছে ঃ

"লাইথেপেনা বৰগোহাঁই ৰাজমন্ত্ৰীৰ ২৪জন পুতেক। তাৰে বাৰজনক মাদুৰিত বহুৱাইছিল; সেয়ে মাদুৰিয়াল। বাৰজনক চটাই আলিৰ কাষে কাষে বহুৱাইছিল; সেয়ে চটাইঅলীয়া। সোন্দৰ, তন্‌খাম, কলিয়াছন, লাংখুবান, (খাম-ছেং, খামপেং, ছংখাম বা দ'লবন্ধা) মোহন, লাংখুন, খামচং, নাংবাং, পূৰ্ণানন্দ, অভয়চৰণ, নুমলি। ইয়াৰে খাম-ছেং দ'লবন্ধা আৰু নুমলি ৰাজমন্ত্ৰী বৰগোহাঁই আছিল। লাইথেপেনাৰ পাছত পুতেক কমলাকান্ত (মাদুৰিয়াল, কোনোৰ মতে চটাইঅলীয়া) ৰাজমন্ত্ৰী আছিল। তেওঁৰ পুতেক বিশ্বনাথ শলাল গোহাঁই আছিল। কমলাকান্তৰ মৃত্যুৰ পাছত হৰিনাথ (ফুলেশ্বৰী কুঁৱৰীৰ ভায়েক), তাৰ পাছত ঠানুনাথ (দিহিঙীয়া) বৰগোহাঁই হৈছিল। তাৰ পাছত খাম-ছেং দ'লবন্ধা (চটাইঅলীয়া) আৰু নুমলি বৰগোহাঁই ৰাজমন্ত্ৰী হৈছিল। তাৰ পাছত মাদুৰিয়ালৰ বৰজনা (কং-খাম) বৰগোহাঁই হৈছিল। তাৰ পাছত চটাইঅলীয়া তনখামৰ পুত্ৰ বাইলুং বৰগোহাঁই ৰাজমন্ত্ৰী হৈছিল।"

"অনন্ত লাইথেপেনাৰ কোনোবা এজন পুত্ৰ বা দ'লবন্ধা বা নুমলি বৰগোহাঁইৰ আত্মজ (পুত্ৰ) হ'ব পাৰে।"

"শূলপুৰাধিকাৰী শব্দৰ অৰ্থ মই শলা নগৰৰ অধিকাৰী শলাল গোহাঁই বুলি বুজিছোঁ। বৰগোহাঁই হোৱাৰ আগতে তেওঁ শলাল গোহাঁই আছিল, নতুবা ফলি দিয়াৰ সময়তো শলাল গোহাঁই আছিল।"

"চটাই আলি উত্তৰে দৰিকাৰপৰা হাঁহচৰা-কুঁজীবালিৰ মাজেদি সৰকি দক্ষিণে ৰাজগড়ত লাগিছেগৈ।"

৭৫

## বজালী পৰগণাৰ প্ৰাণপতি ব্ৰাহ্মণৰ ভূমিৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। গ্ৰহীতা—প্ৰাণপতি ব্ৰাহ্মণ। স্থান—থাতা তালুকে সৈতে বজালী পৰগণাৰ সৰিস গ্ৰাম। তাৰিখ—২০ বহাগ ১৬৮৭ শক।

এই ফলিৰ পাঠ অনুসন্ধান সমিতিৰ বহীত হৰেশ্বৰ দেৱ চৌধুৰীৰপৰা নকল পাই লিখি থোৱা আছে। তাৰ পাঠত 'ভুজযুগত্যজো (ভুজ-যুগ-তেজো-) আছিল।

শ্বাজাহান বাদশ্বাৰ (১৬২৮-১৬৫৮ চন) আদেশৰ উল্লেখ চকুত লগা। ১৬৮১ চনত গদাধৰসিংহ ৰজা হোৱাৰ পিছতে মোগলৰ অধিকাৰৰপৰা কামৰূপে নিষ্কৃতি পায়। এই ফলিৰ দ্বাৰা প্ৰাণপতি ব্ৰাহ্মণক বজালী পৰগণাৰ চৌধাৰী আৰু পটোৱাৰীৰূপে স্বীকৃতি দিয়া হৈছে আৰু তেওঁক ব্ৰহ্মোত্তৰ জমি দান কৰা হৈছে।

৭৬

## বজালী পৰগণাৰ মহাজনৰ ভূমিৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। গ্ৰহীতা — কবিৰত্ন ভাগৱতী মহাজন। তাৰিখ— ৩ বহাগ ১৬৮৭ শক। স্থান—বজালী অঞ্চল, কামৰূপ জিলা।

এই ফলিৰ ($১৪\frac{১''}{২}$ x $৮\frac{১''}{২}$) নকল ১৯২৬ চনৰ ২৭ অক্টোবৰ তাৰিখে তেতিয়া কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ শ্ৰীহৰেন্দ্ৰনাথ শৰ্মাই (বৰ্তমান পাটাছাৰকুছি বিদ্যাপীঠৰ অধ্যক্ষৰূপে অৱসৰপ্ৰাপ্ত) পাটাছাৰকুছিৰ বামুণকুছি গাঁৱৰ কাশীনাথ শৰ্মাৰ ঘৰৰপৰা আনি কামৰূপ অনুসন্ধান সমিতিত দিছিল।

৭৭

## পাতিদৰং পৰগণাৰ চণ্ডী-পাঠকৰ ভূমিৰ তামৰ ফলি

ৰজা—ৰাজেশ্বৰসিংহ। গ্ৰহীতা—চণ্ডী-পাঠক কবিৰত্ন চক্ৰৱৰ্তী শৰ্মা। তাৰিখ—২১ ফাগুন ১৬৮৭ শক। স্থান—পাতিদৰং পৰগণা।

সূৰ্যকুমাৰ ভূঞাই 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ' প্ৰবন্ধত (বাঁহী, ১৫. ১১, ফাগুন ১৮৪৮, পিঠি ৬৫৪) এই ফলিৰ পাঠ কামাখ্যাচৰণ ভট্টাচাৰ্যৰপৰা পাই প্ৰকাশ কৰিছিল। মূল ফলিখন আছিল কবিৰত্ন চক্ৰৱৰ্তীৰ বংশৰ শুৱালকুছিৰ মাটিপৰ্বত-নিৱাসী শ্ৰীবিজয়কান্ত শৰ্মাৰ হাতত। অনুসন্ধান সমিতিৰ বহীত পাঠৰ নকল এটি কৰা আছে।

'শ্ৰীশ্ৰীশ্ৰীকামাখ্যা গোসাঁনীৰ সন্মুখে নিত্য চণ্ডী-পাঠ ও পূজা ইত্যাদি কৰাৰ নিমিত্তে' এই জমি দান কৰা হৈছিল বুলি কামৰূপ অনুসন্ধান সমিতিৰ বহীৰ পাঠৰ ওপৰত লেখা আছে।

৭৮

**বিল্বেশ্বৰ মন্দিৰৰ শিলৰ ফলি**

ৰজা—লক্ষ্মীসিংহ (১৭৬৯-৮০)। পাত্ৰ—লাহন বৰফুকন। বিগ্ৰহ—বিল্বেশ্বৰ শিৱ। তাৰিখ—১৬৮৯ শক। স্থান—কামৰূপৰ বেলশৰ।

শ্ৰীদণ্ডীৰাম দত্তই বঙ্গৰ ২৪ পৰগণাৰ পৰ্যটক শ্ৰীবিজয়ভূষণ ঘোষ চৌধুৰী প্ৰাচ্য-তত্ত্বসাগৰৰ সহায়ত ফলিৰ জীৰ্ণ পাঠ আংশিকভাৱে উদ্ধাৰ কৰি 'চেতনা'ত (৬.৭, ফাগুন ১৮৪৬ শক) 'শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱমন্দিৰৰ শিলৰ ফলি' প্ৰবন্ধৰ (৪২০ পিঠি) ভিতৰত প্ৰকাশ কৰিছিল। পাঠ অতি অসম্পূৰ্ণ। সেই পাঠমতে 'স্বস্তিৰ' ঠাইত 'ষষ্ঠী', 'শ্ৰীশ্ৰীমল্লাহন'ৰ ঠাইত 'শ্ৰীশ্ৰীমল্লাহল' আছে; প্ৰায় সকলো ঠাইতেই পাঠ-বিভ্ৰাট হৈ গৈছে। আমি সম্প্ৰতিকে এই দুটা শব্দ মাত্ৰ শুধৰালোঁ। বাকী গোটেইখন ফলিতেই অশুদ্ধ পাঠ বহুতোখিনি হৈ গৈছে; গতিকে শেহৰ প্ৰশ্নবোধক চিহ্ন এই সকলো অশুদ্ধি লক্ষ্য কৰিয়ে ৰখা হৈছে। শ্ৰীদত্তই 'শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত' পুথিতো (১৯৫৯) ফলিৰ প্ৰায় একে পাঠকে দিছে।

তামুলী ফুকনৰ বুৰঞ্জীত আছে, লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত "দিহিঙ্গীয়াৰ কাসি ১, লাহন ১, এই দুই ক্ৰমে বৰফুকন হ'ল।" 'তুংখুঙ্গীয়া বুৰঞ্জী'ত (ছেদ ১৬৫) ১৬৯৬ শকৰ কথাত আছে "আত পাচে ৺দিহিঙ্গীয়াৰ কাশী বৰফুকনক ভাঙ্গি লাহনৰ ঘৰৰ ডেকাফুকনক বৰফুকন পাতিলে।" গতিকে ফলিৰ "গ্ৰহ-নিধিৰস-চন্দ্ৰ-গণিত-শাকে" ১৬৯৯ বুলি ধৰিলেহে বুৰঞ্জীৰ এই উক্তিৰ লগত তাৰিখ মিলিব। 'নিধি' শব্দই ৮, ৯, দুইটা সংখ্যা বুজাব পাৰে। ১৬৯৫ শকৰ ফলি ৮১-ৰ 'দিহিংগতীৰোপৰাসি-ডেকা-বৰবৰুবাত্মজ-শ্ৰীযুত-বৃহৎ-ফুকন'জন কাশী বৰফুকন হোৱাই সম্ভৱ।

৭৯

**নামবৰভাগ পৰগণাৰ ক্ষুদ্ৰ মাখিবাহা গ্ৰামৰ মঠৰ তামৰ ফলি**

দাতা-ৰজা—লক্ষ্মীসিংহ। গ্ৰহীতা—ভোগনাৰায়ণ চৌধুৰী। তাৰিখ—১৬৯২ শক আহিন। স্থান—কামৰূপৰ নামবৰভাগ পৰগণাৰ ক্ষুদ্ৰ মাখিবাহা গাঁও।

এই ফলিখনিৰ নকল হৰিনাৰায়ণ দত্তবৰুৱাৰ 'প্ৰাচীন কামৰূপীয় কায়স্থ

সমাজৰ ইতিবৃত্ত'ৰ ২৫৪ পিঠিত তুলি দিয়া হৈছে। তাত মধুব্ৰত (মধুব্ৰতঃ), ৰিন্যস্ত দ্যুমনিসমমলিঙ্গী (বিন্যস্ত-দ্যুমণি-সম-মণি-শ্ৰী-), সঙ্কাসমূৰ্ত্তিঃ (-সঙ্কাশ-মূৰ্ত্তিঃ), স্বনয় (সু-নয়-), সম্মাদন্তি কল্পদ্ৰ (-সমো দত্তি-কল্প-দ্ৰুস্ম), জমামদাৎ (সমদদাৎ) আদি পাঠ ধৰা হৈছিল।

কামৰূপৰ উপায়ুক্তৰ মহাফেজখানাৰ মজহৰ বহীৰ (সংখ্যা ৬৩) পাঠঃ শস্ত-দ্যুমণি- (-দ্যুমণি-), -এল্লো (-উৎস-সমো), ভূমীমদদাৎ (সমদদাৎ), পৈতৃক (পেএক), দিপিতাত (দিপিতাড়), টঙ্গানৈ (টঙ্গিলৈ), স্বহ (গৃহ), দেউ কং (দেউক), দুলুবা কৈং (দুলু বাকো), চং (ছং), তুৰা (তুবা)।

চণ্ডীবৰ শিৰোমণি বৰভূঞাৰ ভ্ৰাতৃ বুলি খ্যাত গদাধৰ বৰভূঞাৰপৰা বলভেগীয়া (মাখিবাহা) চৌধাৰীৰ বংশ বাঢ়িছে। (ইতিবৃত্ত, পৃ. ১৯৮, ২৫০-৫৫) এই বংশৰ জয়নাৰায়ণ বা ভোগনাৰায়ণৰ দিনত কামৰূপ আহোমৰ হস্তগত হয় আৰু লক্ষ্মীসিংহ ৰজাই ভোগনাৰায়ণক বৰভাগৰ চৌধাৰী পাতি, ধৰ্মোত্তৰ জমি আৰু পাইক দিয়ে। বৰ্তমান ফলিৰ দ্বাৰা চৌধাৰীক মঠ-ঘৰ বান্ধি শ্ৰৱণ-কীৰ্তন প্ৰৱৰ্তাবৰ বাব দিয়া হৈছে।

৮০

## পাটবাউসী সত্ৰৰ তামৰ ফলি

দাতা—লক্ষ্মীসিংহ। তাৰিখ—১৬৯৪ শক।

'বৰদোৱা সত্ৰৰ বিবাদৰ সিদ্ধান্তৰ তামৰ ফলি' (১৩০) চাওক। 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ত (পিঠি ২৩৯-৪০) এই ফলিৰ পাঠ উদ্ধৃত হৈছিল। কিন্তু নগাঁৱৰ বালি-সত্ৰৰ ডক্টৰ কেশৱানন্দ গোস্বামীৰ যোগে মূল ফলিৰ চাব আদি সংগ্ৰহ কৰি বৰ্তমান পাঠ গ্ৰহণ কৰা হৈছে। ফলিৰ শেহৰ ফালে সংস্কৃত অংশত 'ঋদ্ধ্যেকহেতুঃ'-অৰ ঠাইত ফলিত 'ঋদধৈকহেতুঃ' আছে।

দণ্ডবৰুৱাৰ পাঠত ভৃঙ্গ ৰঙ্গিয় (-ভৃঙ্গোৰঞ্জীবভৃঙ্গো), সমজঃনি (সমজনি), ধৈৰ্য্যাদিন (ধৈৰ্য্যাদিম), মহশ্চন্দ্ৰ (মহশ্ছন্ন), সামন্ত (মন্ত), বিশ্বান্ত (বিন্যস্ত), সন্ত (শস্ত), সমজনি (সম-মণি), শ্ৰীস্থোৰ (শ্ৰীস্মেৰ), অভাশ্চ তনুৰ পাপান্ত (অতনু-সুতনুৰম্যাপান্ত-) ইত্যাদি। শেষৰ সংস্কৃত অংশটোতো বিভ্ৰাট ঘটিছে। অৱশ্যে দণ্ডবৰুৱাদেৱে কৈছে, "তামৰ ফলিখন পঢ়াত ঠায়ে ঠায়ে আমাৰ ভুল হ'ব পাৰে।"

কামৰূপৰ উপায়ুক্তৰ মহজৰ বহীত (১০০) ফলিখনৰ পাঠ আছে ঃ - নৃপো (ভূপো), -দ্যুমণি- (-দ্যুমণি-সম-মণি-), ৰূপাপান্ত- (ৰম্যাপান্ত), -নামধাৰ্য্য- (-নামধেয়-), ধৰ্ম্মন্তৰিয়া (ধৰ্ম্মোত্তৰিয়া), খুদহে কহেতুঃ (ঋদ্ধ্যেকহেতুঃ), ৰক্ষাতং

(ৰক্ষিতাৰং)। ১৬৯৩ শকৰ ১৮ মাঘত আন এখন ফলিত (মজহৰ ১৮৯) লক্ষ্মীসিংহই ৰামদেৱ মহাজনক বৰদোৱা সত্ৰ দিছিল।

মন কৰিব লগীয়া যে এই ফলিৰে শ্ৰীশঙ্কৰদেৱৰ পাটবাউসী সত্ৰৰ অধিকাৰী-ৰূপে নৰোৱাৰ শ্ৰীৰামদেৱক ধৰ্মোত্তৰ জমি দিয়া হৈছে। ফলি ১০০-ৰ টোকা চাওক।

৮১

নামবৰভাগ পৰগণাৰ পানীগাঁও তালুকৰ সঙ্কেলী গ্ৰামৰ নামঘৰৰ ফলি

দাতা—লক্ষ্মীসিংহ। পাত্ৰ—দিহিঙ্গীয়া ডেকা বৰবৰুৱাৰ পুত্ৰ বৰফুকন (কাশী?)। গ্ৰহীতা—জয়নাৰায়ণ কাকতী। তাৰিখ—১৬৯৫ শক ২২ আহিন।

ফলিৰ পাঠ মহাফেজখানাৰ মহজৰ বহীৰপৰা (সংখ্যা ২৪০) হৰিনাৰায়ণ দত্তবৰুৱাৰ 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ত (পৃ. ৫১৮) উদ্ধৃত হৈছিল। ফলিৰ পাঠৰ ওঁপৰত "নং ২৪০" আৰু তলত "মোঃ খোঃ দুৰ্গাদাস মহাপেচ" লেখা আছে। দেখাতে এয়া গুৱাহাটীৰ মহাফেজখানাৰ চিন। দত্তবৰুৱাৰ পুথিত ঋপু (ৰিপু), নৃপত পেদাম্বুজ (নৃপতেৰ্পদাম্বুজ-), বিবুধ (ৱিৱিধ), দিহিংগ (দিহিংগ-তীৰোপৱাসি), সদ্যকেন (-সংজ্ঞকেন) আদি পাঠ ধৃত হৈছে। ইয়াত 'ৰিপু-গণ-সহায়ন' অংশ 'ৰিপু-গণ-সংহৰণ' হ'ব পাৰেনেকি, চাবলগীয়া।

বৰফুকন সম্পৰ্কে ফলি ৭৮-ৰ টোকা চাওক।

দান-গ্ৰহীতা জয়নাৰায়ণ কাকতী বিশ্বসিংহৰ দিনৰ মজুমদাৰ কন্দৰ্প ভূএগাৰ বংশধৰ (কায়স্থ সমাজৰ ইতিবৃত্ত, পৃ. ৫১৪)।

৮২

বেঙেনাআটি সত্ৰৰ ভূমিদান আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি

দাতা—লক্ষ্মীসিংহ। পাত্ৰ—আদাবৰীয়া সন্দিকৈৰ বংশৰ শিৱৰাম বৰবৰুৱা। বিগ্ৰহ—বাসুদেৱ, গোৱিন্দ, বৈকুণ্ঠনাথ। তাৰিখ—১৬৯৯ শক। স্থান—মাজুলীৰ বেঙেনাআটি সত্ৰৰ নামে বিভিন্ন ঠাইত।

ফলিৰ পাঠ 'অসম সাহিত্য সভা পত্ৰিকা'ত (১.৪, পিঠি ২০৮) প্ৰকাশ পাইছিল।

ফলিখনিৰ সংস্কৃত ভাগৰ ঠায়ে ঠায়ে পাঠ অতি দুৰূহ। 'পত্ৰিকা'ৰ উদ্ধৃত পাঠত 'ভ্ৰাজত-পদাৰবিন্দাঃ' (ভ্ৰাজৎ-পাদাৰৱিন্দাঃ), সন্নি সন্নাঃ (সন্নিষন্নাঃ), প্ৰশদ্ধান (প্ৰশস্তা ন), ব্ৰতোমলমাতিঃ (-ব্ৰতোঽমলমতিঃ), দিঙ্‌্‌া বীকুচ সাত কুম্ভ কনসে ব্যাশক্ত মুক্তৱলীহাৰ ব্যাজ মৎ (দিঙ্‌্‌াৰী-কুচ-শাতকুম্ভ-কলশে-ব্যাসক্ত-মুক্তাৱলী-

হাৰ-ব্যাজমতী), বিত তায্য কীৰ্ত্তিমানামনা ৱিততা যৎকীৰ্ত্তিমালামলা), এভাগ (এতান্), ধৰনি নবচয়ান শ্রেয় সোদাজ্জননেক্তাগ্ৰীয়ং (ধৰণি-নৱ-চয়ান্ শ্রেয়সেহ্‌দাজ্জনন্যাস্তাগ্রীয়ং), মত্তাৰাভি ভকুম্ভ, (মত্তাৰাতীভ-কুম্ভ-), দলনং বিৰ্গাত্র ভিৰ্গাত্র (দলন-ৰতিৰ্গোত্রিভিদ্‌গোত্র-), সুৰ কুলীয়ঃ কৃতিভিৰ্ভৰদ্ৰিৰ্ময়া (সুৰক্ষণীয়ঃ কৃতিভিৰ্ভৰদ্ৰিৰ্ময়া), বিখ্যাতো জ্বল (ৱিখ্যাতোজ্জ্বল-), বৰস৷ সচিব (ৱৰস্‌সচিৱ-) ইদুভূমৰ্থ ৰজা সাদন (ইতি ভূম্যৰ্থ-ৰাজ-সাদন), দৃমীশ্বৰে নাম্মনা (ভূমীশ্বৰেণাত্মনা)।

এই ফলিখন আহোম যুগৰে এখন ডাঙৰ ফলি: ওজন ৩।০ পোৱা, দীঘে ২ ফুট, পথালিয়ে ১৬॥০ ইঞ্চি। ঢেকিয়াল ফুকন, মজিন্দাৰ, কাকত কটা আদি বিষয়া আৰু হাজাৰ, শয়েক, কুৰি আদি পাইকৰ লেখৰ উল্লেখ মন কৰিবলগীয়া।

'সন্দিকৈ-কুল-গুৰু বৰ্ব্বড়ুয়া-ৰৱ . শ্রীশিৱৰাম দাস' হ'ল আদাবৰীয়া সন্দিকৈ বংশৰ শিৱৰাম বৰবৰুৱা। গৌৰীনাথসিংহৰ দিনৰ এওঁৰ পদচ্যুতি সম্পৰ্কে 'তুংখুঙ্গীয়া বুৰঞ্জী''ৰ ১৬৮ ছেদ চাওক। গৌৰীনাথসিংহৰ আমোলত পোনতে আদাবৰীয়া শিৱৰাম বৰবৰুৱাৰ আৰু বেঙেনাআটি সত্রৰ প্রতিপত্তি বিশেষ ধৰণে হৈছিল। "৺ ও পিতৃ ৺ ৰ দানসাগৰ মতে কৰ্ম্ম-ধৰ্ম্ম কৰিলে, দান-দক্ষিণাও কৰিলে। সকলো মহন্তসকল অনাই হৰি-কীৰ্ত্তন কৰালে। সেই সভাতহে বেঙেনাআটীয়া মহন্তক কুৰুয়াবাহী নামে বহালে। সেই ঠাইত পূৰ্ব্বে বকতিয়ালজন বৰবৰুৱাই দিহিঙ্গৰ মহন্তক বহুৱাইছিল। আত পাচে আদাবৰীয়া বৰবৰুৱা ৺ ত প্ৰধান হ'ল।" (তুংখুঙ্গীয়া বুৰঞ্জী, ছেদ ১৬৭)

ফলিত উল্লিখিত ঢেকিয়াল ফুকন কোন? 'তুংখুঙ্গীয়া বুৰঞ্জী'ত (ছেদ ১৪৪) আছে, লক্ষ্মীসিংহৰ দিনত "মোহনক ভাঙ্গি বৰগোহাঁইৰ পুতেকক ঢেকিয়াল ফুকন পাতিলে।"

৮৩

## বনভাগ আদি পৰগণাৰ আনোৱাৰ ফকিৰৰ ফলি

দাতা-ৰজা—লক্ষ্মীসিংহ। গ্ৰহীতা—গুৱাহাটীৰ ফাৰ্চী পঢ়া হাজী আনোৱাৰ ফকিৰ। স্থান—বনভাগ পৰগণৰে সিন্দুৰীঘোপা। তাৰিখ—১৭২০ শক ১০ আহিন।

এই ফলিৰ নকল ১৮৫৫ শকৰ ১৩ মাঘৰ (২৭ জানুৱাৰী ১৯৩৪ ছন) 'দৈনিক বাতৰি'ত (৯ পিঠি, ২য় স্তম্ভ) হাজো কেন্দ্ৰৰ অসম তাঞ্জিম সভাৰ সম্পাদক ছৈয়দ কেৰামত আলিয়ে (১৮।১।৩৪) দিছিল। ফলিৰ তেতিয়া স্বত্বাধিকাৰী যোৰহাটৰ

বাহাৰ আলি ডাক্তৰ আৰু মহম্মদ ইয়াল আলি শাহ। 'বাতৰি'ৰপৰা নকলটি ডক্টৰ ভূঞাই ২৬ আগস্ট ১৯৩৪ তাৰিখে টুকি থৈছিল। সেই নকলৰপৰাই পাঠ লোৱা হ'ল। তাত অহং (স্বয়ং), প্ৰদাদিদং (প্ৰাদাদিদং), পত্ৰ (পত্ৰং), প্ৰীতস্তুত (প্ৰীতসস্তুতি-) দি (পদ), তেষা (মাৰেষা) আদি পাঠ আছে।

এইখনি ফলিত চাহ মদাৰ বৰমকাম, চাহ ফকিৰৰ মকাম, পাঁচ পীৰৰ মকাম, হাজোৰ বৰমকাম আদি মকাম বা ইছলামৰ পৱিত্ৰ স্থানৰ উল্লেখ বিশেষভাৱে মন কৰিবলগীয়া। এই দৰগাহ আদিৰ বিষয়ত আমাৰ সম্পাদিত 'পৱিত্ৰ অসম' গ্ৰন্থ পাঠকসকলে চাব বুলি আশা কৰিলোঁ। ডক্টৰ সূৰ্যকুমাৰ ভূঞাই *Annals of the Delhi Badshahate* পুথিত (১৫ পিঠি) ফলিখনৰ উল্লেখ কৰিছে।

৮৪

## গৌৰীবল্লভ দ'লৰ তামৰ ফলি

দাতা-ৰজা—লক্ষ্মীসিংহ। গ্ৰহীতা—গঙ্গাবল্লভদেৱ বৰজনা পহুমৰীয়া গোস্বামী। স্থান—ৰংপুৰ নগৰৰ গৌৰীবল্লভ দ'ল।

এইখনি তামৰ ফলি কৃষ্ণকান্ত ভট্টাচাৰ্যই 'অসম সাহিত্য সভা পত্ৰিকা'ত (৫ম বছৰ, পৃ. ৬) '৺ লক্ষ্মীসিংহ ৰজাই ৺ গঙ্গাবল্লভ দেব বড়জনা পহুমৰীয়া গোস্বামীক দিয়া তামৰ ফলি' প্ৰবন্ধত প্ৰকাশ কৰিছিল। ফলিখন ভট্টাচাৰ্যদেৱে সূৰ্যবল্লভদেৱ নৱ (পহুমৰীয়া) গোস্বামীৰপৰা পাইছিল। গোস্বামীদেৱৰ বৃদ্ধ-প্ৰপিতামহ গঙ্গাবল্লভদেৱ বৰজনা নৱ-গোস্বামীক লক্ষ্মীসিংহ ৰজাই ৰংপুৰ ৰাজধানীত গৌৰীবল্লভ দেৱালয় কৰাই জমি আৰু পাইক দিছিল। ভট্টাচাৰ্য ডাঙৰীয়াই ফলিৰ অসমীয়া অংশ প্ৰবন্ধত দিয়া নাই, মাথোন উল্লেখ কৰি কৈছে, ক'ত কিমান মাটি দিছিল তাৰ সীমা লেখা আছে আৰু দুঘৰ মুছলমান মানুহে সৈতে পাইকৰ উল্লেখ ফলিত আছে। তেওঁ সংস্কৃত শ্লোকখিনিৰ ভাবাৰ্থও অসমীয়া কৰি দিছিল। 'পত্ৰিকা'ৰ পাঠত দুই-এটি ছপাৰ ভুল সোমাইছিল। "শোকেন্দ্ৰ-কম্বীৰবঃ"—ফলিত মূল পাঠ কি আছিল জানিব পৰা নগ'ল; কিন্তু ভট্টাচাৰ্যই 'মত্তাৰাতি-মহেভ-কুম্ভ-দলনে শোকেন্দ্ৰ-কম্বীৰবঃ' শাৰীটোৰ অৰ্থ কৰিছে—"হাতীৰ দৰে উন্মত্ত শত্ৰুবিলাকৰ মুণ্ডপাত কৰাত সিংহৰ নিচিনা বলী।" ভট্টাচাৰ্যই পুৰীভিতঃ (পুৰ্য্যভিতঃ) আৰু যশোভিৰাজলনিধিঃ (যশোভিৰা জলনিধেঃ) পাঠ লৈছিল।

কামৰূপ জিলাৰ উপায়ুক্তৰ কাৰ্যালয়ৰ মহজৰ বহীত ১৬৯৬ শকত গঙ্গাবল্লভ পহুমৰীয়া গোসাঁইক মাটি আৰু পাইক দিয়া দুখন ফলিৰ নকল আছে। প্ৰথমখন (সংখ্যা ২২১) গুৱাহাটীৰ ভস্মাচল বা উমানন্দ মাজুলীত সংস্থাপিত গৌৰীকান্ত

(শিৱ) দেৱৰ পূজা-অৰ্চাৰ্থে আৰু দ্বিতীয়খন (সংখ্যা ২২২) মদনাচলত সংস্থাপিত গৌৰীকান্ত (শিৱ) আৰু দুৰ্গাৰ সেৱা-পূজাৰ অৰ্থে দিয়া হৈছিল। এই দুয়োখন ফলিৰ প্ৰথমৰ শ্লোক দুটা আৰু তৃতীয় শ্লোকৰো অংশবিশেষ গৌৰীবল্লভ দ'লৰ ফলিৰ সেই সেই শ্লোকৰ লগত মিলে। সম্ভৱতঃ গুৱাহাটীৰ এই দুখন ফলিৰ লগতে একে ১৬৯৬ শকতে ৰংপুৰৰ গৌৰীবল্লভ দ'লৰ বৰ্তমান ফলিখনো কটা হৈছিল। গুৱাহাটীৰ ফলি দুখনৰ পাঠত আছে ঃ -দম্ভাপহৰ- (-দন্তাপহাৰি-), ২২১ -ভুজবদ্ৰাজমানো, ২২২ ভৃঙ্গৰদ্ৱাজমানো (-ভৃঙ্গ-বিভ্ৰাজমানো), ২২১ ববীস্ব পৰ্ব্বাৰ্চ্চন-, ২২২ বিস্ব-পৰ্ব্বাৰ্চ্চন- (-বিশ্ব-পৰ্ব্বাৰ্চ্চা-), ২২১- জন্মাঃ (-জন্মা), -তৰুনি- (-তৰুণী-), ২২২-বল্বি-, ২২১ বল্লি- (-ৱল্লী-), ২২১-দ্ৰো- (-দ্ৰুম-), ২২১ সোৎকণ্ঠৈকণ্ঠিৰবঃ, ২২২ সোৎকণ্টকণ্ঠিৰবঃ (শোকেল্ক-কল্বীৰৱঃ), যশোৰাজলনিধি (যশোভিৰাজলনিধেঃ), ২২১ ক্ষিতিতলমখখুক্ (ক্ষিতিমখভুক্), ক্ষিতিমনুজমদদ্ (ক্ষিতিজ-মনুজমদৎ)। 'শোকেল্ক-কল্বীৰৱঃ'-অৰ ঠাইত 'সোৎকণ্ঠ-কণ্ঠীৰৱঃ' (ব্যগ্ৰ বা গুজৰি থকা সিংহ) পাঠহে হ'ব লাগে—এই কথা ইয়াত স্পষ্ট হৈ ওলায়।

কাশীনাথ তামূলী ফুকনৰ বুৰঞ্জীত আছে, ১৬৯১ শকত লক্ষ্মীসিংহ ৰজা হৈ "এই দেসি ৰমানন্দ আচাৰ্জ্যত সিস্য হৈ ক্ৰমে অনেক ব্ৰিতি বিধান দি, পহু মৰিয়া গোসাঁই নাম দিলে; এওঁৰ ঘৰৰে ন গোসাঁই নামো চলিল।" (পৃ. ৫৭) "এবং ঐ আচাৰ্জ্য পহুমৰিয়া গোসাঁইৰ পুত্ৰ ডেকা গোসাঁই বৰ জনাই দল পুখুৰি কৰি গৌৰীবলভ দেৱালই কৰিলে।" (পৃ. ৫৯)

৮৫

## ওপৰ-বৰভাগ, পছিমপাৰ আৰু দেহৰ পৰগণাৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ (১৭৮০-৯৫)। পাত্ৰ—সেনাপতি (হৰনাথ) দুৱৰা বৰফুকন। তাৰিখ—১৭০৬ শক। স্থান—কামৰূপৰ ওপৰ-বৰভাগ পৰগণাৰ ভাঙৰিকুছি গাঁও আৰু পছিমপাৰ পৰগণাৰ সানৈ গাঁও আৰু দেহৰ পৰগণাৰ সানৈকুছি গাঁৱত। গ্ৰহীতা—ৰামকানু (ভঁৰালী)ৰ বংশ।

পূৰ্বতে এই জমি গৌৰীনাথসিংহৰ ককাইদেৱেকে (?) ৰামকানুক দিছিল।

এই ফলি ডক্টৰ সূৰ্যকুমাৰ ভূঞাই 'বাঁহী'ত (১৫শ বছৰ, ১১শ সংখ্যা, ফাগুন ১৮৪৭ শক) 'মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ'ৰ ক্ৰমিক প্ৰকাশ দ্বাদশ অধ্যায়ত ('স্বৰ্গদেৱৰ দিনৰ তামৰ আৰু শিলৰ ফলিৰ পাঠ') উদ্ধাৰ কৰি দিছিল। 'বাঁহী'ত গৃহীত পাঠ—নিসৃত (নিঃসৃত), মধুব্ৰতায় জন্ম (মধুব্ৰতাজন্ম, ? মধুব্ৰতায়মান), সন্তান (সন্তান), বিচাৰিতামৰুদ্ৰমাসৰ (ৱিচাৰিতামৰ-দ্ৰুমামৰ), প্ৰকটী ধৃত (প্ৰকটীকৃত-),

কৰ্ণপুৰিধৃত (কৰ্ণপূৰীকৃত), দ্বাৰাম্বয়োদৰিৰজনিকৰ (দ্বাৰাম্বয়োদধি-ৰজনীকৰ), ফুক্কন্নে প্ৰ্যদত্ত জীনোদ্ধাৰ (ফুক্কনেন প্ৰদত্ত-জীৰ্ণোদ্ধাৰ-), ইত্যাদি।

গৌৰীনাথসিংহৰ দিনত "দুঅৰাৰ সেনাপতি হৰনাথ, সন্দিকৈৰ গগৈ ১, এই দুই ক্ৰমে বৰফুকন হ'ল।" ১৭০৯ শকত পূৰ্বশত্ৰু মায়ামৰীয়াই পুনৰ 'উজনিখনি দেস' লোৱাৰ বেলা "গুআহাটিত গগৈ বৰ ফুকন পলাই গলত, দিহিঙ্গিয়াৰ মেধি ১, দুঅৰাৰ সিৱনাথ ১, বুৰা চেটিয়া ১, দুঅৰাৰ ঐ সেনাপতি হৰনাথ বৰফুকনৰ পুত্ৰ ঘিনাই বদনচন্দ্ৰ ১, ক্ৰমে এই চাৰি বৰ ফুকন হল।" (তামূলী ফুকন, ৬০, ৬১)

৮৬

## দক্ষিণপাটৰ গোসাঁইৰ ভূমি আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ। পাত্ৰ—সন্দিকৈ (গগৈ সেনাপতি) বৰফুকন। তাৰিখ—১৫ মাঘ ১৭০৭ শক। স্থান—দৰং দেশত এখন গাঁও বৰনদীৰ পাৰত।

প্ৰমত্তসিংহই সত্ৰৰ নামে ভূমিদান দিয়া ফলিৰ (১৬৭১ শক) লগত (ফলি ৫২) এই ফলি ৰিজাই চাবলগীয়া। দুয়োখন দৰঙৰ ভূমি লৈ। ইয়াতো "দৰং দেশৰ ৰাজা, ৰাজপুত্ৰ, দুৱাৰদাৰ, হাজৰিকা, শইকিয়া, বড়া-বৰুকক" সম্বোধন কৰা হৈছে।

ফলিখনৰ পাঠ 'অসম সাহিত্য সভা পত্ৰিকা'ত (?? প্ৰাচীন পুথি অনুসন্ধান মাজুলী অঞ্চল, পত্ৰিকা; ১.৪, ২০৭ পিঠি) ওলাইছিল। তাৰপৰা কামৰূপ অনুসন্ধান সমিতিৰ বহীত টুকি ৰখা হৈছিল।

কামৰূপ উপায়ুক্তৰ কাৰ্যালয়ৰ মহজৰ বহীত এই ফলিৰ পাঠ (সংখ্যা ১৭২, ১৮৮) আছে। তাত '-কৃষ্ণাৰুণ-চৰণ', (কৃষ্ণ-চৰণ-চাৰণ), -ব্ৰহ্মাত্তৰ (-ব্ৰহ্মোত্তৰ), দৰঙ্গ (দৰং), বৰুক (বৰুৱা), লখী (লক্ষ্মী), কৈ° (কে°), ভূ (জু), খাইন (মাইল), মাঘত (মাঘ) আছে।

৮৭

## বজালী, নামবৰভাগ, বৰনগৰ আদি পৰগণাৰ হৰিদেৱী পন্থৰ মেধিৰ ভূমি আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ। গ্ৰহীতা—হৰিদেৱী পন্থৰ মেধি বিদ্যাবিনোদ আৰু কবিৰত্ন। তাৰিখ—১১ মাঘ ১৭০৯ শক। স্থান—বজালী, নামবৰভাগ, বৰনগৰ, সৰুক্ষেত্ৰি, বাউসি, দেহৰ পৰগণাৰ গাঁও।

এই ফলি (১৯" x ১৪$\frac{1"}{2}$) বামুণকুছি গাঁৱৰ (পাটাচাৰকুছি পো. অ.) কাশীনাথ শৰ্মাৰ ঘৰত পাই অনুসন্ধান সমিতিৰ বহীত নকল কৰি থোৱা হৈছিল।

৮৮

## হয়গ্ৰীৱ-মাধৱৰ অখণ্ড-প্ৰদীপৰ হৈ জমিৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ। গ্ৰহীতা—কৃষ্ণদাহ আঠপৰীয়া আৰু মোলান ভৰাল কাকতী। তাৰিখ—৯ কাতি ১৭১০ শক। স্থান—হাজো।

এই ফলিৰ নকল অনুসন্ধান সমিতিৰ বহীত তোলা আছে। কাৰপৰা বা ক'ৰপৰা পোৱা হৈছে, উল্লেখ নাই। দানৰ ৭২৭ পুৰা মাটি ক'ত আছে, তাৰ বিষয়ে নকলটোৰপৰা জানিব পৰা নাযায়।

৮৯

## জয়ন্তীপুৰৰ কালিকা-মঠৰ তামৰ ফলি

ৰজা-ৰাণী—বৰগোসাঁইৰ (জয়ন্তীয়া ৰজা) মহাদেৰ লেখামতে বিজয়নাৰায়ণ ৰজা (১৭৮৬-৮৯)। বিগ্ৰহ—কালিকা দেৱী, শ্ৰীবিষ্ণু।

*Journal of the Assam Research Society* (I. i, April 1933) পত্ৰিকাত 'Jaintiapur copper-plate inscriptions of Mahadevı Kasavati' নামে এটি প্ৰবন্ধত ডক্টৰ কে. এম্. গুপ্তই কালিকা-মঠৰ লেখা তিনিওখনিৰে (৮৯, ৯৮, ৯৯) পাঠ দিছিল। এই সম্পৰ্কে উল্লেখ পূৰ্বতে এডোৱাৰ্ড গেইট ছাহাবে লিখা *Progress of Historical Research in Assam* পুথিত (পৃ. ১৬) পোৱা যায়। ফলি তিনিখন বৰ্তমান সঙ্কলনত তাৰিখমতে সজোৱা হ'ল।

সংশ্লিষ্ট কালৰ জয়ন্তীপুৰৰ ৰজাসকল হ'লঃ বৰগুশাই (বৰগোসাঁই, এওঁ ১৭৭০ চনত সিংহাসন ত্যাগ কৰে), ছত্ৰসিংহ (১৭৭০-৮১), যাত্ৰানাৰায়ণ (১৭৮১-৮৬), বিজয়নাৰায়ণ (১৭৮৬-৮৯)।

প্ৰথমখনি ফলিৰ দ্বাৰা বৰগোসাঁইৰ মহাদেৰ লেখামতে কালিকা-মঠৰ পূজা-সেৱাৰ বাবে ৰজা বিজয়নাৰায়ণে ১৭১০ শকত (১৭৮৮ চন) গোবিন্দপুৰ আদি গাঁৱত ভূমি আৰু পাইকৰ নিবন্ধন কৰে।

ইয়াৰ পাছত বৰগোসাঁইৰ মহাদে কাশায়িয়ে (কাশাসতি) ১৭২৪ শকৰ ২৫ আঘোণত পুনৰ একে অৰ্থে ভূমি দান কৰে (ফলি ৯৮)।

পুনৰ ১৭২৫ শকত একেগৰাকী মহাদেয়ে ৰাধা-কৃষ্ণৰ দৌলৰ অৰ্থে ভূমি দান কৰে (ফলি ৯৯)।

ফলিখনিৰ কেয়োখশুৰে পাঠ বিশুদ্ধ নহয়।

৯০

আউনীআটি সত্ৰৰ গোবিন্দ ঠাকুৰৰ অখণ্ড-প্ৰদীপৰ হৈ কছাৰীমহল পূবপাৰ, সৰুক্ষেত্ৰি পৰগণাত ভূমিদান আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ। বিগ্ৰহ—গোবিন্দ ঠাকুৰ। স্থান—মাজুলীৰ আউনীআটি সত্ৰৰ হৈ কামৰূপ কছাৰীমহল, পূবপাৰ আৰু সৰুক্ষেত্ৰি পৰাগণা।

এই ফলিৰ পাঠ 'অসম সাহিত্য সভা পত্ৰিকা'ত (১.৪, পিঠি ২০৪) প্ৰকাশ পায়।

তাৎপৰা অনুসন্ধান সমিতিৰ বহীত টুকি থোৱা নকলত ৰাশীক (ৰসিক), গেহখণ্ড (গেহেহখণ্ড), শভুমিক (সভূমিক) পাঠ আছে।

কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ত মহজৰ বহীত এই ফলিৰ পাঠ আছে। তাত 'ঈশ্বৰ ঠাইত'ৰ সলনি "৶৶৶ ঠাইত", '৶ দেৱোত্তৰ'ৰ ঠাইত '৶৶ দেৱে ঘৃতৰ', 'ধনৰ বাব দি জনে জমি আদি'ৰ সলনি 'ধনত বাব দি জমে জমি যে দিলে', 'মাধ খাটনীয়াৰক'ৰ ঠাইত 'মাধ ঠাকুৰিয়াক', 'মুঠ ৩।'ৰ ঠাইত 'মুঠত ৬।', 'নিমাই কলিতা'ৰ ঠাইত 'নিমাই ক°। নিভে° না—।', আছে। তদুপৰি, পাইকৰ লেখত প্ৰথম দুটা স্তম্ভ একেলগে আৰু তৃতীয় স্তম্ভ সুকীয়াকৈ পঢ়িব লাগে। 'পদ পঞ্চক'ৰ পিছত 'বেধ বেগাৰ চোৰ চীনালা ধুমুচী মাৰেশা জলকৰ' হ'ব লাগিছিল।

৯১

নীলাচলৰ ভুৱনেশ্বৰী মন্দিৰৰ ভূমিদানৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ। স্থান—কামাখ্যা-নীলাচলৰ ভুৱনেশ্বৰী মন্দিৰৰ হৈ পূবপাৰ পৰগণাত। তাৰিখ—ফলিৰ তাৰিখ ক্ষয় গৈ মাত্ৰ '১৭' অংশ আছে। গ্ৰহীতা বৰদেউৰী ৰমাপতি ব্ৰাহ্মণ।

১৮ জুন ১৯৬৬ তাৰিখে কামাখ্যা হাইস্কুলৰ প্ৰদৰ্শনীত এই ফলি পোৱা গৈছিল। তাৰ মালিক শ্ৰীমতী মৃণালিনী দেৱী (কামাখ্যা-নীলাচল)।

ফলিত 'সম্মদাদিমাং'-অৰ পৰিৱৰ্তে 'সম্মদামীমাং' আছিল। ফলিখনৰ কিছু অংশৰ আখৰ নষ্ট হৈ গৈছে।

এই ফলি অনুসৰি দিয়া মাটি গৌৰীনাথসিংহ স্বৰ্গদেৱে "ভিতৰুৱাল ফুকনৰ

বৰোৎসৰ্গত উৎসৰ্গ কৰাই" দিছিল। এই ভিতৰুৱাল ফুকন কোন? 'তুংখুঙীয়া বুৰঞ্জী'ৰ গৌৰীনাথসিংহৰ ৰাজত্বৰ বৰ্ণনাত ১৭১ আৰু ১৯৫ ছেদত "লান্‌মাখৰুৰ ভিতৰুৱাল ফুকন"ৰ উল্লেখ আছে। ১৯৫ ছেদৰ কথা ১৭০৯ শকৰ। ২৪৭ ছেদত লানমাখৰু ফুকন আৰু লানমাখৰুৰ খাৰঘৰীয়া ফুকন আৰু ২৫০ ছেদত লানমাখৰুৰ দিহিঙীয়া ফুকনৰ কথা আছে।

৯২

## বালি-সত্ৰৰ বৰকাঁহৰ লেখা

পাত্ৰ—মহীধৰ বুঢ়াগোহাঁই (?)। স্থান—লখীমপুৰৰ ঢকুৱাখনা অঞ্চলৰ বৰ্তমানৰ বাসুদেৱ থানৰ ঠাইৰ নবোৱা সত্ৰ। তাৰিখ—১৭১৭ শক।

ডক্টৰ কেশৱানন্দ গোস্বামীৰ সাহায্যত পাঠ উদ্ধাৰ কৰা হৈছে।

'চায়ুষ বৃদ্ধয়ে'—'চায়ুষো (চায়ুষঃ) বৃদ্ধয়ে' হ'ব লাগিছিল; সম্ভৱতঃ ছন্দ মিলাবলৈ 'চায়ুষ' কৰা হৈছে। ছন্দ ৰাখি আৰু ব্যাকৰণো ঠিক ৰাখি 'চায়ুৰ্বিবৃদ্ধয়ে' পাঠ ল'ব পাৰি।

৪৮০ তোলা ওজনৰ বৰকাঁহখন এতিয়া নগাঁৱৰ বালি-সত্ৰত আছে। তাৰ লেখামতে মূলতে নবোৱা-সত্ৰই তাক দানৰূপে পাইছিল। কিন্তু ১৭১৭ শকত মহীধৰ নামে বুঢ়াগোহাঁই থকাৰ কথাটো এটা সমস্যা হৈ পৰে। ১৭০৫ শকৰ (?) আহাৰৰ পৰা এই সময়ত বুঢ়াগোহাঁই আছিল কুঁৱৈগএগ্ৰা পূৰ্ণানন্দ। তেওঁৰ নামান্তৰ মহীধৰ আছিল, এনে কথাও ক'তো পোৱা নাযায়। আতন বুঢ়াগোহাঁইৰ কেইবাটাও নামৰ উল্লেখ পোৱা যায়; সেইদৰে পূৰ্ণানন্দৰো নামান্তৰৰ সম্ভাৱনা আছেনেকি?

১৭০৭ শকত গৌৰীনাথসিংহ স্বৰ্গদেৱে গড়মূৰত মৃগয়া কৰি "লোহিত পাৰ হৈ নবোৱা মহন্তৰ সত্ৰলৈ গ'ল। সত্ৰৰ সমীপ পাওঁতে নবোৱা আতাই গায়ন-বায়ন স্ত্ৰী সহিত উৎসৱ কৰি আগ বাঢ়িবলৈ আহিছিল" (তুংখুঙীয়া বুৰঞ্জী, ছেদ ১৮২)। ইয়াকে লৈ স্বৰ্গদেৱে আতাক অলপ ভুল বুজিছিল। ১৭১৭ শকত গৌৰীনাথসিংহ স্বৰ্গী হয় আৰু দেখা যায় এই বছৰতে বৰকাঁহখন সত্ৰই দানৰূপে পায়।

নবোৱা-সত্ৰ সম্বন্ধে ১৭২৭ শকৰ বৰদোৱা সত্ৰৰ বিবাদৰ সিদ্ধান্তৰ তামৰ ফলিৰ (ফলি ১০০) টোকা চাওক। ১৭২৭ শকত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৰামদেৱ অধিকাৰক বৰদোৱাত পাইছিল; যদি মহীধৰ আৰু পূৰ্ণানন্দ একেজন মানুহেই হয়, তেতিয়া হ'লে ১০০ বছৰ পূৰ্বে তেওঁ একেজনা অধিকাৰক নবোৱাত থকাতে বৰকাঁহখন দিয়াটো প্ৰতিপন্ন হয়।

৯৩

## ছত্ৰাচল দেৱী-আলয়ৰ শিলৰ ফলি

দাতা-ৰজা—কমলেশ্বৰসিংহ (১৭৯৫-১৮১০)। পাত্ৰ—প্ৰতাপবল্লভ সন্দিকৈ বৰফুকন। বিগ্ৰহ—মঙ্গলচণ্ডিকা বা অম্বিকা। তাৰিখ—১৭২১ শক। স্থান—(ফলি-মতে) ছত্ৰাচল বা (লোক-জানন্তিমতে) ছত্ৰাকাৰ টিলা, গুৱাহাটীৰ পুব মূৰে পানী-কলৰ ওচৰত জাহাজ-ঘাটৰ দক্ষিণত। সেই টিলাতে উত্তৰৰপৰা দক্ষিণলৈ শাৰীকৈ শিব, কৃষ্ণ আৰু মঙ্গলচণ্ডিকা মন্দিৰ ৩টি।

ছত্ৰাকাৰৰ ফলি দুখনিৰ পাঠ উদ্ধাৰ কৰি গোলোকচন্দ্ৰ বৰুৱা কাব্যবিনোদে 'আলোচনী'ত 'ছত্ৰাচল দেৱালয়' (৪.১১, ভাদ ১৮৩৫, পিঠি ৩৪৬-৪৮) নামৰ প্ৰবন্ধৰ অন্তৰ্গত কৰি প্ৰকাশ কৰিছিল। কাব্যবিনোদে ১৮২৮ শক অৰ্থাৎ ১৯০৬ ছনত শিল দুচটাৰ পাঠ উদ্ধাৰ কৰা সময়ত প্ৰথমটো শিল "একতীয়াকৈ থিয় কৰি পুতি থোৱা" আৰু দ্বিতীয়টো মাটিত পৰি আছিল। তেওঁ ফলি দুখনিৰ অনুবাদ লগে লগে দিছিল।

প্ৰতাপবল্লভ বৰফুকনৰ আচল নাম গেন্ধেলা সন্দিকৈ ৰাজখোৱা, তেওঁ ক'লা আছিল বাবে নাম হৈছিল কলীয়া-ভোমোৰা; আৰু হৰদত্ত-বীৰদত্তৰ 'দুন্দীয়া' দ্ৰোহ দমন কৰি কমলেশ্বৰসিংহ স্বৰ্গদেৱৰপৰা (১৭৯৫-১৮১০) প্ৰতাপবল্লভ খিতাপ লাভ কৰিছিল। ১৭২২ শকৰ এখন ফলিত হৰদত্তৰ বিদ্ৰোহ দমন কৰা বাবে গেন্ধেলা বৰফুকনক প্ৰতাপবল্লভ নাম দি জমি-জমা দান কৰা হয়। কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীত আছে (ছেদ ৩৬) —"আৰু কলিয়া ভোমোৰা বৰফুকনে সৰ্গদেৱৰ আজ্ঞানুসাৰে গুৱাহাটিৰ কামাখ্যাত তামৰ ঘৰ কৰিলে, ও চত্ৰাকাৰত দেৱালই কৰিলে।"

মহাভাৰতৰ মূষল, মহাপ্ৰাস্থানিক আৰু স্বৰ্গাৰোহণ পৰ্বৰ পদ লেখা পৃথুৰাম দ্বিজে লিখিছে, প্ৰতাপবল্লভ বৰফুকন হয় 'মুনি চন্দ্ৰ সিদ্ধ চন্দ্ৰ' শকত। ইয়াত 'সিদ্ধ'ই ৭ বুজাব লাগিব (যদিও আমি 'নব সিদ্ধ'কেহে জানো); তেনেকৈ হ'লে ১৭১৭ শকত এইজনা বৰফুকন হোৱাটো বুজা যাব। ৩য় খণ্ড 'জোনাকী'ত 'ছত্ৰাকাৰ দেৱালয়' নামে প্ৰবন্ধ (পিঠি ২১) এটি প্ৰকাশ পাইছিল।

'আৱাহন'ত (১১.৮, শাওণ ১৮৬২, পিঠি ৭৭৮-৮০) সোণাৰাম চৌধুৰীৰ 'ছত্ৰাকাৰ দেৱালয়ৰ ফলি' নামৰ প্ৰবন্ধ ওলায়। তাত তেওঁ মঙ্গলচণ্ডী মন্দিৰৰ আৰু শিব আৰু কৃষ্ণ মন্দিৰৰ এখন ফলিৰ পাঠ সন্নিৱেশ কৰিছে। তেওঁ জনাইছে, "দুয়োখন ফলি সম্প্ৰতি দেৱালয়লৈ সোমোৱা বাটৰ বেৰত লগাই ৰখা হৈছে।" মঙ্গলচণ্ডীৰ ফলিখন তেওঁৰ হাতেৰে দীঘে এহাত ১৭ আঙুল, পুতলে ২২ আঙুল (লেখা ঠাই ১ হাত ১০ আঙুল x ১৭ আঙুল) আৰু এখন দীঘে এহাত ২০ আঙুল, পুতলে ১৯ আঙুল (লেখা ঠাই ১ হাত ১৫ আঙুল x ১৪ আঙুল)।

'আলোচনী'ৰ পাঠত আদিৰ '৶ ৭' আৰু শেষৰ "প্ৰতাপবল্লভ .... ১৭২১" নাই। তদুপৰি আন পাঠ শীৰ্ষোল্লাসি (শীৰ্ষোল্লাসিত), বন্দ্য (স্পৃষ্ট), নৰপতি (নৰপতি-তিলক), বন্ধু (বংশ), বংশ (কমল), ভূভুজ (ভুজ), মৈত্ৰ (মৈত্ৰক)। ফলিৰ শেষৰ 'ফুকনস্যাদেশ'টো চৌধুৰীয়ে 'ফুকনয়াদেশ' কৰি পঢ়িছে।

৯৪

ছত্ৰাচলৰ বিষ্ণু আৰু শিৱ-মন্দিৰৰ শিলৰ ফলি

ওপৰত ফলি ৯৩-ৰ টোকা চাওক। 'কুলাম্বুধৌ'—কাব্যবিনোদে 'কুলাব্ধধৌ' পাঠ লৈছে। 'ধ্যেয়ো ধৰিত্ৰীধৰঃ' —কাব্যবিনোদৰ পাঠ 'মন্ত্ৰীভূ্যপাধিধৰঃ', চৌধুৰীৰ পাঠ 'ধেয়োৰিত্ৰীধৰঃ' ("ধেয়ঃ অৰ্থ গৃহীত, অৰিত্ৰ অৰ্থ গুৰি-ব'ঠা, তাতে ধৰ শব্দৰ আগত অভূততদ্ভবাৰ্থে চি প্ৰত্যয় কৰি অৰিত্ৰীধৰ হৈছে। এতেকে 'ধেয়োৰিত্ৰীধৰ' শব্দৰ অৰ্থ—যি আগেয়ে দেশৰ গুৰি-ধৰোঁতা নাছিল, সেয়ে গুৰি-ধৰোঁতা বুলি গৃহীত বা গণ্য হৈছিল।") 'সুমতিনা'—চৌধুৰীৰ পাঠ 'সুমন্ত্ৰিণা'। বৰুৱাৰ 'মৈত্ৰকেহৱনিপতেৰ্' আৰু 'সাদৰম্' চৌধুৰীৰ 'মৈত্ৰকে বা নৃপেতেৰ্' আৰু 'শাদৰম্' পাঠতকৈ ভাল বুলি ইয়াত গ্ৰহণ কৰা হৈছে। ফলি ৯৩-৯৪ দুইখনতে 'আদেশশিত'টো 'আদিষ্ট' হ'লেই বেয়া নহ'লহেঁতেন।

৯৫

শলগুৰীয়া মহন্তৰ মনুষ্য-ক্ৰয়ৰ পত্ৰ

ৰজা—কমলেশ্বৰসিংহ।

এই 'মানুহ বেচা কাকত' 'অসম সাহিত্য সভা পত্ৰিকা'ত (৭৩ পৃ. ১ম বছৰ, ২য় সংখ্যা) প্ৰকাশিত হৈছিল; আৰু তাৰপৰাই কামৰূপ অনুসন্ধান সমিতিৰ বহীত নকল কৰি থোৱা হৈছিল। আহোম ৰাজ্যত মানুহ বেচা-কিনাৰ প্ৰমাণৰূপে এই পত্ৰৰ বিশেষ মূল্য আছে। এডোৱাৰ্ড গেইটে তেওঁৰ বুৰঞ্জীত লেখিছে, আহোম বিষয়া-ডাঙৰীয়াসকলে যুদ্ধত ধৰি অনা মানুহ বা পৰ্বতীয়া জনজাতিৰপৰা কিনি অনা লোক আদি বন্দী (দাস) কৰি ৰাখিছিল, আৰু কৈছে, কেৱল বিষয়াসকলেইযে বন্দী ৰাখিব পাৰিছিল, তেনে নহয়। সম্ভ্ৰান্ত সকলো লোকেই এটা-দুটা মানুহ ৰাখিছিল; আৰু সিহঁতে ঘৰৰ সকলো লেতেৰা কামৰ জহ-জগৰ মাৰিছিল, খেতি পথাৰো চলাইছিল। বন্দী বেচা-কিনা কাৰবাৰ দেখ্‌দেখ্‌কৈ হৈছিল। 'ভাল জাতি'ৰ একোটা মৰদৰ দাম প্ৰায় কুৰি টকামানলৈকে হ'ব পাৰে, আৰু আনফালে সেই দিনত 'বেয়া জাত' বুলি ধৰা এজনী ছোৱালীৰ দাম তিনি টকা হৈছিল (*A History of Assam*, পিঠি ২৪১-৪২)।

বৰ্তমান ফলিত ছটকা দি শলগুৰীয়া গোসাঁয়ে এক পুৰঠ মানুহ মোহনক কেইবাজনো গঞাৰপৰা কিনি লৈছে। ১৭২৭ শকত ১১ মাঘৰ কমলেশ্বৰসিংহৰ দিনৰ ফলিত দেখা যাব, প্ৰতাপবল্লভ ওৰফে গেন্ধেলা ওৰফে কলীয়া-ভোমোৰাৰ ৰৰপত্নী সয়নী দেৱীয়ে গৌৰীচন্দ্ৰ বুজবৰুৱাৰপৰা এঘৰ মানুহ (৭টা মানুহ) সাত কুৰি টকাত কিনি লৈছে। অৱশ্যে তেওঁ এই মানুহ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰত দেৱলীয়া পাইক কৰি দিছে।

উত্তৰ গুৱাহাটীৰ শিলসাঁকোৰ শ্ৰীবলীন্দ্ৰ ভট্টাচাৰ্যৰ ঘৰত পোৱা এটা সাঁচিপাতত আন কথাৰ মাজতে তলৰ মনুষ্য-ক্ৰয়-বিক্ৰয়ৰ পত্ৰখন নকল কৰা আছে ঃ

৵ ৭ শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ গদাধৰসিংহ মহাৰাজাৰ ৰাজ্যত ঃ মনুষ্য ক্ৰয়বিক্ৰয় কৰে সন্দিকৈ বডফুকনৰ দিনতঃ জহৰিএ ঘই/নিয়কক বিকে ঃ কামাক্ষাৰ গংগাৰাম ঠাকুৰে বেটি কিনে।। ধন ৮ টকা আচুঁলি সা [ি] ৰ এখান।। সাখি ঃ ভাগৱত মিস্ৰ ১/সুনন্দ সোনাৰি ১ ভবাই ১ ৰামকনাই ১ হৰিধন ১ কমল্লোচন ১ বডবামুন ১ লতা মিস্ৰ ১ গঢচৰা ১ ৰঙাই ১ ৰামগতি ১/ বিকাই ১। ৰমা ওঝা কাকতি। সভাউডি এমহা / বেটিৰ নাও ফেচেৰি।।

[ ] সক ১৬০৭

আঙ্গুলিকতপা চেলেঙখান।।

বৰ্তমান পত্ৰখনৰ লগত ভূমিক্ৰয়-বিক্ৰয়ৰ শিলৰ ফলিৰ (সংখ্যা ১৫৬) পাঠ মিলাই চাবলগীয়া। তাৰ ফৰম একে ধৰণৰ। (১) পোনতেই "শ্ৰীশ্ৰীস্বৰ্গমহাৰজাৰ ৰাজ্যত ভূমি ক্ৰয়-বিক্ৰয় কৰে।।" বুলি দিয়া হৈছে, বৰ্তমান দলিলত যেনেকৈ আছে "শ্ৰীশ্ৰীকমলেশ্বৰসিংহ মহাৰাজাৰ ৰাজ্যত মনুষ্যৰ ক্ৰয়-বিক্ৰয় কৰে।" তাৰ পিছত (২) কোনে বিকে আৰু কোনে কিনে, তেওঁলোকৰ নাম; (৩) ক্ৰয়-বিক্ৰয়ৰ মানুহ বা মাটিৰ নাম-ঠিকনা আৰু দাম; (৪) সাক্ষীসকলৰ নাম, (৫) সভাৱৰি (কামৰূপত যাক বোলা হয় 'সভেৰি') বা মেলুৱৈসকলৰ দক্ষিণা, আৰু (৬) কাকতী অৰ্থাৎ দলিল লেখা মহৰীৰ নাম আৰু লেখাৰ বেচ, এই সকলোৰে উল্লেখ থাকে।

৯৬

## হাজোৰ দ্বিতীয় মাধৱৰ ভূমিদানৰ তামৰ ফলি

**ৰজা—কমলেশ্বৰসিংহ। পাত্ৰ—পূৰ্ণানন্দ বুঢ়াগোহাঁই, প্ৰতাপবল্লভ সন্দিকৈ বৰফুকন। বিগ্ৰহ—[দ্বিতীয় মাধৱ]। তাৰিখ—১৭২২ শক। স্থান—হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ হৈ।**

অনুসন্ধান সমিতিৰ বহীত 'বাঁহী' ৫.১২, কাতি ১৮৩৬-ৰ (পিঠি ৬৬৫) গৌৰীদত্ত মিশ্ৰৰ 'হাজো দেৱালয়ৰ দ্বিতীয় মাধৱৰ তামৰ ফলি'ৰ পাঠ তুলি থোৱা আছে। তাত থকা পাঠৰ ভিতৰত স্বাদ্ধিং (স্বাদ্ধীং), শক্ৰ- (শক্ৰ-), বিগলন্মাধ্বীক- (বিগলন্মাধ্বীক-), সাধবা দাতং (সাধবঃ দত্তং), প্ৰাদদৎ (প্ৰাদদাৎ), বিপ্ৰেভ্যো দদৎ (বিপ্ৰেভ্যোঽদদাৎ), ভূজাদিমৈত্ৰকে (ভুজ-দ্বি-মৈত্ৰকে) আছে। সমিতিৰ বহীত তলৰ শাৰী তিনিটাও তলত দিয়া ধৰণে তলৰ ফালে টোকা আছে ঃ

শ্ৰীমন্মাধৱ-দেৱস্যহয়াস্য-দ্বিতীয়স্য***

যা সৰ্ব্বাণিত্য-পূজায়াদ্ৰত্য-নিৰ্ন্নয়ং দুৰাৰাম্বয়জঃ

শ্ৰীমান্তকণোবৰফুকণঃ—এৰ্ত্ত ৰস সোমেন্দে নিবদ্ধা এ পট্টকো।।

শ্ৰীধৰণীকান্ত দেৱশৰ্মা পাণ্ডাৰ 'কামাখ্যা তীৰ্থ' পুথিত ফলিৰ যি পাঠ দিয়া হৈছে, সি সমিতিৰ বহীৰ পাঠৰ অনুৰূপ।

৯৭

## ব্ৰহ্মচাৰী সত্ৰৰ তামৰ ফলি

ৰজা—কমলেশ্বৰসিংহ। পাত্ৰ—পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজমন্ত্ৰী। স্থান—নগাঁও পুৰণিগুদাম অঞ্চলৰ কলংপাৰৰ ব্ৰহ্মচাৰী সত্ৰ। তাৰিখ—১৭২২ শক।

এই মূল ফলিখনি কলংপাৰ ব্ৰহ্মচাৰী সত্ৰৰ মুক্তিয়াৰ শ্ৰীমোহনচন্দ্ৰ শৰ্মাৰপৰা মোৰ পুৰণি ছাত্ৰী পুৰণিগুদামৰ কুমাৰী আফিয়া চুলতানাৰ যোগে পোৱা হৈছিল। শ্ৰীশৰ্মাৰপৰা কুমাৰী চুলতানাই সুধি এই টোকাটি লেখি দিয়ে ঃ "ব্ৰহ্মচাৰী গাঁওখন নগাঁৱৰপৰা দহ মাইল দূৰত অৱস্থিত। গাঁওখনৰ ঐতিহ্য পাঁচ শ-বছৰীয়া। এই গাঁওখনৰ অৱস্থিতি লৈ এটা কিম্বদন্তী আছে। ব্ৰহ্মচাৰী বিশ্বম্ভৰ বাপুৱে এই অঞ্চলৰে আমনি নামৰ গাঁৱত আশ্ৰম পাতি থাকোঁতে আহোম ৰজাই তেওঁৰ ভকতসকলক কাম কৰিবলৈ মতাত বাপুৱে বেয়া পালে আৰু তেওঁ ৰাজ-আদেশ অমান্য কৰি কলং সুঁতিক মাটি খোজাত বৰ্তমানৰ ব্ৰহ্মচাৰী গাঁওখনৰ মাটিখিনি কলঙে দিয়ে। বাপুৱে তেওঁৰ আশ্ৰমখন আনি তাতে নতুনকৈ পাতে। বিশ্বম্ভৰদেৱ ব্ৰহ্মচাৰী আছিল বাবে তেওঁ স্থাপন কৰা সত্ৰখনৰ নাম ব্ৰহ্মচাৰী সত্ৰ হ'ল আৰু গাঁওখনৰ নাম ব্ৰহ্মচাৰী গাঁও হ'ল। ই এখন ডাঙৰ সত্ৰ। এই সত্ৰৰ ২,০০০ বিঘা মাটি আছে।"

বৰ্তমানে ৰাষ্ট্ৰীয় ৰাজপথ ৩৭ পুৰণিগুদাম এৰাই পূৱলৈ পোনাই গতি কৰোঁতে কলঙৰ এৰা সুঁতিৰ কাষৰৰ হয়বৰ, তেলীয়া, আমনি, পছকটা, দক্ষিণপাট খাত আৰু ভেলেউগুৰি গাঁও পাৰ হৈ পুনৰ জীয়া কলঙৰ কাষৰি পায়গৈ। এই অঞ্চলটোৰ উত্তৰলৈ আৰু ধেনু-ভাঁজ দি বোৱা কলঙৰ দক্ষিণলৈ ব্ৰহ্মচাৰী সত্ৰৰ মাটি। কলঙৰ

এই খণ্ড নতুন সুঁতিৰ উত্তৰে পশ্চিমৰপৰা ক্ৰমে মৰিয়া গাঁও, সুতাৰ গাঁও, খাতোৱাল গাঁও (ধৰলি সত্ৰ), হেমাৰবৰি, বৰঙাতলি, নিজ খাতোৱাল আৰু হীৰা গাঁও; এই সকলোখিনি লগ হৈ খাতোৱাল মৌজা।

লক্ষ্মীসিংহ-নৃপ-প্ৰদত্তাং শ্যমুয়া-কাৰি-নামকান্ নৰান্—পূৰ্বতে লক্ষ্মীসিংহ ৰজাই দিয়া চমুৱা আৰু কাঁড়ী-পাইক।

'তুংখুঙীয়া বুৰঞ্জী'ত (ছেদ ১৭৯) ১৭০৫ শকৰ কথাৰ লগত আছে, "সেই সময়তে মহন্ত চতমিয়াল বাসুদেৱৰ পৰিনাতি ব্ৰহ্মচাৰীৰ ঘৰ নগাঁৱত, জয়সাগৰৰ পুখুৰীপাৰত আছিল। তেওঁ ৺ ক দ্ৰোহ চিন্তিবলৈ মন কৰিলে। পাচে ৺ এ এই কথা শুনি জয়সাগৰৰ পুখুৰীপাৰৰ বহাৰপৰা অনাই চক্ষু কাঢ়ি নগাঁৱৰ ঘৰলৈ খেদিলে। লগৰ মানুহ তিনটাক তেলত ভাজি মাৰিলে।" এয়া গৌৰীনাথসিংহ ৰজাৰ দিনৰ কথা। ইয়াৰ পূৰ্বতে লক্ষ্মীসিংহ স্বৰ্গদেৱে চতমিয়াল বাসুদেৱৰ সত্ৰৰ বাবে মাটি-মানুহ দিছিল। সেই মাটি-মানুহ লৈ আৰু বুৰঞ্জীত কোৱা কাৰণে খেলি-মেলি উপস্থিত হোৱাঁত ৰাজমন্ত্ৰী কুঁৱৈগঞা পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে অনুসন্ধান কৰি ব্ৰহ্মচাৰী বিশ্বম্ভৰ বাপুক পুনৰ মাটি-মানুহ দিয়ে।

৯৮-৯৯

**জয়ন্তীয়াপুৰৰ কালিকা-মঠৰ তামৰ ফলি**

পূৰ্বৰ টোকা (ফলি ৮৯) চাওক। ১৭১০ শকৰ ফলিৰ লগতে ১৭২৩ আৰু ১৭২৪ শকৰ পাঠ সংলগ্ন কৰা আছে।

১০০

**বৰদোৱা সত্ৰৰ বিৱাদৰ সিদ্ধান্তৰ তামৰ ফলি**

ৰজা—কমলেশ্বৰসিংহ। ন্যায় সোধা পাত্ৰ—পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু ভদ্ৰকান্ত (বা ভদৰি) বৰবৰুৱা। বাদী-বিবাদী—শলগুৰীয়া ৰামচৰণ আতা, আৰু নৰোৱাৰ ৰামদেৱ আতা। তাৰিখ—১৭২১ শক।

এই ফলি ইতিপূৰ্বে 'অসম সাহিত্য সভা পত্ৰিকা'ত (প্ৰথম বছৰ, দ্বিতীয় সংখ্যা, পিঠি ৭৪) ওলাইছিল আৰু হৰিনাৰায়ণ দত্তবৰুৱাৰ 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'তো (পিঠি ১৩০-৩১) তুলি দিয়া হৈছিল। অনুসন্ধান সমিতিৰ টোকাবহীত 'পত্ৰিকা'ৰপৰা টুকি ৰখা হৈছিল। বৰ্তমান ফলিৰ পাঠ ডক্টৰ কেশৱানন্দ দেৱ গোস্বামীৰ সাহায্যত উদ্ধাৰ কৰা হ'ল। 'পত্ৰিকা'ৰ পাঠ কেইঠাইতো পৃথক দেখা পোৱা যায়—স্বস্তীশ (স্বস্তি শ্ৰী), লব্ধ (লুব্ধ), মৃত্ৰাম (সুত্ৰাম), কুম্বদাৰলি

(কুমুদাৱলি), বিত্ৰানন (বিশ্ৰাণন), বিনন্দিত (বিনিন্দিত), সদ্ৰত্লতাম (সদ্ৰত্ন-দাম), বিসব (বিসৰ), স্বনয় (সুনয়), বট্ব্ৰবাভিধঃ (বটদ্ৰবাভিধ), সলগুৰীয়াঋ (শলগুৰীয়াখ্য), নৰোয়াঋ (নবোয়াখ্য), হুতী (কৃতী), হু হল স্বদ্ধ (কুৰ্ব্বন্ শুদ্ধ-), ইত্যাদি।

এই ফলিখনি আহোম ৰজাৰ দিনৰ বিৱাদৰ ন্যায়-বিচাৰৰ ৰায়ৰ নমুনা আৰু সত্ৰ-পৰিচালনাৰ অৰ্থে নিযুক্ত বিষয়-ববীয়া আৰু ভকতৰ লেখৰ নিদৰ্শনৰূপে গুৰুত্বপূৰ্ণ।

বিৱাদখন সংঘটিত হয় শঙ্কৰদেৱৰ 'জীউ ধৰা'সকলৰ সম্বন্ধ লৈ। মহাপুৰুষৰ নাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ কোনো পুত্ৰ-সন্তান নাছিল। চতুৰ্ভুজ ঠাকুৰৰ বায়েক গোবিন্দপ্ৰিয়া আইৰ বিবাহ হয় গৌৰীকান্ত বৰুৱাৰ (বৰুৱা আতা) লগত। বৰুৱা আতাৰ বংশ এইদৰে বাঢ়ে—




চতুৰ্ভুজ ঠাকুৰৰ বিচক্ষণা প্ৰথমা ভাৰ্য্যা কনকলতা আইৰ তত্ত্বাৱধানত মহাপুৰুষৰ বংশৰ পো-জীয়ৰীৰ বংশৰ সকলো লোক কোচবেহাৰত তেওঁলোকৰ দুৰৱস্থাৰ হাত সাৰিবলৈ উজনিৰ আহোম ৰাজ্যলৈ অহাৰ সময়ত দামোদৰ আতাই জয়ধ্বজসিংহ ৰজাৰ অনুমতি বৰ্তমান উত্তৰ লখীমপুৰৰ ঢকুৱাখনাৰ ওচৰত নৰোৱা সত্ৰ (এতিয়া য'ত আছে বাসুদেৱৰ থান) প্ৰতিষ্ঠা কৰে। সেই বাবে তেওঁৰপৰা বঢ়াসকলক নৰোৱা বংশ নামে জনা হয়। আঢ়ৈ বছৰমানৰ পাছত তেওঁ ভটীয়াই গৈ মহাপুৰুষৰ স্থান বৰদোৱা শ-বছৰীয়া হাবিৰ তলৰপৰা আবিষ্কাৰ কৰি সত্ৰ-ঘৰ কৰি ৰয়। অনিৰুদ্ধৰ 'গুৰু-বৰ্ণনা'ৰ মতে ১৫৭৭ শকত দামোদৰ আতা বৈকুণ্ঠী হয়। তেতিয়া তেওঁৰ পুত্ৰ ৰমাকান্ত তেৰ-বছৰীয়া। সেই দেখি কনকলতা আয়ে নিজৰ ৰৰছোৱালী সুভদ্ৰা আইৰ পুতেক আঢ়ৈ-বছৰীয়া অনন্তৰায় বৰদোৱাৰ অধিকাৰী হ'ব লাগে বুলি দাবী কৰে। এই লৈ বিবাদৰ সূত্ৰপাত হ'ল। সুভদ্ৰা আইৰ বিয়া হৈছিল ৰামদেৱ গাভৰুগিৰিৰ (যদু বৰুৱা) লগত। তেওঁলোকৰ বংশ ('কায়স্থ সমাজৰ ইতিবৃত্ত'ত দিয়ামতে) ঃ




অনন্তৰায় আতাই উজাই গৈ বুঢ়ী দিহিং নৈৰ পাৰৰ শলগুৰি (পোনতে গোৱিন্দপুৰ নাম দি), বৰ্তমান শিৱসাগৰ মহকুমাৰ নামডাঙৰ পাৰৰ কোৱামৰাত আৰু আন ঠাইতো সত্ৰ পাতিছিল। পাছত কোৱামৰা সত্ৰ দিচাঙৰ পাৰলৈ নিয়া হয়।

অনন্তৰায়ে গদাধৰসিংহৰ মহন্ত-নিগ্ৰহ সহ্য কৰিবলগীয়া হৈছিল, ৰুদ্ৰসিংহৰ দিনত সম্মান লাভ কৰিছিল, শিৱসিংহৰ দিনত কিছু দিন নজৰবন্দী হ'বলগীয়া হৈছিল। এওঁৰ সাতটি পুত্ৰৰ এজন কেশৱৰায়ক মধুপুৰ বা শলগুৰি সত্ৰত থয়, ৰামৰায়ক বৰদোৱাত থয়। কিন্তু পিতৃ-বিয়োগৰ পাছত ৰামৰায় কোৱামৰাৰ অধিকাৰ হয় আৰু অনন্ত আতাৰ আন এজন পুত্ৰ হৰিৰায় (ভাগৱতী আতা) বৰদোৱালৈ যায়; এওঁক ৰাজেশ্বৰসিংহই 'ধৰ্ম্ম অৰ্থে মাটি' দান কৰিছিল। হৰিৰায়ৰ মৃত্যুত জ্যেষ্ঠতানুসৰি শলগুৰিৰ কেশৱৰায় বৰদোৱাৰ অধিকাৰ হয়। সেই বাবে এই ঠালৰ বৰদোৱাৰ গোসাঁইসকলক শলগুৰীয়া বোলা হয়।

কেশৱৰায় পিছত তেওঁৰ পুত্ৰ লক্ষ্মীকান্ত আৰু সুদৰ্শন ক্ৰমে বৰদোৱাৰ অধিকাৰ হয়। সুদৰ্শনৰ পিছত লক্ষ্মীকান্তৰ পুত্ৰ ৰামচৰণ বৰদোৱাৰ অধিকাৰ হয়।

১৫৭৭ শকত দামোদৰ আতা বৈকুণ্ঠী হোৱাৰ সময়ত বৰদোৱাৰ স্বত্ব লৈ বিবাদৰ সূত্ৰপাত হোৱা সময়তে মীৰজুমলাৰ অসম-আক্ৰমণ হ'ল। ৰমাকান্ত উজাই আহি নৰোৱা সত্ৰত থাকিবলৈ লয়। কনকলতা আই বৈকুণ্ঠী হোৱাত জী-নাতি অনন্তৰায় কলিয়াবৰত আছিল। চক্ৰধ্বজসিংহ ৰজাই (?) দুইজনক ৰাজধানীলৈ অনাই কথা-বাৰ্ত্তা হৈছিল আৰু "দুয়ো ভাই একপ্ৰীতি হয়া আসিলন্ত।।" ইয়াৰ পিছত ৰমাকান্ত পুনৰ নৰোৱালৈ গ'ল। ৰজাৰ টংচু ফুকনে তেওঁৰ শৰণ লৈ বহুত সম্পত্তি দান কৰিছিল। ১৬৩৯ শকত ৰমাকান্ত বৈকুণ্ঠী হ'লত তেওঁৰ পুত্ৰ ৰামচন্দ্ৰ নৰোৱাৰ অধিকাৰ হয়। এওঁ শিৱসিংহৰপৰা বিশেষ আদৰ-সমাদৰ পাইছিল। ১৬৬০ শকত ৰাইডঙীয়া ফুকনে সত্ৰত এটি ঘণ্টা দিয়ে (ফলি ৩৬)। ১৬৮৩ শকত এওঁ বৈকুণ্ঠী হোৱাত প্ৰথম পুত্ৰ ৰামদেৱ অধিকাৰ হয়। এওঁ সত্ৰৰ সম্পত্তিৰ ফালে

বিশেষ চকু দিছিল; এৱেঁ লক্ষ্মীসিংহ ৰজাৰপৰা ১৬৯৪ শকত কামৰূপৰ পাটবাউসী সত্ৰৰ তামৰ ফলি (ফলি ৮০) লয়, আৰু বৰদোৱালৈ আহি বৰদোৱা-থালিসত্ৰৰ মাজত ৰামপুৰ সত্ৰ কৰি বৈ বালি, ৰামপুৰ আৰু বৰদোৱা সত্ৰৰো ভূমিৰ এখন ফলি কৰায় লয়; আৰু শেষত বৰদোৱাত অধিকাৰ হৈ থকা শলগুৰীয়া বংশৰ ৰামচৰণ আতাৰ লগত এওঁৰ সংঘৰ্ষ উপস্থিত হয়। বৰ্তমান ফলিৰপৰা দেখা যায় ৰামদেৱ আতাই 'গাত বলেৰে' কিছু কৰ্ম কৰিছিল।

এই বিবাদ সম্ভৱতঃ বহুত দিন চলিছিল। শেহান্তৰত ১৭২৭ শকত কমলেশ্বৰসিংহৰ (১৭৯৫-১৮১০) আজ্ঞাৰে ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু ন্যায়াধিকাৰ ভদ্ৰকান্ত বা ভদৰি বৰবৰুৱাই লগত বিহু (?) চাওডাং শইকীয়া আৰু হেমোদৰ চকৰধৰা বৰাক লগত লৈ বৰদোৱালৈ আহি চৰজমিনে বিচাৰ কৰি শলগুৰীয়া ৰামচৰণ আতাৰ কিছু সপক্ষে ৰায় দি এই তামৰ ফলি কৰি দিয়ে। আহোম ৰজাৰ দিনৰ এই বিচাৰৰ পদ্ধতি বিশেষ প্ৰণিধানযোগ্য।

এই সময়ৰপৰা বৰদোৱাৰ দ্বিধা-বিভক্তি স্থায়ী হ'ল। নবোৱাৰ ভাগক বৰ-হিস্‌সা বা বৰ-ভাগ আৰু শলগুৰীয়া ফালক সৰু হিস্‌সা বা সৰু-ফাল বোলা হয়।

১০১

**বাউসী পৰগণাৰ বন্দৱস্তিৰ তামৰ ফলি**

ৰজা—চন্দ্ৰকান্তসিংহ (১৮১০-১৮, প্ৰথমবাৰ)। পাত্ৰ—(পূৰ্ণানন্দ) বুঢ়াগোহাঁই। তাৰিখ—১৭৩৮ ৭ ব'হাগ। গ্ৰহীতা—অতিৰাম চৌধাৰী। স্থান—কামৰূপৰ বাউসী এলেকা।

এই ফলিৰ পাঠ ডিম্বেশ্বৰ নেওগৰ 'বৰপেটাত এভুমুক' প্ৰবন্ধত (বাঁহী, ১৮.২, জেঠ ১৮৫১, পিঠি ৭৩-৭৪) সন্নিবিষ্ট হৈছিল। নেওগে ফলিখনি সুন্দৰীদিয়াৰ শ্ৰীকন্দৰ্পকুমাৰ বৰুৱাৰ ঘৰত পাইছিল। ফলিখনিৰ "দাঁতিত শ্ৰীস্বৰ্গনাৰায়ণদেৱ শ্ৰীচন্দ্ৰকান্তসিংহ নৰেন্দ্ৰস্য বুলি লিখা এটি মোহৰ আৰু তলত এটি সিংহৰ দৰে জন্তুৰ ছবিৰে আঁকা আন এটি ধুনীয়া মোহৰ আছে।"

'বাঁহী'ৰ পাঠত সদ্ৰক্তদাম (সদ্ৰত্ন-দাম), বিশ্ৰাণনানিপ্ত (বিশ্ৰাণনালিপ্ত), পাল্যাত বেভিঃ (পাল্যা ভৱদ্ভিঃ), কৃতয়েওঔঃ (কৃতজ্ঞৈঃ) আছিল। এই ফলিৰ সংস্কৃত অংশ চন্দ্ৰকান্তসিংহই ১৭৪২ শকত আউনীআটি সত্ৰৰ দুগছি অখণ্ড প্ৰদীপৰ হৈ দিয়া ফলিৰ (এই ফলি ১৯৬৯ চনত অসম ৰাজ্যিক সংগ্ৰহালয়ে পুৰণি কমিছনাৰৰ অফিচৰপৰা সংগ্ৰহ কৰিছে) সংস্কৃত অংশেৰে মিলে ঃ

স্বৰ্গীন্দ্ৰ-বংশোৎপল-পূৰ্ণচন্দ্ৰঃ। শ্ৰীকান্ত-পাদাম্বুজ-মত্ত-ভৃঙ্গঃ।
বিদূৰ-ভূমিৰ্ন্নয়-ৰত্ন-বল্ল্যাঃ শ্ৰীচন্দ্ৰকান্তাদিক-সিংহ-নৃপ॥
নৃপ-নিকৰ-কিৰীটোদ্দীপ্ত-সদ্ৰত্ন-দাম-ভ্ৰমৰ-কুল-ৰিৰাজদ্ৰক্ত-পাদাৰবিন্দঃ।
সুৰ-তৰুবৰ-লক্ষ্মী-স্পৰ্দ্ধি-বিশ্ৰাণনালিস্তুহিন-কিৰণ-কীৰ্ত্তিঃ কামজিৎকায়কান্তিঃ॥

আসৌ মহীন্দ্ৰঃ সমযাচেদং কৃতাঞ্জলিৰ্ভাৱি-নৰেন্দ্ৰ-ৱৰ্গান্।
ময়া প্ৰদত্তা সুৰবৃত্তিৰেষা পাল্যা ভৱদ্ভিঃ কৃতিভিঃ কৃতজ্ঞৈঃ॥

বৰ্ত্তমান ফলিখনৰ পাঠো অবিকল এনে হ'ব বুলিয়ে ভাব হয়।

১৭৩৮ শকতে বদনচন্দ্ৰ "বৰফুকনে ভাটিৰ পৰা মানৰ দেসলৈ গৈ ফৌজ সহিতে উজনিএ ওলালহি। কিছু দিনৰ পূৰ্ব্বৰে পৰা ডাঙ্গৰিয়াৰ (বুঢ়াগোহাঁইৰ) নৰিয়া দেখি নিজে ৰণলৈ জাব নোআৰি, এই মানৰ ৰণলৈকে ফৌজ পঠায়েই ১৭৩৮ সঁকৰ ঢতত ডাঙ্গৰিয়াৰ ম্ৰিত্যু হল" (তামুলী ফুকন, পৃ. ৬৫) মন কৰিবলগীয়া, বৰ্তমানখনি ফলি ১৭৩৮ শকৰ একেবাৰেই আদিতে কৰা। ১৭৩৯ শকৰ ফাগুনত চন্দ্ৰকান্তসিংহক ৰজা ভাঙি পুৰন্দৰসিংহক ৰজা পতা হয়। ইয়াৰ লগে লগে চন্দ্ৰকান্তসিংহৰ প্ৰথম ৰাজভোগ (সাত বছৰ, এমাহ, পাঁচ দিন) শেষ হয়।

১০২

**বৰবংশৰ পৰগণাৰ আলিপুৰ তালুকৰ নিজ আলিপুৰ গ্ৰামৰ আৰু বাইহাটা তালুকৰ লেখা**

দাতা-ৰজা—চন্দ্ৰকান্তসিংহ (১৮১৯-২১, দ্বিতীয়বাৰ মানৰ তলত)। পাত্ৰ—লাম্মাখৰুৱা (বেথাৰাম) বৰফুকন। গ্ৰহীতা—ভথো বৰকায়স্থ। তাৰিখ—১৭৪৩ শক। স্থান—কামৰূপৰ বৰবংশৰ পৰগণাৰ নিজ আলিপুৰ গাঁও।

এই দুখন পত্ৰ, তামৰ ফলি নহয়।

'মিলন'ৰ ৩য় বছৰ ৩য় সংখ্যা (পৃ. ১৯০-৯২, জেঠ, ১৮৪৭ শক) পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে 'পুৰণি ফয়চলা' নামৰ প্ৰবন্ধৰ লগত পত্ৰ দুখন প্ৰকাশ কৰিছিল। গোস্বামীৰ পাঠত 'বিগলম্মাদ্ধিক' (বিগলম্মাধবীক), 'মৈত্ৰানন্দ' (মৈলিন্দ) আছিল। হৰিনাৰায়ণ দত্তবৰুৱাৰ 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ৪৫৯-৬০ পিঠিত ধৰ্মোত্তৰ-পত্ৰ দুখনি তুলি দিয়া হৈছে। দ্বিতীয়খনিৰ 'ইচাদ' শব্দৰ পাছত ১৭ জন মানুহৰ নাম আছিল। গোস্বামী আৰু দত্তবৰুৱাই নামখিনি দিয়া নাই।

দান-গ্ৰহীতা ভথো চৌধাৰীৰ আন নাম বিষ্ণুচৰণ। এওঁলোকক বৰকায়স্থৰ বংশ বা নাৰায়ণ গোমথাৰ বংশ বোলে। হৰিনাৰায়ণ দত্তবৰুৱাদেৱে লেখিছে,

"আহোমৰাজ চন্দ্ৰকান্তসিংহৰ দিনত এওঁ বৰকায়স্থ হয়। বিষ্ণুচৰণে যদিও বৰকায়স্থ উপাধি পাইছিল, আচলতে কিন্তু তেওঁ সেই অঞ্চলৰ বুজৰবৰুৱাৰ কামহে কৰিছিল। এই সম্মান বোলে বৰ নৰ তলতে আছিল। সেই সময়ৰ কামৰূপৰ পূব অঞ্চলৰ সমস্ত বৰুৱা, বৰকাইথ, ..ধাৰী, পাটোৱাৰী আদি ভথৌ বৰকায়স্থৰ অধীনত আছিল। এওঁ শাসন কৰা ঠাইৰ সীমা উত্তৰে ভোট, দক্ষিণে গাৰোপাহাৰ, পূবে বৰনদী আৰু পশ্চিমে পাগলাদিয়া নদী আছিল বুলি কয়। বৰ্তমান বাইহাটা ষ্টেচনৰ পশ্চিমে থকা চেঁচা নদীৰ পাৰত তেওঁৰ থানা (সদৰ) আছিল; আজি-কালি এই ঠাইক মানুহে 'থানা পাতা ঘাট' বোলে।" (কায়স্থ সমাজৰ ইতিবৃত্ত, পৃ. ৪৫৮)।

চন্দ্ৰকান্তসিংহ মানৰ অনুগ্ৰহত দ্বিতীয়বাৰ ৰজা হয় ১৭৪০ শকৰ শেহত, আৰু ১৭৪২ শকৰ চ'তত মানৰ ভয়ত গুৱাহাটীলৈ যায়; তাতে মানে খেদি ৰণ কৰাত স্বৰ্গদেৱ গুৱাহাটীৰপৰাও ভাগি গ'ল দুবছৰ আঠদিন ৰাজভোগৰ পাছত। দেখা যায়, মানৰ দিনৰ ভীষণ অস্থিৰ অৱস্থাৰ মাজতে ৰজা আৰু বৰফুকনে ভথৌ চৌধাৰীক মাটি-মানুহ আদি দিয়ে।

হেমচন্দ্ৰ গোস্বামীয়ে দ্বিতীয়খন লেখাৰ 'পঞ্চ সভাসদ বিদ্যমানে' কথাটোৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছে। এই প্ৰসঙ্গত অসমৰ স্বাধীনতাৰ অৱসানৰ পাছত কোম্পানিৰ আমোলত সিদ্ধান্ত-পত্ৰ আদিত কেনেকৈ পূৰ্বৰ লেখা-পদ্ধতি গ্ৰহণ কৰা হৈছিল আৰু 'পঞ্চ সভাসদে' কেনেকৈ বিচাৰ কৰি ৰায় দিছিল, তাক ১৭৪৮ শকৰ মোকাম গুৱাহাটীৰ আদালত পঞ্চায়তী চ'ৰাৰ সিদ্ধান্ত-পত্ৰৰ প্ৰথম অংশৰপৰা বুজিব পৰা যাব ঃ

৵ ৭ স্বস্তি বিপক্ষ-পক্ষ-ক্ষয়-দক্ষ-সন্নয়-চয়-বশীকৃতাশেষ-দেশ-ইংলণ্ডা-ধীশ্বৰ-শ্ৰীশ্ৰী৵কোম্পানী-বাহাদুৰ-সেবক-কামৰূপাদি-দেশ-নায়ক-শ্ৰীল-শ্ৰীডেবিড-ইস্কাটাভিধান-সাহেব-কমিসনৰ-মহামন্ত্ৰি-সুনীয়ৰাক্ষয়া (?)-সন্দিকৈ-কুলোদ্ভৱ-শ্ৰীযুত-ঘিনাই-মন্ত্ৰি-বৰফুকন-প্ৰধানৈঃ পঞ্চসভ্যৈৰ্বিবচ্য বিজ্ঞাপিতং সিদ্ধান্ত-পত্ৰমীদং। ব্যোম-বাণাদ্ৰি-চন্দ্ৰ শাকে।

১০৩

## হয়গ্ৰীৱ-মাধৱৰ হৰি-কীৰ্তনাৰ্থে দেহৰ পৰগণাত ভূমি-কৰ-দানৰ তামৰ ফলি

দাতা-দাত্ৰী—চন্দ্ৰকান্তসিংহ আৰু পৰ্বতীয়া কুঁৱৰী পদ্মাৱতী দেৱী। পাত্ৰ—লাম্মাখৰুৰ বেথাৰাম বৰফুকন। স্থান—কামৰূপৰ দেহৰ পৰগণা। তাৰিখ—১৭৪৩ শক ১৩ চ'ত।

Copied from the certified copy issued by the Supdt., Commissioner's Office, A.V.D., on 5. 10. 25 বুলি ডক্টৰ সূৰ্যকুমাৰ

ভূএগ্রাই এই ফলিৰ নকল কৰি ৰাখিছিল। ফলিখনৰ সংস্কৃত অংশৰ পাঠ গলিত আৰু দুৰূহ। মোহৰৰ অংশৰ 'তদ্বগত' শব্দটো 'তদনুগত' হোৱা সম্ভৱনেকি? ফলি ১০৪ চাওক।

আহোম ৰজাসকলৰ এইখনেই শেষ ফলিৰ এখন যেন লাগে। ১৭৪২ শকৰ ২ চ'তত চন্দ্ৰকান্তসিংহ গুৱাহাটীলৈ গ'ল। গুৱাহাটীলৈকে মান আগ বাঢ়ি যোৱাত ৰণত থাৱৰিব নোৱাৰি স্বৰ্গদেৱ গুৱাহাটীৰপৰাও ভটীয়াই গ'ল। তামূলী ফুকনে লেখিছে, "পাচে মিঙ্গি মহা তিলোআই সৰ্গদেৱত নিৰাসা হৈ, ঐ বগা কোঁঅৰৰ পুতেক জোগেস্বৰ সিংহক ১৭৪৩ সঁকৰ আঘোনত ৰাজ্য স্থিৰ হবৰ মনস্থেৰে লোক দৰ্সক ৰূপে ৰজা নাম দি, নিজে ৰাজত্ব কৰি আচিলে।" ইয়াৰ পাছত মান-আহোমৰ মহগৰৰ ৰণত চন্দ্ৰকান্তসিংহ থাৱৰিব নোৱাৰি ১৭৪৪ শকৰ জেঠত ভটীয়াই পৰদেশ পালেগৈ। দেখা যায়, মানে যোগেশ্বৰসিংহক নামত ৰজা পাতি উজনিত দেশ চলোৱা সময়তে ভাটীত চন্দ্ৰকান্তসিংহই আৰু তেওঁৰ পৰ্বতীয়া কুঁৱৰী পদ্মাৱতীয়ে কামৰূপত এই ফলি কৰাই জমি দিয়ে।

মন কৰিবলগীয়া যে এই ফলিৰ দ্বাৰা 'প্ৰাক্‌প্ৰবৃত্ত-সত্ৰোৎসৱ-স্থানীয়-হৰি-কীৰ্ত্তনোৎসৱাৰ্থং' অৰ্থাৎ 'মাঘ মাহত দশমি তিথিত পূৰ্ব্বে দ্বাদশ যাত্ৰা আছিল সেয়ে লোপ পালত সম্প্ৰতি নবিনকৈ বৎসৰি সভাযাত্ৰা কৰিবৰ নিমিত্তে' ভূমি-কৰ আছুতীয়াকৈ ৰখাৰ ব্যৱস্থা কৰা হৈছে। ৰামচন্দ্ৰ দাস বৰপাত্ৰই ১৬০৮ শক অৰ্থাৎ ১৬৮৬ চনত ৰচনা কৰা 'যোগিনীতন্ত্ৰ' (বা 'হয়গ্ৰীৱ-মাধৱ' বা 'মণিকূট') গ্ৰন্থৰপৰা দেখা যায় সেই তাৰিখৰ পূৰ্বতে সত্ৰৰ আৰ্হিত নাম-কীৰ্তন-প্ৰসঙ্গ প্ৰৱৰ্তন কৰা হৈছিল আৰু মন্দিৰৰ ভিতৰৰ পূজা-আৰতিৰ উপৰি ভাগৱত-পাঠ, নাম, গায়ন-বায়ন, বিয়াহৰ গীত আদি পুৰাৰপৰা ৰাতিলৈকে চলিছিল। ১৫০৬ শকত বা ১৫৮৪ চনত অৰ্থাৎ শঙ্কৰদেৱৰ মৃত্যুৰো ১৬ বছৰৰ পাছত হাবি-তলৰপৰা সম্পূৰ্ণ বিধ্বস্ত অৱস্থাত উলিয়াই ৰঘুদেৱনাৰায়ণে হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ নিৰ্মাণ কৰা সময়তে মহাপুৰুষীয়া আৰ্হিৰ হৰি-নাম-কীৰ্তন, গায়ন-বায়ন প্ৰৱৰ্তিত হোৱাটো ধৰিব পাৰি। শঙ্কৰদেৱৰ সহচৰ, শিষ্য আৰু পুৰোহিত ৰামৰামৰ জোঁৱাই কণ্ঠভূষণ মন্দিৰৰ পূজাৰী নিযুক্ত হৈছিল। মন্দিৰত বিয়াহৰ ওজা-পালিও এই সময়ৰপৰাহে চলে। মন কৰিবলগীয়া যে লক্ষ্মীসিংহ ৰজাৰ দিনত বিয়াহৰ ওজা শাগৰক (সাগৰ) ক্ষেত্ৰি পৰগণাৰ মৰা গাঁও আদিত ৬১ পুৰা মাটি দিয়া হয়। *Journal of Oriental Research, Madras* (September 1952—June 1953)-অত ওলোৱা আমাৰ Hayagriva worship in Assam প্ৰবন্ধত তাৰ বহুল আলোচনা কৰা হৈছে।

ৰাণী পদ্মাৱতী দেৱী সম্পৰ্কে হৰকান্ত বৰুৱা সদৰামিনৰ 'আসাম বুৰঞ্জী'ত (১৯৩০) আছে :

"এইজনা স্বৰ্গদেৱে বেঙ্গেনা আটীয়া সত্ৰৰ ভকতৰ জীয়ৰী পদ্মাৱতী নামক ছোৱালী এটী চক্ষুত লগা দেখি নাচনিয়াৰ কৰি ৰাখিলে। পৰে যুৱত হোৱাতে লিগিৰী কৰি চাঙ্গত তুলিলে। পাচে স্বৰ্গদেৱে ভাল পাই কুঁৱৰী পাতিবৰ মনস্থ কৰিলে। ২৪২॥

"কিন্তু কুঁৱৰী পাতিবৰ হলে ডাঙ্গৰীয়াসকলৰ সন্মতি লব লাগে। বুঢ়াগোঁহাঞি ডাঙ্গৰীয়াত সোধাত ডাঙ্গৰীয়াই এইমত কলে বোলে, স্বৰ্গদেও, কুঁৱৰী পাতিব লাগিলে গোঁহাঞিপৰীয়া আহোম অথবা চাৰি-ঘৰীয়া অথচ লাহন ও সন্দিকৈ ও দিহিঙ্গীয়া ও দুৱৰা আহোমৰ ছোৱালী আনি কুঁৱৰী পতাৰ নিয়ম আছে। সেই অনুসাৰে তেওঁলোকৰ ঘৰৰ ছোৱালী আনি কুঁৱৰী পতা শ্ৰেয়স্। অতি সামান্য ভকতৰ জীয়ৰী, বিশেষ হিন্দুৰ জীয়ৰী, এতেকে বৰকুঁৱৰী ও পৰ্ব্বতীয়া কুঁৱৰী ও ৰাইডঙ্গীয়া কুঁৱৰী পতা ভাল নহয়। তথাপি যদি স্বৰ্গদেৱে কুঁৱৰী পাতিবৰ মনস্থ কৰিছে চমুৱা কুঁৱৰীকে পাতক; এই কথা কলে। পৰে স্বৰ্গদেৱে ডাঙ্গৰীয়াৰ কথা নুশুনি পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। কিন্তু ডাঙ্গৰীয়াই সেই কুঁৱৰীক সেৱা নকৰিলে। ২৪৩॥" (পৃ ৮৫)

বৰ্তমান ফলিত পদ্মাৱতী পৰ্বতীয়া কুঁৱৰী (ৰজাৰ দ্বিতীয় পৰ্যায়ৰ ৰাণী) আৰু তেওঁৰ পুত্ৰ কোঁৱৰসকলৰ মঙ্গলৰ অৰ্থে পেৰাৰ ধন অৰ্থাৎ ৰাজকোষলৈ যাব লগা টকা পৱিত্ৰ উছৱৰ হকে বাৰ্ষিকৰূপে দান দিয়া হৈছে।

১০৪

**আইভেটি ন সত্ৰৰ হৈ খাতা পৰগণাৰ থানা তালুকৰ কাকত**

দাতা—চন্দ্ৰকান্তসিংহ। গ্ৰহীতা—আইভেটি ন সত্ৰৰ শশধৰ আতা। তাৰিখ— ১৭৪৪ শক। স্থান—কামৰূপৰ খাতা পৰগণাৰ থানা তালুক।

'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ২৪৫ পিঠিৰপৰা পাঠ লোৱা হৈছে। তাত 'বিপস্বম্মাধিৰৰ' (ৱিগলম্মাধৱীক), 'মৈলন্দ' (মৈলিন্দ)' পাঠ আছে। আৰম্ভৰ 'তদুৰ্গ' শব্দটো ফলি ১০৩-ৰ 'তদ্বগ্নত'ৰ দৰে 'তদনুগত' হোৱাৰ সম্ভাৱনা আছে।

বৰদোৱাৰ শলগুৰীয়া ৰামচৰণ আতা বৈকুণ্ঠী হোৱাত তেওঁৰ পুত্ৰ হৰিচৰণ আৰু গোপালচৰণ ক্ৰমে ছোট হিস্‌সাৰ অধিকাৰ হয়। হৰিচৰণৰ পুত্ৰ শশধৰে আইভেটি ন সত্ৰ পাতে। এওঁ চন্দ্ৰকান্তসিংহক শৰণ দিছিল বুলি চৰিতত পোৱা যায়। এইজনা ৰজাই শশধৰ আতাক কামৰূপৰ খাতা পৰগণাৰ থানা তালুকৰ ২৪০ পুৰা মাটি ধৰ্মোত্তৰ দান দিয়ে (কায়স্থ সমাজৰ ইতিবৃত্ত, পৃ. ২৪৫)

'বৰদোৱা সত্ৰৰ বিবাদৰ সিদ্ধান্তৰ তামৰ ফলি' (ফলি ১০০) আৰু তাৰ টোকা চাওক। ইয়াৰ আগৰ ফলিখনৰ দৰে (ফলি ১০৩) এই কাকতৰ দানো

চন্দ্ৰকান্তসিংহই মানৰ কবলৰপৰা আঁতৰি গৈ কামৰূপ অঞ্চলত থকা সময়তে দিছিল। ফলি নকৰি কাকত কৰাৰ সিও এটা কাৰণ হ'ব পাৰে।

১০৫

## সুন্দৰীদিয়া সত্ৰৰ পিতলৰ দুৱাৰৰ ফলি

দাতা—শ্ৰীভক্তচৰণ আতৈ। স্থান—সুন্দৰীদিয়া সত্ৰ, বৰপেটা। সময়—৭৬৯ শক মা(ঘ)।

১৯৬৯ ফেব্ৰুৱাৰীত সুন্দৰীদিয়া সত্ৰলৈ যাওঁতে লেখাখিনিৰ অসম্পূৰ্ণ নকল এটি কৰি অনা হৈছিল। ঠায়ে ঠায়ে কথাখিনি পঢ়িব পৰা নগ'ল। ১৭৬৯ শক অৰ্থাৎ ১৮৪৭ চনত পুৰণি আৰ্হিৰে দান কৰা বস্তুৰ ওপৰত দাতাই নাম কটাই দিয়াৰ চানেকিৰূপে পিতলৰ দুৱাৰখনৰ এটি বিশেষত্ব আছে। শিৱসাগৰ নগৰত এখনি পিতলৰ তাম্ৰূলী-পীৰা দেখা পাইছিলোঁ; তাত এনে ধৰণৰ কথা আছিল ঃ "এই পীৰাৰ মূল্য এক মাইকী-পোৱালি মহিষ।"

১০৬

## সধয়াপুৰীশ্বৰ সত্যনাৰায়ণ-প্ৰত্যক্ষনাৰায়ণৰ ভূমিদানৰ তামৰ ফলি

দাতা-ৰজা—শ্ৰীসত্যনাৰায়ণ আৰু যশ(যম) নাৰায়ণ (?)। গ্ৰহীতা—নাৰায়ণ দ্বিজৰ পুত্ৰ, ... ভাৰ্গৱ দ্বিজৰ পুত্ৰ। স্থান—লুদুমিমাৰি, ব্যাঘ্ৰমাৰি। তাৰিখ—১৩১৪ শক....।

এইখনি ফলি আৰু ফলি ১০৭-ৰ পাঠ শ্ৰীসৰ্বেশ্বৰ বৰুৱাদেৱে উদ্ধাৰ কৰি "আবাহন"ত (৬.৬, চ'ত ১৮৫৬) 'চতুৰ্দ্দশ শতিকাৰ দুখন তামৰ ফলি' প্ৰবন্ধৰ লগত আৰু *Journal of the Assam Research Society*-ত (III. 2, July 1935) 'Some ancient relics found in North Lakhimpur' প্ৰবন্ধত প্ৰকাশ কৰিছিল। বৰ্তমানখন ফলি ঘিলামৰাৰ ওচৰৰ ধেনুখনাৰ এটা পুখুৰীত পোৱা গৈছিল আৰু ঘাৰমৰা সত্ৰই ফলিত উল্লিখিত দামৰ ভূমি নিজৰ বুলি দাবী কৰি চৰকাৰৰ ৰাজস্ব বিভাগৰ বিষয়াৰ হাতত এই ফলি দিয়ে। ফলিখন পাঠোদ্ধাৰৰ বাবে ডক্টৰ টি. ব্লখ, ৰাখালদাস বেনাৰ্জিৰ দৰে বিশেষজ্ঞসকলৰ হাতত দিয়া হয়; কিন্তু সিসকলে একো সহায় কৰিব নোৱৰাত মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্যৰ পৰামৰ্শমতে সিদিনাখন ৯৩ বছৰত ঢুকোৱা পণ্ডিত গৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণক দিয়া হয়। মিশ্ৰ মহাশয়ে বহুত যত্ন কৰি ইমানকে মাথোন পায়—এজন স্বৰ্গনাৰায়ণ নামে ৰজাই নাৰায়ণ নামৰ বিপ্ৰক এশ ঘৰতকৈও সৰহ মানুহ খাই-বৈ থাকিব

পৰাকে মাটি দান কৰে। ইয়াৰ পিছত বিদ্যাভূষণদেৱৰ পুত্ৰ শ্ৰীনলিনীকুমাৰ মিশ্ৰই এই কথাৰ ভিত্তিতে এই ফলিৰ যোগে ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰামনাৰায়ণ বা কবিৰাজ চক্ৰৱৰ্তীক ভূমি দান কৰা বুলি 'আৱাহন' (ৰুদ্ৰসিংহ ৰজা নিৰক্ষৰ আছিলনে? মাঘ ১৮৫৬) আৰু *Journal of the Assam Research Society*-ত (Vol. II, No. 4) দুটা প্ৰবন্ধ লিখে। শেহত উত্তৰ লখীমপুৰৰ সাহিত্যানুৰাগী, প্ৰত্নতত্ত্বানুৰাগী পুৰুষ শ্ৰীসৰ্বেশ্বৰ বৰুৱাদেৱে ঘাৰমৰা সত্ৰৰপৰা ফলিখন আনি দুজন সংস্কৃত পণ্ডিতৰ সহায় লৈ ফলিখনৰ আখৰ অতি অস্পষ্ট হোৱা আৰু ঠায়ে ঠায়ে ফুটা হোৱা সত্ত্বেও যথেষ্ট সন্তোষজনকভাৱে পাঠ উদ্ধাৰ কৰি ওপৰত উল্লিখিত প্ৰবন্ধ দুটাৰ লগত প্ৰকাশ কৰে। এই ফলি আৰু ফলি ১০৭-এ অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক বুৰঞ্জীৰ এটা জাপ খাই থকা অত্যাৱশ্যকীয় পাত মুকলি কৰে। আমি বৰুৱা ডাঙৰীয়াৰ পাঠকে ইয়াত প্ৰায়ে গ্ৰহণ কৰিছো।

'পবিত্ৰ অসম'ৰ উত্তৰ লখীমপুৰৰ বিষয়ৰ অধ্যায়ত শ্ৰীসৰ্বেশ্বৰ বৰুৱাদেৱৰ লিখিত 'বাসুদেৱ-থান (নৰোৱা সত্ৰ)' প্ৰবন্ধ আৰু *Journal of the University of Gauhati* -ত আমাৰ লিখিত A place of Vāsudeva workship in Assam প্ৰবন্ধ চাওক।

৩য় শাৰীত আমি বৰুৱাৰ 'সুৰ্ব্বান্দামম্বা'-ৰ ঠাইত 'স্বৰ্বন্দ্যামম্বা-', ষষ্ঠ শাৰীত 'নোৱাস্ব-'ৰ ঠাইত 'নো ৱা খে' পাঠ লৈছোঁ। ৭ম শাৰীত 'প্ৰখ্যাত-'মূল 'ফলিত 'প্ৰক্ষাত' আছিল। ৮ম ৯ম শাৰীৰ পাঠ দুৰূহ। 'জনৌঘে'—মূল ফলিৰ পাঠ 'জনোঘৈ'। ১০ম শাৰীৰ 'দৈত্যানামাত্তমামামতিঃ'—ইয়াৰ অৰ্থ পোৱা নাযায়, বৰুৱাদেৱে 'দৈত্যকুলত জন্ম লৈ সেই কুলৰ সুমতি-স্বৰূপা' অৰ্থ অনুমান কৰি লৈছে। আমাৰ 'স্বকে'ৰ মূল পাঠ আছিল 'স্বধে'। ১১শ শাৰীৰ 'ৰিপু' মূলত 'ঋপু' হৈ আছিল; বৰুৱাৰ 'ৱংশাংস'ৰ ঠাইত আমি লোৱা 'ৱংশাংশ' ঠিক পাঠ নহ'ল। ১২শ শাৰী, 'বীৰ্য্য'ৰ ঠাইত মূলত আছিল 'বীৰ্জ্জ'। ১৩শ শাৰী, 'দিনেশঃ'— মূল ফলিত 'দিনেসঃ'। ১৪শ শাৰীৰ বৰুৱাৰ 'তৎসুনু-'ৰ ঠাইত আমি 'তৎসূনু'-পঢ়িছো। ১৬, বৰুৱাৰ 'ভূপতি'ৰ ঠাইত আমি লোৱা 'ভূপতিস্' ভুল পাঠ। ১৫, 'খ্যাতো'—মূল পাঠ 'খ্যাপো'। ১৭, 'স্বৰ্গ-'বৰুৱাৰ পাঠ 'সৰ্গ'। ১৮, 'নাম' শব্দৰ আগতে দুটামান আখৰ পঢ়িব নোৱাৰি বৰুৱাদেৱে এৰি গৈছে, কিন্তু অৰ্থ দিওঁতে 'আঙ্গুলি নামৰ জ্ঞানী * * * * সম্পৰ্ক-ৰহিত (বিষয়াই?)' বুলি দিছে। ২১, [দ] ণ্ডিকাবাৰস্'—মাধৱদেৱৰ নীলাচল ফলিৰ 'ৱাংসাবাৰঃ' (শাৰী ৪১) তুলনীয়। ২৪, ২৫, ২৬—বৰুৱাৰ 'শ্ৰুতঃ' শব্দৰ ঠাইত আমি 'শ্ৰুতাঃ' পঢ়িছোঁ। ২৪, 'হাৰিতকা'—মূলত 'হাৰিতকে'। ২৬—'তাৰাপতিৰিতি'—বৰুৱা, 'তাৰাপতি ইতি'। ২৮, বৰুৱাদেৱে লেখিছে, 'জগতি'ৰ ঠাইত 'জগ ইতি' হোৱা বাবে ছন্দৰ দোষ ঘটিছে।" সেই দেখি 'জগতি' পাঠকে

লোৱা হৈছে। ৩৫, 'ৱটবৃক্ষঃ'—বৰুৱাৰ 'ৱটবসঃ' পাঠৰ ঠাইত লোৱা হৈছে। সমস্ত ফলিখনিত এতিয়াও ব্যাখ্যা কৰিব নোৱৰা অনেক শব্দ ৰৈ গৈছে। তথাপি ফলিৰ অৱস্থা বিচাৰ কৰিলে বৰুৱা ডাঙৰীয়াৰ পাঠোদ্ধাৰ নিতান্ত প্ৰশংসনীয়।

ফলিখনত দুজন দাতা-ৰজাৰ নাম দেখা যায়। ১৫-১৬ শাৰীত নাৰায়ণ দ্বিজক ভূপতি সত্যনাৰায়ণে ১৩১৪ শকত (ৱেদে চন্দ্রে চ ৰীতিহোত্রে সব্দপকে) ৬০০ পুটি (পুৰা) ভূমি দান কৰাৰ কথা আছে। আনফালে, ৩৩শ শাৰীত উল্লিখিত প্ৰত্যক্ষ নাৰায়ণ ৰজাই আকৌ ৬০০ পুটি মাটি দিয়াৰ কথা পাওঁ। ইয়াৰ উপৰি তৃতীয় এজন দাতা-ৰজাৰ নাম ৩৬-৩৭ শাৰীত মচ খাই লুকাই আছে; বৰুৱাদেৱে নামটো যশনাৰায়ণ বা যমনাৰায়ণ বুলি ভাবিছে। এইজনা ৰজাই ২০০ পুটি মাটি ভাৰ্গৱাত্মজ বিপ্ৰক দিয়ে। সম্ভৱতঃ প্ৰত্যক্ষনাৰায়ণ আৰু যশ(যম) নাৰায়ণে আগৰ ফলিতে বা আগৰ ফলি পুনৰুদ্ধাৰ কৰি নতুনকৈ মাটি দান কৰে। বৰ্তমান ফলিৰ 'নন্দি-নৃপ' বা 'নন্দিসৰ' হ'ল ফলি ১০৭-ৰ 'নন্দীশ্বৰ'। বৰ্তমান ফলিৰ 'সধয়াপুৰী' আৰু ফলি ১০৭-ৰ 'স্বধয়াপুৰী' একে। নন্দি নৃপৰ পুত্ৰ সত্যনাৰায়ণ—এই কথা দুইখন ফলিতে আছে। দ্বিতীয়খনত সত্যনাৰায়ণৰ পুত্ৰৰূপে লক্ষ্মীনাৰায়ণৰ নাম পালোঁ। কিন্তু বৰ্তমান ফলিৰ মাজত নাম অহা প্ৰত্যক্ষনাৰায়ণ আৰু যশ(যম) নাৰায়ণ নন্দি-নৃপৰ বংশলতাৰ কোনখিনিত পৰে আমি বুজাৰ উপায় নাই। কিন্তু লক্ষ্মীনাৰায়ণৰ ফলি ১৩২৩ শকৰ হোৱালৈ চাই এওঁলোক দুজন লক্ষ্মীনাৰায়ণৰ পাছৰ বংশধৰ বুলি বুজিবলগীয়া হয়। গতিকে বৰ্তমান ফলিৰ অন্ততঃ পিছৰ অংশ ১৩২৩ অব্দৰ পিছৰ হ'ব লাগিব।

শ্ৰীসৰ্বেশ্বৰ বৰুৱা ডাঙৰীয়াই 'দেওধাই বুৰঞ্জী'ত সন্নিৱিষ্ট চুটিয়া ৰজাৰ আখ্যানৰ ফালে ইঙ্গিত কৰি "এইসকল যে চুটিয়া বংশৰে ৰজা আছিল আৰু সধয়াপুৰী যে সদিয়াই তাত সন্দেহৰ কাৰণ নাথাকে" বুলি দঢ়াই ক'বলৈ বিচাৰিছে। বৰুৱাদেৱে কিন্তু আৰু কৈছে সদিয়াত পাল শ দিয়াৰ "কিম্বদন্তী পিছৰ মানুহৰ মনে পতা কথাহে। সেইদৰেই দেওধাই বুৰঞ্জীৰ আৰু (ব্ৰাউনৰ) দেউৰী-চুটিয়া ব্যাকৰণৰ পৰিশিষ্টত থকা চুটিয়া ৰজাৰ তালিকাখনো শুদ্ধ নহয়। কিয়নো এই তালিকা এই তামৰ ফলি দুখনৰ ৰজাসকলৰ লগত নিমিলে।" আহোম বুৰঞ্জীমতে চুটিয়া ৰজা ধীৰনাৰায়ণ আৰু চন্দ্ৰনাৰায়ণ ১৪৪৪ শকত আহোমৰ ৰণত পৰাত চুটিয়া ৰাজ্য আহোমৰ হস্তগত হয়। একেবাৰেই খাতাং হ'ব নোৱাৰিলেও বৰ্তমানে বৰুৱাদেৱৰ অনুমানকে আমি গ্ৰহণ কৰিব পাৰোঁ।

বৰুৱাই ফলিৰ 'ধৱলিচ' উত্তৰ লখীমপুৰৰ ধল নৈ বুলি, 'গোটাপৰা' ধল নৈৰ মাছখোৱাৰ ওপৰেদি যোৱা সুঁতি ফাটি দুকাষেদি আগুৰি থোৱা ঠাই ঘটাপৰা বুলি, আৰু 'ব্যাঘ্ৰমাৰি' জালভাৰীৰ ওচৰৰ বাঘমুৰী নামৰ ঠাই বুলি দেখুৱাবৰ যত্ন

কৰিছে। এই সমস্ত অঞ্চলটোত এতিয়াও অনেক ব্ৰাহ্মণৰ বসতি, আৰু এই অঞ্চলেই পূৰ্বৰ প্ৰখ্যাত হাবুং।

ফলিখনৰ পোনতে পঞ্চদেৱতাৰ চাৰিজনক স্মৰণ কৰা হৈছে—গণপতিক, দৈত্য-নিধনকাৰী বাসুদেৱক, প্ৰণতজনৰ প্ৰিয় ঈশানক, হিমালয়-কন্যা, স্বৰ্লোকৰ বন্দিতা, ত্ৰিপুৰাৰি-প্ৰিয়া অম্বাক। নন্দি এজন মহান নৃপ। ধৰা-ৰূপ অৰণ্যত বিপক্ষ-ৰূপ হস্তীৰ মানত তেওঁ সিংহ-ৰূপ ভয়ঙ্কৰ। স্বৰ্গতেই বা পৃথিৱীতেই লহিতা (লৌহিত্য) যেন পুণ্যকৰ্মা ৰজা তেওঁৰ সদৃশ নাছিল। তেওঁ খ্যাত-কীৰ্ত্তি, শত্ৰু-দৰ্পহাৰী সধয়াপুৰীশ্বৰ আছিল। তেওঁৰ ৰাণী (?) দৈৱকীৰ গৰ্ভত অসুৰ-বংশী, পৃথিৱীৰ ভাৰ হৰণকাৰী, শত্ৰু দমনকাৰী শ্ৰীসত্যনাৰায়ণৰ জন্ম হয়। তেওঁ শ্ৰীসত্যনাৰায়ণ (দেৱতাৰ) তুল্য উগ্ৰবীৰ্য, সুকীৰ্ত্তিমান নৃপতি। কাশ্যপ-গোত্ৰীয় নাৰায়ণ দ্বিজৰ পুত্ৰক এই নৃপতিয়ে স্বৰ্গলাভ কামনাৰে ৬০০ পুটি মাটি ধৱলি নদীৰ তীৰত বৃত্তিকাৰ মানুহে সৈতে দান কৰে ১৩১৪ শকত। এই দানৰ ভূমি লুদুমিমাৰি নামে ঠাইত। ইয়াৰ উপৰি, দুই কুণ্ডাবল (?) জোখৰ নৌস্থলীও দিয়া হৈছে। ফলিখনত কেইবাজনো ব্ৰাহ্মণৰ নাম-গোত্ৰ দিয়া হৈছে; এওঁলোক দানৰ মাটি ভোগ কৰোঁতা লোক বা সাক্ষী হ'ব পাৰে। দানৰ ৰক্ষাৰ অৰ্থে ৰাজবিষয়াক ৰজাই নিৰ্দেশ দিছে। মন কৰিবলগীয়া, ১৩১৪ শকটো অঙ্কত লেখোঁতেও ৪১৩১-ৰূপে পুনৰ দিয়া হৈছে, যদিও ওপৰৰ ১৮শ শাৰীত 'বেদে চন্দ্ৰে চ ৰীতিহোত্ৰে সৰূপকে' বুলি সেই শক দিয়া হৈছেই। ফলিৰ শেহত পুনৰ গ্ৰাম-শ্ৰেষ্ঠ গোটাৰপৰা আৰু দুই কুণ্ডাবল নৌস্থলী দিয়া বুলি আৰু ৰাজ-আদেশত(?) প্ৰত্যক্ষনাৰায়ণৰ ৰজাই ব্ৰাহ্মমাৰি নামে (ঠাই) দিছে বুলি কোৱা হৈছে। একেবাৰেই শেহত আকৌ ভাৰ্গৱৰ পুত্ৰক দুশ পুটি দিয়া বুলিও লেখা আছে।

১০৭

## স্বধয়াপুৰীশ্বৰ লক্ষ্মীনাৰায়ণৰ ভূমিদানৰ তাম্ৰৰ ফলি

দাতা ৰজা—লক্ষ্মীনাৰায়ণ। গ্ৰহীতা—ৰবিদেৱ। স্থান—স্বৰ্ণদীৰ পূবৰ ৰখনা গ্ৰাম। তাৰিখ—১৩২৩ শক।

ফলি ১০৬-ৰ আলোচনা চাওক। ইয়াতো আমি শ্ৰীসৰ্বেশ্বৰ বৰুৱাদেৱৰ পাঠকে গ্ৰহণ কৰিছোঁ। শাৰী ২, 'আসীদ্বাণ্ডভবো'—মূলত 'আশীতন্বাসুভবো'। ৩, 'পুৰ্য্যাং'—মূলত 'পুযাং'। ৭, 'ৰশীকৃতাঃ'—মূলত 'বসীকৃতাঃ', 'আসীৎ'—মূলত 'আশীৎ'। ১১, 'বিষুৱে'—মূলত 'বিশুবে'। ১২, 'সীমৌ'—মূলত 'শীমৌ'। ১৫, 'সীমা'—মূলত 'শীমা'। ১৭, 'ভৱদ্বাজাৎ'—মূলত 'ভৰদ্বাৎ'। ২০, 'উপাসদ্বাসুদেৱকাঃ—ইয়াৰ ঠাইত 'উপানসাদ্বাসুদেৱকঃ' পঢ়ক।

*ফলিখন শ্ৰীসৰ্বেশ্বৰ বৰুৱাদেৱে ঢকুৱাখনাৰ শ্ৰীপদ্মনাথ বৰুৱাৰ সৌজন্যত* ঘিলামৰাৰ শ্ৰীলৰাম বৰুৱাৰ পৰা পাইছিল। ঘিলামৰাৰ ওচৰত ন ভাগুতী মাটিত কোৰ মাৰোঁতে এজন কছাৰীয়ে তাক পাইছিল। ফলিখন সৰু, ৭"x৫"। তিনিটা চুক আৰু প্ৰথম পিঠিত সোঁহাতে দাঁতিকণ মাথোন ভাগিছে, আখৰখিনি স্পষ্ট হৈয়ে আছে। শ্ৰীসৰ্বেশ্বৰ বৰুৱাই ফলিৰ পাঠ 'আৱাহন' আৰু *Journal of the the Assam Research Society*-ত প্ৰকাশ কৰে। বৰুৱাদেৱে 'স্বৰ্ণদী'ক সোৱণশিৰি নৈ বুলি, 'বখনা-গ্ৰাম'ক সোৱণশিৰিৰ পশ্চিম পাৰৰ বখামুখ নামে ঠাই বুলি আৰু 'পোকামৰী'ক ওচৰৰে পকীমুৰী বিল বুলি চিনাক্ত কৰিছে। দুইখন ফলিতে উল্লিখিত "চম্পাৱতী গাঁও বা নগৰ হলে তাৰ চিন-চাব এতিয়া নাইকিয়াত পৰিছে। যদি নৈ আছিল তেন্তে ঘূণাসূতীও হ'ব পাৰে।"

ফলিখন বৰ্তমানে বাজ্যিক সংগ্ৰহালয়ত; কিন্তু এজনে তাক নি সুমুৱাই থোৱাত আমাৰ লভ্য নহ'ল।

১০৮

## কামৰূপেশ্বৰ মাধৱদেৱৰ নীলাচল তাম্ৰশাসন

দাতা-ৰজা— কামৰূপেশ্বৰ মাধৱদেৱ। গ্ৰহীতা- কামেশ্বৰ-মঠাধিপতি বিৰোচন (৭ম শাৰীৰ 'শ্ৰীতিৰোচন' নিশ্চয় ৫৩শ শাৰীত থকাৰ দৰে 'শ্ৰীবিৰোচনে'ই হ'ব লাগে।

এই তাম্ৰশাসন ১৯৬৬ চনৰ জুনত কামাখ্যা হাইস্কুলৰ প্ৰদৰ্শনীত আমাৰ দৃষ্টিগোচৰ হয়। তাৰ গৰাকী কামাখ্যা-নীলাচলৰ শ্ৰীবৰদাকান্ত শৰ্মা। গুৱাহাটী কলেজৰ অধ্যাপক শ্ৰীমোহনচন্দ্ৰ শৰ্মাৰ যোগেদি আমি বস্তুটি ঘৰলৈ আনি গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ ডক্টৰ মুকুন্দমাধৱ শৰ্মাৰ সহায় লৈ তাৰ পাঠ উদ্ধাৰ কৰি আমাৰ সম্পাদিত *Journal of the University of Gauhati* (Vol.XVI-XVII) -ত The Nīlācala grant of an unknown Kāmarūpa king প্ৰবন্ধৰ লগত প্ৰকাশ কৰোঁ, ফলিৰ চাৰিটা পিঠিৰ ছবিও সন্নিবিষ্ট কৰা হয়। কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰাচীন ভাৰতীয় ইতিহাস আৰু সংস্কৃতিৰ কাৰমাইকেল অধ্যাপক ডক্টৰ ডি. চি. সৰকাৰে সেই ছবিৰ ভিত্তিতে নতুন পাঠ গ্ৰহণ কৰি তেওঁৰ সম্পাদিত *Journal of Ancient Indian History* (Vol.II, pp. 66-83)-ত এটি দীঘলীয়া প্ৰবন্ধ লিখে। ডক্টৰ সৰকাৰৰ দৰে লিপি-বিশেষজ্ঞৰ আলোচনাৰ পিছতো ফলিখনৰ সম্পূৰ্ণ ব্যাখ্যা সম্ভৱপৰ হোৱা নাই, কাৰণ ফলিখনৰ বহুত শব্দৰ সংক্ষিপ্ত ৰূপ (abbreviation) ভৰি আছে। আমাৰ পাঠত তৰা-চিন দি এই ৰূপবোৰ নিৰ্দেশ

কৰা হৈছে। সৰকাৰে চিঠিত আমাক আমাৰ অসমীয়া ভাষাৰ জ্ঞানৰ সহায়ত তেওঁ অৰ্থ উলিয়াব নোৱৰা শব্দ আৰু সংক্ষিপ্ত ৰূপবোৰক ব্যাখ্যা দিয়াৰ যত্ন কৰিবলৈ লিখিছিল।

ফলিখনত তামৰ পাত তিনিটা। তাৰে ওপৰৰ আৰু তলৰখন মিলি এটা বাকচৰ নিচিনা হৈছে আৰু তাৰ ভিতৰত এই দুখনকৈ ডাঠ মাজৰ পাতচটা (১৯.৯x১৩.৪ চেণ্টিমিটাৰ) আছে। বাহিৰৰ দুখনৰ ভিতৰ ফালে আৰু মাজৰখনৰ দুইফালে শাসনখন লেখা হৈছে।

তাম্ৰশাসনখনৰ বৰ্তমান পাঠ নিৰূপণ কৰোঁতে অধ্যাপক সৰকাৰৰ প্ৰবন্ধৰপৰা প্ৰভূত সহায় পোৱা হৈছে। ফলিৰ লেখাৰ আৰম্ভতে বাঁওকাষে এটি সুন্দৰ গণেশৰ মূৰ্তি কটা আছে। যদিও গণেশ সিদ্ধিদাতাৰূপে নানা ধৰণৰ ধৰ্মানুষ্ঠানৰ লগত জড়িত, তথাপি অনুমান হয় ইয়াত এই চিত্ৰ ৰাজচিহ্নৰূপে খোদিত হৈছে। তাৰপৰা আমি অনুমান কৰিছিলো যে দাতা ৰজাজন সম্ভৱতঃ গণেশ-বংশী বুলি নিজকে গণনা কৰা ৰাণীৰ ৰজাসকলৰ বংশৰ। এই ৰজাসকলৰ বংশাৱলীখনৰ নামেই "ৰাজবংশাৱলী জন্ম গণেশৰ"। এই প্ৰসঙ্গত হেড়ম্বাধিপতি দুনুম্ৰবাহিৰ গণেশ্বৰ-পুষ্কৰিণীৰ শিলৰ ফলিৰ (ফলি ৪) কথাও বিচাৰ কৰি চাব পাৰি। সিজনা ৰজাই 'গণেশ্বৰ-চিহ্নিত পুষ্কৰিণী' খনাইছিল।

ফলিৰ আৰম্ভৰ 'শ্ৰীমদ্দেৱপাদাঃ' শব্দটোৱে দাতা ৰজাৰ পূৰা নাম নুসূচায়। এই শব্দটো প্ৰাচীন কামৰূপৰ তাম্ৰশাসনবোৰত ৰজাৰ নামৰ লগত প্ৰায় সদায় দেখা যায়। ধৰ্মপাল ৰজাৰ শুভঙ্কৰপাটক ফলিৰ আৰম্ভণিত ৰজাৰ নামৰ লগৰ বিশেষণবোৰেৰে বৰ্তমান ফলিৰ আৰম্ভৰ ৰজাৰ নাম থাকিবলগীয়া অংশ তুলনা কৰিব পাৰি। ধৰ্মপালৰ ফলিত আছে : "শ্ৰীৱাৰাহ-পাৰমেশ্বৰ-পৰমভট্টাৰক-মহাৰাজাধিৰাজ-শ্ৰীমদ্-হৰ্ষপালৱৰ্ম্মদেৱ-পাদানুধ্যাত-পৰমেশ্বৰ-পৰমভট্টাৰক-মহাৰাজাধিৰাজ-শ্ৰীমদ্-ধৰ্ম্মপাল-দেৱপাদাঃ কুৰলিনঃ।" আমাৰ ফলিৰ আৰম্ভৰ অংশত থকা এই "শ্ৰীমদ্দেৱপাদাঃ"-অৰ মাজত ৰজাৰ নাম "মাধৱ" ফলি কটা সময়ত পৰি গৈছে বুলি অনুমান কৰিব পাৰি। ফলিখনৰ শেষাংশত সেই নাম ভালকৈ ওলাই আহিছে—"শ্ৰীমন্মাধৱদেৱপাদাঃ।"

ফলিত দানৰ তাৰিখ বৰ চমুকৈ দিয়া হৈছে "সং ২৫ অ[া]শ্বিনদিনে ৩॥" "সং" হ'ল সংবৎসৰ, বছৰ। ২৫ সংখ্যাটোৱে ৰজা মাধৱৰ শাসনৰ বছৰ কিম্বা বিশেষ ৰাজবংশটোৰ শাসনৰ বছৰ নিৰ্দেশ কৰিব পাৰে। ইয়াতকৈ এই বিষয়ত বেছি নিৰূপিত কথা বৰ্তমানে জানিব পৰা নাযায়। কিন্তু এইটো কথা ঠিক যে এই ফলি কটাৰ পূৰ্বেই অসমীয়া লিপি সম্পূৰ্ণ স্বকীয় ৰূপ লৈ বিকশিত হৈছিল। কিন্তু, এই বিষয়তো কেইটামান কথা আমাৰ চকুত লাগে। ইয়াত "চ" আখৰটোৰ ত্ৰিকোণাকাৰ

অংশ সোঁফালে নপৰি বাঁওফালে পৰিছে। ওপৰত মাত্ৰা নোহোৱা “ঠ” আখৰটো প্ৰাচীন শাসনবোৰত থকাৰ নিচিনাকৈ ডিম্বাকাৰ এটা বস্তু। “ৰ”, “ব”, “ৱ” বুজাবলৈ একে মাত্ৰাযুক্ত “ব” ৰূপটো ব্যৱহাৰ কৰা হৈছে; মাথোন “পৰমেশ্বৰ” শব্দৰ প্ৰথম “ৰ”টো লেখোঁতে “ব-”ৰ তলৰ কোণ এটাত এখুদমান বৃত্ত এটি বহুওৱা হৈছে। “ভ” আৰু “জ” আখৰ দুটাই অসমীয়া লিপিৰ বিৱৰ্তনৰ এক পুৰণি অৱস্থা সূচনা কৰা যেন লাগে। “ধ” আখৰটো মৈথিলী “ধ”ৰ লেখীয়া। ত্ৰয়োদশ শাৰীৰ “একঞশিতি”ৰ “ঞ” আখৰটো তাৰ পিছৰ হ্ৰস্ব ইকাৰ ডালে সৈতে ডক্টৰ সৰকাৰে “ঈ” বুলি লৈছে, আৰু তাৰপৰাই আৰু তেনে লিপিতাত্ত্বিক কাৰণত ক’বলৈ বিচাৰিছে, ফলিখন পঞ্চদশ শতিকাৰ পিছৰ হ’ব নালাগে। কিন্তু বিশেষত্বযুক্ত “ঞ” আখৰটো ইয়াত স্পষ্ট। শব্দটো “একঞশিতি” বুলিয়ে লওঁ বা “একঈশতি” বুলিয়ে লওঁ, সি সংস্কৃত নহয়, Prakritism-অৰহে এক উদাহৰণ হ’ব। সম্ভৱতঃ তাৰে শুদ্ধ ৰূপ হ’ব ‘একবিংশতি’।

তাৰিখৰ ফালৰপৰা ১৩-১শ শাৰীৰ “বাঙ্গাল-পদাতীনাং” কথাটো বিশেষ মন্তব্য। বঙ্গ আৰু তাৰ পশ্চিমৰ মুছলমান আদি আক্ৰমণকাৰীক বুজাবলৈ পুৰণি বুৰঞ্জীবোৰত “বঙ্গাল” শব্দটো বহলভাৱে ব্যৱহৃত হৈছে। যদি ফলিৰ “বাঙ্গাল” শব্দটো একে পৰ্যায়ৰে হয়, তেতিয়া হ’লে আমি অনুমান কৰিব পাৰোঁ, এই ফলিখন আহোম-মুছলমান ৰণৰ যুগৰ। এনে অনুমান সঁচা হ’লে ফলিৰ তাৰিখ যোড়শ-সপ্তদশ শতিমানলৈকো নাম আহিব পাৰে। মণিপুৰত আজিও মুছলমানসকলক পাঙ্গাল বা পাঙ্গান বোলা হয়।

এই ফলিৰ প্ৰথম শাৰীত উল্লিখিত ধৰ্ম্মাধিকৃত, পেটককায় আৰু আয়প্ৰবিষ্টক আৰু যষ্ঠ শাৰীৰ ভূমি-কৰণ-সং-কা (ভূমি-কৰণ-সম্বন্ধ-কায়স্থ), নৱম শাৰীৰ আয়নিবন্ধিক—সকলো ৰাজবিষয়া বুলি অনুমান কৰিব পাৰি; সিবোৰ শব্দৰ অৰ্থ ধৰ্মাধিকাৰ, পেটকপাল বা পেৰা-কাগজ (ৰেকৰ্ড)-সংৰক্ষক, ৰাজস্ব-পঞ্জীয়ক, ৰাজস্ব বিভাগৰ কাকতী আৰু ৰাজস্ব-নিৰূপক। ফলিখনৰ সংক্ষিপ্ত শব্দ-ৰূপ আৰু অসংস্কৃত ৰূপ (Prakritism) সম্পৰ্কে আমি ওপৰত আলোচনা কৰিছোঁ।

দেখা যায় ফলিখনৰ বলত দিয়া মাটি “পাণ্ডৰী-মণ্ডল-প্ৰতিবদ্ধ-ডলুআ-গ্ৰাম”ত (শাৰী ৫)। ডক্টৰ সৰকাৰে লিখিছে (৭১ পিঠি) “It is interesting to note that the same Pāṇḍarī seems to be mentioned ad Pāṇḍarī and as a locality of Mandi *viṣaya* (district) of the Uttarakula Division (lying to the north of the Brahmaputra) in the Guakūchi plate of Indrapāla, which is supposed to be the same as modern Pāṇḍuri, the name of the area around the Rangiya railway station.” গুৱাকুছি

শাসনত উল্লিখিত পণ্ডৰী ভূভাগ পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদে ৰঙিয়া ষ্টেশ্যনৰ অঞ্চলৰ মৌজা পাণ্ডুৰীৰে একে বুলি কৈছে, যদিও ফলিত এই ভূভাগৰ মহাগৌৰী কামেশ্বৰৰ স্বত্বাধিকৃত ভূমিৰ চিন-স্বৰূপে বৰ্তমানে এই দুই দেৱতাৰ কোনো মন্দিৰ আদিৰ চিন ৰঙিয়া অঞ্চলত নাই। গতিকে পণ্ডৰী আৰু পাণ্ডুৰীৰ অভিন্নতা স্থাপন কৰা টান। আনফালে আমাৰ ফলিৰ পাণ্ডৰীৰ (পাণ্ডৰী?) লগত ইন্দ্ৰপালৰ ফলিৰ পণ্ডৰীক একে বুলি ভাবিব পাৰিনে, ক'ব নোৱাৰি, যদিচ আমাৰ ফলিতো কামেশ্বৰৰ মঠৰ উল্লেখ পোৱা যায়। কামৰূপৰ ভিতৰত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ চাৰিআলিত কামেশ্বৰ মন্দিৰ এটি আছে আৰু সেই অঞ্চলতে খৰালি শুকাই বাৰিষা পানীৰে ভৰি পৰা ডিমৌ নামৰ এটা জান আছে। সেয়ে 'ডিমোয়ি' বা 'শুখ-ডিমোয়ি'নেকি?

এই ফলিৰ যোগে মাধৱ ৰজাই এশ পুটক ভূমি দাম কৰিছে। ফলিৰ ৮, ১১, ৫২ শাৰীত সেই কথা দোহৰা হৈছে। ইয়াৰ উপৰি শাৰীবোৰত মণি এধাৰৰ মাজৰ সূতাডালৰ দৰে মাটিৰ পৰিমাণৰ হিছাপৰ এটা অঙ্ক উধৰপৰা মুধলৈকে লৰিব লাগিছে। ক'তোবা 'ৱাটী' অৰ্থাৎ বাৰী কাৰ কেইখন আছে, তাক কোৱা হৈছে, তাৰ মুঠ কালি পৰিমাণো দিয়া হৈছে। তামোলৰ বাৰীত কিমানজোপা 'ল.গু.বৃ,' লম্ব গুৱাক-বৃক্ষ অৰ্থাৎ পূৰঠ গুটি লগা তামোল-গছ আছে আৰু 'প্ৰ.গু.বৃ', প্ৰতি গুৱাক-বৃক্ষত ১০কৈ ধৰিলে কেইগণ্ডা তামোল ওলাব, তাৰপৰা কি 'হিৰণ্য' অৰ্থাৎ খাজনাৰ টকা উঠিব তাকো কোৱা হৈছে, ফলিৰ ৩২, ৩৩, ৩৯, ৪৫ শাৰীৰপৰা দেখা যাব ২৫ ভূমি=১ পুটক; গতিকে ভূমি হ'ল মাটিৰ জোখৰ এটা একক। তি.থা. একপ্ৰকাৰ পথৰুৱা জমি। শা.=শালি-ভূমি। শি.থা. একপ্ৰকাৰ গাঁৱৰ ভিতৰৰ জমি। এতিয়া ইয়াৰ অঙ্কটো লেখি উলিওৱা যাওক।

| | ৱাটী - | | | | | কালি-পৰিমাণ | | |
|---|---|---|---|---|---|---|---|---|
| শাৰী | স্থান | সংখ্যা | ল.গু.বৃ. | হিৰণ্য | শ্ৰেণী | পুটক | ভূমি | মন্তব্য |
| ১২-১৩ | ডলুৰাগ্ৰাম | ... | ... | ... | . | ... | ২,১০০ | পৰিহৃত |
| ১৭-২৪ | অৰ্ধবৰ্ধিত ডলুৰাগ্ৰাম | ১৫+৫ | .... | ... | বাস্তু | ৮ | ... | .... |
| | | ... | ৩২ | ১ | ... | ২ | ০ | |
| ২৪-২৯ | পুৰাতন ডলুৰাগ্ৰাম | ৬+৮ | ... | ... | বাস্তু | ৮ | | |
| | | ... | ৮০ | ২$\frac{১}{২}$ | ... | ৫ | ১৩ | ... ... |

| | | | | | |
|---|---|---|---|---|---|
| ২৯-৩০ | পুৰাতন ডলুৱাগ্ৰাম-ক্ষেত্ৰ... ... ... | | +তি.থা. ২৮ | ৪১ | ৪৭ ... |
| ৩০-৩১ | পুৰাতন ডলুৱাগ্ৰাম ... ... | ৩ | +শি.থা. | ৬ | |
| ৩১-৩৩ | অৰ্ধবৰ্ধিত ডলুৱাগ্ৰাম-ক্ষেত্ৰ ... ... | | শা+তি.থা. | ৩৬ = | ৯০০ দত্ত |
| ৩৩ | অৰ্ধবৰ্ধিত দক্ষিণ ... ... ... | | অৰ্ধবৰ্ধিত গোপ্ৰচাৰ | ৪০= | ১,০০০ ... |
| ৩৩-৪০ | চহ্‌তল-ক্ষেত্ৰ | | | | |
| | চহাউন-দিমোৱী-ক্ষেত্ৰ ... ... ... ... | | ... | ৮ | =৩৫০ ... |
| | কতুৰ-দিমোৱী-দিক্‌পাটিক... ... ... | | গোপ্ৰচাৰ | ... | |
| | ... ... ... | | শা.+তি.থা. | ১৪ | |
| | ... ... ... | | বাস্তু+শা. | ৬০ | |
| ৪০-৪৫ | দুধৰকোঞ্চী ক্ষেত্ৰ ... ... ... | | সা. | ২০= | ৫০০ দত্ত |
| ৪৫-৪৮ | মদিৰথলা ক্ষেত্ৰ ... ... ... | | | ১২ | ... পৰিহৃত |
| ৪৮ | ভতবৰ্ট(?) ... ... ... | | শা. | ২ | দত্ত |
| ৪৮-৪৯ | অজগৰা-ক্ষেত্ৰ ... ... ... | | শা. | ১২ | দত্ত |
| | | | | | ১৪ ... পদাতিৰ পৰিহৃত, দত্ত |
| ৪৯ | হাডম-বন ... ... ... | | অৰ্ধভগ্ন | ৫ | ... ... |

১০৯

## ৰুদ্ৰসিংহৰ ভূমিদানৰ তামৰ ফলি (জয়সাগৰৰ সদাশিৱ-মন্দিৰ)

দাতা—ৰুদ্ৰসিংহ। গ্ৰহীতা—বিদ্যানিধিক মুখ্য কৰি সুৰথ, দশৰথ, জগন্নাথ, বিনন্দ, এই ব্ৰাহ্মণ-ঘৰ। স্থান—পুৰণি ৰংপুৰ ৰাজধানীৰ মেটেকা গাঁও। সময়—১৬২২ শক।

এই ফলিখনি শিৱসাগৰ কলেজৰ সংগ্ৰহালয়ত ৰক্ষিত হৈছে। অধ্যক্ষ শ্ৰীপৰাগ চলিহাৰ সম্মতিৰে অধ্যাপক শ্ৰীনাহেন্দ্ৰ পাদুনে ফলিখনৰ দুটা চাব আৰু তেওঁ পঢ়িব পৰামতে এটা নকল আমালৈ পঠিয়ায়। তাৰপৰা বৰ্তমান পাঠ লোৱা হৈছে। মূলৰ "হৃতমৰ্থীচিত্তঃ" আমাৰ পাঠৰ "হৃতমৰ্থিচিত্তম্"ৰূপে লোৱা হৈছে—ছন্দৰ (বসন্ততিলক) আৰু ব্যাকৰণৰ কাৰণে। ফলিখনিৰ পাঠ আৰু তাৰ আলোচনাৰে

আমাৰ 'ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ তিনিখন তামৰ ফলি' প্ৰবন্ধ 'অসম সাহিত্য সভা পত্ৰিকা'ৰ ২৯শ বছৰ, ১ম সংখ্যাত (১৯৭২) প্ৰকাশ পাইছে।

তামুলী ফুকনৰ বুৰঞ্জীত আছে, ৰুদ্ৰসিংহই "ভেজিত গৰ বান্ধিলে, আৰু মেটেকাত ৰঙ্গপুৰ নগৰ, ও জই সাগৰৰ দল পুখুৰি, ও ৰঙ্গনাথৰ দল পুখুৰি, ও ফাকুআ দল" আদি কৰিলে। 'তুংখুঙ্গীয়া বুৰঞ্জী'ত আছে, "১৬১৯ শকত আঘ্ৰাণত ৰংপুৰত ৪৫ দিনে পুখুৰী খানিলে, ফাগুনত উছৰ্গিলে সকলো মহাজনক আনি, নাম থলে জয়সাগৰ। ১৬২০ শকত ফাগুনত সেই পুখুৰীপাৰত তিনিও দ'ল বান্ধিবলৈ আৰম্ভ কৰিলে। আৰু পুখুৰীৰ উত্তৰ পাৰে বাহৰ কৰি ৰংপুৰ থ'লে। ১৬২২ শকত মাঘত তিনিও দ'ল উছৰ্গিলে। শ্ৰীবিষ্ণুমূৰ্ত্তি শ্ৰীকেশৱৰায়, শ্ৰীশিব, শ্ৰীদুৰ্গা, শ্ৰীগণেশ, শ্ৰীসূৰ্য্য ইত্যাদি মূৰ্ত্তি সংস্থাপন কৰিলে। তৎপশ্চা ৵দেৱে নগৰো ললে, নাম দিলে ৰংপুৰ।" (ছেদ'৫৫)

১১০

**ৰুদ্ৰসিংহৰ ভূমিদানৰ তামৰ ফলি (জয়সাগৰৰ কেশৱ-ৰাই মন্দিৰ)**

দাতা—ৰুদ্ৰসিংহ। গ্ৰহীতা—মুকুন্দৰ ঘৰৰ কৃপাল, কৃষ্ণগতি, ৰাম সৰস্বতী, পৰশুৰাম, জয়ৰাম, জগন্নাথ, পদ্ম মিশ্ৰ আৰু গোবিন্দ মিশ্ৰ। স্থান—পুৰণি ৰংপুৰ ৰাজধানীৰ মেটেকা গাঁও। সময়—১৬৬২ শক।

এই ফলিৰ পাঠ শ্ৰীবেণুধৰ শৰ্মাই 'জয়দৌল পূজাৰীৰ তামৰ ফলি' নাম দি 'বাঁহী'ত (২৭শ বছৰ, কাতি) প্ৰকাশ কৰিছিল। শৰ্মাদেৱে লগৰ টোকাত লিখিছিল, "বৰ্ত্তমান ফলিখন অসম গৱৰ্ণমেণ্টৰ হাতত। মুকুন্দৰ ঘৰৰ ৰামসৰস্বতীৰ ডালৰ বংশ শিলিখাৰ ঘৰত ফলিখন পোৱা হৈছে।" আমাৰ 'ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ তিনিখন তামৰ ফলি' প্ৰবন্ধত (অসম সাহিত্য সভা পত্ৰিকা, ২৯শ বছৰ, ১ম সংখ্যা, ১৯৭২) এই ফলিৰ পাঠ দিয়া হৈছিল। 'বাঁহী'ৰ পাঠৰ (অধ্যাপক শ্ৰীলীলা গগৈয়ে সংগ্ৰহ কৰি দিছে) সংস্কৃত অংশ এনে :

মধুৰিপু পদভক্তি ধৰণ্ড নিঃশেষ পাপো হিমগিৰি নিভ কিৰ্ত্তি শ্ৰীযুতো ৰুদ্ৰসিংহ নৃপ মুকুটে কিৰিতিদঘৃণ্ড পাদাৰ বিন্দো দ্বিতি শৃত বিপ বেদান্ত শৰান্ ভক্তি ভাৰাত স্বস্তি কেশৱৰাই নামধেয় বিষ্ণু দেৱতায়ো শ্ৰীৰুদ্ৰসিংহ মহাৰাজো মূৰ্ত্তিং প্ৰতিস্থাপ্য মণ্ডিৰ সহিত মুশ্ৰেদ্যা কল্লান্ত মক্ষি ভুজৰস চন্দ্ৰলোকে .. .. এতদৰ্থং শ্ৰীৰুদ্ৰ সিংহ নৃপতি কৃতাঞ্জলি ভুত্বা ভবিষ্য ভুপাল পাৰ্থয়েত ষ্যঃ হে ভূপাঃ যূয়ং ধৰ্ম্মপথো লঙ্ঘনং মা কুৰুত, শাস্ত্ৰি জা যুক্তি মনুশৃদ্যা প্যেত ন কৰ্ত্তব্যং, জত্ৰ শাস্ত্ৰং তত্ৰ ধৰ্ম্মং জত্ৰেহি ধৰ্ম্মঃ তত্ৰ হৰি ৰম্বহৰি সত্ৰৱ ৰাজা যতো ৰাজা কেদ লঙ্ঘনমনুষ্টিতমিতি,

অতস্থা নন্যত্ৰ কৰ্ম্মাণি তেষাং কৰস্থা গ্ৰহিশ্যন্তি তে পাটকি নো ভবিষ্যন্তিতি, অপৰয়ত মুকুন্দ নামধেয় ব্ৰাহ্মণায় মেতেকা গ্ৰামে পঞ্চদশ শংক্ষ্যা পুটক ভুমিকা শৃদ্যদত্তা যযশমাক্ষৰে। ইতি।

ইয়াৰ প্ৰথমৰ অংশৰ ছন্দ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীৰজনীকান্ত দেৱ শৰ্মাৰ সহায়ত দ্বিতীয় পাদৰ সূত্ৰ ধৰি মালিনী বুলি স্থিৰ কৰি শ্লোকৰ পাঠ ঠিক কৰা হ'ল। 'কিৰীট' শব্দটো শিখৰ অৰ্থত ধৰিব পাৰি। ফলিৰ বাকী অসমীয়া আৰু সংস্কৃত অংশ জয়সাগৰৰ সদাশিৱ মন্দিৰৰ ফলিৰ (ফলি ১১০) অনুৰূপ; গতিকে সেইফালে দৃষ্টি ৰাখি এই অংশৰ পাঠ গ্ৰহণ কৰা হ'ল। ফলিখনৰ আন পিঠিত আহোম ভাষাত একেখিনি কথাই আছিল বুলি শ্ৰীবেণুধৰ শৰ্মাদেৱে জনাইছে।



আমাৰ সংকলনৰ কাম শেষ কৰাৰ পিছত অসম ৰাজ্যিক সংগ্ৰহালয়ত নতুনকৈ সংগ্ৰহ কৰি সংৰক্ষণ কৰা ২০ খন তামৰ ফলি দেখা পাওঁ। সেইখিনি সংগ্ৰহালয়ৰ তেতিয়াৰ অধ্যক্ষ শ্ৰীমুৰাৰিচৰণ দাসে ১৯৭০ চনত কামৰূপ জিলাৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা সংগ্ৰহ কৰিছিল। ফলিখিনিৰ পাঠ আমি পৰিশিষ্ট গ-ত সন্নিৱেশ কৰিলো শ্ৰীদাসদেৱৰ সৌজন্যত। ফলিখিনিৰ সংখ্যা—১২৮-৩২, ৩৪-৩৬, ৩৮-৪১, ৪৩, ৪৫-৪৬, ৪৮-৪৯, ৫৩-৫৫। ফলি ১২৭, ৩৩, ৩৭, ৪৪, ৪৭, ৫০, ৫১, ৫২ সংগ্ৰহালয়ৰ ভঁৰালত থকাৰ সম্ভেদ পাই সেইখিনিও সামৰা হ'ল।

১২৭

**ৰাণী ৰাজ্যৰ আল্লিবাৰী সত্ৰৰ ধৰ্মোত্তৰৰ তামৰ ফলি**

দাতা-ৰজা—ৰাণী ৰাজ্যৰ ধৰ্ম্মসিংহ (নৰসিংহ?)। গ্ৰহীতা—চৈতন্যপন্থী নিত্যানন্দ আৰু চিন্তামণি গোসাঁই। স্থান—কামৰূপৰ দক্ষিণ পাৰৰ আল্লিবাৰী গাঁও। তাৰিখ—১৫৮৩ শক (?) ১৪ বহাগ। ১৯৫৩ চনৰপৰা ফলিখন ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত আছে।

এই ফলি বিশেষকৈ ইয়াৰ তাৰিখ সম্পৰ্কে সন্দেহ হোৱাত ফলিখনৰ সংস্কৃত অংশ পৰ্যন্ত সম্পাদন নকৰাকৈ যেনে পোৱা গৈছিল তেনেকৈয়ে ৰখা হৈছে। ইয়াৰ সংস্কৃত অংশৰ লগত বৰ্তমান সংকলনৰ ফলি ৪২, ৪৪, ১৩১-১৩৬-ৰ সংস্কৃত অংশ মিলাই চালে পাঠকে আমাৰ সন্দেহৰ কাৰণ বুজি পাব। দেখা যায়, ৰাণীৰ

ফলিৰ সংস্কৃত অংশটো আহোম ৰজাৰ ফলিৰ অনুৰূপ; বিশেষকৈ "কুলজ তৰুণাদিতেন" কথাটি আহোম ৰজাৰ ফলিৰ "(শ্ৰীদুৰ্বৰা-কুলাজ্ঞ-তৰুণাদিত্যেন)" কথাষাৰৰ স্পষ্ট প্ৰতিধ্বনি; কিন্তু আহোম ফলিৰ কথাষাৰেযে বিশেষ এজন বৰফুকনক বুজাইছে, সেইটি সংস্কৃত ভাষা নজনা কোনোবাজনে সম্ভৱতঃ ৰাণী ৰজাৰ ফলিৰ খচৰা কৰিছিল আৰু অৰ্থ নুবুজাকৈয়ে আহোম ৰজাৰ ফলিৰ অংশবিশেষ বহুৱাই দিছিল। গতিকে, আমাৰ অনুমান—ৰাণীৰ ফলিখন অন্ততঃ ফলি ১৩১-ৰ তাৰিখ ১৬৬০ শকৰ পিছৰ হ'ব। ফলিৰ আখৰৰ গঢ়ৰপৰা সেই অনুমান অযুক্তিকৰ নহ'ব যেন লাগে।

আল্লিবাৰী সত্ৰ সম্পৰ্কে 'পবিত্ৰ অসম'ত আমি সেই সত্ৰৰ লোকৰ মুখৰপৰা শুনি লিখিছিলোঁ, "চৈতন্যীয়া নিত্যানন্দৰ বংশধৰ ৰামদেৱে ধীৰা কুমাৰ কলিতাক ধৰ্ম্ম দি তেওঁৰ সহায়ত থান পাতি থৈ যায়। তেওঁলোকৰে বৈ-বংশ বাঢ়িছে। এই সত্ৰ দক্ষিণ পাৰত আছিল। ইয়াতে ৰাণীৰ ৰাজ্যেশ্বৰে পূবে কপাহঠেৰিয়া, পশ্চিমে খৰা আঁহত, উত্তৰে কায়স্থপাৰাৰ দক্ষিণ পাৰ, দখিণে কানীকহনি, এই চাৰি হদৰ মাজত ধৰ্ম্মোত্তৰ ভূমি দান কৰিছিল ১৫৮৩ শকৰ ১৪ বহাগত নিত্যানন্দ আৰু চিন্তামণি গোস্বামীৰ নামত। চিন্তামণিদেৱে উত্তৰ পাৰৰ বৌমাৰিতো আশ্ৰম পাতে। পাছত আল্লিবাৰী সত্ৰ ধৰ্ম্মপুৰ মৌজাৰ বেলশৰ আৰু গন্ধীয়া গাঁৱত বহেহি।"

ৰাজা উপেন্দ্ৰসিংহ আৰু মাধব দ্বিজে লেখা ৰাণীৰ ৰজাৰ বংশাবলী এখনৰ বিৱৰণ পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে *Descriptive Catalogue of Assamese Manuscripts*-অত দিছে। এই বংশাবলীমতে ধৰ্ময়ন্তী নামৰ এগৰাকী মহিলাই নিজৰ জীয়েক ধনী ৰাণীৰ নাম অনুসৰি ৰাণী ৰাজ্য পাতে। ইয়াৰ পিছত ক্ৰমে ধনী-ৰাণীৰ পুত্ৰ মানসিংহ, তেওঁৰ পুত্ৰ জয়সিংহ, তেওঁৰ ভায়েক অনিৰুদ্ধ, তেওঁৰ পুতেক মঙ্গলসিংহ, তেওঁৰ পুত্ৰ ধ্বজসিংহ, তেওঁৰ পুত্ৰ মকৰধ্বজ (এওঁক আহোম বৰফুকনে বধ কৰে), তেওঁৰ পুত্ৰ সুন্দৰসিংহ, কামদেৱসিংহ, নৰসিংহ, দমন, ৰূপসিংহ, তেওঁৰ পুত্ৰ ৰামসিংহ, তেওঁৰ পুত্ৰ আৰু তেওঁৰ ককায়েক বীৰুসিংহ ৰাণীৰ ৰজা হৈছিল। ককায়েক থকাতে ধৰ্মসিংহ বলেৰে ৰজা হৈছিল; বীৰুসিংহই বৰফুকনৰ সহায় লৈ সৈন্য-বলে আগ বাঢ়ি অহাত ধৰ্মসিংহ গাৰো পৰ্বতলৈ পলাই যায়। এই ধৰ্মসিংহই বোধ হয় আমাৰ ফলিৰ ধৰ্মসিংহ। বংশাবলীৰপৰা তেওঁৰ সময় বুজিব পৰা নাযায়। কিন্তু ফলিৰ '১৫৮৩ শক'টো ১৬৮৩ শক বুলি ধৰিলে বোধ হয় অসমীচীন নহ'ব। ফলিৰ 'নৰসিংহ-নাম-নৃপতি' কোন, সি এক সমস্যা হৈ থাকিল।

মন কৰিবলগীয়া যে ফলিত সৎসঙ্গী ভকতৰ নাম দিয়া হৈছে; নামবোৰ লেখাৰ ধৰণো আধুনিক। দ্বিতীয়তে, ফলিখনত আহোম ৰজাৰ ফলিৰ দৰে কৰ-

কাটিল আদি বাবৰ উল্লেখ মন কৰিবলগীয়া। 'ঢোল কোবাই' ধৰ্মোত্তৰ কৰা কথাটিও চকুত লগা কথা।

১২৮

**বংশৰ পৰগণাৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—অনুজ (ডেকা) দুৱৰা বৰফুকন। গ্ৰহীতা—কামাখ্যা গোসাঁনীৰ পূজাৰি বিদ্যাবাগীশ চক্ৰৱৰ্তী। স্থান—বংশৰ পৰগণাৰ গোটানগৰ গাঁও। তাৰিখ—১৬৩৯ শক। ফলিখন ১৯৭০ ছনত কামৰূপ জিলাৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা আনি ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে।

ফলিখনৰ দুই-এটা আখৰ ঘঁহনি খাই নষ্ট হৈছে। ইয়াৰ 'বাড়ি * পুৰা' সম্ভৱতঃ 'বাড়ি ৪ পুৰা' হ'ব পাৰে। 'শ্ৰীযুতানুজ' মূলত 'শ্ৰীযুতনুজ'ৰূপে আছে। কাৰকুন হ'ল ৰাজস্ব বিভাগৰ এক শ্ৰেণীৰ বিষয়া। এই বিষয়াৰ সম্বন্ধে তলৰ কামৰূপৰ পৰগণাবন্দি-সম্পৰ্কীয় আলোচনা চাবলগীয়া।

ফলিৰ শেহৰ 'সাৰ্দ্ধ-সপ্ত-হস্ত-প্ৰমাণ দণ্ড' মন কৰিব লগীয়া। ফলি ১২৯তো এই উল্লেখ আছে। তদুপৰি, 'বাড়ি'ৰ 'ড'ৰ তলত ফুট নকটা কথাটোও মন কৰিব লগীয়া।

১২৯

**গঁৰৈমাৰি সত্ৰৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—অনুজ (ডেকা) দুৱৰা বৰফুকন। গ্ৰহীতা—গঁৰৈমাৰি সত্ৰৰ শ্ৰীৰামদেৱ মেধি। স্থান—দক্ষিণ কামৰূপৰ চামুড়িয়া (চমৰিয়া?) পৰগণা। তাৰিখ—১৬৪৬ শক ২৪ জেঠ। এই ফলিখনো ১৯৭০ ছনত কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা আনি ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে।

ফলিত 'সকলাচলাপাল' (সকলাচলপাল), 'নিৰ্জ্জীত' (নিৰ্জ্জিত), 'শুৰ্য্য' (সূৰ্য্য), 'বাশৱ-বংশাৱতংশ' (বাসৱ-বংশাৱতংস) আছে। 'সত্ৰঙ্গাৰ' কি, ধৰিব পৰা নগ'ল। 'পৰিত্যাগ' শব্দটোৰ 'গ'-টো পৰি গৈছিল, পাছত সৰুকৈ 'ত্যা'ৰ ওপৰতে লেখি থোৱা-হৈছে। এই ফলিতো 'ড়'ৰ ফুটবোৰ নাই।

'সকলাচলপাল' কথাটোৱে দাঁতিয়লীয়া পৰ্বতীয়া ৰজাসকলক ইঙ্গিত কৰিছে। গৰৈমাৰি সত্ৰক পূৰ্বতে মাটি দিয়া হৈছিল, কিন্তু 'ধৰ্ম্মোত্তৰ পত্ৰিকা জি আছিল সি গৃহদাহত দগ্ধ হৈলা কাৰণ' বৰ্তমানখনি 'জীৰ্ণোদ্ধাৰপূৰ্ব্বক প্ৰমাণপট্ট' দিয়া হৈছে।

১৩০

**যৌতুকৰূপে দত্ত ব্ৰহ্মোত্তৰৰ তামৰ ফলি**

ৰজা-ৰাণী—শিৱসিংহ আৰু ফুলেশ্বৰী বৰৰজা। গ্ৰহীতা—পঞ্চানন আচাৰ্যৰ পুত্ৰ বিদ্যাভট্ট ব্ৰাহ্মণ। স্থান—কামৰূপ (?)। তাৰিখ—১৬৪৮ শক ৪ বহাগ। ১৯৪০ চনত কমিছনাৰ অফিচৰপৰা পোৱা এই ফলিখন ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত।

ফলিত 'কেসৰিণে' (কেশৰিণে) আছে। 'কলেৱৰানৱৰত-'ত 'অনৱৰত' অসমীয়া ৰূপ হ'ল, 'অৱিৰত' হ'লে ভাল হ'লহেঁতেন; কিন্তু এনে Prakritism অন্য ফলিতো দেখা পোৱা যায়।

ফলিখনত ৰাণী ফুলেশ্বৰীৰ নাম সন্নিবিষ্ট হৈছে। ১৭২২ চনতে (১৬৪৪ শক) এইজনা ৰাণীয়ে ছত্ৰ লৈ বৰৰজা নাম লৈছিল। ফলিখনেৰে ব্ৰহ্মোত্তৰযে 'যৌতকত্বেন' দান কৰা হৈছে, ই চকুত লগা কথা। এই ফলিত বৰুৱা, ৰবকায়স্থ, চৌধুৰী, পটোৱাৰী আদিক সম্বোধন কৰা হোৱা নাই আৰু কৰ-কাটল আদি ৰহিত কৰা সাধাৰণ ছেদটোও ইয়াত নাই।

১৩১

**মদনমোহন পৰগণাৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—কৃষ্ণানন্দ আৰু থানেশ্বৰ ব্ৰাহ্মণ। স্থান—কামৰূপৰ মদনমোহন পৰগণাৰ সোনেসৰ গাঁও। তাৰিখ—১৬৬০ শক ২৮ কাতি। ফলিখন ১৯৭০ চনত ৰাজ্যিক সংগ্ৰহালয়ে কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা পায়।

ফলিখনৰ সংস্কৃত অংশত নানা প্ৰমাদ আছিল—শ্ৰীসিৱসিহং—(শ্ৰীশিৱসিংহ-), পুণ্যাৰ্থে (পুণ্যাৰ্থ-), মৌলিনাং (মৌলীনাং), লাঞ্চিতাংঘ্ৰিজুগলে (-লাঞ্ছিতাংঘ্ৰি-যুগল), স্বৰ্গাধিৰাজচ (স্বৰ্গাধিৰাজস্য), কুসলি- (কুশলি-), সাৰ্দ্ধসা-(সাধ্বসাৎ)। 'ব্ৰহ্মাত্তৰা' শব্দ আমি তেনেকৈয়ে ৰাখিলোঁ। এই সংস্কৃত অংশৰ লগত ফলি ৪২, ৪৪, ১২৭ (ৰাণী), ১৩২-৩৬ৰ একে অংশৰ মিল।

১৩২

**নামৰৰভাগ পৰগণাৰ গীতা-পাঠকৰ ব্ৰহ্মোত্তৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—সৰ্বেশ্বৰ ব্ৰাহ্মণ। স্থান— নামৰৰভাগ পৰগণাৰ বাঁঠৰ গাঁও। তাৰিখ—১৬৬৩ শক ১১ আঘোণ। ফলিখন ১৯৭০ চনত ৰাজ্যিক সংগ্ৰহালয়ে কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা পায়।

১৩৩

## বংশৰ আদি পৰগণাৰ সৎসঙ্গী ভকতৰ ধৰ্মোত্তৰৰ তামৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—ৰঘুদেৱ মেধি। স্থান—বংশৰ, বনভাগ, কোঁৱৰভাগ পৰগণা। তাৰিখ—১৬৬৩ শক কাতি। ফলিখন ১৯৪০ ৰ পৰা ৰাজ্যিক সংগ্ৰহালয়ত ফলিখন সংৰক্ষিত হৈছে।

ফলিত 'গণনাঞ্চিতাংঘ্ৰি' (গণ-লাঞ্ছিতাংঘ্ৰি?) আছে।

ফলিখনিত জঙ্গলা আৰু অজ্ঞ-জঙ্গলা ভূমি, ভূমিৰ পৰিমাণত বিহি, গ্ৰামৰ পিয়ল চৰু-জোগনিয়া পাইক, মাছ-জোগনিয়া পাইকৰ উল্লেখ মন কৰিব লগীয়া।

১৩৪

## কোঁৱৰভাগ-পূবপাৰ পৰগণাৰ ব্ৰহ্মোত্তৰ-ধৰ্মোত্তৰৰ তামৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—লক্ষ্মীপতি ব্ৰাহ্মণ, ধৰ্মেশ্বৰ মেধি। স্থান—কোঁৱৰভাগ-পূবপাৰ পৰগণা। তাৰিখ—১৬৬৩ শক ৮ ফাগুন। ৰাজ্যিক সংগ্ৰহালয়ে ১৯৭০ চনত ফলিখন কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা সংগ্ৰহ কৰে।

ফলিত 'পুন্যাৰ্থ-' (পুণ্যাৰ্থ-), 'লাঞ্চিতাংঘ্ৰি-' (-লাঞ্ছিতাংঘ্ৰি-), '-কুশলী-' (-কুশলি-) আছিল।

একেখন ফলিতেই লক্ষ্মীপতি ব্ৰাহ্মণক ব্ৰহ্মোত্তৰ আৰু ধৰ্মেশ্বৰ মেধিক ধৰ্মোত্তৰ দিয়া হৈছে।

$৬\frac{১''}{৪} \times ১১\frac{৩''}{৪}$ জোখৰ এই ফলিখনৰ ওপৰ মূৰে সৰু এটুকুৰা তামৰ শলা বা জৰী লগাই ফলিখন ওলমাই থ'ব পৰাকৈ দিয়া আছে।

১৩৫

## বজালী পৰগণাৰ বিসিকুছি গাঁৱৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—শিৱ দেউৰী আৰু ৰত্নেশ্বৰ ব্ৰাহ্মণ। স্থান—বজালী পৰগণাৰ বিসিকুছি গাঁও। তাৰিখ—১৬৬৪ শক ১২ জেঠ। ফলিখন ১৯৭০ চনত ৰাজ্যিক সংগ্ৰহালয়ে কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা পাই থৈছে।

মূলত পাঠ 'শ্ৰীমন্ত-' ('শ্ৰীমৎ', একে ধৰণৰ ফলি ১৩১-৩৪-ত এই

স্থানত 'দত্তা' আছে), 'পুন্যাৰ্থ-' (পুণ্যাৰ্থ-), 'মৌলিনাং' (মৌলীনাং), '-লাঞ্চিতা'- (-লাঞ্ছিতা-), 'তাম্রফলি' (তাম্রফলী)। 'ছপুড়া' শব্দটোৰ 'ছ'টো অলপ ঘঁহি লৈ ওপৰৰ "৮২" অঙ্কটো লিখিবৰ যত্ন দেখা পোৱা যায়।

ফলিখনৰ ($৪\frac{৩"}{৪}$ x $১০\frac{১"}{৪}$) ওপৰফালে মাজতে সৰু আয়তাকাৰ এটা অংশ বাঢ়ি গৈছে আৰু তাতে ওলমাবলৈ জৰী আদি লগাবৰ বাবে ফুটা এটা কৰা আছে।

১৩৬

**বজালী পৰগণাৰ বিচনকুছি গাঁৱৰ ব্ৰহ্মোত্তৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। গ্ৰহীতা—শিৱ দেউৰী (ফলি ১৩৫ চাওক) আৰু হৰি মিশ্ৰ। স্থান—বজালীৰ খুদ্ৰভাম্বা(?) গাঁও। তাৰিখ— ১৬৬৫ মাঘ ২২। ১৯৪০-ৰপৰা ৰাজ্যিক সংগ্ৰহালয়ত ৰক্ষিত। মূল পাঠত 'পুন্যাৰ্থ- (পুণ্যাৰ্থ-), -'লাঞ্চিতাংঘ্ৰি-যুগলং' (-লাঞ্ছিতাংঘ্ৰি-যুগল-)। মাটিৰ শ্ৰেণী হিছাপে 'উবাৰ মাটি হাচিলা জঙ্গলা', 'কঠিয়াতলি' আৰু 'বাড়ি'-ৰ উল্লেখ চকুত লগা বিধৰ।

১৩৭

**দীপ্তেশ্বৰ মন্দিৰৰ দেৱোত্তৰৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। পাত্ৰ—তৰুণ দুৱৰা বৰফুকন। স্থান—পছিমপাৰ পৰগণাৰ দীপ্ত (?) গাঁও আদি। তাৰিখ—১৬৭৬ শক। ১৯৪০ৰ পৰা ফলিখন ৰাজ্যিক সংগ্ৰহালয়ত।

মূলপাঠ 'স্ফুৰ-মকৰন্দ-' (স্ফুৰন্মকৰন্দ-), 'শ্ৰীযুত্তৰুণ' শ্ৰীমুত্তৰুণ-)।

'গৃহানন' মূলত"গৃহানব' আছিল।

এই দীপ্তেশ্বৰৰ মন্দিৰ বা থানাৰ বৰ্তমান অৱস্থিতি সম্পৰ্কে বিশেষ পোৱা নগ'ল। কামৰূপৰ হাতীমূৰা পৰ্বতৰ ধাৰেশ্বৰ শিৱৰ স্থানৰ পূবলৈ এখনি দীপ্তেশ্বৰীৰ থানৰ উল্লেখ 'কামৰূপৰ বুৰঞ্জী'ত আছে।

ফলিখনৰ 'ব্ৰাঁমুন বালিকুচি গা/ওঁ কৃষ্ণনন্দনৰ পতি/ষাব' কথাটি মূল অংশতকৈ পিছত লেখা যেন লাগে আৰু "ডিমেজানা গাওঁ/সত্তোদাহনখে গোবালছ॥" (?) অংশ তাতোকৈ পিছৰ যেন বুলি অনুমান হয়।

১৩৭ক

**চান্দকুছীয়া বৰুৱা সূৰ্যমল্ল-ৰত্নমল্লৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। গ্ৰহীতা—কামৰূপৰ চান্দকুছিৰ বৰুৱা সূৰ্যমল্ল আৰু ৰত্নমল্ল। স্থান—বনভাগ, নামৰৰভাগ আৰু বগৰিবাৰী পৰগণা। তাৰিখ—১৬৭৭ শক।

ছান্দকুছীয়া বৰুৱা বংশৰ শ্ৰীযতীন্দ্ৰমল্ল বুজৰবৰুৱাৰপৰা ($১৪\frac{১"}{২}$ x $৭\frac{১"}{২}$) জোখৰ এই ফলিখনি পাই তাৰ পাঠ উদ্ধাৰ কৰা হ'ল।

মূলৰ পাঠ '-ভ্ৰাজমানাদি-' (-ভ্ৰাজমানাঙ্ঘ্ৰি-), '-গোত্ৰাৰ্ণাবন্দু' ঃ (-গোত্ৰাৰ্ণৱেন্দুঃ), 'সসধৰহিৰক্ষিৰহিণ্ডিৰকিৰ্ত্তিনিজ-' (শশধৰ-হীৰ-ক্ষীৰ-হিণ্ডীৰ-কীৰ্ত্তিৰ্নিজ-), 'নিজ্জিতা-' (নিৰ্জ্জিতা-), '-ভূভৃন°' (-ভূভৃন্)।

চান্দকুছীয়া বৰুৱাৰ বংশৰ আদিপুৰুষ ভাস্কৰ গদাধৰসিংহৰ কোঁৱৰালি দিনত কনৌজৰপৰা অসমলৈ আহে আৰু গদাধৰ পাটত উঠিলত পাটগিৰি বিষয় পায়। তেওঁৰ পুত্ৰ শুকদেৱক গদাধৰসিংহই বৰুৱা পাতে। শুকদেৱৰ সাত পুত্ৰৰ ভিতৰত ছত্ৰপতিৰ পুত্ৰ হ'ল বুৰঞ্জীখ্যাত বীৰ হৰদত্ত আৰু বীৰদত্ত। শুকদেৱৰ আন এজন পুত্ৰ কল্যাণমল্লৰ পুত্ৰ বক্তমল্ল ৰুদ্ৰসিংহৰ দিনত মাধাপুৰত ছৰছৰ খাতা পৰগণাৰ চৌধুৰী হৈ থকাৰ পিছত শিৱসিংহৰ কালত চান্দকুছিৰ বুজৰবৰুৱা হয় আৰু ১৬৪১-৭৩ শক কালছোৱাত সেই বিষয় খায়। এওঁৰ দিনৰ ৰজাঘৰীয়া ধৰ্মত্ৰ আৰু নানকাৰৰ ফলি আদি বৰ্তমানে নোহোৱা হৈছে। এওঁৰ মৃত্যুত ক্ৰমে দ্বিতীয় পুত্ৰ সূৰ্যমল্ল (১৬৭৩-৭৮), প্ৰথম পুত্ৰ চন্দ্ৰমল্ল (১৬৭৮-৮৫) বুজৰবৰুৱা হয়। মাজতে কিছু কাল বংশৰপৰা বিষয়টো আঁতৰি যায় আৰু হাজোৰ বৰুৱাবাৰীৰ সাগৰমুখী বৰুৱাই ৰাজেশ্বৰসিংহলৈ নিজৰ ভনীয়েকক বিয়া দি বিষয়টো লয় (১৬৮৫-৯২)। তাৰ পিছত চন্দ্ৰমল্ল পুনৰ বুজৰবৰুৱা হয় (১৬৯২-৯৩) লক্ষ্মীসিংহ ৰজাৰ দিনত। লক্ষ্মীসিংহৰ ৰাজত্বতে ৰঙিয়া অঞ্চলৰ জয়ন্তীপুৰৰ ব্ৰাহ্মণ বিদ্যানন্দ আৰু তৎপুত্ৰ কামেশ্বৰ বুজৰবৰুৱা হৈছিল (১৬৯৩-৯৬)। তাৰ পাছতহে বক্তমল্লৰ পুত্ৰ ৰত্নমল্ল বুজৰবৰুৱা হয় (১৬৯৬-১৭০৩)। ৰত্নমল্লৰ পুত্ৰ শত্ৰুমল্লই কিছু গীতৰ এখনি পুথি ৰচনা কৰিছিল। বিশ্বাস আছে, চন্দ্ৰমল্লৰ নাম অনুসৰিয়ে অঞ্চটোৰ নাম চান্দকুছি হয়। বুজৰবৰুৱাসকলে দেৱীৰো উপাসনা কৰে। আনফালে, বক্তমল্লৰ আমোলত মাধাপুৰ আৰু মৰিকুছি (মৰুকুছি, এতিয়া চান্দকুছি)—এই দুখন সচজী সত্ৰ কৰিবৰ বাবে এওঁলোকে ৰজাৰপৰা হেজাৰ হেজাৰ পুৰা জমিও পাইছিল। সেই সত্ৰত হৰি-সেৱা, অতিথি-শুশ্ৰূষা হোৱাৰ নিয়ম আছিল।

বক্তমল্লৰ এখনি ফলিৰ নকল কামৰূপৰ উপায়ুক্তৰ মহাফেজখানাৰ মহজৰ ৰহীত (সংখ্যা ২০৪) ৰখা হৈছে।

১৩৮

**পূবপাৰ আদি পৰগণাৰ ভূমিদান আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। গ্ৰহীতা—কামাখ্যা গোসাঁনীৰ(?) ৰবদেউৰী যদুনাথ ব্ৰাহ্মণ। স্থান—পূবপাৰ, ৰবৰংশৰ আদি পৰগণা। তাৰিখ—১৬৮১ শক আহাৰ। ৰাজ্যিক সংগ্ৰহালয়ে ১৯৭০ চনত এই ফলি সংগ্ৰহ কৰে।

মূলপাঠ 'দ্বিজায়ে' (দ্বিজায়)। বেফৰ লগৰ সকলো দ্বিতৰ মাজত দ্বিত্ব-বিহীন "নিৰ্জিত" চকুত লাগে।

এই ফলিত ভালেকেইটা শব্দৰ সংক্ষিপ্ত ৰূপ ব্যৱহৃত হৈছে—ক° (কলিতা), কো° (কোচ), কৈ° (কৈবৰ্ত), পো° (পোৰা), ঘ° (ঘৰ), গ° (?)।

১৩৯

**নামবৰভাগ পৰগণাৰ নানকাৰৰ তামৰ ফলি**

ৰজা—শিৱসিংহ। গ্ৰহীতা—জগতানন্দ মজুমদাৰ। স্থান—নামবৰভাগ পৰগণাৰ কাৰি গাঁও। তাৰিখ—১৬৮৫ শক ১০ ৰহাগ। ১৯৭০ ৰ পৰা ফলিখনি ৰাজ্যিক সংগ্ৰহালয়ত।

মূলপাঠ -'লসত-' (-লসৎ-), 'সূৰ্য্য' (সূৰ্য্যো), 'নিতি' (নীতি), 'সমুত্বত্তি' (সম্যগ্বৃত্তি)।

১৪০

**বিশ্বনাথ গোসাঁইৰ ঠাকুৰ-নিয়োগৰ আৰু ব্ৰহ্মোত্তৰৰ তামৰ ফলি**

ৰজা—লক্ষ্মীসিংহ। গ্ৰহীতা—সভ্ৰাতৃক দুৰ্গাৰাম বিপ্ৰ। স্থান—কাঠকটিয়া আৰু পানীভঁৰাল পথাৰ (দৰং?)। তাৰিখ—১৬৯৬ শক জেঠ। এই ফলিও ১৯৭০ চনত সংগ্ৰহালয়ে উপায়ুক্তৰ কাৰ্য্যালয়ৰপৰা পাইছিল।

ফলিৰ পাঠত 'দুৰ্গাৰামাযায়' (দুৰ্গাৰামায়), '-মত্রিকাং' (পট্টিকাং)।

এই ফলিয়ে ভূতচতুৰ্দশীৰ পূজা আগ বঢ়ায় সভ্ৰাতৃক দুৰ্গাৰামক ঠাকুৰ পাতিছে, দুটা লিকচৌ দিছে আৰু ৰাজমাওৰ শ্ৰাদ্ধত ২২ পুৰা মাটি আৰু আঢ়েটা পাইক দিছে।

কামৰূপৰ উপায়ুক্তৰ মহজৰ বহীত এই ফলিৰ পাঠ (সংখ্যা ২৩৭) ৰক্ষিত হৈছে।

১৪১

**পশ্চিমপাৰ খাতা আদি পৰগণাৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি**

ৰজা—লক্ষ্মীসিংহ। গ্ৰহীতা—শ্ৰীচন্দ্ৰমোহন ব্ৰাহ্মণ। স্থান—মদনমোহন, পশ্চিমপাৰ, খাতা, দেহৰ, কছাৰীমহল পৰগণা। তাৰিখ—১৭০১ শক ২০ জেঠ। এই ফলি ১৯..... চনত কামৰূপ জিলাৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা সংগ্ৰহালয়ে পাইছে।

ফলিৰ পাঠত -'সম্ভ-' (শম্ভ); ৰ, ড়-বিলাকৰ তলৰ চিনবিলাক প্ৰায় দিয়া হোৱা নাই।

সংক্ষিপ্ত ৰূপৰ ভিতৰত তু°= তুৰা (তুৰুক, মুছলমান?) ক°= কলিতা, কু°= কুমাৰ, পো°= পোৱা (এটা মানুহ)।

কামৰূপৰ উপায়ুক্তৰ মহজৰ বহীত ১৭০৮ শকৰ ১১ জেঠৰ প্ৰায় একে ধৰণৰ এখনি ফলিৰ পাঠ (সংখ্যা ২৩৯) আছে।

১৪২

**কামাখ্যা দেৱীৰ লক্ষ বলিৰ ফলি**

ৰজা—গৌৰীনাথসিংহ। পাত্ৰ—হৰনাথ দুৱৰা সেনাপতি বৰফুকন। স্থান—নীলাচলৰ কামাখ্যা দেৱীৰ মূল মন্দিৰৰ সমুখত ইটাৰে সজোৱা নাটমন্দিৰত এই তামৰ ফলিখন দেৱালৰ গাত লগাই দিয়া আছে। তাৰিখ—১৭০৪ শক।

মূলত '-দ্ৰমকল্পো' (-দ্ৰু-কল্পো), 'পূৰ্ব্বঃ' (হপূৰ্ব্ব-), 'ৰাজ্জে' (ৰাজ্যে), শততং (সততং), 'শুভেবহ্নি' (শুভেহহ্নি)। ফলিৰ প্ৰথম, চতুৰ্থ আৰু সপ্তম শ্লোক স্ৰগ্ধৰা ছন্দত আৰু বাকী কেইটা শাৰ্দূলবিক্ৰীড়িত ছন্দত ৰচিত। পঞ্চম শ্লোকৰ প্ৰথম শাৰীত আৰু ফলিৰ একেবাৰেই শেষৰ শাৰীত ছন্দপতন হোৱা দেখা যায়।

এই ফলিখনৰ সানুবাদ পাঠ এটা সোণাৰাম চৌধুৰীয়ে "বাঁহী"ৰ পঞ্চদশ বছৰ দ্বাদশ সংখ্যাত প্ৰকাশ কৰিছিল, কিন্তু সেই পাঠ পূৰাকৈ আমি নাপালো। সেই পাঠত -'হোতৃ-' (-হেতি-), 'দাবানলৈঃ' (-দাবানলো), 'স্বান্ত্ৰা' (-শ্চণ্ডা-), '-ৰণীতঃ' (ৰথাংশুঃ) আদি গ্ৰহণ কৰা হৈছে।

সমস্ত ফলিখন এটা বিৱৰণমূলক কবিতাৰ দৰে—কেনেকৈ প্ৰবল প্ৰতাপী গৌৰীনাথসিংহ স্বৰ্গদেৱে কামাখ্যালৈ লক্ষ বলি দিবৰ মানস কৰে আৰু ৰঙাচিলা দুৱৰা বংশৰ হৰনাথ বৰফুকনক তাৰ ভাৰ দিয়ে আৰু কেনেকৈ হৰনাথ গুৱাহাটীলৈ আহি ১৭০৪ শকত দিনৰ পাছত দিনকৈ ছাগলি, পাৰ আৰু ম'হ বলি দিয়াই লক্ষ সংখ্যা পূৰ কৰে।

১৪৩

**হয়গ্ৰীৱ-মাধৱ আৰু কেদাৰৰ চোঁৱৰ আৰু পিকদান ধৰোঁতাৰ তামৰ ফলি**

ৰজা—গৌৰীনাথসিংহ। পাত্ৰ—হৰনাথ বৰফুকন। স্থান—হাজোৰ হয়গ্ৰীৱ-মাধৱ আৰু কেদাৰ মন্দিৰৰ নামবৰভাগ পৰগণাৰ মাটি। তাৰিখ—১৭০৫ শক ৯ আহিন। ফলিখন কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা সংগ্ৰহালয়ে ১৯৭০ চনত সংগ্ৰহ কৰে। ফলিৰ পাঠ বৰ সুন্দৰ।

মা ৺৺৺ = হয়গ্ৰীৱ-মাধৱ গোসাঁইত, মাং = মাটি। হৰনাথ বৰফুকনে ছতোলা সোণ খটোৱা আশী তোলা ৰূপৰ এটা পিকদান আৰু ছতোলা ৰূপৰ মুঠি লগোৱা এডাল চোঁৱৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰত আৰু তেনে এডাল চোঁৱৰ কেদাৰ-মন্দিৰত দিয়ে। সেইবোৰ ধাৰণ কৰিবৰ অৰ্থে মন্দিৰৰ আগৰ পাইকৰ লগতে তিনিটা গোট পাইক বঢ়াই দিয়া হয়; আৰু প্ৰতি গোট পাইকত ১৬ পুৰাকৈ মুঠ ৪৮ পুৰা মাটি দিয়া হয়। তদুপৰি, মাধৱৰ ওঠৰটি পৰ্বত পৰমান্ন লগাবৰ অৰ্থে বোৰঁতী মাটি ন পুৰা আৰু বড়ি-মাটিও ১২ পুৰা দুই গোসাঁইৰ নামত পাইকক দিয়া হয়।

১৪৪

**হয়গ্ৰীৱ-মাধৱৰ দেৱালয়ৰ অৰ্থে নাও, মুদৈ, ধনৰ নিবন্ধনৰ তামৰ ফলি**

ৰজা—গৌৰীনাথসিংহ। পাত্ৰ—হৰনাথ সেনাপতি বৰফুকন। তাৰিখ—১৭০৫ শক ২৩ পুহ। ১৯৪০ৰপৰা এই ফলি সংগ্ৰহালয়ত সংৰক্ষিত আছে।

মন কৰিবলগীয়া, ফলিখনত সংস্কৃত ভাষাৰ কথা নাই। ফলিৰ 'শ্ৰীৰাম' শব্দটোৰ তলতে সৰুকৈ আয়তক্ষেত্ৰ এটা অঁকা আছে, কিন্তু তাৰ ভিতৰত কোনো কথা নাই। তাৰ পাছৰ দুশাৰীৰ তলত ঠাই এৰি তাৰ তলৰ দুশাৰী, আকৌ ঠাই এৰি তাৰ তলৰ দুশাৰী, আকৌ ঠাই এৰি ফলিখনৰ ঘাই কথাখিনি লেখা হৈছে। ইয়াত কামৰূপৰ আনবোৰ ফলিৰ দৰে বৰুৱা, বৰকায়স্থ, পটোৱাৰী, ঠাকুৰীয়া আদিক সম্বোধন নকৰি বৰদুৱৰীয়া, দুৱৰীয়া (এইসকল পানীফাটৰ বিষয়া), ভুঞা, কাকতীকহে সম্বোধন কৰা হৈছে। কাৰণ, যি দুখন নাও অদানী অৰ্থাৎ দান বোলা কৰৰপৰা মুক্ত কৰি দিয়া হৈছে, সেই নাও, তাৰ মুদৈ আৰু পাইকক ইয়াত নাম থকা বিষয়াসকলেহে পাব। নাও দুখনৰ মুদৈয়ে মাধৱৰ দেৱালয়ৰপৰা ধন (ধনৰ পৰিমাণটো দুৰ্ভাগ্যক্ৰমতঃ ধৰিব নোৱৰা হ'ল) লৈ তাৰে বেপাৰ কৰি লভ্যাংশ পুনৰ দেৱালয়ত দিয়াৰ দিহা কৰা হ'ল এই ফলিৰ দ্বাৰা।

১৪৫

**পশ্চিমপাৰ পৰগণাৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি**

ৰজা—গৌৰীনাথসিংহ। পাত্ৰ—পশ্চিমপাৰ পৰগণা। গ্ৰহীতা—হৰিশ্চন্দ্ৰ, কুঞ্জমোহন আৰু সূৰ্যমোহন ব্ৰাহ্মণ। তাৰিখ—১৭০৮ শক ১১ জেঠ। ১৯৪০ত কমিছনাৰ আদিৰপৰা সংগ্ৰহালয়ে এই ফলি পায়।

সঙ্কেতবোৰ ঃ পু°-পুৰা; পো°-পোৱা; চ° (? চমাৰ, চঁড়াল)।

কামৰূপৰ উপায়ুক্তৰ মহজৰ বহীত এই ফলিৰ পাঠ (সংখ্যা ২৩৯) আছে।

১৪৬

**বেলতলাৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি**

দাতা-ৰজা—গৌৰীনাথসিংহ। গ্ৰহীতা—পূৰ্বে জমি ভোগ কৰোঁতা প্ৰাণবল্লভ ব্ৰাহ্মণৰ ভাঁয়েক সুক কটকী। স্থান—বেলতলাৰ অন্তৰ্গত সৰু সজাই। তাৰিখ—১৭১১ শক ৩ আহাৰ। ফলিখন ১৯৭০ চনত কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা সংগ্ৰহালয়ে আহৰণ কৰে।

ফলিৰ-পাঠ ঃ 'শ্ৰীকামাক্ষা' (শ্ৰীকামাখ্যা), '-শষ্ট'- ('-শস্ত-), '-কিৰ্ত্তিঃ' (-কীৰ্ত্তিঃ), 'শাতি-' (দত্তি-)।

এইখিনি জীৰ্ণোদ্ধাৰ পত্ৰখন আগৰ পত্ৰ নষ্ট হোৱাত দিয়া হৈছে।

১৪৭

**পূৰথৰিয়াৰ নিৰাময় বৰাৰ তামৰ ফলি**

দাতা-ৰজা—গৌৰীনাথসিংহ। গ্ৰহীতা—খৰঙ্গিৰ (নগাঁও?) নিৰাময় বৰা। স্থান—দৰঙী ৰাজ্যত বৰনদীৰ পূবলৈ। তাৰিখ—১৭১৪ শক ১০ মাঘ। ফলিখন ১৯৪০ চনত সংগ্ৰহালয়ে কমিছনাৰ অফিচৰপৰা পায়।

ফলিৰ পাঠ ঃ 'নৰেস্বৰানাং' (নৰেশ্বৰাণাং), 'শ্ৰীস-' (শ্ৰীশ-), 'কিৰ্ত্তিঃ (-কীৰ্ত্তিঃ), '-জোগ্যা' (-যুগ্মো), 'সত্ৰু-' (শত্ৰু-)

দৰঙী ৰজা মহতনাৰায়ণ হ'ল 'ডাঙৰ ৰজা' মোদনাৰায়ণৰ পুত্ৰ আৰু সমুদ্ৰনাৰায়ণৰ পিতৃ। এই ফলিত মন কৰিবলগীয়া যে দৰঙী ৰাজ্যত স্বৰ্গদেৱসকলেও মাটি-বৃত্তি দান কৰিছিল আৰু দৰঙী ৰজাসকলৰো তেনে ক্ষমতা আছিল। ফলিখন গৌৰীনাথসিংহই গুৱাহাটীৰ ওপৰ নাওশালি বাহৰত থাকি কৰাইছিল।

নিৰাময় হ'ল (বৰ্তমান নগাঁৱৰ) খৰণ্ডি হাজাৰৰ অন্তৰ্গত পূৰথৰিয়া শয়েকৰ

কুৰীয়া বৰা। তেওঁক দৰঙীৰ মহতনাৰায়ণ ৰজাই দিয়া আৰু এতিয়া আকৌ দিয়া মাটি হ'ল বৰনদীৰ পূব পাৰে দৰঙী ৰাজ্যৰ ভিতৰত।

১৪৮

## গুৱাহাটীত কটকী-নিয়োগৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ। নিযুক্ত লোক (গ্ৰহীতা)—পানীদিহিঙীয়া ডাগিৰ বলৰাম। তাৰিখ—১৭১৪ শক ৩১ শাওণ। ফলিখন ১৯৭০ চনত ৰাজ্যিক সংগ্ৰহালয়ে কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা পাইছিল।

এই ফলিখনো গৌৰীনাথসিংহ স্বৰ্গদেৱে গুৱাহাটীৰ নাওশালি বাহৰত থাকি কটাই দিছিল। আহোম ৰজাৰ দিনত খেলবিলাক কুৰি, শ আৰু হাজাৰৰ লেখ কৰি সংগঠন কৰা হৈছিল আৰু কুৰিৰ ওপৰত বৰা, শৰ ওপৰত শইকীয়া আৰু হাজাৰৰ ওপৰত হাজৰিকা বা হাজৰিকিয়া নামৰ কাৰ্যকৰ্তা আছিল। ৰজাই কাঁড়ীৰ খেলৰ বলৰামক কামত ভাল পাই সেই খেলৰপৰা নাম কটাই বৰকটকী কৰিছে আৰু বংশৰ পাঁচটা মানুহ অৰ্থাৎ পাঁচপোৱা পাইককো সেইদৰে নাম কাটি আনি বলৰামৰ লগত দিছে আৰু মাটি-বৃত্তিও দিছে।

ফলিখনৰ বাঁওহাতে তামেৰে কৰা ওলমাই ধৰিব পৰা যতন লগোৱা আছে আৰু বিপৰীত পিঠিত আহোম আখৰত আহোম ভাষাৰ ১০ শাৰী লেখা আছে।

১৪৯

## গোবিন্দৰ সেৱাৰ তেল-ঘিউ শোধোৱাৰ গুৱাহাটীৰ তামৰ ফলি

ৰজা—গৌৰীনাথসিংহ। বিগ্ৰহ—এই ফলিৰ গোবিন্দদেৱ সম্ভৱতঃ মাজুলীৰ আউনীআটি সত্ৰৰ গোবিন্দ ঠাকুৰ। স্থান—ৰামচা পৰগণা (কামৰূপ)। তাৰিখ—১৭১৪ শকৰ আহিন।

ফলিখনৰ সংস্কৃত অংশৰ পাঠ বৰ পৰিষ্কাৰ নহয়। 'দান দিলে' অৰ্থত 'ব্যাদাৎ' আৰু 'দত্তা' অৰ্থত 'বিস্তীৰ্ণা' বৰ সুখকৰ নহয়; এই থলত 'প্ৰাদাৎ' আৰু 'বিতীৰ্ণা' হ'লেই ভাল হ'লহেঁতেন। 'অৱিৰুদ্ধ' শব্দটো পাইকৰ বাবৰপৰা মুকলিকৈ দিয়া অৰ্থত ব্যৱহাৰ কৰা হৈছে। তদুপৰি, ফলিত 'দেবেন্দু-সসধৰ-সকে' (বেদেন্দু-শশধৰ-শকে) আৰু 'যুস্মাভিঃ' (যুষ্মাভিঃ) আছিল।

এই ফলিখনো ৰজাই গুৱাহাটীৰ ওপৰ নাওশালি বাহৰত দিয়াইছিল। বৰফুকনক থগু৷ শোধোৱা বাব থকা পাইক আঢ়ৈ পোৱা সেই বাবৰপৰা আনি গোবিন্দৰ সেৱাৰ তেল-ঘিউ শোধাওঁতা কৰি দিয়া হৈছে।

১৫০

**প্ৰতাপবল্লভ বৰফুকনৰ বৰজনা গৃহিণীয়ে হয়গ্ৰীৱ-মাধৱলৈ দিয়া মাটি আৰু পাইকৰ তামৰ ফলি**

ৰজা—কমলেশ্বৰসিংহ। পাত্ৰ—প্ৰতাপবল্লভ বৰফুকন। প্ৰকৃত দান কৰোঁতা—বৰফুকনৰ বৰপত্নী শ্ৰীমতী সয়নী। স্থান—হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ। তাৰিখ—১৭২৭ শকৰ ১১ মাঘ। ১৯৪০ চনত ফলিখন সংগ্ৰহালয়ে কমিছনাৰ অফিচৰপৰা পায়।

সংস্কৃত অংশৰ ফুট ফুট দিয়া অংশত পূৰ্বৰ লেখা কাটি এনেভাৱে লেখাৰ যত্ন কৰা হৈছিল যেন লাগে ঃ অপৰং ৰজত তদব্যাজপৰা প্ৰদাপকম্।

ফলিত সিংহচাব নাই, মোহৰটি হ'ল বৰফুকন ফুল-চাবহে। বৰফুকননীয়ে গৌৰীচন্দ্ৰ বুজৰবৰুৱাৰ ঘৰৰ মানুহ এঘৰ সাত কুৰি ৰূপত কিনি পতি-পত্নীৰ কুশলৰ অৰ্থে মন্দিৰত নিতে অখণ্ড প্ৰদীপ জলাই আৰু বিশেষ পৰ্বত নৈৱেদ্য দি থাকিবৰ নিমিত্তে উছৰ্গা কৰিছে। সেই পাইকৰ প্ৰৱৰ্তনৰ অৰ্থে ১৬ পুৰা আৰু নৈৱেদ্যৰ অৰ্থে ছপুৰা মাটি দিয়া হৈছে। তদুপৰি, পাইকৰ হাতত চাৰি কুৰি ৰূপ দিয়া গ'ল—তাৰ ব্যাজ অৰ্থাৎ সুদৰপৰা অখণ্ড প্ৰদীপ জলাবৰ অৰ্থে। প্ৰদীপৰ শিহাকানিৰ বাবেও সুকীয়াকৈ ধন দিয়া গ'ল। সুদ মেলিবলৈ দিয়া ৰূপ চাৰিকুৰি 'নাৰাণি' বা নাৰায়ণী অৰ্থাৎ কোচবেহাৰ ৰাজ্যৰ মোহৰৰূপে দিয়া হৈছে। ফলিৰপৰা দেখা যায় বৰফুকনৰ পত্নীৰ দৰে বিষয়াৰ সহধৰ্মিণীয়েও মানুহ কিনি দেৱলীলা পাইক কৰি ফলি কটাই দিব পাৰিছিল। গতিকে, কেইবাফালৰপৰা ফলিখনৰ বিষয়-বস্তু অৰ্থপূৰ্ণ। সেইদৰে মন কৰিবলগীয়া ফলিৰ তলৰ তপছিল।

কমলেশ্বৰ সিংহৰ দিনত মানুহ বেচা-কিনা পত্ৰ (সংখ্যা ৯৫) আৰু সেই সম্পৰ্কে টোকা চাওক।

১৫১

**মৰাণ-ভগনত হেৰোৱা ব্ৰহ্মোত্তৰৰ পুনৰুদ্ধাৰৰ তামৰ ফলি**

ৰজা—কমলেশ্বৰসিংহ। পাত্ৰ—পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজমন্ত্ৰী। গ্ৰহীতা—শ্ৰীথানোল-ব্ৰাহ্মণ। তাৰিখ—১৭২৭ শক। এই ফলিখন ১৯৪০ চনত কমিছনাৰৰ অফিচৰপৰা ৰাজ্যিক সংগ্ৰহালয়ে পায়। কিন্তু ফলিখন ভাগি টুকুৰা-টুকুৰ হৈ আছে। তদুপৰি তাৰ চাৰিটা টুকুৰাহে পোৱা গৈছে। সিবোৰৰ গাৰ আখৰবোৰো সহজে পঢ়া টান। কিন্তু ফলিখন এটা কথাৰ কাৰণে বিশেষকৈ তাৎপৰ্যপূৰ্ণ—মৰাণ-ভগন অৰ্থাৎ মায়ামৰীয়াৰ বিদ্ৰোহৰ সময়ত দেশ লণ্ডভণ্ড হোৱা কালত মানুহে কেনেকৈ কছাৰীৰ

ৰাজ্যত সোমাইছিলগৈ, আৰু বিদ্ৰোহ শাম কটাত কেনেকৈ ভগনীয়াসকলক পুনঃসংস্থাপন কৰিবলগীয়া হৈছিল, তাৰ ইঙ্গিত ইয়াত আছে।

এই ফলিত মাটি দিয়া দুলিয়া গাঞ্জ ক'ত বুজিব পৰা নগ'ল।

এনে চিনে ফলিৰ ভগা টুকুৰাৰ ভগা ফালৰ নিৰ্দেশ দিব। ফলিৰ আনটো পিঠিত আহোম ভাষাত লেখা কথা আছিল।

১৫২

**পছমৰীয়া সৰুজনা গোসাঁইৰ পাইকৰ তামৰ ফলি**

ৰজা—চন্দ্ৰকান্তসিংহ। পাত্ৰ— পূৰ্ণানন্দ বুঢ়াগোহাঁই। (এওঁৰ যোগে গোসাঁয়ে আবেদন জনাইছিল)। গ্ৰহীতা—পছমৰা গাঁৱৰ সৰুজনা গোসাঁই। স্থান—দৰঙী ৰাজ্য। তাৰিখ—১৭৩৮ শক। ফলিখন ১৯৪০ চনত বাজ্যিক সংগ্ৰহালয়ে কমিছনাৰৰ অফিচৰপৰা পায়।

ফলিৰ পাঠ ঃ '-বংসোৎপল-' (-বংশোৎপল-), '-সন্নীন-' (-সংলীন-), '-কৃণ-' (-কুল-), '-শহস্ৰা-' (-সহস্ৰ-)।

পছমৰীয়া গোসাঁইকে লোকে ন গোসাঁয়ো বোলে। "চুন্যেউফা লক্ষ্মীসিংহৰ (১৬৯১-১৭০২ শক) গুৰু হ'বলৈ পৰ্বতীয়া গোসাঁই ৰাজী নোহোৱাত তেওঁ ৰমানন্দ ভট্টাচাৰ্য্য নামে সৰু কালৰ অধ্যাপকৰ ওচৰত শিৱ-মন্ত্ৰত দীক্ষিত হয়। ভট্টাচাৰ্য্যকে পছমৰীয়া বা ন গোসাঁই বুলি লোকে জানে।" (শ্ৰীশ্ৰীশঙ্কৰদেৱ, ষষ্ঠ খণ্ড) ন গোঁসাইৰ বংশৰে তিনিটা ঠাল—বৰ, মাজু, সৰু। ফলিত 'দৰঙ্গি চয়ো হাজাৰৰ ভিং' (ভিতৰৰ) বোলোঁতে দৰঙী ৰাজ্য ছটা হাজাৰেই থকা যেন লাগে—গোহাঁই হাজাৰ, কাথৰ হাজাৰ, কলিতা হাজাৰ, খটৰ হাজাৰ, মহিমা হাজাৰ আৰু আঠিয়াবৰিয়া হাজাৰ। ফলি ১৫৩-তো এককেইটা হাজাৰৰে উল্লেখ আছে। দৰঙী ৰজাৰ তলতীয়া প্ৰজা ইয়াৰ বাহিৰেও সুকীয়াকৈ আছিল। পাইকৰ নামখিনি ফলিত পাঁচটা সমান্তৰাল স্তম্ভ কৰি কটা হৈছে।

কামৰূপৰ উপায়ুক্তৰ মহজৰ বহীত ২০৯ আৰু ২১৪-সংখ্যক পাঠ চাওক।

১৫৩

**আউনী-আটিৰ গোবিন্দ ঠাকুৰৰ অখণ্ড-প্ৰদীপৰ অৰ্থে তামৰ ফলি**

ৰজা—চন্দ্ৰকান্তসিংহ। স্থান—মাজুলীৰ আউনীআটি সত্ৰৰ হৈ কামৰূপ আৰু দৰঙী ৰাজ্যত। তাৰিখ—১৭৪২ শক। ১৯৭০ চনৰপৰা ফলিখন সংগ্ৰহালয়ত আছে।

ফলিৰ পাঠ ঃ 'পুণ্যাৰ্থমাস্মনো' (পুণ্যাৰ্থমাত্মনো)। 'জমি জমা সৈতে ৺ ৰ'

অংশটো আগৰ লেখা কাটি তাৰ ওপৰত কটা হৈছে। পাইকৰ লেখা আৰু মাটিৰ জোখা পাঁচটা স্তম্ভ কৰি কটা আছে।

সঙ্কেতবোৰৰ ভিতৰত 'নি°'ৰ অৰ্থ বুজা নগ'ল; 'মৌ' মানে 'মৌজে' (ফলি ১৫৪ চাওক)।

১৫৩

## ৰতাকুছীয়া দুৱৰীয়া-নিয়োগৰ তামৰ ফলি

ৰজা—চন্দ্ৰকান্তসিংহ। নিযুক্ত দুৱৰীয়া—দৰঙৰ আঠিয়াবৰিয়া হাজাৰৰ ভটুঙ্গ দাশ। ৰতাকুছি দুৱাৰ ক'ত আছিল আমি এতিয়াও পোৱা নাই। তাৰিখ—১৭০২ শকৰ ২০ মাঘ। ফলিখন ১৯৭০ চনত সংগ্ৰহালয়ে সংগ্ৰহ কৰিছিল উপায়ুক্তৰ কাৰ্যালয়ৰপৰা।

ফলিত 'চিৰস্থাতুং' (চিৰং স্থাতুং) আছিল। দুৱাৰত থাকিব লগা পাইকৰ তালিকা প্ৰথম পিঠিত পাঁচটা স্তম্ভ কৰি কটা আছে আৰু ইপিঠিত ফলিৰ কথা বাঁও হাতে এটা স্তম্ভ কৰি নকৈ দিয়া এপোৱা পাইকৰ হিছাপটো লিখা হৈছে। '১১৫৮' অঙ্কটোৰ '১১৫'টো নকৈ কাটি লেখা।

'দৰঙীৰ ভগা ৰজা' প্ৰেমনাৰায়ণ ফলি ১৪৭-ত উল্লিখিত মহতনাৰায়ণৰ নাতি আৰু সমুদ্ৰনাৰায়ণৰ পুত্ৰ। ভটুঙ্গ দাশ পূৰ্বতে প্ৰেমনাৰায়ণৰ তাম্ৰপত্ৰৰ তালিকাৰ ভিতৰৰ এপোৱা পাইক আছিল; এতিয়া সেই তালিকাৰপৰা নাম কাটি তেওঁক চমুৱাৰ শাৰীলৈ তুলি দুৱৰীয়া পতা হ'ল।

১৫৫

## পছিমপাৰ পৰগণাৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি

দাতা-ৰজা—চন্দ্ৰকান্তসিংহ। গ্ৰহীতা—তৰ্কবাগীশ ভট্টাচাৰ্য। স্থান—কামৰূপৰ পছিমপাৰ পৰগণা। তাৰিখ—গৌৰীনাথসিংহৰ ১৭১১ শকৰ ফলি নষ্ট হোৱাত ১৭৪৩ এই জীৰ্ণোদ্ধাৰ-তাম্ৰপত্ৰ দিয়া হয়। ফলিখন ১৯৭০ চনত কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰপৰা সংগ্ৰহালয়ে পায়।

ফলিখনৰ সংস্কৃত অংশত বহুত ভুল ৰৈ গৈছে; বিশেষকৈ স-শ-ৰ পাৰ্থক্য আদি-ৰখা হোৱা নাই। '-বংসোত্তম-' (-বংশোত্তম-), '-সন্নিল-' (সংলীন), 'লক্ষ্মি-' ('-লক্ষ্মী-), '-পৰ্যন্যো-, (পৰ্জ্জন্যো), '-বংসোত্তমো-' (-বংশোত্তমো-), 'মজ্জনৈঃ' (সজ্জনৈঃ), 'ঔসাক্ষি-' (ঐশাক্ষি-) আদি মূলত আছে।

১৫৬

## ভূমি-ক্রয়-বিক্রয়ৰ শিলৰ ফলি

ৰজা—উল্লেখ নাই। সময়—১৭ সংখ্যটো দশম শাৰীৰ সোঁহাতে দেখা পোৱা যায়। সম্ভৱতঃ এই ফলি ১৭০০ শকৰ পিছৰ। ফলিখনৰ এটা দীঘল-চানেকীয়া মিহি শিলত কটা হৈছিল, কিন্তু শিলটোত সম্ভৱতঃ দা-কটাৰী ধৰাওঁতে বহুতবোৰ আখৰ নোহোৱা হৈছে। শিলটো শিৱসাগৰৰ প্ৰেমধৰ বৰগোহাঁইৰপৰা পাই বাস্তিক সংগ্ৰহালয়ত সংৰক্ষণ কৰা হৈছে। তাক শিৱসাগৰত পোৱা হৈছিল বুলি সংগ্ৰহালয়ৰ নাম-পাতত লিখি থোৱা আছে। ফলিত যি ঠাইৰ নাম আৰু ঠাই অনুসৰি নাম পোৱা গৈছে, তাৰপৰা মাটি বেচা-কিনাৰ ঠাই একেডোখৰ বুলি ক'ব নোৱাৰি। ফলিখনত তিনিটা বেচা-কিনাৰ কথা আছে; লগে লগে প্ৰত্যেকটোৰ বেচোঁতা আৰু কিনোতা, সাক্ষী আৰু সমাজৰ প্ৰাপ্যবো উল্লেখ কৰা হৈছে ঃ

(১) বেচোঁতা লৰি গোহাঁই আৰু আন এজন গোহাঁই। কিনোতা তামুলি গোহাঁই। মাটি চাৰি পুৰা। দাম যোল টকা। সভাৰ বেচ কাপোৰ দুযোৰ, লোণ এসেৰ, তেল এখুৰি, হাঁহ দুটা, তামোল চাৰি পোণ, পাণ চাৰি মুঠা, ৰূপ দুটা; সভাউৰি (ফলি ৯৫ চাওক) এমহা।

(২) বেচোঁতা মেচাঘৰীয়া বেঙধন গোহাঁই। কিনোতা মাদুৰিয়াল বৰগোহাঁইৰ বৰপুত্ৰ। মাটি ওকণিমৰাত। মাটিৰ পৰিমাণ আৰু দামৰ উল্লেখ নাই, মাথোন ধনৰ বাবদ 'ভূঞিয়াঘাটে পোৱা' (?) বুলি কোৱা হৈছে। ইয়াৰ বাবেও সভাক তামোল-পাণ, কাপোৰ, লোণ-তেল, চাউল, হাঁহ আৰু কড়ি এমহা দিয়া হৈছে।

(৩) বেচোঁতা টেটা গোহাঁই আৰু চমখাম গোহাঁই। কিনোতা পেলন বৰগোহাঁইৰ পুত্ৰ তামুলি গোহাঁই। 'নদী-কাখৰত মাটি আদপোৱা এপুৰা।' দাম ৰূপ ছটকা। সভাৰ খৰচ বুলি লোণ এসেৰ, তেল এখুৰি, হাঁহ এটা, তামোল দুপোণ আদি দিয়া হৈছে।

ৰজাদিনত মাটি বেচা-কিনাৰ জমাবন্দিৰ চানেকিৰূপে ফলিখনৰ এটি ডাঙৰ মূল্য আছে। মন কৰিব লগীয়া আগৰ দিনত ক্ৰয়-বিক্ৰয়-পত্ৰ লিখাৰ আৰ্হি বন্ধা আছিল। এই কথা বৰ্তমান ফলিৰ লগতে ৯৫-সংখ্যক পত্ৰ আৰু সেই পত্ৰৰ টোকাৰ লগত দিয়া গদাধৰসিংহৰ দিনৰ পত্ৰ মিলাই চালে বুজিব পৰা যাব।

◆◆◆

**ৰবতোপৰ গাৰ ফলি**

গেইটৰ *Report on the Progress of Historical Research in Assam* পুথিৰ ওপৰঞ্চিৰূপে ৰবতোপৰ গাৰ কেইখনমান লিপিৰ উদ্ধৃতি দিয়া হৈছিল। সৰ্বেশ্বৰ কটকীয়ে এই বিষয়ে তিনিটা প্ৰবন্ধ প্ৰকাশ কৰিছিল : 'অসমৰ পুৰণি ৰবতোপ' (*The Work of the Kamrup Anusandhan Samiti,* 1920, pp. 88-93), 'অসমৰ পুৰণি ৰবতোপ (দ্বিতীয় প্ৰবন্ধ)' (আবাহন, ৩,৫ ফাগুন ১৮৫৩, পিঠি ৫৭০) আৰু 'অসমৰ পুৰণি ৰবতোপ' (চেতনা ১.১, পিঠি ৪০)। কটকীৰ প্ৰথম প্ৰবন্ধটোত আছে—"অসমৰ ভূতপূৰ্ব Director of Ethnography মহামতি ই. এ. গেইট ছাহাবে তেখেতৰ ৰিপৰ্টত যিকেইটা ৰবতোপৰ কথা উল্লেখ কৰিছে আৰু পূজ্যপাদ অসমৰ প্ৰত্নতত্ত্ববিশাৰদ শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰপৰা উপৰুৱাকৈ যিকেইটা ৰবতোপৰ কথা জানিব পাৰিছো, সেই সকলোবোৰকে আজিৰ প্ৰবন্ধত ঠাই দিয়া হৈছে।" (p. 88) দ্বিতীয় প্ৰবন্ধত কটকীয়ে শিৱসাগৰৰ ৰবপুখুৰী-পাৰৰ আঠোটা হিলৈৰ বৰ্ণনা আৰু লোহিতৰ বেৰেংপানী নৈত পোৱা ১৬১৮ শকৰ হিলৈটোৰ কথা দিছে। ইয়াৰ উপৰি সদিয়াৰ পলিটিকেল অফিচাৰৰ বঙলাৰ তলত বাঘৰ আকৃতিৰ মুখেৰে এটা কাঁহৰ ৰবতোপ থকা কথাও উল্লেখ কৰা হৈছে। *Journal of the Assam Research Society*-ত (III. 2, July 1935) শ্ৰীসৰ্বেশ্বৰ বৰুৱাই ১৬৩৪ শকৰ ৰুদ্ৰসিংহৰ হিলৈটিৰ গাৰ লেখাৰ পাঠ দিছিল। ইয়াৰ উপৰি অসম ৰাজ্যিক সংগ্ৰহালয়ত কেইটিমান সংগৃহীত হিলৈ আছে। তাৰ ভিতৰত তিনিচুকীয়াৰ সিৰপুৰিয়াৰপৰা পোৱা এটা হিলৈত ফাৰ্চী ভাষাৰে লিখা আছে—বাদশ্বাহ আলমগীৰৰ ৰাজত্বকালত আব্দুল কৰিমে ১০৭৮ হিজৰীত পবিত্ৰ মহৰম মাহত এই ৰবতোপ সজাইছিল।

তুৰবকৰ যুদ্ধৰ সময়ৰপৰাই (১৫৩৩ খ্ৰীস্টাব্দ) আহোমসকলে হিলৈ ব্যৱহাৰ কৰা কথা পোৱা যায়। মীৰজুমলাৰ আক্ৰমণত অসমীয়া সৈন্যই বন্দুক মৰাৰ কথা বাদশ্বাহনামাত আছে আৰু আন বিৱৰণতো পোৱা যায় (গেইট, পিঠি ১২২, ১৪৮)। গেইটে উদয়াদিত্য ৰজাৰ দিনৰ কথাত লিখিছে, তেতিয়াৰপৰা আহোমসকলে নিজাকৈ হিলৈ কৰিব পৰা হয়। আমি জয়ধ্বজসিংহ, চক্ৰধ্বজসিংহৰ দিনৰে লিখা থকা ৰবহিলৈ পাইছোঁ। সেইবোৰ যুদ্ধত শত্ৰুৰ হাতৰপৰা লাভ কৰা অস্ত্ৰ।

:১১১

[১৫৮০] জয়ধ্বজসিংহ

ৰবতোপটো কলিকতাৰ ডায়েমণ্ড হাৰ্বাৰৰ ওচৰৰ False Point-অত পোৱা

গৈছিল। তাত খোদিত ৮০ অঙ্কটোৰপৰা শকৰ নিৰূপণ ১৫৮০ বুলি গেইট ছাহাবেই কৰি গৈছে।

১১২

[১৫৮৯] চক্ৰধ্বজসিংহ

অবিকল একে পাঠৰ বৰতোপ কটকীয়ে নগাঁৱৰ চাহ-খেতিয়ক উড্ ছাহাবৰ হাতত *(The Work of the Kamrup Anusandhan Samiti*, p. 89) আৰু নগাঁৱৰ শিলঘাট চাহ-বাগিচাৰ মেনেজাৰৰ বঙলাৰ চৌহদৰ ভিতৰত (চেতনা, ফাগুন ১৮৪৮, পিঠি ২২৯) আছে বুলি লেখিছে। এয়া একেটা বৰতোপৰে কথাইনে, বুজা নগ'ল। লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীয়ে 'শিলঘাটৰ লিপি' প্ৰবন্ধত (বাঁহী ১৫.৫, ভাদ ১৮৪৭) যিভাৱে কটকীৰ পাঠ সংশোধন কৰিছিল, সেইভাৱেই ইয়াত দিয়া গ'ল। কটকীৰ পাঠ ঃ 'জয়লব্ধস্তু' (জয়লব্ধস্তু), 'জবনং ক্ষয়ে' (যবন-ক্ষয়ে), 'যশবিহননম্' (যশোবিহননম্)।

১১৩

[১৫৯০] চক্ৰধ্বজসিংহ

এইটো বৰতোপ ডিকমত পোৱা গৈছিল। গেইটে তেওঁৰ বুৰঞ্জীৰ ১৫৪ পিঠিত ইয়াৰ উল্লেখ কৰিছে। কটকীয়ে তোপৰ গাৰ সংস্কৃত পাঠ নিদি "ওপৰৰ বৰতোপটোৰ দৰে ইয়াৰ গাতো একেদৰেই সংস্কৃত লিখা আছে। কেবলমাত্ৰ শক ১৫৯০ (শাকে ১৫৯০) বুলি বেলেগ আছে" বুলি লেখিছে। তোপটোত ফাৰ্চী কথা এআষাৰ আছিল। তাৰ পাঠ এনেৰূপে উদ্ধাৰ কৰা হৈছে—Az ba'bat i fath i-Asham dar ihtimami—Sayyad Ahmad-al-Husain arzdala Shud dar Sin 1074 Hijri muwafik Sin. কটকীয়ে যোগাৰ কৰা অনুবাদ ঃ "এই বৰতোপটো আসাম জয় কৰিবৰ নিমিত্তে চয়দ আহ্মদ আল হুচেইনৰ জিম্মাত ৰখা গল। ১০৭৪ হিজৰী।" (*Works*, p. 89)।

১১৪

[১৫৯৩] উদয়াদিত্যসিংহ

এইটো ৰহিলৈ শিৱসাগৰৰ কাছাৰী-ঘৰৰ সমুখত আছে আন সাতোটাৰ

লগতে (আৱাহন, ৩.৫, পিঠি ৫৭০)। কটকীৰ পাঠ 'শকে ১৬৯৩' প্ৰকৃততে হ'বলগীয়া 'শাকে ১৫৯৩' কৰা হ'ল।

১১৫

[১৫৯৪] উদয়াদিত্যসিংহ

"এই বৰতোপটো আগেয়ে গুৱাহাটীৰ পুৰণি ডাকবঙলাত আছিল। এতিয়া কাৰ্জন হলৰ পূবৰ ফালৰ দুৱা-মুখৰ পিনে ইটাৰ থুমত আওজাই থোৱা আছে। ই দীঘলে ১০ ফুঃ ইঃ।" (*The Work*, p. 89)। ১৯৪০ ছনৰ জানুৱাৰীত তোপটো ৰাজ্যিক সংগ্ৰহালয়লৈ অনা হয়। কটকীয়ে অৰ্থ কৰিছে, 'শ্ৰীনিত্যানন্দ চোলাধৰা বৰুৱাৰ তত্বাৱধানত চমুৱা কচুদলৈ, মুৰলী, চিদাম, পুনা, মথুৰা, ৰামধন, কৃষ্ণাই এই সাতোটা ওঝাই বৰতোপটো কৰিলে।" এইটো ঠিক নহয়। যদি তেওঁ 'এয়িমত ওঝা' (এয়িমত নামৰ ওজা) কথাটো 'এই সাত ওঝা' বুলি ল'ব খুজিছিল, সিও ঠিক নহ'ব।

১১৬

[১৫৯৯] চুডৈফা

১৯১১ ছনত গোৱালগু ঘাটিত হোৱা এটা ধুমুহাৰ ফলত কেইবাখনো ফ্লেট ভাগি-ছিগি পানীৰ তললৈ যায়। ধুমুহাৰ পাছত জাহাজবোৰ পানীৰপৰা তোলোঁতে এখন জাহাজৰ তলিত এই কাঁহৰ বৰতোপটো পোৱা গ'ল। কৰ্নেল গৰ্ডনৰ যত্নত ষ্টিমাৰ কোম্পানীৰ হাতৰপৰা বৰতোপটো পূৰ্ববঙ্গ আৰু অসম চৰকাৰৰ হাতলৈ আহে। পোনতে তাক কাৰ্জন হলত আৰু পাছত কামৰূপ অনুসন্ধান সমিতিত ৰখা হয়। ইয়াৰ দীঘ ৩'৬", গাৰ বেৰ ১০", ভিতৰৰ চুঙাৰ বেৰ ৪"। দেখা যায়, ১৯২০ ছনত কটকীয়ে প্ৰবন্ধ লেখা সময়লৈকে (*The Work*) "পাৰ্ব্বতনগাৰোত্তৱ" শব্দৰ অৰ্থ কৰিব পৰা নগৈছিল। কিন্তু দেখা-দেখিকৈয়ে শব্দটোৱে পৰ্বতীয়া ফৈদৰ 'পৰ্বতীয়া ৰজা' চুডৈফাক বুজাইছে।

১১৭

[১৯০৪] গদাধৰসিংহ

এই কাঁহৰ বৰতোপটো সদিয়াৰ বেৰেংপানী নৈত মাছ মাৰোঁতে চৌখোৱা (চৌখাম? চৈখোৱা?) গাঁৱৰ খামটিসকলে পাইছিল। পাছত সদিয়াৰ পলিটিকেল অফিচাৰে হিলৈটো অনুসন্ধান সমিতিক দিয়ে। (আৱাহন, ফাগুন ১৮৫৩, পিঠি ৫৭০)।

১১৮

[১৬০৪] গদাধৰসিংহ

এইটো ৰৰতোপ লক্ষীমপুৰ জিলাৰ উপায়ুক্তৰ (ডিব্ৰুগড়) আবাসৰ টোলত আছিল। তোপত থকা ফাৰ্চী আখৰৰ পাঠ নিৰূপণ কৰা হৈছে এইদৰে : Sakht Abdul Karim top saz, wazan 29 mon 29 ser. Shaikh Fakhr-ud-din. অনুবাদ : "হিলৈ কৰোঁতা আব্দুল কৰিমে এই ৰৰতোপটো কৰিলে। ইয়াৰ ওজন ২৯ মোন ২৯ সেৰ। ছেখ ফকিৰ উদ্দিনে এনে বুলি লিখিলে" (*The Work*, p. 91)। ইয়াত 'ফকিৰ উদ্দিন' নহৈ 'ফখ্ৰ উদ্দিন' হ'ব লাগিছিল।

১১৯

[১৬০৪] গদাধৰসিংহ

ইয়াৰ সংস্কৃত পাঠ ওপৰৰটোৰ দৰেই। ফাৰ্চী পাঠ কটকীয়ে এইদৰে থিৰাং কৰাই দিছে : dar ihti mam-i Mir Sayyad Ahmed Darogha Ars dāda shud Sakht Mahammad Zaman top saz, Waki Jahangir. অনুবাদ : "ৰৰতোপটো মিৰ চয়দ আহ্মাদ দাৰোগা আৰ্জৰ জিম্মাত ৰখা গ'ল। জাহাঙ্গীৰৰ ৰাজত্বকালত মহম্মদ জামান নামেৰে এটি হিলৈ কৰোঁতাই ইয়াক নিৰ্ম্মাণ কৰিলে।" (*The Work*, p. 91)

১২০

[১৬০৪] গদাধৰসিংহ

সংস্কৃত অংশৰ পাঠ ওপৰৰ দুটাৰ দৰেই। ফাৰ্চী পাঠ উদ্ধাৰ কৰা হোৱা নাই। তোপটোৰ দীঘ ৩'১০", গাৰ বেৰ ১৫", ভিতৰৰ চুঙাৰ বেৰ ৬"।

দেখা যায়, গদাধৰসিংহই ১৬০৪ শকত মুছলমানসকলক পৰাস্ত কৰি কেইবাটাও কামান কৰায়ত্ত কৰে। গেইটে তেওঁৰ বুৰঞ্জীৰ ১৬৭ পিঠিত ডিকম, ইণ্ডিয়ান মিউজিয়াম্ আৰু লক্ষীমপুৰৰ উপায়ুক্তৰ (ডিব্ৰুগড়) বঙলাৰ আগত থকা গদাধৰে যৱনক জয় কৰি ১৬০৪ শকত পোৱা লেখাৰে তিনিটা হিলৈৰ কথা লিখিছে। বৰ্তমান এনে পাঠ থকা চাৰিটা হিলৈ অসম ৰাজ্যিক সংগ্ৰহালয়ত আছে। তাৰে দুটা মাৰ্ঘেৰিটাৰ বেঞ্জ্ অফিচাৰ এছ্ কে. দত্তৰপৰা ১৯৩৭ চনত পোৱা, এটা ১৯২৯-ত কাৰ্জন হলৰপৰা আৰু আনটো একে চনত টি. ই. ফাৰ্জ, এম্. চি., আই. পি.-ৰপৰা সংগৃহীত। বৰ্তমান হিলৈটো বোধ হয় ১৯২৯ চনত কাৰ্জন হলৰপৰা অনাটোৱেই।

১২১

[১৬১৬] গদাধৰসিংহ

তোপটো শিৱসাগৰৰ কাছাৰী-ঘৰৰ সমুখত আছে আন সাতোটাৰ লগতে (আৱাহন, ফাগুন ১৮৫৩, পিঠি ৫৭০)।

১২২

[১৬১৮] গদাধৰসিংহ

এইটোও শিৱসাগৰৰ কাছাৰী-ঘৰৰ সমুখত আছে।

১২৩

[১৬৩৪] ৰুদ্ৰসিংহ

*Journal of the Assam Research Society*-ত (III. 2, July 1935) প্ৰকাশিত এই লেখাৰ পাঠ শ্ৰীসৰ্বেশ্বৰ বৰুবাদেৱে উদ্ধাৰ কৰিছিল। হিলৈটো উত্তৰ লখীমপুৰৰ ধৰ্মপুৰৰ ৩ মাইল আঁতৰৰ খৰাত এটা মাটিৰ গড় কাটোঁতে ওলাই পৰিছিল। সি ৩$\frac{১'}{২}$ দীঘল, গাৰ বেৰ ৮" আৰু চুঙাৰ বেৰ ১"।

১২৪

[১৬৩২] পৰীক্ষিতনাৰায়ণ

কামৰূপৰ কোচ ৰজা পৰীক্ষিতনাৰায়ণৰ লেখা থকা এই হিলৈটি আপুৰুগীয়া এটি বস্তু। অসমত কোচ ৰজাসকলৰ দ্বিতীয় বৰতোপ আৱিষ্কাৰ হোৱাৰ কথা আমি নাজানো। হিলৈটো ৰাজ্যিক সংগ্ৰহালয়ত। খাঁ আমানতউল্লা চৌধুৰীয়ে কোচবেহাৰত পোৱা কেইবাটিও কামানৰ কথা লিখিছে।

১২৫

[১৬৫১] প্ৰমথেশ্বৰী

কাঁহৰ বৰতোপটো শিৱসাগৰৰ আমগুৰি গাঁৱৰপৰা পোৱা গৈছিল আৰু বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈছে। মন কৰিবলগীয়া ইয়াত ফুলেশ্বৰী ৰাণী 'শ্ৰীশ্ৰীশ্ৰীস্বৰ্গনাৰায়ণী' আৰু 'বৃহৎৰাট্ট' (বৰৰজা)। লেখা আৰু এশাৰী আছিল, কিন্তু মোহাৰ খাই পঢ়িব নোৱৰা হ'ল।

১২৬

[১৬৬১] শিৱসিংহ

লোৰ এই বৰতোপটো টি. ই.ফাৰ্জ্, আই. পি.-এ ডিব্ৰুগড়ৰ শুকানপুখুৰীৰপৰা সংগ্ৰহ কৰি ১৯৩৭-ত ৰাজ্যিক সংগ্ৰহালয়ক দিছিল।

## কামৰূপত পৰগণাবন্দি, পিয়ল আৰু পেৰা-কাকত

বৰ্তমান সঙ্কলনৰ অনেক ফলিত পৰগণা, তালুক, মৌজে, চৌধুৰী, পটোৱাৰী, তালুকদাৰ আদিৰ উল্লেখ আছে। আমি ইতিপূৰ্বে উল্লেখ কৰিছোঁ যে কামৰূপত মোগলৰ ভূমি-শাসন নীতি প্ৰয়োগ কৰা হৈছিল। মোগলৰ আগতে কামৰূপত গাঁও আছিল আৰু কেইবাখনো গাঁও লগ লাগি এজন ভূঞাৰ অধীনে একো চাকলা হৈছিল।

ডক্টৰ ভূঞা-সঙ্কলিত 'কামৰূপৰ বুৰঞ্জী'ৰ পৰিশিষ্ট ক-ত সন্নিৱিষ্ট 'কামৰূপৰ পুৰাবৃত্ত'ত কামৰূপ অঞ্চলৰ পৰগণাবন্দি বন্দবস্তিৰ কথা স্পষ্টকৈ দিয়া আছে (মূল 'কামৰূপৰ বুৰঞ্জী'ৰ পঞ্চম অধ্যায়ত প্ৰায় একে কথাকে দিয়া হৈছে) :

"তাৰ পিচে জাহাঙ্গীৰ পাৎসাহে পৰীক্ষিত মৰিবৰ কথা (১৫৩৭ শক) শুনি কামৰূপৰ বন্দবস্ত কৰিবলৈ ছেখ্ বিৰাহিম (শেখ ইব্ৰাহিম কড়োৰী) নামেৰে এজন আমিন পঠিয়ালে। তেওঁ আহি আগৰ চকলাবন্দী গুচাই তপা আৰু পৰগণা কৰিলে।

"প্ৰথমে পৰীক্ষিতৰ অধীনৰ কামৰূপ দেশখনিক চাৰিভাগ কৰিলে। প্ৰথম ভাগ, চৰকাৰ কামৰূপ। দ্বিতীয় ভাগ, চৰকাৰ ঢেকেৰি। তৃতীয় ভাগ, চৰকাৰ দক্ষিণকূল। চতুৰ্থ ভাগ, চৰকাৰ বঙ্গালভূম। এই চাৰি চৰকাৰ বিলায়ত, কচবে হাজো হ'ল।

"১। চৰকাৰ কামৰূপৰ তলে—পৰগণা কোঁৱৰভাগ, পৰগণা বৰদৰং, পৰগণা পাতিদৰং, পৰগণা বনভাগ, পৰগণা ৰামচাহ্, পৰগণা চৌৰাশিখাটা (চৌৰাহ্খাতা), পৰগণা দেহৰ, পৰগণা বৰভাগ, পৰগণা বজালী, পৰগণা বাঁহবাৰী, পৰগণা ক্ষেত্ৰিভাগ, পৰগণা বাহেৰখাতা, পৰগণা বাউসী, পৰগণা বৰনগৰ, পৰগণা পাটিবাটা (পঞ্চম অধ্যায়ত পাতকটা), গৰগণা বৰপেটা, পৰগণা বেজনী (বেজিনী=বিজনী), পৰগণা ফুলগুৰি, পৰগণা কাচিমপুৰ, পৰগণা বাস্কা, পৰগণা সাতৰজীয়া। নদীসকলৰ কটল লৈছিল তাৰ নাম—পৰগণা দিগজল, পৰগণা কচবে হাজো, পৰগণা কচবে গুৱাহাটী। বকোৰ মহলৰ নাম—পৰগণা পেছকছ্, পৰগণা পানদৰিবাৰী, পৰগণা বৰগ মহল, পৰগণা কোকলাৰ মহল, গুদাৰা উমানন্দ, কামৰূপ, চৰকাৰ পাইনাম (পাইকান-মহল), এইসকল পৰগণা হ'ল।

"২। চৰকাৰ ঢেকেৰিৰ তলে—পৰগণা খুটাঘাট, পৰগণা গুমা, পৰগণা পৰ্বত-যোৱাৰ, পৰগণা কচবে ধুবুৰি, পৰগণা জামিৰা, পৰগণা টাৰিয়া, পৰগণা কচবে ঘিলা, পৰগণা চাপগড়, পৰগণা কোটোয়ালি, পৰগণা দিমানি (ডিম্যালী) মহল, পৰগণা ৰেচমাদি (ৰেচমতাঁতী) মহল, পৰগণা ধুনহাত (চুলহট), পৰগণা দণ্ডক (দম্ভক) মহল।

"৩। চৰকাৰ দক্ষিণকূলৰ তলে—পৰগণা সন্তোৰ; এই সান্তোৰ পৰগণাৰ তলে—তপে বগৰিবাৰী, তপে চমৰিয়া (চামুৰীয়া), তপে বেকানি (বেকেলী), তপে হাগজান (হালজাল), তপে জাখেলি, তপে তিসিমপুৰ, এই ছয় তপা। পৰগণা পাণ্ডু; ইয়াৰ তলে—তপে বঙ্গেশ্বৰ, তপে মজিআলি, তপে ছয়আলি (ছয়নীয়া), তপে বেলতলা, তপে ভৰুৱাকাটা, এই পাঁচ তপা। পৰগণা দুমৰীয়া, পৰগণা মেচপাড়া, পৰগণা কালোমালোয়াপাড়া, পৰগণা কৰৈবাৰী, পৰগণা পুষ্যামহল, পৰগণা গোৰকাটী।

"৪। চৰকাৰ বঙ্গালভূমৰ তলে—পৰগণা বাহেৰবন্দ, পৰগণা ভিতৰবন্দ, পৰগণা গয়াবাড়ী, পৰগণা চৌকী-বাৰৈতলা (চকীবৰেতলা), এই চাৰি পৰগণা। আৰু পৰগণা চেৰপুৰ, পৰগণা দহকাউনীয়া, এই দুই পৰগণা চুবে বাঙ্গালত বন্ধ গ'ল। ....এইমতে ছেখ্ বিৰাহিমে কৰোৰি মলুকত তজবিজ কৰি পৰগণাবন্দি, আনো বন্দবস্ত কৰিলে।" (পঞ্চম অধ্যায়ত আছে, এই চাৰিও চৰকাৰ মিলি ৭৫ মোহল।)

বিখ্যাত 'বন্দোবস্ত' ৰাজস্ব-ৰীতি প্ৰৱৰ্তন কৰা ৰাজা টোডৰমল্ল গৌড়ৰ সুবাদাৰ নিযুক্ত হৈছিল। কিন্তু নানা কাৰণত তেওঁ গৌড় আহি নৌ পাওঁতেই বিহাৰৰপৰাই ঘূৰি যায়। বিহাৰতে বহি (১৫৮২ চন) তেওঁ বঙ্গ, বিহাৰ আৰু উড়িষ্যাৰ ৰাজস্ব-সম্পৰ্কীয় কাগজ 'আসল জমা তুমাৰ' তৈয়াৰ কৰে। তাত কোশী নৈৰ পূবৰ আৰু ঘোড়াঘাটৰ উত্তৰৰ কামতাৰ ভূমিখণ্ডক পূৰ্ণিয়া, তাজপুৰ, পাঞ্জড়া আৰু ঘোড়াঘাট সৰকাৰ কৰি দেখুওৱা হৈছিল। শ্বাহজাদা মোহম্মদ সুজা বাঙ্গালাৰ সুবাদাৰ থকা কালত (১৬৪৯-৫৮) তেওঁৰ জমাবন্দি কাগজত কোচবেহাৰ বাঙ্গালভূম, ধুবুৰী (ঢেকৰী), দক্ষিণকূল আৰু উত্তৰকূল (কামৰূপ) সৰকাৰ সুবা বাঙ্গালাৰ অন্তৰ্ভুক্ত হয়। সুজাই হাজোৰ নাম সলাই সুজাআবাদ ৰাখিব খুজিছিল। (কোচবিহারের ইতিহাস, খণ্ড ১)।

১৬০৫ শক বা ১৬৮৪ চনৰ গুৱাহাটীৰ ডাঙৰ ৰণত মোগল বাহিনী ঘাটিলত আহোমে মানাহা নদীক সীমা কৰি দেশ অধিকাৰ কৰিলে। গুৱাহাটীত গড়গঞা সন্দিকৈ বৰফুকন হ'ল বন্দৰ বৰফুকনৰ পাছত। 'কামৰূপৰ পুৰাবৃত্ত'ই এই সময়ত হোৱা ৰাজস্ব শাসনৰ পৰিৱৰ্তনৰ ইঙ্গিত দিছে : "আহোমে পূবে বৰনদী আৰু কলংনদী, পশ্চিমে নগৰবেৰাৰ পশ্চিমে শগুনবাহী গাঁৱৰ পশ্চিম সীমা আৰু মনাহ

নদী, এইখিনি কামৰূপত কামৰূপ চৰকাৰ নামটি ৰাখিলে। আৰু তপাবিলাকক পৰগণা নাম দিলে। আৰু একো পৰগণাৰ ভিতৰত পৰগণা বুজি ২/৩/৪/৫/৬ খনকৈ তালুক। তালুকৰ ভিতৰত ২/৩/৪/৫/৬ খনকৈ লাট। একো লাটৰ ভিতৰত ৩/৪/৫/৬ খনকৈ গাঁও দিলে। আৰু আগৰ দৰে বুজৰবৰুৱা, বৰকানু, চৌধাৰী, পাটৱাৰী, তালুকত তালুকদাৰ, লাটত ঠাকুৰীয়া, তাৰ তলে কাকতী, সাৰা বা গাঁওবাৰিকা পাতিলে আৰু আগৰ দৰে চাৰিঘৰ গোমস্তা ৰাখিলে। .. আৰু পাইক বান্ধিলে। এপোৱা পাইকৰ (খাটনিৰ বাবে) গাবধন বছেৰেতক ৫৲ টকি ৰূপ। তাকে নগদ ৰূপ দিব নোৱাৰিলে পচৰা কাপোৰ দিলেও লৈছিলে। আৰু বাৰী-বস্তি মাটিৰ কটল নাইকিছিলে। আন আন খেতি কৰা মাটিৰ কটল ১ পুৰা মাটিত বছেৰেকত পৰগণা বুজি ⁄১০ অনা, ৶০ অনা, ৵ অনাকৈ আছিলে। আৰু জোখাৰ মাটি বিনে হাবি ভাঙ্গি খালে তাৰ কটল নাইকিছিলে।

"আৰু কামৰূপীয় কটলৰ ধন দিবৰ'[1], দৰঙ্গী মানুহে ৰাজহৰ আৰু (বাবত?) ফুকন, বৰুৱা, আহোম বিষয়াইঁতৰ লগত খাটিবৰ নিয়ম কৰিছিলে। আৰু দুৱৰীয়া ৰজাইঁতেও ৰাজকৰ দিবৰ আৰু যুঁজাৰু পাইক ৰাখিবৰ নিয়ম কৰি দিছিলে।

"আৰু ভাল মানুহবোৰৰ আন একো কটল নাইকিছিলে। গিৰিজায়ৰ ভাল মানুহবোৰে নকৈ ৰজা হ'লে এটকা সোণ দিব লাগিছিল। তাকে দিলে ৰাজ-বঁটা কাপোৰ এসাজ পাইছিলে। পৰাজায়ৰ ভাল মানুহবোৰে পাইকান মাটিৰ কটল দিব লাগিছিলে। আৰু ভাল মানুহবোৰক (প্ৰবৰ্ত্তিবলৈ) নিষ্কৰকৈ জমা মাটি দিছিলে।[2]

"আৰু ভগা-বিষয়াসকলক নিষ্কৰকৈ মান-মাটি দিছিলে। পতা-বিষয়াসকলে যাৰ যি নিয়ম সেইমতে মান-মাটি আৰু ৰণ কৰিবলৈ মানুহ পাইছিলে। তাত সেৱাই এতিয়াৰ নিচিনা ৰূপ নেপাইছিলে। আৰু পূৰ্ব্ব ৰজাসকলে যাক যি দেৱত্তৰ, ব্ৰহ্মত্তৰ, ধৰ্ম্মত্তৰ, নানকাৰ, মছলমানৰ পীৰ-পাল কৰি মানুহ মাটি দিছিলে, তাক সেইমতে ৰাখিলে আৰু আহোম ৰজাসকলেও সেইমতে দিলে।"

গদাধৰসিংহ ৰজাৰ দিনত বংশৰৰ গৰলদেহি তালুক ফালি দেশৰাণী নাম দি গাৰো ৰজাৰ ৰাণী এগৰাকীক দিয়া হৈছিল। শিৱসিংহ-প্ৰমত্তসিংহৰ দিনত কায়েম ভঁৰালীবৰুৱাক পঠিয়াই কামৰূপত মানুহৰ পিয়ল কৰাই পাইকৰ নিবন্ধন কৰা হ'ল।

---

১ "কামরূপে মৌজাওয়ারি রাজস্বের নিরূপণ আছে। উজান আসামে কেবল খেলে অর্থাৎ একদল লোক এক সংজ্ঞাতে গণিত হইত" (হলিৰাম ঢেকিয়াল ফুকন)। মুঠভাৱে ধৰিলে, উজনিত খেলোৱাৰি আৰু নামনিত পৰগণাবন্দি চলিছিল।

২ "বামুন ভালমানুহিয়া জমা অর্থাৎ ভদ্রলোকেরা রাজ নিকট হইতে কতক ২ জমা মাটিপ্রাপ্ত হইয়াছেন। তাহার বিশেষ এই যে উবার মাটির রাজস্বের যে নিরিখ তাহা হইতে ন্যূন নিরিখ লওয়া যায়" (হলিৰাম ঢেকিয়াল ফুকন)।

"আৰু পৰগণাবোৰ নতুনকৈ বন্দবস্ত কৰিলে। তপে বংশৰৰ সৰুবংশৰ ১, বৰবংশৰ ১, এই দুখন। পৰগণা খেত্ৰিভাগৰ সৰুখেত্ৰি ১, বৰখেত্ৰি ১, এই দুখন। পৰগণা বৰভাগৰ উপৰ-বৰভাগ, নাম-বৰভাগ, এই দুখন কৰিলে। আৰু আগৰ পৰগণা কেতবোৰ গুচালে।"

গদাধৰসিংহৰ দিনতে ১৬০৫ শকত মোগলৰ বিৰুদ্ধে জয়লাভৰ পাছত চৰকাৰ কামৰূপ নামটো ৰাখি আহোম শাসনে পৰগণাবন্দি চলায়। এইজনা ৰজাৰ ১৬১৭ শকৰ উমানন্দৰ ফলিত আমি 'ক্ষেত্ৰীভাগান্তৰ্গত-ক্ষুদ্ৰচাঙ্গসাৰি-গ্ৰাম' আৰু ৰুদ্ৰসিংহৰ ১৬১৯ শকৰ উমানন্দৰ ফলিত 'বৎসৰান্তৰ্গত-চাঙ্গসাৰি গ্ৰাম' পাওঁ। শিৱসিংহ আৰু পাছৰ ৰজাসকলে কামৰূপত মাটি দিয়া ফলিত উপৰ্যুক্ত কামৰূপ চৰকাৰ আৰু চৰকাৰ দক্ষিণকূলৰ পৰগণাবোৰৰ নাম ভালকৈয়ে পাওঁ। চৰকাৰ কামৰূপৰ কোঁৱৰভাগ, তাৰপৰা ফাটি হোৱা পূবপাৰ আৰু পছিমপাৰ, পাতিদৰং, বনভাগ, দেহৰ, ওপৰ আৰু নাম বৰভাগ, বজালী, খাতা, বাহেৰখাতা, সৰু আৰু বৰ ক্ষেত্ৰি, বাউসী-পাটবাউসী, বৰনগৰ, বৰপেটা, কছাৰীমোহল পৰগণা। চৰকাৰ দক্ষিণকূল বা দখিণকোলৰ পৰগণা বগৰিবাৰি, চমৰিয়া, সৰু আৰু বৰ বংশৰ, ছয়নীয়া আৰু বাৰ্হন্তিমোহল। আমাৰ সঙ্কলনত বৰদৰং নাই; কিন্তু দৰঙী ৰাজ্য কেইবাখনিও ফলিত আছে। ইয়াত উল্লিখিত পৰগণা, তালুক আৰু মৌজা বা গাঁৱৰ তালিকা এটি তলত দিয়া হ'ল।

**চৰকাৰ কামৰূপ**

| পৰগণা | তালুক | গাঁও (মৌজা) |
|---|---|---|
| কোঁৱৰভাগ-পূবপাৰ-পছিমপাৰ[১৩৭] | — | — |
| কোঁৱৰভাগ-পূবপাৰ | — | মাড়ে, ৰোকৰিয়া (কুকুৰিয়া?)[৪৪], বৰিয়াজানি, আলতা, কমাৰকুছি[৬৪], তুহৰা, হাঁহৰা,[১৩৪] (কোঠৰা?) |
| পূবপাৰ | — | দিয়াকপাৰ[৬২, ১৫৩], আলতা[৬২], বড়গাঁও, মুক্তাপুৰ, গুণামাটি[১০], পাঠপাড়া, কৈলানকুছি, মৌকুছি, পানিতামা, তুলামাটি, লেচাকোনা, হাবৰিকুড়া, হাহড়া, জয়পুৰ, আঝৰা[১৩৭], বেঙেনাবাৰি[১৩৮], নেচাকোনা, মৈহাটি, মৈকুছি[১৫৩], দিগুনপাৰ[১৫৩, ১৫৪] |

| পৰগণা | তালুক | গাঁও (মৌজা) |
|---|---|---|
| পছিমপাৰ | — | সানৈ, উত্তৰকুছি[৫], দিপ্ত, মানধাপাৰ, ৰ(ব)ঙ্গালিকুছি, বোৰোকজুলি, মাটিআনি, দহৰা(দত্তৰা), বড়িগোগ, কুমাৰপাতা, ডিঙ্গৰা, গৰকা, মহখলি, কৰকুছি, বড়খলা, দুধলঙ্গ, বনিয়াকুছি, চিকনিবাড়ি, ডিমেজানা, বালিকুছি[১৩৭], কনেহাসুৰিমৌ[১৪১], ওকএল্ৰা[১৪৫], পচলি[১৫৫] |
| কোঁৱৰভাগ আৰু পাতিদৰং | — | খণ্ডনৱৰ, পানড়া, বিহদিয়া, বেলকোনা, মুকুন্দপুৰ[১৬] |
| পাতিদৰং | — | সুতাৰ, সুদ্বমন ননৰা[১১], বেজাৰা আনৰা, খডিকটা, পাতানপুৰ[১৫৩] (সাহানপুৰ?) |
| বনভাগ | — | সিন্দুৰীঘোপা, চিলা[৩], কাচিমপুৰ, কেন্দুকুছি, চাটেবাৰী, নিজ বনভাগ[১৩৭] ক |
| দেহৰ | — | সানৈকুছি[৫] |
| | বিন্দেশ্বৰ[৭] | — |
| | দধি | নিজ দধি, খুদ্ৰ দধি, বড়গাঁও, ডুবিবাল(?), গেডুয়া, অভয়াপুৰীয়া, আসচুবা (?)[১৩৩] |
| | নামখলা | ভোমোনাহাটী[১৪১] |
| ওপৰ-বৰভাগ | — | ভাঙ্গৰিকুছি[৬] |
| | ডলাদি | সনিয়াদি, নখডি[১৫০] |

| পৰগণা | তালুক | গাঁও (মৌজা) |
|---|---|---|
| নাম-বৰভাগ | — | সুৰাদি[৭৬], ক্ষুদ্ৰ মাখিবাহা, দহকাওনিয়া, দিপিতাড়, মথুৰাপুৰ, ভএওৰা[৮০], পদ্মখনা, দোঘৰিয়া, নকুছি[৮৭], বাঁঠৰ[১৩২], |
| | পানীগাঁও সন্ধেলী [৮১] | |
| | সুৰাদি [উবাৰ,] বকুয়া[১৩৭ ক], কাৰি[১৩৯] | |
| | দীঘলী[৭৬]— | |
| বজালী | — | চকলা, বটাবাৰি [৭৫], সৰিস [৭৫, ৮৭], মহখলি, সৰিহ [৭৫, ৭৬], এড়া, পাতা, বৰবামাখাতা, পাৰাহকুছি, কুৰুয়াবাহা, বাতাকৰি [৭৬], ধৰ্মতলা, সৰিসভালুকি, দেয়াঙ্কাবাহা [৮৭], জালিখাতা, গুণৰি [৭৬, ৮৭], সাঠিশামুকা [৮৭], বিসিকুছি [১৩৫], বিচনকুছি, ক্ষুদ্ৰভাল্বা [১৩৬] |
| | খাতা | সৰিস, সৰিহ, চকলা, বটাবাৰি [৭৫] |
| | পূবপাৰ | সাঠিশামুকা, পকাভালুকী, বালিহলাই [৭৬] পছিমপাৰ[৭৬] বৰবামাখাতা [১৫৪] |
| | বাহিৰ-খাতা | সেহৰ [৮৭], বাহজোন [১৫৪] |
| খাতা (৮৪ খাতা) | — | খাতাবাড়ি, গোবিন্দপুৰ, মালীকুছি সত্ৰ[২০], শক্তিপাৰা, মহমৰা[৬৩], ঝাএণ্ডাৰ[৭৩], চতাবড়[১৪১] |
| | ওৰাৰা | নিজ ওৰাৰা, কালাকুছি [৬৮] |
| | আৰাঙ্গমৌ | দিপলাঙ্গ [৬৮], চৰেয়া [১৩৭ ক] |
| | খানা | নমাটি, ডোবোলিভিঠা[১০৫], ভতুয়াখানা ৰয়া[১৩৭ ক] |
| | সোঙ্কা | দীঘলী [১৩৭ ক] |
| ক্ষেত্ৰি | — | ক্ষুদ্ৰ চাঙ্গসাৰি[১৩], চেঙ্গা-সুভা[৩৯] |
| | ভিতৰখলা | বড়গোগ[২৪] |

| পৰগণা | তালুক | গাঁও (মৌজা) |
|---|---|---|
| সৰু-ক্ষেত্ৰি[৮৭] | — | পূৰ্ণা[৯০] (পোৰ্ন্না) |
| | উপাকন্দপাৰ[৭৬] (তপাকুণ্ডপাৰ) | — |
| বাউসী [৩১, ৩৭, ১০১] | — | তেমুবা, সুচাৰবাৰি[৯৭], সনকাহা[৭৬], পাৰাহকুছি, |
| (পাটবাউসী[৯৮]) | | তপা, এড়া, গণকগাঁও, বৰবামাখাতা, গুনৰি, সুৰষ্কৰ [৮৭] |
| বৰনগৰ[৮৩] | — | বৰহাটা[৩৭], শীতলপুৰ[৭৫], [৮৭], ককয়া[৭৭] |
| বৰপেটা | — | ইচাকুছি, মেটুৰাকুছি [৯৭], উলহলুৰ [৭৩], খড়িগা [৭৩, ৮৭], বেজকুছি, সুৰাদি [৮৭] |
| কছাৰীমহল | — | বড়গাঁও[৯০] |
| | দেহিযান | কন্নি [১৪১] |
| | হচঙ্গ | জাৰআনাগা [১৫৪] |
| | দেহান | টাড়িয়ানা, খুদ্ৰমহৰি, তিতাকুড়ি, নগাএগ্ৰা, কুড়িগাএগ্ৰা, মনিয়াডি [১৫৪] |
| | পছিমপাৰ | পলহাগাঁও |
| মদনমোহন | — | সোনেসৰ (সোনাইসৰ, সনেসৰ) [১৩২], পুৰাজ, তৰপুৰ, ডিমু[১৫১] |

**চৰকাৰ দক্ষিণকূল**

| পৰগণা | তালুক | গাঁও (মৌজা) |
|---|---|---|
| বগৰিবাৰী | — | বালিজলাই, জালিখাতা, ক্ষুদ্ৰখাতাবাৰি[৮৭], ৰৌমাৰি, ভৰুয়াকটা [১৩৭] |
| চমৰিয়া [১২৯] | — | জুগিপাৰা, সিমলিবাৰি [১৩৮] |
| বংশৰ | — | চাঙসাৰি [১৪], জয়পুৰ [৪১], গোটানগৰ [১২৮], নিজবংশৰ [১৩৩] |
| বৰ-বংশৰ | — | মনিহাৰি, নিজবংশৰ[১৩৮] |

| পৰগণা | তালুক | গাঁও (মৌজা) |
|---|---|---|
| | মজালি (মজিয়ালি) | বঙ্গনগৰ [২৪] |
| | আলিপুৰ | আলিপুৰ[১০২] |
| | বাইহাটা | নিজবাইহাটা [১০২] |
| | মালবৈ (আলাবৈ) | সাতগাঁও [১০২] |
| | মনিয়াৰি | শৰাইঘাট [১০৪] |
| | স্বতন্ত্ৰ | আলকুছি [১০২] |
| সৰু-বংশৰ | — | সেঙ্গেৰা, ভড়ৱাকটা, হাৰদিয়া [১৩৮] |
| ছয়নীয়া | — | বামুনিজাৰ, জীয়াকুড়, মনিঅৰি [১৩৮] |
| | হালিগাঁও | সলেসালা, সলাপুৰ, নিজা (হালিগাঁও)[৪৩] |
| বাড়ন্তিমোহল | — | সত্ৰাপাৰা, কোকঝৰা [১৩৭] |

'বঙ্গীয় শব্দকোষ'ত হৰিচৰণ বন্দোপাধ্যায় কৈছে, "পূৰ্বে শত গ্ৰাম একজনের অধীন হইলে পরগনা হইত।" 'তপা' (যেনে—তপা-কুণ্ডপাৰ) মানে তৰপ (আৰবী, তৰফ), এজন গোমস্তাৰ অধীনৰ এলেকা। বাহমনী সাম্ৰাজ্যত তৰফদাৰ হ'ল প্ৰদেশ-বিশেষৰ শাসক। বঙলাত তৰফদাৰ উপাধিয়েই আছে। ডেকাজনা বৰফুকনৰ দিনৰ কিছু পেৰা-কাকত গুৱাহাটী বিশ্ববিদ্যালয়ত আছে। তাত ওপৰৰ দুই চৰকাৰৰ পৰগণাৰ লেখৰ বাহিৰ ঢেকেৰি পৰগণাৰ চাপাগুৰি আৰু চমুৱা পৰগণাও ধৰা হৈছে। কচবে হাজোক দেৱান হাজো বোলা হৈছে। কেইবাখনো ফলিত দৰঙী ৰাজ্যৰ ৬ হাজাৰ বা হাজাৰেকৰ উল্লেখ আছে—গোহাঞি হাজাৰ, কাথৰ হাজাৰ, কলিতা হাজাৰ, খটৰ হাজাৰ, মহিমা হাজাৰ, আৰু আঠিয়াবড়িয়া হাজাৰ। আহোম ৰাজ্যৰ অন্যত্ৰৰ দৰে ইয়াত প্ৰজাক হাজাৰ, শয়ক বা শয়েক আৰু কুৰি পাইকৰ নিবন্ধনে বন্ধা হৈছিল। দৰঙী ৰাজ্যত সেইদৰে পাইকে মাটিৰ কাটলৰ পৰিবৰ্তে ফুকন, বৰুৱা আদি বিষয়াৰ লগত গা-খাটনি দিব লাগিছিল আৰু সেইমতে গা-মাটি পাইছিল। এই অঞ্চলত বৰফুকন বা থাপিত-সাঞ্চিত দৰঙী ৰজাই মাটি-বৃত্তি দান কৰিব পাৰিছিল।

পেৰা-কাকতবোৰৰপৰা দেখা যায় কামৰূপত পতা (ছেট্‌লমেণ্ট) অনুসৰি মাটিক নানা ভাগে ভগোৱা হৈছিল। দেৱতাৰ নামত দেৱত্ৰ (দেৱত্তৰ, দেৱোত্তৰ), সত্ৰ বা সৎসঙ্গী মঠৰ নামত ধৰ্মত্ৰ, বামুণ বুলি ব্ৰহ্মত্ৰ, ভট্টাচাৰ্য বুলি ভট্টাচাৰ্যৰ মাটি, মুছলমানৰ পবিত্ৰ থানৰ বাবে 'মোকামি জমে-জমি', পীৰ ফকিৰসকলৰ পীৰপাল

জমিৰ বাহিৰেও আনসকলে নানাকৰ (নানকৰ) আৰু 'গিৰিজায়'ৰ 'ভাল মানুহে' (= ভদ্ৰলোক; কায়স্থ আৰু কলিতা) ভাল মানুহৰ মাটি, বিষয়াসকলে বাৰৰ নামত আৰু ভগা আৰু বিষয়াসকলেও মানমাটি নামে নিষ্কৰ ভূমি পাইছিল। গ্ৰামিক ভকত, বামুণ, দৈৱজ্ঞ, বদিয়া(?) বুলিও সম্ভৱতঃ চমুৱাৰ দৰে কাটলৰপৰা ৰেহাই পাইছিল। ভাল মানুহক গিৰিজায় (ঘৰমূৰি লেখ?) আৰু পোৱাজায় (পোৱা পাইকৰ লেখ?), এই দুভাগে ভাগ কৰা হৈছিল। বৰফুকনৰ আদেশত কেতিয়াবা পোৱাজায়ক গিৰিজায় কৰা হৈছিল। পোৱাজায়ৰ ভাল মানুহে সাধাৰণ পাইকে পাইকান মাটি খাইছিল; ভাল মানুহে তাৰ বাবে কাটল দিছিল আৰু পাইকে বিষয়াত গা-খাটনি দিব নোৱাৰিলে পোৱাই পতি পাঁচ টকাকৈ গা-ধন দিছিল বা তাৰ পৰিবৰ্তে পচৰা কাপোৰ শোধাইছিল। কামৰূপত যথেষ্ট সংখ্যক মুছলমান প্ৰজা আছিল আৰু তাৰ ভিতৰতে বহুতো ফকিৰ হৈছিল। মো.ফ. বা 'মোকামি ফকিৰ', ম.ফ. বা 'মগনিয়া ফকিৰ' জ.ফ. বা 'জমিখা-ফকিৰ', বা 'জমিখায়া ফকিৰ', চু.ফ. বা 'চুকানি ফকিৰ', বা 'চুকানি খায়া ফকিৰ', জি.ফ. (জিৰাতী বা জমি খোৱা ফকিৰ? জিকিৰী বা জিগিৰী বা গীত গোৱা ফকিৰ?), 'মাটি নাখায়া ফকিৰ', 'অথিতিক পাত খুঁটী খড়ি দিয়া ফকিৰ'—এইবোৰ সুকীয়া সুকীয়া শ্ৰেণীৰ যেন ফকিৰ। এইসকলে নানা পিৰাণ, ফকিৰান জমি ভোগ কৰিছিল। দোস্তপুৰ, আল্লাদবাড়ি আদি নামো এই প্ৰসঙ্গত মন কৰিবলগীয়া।

তলত মোৰ ছাত্ৰ শ্ৰীগোবৰ্ধন দাসৰপৰা পোৱা বিবি মোকামৰ (এই দৰগাহ ক'ত আছে বা আছিল আমি জানিব পৰা নাই) ফলিৰ নকল দিলোঁ। মন কৰিবলগীয়া ১৬৮২ শকৰ এই জীৰ্ণ-পত্ৰ-প্ৰমাণ তাম্ৰপট্টিকাৰ পূৰ্বতে এঘাৰঘৰ 'মগনিয়া ফকিৰ' পত্ৰ কৰি দিয়া হৈছিল। এতিয়া সম্ভৱতঃ একে এঘাৰ ঘৰ ফকিৰকে মোকামৰ পাইক কৰি দিয়া হ'ল; আৰু সেইসকলক এতিয়া 'মোকামী ফকিৰ'ৰ শাৰীত ধৰিব লাগে।

শ্ৰীৰাম—

স্বস্তি হৰগৌৰীচৰণাৰবিন্দমধুব্ৰত / শ্ৰীশ্ৰীৰাজেশ্বৰসিংহমহীপাল-দুৰৰা/ কুলামল-কমল প্ৰকাশকৈক-দিনকৰ-মন্ত্ৰি / বৰ শ্ৰীযুত-দুৰৰাবৃহৎফুকণেন প্ৰাগদত্তজী/ ৰ্ণপত্ৰ-প্ৰমাণ-তাম্ৰপট্টিকেয়ং বিতীৰ্ণা।

কামৰূপ দেশৰ বড়ুৱা বড়কায়স্থ ও চৌধাৰি/পটোৱাৰি ও তালুকদাৰ ঠাকুৰিয়া আনোস/কলে সাবধানে জানিবেক বজালি পৰগণাৰ জা/বৰিকুচি ৰামুন্দি গ্ৰামৰ মগনিয়া ফকিৰ ১১ আঘা/ৰ ঘৰ পত্ৰ কৰি দিচিল জীৰ্ণ হৈল কাৰণ এখন ৵ পুণ্যে/বিবিৰ মোকামত তেলবত্তি লগাই থাকিবৰ নি/মিত্তে আজনা খন্দকাৰক তাম্ৰপট্ট কৰি দিয়া গৈল/ইহাৰ কৰ কাটল পদ পঞ্চক বেঠ বেগাৰ

চোৰ/চিনানা ধুমুসি মাড়েসা জবক্কাৰ দণ্ড/বন্ধ ও গয়ৰহ মাফ—ইতি শক ১৬৮২ তা° ২৪ আঘণ/

| ফকিৰ | ঘৰ | প | [ফকিৰ | ঘৰ | পাইক] |
|---|---|---|---|---|---|
| মানিকা তু° | ১ | ॥ | দোৰিয়া | ১ | ॥ |
| টুপাই . | ১ | ॥ | ইনাই | ১ | ॥ |
| হামিদা | ১ | ॥ | মুৰাদ | ১ | ॥ |
| কুতুপা | ১ | ৲ | চেকতিয়া | ১ | ॥ |
| মহদি | ১ | । | মাদোৰি | ১ | ॥ |
| মাহমুদ | ১ | । | মুঠত | ১১ | ৫ পাঞ্চ পা° |

পাইকৰ এই লেখৰ দ্বিতীয় স্তম্ভৰ শিতানটোত ফলিত আখৰৰ ওপৰতে আখৰ কটা হৈছে। ইয়াত আৰু এটি মন কৰিবলগীয়া সৰু কথা ঃ পাইকসকলৰ কৰ-কাটল আদি ৰহিত কৰা নিৰ্দেশত আন ফলিৰ দৰে 'সৰ্ব্বেবাব পৰিত্যাগ হৈল' বুলি নেলেখি মাথোন 'মাফ' শব্দটি লেখা গৈছে। ই দৰগাহৰ সাধাৰণ ভাষাৰ লগত মিলা শব্দ। অথচ আন ফলিৰ দৰে ইয়াতো পোনতে 'শ্ৰীৰাম'কে চিন্তা কৰা হৈছে আৰু ৰাজেশ্বৰসিংহ ৰজা ইয়াতো 'হৰ-গৌৰী-চৰণাৰবিন্দ-মধুব্ৰত'।

মান-মাটি যাক যাক দিয়া হৈছিল, সেই অনুসৰি তাৰ শ্ৰেণী-ভাগ হৈছিল— বৰুৱা-মান, চৌধাৰী-মান, পটোৱাৰী-মান, তালুকদাৰ-মান, ঠাকুৰীয়া-মান, সেই সেই ভগা-বিষয়াৰ মান (ভগা বিস. মান), জু. মান(?), হুজুৰি মান (?)।

জোখাৰ মাটি, জমা মাটি, উবাৰ—এই তিনি প্ৰকাৰৰ হিছাপো দেখা যায়। জৰিপ সম্পন্ন কৰা মাটি হ'ল জোখাৰ মাটি। জমা মাটি হ'ল ৰায়তৰ অধিকৃত ভূমি। বা. ভা. জমা বুলিও এটা উল্লেখ আছে। কাৰো অধিকৃত নহ'লে মাটিক বোলা হয় উবাৰমাটি। পিয়লৰ কাকতবিলাকৰ তেৰিজা মাটি পতা কাকত, গিৰিজায়, পোৱাজায় আদি প্ৰকাৰ-ভেদ দেখা যায়। সঙ্কলনৰ ১০২—সংখ্যক কাকতৰ 'পাতনী জোখ' মানে হেমচন্দ্ৰ গোস্বামীয়ে ভবা দৰে প্ৰাথমিক জৰিপ নুবুজাই পাইক পতা অৰ্থাৎ জমিত পাইকৰ ছেট্‌লমেণ্ট বা বন্দবস্তি দিয়া জৰিপহে বুজাব পাৰে। পৰগণা, তৰপ, তালুক, মৌজা বা গাঁও—এইভাবে জৰিপ কৰা হৈছিল, যেনে ঃ 'প. ক্ষেতৃভাগ/ তৰপ ৰামানাথ চৌ./তা. দেৱানা ক্ষেতৃ', মৌজে অমুক, ইত্যাদি।

কামৰূপত আহোম শাসনৰ বেলা শেখ ইব্ৰাহিম কৰোড়ীৰ প্ৰবৰ্তিত নিয়মকে অলপ সাল-সলনি কৰি ব্যৱহাৰ কৰা হৈছিল। টোডৰমলৰ জবৃতী বা ছুবা বাঙ্গালাত মুৰ্শ্বিদ কুলি খাঁৰ ইজাৰা বা মাল-জামিনী নিয়মৰপৰা ই বহুত সুকীয়া। আহোম

ৰাজ্যৰ গা-খাটনি, গা-ধন, গা-মাটিৰ পদ্ধতি কামৰূপত সণ্ডালনীকৈ চলিছিল।[1] এই পদ্ধতিত ৰাজ্যৰ সকলো প্ৰজা ৰাষ্ট্ৰৰ সেৱাত সোমাই পৰিছিল। এই প্ৰথাৰ সুকৰতা অৱশ্যে বহুত পৰিমাণে নিৰ্ভৰ কৰিছিল বৰা-শইকীয়া-হাজৰিকা-বৰুৱা-ফুকন বা ঠাকুৰীয়া-তালুকদাৰ-পটোৱাৰী-চৌধাৰী-বৰুৱা বিষয়াসকলৰ ওপৰত। তেওঁলোক উৎপতীয়া নহ'লে আৰু দয়ালু হ'লে প্ৰজাৰ শান্তি হৈছিল। অৱশ্যে সেই কালত বছৰেকত পোৱাই পতি পাঁচ টকা গা-ধন যথেষ্ট সৰহ আছিল। সেয়া এটা ভাল মুনিহৰ দাম। কেতিয়াবা বিষয়াৰ অত্যাচাৰ আৰু আকাল-মহামাৰিৰ সময়ত প্ৰজাৰ অৱস্থা নিশ্চয় কাহিল হৈছিল। অৱশ্যে তলৰ বিষয়াৰ বিৰুদ্ধে প্ৰজাই আপত্তি কৰিলে ওপৰৰ বিষয়াই তাৰ বিচাৰ আৰু দণ্ডবিধান কৰিব পাৰিছিল। 'কামৰূপৰ পুৰাবৃত্ত'ই কোৱা দৰে যদি তেতিয়া 'প্ৰজাসকলো বৰ সুখে আছিল', তাৰ এটা কাৰণ হ'ব পাৰে যে মোগলৰ শাসন আৰু মোগল-আহোমৰ সংঘৰ্ষৰ অশান্তিৰপৰা আহোম শাসনে প্ৰজাক অব্যাহতি দিছিল। ওপৰৰ বিৱৰণৰপৰা দেখা যাব যে নিষ্কৰকৈ ভূমি উপভোগ কৰা ক্ষমতাৰ লোকৰ বহুত শ্ৰেণী আছিল আৰু যদি প্ৰজাৰ 'বৰ সুখ'ৰ মন্তব্য এই সুবিধাভোগীসকলৰ মাজৰপৰাইহে আহিছিল, ক'ব নোৱাৰি।

মোগল শাসনৰ ৰাজস্ব-বিভাগৰ কাৰ্যৰ বিষয়ে জানিলে কামৰূপৰ প্ৰশাসনৰ বহুত কথাই বুজা যাব। মোগলৰ ৰাজনৈতিক প্ৰশাসনৰ লগতে বা তাৰ সমান্তৰালভাৱে ৰাজস্ব-প্ৰশাসন চলিছিল আৰু সৈন্য-বিভাগৰ কামো তাতে সংশ্লিষ্ট হৈ পৰিছিল। সমস্ত সাম্ৰাজ্য কিছুমান ছুবাত(সুবা) বিভক্ত আছিল; যেনে—বঙ্গদেশখন হ'ল মোগলৰ অধীনে সুবা বাঙ্গালা। ছুবাৰ ভিতৰত সৰু বিভাগবোৰ হ'ল ছৰকাৰ (সৰকাৰ)। ছৰকাৰৰ ভিতৰৰ ক্ষুদ্ৰতৰ বিভাগ হ'ল মহল বা পৰগণা। [কামৰূপত বাঢ়ন্তিমহল, পাইকানমহল, চৰকাৰ ঢেকেৰিৰ দস্তকমহল, দক্ষিণকূলৰ পুষ্যমহল আদি নামবোৰ মন কৰিব।] পৰাগণাৰ ভিতৰৰ ৰাজ্যৰ ক্ষুদ্ৰতম অংশ হ'ল মৌজা, মানে গাঁও। একোটা ছৰকাৰৰ প্ৰধান শাসক হ'ল ফৌজদাৰ। ছৰকাৰৰ ভিতৰত ফৌজদাৰৰ তলে ৰাজস্ব-কৰ্মচাৰী আমিল বা অমলগুজাৰ, ন্যায়াধিকাৰ, কটোৱাল, কাজী। কটোৱাল একোটা চৰকাৰৰ ভাৰপ্ৰাপ্ত ন্যায়দণ্ডাধিকাৰ আৰু তেওঁৰ অধীনে পৰগণাৰ বিচাৰক হ'ল ছিকদাৰ (শিকদাৰ)। [দুৰ্গাবৰ কায়স্থৰ পৃষ্ঠপোষক বাহুবল আৰু দৈত্যাৰি ঠাকুৰৰ পূৰ্বপুৰুষ চক্ৰপাণি দুয়োজন ছিকদাৰ।] ছিকদাৰে আমিলক ৰাজস্ব-সংগ্ৰহত

---

১ "কামরূপে পাইক লোকের গামাটী অর্থাৎ শারীরিক রাজস্ব দানের নিমিত্তে যে মৃত্তিকা তৎব্যতিরেকে তৎসংখ্যক স্থানে ২ সার্দ্ধভাগ জমা মাটি পায় অর্থাৎ পৃথক্ জমা গ্রহণ করিয়া মৃত্তিকা দেওয়া যায়। তদ্বহির্ভূত যে মৃত্তিকা তাহা উবার রূপে গণিত হয়। তাহার রাজস্বের নিয়মের ইতর বিশেষ আছে" (হলিৰাম ঢেকিয়াল ফুকন)।

পুলিচ শক্তি দি সহায় কৰিব লাগিছিল। পৰগণাৰ আন দুজন প্ৰধান বিষয়া হ'ল আমিল, কানুনগো। তেওঁলোকৰ ঘাইকৈ কাম হ'ল জমিৰ জৰিপ, খাজনা (খৰাজ)বন্ধা, আৰু খাজনা তোলা। এওঁলোকৰ কাৰ্য-নিৰ্বাহত সাহায্যৰ বাবে কেৰাণী (অমাল), খাজাঞ্চি, পটোৱাৰী, পিয়নৰ (হৰকাৰা, প্যাদা) দল। উইলছন ছাহাবৰ অভিধানৰপৰা ছাৰ যদুনাথ সৰকাৰে লেখা দৰে কৰানুনগোসকল হ'ল village revenue officers who recorded all circumstances within their sphere which concerned landed property and the realisation of revenue, keeping registers of the value, extent and transfeıs of lands, assisting in the measurement and survey of lands, reporting deaths and succesions of revenue-payers, and explaining, when required, local practices and public regulations; they were paid by rent-free lands and various allowances and perqusi'tes. পৰগণাৰ ক্ষেত্ৰত কানুনগো যি, গাঁৱত পটোৱাৰী সেই। পটোৱাৰীৰ বহীত (বহি) এখন গাঁৱৰ জমিৰ সকলো বিৱৰণ (বেলেগ বেলেগ খেতিয়কৰ জমিৰ পৰিমাণ, শস্য, ছন পৰি থকা মাটিৰ পৰিমাণ, সকলো প্ৰকাৰ জমিৰ কৰ-কাটলৰ পৰিমাণ) পোৱা গৈছিল। গাঁওখনৰ কৰ-নিৰূপণ সম্পূৰ্ণ হ'লে তাৰ চমু খতিয়ন তৈয়াৰ কৰা হয় আৰু তাক কাৰকুন আৰু পটোৱাৰীয়ে পৰীক্ষা কৰি প্ৰমাণ কৰাৰ পাছত আমিলে বাদশ্বাহৰ ওচৰলৈ সপ্তাহে সপ্তাহে পঠিয়াব লাগে। কাৰকুন হ'ল a sort of camp clerk and accountant in one, both to the chief amil and the pargana amil and going round with them on their tours of assessment, kept a full record of the transactions which took place beween the government servants and the cultivators at the time of assessment of the government (U. N. Day, *The Mughal Government* A.D. 1556-1767). বিভিন্ন স্তৰত আন বিষয়াৰ ভিতৰত হ'ল চৌধাৰী, তালুকদাৰ, মুকদ্দম, ইত্যাদি। কামৰূপত পৰগণাত বৰুৱা, বৰকাথ, কানুনগো, তালুকত তালুকদাৰ, গাঁও এলেকাত কাৰকুন (ফলি ১২৮),পটোৱাৰী, ঠাকুৰীয়া আদি বিষয়া আছিল। আহোম-পূৰ্ব কামৰূপত কটোৱাল, কাজী, ছিকদাৰ বিষয় দেখা পাওঁ। মহাৰাজ নৰনাৰায়ণে দেশৰ লোক-সংখ্যা-গণনাৰ সুবিধাৰ বাবে পোৱা পাইকৰ লেখ উলিয়াইছিল আৰু প্ৰতি সৈনিকক বেতনৰূপে তিনি পুৰাকৈ মাটি জায়গিৰ দিছিল (কোচবিহারের ইতিহাস, প্রথম খণ্ড, পৃ. ১২৫)।

• জবতী পদ্ধতিৰ গুৰি-কথা হ'ল যে পোনতে আবাদ হোৱা জমিৰ জৰিপ (জৰীব) কৰি কৰৰ (খৰাজ) নিৰিখ (ৰায়) বান্ধি মুঠ আনুমানিক জমা নিৰূপণ কৰা হয়। এই অনুমান অনুসৰি সংগৃহীত ৰাজস্ব হ'ল হাছিল(হাসিল)। জৰিপৰ অন্তত

বেলেগ বেলেগ ফছল অনুসৰি একোটা অঞ্চলৰ 'দস্তুৰ-উল-অমল' নিৰূপিত হয়। একেটা ছৰকাৰৰ ভিতৰতে সেই দেখি দস্তুৰ সুকীয়া সুকীয়া হ'ব পাৰে। আমাৰ সংগ্ৰহৰ ফলিৰ ভিতৰত আহোম শাসনৰ কামৰূপৰ 'পাতনী জোখ' অৰ্থাৎ জমি-পত্তনৰ বাবে কৰা জৰিপৰ কথা পাঁও। এই জৰিপৰ অধীনৰ মাটি হ'ল 'জোখ' বা 'জমা'। তাৰ ভিতৰত নপৰা জমি হ'ল 'জোখাৰ উবাৰ' বা 'জমাৰ উবাৰ'। যি মাটিৰপৰা পত্তনৰ পাছত হাছিল (duty) আদায় কৰা হয়, সি হ'ল 'হাছিলা'। এনে জমিৰ ওপৰত 'আমোল দস্তুৰ' (দস্তুৰ-উল-অমল) বৰ্তে, যদিহে ৰাজ-আদেশত সেই দস্তুৰ ৰদ কৰা নহয়। জমাবন্দিমতে ৰাজস্ব আদায় নহ'লে শঙ্কৰদেৱৰ ভাষাত 'ওৱাছিল বাকী' (জমৃঅ ৱাসিল বাকী বা বকায়া, arrears) পৰে।

হলিৰাম ঢেকিয়াল ফুকনৰ বঙলা 'আসাম বুৰঞ্জি'ত (১৮২৯) আছে, প্ৰমত্তসিংহ "রাজা কামরূপ পিয়াল অর্থাৎ জরিব করিলেন; কিন্তু রাজস্বের নির্দ্ধারিত করিতে পারিলেন না। পরে ১৬৭৮ শকে কামরূপ ২৬ পরগণা পৃথক ২ দাখিল খারিজ করিয়া রাজস্বের স্থৈর্য্য করা গেল। ঐ সকল কাগজকে পেড়া কাকত কহে। অদ্যাপি ঐ পেড়া কাকতে লোকের যে পর্য্যন্ত প্রত্যয় হয় এমত কোন সাক্ষী দ্বারা কিম্বা নির্ণয় পত্র দ্বারা গ্রাহ্য হয় না। পেড়া কাকত কহিলে বেদবাণীর ন্যায় মান্য করে। এইক্ষণ ইংলণ্ডীয়াধীন হওয়াতেও ঐ কাগজ অধিক উপকারক হইয়াছে। জমা জমী রাজস্ব বিষয় ঐ কাগজ দ্বারা নির্দ্ধারিত হইতেছে। ইংলণ্ডীয়েরাও ঐ কাগজকে প্রামাণ্যরূপে গ্রাহ্য করেন। বরং আদালতের তাবৎ মোকদ্দমা প্রায় তদ্দারাই শেষ হইতেছে। উভয় বিবাদী পেড়া কাকতের লিখিত কথার অন্যথা করিতে পারে না।"

ইংলেণ্ডীয়সকলে কেনেভাৱে জমিৰ বিবাদৰ শোধ কৰিছিল, তাৰ এটি দৃষ্টান্ত লোৱা যাওক। ১৮৩৮ ছনৰ ১৫ অক্টোবৰ তাৰিখে আসামৰ কমিছনাৰ অব ৰেভিনিউ 'শ্ৰীশ্ৰীমেজর ফ্রান্সীষ জিনকীঞ্চ সাহিব'ৰ এজলাছৰপৰা 'ন° ৬৮ আপীল'ৰ যি 'ৰোবকার' বা ৰায় দিয়া হৈছিল, সি হ'ল "মকৰ্দ্দমা সীবসিংহ রাজার আজ্ঞানুসারে সরুজনা বরফুকনের দত্ত আপীলন্তীআনের মোরছের নামের ত্রিগুনীর হিসাবে ১২ পুড়া ধৰ্ম্মত্তৰ জমীর মধ্যে ৬ পুড়া বহাল রাখীয়া বাকী ৬ পুড়া বাজেআপ্ত করা বাবদ।" বড়পেটা পৰগনাৰ সৎসঙ্গী পাটবাউসী সত্ৰৰ বাসুদেৱ অধিকাৰী আদিয়ে এই আপিল দাখিল কৰিছিল "স্পেসীওল সাহেবের হুকুমের সন ১৮৩৬ ইং ১৯ আক্তুবের লিখীত রোবকারে" ইত্যাদিৰ বিৰুদ্ধে। 'আপীলাণ্ট'ৰ মোক্তাৰ আছিল শিবচৰণ দে আৰু চৰকাৰী পক্ষৰ উকিল মাধৱচন্দ্ৰ সেন। 'লাখেরাজ তহকীক'ৰপৰা জনা গ'ল যে "আপীলন্তীআনের মৌছুক বলদেব গোসামীকে সৎসঙ্গি সত্র বাবত্ত সীবসীংহ রাজার আজ্ঞানুসারে সরুজনা দুবরার ফুকুন পরগনে বড়পেটার কল্যাণকুছি

মৌজায় ৬পুড়া ও ভতরিয়া মৌজাএ ২ পুড়া ও কুমার কুছি মৌজায় ৪ পুড়া একুনে ১২ পুড়া জমী ত্রিগুনি নিরিখে ধৰ্ম্মত্তর দেওা ও তৎবধি পুরুসানু ক্রেমে ঐ জমী ভোগ তছ্কুপ করা ইত্যাদী বিবরণ লিখানেতে সাহেব মৌছ্ক তহকীক আসলে পেড়া কাগজে কল্যানকুছি মৌজাএ জমীর কোন নীছানাব নাথাকা বাবরে পেড়ার লিখীত মাটী বাহাল রাখীয়া বাকী মাটী বাজেআপ্ত করাতে বাসুদেব গোস্বামী আপীলণ্ট.ঐ তজবেজ অসনমতি ক্রেমে এখানে আপীল করিয়াছে....।" কিন্তু তিনি মৌজাত (গাঁৱত) দিয়া মাটিৰ "মহজর মজকুরা খোওা গীয়াছে" আৰু "তথাকার আমলাগনে গোলমাল ক্রেমে কৈল্যানকুছি মৌজাকে ভতারিয়া মৌজা বলীয়া লিখাতে ভতরী মৌজার ধৰ্ম্মত্তর মাটীর নিছানা পেড়া কাগজে নাথাকা" বুজা গ'ল। "অন্য কোন বিশেষ হেতু দেখা জাএনা"। "কিন্তু আপীলণ্টীআন কোন দস্তাবিজ দ্বারায় ত্রিগুনীর প্রমাণ দীতে নাপারা এবং পেড়া কাগজেও ত্রিগুনীর কোন নিদৃষ্ট নাথাকাতে তাহা প্রমাণ্ হএনা"। তথাপি ভোগ-দখলৰ প্ৰমাণৰ ভেটিত ছাহাবে হুকুম দিয়ে যে "কৈল্যাকুছি ও কৈল্যানকুছি ও কুমার কুছি এই তিনী মৌজার ১২ পুড়া...ধৰ্ম্মত্তর... আপীলণ্ট আনের দখলে বহাল রাখা জাএ"।

মন কৰিবলগীয়া যে সৰুজনা দুৱৰা ফুকনে ১৬৩১ শকৰ ভাদত পাটবাউসী পৰগণাৰ বলোদেৱ মেধিক ভকত ৮০ ঘৰ আৰু মাটি ৪৯ পুৰা তামৰ ফলিত (সংখ্যা ১৮) ধৰ্মোত্তৰ কৰি দিছিল। তাতে মৌজাৰ (গাঁৱৰ) উল্লেখ নাই।

## মাটিৰ গোচৰৰ শোধ আৰু জিতৰিপত্ৰ

সকলো ঠাইতে হোৱাৰ দৰে আহোম ৰাজ্যত কামৰূপত মাজে মাজে মাটি লৈ বিবাদ উপস্থিত হৈছিল। তেতিয়া তেনে বিবাদৰ বিচাৰ গুৱাহাটীত বৰফুকনে নিজে কৰিছিল। সাধাৰণতে গুৱাহাটী দপদৰত (অফিচ) বা তামুলীচ'ৰাত বা চাংচ'ৰাত তেনে বিচাৰ হৈছিল। সেই বিচাৰৰ বিৱৰণ প্ৰথমতে কথা-জোগোৱা বৰাৰ যোগে গুচৰীয়াই পেছ কৰিছিল। বৰফুকনে পুৰণি পিয়লৰ পেৰা-কাকত চোৱাইছিল, গুচৰীয়া-পদকীয়াক সুধিছিল আৰু সাক্ষী লৈছিল। বিচাৰৰ শেহত জিকোঁতা পক্ষক সিদ্ধান্তৰ জিত-পত্ৰ বা জিতৰি-পত্ৰ লেখি দিয়া হৈছিল আৰু কাৰোবাক শাস্তি দিবলগীয়া হ'লে তেতিয়াই দিয়া হৈছিল। মিছা গোচৰ দিয়াকো তেনে শাস্তি দিয়া হৈছিল। উদাহৰণস্বৰূপে ১৬৬৯ শকৰ ১৫ কাতিৰ বিচাৰত বালিসত্ৰীয়া মাধৱ মেধিৰ বিৰুদ্ধে মিছা গোচৰ দিয়া বাবে দৈচপৰাৰ নিৰ্মলক একুৰি কোব মৰা হয়। কেতিয়াবা বৰফুকনে লগত টেকেলা দি বৰকাথক ৰাইজক সুধিবলৈও দিয়ে (মহজৰ ৯৮, গুৱাহাটী)। এনে থলত বৰকাথে "পৰগনিয়াক চপাই তাম তুলসি গীতা ভাগৱত

আগত থৈ সাখি সুধিছিল।" এনেকৈ শোধ কৰাই এবাৰ প্ৰতাপবল্লভ বৰফুকনে সিদ্ধান্ত দিছিল আৰু কেতিয়াবা নাওশলীয়া বৰুৱাক পঠিয়াই মাটিৰ সীমাৰ খুঁটা মৰাই দিয়াইছিল (ম° ২৬১, ২৬৬)। এবাৰ তেওঁ চাবুকধৰাক পঠাই এইদৰে ৰাইজক সোধাইছিল (ম° ২৬১)। বিৱাদৰ এক বিচাৰৰ পাছত মিৰি সন্দিকৈ তৰুণ ফুকনে ৰজাৰ নামে ধৰ্মোত্তৰ-পত্ৰ কৰি দিয়াইছিল (ম° ২৬৭)। বৰফুকনে কেতিয়াবা আগৰ ৰেকৰ্ড হেৰোৱাৰ শোধো ল'বলগীয়া হৈছিল। উদাহৰণ (ম° ২৫৮) ঃ

> সক ১৭৭২ সকৰ শ্ৰাবণৰ ১২ দিন জোয়াত শ্ৰীযুত বড়ফুকন দেবত শ্ৰীশ্ৰীআউনিআটীৰ সতৰাম ৰাজমেধি বাপুএ জনালে দৰঙ্গৰ বেজভাগতি সত্ৰখান ৶৶৶ ৰ গোবিন্দৰ ঠাইত শ্ৰীশ্ৰী৶ - ৰ সিবশীংহ ৰাজা অখণ্ডপ্ৰদিপৰ ঘিউ ১০ সেৰ তেল ১০ সেৰ সোধাকৈ মহজৰ পত্ৰ কৰি দিছিল সেই মহজৰ দেষবিভ্ৰাটত নষ্ট পালে এই কাৰন জনাইচো পাচে এই কথাকে গ্ৰায্য কৰি অনেক ছাবুদ বুঝি মহজৰখন নষ্ট হোৱাত সাব্যস্ত বুজি সিধ্যান্ত কৰি ঐ সিধ্যান্তৰূপে লেখী দিয়া গ'ল

কেতিয়াবা দেৱলীয়া পাইকক বলেৰে নি কোনোৱে বেগাৰ খটায়। তেনে কথাও বৰফুকনে বিচাৰ কৰিবলগীয়া হয়। তলৰ মহজৰ (ম° ৬, ২৬৪) তাৰ এক উদাহৰণ।

শ্ৰীশ্ৰীবিশ্বেশ্বৰ গোশাঞী—
শ্ৰীযুতপ্ৰতাপবল্লভ বৃহত ফুক্কনেন বিবিচ্য

সদ্‌গুণ সভা সম্ভাসনৈঃ দত্ত সিদ্ধান্ত পত্ৰমিদং।

১৭৩০ শক মাহে আশাড়ৰ ১৩ দিন জাওাত বিযলি মেলত তাম্বুলি চৌৰাৰ টুপত ৶দেব বহাত কথা জোগোৱা বড়া বহু টেকেলা খৰঙ্গিৰ বেথাৰাম গুচৰিয়া বেল্বেসৰিয়া ৰূপ দলৈকে মুক্ষ কৰি তিথিকৰ তামৰধজ ৰামপানি হলিৰাম দুৰ্গাৰাম সিবনাথ সহদেব এই ৬ চয়ে কয় আমি পিয়ল অবধি বেলেসৰ দেবালয়তে খাটি আছো আতে বেলেসৰিয়া শুক্ৰেশ্বৰিয়া বড় খেত্ৰীযা তিনিএ গৰাকিয়ে মোঁৰ বুলি ডকা দিএ দেখি গোচৰ কৰাত সিবেলা ৶দেবে সুধি পুছি পেড়া কাকত চোৱাই বেলেসৰ দেবালয়ৰ হেন জানী শুক্ৰেশ্বৰিয়াক এৰুৱাই ক্ষেত্ৰীয়াক দণ্ড কৰি বাড়ি বড়িত খুণ্টা মাৰি বেলসৰ দেবালয়ৰ তলে সিদ্ধান্ত পত্ৰ কৰি দিলে এতিয়া ধনি ভণ্ডাৰী চৌধুৰী হৈ ক্ষেত্ৰীয়া ৰাজ সহিত বলকৈ সেই খুটাক উভাৰি আমত ৰূপো

১০ দহ টকা লয় আতে সোধাত ক্ষেত্ৰীয়া মিঠা খাটনিয়াৰ ফাগুনা ঠাকুৰিয়া এই দুএ ধৰ্ম্ম হৈ কয বোলে আমাৰ জমা লগা গনক এইদৰে পেড়া কাকততো ওলাব এই মুখে কলত পুনচ্ছ ৵ দেৱে পেড়া কাকত চাবলৈ আজ্ঞা কৰিলে ৵দেবৰ সাখ্যাত পেড়া কাকত চোবাত গনকৰ গাত জমা নোলাল দেখি ৵দেবে মিঠা ফাগুনাক চাবুকৰ কোব ৪০ দুকুৰি মৰাই পুনচ্ছ সিদ্ধান্ত কৰিলে বোলে পুৰ্ব্ব খুটাতে খুটা মাৰি দেৱনিয়াক দিয়ক আৰ পৰণ পতনকো খেত্ৰীয়াত উলিয়াই দিয়ক সিদ্ধান্তানুৰূপে খেত্ৰীয়া ঘাটীল বেলেসৰীয়া জিকিল জানি জিতপত্ৰ লেখি দিয়া গল ইতি

১৭৩৩ শকৰ ২৫ ফাগুনত সেনাপতি বৰফুকন আৰু কাপ্তান গোহাঁইদেৱে বিয়লা-মেলত চাংচ'ৰাত বহি, গুচৰীয়া বিষ্ণু অধিকাৰী, খাটনিয়াৰ ক'লীয়া মহাজন আৰু পদকীয়া পূৰ্ণদেৱ ভিতৰখেনিয়া মহাজনৰ ভিতৰখনা গাঁও লৈ হোৱা বিবাদৰ বিচাৰ কৰেঁ। মেধিয়ে "মহাৰাজক আসিৰ্ব্বাদ কৰি তিনি বিহুত নিৰ্ম্মালি সোধাই আচো" বুলি দাবী কৰি ৰাজহৰ কাকত আৰু নিৰ্ম্মালি শোধোৱা প্ৰমাণ দিম বুলি দহটা দিন লয়, কিন্তু প্ৰমাণ দিব নোৱাৰি উজনিলৈ পলাই যায়। মেধিক উজনিৰপৰা নামনিলৈ ধৰাই অনোৱা হ'ল আৰু ১৭৩৬ শকৰ ১৪ আঘোনত বিচাৰত মেধি ঘাটিল আৰু অধিকাৰী খাটনিয়াৰ জিকিল বুলি বৰফুকন আৰু কাপ্তান গোহাঁয়ে সিদ্ধান্ত দিলে (ম°২৫৩)।



এই সংগ্ৰহত সন্নিৱিষ্ট পত্ৰ, তাম্ৰপত্ৰ, শেলালেখ আদিৰ অধ্যয়নৰ বাবে যিমানখিনি সময় আৰু কষ্টৰ আৱশ্যক আছিল, আমি সিমানখিনি দিব পৰা নাই বুলিহে মনে ধৰে। কিন্তু প্ৰকৃত কামটোৰ নিতান্ত আৱশ্যকতালৈ চকু ৰাখিয়ে আমি নিজৰ অপাৰগতা স্বীকাৰ কৰি লৈও এই কামলৈ এবাৰ যেতিয়া আগ বঢ়া হ'ল, সেই ধৃষ্টতাত আৰু পিছ-ভৰি কৰিবলৈ নহ'ল। পদ্মনাথ বিদ্যাবিনোদ, সোণাৰাম চৌধুৰী, হেমচন্দ্ৰ গোস্বামী, শ্ৰীসৰ্বেশ্বৰ বৰুৱা, ডক্টৰ সূৰ্যকুমাৰ ভূঞা আদি পূৰ্বসূৰীসকলৰ কৰ্মৰ আদৰ্শ আৰু ডক্টৰ দীনেশচন্দ্ৰ সৰকাৰৰ লেখীয়া আধুনিক প্ৰত্নলেখতত্ত্ববিদ পণ্ডিতৰ উদগনিয়েই আমাক এই কামত সাহস দিছিল। আমাৰ সম্পাদিত আৰু অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'পবিত্ৰ অসম' গ্ৰন্থ অসম নগাভূমিৰ উচ্চন্যায়ালয়তো প্ৰামাণ্যৰূপে গৃহীত হৈছে। আদালতৰ এনে জৰুৰতৰ

বাহিৰেও ইতিহাস আৰু সাহিত্যৰ অধ্যয়নৰ প্ৰয়োজনীয়তাৰ ফালৰপৰা বৰ্তমান সঙ্কলনৰ সময় উকলি যোৱাৰ নিচিনা অৱস্থা। তথাপি সময়ৰ আগটিকনিত নোৱাৰিলেও পিছফালৰ খোপাত ধৰিয়ে এই কাম কৰা গ'ল। ইয়াত অনেকজনৰপৰাই সাগ্ৰহ আৰু অনাগ্ৰহ সহায় আদায় কৰা হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ মোৰ সম্মানিত সহকৰ্মী অধ্যাপক ডক্টৰ মকুন্দমাধৱ শৰ্মা, শ্ৰীৰজনীকান্ত দেৱশৰ্মা, শ্ৰীপ্ৰিয়াংশুপ্ৰবাল উপাধ্যায়, শ্ৰীঅপূৰ্বকুমাৰ বৰঠাকুৰীয়া, শ্ৰীবাণীকান্ত শৰ্মা, যোগেন্দ্ৰনাথ ফুকন আদিক সময়ে-অসময়ে নানা কথা, নানা লেঠাৰে আহুকাল দিবলগীয়া হৈছিল। সিসকলেও মোৰ আখটি সহি থাকি ভালো পাইছিল, বেয়াও পাইছিল কেতিয়াবা চাগৈ। পি. এইচ্. ডি. গৱেষণাত মোৰ ছাত্ৰ ডক্টৰ সত্যনাৰায়ণ ৰথ আৰু শ্ৰীহেমন্তকুমাৰ শৰ্মাই ইংৰাজী-সংস্কৃতৰ Index আৰু অসমীয়া সূচী সঙ্কলন কৰি দিছে। কানাই-বৰশী-বোৱা তুৰস্ক-ক্ষয়ৰ লিপি, আৰু নৰনাৰায়ণৰ মুদ্ৰা আৰু কামতেশ্বৰী গোসাঁনীৰ মন্দিৰৰ ফলিৰ চিত্ৰ কনকলাল বৰুৱাৰ *Early History of Kāmarūpa*-ৰপৰা আৰু খাঁ আমানতুল্লা চৌধুৰীৰ 'কোচবিহারের ইতিহাস'ৰপৰা লোৱা হৈছে। কামৰূপ অনুসন্ধান সমিতিৰ কৰ্তৃপক্ষই তামৰ ফলি, শিলৰ ফলি, পেৰা-কাকত আদিৰ নকল ৰখা বহীখন আৰু কামৰূপৰ উপায়ুক্তৰ কাৰ্যালয়ৰ মহাফেজখানাৰ কৰ্মচাৰীসকলে মহজৰ বহীখন লাগ বুলিলেই ব্যৱহাৰ কৰিবলৈ উলিয়াই দিছিল। অসম ৰাজ্যিক সংগ্ৰহালয় কৰ্তৃপক্ষই ফলিৰ পাঠ আৰু চিত্ৰ লোৱাত অকুণ্ঠ সহায় দিছে। সৰ্বশেষত স্বীকাৰ্য যে অসম প্ৰকাশন পৰিষদৰ পূৰ্বৰ সভাপতি আৰু মোৰ কলেজীয়া কালৰ সতীৰ্থ জয়ভদ্ৰ হাগজেৰ আৰু সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া, তথা পৰিষদৰ পাৰিষদসকল ভাৰতৰ উত্তৰ-পূব সীমান্ত অঞ্চলৰ ৰাজ্যকেইখনিৰ প্ৰত্নলেখৰ এই এডিটিঅ প্ৰিন্সেপ্স, প্ৰাথমিক সম্পাদনটি পোহৰলৈ ওলোৱাৰ গুৰি। এইসকল সকলোকে মোৰ অন্তৰভৰা শলাগ জনাইছোঁ।

এই সঙ্কলনত সমীক্ষিত পাঠাধ্যয়নৰ পদ্ধতি গ্ৰহণ কৰা হৈছে। সি অৱশ্যে প্ৰাচীন সাহিত্য-কৃতি অধ্যয়নতো প্ৰয়োজনীয়, যদিও কালিৰাম মেধিক বাদ দিলে তাৰ আৱশ্যকতা উপলব্ধি কৰা পুৰণি পুথিৰ সম্পাদক আমাৰ প্ৰায় নায়েই, কাৰণ প্ৰায় সকলোৱেই পুথিত পোৱা পাঠ 'শুধৰোৱা'টোহে পাণ্ডিত্য বুলি ভাবে। কিন্তু সেই পথ দুষ্ট পথ। ফলি আদিৰ পাঠ গ্ৰহণ কৰা বিষয়তো দুই-একে তেনে 'শুধৰোৱা' প্ৰবৃত্তি দেখুৱাইছে। সেইদৰে 'শুধৰালে'ও মূলৰ 'ভুল পাঠ' কি আছিল, তাক নিৰ্দেশ কৰাটো নিতান্ত আৱশ্যকীয়। কোনে ক'ব পাৰে, সেই 'ভুল পাঠ'টোৱেই কিজানি শুদ্ধ আছিল! ২৬-সংখ্যক ফলিৰ 'বৃহৎফুকনঃ কমলেশ্বৰস্য

দৃশদিষ্টকপ্ৰাসাদমচীকৰৎ' কথাটো ধৰিব নোৱাৰি 'বৃহৎফুক্কনঃ কমলেশ্বৰস্যাদেশাদিষ্টকপ্ৰাসাদমচীকৰৎ' পাঠ গ্ৰহণ কৰাৰ পাছতহে আমি বুজিব পাৰিছিলোঁ, মূল পাঠেইহে ঠিক। এনে থলত মূলৰ পাঠ নিশ্চিহ্ন কৰি পেলালে জানো দোষ নহ'ব? সংস্কৃত অংশবোৰৰ সমাসৰ দ্বাৰা যুক্ত পদবোৰৰ মাজত আমি হাইফেন ব্যৱহাৰ কৰিছোঁ যাতে শাৰীবোৰ চাই যাওঁতেই অৰ্থ বুজি যাব পাৰি। ফলিবোৰত একোটা বাক্যৰ শব্দবোৰ লেঠেৰি নিছিগাকৈ লিখা হয়। ইতিপূৰ্বে ছপা হোৱা তেনে ফলিৰ কোনো কোনো পাঠ কেতিয়াবা সেই লেঠেৰি ছিঙি আৰু হাইফেনো ব্যৱহাৰ নকৰাকৈ উলিওৱা হৈছিল। শাৰীৰ শেষৰ সংস্কৃত শব্দৰ 'ম্'টো আমাৰ ৰাজ্যত 'ং' কৰি লিখাৰ নিয়মেই প্ৰায় সৰ্বত্ৰ চলি আহিছে; আমিও তাক লৰ-চৰ কৰিবলৈ নহ'ল। আগতে ছপা হওঁতে বহুতোবোৰ ফলিৰ শাৰীবোৰ ফলিত থকা দৰে ভাঙি লেখা নহৈছিল, যদিহে সেইটোহে বাঞ্ছনীয় আছিল। সমতা ৰাখিবৰ বাবে আমি বিশেষকৈ গদ্য অংশত এইদৰে শাৰী ভঙা নিয়ম এৰিবলগীয়া হৈছিল। পাছত পাই পৰিশিষ্ট গ-ত সন্নিৱিষ্ট কৰা ফলিখিনিত কিন্তু শাৰীবোৰ থিয় ৰেখা দি দেখুওৱা হৈছে। আমাৰ পুথিৰ ঘাই অংশ ছপা হৈ যোৱাৰ বেলাতে অসম সাহিত্য সভাৰ 'হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী'ৰ প্ৰকাশ হৈছিল। গোস্বামীদেৱৰ ফলি আদিৰ পাঠ-সম্পৰ্কীয় প্ৰবন্ধ প্ৰায়খিনিয়েই পুথিখনত সোমাইছে; কিন্তু তাত বিশেষকৈ সংস্কৃতৰ পাঠবোৰত বহুতো ভুল সোমাই পৰিছে। গতিকে আমি ভূমিকাত 'ৰচনাৱলী'ৰ পাঠ সম্পৰ্কে কোনো আলোচনা নকৰি পূৰ্বে আলোচনীবোৰত ওলোৱা গোস্বামীৰ গৃহীত পাঠতে দৃষ্টি নিবদ্ধ ৰাখিলোঁ। অসমীয়া আখৰ পঢ়িবলৈ আহুকাল পোৱাসকলৰ কাৰণে ফলিবোৰৰ সংস্কৃত অংশ পাদটীকাত ইংৰাজী শিতানৰ লগতে নাগৰী আখৰত দিয়া হ'ল। অসমীয়া অংশবোৰ অৱশ্যে অসমীয়া আখৰতে পঢ়াটো বাঞ্ছনীয়। ইংৰাজী Introduction-অত তেনে অংশৰ বিষয়-বস্তুৰ চমু আভাস দিয়া হৈছে।

কামৰূপ জিলাৰ মহাফেজখানাৰ মহজৰ বহীত থকা মহজৰৰপৰা মাথোন গদাধৰসিংহৰ আৰু ৰুদ্ৰসিংহ ৰজাৰ দিনৰ ফলিৰ নকল পোনপটীয়াকৈ লোৱা হৈছে, কাৰণ তাৰ মাজত সেইকেইখনেই আটাইতকৈ পুৰণি আৰু গতিকে বিশেষ তাৎপৰ্যসম্পন্ন। এই সঙ্কলনৰ বাকীবোৰ ফলি-লেখা হয় ইতিমধ্যে ক'ৰবাত এবাৰ বা দুবাৰ ওলাইছে, নহ'লেবা তাৰ মূল বস্তুটো আমাৰ হাতলৈ প্ৰথম আহিছে। দুই-এখন ফলি বহুত পলমকৈ আমাৰ দৃষ্টিলৈ আহে। অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা ৰাউত্তকোঞ্চী ফলিৰ এটা তামৰ পাত পোৱাত তাৰ বিষয়ে ইংৰাজী Introduction-অত আলোচনা সন্নিৱেশ কৰিলোঁ। বিবি মোকামৰ আজনা খন্দকাৰৰ তামৰ ফলিৰ

আলোচনা ওপৰত ভূমিকাৰ অন্তৰ্গত কৰা হৈছে। মহজৰ বহীৰপৰা বিশ্বেশ্বৰ দেৱালয়ৰ পাইকৰ বিৱাদৰ সিদ্ধান্তৰ জিত-পত্ৰ এনে পত্ৰৰ নিদৰ্শনৰূপে সম্পূৰ্ণৰূপে ওপৰত তুলি দিয়া হ'ল। এনেভাৱে পিছত পোৱা পত্ৰৰ ভিতৰত উত্তৰ গুৱাহাটীৰ শিলসাঁকোৰ শ্ৰীবলীন্দ্ৰচন্দ্ৰ ভট্টাচাৰ্যৰপৰা পোৱা গদাধৰসিংহ মহাৰাজৰ দিনৰ মানুহ বেচা-কিনাৰ পত্ৰৰ নকল বিশেষ গুৰুত্বপূৰ্ণ; তাক ৯৫-সংখ্যক পত্ৰৰ আলোচনাৰ মাজতে থোৱা হ'ল। শ্ৰীভট্টাচাৰ্যৰ ঘৰত থকা ১৬৬১ শক আৰু ১৬৭৯ শকৰ দীৰ্ঘেশ্বৰী দেৱালয়ৰ তামৰ ফলি দুখন সংযোজনতে সুমুওৱা গ'ল। দুইখনৰে নকল মহজৰ বহীত আছে।

ভাৰতৰ পূৰ্বাঞ্চলৰ ৰাজনৈতিক-সামাজিক-অৰ্থনৈতিক-সাংস্কৃতিক ইতিহাসৰ উপাদান আৰু প্ৰমাণৰূপে এই লেখাবোৰৰ বিশেষ মূল্যালৈ দৃষ্টি ৰাখি সেই ইতিহাসৰ অধ্যয়ন কৰোঁতাসকললৈ 'প্ৰাচ্য-শাসনাৱলী' আগ বঢ়োৱা হ'ল।

১৯৭৪

## শ্ৰীঘনকান্ত বৰা-ৰচিত

# সত্ৰীয়া নৃত্য (মাটি আখৰা)

## ভূমিকা

সত্ৰীয়া নৃত্যৰ অনুশীলনৰ বিবিধ অঙ্গৰ ভিতৰত মাটি আখৰা এটি। কোনো কোনো পণ্ডিতে ইয়াক সত্ৰীয়া নৃত্যৰ ব্যাকৰণ আখ্যা দিছে। কোনোৱে আকৌ এই মাটি আখৰাক সত্ৰীয়া নৃত্যৰ কৰণ বুলিবলৈও প্ৰয়াস পাইছে। অৱশ্যে সত্ৰীয়া নৃত্যও নাট্যশাস্ত্ৰৰ দৰে কৰণ বা ভৰত নাট্যমৰ আওৰুৰ দৰে আখ্যা দি এক প্ৰকাৰ অঙ্গ সঞ্চালন ব্যঁৱহাৰ কৰা নহয়। আমৰা শব্দটোৰ প্ৰয়োগলৈ চাই মাটি আখৰা এক প্ৰকাৰ অনুশীলন মাত্ৰ বুলিব পাৰি। আৰু এনেটো সম্ভৱ যে মাটি আখৰাক সত্ৰীয়া নৃত্যৰ কলাকাৰসকলৰ ব্যায়াম হিছাপে প্ৰয়োগ কৰা হয়। ভৰতৰ নাট্যশাস্ত্ৰত এই বিধান দিয়া হৈছে যে বুদ্ধিমান সকলে শৰীৰত তৈল মৰ্দন কৰি বা জ-ধানৰ চাউলৰ নিসনি সানি লৈ শৰীৰৰ বিভিন্ন অঙ্গ মৰ্জন কৰিব লাগে। এইভাৱে অনুশীলন কৰাকে ব্যায়াম বোলা হৈছে। অৰ্থাৎ নৰ্তন শিল্পীসকলে গা মালিচ কৰি তাক নাচৰ উপযুক্ত কৰি তুলিব লাগে। অনুমান হয় আমাৰ সত্ৰীয়া নৃত্যৰ আদি গুৰুসকলেও মাটি আখৰা নামে ব্যায়ামৰ বিধান কৰিছিল। নাট্যশাস্ত্ৰত ভৌমী ব্যায়াম আৰু আকাশিকী ব্যায়াম— এই দুটা ভাগ আছে। আমাৰ সত্ৰীয়া নৃত্যত কিন্তু ভৌমী ব্যায়াম অৰ্থাৎ মাটি আখৰাৰ কথা কোৱা হয়। আৰু এটা কথা মন কৰিবলগীয়া যে চৌষষ্ঠি প্ৰকাৰ বা ততোধিক যি মাটি আখৰাৰ বিধান কমলাবাৰী আদি সত্ৰত চলি আছে তাক অনেক সময়তে সত্ৰীয়া নৃত্যৰ একো একোটা টুকুৰা বুলি দৃষ্টি কৰিব পাৰি; সেইবিলাকৰ প্ৰয়োগৰ দ্বাৰাই নাচৰ বিভিন্ন অঙ্গ গঠিত হৈ পৰে। মুঠতে মাটি আখৰা সত্ৰীয়া নৃত্যৰ এক বিশেষ অঙ্গ।

বৰ সুখৰ বিষয় যে সত্ৰীয়া নৃত্যৰ এগৰাকী পটু বায়নে কমলাবাৰী সত্ৰৰ কেউখিনি মাটি আখৰাৰ আৰ্হি তুলি এই পুথিখনি নিৰ্মাণ কৰিছে। শ্ৰীবৰাদেৱক তাৰ বাবে অশেষ ধন্যবাদ।

১৯৭৩

# সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল

## সম্পাদকৰ দুআষাৰ

আমাৰ এই প্ৰকাশনৰ গুৰিত থকা কেইবাগৰাকীও ব্যক্তিলৈ পোনতে এখনি শৰাই আগ বঢ়োৱাটি আমাৰ কৰ্তব্য। বৰগীত গৱেষণা সমিতিৰ সদস্যসকলক পোনতে স্মৰণ কৰিব লাগিব। অসম সঙ্গীত নাটক অকাদমিৰ বাহিৰে ভিতৰে আমাৰ কামত উৎসাহ দিয়াতকৈ প্ৰতিবন্ধক ওপজাবৰ চেষ্টা কৰা লোকৰ কাৰণেই যেতিয়া এনে কাম হাতত ল'বলৈ আমি সংকোচবোধ কৰিছিলোঁ, তেতিয়া তেতিয়াৰ অকাদমিৰ কাৰ্যকৰী সভাপতি শ্ৰীদেৱকান্ত বৰুৱাই আমাক উৎসাহ আৰু পৰামৰ্শ যোগাইছিল। বৰুৱা ডাঙৰীয়াৰ উৎসাহ আমাৰ পুথি প্ৰকাশনৰ এতিয়াৰ সময়লৈকে সক্ৰিয় হৈ ৰৈছে। অসমৰ শিক্ষা আৰু সাংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰে অকাদমিৰ কাৰ্যকৰী সভাপতি হৈয়ে এই পুথিৰ বিষয়ত বিশেষ অনুৰাগ দেখুৱায়। তালুকদাৰদেৱৰ এই সংস্কৃত অনুৰাগৰ মাধ্যমতে অসম চৰকাৰৰ পক্ষৰপৰা পুথিখনিৰ প্ৰকাশৰ উদ্যোগে এটি অনুদান লাভ কৰে। তালুকদাৰ ডাঙৰীয়াৰ অনুৰোধক্ৰমেই বিশ্ববন্দ্য পণ্ডিত অধ্যাপক ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ (মানবিকীত ভাৰতৰ ৰাষ্ট্ৰীয় অধ্যাপক) মহামূল্য আগকথাটি পোৱা হৈছে। ১৯৫৮-৫৯ বছৰতে নৱদিল্লীস্থ ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদমিয়ে বৰ্তমান পুথি প্ৰণয়নৰ গুৰিৰ গৱেষণা আঁচনিৰ হকে অনুদান এটি দিছিল। কিন্তু অনুদানটি অসম অকাদমিৰ দুৱাৰেদি গৱেষণা সমিতিৰ হাত পায়হিমানে বছৰচেৰেক পাৰ হৈ গৈছিল। নিৰুৎসাহজনক পৰিস্থিতিৰ মাজেদি কাম কৰি গৱেষণা সমিতিয়ে ১ ছেপ্টেম্বৰ ১৯৬৯ তাৰিখে বৰ্তমান পুথিখন প্ৰকাশৰ বাবে গ্ৰহণ কৰে। কিন্তু ছপা খৰচৰ বৰ্ধিত হাৰৰ নিমিত্তে প্ৰকাশৰ কামত ঢিল পৰিবলৈ ধৰে, শেহান্তৰত অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা বিভাগে তাৰ অৰ্থে অসম প্ৰকাশন পৰিষদক দহ হেজাৰ টকাৰ অনুদান এটি দিয়ে। সেই বিষয়ত বিভাগৰ সঞ্চালক শ্ৰীসত্যপ্ৰসাদ বৰুৱা আৰু উপসঞ্চালক শ্ৰীকমু বৰুৱাৰ আগ্ৰহ বিশেষভাৱে স্মৰণীয়।

গৱেষণা আঁচনিৰ কৰ্মীৰূপে শ্ৰীকেশৱ চাংকাকতীয়ে দ্বিতীয় খণ্ডত সন্নিবিষ্ট সকলো তালখিনি আৰু গুৱাহাটীৰ সঙ্গীত-সত্ৰৰ কল্যাণত ওপৰঞ্চিত দিয়া ডুবিৰ দেৱদাসী-নৃত্যৰ বোলখিনি প্ৰস্তুত কৰিছে। প্ৰথম খণ্ডৰ প্ৰবন্ধকেইটা প্ৰকৃততে গৱেষণা আঁচনিৰ অন্তৰ্গত নহয়, গৱেষণা সমিতিয়েহে সেইখিনি আমাৰ পুৰণি লেখা বৰ্তমান পুথিৰ বাবে সামৰি লৈছে। কমলাবাৰী-সত্ৰৰ সকলো বোল পুণ্যস্মৃতি মণিৰাম ৰায়ন মুক্তিয়াৰ আৰু শ্ৰীযোগেশ্বৰ শইকীয়াৰপৰা লোৱা। ডুবিৰ তাল লোৱা হৈছে শ্ৰীৰত্নকান্ত তালুকদাৰৰপৰা। মণিৰাম বায়ন মুক্তিয়াৰ, মণিৰাম গায়ন মুক্তিয়াৰ আদি কমলাবাৰীৰ প্ৰবীণসকল আৰু শ্ৰীশইকীয়া, শ্ৰীঘনকান্ত বৰা আদি নবীনসকলৰপৰা সত্ৰীয়া নৃত্যৰ বৰ্ণনা আদি লোৱা হৈছে। ছবি লওঁতে সত্ৰীয়া নাচত শ্ৰীশইকীয়া, শ্ৰীবৰা আৰু শ্ৰীনৰেন্দ্ৰনাথ খাটনিয়াৰ, ডুবিৰ নাচত কুমাৰী চিত্ৰলেখা তালুকদাৰ, 'শ্ৰীহস্তমুক্তাৱলী'ৰ হস্তত শ্ৰীমতী অঞ্জনা দেৱী আৰু কুমাৰী গায়ত্ৰী দেৱী কেমেৰাৰ সমুখীন হৈছিল আৰু আলোকচিত্ৰখিনি গ্ৰহণ কৰিলে গুৱাহাটীস্থ ফোৰেনছিক লেবৰেটৰিৰ ছায়েণ্টিফিক অফিচাৰ শ্ৰীমদনচন্দ্ৰ লহকৰ আৰু আমাৰ প্ৰাক্তন ছাত্ৰ শ্ৰীহেমচন্দ্ৰ কাকতিয়ে আৰু তাৰ প্ৰায়খিনি ডেভেলপ আৰু প্ৰিণ্ট কৰি দিছিল নৱদিল্লীস্থ ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদমিৰ লেবৰেটৰিত অকাদমিৰ ফিল্ড অফিচাৰ শ্ৰীগোবিন্দ বিদ্যাৰ্থীয়ে। ডুবি অঞ্চলৰ অলঙ্কাৰৰ ছবি শ্ৰীসৰ্বেশ্বৰ পাটগিৰিৰ সৌজন্যত গ্ৰহণ কৰা হৈছিল। আমাৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' গ্ৰন্থৰপৰা জৰাবাৰী সত্ৰৰ চালিনাচ আৰু এটি মুখাৰ চিত্ৰ লোৱা হৈছে। শ্ৰীবিদ্যাৰ্থীয়ে আৰু বোম্বাইৰ শ্ৰীসুনীল কোঠাৰীৰ যোগে শ্ৰীপ্ৰবোধ চন্দ্ৰই নিজৰ তোলা কেইটিমান চিত্ৰ আমালৈ পঠিয়াইছিল। মোৰ ছাত্ৰ শ্ৰীবিশ্বকিঙ্কৰ গোস্বামী, শ্ৰীভৱানীপ্ৰসাদ অধিকাৰী, ছাত্ৰীকল্প শ্ৰীমতী নন্দিতা চলিহা আদিয়ে মহাভাৰতৰ গণেশৰ ভূমিকা গ্ৰহণ কৰি ব্যাসক সহায় কৰিছে।

অসমৰ সঙ্গীত আৰু নৃত্যৰ বিষয়ে বৰ বেছি কথা আজিও প্ৰকাশ হোৱা নাই। অসমৰ ভিতৰত কিতাপ-আকাৰৰ হোৱাটো দূৰৰ কথা আলোচনীত প্ৰবন্ধ-আকাৰেও অতি কম কথাই ছপা হৈ ওলাইছে। মাজে মাজে গৱেষণা, স্বীকৃতি, এক্সপাৰ্ট আদি দুই-এটা শব্দ লৈ খবৰ-কাগজত দুই-এটা কথা ওলায়। কিন্তু আমাৰ সঙ্গীত-নৃত্যৰ গৱেষণাৰ ক্ষেত্ৰত কোনো কামেই হোৱা নাই বুলিব পাৰি আৰু আমাৰ সঙ্গীত আৰু নৃত্য বাহিৰলৈ নি চিবিলাকক কাৰ্যতঃ সঙ্গীত আৰু নৃত্যৰ বিশিষ্ট সম্প্ৰদায়ৰূপে প্ৰতিষ্ঠা দিয়া আৰু নিজেও প্ৰতিষ্ঠা লাভ কৰা কলাকাৰ আমাৰ এতিয়াও ওলোৱা নাই। তাত্ত্বিক ফালৰপৰা আমি প্ৰায় অকলশৰে ইংৰাজী ভাষাত প্ৰবন্ধ লেখি বা সৰ্বভাৰতীয় আলোচনা-সত্ৰত যোগ দি কিছু কথা বাহিৰত জনাই ফুৰিছোঁ, যাৰ বাবে শ্ৰীশান্তিদেৱ ঘোষৰ নিচিনা গুণগ্ৰাহী লোকে ডিগবৈত বহা অসম

সাহিত্যসভাত সঙ্গীত শাখাৰ সভাপতিৰ অভিভাষণত লেখিছিল : "স্বাধীনতা-লাভৰ পাছৰপৰা ভাৰতৰ প্ৰত্যেক প্ৰদেশত সঙ্গীত আৰু নৃত্যৰ বিষয়ত এক নতুনৰ চেতনাৰ উন্মেষ হৈছে। অসম যে সেই পথত পিছ পৰি থকা নাই, সেই খবৰ আমি পাই আছোঁ। যিসকলে সেই পথত গঠনমূলক কাম কৰি আছে, তেওঁলোকৰ মাজত প্ৰথমেই মনত পৰে ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ আৰু ডক্টৰ শ্ৰীভূপেন হাজৰিকাৰ নাম। অসমৰ প্ৰাচীন নাচ-গান, অভিনয় আৰু লোক-নৃত্য-গীতৰ খবৰ যিসকলে ৰাখে, তেওঁলোক সকলোৰেই বিশেষভাৱে কৃতজ্ঞ ডক্টৰ নেওগৰ ওচৰত। তেওঁৰ এই বিষয়ৰ বক্তৃতা, প্ৰবন্ধ আৰু কিতাপে যেনে আগ্ৰহৰ সৃষ্টি কৰিছে, তেনেকুৱাকৈ এই যুগত তেওঁৰ পূৰ্বে ইমান ব্যাপকভাৱে আৰু কোনেও কৰিব পৰা নাই। নিজৰ দেশৰ সঙ্গীত, নৃত্য আৰু অভিনয়-কলাৰ প্ৰতি তেওঁৰ নিষ্ঠা আৰু ভালপোৱাৰ পৰিচয় পাই আমি তেওঁক অভিনন্দন নজনাই নোৱাৰোঁ। এনেকুৱা এটি গঠনমূলক কামত হাত দি তেওঁ দেশৰ অশেষ উপকাৰ কৰিছে, ধৈৰ্যেৰে সৈতে অসমৰ সাংস্কৃতিক ঐশ্বৰ্যৰ পৰিচয়টি ধীৰে-ধীৰে প্ৰকাশ কৰি গৈছে।"

ভাৰতবৰেণ্য এজন কলাকাৰ আৰু কলা-সমালোচকৰ মুখ-নিঃসৃত উক্তিৰে আমাৰ এনে অতিপ্ৰশংসা শুনি অনেকজনে বোলে নতুন খবৰ পোৱাদি পাইছিল, কাৰণ তেওঁলোক দেশ-দুনিয়াৰপৰা বিচ্ছিন্ন আৰু তেওঁলোকৰ ইমানেই ধাৰণা যে নিজে গায়ক বা নটুৱা নহ'লে নৃত্য-গীতৰ বিষয়ে লেখিবই নোৱাৰে। কিন্তু তেওঁলোকে বোধ হয় নাজানে যে গায়ক আৰু নটুৱাসকলে কমেইহে লেখে, সুন্দৰকৈ গোৱা আৰু নচাতে তেওঁলোক মগ্ন হৈ থাকে। ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদমি আৰু মাদ্ৰাজৰ মিউজিক একাডেমি আৰু পিছৰটি অনুষ্ঠানৰে পত্ৰিকাই আমাক আমাৰ সংস্কৃতি-সম্পদৰ বাতৰি বাহিৰত বিলোৱাত সুবিধা উলিয়াই দিছিল। আমাৰ দুখনমান ইংৰাজী কিতাপ, নিজৰ প্ৰকাশিত শঙ্কৰদেৱ এণ্ড্ হিজ্ প্ৰেডিছেছৰ্ছ', গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশিত 'শঙ্কৰদেৱ এণ্ড হিজ টাইম্‌ছ' আৰু দিল্লীৰ নেচনেল বুক ট্ৰাষ্টৰ ইংৰাজী প্ৰকাশন 'শঙ্কৰদেৱ'ৰ বঙলা, হিন্দী, মাৰাঠী, ওড়িয়া, অসমীয়া আৰু গুজৰাটী ভাঙনিৰে সৈতে এই প্ৰচাৰত বিশেষ সহায় কৰিছিল। দিল্লীৰ নেচনেল স্কুল অব্ ড্ৰামা এণ্ড এছিয়ান থিয়েটাৰ চেন্টাৰত আমাৰ নাট্যকলাৰ সম্পৰ্কে দিয়া আমাৰ বক্তৃতালানিয়েও কৌতূহল সৃষ্টি কৰিছিল। অতি সন্তোষৰ কথা শ্ৰীজগদীশচন্দ্ৰ মাথুৰ আৰু ডক্টৰ দশৰথ ওঝাৰ পাণ্ডিত্যপূৰ্ণ 'প্ৰাচীন ভাষা নাটক সংগ্ৰহ'ত মহাপুৰুষ দুজনৰ কেয়োখনি নাটৰ উপৰিও গোপাল আতা, ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ আৰু ভূষণ দ্বিজৰ নাটকখনি নাগৰী হৰফত সন্নিবিষ্ট হৈছে। বাহিৰৰ কৃতী সংস্কৃতি-প্ৰেমী পণ্ডিত-সমাজৰ অসমৰ সঙ্গীত-নৃত্য-সংস্কৃতিত এই নৱজাত ৰুচিয়ে আমাক বাহিৰৰ

চকুত গৌৰৱান্বিত কৰিছে, সঁচা। কিন্তু আমাৰ গায়ন-বায়ন আৰু নটুৱাই গীত গাই, বাজনা বজাই আৰু নাচ নাচি সেই সংস্কৃতিক ভাৰতৰ নয়ন আৰু শ্ৰৱণত প্ৰতিষ্ঠিত কৰিব লাগিব। যিসকলে এই বিষয়ত নিজৰ গৌৰৱ কৰে, তেওঁলোকলৈ সময়ৰ ই কঠিন কিন্তু মধুৰ চেলেঞ্জ, প্ৰত্যাহ্বান।

আমাৰ নিজৰ সংস্কৃতি সম্পৰ্কে আলোচনা ইমান কম যে সেই সংস্কৃতিৰ বিষয়ে আমাৰ ধাৰণা ধুঁৱলী-কুঁৱলী। আন কি, সেই সম্পৰ্কে আলোচনাৰ পদ্ধতিৰ জ্ঞান আমাৰ মাজত আজিও প্ৰতিষ্ঠিত হোৱা নাই। গৱেষণা, বৈজ্ঞানিক আলোচনা আদি দুই-এটা শব্দ দুই-এজনে মুখেৰে মাতে; কিন্তু তাৰ অৰ্থ তেওঁলোকৰ ভিতৰলৈ যোৱা যেন নালাগে। 'অমুকটো প্ৰাচীন প্ৰবাদ আছে', 'তমুকটো সম্পৰ্কে আমাৰ আজোককাদেউতাই নিজ মুখে কৈ গৈছে'—এনে যুক্তিৰ ওপৰত তেওঁলোকে আৰ্টৰ ইতিহাস প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে। দুই-একৰ বাবে পৰনিন্দাই ডাঙৰ ঐশ্বৰ্য। জ্ঞানৰ চৰ্চাত তৰ্ক লাগে, কাৰণ জ্ঞানং তৰ্কমূলম্। কিন্তু বাদ, জল্প, বিতণ্ডা, এই তিনিবিধৰ শেষৰ বিধৰপৰা সত্য প্ৰতিষ্ঠিত নহয়। একো আচৰিত কথা নহয় যে শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ দৰে বিশ্ব-বিশ্ৰুত পণ্ডিতক সংস্কৃতৰ একোটো নজনা বুলি কোৱা লোক অসমত আছে, আৰু স্বয়ং শঙ্কৰদেৱৰ সাংস্কৃতিক আন্দোলন সহ্য কৰিব নোৱাৰি বহুতে 'হিংসায় উন্মত্ত পৃথ্বী' কৰি তুলিছিল। কিন্তু সেই প্ৰতিক্ৰিয়াশীলসকলৰ নামটো পৰ্যন্ত বুৰঞ্জীয়ে হেলাৰঙে পাহৰি পেলাইছে আৰু পেলাব। কাৰণ, 'সত্যমেৱ জয়তে'ক আমাৰ দেশে শিৰোৰত্ন মন্ত্ৰ কৰি লৈছে। অসম সঙ্গীত নাটক অকাদমি বয়সত কুৰি হ'লহি ঃ আগৰ দিনত হোৱা হ'লে আৰু অকাদমি তিৰোতা হোৱা হ'লে কুৰিতে বুঢ়ী বুলিয়ে লোকে ক'লেহেঁতেন। বহুতৰে সমালোচনা যে ইমান বছৰে অকাদমিয়ে একো কৰিব পৰা নাই। তাৰ উত্তৰ দিবলৈ নাযাওঁ। কিন্তু এইটো ক'ব খুজিব পাৰোঁ যে 'স্বৰৰেখাত বৰগীত', 'ৰিদ্‌ম ইন দ্য বৈষ্ণৱ মিউজিক্ অব্ আসাম' আৰু বৰ্তমান পুথিখনি লেখি-লেখাই আমি অকাদমিৰ নামত মাইলৰ খুঁটা বহুৱাবৰ কাৰণে উৎকট যত্ন এটা কৰিছিলোঁ। অকাদমিয়ে এই কথা কৈ আনন্দ কৰিব লাগে বুলি আমি ভাবোঁ। বাস্তৱিকতে অকাদমিৰ গুণগ্ৰাহী সম্পাদকে (শ্ৰীপৰাগ চলিহা) প্ৰতিবেদনবোৰত সেই কথা স্মৰণ কৰিছে ঃ "The Bargit Research Committee with the abiding initiative and untiring efforts of its Secretary, Dr. Maheswar Neog, has already brought out the second volume in the second phase of its long drawn-out research programme" (মেই ১৯৬৩); "বিভিন্ন গৱেষণাৰ ক্ষেত্ৰত বৰগীত গৱেষণা শাখাইহে তৃতীয় পৰ্যায়ৰ কাম সম্পূৰ্ণ কৰিছে। এই ক্ষেত্ৰত গৱেষণা পৰিষদৰ

সম্পাদক ডক্টৰ নেওগ আমাৰ শলাগৰ পাত্ৰ" (মাৰ্চ ১৯৭০)। অৱশ্যে ইতিমধ্যে প্ৰকাশ হোৱা প্ৰথম দুখন গ্ৰন্থৰ কেইকপি অসমীয়া সংস্কৃতি-প্ৰেমী ৰাইজৰ মাজত বিক্ৰী হৈছে, এই প্ৰশ্নৰ উত্তৰ দিবলৈ গ'লেহে ভয় হয়, লেষ্ট ডটাৰ্ছ অব্ ফিলিষ্টাইন্‌ছ্‌ ৰিজইছ্‌। তেনে থলত এই তৃতীয় প্ৰকাশনৰ প্ৰয়োজন ক'ত, নিজকে সুধিবৰ মন যায় যদিহে উৎপৎস্যতে কোঽপি মে সমানধৰ্মা বুলি ভৱভূতীয়া গৰ্বত নোফন্দো।

বিশেষকৈ আমাৰ প্ৰথম খণ্ডৰ আবৰি-বিবৰি লেখা পঢ়ি ক'ৰবাত কাৰোবাৰ কিবা সন্দেহ ৰৈ যায় বুলি আশঙ্কা হোৱাত তাৰ পাৰ্শ্ব-টীকাৰূপে কিছু কৈফিয়ৎ লেখাৰ আৱশ্যকতা অনুভৱ কৰিলোঁ, কাৰণ কোনোৱে কিছুমান কথা সতকাই গ্ৰহণ কৰিবলৈ টান পায় আৰু কোনোৱে বিৱৰ্তবাদৰ মোহত পৰি গপতে নুবুজাকৈ থাকে। উদাহৰণস্বৰূপে, আমি ৯০ পিঠিত বৰ্ণোৱা দৰে কমলাবাৰী সত্ৰৰ ওজা-পালিৰ ওজাই 'চতুৰ্বিংশতি অৱতাৰ' গাওঁতে-নাচোঁতে (সত্ৰত দশাৱতাৰ নৃত্য বুলি সুকীয়া এটি বস্তু দেখা পোৱা নাই) 'আৰ কিনা মৎস্য' আদি বুলি বুলি হাত (যাক নৃত্যশাস্ত্ৰ নজনা লোকে সাধাৰণতে 'মুদ্ৰা' বোলে) দিয়ে। এজন এক্সপাৰ্টে বোলে সত্ৰীয়াসকলৰ এইটো মহাভুল বুলি ঘোষণা কৰি 'আৰ কিনা' নুবুলিবলৈ স্বতঃপ্ৰণোদিত এটি উপদেশ দি থৈ আহিছে। কাৰণ, তেওঁৰ ভাষা-জ্ঞান অনুসৰি 'আৰ' আৰু 'কিনা' বঙলা!! কিন্তু স্বয়ং শঙ্কৰদেৱ-মাধৱদেৱৰ ভাষাতে শব্দ দুটাৰ প্ৰয়োগ আছে, সেই কথা নজনাটোহে দুখৰ কথা হ'ব। শঙ্কৰদেৱৰ এইকেটা শাৰী বিখ্যাত :

আৰ না শুনোহো বেণু কদম্বক মূল।—বৰগীত
অঘ বক কেশী কংস যিটো আৰ।—ৰুক্মিণীহৰণ নাট
আৰ হামাৰ হৈতে কি ৰহল।—পাৰিজাতহৰণ
অৰুণ চৰণ আৰ নেদেখো তোহাৰি।—কালিদমন

মাধৱদেৱৰ কেৱল বৰগীতৰপৰা দুটামান শাৰী লওক :

অৰুণ চৰণ বিনে ধন নাহি আৰ॥
ভকতি সমান বলী নাহি নাহি আৰ।
কোন দিন ঢলি শৰীৰ পৰয়, আৰ কি বাট চাই আছা॥
মোৰ পতিত-পাৱন প্ৰভু, হৰি হেৰোৰে বাপ, কিনা গতি হইবে হামাৰ।
মোকে কিনা গতি দিলা গোপাল, তুমি অগতিৰ গতি।
কিনা মঞি ছাৰ অগিয়ান। তোমাক তেজিয়া কৈলোঁ ধনৰ খিয়ান॥
কানাই কিনা ৰূপসিয়া। গোপীৰ হৰিল মন মুচুকি হাসিয়া॥

শঙ্কৰ-মাধৱৰ ভাষা নজনাকৈ সত্ৰীয়া ভাষাৰ 'আসোঁৱাহ' ধৰিবলৈ যোৱাটো

আচৰিত কথা। শব্দ দুটা নিতান্তই অসমীয়া নহ'লেও, সত্ৰৰ সেই বিশেষ নাচৰ বেলা যেতিয়া তাৰ প্ৰয়োগ হয়েই তাক উল্লেখ কৰাটো কেতিয়াও 'আসোঁৱাহ' হ'ব নোৱাৰে, বৰং লুকুৱাবলৈ যত্ন কৰাহে বৈজ্ঞানিক পদ্ধতিমতে দুষ্ট হ'ব।

৯১ পিঠিৰ বাদ্যখিয়ালীৰ গীতটিৰ বিষয়তো একে কথা। তাৰ 'বাজিছে ৰণেৰ দামা লো' বঙলা কথা হ'ল বুলি নজনাজনৰ ভ্ৰম উপজিব পাৰে। কিন্তু ভাষাতত্ত্ববিদে সেই কথা ক'লে, সি 'অসাঠন চালুকীয়া' উক্তি হ'ব, কাৰণ '-এৰ'-প্ৰত্যয়ান্ত ষষ্ঠীৰ উদাহৰণ মাধৱদেৱৰ গীততে অনেক আছে ঃ 'নসৈলা নন্দেৰ ৰাণী।' 'কংসেৰ নগৰী মধুপুৰী।' 'তুৱা ভকতেৰ পন-ৰেণু সেৱা নকৰিলো।' 'লো' 'আলো' আদিও প্ৰাচীন অসমীয়াত বিৰল নহয় ঃ শঙ্কৰদেৱৰ বৰগীতত 'শুন লো পণ্ডিত, হৰি-পদ-সেৱা-ৰসে থিৰ কৰু চিন্ত।' 'কিৰিষি কৰু আলো মনাই।' মাধৱদেৱৰ বৰগীতত 'আলো মঞি কি কহবো দুখ।' 'শুন লো যশোৱা মাই বচন হামাৰি।' 'আলো শুন গোৱালেৰ জায়া বোলয় গোপালো' 'আলো সই, দেখু সই, বিহাৰে চলিয়া আছে কানু।' 'দামা' শব্দও অসমীয়াই। ৰামচন্দ্ৰ বৰপাত্ৰই (১৬০৮ শক) 'মণিকূট' পুথিত মাধৱ-মন্দিৰৰ আৰতিৰ বাদ্যৰ তালিকাত দামাৰ নাম দিছে। তেওঁ 'কেন্দুগুৰি নামে গ্ৰাম, শস্যে মস্যে অনুপাম, দিলীহৰ আতি অনুকূল' (শিৱসাগৰৰ বেতবাৰী) অঞ্চলৰ লোক। 'দবা' শব্দৰ দৰে 'দাবা' আৰু 'দামা' শব্দ অন্ততঃ নামনিত আজিও প্ৰচলিত। ১৬৬৭ শকত তৰুণ দুৱৰা বৰফুকনে বিশ্বেশ্বৰ মন্দিৰত দিয়া এখন সেৱা-ভোগৰ কাকতত 'দমা' (দামা?) শব্দটো আছে। এই মন্দিৰত নিযুক্ত বিষয়াৰ ভিতৰত 'দাবাধাৰী'ও আছিল। নক'লেও হ'ব যে দামা, দমা, দাবা, দবা— সকলোৰে মূল সাঁওতালী 'দামামা' আৰু সাঁওতালীৰ লগত সাদৃশ্য থকা অনেক অসমীয়া শব্দৰ তালিকা ডক্টৰ কাকতিয়ে দিছে। এটা গতিশীল ভাষা আৰু শক্তিশালী লেখকৰ নিৰ্ভীকতা যে ভাষাৰ ক্ষেত্ৰত এটা ডাঙৰ গুণ আৰু লক্ষণ, তাক জেছপাৰ্ছেনে ছাহাবে সুন্দৰকৈ দেখুৱাইছে। শেকছ্‌পিয়েৰ সেই নিৰ্ভীকতাৰ উদাহৰণ। শঙ্কৰদেৱ-মাধৱদেৱ তাৰ পটন্তৰ। ভাষাৰ ক্ষেত্ৰত ছুৱা ছুৱা বুলি জপিওৱাসকলৰ ঠাই ক'ৰবাৰ ঘোকটত। ভাষা 'বহতী নদী', 'কূপ-জল' নহয়। সত্ৰত তিনি-চাৰি শ বছৰে চলি অহা নাচৰ সাজ বা ভঙ্গি, প্ৰথা বা ভাষা নিজৰ অজ্ঞতাবশতঃ সলনি কৰিবলৈ যোৱাটো প্ৰশংসনীয় উদ্যম নহয়।

ৰাসৰ নাচৰ বৈশিষ্ট্য ঃ ১৯৫৭ চনত আন্তৰ্বিশ্ববিদ্যালয় যুৱ-মহোৎসৱত আমি আউনীআটীয়া ৰাসৰ নাচ প্ৰদৰ্শন কৰাওঁতে এটা সমালোচনা হৈছিল যে আমি ৰাধাক বাদ দি ৰাস পাতিছোঁ, আৰু অসমৰ নিতান্ত ভুল। আমাৰ ৰাধাক বাদ দিয়াটোযে ভুল নহয়, সেই কথা অসমৰ বাহিৰত বুজোৱা অতি কঠিন। কিন্তু যদি বাহিৰৰ

ৰসগ্ৰাহীসকলে শ্ৰীজগদীশচন্দ্ৰ মাথুৰ আৰু ডক্টৰ দশৰথ ওঝাৰ এই কথাৰ উপলব্ধি কৰিলেহেঁতেন, তেতিয়া হ'লে প্ৰমাদযুক্ত সমালোচনাৰ উৎপত্তি নহ'লহেঁতেন : "সম্ভবতঃ শ্ৰীমদ্ভাগবত কা সবসে অধিক প্ৰভাৱ অপনে শুদ্ধ ৰূপ মেঁ ইসী কামৰূপ মেঁ হুআ জিসকে প্ৰবৰ্তক মহাপুৰুষ শংকৰদেৱ হুএ ঔৰ জিনকে অনুযায়ী শ্ৰীমদ্ভাগবত কে আধাৰ পৰ কাব্য, সাহিত্য, সংগীত এবং নাট্যসাহিত্য কী ৰচনা সে ইস বিস্তৃত ভূভাগ কো প্ৰভাবিত কৰতে আ ৰহে হে।" ভাগৱত-পুৰাণত ৰাধা নাই। শঙ্কৰদেৱৰ ৰাসযাত্ৰাত ৰাধা নাই (যদিচ কোনো পুথিৰ পাঠত ৰাধা নামটো আছে)—অন্ততঃ ৰাসৰ কেন্দ্ৰৰ ৰাসেশ্বৰীৰূপে নাই, আৰু ৰাসকসজ্জা বা খণ্ডিতা বা বিপ্ৰলব্ধা বা কলহান্তৰিতা বা আন নায়িকা-ভেদৰ উদাহৰণস্বৰূপেও নাই। গতিকে আমাৰ ৰাসত ৰাসেশ্বৰ আছে, ৰাসেশ্বৰী নাই। তাৰ বাবে আমাৰ আপত্তো নাই; এই নোহোৱাটোৱেই আমাৰ ৰাসৰ নাচক ভাৰতৰ সকলো ঠাইৰপৰা পৃথক এক বৈশিষ্ট্য দিছে।

আকৌ, ৪৭-৪৮ পিঠিত আমি হাজোৰ নটীৰ নাচৰ বিষয়ে 'অকনোদই'ৰপৰা যোৱা শতিকাৰ আমাৰ খ্ৰীষ্টিয়ান লেখকসকলৰ প্ৰধান নিধি লিবাই ফাবোৱেলৰ উদ্ধৃতি যেনেকৈ দিছিলোঁ, লগতে তাৰ সমালোচনাও তেনেকৈ দিছোঁ। যদিও জাত্যন্তৰ পোৱা ফাবোৱেলে নটীৰ নাচ উপভোগ কৰিব পৰা নাই, তেওঁ 'তাজি ঘোঁৰা লাফে লাফে চলই যেমন' বুলি কওঁতেই আমি চকুত থুই সানি চকুলো টোকাবো কোনো কাৰণ নাই। ভাৰতীয় নাট্যশাস্ত্ৰত 'অশ্বোৎপ্লৱন' বুলি এটি চলনৰ কথা আছে। উৎপ্লৱন মানে লম্ফ-প্ৰদান নহয় জানো? তেনেহ'লে ফাবোৱেলৰ কথাতনো ক'ত নগৰত জগৰ লাগিল? ভক্তিপৰায়ণ হিন্দু ৰামচন্দ্ৰ বৰপাত্ৰই হাজোৰ নাচৰ ছবি দিওঁতেও নটীৰ পাতল 'গা দেখুওৱা' স্বভাৱৰ কথা ছুই গৈছে : "হাতে তাল ধৰি গীত গাৱে। বায়নেও বাজনা বজাৱে॥ নৰ্তকীসকলে নৃত্য কৰে। ভাৱ দিয়া নানা ভঙ্গি কৰে। হাসি কতো দেয় চক্ষু ঠাৰ। কতো বস্ত্ৰে কৰে মুখ আঁৰ॥ লাসে বেশে দৰশাৱে গাৱ। ভকতৰ নোপজে তাত ভাৱ॥" কোনোবা ভকতৰ মনত স্বাভাৱিক মদন-বিকাৰ থাকিলে অৱশ্যে 'ভাৱ' ওপজাৰ আশঙ্কা থাকে। হাজোৰ নাচে তুলনীয় দেৱদাসীৰ নটীৰ মহলৰ বৰ্ণনা যদি কোনোবাই বিচাৰে, ৰজনীকান্ত বৰদলৈৰ 'ৰহঁদৈ লিগিৰী' উপন্যাসতে পাব। কাৰণ গৱেষণাৰ পুথিৰ দৰে উপন্যাসো বাস্তৱ ব্যাপাৰৰ বস্তু। তাক সত্যান্বেষীৰ দৃষ্টিৰে জ্ঞানীয়ে গ্ৰহণ কৰে, অজ্ঞানীয়ে 'হৰি হৰি' কৰে। তাহানিৰ কামৰূপী নৃত্য সম্ভৱৰ এগৰাকী পৃষ্ঠপোষক কনকলাল বৰুৱাদেৱে কৰ্নেল ৰাজেন ছাহাবৰপৰা হাজোৰ বৰ্ণনা তুলি দিছিল (*Journal of the Assam Research Society*, July 1934; *Studies in the Early History of Assam*, 1978,

p. 44)। তাত ছাহাবে নটীৰ নাচ-অনুষ্ঠানক যেনেকৈ orgies বুলি বৰ্ণনা কৰিছে, তাক পঢ়ি নৰ্তকীসকলৰ প্ৰতি কাৰো ভাল ভাব হ'বৰ সম্ভাৱনা নাই।

ফাবোৱেলৰপৰা পোৱা হাজোৰ নাচৰ এটি গীতৰ নমুনা আমি আমাৰ পুথিত তুলি দিছোঁ। ইয়াৰ বাহিৰে মালচি, বগুলা কাফি, আশোৱাৰী ৰাগৰ গীতো আমাৰ হাতত আছে। তাৰ ভণিতা ৰামদাস; দেখা যায় এওঁ 'মণিকুট' লেখা ৰামচন্দ্ৰ বৰপাত্ৰই। ইয়াৰ অধিক গীত আমাৰ হাতলৈ অহা নাই। তাৰ বাবে বেজাৰ কৰিবলৈও নাই। হাজোৰ নাচ আমাৰ প্ৰসঙ্গ নহয়, প্ৰাসঙ্গিকহে। ১৯৬৩ ছনৰ ১৪ মেই তাৰিখৰ 'নতুন অসমীয়া' কাকতত উমেশ তালুকদাৰে লেখা 'হাজো-নৃত্য' প্ৰবন্ধত হয়গ্ৰীৱ-মাধৱৰ মন্দিৰৰ দুটি সুকীয়া প্ৰসঙ্গৰ দুটি গীতৰ উদ্ধৃতি দিছিল। তাৰে 'প্ৰণামী' গীতটি আৰম্ভ হৈছে 'প্ৰভুজী তোমাৰ চৰণে গতি মোৰ' বুলি। সেই প্ৰবন্ধত উদ্ধৃত কেদাৰৰ সমুখত গোৱা বিদ্যাপতিৰ নামৰ ভণিতা পৰা 'শিৱায়ন' গীতটি কৌতূহলোদ্দীপক। হাজোৰ প্ৰচলিত ৰূপত পোৱা গীতবোৰৰ ভাষাৰ অৰ্বাচীন শৈলী আৰু ভাৰতঁৰ বিভিন্ন প্ৰান্তৰপৰা ঋণ মন কৰিবলগীয়া। হাজোৰ নৃত্যৰ বিষয়ে সুঁৱৰি সুঁৱৰি কথা ক'ব পৰা মানুহ আজিও দুই-এজন আছে। কিন্তু হাজোৰ নটপাৰালৈ (আজি তাৰ নাম গায়নতোলা) বা নাচৰ অলপমান অভিজ্ঞতা থকা ডালিমী-ঘুণ্ডাৰ ওচৰলৈ নৃত্যতত্ত্ব বিচাৰি যোৱা গৱেষক বহুত ওলোৱা নাই। অৱশ্যে তালুকদাৰে আপত্তি কৰাৰ দৰে, বিশেষ এজন গৈ 'নাচ সম্বন্ধে পাঁজিপুথি যিবা আছিল, তাকো লৈ গৈ অন্তৰ্দ্ধান হোৱা'টো 'জাতীয় সম্পদ নষ্ট হ'বলৈ দিয়া'ৰ বাট মাথোন।

৫৮ পিঠিত আমি এটা কথা লেখিছোঁ,—"এই কথা আমি বুজিব পাৰোঁ যে, শঙ্কৰদেৱে শাস্ত্ৰীয় নৃত্যৰ সম্পদৰ লগত স্থানীয় উপাদানৰ সংযোগ ঘটাই তেওঁৰ অনুষ্ঠান সত্ৰত এক নব্য ধাৰাৰ নৃত্য সংস্থাপন কৰি যায়।" এই 'শাস্ত্ৰীয় নৃত্যৰ সম্পদ' আৰু 'স্থানীয় উপাদান' প্ৰাক্‌শঙ্কৰ। কিন্তু প্ৰশ্ন হ'ল, এই উপাদানবোৰ কি? শঙ্কৰদেৱৰ আগতে নিশ্চয় কিবা আছিল; আন কি, তেওঁৰ বংশতো 'গন্ধৰ্ব সাক্ষাত' আছিল; কিন্তু আগৰ স্থানীয় সম্পদৰ ভিতৰত ওজা-পালিও এটা, সেইটো অনুমানৰ কথা হ'ব পাৰে, তাৰ সপক্ষে দৃঢ় প্ৰমাণ। history-ত (ইয়াত 'ইতিহাস' আৰু 'বুৰঞ্জী' শব্দ দুটা ব্যৱহাৰ নকৰিলো, কাৰণ সেই দুটা শব্দৰ আন connotation, বিশেষ অৰ্থ আছে) প্ৰমাণ লাগে, যদি সি বিজ্ঞানসম্মত হ'বলৈ হয়; মাথোন অনুমানৰ ওপৰত থিয় কৰা উক্তিৰ মূল্য নাই। historical evidence বা ঐতিহাসিক প্ৰমাণৰ ভিতৰতো archaeological evidence-অৰ (তাম্ৰশাসন, মুদ্ৰা আদিৰ প্ৰমাণৰ) যি মূল্য, literary evidence-অৰ (কাব্য আদিৰপৰা পোৱা প্ৰমাণৰ) সেই মূল্য নহয়। বিংশ শতিকাত 'অমুক প্ৰৱাদ আছে', 'তমুকে কয়' আদি বুলি তাৰপৰা পুৰণি

শতিকাবোৰৰ history নিৰ্মাণ কৰিব নোৱাৰি। এতিয়া প্ৰশ্ন হ'ব, হাজোৰ নাচ আৰু ওজা-পালি মহাপুৰুষসকলৰ আগতে থকাৰ কি প্ৰমাণ পোৱা যায়?

শঙ্কৰদেৱৰ জীৱৎকালত বৰ্তমানৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ নাছিলেই, এই সত্যটি বোধ হয় 'বৈজ্ঞানিক' পণ্ডিত দুই-এজনে টং কৰা নাই। মন্দিৰৰ গাত্ৰ-লিপিৰপৰা জনা যায়, বৰ্তমান নিৰ্মাণটি 'শাকে বাণ-বিয়ত্তিথৌ' অৰ্থাৎ ১৫০৫ শকত বা ১৫৮৩ ছনত ৰঘুদেৱ ৰজাই কৰোৱা। এয়া নিৰ্ভুল আৰ্কিওলজিকেল প্ৰমাণ। হাজোৰ মন্দিৰৰ ক্ষেত্ৰলৈ যোৱা আৰু 'আইজ্ টু ছি' লগা পণ্ডিতে নিশ্চয় এই কথা জানিব। ১৫৮৩ ছনৰ অব্যৱহিত পূৰ্বে মন্দিৰটি ক'ত আছিল? তাৰ নাচ ক'ত আছিল? সমুদ্ৰনাৰায়ণৰ বংশাৱলীত আছে, তেতিয়া মণিকূটৰ গণেশ্বৰ-কেদাৰ-কমল-গোকৰ্ণ-অপুনৰ্ভৱৰ পঞ্চতীৰ্থ 'ঝাৰবন পৰ্ব্বত পাহাৰ'ৰ মাজত লুকাই আছিল। ৰঘুদেৱনাৰায়ণে তাক আবিষ্কাৰ কৰা সময়ত পিটনিৰ বৰকাছ আৰু বনৰ বনৰজাৰ মাজত গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ সংঘটিত হৈছিল। আৰু 'ব্যাঘ্ৰৰ গৰ্জ্জনে পৃথ্বী কৰে টলমল।' এই কচ্ছপ-শাৰ্দূলৰ যুদ্ধৰ নৃত্যকে কোনোবা 'বড্ড' এক্সপাৰ্টে হাজোৰলীয়া নটীৰ নাচৰ পূৰ্বৰূপ বুলি যদি ঘোষণা কৰে, আমি নিৰুপায়। কিন্তু সমুদ্ৰনাৰায়ণৰ বংশাৱলীৰপৰা এইটো স্পষ্ট যে ৰঘুদেৱ ৰজাই এই সময়তহে (১৫৮৩ ছন) অৰণ্য কাটি মন্দিৰ পুনৰ্নিৰ্মাণ কৰে। ১৮৫৫ ছনৰ *Journal of Asiatic Society of Bengal* অত কেপ্টেইন ই. টি. ডেলটনেও এই অৰণ্যাকীৰ্ণ মণিকূটৰ কথা লিখিছিল। ১৯৫২-৫৩ ছনৰ মাদ্ৰাজৰ *Journal of Oriental Research* পত্ৰিকাত মাধৱ-মন্দিৰৰ বিষয়ে আমাৰ এটি প্ৰবন্ধ ওলাইছিল। জ্ঞানৰ আতঙ্কত কোনোৱে এইবোৰ কিতাপ-প্ৰবন্ধৰ পিৰালিতো ভৰি নিদিব পাৰে; কিন্তু সিসকলেও এইটো বুজিলে ভাল হ'ব, হাজোৰ ঐতিহ্যৰ মন্দিৰৰ নৃত্য ১৫৮৬ ছন অৰ্থাৎ শঙ্কৰদেৱৰ মৃত্যুৰ পোন্ধৰ বছৰৰ পাছতহে অনুষ্ঠিত হোৱাটো সম্ভৱ। তাৰ পূৰ্বতে শঙ্কৰী নৃত্য-অভিনয়ে পূৰ্ণাঙ্গ ৰূপ লৈছিল। শঙ্কৰদেৱ বেলগুৰিত থাকোঁতেই সত্ৰৰ কীৰ্তনত ওজা-পালি অৰ্থাৎ ব্যাহৰ প্ৰয়োগ হৈছিল। গুৰু-চৰিত আৰু সমসাময়িক কোনো লেখাৰ বাহিৰে অন্যত্ৰ বিয়াহ বা ওজা-পালিৰ উল্লেখ নাই। গতিকে তাৰ বয়স ঠিক কৰোঁতে অন্ততঃ তাক শঙ্কৰপূৰ্ব বুলি কোৱাটো প্ৰমাণসিদ্ধ নহয়গৈ। আনফালে আকৌ, মাধৱ-মন্দিৰৰ নিত্য-নৈমিত্তিক উছৱতযে সত্ৰীয়া প্ৰসঙ্গৰ আৰ্হিৰ প্ৰভাৱ পৰিছিল, ১৬০৮ শক বা ১৬৮৬ ছনত ৰচিত ৰামচন্দ্ৰ বৰপাত্ৰৰ 'মণিকূট' বা 'হয়গ্ৰীৱ-মাধৱৰ আখ্যান' বা 'যোগিনীতন্ত্ৰ' নামৰ পুথিৰপৰাই জানিব পাৰি। বৰপাত্ৰই দিয়া মাধৱ-মন্দিৰৰ নিত্যকৃত্যৰ বৰ্ণনাত সত্ৰীয়া মহলত সচৰাচৰ প্ৰচলিত 'প্ৰসঙ্গ' শব্দটো বাৰে বাৰে ব্যৱহাৰ কৰিছে উপাসনা-পদ্ধতিৰ অঙ্গ অৰ্থত—'বিয়লাৰ প্ৰসঙ্গ', 'ৰাত্ৰিৰ প্ৰসঙ্গ' ইত্যাদি। উক্ত বৰ্ণনাৰপৰা

দেখা পোৱা যায়, অন্ততঃ সপ্তদশ শতিকাতে মাধৱ-মন্দিৰৰ নিত্যকৃত্যত তান্ত্ৰিক পদ্ধতি, মহাপুৰুষীয়া প্ৰসঙ্গ আৰু চৈতন্যপন্থী সঙ্কীৰ্তনৰ এক বিচিত্ৰ সংমিশ্ৰণ কৰিছিল। গায়ন-বায়ন, নাম-প্ৰসঙ্গ (ভকত আৰু ভকতনীৰ), জন্মাদ্য ডকা, বিয়াহ, পদ-পাঠ, ভাগৱত-পাঠ— এইবোৰ সত্ৰীয়া প্ৰসঙ্গ আৰু হয়গ্ৰীৱ-মন্দিৰৰো কৃত্য। এইটোও উল্লেখ কৰিব পাৰি যে ১৭৪৩ শকত চন্দ্ৰকান্তসিংহ আৰু তেওঁৰ পৰ্বতীয়া কুঁৱৰী পদ্মাৱতীয়ে (এওঁ বেঙেনাআটি সত্ৰৰ ভকতৰ জীয়ৰী) 'প্ৰাক্‌প্ৰবৃত্ত-সত্ৰোৎসৱস্থানীয়-হৰি-কীৰ্ত্তনোৎসৱাৰ্থং' কৰ-কাটলৰ পেৰাৰ ধনৰপৰা কিছু ৰূপ দান কৰি এখন তামৰ ফলি দিছিল। প্ৰকৃতপক্ষে, শঙ্কৰদেৱৰ সাংস্কৃতিক আন্দোলনৰ প্ৰভাৱ অত্যন্ত বিস্তৃত আৰু সৰ্বগ্ৰাসী হৈ পৰাত সেই আন্দোলনৰ পূৰ্বৰ সংস্কৃতিৰ ৰূপ আজি ধৰা অত্যন্ত কঠিন। অনেক পণ্ডিতৰে মত, মাধৱৰ মন্দিৰ ধ্বংস হোৱাৰ আগতে সি বৌদ্ধ মন্দিৰহে আছিল।

অসমৰ শঙ্কৰী ভাওনা এফালে আৰু আনফালে দক্ষিণৰ ভাগৱত-মেল, কুছিপুড়ি, যক্ষগান, কথাকলি অভিনয়, সকলোতেই সূত্ৰধাৰৰ ভূমিকা আছে, মাথোন দক্ষিণ ভাৰতত 'সূত্ৰধাৰ' শব্দ ব্যৱহাৰ নকৰি এই ভূমিকাক ভাগৱত অৰ্থাৎ ভকত মাথোন বোলা হয়। গতিকে, বিশেষকৈ শঙ্কৰী সূত্ৰধাৰৰ সৃষ্টিৰ ব্যাখ্যাৰ বাবেই ক্লাছিকেল সংস্কৃত ৰূপকৰ সেই ভাওটোলৈ নগৈ প্ৰাচীন গ্ৰীচৰ ডায়োনিছাছৰ পূজাৰ কোৰাছৰপৰা ইউৰিপিডিছ-ছফোক্লিছ-এস্কাইলাছৰ ট্ৰেজেডিৰ উৎপত্তিৰ ঐশ্বৰ্যপূৰ্ণ সমান্তৰাল সৃষ্টি কৰি ওজা-পালিৰ ওজাৰপৰা সূত্ৰধাৰীৰ ভূমিকা ওলোৱা বুলি ধৰাটো এটা ছৌখীন থিঅৰি মাথোন। সূত্ৰধাৰ নামটো সংস্কৃত নাটকৰ, কামখিনিও তাৰ দৰেই—নান্দী, প্ৰৰোচনা, ত্ৰিগৰ্ত আদিও যেনেকৈ।

সত্ৰত প্ৰচলিত আৰু আমাৰ অভিধানত সোমোৱা বহুত শব্দ আমাৰ আলোচনাত সোমাইছে। তেনেকুৱা এটা শব্দ হ'ল 'মহৰাজি'। শব্দটোৰ অৰ্থ মোৰ বাক্যৰপৰাই বুদ্ধিমান পাঠকৰ অৱগত হ'ব ঃ "অগ্নিগড় কৰোঁতে ধেনুৰ বা মেহৰাজিৰ আকৃতিৰ এডাল কাঠত শলিতা পুতি তোৰণৰ দৰে ধৰা হয়।" এইটো সত্ৰত ব্যৱহৃত শব্দ। দুৱাৰৰ চৌকাঠৰ ধেনুভিৰীয়া ওপৰৰ অংশৰে এই নাম। শব্দটোৰ মূল হ'ল আৰবী 'মেহৰাব', 'মেহৰাবদাৰ'।

কমলাবাৰীত আজি-কালি সূত্ৰধাৰীৰ পাগ সজা সময়ত সাধাৰণতে কাগজ ব্যৱহাৰ কৰা হয়, এই কথা আমি উল্লেখ কৰিছোঁ; কিন্তু আমি শঙ্কৰদেৱৰ দিনত কাগজ আছিল-নাছিল ক'তো একো কোৱা নাই। সেই বুলি শঙ্কৰদেৱৰ দিনত নামে-কামে কাগজ হোৱাটো অসম্ভৱ কথা নহয়। তুলাপাত শব্দটো চৰিতত আছে। দ্বিতীয় শতিকাৰ আৰম্ভতে চীন দেশত প্ৰথম কাগজ কৰা হয়। তাৰ পাছত চীনৰপৰা

সমৰকন্দেদি পৃথিৱীৰ অন্যান্য ঠাইত কাগজৰ প্ৰচলন বিয়পি পৰে। অষ্টম শতিকাত চীন ভাষাৰ 'থসিএ' শব্দৰপৰা সংস্কৃত কৰা 'শয়' শব্দ আৰু ফাৰ্চী ভাষাৰ 'কাগদ/কাঘজ' শব্দৰপৰা সংস্কৃতীভূত 'ককলি', 'ককৰি' শব্দ সেই সময়ৰ সংস্কৃত-চীন অভিধানত পোৱা বুলি ডক্টৰ প্ৰবোধচন্দ্ৰ বাগচীয়ে জনাইছে। কাগজ বস্তুটো আৰু 'কাগজ' নামটো অসমলৈ ষোড়শ শতিকামানতে আহিব লাগিব। চৰিতৰ 'তুলাপাত' শব্দটোও তাৰ এটা সাক্ষ্য। শঙ্কৰদেৱৰ দিনতে কোচবেহাৰৰ এক ঠাইৰ নাম হয় 'কাকতকুটা'। বনমালীদেৱৰ প্ৰধান শিষ্য ছিৰাম বা শ্ৰীৰাম চলিহা অসমৰ চলিহা-কাকতী-বংশৰ আদি। 'কাকত' আৰু 'কাকতী' শব্দৰ মূল 'কাগজ'। গতিকে 'কাকতী' শব্দৰ প্ৰচলনে অসমত 'কাগজ'ৰ পূৰ্ব-প্ৰৱেশ সূচনা কৰে। অৱশ্যে, 'তুলাপাত' শব্দটোৰ প্ৰচলন হ'ল সৰ্বসাধাৰণৰ মাজত; কিন্তু ৰজাঘৰত 'কাগজ'সম্ভূত 'কাকত'-'কাকতী'য়েই থাকিল। বঙলা কবিকঙ্কণ মুকুন্দৰামৰ চণ্ডী-কাব্যত আছে,"কাগজ কাটিয়া নাম ধৰিল কাগতি।"

সত্ৰলৈ নোযোৱা বা সত্ৰৰ লগত প্ৰকৃত পৰিচয় নথকা বহুতৰ কাৰণে সত্ৰীয়া নৃত্যৰ বিভিন্ন অঙ্গ-চালনাৰ নাম, মাটি-আখৰাবোৰৰ নাম, হাতৰি-সঁচাৰৰ হাতবোৰৰ নাম আচহুৱা আচহুৱা লাগিব পাৰে। অভিধানততো সেইবোৰ শব্দৰ অপ্ৰৱেশেই। এই টেকনিকেল নামবোৰৰ বহুতৰে সংস্কৃত নাট্যশাস্ত্ৰৰ নামৰ লগত সমতা থাকিব পাৰে; আৰু শাস্ত্ৰত বৰ্ণিত অঙ্গ-চালনাৰ বহুতোবোৰ হয়তো আমাৰ মাজত আছে, কিন্তু নামবোৰহে হেৰাইছে। 'হাত দিয়া সত্ৰীয়া' নাচৰ এটা লক্ষণ; কিন্তু হাতবোৰৰ হ'লে বিশেষ বিশেষ নাম নাই। এইবোৰৰ বৰ্ণনা দিওঁতে আমি সেই দেখি সত্ৰতে পোৱা 'শ্ৰীহস্তমুক্তাৱলী'ৰ হস্তৰ নাম বন্ধনীৰ ভিতৰত ব্যৱহাৰ কৰিছোঁ। ই সত্ৰীয়া নৃত্যৰ শাস্ত্ৰীয়তা বা ক্লাছিকেল হোৱাৰ লক্ষণ, কাৰণ নাম নাথাকিলেও শাস্ত্ৰীয় বিধি হেৰোৱা নাই। অকল সত্ৰীয়া নাচতহে এনে ঘটনা ঘটিছে, এনে নহয়; আমাৰ ওজা-পালি, মণিপুৰী আৰু কথকতো বহুতোবোৰ চালনাৰে আগৰ নামবোৰ হেৰাইছে, নতুন ভাৰ্নেকুলাৰ নাম দি লোৱা হৈছে; কিন্তু চালনাবোৰ হেৰোৱা নাই, গতিকে এতিয়া নকৈ শাস্ত্ৰৰ লগত নামে-বস্তুৱে মিলাব লগীয়াত পৰিছে। ভাৰতৰ নাট্যশাস্ত্ৰত ভিত্তিগত আৰু আকাশী ব্যায়াম কৰিব লাগে বুলি কোৱা হৈছে; কিন্তু আমাৰ চৌৰষ্টিখন মাটিআখৰা কমলাবাৰীয়ে সংৰক্ষণ কৰি আছে। ই অতি মনোৰম শাস্ত্ৰীয় গৌৰৱেই নিশ্চয়।

বহুতে হয়তো এই তত্ত্বটি অৱধান নকৰে যে বৈজ্ঞানিক সত্যান্বেষণৰ পথত এটা সমস্যাৰ সমাধানৰ যিমান মূল্য, এটা সমস্যা উপস্থাপনৰ মূল্য তাতকৈ বৰ কম নহয়। আৰ্কিওলজি বিষয়ৰ পুৰণি শাসন আদিৰ কথাকে ধৰক; উদাহৰণস্বৰূপে

ডক্টৰ দীনেশচন্দ্ৰ সৰকাৰৰ *Select Inscriptions* কিতাপখনকে লওক। ফলিৰ পাঠ-উদ্ধাৰৰ বেলিকা শাৰীবোৰত শূন্য ঠাই, ফুট ফুট চিন, তৰা চিন, প্ৰশ্নবোধক চিনৰ ব্যৱহাৰ ঘনাই কৰিবলগীয়া হৈ থাকে। সংস্কৃত পাঠৰ মাজত ব্যতিক্ৰমী Prakritism-অৰ প্ৰয়োগ কাব্য, শাসন, সকলোতে পোৱা যায়। অল্পবিদ্যা-ভয়ঙ্কৰীৰ পণ্ডিতে ভাবিব, খালী ঠাইবোৰ নিজৰ পাণ্ডিত্যেৰে পূৰাই যাব লাগে আৰু 'ভুল' পাঠবোৰ 'শুধৰাই' দিব লাগে। কিন্তু বিজ্ঞানসম্মত পদ্ধতি মনাসকলে তেনে ধৃষ্টতা প্ৰকাশ নকৰে। তাতে পণ্ডিতম্মন্যই হয়তো 'আশ্চৰ্যৱৎ পশ্যতি'। ৯০ পিঠিত আমি কমলাবাৰীৰপৰা পোৱা সাৰঙ্গ ৰাগৰ ধ্যানটি যেনে পালোঁ, তেনেকৈয়ে উদ্ধাৰ কৰি দিছোঁ, কাৰণ, "মালিতাটিৰ ভাষা-ছন্দ দুইটাই দুৰাৰোগ্যভাৱে ৰুগ্ন যেন লাগিছে।" সেইবাবেই তাক emend কৰিবলৈ গৈও কৰিবৰ উপায় নহ'ল, ভৱিষ্যতে হয়তো যোগ্যজনে সেই উপায়-সমল পাব। পুৰণি পাঠৰ emendation দিব নোৱাৰিলে মূল পাঠকে দিয়াটো বৈজ্ঞানিক text critical study-ৰ এটা মূল সূত্ৰ, সি আসোঁৱাহ নহয়। পুৰণি পাঠ বুলিলে জাক sacrosanct বা পৱিত্ৰ বুলি ধৰি লৈ তাক লৰোৱাৰ আগতে এশবাৰ ভাবিব লাগে। উদাহৰণকে লওক। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে লাচিত বৰফুকন জয়স্তম্ভৰ ফলিৰ শেষৰ অংশৰ পাঠ দিছে—'ৰন্ধ্ৰবজ্ৰবাণচন্দ্ৰশকালযুতং গতবৰষাণি'। এইটো অশুদ্ধ; মূলটো আৰু বিকৃত।গোস্বামীৰ 'দৰংৰাজবংশাৱলী'-ৰ এটা শাৰী হ'ল 'শুনিলন্ত পাৎছা একাববৰে।।' ইয়াত কোনো পণ্ডিতে হয়তো 'বাদশ্বা আকবৰে' কৰি পাঠ 'শুধৰাই' আত্মতৃপ্তি লভিলেহেঁতেন। *Descriptive Catalogue of Assamese Manuscripts* অত উদ্ধৃত সংস্কৃত শ্লোকবোৰো শুদ্ধ নহয়। ৰুগ্ন পাঠৰ সম্পৰ্কত ডক্টৰ সুমিত্ৰ মঙ্গেশ কাত্ৰেই তেওঁৰ *Introduction to Indian Textual Criticism* পুথিত লেখিছে, Precipitate emendation is, however, to be deprecated; for experience has shown that but a small proportion of scholars' corrections are really amendments. ....Besides, who can say that the original was linguistically uniform, and conformed to any particular norm? গতিকে মূলৰ ভুল বুলি জানিলে ভুলটোকে ৰাখি সমালোচনা দিব লাগে। এয়া হ'ল যেতিয়া একেবোৰ শাৰীৰ কেইবাটাও পাঠ পোৱা যায়। যদি পাঠ এটাইহে লভ্য, তেতিয়া emendation-অৰ পৰিসৰ একেবাৰেই সীমাবদ্ধ হৈ পৰে। য'ত emendation-অৰপৰা সম্ভৱপৰ মূলৰ ওচঁৰ চপা নাযায়, It is better to leave in the text what, is not the original reading, is at least the remains of it এই remains বা

ধ্বংসাৱশেষৰপৰাই পাছৰ পণ্ডিতসকলে হয়তো অধিকতৰ সুখকৰ পাঠ উদ্ধাৰ কৰিব পাৰে। ৯০ পিঠিৰ 'শ্লোক'টো সেই দেখি আমাৰ পণ্ডিতসকলৰ বাবে এটা চেলেঞ্জ হৈ ৰ'ল।

গৱেষণাৰ পথ হ'ল এক অন্তহীন অনুসন্ধানৰ পথ। গৱেষকে সততাই শেষ কথা নকয়, তাক বিচাৰিহে থাকে মাথোন। আমি এই পৰ্যায়লৈ যি কৰিছোঁ, সি কৰিবলগীয়া বহুত বহুতখিনিৰ এটি সৰু অংশ মাথোন।

১৫ আগষ্ট, ১৯৭৩

## দ্বিতীয় সংস্কৰণ

এই গ্ৰন্থৰ প্ৰথম তাঙৰণ ছপাবৰ সময়ত আমাৰ ভয় হৈছিল, সেই তাঙৰণৰ বহুত ধন দি ছপোৱা কিতাপবোৰ পৰি থাকিব, কোনেও নিবিচাৰিব, কাৰণ বৰগীত গৱেষণা সমিতিৰ প্ৰথম প্ৰকাশন 'স্বৰৰেখাত বৰগীত' দ্বিতীয় প্ৰকাশন *Rhythm in the Vaishnava Music of Assam*-অৰ পৰিৱেশনৰ বিষয়ত আমি সুখী নহৈছিলোঁ। কিন্তু 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল'ৰ সকলো পুথি প্ৰকাশৰ দুমাহৰ ভিতৰতে অন্ত পৰিল আৰু পুথিখনৰ বৰ্তমান সংস্কৰণ ছপাখানালৈ পঠিয়াব লগা হ'ল। তদুপৰি, পুথিখন ওলালেই বাদ-প্ৰতিবাদ আদিৰে দেশ ভৰি পৰিব বুলি এক এক্সপাৰ্টে ভাবুকি দিছিল। সেইটো হোৱা হ'লে পুথিখন সম্পৰ্কে কিছু প্ৰচাৰ হ'লহেঁতেন। কিন্তু সেইফালেও আমি নিৰাশ হ'বলগীয়া হ'ল। অৱশ্যে আমি ভাবোঁ যে এই গ্ৰন্থ এই বিষয়ৰ আলোচনাৰ আৰম্ভণিহে, আৰু আমাতকৈ যোগ্যতৰজনে বিষয়টো বিস্তাৰ কৰি তাক আগ বঢ়াই লৈ যাব লাগে। জ্ঞানং তৰ্কমূলম্। এটা বিষয় লৈ ৰুচিসম্পন্ন তৰ্কবাদ হোৱাটো কেতিয়াও অমঙ্গলৰ কথা হ'ব নোৱাৰে; বৰঞ্চ তাৰপৰা জ্ঞান, উৎকৰ্ষ আৰু প্ৰচাৰ-প্ৰসাৰৰ পথহে লাভ হয়। আমাৰ এই পুথিখনি প্ৰথমবাৰ ওলোৱাৰ পিছত বিশেষ আলোচনা-সমালোচনা ক'তো দেখা পোৱা নাই, যদিও মৌখিকভাৱে বিজ্ঞ আৰু কলামোদীজনে তাক প্ৰশংসা কৰিছে। সেই দেখি বৰ্তমান সংস্কৰণত সামান্য দুই-এটি ভুলৰ বাহিৰে আন ঠাইত সংশোধন-পৰিবৰ্তন কৰা হোৱা নাই।

২৩ জুলাই, ১৯৭৫

## শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী-ৰচিত

# সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা

## ভূমিকা

'সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা' নামটিৰে নতুন কমলাবাৰীসত্ৰৰ সত্ৰাধিকাৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীৰ বিস্তৃত অভিজ্ঞতা আৰু অধ্যয়নৰপৰা সমুদ্ভূত এই গ্ৰন্থখনি পাঠক-সমাজত চিনাকি কৰি দিবলৈ এটি অনুৰোধ আহিছে। কমলাবাৰী সত্ৰৰ অধিকাৰৰ উচ্চ আসনৰপৰা অহা এই অনুৰোধ পবিত্ৰ আজ্ঞাৰে সমতুল্য।

শ্ৰীগোস্বামী সংস্কৃত সাহিত্যত পণ্ডিত লোক আৰু সিজনাৰ দৃষ্টিও বহল আৰু উদাৰ। গতিকে সিজনাৰ লেখনীৰপৰা নিঃসৃত এই বিৰাটবপু গ্ৰন্থখনিৰ স্বাভাৱিকতে এটি বৃহৎ মূল্য থাকিব লাগিব। তাতে আকৌ, আমাৰ থান-সত্ৰ-সমূহৰ মাজত কমলাবাৰীৰ বিশেষ এখনি স্থান আছে।

"উজনিত কমলাবাৰী, ভাটীত মধুপুৰ, মধ্যত বৰপেটা"—এইটি এক প্ৰখ্যাত জনশ্ৰুতি, যিটি তাহানি গুণাভিৰাম বৰুৱাই 'সৌমাৰ ভ্ৰমণ'ৰ বৰ্ণনা লেখিবলৈ কাপ তুলি লৈয়েই স্মৰণ কৰিছিল। সংৰক্ষণশীলতা আৰু শুচিবায়ুতাৰ প্ৰতীকৰ দৰে কমলাবাৰীক লৈ দুই-এটি জনপ্ৰবাদো লোকৰ মাজত প্ৰচলিত আছে ('তুমি কোন কুটা, কমলাবৰীয়া ভকতে খাই গৈছে শুদা।' 'আগৰ কমলাবৰীয়াই ধুই খায় খৰি; আজিৰ কমলাবৰীয়াই খাওঁতে নোধোৱে ভৰি।' ইত্যাদি)।

সামাজিক-ধাৰ্মিক আচাৰ-বিচাৰৰ দৰে গীত-বাদ্য-নৃত্যৰ তৌৰ্যত্ৰিকৰ অনুশীলনৰ বিষয়তো কমলাবাৰীয়ে মহাপুৰুষ দুজনা গুৰু তথা বদুলা পদ্ম আতাৰ দান কোবামুঠীয়াকৈ ধৰি ৰাখিছে বুলি সেই সেই কলা-সম্পদৰ কিছু সূক্ষ্ম লক্ষণৰ

অস্তিত্বৰপৰা অনুমান কৰিব পাৰি। বিশেষকৈ কমলাবাৰীৰ কলা-সম্পদৰ ঐতিহ্য অসমৰ বাহিৰৰ কলা-ৰীক্ষা থকা লোকৰ চকুত ধৰা পৰে আৰু সি প্ৰভূত আদৰ পায়। আনফালে, কমলাবৰীয়া সংৰক্ষণশীলতা সত্ত্বেও কমলাবাৰীয়ে অৰ্বাচীন ভাষা-ভাওনা, গীত-ভাওনা, ঊনবিংশ শতিকাত প্ৰৱেশ কৰা বগুলুৱা ধুৰা-ভাওনা আৰু জুৰি-ভাওনা আৰু বিংশ শতিকাত অনুপ্ৰৱেশ কৰা চোক্‌ৰা-গানৰ ভাওনাকো প্ৰশ্ৰয় দি ৰাখিছে—যদিও সত্ৰত সিবোৰৰ প্ৰাধান্য নাই বা সিইঁতৰ সত্ৰীয়া চৰিত্ৰও নাই। কিন্তু আমাৰ চেষ্টাত কোনো প্ৰকাৰে প্ৰস্তুত আৰু প্ৰকাশিত 'স্বৰৰেখাত বৰগীত', 'Rhythm in the Vaishnava Music of Assam' আৰু 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল' পুথি আৰু কমলাবাৰীৰ এগৰাকী গুণিন শ্ৰীধৰ্মেশ্বৰ নামলগোৱাৰ "প্ৰসঙ্গ-প্ৰণালী"ৰ বাহিৰে শঙ্কৰী ঐতিহ্যৰ বিৰাট এটি ভাণ্ডাৰস্বৰূপ কমলাবাৰীৰ কলা-সম্পদ উদঘাটন কৰিবৰ বিশেষ যত্ন হোৱা নাই। অথচ সত্ৰীয়া নৃত্যৰ বাবে সঙ্গীত নাটক অকাদেমীৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পাওঁতা তিনিজন কলাকাৰেই কমলাবাৰীৰ। আমাৰ সৌভাগ্যৰে বিষয় যে তিনিখনি কমলাবাৰী-সত্ৰৰ এখনিৰ পূৰ্ণাধিকাৰে নিজে সেই সত্ৰৰ ঐতিহ্য, ধৰ্মানুষ্ঠান আৰু কলা-সম্পদৰ বিষয়ে সম্ভেদ দিবলৈ আগবাঢ়ি আহিছে। সত্ৰৰ অভ্যন্তৰৰ একক ধৰ্ম-জীৱনৰ বহল চিত্ৰ এখনি ইয়াত সন্নিবিষ্ট হৈছে—যিটি ইতিপূৰ্বে কোনো গ্ৰন্থত আমি পোৱা নাই। শ্ৰীগোস্বামীদেৱে সেই চিত্ৰ যিমান পাৰি বিশদভাৱে আঁকিছে আৰু সত্ৰীয়া জীৱন আৰু কলাৰ লগত সৰ্বভাৰতীয় প্ৰাচীন ঐতিহ্যৰ সম্পৰ্ক দেখুৱাবৰ কাৰণেও যত্ন কৰিছে। এই বিষয়ত লেখকৰ মতামতৰ লগত পাঠকৰ দৃষ্টি সদায় মিলিব বুলি অৱশ্যে আশা কৰা নাযায়। কিন্তু লেখকে নিতান্ত আৱশ্যকীয় আলোচনাৰ ধাৰা নিজৰ দৃষ্টিৰ কোণৰপৰা মুকলি কৰি দিয়াটোৱেই আমাৰ বাবে লাভৰ বিষয় হৈছে। আমাৰ কাৰণে গ্ৰন্থখনি এটি চহকী ভৱিষ্যনিধি হৈ থাকিল, আৰু আমি সময়ত লুটিয়াই চাবলৈ ইয়াতে কমলাবাৰীৰ জীৱন অভিলেখবদ্ধ হৈ ৰ'ল। সেই ফালৰপৰা পুথিখনিৰ বৰ্ণনা-সম্ভাৰৰ প্ৰাচুৰ্য আমাৰ লাভদায়ক হ'বই। সত্ৰাধিকাৰ প্ৰভুৰ নিজস্ব তাৎপৰ্য ব্যাখ্যাখিনিবো বিশেষ এটি মূল্য আছে। প্ৰভুদেৱে সকলো বিষয়তে কাৰ্পণ্য নকৰি সত্ৰৰ ঐতিহ্য আৰু নিজৰ জ্ঞানৰ ফালৰপৰা মুকলিকৈ অকুণ্ঠ সত্য বৰ্ণন কৰি গৈছে। তাৰ দ্বাৰা আমাৰ জ্ঞান সমৃদ্ধ হৈছে, সংস্কৃতৰো সুপণ্ডিত লেখকে বিবিধ সংস্কৃত গ্ৰন্থৰপৰা ভুৰি উদ্ধৃতি দি নিজৰ বক্তব্য সমৰ্থন কৰি গৈছে। ইয়াৰ

ভিতৰত শ্ৰীগোস্বামীৰ ঐতিহাসিক বিচাৰ-ধাৰা আমাৰ তান্ত্ৰিক আৰু ব্ৰাহ্মণ্যধৰ্মী লোকৰ তিৰ্যক প্ৰভাৱ আৰু তাৰ ফলস্বৰূপে ৰাজকীয় দণ্ড আৰু আদেশৰ তাড়নাত কোনো কোনো সত্ৰত ফাকুৱাৰ মেৰদাহ প্ৰথা, অম্বুবাচী পালন আৰু মহাপুৰুষ গুৰুজনাৰ কীৰ্ত্তনৰ 'থাপনি'ৰ দিনাও বিগ্ৰহ-স্থাপন (বিষ্ণু-বিগ্ৰহেই হ'লেও) আদি অমিল অজীণ আচাৰ সোমাইছিল। গোস্বামীদেৱে সিবোৰৰ সমালোচনা দি গৈছে। বুৰঞ্জীত আছে, মূৰ্তি-গোসাঁই পূজা নকৰাৰ বাবে স্বয়ং কমলাবাৰীয়া গোসাঁইক বেত্ৰ-প্ৰহাৰ কৰা হৈছিল। ৰজাঘৰীয়া প্ৰপীড়ন আৰু ধৰ্ম-কাৰ্যত হেতা-ওপৰা সিমান দূৰলৈকে গৈছিল; যদিও আজি সত্ৰত মূৰ্তি-গোসাঁই পূজা স্বাভাৱিক যেন লগা হৈছে, কথা প্ৰকৃততে তেনে নহয়। বৰ্তমান গ্ৰন্থৰ আলোচনাই মহাপুৰুষীয়া আচাৰৰ স্বৰূপ-নিৰ্ণয়ৰ দিশ সূচনা কৰিব।

পুথিখনিৰ প্ৰাৰম্ভণতে সত্ৰ আৰু সত্ৰীয়া আখ্যাবোৰৰ ব্যাখ্যা দিবৰ কাৰণে যত্ন কৰা হৈছে। মন কৰিবলগীয়া যে হেমচন্দ্ৰ বৰুৱাই তেওঁৰ 'হেমকোষ'ত 'সত্ৰ' শব্দটো ভুল, 'সত্ৰ'হে শুদ্ধ বুলি সাব্যস্ত কৰিছে। 'সত্ৰ' শব্দ বৈদিক যুগৰ সমানেই পুৰণি। 'শতপথ-ব্ৰাহ্মণ'ত (১৩.৬.১) তাৰ প্ৰয়োগ আছে কেইবাদিনো জুৰি হোৱা যজ্ঞৰ অৰ্থত। মহাপুৰুষ শঙ্কৰদেৱে শব্দটি কিন্তু 'ভাগৱত-পুৰাণ'ৰ পৰাহে লোৱা বুলি অনুমান হয়। ভাগৱতৰ অনেক ঠাইত শব্দটি আহিছে। নৈমিষ-ক্ষেত্ৰত মহান মহান ঋষিসকল গোট খাই সত্ৰ নামে যজ্ঞ পাতিছিল; ইয়াত শ্ৰীধৰ-স্বামীয়ে 'সত্ৰ-সংজ্ঞকং কম' অৰ্থাৎ সত্ৰ নামে যজ্ঞ বুলি ব্যাখ্যা দিছে (১.১.৪)। অন্যত্ৰ আকৌ ৩.৫.১১) টীকাকাৰজনাই সত্ৰ মানে সমাজ বুলিয়ে (সত্ৰেষু সমাজেষু) লৈছে। দশম স্কন্ধত 'ব্ৰহ্ম-সত্ৰ' (১০.৮৭.৯) আখ্যাটি আছে। সেই প্ৰসঙ্গতে শ্ৰীধৰে ব্যাখ্যা দিছে এইদৰে 'ব্ৰহ্ম-সত্ৰমিতি। যথা যজমানা এৱ সমানা ঋত্বিগাদি-ৰূপেণ যত্ৰ কৰ্ম কুৰ্বতি তৎ কৰ্ম-সত্ৰং প্ৰসিদ্ধম্, তথা যথা সমানা বে ৰক্তৃশ্ৰোতৃ-ভাৱেন ব্ৰহ্ম মীমাংসতে তদ্ব্ৰহ্ম-সত্ৰম্।' যি সমাজত বক্তা আৰু শ্ৰোতা সমান শীৰ্ষত বহি ব্ৰহ্মৰ বিচাৰ কৰে, সেয়ে ব্ৰহ্ম-সত্ৰ—যেনেকৈ পুৰোহিত আৰু যজমান সমানভাৱে বহি যজ্ঞ কৰিলে সি হয় কৰ্ম-সত্ৰ। ভাগৱত-বৰ্ণিত এই ব্ৰহ্ম-সত্ৰৰ ধাৰণাৰ অনুকৰণতে মহাপুৰুষৰ সত্ৰ অনুষ্ঠান গঢ় লৈ উঠে—পোনতে গীত-মাতেৰে ঈশ্বৰতত্ত্বৰ আলোচনাৰ নিত্য অধিবেশনৰূপে (ৰামানন্দ দ্বিজে বৰ্ণোৱা দৰে 'সত্ৰত বসিয়া নাম গান্ত নিত্যাগত, ৮৩২ পদ) আৰু পাছত গুৰু-ভকত একেলগে থকা আৱাসিক

সম্বাগাৰৰূপে। শঙ্কৰদেৱে বৰদোৱাৰ নিজা ঘৰ এৰি ভকতসতলেৰে ঠায়ে ঠায়ে থাকিবলগীয়া হোৱাৰ বাবেই এই ৰূপান্তৰ ঘটিবলগীয়া হৈছিল। ই এক স্বাভাৱিক বিকাশ। মহাপুৰুষৰ সময়তো বৰ্তমান শঙ্কৰাচাৰ্য্য আৰু উত্তৰ ভাৰতৰ ৰামানন্দী সম্প্ৰদায়ৰ মঠ নামৰ আৱাসিক অনুষ্ঠান বা বহুতে ভবা দৰে গুৰুজনাৰ কালত লোপ পোৱা বৌদ্ধসকলৰ সঙ্ঘাৰামবিলাকৰ গঢ়ত মহাপুৰুষে সত্ৰ অনুষ্ঠানক ৰূপ দিয়া নাছিল বুলি ভাবিবৰ বহুত কাৰণ আছে। সত্ৰীয়া চৈধ্য প্ৰসঙ্গৰ বিকাশ সেইদৰে স্বতন্ত্ৰভাৱেই হৈছিল। সাধাৰণ বিশ্বাস (যিটি 'গুৰু-চৰিত কথা'ত অভিলিখিত হৈছে) মাধৱদেৱ পুৰুষে সুন্দৰীদিয়াত থকাতে চৈধ্য প্ৰসঙ্গৰ ক্ৰম-শৃঙ্খলা লগায়। আমাৰ গ্ৰন্থকাৰে বোধহয় ঠিকেই নিৰূপণ কৰিছে (পিঠি ৩১) ব্যাস-কীৰ্তন আদিতে চৈধ্য প্ৰসঙ্গৰ ভিতৰত নাছিল, পাছতহে সত্ৰসমূহত মূল প্ৰসঙ্গৰ মাজলৈ সোমায়। এই বিষয়ত চিন্তাৰ খেলি-মেলি হ'ব নালাগে যে 'প্ৰসঙ্গ' শব্দটি 'হৰি-কথা-প্ৰসঙ্গ' বা 'হৰি-নাম-প্ৰসঙ্গ' কথাৰে চমু ৰূপ মাথোন। সত্ৰীয়া নিত্য আৰু নৈমিত্তিক প্ৰসঙ্গৰ ব্ৰাহ্মণ্য নিত্য নৈমিত্তিক (চাৰি প্ৰকাৰৰ দুবিধ) কৰ্মৰ লগত ৰবকৈ বিজনি নাখায়। ব্ৰাহ্মণ্য ধৰ্মত 'সন্ধ্যাদীনি' অৰ্থাৎ সন্ধ্যা-গায়ত্ৰী, পঞ্চযজ্ঞ আদি হ'ল নিত্যকৰ্ম আৰু 'পুত্ৰজন্মাদ্যনুবন্ধীনি' অৰ্থাৎ ল'ৰা উপজিলে কৰিবলগীয়া বিবিধ সংস্কাৰ আদি নৈমিত্তিক কৰ্ম। মহাপুৰুষীয়া ধৰ্মত একশৰণ নামধৰ্মৰ পৰিসৰেৰে সীমিত বিবিধ হৰি-কথা-প্ৰসঙ্গহে নিত্য আৰু নৈমিত্তিকৰ ভিতৰত পৰে। চৈধ্য প্ৰসঙ্গ হ'ল নিত্-প্ৰসংগ আৰু নৈমিত্তিক প্ৰসঙ্গ হ'ল যেনে ভাদমহীয়া কেইৰাদিনো জোৰা গুৰু-কীৰ্তন, কৃষ্ণ-জীৱনৰ লগত সংশ্লিষ্ট জন্মাষ্টমী, ৰাস আৰু ফাকুৱা, ঋতুৰ লগত সম্পৰ্কিত বিহুকেইটা, ইত্যাদি; মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱো যোৱা ডেৰ কুৰি বছৰ মানৰ ভিতৰত কোনো কোনো সত্ৰত নৈমিত্তিক উছৱ-ৰূপে উদ্‌যাপিত হৈ আহিছে। নিত্য-নৈমিত্তিক প্ৰসঙ্গৰ মাজেদি সত্ৰীয়া জীৱনৰ দিন, মাহ, বছৰবোৰ কেনেকৈ শৃঙ্খলাৰ মাধ্যমত উৎসৱমুখৰ হৈ থাকে তাৰ পূৰ্ণ বৰ্ণনা আৰু ব্যাখ্য দ্বিতীয় আৰু তৃতীয় খণ্ডত সুন্দৰভাৱে দিয়া হৈছে।

চতুৰ্থ খণ্ডত আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়—ভক্তিতত্ত্ব আৰু সত্ৰত তাৰ বাস্তৱ অনুশীলনৰ আলোচনা সন্নিৱেশ কৰা হৈছে। শঙ্কৰদেৱৰ ধৰ্মৰ নাম একশৰণ নামধৰ্ম। 'নামধৰ্ম' বস্তুটি যেনেকৈ নিত্য চৈধ্য প্ৰসঙ্গ আৰু নৈমিত্তিক বিবিধ 'প্ৰসঙ্গ'ৰ যোগেদি ভক্তসকলে ব্যক্তিগতভাৱে আৰু সমজুৱাকৈ পালন কৰে, সত্ৰীয়া শৃঙ্খলাৰ

মাজেদি সেইদৰে 'একশৰণ'ৰ অনুশীলন আৰু ৰক্ষাও সিসকলে কৰে। এই শৃঙ্খলা সংগঠনৰ প্ৰণালীয়ে কালক্ৰমতহে ৰূপ লয়। দীক্ষা (সেই শব্দ এই সম্প্ৰদায়ত ব্যৱহাৰ কৰা নহয়) অৰ্থত 'শৰণ' শব্দৰ ব্যৱহাৰ মহাপুৰুষৰ ধৰ্মতেইহে আছে। যদিও মহাপুৰুষৰ লেখাত ক'তো নাই, সেই শৰণৰ বস্তু অৰ্থাৎ পাৰমাৰ্থিক তত্ত্ব চাৰিটি—নাম, দেৱ, গুৰু, ভকত। শৰণৰ মূলস্বৰূপ গূঢ় মন্ত্ৰ (এই শব্দও সম্প্ৰদায়ৰ ভিতৰত নচলে) হ'ল চাৰি নাম। ধৰ্মৰ মূল আধাৰস্বৰূপ হ'ল ভাগৱত-পুৰাণ আৰু তাৰ হৃদয় হ'ল চাৰিটি শ্লোক—চতুঃশ্লোকী ভাগৱত (ভাগৱত-পুৰাণ, ২.৯ ৩৩-৩৬)। তাৰ মূল বাচ্য আৰু বক্তব্য হ'ল চাৰিটি তত্ত্ব—সত্ৰৰ শৰণৰ পাছৰ স্তৱত ভজন বুলি ভক্তিৰ ব্যাখ্যাৰ শিক্ষা দিওঁতে বুজাই দিয়া জ্ঞান, বিজ্ঞান, তদঙ্গ আৰু ৰহস্য। শ্ৰীধৰ স্বামীৰ ব্যাখ্যামতে জ্ঞানং শাস্ত্ৰোত্থম্, শাস্ত্ৰ পঢ়ি পোৱা ভগৱত্তত্ত্বৰ জ্ঞানেই এই জ্ঞান, বিজ্ঞানম অনুভৱঃ, হৃদয়ৰ অনুভৱৰ (intuition) দ্বাৰা উপলব্ধ উত্তম জ্ঞান (revelation) হ'ল বিজ্ঞান; তদঙ্গ তস্য সাধনম্ সেই পৰম জ্ঞানৰ সাধন আৰু চূড়ান্ত হ'ল ৰহস্যং ভক্তিঃ, পৰম অনুৰক্তিস্বৰূপ পৰমগুহ্য ভক্তি। এই আন্তৰ সাধন-পথৰ সহায়ক হ'ল বাহিৰৰ শীলশিক্ষা আৰু সদাচাৰ, উপাসনা আৰু গীত-বাদ্য-নৃত্য-নাট্যকলা। শ্ৰীগোস্বামীদেৱে বহল পঞ্চম খণ্ডত সেই সমূহৰ বিষয়ে বিস্তৃত আলোচনা কৰিছে। বিশেষকৈ 'শঙ্কৰী সঙ্গীতৰ ধাৰা আৰু দিগদৰ্শন' অংশটি (পিঠি ৫০৯, ৮০৮) অসমৰ কলা-বুৰঞ্জীৰ এটি উজ্জ্বল অধ্যায়েই হৈছে। নটুৱা বা নৰ্তকসকলৰ শৰীৰ-সাধনৰ অৰ্থে পৰিকল্পিত মাটি-আখৰাক যদিও লেখকে ভৰতৰ 'নাট্যশাস্ত্ৰ'ৰ এশ আঠপ্ৰকাৰ কৰণেৰে মিলাবৰ এটি প্ৰয়াস কৰিছে, প্ৰকৃততে এই মাটি-আখৰা নামৰ কছৰৎবিলাক 'নাট্যশাস্ত্ৰ'ত উল্লিখিত ব্যায়ামৰহে সমপৰ্যায়ৰ। অৱশ্যে কৰণৰ লেখীয়াকৈ মাটি-আখৰাৰ অঙ্গচালনাবোৰ নাচৰ বিভিন্ন অৱস্থাত আপোনা-আপুনি ব্যৱহৃত হৈ যায়। অসমত বিশেষকৈ অসমৰ সত্ৰ-সমূহত 'নাট্যশাস্ত্ৰ'ৰ চৰ্চা নাই। সেই বাবে সত্ৰীয়া নৃত্য শাস্ত্ৰীয় নৃত্য হ'লেও তাৰ শাস্ত্ৰীয় চৰিত্ৰ ম্লান হোৱাৰ দৰে হৈছে। এনে স্থলত বৰ্তমান গ্ৰন্থত 'নাট্যশাস্ত্ৰ'ৰপৰা কেইপ্ৰকাৰমান অঙ্গ-কৰ্ম বৰ্ণনা কৰা হোৱাত সিবিলাকৰ লগত আমাৰ নৃত্যাচাৰ্য বায়নসকলৰ পৰিচয় ঘটাৰ সম্ভাৱনা হ'ব।

কেৱল কমলাবাৰী-সত্ৰৰে নহয়, সমস্ত সত্ৰীয়া জীৱন আৰু কলাৰ চিত্ৰ-

ৰূপে এই বহুমূলীয়া গ্ৰন্থখনিয়ে আমাক অসমীয়া সংস্কৃতিৰ এটি উজ্জ্বল ৰূপেৰে গঢ়ি পৰিচয় প্ৰদান কৰিছে। এগৰাকী সত্ৰাধিকাৰৰ নিজৰ হাতৰ লেখাৰূপে সেই পৰিচয় এটি বৰ্ধিত মূল্য আমি পাইছোঁ। আশা কৰিছোঁ সংস্কৃতি-প্ৰেমী সৰ্বজনৰপৰাই পুথিখনিয়ে প্ৰভূত সমাদৰ লাভ কৰিব। গ্ৰন্থখনিৰ বাবে আমি শ্ৰীগোস্বামীদেৱৰ ওচৰত কৃতজ্ঞ।

বৈজয়ন্তী, উত্তৰ শৰণীয়া
গুৱাহাটী ৭৮১০০৩
২৭ জুলাই, ১৯৮৪

# শ্ৰীশ্ৰীশঙ্কৰদেৱ-ৰচিত

# ভক্তি-প্ৰদীপ

## প্ৰস্তাৱনা

জয় গুৰু শঙ্কৰ, সৰ্ব্বগুণাকৰ, যাকেৰি নাহি উপাম।
তোহাৰি চৰণ ৰেণু শত কোটি বাৰেক কৰোঁহো প্ৰণাম॥

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ গুৰুৰ তীব্ৰ লেখাৰ ভক্তি-ব্যাখ্যা 'ভক্তি-প্ৰদীপ'। সেই অমূল্য সম্পদৰ মোল বুজিবৰ-বুজাবৰ জোখাৰে আমাত জ্ঞানেই বা ক'তা, সাধনাই বা ক'ত? সিমানতো, "যাকেৰি চৰণক ৰেণু শিৰে পৰশি মুকুতি-সুখ সুখে পাই," সেই গুৰুৰ অভয় চৰণ চিন্তি, এনে গধুৰ ভাৰ শিৰত ল'বলৈ বাঞ্ছা জন্মিল। ধৰ্ম্ম, সাহিত্য—উভয় ক্ষেত্ৰতে আজি সিজনাৰ নামত অৱসাদ গোট খাইছে। অসমৰ জাতীয় জীৱনৰ যৌৱনস্বৰূপ শঙ্কৰী যুগটো উপলব্ধি কৰিবৰ বাবে দুই-এগৰাকী বিজ্ঞৰ পাণ্ডিত্যপূৰ্ণ অধ্যয়ন আৰু মূল-পাঠবোৰ উদ্ধাৰৰ চেষ্টা দেখি আশা হৈছে এই অঙ্কুৰটিয়েই অচিৰে অক্ষয় বটত পৰিণত হ'ব। পোনতে স্বৰূপ তথ্যবোৰ উদঘাটন, তাৰ পাছতহে সমালোচনা।

**ভক্তি-প্ৰদীপ ৰচনাৰ কাল :** বৰদোৱাত পোৱা গুৰু-লীলা, ৰামচৰণ ঠাকুৰ, সাৰ্বভৌম ভট্টাচাৰ্য, ৰামানন্দ দ্বিজ, দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ, অনিৰুদ্ধ আদিৰ ৰচিত চৰিত আৰু পদৰ ওপৰতে গুৰুজনাৰ জীৱন-বৃত্তান্ত প্ৰতিষ্ঠিত। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ তাৰিখ দৈত্যাৰি, অনিৰুদ্ধ আৰু ৰুদ্ৰ-যামলৰ মতে ১৪৯০ শকাব্দ। গেইট্ চাহাবে তাকে 'যথা-সম্ভৱ সত্য' বুলি ধৰিছে। লক্ষ্মীনাথ বেজবৰুৱাই তাকে সত্য প্ৰতিপন্ন কৰিছে। জন্ম-তাৰিখ সম্বন্ধে মতামত বিভিন্ন। সাধাৰণতে ১৩৭১ শকৰ আহিনৰ শুক্লা-দশমী তিথিকে গ্ৰহণ কৰি বৰ্তমানে শঙ্কৰাব্দ লেখ কৰা হয়।

বেজবৰুৱাই বৰদোৱাৰ পুথিতে নিৰ্ভৰ কৰি কছাৰীৰ ভয়ত বৰদোৱা এৰি গাংমৌলৈ যোৱা সময়ত গুৰুজনাৰ বয়স ধৰিছে ৬৭ বছৰ; (১) সেই মতে গাংমৌত

৫ বছৰ আৰু ছাগুনিত ছমাহ থাকি ৭২$\frac{১}{২}$ বছৰ বয়সত ধুৰাঁহাটলৈ যায়। ৰামচৰণৰ মতে "চৌদ্দয় বছৰ আছে ধূঞাহাটা থানে॥" (২) ইয়াতে নৰনাৰায়ণ ৰজাৰ গীত-কবিত্ব গুণ শুনি তেওঁৰ ৰাজ্যলৈ যাবলৈ মন মেলে। নাৰেদি খাগৰি-কটা, কলিয়াবৰ আদি পাৰ হৈ বুঢ়ী লুইতেদি গৈ কাপলা বিলৰ পাৰত ছমাহ থাকে। ইয়াৰপৰা আকৌ ভটীয়াই সুন্দৰী গাঁও, বাউসী, চৰ্পটেশ্বৰ গাঁও, গয়াঁজান আদি এৰি বৰপেটা বিলৰ পাৰত বাহ্য সাজি থাকিবলৈ ল'লে। ইয়াতে বৰনগৰৰ ভৱানন্দ সাউদ শঙ্কৰদেৱৰ শিষ্য হয় আৰু নাৰায়ণ ঠাকুৰ নাম পায়। তেৱেঁই ঠাকুৰ আতা নামে প্ৰখ্যাত। কাপলা বিলৰ পাৰতে মাধবদেৱৰ মাতৃ মনোৰমা আই স্বৰ্গী হৈছিল চুণপোৰাত শ্ৰাদ্ধৰ নাম-কীৰ্ত্তন আৰু 'পত্নী-প্ৰসাদ নাট'ৰ ভাওনা হয়। তাৰ পাছত ঠাকুৰ আতাই সেই বিলাতৰ লোকজনেৰে লগ লাগি মাটি-ভিঠি কাটি ভকতৰ ঘৰ সাজি দিলে, আৰু গুৰুত এই বুলি মেলানি মাগিলে,—

পুথি এক খানি দিয়ো মোক আনি মাথে বান্ধি লই যাঞো।
হে প্ৰাণ-নাথ চৰণত মাগো হেনয় প্ৰসাদ পাঞো॥
নিজ গৃহে গ'ই পুথি আগে থ'ই সবে পৰিয়াল গণ।
উপবাস কৰি দণ্ডৱতে পৰি কৰিবোঁ তাতে শৰণ॥

গুৰুৱে আশীৰ্বাদ কৰি "দেব নিবাৰণী, গৰুড় পুৰাণী, ভকতি-প্ৰদীপ দিলা।" (—ৰামচৰণ) ওপৰৰ লেখ মতে এই সময়ত গুৰুজনাৰ বয়স ৮৭।৮৮ বছৰমান। অৰ্থাৎ ১৪৫৯ শকৰ আগতে নিশ্চয় 'ভক্তি-প্ৰদীপ' ৰচিত হৈছিল। (৩) বেজবৰুৱাই 'ভক্তি-প্ৰদীপ'ৰ নাম উল্লেখ কৰা নাই; কিন্তু গুৰুজনাই ঠাকুৰ আতাক পাঁচ আধ্যাৰে, অসম্পূৰ্ণ 'গুণমালা' দিয়া কথাহে লিখিছে। (৪) তাৰ উপৰি, কোনো কোনোৰ মাজত 'হৰিশ্চন্দ্ৰ উপাখ্যানে'ই শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আদি আৰু 'ভক্তি-প্ৰদীপে'ই অন্ত্য ৰচনা বুলি প্ৰবাদ আছে। এই পাছৰ কথাটি অমূলক, কাৰণ এতিয়াও 'দশম' আদি

---

(১) হেমচন্দ্ৰ গোস্বামীৰ মতে ইয়াৰ তাৰিখ ১৫৩০ খ্ৰী০। তেনেহ'লে বয়স হ'ব ৮২।

(২) ৰৱদোৰাৰ চৰিত মতেও ১৪ বছৰ (বাঁহী, জেঠ ১৮৩৪)। বেজবৰুৱাই ধুৰাঁহাটত "কমপক্ষেও" ১০ বছৰ ধৰিছে। গোস্বামীৰ মতে ৰবদোৱাৰপৰা গৈ বৰপেটা পোৱালৈকে প্ৰায় ১২ বছৰ লাগিছিল।

(৩) হেমচন্দ্ৰ গোস্বামীৰ মতে ১৫৪২ চনত অৰ্থাৎ ৯৩ বছৰ বয়সত গুৰুজনা বৰপেটালৈ যায়। বেজবৰুৱাৰ মতে ভৱানন্দ সাউদে শৰণ লোৱা সময়ত ৮৩।৮৪ বছৰ (ধুঁৰাহাটত ১০ বছৰ ধৰি)।

(৪) কোচবিহাৰৰ ৰাজকীয় গ্ৰন্থাগাৰত এখনি ভক্তি-প্ৰদীপ পুথি আছে। (কোচবিহাৱের ইতিহাস —১৩২ পিঠি পাদ-টীকা।)

ৰচিত হোৱাই নাই। অৱশ্যে ৰামচৰণ ঠাকুৰক অবিশ্বাস কৰিবৰ যদি কিবা ঠাই আছে আমি নাজানো।

গৰুড় পুৰাণ আৰু ভক্তি-প্ৰদীপৰ তত্ত্বালোচনা পদ্ধতি : এই পুথিখনিৰ নামান্তৰ বা উপনাম 'গৰুড় পুৰাণ কৃষ্ণ অৰ্জ্জুন সংবাদ'। কিন্তু এইখনি গৰুড় পুৰাণৰ ভাঙনি বুলি ভাবিব নালাগে। অনেক লোকৰ শঙ্কৰী-সাহিত্যক মাত্ৰ তৰ্জমা বুলি উৰাই দিব খোজা এটা ওপৰ-চকুৱা অভ্যাস আছে। কিন্তু আমাৰ কবিসকলে নিজকে মূল পুথিৰ দাস নাভাবি, কেতিয়াবা "লম্ভা পৰিহৰি সাৰোদ্ধৃতে", কেতিয়াবা "টীকা ভাষ্য চাই", নিজৰো মনৰ-অন্তৰৰ বোল দি, সহজ এটি ৰূপ দি লৈছিল। কিন্তু 'ভক্তি-প্ৰদীপ'ৰ বেলিকা মূলৰ লগত অনুবাদৰ সম্বন্ধ আৰু ঢিলা। প্ৰথম কথা, ঠিক কৃষ্ণাৰ্জুন-সংবাদ বা কাহিনীৰূপে তত্ত্বালোচনাৰ পদ্ধতিটো গৰুড় পুৰাণত নাই। বৰঞ্চ এই বিষয়ত শ্ৰীমদ্ভাগৱত গীতাৰ কথাই পাঠকৰ মনলৈ আহিব। গীতাত যেনেকৈ অৰ্জুনৰ আসন্ন-আত্মীয়-হত্যা-সংক্ৰান্ত বিষাদ গুচাবলৈ গৈ ভগৱন্তই তেওঁৰ সন্দেহৰ উপৰি সন্দেহ ভঞ্জন কৰিছে, 'ভক্তি-প্ৰদীপ'তো সেইদৰেই অব্যভিচাৰিণী ভক্তিৰ পথ নিৰ্দেশ কৰিবলৈ যাওঁতে অৰ্জুনক কেইবাখনো খুদুৰনিৰ হেঙাৰ ডেৱাই নিবলগীয়া হৈছে। গীতাত যেনেকৈ বিশ্বৰূপ দৰ্শনেৰে অৰ্জুনক ধৃতি-সম হেৰুওৱাই স্তম্ভিত কৰি, সাম্য-ৰূপ দেখুৱাই শান্ত কৰিছে, ইখনিতো তেনেকৈয়ে চতুৰ্ভুজ মূৰ্তি দেখুৱাই অৰ্জুনক ব্ৰহ্মানন্দত আপ্লুত কৰি আকৌ "সখি" "সখি" বুলি সাবটি ধৰিছে। গীতাত ভগৱন্তৰ কৰাল উগ্ৰ ৰূপ দেখি আশ্চৰ্য্যান্বিত বিমূঢ় অৰ্জুনৰ অন্তৰত যি দৰে "মা শুচঃ" "মা ব্যথা" বাণী সহজে পশিছে, ইয়াতো সেইদৰে তিনি, ছয়, দহ সত্য কৰি, শ্ৰীকৃষ্ণই অৰ্জুনক পতনৰ ভয় দৰ্শাই ভক্তিমাৰ্গত পতিয়ন নিয়াইছে। শ্ৰীমদ্ভাগৱৎ-গীতা মহাভাৰতৰ অন্তৰ্গত এখনি উপনিষৎ মাত্ৰ। ভাৰত-যুদ্ধৰ সমাপ্তিৰ পাছত এদিনা অৰ্জুনে শ্ৰীকৃষ্ণক ইয়াৰ পুনৰাবৃত্তি কৰিবলৈ অনুৰোধ কৰাত নতুন এখন গীতাৰ সৃষ্টি হ'ল—'অনুগীতা'। ইয়াৰ উপৰি পৰাশৰ-গীতা, ঈশ্বৰ-গীতা, কপিল-গীতা, দেৱী-গীতা, পাণ্ডৱ-গীতা, ৰাম-গীতা আদি অনেক 'গীতা' আছে। ইবিলাকৰ অনেকখনি পুৰাণৰপৰা গৃহীত। 'ভক্তি-প্ৰদীপো' এনে প্ৰণালীৰে এখনি পুথি।

দ্বিতীয়তে, 'ভক্তি-প্ৰদীপ'ৰ পদবিলাকে গৰুড় পুৰাণৰ স্বৰূপ অনুবাদ হিচাপে ধৰা নিদিয়ে। অৱশ্যে ভাবাৰ্থৰ ফালৰপৰা সেই পুৰাণৰ পূৰ্ব-খণ্ডৰ ২৩১ৰপৰা ২৪২লৈকে এই কেই অধ্যায়ৰ লগত দুই-এটি পদৰ সামঞ্জস্য আছে; (৫) কিন্তু এনে বিধৰ সামঞ্জস্যতকৈও মহাপুৰুষৰ নিজৰ ৰচিত একাদশ স্কন্ধৰ অনেক পদৰহে 'ভক্তি-প্ৰদীপ'ত প্ৰতিনিধ্বনি স্পষ্টকৈ বাজি উঠে। (৬) অৱশ্যে এনে ধ্বনি-প্ৰতিধ্বনি অসমীয়া বৈষ্ণৱ সাহিত্য বা আনতো বিৰল নহয়। গৰুড় পুৰাণখনতেই হৰিবংশৰ

আৰু মহাভাৰতৰ পুনৰাবৃত্তি অনেক। সৰ্ব্বভাৰতৰ বৈষ্ণৱ সকলৰ মাজত ভাগৱতৰ দশম স্কন্ধই যেনেকৈ সবাতো মনোৰঞ্জক, একাদশ স্কন্ধ আকৌ সেইদৰে সবাতো তত্ত্ব-গধুৰ। শ্ৰীকৃষ্ণই উদ্ধৱক বুজোৱা এই ভক্তিতত্ত্বৰ অনেকখিনি কীৰ্ত্তন আৰু নাম-ঘোষাতো সোমাইছে। একাদশৰ দৰে গীতাৰো দুই-এটি বাক্য 'ভক্তি-প্ৰদীপ'ত ৰূপান্তৰিত পোৱা যায়। গৰুড় পুৰাণৰ আৰম্ভণিতে নৈমিষাৰণ্যৰ ঋষিসকলৰ "কোননো শ্ৰেষ্ঠ দেৱ, কোননো জগতৰ স্ৰষ্টা-পাতা-হন্তা" ইত্যাদি প্ৰশ্নৰ উত্তৰত বিষ্ণুভক্ত মহাত্মা সূতে স্বীকাৰ কৰিছে "একো নাৰায়ণো দেৱো দেৱানামীশ্বৰেশ্বৰঃ।" (১৪ শ্লোক) এয়ে 'ভক্তি-প্ৰদীপ'ৰো মূলমন্ত্ৰ। ইয়াৰ পিছত সূতে বিষ্ণু অৱতাৰ, সহস্ৰ নাম, সৃষ্টি-বৰ্ণনা, চন্দ্ৰ-সূৰ্য-বংশ-বৰ্ণনা আদি কৈ ২৩১ অধ্যায়ৰপৰা ভক্তিৰ লক্ষণ, মাহাত্মা আদি বিবৰিছে। দ্বিতীয় (প্ৰেত) খণ্ডত কৰ্ম-ধৰ্মৰ কথা আছে। গৰুড় পুৰাণৰ কলিকতাত ছপা হোৱা সংস্কৰণ ইমানতে শেষ হৈছে। কিন্তু বোম্বাই সংস্কৰণত (শ্ৰীবেংকটেশ্বৰ মুদ্ৰণালয়ত ছপা হোৱা) ব্ৰহ্মকাণ্ড নামে তৃতীয় অংশ এটি আছে। তাত কোৱা হৈছে, পুৰাণৰ ভিতৰত ভাগৱত শ্ৰেষ্ঠ; তাৰ পাছতে গৰুড়, তাৰ ভিতৰত তৃতীয় অংশই বৰিষ্ঠ। (১ম আধ্যা ৪২-৪৮ শ্লোক) আৰু কৈছে,

> গৰুড়াখ্য-পুৰাণে তু প্ৰতিপাদ্যো হৰিঃ স্মৃতঃ।
> অতো হৰিৰ্নমস্কাৰ্য্যো গম্যো যোগ্যো হৰিঃ স্মৃতঃ।।৭৪

এই অংশৰ আৰম্ভতে নৈমিষাৰণ্যবাসী ঋষিসকলে হৰিৰ অব্যভিচাৰী ভক্তি সম্বন্ধে শৌনকক প্ৰশ্ন সুধিছে। শৌনকে ঋষিসকলক লগত লৈ শ্ৰীসিদ্ধাশ্ৰমত সূতৰ পৰা সেই প্ৰশ্নৰ সমাধান লৈছেগৈ। এইদৰে আকাৰত নহ'লেও ইঙ্গিতত গৰুড় পুৰাণৰ প্ৰাতিপাদ্যই ভক্তি-প্ৰদীপৰো উপলক্ষ। যুধিষ্ঠিৰৰ ৰাজসূয়-স্থলত কৃষ্ণ-অৰ্জুনৰ কথোপকথন আৰু ভক্তা চাণ্ডালী আৰু ইন্দ্ৰসেৰী ব্ৰাহ্মণৰ উপাখ্যান এই দুয়োটি কাহিনী গৰুড় পুৰাণৰ নহয়।

---

(৫) ১৩, ৩৫, ৭৭, ৯৩-৯৪, ১৩৮, ১৬৭, ১৯১ ইত্যাদি পদ আৰু টীকা চাওক।

(৬) ৩৫, ৩৮-৩৯, ৭৭, ৮৮, ১০২, ১২৬, ১২৮, ২১৫, ২৩৭ ইত্যাদি পদ আৰু সিবোৰৰ টীকা চাওক। তলত দিয়া একাদশৰ দুই ফাকিৰ লগত ভক্তি-প্ৰদীপৰ ক্ৰমে ১৩৬ আৰু ৩৪ পদ মিলাই চাওক।

> (ক) কেতিক্ষণে পৰে ঃ ইটো নৰ তনু ঃ জীৱন জলৰ ৰেখা।
> সত্বৰে ভজিয়ো ঃ কৃষ্ণৰ চৰণ ঃ মৰণ এভু নেদেখা।।
> (খ) আন ক্ষুদ্ৰ দেৱতাত যদি নেদে মতি। মহা দুৰাচাৰ কৰে আমাত ভকতি।
> সেহিসে পৰম সাধু জানা মহাশয়। যিহেতু আমাক মাত্ৰ কৰিল নিশ্চয়।।

**ভক্তি-প্ৰদীপ আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ভক্তি-ধৰ্ম ঃ** অসমৰ নব-বৈষ্ণৱ ভক্তি-পন্থৰ মূল নীতিৰ বাবে সাধাৰণতে 'চাৰিপুথি'ৰ (কীৰ্ত্তন, নাম-ঘোষা, দশম ভাগৱত, ভক্তি-ৰত্নাৱলী) আশ্ৰয় লোৱা হয়। আমিও টীকা-টিপ্পনীত সেই চাৰি পুথিৰ আধাৰত ভক্তি-প্ৰদীপৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিছোঁ। ব্যভিচাৰিণী ভক্তিৰ লক্ষণ আৰু নীতিৰ বিশদ ব্যাখ্যাই ভক্তি-প্ৰদীপৰ উদ্দেশ্য আৰু সেয়ে তাৰ বৈশিষ্ট্য। সেই উদ্দেশ্য কবিয়ে যুধিষ্ঠিৰৰ ৰাজসূয়-সভাত কৃষ্ণাৰ্জুন-সংবাদৰূপে এটি কাহিনী সৃষ্টি কৰিছে, কিন্তু গীতাৰ দৰেই সেই কাহিনীত গল্পৰ সোৱাদ নাই। গল্প হিচাপে বৰং নাৰদ-চাণ্ডালীৰ কথাই বেছি জীৱন্ত। কিন্তু সমস্ত গ্ৰন্থখনিক ভক্তিৰসে ৰসাল কৰি তুলিছে। কবিয়ে স্ব-নিৰূপিত পদ্ধতিত পৈণত কাপ সহজে চলাই গৈছে। ধৰ্ম-মতৰ পৰিপুষ্টতা আৰু ৰচনা-পদ্ধতিৰ পৰিণত অৱস্থালৈ চাই গুৰুজনাৰ ৮৭।৮৮ বছৰত পুথিখনি বিৰচিত হৈছিল বুলিলে বিশ্বাস হয়। ৰচনাৰ ক্ৰম অনুসৰি শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মনোগতিৰ ক্ৰম লক্ষ্য কৰা ভৱিষ্যৎ সমালোচনাৰ এটি কৰ্ত্তব্য হ'ব।

বেদৰ প্ৰতিপাদ্য পৰমেশ্বৰ-ভক্তিয়েইহে (১); তাকে নৰ-মনিছে নুবুজা দেখি জগত উদ্ধাৰিবলৈ শ্ৰীকৃষ্ণৰূপে "পূৰ্ণব্ৰহ্ম ভৈলন্ত আপুনি অৱতাৰ।" (২) সেই কৃষ্ণই একমাত্ৰ উপাস্য দেৱ। (৩) গীতাৰ "মামেকং শৰণং ব্ৰজ"— ইয়ে ভক্তি-প্ৰদীপতো কৃষ্ণ দেৱৰ চূড়ান্ত বাণী, পুথিখনিৰ তত্ত্বৰ বৰ-পেৰাৰ সাঁচাৰ-কাঠি। (৪) পিছে গীতাত "অন্য দেৱতা পূজিলেও মোকেই অবিধি পূৰ্ব্বক পূজা হয়" (৫) বুলি যিটি কথা কৈছে (অৱশ্যে লগতে তেনে পূজাৰ শেষফল যে পতন তাকো লগতে কৈ দিছে), ইয়াত তাৰ বাবে ঠাই ৰখা হোৱা নাই। বলি-বিধানেৰে অন্য-দেৱ-সেৱীজন ঈশ্বৰ-দ্ৰোহী, ম্লেচ্ছতকৈও অপবিত্ৰ, মহাপাপী। (৬) এক-শৰণ ভক্তি একমাত্ৰ- ঈশ্বৰাভিমুখী হ'ব লাগিব। অন্য দেৱ-পূজা নিবাৰণ কৰাই ভক্তি-প্ৰদীপৰ মুখ্য উদ্দেশ্য। অৱশ্যে আনৰ ধৰ্ম্মৰ প্ৰতি দ্বেষাচৰণ কৰাও যুগুত নহয়। (৭) এই উদাৰতা বিশেষ লক্ষ্য কৰিবলগীয়া।

এক-শৰণ

ভক্তি-ধৰ্মত অধ্যাত্ম বিদ্যাৰ কঠিন আৱৰণ নাই। ভক্তৰ লগত ভজনীয়ৰ সংযোগ-সূত্ৰ প্ৰাণৰ; বিশ্বাসেই তাৰ মূল গাঁঠি; সেই কাৰণেহে ভক্তি-ধৰ্ম পৰম গুহ্য বোলা হৈছে। (৮) এই ভক্তি ন বিধ সাধনা—শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চন, পদ-সেৱা, দাসত্ব, সখ্য, বন্দন, দেহ-নিবেদন। (৯) ইয়াৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্ত্তনকে

(১) ভাগৱত ১১ [১৪,২৪ পদৰ টীকা], (২) ভক্তি-প্ৰদীপ ১৯৫, (৩) ভক্তি-প্ৰদীপ ২১৫, (৪) ভক্তি-প্ৰদীপ ৪০, (৫) গীতা ৯।২৩, কীৰ্ত্তন ১০৯৬, (৬) ভক্তি-প্ৰদীপ ৩৫-৩৯, * ভক্তি-প্ৰদীপ ৩০৯, (৭) ভক্তি-প্ৰদীপ ১৪২

মুখ্য ধৰা হয়। (১০) ভক্তৰ সঙ্গত কৃষ্ণ নাম মুখত লওঁতে লওঁতে আৰু কাণেৰে শুনোতে শুনোতে ভক্তিয়ে অন্তৰ অধিকাৰ কৰে। এয়ে নাম-মাহাত্ম্য। (১১) আচৰিত কথা, অশ্ৰদ্ধাৰে নাম লওঁতেও, জুইৰ আত্ম-সক্ৰিয়তাৰ দৰে, নামৰ পাতক-দহন শক্তি বৰ্তমান থাকে। (১২) অজামিলে পুতেকৰ নাম লৈও মুক্তি পোৱা উপকথাটো নামৰ ভক্তি-সৃজনী শক্তি প্ৰকাশ কৰিবৰ বাবেহে সৃষ্টি কৰা হৈছে। অশ্ৰদ্ধাৰে নাম লৈ থাকোঁতে থাকোঁতে শ্ৰদ্ধা অৰ্থাৎ ভক্তি ওপজে। শেষত যেতিয়া ভক্তিয়ে অন্তৰত খোৰ পুতি লয়, ভক্তই যেতিয়া ভগৱন্তৰ আনন্দময় ৰূপ হৃদয়ত এবাৰ দেখা পায়, তেতিয়া তেওঁ আৰু মোক্ষৰ বাবেও হাবিলাষ নকৰা হয়। সেয়ে নিষ্কাম বা কেৱল ভক্তি। একান্ত ভক্ত মোক্ষতকৈও ওপৰত, তীৰ্থতকৈও পবিত্ৰ আৰু পবিত্ৰকাৰী দেৱতাতকৈও শ্ৰেয়ঃ। (১৩) সেই বাবেই ভক্তৰ সঙ্গ দুৰ্মূল্য। (১৪) ইন্দ্ৰ-পূজা কৰা ব্ৰাহ্মণক চাণ্ডালতকৈও নীচ বুলি ধৰা হৈছে আৰু বিষ্ণু-ভক্তা চাণ্ডালীক দেৱৰ্ষি নাৰদেও প্ৰদক্ষিণ কৰিছে, প্ৰণিপাত কৰিছে। সেই ভক্তাৰপৰাই চাণ্ডাল-কুলে গতি পাইছে। এইখিনিতে ভক্তি-ধৰ্ম্মৰ এটি সামাজিক লক্ষণ মন কৰিব লগীয়া,— ইয়াত কোনো বিশিষ্ট সম্প্ৰদায়ৰ দায়াধিকাৰ নাই। সকলো জাতিৰে ভক্ত সমান। এয়ে নব-বৈষ্ণৱ ভক্তি-পন্থৰ গণতান্ত্ৰিকতা।

শ্ৰীশ্ৰীশঙ্কৰদেৱে ভকতৰ বাবে বিধি-কৰ্ম্ম নিষেধ কৰিছে,—

বেদৰ বিহিত কৰ্ম্ম কৰিবাৰ ভকতৰ যোগ্য নুই।
যদি মোহ হুয়া কৰে কৰ্ম্ম-ধৰ্ম্ম ভকতিত ভ্ৰষ্ট হুই॥১২৯
বেদৰ ধৰ্ম্মক মানে কৰা পৰিত্যাগ॥১০২

'নামঘোষা'ত শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষে এফালে কৈছে,—

কৰ্ম্মত বিশ্বাস যাৰ হিয়াত থাকন্তো হৰি
অতিশয় দূৰ হোন্ত তাৰ। ৬

আনফালে কৃষ্ণ-নামত একান্ত অনুৰাগ নোপজা প্ৰাথমিক অৱস্থাত "ভক্তি-অবিৰোধী কৰ্ম্ম" কৰিবৰ নিয়মো ৰাখিছে। (১৫) কাৰণ, দুই পথৰ এটিও গ্ৰহণ নকৰিলে পতনৰ ভয় থাকে। কিন্তু ভক্তি-প্ৰদীপত তেনে ভক্তিৰ সাধাৰণ নীতিৰ বহিৰ্ভূত ব্যৱস্থা নাই। কৰ্ম কৰিলেই ভক্তি ভ্ৰষ্ট হয়, ইয়াকেইহে কোৱা হৈছে।

---

(৮) গীতা। ৯।২ ভক্তি-প্ৰদীপ ১৫১-৫২, ২৮৪ (৯) কীৰ্ত্তন ৩৪১ (১০) ভক্তি-প্ৰদীপ ২৯ (১১) ভক্তি-প্ৰদীপ, ষষ্ঠ-সপ্তম অধ্যায় (১২) নামঘোষা ৬৫২ (১৩) ভক্তি-প্ৰদীপ ১২৮ (১৪) ভক্তি-প্ৰদীপ, চতুৰ্থ অধ্যায়।

(১৫) নামঘোষা ৫৯৭

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মতে ভক্ত আৰু ভজনীয়ৰ সম্বন্ধ প্ৰভু আৰু দাসৰ সম্বন্ধেৰে একে। ইয়াৰপৰা ইয়াকে বুজি—জীৱ ঈশ্বৰৰ সম্পূৰ্ণ অধীন। ভক্তি জীৱৰ কৰ্তব্য কৰ্ম। ভক্তই ভগৱন্তক জানিবৰ উপায় প্ৰেম, কিন্তু সেই প্ৰেম অধীনজনৰ প্ৰেমহে। নন্দ-যশোদা, ব্ৰজ-যুৱতী, উদ্ধৱ, ব্ৰজৰ চৰাই-পহু তৃণ পৰ্যন্ত কৰি সকলোৱে নানা ৰূপে শ্ৰীকৃষ্ণক ভাল পাইছিল। কিন্তু শ্ৰীকৃষ্ণৰ নিজৰ গৰাকী বুলি ভবাতেই সেই ভাল পোৱাই ভক্তিৰ সাৰ্থকতা লাভ কৰিছে। সখি-ভাব থকালৈকে অৰ্জুন কৃষ্ণ ভক্ত হ'ব নোৱাৰে, এই কথা কৃষ্ণই বুজাই দিছে। (১৬) গোপীয়ে যেতিয়া যৌৱনেৰে 'কানু'ক জয় কৰিছো বুলি ভাবিছে, তেতিয়া শ্ৰীকৃষ্ণ অন্তৰ্হিত হৈছে; যশোদাৰ যেতিয়াই পুত্ৰ-মমতা জন্মিছে, তেতিয়া কঁকালত বান্ধিবৰ জৰী চুটি হৈ গৈছে। অপাৰ করুণাময় প্ৰভুৰ ওচৰত সেৱকৰ যি আত্ম-সমৰ্পণ, সি প্ৰেম আৰু কৰ্তব্যবোধ এই দুয়ো ফালৰপৰা সম্পূৰ্ণ হ'বলৈ বাধ্য। গতিকে বৈকুণ্ঠৰ ভক্ত পাৰিষদ সকলো, আনকি লক্ষ্মী দেৱীও বৈকুণ্ঠপতিৰ ভৃত্য মাত্ৰ। তপ-জপ, যাগ-যজ্ঞ, জ্ঞান-তৰ্ক, তীৰ্থ-ব্ৰত—সকলো যে অৰ্থহীন আৰু বৰ্তমান যুগৰ অনুপযোগী সেইটো অনেক ঠাইত কোৱা হৈছে। সেই যুক্তি লৈয়ে ভক্তি-প্ৰদীপ আৰম্ভ হৈছে।

শৌচ, সংযম, দান, পৰ-ধৰ্ম-অহিংসা, ভূত-দয়া, শান্ত চিত্ত আদি ভাগৱত ধৰ্মৰ লক্ষণৰূপে বিবৃত হৈছে। (১৭)

ভক্তি-প্ৰদীপৰ কাব্যিক সৌষ্ঠৱ সম্বন্ধে টীকা-টিপ্পনীত অ'ত-ত'ত ইঙ্গিত দিয়া হৈছে। ছন্দৰ উদ্দাম গতি আৰু পৰিণত আধ্যাত্মিক ভাবৰ সু-সংযত সবল প্ৰকাশেৰে এইখনি শ্ৰীশ্ৰীশঙ্কৰদেৱৰ এখনি শ্ৰেষ্ঠ ৰচনা।

পাঠ-পাঠান্তৰ—আমি যিখনি পুথি ঘাই ধৰি এই সংস্কৰণ ছপাবলৈ দিছো : সি মাত্ৰ ৭২ বছৰৰ আগৰ অৰ্থাৎ ১৭৮৪ শকৰ নকল। সি আছিল যোৰহাটৰ কেন্দুগুৰিৰ পৰ্বতীয়া বৰুৱাৰ বংশৰ পৈতৃক সম্পত্তি। বৰ্তমান শ্ৰীযুত সুৰেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াৰ হাতত। এয়ে আমাৰ মূল পাঠ—মু. পা.। ১৯২৮ চনত ডিব্ৰুগড়ৰপৰা শ্ৰীযুত ভদ্ৰসেন বড়াই এই পুথিখনি বোধ হয় প্ৰথমে ছপা কৰে। সেই তাঙৰণত অনেক ভুল বৈছে আৰু ঠায়ে ঠায়ে অৰ্থ বিকৃত হৈছে বা দুই-চাৰি শাৰী এৰা পৰিও গৈছে। সি যি হওক, এইখনিয়েই আমাৰ পাঠান্তৰ—পা.। ইয়াৰপৰাও দুই-এটি শব্দ গ্ৰহণ কৰা হৈছে। শিৱসাগৰত থুকুবিল সত্ৰত এখনি পুৰণি ভক্তি-প্ৰদীপ পোৱা গ'ল আৰু তাৰপৰা নকল কৰা শিৱসাগৰৰে খাটপাৰ সত্ৰৰ আৰু এখনি পুথি মিলাই

---

(১৬) ভক্তি-প্ৰদীপ ২৫৯-৫৩

(১৭) ভক্তি-প্ৰদীপ, পঞ্চম অধ্যায়

চাওঁতে আমাৰ মূল পাঠেৰে বেছি হেৰফেৰ চকুত নপৰিল। এয়ে আমাৰ দ্বিতীয় পাঠান্তৰ—দ্বি.পা.। আমাৰ মূল পাঠৰ ৪১টি পাতৰ ৪০-সংখ্যক পাতটি হেৰোৱা বাবে ইয়াৰপৰাই তাৰ ঠাই পূৰোৱা হ'ল। শিৱসাগৰতে শ্ৰীযুত ভৱকান্ত দত্তৰ হাতত আৰু এখনি সাঁচিপতীয়া পুথি পোৱা গ'ল; সেইখনি আমাৰ তৃতীয় পাঠান্তৰ,— ইয়াতো আমাৰ মূল পাঠৰপৰা বেছি হেৰফেৰ নাই। মুঠতে মূল পাঠেই সৰ্বাতো-বিশ্বাস-যোগ্য আৰু পূৰ্ণাঙ্গ। ইয়াৰ দুই-এশাৰী এটি পাঠান্তৰত নহ'লেও আন এটিত আছে। তাত ৩১২ টা মাত্ৰ পদ আছে; কিন্তু ১৬ সংখ্যাটো লেখত এৰি যোৱা বাবে শেষৰ পদৰ সংখ্যা ৩১৩ত পৰিছেগৈ।

শলাগ জাননী—টীকা-টিপ্পনী প্ৰণয়ন কৰোঁতে নানা গ্ৰন্থৰ সহায় লোৱা হৈছে। তাৰ এখনি তালিকা পুথিৰ পাঠৰ শেষত দিয়া হ'ল। তাৰ বাহিৰেও যিবিলাক পুথিৰ সাহায্য গ্ৰহণ কৰিছো, সেই সকলোৰে গ্ৰন্থকাৰ-সম্পাদকসকললৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো। অধ্যক্ষ বামন শিৱৰাম আপ্তে এম্-এৰ সংস্কৃত-ইংৰাজী অভিধান, অসমৰ বুৰঞ্জী-পুৰাতত্ত্ব বিভাগৰ 'অঙ্কীয়া-নাট' আদিৰ সহায়ো উল্লেখ নকৰিলে নচলে। মোৰ শ্ৰদ্ধেয় গুৰুদেৱ ডক্তৰ শ্ৰীযুত বাণীকান্ত কাকতি এম্-এ, পি-এইচ্-ডি আৰু অধ্যাপক শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা এম্-এ, বি-এল ডাঙৰীয়া সকলে দুটিমান কঠিন শব্দৰ অৰ্থ-বোধত সহায় কৰিছে; আৰু তেখেতলোক দুয়ো অধ্যাপক শ্ৰীযুত উপেন্দ্ৰচন্দ্ৰ লেখাৰু এম্-এ ডাঙৰীয়াৰে এই প্ৰস্তাৱনাখনি চকু ফুৰাই দিছে। তেখেতসকলে সিখনিৰ ভিতৰৰ কথাবিলাকৰ লগত একমত প্ৰকাশ কৰিছে। শ্ৰীযুত ৰাজমোহন নাথ বি-ই আৰু অধ্যাপক শ্ৰীযুত তুলসীনাৰায়ণ শৰ্মা এম্-এ দেৱে পাতনি আৰু টীকাখিনি একোবাৰ চাই দুই-এটি লাগতিয়াল ইঙ্গিত দিছে। এই সকললৈ আৰু সাঁচিপতীয়া পুথিৰ কেয়োজন গৰাকীলৈ আমাৰ আন্তৰিক শলাগ জনালোঁ। টীকা-সঙ্কলনৰ সময়ত আমাৰ সহধৰ্মিণীৰপৰা ঘোষা-কীৰ্ত্তন-ভাগৱতৰ পংক্তিবোৰৰ পম খেদাত যথেষ্ট সহায় পোৱা হৈছিল—সেই কথা শলাগ-জাননীত সন্নিৱেশ কৰিবৰ আৱশ্যক বোধহয় নাই। সব শেহত নানা আথানিৰ লগত খৰ-লুটি দি 'বাতৰি ছপা-কল'ৰ পৰিচালকে পুথিখনি দহ ভকতৰ সমুখ কৰিছে, তাৰ বাবে তেখেতৰ শলাগ ল'ম কি, ৰাইজৰ আশীৰ্বাদ তেখেতে লভোক, ইয়াকেহে বাঞ্ছিলোঁ। ইতি—

৪ ভাদ, ১৪৯৫ শঙ্কৰাব্দ
শুক্লা দ্বিতীয়া
শ্ৰীশ্ৰীশঙ্কৰদেৱ তিথি
শিৱসাগৰ, অসম

# পীতাম্বৰ কবি-ৰচিত

# উষা-পৰিণয়

## ভূমিকা

### পীতাম্বৰ কবি আৰু তেওঁৰ ৰচনাৱলী

নৰনাৰায়ণ ৰজাৰ ৰাজসভাৰ পণ্ডিত পীতাম্বৰ সিদ্ধান্তবাগীশে 'প্ৰেত কৌমুদী', 'সংক্ৰান্তি-কৌমুদী' আদি স্মৃতি-নিবন্ধ প্ৰণয়ন কৰে। কথিত আছে, তেওঁ 'জগদ্‌গুৰু' নামে প্ৰসিদ্ধি লাভ কৰিছিল আৰু ৰাজসভাৰ ব্যৱস্থাপক নিযুক্ত হৈছিল। তেওঁৰ বংশৰ লোক এতিয়াও মঙ্গলদৈ মহকুমাৰ সৰাবাৰী গাঁৱত আছে। পণ্ডিত পীতাম্বৰ সিদ্ধান্তবাগীশ আৰু পীতাম্বৰ কবিক একেজন মানুহ বুলি ধৰা হয়। কিন্তু প্ৰকৃততে তেনে হয়নে নহয়, সন্দেহৰ বিষয়। সূৰ্যখৰি দৈৱজ্ঞৰ 'দৰং-ৰাজবংশাৱলী'ত আছে, যুৱৰাজ শুক্লধ্বজ গৌড়ত কিছু দিন যুদ্ধ-বন্দী থকাৰ পাছত গৌড়ৰ ৰাজমাওক সাপে দকাত তেওঁ চিকিৎসা কৰি ভাল কৰে; ৰাজমাৱে তেতিয়া চিলাৰায়ক মুক্তি দি পুত্ৰৰূপে ধৰি পাঁচজনী সম্ভ্ৰান্তবংশীয় কন্যা বিয়া কৰাই দিয়ে আৰু যৌতুকত দেশ-সম্পত্তি আদি দিয়ে। এই সময়তে চিলাৰায়ে বিদ্যাবাগীশ আৰু সিদ্ধান্তবাগীশ উপাধিবিশিষ্ট দুজন পণ্ডিতক গৌড়ৰপৰা স্বদেশলৈ আনে। বিদ্যাবাগীশৰ নাম পুৰুষোত্তম, সিদ্ধান্তবাগীশ হ'ল পীতাম্বৰ : সূৰ্যদেৱ সিদ্ধান্তবাগীশৰ (সমুদ্ৰনাৰায়ণৰ) বংশাৱলীমতে সিদ্ধান্তবাগীশ প্ৰতাপৰায় ভূঞাৰ গুৰু আছিল। পীতাম্বৰ কবিয়ে 'মাৰ্কণ্ডেয়-পুৰাণ'ত কৈছে, পুৰাণ আদি শাস্ত্ৰৰ ৰহস্য "পণ্ডিতে বুঝয় মাত্ৰ আনে নাবুঝয়" বাবে যুৱৰাজে কবিক সকলোৱে বুজাকৈ 'নিজ দেশভাষাবন্ধে ৰচিয়ো পয়াৰ' বুলি আজ্ঞা কৰিছিল। পীতাম্বৰৰ 'নিজভাষা' অসমীয়া। গুৰু-চৰিতমতেও এওঁ কামৰূপ অঞ্চলৰ কবি। গতিকে গৌড়ৰপৰা কামৰূপলৈ অহা সিদ্ধান্তবাগীশ পণ্ডিত পীতাম্বৰ আৰু কামৰূপী কবি 'শিশু' পীতাম্বৰ দুজন মানুহ হোৱাই সম্ভৱ। পীতাম্বৰ কবিৰ ৰচনাৱলীত তেওঁ গৌড়ৰপৰা অহা বুলি কোনো উল্লেখ নাই। 'উষা-পৰিণয়'ত আকৌ আছে,—

কামতানগৰে সুৰপুৰি পৰতেক।
তাতে সিসু পিতাম্বৰ নামে কবি এক॥
কামতানগৰ সুৰপুৰঅৱতাৰ।
একমুখে কে কহিবে যেন গুন তাৰ॥
তাত পিতাম্বৰ নামে কবি শিশুমতি।
উষাপৰিণয় গীত কৈলা সমাপতি॥

ইয়াত 'কমতানগৰ' মহাৰাজ বিশ্বসিংহৰ ৰাজধানী কমতাপুৰ। এই ৰাজধানীতে থাকি কবিয়ে তেওঁৰ কাব্য ৰচনা কৰে। কোচ ৰাজধানীৰ আশে-পাশে কোনো ঠাইত তেওঁৰ মূল-ঘৰ থকা সম্ভৱ। কিন্তু তেওঁৰ গীত-কবিত্ব-গুণ সমস্ত কামৰূপত (অৰ্থাৎ কোচবেহাৰ-কামৰূপত) বিয়পি পৰিছিল। আৰু এটি কথা মন কৰিলে কবি পীতাম্বৰ আৰু স্মৃতিনিবন্ধকাৰ পীতাম্বৰ দুজন মানুহ যেন লাগিব—সিদ্ধান্তবাগীশ পীতাম্বৰক চিলাৰায়ে গৌড়ৰপৰা কোচবেহাৰলৈ আনে গৌড়ৰ বন্দীশালৰপৰা তেওঁৰ মুক্তিৰ সময়ত। এই সময় বুৰঞ্জীৰ লেখমতে প্ৰায় ১৪৮৩ শক। কিন্তু এই তাৰিখৰ আগতেই কবি পীতাম্বৰে কমতানগৰত তেওঁৰ অসমীয়া কাব্য ৰচনা কৰে।

ড° শশিভূষণ দাশগুপ্তই পঞ্চম বৰ্ষৰ 'বিশ্বভাৰতী' পত্ৰিকাৰ 'ষোড়শ শতিকাৰ একখানি বাংলা ভাগৱত' প্ৰবন্ধত লিখিছে, "তিনি (পীতাম্বৰ) নিজেকে কামরূপী ব্ৰাহ্মণ বলিয়া পরিচয় দিয়াছেন।" কিন্তু দাশগুপ্তই তেওঁৰ এই উক্তিৰ মূলৰ ক'তো উদ্ধৃতি দিয়া নাই। আমাৰ প্ৰথম তাঙৰণ 'উষা-পৰিণয়' প্ৰকাশ হোৱাৰ পাছত (১৪ আগষ্ট ১৯৫১) ড° সুকুমাৰ সেনে আমালৈ লিখে, 'I think Pitambara is not a 'dvija' as he never calls himself as such. On the other hand he has subscribed himself as 'dasa' in the other works.' এই প্ৰসঙ্গত ড° সেনে পীতাম্বৰৰ 'নল-দময়ন্তী' নামৰ পুথিলৈকে বিশেষকৈ আঙুলিয়ায়। সেই পুথিৰ তেওঁ দেখা প্ৰতিলিপিৰ বিষয়ে তেওঁ পুনৰ আমাক জনায় (২২ মাৰ্চ্চ, ১৯৫৫), "In the MS that I had seen Pitambara calls himself 'dasa' and never 'dvija'

হেন পুণ্যময় কথা ব্ৰাহ্মণে কহিলা।
পয়াৰ প্ৰবন্ধে তাক ৰচনা কৰিলা॥

—'উষা পৰিণয়'ৰ এই দুশাৰীলৈ দৃষ্টি আকৰ্ষণ কৰাত ড° সেনে লিখিলে, "The

verse from *Usaparinaya* quoted in your letter is clear : he means that the story he tells was recounted to him by a Brahman (i.e., he heard it from the Kathakas)" বাস্তবিক, এই দুশাৰী পদ কবিৰ নিজৰ বিষয়ে উক্তি যেন নালাগে, বিশেষতে ইয়াত তৃতীয় পুৰুষৰ ক্রিয়া ব্যৱহাৰ কৰি ঠিক পাছৰ দুলানিত প্ৰথম পুৰুষ প্ৰয়োগ কৰা চকুত লগা কথা,—

প্রচুৰ কতেক কথা ৰচিলো সংখেপে
আৰ কথা দিলো তাত ৰস-অনুৰূপে।

এই প্ৰসঙ্গত তলৰ পদফাকিও (পদ ৯) অৰ্থপূৰ্ণ হ'ব,—

হেন মধুমত্ত কথা কহে দ্বিজজনে।
সুনি পিতাম্বৰে হেন গুণে মনে মনে॥
শ্লোকবন্ধে বেক্ত কথা ব্যাস ঋষি মুখে।
ৰচিল পাঞ্চালি যেন বুঝে সৰ্ব্বলোকে॥

আনফালে গুৰু-চৰিতবিলাকত সাধাৰণতে ব্ৰাহ্মণসকলৰ নামৰ পিছত যেনেকৈ 'গুৰু' শব্দটো প্ৰয়োগ কৰা হয় (ৰামৰাম গুৰু, ভাস্কৰ গুৰু), পীতাম্বৰ কবিৰ নামৰ পিছত তেনে কৰা হোৱা নাই। কনকলাল বৰুৱা ডাঙৰীয়াই *Early History of Kamarupa* গ্ৰন্থৰ এঠাইত (২৫৯পিঠি) লিখিছে—"Pitambara Dasa, a poet who according to his own statement wrote in the Saka year *rasa vana veda chandra*, i.e., 1456 Saka, equivalent to 1534 A. D., when the first Koch king Viswa Singha must be ruling in Cooch Behar." মুঠতে, পীতাম্বৰ কবিৰ জাত সম্পৰ্কে আমি মুকলি মন লৈ থাকিলোঁ।

ভাগৱতৰ প্ৰথম আৰু দশম স্কন্ধ, 'উষা-পৰিণয়', 'মাৰ্কণ্ডেয় পুৰাণ' (চণ্ডী-আখ্যান)—পীতাম্বৰে এই কেইখনি পুথি ৰচনা কৰিছিল বুলি এতিয়ালৈ জনা গৈছে। ইয়াৰ উপৰি ড° সুকুমাৰ সেনে তেওঁৰ 'বাঙ্গালা সাহিত্যের ইতিহাস'ত 'নল-দময়ন্তী' নামে পীতাম্বৰ কবিৰ পঞ্চম এখনি পুথিৰ সন্ধান দিছে। ড° সেনে এইখনি পুথি খণ্ডিতভাৱে ৰংপুৰ জিলাৰপৰা (বৰ্ত্তমান পূব পাকিস্তানৰ) পাইছিল। এসময়ত কোচবেহাৰ ৰাজকীয় পুথিভঁৰালত সংৰক্ষিত, পীতাম্বৰৰ প্ৰথম স্কন্ধ ভাগৱতৰ নামমাত্ৰ শুনা গৈছে। দশম স্কন্ধৰ পদৰ উল্লেখ ৰামানন্দ দ্বিজৰ 'শ্ৰীগুৰু-চৰিত' আৰু 'কথা-গুৰুচৰিত'ত আছে। শঙ্কৰদেৱে কামৰূপ প্ৰৱেশ কৰি সেই অঞ্চলৰ মাতব্বৰ লোকৰ নাম ক'বলৈ কোৱাত নাৰায়ণ ঠাকুৰে আন দুজনৰ লগতে

পীতাম্বৰৰ নামো ক'লে। পীতাম্বৰে "কবিছন্ত পদ ভেন্তে দশম স্কন্ধৰ" বুলি জনোৱাত গুৰুৱে তেওঁৰ কবিতা আওবাবলৈ ক'লে; ঠাকুৰ আতাই পীতাম্বৰৰ পদত "যেনমতে ৰুক্মিনীএ কৃষ্ণক ভাবিলা", তাকে মাতোঁতে ওলাল—

বিলাপ কৰি কান্দে দেৱী ৰুকমিণী।
কোন অঙ্গে শুন দেখি নাইলা যদুমণি॥

ইমানতে শংকৰে পীতাম্বৰক 'শাক্ত কামসিক' * (শক্তিপূজাক আৰু আদি-ৰস-পৰায়ণ কবি) আৰু "ধৰ্ম্ম ধৰিবাৰ সিটো যোগ্য নোহে লোক" বুলি সাব্যস্ত কৰিলে। মন কৰিবলগীয়া, এইশাৰী কবিতাৰ মূল হ'ল ভাগৱতৰ এই বাক্যাংশ—'দৃষ্ট্বা কিঞ্চিজ্জুগুপ্সিতম্'। ভাগৱতৰ সৰ্ব্বজনসমাদৃত টীকাকাৰ শ্ৰীধৰ স্বামীয়ে 'জুগুপ্সিত' শব্দৰ অৰ্থ কৰিছে—'ধাৰ্ষ্ট্য', ধৃষ্টতা। ভক্ত কবি অনন্ত কন্দলিৰ অনুবাদত এই বাক্যাংশ হ'ল—"মই পাপিষ্ঠীত কিবা দেখিয়া কুনয়।" পীতাম্বৰৰ এই অনুবাদ যে শঙ্কৰদেৱৰ ৰুচিসম্মত নহ'ব, তাত আচৰিত হ'বলগীয়া নাই। ভাগৱতৰ বাক্যাংশৰপৰা পীতাম্বৰৰ অৰ্থ-গ্ৰহণ কাৰ্যত লৌকিকতাই স্পষ্টকৈয়ে বল কৰিছে। তেওঁ ৰুক্মিণীৰ সৰল আত্ম-নিন্দাৰ ঠাইত ইন্দ্ৰিয়প্ৰৱণ বিকল ভাব আৰোপ কৰিছে। চণ্ডী-আখ্যানৰ কবি শাক্ত, বুজিব পাৰি। আনফালে পীতাম্বৰৰ কবিতাত আদি-ৰসৰ চাট, sensuous touches, প্ৰকট। শঙ্কৰদেৱৰ এই মন্তব্যৰ বাবেই সম্ভৱতঃ, অসমৰ ভক্ত-সমাজত পীতাম্বৰৰ ভাগৱত প্ৰৱেশ কৰিবলৈ নাপালে। সেই কাৰণেই বৰ্ত্তমানে ই দুষ্প্ৰাপ্য। কোচবেহাৰৰ ৰজাঘৰীয়া পুথিভঁৰালত ইয়াৰ এটি অসম্পূৰ্ণ নকল আছে। 'কুমাৰ সমৰসিংহ'ৰ আদেশত ভাগৱতখনি ৰচিত হয় বুলি ভণিতাত লিখা হৈছে। নৰনাৰায়ণে শুক্লধ্বজক 'সংগ্ৰামসিংহ' উপাধি দি যুৱৰাজ পদত অভিষিক্ত কৰিছিল। ১৪৫৫ শকত নৰনাৰায়ণ ৰজা হয়, আৰু ১৪৬৮ শকমানত শঙ্কৰদেৱ কামৰূপলৈ আহে; তেওঁ কামৰূপত কিছু দিন থকাৰ পাছত পীতাম্বৰৰ ভাগৱত পদ ঠাকুৰ আতাৰ মুখে শুনে। এই দুই তাৰিখৰ মাজতে বা তাৰ কেইবছৰমান পিছত শুক্লধ্বজৰ আদেশত নিশ্চয় এই দশম ভাগৱত পুথি ৰচনা কৰা হয়। পুথিখনিৰ আৰম্ভতেই তেওঁ কৃষ্ণ-ভক্তি-ৰসিক চিলাৰায়ৰ গুণ-কীৰ্ত্তন কৰিছে,—

অভিনৱ পুৰ শে জে কামতানগৰ।
... আছয় বিশ্বসিঙ্গ নৃপবৰ॥

---

* এইটি পাঠ সাঁচিপতীয়া মূল 'গুৰুচৰিত'ৰ পৰা গৃহীত।

তাহাৰ তনয় জে শমৰসিঙ্গ নাম।
কৃষ্ণৰ লীলাত তাঞে য়তি অভিৰাম॥
কৃষ্ণপদপদ্মে তাৰ ভকতি শততে।
... গুণ কিছু শ্বভিশ্বাস (?) চিৰ্ত্তে॥
শিশুমতি পিতাম্বৰ তাহাৰ সমিপে।
কৃষ্ণেৰ লীলাৰ পদ ৰছিল শংক্ষেপে॥

আন আন ঠাইতো কবিয়ে শুক্লধ্বজক "হৰিপাদপদ্মভৃঙ্গ নাৰায়ণে ভকতি সুজান" বুলিছে। চিলাৰায়ে শঙ্কৰদেৱৰ শিষ্য হৈ ভক্তি-ধৰ্ম্ম গ্ৰহণ কৰিছিল, সি প্ৰসিদ্ধ কথা। যদি ওপৰৰ পদে চিলাৰায়ৰ ওপৰত শঙ্কৰদেৱৰ উক্ত প্ৰভাৱকে ইঙ্গিত কৰে, তেতিয়া হ'লে ক'ব লাগিব, ১৪৬৮ শকৰ পাছত চিলাৰায়ে নতুন ধৰ্ম্ম গ্ৰহণ কৰাৰো পাছতহে পীতাম্বৰ কবিয়ে দশম ভাগৱতৰ পদ কৰে, আৰু তাৰ পাছতহে নাৰায়ণ ঠাকুৰৰপৰা শঙ্কৰদেৱে সেই উদ্ধৃতি শুনিবলৈ পায়। 'বিশ্বভাৰতী পত্ৰিকা'ৰ প্ৰবন্ধত ড° দাশগুপ্তই ষোড়শ শতিকাৰ তৃতীয় পাদ ইয়াৰ ৰচনা-কাল বুলি ক'বলৈ বিচাৰিছে। পীতাম্বৰে মূল অৱলম্বন কৰিয়ে এই অনুবাদটি কৰিছে যদিও ঠায়ে ঠায়ে তেওঁ মূলৰ অনুসৰণ কৰি মাত্ৰ পদ ৰচনা কৰিছে আৰু তেওঁৰ ভক্তিপ্ৰৱণ প্ৰাণকো মুক্ত স্ফুৰণ দিছে।

'বাণযুক্ত বাণ বেদ শশাঙ্ক সময়' অৰ্থাৎ ১৪৫৫ শকত 'উষা-পৰিণয়' লিখা হয়। এইখনি কাব্যত বিশ্বসিংহ, নৰনাৰায়ণৰ বা চিলাৰায়ৰ নাম সন্নিবিষ্ট নোহোৱাৰপৰা এনেও আশঙ্কা কৰিব পাৰি, সেই সময়লৈকে কবিয়ে ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰা নাছিল। কিন্তু এতিয়ালৈকে এই পুথিৰ পূৰ্ণাঙ্গ পাঠেৰে সন্তোষজনক প্ৰতিলিপি পোৱা গৈছে বুলি ক'ব নোৱাৰি। গতিকে তেনে পূৰ্ণ পুথি পালে তাত তেওঁৰ পৃষ্ঠপোষক ৰাজপুৰুষৰ নাম পোৱা যাবও পাৰে।

কোচবেহাৰৰ ৰজাঘৰীয়া পুথিভঁৰালত সংৰক্ষিত 'মাৰ্কণ্ডেয়-পুৰাণ'ত তাৰ ৰচনাৰ সময় পোৱা গৈছে—১৫২৪ শক, 'বেদ পক্ষ বাণ আৰু শশাঙ্ক শকত।' এই পুথি সমৰসিংহৰ আজ্ঞামতে ৰচা হৈছে বুলি কোৱা আছে। ১৪৫৫ শকত বিশ্বসিংহৰ আৰু ১৪৯৩ শকত শুক্লধ্বজৰ মৃত্যু হয়। ইয়াৰ উপৰি ১৪৫৫ শকত ডেকা-কালতে নিশ্চয় 'উষা-পৰিণয়' লিখা কবিজনে ১৫২৪ শকত এখন কাব্য লিখা কথাটোও ভাবিবলগীয়া। গতিকে এই কাব্যৰ তাৰিখ ১৫২৪ শক নহৈ ১৪৫২

হোৱাই বেছি সম্ভৱ যেন লাগে। ড° সুকুমাৰ সেনে তেওঁৰ বঙলা সাহিত্যৰ বুৰঞ্জীত এই শাৰীটিৰ পাঠ এনেৰূপে গ্ৰহণ কৰিছে—'পঞ্চ বাণ বেদ আৰু শশাঙ্ক শকত'; এয়ে সমীচীন যেনো লাগে। নৰনাৰায়ণৰ সিংহাসন-লাভৰ সময় (১৪৫৫ শক) নিঃসন্দেহে নিৰ্ণীত হৈছে বুলি ক'ব নোৱাৰি অৱশ্যে। এনে স্থলত আমি ইমানকে ইঙ্গিত কৰিব পাৰোঁ যে বিশ্বসিংহৰ ৰাজত্বৰ শেষৰ ফালে বা নৰনাৰায়ণৰ ৰাজত্বৰ প্ৰথম ভাগতে ৰাজসভাত থাকি পীতাম্বৰে 'মাৰ্কণ্ডেয়-পুৰাণ'ৰ চণ্ডী-আখ্যান অসমীয়া পদত লিখে। পুথিৰ প্ৰাৰম্ভতে আছে,—

মহাৰাজ বিশ্বসিংহ কামতানগৰে।
তাৰ পুত্ৰ ভোগে তুল্য নহে পুৰন্দৰে॥
সৰ্ব্বথাই চিন্তে চিত্তে ভবানীচৰণ।
গুনালয় সদয়হৃদয় অনুক্ষন॥
একদিনা সভা মাঝে বসি যুৱৰাজ।
মনে আলোচিয়া যেন কহিলন্ত কাষ॥
পুৰানাদি শাস্ত্ৰে যেহি ৰহস্য আছয়।
পণ্ডিতে বুঝয় মাত্ৰ অন্যে নাবুঝয়॥
একাৰণে শ্লোক ভাঙ্গি সবে বুঝিবাৰ।
নিজদেশভাষাবন্ধে ৰচিয়ো পয়াৰ॥
বেদ পঞ্চ বান আৰু শশাঙ্ক শকত।
আৰম্ভ কৰিলো মাৰ্কণ্ডেয় কথা যত॥

উদ্ধৃত দ্বিতীয় শাৰীত নৰনাৰায়ণৰ উল্লেখ, আৰু পঞ্চম শাৰীৰ যুৱৰাজ হ'ল চিলাৰায়। আন এঠাইত আকৌ আছে,—

কামতানগৰে বিশ্বসিংহ নৰেশ্বৰ।
প্ৰচণ্ড প্ৰতাপে ৰাজা ভোগে পুৰন্দৰ॥
তাহান তনয় সৰ্ব্বগুনে ৰত্নাকৰ।
মহামহোত্তৰ দানে কৰ্ণসম নৰ॥
কুমাৰ সমৰসিংহ আজ্ঞা পৰমানে।
কহে পীতাম্বৰ নাৰায়ণ পৰসনে॥

এই পুথিত কবিয়ে মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডীৰ অসুৰ-বধ আখ্যানৰ মুকলি ভাঙনি দিছে। এই কাব্যৰ বিষয়-বস্তুৰে পীতাম্বৰক শ্ৰীশঙ্কৰী একশৰণ নামধৰ্ম্মৰ

প্ৰভাৱৰপৰা মুক্ত বুলি একপ্ৰকাৰ প্ৰমাণ কৰে। গতিকে, বৈষ্ণৱ পুৰাণৰপৰা গৃহীত বিষয়-বস্তুৰ কাব্যত কৰিয়ে বিষ্ণু-ভক্তি প্ৰদৰ্শন কৰিলেও অসমৰ নৱবৈষ্ণৱ সম্প্ৰদায়ৰ দৃষ্টিত তেওঁ ভক্ত বুলি পৰিগণিত নহ'ব। মুঠতে, 'মাৰ্কণ্ডেয়-পুৰাণ'খন নৰনাৰায়ণৰ ৰাজত্বৰ আদি ভাগতে ৰচিত হয় বুলি ভাবিবৰ কাৰণ আছে যেন লাগে। শঙ্কৰদেৱে কামৰূপ প্ৰৱেশ কৰাৰ সময়ত নহ'লেও তাৰ কিছু দিনৰ ভিতৰতে পীতাম্বৰ কবিৰূপে লব্ধপ্ৰতিষ্ঠ হয়। কামৰূপ বা কোচবেহাৰ অঞ্চলত শঙ্কৰে পীতাম্বৰক লগ পোৱাৰ উল্লেখ চৰিতবোৰত দেখা নাযায়। এনে অনুমান কৰিব পাৰিনেকি, কামৰূপত শঙ্কৰদেৱৰ অভ্যুদয়ৰ সময়তে পীতাম্বৰৰ প্ৰতিভাৰ বেলি লহিয়াইছিল? পীতাম্বৰ শঙ্কৰৰ সমসাময়িক; কিন্তু বয়সত তেওঁ শঙ্কৰদেৱতকৈ ডাঙৰ আছিল নে সৰু আছিল, খাটাংকৈ ক'ব পৰা নাযায়। "উষা-পৰিণয়"ত তেওঁ নিজকে 'শিশু পীতাম্বৰ' আৰু দশম ভাগৱত আৰু 'মাৰ্কণ্ডেয়-পুৰাণ'ৰ পদত 'শিশুমতি পীতাম্বৰ' বোলাৰপৰা তেওঁৰ বয়সৰ কোনো অনুমান সঠিক হ'ব যেন নালাগে। তেনে প্ৰয়োগ মাধৱদেৱৰ 'মূৰুখ মাধৱ', 'মাধৱ মূৰুখমতি'ৰ দৰে বিনয়-প্ৰকাশক মাথোন।

## পীতাম্বৰ 'প্ৰাক্‌শঙ্কৰী' কেনেকৈ

পীতাম্বৰ কবি, দুৰ্গাবৰ কায়স্থ আৰু মনকৰ ষোড়শ শতিকাৰ কবি, গতিকে শঙ্কৰদেৱৰ সমসাময়িক। কিন্তু তেওঁলোকক কেতিয়াবা প্ৰাক্‌শঙ্কৰী আখ্যা দিয়া হয়। আমাৰ সম্পাদিত দুৰ্গাবৰী 'গীতি-ৰামায়ণ'ৰ ভূমিকাত দুৰ্গাবৰে বিশ্বসিংহ আৰু নৰনাৰায়ণ, দুইজন ৰজাৰ ৰাজত্বৰ কালৰ কবি হ'ব পাৰে, সেই কথা, আৰু দুৰ্গাবৰৰ ওপৰত ভক্তি-ধৰ্মৰ সম্ভৱপৰ প্ৰভাৱৰ কথা আলোচনা কৰা হৈছে। মনকৰৰ ভাষাৰ অপেক্ষাকৃত অপ্ৰচলিত গঢ়লৈ চাই তেওঁক দুৰ্গাবৰৰ অলপ হ'লেও আগৰ কবি যেন লাগে; কিন্তু তেওঁ বিশ্বসিংহৰ দিনৰে কবি। কোচবেহাৰ ৰজাঘৰীয়া পুথিভঁৰালত সঞ্চিত পীতাম্বৰৰ 'মাৰ্কণ্ডেয়-পুৰাণ'ত প্ৰাপ্ত তাৰিখ (১৫২৪ শক = ১৬০২ খ্ৰীষ্টাব্দ) নিৰ্ভুল হ'লে তেওঁ শঙ্কৰদেৱৰ মৃত্যুৰো অন্ততঃ ৩৪ বছৰৰ পিছলৈ আছিব। শঙ্কৰদেৱৰ সমসাময়িক কবি কেইজনক মহাপুৰুষৰ সাহিত্য আৰু ধৰ্ম-জীৱনৰ আৰম্ভৰ পূৰ্বৰ কবি বুলি ক'ব নোৱাৰি যদিও, দুটি বিচাৰত তেওঁলোকক প্ৰাক্‌শঙ্কৰী বুলিব পৰা যায়—প্ৰথম, তেওঁলোকৰ কাব্যৰ বিষয়-বস্তু আৰু,

দ্বিতীয়তে তেওঁলোকৰ কাব্য-ৰীতিয়ে এটি প্ৰাক্‌শঙ্কৰী ঐতিহ্যৰ অস্তিত্ব সূচনা কৰে যেন লাগে। এই দুটি বিচাৰত পীতাম্বৰৰ বৈশিষ্ট্যৰ বিষয়ে আমি তলত আলোচনা কৰিম।*

## পীতাম্বৰ কবিৰ ভাষাৰ বিশেষত্ব

পীতাম্বৰৰ ভাষাৰ আদৰ্শ মাধৱ কন্দলি, হেম সৰস্বতী আদি। যাৱনিক শব্দ (নফৰ), হিন্দী বা দেশী শব্দ (দোসৰ), প্ৰত্যয় (বিৰপনা) লক্ষিত হৈছে। অপ্ৰচলিত অনুস্বাৰ ৰূপ (দেওাৰ, কৈআৰ, থুআৰ, হয়াৰে) আৰু ডক্টৰ বাণীকান্ত কাকতিয়ে প্ৰাক্‌শঙ্কৰী ৰূপ হিচাপে আঙুলিওৱা কৃদন্ত অতীত (সঙ্কৰে দিবাৰ গণ; ব্ৰহ্মায়ে দিবাৰ নাগপাশ; হৰাইবাৰ ধন) চকুত লগা লক্ষণ। 'তথাহি', 'একহি', 'সকলহি' —এইবোৰ শব্দত ব্ৰজবুলি প্ৰভাৱ বাজি উঠা যেন লাগে। কোনো পাঠ-পাঠান্তৰত পিছৰ যুগত্ত বিৰল বা অপ্ৰচলিত আভিধানিক আৰু বৈয়াকৰণিক ৰূপো দেখা গৈছে ঃ 'মুই', 'মুঞি', 'আড়নয়নে' '-এৰ'-যুক্ত ষষ্ঠী, 'আজিকাৰ', 'আজুকাৰ', 'মজু' (মোৰ), 'বুঝলো' (ব্ৰজবুলি); প্ৰথম পুৰুষত 'হই', 'বুলি', 'খায়াছি', 'কহিছি', 'ৰাখিলাম', 'দেখাইম'; দ্বিতীয় পুৰুষত 'থুইলে', 'ঠেকিলে', 'নাকৰিহ', 'চাহিস'; তৃতীয় পুৰুষত 'ছিল'। ইবোৰৰ বাবে লিপিকাৰ কিমান জগৰীয়া হ'ব পাৰে, সিও ভাবিবৰ বিষয়। এই ৰূপবোৰত কোচবেহাৰৰ অসমীয়া ভাষাৰ গঢ়ো কিছু পৰিমাণে সোমাই আছে নিশ্চয়। পঞ্চম বৰ্ষৰ 'বিশ্বভাৰতী পত্ৰিকা'ত আৰু *Descriptive Catalogue of Bengali Manuscripts preserved in the State Library of Cooch Behar.* পুথিত অধ্যাপক শশিভূষণ দাশগুপ্তই পীতাম্বৰক বাঙালী কবি বুলি ধৰিছে। 'ৰামধেনু'ৰ তৃতীয় বছৰ, সপ্তম সংখ্যাত (কাতি, ১৮৭২ শক) আমি এই বিষয়ে বহলাই আলোচনা কৰিছোঁ। দাশগুপ্তই অৱশ্যে পীতাম্বৰক সম্পূৰ্ণ বাঙালী বুলিবলৈ কুণ্ঠাবোধ কৰি তেওঁৰ ভাষাক "উত্তৰ-পূব বঙ্গ আৰু বৰ্ত্তমানৰ অসমে সামৰা বহুতো অঞ্চলত সেই কালত প্ৰচলিত বঙলাৰ এক দোৱান" বুলি ঘোষণা কৰিছে! অৱশ্যে ড° দাশগুপ্তৰ লগতে আমিও ক'ব পাৰোঁ, "কবি সংস্কৃতজ্ঞ পণ্ডিত হইলেও তাঁহার লেখা কোথায়ও সংস্কৃতগন্ধী নহে, বৃহত্তর কামরূপ অঞ্চলের প্রচলিত ভাষাকে অবলম্বন করিয়াই তিনি কাব্য রচনা করিয়াছেন।"

* আমাৰ সম্পাদিত "দুৰ্গাবৰী গীতি-ৰামায়ণ"ৰ ভূমিকা আৰু *Sankaradeva and His Predecessors* পুথি বা গুৱাহাটী বিশ্ববিদ্যালয়ৰ *Aspects of Early Assamese Literature* দ্ৰষ্টব্য।

প্ৰাক্‌শঙ্কৰী ভাষাৰ এটি নিদৰ্শনৰূপে 'উষা-পৰিণয়'ৰ মূল্য নিতান্ত বেছি। গতিকে আমি সাৱধানে পুৰণি পুথিৰ পাঠকে ইয়াত ৰাখিছোঁ। এই প্ৰসঙ্গত লিপিকাৰৰ বৰ্ণ-বিন্যাস-ৰীতি সম্পৰ্কে দুটিমান কথা ক'বলগীয়া হয়। প্ৰায় সকলো পুৰণি অসমীয়া পুথিতে কিছুমান স্বৰ আৰু আন আন ধ্বনি কোনো কোনো ক্ষেত্ৰত সমমূল্যৰূপে পৰিগণিত হোৱা দেখা যায়; যেনে—হ্ৰস্ব স্বৰ = দীৰ্ঘ স্বৰ; ই = য় (উপাই); উ = ও (কুটি); ও = ৱ (দেওাল); দন্ত্য = মূৰ্দ্ধণ্য; শ = ষ = স; জ = য (জোজন); চ = ছ; ধ = দ্ধ (হলদ্ধৰ); স্য = স্ব (বৈস্যানৰ); স্ব = স্ম (স্বৰন, অস্মিনিকুমৰ), ংহ = ংঘ (সিঙঘ)। কোনো স্বৰ বা ধ্বনিৰ জোখত প্ৰমাদ ঘটাও দেখা যায়— ব্যেৰ্থ, ব্যেৱন্ধ, দত্য, সসন্যে, কৈন্যা, কৈইলে, বা স্বৰ-বিপৰ্য্যয়ো ঘটে—আস্যে (আইসে)। হ, ৰেফ্ আৰু মধ্যস্থ -ই-ৰ লোপ :—ধদয়, দুল্লভ, ভুবনমোহনি। আদি স্বৰৰ বৃদ্ধি (আকাজ, আচল), নিম্ন স্বৰৰ উৰ্দ্ধীকৰণ (উপিহাস) আদি ভাষাতত্ত্বৰ কথা। অক্ষৰ বা মাত্ৰা-সংখ্যা-পূৰণৰ বাবে এ, যে, সে, ৰে, তে সংযোগ কৰা হৈছে। একেটা শব্দৰ একাধিক প্ৰকাৰৰ বৰ্ণ-বিন্যাসো একেখনি পুথিতে পোৱা গৈছে। সেই বিলাক পৰ্য্যন্ত আমি পৰিবৰ্ত্তন কৰা নাই।

## পীতাম্বৰৰ কাব্যৰ লৌকিকতা আৰু বিশেষত্ব : উষা-পৰিণয়ত হৰিবংশৰ বিষয়-বস্তুৰ পৰিবেশন

পীতাম্বৰৰ পদ সম্পৰ্কে শঙ্কৰদেৱৰ সমালোচনামূলক অভিমতটি পীতাম্বৰ, দুৰ্গাবৰৰ দৰে সেই কালৰ লৌকিক কবিসকলৰ বিষয়-বস্তুৰ ফালৰপৰা বিশেষ প্ৰণিধানযোগ্য। এই দুয়োজন নৱবৈষ্ণৱ আন্দোলনৰ বাহিৰৰ কবি। তেওঁলোকে ভণিতাত নিজকে নাৰায়ণ বা শ্ৰীৰামৰ চৰণ-সেৱক বুলি কৃতাৰ্থ মানিলেও বা ঠায়ে ঠায়ে ঈশ্বৰৰ নামৰ মাহাত্ম্য ঘোষণা কৰিলেও বৈষ্ণৱ সাহিত্যৰ ভক্তিৰ একশৰণ একাগ্ৰতা আৰু প্ৰচাৰৰ মনোভাৱ তেওঁলোকত দেখা নাযায়। কাব্য-ৰস আৰু লৌকিক ৰুচিৰ যোগে 'শ্ৰৱণ-ৰমণ কথা'ৰে কাব্যাস্বাদীৰ চিত্ত প্ৰণোদন কৰাই তেওঁলোকৰ ঘাই উদ্দেশ্য। পীতাম্বৰে 'উষা-পৰিণয়'ৰ আদি ভাগত মুকলিভাৱে আদি-ৰস সঞ্চাৰ কৰিছে। কেতিয়াবা অনাবিল আদি-ৰসাত্মক বৰ্ণনা বা তেনে ৰসাভাস দিও তেওঁৰ হেঁপাহ পলোৱা নাই; তেওঁ আক্ষেপ কৰিছে,—

> ৰতিৰস নিসেস কহিতে নাজুআই।
> পড়িব পাঞ্চালি গুৰুগৌৰৱ সভায়ে॥

এই কথাটিয়ে কবি কেনে 'কামসিক', তাকে প্ৰতীয়মান কৰে। ডক্টৰ কাকতিয়ে কয়, দুৰ্গাবৰ, পীতাম্বৰ আদিয়ে ৰামায়ণ, পুৰাণ আদিৰ আখ্যানবোৰ সেই যুগৰ প্ৰেম-ৰসাত্মক বনগীত জাতীয় গীতিৰ আকাৰত ভাঙি উলিয়াইছিল মাথোন; আৰু 'বিষাদ-বিমান উষা হে' আদি গীতবোৰ "পুৰণি কলীয়া লৌকিক গীতৰ চানেকি।" বৈষ্ণব কবিসকলে এই "লৌকিক সাহিত্যৰ আদৰ্শকেই হেয় আৰু কদৰ্য্য বুলি তাচ্ছিল্য কৰিলে।" বৰ্তমানখনি গীতি-কাব্যত হৰ-গৌৰীৰ কাম-ক্ৰীড়া দেখি উষাৰ মনত যেনে অনুভূতিৰ উদয় হৈছে, তেনে অনুভূতিৰে সহজ প্ৰকাশ ৰাধা-বাৰমাহী, কন্যা-বাৰমাহী আদি লৌকিক গীতবোৰ। সেইহে আমাৰ কাব্য-সাহিত্যৰ বুৰঞ্জীত লৌকিক আদৰ্শেৰে অনুপ্ৰাণিত দুৰ্গাবৰ, পীতাম্বৰ আদিৰ গীতি-কাব্যৰ বিশেষ এখনি আসন আছে, সিবোৰৰ সুকীয়া এটি স্বতঃস্ফূৰ্ত প্ৰাণ আছে।

আন ফালেদি আকৌ 'উষা-পৰিণয়'ৰ পাছৰ অংশত যুদ্ধ-বৰ্ণনা আৰু বীৰত্ব-ব্যঞ্জক কথাক বিশেষ স্বাধীনতা দিয়া হৈছে; বীৰসকলৰ তেজ উঠা গৰ্ব-বাণী আৰু ইজনৰ প্ৰতি সিজনৰ চৈধ্য পুৰুষ উঘালি পৰা গালিয়ে বহুত ঠাই অধিকাৰ কৰিছে। হৰি-হৰৰ উৎকট গলা-গলি কবিৰ হাস্য আৰু শ্লেষপূৰ্ণ উদ্ভাৱনা; এইবোৰ লৌকিক ৰুচিক তৃপ্তি দিবৰ অভিনৱ প্ৰয়াস মাথোন। শিৱৰ সন্দিগ্ধ নৈতিক চৰিত্ৰৰ হাঁহি উঠা বৰ্ণনাই লৌকিক আৰু সাধু সাহিত্যৰ শ্ৰোতা-পাঠকক সদায়ে আমোদ দি আহিছে। যুদ্ধ-কথাৰ প্ৰাধান্যৰ সম্পৰ্কত অনন্ত কন্দলিৰ আগত শঙ্কৰদেৱে প্ৰকাশ কৰা আন এটি সমালোচনামূলক মন্তব্যৰ কথা মনত পৰে ঃ "ভক্তিপৰ হ'ল হ্ৰস্ব, যুদ্ধত কৈলা দীৰ্ঘ।" অত্যুক্তি আৰু কেতিয়াবা বীভৎস-ৰসেৰে পূৰ্ণ যুদ্ধৰ অস্ত্ৰৰ কটা-কটি আৰু বীৰসকলৰ মুখৰ কথাৰ কটা-কটিৰ প্ৰতি কবিসকলৰ এই আকৰ্ষণে পিছৰ যুগৰ বধ-কাব্যবোৰত বেছিভাৱে গা দেখা দিছে।

একাদশ শতিকাৰ শেষৰ ফালে ৰোমান শাসন বিস্তৃত হৈ পৰাৰ লগে লগে ইংলেণ্ডতো য়ুৰোপৰ আন দেশৰ দৰে কাহিনী কোৱা আৰু শুনাৰ নতুন আগ্ৰহৰ যোগেদি বেলেগ বেলেগ কাহিনী-চক্ৰৰ (cycles of romance) সৃষ্টি হৈছিল। প্ৰাক্‌শঙ্কৰী যুগত ভাৰত-পুৰাণ আদি চৰ্চ্চাৰ মাজেদি বুদ্ধি-শক্তিৰ বিস্তাৰ হোৱাৰ উপৰিও কল্পনাৰ পৰিসৰ বাঢ়িছিল। প্ৰেম-পৰিণয়ৰ কাব্য-কাহিনীৰ বাবে কবিৰ সৃষ্টি-প্ৰৱণতা আৰু সাধাৰণ লোকৰ আস্বাদন-আগ্ৰহে মূৰ্ত্ত ৰূপত দেখা দিলে। দুৰ্গাবৰ আৰু মনকৰে হৰ-গৌৰীৰ বিবাহ, বেউলা-লখীন্দাৰৰ বিয়াৰ বৰ্ণনা পাঁচালীৰ ছন্দত ৰচনা কৰিলে। দুৰ্গাবৰে মাধৱ কন্দলিৰ ৰামায়ণৰপৰা সীতা আৰু ৰামক

নায়ক-নায়িকা ৰাখি ৰামায়ণৰ লোকৰঞ্জক সংস্কৰণ 'গীতি-ৰামায়ণ' ৰচিলে। পীতাম্বৰে হৰিবংশৰ আন কথা এৰি উষা-অনিৰুদ্ধৰ বিয়াৰ ঘটনা লৈ এই গীতি-কাব্যখনি লিখাৰ উপৰি ভাগৱতৰ পদ কৰোঁতে কৃষ্ণ-ৰুক্মিণীৰ বিয়া আদি বিষয়ত কল্পনাৰ বিশেষ স্ফুৰণ দিবৰ অৱকাশ পালে। এইখিনিতেই মাধৱ কন্দলি, হেম সৰস্বতী আদি পণ্ডিত কবিসকলৰ লগত এই কেইজন লোক-মনোৰঞ্জক কবিৰ পাৰ্থক্য। তেওঁলোকৰ ৰচনাত বিশেষ-ৰীতি-আনুগত্য, অনুপ্ৰাস, উপমা আদি অলঙ্কাৰৰ প্ৰাচুৰ্য্য দেখা নাযায়। আদি-ৰসাত্মক বৰ্ণনা, বীভৎস ৰস আৰু অলৌকিকতাৰ মাজেদিহে তেওঁলোকে লৌকিক মনক আকৰ্ষণ কৰিবলৈ যত্ন কৰিছিল।

বৈষ্ণৱ কবি অনন্ত কন্দলিয়ে একে উষা-অনিৰুদ্ধৰ বিবাহৰ বিষয় লৈ 'কুমৰ-হৰণ' কাব্য ৰচিছে। কিন্তু হৰিবংশ আৰু ভাগৱতৰ মিশ্ৰ দি লিখা সেইখনি কাব্য বৈষ্ণৱ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত; তাত এফালে যেনেকৈ লৌকিকতাৰ অভাৱ, আনফালে তেনেকৈ কাব্যিক গঠনৰ ফালৰপৰা সি সুগঠিত। কিন্তু, ডক্টৰ কাকতিৰ ভাষাত, "হৰিবংশত উষাৰ কাহিনী যেনেকৈ মেৰপাক খোৱাভাৱে আছে, পীতাম্বৰৰ কল্পনাই সকলোকে সমানভাৱে সামৰিবৰ চেষ্টা কৰি যজ্ঞভুক্ অগ্নিৰ দৰে ৰোগগ্ৰস্ত হৈ পৰিছে।" পীতাম্বৰে সমস্ত হৰিবংশখনিৰপৰা 'ৰতিৰস'ৰ স্পৰ্শ থকা চাই তাৰ অন্তৰ্গত ১১৬-১২৮শ অধ্যায়ৰ উষা-অনিৰুদ্ধৰ প্ৰণয়ৰ বিষয়টিহে বাছি উলিয়াইছে। বিষয়টিত বিষ্ণু-ধৰ্মৰ শক্তি প্ৰদৰ্শন কৰাৰ সুবিধা থাকিলেও, ধৰ্ম-নিৰপেক্ষ ঐহিক কথা আকৰ্ষকৈ পল্লৱিত কৰি তুলিব পৰা উপাদান তাত যথেষ্ট বেছি। বিয়া, বিশেষতে ৰোমাণ্টিক্ বা গন্ধৰ্ব ধৰণৰ বিয়াৰ বৰ্ণনাত লোকৰঞ্জক আদি-ৰস ৰসায়ন কৰা সহজ। কবি হৰিবংশ মূল কথাৰপৰা বৰকৈ আঁতৰি অহা নাই ("ব্যাসৰ মুখৰ কথা আনিবো আৰসে") যদিও, সুবিধা পালেই লৌকিক ৰস প্ৰৱৰ্তন কৰিবলৈ কুণ্ঠাবোধ কৰা নাই; কাৰণ, "সেবন্ধে বান্ধিলে মানি অধিক দৃপিতি।" উষাৰ প্ৰাণ-চমকোৱা যৌৱন, ফুলবনত হৰ-পাৰ্বতীৰ কাম-কেলি (মনকৰৰ সমবিষয়ক মনোৰম বৰ্ণনা তুলনীয়), সেই কেলি দেখি উষাৰ মনৰ 'বসন্ত সময় কিছো মদনবিকাৰ"ৰ কামুকতাৰ বিষাদত পৰিণত হোৱা, কামসেনা বোলা চৰিত্ৰটিৰ সৃষ্টি কৰি উৎপন্ন কৰা অনিৰুদ্ধৰ মদন-স্বপ্নৰ বিলাস-পূৰ্ণ 'ৰতি-ৰস' (মূলত একেআষাৰতে কথাটো শেষ হৈছে), অনিৰুদ্ধৰ ৰতি-কাতৰ অৱস্থা, কাম-সপোনত উষা পুষ্পিতা (হৰিবংশত 'শোণিতাক্তা', 'স্ত্ৰীত্বং সমুপনেষ্যতি') হৈ আতঙ্কিতা আৰু কাম-মোহিতা

হোৱা,—এই সকলোবোৰ কথা পীতাম্বৰে বিলাসিতাৰে বৰ্ণাইছে। এইবোৰৰ তুলনাত কাব্যৰ মাজৰ গন্ধৰ্ব্ব-বিবাহ আৰু শেষৰ বিবাহ-উছৱৰ বৰ্ণনা সংযত আৰু অ-ৰসাল যেনহে লাগে। কাব্যৰ আদি ভাগৰ আদি-ৰসাপ্লুততা আৰু লিৰিকেল্ সৌন্দৰ্য্য শেষৰ ভাগৰ যুদ্ধৰ সংঘৰ্ষৰ কাৰ্য্য-নিৰতাত পৰিণত হোৱাত ৰসাস্বাদীসকলৰ আক্ষেপৰ কাৰণো থাকিব পাৰে। উষাদেৱীয়ে শেষত মনৰ বাঞ্ছিত পূৰণ কৰিবলৈ পালেও, নায়িকাৰ চিত্ৰখনি পাছফালে বেছিভাগ সময় পটভূমিলৈ হুঁহকি পৰিছে। প্ৰথমৰ কাম প্ৰৱণ অনিৰুদ্ধ মাজভাগৰ গৰ্ব্বিত ৰণুৱা বীৰ আৰু শেষভাগৰ কৃষ্ণ-বল-কামৰ একান্ত বাধ্য, নিৰ্জু বংশধৰ। অনিৰুদ্ধৰ নাগ-পাশ-বন্ধনৰ সময়ৰ উষাৰ কাতৰ বিলাপ, অনিৰুদ্ধৰ আত্ম-প্ৰতীত আশ্বাস-বাণী আৰু সমস্ত জগতৰ সমবেদনাৰ বৰ্ণনা মৰ্ম্মস্পৰ্শী হৈ উঠিছে।

হৰিবংশত এই কাহিনীত যদিও বাণৰ চৰিত্ৰই কেন্দ্ৰীয় শক্তি, পীতাম্বৰে কাব্যৰ আদিৰেপৰা উষাৰ চৰিত্ৰক প্ৰধান আৰু নায়িকা চৰিত্ৰৰূপে সজাই তুলিবলৈ যত্ন কৰিছে। অৱশ্যে যি সাহস আৰু ধৈৰ্য্যেৰে বাণাসুৰ মৃত্যুৰ সম্মুখীন হৈছে, আৰু যেনেকৈ শৰীৰৰপৰা ধাৰেৰে তেজ বৈ পৰা অৱস্থাতো বাণে শিৱৰ প্ৰসাদ-লাভৰ বাবে নৃত্য-গীত কৰিছে, সেই সকলোটিয়ে আমাৰ অনুভূতি আৰু শ্ৰদ্ধা আকৰ্ষণ কৰে। অনিৰুদ্ধেৰে উষাৰ পৰিণয় কাব্যৰ ঘাই বিষয়-বস্তু; বাণৰ পতন সেই পৰিণয়ৰ আনুষঙ্গিক ফলস্বৰূপ। এই গীতি-কাব্য বাণৰ জীৱনৰ ট্ৰেজিডি নহয় যদিও, বাণৰ পতনৰ পাছত কাব্যৰ শেষত লৰা-সৰিকৈ অনুষ্ঠিত হোৱা উষা-অনিৰুদ্ধৰ মিলন-উছৱত সকলো পাঠকে ৰংমনেৰে যোগ দিব পৰাটো কঠিন। বাণৰ চৰিত্ৰত বীৰত্ব, উদাৰতা আৰু শিৱ-ভক্তি মনোৰঞ্জক উপাদান। হৰ-পাৰ্ব্বতীৰপৰা বাণাসুৰৰ বৰ-লাভৰ পাছতে নাটকীয়ভাৱে উষাৰ জন্ম আৰু (তাৰ কাৰণেই যেন হোৱা) ময়ুৰধ্বজ ভাগি পৰা আদি বিমঙ্গলৰ কথা অৱতৰণ কৰা হৈছে। উষাৰ চৰিত্ৰক প্ৰাধান্য দিবৰ কাৰণে আৰু তাত লৌকিকতাৰ ৰঞ্জন দিবৰ বাবে কবিয়ে কৌকিলা ধাইৰ চৰিত্ৰটি সুমুৱাইছে। কৌকিলা অনন্ত কন্দলিৰ আৰু আধুনিক নাট্যকাৰ জ্যোতিপ্ৰসাদৰ বাস্তৱ চৰিত্ৰ কুঁজী বুঢ়ীৰ prototype, আদিৰূপ। এই চৰিত্ৰই উষাৰ গোপন মিলৰ কথা ৰজাক জনাই কাব্যৰ ঘটনা-ক্ৰম চূড়ান্তৰ ফালে আগবঢ়াত এটি আৱশ্যকীয় কাৰ্য্য সাধন কৰিছে। হৰিবংশত বাণৰ ৰক্ষীসকলে সেই কথা জানি চাৰ-পুৰুষৰ যোগেদি ৰজাৰ ওচৰত আবেদন কৰে। কৌকিলাই উষাৰ জন্মৰ সময়ত দুৰ্নিমিত্ত দেখি কেঁচুৱাক পানীত উটুৱাই দিবলৈ ওলোৱা আৰু

গাভৰু উষাক চাবলৈ গৈ ক'ৰবাৰ ডেকা এটাৰে পাশা খেলি থকা দেখা পাই ৰজাক পূৰ্বৰ কথা সোঁৱৰাবলৈ যোৱা পাঠক-সাধাৰণৰ মনত লগা কথা। পৰাজিত হ'বলগীয়া বীৰ যুদ্ধলৈ ওলাওঁতে বিমঙ্গল দেখাৰ বৰ্ণনা অসমীয়া প্ৰাচীন কাব্যৰ যেন এটি স্থায়ী লক্ষণ। অনিৰুদ্ধৰ কাম-মোহ উপস্থিত হোৱাৰ পাছত সন্ন্যাসী হৈ ওলাই যাব খোজা আৰু তেওঁক ৰাখিবলৈ ৰথীয়া থোৱা কথাটো পীতাম্বৰৰ উদ্ভাবন; সি বিশেষ গাম্ভীৰ্যপূৰ্ণ যেন নালাগে। চিত্ৰলেখা, নাৰদ আৰু মন্ত্ৰী কুম্ভাণ্ড কাব্যৰ আন তিনিটি বিশিষ্ট চৰিত্ৰ। হৰিবংশৰ দৰে 'উষা-পৰিণয়'তো চিত্ৰলেখা অতিমানৱী, অপ্সৰা; কুম্ভাণ্ডৰ কন্যা নহয়। কুম্ভাণ্ড-কন্যাৰ নাম ৰামা। টীকাকাৰ নীলকণ্ঠই আকৌ এঠাইত ৰামাক চিত্ৰলেখাৰ অংশ বুলি ইঙ্গিত কৰিছে; সেই বাবেহে বোধ হয় অনন্ত কন্দলিয়ে চিত্ৰলেখাক মন্ত্ৰীৰ জীয়েক বুলিয়ে লৈছে। অৱশ্যে বিষ্ণু-পুৰাণ আৰু ভাগৱত-পুৰাণতো চিত্ৰলেখা কুম্ভাণ্ড-সুতা। নীলকণ্ঠই আন এঠাইত চিত্ৰলেখাক 'বাণ-গৰ্ব-শমনাৰ্থিনী' বুলিছে। সেয়ে প্ৰকৃততে বাণৰ সম্পৰ্কত চিত্ৰলেখাৰ চৰিত্ৰৰ সাৰ্থকতা। চিত্ৰলেখা আৰু নাৰদৰ চৰিত্ৰৰ মাজেদি কাব্যখনিৰ অতি-প্ৰাকৃতিক উপাদানটি ঘাইকৈ পুষ্ট হৈছে। চিত্ৰলেখা অপ্সৰা হৈও পাৰ্বতীৰ ইচ্ছাত নাৰী নায়িকাৰ সখী হোৱা, মহাদেৱৰ প্ৰসাদত (হৰিবংশমতে 'কুশলহস্তত্বাৎ') সাদিনতে বিশিষ্ট দেৱ-দানৱ-যক্ষ-ৰক্ষ-গন্ধৰ্ব-নাগ-মনুষ্যৰ আলেখ্য আঁকা, নাৰদৰপৰা পোৱা তামসী বিদ্যাৰে কোঁৱৰক হৰণ কৰা (লৌকিক বিশ্বাসৰ চোৰৰ নিদ্ৰা-বাণৰ কথা নিশ্চয় সাধাৰণ অসমীয়া পাঠকৰ মনত পৰিব); মায়া-পোহৰত অনিৰুদ্ধই নগৰ দৰ্শন কৰা (ইও পীতাম্বৰৰ উদ্ভাবন), নাৰদৰ উপদেশত কৃষ্ণই প্ৰদ্যুম্ন-বলৰামেৰে গৰুড়ত উঠি শোণিতলৈ যাত্ৰা কৰা আদি সকলো অতিমানৱীয় কাৰ্য-কলাপ। কবিয়ে চিত্ৰলেখাৰ শেষ দশাৰ কেনো উল্লেখেই নকৰিলে; হৰিবংশত প্ৰিয় সখীসকলক সম্ভাষি চিত্ৰলেখা ত্ৰিদিবলৈ যোৱা বুলি আছে; ৰামাৰ বিয়া হ'ল যদু-বীৰ সাম্বৰ লগত। দেৱৰ্ষি নাৰদ 'উষা-পৰিণয়'তো নাৰদীয়া-টুটকীয়াই; তেওঁৰ দৌত্যৰ যোগেদি দৈৱিক শক্তিৰ বিৰুদ্ধে অসুৰ শক্তিৰ নিধনত আগ-ভাগ লৈছে। কাব্যৰ শেষত প্ৰিয়তমা ভাৰ্যা সত্যভামাৰ অনুৰোধত শ্ৰীকৃষ্ণই বৰুণালয়ৰপৰা বৰুণৰ ধেনু আনিবলৈ যোৱা কথাখিনিয়ে গীতি-কাব্যখনিৰ সৌন্দৰ্যত একোটো যোগ দিবযে পৰা নায়েই, বৰং কাহিনী-ভাগ অনাহক টানি দি ক্ষুণ্ণ কৰা যেনহে লাগে। কবিয়ে মূল হৰিবংশৰ ঘটনানুক্ৰম সহজভাবে অনুসৰণ কৰি গৈছে, কাহিনীটোক কাব্যোচিত গতিৰ তীব্ৰতা আৰু মধুৰতা দিব পৰা নাই। ছেগাচোৰোকাকৈ তেওঁ ক'ত ক'ত নতুন সৌন্দৰ্য সৃষ্টি কৰিবৰ প্ৰয়াস কৰিছে,

আমি আলোচনা কৰি আহিছোঁ। কাব্যৰ ঐক্যৰ অভাৱ লৈ এটি উপাখ্যানৰূপে 'উষা-পৰিণয়' সাধাৰণ পাঠক-সমাজৰ উপাদেয় হৈ পৰিছিল নিশ্চয়।

## সামাজিক পটভূমি

সামাজিক পটভূমিৰ সমুখত লৈ চালে এই কাব্যখনিৰ কেইটিমান কথা আমাৰ চকুত লাগে। তিৰোতাই সোণৰ ফুলেৰে গৌৰীৰ পূজা কৰা (১৯ পিঠি), পৰম বৈষ্ণৱ নাৰদ মুনিয়ে উষা-অনিৰুদ্ধক দেৱী-স্তুতিৰ উপদেশ দিয়া, হৰিবংশৰ 'কুশলহস্তত্ব'ৰ ঠাইত 'মহাদেৱ পৰসনে' চিত্ৰলেখাই চিত্ৰ লেখা, যুদ্ধৰ মাজতে বাণে শঙ্কৰ-পূজাৰ আয়োজন কৰাৰ উল্লেখে শাক্ত-শৈৱ ধৰ্মৰ চলন্তিৰ উপৰিও সিবিলাক ধৰ্মৰ প্ৰতি কবিৰ আকৰ্ষণৰ ধাৰণা জন্মায়। অনিৰুদ্ধৰ আদিত্য-স্তুতিৰ উদ্ভাৱনো প্ৰচলিত সূৰ্য-পূজাৰ ছাঁ যেন লাগে। কোকিলাই পানীকেঁচুৱা উষাক পানীত উটাই দিবলৈ ওলোৱা অবাঞ্ছিত-শিশুহত্যাৰ ইঙ্গিতনেকি? কাব্যৰ অন্ত-ভাগৰ আনুষ্ঠানিক বিবাহৰ বৰ্ণনা পীতাম্বৰৰ যুগৰ সামাজিক ৰীতিৰ এটি চিত্ৰ মাত্ৰ।

দেখি বোলে কামসেনা ধৰ গুৱাপান।
কহিছি গুপ্তেৰ কথা কৰ অৱধান॥

এই একে ধৰণৰ বাক্য সমসাময়িক মনকৰ আদিৰ কাব্যতো যথেষ্ট পোৱা যায়, আৰু এইবোৰত আপুজনক গুপ্ত কাৰ্য্যৰ ভাৰ দিওঁতে গুৱা-পাণ যচা কথাই অসমীয়া সামাজিক জীৱনত তামোল-চালিৰ প্ৰভাৱৰ কথাকে কয়। স্বপ্ন দেখি তাৰ ফলিতা বিচৰা আৰু বিশেষ মুহূৰ্তত নৈসৰ্গিক পৰিৱেশত মঙ্গল-অমঙ্গলৰ সঙ্কেত বিচৰা আদিয়ে জন-বিশ্বাসৰ ইঙ্গিত দিয়ে মাথোন।

## উষা-সাহিত্য

উষা-অনিৰুদ্ধৰ পৰিণয়-কথাই বেলেগ বেলেগ যুগত বেলেগ বেলেগ দেশৰ কবিৰ কল্পনা আকৰ্ষণ কৰি আহিছে। হৰিবংশ, বিষ্ণু-পুৰাণ আৰু ভাগৱততে এই কাহিনীয়ে নিৰ্দিষ্ট ৰূপ লয়। খ্ৰীষ্টীয় সপ্তদশ শতিকাৰ ভাগত নেৱাৰী-মিশ্ৰিত মৈথিল ভাষাত 'উষা-হৰণ' নামে দুখনি নাট ৰচিত হয়। অষ্টাদশ শতিকাৰ মাজ ভাগত মালাবাৰৰ এজন কবিয়ে চাৰিটা সৰ্গেৰে প্ৰাকৃতত 'উষানিৰুদ্ধ' বুলি এখনি সৰু কাব্য লিখে। পীতাম্বৰ দ্বিজৰ 'উষা-পৰিণয়'ৰ ৰচনাৰ পাছত সেই কাব্যৰ অ-বৈষ্ণৱ লৌকিক আকৰ্ষণৰপৰা ভকত-বৈষ্ণৱক ৰক্ষা কৰিবলৈকে হওক বা মূলৰ বিষয়টোৰ সৌন্দৰ্য্যত আকৃষ্ট হৈয়ে হওক, অনন্ত কন্দলিয়ে বৈষ্ণৱ-জন-সম্মত পদ্ধতিত

'কুমৰ-হৰণ' ৰচে; তেওঁ হৰিবংশৰ অনিৰুদ্ধ-কৃত দেৱী-স্তৱ পৰ্য্যন্ত বাদ দিছে। তেওঁৰ দশমৰ পদত, সম্ভৱতঃ 'কুমৰ-হৰণ'-ৰচনাৰ আগতে, একেটি কাহিনী কিছু পৃথকভাৱে বৰ্ণোৱা হৈছে। পাছৰ যুগত বৃষকেতু নামে এজনে মৌলিক কল্পনাৰে 'উষা-হৰণ' নামে এখনি পুথি লিখে। তাত কৃষ্ণ আৰু উষাৰ কুৰুচিপূৰ্ণ অনঙ্গ-কেলি বৰ্ণিত হৈছে; পুথিখনি কোনো গুহ্য সম্প্ৰদায়ৰ সাহিত্য বুলিহে সন্দেহ হয়। আধুনিক যুগতো হৰিবংশ আৰু পুৰাণৰ এই কাহিনীটিয়ে গোহাঞি বৰুৱাৰ 'বাণৰজা' আৰু আগৰৱালাৰ অনুপম কলাসুলভ নাট 'শোণিত-কুঁৱৰী' ৰচনাৰ অনুপ্ৰেৰণা যোগাইছে।

## উষা-পৰিণয়ৰ ছন্দ আৰু ৰাগ

'অপ্ৰমাদী কবি' মাধৱ কন্দলি আৰু বৈষ্ণৱ-ভাবাপন্ন আন আন প্ৰাক্‌বৈষ্ণৱ কবিসকলে নিয়মিত পদ (পয়াৰ), দুলড়ি (লঘু ত্ৰিপদী) আৰু ছবি (দীৰ্ঘ ত্ৰিপদী) ছন্দ ব্যৱহাৰ কৰিছে। দুৰ্গাবৰ, পীতাম্বৰ, মনকৰে নিয়মিত পয়াৰ ছন্দতে তেওঁলোকৰ পুথিৰ বেছি অংশ ৰচনা কৰিছে। কিন্তু তেওঁলোকৰ ছন্দৰ বৈশিষ্ট্য গীত-অংশতহে। তেওঁলোকৰ গীতত পয়াৰ ব্যৱহৃত হ'লেও তাৰ লয় বা cadence, আৰু অক্ষৰ-বিন্যাস ঠায়ে ঠায়ে বিষম প্ৰকৃতিৰ; অক্ষৰ-সংখ্যাও অনিয়মিত ; কাৰণ, সাঙ্গীতিক মাত্ৰাৰ আৱশ্যক অনুযায়ীহে সি অনুশাসিত হ'ব পাৰে। 'উষা-পৰিণয়'ৰ আমাৰ ঘাই পাঠৰ পুথিখনিত ৰাগৰ লগতে ছন্দবো নাম ধৰি দিয়া আছে—লাছাড়ি ছন্দ, লাছাড়ি পদ ছন্দ, লাছাড়ি মধ্য ছন্দ, লাছাড়ি নাট ছন্দ, লাছাড়ি দীৰ্ঘ ছন্দ। আন কোনো পুথিত ছন্দৰ এনে নামকৰণ আমি দেখা নাই; গতিকে, একেখনি পুথিৰপৰা সিবোৰৰ লক্ষণ নিৰূপণ কৰিব পৰা নগ'ল। লাছাড়ি বা লেচাৰি সাধাৰণতে ৩০ অক্ষৰ এবিধ দীঘল ছন্দ; ইয়াক ভঙ্গ পয়াৰো বুলিব পাৰি (৮+৮+১৪)। ইয়াকে সঙ্গীতৰ মাত্ৰা অনুযায়ী চুটি-দীঘল কৰি উপৰোক্ত বিবিধ লাছাড়ি ছন্দবোৰ সজা হৈছে। সুকবি নাৰায়ণদেৱৰ 'পদ্মা-পুৰাণ'ত সাধাৰণ পয়াৰ ছন্দকে লেচাৰি বা লাছাড়ি [<স° ৰথ্যা-কাৰ] বোলা হৈছে। তেউড়ি ছন্দত কুৰি অক্ষৰ (৬+৬+৮) বা তাৰ বিষম ৰূপ দেখা যায়। হিন্দুস্থানী সঙ্গীতত তেওৰা নামে সাত মাত্ৰাৰ এখন তাল আছে; অসমীয়া ওজাই কিন্তু সেই নাম ব্যৱহাৰ কৰা দেখা নাযায়। সম্ভৱতঃ কবিয়ে অক্ষৰৰ বৃত্তিতকৈও গীতবোৰত সঙ্গীতৰ ছন্দলৈহে বেছি চকু ৰাখিছিল।

দুৰ্গাবৰ আৰু পীতাম্বৰৰ গীতত হিন্দু সঙ্গীতৰ ৰাগ সংযোগ কৰা হৈছে।

কষ্ট-সাধ্য ৰাগৰ ঠাইত কোনো পুথিত সহজ ৰাগৰ নাম বহুওৱালে চাই, এই গীতবোৰ যে সততে ৰাগে-তালে চৰ্চা কৰা হৈছিল, তাক বুজিব পাৰি। আমি যি দুই-এটি দুৰ্গাবৰী গীত গোৱা শুনিছোঁ, তাৰ ঢং এফালে উত্তৰ-ভাৰতীয় সঙ্গীত, আনফালে বৰগীতৰপৰা সুকীয়া। সম্ভৱতঃ অসমীয়া সঙ্গীতৰ বুৰঞ্জীত 'প্ৰাক্‌শঙ্কৰী' সঙ্গীত এটি স্বতন্ত্ৰ অধ্যায়। 'উষা-পৰিণয়'ত ব্যৱহৃত (আমাৰ গৃহীত পাঠমতে) ৰাগবোৰ ঃ অহিৰ—৭টি গীতত, গুঞ্জৰি—২, গোগুগিৰি—২, ধনশ্ৰী—৪, নাগ—১, নাট—২, পটমঞ্জৰি—২, পাহাড়ি—৪, বৰাড়ি—৪, বসন্ত—১, ভাঠিয়ালি—৩, ভৈৰবী—২, মল্লাৰ—২, সুআই—১, মুঠ ১৪ টি ৰাগ আৰু ৩৭টি গীত।

## 'পাঁচালী' শব্দৰ বিষয়ে

পীতাম্বৰে তেওঁৰ এই গীতি-কাব্যক পাঞ্চালী বা পাঁচালী বুলিছে। পীতাম্বৰৰ কাব্য আৰু দুৰ্গাবৰ, মনকৰ আৰু সুকবি নাৰায়ণৰ বেউলা-লখীন্দাৰৰ গীতকো এই আখ্যা দিয়া হৈছে। তাৰ বাহিৰে আন অসমীয়া কাব্যত এই শব্দৰ প্ৰয়োগ দেখা নাযায়। 'পাঁচালী' শব্দৰ মূল সংস্কৃত 'পাঞ্চালী' বা 'পাঞ্চালিকা', অৰ্থ—পুতলা। পুতলা-নাচৰ লগত এনে কাব্যৰ সংশ্ৰৱ আছিল যেন অনুমান কৰিব পাৰি। 'পাঞ্চালী' নামৰ গীত সম্ভৱতঃ পাঞ্চাল দেশত (কনৌজ) উদ্ভূত বুলিও কোনোৱে ভাবে। বঙ্গদেশত কবিগান বা তৰ্জাৰ 'আসৰ'ৰ দৰে অলপ দিনলৈকে পাঁচালীৰ দলে গাঁৱে গাঁৱে শ্যামা-বিষয়ক গীতৰ 'আসৰ' পাতিছিল; পাঁচালী-ৰচকসকলৰ মাজত দাশৰথি ৰায় বিখ্যাত। অসমৰ পশ্চিম অঞ্চলত অন্ততঃ শঙ্কৰদেৱৰ সময়ত পাঁচালীৰ গীতৰ বিশেষ আদৰ আছিল যেন লাগে। কালিকা-পুৰাণত আছে (৮৯০-১৩৮-৩৯), পুষ্যা-নক্ষত্ৰ-যুক্তা তৃতীয়াত পাঞ্চালিকা বিহাৰ আৰু শিশুৰ কৌতুক আদিৰে চণ্ডিকাক তুষ্ট কৰিব লাগে। ইয়াত পাঞ্চালিকা-বিহাৰ কথাটোৱে সম্ভৱতঃ পুতলা-নাচ বা 'পাঁচালী-গীত'ৰ আবৃত্তি বুজাইছে। মুঠতে, শক্তিপূজাৰ লগত পাঁচালীৰ কিবা এটি বিশেষ সম্পৰ্ক আছিল। সেই গতিকেই অসমৰ বৈষ্ণৱ কবিসকলে পাঁচালী ৰচনা কৰা নাই। বিদ্যানন্দৰ 'ঠাকুৰ-চৰিত'ত আছে (পদ ৭৩-৭৬), শঙ্কৰ-নাতি চতুৰ্ভুজ ঠাকুৰ বিষ্ণুপুৰ সত্ৰত (ঘৰসিয়া) থাকোঁতে বিদ্যাই ওঝা নামৰ এজন ভকতৰ ঘৰলৈ নিমন্ত্ৰিত হৈ গৈছিল। সেই সভালৈ "নুখিয়া ওঝা আসিলন্ত কীৰ্ত্তন কৰিতে।" তেওঁ

পাঞ্চালিৰ চন্দে গীত গাইবাক লাগিলা।
সুনি আতা (চতুৰ্ভুজ) তেখনে সভাৰ উঠি গৈইলা॥

আতা এইদৰে উঠি যোৱাৰ কাৰণো চৰিতত দিয়া আছে। শঙ্কৰদেৱে অসম ৰাজ্য এৰি কামৰূপত চুণপৰা গছৰ তলত থিত ল'বৰ সময়ত নাৰায়ণ ঠাকুৰে 'কান্দে দেৱী ৰুকমিণী' আদি গীত জোৰোঁতে গুৰুজনে "নুসুনোহো ইতো গীত নলাগে গাইবাক" বুলি গীত গোৱাকে বন্ধ কৰিলে। এইদৰে

পূৰ্ব্বতে ইসব কথা কৰিছা বৰ্জ্জিত।
এতেকেসে আতা তাত নেদিলন্ত চিত্ত॥

চৰিতৰ এই কাহিনীয়ে পাঁচালীৰ প্ৰতি বৈষ্ণৱৰ মনোভাৱ ফুটাই তুলিছে। শঙ্কৰদেৱে নাট আৰু ভাওনা উলিওৱাৰ আগতে 'গুৰুগৌৰৱ সভা'ত এনে পাঁচালী গীত আৰু সম্ভৱতঃ তাৰ লগৰীয়া পুতলা-নাচ আদিয়ে আনন্দ যোগান ধৰিছিল, আৰু সিয়ে ওজা-পালিৰ দৰে শঙ্কৰী নাটৰ পূৰ্ববৰ্তী ৰূপ যোগাইছিল। ওজা-পালিৰ দৰে 'উষা-পৰিণয়' বা 'গীতি-ৰামায়ণ'ত এটি নাটকীয় উপাদান বৰ্তমান। প্ৰকৃত নাটৰ জন্মৰ পাছত সেই ঢং কাব্যৰপৰা সম্পূৰ্ণ আঁতৰি গ'ল।

১৯৫১

## কবি দুৰ্গাবৰ কায়স্থ-ৰচিত

# দুৰ্গাবৰী গীতি ৰামায়ণ

## ভূমিকা

**দুৰ্গাবৰৰ ৰামায়ণৰ নাম আৰু পুথিৰ পাঠৰ আঁতি-গুৰি ঃ** ১৮৩৭ শকত হাজোৰপৰা বিষয়চন্দ্ৰ বিশ্বাসীয়ে 'দুৰ্গাবৰী গীতি-ৰামায়ণ' সম্পাদন কৰি প্ৰকাশ কৰে। 'গীতি ৰামায়ণ' নামটি বিশ্বাসীদেৱে দিয়া। তেওঁ তেওঁৰ সম্পাদকীয় মন্তব্যত লিখিছে—"বৰ্তমান পুথিখনিৰ নাম 'দুৰ্গাবৰি'। দুৰ্গাবৰ নাম জনৈক কবিৰ লিখা এই নিমিত্তে ই এই নামেই সৰ্ব-সাধাৰণৰ ওচৰত পৰিচিত। অন্য পক্ষত ইয়াক গীতি-ৰামায়ণ হে বুলিব পাৰি। যিহেতু ইয়াৰ বৰ্ণিত বিষয়ৰ ৰচনা, ৰাগ আৰু পদত। এনেকুৱা কাব্য আমাৰ প্ৰায়ে বিৰল।" বিশ্বাসী তাঙৰণৰ পুথিৰ শেষত আছে—'দুৰ্গাবৰি সমাপ্ত॥' সেই তাঙৰণ আমাৰ বৰ্ত্তমান এই সংস্কৰণৰো প্ৰধান অৱলম্বন। বিশ্বাসীয়ে এঠাইত কৈছে, "পুথি লিখা তাৰিখ অনুযায়ী ইয়াৰ বয়স তিনিশ।" 'গীতি-ৰামায়ণৰ' আৰম্ভতেই "অজোধ্যা কাণ্ডৰ কথা ভৈলা সমাপতি" বুলি লিখালে চাই বালকাণ্ড নহ'লেও অন্ততঃ অযোধ্যা-কাণ্ড ইয়াত আছিল, এনে ভাবিবৰ মন যায়। কিন্তু এই প্ৰসঙ্গত মন কৰিবলগীয়া আন কথাও আছে, তাৰ ইঙ্গিত আমি অলপ পাছতে দিম। বহুত ঠাইত, বিশেষকৈ হাজোত, খবৰ কৰি আমি সম্পূৰ্ণ-অসম্পূৰ্ণ কোনো পুৰণি পুথি উলিয়াব নোৱাৰিলোঁ। অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অধ্যক্ষ ডক্টৰ সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াই ১৯৩৫ চনতে ক'ৰবাৰপৰা সংগ্ৰহ কৰা এখনি পুথি। পুথিৰ তালিকাত ক্ৰমিক সংখ্যা ৪১০/৪— ৰামায়ণ অৰণ্যকাণ্ড গীত) আছে। এইখনি পুথিও অসম্পূৰ্ণ; ১—২, ৪—৩৫-সংখ্যক পত্ৰ মাত্ৰ আছে। ইয়াৰ ভিতৰত ৪-ৰপৰা ৩৫-সংখ্যক পাত তুলাপাতৰ,

প্ৰথম দুটা পাত নতুন যুগৰ কাগজ যেন লাগে। স্থল-তাৰিখ একো নাই। প্ৰথম পাতৰ উদং ফালে 'দুৰ্গাবৰি পুস্তক' কথাটি আছে। পুথিৰ আৰম্ভ —

শ্ৰীকৃষ্ণায় নমোঁ॥

নমু নমু ৰাম। বিঘিনি খন্দন। ৰঘুৰ নন্দন ৰাম।

সহস্ৰেক বাহু। সহস্ৰেক সিৰ। জাৰ সহস্ৰেক নাম॥

বাপৰ সত্যক। পালিয়া ৰাঘৱে। সিতা সমে গৈলা বনে।

বলন্ত কন্দোলি। আন গোতি নাই। ৰামৰ দুই ভুৱনে॥*॥

পদ॥ জয় জয় নমোঁ নাৰায়ণ মহেশ্বৰ।

অজাতিয়ো তৰে নাম মাত্ৰ লৈলে জাৰ॥

অজোধ্যাকাণ্ডৰ কথা ভৈলা অৱসান।

অৰৰ্ম্মাকাণ্ডৰ কথা সুনা সাৱধান॥

দ্বিতীয় পত্ৰৰ শেষৰ শাৰী—"এহি বোঁলি ৰাজাৰ হাতত পিণ্ড দিলা" (আমাৰ পদ ১৪)। চতুৰ্থ পত্ৰ আৰম্ভ হৈছে —"কহিয়োঁক কথা মোৰ সংখয়ক ছেদি" (আমাৰ পদ ৩০)॥ ৩৫-সংখ্যক পত্ৰ শেষ হৈছে—

ৰাগ য়োহিৰ॥

য়া কি লক্ষণ। নহে বুঁদ্ধি সিতাক নপায়া।

নয়নৰ লোহে মোৰ।। ৫৫॥ পৰ্থক নেদেখো হে।

সন্তাপে পুৰয় সৰ্ব্বকায়া। ব্যাং০ ০ ভস্চিলা মোক॥ তাক

(আমাৰ পদ ৩৭৮-৭৯)।

আমি বৰ্ত্তমান তাঙৰণৰ ১—৬৬ পিঠিৰ ঠায়ে ঠায়ে পুৰাতত্ত্ব বিভাগৰ পুথিৰ দুই-এটি পাঠ গ্ৰহণ কৰিছো। 'ওপৰঞ্চি'ত সেইবিলাক আঙুলিয়াই দিয়া হৈছে; লগতে সেই পুথিৰ আৰু বিশ্বাসীৰ তাঙৰণৰ গৃহীত নোহোৱা পাঠান্তৰ কিছু টুকি দিয়া হ'ল। পুথিখনিৰ ১৮-১৯-সংখ্যক পাতত ছপা পুথিত নোহোৱা এই গীতটি আছে —

ৰাগ কন্মাৰ-১

সোকে বিয়াকুল জনেকনন্দনি হে॥

কোন [বি]ধি মোৰ॥ ললাটে লিখিলা ঃ তাক নুগুনিলু মনে ঃ

খুজিলু মৃগছাল ঃ পাতিলু জঞ্জাল ঃ প্ৰভু গৈলা ঘোৰ বনে ঃ
সুনিয়ো লক্ষাই ঃ প্ৰানেৰ বপাই ঃ প্ৰভুৰ কনিষ্ট ভাই ঃ
উঠা জান্ত কৰি ঃ বিলম্ব নকৰি ঃ প্ৰভুক ৰাক্ষসে খাই ঃ
জিতো দেখিলাহা ঃ সোবৰ্ন্নৰ মায়া ঃ সিতো ৰাক্ষসৰ মায়া ঃ
ৰাক্ষসক মাৰি ঃ আসিবন্ত হৰি ঃ ছিৰ্ত্ত থিৰ কৰা কাই ঃ
সুনিয়ো লক্ষাই ঃ দুৰ্ম্মুখ পাপিষ্ট ঃ তোহোৰ বুঝিলু য়াস ঃ
প্ৰভু য়বিহনে ঃ তোৰ ৰঙ্গ মন ঃ মোৃতে কৰা হবিলাস॥
ভূমি কৰ্ম্ম চুই ঃ লক্ষ্মনে বোলয় ঃ বিষ্টু বিষ্টু ৰাম হৰি ঃ
তোৰ বৰ্জ্জৰ বাক্য ঃ হৃদয়ে বিদৰে ঃ কিসক নজায়ঁ মৰি ঃ
লক্ষণে বুঁলই ঃ হেৰা সিতা তই ঃ মনে নকৰিবা সোক ঃ
বিধিৰ লিখনা।। কোনে এৰাইবেক ঃ ৰাবৰ্ন্নে হৰিবে তক ঃ
বুঁলে দুৰ্গাবৰ ঃ ৰামকিঙ্কৰ ঃ লক্ষ্মন চোলি গৈলা জেবে ঃ
ৰথত ছৰিয়াঁ ঃ আসিল ৰাবৰ্ন্না ঃ সিতা হৰিবাৰ ছলে।।*॥

কবি শ্ৰীযুক্তা নলিনীবালা দেৱীৰ হাতত নিজ পিতামহী সোমেশ্বৰী দেৱীৰ (মাধৱচন্দ্ৰ বৰদলৈৰ পত্নী) হাতৰ আখৰেৰে দুৰ্গাবৰী গীতৰ এখনি ফটা-ছিটা টোকা-বহী পোৱা গ'ল। তাৰ এঠাইত '১৮৯৮। তাং ২০ ডিসেম্বৰ' লিখা আছে। বহীৰ এটি পাতত আমাৰ ১০৮ সংখ্যাৰ পদৰপৰা (আপোন ইচ্ছায়ে কৰিয়োক শাস্তি) ১১৯ পদলৈকে (ৰথ ছাড়ি ত্ৰিশিৰা গৈলেক ভূমিপাৰে) আছে। আন আঠটা পাতত ১৪০ পদৰপৰা (পাতিলা পাখাৰ সাৰি) ২৩৫ পদলৈ লিখি, এনেকৈ সামৰি থোৱা হৈছে,—

ৰথ ধ্বজ সাৰথিক কৰিলা পৰাভৱ।
মুৰ্চ্ছা গৈলা ৰাবন মৃত্যুক যেন নয়॥
এহিমতে চলি যাই ৰাবন দুন্দুৰ।
ভনে কবি দুৰ্গাবৰ নমি ৰঘুবীৰ॥

সমাপ্ত

কোনো পুথিৰপৰা নকল কৰোঁতে পিছৰ গীত-পদ নাপাই এনেকৈ এটা ভণিতাৰে মোখনি মৰা হৈছে যে আশঙ্কা হয়। নকলটিত ঠায়ে ঠায়ে পদৰ সংখ্যা ধৰা আছে— ৭৪, ৮০, ৮৫, ৯২, ৯৯, ১০১, ১০৪, ১১৩, ১১৫, ১১৮, ১২০, ১২২—বৰ্ত্তমান তাণ্ডৰণৰ ১৫০, ১৬১, ১৬৬, ১৭৪, ১৭৮, ১৮২, ১৮৮, ২০২, ২০৪, ২১২,

২১৭, ২২১। ইয়াৰপৰা বুজিব পাৰি, যি পুথিৰপৰা এই নকল কৰা হৈছিল, তাতো বিশ্বাসীৰ তাগুৰণ আৰু পুৰাতত্ত্ব বিভাগৰ পুথিৰ দৰে অৰণ্যকাণ্ডৰপৰাইহে গীতি-কাব্যখনি আৰম্ভ হৈছে। গতিকে দুৰ্গাবৰৰ বালকাণ্ড আৰু অযোধ্যাকাণ্ড প্ৰকৃততে নাছিল বুলিয়ে সন্দেহ হয়।

সোমেশ্বৰী দেবীৰ নকলৰ বহীখনত দুটি ওপৰঞ্চি পাত আছে। তাত তলৰ গীত তিনিটি আছে,—

(১) সীতা-বাৰমাহী—

পেঙ্গুয়া বৰণ সীতা অঙ্গতে মাখিয়া।
সমুদ্ৰৰ কুলে যাই কান্দিয়া কান্দিয়া॥
মাঘৰ মাসতে ৰাম ধৰি বিপৰীত।
ভালুক বানৰ গণ দেখি সশঙ্কিত॥
বালা মন্দোদৰি কহে ৰাজাৰ প্ৰমাদে।
গুছাইলাহা প্ৰভু তুমি লঙ্কা হেন ৰাজে॥
আপোনাৰ বৈৰী সীতা কৰিলাহা চুৰি।
আপুনি হাৰাইলা প্ৰভু লঙ্কা হেন পুৰি॥
ফাল্গুনৰ মাসতে ভৈলা অৰুণ আকাশ।
সমুদ্ৰ চেৰাই ৰামে বধিলা ৰাক্ষস।
প্ৰথম ৰণত পৰিলেক ইন্দ্ৰজিত।
যাহাৰ গহতে ৰাবণ নুবুজিলা হিত॥
ঐন্দজি পৰিলে মন্দিৰ ভৈলা খালি।
পৰি পৰি কান্দিলেক বালা মন্দোদৰি
চৈত্ৰৰ মাসতে ৰামে বধিলা ৰাবণ।
কৰিলেক লঙ্কাৰ অধিপতি বিভিষণ
বাৰ মাহৰ তেৰ চান্দ মাহে মাহে তিথি॥
গায়ন্তাৰ খণ্ডিবে পাপ শুনন্তাৰ মুকুতি
বাজে দগৰ বাজে দমা আৰ বাসি
এই গীতৰ নাম থৈলা সীতা বাৰমাসি॥

সমাপ্তং

(২) গীত॥

ময়ো বনে যাম স্বামী ও স্বামী নকৰা নৈৰাশ হে।
তোমাৰ লগতে স্বামী খাটীম বন বাস হে॥
দণ্ডুকা বনতে সীতা সিংহ ব্যাঘ্র আতি হে।
কেন মতে যাইবা সীতা একে তিৰি জাতি হে॥
হৌক হৌক সিংহ ব্যাঘ্র নকৰোহো ভয় হে
আমাৰ লগতে আছে ঈশ্বৰ সহায়॥
উপৰে সুৰুজ চাতা তলে তপ্ত বালী হে।
কেন মতে যাবা সীতা সুকোমল নাৰী॥
আগত গৈলা ৰামচন্দ্ৰ মাজতে জানকী।
তাৰ পাছে চলি যান্ত লক্ষ্মণ সাৰথী॥
ৰামে ভাঙ্গে বৃক্ষ ডালি লক্ষ্মণে ধৰে শীৰে।
তাৰে ছাওঁতে সীতা শান্তি চলে ধীৰে ধীৰে॥
তুমি যাবা আগে আগে কণ্টক ভাঙ্গিয়া।
ফল মূল আলু কচু মই লম তুলিয়া॥
কহে ৰাম সৰস্বতী সীতা বড় নাৰী।
জনমে জনমে হৌক জনেক জীয়াৰি॥

(৩)

শোকে বিয়াকুল জনক নন্দনী
হৰি হৰি বিধি লেখিলা কপালে
ইকথা নাচিল মনে
খুযি মৃগৰ ছাল পাতিলু জঞ্জাল প্ৰভু গৈলা ঘোৰ বনে।
সীতাই বোলন্ত অ বাপু লক্ষ্মণ প্ৰভুৰ কনিষ্ঠ ভাই
হাতে ধনু ধৰি যোয়া সিঘ্ৰ কৰি প্ৰভুকে ৰাক্ষষে খাই।
লক্ষ্মনে বোলন্ত জনক ঝিয়াৰি ইতো মাৰিচৰ মায়া।
ৰাক্ষষক মাৰি ৰাম দদাই আহিব চিত থিৰ কৰা কাঁয়া।
সিতাই বোলন্ত অ বাপু লক্ষ্মণ বুজিলু তোমাৰ মন
প্ৰভু অবিহনে তোৰ ৰঙ্গ মন মোত কৰা হাবিলাষ।
ভূমিত পায় দিয়া ৰাপু লক্ষ্মনে বুলি শ্ৰীবিষ্টু ৰাম

তোৰ বজ্ৰ বাইক্যে হৃদয় দগধে কিয়নু নগলু মৰি।
হাতে ধনু ধৰি লক্ষ্মনে কুঁয়াৰে দিল দুই তিনি আক
দুপৰিয়া বেলি অতিথি নাহিব আকৰ নহৱা ৰাজ।
দুপৰিয়া বেলি ভিক্ষুক আহিব ভিক্ষা খুজিবড় চলে
হাতত ধৰিয়া ৰথতে তুলিয়া ৰথ দাকাইব ঘৰে।

এই গীতকেইটি সম্ভৱতঃ কাৰো মুখৰপৰা শুনি লিপিবদ্ধ কৰা হৈছিল।[১] বাৰমাহী গীতটিত অলপ কাট্-কুট কৰা আছে আৰু তৃতীয় গীতটি স্পষ্টকৈয়ে সোমেশ্বৰী দেৱীৰ হাতৰ লিখা নহয়। বাৰমাহী গীতটি আধৰুৱা যেন লাগে; আৰু এইটি দুৰ্গাবৰৰ ৰচনা বুলি ভাবিবৰ আমি কাৰণ দেখা নাই। দ্বিতীয় গীতটি শ্ৰীযুক্তা নলিনীবালা দেৱীৰ মতে দুৰ্গাবৰী গীত; আৰু প্ৰকৃততে দুৰ্গাবৰী ঢেকৰ আৰ্হিতে এই গীত গোৱা শুনা যায়। নগাঁৱৰ কোনো অঞ্চলতো এই গীতটি দুৰ্গাবৰীৰূপে প্ৰচলিত আছে। কিন্তু 'ৰাম সৰস্বতী' নামৰ ভণিতা জুৰি দিয়াত সি দুৰ্গাবৰৰ ৰচিত হয় নে নহয়, ভাবিবৰ কথা হৈ পৰিছে। তৃতীয় গীতটিৰ এটি ৰূপ আমি ওপৰত পুৰাতত্ত্ব বিভাগৰ পুথিৰপৰা তুলি দিছোঁ; বহীৰ নকলৰ সাল-বদলখিনি মুখে মুখে চলি অহা হেতুকেই হৈছে যেন লাগে।

দুৰ্গাবৰৰ পৰিচয় আৰু সময় ঃ বিশ্বাসীয়ে লিখিছে —"এওঁৰ জীৱনী সম্বন্ধে বহু অনুসন্ধান কৰি আজিলৈ আমি এই খিনি মাথোঁন জানিব পাৰিছোঁ যে, কামৰূপ জিলাৰ হাজো মৌজাৰ কোনো এখনি সৰু গাঁওত কায়স্থ কুলত তেওঁৰ জন্ম হৈছিল।" বিশ্বাসীৰ এই উক্তিৰ সম্পূৰ্ণ আঁতি-গুৰি বৰ্ত্তমানে পোৱা নাযায়। দুৰ্গাবৰৰ আন এটি ৰচনা পদ্মাৰ পাঁচালী[২]। ইয়াত তেওঁৰ পৰিচয়ৰ কেইটিমান ক্ষীণ ইঙ্গিত পোৱা যায়। এঠাইত আছে —

শ্ৰীকায়স্থ চন্দ্ৰবৰ তাৰ পুত্ৰ দুৰ্গাবৰ
বিৰচিল গীত বিতোপন।

---

১। শ্ৰীযুক্তা নলিনীবালা দেৱীয়ে আমাক কৈছে যে, অশ্ৰদ্ধা ভকতনী নামে মঙ্গলদৈৰ ব্যাহগাৱাৰ এগৰাকী ভকতনীৰ
মুখে আৰু মাধৱচন্দ্ৰ বৰদলৈ হাকিমৰ ছৰকাৰী লগুৱা সন্তৰামৰ মুখেও এনে অনেক গীত তেখেতে শুনিছিল; এই গীতকেইটা ভকতনী আৰু সন্তৰামৰ মুখৰপৰা শুনি টুকি থোৱাটোও সম্ভৱপৰ। দ্বিতীয় গীতটিত 'ৰাম সৰস্বতী' নাম সোমোৱাৰ গুৰিতে তাৰ মৌখিক প্ৰচলনেই হ'ব পাৰে।
২। দাস, অসমীয়া সাহিত্যৰ বুৰঞ্জী, মনসা শাখ ; মেধি সংগৃহীত, বৰুৱা আৰু শৰ্ম্মা সম্পাদিত, মনসা কাব্য, প্ৰথম খণ্ড।

ইয়াৰপৰা বুজা গ'ল, দুৰ্গাবৰ কায়স্থ-কুলোদ্ভৱ আৰু তেওঁৰ পিতৃৰ নাম চন্দ্ৰবৰ। কবিয়ে আৰু এজন লোকৰ নাম তেওঁৰ পদ্মাৰ পাঁচালীত উল্লেখ কৰিছে আৰু তেওঁক আশীৰ্বাদো কৰিছে।—

কটোয়াল বাহুবল কুলৰ কমল।
কবি দুৰ্গাবৰ-কৃত কথা সুকোমল॥
সুগন্ধ পুষ্পত যেন মালতী সুবাস।
বংশৰ মধ্যত বাহুবলৰ প্ৰকাশ॥
প্ৰতি দেৱ বৰে পুত্ৰ পাইলেক প্ৰধান।
কবি দুৰ্গাবৰে গীত কৰিলা ব্যাখ্যান॥
বাহুবল সিকদাৰ যে পোএগ সুপ্ৰসন্নে।
চিৰঞ্জীৱি হৌক কৰি দুৰ্গাবৰে ভণে॥
দেবি যে দিলন্ত বৰ সুতবৰ সুন্দৰ
সৰ্ব্ব-গুণান্বিত বাহুবল।
বৈৰীগণ হয়ে বস সুললিত বৰৰস
দুৰ্গাবৰ কৃত সুকোমল॥

এই বাহুবল শিকদাৰ কবিৰ পৃষ্ঠপোষক, নহ'লেবা অনুপ্ৰেৰণা যোগাওঁতা। আন এঠাইত দুৰ্গাবৰে "বাহুবল সিকদাৰ গন্ধৰ্ব্ব অবতাৰ" বুলি বাহুবলৰ সঙ্গীত-পটুতাৰ ইঙ্গিত দিছে; আন এঠাইত আকৌ তেওঁক 'পদ্মা-দেউকৰ' বা মনসাদেৱীৰ উপাসক বোলা হৈছে। দুৰ্গাবৰে তেওঁক "আয়ু যশ বৃদ্ধি হৌক চন্দ্ৰ দিবাকৰ" বুলি আৰু ওপৰৰ উদ্ধৃত অংশত আশীৰ্বাদ দিয়া কথা মন কৰিবলগীয়া। বাহুবল শিকদাৰৰ বিশেষ পৰিচয় পোৱা নাযায়। সম্ভৱতঃ এওঁৱেই পিছ বয়সত পাত্ৰ পদবী পায়, আৰু নৰনাৰায়ণ ৰজাৰ দিনত ১৫৬২ খ্ৰীষ্টাব্দত চিলাৰায়ৰ অসম-অভিযানত ভীমবল পাত্ৰেৰে বাৱন্ন হেজাৰ সৈন্য লৈ স্থলপথে যুদ্ধ-যাত্ৰা কৰে।[৩] গতিকে, দুৰ্গাবৰ কায়স্থ নৰনাৰায়ণ ৰজাৰ দিনৰ লোক বুলি পৰোক্ষভাৱে বুজিব পৰা যায়। পদ্মাৰ পাঁচালীৰ আৰম্ভতে দুৰ্গাবৰে বিশ্বসিংহ, তেওঁৰ ৪৮ মহিষী (?) আৰু ১৮জন কোঁৱৰক বন্দনা কৰিছে,—

কমতা ঈশ্বৰ বন্দো বিশ্বসিংহ নৃপবৰ।
আঠচল্লিশ মহিষী বন্দো অঠৰ কোঁৱৰ॥

৩। আহমদ, কোচবিহারের ইতিহাস, প্রথম খণ্ড, পিঠি ১০৬।

ইয়াৰ ভিতৰত মন কৰিবলগীয়া—দুৰ্গাবৰে বিশ্বসিংহৰ আঠাইকেইজন পুত্ৰৰ কথা উল্লেখ কৰাটো। ইয়াৰপৰা পদ্মাৰ পাঁচালী বিশ্বসিংহৰ ৰাজত্ব-কালত ৰচনা কৰা বুলি ল'লেও তাৰ শেষভাগলৈ ধৰিবলগীয়া হয়। নৰনাৰায়ণৰ ৰাজত্ব-কালত ৰচিত হ'লেও পুথিখনিত বিশ্বসিংহৰ এনে বন্দনা থাকিব পাৰে। কিন্তু নৰনাৰায়ণৰ নাম উল্লিখিত নোহোৱাটো সেই পক্ষত আচৰিত কথা হ'ব। অৱশ্যে এইটোও আমি পাহৰিব নালাগিব যে, এতিয়ালৈকে দুৰ্গাবৰী মনসা-গীতৰ পুথি খণ্ডিতভাৱেহে পোৱা হৈছে। মুঠতে দুৰ্গাবৰক বিশ্বসিংহ আৰু নৰনাৰায়ণৰ ৰাজত্বৰ কালৰ লোক বুলি ধৰিলে প্ৰমাদৰ সম্ভাৱনা থাকিব যেন নালাগে। এডোৱাৰ্ড্ গেইটৰ মতে বিশ্বসিংহৰ শাসন-কাল ১৫১৫ চনৰপৰা ১৫৪০ চনলৈ। এই কালৰপৰা চালে দুৰ্গাবৰক প্ৰাক্‌শঙ্কৰী কবি বোলাৰ কোনো অৰ্থই নাথাকে। ১৫১৫ চনতে শঙ্কৰদেৱৰ বয়স ৬৬ বছৰ। আনফালে তেওঁৰ ওপৰত শঙ্কৰদেৱ আৰু ভক্তি-আন্দোলনৰ প্ৰভাৱ লক্ষ কৰিলে তেনে উক্তিলৈ যুক্তিৰ ঠেক একেবাৰেই নোহোৱা হয়গৈ। বৰঞ্চ দুৰ্গাবৰ শঙ্কৰদেৱৰ সমসাময়িক আৰু বয়সত আৰু জ্ঞানত কুমলীয়া বুলিহে আমাৰ ভাব হয়।[৪]

---

৪। মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণ—এই তিনিওজন মনসা কবিকে পুৰণি সমালোচকসকলে প্ৰাক্‌শঙ্কৰী বুলি ধৰি আহিছে। কেতিয়াবা পীতাম্বৰ কবিকো সেই তালিকাত ধৰা হয়। মনসা-পূজাৰ অ-বৈষ্ণৱ বিষয়-বস্তুৱেই ঘাইকৈ এনে ধাৰণাৰ বাবে দায়ী। কিন্তু প্ৰশ্নটোৰ বিচাৰৰ বাবে যথেষ্ট সমল ওলোৱাৰ পিছতো 'এওঁলোক শ্ৰীশঙ্কৰৰ বহুকাল আগৰ কবি' বা 'শঙ্কৰদেৱে সাঁচিপাত, কাপ-কাঠি, নাম-মালা গোটোৱাৰ আগতে এওঁলোকে কবিৰূপে প্ৰখ্যাতি লাভ কৰিছিল' বুলি কোৱাৰ আগ্ৰহাতিশয্য সবল ভ্ৰম-প্ৰমাদতকৈও অধিক কিবা বুলি সন্দেহ হয়। সুকবি নাৰায়ণ আমাৰ চিনাকি প্ৰমাণ আৰু কিম্বদন্তীমতে সোতৰ শতকৰ আগভাগৰ লোক (M. Neog, Serpent-lore and Serpent-worship in Assam, The Eastern Anthropologist, IY, 3 & 4, p.159)। এওঁৰ মনসা-পাঁচালীৰ বঙলা সংস্কৰণো আছে, আৰু বঙালী পণ্ডিতসকলৰ মতে তেওঁৰ সময় সপ্তদশ শতকৰ মাজভাগ (সেন, বাঙ্গালা সাহিত্যের ইতিহাস, খণ্ড ১, সংস্কৰণ ২, পৃঃ ১৭৫)। ভাষাৰ আৰ্কেইক্, বা অপেক্ষাকৃত অধুনা-অপ্ৰচলিত গঢ়লৈ চাই মনকৰক দুৰ্গাবৰৰ আগৰ কবি বুলি ধৰিবৰ মন যায়; কিন্তু তেৰোঁ প্ৰায় দুৰ্গাবৰৰ দৰে এশ মহিষী আৰু ওঠৰ কোঁৱৰে সৈতে 'কমতাইৰ ৰজা'ৰ (বিশ্বসিংহ?) উল্লেখ কৰিছে। পীতাম্বৰ কবিৰ "উষা-পৰিণয়" ৰচিত হয় ১৫৩৩ খ্ৰীষ্টাব্দত আৰু 'মাৰ্কণ্ডেয় পুৰাণ (চণ্ডী আখ্যান)' ৰচিত হয় ১৬০২ খ্ৰীষ্টাব্দত অৰ্থাৎ শঙ্কৰদেৱৰ মৃত্যু হয় ৩৪ বছৰ পাছত। এই পাঁচালী কবিসকলৰ ৰচনাৰ বিষয়ে টানি-মানি ইয়াকে ক'ব পাৰি—"In point of time these belongs to the time of Sankaradeva, but in essence and method of treatment they swing back to the preceding peroid" (M. Neog, Sankaradeva and His Predecessors p. 30).

বিশ্বাসীদেৰে কোৱাৰ দৰে দুৰ্গাবৰ হাজো অঞ্চলৰ কোনো গাঁৱৰ মানুহ হয় নে নহয়, আজি কোৱা টান। তেওঁ নীলাচলৰ কথা দুঠাইত উল্লেখ কৰিছে,—

নীলাচল নামে গ্ৰাম সংসাৰত সাৰ।
আছয় পাৰ্ব্বতী অসুৰৰ ক্ষয়ঙ্কাৰ॥
কবি দুৰ্গাবৰে বিৰচিলা অনুপাম।
পৰ্ব্বত গহন নীলগিৰি যাৰ নাম॥

দুৰ্গাবৰে এই নীলাচলত বাস কৰিছিল নে নীলাচল তেওঁৰ বাবে শুভ-কাৰ্য্যত স্মৰণীয় পবিত্ৰ এখনি পীঠ মাথোন, খাতাং বুজিব পৰা নাযায়। ভাৰতচন্দ্ৰ দাসে উল্লেখ কৰিছে দুৰ্গাবৰৰ মনসা-গীত কামাখ্যাত এতিয়াও সুন্দৰৰূপে ৰক্ষিত; আৰু পাণ্ডু, কামাখ্যা আৰু হাজোৰ শিকদাৰ বংশৰ আদি স্থান পাণ্ডু বুলি জনশ্ৰুতি আছে। 'গীতি-ৰামায়ণ'ত মদন-চতুৰ্দশীৰ উছৱৰ প্ৰতি বিশেষ আকৰ্ষণক ভিত্তি কৰি কিবা ক'বলৈ গ'লে, দুৰ্গাবৰক মদন-কামদেৱ পৰ্বতৰ ওচৰৰ কোনোখিনিত থ'বলগীয়া হ'বগৈ।

'গীতি-ৰামায়ণ'ত কবিয়ে নিজকে 'ৰাম-পদ-কিঙ্কৰ' বুলি বৰ্ণালেও তেওঁক বিশেষ কোনো ৰামাৱত সম্প্ৰদায়ৰ লোক বুলি ধৰিব নোৱাৰি। দুৰ্গাবৰী পদ্মাৰ পাঁচালীত ৰাম-ভক্তিৰ কোনো নিদৰ্শন পোৱা নাযায়। কিন্তু সেই বাবেই মনসা-কবি দুৰ্গাবৰ আৰু ৰামায়ণী কবি দুৰ্গাবৰক দুজন ব্যক্তি বুলি ভাবিব পাৰি নেকি?

**দুৰ্গাবৰৰ মৌলিকতা :** 'গীতি-ৰামায়ণ'ৰ প্ৰধান (সমস্ত পুথিখনৰ আধাৰো বেছি) আৰু সৰাতো-মনোৰম অংশ অৰণ্য-কাণ্ড। এই ভাগতে দুৰ্গাবৰে বাল্মীকি আৰু তেওঁৰ উপস্থিত অনুপ্ৰেৰণাৰ স্থল মাধৱ কন্দলিৰপৰা আঁতৰি গৈছে, আৰু তেওঁৰ মৌলিক সৃজনী প্ৰতিভাই নানাৰূপে দেখা দিছে।—

(১) দশৰথৰ পিণ্ড-দান।—দুৰ্গাবৰে "অযোধ্যাকাণ্ডৰ কথা সমাপতি"ৰ উল্লেখ কৰি অৰণ্যকাণ্ডৰ প্ৰসঙ্গত দশৰথৰ পিণ্ড-দানৰ কথাত ধৰিছে। মূল ৰামায়ণত ভৰতৰপৰা ৰামে পিতৃ-বিয়োগৰ সম্বাদ পোৱা অযোধ্যাকাণ্ডৰ কথা।[৫] তদুপৰি ভৰতক বিদায় দিয়াৰ পিছত ৰামে "পিতৃৰ শুদ্ধিৰ কৰ্ম্ম কৰিবাক মন" কৰাৰ কথা যে দুৰ্গাবৰে লিখিছে, সিও মূলৰ লগত অমিল। বাল্মীকিৰ ৰামায়ণত ৰামৰ দ্বাৰা

---

৫। সৰ্গ ১০১।

পিতৃৰ সলিল-ক্ৰিয়া-সম্পাদনৰ[৬] পাছতহে ভৰতে ৰামৰ পাদুকাযুৰি লৈ "তোমাৰ আগমন অপেক্ষা কৰি নগৰৰ বাহিৰত থাকিম" বুলি বুদ্ধি স্থিৰ কৰি বনৰপৰা ঘূৰে।[৭] কিন্তু বাল্মীকিৰ লগত দুৰ্গাবৰৰ ঘাই অমিল পিণ্ড-দানৰ বৰ্ণনাত। আমাৰ কবিৰ কাব্যত সীতাই গয়াৰ বালিত "পিণ্ডৰ আকৃতি কৰি খেৰি" (পীৰি খেল?) খেলোঁতে দশৰথে দেখা দি জানকীৰ অনিচ্ছাতে তেওঁৰপৰা বালিৰ পিণ্ড আদায় কৰে। ইয়াৰ পাছত ৰামে পিণ্ড-দানৰ দিহা কৰাত সীতাই তেনে কৰা অনাৱশ্যক বুলি কয়। ইয়াৰ পাছত সীতাই চন্দ্ৰ, সূৰ্য্য, বসুমতী, ফল্গু আৰু ব্ৰাহ্মণক সাক্ষী ধৰা, সি সকলোটিয়ে আসে মতা, আৰু সীতাদেৱীয়ে সকলোকে শাপ দিয়া কথা মূলৰপৰা পৃথক, নতুন উদ্ভাৱন। মূলত[৮] আছে, মন্ত্ৰী সুমন্ত্ৰই চিত্ৰকূটত থকা ৰামক মন্দাকিনীৰ পাৰলৈ লৈ যায়। পয়স্বিনীৰ এই শাখা-নৈৰ পানীত নামি ৰামে পানীৰে অঞ্জলি ভৰাই কান্দি কান্দি পিতৃৰ তৰ্পণ কৰিলে, আৰু ভায়েকহঁতেৰে পাৰলৈ উঠি কুশৰ ওপৰত বদৰী-মিশ্ৰিত ইঙ্গুদীৰ পিণ্ড দান কৰি হাবিতলীয়া পঁজালৈ ঘূৰিল।

সীতাই দশৰথক হাতে হাতে পিণ্ড দিয়া কথাটো কেতিয়াৰপৰা ওলাল, কোৱা টান। মাধৱ কন্দলিৰ বৰ্ণনা বাল্মীকিৰ প্ৰায় অনুৰূপ। কৃত্তিবাসৰ ৰামায়ণৰ[৯] বশিষ্ঠৰ উপদেশ লৈ ৰামে ফল্গু নৈৰ পাৰৰ তপোবনৰ মুনিসকলক নিমন্ত্ৰণ কৰি পিতৃ-শ্ৰাদ্ধ সমাপন কৰাৰ কথাহে কোৱা হৈছে। বঙ্গৰ লোক-গীতিৰ মাজত সীতাৰ পিণ্ড-দানৰ প্ৰসঙ্গ প্ৰবৰ্ত্তিত হোৱা দেখা যায়। ৰামায়ণৰ কথকতাত এই প্ৰসঙ্গ উঠে, আৰু বৰ্ণনাত কোৱা হয়—"সীতা পিণ্ডদানং কৃতৱতী কিং ন বা?"—ৰামৰ এই প্ৰশ্নৰ উত্তৰত বটগছৰ বাহিৰে আন সাক্ষীবোৰে মিছা মতাত সীতাই "পাপনদীক অন্তঃসলিলা, ব্ৰাহ্মণক ধনহীন, তুলসীক কুক্কুৰ-প্ৰস্ৰাৱ, শিংসপাক নিৰ্গন্ধা", হ'বলৈ শাপ দিয়ে।[১০] মানভূমক কেন্দ্ৰ কৰি বৰ্দ্ধমান বাঁকুৰা, বীৰভূম, সাঁওতাল পৰগণাত প্ৰচলিত ভাদু-পূজা নামৰ অনুষ্ঠানৰ এটি গীতৰ টুকুৰা তলত দিয়া হ'ল।[১১]—

সীতা গেছেন চান্ করিতে ফল্গুনদীর কিনারে।
দশরথ বলেন গিয়া পিণ্ড দাও মা আমারে।।

৬। সৰ্গ ১০২। ৭। সৰ্গ ১১২-১১৫।

৮। সৰ্গ ১০৩

৯। সপ্তকাণ্ড রামায়ণ, ৰামানন্দ চট্টোপাধ্যায় সম্পাদিত, সংস্কৰণ ৮, পৃ° ১৩০—।

১০। শ্ৰীরামায়ণ কথা, কৃষ্ণপদ বিদ্যাভূষণ-সংগৃহীত, ১৮৪৫ শক, অযোধ্যাকাণ্ড, পৃ° ৭৬-৭৭

১১। গীতটি শান্তিনিকেতনত অনুষ্ঠিত লিটাবেৰি ৱৰ্কশপৰ (জুন-জুলাই, ১৯৫৪) এজন কৰ্মী, বৰ্দ্ধমানৰ শ্ৰীকমলাশঙ্কৰ চট্টোপাধ্যায়ৰপৰা পোৱা হৈছিল।

কিবা পিণ্ড দিব শ্বশুর কিবা পিণ্ড আছে গো।
বালির পিণ্ড দাও মা সীতা স্বৰ্গবাসে যাব গো॥
সাক্ষী থেকো ফল্গুনদী বলো রামের সাক্ষাতে।
বালির পিণ্ড নিয়ে শ্বশুর চলে গেলেন স্বৰ্গেতে॥

(২) মায়া-অযোধ্যাৰ মোট-খেলা।—সীতাৰ লগত পাশা খেলোঁতে অযোধ্যাৰ আনন্দ-উচ্ছ্বলে মনত পৰি ৰামৰ মন কেনেবা লগাত সীতাই মায়া-অযোধ্যা সৃষ্টি কৰা, ৰাম-সীতা-লক্ষ্মণৰ মায়া-প্ৰজা-পাত্ৰৰ লগত চৈত্ৰাৱলী চতুৰ্দশীৰ মোট-খেলাৰ বৰ্ণনা এটি মনোৰম কল্পনা। একাদশ-দ্বাদশ শতকৰ 'কালিকা পুৰাণ'ত[১২] আছে, (হাজোৰ) মণিকূটৰ পূব ফালৰ মৎস্যধ্বজ পৰ্বতত হৰ-নেত্ৰাগ্নিত মদন নিৰ্দগ্ধ হৈ পুনৰ শৰীৰ লাভ কৰে, আৰু তাতেই তেওঁ মৎস্যস্বৰূপ ধৰি থিত দিয়ে; তাতে শাশ্বতী নামে নৈ আৰু কামসৰঃ নামে সৰোবৰ আছে। ষোড়শ শতিকাৰ 'যোগিনী-তন্ত্ৰ'ত[১৩] (হাজোৰ) অপুনৰ্ভব হ্ৰদৰ সাত ধনু পূবলৈ থকা বাৰানসী সৰোবৰৰ তীৰত চ'তৰ কাম-ত্ৰয়োদশীৰ দিনা ব্ৰহ্মা-বিষ্ণু-শিৱ-পূজাৰ নিৰ্দ্দেশ দিয়া হৈছে। ১৭২৪ খ্ৰীষ্টাব্দৰ 'ত্ৰিপুৰা-বুৰঞ্জী'ত[১৪] ১৬৩৪ শকৰ বহাগৰ ১০-১১ দিনৰ দিনা কৃষ্ণা ত্ৰয়োদশী চতুৰ্দশীত ত্ৰিপুৰাৰাজৰ ঠাইত মদন-কামদেৱ-পূজাৰ অধিবাস আৰু মূৰ্তি-অৰ্চ্চাৰ বৰ্ণনা দিয়া হৈছে। এই বৰ্ণনাত ৰজাই দেশৰ মানুহক আৰু অসমৰ কটকীক কুহুম-বুলীয়া (দুৰ্গাবৰ 'কুসুম-বস্ত্ৰ মহা চিত্ৰাৱলী?') কৰি জামা পাগ আদি আৰু ছালৰ মোট দিয়া; পূজাৰ দিনা কলপতুৰাৰ ঘৰত মাটিৰ কামদেৱৰ মূৰ্ত্তি পূজা কৰা; ৰৰমানুহসকলে মূৰ্তিৰ গাত আৰু সকলোৱে ইজন-সিজনৰ গাত মোটেৰে পানী মৰা; গুণিনসকলে সংকীৰ্ত্তনৰ ধৰণৰ গীত গোৱা আদি মন কৰিবলগীয়া। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে গুৱাহাটীৰপৰা ১৪ মাইল দূৰৰ মদন-কামদেৱ পৰ্বতত পুৰণি মন্দিৰৰ ধ্বংসাৱশেষ আছে; আৰু পৰ্বতৰ নামনিত মদনগুৰি নামে এখন মৰা নৈ আৰু মদনকুৰ নামে তাৰ এটা কুঁড় আছে।[১৫] অসমত ঠায়ে ঠায়ে এতিয়াও মদন-চতুৰ্দশী উদ্‌যাপিত হয়। পূব ভাৰতৰ কাম-পূজাৰ এনে ঐতিহ্য আৰু আড়ম্বৰৰ মাজত দুৰ্গাবৰে তেওঁৰ ৰাম-সীতাক কাম-পৰ্ব্ব চতুৰ্দশী-খেৰিৰ মোট খেলোৱাৰ হাবিলাস কৰা একো আচৰিত কথা নহয়।

---

১২। ৮৩.৫০-৫৫।

১৩। ২.৯.৫৫।

১৪। ভূঞা-সম্পাদিত, ত্ৰিপুৰা-বুৰঞ্জী. আধ্যা ২৩-২৪।

১৫। J. A. R. S., X, 3-4, pp 82 f.

(৩) শূৰ্পণখাৰ প্ৰেম-পৰিণাম।—দুৰ্গাবৰী ৰামায়ণত ৰতি-ৰূপিণী শূৰ্পণখাই ৰাম-সীতা-লক্ষ্মণৰ আগত গা দেখা দিছে দণ্ডকাৰণ্যৰ চন্দ্ৰভাগা নদীৰ তীৰৰ চিত্ৰকূটৰ ওপৰত মেৰ-ঘৰত; ৰাৱণেও সীতাৰ আগত দেখা দিছেহি ৰাম চিত্ৰকূটত থাকোঁতেই—যদিও তেওঁ পোনতেই এঠাইত কৈছে, "তেখণে চলিলা চিত্ৰকূট গিৰি এৰি।" এইখিনিতে কথাৰ অলপ খেলি-মেলি লগা যেন বোধ হয়। য'ত ৰামৰ আৰু ভৰতৰ বনৰ মাজত দেখা-দেখি হয়, সেই ঠাইৰ নাম হ'ল চিত্ৰকূট। তাত থাকিবৰ ইচ্ছা নোহোৱা হোৱাত (ন তত্ৰাৰোচয়দ্বাসং কাৰণৈৰ্বহুভিস্তদা) ৰাম সীতা-লক্ষ্মণেৰে অত্ৰি মুনিৰ আশ্ৰমলৈ গ'ল আৰু তাৰপৰা গৈ দণ্ডকাৰণ্যত প্ৰৱেশ কৰিলে।[১৬] দণ্ডকাৰণ্যৰে এক অংশত গোদাৱৰীৰ পাৰত পুষ্প-ফল-মৃগ-পক্ষী-শোভিত পঞ্চৱটী নামে ঠাইত অগস্ত্য মুনিৰ পৰামৰ্শ অনুসৰি ৰামে পৰ্ণশালা বিৰচন কৰি থাকে।[১৭] ইয়াতে মনৰ আনন্দত ঘূৰি ফুৰোঁতে শূৰ্পণখাই ৰামক দেখা পাই কাম-মোহিত হৈ প্ৰেম-নিবেদন কৰে।[১৮] ৰামে হাঁহি মাৰি সীতালৈ আঙুলিয়াই ৰাক্ষসীক সচ্চৰিত্ৰ, প্ৰিয়দৰ্শন, অকৃতদাৰ বা অবিবাহিত লক্ষ্মণত ভজিবলৈ কয়। শূৰ্পণখাৰ আত্ম-নিবেদনৰ উত্তৰত 'কথং দাসস্য মে দাসী ভাৰ্য্যা ভবিতুমিচ্ছসি' বুলি মিচিকিয়াই হাঁহি লক্ষ্মণে তাইক ৰামৰ ওচৰলৈ ঘূৰাই পঠায়। কামমূঢ়া ৰাক্ষসীয়ে সীতাক খাবলৈ খেদা মাৰিলে এই বুলি —

ইমাং বিৰূপামসতীং কৰালাং নিৰ্ণতোদৰীম্।
বৃদ্ধাং ভাৰ্য্যামৱষ্টভ্য ন মাং বহু মন্যসে॥
অদ্যেমাং ভক্ষয়িষ্যামি পশ্যতস্তৱ মানুষীম্।
ত্বয়া সহ চৰিষ্যামি নিঃসপত্না যথাসুখম্॥

সীতাক সন্ত্ৰস্তা দেখা পাই ৰামে শূৰ্পণখাক বিৰূপ কৰিবলৈ লক্ষ্মণক আদেশ দিয়ে, আৰু লক্ষ্মণেও খড়্গৰ আঘাতত তাইৰ নাক-কাণ ছেদন কৰে।[১৯] দুৰ্গাবৰে এই ঘটনাৰ অলপ সাল-বদল কৰা দেখা গৈছে। নিলাজী শূৰ্পণখাই লক্ষ্মণৰ চুম্বন-আলিঙ্গন মাগিবলৈ যাওঁতেই কোঁৱৰে ধনু ধৰি তাইৰ নাক-কাণ কাটে।

(৪) খৰ-দূষণ-ত্ৰিশিৰা-ৰাৱণ।—নাক-কাণ হেৰুৱাই দুৰ্গাবৰৰ শূৰ্পণখা পোন কোবেই লৰ ধৰিছে ককায়েক ৰাৱণৰ ওচৰলৈ, আৰু ৰাক্ষসৰাজে ততালিকে খৰ,

---

১৬।৩.১.১।
১৭।৩.১৩-১৫ ১৮।৩.১৭
১৯।৩.১৮

দূষণ আৰু ত্ৰিশিৰাক চৈধ্য হাজাৰ সৈন্যৰ লগত ৰাম-লক্ষ্মণক শাস্তি দিবলৈ পঠায়। এই বিষয়তো দুৰ্গাবৰৰ বিৱৰণ বাল্মীকিৰপৰা আঁতৰি আহিছে। মূল ৰামায়ণত শূৰ্পণখাই প্ৰথমতে পঞ্চবটীৰ কাষৰৰ জনস্থানত থকা খৰৰ ওচৰত গোচৰ দিয়েগৈ। খৰে চৈধ্যজন মহাবল ৰাক্ষসক ৰামৰ ওচৰলৈ পাচে। ইয়াৰ পাছত ক্ৰমে এই চৈধ্য ৰাক্ষস, দূষণ, ত্ৰিশিৰা আৰু খৰে ৰামৰ হাতত প্ৰাণ এৰে। তাৰ পাছতহে অকম্পন নামে এক ৰাক্ষসে আৰু অকম্পনৰ পাছত শূৰ্পণখাই ৰাৱণক এই সকলো ঘটনা জনায়গৈ।[২০]

(৫) সোণৰ হৰিণা।—'গীতি-ৰামায়ণ'ত ৰামক মাৰি সুন্দৰী সীতাক আনি দিবলৈ ৰাৱণে ধৰাত মাৰীচে মায়া-মৃগৰ উপায় উদ্ভাৱন কৰে। বাল্মীকি-ৰামায়ণত ৰাৱণে লঙ্কাৰপৰা সাগৰ পাৰ হৈ যেতিয়া মাৰীচৰ আশ্ৰমলৈ দ্বিতীয়বাৰ আহে, তেতিয়া ৰাৱণেই মায়া-বিশাৰদ মাৰীচৰ আগত মৃগ-ৰূপ ধাৰণৰ প্ৰস্তাৱ উত্থাপন কৰে—

সৌবৰ্ণস্ত্বং মৃগো ভূত্বা চিত্ৰো ৰজত-বিন্দুভিঃ॥
আশ্ৰমে তস্য ৰামস্য সীতায়াঃ প্ৰমুখে চৰ।

ৰাৱণে মোমায়েকক সাহায্যৰ প্ৰতিদানস্বৰূপে অৰ্দ্ধৰাজ্য দিবলৈ প্ৰতিজ্ঞা কৰে; কিন্তু লগতে এই কথাও ক'বলৈ সঙ্কোচ নকৰিলে যে, এই কামফেৰা নকৰিলে মোমায়েকক তেতিয়াই হত্যা কৰিব।[২১]

(৬) পাশা খেল আৰু সীতাৰ হাতত ৰামৰ কয়দ।—দুৰ্গাবৰে দুবাৰো দণ্ডকাৰণ্যৰ চিত্ৰকূটৰ (?) মেৰঘৰত পাশা খেলাইছে। প্ৰথমবাৰ ৰামৰ অযোধ্যালৈ চেৰেং কৰে মনত পৰাত খেল আৰু নহ'ল। দ্বিতীয়বাৰ খেলত ৰামে প্ৰথমৰ আৰি জিকে, কিন্তু পিছৰ তিনি শাৰীত হাৰি তেওঁ সীতাক তিনি লাখ টকা দিবলগীয়াত পৰিল। সেই জগৰতে সীতাই ৰামক ফুলৰ মালাৰে বান্ধি দেৱনাৰ ডালেৰে কোবাই টকা সাধিবলৈ ধৰিলে। এনেতে মায়া-হৰিণে দেখা দিলে। সীতাই ৰামৰ বান্ধ মুকলি কৰি দিলে। ডক্টৰ বাণীকান্ত কাকতিয়ে ক'বৰ দৰে "নিপুণ কবিয়ে ফুলৰ জৰীৰ কথাতে যে কুসুমায়ুধৰ কল্পনা পঢ়োঁতাৰ মনত জগাই তুলিছে, তাক সহজে অনুমান কৰিব পাৰি। মূল ৰামায়ণত ফুল তুলি থাকোঁতে সীতাই মায়া হৰিণ দেখা বুলি আছে।" হৰিবংশত[২২] আছে, ইন্দ্ৰৰ লগত যুদ্ধ কৰি পাৰিজাত

২০।৩.১৯.৩৪ ২১।৩.৪০ ২২। বিষ্ণুপৰ্ব, ৭৭.৫-১২

আনি কৃষ্ণই সত্যভামাৰ দুৱাৰমুখত ৰূই দিয়াৰ পাছত সত্যভামাই ফুলৰ মালা কৃষ্ণৰ ডিঙিত লগাই পাৰিজাতৰ লগত জুঁটি দি নাৰদ মুনিক দান কৰে; পৰিহাস বিচক্ষণ নাৰদৰ নানা ধেমালিৰ পিছত সবৎসা কপিলী গাই এজনী দিহে কৃষ্ণক বন্ধন-মুক্ত কৰা হয়। হৰিবংশৰ এই কাহিনীৰপৰা দুৰ্গাবৰে ইঙ্গিত পোৱা অসম্ভৱ কথা নহয়।

(৭) "গাণ্ডীৱৰ তিনি ৰেখা দিলন্ত মুৰাৰি।"—দুৰ্গাবৰৰ বৰ্ণনাত সীতাৰ আখটি সহিব নোৱাৰি মায়া-হৰিণ মাৰিবলৈ ওলাওঁতে ৰামে তেওঁৰ ধনুৰে (পৰ্ণকুটীৰৰ সমুখত) তিনিডাল আঁক পাৰি সীতাক কৈ থৈ যায়, "ইহাৰ ভিতৰে থাকা সুন্দৰী॥" মূল ৰামায়ণ বা মাধৱ কন্দলিৰ ৰামায়ণতো এনে কথা নাই। "ইহ ত্ব ভৱ সংনদ্ধো যন্ত্ৰিতো ৰক্ষ মৈথিলীম্", "সাৱহিতৰূপে তুমি জানেকীক চাইব"—এইমাত্ৰ বুলি খড়্গ, ধনু আৰু তূণীৰ লৈ ৰাম বাহিৰ ওলাল। কৃত্তিবাসী ৰামায়ণত আছে, ৰামৰ মাতৰ অনুৰূপ মাৰীচৰ কাতৰ চিঞৰ শুনি সীতা বিচলিত হোৱাত লক্ষ্মণ ককায়েকৰ অনুসন্ধান কৰিবলৈ যাবলৈ ওলাল, আৰু

গণ্ডি দিয়া বেড়িলেন লক্ষ্মণ সে ঘর;
প্রবেশ না করে কেহ ঘরের ভিতর।।[২৩]

মূল ৰামায়ণত এই কথাও নাই। বঙলা ৰামায়ণৰ কথকতাত এই 'গণ্ডি'ৰ কথাত বিশেষ ভিৰ দিয়া হয়। লক্ষ্মণে ৰাম-নামেৰে আঁক দি কয়—"এই ব্রহ্ম রুদ্র সূর্য্যাদ্ধাঃ এরি নাম গণ্ডি। এর বাহিরে আসবেন না। বিপদ হবে। কেউ রাখিতে পারবে না॥"[২৪]

(৮) ৰাৱণ-মন্দোদৰী সীতাৰ পিতৃ-মাতৃ(?)।—ৰাৱণে সীতাক হৰণ কৰি লৈ যাওঁতে ৰাৱণৰ প্ৰবোধ নামানি সীতাই কৈছে—ৰাৱণ আৰু মন্দোদৰী তেওঁৰ পিতৃ-মাতৃ; তেওঁ ৰাৱণৰ ঘৰত জন্ম-লাভ কৰিছিল; ৰাৱণে পানীত পেলাই দিয়ে আৰু সাগৰৰ আফালনিত পাৰত পৰি তেওঁ মাটিৰ তলত লুকাই আছিল; পিছত ঋষিয়ে (ৰাজৰ্ষি জনকে) হাল বাওঁতে তেওঁক পাই নিয়ে। এই কাহিনীৰ মূল কি, আমি বিচাৰি পোৱা নাই।

(৯) ৰাৱণ-সুপাৰ্শ্ব—সংবাদ।—জটায়ুৰ লগত যুদ্ধ কৰাৰ পাছত ৰাৱণ

২৩। পৃ. ১৫০
২৪। শ্রীরামায়ণ-কথা, অরণ্যকাণ্ড, পৃ. ৩১।

সম্পাতি পক্ষীৰ পুত্ৰ সুপাৰ্শ্বৰ সম্মুখীন হোৱাৰ বৰ্ণনা মূল আৰু কন্দলিৰ ৰামায়ণত কিষ্কিন্ধ্যাকাণ্ডৰ শেষৰ ফালেহে আছে—সীতাৰ অনুসন্ধান বিচৰা হনুমান আদি বানৰসকলৰ আগত সম্পাতিয়ে এই ঘটনা কয়। কৃত্তিবাসী আৰু দুৰ্গাবৰী ৰামায়ণত অৰণ্যকাণ্ডত ৰাৱণ-জটায়ুৰ যুদ্ধৰ পিছতে এই প্ৰসঙ্গ উত্থাপিত হৈছে; দুই কবিৰ ভাষাৰো সামান্য সামঞ্জস্য দেখা পোৱা যায়। দুইজনে সুপাৰ্শ্বক লগ পোৱাৰ সময়ত ৰাৱণৰ ৰথৰ উল্লেখ কৰিছে। এই কথাও মূলৰ লগত অমিল। কাৰণ, ৰাৱণৰ ৰথ জটায়ুৰ চৰণ আৰু চঞ্চুৰ আঘাতত চূৰ্ণীকৃত হৈ যায়।[২৫] ইয়াৰ পিছত ৰাৱণ আকাশ-পথেদি উৰি যাবলগীয়া হয়।[২৬] অধ্যাত্ম-ৰামায়ণত অন্য এখন ৰথ লৈ ৰাৱণ যোৱাৰ কথা আছে—"পুনৰন্যৰথেনাশু সীতামাদায় ৰাৱণঃ...।"[২৭]

(১০) চকোৱা আৰু বগৰ কথা।—প্ৰিয়া-বিৰহ-কাতৰ ৰামচন্দ্ৰই চেতনাচেতন-জ্ঞান হেৰুৱাই কদম্ব, বিল্ব, অৰ্জুন, কৰ্ণিকাৰ আদি বৃক্ষ, মৃগ, গজ, শাৰ্দুল, আদিত্য, বায়ু, গোদাবৰী-নদী, প্ৰস্ৰবণ-গিৰি আদিক সীতাৰ বাৰ্তা সুধিছে।[২৮] দুৰ্গাবৰ কবি এইবোৰ কথালৈ যোৱা নাই; বৃক্ষত ৰতৰা বিচৰাটো মাত্ৰ অলপ ছুই গৈছে। কিন্তু তেওঁৰ ৰামে চকোৱাত সীতাৰ সন্ধান বিচাৰি পৰিহাস মাথোন লাভ কৰিছে আৰু পৰিহাসকাৰীক শাপ দিছে; আনফালে লক্ষ্মণৰ পৰামৰ্শত ৰামচন্দ্ৰই বকক সুধি সীতাক কোনোবাই ৰথত তুলি নিয়া সম্ভেদ পাই দেৱ গন্ধৰ্ব আদিক সম্বোধন কৰি স্বৰ্গ-মৰ্ত্য-প্ৰলয়ৰ ভয় দেখুৱাইছে। মূল ৰামায়ণত শ্ৰীৰামৰ প্ৰলয়-কালৰ ৰুদ্ৰৰ দৰে এই লোক-সংহাৰক ৰূপে দেখা দিছে ৰাৱণ-জটায়ুৰ যুদ্ধস্থলী দেখা পাই।[২৯]

(১১) ৰামৰ বিৰহ-বিকল অৱস্থাৰ বিৱৰণ।—দুৰ্গাবৰৰ সীতাই আশঙ্কা কৰিছে, জানোচা ৰামে বা আনে ভাবে, "অসতী ৰমণী সীতা পলালে অন্তৰি।" ৰামেও আকৌ সন্দেহ কৰিছে, "এৱেসে জানিলো সীতা ৰামৰ সুহৃদ নোহে।" মূল ৰামায়ণত সীতা অবিহনে ৰামৰ আটাইতকৈ ডাঙৰ ভয় হৈছে, সীতাক কিজানি কোনোবা ৰাক্ষসেই খাই পেলালে; সীতাৰ ছলনাৰ কথা বাল্মীকিৰ ৰামৰ মনে-ঘৰেও নাই। এই প্ৰসঙ্গত ডক্টৰ বাণীকান্ত কাকতিয়ে অৰ্থপূৰ্ণ টীকা কৰিছে—ই কেৱল লৌকিকতাৰ আৱেশ।" ইয়াক স্থূল ৰুচি বুলিব পাৰি, কিন্তু দুৰ্গাবৰৰ কবিতাৰ সৌন্দৰ্য্যই নিহিত আছে এই 'লৌকিকতাৰ আৱেশ'ত।

---

২৫। ৩.৫১, ১৫.২০

২৬। ৩.৫১.১৩, ৩.৫৪.৭ চাওক।

২৭। ৩, ৭.৫৮।

২৮। অৰণ্যকাণ্ড, সৰ্গ ৬০, ৬৩, ৬৪। ২৯। সৰ্গ ৬৪-৬৫।

**দুৰ্গাবৰী ৰামায়ণ (শেষাৰ্দ্ধ) কন্দলি ৰাময়ণৰ ওজাপালি তাওৰণ(?)** ঃ সমালোচনাৰ ক্ষেত্ৰত দুৰ্গাবৰৰ লগত যাৰ সাধাৰণতে বিজনি কৰা হয়, সেই পীতাম্বৰ কবি পণ্ডিত, সংস্কৃতজ্ঞ। দুৰ্গাবৰ কিন্তু সম্ভৱতঃ তেনে নহয়। ডক্টৰ কাকতিয়ে কৈছে, "গীতি-ৰামায়ণ বাল্মীকিৰ মহাকাব্যৰ গাঁৱলীয়া তাওৰণ মাথোন।" অৰণ্যকাণ্ডৰ শেষৰ কালৰপৰাই পিছডোখৰ লক্ষ্য কৰিলে 'গীতি-ৰাময়ণ'কে মাধব কন্দলিৰ পদ-ৰামায়ণৰ ওজা-পালি তাওৰণ বুলিলেহে বেছি ৰজিতা খাব যেন লাগে। পুথিখন দেখাতে ওজা-পালিৰ ওজাই মোনাত লৈ ফুৰাব পৰা টোকা-বহী বা হেণ্ডবুকৰ দৰে; আৰু সম্ভৱতঃ দুৰ্গাবৰো তেনে ওজা আছিল আৰু পোনৰ ফালে নিজৰ কল্পনাৰে জন-সমাজত চলি থকা ৰাম-কথা সংযোজিত কৰি আৰু বাকী ভাগত কন্দলিৰ ৰামায়ণৰপৰা গীতি-সংস্কৰণ উলিয়াই এই হেণ্ডবুকখনি তৈয়াৰ কৰিছিল। অৰণ্যকাণ্ডত কবিৰ কল্পনা উধাও হৈ উঠিছে আৰু ঘটনাৰ বিৱৰণ বহল সুঁতিত আগ বাঢ়িছে; কিন্তু বগলীৰ মুখে সীতা-হৰণৰ সম্ভেদ পোৱাৰ পাছত দেৱ-গন্ধৰ্ব্ব আদিৰ প্ৰতি ৰামৰ ক্ৰোধ-প্ৰদৰ্শনৰেপৰা আৰম্ভ কৰি মাধব কন্দলিৰ প্ৰভাৱ আৰু প্ৰতিধ্বনি প্ৰকাশ পাবলৈ ধৰিছে আৰু আমাৰ গাঁৱলীয়া কবিৰ কল্পনাৰ চৰাইটিৰ ঠেঙত ডাঙৰ কবিজনৰ ৰচনাই ডোল লগাইছে। এইটোও মন কৰিবলগীয়া যে, য'ত য'ত দুৰ্গাবৰ কন্দলিৰপৰা আঁতৰি গৈছে, তাৰ ক'তো তেওঁ বাল্মীকিৰ ওচৰ চপা নাই; ইয়াৰ পৰাও বুজিব পাৰি, বাল্মীকিৰ ৰামায়ণৰ লগত কবিৰ পৰিচয় সন্দেহৰ বিষয়।

দুৰ্গাবৰী ৰামায়ণত ঘাই ঘটনাৰ বিৱৰণেই অনেক ঠাইত চেলেকা-চুবুৰীয়া বা ক্ষীণ হৈ পৰিছে। এই ক্ষেত্ৰত আমি মনত ৰাখিব লাগিব যে, ওজা-পালিৰ অনুষ্ঠানৰ সময়ত ওজা বা ডাইনাপালিয়ে অসংলগ্ন বা ক্ষীণ অংশবোৰ কথা বা মৌখিক পয়াৰ-ৰচনাৰে সংলগ্ন বা পূৰ কৰি যাব পাৰে বা বিৱৰণো অৱস্থা অনুযায়ী বহলাই নিব পাৰে। দুৰ্গাবৰী ওজাই কেতিয়াবা হয়তো দুৰ্গাবৰৰ দৰেই কন্দলি ৰামায়ণৰো সাহায্য এনে স্থলত গ্ৰহণ কৰিছিল। উল্লিখিত পিছৰ অংশ বিশেষকৈ পয়াৰৰ টুকুৰাবোৰ অনেক ঠাইতে কন্দলিৰ পদেৰে একে। ঠায়ে ঠায়ে দুৰ্গাবৰে কন্দলিৰ পদ এৰি গৈছে; ক'ৰবাত ক'ৰবাত তাৰ লগত আৰু শাৰী যোগো দিছে; কোনো ঠাইত কন্দলিৰ শাৰীবোৰৰ মাজত 'এ', হে' আদি যোগ দি ৰাগ সংযোজন কৰিছে।[৩০]

৩০। পৃ. ১০৮-১০৯, পটমঞ্জৰী ৰাগৰ গীতটি চাওক।

ক'তোবা আকৌ শব্দ সাল-বদল কৰি নতুন ছন্দ প্ৰয়োগ কৰিছে[৩১]; বা পদান্ত-মিল সৃষ্টি কৰিছে।[৩২] আন কোনো কোনো ঠাইত সৰু-সুৰা সলনি কৰা হ'লেও কন্দলিৰ হাতৰ চিন বাৰুকৈয়ে বিৰিঙি বৈছে।[৩৩] মাধৱ কন্দলিৰ মনোমোহা জতুৱা ঠাঁচ দুৰ্গাবৰৰ সংস্কৰণত প্ৰায় নোহোৱাৰ দৰে হৈ পৰিছে; লগতে অনেক অপ্ৰচলিত (আৰ্কেইক্) শব্দও অন্তৰ্হিত হৈছে।

কিষ্কিন্ধ্যাকাণ্ডৰ গীত-পদ কন্দলিৰপৰা বৰ বেছি পৃথক নহয়। সুন্দৰাকাণ্ডও যেন কন্দলিৰ চমু তাণ্ডৰণ। য'ত দুৰ্গাবৰে নিজৰ কথাত ঘটনা বিৱৰিবলৈ যত্ন কৰিছে, তাতো তেওঁ কন্দলিৰপৰা আঁতৰি যোৱা নাই। করুণাসিক্ত গীতৰ কবি দুৰ্গাবৰে লঙ্কাকাণ্ড অলপ কথাতে শেষ কৰিছে—যুদ্ধ-বিগ্ৰহৰ হুলস্থূলত যেন তেওঁৰ ৰতি নাই। কিন্তু সীতাৰ অগ্নি-পৰীক্ষাৰ বৰ্ণনালৈ অহাত তেওঁ আকৌ মুখৰ আৰু করুণাৰ্দ্ৰ-হৃদয় হৈ পৰিছে। ইয়াৰ ভিতৰত কন্দলিৰ পদৰপৰা ক্ষিপ্ৰ ছন্দত ভাঙি উলিওৱা সীতাৰ করুণ বাণীটি অতি তীব্ৰ। তাৰ পাছত কাহিনী-অংশ শুকাই-খীণাই খৰালিৰ জুৰিৰ দৰে হৈছে আৰু ৰামৰ অভিষেকত কবিয়ে তেওঁৰ পুথিকাৰ সামৰণি পেলাইছে।

**গীতি ৰামায়ণত সম্ভৱপৰ প্ৰভাৱসমূহ : (ক) শঙ্কৰদেৱ আৰু ভক্তি আন্দোলন :** দুৰ্গাবৰ কবিৰ পদ্মাৰ পাঁচালী আৰু 'গীতি-ৰামায়ণ' এই দুইখনি ৰচনাৰ ভিতৰত প্ৰথমখনি বিষয়বস্তুৰ ফালৰপৰা নৱবৈষ্ণৱ আন্দোলনৰপৰা বহুত আঁতৰত; তাত নৱবৈষ্ণৱ সাহিত্যৰ প্ৰভাৱো লক্ষ কৰা নাযায়। কিন্তু দ্বিতীয়খনিক সেই আন্দোলনৰ টৌৱে স্পষ্টকৈয়ে কোবাইছে। অৱতাৰবাদ, ৰাম-নাম-কীৰ্ত্তনৰ মহিমা, ভক্তৰ দুখত ভগৱন্ত কাতৰ হোৱা, ভক্তিসহ য'তে ত'তে জীৱন বিচৰা আৰু ভগৱন্তৰ কৃপা বা প্ৰসাদত জন্ম-মৃত্যুৰ সংসাৰৰ হাত সৰাৰ ধাৰণা—এনেবিলাক ভাবৰ নৱবৈষ্ণৱ কবিসুলভ স্পষ্ট প্ৰকাশে এই কথা প্ৰতীয়মান কৰায়। এই ভাববোৰ গীতি-কাব্যখনিত ওতপ্ৰোতভাৱে সোমাই পৰিছে। ৪০৪, ৪৪০-৪৪৪ আদি পদত তাৰ প্ৰভাৱে প্ৰকটভাৱে দেখা দিয়ে। দুৰ্গাবৰে নিজকে 'ৰামৰ কিঙ্কৰ' বা 'ৰাম-পদ-কিঙ্কৰ' বুলিছে আৰু ৰামক নাৰায়ণৰ অৱতাৰ বুলি মানিছে। অৱশ্যে

---

৩১। পৃ. ১০৫, ১০৬, মেঘমণ্ডল ৰাগৰ গীতটি চাওক।

৩২। পৃ. ১১৭, ১১৯, সুহাই ৰাগৰ গীতটি চাওক।

৩৩। Sankaradeva and His Predecessors, p. 40

মন কৰিবলগীয়া নৱবৈষ্ণৱ কবিসকলৰ দৰে তেওঁ ৰাম আৰু কৃষ্ণৰ অভেদ-কল্পনাৰ ইঙ্গিত দিয়া নাই। অসমৰ ভক্তি-আন্দোলনৰ মূল ধাৰা কৃষ্ণ-ভক্তি। আনফালে প্ৰাক্‌নৱ বৈষ্ণৱ কবিৰ সহজ 'উপদেশ-নাই, শুভ শুভ'ৰ ঠাইত দুৰ্গাবৰৰ ভণিতা দুই-এটিত 'উপদেশ-আচুফুল'ৰ আভাস দেখা পোৱা গৈছে।

তলত শঙ্কৰদেৱৰ কবিতাৰ প্ৰতিধ্বনি বাজি উঠা দুই-এশাৰী বিজনিৰ বাবে তুলি দিয়া হ'ল।—

(১) দেৱো মিছা মাতে দেখি পুনৰুপি আইলো॥ ৩৬
আছোক মনুষ্য ঃ দেৱো মিছা মাতে ঃ কি ভৈল কালৰ ধৰ্ম্ম।
—ভাগৱত, দশম

(২) ধৰ ধৰ মাৰ মাৰ সৈন্যৰ আন্দোল।
হৰ হৰ শবদে নুশুনি মাতবোল॥ ১১২
বহে খৰ্ব্ব বায়ু নুশুনিয় মাতবোল।
গগনক ঢাকি মহা মেঘৰ আন্দোল॥—ভাগৱত দশম
হৰ হৰ শবদে পূৰিল দিশ-পাশ॥—ভাগৱত, দশম
নমনিয় দিশ নুশুনিয় মাতবোল॥—ভাগৱত, দশম

(৩) মাৰুচ বধিলা কৰি শৰৰ সন্ধান।
খৰ দূষণক আৰু কৰিলা নিৰ্য্যাণ॥ ২৪৪
বিৰাধ কবন্ধ মাৰীচৰ লৈলা প্ৰাণ।
খৰ দূষণক প্ৰভু কৰিলা নিৰ্য্যাণ॥—কীৰ্ত্তন-ঘোষা

(৪) যাইতে দেখিলা কি মোৰ জনক-ঝীয়াৰী॥ ৩৭৫
যাহন্তে দেখিলা নন্দ কুমাৰ॥ —কীৰ্ত্তন-ঘোষা
দেখিলা যাহন্তে নন্দ-নন্দন॥ —কীৰ্ত্তন-ঘোষা

(৫) ভকতৰ দুখ দেখি নসহে শৰীৰ॥ ১৩১
ভকতৰ দুখ দেখি নসহে হৃদয়॥ —ভাগৱত, দশম
তোমাসাৰ দুখ দেখি নসহয় প্ৰাণ॥ —ভাগৱত, দশম

(৬) নিজ কৰ্ম্মে হুওঁ প্ৰভু হে যেহি সেহি গতি।
সেহি সেহি জন্মে হৌক তোমাত ভকতি॥

বৈষ্ণৱৰ সঙ্গতেসে হে ৰহোক সৰ্ব্বথা।
মুখে যশ গাইবো কৰ্ণে তযু কথা॥ ৪৪১-৪২

নলকুবৰ মণিগ্ৰীৱৰ প্ৰাৰ্থনা—

বাক্য মোৰ নেৰোক তোমাৰ-গুণ-গ্ৰাম।
তোমাৰ কথাত কৰ্ণে কৰোক বিশ্ৰাম॥ —ভাগৱত, দশম

ব্ৰহ্মা-স্তুতি—

ইটো ব্ৰহ্মাপদ আউৰ আমাক নলাগে প্ৰভু
হওঁ গৈয়া কীট-পতঙ্গ।
তোমাৰ চৰণ চিন্তি নিতান্তে থাকিবো নাথ
তযু ভকতৰ লৈয়া সঙ্গ।।—ভাগৱত, দশম

সুদামা মালীৰ তুতি—

থাকোক মুখত গুণ-নামৰ কীৰ্ত্তন॥
বিষ্ণু-ভকতেসে হৈব পৰম বান্ধৱ।—ভাগৱত, দশম।

শঙ্কৰদেৱৰ এনে প্ৰভাৱৰপৰা অনুমান হয় কীৰ্ত্তন-দশম সাৰথি কৰি আগবঢ়া ভক্তি-আন্দোলন কামৰূপত প্ৰচাৰ হোৱাৰ পাছতহে 'গীতি-ৰামায়ণ' ৰচিত হৈছিল। সেই প্ৰভাৱৰপৰা মুক্ত দুৰ্গাবৰৰ 'মনসা-কাব্য' ইয়াৰ আগৰ লেখা হ'ব পাৰে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে ৬৬ পিঠিৰ "দুৰ্গম সঙ্কট ঘোৰ বনে" শাৰীটোৱে মাধৱদেৱৰ বৰগীতৰ এশাৰীৰ প্ৰতিধ্বনি তোলা যেন লাগে।

**(খ) পীতাম্বৰ কবি :** পীতাম্বৰ কবিৰ লগতো দুৰ্গাবৰৰ দুই-এটি ভাব বা কথাৰ ভঙ্গিৰ মিল দেখা পোৱা যায়।

কিবা মোৰ কুৰূপ দেখিলা কোনো দোষ।
আমাক যে এতমান কৰা অসন্তোষ॥ ৪৬

সীতাৰ এই দুশাৰী কথাই পীতাম্বৰৰ দশম স্কন্ধ ভাগৱতৰ বিখ্যাত দুশাৰী কথা সোঁৱৰায়—

বিলাপ কৰিয়া কান্দে মাৱ ৰুকমিণী।।
কোন অঙ্গে খুন দেখি নাইলা যদুমণি।।

শূৰ্পণখাই 'মোহিনী ৰতিৰ ৰূপ' ধৰা কথাটো 'উষা-পৰিণয়'ৰ যক্ষিণী

কামসেনাই অনিৰুদ্ধ কোঁৱৰৰ আগত উষাৰ বেশত ৰতি-তনু ধাৰণ কৰাৰ অনুৰূপ। 'নাকান্দা নাকান্দ সীতা',[৩৪] 'নাবোল নাবোল শুনা দশগ্ৰীৱ'[৩৫] আৰু 'নোবোলা নোবোলা শুনিয়ো সুগ্ৰীৱ'[৩৬] গীতকেইটিৰ আৰম্ভৰ শাৰীৰ দ্বিৰুক্তিয়ে পীতাম্বৰৰ 'নাথয়ো নাথয়ো গোসাই হে'[৩৭] গীতৰ তেনে দ্বিৰুক্তি মনত পেলায়। আনফালে এই গীতটিত কোকিলা ধায়ে পানীকেঁচুৱা উষাক পানীত উটুৱাই দিবলৈ ওলোৱা আৰু ৰাৱণৰ ভয়ত সীতাই নিজকে ৰাৱণ-মন্দোদৰীৰ কেঁচুৱাতে পৰিত্যক্তা কন্যা বুলি দৰ্শোৱা—এই দুই কথাৰ মাজত সংযোগ বিচাৰিবৰ মন যায়, বিশেষতে যেহেতু সীতাৰ উক্তি বাল্মীকিৰ শ্লোকত প্ৰতিষ্ঠিত নহয়। ভণিতাত দুৰ্গাবৰৰ 'সৰস্বতী পৰসনে' আদি খণ্ডবাক্যয়ো পীতাম্বৰৰ 'হৰি পৰসনে' আদি খণ্ডবাক্যৰ কথা মনত পেলাব।

(গ) **কৃত্তিবাস ঃ** কেইঠাইমানত দুৰ্গাবৰী ৰামায়ণ আৰু কৃত্তিবাসী ৰামায়ণৰ মিল দেখা পোৱা যায়। কৃত্তিবাসৰ কাল সম্পৰ্কে ঠিৰাংকৈ একো কোৱা হোৱা নাই যদিও, তেওঁক খ্ৰীষ্টীয় পঞ্চদশ শতকৰ শেষ পাদত স্থাপন কৰা হৈছে; কিন্তু ১৫৮১ খ্ৰীষ্টাব্দক কৃত্তিবাসৰ সময়ৰ শেষ সীমা ৰূপে নিৰ্দ্ধাৰণ কৰা হৈছে।[৩৮] আনফালে, অধ্যা° সেনৰ ভাষাত "বহু শতাব্দী ধরিয়া গায়নের কণ্ঠে কণ্ঠে ফিরিয়া এবং অশিক্ষিত লিপিকরের হাতে হাতে পড়িয়া কৃত্তিবাসের শ্রীরামপাঁচালী খোল ও নলিচা দুইই বদলাইয়াছে বারবার।" দুৰ্গাবৰৰ ক্ষেত্ৰতো তেনে নোহোৱাকৈ থকা নাই। গতিকে দুই কবিৰ মিলৰপৰা কেনো স্থিৰ সিদ্ধান্তত উপনীত হোৱা টান। মিলবোৰ—ফল্গুৰ তীৰত দশৰথৰ পিণ্ড দান;[৩৯] অৰণ্যকাণ্ডতে ৰাৱণ আৰু সুপাৰ্শ্বৰ দেখা-দেখিৰ বিৱৰণ;[৪০] সীতাক বন্য-কুটীৰত ৰেখা টানি ৰখা[৪১]।

দুৰ্গাবৰ— হৰিয়া আনিলি তই ৰামৰ মৈথিলী।। ২৫০
যি দোষে হৰিলো মই ৰামৰ ৰমণী।। ২৫৩

---

৩৪। পদ-২১৩।
৩৫। পদ ২২৩।
৩৬। পদ ৬৬২।
৩৭। নেওগ-সম্পাদিত, উষা-পৰিণয়, পদ ৩৫।
৩৮। সেন, বাঙ্গালা সাহিত্যের ইতিহাস, পৃ. ৯৮-১০২।
৩৯। দুৰ্গাবৰ, পৃ. ১-২; কৃত্তিবাস পৃ. ১৩০।
৪০। দুৰ্গাবৰ, পৃ. ৪২-৪৪; কৃত্তিবাস পৃ. ১৫৫।
৪১। দুৰ্গাবৰ, পৃ. ২৮; কৃত্তিবাস পৃ. ১৫০; তু° ক° পৃ. ২০৩। সোমেশ্বৰী দেৱীৰ নকলৰ তৃতীয় গীতটি চাওক।

কৃত্তিবাস— কোন দোষে হরিলি রে রামের সুন্দরী॥ পৃ. ১৫৩
সেই ক্রোধে হরিলা রামের সুন্দরী॥ পৃ. ১৫৫

**দুৰ্গাবৰৰ ভাষা আৰু জতুৱা ঠাঁচ ঃ** গীত-পদৰ বিবিধ সুৰ-লয় ৰাখি দুৰ্গাবৰৰ ভাষা সাবলীলভাৱে আগবাঢ়িছে। ওজাৰ স্মৃতিসম্পন্নতা আৰু সংগ্ৰহ-ক্ষমতাৰে তেওঁ ডাঙৰ কবিৰ কবিতাৰ শাৰী নিজৰ ৰচনাত জীণ নিয়াই নিজৰ নিৰ্দিষ্ট ঠেক সীমাৰ ভিতৰত ৰামায়ণ-কাহিনী শেষ কৰিছে। তেওঁৰ বিৱৰণ-শক্তি সজীৱ আৰু বিশেষকৈ গীতবোৰত ভাষা সুন্দৰভাৱে অনুভূতি-প্ৰকাশক। কিন্তু ভাষা বিষয়তো কবি যেন বৰ পণ্ডিত নাছিল। তেওঁ ৰামৰ ধনু বুজাবলৈ 'গাণ্ডীৱ', সমাচাৰ অৰ্থত 'সমিধান', বাৰ্তা অৰ্থত 'উত্তৰ', খং অৰ্থত 'অনুৰাগ' আদি শব্দৰ ব্যৱহাৰ কৰিছে।[৪২] ৰামচন্দ্ৰৰ আখ্যা হিছাপে 'মুৰাৰি', 'গদাধৰ', 'দেৱৰাজ' আদিৰ প্ৰয়োগ ঢিলা-সোলোকা যেন লাগে। মাধৱ কন্দলিৰ ভাষা যেনেকৈ জতুৱা ঠাঁচে সুমধুৰ কৰি তুলিছে, দুৰ্গাবৰৰ ভাষাত তেনে জতুৱা প্ৰয়োগ বিৰল বুলিলেই হয়। তেওঁৰ ভাষাত য'ত জতুৱা খণ্ডবাক্য আদি সোমাইছে, সিও বেছিভাগ ঠাইত কন্দলিৰ প্ৰভাৱৰ ফল বুলিয়ে ক'ব পাৰি। তলৰ খণ্ডবাক্য আৰু যোজোনাকেইটাৰ ভিতৰত তৰা চিন দিয়া কেইটি কন্দলিৰ প্ৰতিধ্বনি।

* 'যম ৰজা এৰে পাত মলচিব' (পদ ৮৫)—মৰণৰ সময় উপস্থিত হ'ব।
'তেজে ভৈলা অঙ্গ তলবোল' (পদ ৯১)—তেজে তুমৰলি হ'ল।
'লোহায়ে বান্ধিল ঘাৰ' (পদ ৯৩)—নিজকে অমৰণ বুলি ভাবিলে।

* 'ভৈল মন্দ ৰাশি' (পদ ৩২৪, ৩৩১)।
'মৰস মনৰ গৰ্ব্বে' (পদ ৩৬৬)।

* 'সিটো শোকে অগ্নিত পিম্পলি ভৈল পথ' (পদ ৪৩৩)—

তু° ক° 'এনেই জুইৰ জালা, তাত পিপলিৰ পথ' (কামৰূপ); 'এনেই মৰিছোঁ ঋষিৰ শাপত, তাতে দিছে ধানৰ ভাপত'; (কন্দলি) 'অগনি দহৱে পিম্পলিৰ দিয়া পথ'; (শঙ্কৰদেৱ) 'একে জুই মৰো আৰু পিম্পলিৰ পথ।'

* 'দশম গুচিয়া একাদশ বৃহস্পতি' (পদ ৫২৩)।
.'জিভাখান মেলি চাহা কলীয়া নি গোৰা' (পদ ৬৩১)—
মিছা কৈছ নে সঁচা কৈছ, ভাবি চা।

---

৪২। পদ ৯৯, ১৫৯, ১৬২, পা° ১৭৭, পা° ৩০২; ১২৪, ১৩৩, ২১৩।

'সিংহৰ আগত যেন শৃগালৰ টালি' (পদ ৬৩৩)—
তু° ক° 'বাঘৰ আগত ছাগৰ ডেবা-ডেবি।'

**সাহিত্য আৰু সঙ্গীতত দুৰ্গাবৰৰ স্থান :** ৰামায়ণী কবি আৰু মনসা কবি, দুই প্ৰকাৰে অসমীয়া সাহিত্যৰ বুৰঞ্জীত দুৰ্গাবৰৰ এখনি স্থান আছে। দুৰ্গাবৰৰ কিছু কাল আগতে মাধৱ কন্দলিয়ে অযোধ্যাকাণ্ডৰপৰা লঙ্কাকাণ্ডলৈকে পাঁচ কাণ্ড ৰামায়ণ মূলৰ আঁত নেহেৰোৱাকৈ জতুৱা অসমীয়া ভাষাৰ পদত ভাঙি উলিয়ায়। কন্দলিৰ ৰচনা অসমীয়া কাব্য-সাহিত্যৰ এটি শ্ৰেষ্ঠ সম্পদ। আন এজন প্ৰাক্‌শঙ্কৰী কবি হৰিবৰ বিপ্ৰই জৈমিনীয়াশ্বমেধ-পৰ্ব্বৰপৰা 'লৱ-কুশৰ যুদ্ধ'ৰ পদ ৰচে। দুৰ্গাবৰৰ সমসাময়িক শঙ্কৰদেৱে উত্তৰাকাণ্ড আৰু মাধৱদেৱে আদিকাণ্ডৰ পদ কৰি অসমীয়া ৰামায়ণক সপ্তকাণ্ড কৰি তোলে; তদুপৰি দুয়োজনে কন্দলিৰ ৰামায়ণত ভক্তি-উপদেশৰ আচু-ফুল দি তাকো ভকতীয়ামতে শুচি কৰি লয়। শঙ্কৰদেৱৰ 'ৰাম-বিজয় নাটক'ৰ মূল ৰামায়ণৰ সীতা-স্বয়ম্বৰৰ কাহিনী। এওঁলোকৰ আন এজন সমসাময়িক অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ পাঁচ কাণ্ডৰ পদতে যোগ-বিয়োগ কৰি 'গঙ্গাজল তুলসী একেঠাই' কৰাৰ দৰে 'ভাগৱত মিশলাই' ৰামায়ণৰ ভাগৱতী সংস্কৰণ তৈয়াৰ কৰে, আৰু 'সীতাৰ পাতাল-প্ৰৱেশ' বুলি এখন নাটো ৰচনা কৰে। ১৫৭৪ শকত শঙ্কৰদেৱৰ ভ্ৰাতৃ-পৌত্ৰীৰ সন্তান কালশিলীয়া আতা হৃদয়ানন্দ কায়স্থ বা অনন্ত ঠাকুৰে কলাপচন্দ্ৰ-কৃত বাল্মীকিৰ সাৰ 'ৰামায়ণ-চন্দ্ৰিকা'ৰ পদ কৰি শঙ্কৰী আৰ্হিৰ কীৰ্ত্তন-ঘোষাৰ 'শ্ৰীৰাম-কীৰ্ত্তন' প্ৰস্তুত কৰে। বৰ ভকতৰ বংশৰ, পদ 'অদ্ভুত ৰামায়ণ' লিখোঁতা ৰঘুনাথ মহন্তৰ ভট্টদেৱী কথা-ৰীতিৰ প্ৰথম চাৰি কাণ্ড ৰামায়ণ পোৱা গৈছে। হেড়ম্বেশ্বৰ জয়চন্দ্ৰ নৰপতিৰ আদেশ অনুসাৰে ভৱানীনাথ দ্বিজবৰে 'ব্যাস-সংগিত চাইয়া' পয়াৰ আৰু 'লাচাড়ি-প্ৰবন্ধে' "শ্ৰীৰামচন্দ্ৰ অভিষেক" পদবন্ধ কৰে।[৪৩] কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ অনুপ্ৰেৰণাত শ্ৰীকান্ত সূৰ্য্যবিপ্ৰই 'পশ্চিমা ভাষা'ৰ তুলসীদাসী ৰামায়ণৰ অসমীয়া পদ নিবন্ধ কৰে।[৪৪] ৰামায়ণী কাহিনীৰ এই বিভিন্ন অসমীয়া সংস্কৰণৰ মাজতো দুৰ্গাবৰী ৰামায়ণৰ এখনি স্বতন্ত্ৰ স্থান আছে গীতিকাব্য হিছাপে। ভকতি-পকীয়া সমাজৰ

---

৪৩। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অধ্যক্ষ ড° ভূঞাই অলপতে শিক্ষামন্ত্ৰী শ্ৰীঅমিয়কুমাৰ দাসৰ যোগেদি নগাঁও লঙ্কাৰপৰা এই পুথিখনি কিছু দিনৰ বাবে পাইছে। পুথিখন ইংৰাজী ১৮৬০ চনত কাছাৰত নকল কৰা — 'হেড়ম্বৰবি শ্ৰীলশ্ৰীযুক্তা ইন্দুপ্ৰভা মহাৰানি নিজ সৰ্ব্বাধিপুহক ॥'

৪৪। হিতেশ্বৰ বৰবৰুৱাই এইখনি সংগ্ৰহ কৰিছিল।

অৱহেলা সত্ত্বেও ইখনিয়ে এতিয়াও গাঁৱে-ভূঞে ক'তো ক'তো জনসাধাৰণৰ হৃদয় অধিকাৰ কৰি আছে।

ওপৰৰ আলোচনাৰপৰা দেখা যাব 'গীতি-ৰামায়ণ'ৰ আদিভাগ বাল্মীকিৰপৰা বহুতখিনি আঁতৰি আহিছে আৰু এই অংশত ভাষা, বিষয়-বস্তু আৰু পৰিৱেশ-নীতিত দুৰ্গাবৰ মাধৱ কন্দলিৰ প্ৰভাৱৰপৰা মুক্ত। এই অংশ আৰু পদ্মাৰ পাঁচালীয়েই অসমীয়া সাহিত্যলৈ দুৰ্গাবৰৰ ঘাই বৰঙণি। 'গীতি-ৰামায়ণ'ৰ পিছৰ অংশ 'সভা গাবৰ' বাবে মাধৱ কন্দলিৰ পুথিৰপৰা মলখু বাছি ওজাই টুকি লোৱা সুৰ-সংযোজিত টোকাৰ দৰে হৈছে। এই অংশও দুৰ্গাবৰ অনন্ত কন্দলিৰ দৰেই মাধৱ কন্দলিৰ ওচৰত ঋণী।

পাৰিবাৰিক জীৱনৰ সুখ-দুখৰ দ্বন্দ্ব লৈয়ে যেন এই গীতি কাব্যখনিত কবি ব্যস্ত হৈ আছে। প্ৰথম ভাগত ৰাম-সীতাৰ দুখৰ কথা আৰু মাজভাগত বালী-সুগ্ৰীৱৰ ঘৰুৱা কন্দলৰ কৰুণ ৰূপ দুৰ্গাবৰৰ ঘাই অৱলম্বন। এইভাৱে চালে সামাজিক জীৱনত দুৰ্গাবৰৰ অনুৰাগ স্পষ্ট হৈ ওলায়। ওজা গোৱা শুনিবলৈ অহা লোক-সাধাৰণৰ ঘাইকৈ অৱসৰ-বিনোদন আৰু কিছু পৰিমাণে আধ্যাত্মিক পিপাসা-নিবৃত্তিৰ কামো 'গীতি-ৰামায়ণে' সাধন কৰিছিল। কৰুণ, হৃদয়স্পৰ্শী বিষয়-বস্তু দুৰ্গাবৰৰ যেন বিশেষ প্ৰিয়। আনফালে তাতেই শ্ৰোতা জন-সাধাৰণে নিজৰ দুঃখময় জীৱনৰ যেন এটি উদাত্তীকৃত সুৰ শুনিবলৈ পাইছিল। হাবিতলীয়া পঁজাত সীতাক বিচাৰি নোপোৱাত ৰামৰ যি বিষাদ, বিভ্ৰম, বিলাপৰ সৃষ্টি হৈছে, তাৰ বৰ্ণনা কবিয়ে অতি বহলভাৱেই দিছে। সীতাৰ বিলাপ, ৰামৰ বিলাপৰ উপৰি বিলাপ, তাৰাৰ বিলাপ—কেয়োফালে বিলাপ;—শোকৰ বিলাস। ইয়াত জন-সাধাৰণৰ হৃদয়ত স্পন্দন জগাব পৰা সহজোপলব্ধ তীব্ৰ অনুভূতিৰ একতানহে যেন শুনিবলৈ পোৱা যায়। কৰুণ গীতবোৰেই কাব্যখনিৰ প্ৰধান আকৰ্ষণ।

কণ কণ শব্দ-চিত্ৰ তোলাত আৰু অলপ কথাত সূক্ষ্ম ভাবাবেগৰ ইঙ্গিত দিয়াত দুৰ্গাবৰ নিপুণ শিল্পী। 'চিত্ৰৰ পুতলী' সীতা আৰু 'ৰতি-ৰূপা' শূৰ্পণখাৰ ছবি কেমিঅ' বা চিত্ৰিত মুক্তাস্ফোটৰ দৰেই কণমান আৰু মনোৰমো। "ভ্ৰমৰে গুঞ্জৰে শুনে মনত বিকল"[৪৫]—মদন-অনুভূতিৰ এটি সৰস ইঙ্গিত। মূল ৰামায়ণত সীতাক ৰামে কেতিয়াবা কৰিও দেখা নাপাই এনেভাৱে বিকল হৈছে—পশ্যন্নিৱ চ তাং সীতামপশ্যন্মন্মথাদিতঃ। অলপ বহল বৰ্ণনাৰ ভিতৰত মায়া-অযোধ্যাৰ

৪৫। পদ ৩৭৩।

মোটখেলৰ দৃশ্য যেনে প্ৰসাদযুক্ত, জটায়ুৰ যুদ্ধৰ বৰ্ণনা তেনে তেজী। ঘটনাৰ পৰিবেশ-সৃষ্টিত দুৰ্গাবৰ কেনে পটু, পাশা-খেলৰ মাজতে হঠাতে মায়া-মৃগ দেখা দিয়াৰ কল্পনাই তাৰ চিনাকি দিয়ে। মূল ৰামায়ণত ফুলনিত ফুল তুলি থাকোঁতেহে সীতাই মায়া-হৰিণ দেখা পায়।

চৰিত্ৰবোৰত দুৰ্গাবৰে নিজা বোল দি নতুনভাৱে স্পষ্ট কৰি তুলিবলৈ যত্ন কৰিছে। তেওঁ ৰামৰ চৰিত্ৰৰ কাৰুণ্যত মুগ্ধ, তেওঁৰ ৰাম দেৱতাতকৈও সাধাৰণ সুখ-দুখৰ অনুভূতিৰে মানুহহে—কৰুণ, কোমল, কাতৰ। দীনেশচন্দ্ৰ সেনে কৃত্তিবাসৰ ৰাম-চৰিত্ৰৰ বিষয়ে আঙুলিয়াই দিয়া দৰে ক'ব পাৰি—দুৰ্গাবৰে বাল্মীকিৰ ৰামৰ শ্যাম-সুন্দৰ শ্ৰী ৰাখি বীৰত্ব আৰু বৈৰাগ্যৰ মহিমা বৰ্জন কৰিছে। কাতৰ অৱস্থাৰ মাজতে ৰামৰ ৰুদ্ৰ ৰূপ দেখা গ'লেও, সেই ৰূপত দুৰ্গাবৰ বেছি পৰ বন্দী হৈ থকা নাই, কিম্বা ৰামৰ বীৰত্বব্যঞ্জক যুদ্ধৰ বৰ্ণনাতো যেন তেওঁৰ ৰতি নাই। মূলত শূৰ্পণখাই বিশেষকৈ সীতাৰ ৰূপ বৰ্ণনা কৰি ৰাৱণৰ মোহ সৃষ্টি কৰিবৰ যত্ন কৰিছে। "কাটা যে নাকত তাইৰ নাহিকন্ত লাজ"—শূৰ্পণখাৰ চৰিত্ৰত এনে এটা বোল দিবলৈ গৈ দুৰ্গাবৰে তাইৰ হতুৱা ককায়েকৰ আগতে "শোভন পুৰুষ দেখি সুৰাত মাগিলো" বুলি কোৱাই পেলাইছে।

দুৰ্গাবৰ কায়স্থৰ এই ৰামায়ণৰ এটি বিশেষ মূল্য ৰাগ-সঙ্গীতৰ প্ৰচলনৰ এটি নিদৰ্শনস্বৰূপ। পাঁচালী গীত গোৱা ওজাপালিৰ মাজত কেনেবোৰ ৰাগৰ চৰ্চা হৈছিল, এইখনিৰপৰা বুজিব পাৰি। আমি যি দুই-এটি দুৰ্গাবৰী গীত শুনিছোঁ তাৰ ঢেক এফালে উত্তৰ ভাৰতীয় সঙ্গীত আৰু আনফালে বৰগীত-অঙ্কীয়াগীতৰপৰা সুকীয়া যেন লাগে। প্ৰাক্‌শঙ্কৰী ওজা-পালি অনুষ্ঠানৰ কোনো নিৰ্দিষ্ট নিৰ্দশন আমি নাপাওঁ। কিন্তু বৈষ্ণৱ সঙ্গীতৰপৰা পৃথক দুৰ্গাবৰী সঙ্গীতে প্ৰাক্‌শঙ্কৰী অনাবৈষ্ণৱ অসমীয়া সঙ্গীতৰ ঐতিহ্য বহন কৰি অনা যেন অনুমান হয়। সত্ৰীয়া সঙ্গীত আৰু দুৰ্গাবৰী গীতৰ পাৰ্থক্যৰ তাৎপৰ্য্য কি সঙ্গীতজ্ঞসকলৰ সূক্ষ্ম বিচাৰৰ বিষয়। এই পাৰ্থক্য সত্ৰীয়া আৰু অ-সত্ৰীয়া ভকতীয়া গীত আদিৰ (যাক আন গীতৰ লগতে কামৰূপীয় লোক-গীতি নাম দিয়া হৈছে) মাজৰ পাৰ্থক্যই, নে সিহঁতৰ মাজত মূল শ্ৰেণীগত অমিল আছে, সঙ্গীত-বিজ্ঞানীৰ গৱেষণাইহে ঠিৰাং কৰিব পাৰিব। সত্ৰীয়া আৰু অ-সত্ৰীয়া লোক-গীতিৰ পাৰ্থক্যৰ প্ৰধান কাৰণ প্ৰথম বিধত আনুষ্ঠানিক অনুশাসন আৰু দ্বিতীয় বিধৰ তেনে শাসনৰ অভাৱ আৰু লোক-ৰুচিত শৰণ।

দুৰ্গাবৰৰ খণ্ডিত 'মনসা-কাব্য'ৰ পুথিত পটমঞ্জৰী, ভাটিয়ালী, ৰামগিৰি আৰু সুহাই ৰাগৰ মাথোন নাম পোৱা গৈছে। 'গীতি ৰামায়ণ'ৰ ৫৮টি গীতৰ এটিত ৰাগৰ নাম নাই, বাকী ৫৭টিত এইকেইটা ৰাগৰ নাম আছে—(১) অহিৰ ১০টি গীত, (২) আকাশমণ্ডলি—১, (৩) কম্বাৰ (?)—১, (৪) গুঞ্জৰি—৪, (৫) চালনি বা ছালনী—৩, (৬) দেৱজিনি—১, (৭) দেৱমোহন—৩, (৮) ধনশ্ৰী (ধনেস্বৰি)—(৯) পটমঞ্জাৰি—২, (১০) বৰাৰি বা বৰাড়ি—৩, (১১) বসন্ত—৪, (১২) বেলোবাৰ (বেলয়াৰ)—৩, (১৩) ভাঠিয়ালি—১, (১৪) মঞ্জৰি (মঞ্জুৰি)—১, (১৫) মাৰোবাৰ—১, (১৬) মালচি—২, (১৭) মেঘমণ্ডল—১, (১৮) ৰামগিৰি—৬, (১৯) শ্ৰীগন্ধকালী—২, (২০) শ্ৰীগান্ধাৰ—১, (২১) সুৱাই বা সুহাই (সুহাৰী)—৩। 'মেঘমণ্ডল' প্ৰকৃততে 'মেঘমল্লাৰ' হ'ব পাৰে; কিন্তু এই নাম আৰু 'আকাশমণ্ডলি'য়ে পিছৰ যুগ, গুৰু-চৰিতৰ 'বায়ুমণ্ডলী', 'তিমিৰ', 'মেঘমণ্ডলি' নামৰ কথা সোঁৱৰায়। 'মালচি' সম্ভৱতঃ 'মালৱশ্ৰী', 'মালসিকা' বা 'মালসি'ৰ অপভ্ৰংশ। পিছৰ যুগৰ ৰামানন্দ দ্বিজ আৰু ৰামগোপালৰ গীতৰ 'চালেঙ্গি'ৰ (সাৰঙ্গ, সাৰঙ্গি) লগত 'চালনি'ৰ সম্পৰ্ক থাকিব পাৰে। 'দেৱজিনি', 'দেৱমোহন' আৰু 'শ্ৰীগন্ধকালী' আচহুৱা নাম। 'দেৱৰঞ্জনী', 'মেঘৰঞ্জনী'—এনে নাম পুৰণি সঙ্গীতশাস্ত্ৰত পোৱা যায়। এই বৈষ্ণৱ-সমাজত অপ্ৰচলিত ৰাগৰ নামবোৰেও দুৰ্গাবৰী গীতৰ ধাৰাৰ বিভিন্নতাৰ ইঙ্গিত দিয়ে নেকি, খাতাং কোৱা টান। দুৰ্গাবৰী ৰামায়ণত কৰুণ অহিৰ ৰাগৰ প্ৰাধান্য মন কৰিব লগীয়া। শঙ্কৰদেৱে গোপীৰ বিৰহৰ 'গোবিন্দ গুণ মন লাগি' গীতটিত এই ৰাগ ধৰি দিছে; কিন্তু তেওঁৰ প্ৰিয় ৰাগ যেন ধনশ্ৰীহে।

'কথা-গুৰু চৰিত'ত আছে[৪৬] মাধৱদেৱৰ ওচৰত ভকত হোৱাৰ আগতে মথুৰাদাস বুঢ়া-গোপাল আতাই "বঙ্গদেশী চৈতনীয়ামতে নাম-মন্ত্ৰ লৈ গ্ৰামৰ লোক আঠাৰে জনে সৈতে ৰামায়ণ গাই ফুৰে; আতা ওজা। ফুৰাত ক'তবা ন-সিদ্ধ পুথি এখনি পাই আওৰাই গাইছে এহেলৈ।" এই চৰিতৰ ২৬৮ পিঠিত "গীত ধৈলে বঙ্গদেশীমতে পূৰ্ব্বৰ মতে" কথাষাৰত গীতৰ বিষয়-বস্তুক বঙলুৱা বোলা হৈছে নে গীত গোৱাৰ ধৰণকহে তেনে আখ্যা দিয়া হৈছে, বুজা টান। কিন্তু বৰ্ত্তমান অসমৰ পছিম অঞ্চলত অন্ততঃ শঙ্কৰদেৱৰ সময়ত যেনেবিধ পাঁচালীৰ গীতৰ বিশেষ আদৰ আছিল, তাক শঙ্কৰদেৱে নিন্দা কৰি বৈষ্ণৱ-সমাজত প্ৰচলন হ'বলৈ নিদিছিল।[৪৭]

৪৬। লেখাক-সম্পাদিত ক° গু° চ°, পৃ. ২৬৫।

৪৭। নেওগ-সম্পাদিত, উষা-পৰিণয়, ভূমিকা, পৃ. ১/০-১০/০।

পছিম অসমৰ অ-সত্ৰীয়া ওজা-পালি অনুষ্ঠানক দুভাগে ভগাব পাৰি—বাৰিষা মনসা পূজাৰ সময়ত 'মাৰৈ গোৱা ওজা-পালি' আৰু সাধাৰণ সবাহ (সভা) আদিত ভাৰত-পুৰাণ-ৰামায়ণৰ বস্তুৰে 'ব্যাহ গোৱা ওজা পালি'। গীত-বাদ্য-নৃত্যত পটু ওজাক গুণিন্ বোলা হয়।[৪৮] এনে গুণিনসকলে মাঘমহীয়া গাঁৱে গাঁৱে ব্যাহ গাই ফুৰে। ৰাতি হ'লে নানা ৰং-ধেমালি, ওজা-উঠা আদিৰে 'গোন্ধ' হয় আৰু পাছদিনা 'সভা গোৱা' হয়। এনে সভাত দুৰ্গাবৰী ৰামায়ণী গীতৰ প্ৰচলন হাজো আদি অঞ্চলত এতিয়াও আছে। ওজা-পালিক আদিম ৰূপৰ নাট-অভিনয় বুলিব পাৰি। 'গীতি-ৰামায়ণ'ৰ গীতবোৰে একোটা নাটকীয় মুহূৰ্তক সাৰ্থকতৰ কৰি তুলিছে বা কোনো বিশেষ চৰিত্ৰৰ বচনৰূপে থিয় দিছে।

দুৰ্গাবৰী গীতৰ ধুৰা অংশতে ৰাগটোহঁতৰ প্ৰকৃত ৰূপ ফুটি উঠে; তাকে 'ঢেক' বোলা হয়। পদ অংশক 'পদ' নুবুলি 'দিহা' বোলে। প্ৰাক্‌শঙ্কৰী পদ-পুথিসমূহৰ দৰে পয়াৰ (লঘু আৰু ভগ্ন ৰূপতো) দুলড়ি আৰু ছবি ছন্দতেই দুৰ্গাবৰৰ কবিতা আবদ্ধ, কিন্তু সেই আবদ্ধতাই কোনোপ্ৰকাৰ বন্ধনৰ সৃষ্টি কৰা নাই। ছবি ছন্দৰ উল্লেখ গীতৰ ভিতৰতে দুবাৰ কৰা হৈছে। 'লেছাৰি' শব্দটো ব্যৱহৃত হ'লেও শঙ্কৰ, মাধৱ আদিৰ দীৰ্ঘ ত্ৰিপদীৰ অৰ্থত নহয়। এই প্ৰসঙ্গত পীতাম্বৰ কবিৰ লাছাড়ি পদ ছন্দ, লাছাড়ি মধ্য ছন্দ, লাছাড়ি নাট ছন্দ আদি আখ্যাবোৰৰ কথাও মনত পৰিবলগীয়া। সুকবি নাৰায়ণদেৱে সাধাৰণ পয়াৰকো লেছাৰি বা লাছাড়ি বুলিছে। দুৰ্গাবৰ একাধাৰে কবি, সঙ্গীতজ্ঞ আৰু ওজা গায়ক; তেওঁ ৰামায়ণৰ "পদচয় ৰচি, কৰি সুৰ-লয়" ৰসিক সমাজৰ মাজলৈ আগ বঢ়াইছিল আৰু আজিও তেওঁৰ কবিতাই জনপ্ৰিয়তা আৰু বিদ্বানৰ সমাদৰ লাভ কৰি আছে।

শান্তি নিকেতন
৭ জুলাই, ১৯৫৪

---

৪৮। ত্ৰিপুৰা বুৰঞ্জী, পৃ. ১৯-৬০ চাওক।

# হৰিবৰ বিপ্ৰৰ চিত্ৰ

# লৱ-কুশৰ যুদ্ধ

## ভূমিকা

**পুথিৰ আঁতি-গুৰি ঃ** যি দুখনি সাঁচিপতীয়া পুথিক সাৰথি কৰি বৰ্তমান 'লৱ-কুশৰ যুদ্ধ' উলিওৱা হৈছে, সেই দুখনি কামৰূপ অনুসন্ধান সমিতিয়ে অসমৰ শেষ আহোম ৰজা চন্দ্ৰকান্তসিংহৰ পৌত্ৰ কেশৱকান্ত যুৱৰাজৰ পত্নী মাহেন্দ্ৰী দেৱীৰপৰা সংগ্ৰহ কৰি সংৰক্ষণ কৰিছিল। দুখৰ বিষয় দুইখনি পুথিয়েই খণ্ডিত। এখনি পুথিত ১৭" × ৫.৮" জোখৰ প্ৰথমৰপৰা একাদশলৈ এঘাৰটি পাত; আনখনিত ১৬.৩"×..৬' জোখৰ ২য়ৰপৰা ২৩শ আৰু ২৬শৰপৰা ৩৪শলৈকে মুঠ একত্ৰিশটি পাত আছে। প্ৰথমখনিত পহিলা পদৰপৰা ১০৪-সংখ্যক পদৰ "ৰথ সাজি সাৰথিও"—এইখিনিলৈকে আছে। দ্বিতীয়খনিত ৬-সংখ্যক পদৰ "ফল ফুল ধৰি ঃ বেদধ্বনি কৰি"ৰপৰা ৩৩২-সংখ্যক পদৰ তৃতীয় শাৰীলৈকে আছে।

হৰিবৰৰ 'লৱ-কুশ-যুদ্ধ'ৰ নিচিনা অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জীৰ বিশেষত্বপূৰ্ণ এটি সম্পদ সম্পাদনা কৰি উলিয়াবৰ আকাঙ্ক্ষা থাকিলেও কোনোপ্ৰকাৰে সম্পূৰ্ণ এটি নকল নোপোৱাত সেই কামত আগবাঢ়িব পৰা নগৈছিল। এনেতে এখনি ছপা 'লৱ-কুশৰ যুদ্ধ' আমাৰ হাতত পৰে। তাৰ নাম-পাতৰ ওপৰ ভাগৰ ৰূপ এনে.ঃ

মহামুনি বাল্মীকি ৰচিত

উত্তৰাকাণ্ড ৰামায়ণৰ অন্তৰ্গত

# লৱ-কুশৰ যুদ্ধ

এজন মহাকবিৰ দ্বাৰা অসমীয়া ভাষাত ৰচিত।

ভট্টাচাৰ্য্য এজেঞ্চিৰ পৰা

প্ৰকাশিত

পোঃ আঃ বিহাবাৰী আসাম।

১৯২৬ চনত ডিব্ৰুগড়ৰপৰা ওলোৱা এই পুথিখনিত কবিৰ নাম ক'তো নাই। ইয়াৰ উপৰি ইয়াত প্ৰথমৰ ১৭৮টি পদ নাই আৰু থকা অংশতো বহুতো পাঠৰ বিকৃতি ঘটা যেন লাগে। আমাৰ সংস্কৰণৰ ৭৩-৭৫ পিঠিৰ পাদটীকালৈ মন কৰিলেই এনে বিকৃতিৰ পৰিমাণ অনুমান কৰিব পৰা হ'ব। আনফালে দুই-এটা শব্দ বা শাৰীৰ অৰ্থ ভালকৈ ওলাই নপৰে। এনে ক্ষেত্ৰত প্ৰাক্‌শঙ্কৰী এখনি ৰচনাৰ দুটি-এটি আচহুৱা শব্দ লৈ সংশ্লিষ্ট কোনো লিপিকৰ বা প্ৰকাশক বেমেজালিত পৰাৰ বাবেই তেনে হোৱা সম্ভৱ। খণ্ডিত হ'লেও কামৰূপ অনুসন্ধান সমিতিৰ সাঁচিপতীয়া পুথি, খণ্ডিত আৰু বিকৃত-পাঠ হ'লেও ভট্টাচাৰ্য এজেঞ্চিৰ ছপা সংস্কৰণেই বৰ্তমান তাণ্ডৱণৰ ভেটি। সেই বাবে এই দুয়োটি অনুষ্ঠান আমাৰ কৃতজ্ঞতাৰ পাত্ৰ।

সমিতিৰ পুথি দুখনিৰ বিশেষ এটি মূল্য নিহিত আছে দুয়োখনিৰ মনোহৰ চিত্ৰবিলাকত। দুইখনিৰ প্ৰতি পাতৰ প্ৰতিফালে একোখনিকৈ চিত্ৰ আছে; মাত্ৰ দ্বিতীয়খনিৰ ২৬সংখ্যক পত্ৰৰ দ্বিতীয় পৃষ্ঠাত কোনো চিত্ৰ নাই আৰু ৩২সংখ্যক পত্ৰৰ দ্বিতীয় পৃষ্ঠাত তিনিখনি ছবি দিয়া হৈছে। মন কৰিবলগীয়া, ৩৪-সংখ্যক পত্ৰৰ দুইফালে দুখনি চিত্ৰ লিখা আছে; কিন্তু কোনো কথা হ'লে তাত লিখা হোৱা নাই। ইয়াৰপৰা পুৰণি পুথি লিখা সম্পৰ্কে এটি সঙ্কেত বোধ হয় ধৰিব পাৰি —সচিত্ৰ পুথিসমূহত পোনতে চিত্ৰ আঁকি লৈ পাছতহে তাত কথাখিনি লিখা হৈছিল। আন সচিত্ৰ পুথিৰ দৰে বৰ্তমান দুখনিৰ চিত্ৰবোৰৰ জোখ বেলেগ বেলেগ। যেনে (প্ৰথম পুথিৰ) ঃ

পত্ৰ ১—সানুচৰ জনমেজয় আৰু জৈমিনি — ৮" × ২.৫"।

২-ক—ঋষিসকল, ৰাম, সীতা, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন আৰু সেনা (২) ১৪" × ২.৫'।

২-খ—সেনা (২) সুমিত্ৰা, লক্ষ্মণ, ৰামচন্দ্ৰ, কৌশল্যা, শত্ৰুঘ্ন, কৈকেয়ী, কুঁজী—১৪" × ২.৫"।

৩-ক—সুমিত্ৰা, কৌশল্যা, ৰাম, সীতা—৬.৮" × ২.৭"।

৩-খ—সেনা (৩), ৰামচন্দ্ৰ, বিশ্বামিত্ৰ—৮" × ২.৩" (মাজ ভাগত তিনিটা খলপা তুলি উচ্চতা, ৩.৩" কৰা হৈছে।)

দ্বিতীয় পুথিৰ পত্ৰ ২-খৰ চিত্ৰখনি (মূলত ১৩.৯" × ২.৮") আৰু পত্ৰ ৬-কৰ ৰাম-সীতাৰ পুহন-বিয়াৰ চিত্ৰখনি (মূলত ১৩.৯" × ৩") একৰঙীয়া ব্লক্ কৰি মুখ-চিত্ৰত দিয়া হ'ল। পত্ৰ ১৩-খ-ৰ অৰণ্যৰ আভাস-চিত্ৰ (মূলত আৰু পত্ৰ ২৩-ক-ৰ লৱ আৰু শত্ৰুঘ্নৰ যুদ্ধৰ চিত্ৰৰ সামান্য ৰূপ আমাৰ বেটুপাতত দিবলৈ যত্ন কৰা হৈছে। কেইখনিমান বছা বছা চিত্ৰ তাৰ মৌলিক সাতো ৰঙেৰে ছপাই সন্নিৱেশ কৰিব পৰা হ'লে অত্যন্ত সুখী হ'লোঁহেঁতেন। কিন্তু সি অতি ব্যয়সাপেক্ষ কাৰ্য্য গতিকে বৰ্ত্তমান সম্ভৱপৰ হৈ নুঠিল।

পঞ্চদশ শতিকাত উত্তৰ ভাৰতৰ বৈষ্ণৱ আন্দোলনে সাহিত্য আৰু সুকুমাৰ কলাক নতুন জীৱন দি জগাই তোলে। এই সময়ৰেপৰা কৃষ্ণ আৰু শ্ৰীৰামচন্দ্ৰৰ চৰিতৰ বিবিধ ৰূপ চিত্ৰতো প্ৰতিফলিত হ'বলৈ ধৰে। তুলসীদাসৰ 'ৰামচৰিতমানস'ৰ বাবে অনেক চিত্ৰকৰে একোধাৰা চিত্ৰ ৰচনা কৰিছিল। ষোড়শ-সপ্তদশ শতিকাত ৰাধা-কৃষ্ণৰ প্ৰণয়-গীতিৰ চিত্ৰ অঙ্কিত হ'ল। শেষ অষ্টাদশ শতিকাৰ পাহাড়ী সম্প্ৰদায়ৰ চিত্ৰকৰসকলৰ এই বিষয়-বস্তু বৰ প্ৰিয় আছিল। আমাৰ দেশত পুথিৰ সাঁচিপাতবোৰৰ মাজত এটা ফুটা কৰি জুঁটি ৰখাৰ নিচিনাকৈ গুজৰাটতো দ্বাদশ শতিকাৰ আগভাগৰেপৰা তালপাতত তিনিটা ফুটা কৰি পুথি লিখা আৰু তাক চিত্ৰত কৰা প্ৰথা প্ৰচলিত আছিল। পঞ্চদশ শতিকাত গুজৰাটী সম্প্ৰদায়ৰ সচিত্ৰ পুথিৰ কলা চূড়ান্ত অৱস্থা পাইছিলগৈ। মোগল যুগত সি জঁয় পৰি যাবলৈ ধৰে। এই সম্প্ৰদায়ৰ চিত্ৰত ৰেখাবোৰ যেনে স্পষ্ট, ৰঙা, নীলা, সোণ বৰণ আদি ৰঙণৰ প্ৰাচুৰ্যও তেনে বেছি। মধ্যযুগীয় গুজৰাটী সম্প্ৰদায়ৰ নিৰ্দিষ্ট অঙ্কন-ৰীতিৰ পাছত ৰাজপুত চিত্ৰ সম্প্ৰদায়ে নতুন কৌশল আৰু সৌন্দৰ্য্য-বোধৰ সঁহাৰি দিয়ে। 'গীত-গোবিন্দ', কৃষ্ণ-লীলা, বাৰমাস (বাৰমাহী) আদি এই সম্প্ৰদায়ৰ বিশিষ্ট বিষয়-বস্তু।

সোতৰ শতিকাৰ ৰাজপুত চিত্ৰকৰৰ ৰাগমালা চিত্ৰও বৈশিষ্ট্যপূৰ্ণ। অষ্টাদশ শতিকাৰ ৰাজপুতনাৰ ৰজাঘৰীয়া দৃশ্যাবলীয়ে এই চিত্ৰ-সম্প্ৰদায়ত ৰূপ পায়। এই সময়তে বাসোলী, পাহাড়ী, কাঙ্গ্ৰা আদি এই সম্প্ৰদায়ৰ কেইটামান শাখাৰ উদ্ভৱ হয়। মোগল চিত্ৰ-সম্প্ৰদায়ৰ সৃষ্টি ষোড়শ শতিকাত, আৰু ইয়াৰ যোগেদি ভাৰতীয় চিত্ৰ-কলাত পাৰস্যৰ অনুপ্ৰেৰণা আৰু কৌশল প্ৰৱেশ কৰে।

অসমৰ চিত্ৰ-কলাত বাহিৰৰ প্ৰভাৱ আদিৰেপৰা দেখা পোৱা যায়। ইয়াত বিশেষকৈ দুটা ধাৰাৰ বিষয়-বস্তুৰ প্ৰভেদ মন কৰিব পাৰি—ধৰ্মমূলক আৰু ব্যৱহাৰিক বিষয়। ধৰ্মৰ আৰু ধৰ্মৰ বুৰঞ্জীৰ পুথিবিলাক সত্ৰসমূহতে সাধাৰণতে চিত্ৰিত হৈছিল। 'দৰং-ৰাজ-বংশাৱলী'ৰ নিচিনা বুৰঞ্জীৰ পদ-পুথি সম্ভৱতঃ ৰাজকীয় মহলতে ৰচিত আৰু চিত্ৰিত হয়। সপ্তদশ শতিকাৰ শেষ ভাগৰপৰা আহোম ৰাজ-চ'ৰা চিত্ৰকলা-চৰ্চাৰ কেন্দ্ৰ হৈ পৰে। এই সময়তে 'হস্তীবিদ্যাৰ্ণৱ'ৰ দৰে ব্যৱহাৰিক বিষয়ৰ পুথি, 'শঙ্খচূড়-বধ', 'গীত-গোবিন্দ' (কবিৰাজ চক্ৰৱৰ্তী), 'ধৰ্ম-পুৰাণ', 'ভাগৱত-পুৰাণ' (পদ, ইয়াৰ ষষ্ঠ স্কন্ধৰ শেষৰ পাতটি মাথোন মানদেশৰপৰা উদ্ধাৰ কৰি অনা হৈছে) আদি সচিত্ৰ কৰি লিখা হয়। সচিত্ৰ 'লব-কুশৰ যুদ্ধ'ৰ পুথি দুখনিও এই একেটি প্ৰবাহৰে নিদৰ্শন বুলি ভাবিবৰ কাৰণ আছে। নানা ভাগ্য-বিপৰ্যয়ৰ পাছত শেষজনা আহোম স্বৰ্গদেৱৰ ঘৰত খণ্ডিতভাৱে সি দুখনি পোৱা কথাটোৱেও তাকেই সমৰ্থন কৰে যেন লাগে।

গুজৰাট সম্প্ৰদায়ৰ চিত্ৰবোৰ যেনেকৈ তালপাতত আৰু মোগল চিত্ৰবোৰ কাগজত লিখা হৈছিল, অসমৰ চিত্ৰসমূহৰ ফলক হ'ল বিশেষভাৱে মিহি কৰা সাঁচিপাত। অৱশ্যে তুলাপাততো সেই কাৰ্য চলিছিল। নগাঁৱৰ বালি-সত্ৰৰ শ্ৰীশ্ৰীশিৱেন্দ্ৰনাৰায়ণ দেৱ গোস্বামীৰ হাতত থকা দশম স্কন্ধ 'ভাগৱত' (য'ৰপৰা শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱাই 'চিত্ৰ-ভাগৱত' প্ৰকাশ কৰি উলিয়াইছে) আৰু আমি অধ্যাপক শ্ৰীযুত উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ হাতত দেখা এখণ্ড ৰামায়ণৰ কথা আৰু চিত্ৰ তুলাপাতৰ ওপৰতে লিখা। হেঙুল, হাইতাল, নীল আৰু ধলকে সাধাৰণতে খনিকৰসকলে ব্যৱহাৰ কৰিছিল। ইয়াৰ বাহিৰে আৰু কি বৰণ তেওঁলোকে চিত্ৰত লগাইছিল, বিশেষ জনা নাযায়। কিন্তু প্ৰায় সকলো প্ৰাচীন অসমীয়া চিত্ৰতে বৰ্ণ-জ্ঞান আৰু বৰ্ণ-মেলন বৰ নিমজ। বৰ্তমানলৈকে পোৱা উপাদানৰপৰা অসমীয়া চিত্ৰকলা মোগল-ৰাজপুত সম্প্ৰদায়ৰ প্ৰভাৱান্বিত বুলি ক'ব পাৰি। কোনো কোনো বিষয়ত স্থানীয় ৰীতি অৱশ্যে সোমাইছে। শিল্পাচাৰ্য শ্ৰীনন্দলাল বসুৱে দশম স্কন্ধ

'ভাগৱত'ৰ চিত্ৰৰ নেৱাৰী, ওড়িয়া আৰু জৈন সম্প্ৰদায়েৰে মিল থকা বুলি কয়। মোগল-ৰাজপুত আদৰ্শৰ স্বাভাৱিকতাতকৈ ইয়াত বিশেষ-ৰীতি-অনুগামিতা (convention, stylization) পৰিলক্ষিত হয়। চাপৰ পীৰাৰ দৰে ৰথ; বাস্তৱতকৈও প্ৰতীকৰ ওচৰা-উচৰি গছ; ৰাজস্থানী সম্প্ৰদায়ৰ লগত মিলা চকু; চতুৰ্দশ-ষোড়শ শতিকাৰ জৈন সম্প্ৰদায়ৰ দৰে শিৰস্ত্ৰাণ; মুখৰ আৰু শৰীৰৰ পাৰ্শ্ব-দৃষ্টি; জীৱন্ত জীৱ-জন্তু; পৰিপ্ৰেক্ষিৰ অভাৱ; ৰঙৰ সৰ্ব-সমতা আদি অসমীয়া চিত্ৰৰ কিছুমান মন কৰিবলগীয়া লক্ষণ।[১] এক "হস্তীবিদ্যাৰ্ণৱ"ত মাত্ৰ পৰিপ্ৰেক্ষি দেখা পোৱা যায়।

## হৰিবৰ বিপ্ৰৰ সময়

বৰ্তমান পোৱা ৰূপে 'লৱ-কুশৰ যুদ্ধ'ৰপৰা কবি হৰিবৰ বিপ্ৰৰ বিষয়ে একো জানিব পৰা নাযায়। এইখনি পুথিৰ দৰে 'জৈমিনীয়াশ্বমেধ'ৰপৰা পদ কৰি লিখা 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ লেখকৰ নামো হৰিবৰ বিপ্ৰ।[২] সম্প্ৰতিকলৈ দুয়োখন পুথি একেজন হৰিবৰ বিপ্ৰৰ দ্বাৰাই ৰচিত বুলি ধৰি লোৱা হৈছে; আৰু এই ধাৰণা সমৰ্থন কৰিব দুয়োখনিৰ বিষয়-বস্তু আৰু ৰচনা-ৰীতিয়ে। 'বভ্ৰুবাহনৰ যুদ্ধ'ত হৰিবৰ বিপ্ৰই তেওঁৰ পৃষ্ঠপোষক ৰজা দুৰ্লভনাৰায়ণৰ নাম এইদৰে উল্লেখ কৰিছে,—

জয় জয় নৰপতি দুৰ্লভনাৰায়ণ ৰাজা
কামপুৰে ভৈলা বীৰবৰ।
সপুত্ৰ বান্ধৱে যেৱে সুখে ৰাজ কৰন্তোক
জীৱন্তোক সহস্ৰ বৎসৰ।।
তাহান ৰাজ্যত থিত সাধুজন-মনোনীত
অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে কৰিলা প্ৰচাৰ।।২২৫

'প্ৰহ্লাদ-চৰিত্ৰ'-ৰচয়িতা হেম সৰস্বতীয়েও 'কমতা-মণ্ডল ঃ দুৰ্লভনাৰা(য়)ণ'ক প্ৰশংসা কৰিছে আৰু তেওঁৰ বিবিধ পুৰাণৰ ভাঙনিত 'কামতা ভুৱনে নিজ গ্ৰাম'

---

১। শ্ৰীমহেশ্বৰ নেওগ, 'অসমীয়া চিত্ৰ-কলা' ঃ চিত্ৰ-ভাগৱত', 'ৰামধেনু', ৩য় বছৰ, ষষ্ঠ সংখ্যা, আহিন, ১৮৭২ শক।

২। "বভ্ৰুবাহনৰ যুদ্ধ" পুথিখনি "বভ্ৰুবাহনপৰ্ব্ব" নামে স্বৰ্গীয় শিৱনাথ ভট্টাচাৰ্যই প্ৰকাশ কৰিছিল। দ্বিতীয় তাঙৰণৰ তাৰিখ ১৯২৫ চন। তাত দুৰ্ভাগ্যক্ৰমে হৰিবৰৰ নাম হৰিহৰ হৈ ওলায়। বৰ্তমানে ডক্টৰ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা আৰু শ্ৰীমহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত হৈ "বভ্ৰুবাহনৰ যুদ্ধ" অলপতে ওলাব।

বুলি উল্লেখ কৰিছে। 'জয়দ্ৰথ-বধ'ৰ কবি কবিৰত্ন সৰস্বতীয়েও দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ কথা কৈছে। এইভাৱে তিনিজন অসমীয়া কবিৰ উল্লিখিত কমতাৰ ৰজা দুৰ্লভনাৰায়ণ একেজন লোক বুলিয়ে বৰ্ত্তমানলৈকে ধৰি লোৱা হৈছে; আৰু এই দুৰ্লভনাৰায়ণক শঙ্কৰদেৱৰ ৰচনা আৰু তেওঁৰ চৰিতসমূহত উল্লিখিত, তেওঁৰ উপৰিপুৰুষ চণ্ডীবৰক আনি কামৰূপত প্ৰতিষ্ঠা কৰোঁতা, কামৰূপৰ ৰজা দুৰ্লভনাৰায়ণেৰে একে বুলি ধৰি লৈ তেওঁৰ কাল নিৰূপণ কৰিবৰ যত্ন কৰা হৈছে।

গুণাভিৰাম বৰুৱাই চণ্ডীবৰ এই দেশলৈ অহাৰ সময় ১২২০ শক আৰু শিৰোমণি ভূঞা হোৱাৰ সময় ১২৫০/৬০ শক বুলি অনুমান কৰিছে। এডোৱাৰ্ড্ গেইটে তেওঁৰ 'History of Assam' অৰ প্ৰথম সংস্কৰণত (১৯০৫ চন, পৃ. ৪১) দুৰ্লভনাৰায়ণ ত্ৰয়োদশ শতিকাৰ শেষভাগৰ কমতাৰ ৰজা হ'ব পাৰে বুলি কৈছিল; কিন্তু দ্বিতীয় সংস্কৰণত (১৯২৬ চন, পৃ. ৩৯) সেই কথা গুচাই দুৰ্লভনাৰায়ণৰ নাম মাত্ৰ ৰাখিছে। কালিৰাম মেধি ডাঙৰীয়াই হেম সৰস্বতীৰ 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনিত (১৯১৪ চন) ১৪৪৯ খ্ৰীষ্টাব্দৰ শঙ্কৰদেৱৰ জন্মৰপৰা পুৰুষত ৫০ বছৰ পিছুৱাই ধৰি চণ্ডীবৰৰ তথা দুৰ্লভনাৰায়ণৰ সময় উলিয়াইছে ১২৪৯ খ্ৰীষ্টাব্দ। আন আলোচনাৰ পাছত মেধিয়ে দ্বাদশ শতাব্দীৰ শেষ বা ত্ৰয়োদশ শতাব্দীৰ আগভাগকে দুৰ্লভনাৰায়ণৰ সময়ৰূপে নিৰ্দেশ কৰিছে। কনকলাল বৰুৱা ডাঙৰীয়াই মেধিৰ পদ্ধতিৰেই কিন্তু অলপ কঠোৰভাৱে সময়ৰ লেখ কৰি দুৰ্লভনাৰায়ণৰ সময় চতুৰ্দশ শতিকাৰ দ্বিতীয় পাদ (১৩৩০-১৩৫০) বুলি ঠিক কৰিছে। ডক্টৰ বাণীকান্ত কাকতিয়ে আকৌ দুৰ্লভনাৰায়ণৰ কাল ধৰিছে ত্ৰয়োদশ শতিকাৰ শেষ কিম্বা চতুৰ্দশৰ আগভাগ।

আনফালে, চণ্ডীবৰৰ সমসাময়িক দুৰ্লভনাৰায়ণৰ বাহিৰেও পঞ্চদশ শতিকাত দ্বিতীয় এজন দুৰ্লভনাৰায়ণ ৰজা থকাৰ প্ৰমাণ গুৰু-চৰিতসমূহেই দিয়ে। এই দুৰ্লভনাৰায়ণৰ ৰাজত্বৰ ধ্বংসৰ ওপৰতে বিশ্বসিংহই কোচ ৰাজ-শক্তি প্ৰতিষ্ঠা কৰে। ৰামানন্দ দ্বিজৰ শঙ্কৰচৰিতত আছে,—

দুৰ্লভনাৰায়ণ কমতাৰ অধিপতি।
তান মৃত্যু ভৈলা একো নৱৈলা সন্ততি॥ ৩৩৫
ৰাজাৰ মৰণে দুখ ভৈলা সমস্তৰ।
অন্যোঅন্যে কৰে যুদ্ধ প্ৰজা নিৰন্তৰ॥
কটা-কটি কৰি মৰে নিমিত্তে ৰাজ্যৰ।
এহিমতে গৈলা কাল দ্বাদশ বৎসৰ॥ ৩৬৬

অৰাজক দেখি জগতৰ চিন্তি হিত।
উপজাইলা পুত্ৰ হৰে কুবাচ নাৰীত॥
উপজিয়া বিশ্বসিংহ তেজস্বী পৰম।
বাঁশৰ বাৰুৰে ৰাজ্য কৰিলন্ত সম॥ ৩৩৮

'কথা-গুৰুচৰিত'মতে (পৃ. ৪৭) বিশ্বসিংহ গৰখীয়াৰ দলৈ হোৱা সময়ত কামেশ্বৰ দুৰ্লভনাৰায়ণ জীৱিত আছিল। ৰামচৰণৰ 'শঙ্কৰচৰিত'ত আছে,—

বেহাৰৰপৰা তিনি পহৰৰ বাট।
গৰিয়া নগৰ ৰাজা দুৰ্লভৰ পাট॥
যেৱে বিশ্বসিংহ কামৰূপে ভৈলা ৰাজা।
আপুনি বৰিল আসি অসংখ্যাত প্ৰজা॥ ২৫২৯

গুণাভিৰাম বৰুৱাই লিখিছে, "কমতাপুৰৰ ৰজা দুৰ্লভক বিশ্বসিংহই অনেক প্ৰবন্ধৰে আন ঠাইলৈ নি মৰোৱালে।" এনেভাবে দেখা যায়, পঞ্চদশ-ষোড়শ শতিকাৰ দোমোজাত কমতা-কামৰূপত দুৰ্লভনাৰায়ণ নামৰ এজন দ্বিতীয় ৰজা আছিল।

ত্ৰয়োদশ-চৰ্তুৰ্দ্দশ শতিকাৰ প্ৰথম দুৰ্লভনাৰায়ণ আৰু পঞ্চদশ ষোড়শৰ দ্বিতীয় দুৰ্লভনাৰায়ণ—এই দুজনৰ কোনজনৰ লগত হেম সৰস্বতী, হৰিবৰ বিপ্ৰ আৰু কবিৰত্ন সৰস্বতীৰ সম্পৰ্ক? কবিৰত্ন সৰস্বতীয়ে তেওঁৰ দুৰ্লভনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ ৰজাৰ স্পষ্ট উল্লেখ কৰিছে। নগেন্দ্ৰনাথ বসুৱে তেওঁৰ 'Social History of Kamarupa'ত কবিৰত্নৰ বংশলতা দিছে এইদৰে : চক্ৰপাণি (কাশ্যপ গোত্ৰ)—কবিৰত্ন বা শ্ৰীহৰি সৰস্বতী—হৰিপাল ভূঞা—ৰামপাল ভূঞা—জয়পাল ভূঞা—কৃষ্ণপাল বা গোপাল ভূঞা—কৃপাল ভূঞা—গয়পাল বা গয়পাণি ভূঞা বা ৰামদাস আতা—ৰামচৰণ ঠাকুৰ। ৰামদাস আতা শঙ্কৰদেৱৰ শিষ্য। গতিকে কবিৰত্ন সৰস্বতী চণ্ডীবৰৰ আৰু প্ৰথম দুৰ্লভনাৰায়ণৰ সমসাময়িক হোৱা সম্ভৱপৰ। আনপিনে, হেম সৰস্বতী আৰু হৰিবৰ বিপ্ৰৰ লগত প্ৰথম দুৰ্লভ-নাৰায়ণৰ সময়ৰ সম্পৰ্ক লৈ কোনো কথা খাতাংকৈ কোৱা টান।

ৰমানন্দ দ্বিজৰ "শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ"ত এজন পণ্ডিত আৰু কবি হৰিবৰ বিপ্ৰৰ কথা আছে। —

কুণ্ডিল গোষ্ঠীত জাত পুৰুষ সুন্দৰ।
ব্যাঘ্ৰপিণ্ডা গ্ৰামেশ্বৰ মুখ্য পণ্ডিতৰ॥

যাৰ গৃহ-দ্বাৰে জলে গজ-বাজীচয়।
বিপ্ৰ হৰিবৰ খ্যাতি যাহাক কহয়॥ ২০
ভাৰত পুৰাণ পদ কৰিছা বিস্তৰ।
আৰ এক কথা পণ্ডিতালি প্ৰমাণৰ॥

এই হৰিবৰ বিপ্ৰৰ মধ্যম পুত্ৰ ধৰ্মাই বা বলভদ্ৰৰ পুত্ৰ বংশীগোপালদেৱ। চৰিতখনিৰ সম্পাদকীয় পাতনিত আমি চৰিতৰ হৰিবৰ আৰু যুদ্ধ-কাব্য দুখনিৰ কবি হৰিবৰ, দুইকে এক কবি দেখুৱাবৰ যত্ন কৰিছিলোঁ। 'ভাৰত পুৰাণ পদ' কথাটোও এই দুখনি ৰচনাৰ গাতে বিশেষকৈ খাপ খাই পৰা যেন লাগে। আনহাতে 'লৱ-কুশৰ যুদ্ধ'ৰ হৰিবৰ বিপ্ৰক দ্বিতীয় দুৰ্লভনাৰায়ণৰ সমসাময়িক বুলি ধৰিলে চৰিতৰ হৰিবৰ বিপ্ৰৰ লগত তেওঁক একেজন লোক বুলি ধৰাত আপত্তিৰ কোনো কাৰণ থাকিব যেন নালাগে।[৩] তেনেহ'লে, হৰিবৰ বিপ্ৰ পঞ্চদশ শতিকাৰ শেষ ভাগৰ কবি হ'ব। ব্যাঘ্ৰপিণ্ডা গ্ৰাম ক'ত, বুজিব পৰা নাযায়। কিছু দিনৰ আগতে উত্তৰ লখীমপুৰত দুখন তামৰ ফলি পোৱা হৈছিল ১৩১৪ আৰু ১৩২৩ শকৰ। তাৰে এখনিত লখীমপুৰ অঞ্চলৰ ব্যাঘ্ৰমাৰি নামৰ এখন গাঁৱৰ উল্লেখ আছে। এই ব্যাঘ্ৰপিণ্ডা আৰু ব্যাঘ্ৰমাৰি একে বুলি ভাবিবৰ বিশেষ কাৰণ দেখা পোৱা নাই। চৰিতৰ বৰ্ণনাৰপৰা ব্যাঘ্ৰপিণ্ডা বৰ্ত্তমান মধ্য অসমৰ কোনো ঠাইত হ'ব যেন লাগে।

হৰিবৰ বিপ্ৰই যদিও জৈমিনিৰপৰা ৰাম-কথা পদত ৰচনা কৰিছে, তেওঁ 'গৌৰীৰ চৰণ' সেৱা কৰালে চাই তেওঁক শাক্ত বুলি অনুমান কৰিব পাৰি। কবিৰ বিষয়ে ইয়াতকৈ অধিক কোনো কথা এতিয়ালৈকে পোৱা হোৱা নাই। হৰিবৰ বিপ্ৰই 'চোৰ' আৰু 'ফুৰা' নামৰ দুবিধ চোৰাংচোৱাৰ উল্লেখ কৰিছে; এই দুবিধ, বিশেষকৈ 'চোৰ'ৰ কথা আহোম ৰাজত্বৰ বুৰঞ্জীত অনেক ঠাইত পোৱা যায়। যদি ব্যাঘ্ৰপিণ্ডা গ্ৰাম তাম্ৰফলিৰ ব্যাঘ্ৰমাৰি বা সেই অঞ্চলৰ কোনো গাঁও হয়, তেতিয়া হ'লে হৰিবৰ বিপ্ৰ দুৰ্লভনাৰায়ণৰ কমতা ৰাজ্যৰ উপৰি কোনো সময়ত লখীমপুৰ অঞ্চল নহ'লেও আহোম ৰাজ্যত বাস কৰিছিল বুলি ধৰিব পৰা যায়।

---

৩। ৰমানন্দ দ্বিজ, 'শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ', শ্ৰীমহেশ্বৰ নেওগ-সম্পাদিত, সম্পাদকৰ পাতনি, পিঠি [৭]-[৯]।

## জৈমিনিৰ অশ্বমেধ-পৰ্ব আৰু 'লৱ-কুশৰ যুদ্ধ'

মহাভাৰতৰ আদি-পৰ্বত আছে, ব্যাস মুনিয়ে সুমন্তু, জৈমিনি, পৈল, শুক আৰু বৈশম্পায়ন নামে তেওঁৰ পাঁচজন শিষ্যক মহাভাৰত শিকায়, আৰু তেওঁলোক পাঁচজনে একোখনকৈ সংহিতা ৰচনা কৰি উলিয়ায়। এই উক্তিমতে জৈমিনি ঋষিয়েও মহাভাৰতৰ এখনি সংহিতা লিখে। কিন্তু জৈমিনি-ভাৰতৰ এতিয়ালৈকে অশ্বমেধিক-পৰ্ব মাত্ৰ পোৱা গৈছে; আন কোনো পৰ্বৰ সন্ধেদ পাবলৈ নাই। বাহিৰত দেখাত জৈমিনিৰ অশ্বমেধ-পৰ্ব মহাকাব্য মহাভাৰতৰ অংশ যেন হ'লেও ইয়াত পুৰাণসমূহৰ দৰে এটি (বৈষ্ণৱ) সম্প্ৰদায়ৰ মতবাদৰ প্ৰবলতা দেখা পোৱা যায়। পুথিখনিৰ এঠাইত (৫৫/৮) ষষ্ঠ শতিকাৰ ৰৰাহমিহিৰৰ উল্লেখ আছে। আনফালে তাত বিষ্ণুপূজাৰ যি ৰূপ পোৱা গৈছে, তালৈ চাই ডক্টৰ মৰিচ্ উইণ্টাৰ্নিজ্ ছাহাবে এই ৰচনাক পুৰাণসমূহৰ ভিতৰতো শেষৰ কালত ৰচিত পুৰাণ বা পুৰাণৰ অংশসমূহৰ লগতহে ধৰিব খোজে। ইয়াৰ অন্তৰ্গত চন্দ্ৰহাস আৰু বিষয়াৰ উপাখ্যানৰ শেষৰ ভাগৱত-পুৰাণৰ উদ্ধৃতিলৈ লক্ষ্য কৰিলে তাক নৱম শতিকা বা তাৰ পিছলৈ নিবলগীয়া হয়।[৪] যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ ঘোঁৰাৰ লগত যোৱা অৰ্জুন কৃষ্ণ আদিৰ যুদ্ধৰ বৰ্ণনা ইয়াত দিয়া হৈছে।

অৰ্জুন আৰু তেওঁৰ পুত্ৰ বভ্ৰুবাহনৰ যুদ্ধৰ বৰ্ণনাৰ মাজতে জৈমিনি ঋষিয়ে কুশ আৰু লৱৰ লগত ৰামচন্দ্ৰ আদিৰ যুদ্ধৰ কথা তুলনাৰ ছলতে উল্লেখ কৰে।—

> সংগ্ৰামস্ত্বভৱদ্ৰাজন্ বভ্ৰুবাহন-পাৰ্থয়োঃ।
> যথা কুশস্য ৰামস্য বাজিমেধহয়ে ধৃতে॥ ২৫।১

তেতিয়া জন্মেজয়ে প্ৰশ্ন কৰিলে,—

> কথং ৰামঃ কুশং পুত্ৰমশময়চ্ছৰবৃষ্টিভিঃ।
> কথং চ তেন পুত্ৰেণ জিতো ৰামো ৰণাজিৰে॥
> ৰামো ন ৱেত্তি স্বং সূনুমেতন্মে বিস্তৰাদ্বদ।
> যস্মাদ্ৰামকথা বিপ্ৰ সৰ্ব্বপাতকনাশিনী॥ ২৫। ২-৩

ইয়াৰ পিছত জৈমিনি ঋষিয়ে ৰাৱণ-বধৰ পাছৰেপৰা ৰাম-কথা চমুকৈ আৰম্ভ কৰিছে, ৰাম আৰু কুশৰ যুদ্ধৰ কথা বিস্তৃতভাৱে বৰ্ণাইছে। এই কাহিনীয়ে জৈমিনিৰ

---

৪। Winternitz, A History of Indian Literature, Vol. I, 1927, pp.584-86

অশ্বমেধ-পৰ্ব্বৰ পঞ্চবিংশ অধ্যায়ৰপৰা ষট্‌ত্ৰিংশ অধ্যায়লৈকে বিয়পিছে। তাৰ পিছত জৈমিনিয়ে পুনৰ অৰ্জুন-বভ্ৰুবাহনৰ যুদ্ধৰ বৰ্ণনাত ধৰিছে। ষট্‌ত্ৰিংশ অধ্যায়ৰ শেষত জৈমিনিয়ে লৱ-কুশৰ আখ্যানৰ মহিমা-প্ৰসঙ্গত কৈছে,—

নাখ্যাতয়ানিদং যুদ্ধং বাল্মীকিঃ পিতৃপুত্ৰয়োঃ।
যদ্যাখ্যসাদমজ্জিষ্যল্লোকোঽয়ং করুণার্ণবে॥ ৩৬। ৮৪

"বাল্মীকিয়ে পিতা-পুত্ৰৰ এই যুদ্ধ বৰ্ণোৱা নাই; যদি বৰ্ণনা কৰিলেহেঁতেন এই পৃথিৱী কৰুণাৰ সাগৰত বুৰ গ'লহেঁতেন।"

হৰিবৰ বিপ্ৰই এই কৰুণ-ভয়ঙ্কৰ যুদ্ধৰ কাহিনীকে জৈমিনিৰপৰা ভাঙি উলিয়াইছে। তেওঁ অৰ্জুন-বভ্ৰুবাহনৰ যুদ্ধৰ পদো ৰচনা কৰিছে একেখনি সংস্কৃত পুথিৰ আলমতে। হৰিবৰৰ 'লৱ-কুশৰ যুদ্ধৰ' প্ৰাৰম্ভতে জনমেজয়ে দুই যুদ্ধৰ কথা লৈ জৈমিনিক কৈছে,—

দুয়ো কথা শুনিবাৰ মোৰ মনে লাগে।
তথাপিতো ৰাম-কথা কহিয়োক আগে॥[৫]

ইয়াৰপৰা এনে অনুমান কৰিব পাৰি—হৰিবৰ বিপ্ৰই 'বভ্ৰুবাহনৰ যুদ্ধ' ৰচনা কৰাৰ আগতেই 'লৱ-কুশৰ যুদ্ধ' লিখে। আৰু এটি মন কৰিবলগীয়া কথা—পুথিখনিৰ নামত কনিষ্ঠ লৱৰ নাম শ্ৰেষ্ঠ কুশৰ নামৰ আগত স্থাপন কৰাটো। ই হৰিবৰৰ নিজৰ ঈঙ্গিত আছিল নে নাই, জানিবৰ উপায় নাই। কিন্তু যদিও পুথিৰ ভিতৰত কুশ আৰু লৱক মূল অনুসৰি ককাই আৰু ভাই হিছাপেই দেখুওৱা হৈছে, দ্বিতীয় পদত 'লৱৰ কুশৰ হেন কোনে থৈলে নাম'—এই শাৰীত লৱৰ নাম আগ কৰা হৈছে।

হৰিবৰ বিপ্ৰই কাহিনীৰ বিৱৰণত মূল সংস্কৃতৰপৰা আঁতৰি যোৱা নাই। কিন্তু ঠায়ে ঠায়ে তেওঁ কথাবোৰ সংক্ষেপ কৰিবৰ বাবে যত্ন কৰিছে। এই প্ৰসঙ্গত তেওঁ এটি অৰ্থপূৰ্ণ উক্তি কৰিছে —

---

৫। 'বভ্ৰুবাহনৰ যুদ্ধ'ত আছে —

বাপক জিনিল কেন লৱ-কুশ বীৰে।
জৈমুনি কহন্তি শুনিয়োক নৰেশ্বৰে॥
অৰ্জ্জুনৰ পুত্ৰৰ তেনয় যুদ্ধ ভৈলা।
যথা তথা কথা মানে কহিবাক গৈলা॥ পদ ১৭৭-১৭৮

কাহাৰো হৰিষ পদে শ্লোক এক গৈল।
কাহাৰো হৰিষ বিশ্ৰিত লম্ভা থৈল॥
সবাৰো আনিয়া সাৰ বিপ্ৰ হৰিবৰ।
বোলে অশ্বমেধ-যজ্ঞ-পদ ৰুচিকৰ॥ ৭৫

জৈমিনিৰ দৰেই তেওঁ ৰামে ৰাৱণক বধ কৰি অপহৃতা সীতাক উদ্ধাৰ কৰা আৰু সীতাক অগ্নিত পৰীক্ষা কৰা; লক্ষ্মণ, হনুমন্ত, বিভীষণ আদিৰে ৰাম অযোধ্যালৈ ঘূৰি অহা কথাৰ উল্লেখ মাত্ৰ কৰি বশিষ্ঠ আদি ঋষিসকল, কৌসল্যা, কৈকেয়ী, সুমিত্ৰা আৰু ভৰতে ৰাম-সীতা-লক্ষ্মণক আদৰা বৰ্ণাইছে। এনে বৰ্ণনাত দুই-এটি সৰু-সুৰা বিশেষ বৰ্ণনা (detail) বাদ পৰি গৈছে। ৰামৰ শৰীৰত শৰক্ষতবোৰ দেখি কৌসল্যাই বেজাৰ কৰি এইদৰে সান্ত্বনা লাভ কৰিছিল,—

অথবা শিৱভক্তং ত্বামাহুঃ কেচিন্মুনীশ্বৰাঃ।
তস্মাদ্দত্তং ত্বয়া স্থানং বাণানামিতি মে মতিঃ॥ ২৫।১৭-১৮

হৰিবৰে এনেটিইঁত কথা বাদ দি চলিছে। আনফালে আকৌ, কথাৰ ধাৰ চিনাকি বা ঘৰুৱা সুঁতিয়েদি বোৱাবলৈ যত্ন কৰি দুই-এটি কথাত নতুন ভাঁজ দিছে। সীতাৰ গৰ্ভধাৰণৰ পঞ্চম মাহত ৰামে সীতাৰ বনবাসৰ কুস্বপ্ন দেখা পাই বসিষ্ঠ মুনিক কৈছে,—

স্বপ্নে পশ্যামি ৰুদতীং সীতাং ভাগীৰথীতটে।
তদ্‌গৰ্ভবিঘ্নশান্ত্যৰ্থং তস্যাঃ পুংসৱনক্ৰিয়া॥
শীঘ্ৰমাদিশ্যতাং ব্ৰহ্মন্ পুন্নক্ষত্ৰে দিনে শুভে। ২৬।৬-৭

হৰিবৰৰ ৰামে সাধাৰণ ৰীতি অনুসৰি বশিষ্ঠক স্বপ্নৰ কথা কৈ পুংসৱন বা পুহন-বিয়াৰ পৰামৰ্শ বিচাৰি স্বপ্নফল বা ফলিতা ক'বলৈ অনুৰোধ কৰিছে; আৰু বশিষ্ঠয়ো তেনে ৰীতি মানি পোনতে 'সুস্বপ্ন সুস্বপ্ন দেখিলাহা ৰঘুনাথ' বুলি কৈহে পুংসৱনৰ বিধি দিছে। পুংসৱন উৎসৱৰ বৰ্ণনাতো আমাৰ কবিয়ে ঠায়ে ঠায়ে নতুন বোল সানিছে। ৰাম-সীতাৰ মূৰত পানী ঢালিবৰ বাবেইহে যে জনকক লক্ষ্মণে মাতি আনিবলগীয়া হ'ল, সেইটো হৰিবৰৰ উদ্ভাৱন। সেইদৰে ৰামে পঞ্চ-দেৱতাক পূজা কৰা, ভৰতে পূৰ্ব্বৰ মহন্ত ৰজাসকল জুৰি গীত (জোৰা-নামৰ আৰ্হিৰে?) গোৱা, সুবৰ্ণৰ আবৰণেৰে সীতাৰ গৰ্ভ ঢকা, জনকে ৰাম আৰু সীতাৰ চুলিৰ আগ গোটাই পানী ঢলা, বসিষ্ঠই ৰামক দক্ষিণা দিবলৈ জনকক দিহা দিয়া—এইখিনি বৰ্ণনাটিত

নতুন স্পৰ্শ। এনেবোৰ সেই কালৰ অসমীয়া পুহন-বিয়াৰ অঙ্গ হ'ব পাৰে। ভৰতৰ গীতৰ কথা মূলত আছে এইদৰে,—

বীণাং প্ৰবীণো ভৰতো বাদয়ন্ জানকীং প্ৰতি।
সশিক্ষাপয়িযুগীতং গৰ্ভস্যেৰ বত্তৌ বিভুঃ॥ ২৬।২৫

হৰিবৰ বিপ্ৰই ৰাম-সীতাৰ নিন্দা গোৱা ধোবা আৰু তাৰ ঘৈণীয়েকৰ সৰু কাহিনীটোত সিহঁতে কাজিয়া কৰা আৰু ধোবাই শহুৰেকৰ প্ৰতি নিতান্ত ৰুচি-বিবৰ্জিত ভাষা ব্যৱহাৰ কৰাৰ ৰহণ দি অলপ পৰিমাণে নাটকীয় কৰি তুলিছে। সাধাৰণ পাঠক-শ্ৰোতাৰ প্ৰতি লক্ষ্য ৰাখিয়েযে এই চিত্ৰটি ৰহণোৱা হৈছে, ৰামে ভাতৃসকলৰ আগত তাক দোহাৰি কোৱাৰপৰাও বুজিব পাৰি (পদ ৮২-৮৪)। ধোবাৰ কথাৰ ওপৰত মন্তব্য কৰি চৰে কৰা ৰামৰ উদাৰ চৰিত্ৰৰ প্ৰশংসা (জৈ° ২৬।৪৮-৫১) হৰিবৰে বাদ দিছে। কিন্তু চৰৰ সম্বাদ শুনাৰ পিছত হোৱা ৰামৰ মনৰ খেদ তেওঁ কেইফাকিমান ছবি ছন্দত মনোগ্ৰাহী কৰি পেলাইছে।

সীতাক বনলৈ নিবলৈ লক্ষ্মণৰ আদেশমতে সাৰথিয়ে ৰথ সজাই আনোতে, "জানু পাৰি চাৰি ঘোঁৰা পৰিল মহীত" বুলি হৰিবৰে সেই কৰুণ পৰিস্থিতিৰ এটি ইঙ্গিত দিছে। মূলত কিন্তু সীতাই শাহুসকলৰপৰা মেলানি লৈ ৰথত উঠাৰ পাছতহে লক্ষ্মণে সাৰথিক ঘোঁৰাৰ গাত কশাঘাত কৰি ৰথ চলাবলৈ কওঁতে সাৰথিয়ে যেন ঘোঁৰাৰ মন বুজি কৈছে,—

অহমশ্বমনো বেদ্মি যথাবৎ পুৰুষৰ্ষভ।
চলাচলপ্ৰোথতয়া ৰক্তুকামা ইমে হয়াঃ॥
শীঘ্ৰং হি যদি গচ্ছেম ততো নশ্চৰণৈৰ্মহী।
দয়েত সীতাদুঃখেন দুঃখিতাদৌ বিশেষতঃ॥
সংগ্ৰামে নো গতিঃ শ্লাঘ্যা নেদৃশে কুৎসিতে পথি।
ইত্যেৱ হৃদি মন্যন্তে ৰাজিনো ভৰতানুজ॥ ২৭।৬৪-৬৬

সীতাদেৱীয়ে ঋষি-পত্নীসকলৰ বাবে লোৱা বিচিত্ৰ দুকুল, অজিন আৰু বিবিধ খাদ্য আৰু নিজৰ কাৰণে লোৱা ৰামৰ সুৱৰ্ণ-মণি-খচিত পাদুকাৰ কথা হৰিবৰে বাদ দি গৈছে।

সীতা আৰু লক্ষ্মণ গঙ্গাৰ তীৰত উপস্থিত হ'ল। এই ছেগতে হৰিবৰে মূলৰ জম্বু, আম্ৰ, চম্পক, পুন্নিন্দ আদি বাৰবিধ গছৰ নামৰ (২৮।১৪) ঠাইত ছাৱে

তিনিকুৰিৰো অধিক ফুলে-ফলে জাতিষ্কাৰ গছৰ নাম একালৰপৰা ছন্দত বান্ধি এখন ডাঠ হাবিৰ আভাস দিবৰ যত্ন কৰিছে। ইপিনে কিন্তু, গঙ্গাৰ পাৰ হৈ পোৱা অৰণ্যৰ অধিক ভয়াবহতা আৰু সেই অৰণ্যৰ মাজত ঋষি, ঋষি-পত্নী, ঋষি-কুমাৰ আৰু অগ্নিহোত্ৰৰপৰা ওলোৱা ধোঁৱা নেদেখি হোৱা সীতাৰ মনৰ আকুলতা মূলৰ (২৮।১৮-৩১) দৰে হৰিবৰে পৰিস্ফুট কৰি তুলিব পৰা নাই। লক্ষ্মণে ৰামৰ সীতা-নিৰ্বাস-আজ্ঞা প্ৰকাশ কৰাৰ পাছত সীতাৰ হৃদয়-বিদাৰক বিষাদ-বাণী আৰু বনৰ অজান পশু-পক্ষীয়ে সহানুভূতি দেখুওৱা দৃশ্যৰ কাৰুণ্য হৰিবৰৰ পদত দুৰ্বল হৈ পৰিছে।

'ঘোৰ বন'ৰপৰা ঘূৰি অহা বাল্মীকিক আশ্চৰ্যান্বিত 'ছাত্ৰচয়ে' সীতাৰ দুটা যঁজা ল'ৰা জন্ম হোৱাৰ সম্বাদ দিয়া (পদ ১৬২-৬৪) হৰিবৰৰ উদ্ভাৱন। আনফালে তেওঁ মূলৰ কুশ আৰু লৱৰ চূড়াকৰণ, মুঞ্জীবন্ধন, উপনয়ন আদি সংস্কাৰৰ কথা এৰি গৈছে। শত্ৰুঘ্নৰ সৈন্য আৰু শত্ৰুঘ্নৰ লগত লৱৰ যুদ্ধৰ বৰ্ণনা মূলৰ দৰেই ভয়ঙ্কৰ। শত্ৰুঘ্নৰ হালধীয়া গৃধ্ৰ-পত্ৰ-অলঙ্কৃত শৰৰ চোটত লৱ নমৰি মাত্ৰ মূৰ্চ্ছিত হোৱাৰ কাৰণ হৰিবৰে স্বকীয়ভাৱে দিছে—'বিষ্ণু-অংশ হেতু তাৰ বৈলেক পৰাণ।' মূৰ্চ্ছিত লৱক ৰামৰ সদৃশ দেখি শত্ৰুঘ্নই ৰথত তুলি নিয়াৰ কথা জৈমিনিয়ে দুটি মাথোন শ্লোকত বৰ্ণাইছে,—

কৃপাবিষ্টশ্চ শত্ৰুঘ্নো লৱমুত্থাপ্য পাণিনা।
ৰামাকৃতিৰয়ং বালঃ সিচ্যতাং পয়সাধুনা॥
ততস্তে সেৱকাঃ শীঘ্ৰমম্ভোভিঃ সিষিচুৰ্লৱম্।
সজীৱং ৰথমাৰোপ্য পৃষ্ঠতোঽশ্বস্য তে যযুঃ॥ ৩০। ৪২-৪৩

এইখিনি কথাকে হৰিবৰে কেনেকৈ পাঁচটি পদত (২৪০ক-২৪৪) বহলাই ভাঙি উলিয়াইছে, লক্ষ্য কৰিবলগীয়া। মুনি-পুত্ৰসকলে সীতাক লৱৰ বাৰ্ত্তা দিয়া সেইদৰে বিস্তৃত কৰা হৈছে। হৰিবৰৰ সীতায়ো পুত্ৰ-শোকত হাকুলি-বিকুলি কান্দি চেতনা হেৰুৱাই পেলাইছে; পুনৰ সংজ্ঞা পাই সূৰ্যক আৰু দশ দিগপালক স্তুতি কৰিছে, আৰু লৱৰ কথা কৈ দুখ কৰাৰ উপৰিও কৈছে—

ইষ্ট বন্ধু বান্ধৱে সবেও মোক এড়ি।
বনকে পঠাইলে কৈলে দুখী দেশান্তৰী॥

ইয়াৰ পিছৰ সীতা আৰু কুশৰ কথা-বতৰা মূলতকৈ বেছি ঘৰুৱা হৈছে। দুলড়ি

ছন্দৰ কুশৰ ৰণ-সজ্জা আৰু স্পৰ্দ্ধা-বাণীত সজীৱতা অনুভৱ কৰিব পাৰি; কোনো ঠাইত 'বেলাড্' কবিতাৰ ঝঙ্কাৰে যেন সাৰ পাই উঠে।—

চতাল ওলাই আটাসেক দিল
গাৱে দিল তিনি লাম্ফি॥

কুশ আৰু লৱৰ যুদ্ধৰ বৰ্ণনাবোৰত সাধাৰণতঃ মূলৰ আঁত হেৰোৱা নাই। ঠায়ে ঠায়ে মাথোন হৰিবৰে বৰ্ণনা সবল আৰু চমু কৰিছে, কিম্বা বীৰসকলৰ স্পৰ্দ্ধা-বাক্যত (যেনে—কালজিতৰ বচন, ৭৯-৮০ পিঠি; কুশৰ ইতিকিং, ৮১ পিঠি) ঘৰুৱা-জতুৱা ভাষাৰ প্ৰয়োগ কৰি তাক সৰস কৰিছে। লক্ষ্মণে শত্ৰুঘ্নক ৰক্ষা কৰিবলৈ গৈ ঘূৰি নহাৰ বাবে লক্ষ্মণৰ ওচৰলৈ ৰামচন্দ্ৰই দূত পাঠোঁতে বনবাসৰ বেলা গৰ্ভৱতী সীতাৰ দুটা ল'ৰা হ'ব পাৰে বুলি কৰা সন্দেহ (পদ ৪৩০) হৰিবৰৰ সৃষ্টি।

[পাঠ-বিভ্ৰাটৰ গতিকে সন্ধ্যাৰ আগমনত ভৰতৰ সৈন্যৰ মাজৰ হাহাকাৰৰ বৰ্ণনা (৪৭৫ পদৰ মাজৰপৰা ৪৭৭ পদ) অস্পষ্ট হৈ পৰিছে। "দেখোঁ যে দুৰ্গতি আসি মিলিল আমাৰ। ... ধৰি নিয়া মোক।" —এইখিনি অন্ধকাৰত আতুৰ ভৰত-সৈন্যৰ বচন।]

কুশ আৰু লৱই ৰাম-লক্ষ্মণৰ আভৰণ পিন্ধি হনুমান-জাম্বৱানক বান্ধি লৈ সীতাৰ কাষত উপস্থিত হ'লত সীতাই দুইটি সন্তানক সাৱটি ধৰি এইমাত্ৰ ক'লে,—

মানিনৌ বানৰৌ মুঞ্চ ৰণমধ্যে মহামতিঃ॥
মাং নিৰীক্ষ্য মৃতাবেতৌ জীৱহীনৌ ভৱিষ্যতঃ। ৩৬। ৭৪-৭৫

'কুশ আৰু লৱয়ো মাকৰ কথামতে হনুমান-জাম্বৱানক ৰণ-মধ্যত (যুদ্ধ-স্থলীত) এৰি থৈ আহিল। ইতিমধ্যে মহাতেজা বাল্মীকি অন্য ঋষিসকলেৰে পৰিবাৰিত হৈ ৰৰুশালয়ৰপৰা পালেহি। কুশ-লৱই সকলো কাৰ্য্য সম্পূৰ্ণকৈ তেওঁক কোৱাত মুনিয়ে অমৃতময় জল সিঁচি সকলোকে তুলি ৰঘু-নন্দনক ক'লে—"হে মহাৰাজ ৰঘু-নন্দন, তোমাৰ দুই পুত্ৰ গ্ৰহণ কৰাঁ। যদি নিৰ্দ্দোষা বুলি ভাবা, সীতাকো নিব পাৰা।" ৰাম পৰি থকাৰপৰা উঠি বাল্মীকিৰে মোচন কৰা ঘোঁৰা নিবলৈ যেন পাহৰি নগৰীত প্ৰৱেশ কৰিলেগৈ। পাছে বীৰসকলৰ দ্বাৰা ৰক্ষিত (অশ্বেৰে) তেওঁৰ মহান যজ্ঞ সমাপন কৰা হ'ল। যজ্ঞোৎসৱ হোৱাত মুনিশ্ৰেষ্ঠ বাল্মীকিয়ে পুত্ৰ সমে সীতাক নি ৰঘুনাথৰ কাষত থ'লেগৈ। ৰামো পুত্ৰযুক্ত হৈ সীতাৰে সৈতে

থাকিল আৰু যজ্ঞৰ অন্তত মুনিসকলক পুৰস্কৃত কৰি বিদায় দিলে।' ইমানতে জৈমিনিয়ে "ৰামঃ সীতাগতং স্নেহং নিদধে তদপত্যয়োঃ" বুলি কাহিনী সমাপ্ত কৰিছে। হৰিবৰৰ 'লব-কুশৰ-যুদ্ধ'ত এই অকণমান কথাখিনিকে বিস্তৃত কৰা হৈছে (পদ ৫৪৮-৫৭৬)। সীতাৰ দুটি বিলাপেই বহুত ঠাই আগুৰিছে।

আখ্যানটিৰ শেষত জৈমিনিয়ে তাৰ শ্ৰৱণ-ফলস্তুতি সংযোগ কৰিছে (৩৬।৮৬-৯০) আৰু পুনৰ বভ্ৰুবাহনৰ কাহিনীত ধৰিছে (অধ্যায় ৩৭)। 'লব-কুশৰ যুদ্ধ'ত এই স্তুতিৰপৰা দুটা শাৰী মাত্ৰ লোৱা দেখা যায়।

মুঠতে, হৰিবৰ বিপ্ৰই সাধাৰণ পাঠক-শ্ৰোতাৰ ৰুচি অনুযায়ী 'লব-কুশৰ যুদ্ধ'ৰ কাহিনী সৰল কৰি ভাঙি উলিয়াইছে। কেইবাশও বছৰীয়া এই আখ্যানটিত নানা পাঠৰ বেমেজালি ঘটা অতি সম্ভৱ; বিশেষতঃ শেষ অংশত আমি হৰিবৰৰ সুন্দৰ ৰচনা কিমান অবিকলভাৱে পাইছোঁ, সি অতি সন্দেহৰ বিষয় হৈ বৈছে।

## প্ৰক্ষিপ্ততাৰ সম্ভাৱনা আৰু ছন্দৰ বৈষম্য

মাধৱ কন্দলিৰ ৰামায়ণ সম্পৰ্কে 'কথা-গুৰু-চৰিত'ত (১১৯ পিঠি) যি কথা লিখা হৈছে, সি বৰ অৰ্থপূৰ্ণ। শঙ্কৰদেৱ-মাধৱদেৱে "তেহে আদ্য, উত্তৰা কৰিছে; কাপৰ-গাৰি দৰে আগ-গোৰ সমে ৰ'ল; উপদেশ আচু-ফুল হ'ল। আগে উপদেশ নাই, "শুভ শুভ"হে আছিল আধ্যাত; ছোট আতা দিছে।" এইমতে মাধৱ কন্দলিৰ ৰামায়ণৰ অধ্যায়সমূহৰ আগত-শেহত থকা ভক্তিৰ উপদেশসমূহ মাদৱদেৱৰ দ্বাৰা সংযোজিত। প্ৰাক্‌শঙ্কৰী সাহিত্যত প্ৰচাৰৰ ভাব নাছিল বাবে তেনে উপদেশৰ আৱশ্যক নাছিল, আৰু 'অপ্ৰমাদী' মাধৱ কন্দলিৰ ৰচনা ভক্তি-সাহিত্যৰ অন্তৰ্গত কৰি ল'বলগীয়া হোৱাত তাত উপদেশ সংযোগ কৰিবলগীয়া হ'ল। সেইদৰে প্ৰাক্‌শঙ্কৰী আন আন ৰচনাতো অসমৰ দিগন্ত জুৰি পৰা ভক্তি-ধৰ্মই পৰশ বুলাইছিল বুলি সন্দেহ হোৱা স্বাভাৱিক। 'লব-কুশৰ-যুদ্ধ'ৰ ভণিতাসমূহতো তেনে স্পৰ্শৰ অনুভৱ হয়। তলৰ শাৰীবোৰ এই প্ৰসঙ্গত বিচাৰ কৰি চাব পাৰি,—

(১) কৰজোড় কৰি বোলো শুনা সভাসদ।
ডাকি হৰি হৰি বোলা খণ্ডোক আপদ॥
—পদ ৩।

(২) কৈত পড়ে ধন-জন তাৰ নাহি থিতি।
অদ্যাপি নুগুণা কেনে অন্তকক ভিতি॥

কৃষ্ণৰ কিঙ্কৰে কহে হৰিবৰ কৰি।
পাতেক চাড়োক ডাকি বোলা হৰি হৰি॥
—পদ ১১৭।

(৩) শুনা সভাসদ পদ মহা ভাগৱত।
আত পৰে পুণ্য কথা নাহিকে কলিত॥
হেন জানি যতনে তেজিয়ো আন কাম।
জন্মৰ সাফল হৌক বোলা ৰাম ৰাম॥
—পদ ২৮০।

(৪) ৰামৰ চৰিত্ৰ কথা শুনা অনুপাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম॥
—পদ ৫৪৮।

(৫) শুনা সভাসদ লোক কৃষ্ণ-কথা শুনিয়োক
আন এৰি ভজা কাণ্ট কৰি।
পুত্ৰ ভাৰ্য্যা দেখা যত সবে তাতে কৰে খেত
ৰাম ৰাম বোলা মুখ ভৰি॥
—পদ ৫৫৪

(৬) শুনা সভাসদ ইটো ৰামায়ণ-কথা।
লভিবা মুকুতি-সুখ এৰি আন কথা॥
যিবা পঢ়ে যিবা শুনে শুনাৱে আনক।
পাপ হৰি সিও যায় বিষ্ণুৰ থানক॥
ৰামেসে ভুকুতি-দাতা ৰামে গতি-দাতা।
ৰামেসে বিধতা আৰু ৰামে পিতা-মাতা॥
হেন জানি ৰামৰ চৰণে কৰা সাৰ।
তেৱেঁসে তৰিবা ঘোৰ সংসাৰ-সাগৰ॥
ৰাম হেন স্বামী পাইলা কত তপসাই।
ৰাম ৰাম বুলি যোৱা সংসাৰ এৰাই॥
অথিৰ জীৱন দেহা জানি এৰা আৰ।
সচিতে-সপোনে ৰাম বুলি হোৱা পাৰ॥
পাপীসব নিস্তৰিল জানা ৰাম-নামে।
শিলাও মানুষ হয় ৰাম-পৰশনে॥

হেনয় ৰামৰ পদ-যুগ নৌকা কৰি।
সংসাৰত পাৰ হোৱা ৰাম-নামস্মৰি॥
যত দেখা ভাৰ্য্যা-পুত্ৰ সবে অকাৰণ।
সপোনৰ নিধি যেন জীৱন মৰণ॥
হেন জানি নিৰন্তৰে এৰি আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম॥

—পদ ৫৭৮-৯২।

ওপৰৰ উদ্ধৃতিকেইটিৰ ভিতৰত প্ৰথম আৰু চতুৰ্থটি চমু আৰু সহজ বিধৰ; সেই দুটি প্ৰাক্‌শঙ্কৰী কবিতাৰ লগত খাপ নোখোৱা নহয়। কিন্তু দ্বিতীয় উদ্ধৃতিৰ 'কৃষ্ণৰ কিঙ্কৰে', তৃতীয়টিৰ 'পদ মহা ভাগৱত' আৰু পঞ্চমটিৰ 'কৃষ্ণ-কথা'—এইকেইটি খণ্ডবাক্য ভকতীয়া যুগৰ নখৰ আঁচোৰ স্পষ্ট কৰি তুলিছে। এই উদ্ধৃতিবোৰৰ দুই-এটি শাৰী স্পষ্টভাৱেই শঙ্কৰদেৱৰ কোনোটিইত 'উপদেশ'ৰ প্ৰতিধ্বনি। এই উপদেশবোৰ সম্ভৱতঃ প্ৰক্ষিপ্ত—এই কথা ৰাম-কথাক কৃষ্ণকথাৰে সান-মিহলি কৰাৰপৰাও বুজিব পাৰি। কবিতাটিৰ অষ্টম পদত তেওঁ ৰাম-সীতাক প্ৰণাম কৰিছে, যদিও সম্ভৱতঃ তেওঁ কোনো ৰামাৱত সম্প্ৰদায়ৰ লোক নহয় আৰু 'বভ্ৰুবাহনৰ যুদ্ধ'ত গৌৰীকেইহে সেৱা জনাইছে। হৰিবৰ বিপ্ৰৰ নাম নোহোৱা শেষৰ উপদেশফাকিত দেখা-দেখিকৈ সন্দেহৰ স্থল বেছি।

মন কৰিবলগীয়া কথা, হৰিবৰ বিপ্ৰই আন প্ৰাক্‌শঙ্কৰী কবিসকলৰ দৰে পদ, দুলড়ি আৰু ছবি ছন্দ মাত্ৰ ব্যৱহাৰ কৰিছে; লেছাৰি আদি দীৰ্ঘ-ত্ৰিপদীৰ ব্যৱহাৰ তেওঁৰ দুইখনি পুথিতেই নাই। লিপিকৰ-প্ৰমাদৰ দোষতেই হওক বা হৰিবৰৰ নিজৰ বাবেই হওক, ঠায়ে ঠায়ে দুই-এশাৰীত ছন্দৰ নিমজ-গুণ নষ্ট পাইছে। উদাহৰণ স্বৰূপে,—

(১) হনুমন্ত সহায় লক্ষ্মণ প্ৰভৃতি
বীৰগণ যাই লড়ি॥ ৫
(২) অনেক শণ্ডৰক অনায়োক ভুৰিতে॥ ২৯
(৩) মহন্ত লোক লড়িলন্ত তাহাৰ সখা হুই॥ ৩৬
(৪) ভোখে পিয়াসে বড় ভৈল মহাশ্ৰান্ত॥ ১৫১
(৫) জীৱ ৰাখি শত্ৰুঘনে শিশু আনিল ধৰি॥ ৩২১

## হৰিবৰৰ ভাষাৰ জতুৱা ঠাঁচ

হৰিবৰৰ ভাষা সৰহ আৰু সবল। জতুৱা খণ্ড-বাক্যৰ ব্যৱহাৰত তেওঁক প্ৰাক্‌শঙ্কৰী কালৰ ভিতৰত মাধৱ কন্দলিৰ পিছতে ধৰিব লাগিব। ইও এটা চকুত লগা কথা যে, তেওঁ য'তে তেনে খণ্ড-বাক্য প্ৰয়োগ কৰিছে তাত মূলৰ ভাষাৰপৰা অলপাকৈ হ'লেও আঁতৰি আহিছে। 'লব-কুশৰ যুদ্ধ'ৰ শেষৰ ফালে এনে প্ৰয়োগ বেছি দেখা যায়। তলত তেওঁৰ জতুৱা ব্যাক্যাংশ দুই-এটি তুলি দিয়া হ'ল।—

কোথাইৰ পাপিষ্ঠ ধোবে মুণ্ডক মাৰিল কোবে
হৃদয়ত মোৰ দিলে শাল॥ ৭২
কড়া দুইৰ ধোবাগোটে নিন্দিলেক মোক॥ ৯২
মোহোৰ জীৱন যেৱে সাধা ভাতৃ লোক। ৯৩
পাঞ্চে কি কৰিবে পাৰে মুখে উকযন্তে॥ ১৩৮
কসাঁল সাপত : পাৰ ঘেলাৱস : বাঘতো ওকণি চায়। ২৮৫
ফৰিঙ্গাৰ ঝাসে আসে মৰিবাক লাই॥ ২৯০
আজিসে বঢ়াইবি বাপু বৈৰবেসে ৰঙ্গ॥ ৩২৮
হেন জানো যমে পাত মলচিলা তোৰ। ৩৬০
সাগৰত তৰিয়া গো-খোজত গৈলো তল॥ ৪৯১
লোণ-নাৱ তল গৈল আঙ্গুলিক চাখা॥ ৫০৯
এৱেসে আমাৰ মন জুৰাইলেক পেট॥ ৫৪৮
মোৰ বুকে দিলা জুই॥ ৫৫১
হাতী গুচি মাখি ভৈলা : গো-খোজত তল গৈলা॥ ৫৫২
মোক লাগি জানোহোঁ যমৰ নাহি দূত॥ ৫৬০

## সামৰণি

অকল প্ৰাক্‌শঙ্কৰী কবি বুলিয়েই নহয়, ৰচনাৰ সাধাৰণ সৌষ্ঠৱৰ গুণতো হৰিবৰ বিপ্ৰ অসমীয়া সাহিত্যৰ এজন ডাঙৰ কবি। তেওঁৰ ভাষা বিশেষকৈ জতুৱা গুণত মনোহৰ; বৰ্ণনা প্ৰাঞ্জল আৰু সবল। দুই-এঠাইৰ কথা এৰি দি তেওঁৰ ছন্দৰ গতিও সাবলীল। 'জৈমিনীয়াশ্বমেধ'ৰপৰা আখ্যানৰ পদ তাঙনি কৰা অসমীয়া কবিসকলৰ ভিতৰত তেৱেঁই প্ৰথম আৰু প্ৰধান। তেওঁ একাধিক বিষয়ত সামঞ্জস্য থকা 'লব-কুশৰ-যুদ্ধ' আৰু 'বব্ৰুবাহনৰ যুদ্ধ'ৰ কাহিনী লৈ দুখনি সৰু কাব্য ৰচনা

কৰিছে। 'লৱ-কুশৰ যুদ্ধ'ৰ কাহিনী পিছৰ যুগৰ গঙ্গাৰাম দাস নামে এজন কবিয়েও পদত লিখিছে। মাধৱ কন্দলি নামৰ এজন কবিয়ে (ৰামায়ণী কবিজন নহয়) 'জৈমিনি-ভাৰত'ৰপৰা তাম্ৰধ্বজৰ যুদ্ধৰ আখ্যানৰ অসমীয়া ভাঙনি কৰে। ইয়াৰ বাহিৰেও গঙ্গাদাস, ভৱানীদাস আৰু সুবুদ্ধিৰায়ে 'জৈমিনি-ভাৰত'ৰ পাঁচালি-কাব্য ৰচনা কৰে। এই প্ৰকাৰে দেখা যায়, অসমত জৈমিনিৰ ৰচনাৰ বিশেষ আদৰ আছিল, আৰু তাৰপৰা কেইবাজনো অসমীয়া কবিয়ে পদ-পুথি লিখে। এতিয়ালৈকে পোৱা জৈমিনিৰ ভাঙনি কেইখনিৰ ভিতৰত হৰিবৰ বিপ্ৰৰ ভাঙনিৰ স্থান অতি বিশিষ্ট। আনফালে ৰামায়ণী কবিসকলৰ ভিতৰত হৰিবৰকো ধৰিব পাৰি। মাধৱ কন্দলি, দুৰ্গাবৰ কায়স্থ, অনন্ত কন্দলি, শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত ঠাকুৰ, ৰঘুনাথ মহন্ত, ভৱানীনাথ দ্বিজবৰ, শ্ৰীকান্ত সূৰ্যবিপ্ৰ আৰু আন ৰামায়ণ-কথা অসমীয়া ভাষাত লিখোঁতাসকলৰ মাজতো হৰিবৰৰ ঠাই বেছি তলত নিশ্চয় নহ'ব। হৰিবৰে জৈমিনিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি তেওঁৰ সৰু খণ্ডকাব্য দুখনি লিখিছে। তাৰ ভিতৰত তেওঁৰ সুকীয়া কাহিনী-পৰিৱেশ, চৰিত্ৰ-সৃষ্টি আদিৰ বাবে অৱকাশ পোৱা বা বিচৰা নাই। কিন্তু তেওঁৰ ৰচনা দুটিত তেওঁৰ কাৰ্য হ'ল কাহিনী-কওঁতা হিছাপে, আৰু তেওঁ সেই কাম বৈশিষ্ট্যেৰে সম্পাদন কৰিছে বুলি আমাৰ বিশ্বাস।

অসমীয়া ভাষাৰ ক্ৰম-বিৱৰ্তনৰ ফালৰপৰাও কবি হৰিবৰ বিপ্ৰৰ ৰচনাৰ এটি মূল্য আছে। ডক্টৰ বাণীকান্ত কাকতিয়ে সংযোজক প্ৰত্যয় (conjunctive particle) '-এৰ-' আৰু ভূতাৰ্থত (Past participle) '-ইবা-' প্ৰত্যয়ৰ ব্যৱহাৰ প্ৰাক্‌শঙ্কৰী অসমীয়া ভাষাৰ এটি লক্ষণ বুলি নিৰ্ণয় কৰিছে। 'বব্ৰুবাহনৰ যুদ্ধ'ত 'লগায়েৰ বিষ' আৰু 'চিণ্ডিয়েৰো গল' উক্ত '-এৰ-' শব্দাংশৰ প্ৰয়োগৰ উদাহৰণ। সেইখিনি পুথিতে ভূতাৰ্থত '-ইবা-' প্ৰত্যয়ৰ ব্যৱহাৰ দেখা যায়—'পাসৰিবাৰ অস্ত্ৰ-শস্ত্ৰ', 'হৰাইবাৰ মুণ্ড গোট'। বৰ্তমান প্ৰাপ্ত অৱস্থাত 'লৱ-কুশৰ-যুদ্ধ'ত '-এৰ-'যুক্ত শব্দ পোৱা নাযায়; কিন্তু '-ইবা-' প্ৰত্যয়ৰ প্ৰয়োগ একাধিক ঠাইত লক্ষ্য কৰা গৈছে —'নিবাৰ বস্তু', 'দিবাৰ শৰ', 'শনাইবাৰ শৰ', 'শিখিবাৰ শৰচয়'। এটি কথা অৱশ্যে ক'ব পাৰি যে শঙ্কৰী যুগৰ দুই-এজনৰ ৰচনাতো ভূতাৰ্থত '-ইবা-'ৰ প্ৰয়োগ চেগা-চোৰোকাকৈ দেখা পোৱা যায়। 'লৱ-কুশৰ-যুদ্ধ'ত আন এটি বিৰল প্ৰয়োগ দেখা পোৱা গৈছে '-অন্ত'-যুক্ত (দ্বিতীয় পুৰুষ) আৰু '-অন্তো'-যুক্ত (তৃতীয় পুৰুষ) অনুজ্ঞাৰ ক্ৰিয়া—'বিলম্ব নকৰি তুমি ৰথক আনন্ত', 'আসন্তো শ্বশুৰ'। 'তোথেৰ',

'বাপুতৰ', 'ৰামঠৈৰ'—এই বহু-বচনৰ সম্বন্ধ-পদকেইটা, আৰু ফাৰ্চীমূলীয় 'চাবুক' আৰু 'তুৰুক' শব্দৰ ব্যৱহাৰো মন কৰিবলগীয়া। ১১৮-১২০ পদৰ গছৰ নামবোৰৰ বহুতখিনিয়েই আজি আমাৰ অচিনাকি। হৰিবৰৰ দুইখনি খণ্ড-কাব্যতে দুই-এটি অপ্ৰচলিত শব্দ আৰু খণ্ড-বাক্য পোৱা যায়; সেইবিলাকেও তেওঁৰ ভাষাৰ প্ৰাচীনতা তথা বৈশিষ্ট্য নিৰ্দেশ কৰে।

গুৱাহাটী বিশ্ববিদ্যালয়
২৪ ডিচেম্বৰ, ১৯৫৪

### শঙ্কৰ-মাধৱদেৱ-ৰচিত

# কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা

## ভূমিকা

**শ্ৰীশঙ্কৰদেৱৰ চমু পৰিচয়ঃ** অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ বিশ্বাসমতে ১৪৪৯ খ্ৰীষ্টাব্দত বৰদোৱাত শঙ্কৰদেৱৰ জন্ম হয়। জন্মৰ সময়তেই মাতৃ-বিয়োগ ঘটে, আৰু তেওঁ তেনেই ল'ৰা কালতেই পিতাককো হেৰুৱায়। সৰু কালডোখৰ ল'ৰা-ধেমালিত কটাই বাৰ বছৰ বয়সত পঢ়াশালিত নাম লগোৱাৰ কেইবছৰমানৰ ভিতৰতে "অপ্ৰমাদী পণ্ডিত" হৈ উঠে। সাধাৰণ বিশ্বাস, 'হৰিশ্চন্দ্ৰ উপাখ্যান'খনি শঙ্কৰদেৱৰ ছাত্ৰশালিতে ৰচিত। শিক্ষা সাং কৰি তেওঁ সূৰ্য্যাৱতী আইক বিয়া কৰে ১৪৭০ চনত, আৰু পিতৃৰ বিষয়-বাব শিৰোমণি ভূঞাৰ শাসনভাৰ কান পাতি লয়। এটি কন্যা এৰি সূৰ্য্যাৱতী ঢুকোৱাত শ্ৰীশঙ্কৰৰ মনত বৈৰাগ্য জন্মে আৰু ১৪৮১ চনৰপৰা তেওঁ বাৰ বছৰ কেইজনমান সঙ্গীৰে শ্ৰীক্ষেত্ৰ পুৰীকে আদি কৰি উত্তৰ ভাৰতত ভ্ৰমণ কৰে। এই সময়ত এই অঞ্চলবেহাৰ গণতান্ত্ৰিক ৰূপৰ নৱবৈষ্ণৱ বা ভক্তি আন্দোলনেৰে স্বৰূপতঃ প্লাৱিত হৈ পৰিছিল, আৰু সম্ভৱতঃ সেই প্লাৱনৰ ঢৌৱেই শঙ্কৰদেৱৰ আধ্যাত্মিক জীৱনৰ নতুন গতি লগাই দিয়ে। এই অভিজ্ঞতাৰে ইঙ্গিত 'পাষণ্ড-মৰ্দ্দন'ৰ এটি পদত দেখা পাওঁ,—

উৰেষা বাৰাণসী ঠাৱে ঠাৱে।  
কবিৰ গীত শিষ্টসবে গাৱে॥ ৩৩২

'নাম-অপৰাধ'ত তেওঁ পদ্মপুৰাণৰ স্বৰ্গখণ্ডটি বাৰাণসীৰপৰা পোৱা বুলি কৈছে। আনফালে শ্ৰীক্ষেত্ৰতেই জগন্নাথৰ প্ৰসাদত তেওঁ জ্ঞান-ভক্তিৰ জ্যোতি লাভ কৰে বুলি বৈষ্ণৱসকলৰ ধাৰণা। তাৰপৰাই তীৰহুতৰ জগদীশ মিশ্ৰই বৰদোৱাত শ্ৰীধৰ-স্বামীৰ টীকা-সম্বলিত ভাগৱত-পুৰাণ এখনি দিয়েহি। ইয়াৰ পাছতে 'কীৰ্ত্তন-ঘোষা' পুথিৰেই শঙ্কৰদেৱে ভক্তি-প্ৰচাৰৰ প্ৰথম বাণী ঘোষণা কৰে। 'ৰুক্মিণী-

হৰণ কাব্য' সাম্প্ৰদায়িক প্ৰবাদ আৰু অন্তৰঙ্গ প্ৰমাণমতে ইয়াৰ আগৰে ৰচনা। শঙ্কৰদেৱে বৰদোৱাতে কীৰ্ত্তন-ঘৰ সাজি ভক্তিৰ প্ৰথম খুঁটিটি মাৰে আৰু সত্ৰ আৰু নাম-ঘৰৰ প্ৰথম বীজ ৰোপণ কৰে। এই সময়তেই 'চিহ্ন-যাত্ৰা'ৰে ভাওনাৰ কুৰঙ্গীৰ পাত মুকলি কৰা হয়। ইফালে, বাৰভূঞাৰ শাসন শিথিল হৈ পৰাত ওচৰ-ঘৰীয়া কছাৰীসকলে আহকাল কৰিবলৈ আৰম্ভ কৰিলে। ১৫১৬-১৭ খ্ৰীষ্টাব্দত শঙ্কৰদেৱৰ নেতৃত্বত ভূঞাসকল ব্ৰাহ্মণ আদি প্ৰজাৰে নিজ শাসন এৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ আহোম ৰাজ্যত সোমায়, আৰু কেইবাঠাইতো ৰোৱাৰ পাছত মাজুলীৰ ধুঁৱাহাট বা বেলগুৰিত সত্ৰ পাতে। তাতে ১৫২২ চনত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মিলন হয়। আহোমসকলে ভূঞাসকলক সন্দেহৰ চকুৰে চাইছিল; তাতে শঙ্কৰদেৱে ধৰ্ম-প্ৰচাৰকৰূপে প্ৰতিষ্ঠা লভাত পুৰোহিতসকলে নানাভাৱে আমনি দিবলৈ ধৰে। শেহত যেতিয়া গুৰুজনৰ জোঁৱাইক ৰজাৰ চাওডাঙে কাটিলে, তেওঁ নৰনাৰায়ণ ৰজাৰ পাণ্ডিত্যৰ কথা শুনি ১৫৪৬ চনত সঙ্গীসকলেৰে কামৰূপত প্ৰৱেশ কৰে আৰু বৰপেটা অঞ্চলৰ পাটবাউসীতে নিগাজিকৈ সত্ৰ পাতে। ইয়াৰপৰাই শ্ৰীশঙ্কৰে দ্বিতীয়বাৰ পুৰীলৈ যায়। চিলাৰায় দেৱানেও তেওঁৰ ধৰ্মগ্ৰহণ কৰে। কিন্তু কোচ ৰাজ্যতো বিদ্বেষীসকলৰ আমনিয়ে দেখা দিলে আৰু ৰজাৰ আদেশত গুৰুজন কোচবেহাৰ ৰাজচ'ৰাত হাজিৰ হ'বলগীয়া হ'ল। পিছে, ইয়াৰ ফলত মহাৰাজ নৰনাৰায়ণকো তেওঁ মিত্ৰৰূপে পালে আৰু শাস্ত্ৰ-চৰ্চা, পুথি-ৰচনা আৰু প্ৰচাৰ পূৰ্ণ উদ্যমে চলাবলৈ ধৰিলে। ১৫৬৮ চনত মাধৱদেৱৰ ওপৰত সম্প্ৰদায়ৰ ভাৰ দি শঙ্কৰদেৱ বৈকুণ্ঠী হয়।

**শ্ৰীশঙ্কৰদেৱৰ ৰচনাৱলী** ঃ আমাৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' গ্ৰন্থত শ্ৰীশঙ্কৰ গুৰুৰ ৰচনাৱলীৰ সময়ানুক্ৰম আদি বিচাৰ কৰা হৈছে, আৰু সাহিত্যিক গঢ় অনুসৰি কেইটিমান ভাগত ভাগ কৰা হৈছে। 'হৰিশ্চন্দ্ৰ উপাখ্যান' আৰু 'ৰুক্মিণী-হৰণ' উপাখ্যান-শ্ৰেণীৰ ৰচনা তেওঁৰ ডেকাকালত ৰচিত। পিছ বয়সৰ ৰচনা, ষষ্ঠ স্কন্ধ ভাগৱতৰপৰা গৃহীত 'অজামিল-উপাখ্যান', অষ্টম স্কন্ধৰ কথাৰে 'গজেন্দ্ৰোপাখ্যান', 'অমৃত-মথন' আৰু 'বলি-ছলন' আৰু দশমৰ 'কুৰুক্ষেত্ৰ'ও এই একে শ্ৰেণীৰে। ৰামায়ণৰ উত্তৰা-কাণ্ড আৰু ভাগৱতৰ প্ৰথম, দ্বিতীয়, দশম আদি, একাদশ (আন মূলৰ সংমিশ্ৰণেৰে) আৰু দ্বাদশ স্কন্ধৰ পদ-ভাঙনিক এটি সুকীয়া বিভাগত ধৰিব লাগিব। 'ভক্তি-প্ৰদীপ', 'অনাদি-পাতন' আৰু 'নিমি-নৱসিদ্ধ-সংবাদ' ভক্তি-তত্ত্বমূলক গ্ৰন্থ। সমূহীয়া গীত-প্ৰসঙ্গৰ বাবে ৰচিত কীৰ্ত্তন-ঘোষা এটি বিশিষ্ট শ্ৰেণীৰ ৰচনা;

এই পৰ্য্যায়ত 'কীৰ্ত্তন-ঘোষা' আৰু 'গুণ-মালা' পুথি পৰে। বৰগীত আৰু ভটিমা আধুনিক দৃষ্টিমতে খণ্ড-কবিতাৰ শ্ৰেণীত পৰে। সংস্কৃত তোটক ছন্দৰ (তোটয়) 'মধু-দানৱ-দাৰণ' আদি তুতিটিও ভটিমাৰ আৰ্হিৰ ৰচনা। শঙ্কৰদেৱে অঙ্ক নামেৰে এক শ্ৰেণীৰ নতুন নাটক সৃষ্টি কৰে, আৰু ইয়াৰ অন্তৰ্গত সূত্ৰধাৰ আৰু চৰিত্ৰৰ বচনসমূহেই প্ৰথম অসমীয়া গদ্যৰ নিদৰ্শন। '(বিপ্ৰ)পত্নী-প্ৰসাদ', 'কালি-দমন', 'কেলি-গোপাল', 'ৰুক্মিণী-হৰণ', 'পাৰিজাত-হৰণ' আৰু 'ৰাম-বিজয়'—এই কেইখনি নাট এতিয়াও পোৱা যায়।

অসমৰ আধ্যাত্মিক, সাংস্কৃতিক, সামাজিক জীৱনৰ ওপৰত শঙ্কৰদেৱৰ ৰচনাৰ প্ৰভাৱ প্ৰভূত। নৱবৈষ্ণৱ-ধৰ্ম-আন্দোলনৰ এটি প্ৰধান লক্ষণ গণতান্ত্ৰিকতা। এই আদৰ্শেৰে অনুপ্ৰণিত বৈষ্ণৱ সাহিত্যই অসমৰ জাতীয় সাহিত্য-ৰূপে প্ৰতিষ্ঠা লাভ কৰে; বৈষ্ণৱ ধৰ্ম্মমূলক সামাজিক পদ্ধতিয়ে অসমৰ সামাজিক জীৱনক এটি স্পষ্ট আৰু সুস্থ ৰূপ দি তোলে। এইখিনিতেই শঙ্কৰী সাহিত্যৰ সাৰ্থকতা।

'কীৰ্ত্তন-ঘোষা'—শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চন, পদ-সেৱন, দাস্য, সখিত্ব,বন্দন আৰু দেহা-অৰ্পণ—ভক্তিৰ এই নব বিধৰ ভিতৰত শঙ্কৰদেৱে শ্ৰৱণ আৰু কীৰ্ত্তনকে প্ৰধান স্থান দিছে। বৰদোৱাত জগদীশ মিশ্ৰৰ ভাগৱত-ব্যাখ্য শুনাৰ পাছত তেওঁ বুজিলে, সেই শ্ৰেষ্ঠ পুৰাণখনিয়েও

কৃষ্ণদেৱ নাম-ধৰ্ম একান্ত শৰণ।
সাধু-সঙ্গ আকে মাত্ৰ কৰে নিৰূপণ॥ (দৈত্যাৰি)

ইয়াৰ পাছতে তেওঁ একশৰণ নাম-ধৰ্মৰ ঘাই পুথি 'কীৰ্ত্তন-ঘোষা' ৰচনা কৰিবলৈ আৰম্ভ কৰে। চৰিতত আছে, যাৰ 'আজ্ঞা' পাই তেওঁ ধৰ্ম প্ৰকাশ কৰে, সেই জগন্নাথৰ মহিমা বৰ্ণোৱা 'উৰেষা-বৰ্ণনা'ৰ একৈশটি কীৰ্ত্তনেই ইয়াৰ ভিতৰত প্ৰথম। বৰদোৱাতেই সম্ভৱতঃ ভাগৱতৰ তৃতীয়, ষষ্ঠ সপ্তম, অষ্টম স্কন্ধ আদিৰপৰা 'কীৰ্ত্তন-ঘোষা'ৰ অন্তৰ্গত 'অজামিল-উপখ্যান', 'প্ৰহ্লাদ-চৰিত্ৰ', 'হৰ-মোহন', 'বলি-ছলন', 'গজেন্দ্ৰোপাখ্যান', 'চতুৰ্বিংশতি-অৱতাৰ-বৰ্ণন', আৰু 'ধ্যান-বৰ্ণন' লিখা হৈছিল। মুঠতে 'কীৰ্ত্তন-ঘোষা'ৰ যথেষ্ট এটি ডাঙৰ অংশ বৰদোৱাতে ৰচিত হয়; আৰু তাৰপৰা ১৫১৬-৩৭ ছনত পলাবৰ সময়ত সেইখিনিকে এৰি থৈ গৈ পুনৰ ঘূৰি আহি বুঢ়াৰ ভেটা কছাৰীক ঠেলি উদ্ধাৰ কৰে। বেলগুৰিত থাকোঁতে ভক্তি-বিৰোধী আন্দোলনক লক্ষ্য কৰি তেওঁ বিবিধ পুৰাণত ভেজা দি 'পাষণ্ড-মৰ্দ্দন' আৰু 'নাম-অপৰাধ' ৰচনা কৰে। এই সময়তেই শ্ৰীকৃষ্ণৰ শিশু-জীৱন বৰ্ণোৱা খণ্ডকেইটিও

ৰচিত হয়—'শিশু-লীলা', 'ৰাস-ক্রীড়া', 'কংস-বধ', 'গোপী-উদ্ধব-সংবাদ', 'কুঁজীৰ বাঞ্ছা-পূৰণ' আৰু 'অক্রূৰৰ বাঞ্ছা-পূৰণ'। এই খণ্ডকেইটি ভাগৱতৰ দশম স্কন্ধৰ পূৰ্বাৰ্দ্ধৰ ওপৰত প্ৰতিষ্ঠিত। কোচ ৰাজ্যত থাকোঁতে শঙ্কৰদেৱে সেই স্কন্ধৰ উত্তৰাৰ্দ্ধ আৰু একাদশ, দ্বাদশ স্কন্ধৰ কথাৰে 'কীৰ্ত্তন-ঘোষা'ৰ বাকীকেইটি খণ্ড ৰচে—'জৰাসন্ধৰ যুদ্ধ', 'কালিযৱন বধ', 'মুচুকুন্দ-স্তুতি,', 'স্যমন্তক-হৰণ,' 'নাৰদৰ কৃষ্ণ-দৰ্শন', 'বিপ্ৰ-পুত্ৰ-আনয়ন', 'দামোদৰ-বিপ্ৰাখ্যান', 'দৈৱকীৰ পুত্ৰ-আনয়ন', 'বেদ-স্তুতি', 'কৃষ্ণ-লীলা-মালা', 'ৰুক্মিণীৰ প্ৰেম-কলহ', 'ভৃগু-পৰীক্ষা', 'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ' আৰু 'ভাগৱতৰ তাৎপৰ্য্য'। ১৫৯৫ চনলৈকে এই বিবিধ খণ্ডবোৰ আহোম ৰাজ্য, হাজো, দক্ষিণকূল, বৰপেটা, কালজাৰ, ভৱানীপুৰ আদি ঠাইত সিঁচৰতি হৈ পৰি আছিল। মাধৱদেৱে একেলগ কৰোঁ কৰোঁ বোলোঁতেই বেহাৰলৈ যাব লগীয়া হোৱাত কৰিব নোৱাৰিলে। পিছে তেওঁ বেহাৰৰপৰাই ভাগিন ৰামচৰণ ঠাকুৰক সেই কামৰ ভাৰ দি পঠোৱাত ঠাকুৰে এবছৰমান ঘূৰি 'কীৰ্ত্তন-ঘোষা'খনি একগোট কৰি লিখি ১৫১৮ শকত (১৫৯৬ চন) জেঠ মাহত মাধৱদেৱৰ হাতত গতায়। মাধৱদেৱে

> যৈত যিবা কথা    থৈৱে লাগে থৈছে
> বিচাৰি দেখিল পাছে॥
> নলাগে লাড়িবে    ভাল আছে সবে
> এহি বুলি হাসিলন্ত। (দৈত্যাৰি)

গতিকে, 'কীৰ্ত্তন-ঘোষা'ৰ বৰ্তমান ক্ৰম ৰামচৰণৰ দ্বাৰা নিৰূপিত আৰু মাধৱদেৱৰ দ্বাৰা অনুমোদিত। প্ৰথমতে ৰচিত হোৱাতো 'উৰেষা-বৰ্ণন'টি শেষৰ ফালে স্থাপিত হোৱাটো অৰ্থপূৰ্ণ। ইফালে, 'ৰুক্মিণীৰ প্ৰেম-কলহ' আৰু 'ভৃগু-পৰীক্ষা' এই সময়তে 'কীৰ্ত্তন-ঘোষা'ৰপৰা বাদ পৰি যোৱা সম্ভৱ। ৰত্নাকৰ কন্দলিৰ 'সহস্ৰ-নাম-বৃত্তান্ত'বোধ হয় মাধৱদেৱৰ সমৰ্থনেৰে এই কালতে 'কীৰ্ত্তন-ঘোষা'ৰ অন্তৰ্গত কৰি লোৱা হয়; কাৰণ সকলো পুৰণি পুথিতেই এই খণ্ডটি আছে। শঙ্কৰদেৱৰ ৰচিত কোনো মঙ্গলাচৰণ শ্লোক নাছিল; সেইবাবে ভাগৱতৰ দুটি শ্লোক (১.৮.২১ আৰু ১০.৫২.১২) আৰু স্থা নান্তৰৰ 'বসুদেৱ-সুতং কৃষ্ণং' আদি শ্লোকটি প্ৰথমতে সন্নিৱেশ কৰা হয়। 'মূকং কৰোতি বাচালং'—এইটি শ্লোক সকলো পুৰণি পুথিত নাই। মাধৱৰ ভণিতাযুক্ত 'ধ্যান-বৰ্ণন'ৰ তৃতীয় কীৰ্ত্তনটি আৰু শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা-যাত্ৰা' কেতিয়া কেনেকৈ 'কীৰ্ত্তন-ঘোষা'ৰ ভিতৰ সোমাল, বুজা টান।

১। 'চতুৰ্বিংশতি-অৱতাৰ বৰ্ণন' ঃ ভাগৱত-পুৰাণৰ প্ৰথম স্কন্ধৰ তৃতীয় অধ্যায়ত ভগৱন্তৰ আদি অৱতাৰ পুৰুষ আৰু অন্যান্য বাইশটি অৱতাৰৰ বৰ্ণনা দিয়া হৈছে, যদিও হৰিৰ অৱতাৰ অসংখ্য (অৱতাৰহ্য সংখ্যেয়া হৰেঃ সত্ত্বনিধেঃ)। দ্বিতীয় স্কন্ধৰ সপ্তম অধ্যায়ত চৌবিশটি লীলা-অৱতাৰৰ কথা কোৱা হৈছে। ঘাইকৈ এই দুটিৰ প্ৰথমটি অধ্যায়ৰপৰাই শঙ্কৰদেৱে 'চতুৰ্বিংশতি-অৱতাৰ-বৰ্ণন'ৰ প্ৰথম একৈশটি অৱতাৰ নতুন ক্ৰমত বৰ্ণনা কৰিছে—মৎস্য, কূৰ্ম, যজ্ঞ-বৰাহ, নৰসিংহ, বামন, পৰশুৰাম, শ্ৰীৰাম, বলৰাম, বুদ্ধ, কল্কি, সনৎকুমাৰ, নাৰদ, নৰ-নাৰায়ণ, কপিল, দত্তাত্ৰেয়, যজ্ঞ, ঋষভ (এওঁ জৈন তীৰ্থঙ্কৰ), পৃথু, ধন্বন্তৰি, মোহিনী, ব্যাস। ইয়াৰ ভিতৰতে নাৰদ আৰু মোহিনীৰ কথা মাথোন দ্বিতীয় স্কন্ধৰ প্ৰথম অধ্যায়ত নাই। এই অধ্যায়ৰপৰা হয়গ্ৰীৱ আৰু গ্ৰাহৰ কবলৰপৰা গজেন্দ্ৰক ৰক্ষা কৰোঁতা আৰু ধ্ৰুৱক দেখা দিওঁতা হৰি অৱতাৰ আৰু অষ্টম স্কন্ধৰপৰা সাগৰ-মন্থনত আৰু দেৱৰ পুক্ষৰ হৈ দৈত্যৰ লগত যুঁজা অৱতাৰ যোগ দি শঙ্কৰদেৱে চৌবিশ সংখ্যা পূৰ কৰিছে।

২। 'নাম-অপৰাধ' ঃ এই খণ্ড পদ্ম-পুৰাণৰ স্বৰ্গ-খণ্ডৰ ৪৮শ আৰু ৩৪শ অধ্যায়ৰপৰা লিখা। ৪৮শ অধ্যায়ৰ নাম-অপৰাধ সম্বন্ধীয় ৪০-৫৭-সংখ্যক শ্লোকখিনি অনুবাদ কৰা হৈছে। মন কৰিবলগীয়া, নাম-অপৰাধৰ শাস্তি কি, তাক স্পষ্ট কৰিবৰ বাবে মাজে মাজে একেশাৰী কথা যোগ দিয়া হৈছে; যেনে—

অষ্টাঙ্গ-যোগে তাৰ নাহি শুদ্ধি॥ ১৯
অধক যায় সিও হয় কলা।
বাইবেক কাণত তপত শলা॥ ২১
ভূজিবেক কাকে জিহ্বা উভাৰি॥ ২৩

৩২-৩৫ পদকেইটি শঙ্কৰদেৱে ঠিক ক'ৰপৰা গ্ৰহণ কৰিছে, বুজিব পৰা নহ'ল। যদি পদ্ম-পুৰাণৰ স্বৰ্গ-খণ্ডৰপৰাই আহিছে, সেইখিনি ৩৪.১৩-১৫-৬-৩২.৬ শ্লোকৰ কথাৰ নতুন গাঁথনি হ'ব পাৰে। নহ'লেবা গুৰুজনাই "আসিল শাস্ত্ৰ বাৰণসী হস্তে" বোলোঁতে পদ্ম-পুৰাণৰ কথা কোৱা নাই, আন কোনো শাস্ত্ৰৰ কথাহে কৈছে, য'ৰপৰা নাম-মহাত্ম্যৰ বৰ্ণনা লোৱা হ'ল।

৩। 'পাষণ্ড-মৰ্দ্দন' ঃ ভাগৱত-পুৰাণৰ বাৰওটা স্কন্ধৰপৰা ভক্তি-প্ৰতিপাদক আৰু অভক্ত-নিন্দক শ্লোক বাছি তাৰ লগতে পদ্ম-পুৰাণৰ উত্তৰ-খণ্ডৰ বৃহৎ-সহস্ৰনাম, বৃহন্নাৰদীয়-পুৰাণ, বিষ্ণু-ধৰ্মোত্তৰ আৰু সুত-সংহিতা নামৰ সংস্কৃত

পুথিৰপৰা কথা লৈ শঙ্কৰদেৱে এইখণ্ড কীৰ্ত্তন-ঘোষা ৰচনা কৰিছে। ইয়াৰ ভিতৰত সুত-সংহিতা নামৰ পুথিখনি এতিয়াও আমাৰ দৃষ্টিগোচৰ হোৱা নাই। ৰত্নাকাৰ মিশ্ৰৰ 'ব্ৰহ্মগীতা'খনিও এই সুত-সংহিতাৰপৰাই ভঙা হৈছে। 'পাষণ্ড-মৰ্দ্দন'ৰ সংশ্লিষ্ট পদৰ (১৭-১৯) লগত মিশ্ৰৰ ৰচনাৰ মিল দেখা যায়। অধ্যাপক Winternitz-এ স্কন্দ-পুৰাণৰ 'সংহিতা' নামৰ ছটা ভাগৰ কথা উল্লেখ কৰিছে। ইয়াৰ ভিতৰৰ 'সুত-সংহিতা' তিনি খণ্ড হৈ ছপা হৈ ওলাইছেও, কিন্তু তাৰ লগত 'পাষণ্ড-মৰ্দ্দন' বা 'ব্ৰহ্ম-গীতা'ৰ পদৰ সামঞ্জস্য দেখা পোৱা নগ'ল। গতিকে অসমত প্ৰচলিত 'সুত-সংহিতা' গৱেষণাৰ বিষয় হৈ থাকিল।

'কথা-গুৰুচৰিত'ৰ মতে 'পাষণ্ড-মৰ্দ্দন' গুৰুজনাই ধুঁৱাহাট বেলগুৰিত থাকোঁতে দুটা বৌধমতীয়া টাটকীয়া বা পাষণ্ড বাজীকৰক তাৰপৰা আঁতৰাবৰ মনেৰে ৰচনা কৰিছিল। আনফালে দৈত্যাৰি ঠাকুৰে বৰপেটাৰ চৰিত-প্ৰসঙ্গতহে 'পাষণ্ড-মৰ্দ্দন'ৰ উল্লেখ কৰিছে। যাজক ব্ৰাহ্মণসকলে ভক্তসকলক নানা ঠাট্টা-মস্কৰা কৰে আৰু ব্যঙ্গ-কবিতা ৰচি গাই শুনায়। ভক্তিৰ এনে প্ৰতিৰোধৰ উত্তৰস্বৰূপে শঙ্কৰদেৱে 'পাষণ্ড-মৰ্দ্দন' ৰচনা কৰিলে। বেলগুৰিত যি সময়ত ভক্তিৰ বিৰোধ বৰ বেছি হৈছিল, সেই সময়তে 'পাষণ্ড-মৰ্দ্দন' ৰচিত হোৱা সম্ভৱ। এই খণ্ডটিৰ শেষৰ পদকেইটিত (পদ ৭১-৭৩) এনে বিদ্বেষৰ প্ৰতি ইঙ্গিত স্পষ্ট হৈ উঠিছে। ভক্তি-বিদ্বেষী দলত বেদান্তী পণ্ডিতো আছিল। 'পাষণ্ড-মৰ্দ্দন'ত পুৰাণ-সূৰ্য ভাগৱত-পুৰাণ যে বেদান্তৰ পৰম-তত্ত্ব-স্বৰূপ, এই কথা এবাৰ কৈও দোহাৰিছে। আনফালে ভক্তিয়েযে জাতি-অজাতি নিবিচাৰি সকলোকে নৰোত্তম কৰে, এই কথাতো ভিৰ দিয়া হৈছে। জন্ম-জন্মান্তৰৰ সাধন নোহোৱাকৈ জ্ঞানপথ বা কৰ্ম্মপথতকৈও শ্ৰেয়ঃ ভক্তিয়ে পৰম গতি দিব পাৰে।

৪। **'ধ্যান-বৰ্ণন'**: দ্বিতীয় স্কন্ধ ভাগৱতত (২.২.৮-১৩) যোগীসকলে কেনেকৈ হৃদয়ত চতুৰ্ভুজ পুৰুষৰ অঙ্গুষ্ঠ-মাত্ৰ ৰূপ ধাৰণাৰ দ্বাৰা স্মৰণ কৰে, তাৰ বৰ্ণনা দিয়া হৈছে,—

> কেচিৎ স্বদেহান্তৰ্হৃদয়াৱকাশে প্ৰাদেশমাত্ৰং পুৰুষং বসন্তম্।
> চতুৰ্ভুজং কঞ্জ-ৰথাঙ্গ-শঙ্খ-গদাধৰং ধাৰণয়া স্মৰন্তি॥...
> একৈকশোঽঙ্গানী ধিয়ানুভাৱয়েৎ পাদাদি যাৱদ্ধসিতং গদাভৃতঃ।

স্থানান্তৰত (২.৯.১৪-১৬) কেনেকৈ ব্ৰহ্মাই ভগৱন্তক স্ব-লোকত সেই চতুৰ্ভুজ ৰূপত দেখা পাইছিল, তাৰ কথা আছে। তৃতীয় স্কন্ধত (৩.১৫.১৪-১৬) সনকাদি

চাৰি সিদ্ধই দেখামতে বৈকুণ্ঠৰ বৰ্ণনা সন্নিৱেশ কৰা হৈছে আৰু (৩.২৮.১০-৩২) যোগীসকললৈ বৈকুণ্ঠস্থ ভগৱন্তৰ ৰূপ-চিন্তনৰ উপদেশ আছে। 'ধ্যান-বৰ্ণন'ত বৈকুণ্ঠ আৰু বৈকুণ্ঠ-পতিৰ ধ্যান ভাগৱতৰ এই বিবিধ বৰ্ণনাৰ অনুৰূপ। 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ প্ৰথম কীৰ্ত্তনৰ বৈকুণ্ঠৰ চিত্ৰ আৰু তৃতীয় কীৰ্ত্তনৰ বৈকুণ্ঠ-পতিৰ ছবি এই প্ৰসঙ্গত তুলনীয়। কিন্তু শ্ৰীশঙ্কৰদেৱে বাহুল্য বাদ দি যেনে পৰিপাটিকৈ চিত্ৰ দুটি সজাইছে, সি তেওঁৰ মনোৰম বৰ্ণনা-শক্তিৰে পৰিচয় দিয়ে।

৫। 'অজামিলোপাখ্যান' ঃ শুক মুনিয়ে প্ৰবৃত্তি-নিবৃত্তি, ধৰ্ম-অধৰ্ম, মনু-মন্বন্তৰ, স্বৰ্গ-নৰক, গ্ৰহ-নক্ষত্ৰ, নৈ-নলা, পৰ্বত-উদ্যান আদিৰ বৰ্ণনা দিয়াৰ পাছত ষষ্ঠ স্কন্ধৰ আৰম্ভতে পৰীক্ষিত ৰজাই প্ৰশ্ন কৰিছে, আৰু সমিধানত শুক মুনিয়ে কৈছে— দেহা থাকিলেই বেহা, জীয়াই থাকোঁতে মানুহে পাপ ক্ষয় কৰি নল'লে, মৃত্যুত চৌৰাশী নৰকৰ যন্ত্ৰণা লাগি আছেই। পাপৰ গুৰুত্ব-লঘুত্ব অনুসৰি প্ৰায়শ্চিত্তৰ ব্যৱস্থা স্মৃতিত কৰা আছে। কিন্তু মনু আদিৰ বিহিত প্ৰায়শ্চিত্ত 'কুঞ্জৰ-শৌচৱৎ'—হাতীৰ গা ধোৱাৰ দৰে। সঁচা কথা, ব্ৰহ্মচৰ্য, শম, দম, ত্যাগ, সত্য, শৌচাদি আচৰি 'শ্ৰদ্ধয়ান্বিতাঃ' হৈ লোকে ডাঙৰ পাপো নষ্ট কৰে। কিন্তু শ্ৰেষ্ঠ পথ 'মহাজনো যেন গতঃ।' এই বুলি শুক মুনিয়ে কান্যকুঞ্জৰ এক ভ্ৰষ্টাচাৰ দ্বিজৰ পুৰাণ-ইতিহাস বৰ্ণাবলৈ ধৰিছে। শ্ৰীশঙ্কৰদেৱে এই পাতনি নিদি পোনে পোনে কাহিনী আৰম্ভিছে। বিৱৰণ-পটু কবিয়ে সকলো বৰ্ণনাতে নিজৰ বোল দি গৈছে। তেওঁৰ যমদূতৰ বৰ্ণনা মূৰ্তিমান। যমদূতৰ মুখেদি বিষ্ণু-পাৰিষদৰ বৰ্ণনাত সেইদৰে নিজৰ কল্পনা-সঙ্গতি অনুক্ৰমে অৱয়ৱবোৰ বৰ্ণাইছে। আৰু আৱশ্যক-বোধে নিজৰ কল্পনাৰে কোনো অপূৰণ অৱয়ৱ পূৰাই দিছে। মূলত য'ত মাত্ৰ 'পদ্মপলাশাক্ষ' বুলি আছে, কবিয়ে সেই ছবিত আৰু কেইডালমান ৰেখাৰে কান্তিময় ভ্ৰূ, তিল-ফুল, নাক, ৰাতুল অধৰ আৰু মুকুতা-মণি দাঁত দি সম্পূৰ্ণ কৰিছে, গজমুকুতাৰ হাৰ, কেয়ূৰ-কঙ্কণ, সোণৰ কাঞ্চী-কিঙ্কিণী পিন্ধাই দিছে। এই কল্পনা-বিলাসেই কবিৰ বৰ্ণনাক মৌলিকতাৰ আভাস দিছে।

মূলত পোনতে বিষ্ণু-পাৰ্ষদে যমদূতক ধৰ্ম-অধৰ্ম, দণ্ড-বিধানৰ বিষয়ে প্ৰশ্ন কৰিছে; যমদূতে যথাযথ উত্তৰ দিছে আৰু অজামিলৰ জীৱনৰ আগছোৱাৰ বেদাধ্যয়ন, সদাচাৰৰ পুণ্যশীল দিনবোৰৰ লগত পিছৰ জীৱনৰ ব্যভিচাৰৰ কথা কৈ অজামিলক অকৃত-প্ৰায়চিত্ত বুলি সাব্যস্ত কৰিছে (৬.১.৩৭-৬৮)। এই কথা শুনি বৈষ্ণৱসকলে ঠোঁট আছাৰিছে, যমদূতক গৰিহিছে। এই উপাখ্যানৰ সাৰ-মৰ্ম্ম

নাম-মাহাত্ম্য আৰু সেই প্ৰসঙ্গতে স্মাৰ্ত বিধি-বিধানতকৈ নামৰ শ্ৰেয়স্কৰতা।

বৈষ্ণৱসকলে 'ভাগৱত-ধৰ্ম সুবিনিৰ্ণীত' (৬.২.২০) কৰি যমপাশৰপৰা হাত সাৰাৰ পাছত শ্ৰীশঙ্কৰদেৱে কাহিনীৰ সামৰণি মাৰিছে—'বিষ্ণুক চিন্তিয়া চতুৰ্ভুজ ৰূপে বৈকুণ্ঠক আৰোহিল।' ইয়াৰ কাৰণ, কবিয়ে উপাখ্যানটো ঘটনাবহুল নকৰি তথ্যপূৰ্ণ কৰিবলৈ বিচাৰিছে। কিন্তু বহুতৰে মনত দ্বিধা বৈ যাব, নিজৰ সন্তানৰ নাম লওঁতেই কেনেকৈ অজামিলে সাৰূপ্য মুক্তি লাভ কৰিব পাৰে? পতিত ব্ৰাহ্মণ হ'লেও, বেদ-পৰায়ণ অজামিলে বেশ্যাৰ গৰ্ভৰ সন্তানক 'নাৰায়ণ' নাম দিয়াৰ নিশ্চয় অৰ্থ আছে ঃ যি নামৰ প্ৰতি শ্ৰদ্ধা নাই, নিজৰ 'অতি মাত্ৰায় দয়িত' (৬.১.২৪) পুত্ৰক সেই নামে মাতিবলৈ ভাল নাপালেহেঁতেন। পতিতা-পুত্ৰ নাৰায়ণৰ নামেই শ্ৰীপতি বৈকুণ্ঠপতিৰ পতিত-পাৱন নামত (হৰের্নাম পুত্ৰোপচাৰিতম্) পৰিণত হৈছে (৬.২.৩৪)। অজামিল-উপাখ্যানৰ দ্বিতীয় তথ্য সৎ-সঙ্গৰপৰা পবিত্ৰতা লাভ। চাৰি বৈকুণ্ঠীৰ দৰশন-পৰশনত অজামিলৰ আত্মাৰ ক্লেদ আঁতৰিছে। কামিনীময়ী আত্মা-মায়া, "মিথ্যা-পদাৰ্থ", অহম্মম ভাব সূৰ্যৰ সোণালী কিৰণ লাগি কুঁৱলী আঁতৰাদি অন্তৰ্হিত হৈছে। এয়ে সৎসঙ্গ-মাহাত্ম্য। মায়া-নিৰ্মুক্ত অজামিলে হৰিদ্বাৰৰ এটি দেৱ-মন্দিৰত কঠোৰ যোগ-সাধনা কৰি ব্ৰহ্মস্বৰূপত সমাধি লাভ কৰে আৰু শৰীৰ এৰি বৈকুণ্ঠৰ পাৰিষদ-ৰূপ পায়।

কবিয়ে নাম-মাহাত্ম্য সম্বন্ধীয় যমৰ বচনখিনি সযত্নে অনুবাদ কৰিছে। সেইদৰে ভাগৱতত শুকৰ উপসংহাৰক (৬.৩.৩১-৩৩) কবিয়ে অন্য এটি ৰূপ দি লৈছে বৃহন্নাৰদীয়, বিষ্ণুপুৰাণ, বিষ্ণুধৰ্মোত্তৰ আদিৰ সহায়েৰে।

৬। 'প্ৰহ্লাদ-চৰিত্ৰ' ঃ 'প্ৰহ্লাদ-চৰিত্ৰ' খণ্ডক দুটা ভাগত ভগাব পাৰি। প্ৰথম সাতটি কীৰ্ত্তন প্ৰহ্লাদৰ চৰিত্ৰৰ পূৰ্বকথা। বাকী ১৫টি কীৰ্ত্তন গোটেই খাই প্ৰহ্লাদৰ ভক্ত-জীৱন বৰ্ণনা কৰিছে। প্ৰথম সাতটি কীৰ্ত্তন ভাগৱতৰ তৃতীয় স্কন্ধৰ ১৫-১৬ অধ্যায়ৰপৰা গ্ৰহণ কৰা হৈছে। ভাগৱতত এইখিনি মৈত্ৰেয় বিদুৰ-সংবাদ হিচাপে আছে। সেই সংবাদৰ ভিতৰতো আকৌ হিৰণ্যকশিপু-হিৰণ্যাক্ষৰ বৈকুণ্ঠ-জীৱন ব্ৰহ্মাই দেৱতাসকলৰ আগত বৰ্ণনা কৰিছে। কিন্তু কীৰ্ত্তনৰ এই খণ্ডৰ আৰম্ভতে আছে—"যুধিষ্ঠিৰ আগে নাৰদে কৈল।" অৱশ্যে নাৰদেও চাৰিটি শ্লোকেৰে (৭.১.৩৫-৩৮) এই পৰ্বকথাৰ আভাস দিছে। কিন্তু ভাগৱতত প্ৰকৃততে এই খণ্ডৰ দ্বিতীয় ভাগহে যুধিষ্ঠিৰৰ সাক্ষাতত নাৰদৰ মুখত বেকত হৈছিল (৭.১. অ°)। ইফালে কীৰ্ত্তনত আকৌ গোটেই আখ্যানৰ মোখনি মাৰিছে শুক মুনিয়েহে।

ভাগৱতৰ পদাঙ্ক অনুসৰি গুৰুজনাই বৈকুণ্ঠৰ বৰ্ণনা দিছে; কিন্তু নিজৰ কল্পনাক অস্বীকাৰ নকৰি ঠায়ে ঠায়ে নতুন পৰশ বুলাইছে; অনুবাদ কৰিবলগীয়া শ্লোকৰ মাজতে দৃষ্টি বদ্ধ নাৰাখি আন ঠাইৰপৰা সেই দৃশ্যৰ বাবে ৰং গোটাইছে (ভাগৱত ২.৯.১০)।

ভাগৱতৰ সপ্তম স্কন্ধত জয়জয়তে পৰীক্ষিতে শুকদেৱক সুধিছে ঃ "যিজনা সকলো প্ৰাণীৰ প্ৰতি সম, প্ৰিয় আৰু সুহৃৎ, সেই ভগৱন্তই ইন্দ্ৰৰ পক্ষপাতিতা কৰি বিষম হৈ কিয় দৈত্য-দানৱক বধ কৰে" (৭.১.১.)? ইয়াৰ সমিধানত শুকমুনিয়ে পৰমাত্মা যে কাল-মায়াদিৰ অতীত, নিমিত্ত-ভেদে ভগৱন্তৰ বৈষম্য ঘটিলেও তেওঁযে সদায় সম, যুধিষ্ঠিৰক এই কথা বুজাই দিছে। আৰু কৈছে, ৰাজসূয় যজ্ঞত শিশুপালক বধ কৰি ভগৱন্তই সাযুজ্য-মুক্তি দিয়া দেখি এদিন যুধিষ্ঠিৰৰ মনতো এই একে প্ৰশ্নৰ উদয় হৈছিল আৰু নাৰদে সেই সংশয় গুচাবলৈ আদি-দৈত্য হিৰণ্যকশিপু-হিৰণ্যাক্ষৰ 'ইতিহাস'ৰ উদাহৰণ দিছিল। সপ্তম স্কন্ধৰ ২-১০ অধ্যায়ৰপৰা কাহিনী গ্ৰহণ কৰা হৈছে। ঠায়ে ঠায়ে বিৱৰণ বাদ দি কথা সংক্ষেপ কৰা হৈছে। বৰাহৰূপী দেৱতাৰ পক্ষপাতী ভ্ৰাতৃহন্তা বিষ্ণুৰ প্ৰতি হিৰণ্যকশিপুৰ প্ৰতিহিংসাৰ জুইকুৰাই এই কাহিনীৰ motif বা মূল-সূত্ৰ যোগাইছে। দৈত্যৰাজৰ আদেশত দৈত্যবোৰে গাঁও-নগৰ হাবি-জনপদত কি বিভ্ৰাটৰ সৃষ্টি কৰিছে, তাৰ বৰ্ণনা সংযোজিত নহ'ল। শ্ৰীশঙ্কৰে শোকসন্তপ্ত জ্ঞাতিৰ প্ৰতি হিৰণ্যকশিপুৰ সান্ত্বনা-বাণী আৰু পৰম-তত্ত্ব-মূলক স্তুতি-নতি (৩.২৬-৩৪) সংক্ষিপ্ততাৰ খাতিৰত বাদ দিছে। সেইদৰে অষ্টম অধ্যায়ৰ সিদ্ধ, মনু, প্ৰজাপতি, গন্ধৰ্ব, চাৰণ, যক্ষ, কিম্পুৰুষ, কিন্নৰসকলৰ স্তুতি আৰু প্ৰহ্লাদৰ স্তুতিৰ কিছু অংশ (৭.৯.১৮-২৬,২৮-৩৯,৪২-৫০) বাদ দিয়া হৈছে।

প্ৰথম-দ্বিতীয় কীৰ্ত্তনত বৈকুণ্ঠৰ, অষ্টম কীৰ্ত্তনৰ হিৰণ্যকশিপুৰ তপৰ প্ৰভাৱৰ, দ্বাদশ কীৰ্ত্তনত প্ৰহ্লাদৰ ওপৰত হোৱা শাস্তিৰ, সপ্তদশত নৃসিংহৰ, অষ্টাদশত নৃসিংহ-হিৰণ্যৰ যুদ্ধৰ বৰ্ণনা—প্ৰতিটিয়েই চমকপ্ৰদ। চতুৰ্থ, দ্বাদশ, ত্ৰয়োদশ, পঞ্চদশ, বিংশ কীৰ্ত্তনত ভক্তিতত্ত্ব মধুৰভাৱে প্ৰকাশিত হৈছে। ছন্দৰ বিষয়তো এইখণ্ড বিচিত্ৰ। আখ্যানটি মনোৰসাত্মক কৰিও ভক্তিক প্ৰতিপাদন কৰা হৈছে। এই সকলোখিনি সৌন্দৰ্য্য লৈ এই ভাগ 'কীৰ্ত্তন-ঘোষা' এটি বিশিষ্ট আৰু ভক্ত-জন-প্ৰিয় খণ্ড। 'প্ৰহ্লাদ-চৰিত্ৰ' সম্ভৱতঃ বৰদোৱাতে ৰচিত হৈছিল, বেলগুৰিত ইয়াৰ কীৰ্ত্তন গোৱা কথা চৰিতত বৰ্ণিত আছে।

৭। 'গজেন্দ্ৰোপাখ্যান' ঃ ভাগৱত ৮.২-৪ অধ্যায়ৰপৰা গৃহীত। ইয়াৰ বিষয়বস্তু ক্ষীৰ-সাগৰৰ আৰু গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধৰ বৰ্ণনা। 'হৰমোহন'ৰ দৰে মূলত অনেক ফল-ফুল, বৃক্ষ-পক্ষীৰ নাম আছে। অনুবাদত সেই সকলো নাম গ্ৰহণ কৰা হোৱা নাই। বৰং কবিৰ যেনেবিলাক পৰিচিত, তেনে নাম মূলৰপৰা বা নতুনকৈ বৰ্ণনাৰ ভিতৰত তেওঁ সন্নিৱেশ কৰিছে। তেওঁ গজেন্দ্ৰৰ স্তুতি (৮.৩.২-২৯) বাদ দিছে। ভাগৱতৰ চতুৰ্থ অধ্যায়ত উপাখ্যানটিৰ পূৰ্বকথা বৰ্ণিত হৈছে। সেই সৰোবৰতে এসময়ত হূহূ গন্ধৰ্ব্ব তিৰোতাসকলেৰে জলক্ৰীড়া কৰি আছিল। দেৱল ঋষি আহি গা ধুবলৈ বুৰ মাৰোঁতেই ধেমালিতে হূহূৱে ঠেঙত ধৰি ঋষিক টানিবলৈ ধৰাত ঋষিয়ে গন্ধৰ্বক সেই সৰোবৰতে গ্ৰাহ-ৰূপ ধৰি থাকিবলৈ শাপ দিলে, আৰু হূহূৱে বহু স্তৱ কৰাত সেই সৰোবৰলৈ অহা গজেন্দ্ৰক ধৰিলে শ্ৰীহৰি আহি তেওঁক মুক্ত কৰিব বুলি ক'লে। সেইমতেই এতিয়া ভগৱন্তৰ কৃপাত পাপ-মোচন হোৱাত সেই গন্ধৰ্বই ভগৱন্তক প্ৰণাম, প্ৰদক্ষিণ কৰি সকলোৰে চাই থাকোঁতে থাকোঁতেই লোকং স্বমগান্মুক্তকিল্বিষঃ' ৮.৪.৫)। গজেন্দ্ৰও পূৰ্ব-জন্মত আছিল দ্ৰাবিড়শ্ৰেষ্ঠ পাণ্ড্যদেশীয় বিষ্ণুব্ৰত-পৰায়ণ ৰাজৰ্ষি ইন্দ্ৰদ্যুম্ন। তেওঁ মলয়াচলত আশ্ৰম পাতি এদিন অচ্যুত ভগৱন্তক পূজা কৰি থাকোঁতেই সশিষ্যে অগস্ত্য ঋষি তেওঁৰ আগত উপস্থিত হ'ল। অগস্ত্যক মাত-বোল নকৰা বাবে খঙত ঋষিয়ে ৰজাক হাতী হ'বলৈ অভিশাপ দিলে। কিন্তু অতদিনে হৰিক আৰাধনা কৰা হাতী হৈও ৰজাই পূৰ্ব-জন্মৰ স্মৃতি পাহৰা নাছিল।

৮। 'হৰমোহন' ঃ ভাগৱত ৮.১২ অধ্যায়ৰপৰা গৃহীত। এই খণ্ডত শঙ্কৰদেৱৰ মৌলিক বৰ্ণনা-শক্তিৰ পৰিচয় পোৱা যায়। ভাগৱতৰ শ্লোকে তেওঁৰ কল্পনাক বাধা নিদি উৰাও হ'বলৈহে অনুপ্ৰেৰণা দিছে। প্ৰতিধ্বনি সৰু-বৰ ছবিকে তেওঁ নিজা কল্পনাৰে মূৰ্ত্তমান কৰি তুলিছে। (১) বিষ্ণুপুৰীত বিষ্ণুৰ বৰ্ণনা, (২) বিষ্ণুৰ কাষত মহাদেৱৰ প্ৰাৰ্থনাৰ একাংশ (পদ ১২-১৩), (৩) মহাদেৱক নাৰী-মায়া দেখুৱাবলৈ বিষ্ণুৰ অনিচ্ছা-প্ৰকাশ, (৪) কামাতুৰ মহাদেৱৰ কাতৰ কাম-বাণী, (৫) সেই অৱস্থাত ঋষিসকলৰ উক্তি (সঙ্কেত-মাত্ৰ মূলত আছে), (৬) শঙ্কৰৰ অনুশোচ, (৭) পাৰ্ব্বতীৰ ওচৰত শঙ্কৰৰ কৈফিয়ৎ-তলব,—এই সকলোখিনি কবিৰ সৃষ্ট বুলি ক'ব পাৰি। কথোপকথনৰ যি অংশ কবিয়ে নিজে লগাই দিছে, তাৰপৰা দৃশ্যবোৰ অধিক জীৱন্ত আৰু পাঠকৰ চিনাকি যেন হৈ পৰিছে। বিশেষকৈ পাৰ্বতীৰ ওচৰত শঙ্কৰৰ কৈফিয়ৎ আমোদদায়ক। উপবনৰ আৰু ভগৱানৰ নাৰী-ৰূপৰ বৰ্ণনা শ্ৰীশঙ্কৰদেৱৰ

মনোৰম সৃষ্টি। মূলত এই বৰ্ণনা নাই। এটি মাত্ৰ শ্লোকে কবিৰ এখন বিস্তৃত কল্পনা-ৰাজ্যৰ সঁহাৰি দিছে,—

ততো দদৰ্শোপৱনে ৱৰস্ত্ৰিয়ং বিচিত্ৰপুষ্পাৰুণপল্লৱদ্ৰুমে।

বিক্ৰীড়তীং কন্দুকলীলয়া লসদ্দু কূলপৰ্যস্তনিতম্বমেখলাম্॥ ৮.১২.১৮

কিন্তু এই বিচিত্ৰ-পুষ্প-অৰুণ-পল্লৱ-দ্ৰুম-সুশোভিত চিত্ৰৰ প্ৰতিটি বিভিন্ন আঁচোৰ কবিৰ লেখনীৰ। এই উপবনত "ছয় ঋতু এককালে বসন্ত উদয়।" ভাগৱতৰ ব্ৰহ্মাৰ মুখত বৈকুণ্ঠৰ বৰ্ণনা (৩.১৫.১৭-১৯) ক্ষীৰ-সাগৰৰ মাজৰ ত্ৰিকূট পৰ্বতৰ বৰ্ণনা (৮.২.১০-২০) আদিয়ে কবিক সেই চিত্ৰৰ ইঙ্গিত যোগোৱাটো সম্ভৱ। এই খণ্ডটিত হাস্যৰসৰ আভাস এটি দূৰে দূৰে খেলি থকা দেখা যায়।

৯। **'বলি-ছলন'** ঃ বলি-ছলনৰ পাঁচটি কীৰ্ত্তন শ্ৰীশঙ্কৰদেৱৰ 'বলি-ছলন' নামৰ উপাখ্যানৰ অন্তৰ্গত ৩৩ টি পদ মাথোন। সম্ভৱতঃ কীৰ্ত্তনখিনি আগতে ৰচিত হয়। আৰু পিছত পাটবাউসীত 'বলি-ছলন' উপাখ্যান ৰচনাৰ সময়ত সেইখিনি তাৰ অন্তৰ্ভুক্ত কৰা হয়। উপাখ্যানটি ভাগৱত-পুৰাণ আৰু বামন-পুৰাণৰ মিশ্ৰ দি লিখা হৈছে। কীৰ্ত্তনখণ্ডক 'ভাগৱত-পদচয়' বোলা হৈছে আৰু শুকমুনিয়ে সেয়া পৰীক্ষিতক শুনাইছে। ভাগৱতত বলিৰ কাহিনী বলি সুতলপুৰীলৈ যোৱাৰ লাগে লগে শেষ হৈছে। দ্বাবিংশ অধ্যায়ত বামনে বলিক বিশ্বকৰ্মা-নিৰ্মিত সুতললৈ সপৰিবাৰে যাবলৈ কৈ কয়,—

ন ত্বামভিভৱিষ্যন্তি লোকেশাঃ কিমুতাপৰে।  
ত্বচ্ছাসনাতিগান্দৈত্যাংশ্চক্ৰং মে সুদয়িষ্যতি॥ ৩৪  
ৰক্ষিষ্যে সৰ্বতোঽহং ত্বাং সানুগং সপৰিচ্ছদম্।  
সদা সন্নিহিতং ৱীৰ তত্ৰ মাং দ্ৰক্ষ্যতে ভৱান্॥ ৩৫  
তত্ৰ দানৱদৈত্যানাং সংগাত্তে ভাৱ আসুৰঃ।  
দৃষ্ট্বা মদনুভাৱং ৱৈ সদ্যঃ কুণ্ঠো ৱিনংক্ষ্যতি॥ ৩৬

ত্ৰয়োবিংশ অধ্যায়ত প্ৰহ্লাদকো বলিৰ লগত যাবলৈ ভগৱন্তই নিৰ্দেশ দিয়ে আৰু কয় যে তেৰোঁ নিজে হাতত গদা লৈ তাত সদায় থাকিবগৈ। দেখা যায়, শঙ্কৰদেৱে মাত্ৰ এইখিনি কথাৰ ওপৰতে সুতলপুৰীত বলিৰ ভক্তি-প্ৰকাশক কাৰ্য্য বৰ্ণাইছে। ৰমমুৰীয়া দৈত্যসকলৰ সুখ, বলিৰ সমালোচনা, সভাসদৰূপী সুদৰ্শন চক্ৰৰ ভীতি-প্ৰদৰ্শন আৰু বলি-নিয়োজিত ভক্তিৰ দেৱানৰ কৰ্তব্য-পালনত বৰ্ণনা বিশেষকৈ ভাষা আৰু ছন্দৰ গুণত শক্তিশালী।

১০। 'শিশু-লীলা' : এইখণ্ড কীৰ্ত্তনত জন্মৰেপৰা কালিয়-দমনলৈকে শ্ৰীকৃষ্ণৰ বৃন্দাবন-লীলা মূল ভাগৱতৰ দশম স্কন্ধৰ তৃতীয়ৰপৰা অষ্টম অধ্যায়লৈকে থকামতে চমুৱাই বৰ্ণনা কৰা হৈছে। ইয়াৰ অনেক শাৰী শঙ্কৰদেৱৰ দশমৰ লগত একে, কিন্তু দশমৰ 'পদ-বাহুল্য' ইয়াত নাই। স্বৰূপতে কম কথাৰ ভিতৰত শ্ৰীকৃষ্ণৰ শিশু-জীৱনৰ আভাস দিয়াটো ইয়াৰ এটি বৈশিষ্ট্য। ছন্দৰ ক্ষিপ্ৰতা আৰু মাধুৰ্য আৰু শিশু-জীৱনত কবি-সুলভ অনাবিল আনন্দই 'শিশুলীলা'ক অতি জনপ্ৰিয় কৰি তুলিছে। ভাগৱতত বৰ্ণিত কোনো কোনো ঘটনা 'পদ-বাহুল্যক ডৰে' (পদ ১১৯) স্পৰ্শ মাত্ৰ কৰিলেও বিশেষকৈ মহিমা-প্ৰকাশক আৰু নাটকীয় সম্ভাৱনা থকা ঘটনা-সমূহ কিছু বিস্তৃতভাৱেই বৰ্ণোৱা হৈছে; উদাহৰণস্বৰূপে, দধি-মথন, অৰ্জুন-ভঞ্জন, যশোদাৰ বিশ্বৰূপ-দৰ্শন, ব্ৰহ্মা-মোহন, কালি-দমন আৰু বনাগ্নি-পানৰ আখ্যান কম-বেছি পৰিমাণে সম্পূৰ্ণ যেন লাগে। দাৰ্শনিক তত্ত্বৰে ভৰা শ্লোকৰ ভাঙনি প্ৰায় বাদেই গৈছে।

১১.ক। 'ৰাস-ক্ৰীড়া' : দশম স্কন্ধ ভাগৱতৰ ২৮-৩৩ অধ্যায়কেইটিক একেলগে ৰাস-পঞ্চাধ্যায় বোলা হয়। 'কীৰ্ত্তন-ঘোষা'ত এইকেইটি আৰু ঠিক তাৰ পিছৰ তিনিটি অধ্যায়ৰপৰা বস্তু গ্ৰহণ কৰা হৈছে। এই অংশবোৰত মূল ভাগৱত অতি কবিত্বময়; গতিকে তাৰ আলমত লিখা পদখিনিও ৰসাল হৈছে। শঙ্কৰদেৱে দশমত এই একেখিনি কথাকে অধিক বহলভাৱে পৰিৱেশ কৰিছে। ভাগৱতকাৰে গোপীসকলৰ লগত শ্ৰীকৃষ্ণৰ ক্ৰীড়াৰ বৰ্ণনা ইন্দ্ৰিয়সুলভ আনন্দৰ স্পৰ্শেৰে বৰ্ণাইছে। শঙ্কৰদেৱেও ৰাস-ক্ৰীড়াক অনঙ্গ-কেলি বুলি স্বীকাৰ কৰি লোৱা দেখা যায়; আৰু আনফালে টীকাকাৰ শ্ৰীধৰৰ লগত তাল ৰাখি তাক "কামজয় নামে ইটো কেশৱৰ কেলি" বুলি প্ৰতিপন্ন কৰিছে। ৰাস-ক্ৰীড়াক কাম-ক্ৰীড়া বুলি মানি লোৱাত পূৰ্ণকাম শ্ৰীকৃষ্ণৰ ওপৰত 'পৰ-দাৰ-গমন'ৰ দোষাৰোপ কৰিব পাৰে; গতিকে সেই অভিযোগৰ উত্তৰত কোৱা হৈছে—"তেজস্বীত কিছু নাহি অধৰ্ম", "ধৰিছা লীলা-তনু হেন হৰি", "জগত-অন্তৰ্য্যামী নাৰায়ণ, তাৰ কোন পৰ-দাৰ-গমন?" বৰঞ্চ 'শৃঙ্গাৰ-ৰসে যাৰ আছে ৰতি, তাকে শুনি হৌক নিৰ্মল-মতি।" আনফালে গোপীসকলৰ ভক্তিক সকলো বৈষ্ণৱেই আদৰ্শ ভক্তি বুলি জ্ঞান কৰিছে—'যথা ব্ৰজগোপিকানাম্' (নাৰদীয়-ভক্তিসূত্ৰ)।

১১.খ। 'কংস বধ' : বিষ্ণুপুৰ সত্ৰৰ পুথিত (য'ত প্ৰত্যেক খণ্ডৰে পদৰ সংখ্যা নতুন নতুন) 'কংস-বধ'ক 'ৰাস-ক্ৰীড়া'ৰ লগত একেলগে ধৰা হৈছে। কিন্তু

'ৰাস-ক্ৰীড়া'কো যেতিয়া 'শিশু-লীলা'ৰ সাধাৰণ শিৰোনামাৰ তলত ধৰা হোৱা নাই, 'কংস-বধ'ক এটি সুকীয়া খণ্ড বুলি ধৰা উচিত আছিল। 'শিশু-লীলা'ৰপৰা আৰম্ভ কৰি 'অক্ৰূৰৰ বাঞ্ছা-পূৰণ' পৰ্য্যন্ত একেলেথাৰিয়ে ধুঁৱাহাট-বেলগুৰিত ৰচিত হৈছিল। 'কথা-গুৰুচৰিত'ত আছে—(বেলগুৰিত) "আৰু একদিনা ৰামৰাম গুৰু ওজা গাইছিল কংস-বধৰ পদ ঃ কুবলয়ৰ দন্ত উভৰা পদ মাতিএ কীৰ্ত্তন-গৃহৰ টুপৰ খুঁটাটো উৎপাৰি লৈ ফুৰিলে তিনি পাক।" "আৰু একদিনা কীৰ্ত্তন কৰিছে ঃ মহাৰাসৰ দশমৰ পদ গাই ঃ বৃদ্ধ সৰ্ব্বজয় আতৈ প্ৰেমৰসে মজি দেহা পাসৰি মৌনে ভক্তিযোগৰ খেলাত আছে।"

ভাগৱতৰ ৩৭-৪৫শ অধ্যায়ৰ কথা এই খণ্ডত চমুকৈ আৰু সুন্দৰকৈ বৰ্ণোৱা হৈছে। কাহিনী-ভাগৰ ওপৰত বেছি ভিৰ দিয়াৰ লগতে দাৰ্শনিক অংশবিলাক বাদ দিয়া বা চমুওৱা পৰিছে। বৰ্ণনাবোৰ গতিশীল আৰু নাটকীয়; ক'তো সিবোৰ চেৰেমা পৰা নাই। বেলেগ বেলেগ ঘটনাৰ পৰিস্থিতিত উপযোগী ছন্দৰ প্ৰয়োগে এইখণ্ডক পাঠক-শ্ৰোতাৰ মনোগ্ৰাহী কৰি তুলিছে। যুঁজ-বাগৰ, প্ৰেম-বিৰহ, বাৎসল্য-স্নেহ আৰু ভক্তি, সকলোটিৰে বৰ্ণনা ইয়াত মনোৰম।

১২। 'গোপী-উদ্ধৱ-সংবাদ" ঃ খণ্ড দশম স্কন্ধৰ ২৬শ অধ্যায়ৰপৰা চমুৱাই লিখা। 'কামাতুৰভাৱে ভজিয়া হৰি' মোক্ষ লাভ কৰা গোপীসকলৰ বিৰহ-কাতৰ অৱস্থাৰ ইয়াত কিঞ্চিতমান মাথোন ইঙ্গিত আছে।

১৩। 'কুঁজীৰ বাঞ্ছা-পূৰণ'ৰ মূল দশম স্কন্ধৰ ৪৭শ অধ্যায়। অকণমান চন্দন দি শ্ৰীকৃষ্ণৰপৰা পৰম প্ৰসাদ পো৲' সৈৰিন্ধ্ৰীৰ 'বিচিত্ৰ মন্দিৰ'ৰ বৰ্ণনা কেইশাৰীমান দুলড়িতে বিচিত্ৰ হৈ উঠিছে।

১৪। 'অক্ৰূৰৰ বাঞ্ছা-পূৰণ' লিখা হৈছে মূলৰ ৪৮শ অধ্যাৰপৰা।

১৫। 'জৰাসন্ধাৰ যুদ্ধ' ঃ 'কথা-গুৰুচৰিত'ত আছে, শঙ্কৰদেৱ পাটবাউসীত থাকোঁতে উজানৰ ধুঁৱাহাটৰপৰা বাৰভূঞাৰ লোক আহিল ধৰ্ম-প্ৰচাৰৰ অৰ্থে এজন ভকত বিচাৰি। "সেই বেলা মধ্য-দশমৰ 'জৰাসন্ধৰ' যুদ্ধ কীৰ্ত্তন কৰিছে ঃ তাতে এক আৰ্হিকৈ গীত ঘোষা দিলে ৰহস্য ঃ এ হৰি নাৰায়ণ মাধ এ গতি। কৃষ্ণৰ চৰণে মোৰ নচাৰোক মতি॥" এই চৰিতমতে (১২২ পিঠি) 'দৈৱকীৰ পুত্ৰ-আনয়ন'ৰ কীৰ্ত্তনো পাটবাউসীতে ৰচিত। নাৰায়ণ ঠাকুৰ আৰু গোকুলচান্দক ভুটীয়াই কিনি নিবৰ সময়তে তেওঁলোক দুয়ো 'লীলা-মালা' গোৱাৰ কথা ভূষণ দ্বিজৰ চৰিতত আছে। সম্ভৱতঃ 'জৰাসন্ধৰ যুদ্ধ'ৰেপৰা 'ভাগৱতৰ তাৎপৰ্য্য'পৰ্য্যন্ত

ভাগৱত-পুৰাণৰ দশমৰ উত্তৰাৰ্দ্ধ, একাদশ আৰু দ্বাদশ স্কন্ধৰপৰা ভঙা খণ্ডকেইটি পাটবাউসীতেই ৰচিত হয়। অনন্ত কন্দলিৰ শেষ দশমৰ ওপৰত 'কীৰ্ত্তন-ঘোষা'ৰ সংশ্লিষ্ট খণ্ডসমূহৰ প্ৰভাৱ স্পষ্টভাৱেই দেখা পোৱা যায়। দশম স্কন্ধ ভাগৱতৰ ৫০ অধ্যায়ৰপৰা 'জৰাসন্ধৰ যুদ্ধ' লিখা হৈছে। ঝুমুৰি ছন্দৰ বলভদ্ৰ-জৰাসন্ধৰ যুদ্ধৰ বৰ্ণনা শঙ্কৰদেৱৰ বৰ্ণনা শক্তিৰ পৰিচয়ৰূপে অনেকেই আগবঢ়ায়।

১৫.খ। 'কালযৱন-বধ' ঃ অনুখণ্ড মূলৰ ৫১ অধ্যায়ৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াৰ অন্তৰ্গত কৃষ্ণৰ ৰূপ বৰ্ণনাটি চকুত লগা।

১৫.গ। 'মুচুকুন্দ-স্তুতি' ঃ এই চৰিত্ৰটি কীৰ্ত্তনো ভাগৱতৰ দশম স্কন্ধৰ ৫১ অধ্যায়ৰপৰা ভঙা।

১৬। 'স্যমন্তক-হৰণ' ঃ এই খণ্ডটি সৰ্বজনপ্ৰিয়। সুকীয়া পুথিৰূপে ইয়াৰ নকল অনেক ঠাইতে পোৱা যায়। ঝুমুৰি ছন্দৰ কৃষ্ণ-জাম্ববন্তৰ যুদ্ধৰ বৰ্ণনা আৰু ৰুক্মিণীৰ বিলাপ বৰ চিত্তাকৰ্ষক। দশম স্কন্ধৰ ৭ অধ্যায়ৰপৰা ইয়াৰ কীৰ্ত্তন এটি কৰা হৈছে।

১৭। 'নাৰদৰ কৃষ্ণ-দৰ্শন' ঃ মূল দশম স্কন্ধৰ ৬৯ অধ্যায়। শ্ৰীকৃষ্ণৰ গাৰ্হস্থ্য লীলাৰ বৰ্ণনাত অদ্ভুত ৰসৰ সঞ্চাৰ হৈছে।

১৮। 'বিপ্ৰ-পুত্ৰ-আনয়ন' ঃ মূল দশম স্কন্ধৰ ৮৯ অধ্যায়। সৰলভাৱে আৰু কম কথাৰে বৰ্ণিত হৈছে। কৃষ্ণ-অৰ্জুনৰ লোকালোকৰ অন্ধকাৰৰ মাজে কৰা গতিৰ বৰ্ণনা ওজঃগুণসম্পন্ন। কোনো পুথিত এই খণ্ডক 'নাৰদৰ কৃষ্ণ-দৰ্শনে'ৰে একেখণ্ড কৰি ধৰা আছে।

১৯। 'দামোদৰ-বিপ্ৰাখ্যান' ঃ মূল ১০.৪০-৮১ অধ্যায়। শঙ্কৰদেৱে দুই-এটি কথা সলনি কৰি আখ্যানটি সম্পূৰ্ণৰূপে সজাই তুলিছে। শ্ৰীকৃষ্ণ আৰু দামোদৰ বিপ্ৰৰ কথা-বতাৰা প্ৰাণৱন্ত হৈ উঠিছে।

২০। 'দৈৱকীৰ পুত্ৰ-আনয়ন' ঃ মূল ১০.৮৫ অধ্যায়।

২১। 'বেদ-স্তুতি' ঃ মাত্ৰ ২৬টি পদত শঙ্কৰদেৱে ১০.৮৭ অধ্যায়ৰ বেদসকলৰ ভগৱন্ত-স্তুতিৰ এটি সাৰাংশ দিছে। অনন্ত কন্দলিয়ে তেওঁৰ দশমত মূল এই স্তুতিৰ ভাগৱতৰ শ্লোক আৰু শ্ৰীধৰ স্বামীৰ ব্যাখ্যা আৰু শ্লোকসমূহৰো ভাঙনি যথেষ্ট বহুলভাৱে দিছে। তাৰ পাতনিত তেওঁ কৈছে—

নাহি অৰ্থ-গূঢ় শাস্ত্ৰ ভাগৱত-সম।
তাতে বেদ-স্তুতি পণ্ডিতৰো মতি-ভ্ৰম॥

এনে বেদ-স্তুতিৰ ভাঙনি কৰোঁতে (বিশেষতে সমূহ ভকতৰ কীৰ্ত্তন-প্ৰসঙ্গৰ বাবেই

ভেনে কৰিবলগীয়া হোৱাত) শঙ্কৰদেৱে যিমান পৰা যায় সৰল কৰিবলৈ গৈ মূলৰ অনেকখিনি তত্ত্ব-গধুৰ কথাকেই বাদ দিছে; আনফালে আকৌ অনেক ঠাইত মূল শ্লোক এৰি শ্ৰীধৰ স্বামীৰ ব্যাখ্যাৰ ভিতৰৰ শ্লোকবেহে ভাঙনি মাথোন দিছে। অনন্ত কন্দলিয়েও মূল আৰু টীকাৰ শ্লোকৰ মাজত পাৰ্থক্য ৰখা নাই। ভগৱন্তৰ নৰসিংহ-ৰূপৰ উপাসক শ্ৰীধৰৰ নৰসিংহৰ প্ৰতি সম্বোধন এই ভাঙনিৰ ভিতৰতো ৰৈ গৈছে। এই খণ্ডত অদ্বৈতবাদৰ প্ৰভাৱ স্পষ্টভাৱেই প্ৰকট হৈছে।

২২। **'কৃষ্ণ-লীলা-মালা'** ঃ এইটি দশম স্কন্ধ ভাগৱতৰ কৃষ্ণ-লীলাৰ সাৰাংশ-স্বৰূপ; কোনো অংশৰ অনুবাদ নহয়। ই 'গুণ-মালা'ৰ লগত তুলনীয়।

২৩। **'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ'** ঃ বিষ্ণুপুৰ সত্ৰৰ পুথিত এই খণ্ডক তিনিটি ভাগত ভগোৱা হৈছে; যেনে—(ক) 'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ'—একাদশ স্কন্ধৰ বিভিন্ন অধ্যায়ৰপৰা যদু-বংশৰ ধ্বংস আৰু কৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণৰ বিৱৰণ দিয়া হৈছে। মূলৰ অধ্যায়বোৰৰ সংখ্যা ৯, ৬, ৭, ১৩, ২৯, ৩০ আৰু ৩১। (খ) 'অৰ্জুন-যুধিষ্ঠিৰ-সংবাদ'—একাদশ স্কন্ধৰ ৩১শ আৰু প্ৰথম স্কন্ধৰ ১৪-১৫শ অধ্যায়ৰ কথাৰে দ্বাৰকাৰপৰা অৰ্জুনৰ হস্তিনাপুৰ-গমন আৰু পঞ্চপাণ্ডৱৰ নিৰ্য্যাণ বৰ্ণোৱা হৈছে। (গ) 'উদ্ধৱ-বিলাপ'—তৃতীয় স্কন্ধৰ প্ৰথমৰ চাৰি অধ্যায়ৰপৰা উদ্ধৱ আৰু মৈত্ৰেয়ৰ সংবাদৰ বৰ্ণনা। এই খণ্ডটি শঙ্কৰদেৱৰ শেষ বয়সৰ ৰচনা। ভক্তিতত্ত্বৰ ফালৰপৰাও ইয়াত অনেকখিনি মূল কথা সন্নিৱিষ্ট হৈছে। বিশেষকৈ চতুৰ্থ কীৰ্ত্তনৰ উদ্ধৱৰ প্ৰতি শ্ৰীকৃষ্ণৰ ভক্তি-উপদেশলৈ এই প্ৰসঙ্গত আঙুলিয়াব পাৰি।

২৫। **'উৰেষা-বৰ্ণন'** ঃ 'কথা-গুৰু-চৰিত'ত আছে, শঙ্কৰদেৱে তীৰহুতীয়া জগদীশ মিশ্ৰৰপৰা ভাগৱত পুৰাণ পাই তাৰ পদ কৰিবলৈ আৰম্ভ কৰিলে; "পাচে গুৰুজনে জগন্নাথৰ কৃপা মানি গুণ বৰ্ণালে ওড়েষাৰ একৈশটা কীৰ্ত্তন।" বৰদোৱাতেই কীৰ্ত্তন একৈশটি ৰচিত হয়। একেখনি চৰিততে আছে, এদিনাখন বেলগুৰিত 'উৰেষা-বৰ্ণন'ৰ ঘোষা-কীৰ্ত্তন গাওঁতে দৰনা পুষ্পৰ ঘ্ৰাণ উঠিল। গুৰুজনে বোলে, "বাপুসৱ, নাম নেৰিবা, জগন্নাথ আহিছে, দৰনাৰ ঘ্ৰাণ উঠিছে।" শঙ্কৰদেৱৰ প্ৰথম তীৰ্থ-ভ্ৰমণৰ বৰ্ণনাত কোৱা হৈছে, জগন্নাথ-ক্ষেত্ৰত থাকোঁতে তেওঁ পাণ্ডাসকলৰ আগত ব্ৰহ্ম-পুৰাণৰপৰা জগন্নাথ-মাহাত্ম্য বৰ্ণনা কৰিছিল। এইখণ্ড কীৰ্ত্তনৰ প্ৰথম কুৰিটি ব্ৰহ্ম-পুৰাণৰ ৪৩-৫১, ৫৭-৬০ আৰু ৬৩সংখ্যাক অধ্যায়ৰপৰা চমু ভাঙনি। একবিংশ কীৰ্ত্তনত জগন্নাথৰ মহিমা আৰু জাতি-বৰ্ণ-নিৰ্বিশেষে গ্ৰহণীয় মহাপ্ৰসাদৰ কথা কোৱা হৈছে। স্কন্দ-পুৰাণ, উৎকল-খণ্ড, ৩৮, ২-২৪ শ্লোকতো মহাপ্ৰসাদৰ

মাহাত্ম্য কীৰ্ত্তন কৰা হৈছে। সম্ভৱতঃ এই কীৰ্ত্তনটি এই শ্লোকসমূহৰ ওপৰতে প্ৰতিষ্ঠিত। ব্ৰহ্ম-পুৰাণৰ উপৰোক্ত অধ্যায়ৰ ভিতৰৰ অৱন্তীপুৰৰ নগৰ আৰু প্ৰাকৃতিক দৃশ্য, গোবিন্দস্বামী বিষ্ণুৰ থান, সুমেৰু-শৃঙ্গ আদিৰ বৰ্ণনা পদত মুঠেই দিয়া হোৱা নাই। তাৰ বাহিৰে অনেক অংশ বহুত চমু কৰা হৈছে। পুৰাণখনিত ইন্দ্ৰদ্যুম্ন ৰজাৰ সমদলত যোগ দিয়া অনেক বৃত্তিয়াল জাতিৰ দীঘল নামাৱলী সংযোজিত আছে; শঙ্কৰদেৱে কিন্তু সেই তালিকা সৰু কৰি চিনাকি বৃত্তিয়াল জাতৰ নাম মাথোন দিছে। ব্ৰহ্ম-পুৰাণৰ ৫৭-৬০ অধ্যায়ত পুৰীৰ পঞ্চ-তীৰ্থৰ বিধি দিয়া হৈছে। স্কন্দ পুৰাণৰ, উৎকল-খণ্ড, অধ্যায় ৩০-অতো তদনুৰূপ বিধান আছে; বিশেষকৈ মন্ত্ৰসমূহত দুইখনি পুৰাণ প্ৰায় একেবাৰেই একে। 'উৰেষা-বৰ্ণন' ১৬-১৯শ কীৰ্ত্তনত এই পঞ্চ-তীৰ্থ বিধিস্বৰূপ দিয়া হৈছে। মাৰ্কণ্ডেয় হ্ৰদত শিৱমন্ত্ৰ-পাঠ, শিৱ-লিঙ্গ-দৰ্শন-স্পৰ্শন, দৌলত দ্বাদশাক্ষৰ মন্ত্ৰ (ওঁ নমো ভগৱতে বাসুদেৱায়) আদিৰে কৃষ্ণৰ পূজা, সুভদ্ৰাক 'নমো কাত্যায়নী' (ত্ৰাহি মাং পদ্মপত্ৰাক্ষি কাত্যায়নি নমোঽস্তুতে) আদি স্তুতি, সাগৰত স্নানৰ পাছত সূৰ্য্য-বন্দনা আদিৰ বিধিও গুৰুজনে মূলৰ অনুৰূপে দি গৈছে। এইখিনিৰ লগত আপাততঃ মূল এক-শৰণৰ আৰু 'অন্য দেৱী-দেৱ নকৰিবা সেৱ' আদি অনুবিধিৰ বিৰোধ ঘটে। এই বিৰোধ দেখাতে প্ৰকৃত; আৰু সেইবাবেই মাধৱদেৱে 'কীৰ্ত্তন-ঘোষা'ৰ একেবাৰেই শেষত (তাৎপৰ্য্য খণ্ড এৰি), আন কি আন এজন ভক্ত কবিৰ ৰচনাৰো পাছত এই খণ্ডক স্থান দিছে। বোধ হয়, সুন্দৰ কবিতা আৰু ভক্তিৰ প্ৰাবল্য, বিশেষতে জগন্নাথ-ক্ষেত্ৰৰ বৰ্ণনা হেতুকে, এই খণ্ডটি 'প্ৰেম-কলহ' আদিৰ দৰে একেবাৰেই বহিৰ্ভূত হৈ নৰ'ল। শ্ৰীক্ষেত্ৰত পাঞ্চৰাত্ৰ বিধিৰ প্ৰচলন আছে; শঙ্কৰদেৱৰ পন্থত নাই। শ্ৰীক্ষেত্ৰত ভগৱন্তৰ শক্তিৰো পূজা চলে; এই পন্থত নচলে। গতিকে, গুৰুজনৰ ভক্ত-জীৱনৰ আদিৰ ৰচনা হিছাপে খণ্ডটি 'কীৰ্ত্তন-ঘোষা'ৰ ভিতৰত পৰিল, অথচ মূল একশৰণবাদৰ বিৰোধী কথাখিনিকো আগ ঠাই দিয়া নহ'ল।

২৬। **'ভাগৱতৰ তাৎপৰ্য'** ঃ কোনো কোনো ছপা সংস্কৰণত এই কীৰ্ত্তন দুটি 'উৰেষা-বৰ্ণন'ৰ লগতে ধৰা দেখা যায়। কিন্তু স্বৰূপতে, সেই দুটিৰে বেলেগ এটি খণ্ড হ'ব লাগে। এই খণ্ডটি ভাগৱতৰ দ্বাদশ স্কন্ধৰ দ্বাদশ অধ্যায়ক ভেটি কৰি লিখা হৈছে। 'কথা-গুৰুচৰিত'ত 'উৰেষা-বৰ্ণন'ৰ এৰৈশটি কীৰ্ত্তনৰ কথাহে কোৱা আছে। এক-শৰণ নাম-ধৰ্মকে ভাগৱতৰ সাৰ বুলি নিৰূপণ কৰাই এই খণ্ডৰ উদ্দেশ্য।

**'ৰুক্মিণীৰ প্ৰেম-কলহ' আৰু ভৃগু-পৰীক্ষা :** কোনো কোনো পুথিত এই দুটি খণ্ড কীৰ্ত্তন পোৱা যায়; কিন্তু সৰহভাগ পুথিতেই দুয়োটি নাই। প্ৰথম খণ্ডত ভাগৱতৰ দশম স্কন্ধৰ ষষ্ঠিতম অধ্যায়ৰপৰা কৃষ্ণ-ৰুক্মিণীৰ কৌতুক বৰ্ণনা কৰা হৈছে। এই খণ্ডক 'প্ৰেম-কলহী ঘোষা'ও বোলা শুনা যায়। 'কথা-গুৰুচৰিত'ত আছে—"অমৃত মথনৰ প্ৰেম-কলহৰ কীৰ্ত্তনহে জঁইতা কছাৰীত থাকিল, নেপালে" ৰামচৰণে। বেজবৰুৱা ডাঙৰীয়াই লিখিছে যে, মাধৱ পুৰুষে পুথিখনি চাই কৈছিল, "বাপু, পুথিখনিত সকলো আছে, কিন্তু ৰুক্মিণীদেৱীৰ প্ৰেমৰ কলহটি নাই।" ৰামচৰণে ক'লে, "তাক মই বিচাৰি নাপালো।" মাধৱদেৱে ক'লে, "নাপাব পাৰা, সি যি ঠাইলৈ যাব লাগে গ'ল।" গতিকে, এইখণ্ড কীৰ্ত্তন গুৰুজনৰ ৰচিত হ'লেও, মাধৱদেৱৰ মতে সি শাস্ত্ৰৰ অন্তৰ্গত হ'বৰ উপযোগী নহয়। 'ভৃগু-পৰীক্ষা' খণ্ডটিত মূলৰ ৮৯ অধ্যায়ৰ ভৃগুৱে ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ভিতৰত কোনজন শ্ৰেষ্ঠ তাৰ পৰীক্ষা কৰাৰ কথা স্পৰ্শমাত্ৰ কৰা হৈছে; লগতে বসুদেৱৰ কৃষ্ণ-স্তুতি, বেদৰ স্তুতি, কুৰুক্ষেত্ৰৰ কৃষ্ণ, নন্দ, গোপী আদিৰ মিলন আৰু কৃষ্ণৰ দ্বাৰা মৃগ উদ্ধাৰৰ কথাও সামৰা হৈছে মাত্ৰ ৭৪টি পদত। এইটি খণ্ডও আন খণ্ডসমূহৰ তুলনাত অলপ তল খাপৰ।

**মাধৱদেৱৰ ভণিতাযুক্ত 'ধ্যান-বৰ্ণন'ৰ তৃতীয় কীৰ্ত্তন :** কোনো কোনো পুৰণি পুথিত এই কীৰ্ত্তনটি পোৱা গৈছে। শঙ্কৰ গুৰুৱে ভগৱন্তৰ পদৰপৰা মস্তক পৰ্যন্ত ৰূপ বৰ্ণনা কৰি "মস্তকৰপৰা পাদ পৰ্য্যন্তে। নমাইবে মনক দুনাই দেখন্তে॥" বুলি যি ইঙ্গিত দিছে, সেই অনুসৰিয়ে এই তৃতীয় কীৰ্ত্তনটি ৰচিত হৈছে। এইটি মাধৱদেৱৰ লেখনীৰ অনুপযুক্ত নহ'ব, গতিকে তেওঁ ৰচনা কৰা অসম্ভৱ নহয়।

**ৰত্নাকৰ কন্দলিৰ 'সহস্ৰ-নাম-বৃত্তান্ত' :** সুকবিশেখৰ ৰত্নাকৰ কন্দলি শঙ্কৰদেৱৰ এজন ব্ৰাহ্মণ শিষ্য; সম্ভৱতঃ বেলগুৰিত এওঁ ধৰ্ম ধৰে; সত্ৰত মাঘ-মহীয়া সংস্কৃত গীতা ব্যাখ্যা কৰা এওঁৰ কামৰ ভিতৰত আছিল। ইয়াতকৈ বেছি এওঁৰ বিষয়ে একো জনা নাযায়। কন্দলিয়ে ভাগৱতৰ দ্বিতীয় স্কন্ধৰ তৃতীয় অধ্যায়ৰপৰা প্ৰথম কীৰ্ত্তনটি ৰচি, দ্বিতীয় কীৰ্ত্তনত পদ্ম-পুৰাণৰ স্বৰ্গ-খণ্ডৰপৰা নামৰ সাত কাৰ্য বৰ্ণনা কৰিছে। তৃতীয় কীৰ্ত্তনৰপৰা পদ্ম-পুৰাণ উত্তৰ-খণ্ডৰ কথাৰে তেওঁ ভক্তপ্ৰৱৰ শিৱৰ মুখেদি বিষ্ণু-ৰাম-সহস্ৰ-নামৰ মহিমা কীৰ্ত্তন কৰাইছে। বিষয়-বস্তু আৰু ৰচনাৰ সৌষ্ঠৱ, দুই ফালৰপৰাই কন্দলিৰ কীৰ্ত্তনখণ্ড প্ৰকৃততে 'কীৰ্ত্তন-ঘোষা' শাৰীৰ বস্তু হৈছে।

**শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা-কীৰ্ত্তন' :** কোনো কোনো পুথিত 'কীৰ্ত্তন-ঘোষা'ৰ

সামৰণি মৰা হয় 'ঘুনুচা-কীৰ্ত্তনে'ৰে। হৰিবিলাস আগৰৱালাৰ ছপা সংস্কৰণতো এইটি খণ্ড ধৰা হৈছিল। বেজবৰুৱা ডাঙৰীয়াই লিখিছে, "কিন্তু কমালাবাৰী আদি প্ৰধান প্ৰধান মহাপুৰুষীয়া সত্ৰত নাম-প্ৰসঙ্গত এই ঘুনুচা-যাত্ৰা ব্যৱহাৰ কৰা নহয়। তাৰ কাৰণ বিচাৰিলে স্পষ্ট দেখিবলৈ পোৱা যায় যে সি বাস্তৱিক কীৰ্ত্তনৰ ভিতৰত সোমাবৰ উপযুক্ত নহয়। তাৰ ৰচনা-প্ৰণালী কীৰ্ত্তনতকৈ তল খাপৰ। তাৰ বাহিৰেও কীৰ্ত্তনৰ প্ৰধান লক্ষণেৰে সি বিবৰ্জ্জিত।" ইয়াৰ উপৰি, মাধৱদেৱে 'কীৰ্ত্তন-ঘোষা'ক সঙ্কলিত নতুন ৰূপ দিবৰ সময়ত সম্ভৱতঃ এইখণ্ড ৰচিত হোৱাই নাছিল, আৰু পিছতহে ইয়াক কোনো কোনো সত্ৰই পুথিখনিৰ অন্তৰ্গত কৰি লয়। শ্ৰীধৰ কন্দলি বিখ্যাত 'কাণ-খোৱা' কবিতাটিৰ ৰচক। এওঁকেই বেজবৰুৱাই মহাভাৰতৰ অশ্বমেধৰ-পৰ্ব্বৰ পদ-কৰোতাও বুলিছে। 'জগন্নাথ-পুৰাণৰ কথা বিতোপন' লৈ তাতে 'আনো শাস্ত্ৰ-মত আনি মিশ্ৰ কৰি' শ্ৰীধৰে ঘুনুচাৰ কীৰ্ত্তন লিখিছে। এই জগন্নাথ-পুৰাণ প্ৰকৃততে কি, জানিব পৰা হোৱা নাই। স্কন্দ-পুৰাণৰ উৎকল-খণ্ডতো গুণ্ডিচা-যাত্ৰা আৰু গুণ্ডিচাৰ আখ্যান আছে; সিও কন্দলিৰ এটি মূল হ'ব পাৰে। 'Asiatic Researches' পত্ৰিকাত এ. ষ্টালিং ছাহাবে জগন্নাথৰ উৎপত্তিৰ কাহিনী থকা 'কপিল-সংহিতা' আৰু 'ক্ষেত্ৰ-মাহাত্ম্য' নামে দুখন পুথিৰ কথা উল্লেখ কৰিছে।

**শ্ৰীমাধৱদেৱৰ চমু পৰিচয় :** ১৪৮৯ চনত বৰ্তমান উত্তৰ লখীমপুৰৰ নাৰায়ণপুৰ অঞ্চলৰ কাচিকটা নৈৰ পাৰত হৰশিঙা বৰাৰ ঘৰত গোবিন্দগিৰী ভূঞাৰ পত্নী মনোৰমাৰ গৰ্ভত জন্ম হয়। মাধৱৰ চৈধ্য বছৰমান বয়সত দেশত আকাল পৰাত তেওঁ পিতৃ-মাতৃৰে অনাথিতি হৈ ঘুৰি ফুৰি হাবুং অঞ্চলৰ ঘাঘৰ নৈৰ পাৰৰ ঘাঘৰ মাজিৰ ঘৰত বছৰদিয়েকলৈ ৰয়। ইয়াত জন্ম হোৱা তেওঁৰ ভনীয়েক উৰ্বশীক বিয়া দিবৰ হ'লত সকলো ভটীয়াই আহি বৌটাত ৰয়হি আৰু উৰ্বশীক গয়পাণি (পাছত ৰামদাস ভক্ত) ভূঞালৈ বিয়া দিয়ে। গোবিন্দগিৰীয়ে মাধৱক লৈতেওঁৰআগৰ ঠাই বাণ্ডুকালৈ (বৰ্ত্তমান পূবপাকিস্থানৰ ৰংপুৰত) যায়। ইয়াতে মাধৱৰ বিদ্যা-শিক্ষা হয়, গোবিন্দগিৰীও ঢুকায়। মাধৱে তাত ককায়েক দামোদৰৰ লগত কিছু দিন থাকে আৰু বাণ্ডুকাৰ বজাৰ ঘৰত বিষয়া খাটে। ইয়াৰ পাছত তেওঁ পাণ-তামোলৰ বেহাত হাত দিয়ে, আৰু ভঁৰালী-ডুবিৰ ৰামদাসৰ ঘৰলৈ ঘূৰি বিয়াৰ মনেৰে নেঘেৰীটিঙত এজনী ছোৱালীক জোৰোণ পিন্ধালে। কিন্তু মনোৰমা আইৰ হৈ গোসাঁনীলৈ ছাগ আগ কৰাৰ কথা লৈ ১৫২২ খ্ৰীষ্টাব্দত শাক্ত মাধৱ বেলগুৰিত বৈষ্ণৱ শঙ্কৰদেৱৰ সম্মুখীন হ'বলগীয়া হয়, আৰু তুমুল তৰ্ক-যুদ্ধৰ পাছত ভক্তি-ধৰ্মত শৰণ লয় আৰু

জোৰোণৰ কন্যা পৰিত্যাগ কৰি ধৰ্মৰ হকে জীৱন উছৰ্গা কৰে। সুপণ্ডিত আৰু সুগায়ক মাধৱদেৱ শঙ্কৰদেৱৰ প্ৰধান সহায়স্বৰূপ হ'ল। এই সময়ত বৈষ্ণৱ-বিদ্বেষীসকলৰ উচটনিত দিহিঙীয়া ৰজাই মাধৱক ৰংপুৰ ৰাজধানীলৈ ধৰাই নিয়ে, আঠ-ন মাহকাল নজৰ-বন্দী কৰি ৰাখে। শঙ্কৰদেৱে আহোম ৰাজ্য এৰি নৰনাৰায়ণৰ কামৰূপ ৰাজ্যলৈ যাওঁতে (১৫৪৬ চন) মাধৱদেৱো তেওঁৰ লগতে যায়। বাটতে কাপলাৰ ৰৰিত মনোৰমা আই ঢুকায়। মাধৱদেৱে বৰপেটা অঞ্চল পাই পোনতে বাৰাদিত ৰয়, পাছত গণককুছিত ঘৰ কৰি লৈ তাৰেপৰা শঙ্কৰ গুৰুৰ থানলৈ অহা-যোৱা কৰি থাকে। শঙ্কৰদেৱৰ দ্বিতীয়বাৰ পুৰী-ভ্ৰমণৰ সময়ত তেওঁ প্ৰধান সঙ্গী আছিল। ১৫৬৮ চনত এওঁৰ ওপৰতে পন্থৰ সৰ্বভাৰ দি শঙ্কৰদেৱ বৈকুণ্ঠী হয়। ইয়াৰ অলপ দিন পাছত মাধৱদেৱ পাটবাউসীত এবছৰমান থাকি সুন্দৰীদিয়াত স্থায়ী সত্ৰ পাতে, আৰু শাস্ত্ৰ-ৰচনা আৰু নামধৰ্ম প্ৰচাৰত আত্ম-নিয়োগ কৰে, আৰু মাজে মাজে কামৰূপৰ নানা ঠাইত ভ্ৰমণ কৰি প্ৰচাৰৰ কাম কৰে। ইয়াৰ পাছত তেওঁ তাঁতীকুছি গাঁৱলৈ গৈ বৰপেটা সত্ৰ থাপনা কৰি ৰয়। সুন্দৰীদিয়াত থকাৰেপৰা ভক্তি-বিদ্বেষীসকলে মাধৱদেৱৰ বিৰুদ্ধে কোচ কামৰূপৰ ৰজাক উচটাবলৈ যত্ন কৰিছিল। ইয়াৰ ফলত তেওঁ ৰজাৰ আদেশমতে হাজোত গৈ থাকিবলগা হয়। তাত আকৌ তেওঁ হয়গ্ৰীৱ-মাধৱতকৈও অধিক লোক আকৰ্ষণ কৰাত কথা বেগতিক ভাবি ভৃগু নামৰ এজন ব্ৰাহ্মণৰ যত্নত সোণকোষৰ চকী এৰাই কোচবেহাৰলৈ পলাই যায়। তাত ৰাজকোঁৱৰ-কুঁৱৰী, ৰাজমাও, নানা বিষয়াসকলে তেওঁত শৰণ লয়। বিৰূপাক্ষ নামে ৰজাৰ কাজীয়ে কিছু দিন মাধৱক নানা আহুকাল দিছিল। কিন্তু লক্ষ্মীনাৰায়ণ ৰজাই মাধৱদেৱৰ ধৰ্মক একপ্ৰকাৰ ৰাজধৰ্মৰূপে ঘোষণা কৰিলে। ১৫৯৬ চনত কোচবেহাৰত মাধৱদেৱ বৈকুণ্ঠী হয়।

**শ্ৰীমাধৱদেৱৰ ৰচনাৱলী :** শঙ্কৰদেৱৰ প্ৰধান শিষ্য আৰু ধৰ্মৰ উত্তৰাধিকাৰী-ৰূপে মাধৱদেৱে সেই ধৰ্ম্ম প্ৰতুলভাৱে প্ৰচাৰ কৰে আৰু সেই ধৰ্মৰ শাস্ত্ৰৰ থূলটি পূৰণ কৰে। সাহিত্য আৰু ভক্তি-দৰ্শনমূলক ৰচনা হিছাপে মাধৱদেৱৰ 'নাম-ঘোষা' আদিৰ সৌন্দৰ্য অতি উচ্চ খাপৰ। তেওঁ সাহিত্যিক জীৱনত গুৰুজন থকাৰ ভিতৰতে বহুতোখিনি আগবাঢ়ে। 'জয় গুৰু শঙ্কৰ সৰ্ব্ব-গুণাকৰ' আদি গুৰু ভটিমা, 'প্ৰাতুস সময়ে যশোৱা জননী' ভটিমা, (তীৰ্থ-ভ্ৰমণৰ বেলা), দুই-এটি বৰগীত তেওঁ গণককুছিত থকাতে বিভিন্ন সময়ত ৰচনা কৰে। বৰপেটাৰ কমলা গায়নে শঙ্কৰদেৱৰ পোনতে ৰচা বাৰ কুৰি বৰগীতৰ পুথি আওৰাবলৈ নিওঁতে ঘৰ পোৰা জুয়ে

পোৰাত, গুৰুৰ আদেশমতে মাধৱে পুথি কৰি বৰগীত লিখাত ধৰে; অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ ৰামায়ণ "ঢাকি তুচকৈ গুচাবৰ মন দিলত" গুৰুৰ উপদেশত গুৰুৰ উত্তৰা-কাণ্ডৰ সমকৈ আদিকাণ্ড ৰামায়ণ ভাঙিলে; অনন্ত কন্দলিৰ মধ্য দশমৰ ভাঙনিত "ভক্তিপৰ হ্ৰস্ব, যুদ্ধ দীৰ্ঘ", হোৱাত 'ৰাজসূয়' ৰচিলে; আৰু চিলাৰায়ে শঙ্কৰদেৱক অনুৰোধ কৰামতে 'জন্ম-ৰহস্য' লিখি উলিয়াই ৰচনা-চাতুৰ্য্যৰ বাবে গুৰুৰ প্ৰশংসা লাভ কৰিলে। বেজবৰুৱা ডাঙৰীয়াই লিখিছে, মাধৱদেৱৰ 'দধি-মথন' (অৰ্জ্জুন-ভঞ্জন) নাটৰ ভাওনাত শঙ্কৰদেৱে নন্দৰ আৰু মাধৱদেৱে উপানন্দৰ ভাও দিছিল। গতিকে দেখা যায়, শঙ্কৰদেৱৰ জীৱৎকালতে মাধৱদেৱৰ প্ৰায়খিনি গীত-ভটিমা, অন্ততঃ এখনি নাট আৰু 'ৰাজসূয়' আদিকাণ্ড ৰামায়ণ আৰু 'জন্ম-ৰহস্য' ৰচিত হয়। শঙ্কৰদেৱে ভাৰ দিয়া মতে মাধৱদেৱে দুটি ডাঙৰ কাৰ্য সম্পন্ন কৰে সুন্দৰীদিয়াত থকাত; সেই দুটি কাৰ্য হ'ল 'নাম-ঘোষা'-ৰচনা আৰু 'ভক্তি-ৰত্নাবলী'ৰ ভাঙনি। বিষ্ণুপুৰী সন্ন্যাসীৰ মূল 'ভক্তি-ৰত্নাৱলী'খন হাজোৰ দ্বিজ কণ্ঠভূষণে বাৰাণসীৰপৰা কিনি আনি শঙ্কৰদেৱক দিয়ে। শঙ্কৰদেৱে অচিনাকি সন্ন্যাসীৰ জ্ঞান-প্ৰধান পুথি বুলি পোনতে চাবলৈকে হেলা কৰিছিল; কিন্তু পুথিখনে শঙ্কৰী পন্থৰ দৰেই শেষ বিৰচনত একশৰণ নিৰূপণ কৰাত তেওঁ "বিষ্ণুপুৰী মোৰ সঙ্গ" (অৰ্থাৎ একে ধৰণৰ একশৰণীয়া) বুলি পুথিখনৰ ভাঙনি কৰিবলৈ মন দিয়ে; কিন্তু সেই কাম "ৰৰা-পোতে হন্তেহে হ'ব পাছত" বুলি কালিন্দী আইক পুথিখনি সামৰি থ'বলৈ দিয়ে। এই "মহাবিচক্ষণ ভকতৰ সৰ্ব্বস্ব শাস্ত্ৰ" সুন্দৰীত ভাঙিবলৈ আৰম্ভ কৰোঁতে হাথীয়া দলৈয়ে ইতিকিং কৰাত পিছৰ বিৰচনকেইটা চমুৱাই ভাঙি কণ্ঠভূষণক দেখুৱায়; তেৰোঁ "পণ্ডিতে মুখ দিব নুৱৰা বিচক্ষণ" হৈছে বুলি আনন্দ প্ৰকাশ কৰে। সুন্দৰীতে থাকোঁতে মাধৱদেৱে 'চোৰ-ধৰা', 'পিম্পৰা-গুচুৱা', 'ভোজন-ব্যৱহাৰ' আৰু 'ভূমি লুটিৱা'নাট ৰচে। 'ৰাস-ঝুমুৰা', 'ভূষণ-হেৰুৱা' আৰু 'কোটোৰা-খেলোৱা' নাট কোনোৰ মতে মাধৱদেৱৰ ৰচিত হ'লেও সেই বিষয়ত সন্দেহৰ যথেষ্ট স্থল আছে। এই সময়তে মাধৱদেৱে 'গোৱৰ্দ্ধন-যাত্ৰা', 'নৃসিংহ-যাত্ৰা', আৰু 'ৰাম-যাত্ৰা' নামে ভাওনা কৰাইছিল; কিন্তু তাৰ নাট আজি পাবলৈ নাই। ১৫৯৫-৯৬ ছনত কোচবেহাৰত থকা ঘটনাপূৰ্ণ কালৰ ভিতৰতে মাধৱদেৱে 'নাম-ঘোষা' ক শেষ ৰূপ দিয়ে; বিৰূপাক্ষ কাজীৰ অনুৰোধত 'নাম-মালিকা'ৰ পদ কৰে, আৰু ভাগিন ৰামচৰণৰ হতুৱা 'কীৰ্ত্তন-ঘোষা' সঙ্কলন কৰায়। মাধৱদেৱৰ ভণিতাযুক্ত 'ধ্যান-বৰ্ণন'ৰ তৃতীয় কীৰ্ত্তন এটি পোৱা গৈছে। তেনে ভণিতা থকা

'অমূল্য ৰত্ন', 'গুপ্তমণি', 'আদি-চৰিত' আৰু অলেখ দেহ-বিচাৰৰ গীত খাতাংকৈ তেওঁৰ ৰচিত নহয়। ঈশ্বৰ-ভক্তি-অনুভূতিৰ তীক্ষ্নতা, দাৰ্শনিক গঢ়তা, একশৰণৰ একনিষ্ঠতা, শ্ৰীশঙ্কৰ গুৰুত পৰম অনুৰাগ, বালক-চৰিত্ৰৰ আহ্লাদদায়ক চিত্ৰণ, আৰু প্ৰকাশৰ তীব্ৰতা মাধৱদেৱৰ ৰচনাৱলীৰ কেইটামান বিশেষ লক্ষণ।

"নাম-ঘোষা" ঃ 'নাম-ঘোষা' পৰম ভক্ত মাধৱদেৱৰ আধ্যাত্মিক জীৱনৰ অভিজ্ঞতাৰ ছন্দোময় প্ৰকাশ। এহেজাৰ ঘোষাৰ ভিতৰত চাৰি শ মানৰ মূলস্বৰূপে কোনো বৈষ্ণৱ গ্ৰন্থৰ সংস্কৃত শ্লোক পোৱা যাব পাৰে। কিন্তু সেইবোৰ মূলৰ কথাখিনিয়ে মাধৱদেৱৰ অনুভূতি আৰু ভাষাৰ মাজেদি কেনেকৈ নতুন জন্ম লাভ কৰিছে আৰু যেনেভাৱে "পটল-বিভাগৰ কোনো সুসংশ্লিষ্ট কৰা হৈছে, সিহে মাধৱদেৱৰ চিন্তা-জীৱনৰ ৰূপটো প্ৰকাশ কৰে। বৈষ্ণৱ সাহিত্য-ৰচনাত, শঙ্কৰদেৱে মাধৱদেৱক কোৱাৰ দৰে, "মূল ৰাখিব পাৰিলে সজ"—এই নীতিয়ে আত্মাভিব্যক্তিৰ বাটৰ প্ৰতিবন্ধকৰ সৃষ্টি কৰে। কিন্তু মাধৱদেৱৰ জীৱনৰ চৰম বাণীস্বৰূপ 'নাম-ঘোষা'ই সেই প্ৰতিবন্ধকক জয় কৰিছে। ঘোষাসমূহৰ মূলস্বৰূপে বাহিৰ কৰা শ্লোকৰ ভিতৰত ভাগৱত-পুৰাণৰ উদ্ধৃতিয়েই আটাইতকৈ সৰহ। ইয়াৰ উপৰি ৰামায়ণ-মহাভাৰতৰ দুই-এটি শ্লোকৰ বাহিৰে ভগৱদ্গীতা, বৃহন্নাৰদীয় পুৰাণ, পদ্ম-পুৰাণৰ স্বৰ্গ আৰু উত্তৰ-খণ্ড, ব্ৰহ্ম-পুৰাণ, স্কন্দ-পুৰাণ, বিষ্ণু-পুৰাণ, ব্ৰহ্মাণ্ড-পুৰাণ, বামন-পুৰাণ, মৎস্য-পুৰাণ আদিৰ শ্লোক ঘোষাৰ মূলৰূপে নিৰ্দিষ্ট হৈছে। শ্ৰীধৰ স্বামীৰ 'ভাগৱত-ভাৱাৰ্থ-দীপিকা' আৰু গীতাৰ 'সুবোধনী' টীকাৰ শ্লোক আৰু কথাৰ ভাঙনিও ঘোষাত আছে। শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাকৰ', বিষ্ণুপুৰীৰ, 'ভক্তি-ৰত্নাৱলী'ৰ কান্তি-মালা টীকা, আৰু শঙ্কৰাচাৰ্যৰ 'মোহ-মুদগ'ৰ একোটি শ্লোকৰ কথা একোটি ঘোষাত সন্নিবিষ্ট হৈছে। 'বৈষ্ণৱামৃত-লহৰী' নামৰ গ্ৰন্থৰপৰাও ইয়াত অনুবাদ আছে। দেখা গৈছে, 'নাম-ঘোষা'ৰপৰা সংস্কৃত অনুবাদ কৰি 'আচাৰ্য্য-সংহতি' নামৰ পুথিত সন্নিবেশ কৰা হৈছে। সকলো সংমিশ্ৰণ আৰু নিজৰ আধ্যাত্মিক অভিজ্ঞতাৰ মিলনত মাধৱদেৱৰ 'নাম-ঘোষা' নৱবৈষ্ণৱ ধৰ্মৰ মূল সূত্ৰ আৰু তাৰ দাৰ্শনিক ভিত্তিৰ সম্পূৰ্ণ পৰিচায়ক বুলি ক'ব পাৰি। ভাৱৰ প্ৰাণময় প্ৰগাঢ়তা, ভাষাৰ ছন্দোময় প্ৰাঞ্জলতাই ঘোষাখিনি ভক্ত কবিৰ অন্তৰৰ তলিৰপৰা ওলাই অহাটো সূচায়। স্তুতি, কাকুতি, প্ৰৰ্থনা আদি শীৰ্ষযুক্ত খণ্ডবোৰে প্ৰাণৰ কাতৰ আকৃতি পাঠক-শ্ৰোতাৰ প্ৰাণস্পৰ্শীভাৱে ধ্বনিত কৰি তুলিছে। ডক্টৰ কাকতিয়ে আঙুলিয়াই দিয়াৰ দৰে, পুণ্য-শ্লোক শঙ্কৰ-স্মৃতি 'নাম-ঘোষা'ৰ এটি প্ৰধান বৈশিষ্ট্য। শঙ্কৰী ধৰ্মৰ বিশুদ্ধতা,

(অসমৰ) ভক্তি-সম্প্ৰদায়ত আদি আৰু একমাত্ৰ গুৰুৰূপে শঙ্কৰদেৱৰ অৱস্থিতি নিৰ্দ্দেশ কৰা সেই ধৰ্মৰ প্ৰধান প্ৰচাৰকৰূপে মাধৱদেৱৰ এটি মুখ্য উদ্দেশ্য এই পুথিত। 'নাম-ঘোষা'ত সময়ৰ খোজ-চিনো দেখা পোৱা যায়। মিৰি, কছাৰী, গাৰো, ভোট, যৱন আদিয়ে নাম-ধৰ্ম গ্ৰহণ কৰিছে; সেই নাম 'সজ্জনে' নিন্দা কৰে; শাস্ত্ৰ-তত্ত্ব নজনা লোকেও 'গুৰু বোলাই মান্য-সতকৰা খুজি লয়' আৰু 'জীৱিকাৰ অৰ্থে ফুৰে আপুনাৰ মহিমা বখানি।' এওঁলোকেই 'আমাৰ জীৱিকা মান্য-ভঙ্গ হোৱে' বুলি বিচাৰ কৰি শঙ্কৰদেৱৰ বিৰুদ্ধে 'ৰাজ আগে খল দিলা' বুলি ৰাম সৰস্বতীয়ে 'কুলাচল-বধত' উল্লেখ কৰিছে। শাস্ত্ৰৰ মত আৰু বেদৰ বাণী এৰি, 'অন্ন-যোনি কিছু বিচাৰ নকৰি' জাতি-কূল-ভ্ৰষ্ট হোৱাসকলকে মাধৱদেৱে 'পাষণ্ড'-ধৰ্মী বুলি নিৰূপণ কৰিছে। এই উল্লেখবোৰ বিবিধ শ্ৰেণীৰ ভক্তি-বিদ্বেষীৰ বিৰোধ-জুইৰ ফিৰিঙতি।

ভক্তিতত্ত্ব-নিৰূপক গ্ৰন্থহিচাপে 'নাম-ঘোষা' নিৰুপম। অৱতাৰবাদ; প্ৰসাদ (পুষ্টি বা পোষণ) বা অনুগ্ৰহবাদ; মায়া-তৰণৰ উপায়স্বৰূপে সকলো ধৰ্মৰ ভিতৰত, জ্ঞান-কৰ্মৰ ওপৰতো, ভক্তি শ্ৰেষ্ঠতা; ভক্তিৰ পুৰুষোত্তম-প্ৰেম-স্বৰূপতা; ভক্তিৰ অহৈতুকিতা বা অনিমিত্ততা; ভক্তিৰ শ্ৰৱণ-কীৰ্ত্তন-প্ৰধানতা; সৎসঙ্গ-মাহাত্ম্য; দাস্য; জড়ৰূপী অন্য-দেৱ-সেৱ-নিবাৰণ-পূৰ্বক চৈতন্যস্বৰূপ এক দেৱ আৰু এক নামৰ বিশ্বাসেৰে একশৰণবাদ—মহাপুৰুষীয় ধৰ্মৰ (অসমৰ ভক্তি-সম্প্ৰদায়) এই মূল সূত্ৰবোৰ 'নাম-ঘোষা'ৰ নানা ঠাইত নানাভাৱে ব্যাখ্যা কৰা হৈছে। নাম, দেৱ, ভক্ত, গুৰু—এই চাৰিটি তত্ত্বক প্ৰধানকৈ দেখুৱাবৰ বাবেই মাধৱদেৱে প্ৰথম দুটি ঘোষাত বিষ্ণুপুৰী আৰু শঙ্কৰদেৱৰ দুটি শ্লোকৰ ভাঙনি দিছে। জীৱৰ 'চিত্ত-বৃত্তিৰ প্ৰৱৰ্ত্তক' নাৰায়ণ বা বাসুদেৱ কৃষ্ণৰপৰা চিত্তক বিচলিত কৰি দিয়ে। দেৱতাত প্ৰয়োগ নকৰাটোৱেই অব্যভিচাৰী ভক্তিৰ মূল কথা ('ভক্তি-ৰত্নাকৰ'ত-নান্যস্মিন্ দেৱতান্তৰে চেতোঽন্তকৰণং যস্য স ভগৱত বাসুদেৱে অনন্যচেতা অব্যভিচাৰিভক্তিমান্ মনুষ্য ইতি)। গতিকে যি "বচনে কেৱলে মাত্ৰ হৰিত শৰণ লয়" আৰু যাৰ "চিত্তে আন দেৱক ভজয়", তেওঁক 'নাম-ঘোষা'ই নিন্দা কৰিছে। ভাগৱত-পুৰাণত কোৱাৰ (৪.৩১.১৪, ৮.৫.৪১) দৰে যেনেকৈ গুৰিত পানী দিলেই ডাল-ঠালবো তৃপ্তি হয়, প্ৰাণোপহাৰ-ৰূপ ভোজনৰ দ্বাৰা যেনেকৈ সৰ্ব শৰীৰৰ পুষ্টি হয় (বেলেগ বেলেগ অঙ্গত গন্ধাদি লেপনৰপৰা তেনে পুষ্টি নহয়—"ভক্তি-ৰত্নাকৰ'ত 'ন তু তত্তদিন্দ্ৰিয়েষু পৃথগ্ গন্ধাদিলেপনাৎ তথা অচ্যুতাৰাধনমেৱ সৰ্বদেৱতাৰাধনং তৃপ্তিশ্চ

ন পৃথগিত্যৰ্থঃ", 'ভক্তি-ৱিবেক'ত "ন তু পৃথগনুলেপনাৎ"), তেনেকৈ বিষ্ণুৰ আৰাধনা কৰিলে "মায়া-শয্যা মাজে ঘুমটি যাই" থকা জড়-ৰূপী আৰু মায়া-তৰণ-ৰূপ মুক্তি-দানত অক্ষম অন্য দেৱৰ পূজা কৰিব নালাগে। শঙ্কৰদেৱে-মাধৱদেৱে ধৰ্মৰ এই মূল নীতিকে অতি নিয়মিতভাৱে পালন কৰা আৰু কৰোৱা দেখা যায়।

'নাম-ঘোষা'ৰ দাৰ্শনিক ভিত্তি বেদান্ত; ভাগৱত-পুৰাণ হ'ল 'সমস্ত-বেদান্ত-সাৰ'। ভাগৱতে সত্য তত্ত্বক (নিৰ্বিশেষ) ব্ৰহ্মৰূপে, (জগৎ-প্ৰপঞ্চৰ অতীত) পৰমাত্মাৰূপে আৰু (শক্তিৰ গৰাকী) ভগৱতৰূপে নিৰূপণ কৰিছে। এফালে সেই তত্ত্ব 'চৈতন্য-স্বৰূপ নিত্য সত্য শুনি জ্ঞান অখণ্ডিত', অচিন্ত্য, 'নিত্য শুদ্ধ বুদ্ধ', নিৰ্গুণ, নিৰঞ্জন, নিৰাকাৰ পৰমব্ৰহ্ম, আনফালে সেয়ে পৰম-পুৰুষ, পৰম-ঈশ্বৰ, পুৰুষোত্তম, বাসুদেৱৰ নাৰায়ণ, কৃষ্ণ। ভগৱন্ত প্ৰকৃতি আৰু পুৰুষ দুইতকৈও ওপৰত, দুইৰে কাৰণ, দুইৰো নিয়ামক। হৃষীকেশৰূপে তেওঁ ইন্দ্ৰিয়ৰ প্ৰৱৰ্তক, অন্তৰ্যামীৰূপে জীৱৰ সুখ-দুখ ভুঞ্জাওঁতা আৰু নিয়ামক, সৰ্বসাক্ষীৰূপে সমস্তৰে বুদ্ধি-চিত্তৰ দ্ৰষ্টা। ভগৱন্ত চৈতন্য-শক্তিযুক্ত, ব্ৰহ্মাদেৱকে আৰম্ভ কৰি সকলো জীৱ জড়। কাল, মায়া আদি তেওঁৰ শক্তি, তেওঁৰ অধীন; জীৱ সিবোৰ শক্তিৰ বশ। জীৱ ঈশ্বৰৰ অংশ হলেও মায়াত বন্দী হৈ সংসাৰত নানা ক্লেশ ভোগ কৰে। জীৱই শৱ-তুল্য অনাত্ম শৰীৰক মই বুলি মানে অবিদ্যাৰ হেতুকে ('দেহাদিসু অনাত্মসু অস্মীত্যাত্মবুদ্ধিৰবিদ্যা'— শঙ্কৰাচাৰ্য; ঘোষা ৭৫১)। আৱৰণ আৰু বিক্ষেপ শক্তিৰ প্ৰভেদেই প্ৰকৃতি দুবিধ হয়—আৱৰণ-শক্তিৰে জীৱৰ উপাধিস্বৰূপা অবিদ্যা, বিক্ষেপ-শক্তিৰে সেয়ে পৰমেশ্বৰী মায়া। পুৰুষো সেইদৰে দুবিধ—প্ৰকৃতিক নাজানি যি সংসাৰত (জন্ম-মৃত্যু-চক্ৰ) আবদ্ধ হৈ থাকে সেয়ে জীৱ; যি প্ৰকৃতিক বশ কৰি বিশ্ব-সৃষ্টি আদি কৰে, সেয়ে ঈশ্বৰ। এই প্ৰকৃতি আৰু পুৰুষৰ গৰাকী পৰমেশ্বৰ পৰম ভজনীয়। পৰমেশ্বৰৰ ভক্তিৰ দ্বাৰা তত্ত্ব-জ্ঞান ওপজে, সেই জ্ঞানৰ দ্বাৰা মায়াক অতিক্ৰম কৰি জীৱ মুক্তিৰ যোগ্য হয় আৰু 'আত্মা-ঈশ্বৰক প্ৰত্যক্ষে সততে পায়।'

গুৱাহাটী বিশ্ববিদ্যালয়
৩০ আহাৰ, ১৮৭৭ শক

# মাধৱদেৱৰ বাক্যামৃত

## ভূমিকা

খ্ৰীষ্টীয় ১৬৮৯ ছনত বৰ্তমানৰ উত্তৰ লখীমপুৰৰ নাৰায়ণপুৰ অঞ্চলৰ কাচিকটা নৈৰ পাৰত হৰশিঙা বৰাৰ ঘৰত গোবিন্দগিৰী ভূঞাৰ পত্নী মনোৰমাৰ গৰ্ভত মাধৱদেৱৰ জন্ম হয়। মাধৱৰ চৈধ্য বছৰমান বয়সত দেশত আকাল পৰাত তেওঁ পিতৃ-মাতৃৰে অনাথিতি হৈ ঘূৰি ফুৰি হাবুং অঞ্চলৰ ঘাঘৰ নৈৰ পাৰৰ ঘাঘৰ মাজিৰ ঘৰত বছৰদিয়েকলৈ ৰয়। ইয়াত জন্ম হোৱা তেওঁৰ ভনীয়েক উৰ্বশীক বিয়া দিবৰ হ'লত সকলো ভটীয়াই আহি বৌটাত ৰয়হি আৰু উৰ্বশীক গয়াপাণি (পাছত ৰামদাস ভক্ত) ভূঞালৈ বিয়া দিয়ে। গোবিন্দগিৰীয়ে মাধৱক লৈ তেওঁৰ আগৰ ঠাই বাণ্ডুকালৈ (বৰ্তমান পূব পাকিস্তানৰ ৰংপুৰত) যায়। ইয়াত মাধৱৰ বিদ্যা-শিক্ষা হয়, গোবিন্দগিৰীও ঢুকায়। মাধৱে তাত ককায়েক দামোদৰৰ লগত থাকে আৰু বাণ্ডুকাৰ ৰজাৰ ঘৰত বিষয়া খাটে। ইয়াৰ পাছত তেওঁ পাণ-তামোলৰ বেহাত হাত দিয়ে, আৰু ভঁৰালী-ডুবিৰ ৰামদাসৰ ঘৰলৈ ঘূৰি বিয়াৰ মনেৰে নেঘেৰীটিঙত এজনী ছোৱালীক জোৰোণ পিন্ধালে। কিন্তু মনোৰমা আইৰ হৈ গোসাঁনীলৈ ছাগ আগ কৰাৰ কথা লৈ ১৫২২ খ্ৰীষ্টাব্দত শাক্ত মাধৱ বেলগুৰিত বৈষ্ণৱ শঙ্কৰদেৱৰ সম্মুখীন হ'বলগীয়া হয়, আৰু তুমুল তৰ্কযুদ্ধৰ পাছত ভক্তিধৰ্ম্মৰ শৰণ লয় আৰু জোৰোণৰ কন্যা পৰিত্যাগ কৰি ধৰ্মৰ হকে জীৱন উছৰ্গা কৰে। সুপণ্ডিত আৰু সুগায়ক মাধৱদেৱ শঙ্কৰদেৱৰ প্ৰধান সহায়স্বৰূপ হ'ল। এই সময়ত বৈষ্ণৱ-বিদ্বেষীসকলৰ উচটনিত দিহিঙীয়া ৰজাই মাধৱক ৰংপুৰ ৰাজধানীলৈ ধৰাই নিয়ে আৰু আঠমাহ কাল নজৰ-বন্দী কৰি ৰাখে। শঙ্কৰদেৱে আহোম ৰাজ্য এৰি নৰনাৰায়ণৰ কামৰূপ ৰাজ্যলৈ যাওঁতে (১৫৪৬ ছন) মাধৱদেৱো তেওঁৰ লগত যায়। বাটতে কপলাৰ বৰিত মনোৰমা আই ঢুকায়। মাধৱদেৱে বৰপেটা অঞ্চল পাই পোনতে বাৰাদিত ৰয়, পিছত গণককুছিত ঘৰ কৰি লৈ তাৰেপৰা শঙ্কৰ গুৰুৰ থানলৈ অহা-যোৱা কৰি থাকে; শঙ্কৰদেৱৰ দ্বিতীয়বাৰ

পুৰীভ্ৰমণৰ সময়ত তেওঁ প্ৰধান সঙ্গী আছিল। ১৫৬৮ চনত এওঁৰ ওপৰতে পন্থৰ সৰ্ব ভাৰ দি শঙ্কৰদেৱ বৈকুণ্ঠী হয়। ইয়াৰ অলপ দিনৰ পাছত মাধৱদেৱ পাটবাউসীত এবছৰমান থাকি সুন্দৰীদিয়াত স্থায়ী সত্ৰ পাতে আৰু শাস্ত্ৰ-ৰচনা আৰু নামধৰ্ম-প্ৰচাৰত আত্মনিয়োগ কৰে, আৰু মাজে মাজে কামৰূপৰ নানা ঠাইত ভ্ৰমণ কৰি প্ৰচাৰৰ কাম কৰে। ইয়াৰ পাছত তেওঁ তাঁতীকুছি গাঁৱলৈ গৈ বৰপেটা সত্ৰ থাপনা কৰি ৰয়। সুন্দৰীদিয়াত থকাৰেপৰা ভক্তি-বিদ্বেষীসকলে মাধৱদেৱৰ বিৰুদ্ধে কোঁচ কামৰূপৰ ৰজাক উচটাবলৈ যত্ন কৰিছিল। ইয়াৰ ফলত তেওঁ ৰজাৰ আদেশমতে হাজোত গৈ থাকিব লগা হয়। তাত আকৌ তেওঁ হয়গ্ৰীৱ-মাধৱতকৈও অধিক লোক আকৰ্ষণ কৰাত কথা বেগতিক ভাবি ভৃগু নামৰ এজন ব্ৰাহ্মণৰ যত্নত সোণকোষৰ চকী এৰাই কোচবেহাৰলৈ পলাই যায়। তাত ৰাজকোঁৱৰ-কুঁৱৰী, ৰাজমাও, নানা বিষয়াসকলে তেওঁত শৰণ লয়। বিৰূপাক্ষ নামে ৰজাৰ কাজীয়ে কিছুদিন মাধৱক নানা আহুকাল দিছিল। কিন্তু লক্ষ্মীনাৰায়ণ ৰজাই মাধৱদেৱৰ ধৰ্মক একপ্ৰকাৰ ৰাজধৰ্মৰূপে ঘোষণা কৰিলে। ১৫৯৬ চনত কোচবেহাৰত মাধৱদেৱ বৈকুণ্ঠী হয়।

শঙ্কৰদেৱৰ প্ৰধান শিষ্য আৰু ধৰ্মৰ উত্তৰাধিকাৰীৰূপে মাধৱদেৱে সেই ধৰ্ম প্ৰতুলভাৱে প্ৰচাৰ কৰে আৰু সেই ধৰ্মৰ শাস্ত্ৰৰ থূলটি পূৰণ কৰে। সাহিত্য আৰু ভক্তিদৰ্শনমূলক ৰচনা হিছাপে মাধৱদেৱৰ 'নামঘোষা' আদি অতি উচ্চ খাপৰ। তেওঁ সাহিত্যিক জীৱনত গুৰুজন থকাৰ ভিতৰতে বহুতোখিনি আগ বাঢ়ে। 'জয় গুৰু শঙ্কৰ সৰ্ব্বগুণাকৰ' আদি গুৰু-ভটিমাটি 'প্ৰাতস সময়ে যশোৱা জননী' ভটিমা (তীৰ্থভ্ৰমণৰ বেলা), দুই-এটি বৰগীত তেওঁ গণককুছিত থাকোঁতে বিভিন্ন সময়ত ৰচনা কৰে। বৰপেটাৰ কমলা গায়নে শঙ্কৰদেৱৰ পোনতে ৰচা বাৰ কুৰি বৰগীতৰ পুথি আওৰাবলৈ নিওঁতে ঘৰপোৰা জুয়ে পোৰাত, গুৰুৰ আদেশমতে মাধৱে পুথি কৰি বৰগীত লিখাত ধৰে। অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ ৰামায়ণ "ঢাকি তুচকৈ গুচাবৰ মন দিলত" গুৰুৰ উপদেশত গুৰুৰ উত্তৰাকাণ্ডৰ সমকৈ আদিকাণ্ড ৰামায়ণ ভাঙিলে। অনন্ত কন্দলিৰ মধ্য দশমৰ ভাঙনিত "ভক্তিপৰ হ্ৰস্ব, যুদ্ধ দীৰ্ঘ" হোৱাত 'ৰাজসূয়' ৰচিলে; আৰু চিলাৰায়ে শঙ্কৰদেৱক অনুৰোধ কৰামতে 'জন্ম-ৰহস্য' লিখি উলিয়াই ৰচনা-চাতুৰ্যৰ বাবে গুৰুৰ প্ৰশংসা লাভ কৰিলে। বেজবৰুৱা ডাঙৰীয়াই লিখিছে, মাধৱদেৱৰ 'দধিমথন' (অৰ্জ্জুন-ভঞ্জন) নাটৰ ভাওনাত শঙ্কৰদেৱে নন্দৰ আৰু মাধৱদেৱে উপানন্দৰ ভাও দিছিল। গতিকে দেখা যায়, শঙ্কৰদেৱৰ জীৱৎকালতে মাধৱদেৱৰ প্ৰায়খিনি গীত-ভটিমা, অন্ততঃ এখনি নাট আৰু 'ৰাজসূয়', আদিকাণ্ড

ৰামায়ণৰ 'জন্ম-ৰহস্য' ৰচিত হয়। শঙ্কৰদেৱে ভাৰ দিয়ামতে মাধৱদেৱে দুটি ডাঙৰ কাৰ্য সম্পন্ন কৰে সুন্দৰিদিয়াত থকাত; সেই দুটি কাৰ্য হ'ল 'নামঘোষা' ৰচনা আৰু 'ভক্তি-ৰত্নাৱলী'ৰ ভাঙনি। বিষ্ণুপুৰী সন্ন্যাসীৰ মূল 'ভক্তিৰত্নাৱলী'খন হাজোৰ দ্বিজ কণ্ঠভূষণে বাৰাণসীৰপৰা আনি শঙ্কৰদেৱক দিয়ে। শঙ্কৰদেৱে অচিনাকি সন্ন্যাসীৰ জ্ঞান-প্ৰধান পুথি বুলি শোনতে চাবলৈকে হেলা কৰিছিল; কিন্তু পুথিখনে শঙ্কৰী পন্থৰ দৰেই শেষ বিবেচনত একশৰণ নিৰূপণ কৰাত তেওঁ "বিষ্ণুপুৰী মোৰ সঙ্গ" (অৰ্থাৎ একেধৰণৰ একশৰণীয়া) বুলি পুথিখনৰ ভাঙনি কৰিবলৈ মন দিয়ে; কিন্তু সেই কাম "বৰা-পোত হন্তেহে হ'ব পাছত" বুলি কালিন্দী আইক পুথিখনি সামৰি থ'বলৈ দিয়ে। এই 'মহাবিচক্ষণ ভকতৰ সৰ্ব্বস্ব শাস্ত্ৰ' সুন্দৰীত ভাঙিবলৈ আৰম্ভ কৰোঁতে হাথীয়া দলৈয়ে ইতিকিং কৰাত পাছৰ বিবেচনকেইটা চমুৱাই ভাঙি কণ্ঠভূষণক দেখুৱায়; তেৱোঁ "পণ্ডিতে মুখ দিব নুৱৰা বিচক্ষণ" হৈছে বুলি আনন্দ প্ৰকাশ কৰে। সুন্দৰীত থাকোঁতে মাধৱদেৱে 'চোৰধৰা', 'পিম্পৰা গুচুৱা', 'ভোজন ব্যৱহাৰ', আৰু 'ভূমি লুটিয়া' নাট ৰচে। 'ৰাস-ঝুমুৰা', 'ভূষণ-হেৰুৱা' আৰু 'কোটোৰা খেলোৱা' নাট কোনোৰ মতে মাধদেৱৰ ৰচিত হ'লেও সেই বিষয়ত সন্দেহৰ যথেষ্ট স্থল আছে। এই সময়তে মাধৱদেৱে 'গোবৰ্দ্ধন-যাত্ৰা', 'নৃসিংহ-যাত্ৰা' আৰু 'ৰাম-যাত্ৰা' নামে ভাওনা কৰাইছিল; কিন্তু তাৰ নাট আজি পাবলৈ নাই। ১৫৯৫-'৯৬ চনত কোচবেহাৰত থকা ঘটনাপূৰ্ণ কালৰ ভিতৰতে মাধৱদেৱে 'নামঘোষা'ক চূড়ান্ত ৰূপ দিয়ে। কাজীৰ অনুৰোধত 'নাম-মালিকা'ৰ পদ কৰে আৰু ভাগিন ৰামচৰণৰ হতুৱাই 'কীৰ্ত্তন-ঘোষা' সঙ্কলন কৰায়। মাধৱদেৱৰ ভণিতাযুক্ত ধ্যান-বৰ্ণনৰ তৃতীয় কীৰ্ত্তন এটি পোৱা গৈছে। তেনে ভণিতা থকা অমূল্য-ৰত্ন, গুপ্তমণি আদি চৰিত আৰু অলেখ দেহবিচাৰৰ গীত খাটাংকৈ তেওঁৰ ৰচিত নহয়। ভক্তি-অনুভূতিৰ তীক্ষ্ণতা, দাৰ্শনিক গাঢ়তা, একশৰণৰ একনিষ্ঠতা, শ্ৰীশঙ্কৰগুৰুৰ প্ৰতি পৰম অনুৰাগ, বালক-চৰিত্ৰৰ আহ্লাদদায়ক চিত্ৰণ, আৰু প্ৰকাশৰ তীব্ৰতা মাধৱদেৱৰ ৰচনাৱলীৰ কেইটামান বিশেষ লক্ষণ।

'নাম-ঘোষা' পৰমভক্ত মাধৱদেৱৰ আধ্যাত্মিক জীৱনৰ অভিজ্ঞতাৰ ছন্দোময় প্ৰকাশ। এহেজাৰ ঘোষাৰ ভিতৰত চাৰিশমানৰ মূলস্বৰূপে কোনো বৈষ্ণৱ গ্ৰন্থৰ সংস্কৃত শ্লোক পোৱা যাব পাৰে। কিন্তু সেইবোৰ মূলৰ কথাখিনিয়ে মাধৱদেৱৰ অনুভূতি আৰু ভাবাৰ মাজেদি কেনেকৈ নতুন জন্ম লাভ কৰিছে আৰু যেনেভাৱে

পটল-বিভাগৰ যোগে সুসংশ্লিষ্ট কৰা হৈছে, সিহে মাধৱদেৱৰ চিন্তা-জীৱনৰ ৰূপটো প্ৰকাশ কৰে।

ভক্তি-তত্ত্ব-নিৰূপক গ্ৰন্থ হিচাপে 'নাম-ঘোষা' নিৰুপম। অৱতাৰবাদ; প্ৰসাদ (পুষ্টি বা পোষণ) বা অনুগ্ৰহবাদ; মায়া-তৰণৰ উপায়স্বৰূপে সকলো ধৰ্মৰ ভিতৰত, জ্ঞান-কৰ্মৰ ওপৰতো ভক্তিৰ শ্ৰেষ্ঠতা; ভক্তিৰ পুৰুষোত্তম-প্ৰেম-স্বৰূপতা; ভক্তিৰ অহৈতুকিতা বা অনিমিত্ততা; ভক্তিৰ শ্ৰৱণ-কীৰ্ত্তন-প্ৰধানতা; সৎসঙ্গ-মাহাত্ম্য; দাস্য; জড়ৰূপী অন্য দেৱ-সেৱা নিবাৰণপূৰ্বক চৈতন্যস্বৰূপ একদেৱ আৰু একনামৰ বিশ্বাসেৰে একশৰণবাদ,—মহাপুৰুষীয়া ধৰ্মৰ (অসমৰ ভক্ত-সম্প্ৰদায়) এই মূল সূত্ৰবোৰ নামঘোষাৰ নানা ঠাইত নানাভাৱে ব্যাখ্যা কৰা হৈছে।

'নামঘোষা'ৰ দাৰ্শনিক ভিত্তি বেদান্ত ; ভাগৱত-পুৰাণত হ'ল "সমস্ত-বেদান্ত-সাৰ।" ভাগৱতে সত্য তত্ত্বক (নিৰ্বিশেষ) ব্ৰহ্মৰূপে (জগৎ-প্ৰপঞ্চৰ অতীত) পৰমাত্মাৰূপে আৰু (শক্তিৰ গৰাকী) ভগৱন্তৰূপে নিৰূপণ কৰিছে। এফালে সেই তত্ত্ব 'চৈতন্যস্বৰূপ নিত্য সত্য শুদ্ধ জ্ঞান অখণ্ডিত অচিন্ত্য', 'নিত্য শুদ্ধ বুদ্ধ' নিৰ্গুণ, নিৰঞ্জন, নিৰাকাৰ পৰমব্ৰহ্ম; আনফালে সেয়ে পৰমপুৰুষ পৰম ঈশ্বৰ, পুৰুষোত্তম, বাসুদেৱ, নাৰায়ণ, কৃষ্ণ। ভগৱন্ত প্ৰকৃতি আৰু পুৰুষ দুইতকৈও ওপৰত; দুইৰো কাৰণ, দুইৰো নিয়ামক। হৃষীকেশৰূপে তেওঁ ইন্দ্ৰিয়ৰ প্ৰৱৰ্তক, অন্তৰ্যামীৰূপে জীৱৰ সুখ-দুখ-ভুঞ্জাওঁতা আৰু নিয়ামক, সৰ্ব্বসাক্ষীৰূপে সমস্তৰে বুদ্ধি-চিত্তৰ দ্ৰষ্টা। ভগৱন্ত চৈতন্য-শক্তিযুক্ত। ব্ৰহ্মাদেৱকে আৰম্ভ কৰি সকলো জীৱ জড়। কাল, মায়া আদি তেওঁৰ শক্তি, তেওঁৰ অধীন; জীৱ সিবোৰ শক্তিৰ বশ। জীৱ ঈশ্বৰৰ অংশ হ'লেও মায়াত বন্দী হৈ সংসাৰত নানা ক্লেশ ভোগ কৰে। জীৱই শৱ-তুল্য অনাত্ম শৰীৰক মই বুলি মানে অবিদ্যাৰ হেতুকে ('দেহাদিষু অনাত্মসু অস্মীত্যাত্মবুদ্ধিৰবিদ্যা'— শঙ্কৰাচাৰ্য; ঘোষা ৭৫১)। আৱৰণ আৰু বিক্ষেপ শক্তিৰ প্ৰভেদেই প্ৰকৃতি দুবিধ হয়,—আৱৰণ-শক্তিৰে জীৱৰ উপাধিস্বৰূপা অবিদ্যা, বিক্ষেপ-শক্তিৰে সেয়ে পৰমেশ্বৰী মায়া। পুৰুষো সেইদৰে দুবিধ,—প্ৰকৃতিক নাজানি যি সংসাৰত (জন্ম-মৃত্যুচক্ৰ) আবদ্ধ হৈ থাকে, সেয়ে জীৱ; প্ৰকৃতিক বশ কৰি বিশ্ব-সৃষ্টি আদি কৰে, সেয়ে ঈশ্বৰ। এই প্ৰকৃতি আৰু পুৰুষৰ গৰাকী পৰমেশ্বৰ পৰমভজনীয়। পৰমেশ্বৰৰ ভক্তিৰ দ্বাৰা তত্ত্ব-জ্ঞান ওপজে, সেই জ্ঞানৰ দ্বাৰা মায়াক অতিক্ৰম কৰি জীৱ মুক্তিৰ যোগ্য হয় আৰু আত্মা-ঈশ্বৰক উপলব্ধি সততে পায়।

অসমৰ বৈষ্ণৱ ধৰ্মৰ 'চাৰি পুথি'ৰ ভিতৰত মাধৱদেৱৰ 'নাম-ঘোষা' আৰু

'ভক্তি-ৰত্নাৱলী'ৰ ভাঙনি দুইখনিকেই ধৰা হয়। 'ভক্তি-ৰত্নাৱলী'খনি ইমান লোকপ্ৰিয় আৰু সৰ্বজনসম্মানিত হৈ পৰে যে সৰ্বসাধাৰণে তাক চমুকৈ ৰত্নাৱলী বুলিয়ে জানে আৰু "ক বুলিব নেজানে ৰত্নাৱলী পঢ়ে" বুলি পণ্ডিতম্মন্যতাৰ ধৃষ্টতাক ইতিকিং কৰে। বুৰঞ্জীত পোৱা যায়, ৰণলৈ যাবৰ সময়ত বীৰসকলে জন্মভূমিৰ প্ৰতি একানুগত্যৰ শপথ গ্ৰহণ কৰিছে ৰত্নাৱলী পুথি আগত থৈ; বা কোনো লোকে মৰণৰ হাত সাৰিবলৈ বুকুত ৰত্নাৱলী বান্ধি ঘাতকৰ সমুখত দেখা দিছে। এই পুথিখনিৰ মূল বিষ্ণুপুৰী সন্ন্যাসীৰ কান্তিমালা-টীকাসম্বলিত 'শ্ৰীভক্তি-ৰত্নাৱলী'খন কণ্ঠভূষণ বিপ্ৰই আনি শঙ্কৰদেৱৰ হাতত দিয়ে। শঙ্কৰদেৱে তাৰ অনুবাদৰ ভাৰ মাধৱদেৱৰ ওপৰত দিয়ে; কিন্তু মাধৱদেৱে গুৰুজনৰ বৈকুণ্ঠ-প্ৰয়াণৰ পাছত গণককুছিত এবছৰ আৰু সুন্দৰীদিয়াত এবছৰ থকাৰ পাছত সোন্দৰাত ৰামচৰণ ঠাকুৰৰ ঘৰত থকাতহে সেই কাম আৰম্ভ কৰে। কিন্তু তেওঁ পুথিখনিৰ সমস্ত শ্লোকৰ ভাঙনি দিয়া নাই। কিয় নিদিলে, 'কথা-গুৰুচৰিত'ত তাৰ কাৰণৰ ইঙ্গিত দিয়া আছে,—"তিনি বিৰোচনা লিখিছে, তেনেতে হাথীয়া গৈ দেখি বোলে, 'অ, তুমিও শাস্ত্ৰ কৰিব খৈলা মোৰ শ্ৰীশঙ্কৰদেৱক দেখি! তাৰাৰ গ্ৰন্থ আনেকে আদৰকৈ চাব, পঢ়িব, শুনিব। তোমাৰ চাব-গাব কোনে?' এনেকৈ বুইলতে খতৰ কষ্ট পাই মনে চুটকৈ ছয়, সাত, বাৰ, ষোল, কুৰি, চবিশ, পঞ্চিশ টুটাই দিলে বিৰোচন। গুৰুজনৰ চিতে আগে শৰণ-ভজন ভক্তি দেখাই জীৱক দেহৰ বাজ কৰিবৰ মন দিছিল।" গতিকে, মাধৱদেৱ নিজৰ ধাৰণামতে 'ভক্তি-ৰত্নাৱলী'খনি সম্পূৰ্ণ কৰা নহ'ল। সি যি হওক, বিশেষকৈ প্ৰথমৰ ভাগত তেওঁ ভাগৱত-পুৰাণৰপৰা সংগৃহীত শ্লোকৰ বিষ্ণুপুৰীকৃত টীকাৰ কথাও গ্ৰহণ কৰিছে। বিষ্ণুপুৰীয়ে আকৌ নিজেই কৈছে, তেওঁ পৰাপক্ষত শ্ৰীধৰ স্বামীৰ টীকাৰপৰা আঁতৰি অহা নাই। মুঠতে, শঙ্কৰদেৱৰ বৈষ্ণৱসম্প্ৰদায়ৰ ভাগৱত-চৰ্চাৰ মূল ধাৰাকে মাধৱদেৱে তেওঁৰ অনুবাদত ৰক্ষা কৰিছে। অনুবাদখিনি মূলগত যদিও প্ৰাঞ্জল।

'জন্ম-ৰহস্য' পুথিখনিত মাধৱদেৱে শ্ৰীমন্ত শঙ্কৰক 'সাক্ষাতে কৃষ্ণৰ অংশ' বুলি বৰ্ণাই কৈছে,—

তেন্তে মোৰ মহা- গুৰু পিতৃ হুয়া
উদ্ধাৰিলা নৰকৰ।
দিয়া ভক্তি-দান পালন্ত পোষন্ত
পুত্ৰত কৰি বিস্তৰ॥

সেই 'মহাগুৰু-পিতৃ'ৰ 'অনুমতি' অনুসৰি তেওঁ 'জন্ম-ৰহস্য'ৰ কথা বিৰচিলে। ইয়াৰ মূল জন্ম-পুৰাণৰ সন্ধেদ আমি এতিয়াও পোৱা নাই। 'কথা-গুৰুচৰিত'ত আছে,—

"আৰু ছোট দেৱানে জন্ম-পুৰাণৰ শ্লোক পালে। পাই শ্ৰীশঙ্কৰদেৱৰ হাতত দিলে, বোলে, 'বাপ ভাঙ্গি পদকৈ দিয়ক।' গুৰু বোলে, 'মহাৰাজ, অ'ত কৰিব নপাৰিম। ত'ৰতে কৰি দিম বাৰু।' এই বুলি বিদায় লৈ আহিল। গুৰুজন আহিবৰ শুনি চোট আঁতা, ঠাকুৰ আতা, আনো ভক্তসৱ গৈ সেৱাকৈ বাৰ্তা-বিদ সুধিছে। গুৰুজনে বোলে, 'ৰবা-পো, জন্ম-পুৰাণৰ শ্লোকখানি ৰাজা দিছে। পদ কৰি দিয়া যক।' বোলে, 'বাপ কিঁকে কৰিম?' বোলে, 'কিয়, আমি দহো কৰো একা?' বোলে, 'আপুনি কৰে ঈশ্বৰ-শক্তি।' বোলে, 'তোমাৰ জানো নহয় ঈশ্বৰ-শক্তি? নিয়া; পাৰিবা।' তেহে গুৰু-বাক্য শিৰে ধৰি আনি কৰিলে। মৎস্য-মাধৱৰে পদ তিনিশ কৈলে। ইদিকি কৈলে তিনিশ। দিলেনি। গুৰুজনে চাই বোলে, 'তেওঁ বোলা, মোৰ ঈশ্বৰ-শক্তি নাই।' তেহে খোজা ৰাজা, বৰ্ছ্থি পাত্ৰ ভুৰুকাত হাতী ভৰোৱা আৰ্হি কৈছে পুৰাণৰ পুৰাতন আৰ্হি—বোলে, "আমি বঢ়াবহে পাৰো টুটাব নোৱাৰো। তুমি হ্ৰস্ব-দীৰ্ঘ সৱে পাৰা দহো!"

মাধৱ কন্দলিয়ে ৰামায়ণৰ মাজৰ পাঁচ কাণ্ডৰ অসমীয়া পদ কৰিছিল। তেওঁ আদিকাণ্ড আৰু উত্তৰাকাণ্ডৰ ভাঙনি কৰাৰ বিশেষ প্ৰমাণ হোৱা নাই। সাঁচিপতীয়া পুথিত লঙ্কাকাণ্ডৰ শেষতে সপ্তকাণ্ড ৰামায়ণ পদবন্ধে বিৰচন কৰা বুলি পোৱা যায় যদিও কন্দলিৰ আদি আৰু উত্তৰাকাণ্ড কছাৰী-আক্ৰমণত হেৰোৱা বুলি কোনো পুৰণি উল্লেখ পোৱা নাযায়; সি আজিৰ যুগৰ লেখক দুই-এজনৰ কল্পনা মাথোন। সি যি হওক, মাধৱদেৱে আদিকাণ্ড আৰু শঙ্কৰদেৱে উত্তৰাকাণ্ড আগে-পিছে যোগ দি কন্দলিৰ ৰচনাই সৈতে অসমীয়া ৰামায়ণখনি সপ্তকাণ্ড কৰিলে। যি মাধৱদেৱে শিশু-কৃষ্ণৰ চৰিত্ৰ বৰ্ণনাতে অশেষ আহ্লাদ লাভ কৰিছিল, তেওঁ এইদৰে ৰামায়ণৰ বালকাণ্ডৰ অনুবাদৰ ভাৰ লোৱাটোৱেই অৰ্থপূৰ্ণ। অনুবাদটিত সংস্কৃত ৰামায়ণৰ মূল কথাখিনি কবিয়ে এনেভাৱে আপোন কৰি গ্ৰহণ কৰিছে যে মনোৰম পদখিনি কবিৰ মৌলিক ৰচনা যেনেই লাগে।

'নাম-মালিকা' বা 'হৰি-নাম-মালিকা'ৰ মূল সংস্কৃত পুথিখনি উৰিষ্যাৰ গজপতি ৰাজবংশৰ ৰজা পুৰুষোত্তমৰ আজ্ঞাক্ৰমে সিদেশৰ দ্বিজসকলে "পুৰাণ, ভাৰত, স্মৃতি আগমক চাই" কৃষ্ণনাম-মহিমামূলক কথাৰ 'নানা গ্ৰন্থ সংগ্ৰহ কৰিল এক ঠাই।' মাধৱদেৱে ভক্তিপৰায়ণ লক্ষ্মীনাৰায়ণ ৰজাৰ বিষয়া মহাভক্ত বিৰূপাক্ষ কাজীৰ

অনুবোধত পুথিখনিৰ পদ কৰে; কিন্তু নিজে হ'লে মূল ৰচনাটি শৃঙ্খলাহীন বাবে বৰ ভাল বোলা নাই।—

নাহিকে শৃঙ্খল গ্ৰন্থ আতি নিৰষ্ঠুক।
আৰ পদ কৰি কোনে মিলাইবে কৌতুক॥
তথাপিতো বিৰূপাক্ষ কাজীৰ বচনে।
বিৰচিবো পদ যেন লোৰে মোৰ মনে॥

পদ্ম-পুৰাণৰ স্বৰ্গখণ্ডৰ নামাপৰাধ-বিষয়ক শ্লোকখিনি মূল 'নাম-মালিকা'ত নোহোৱাতো মাধৱদেৱে তাৰ বহল ভাঙনি-সন্নিবিষ্ট কৰিছে; আৰু আন 'গ্ৰন্থ-বহির্ভূত বঢ়া' কথাও কিছু প্ৰসঙ্গ অনুসৰি দি গৈছে। নাম-মালিকাত ভাগৱত-পুৰাণৰ প্ৰাধান্য সমূলি নাই। ইয়াত পুৰাণ, উপপুৰাণ, তন্ত্ৰ, স্মৃতি, সংহিতা—সকলোৰেপৰা সমভাৱে উদ্ধৃতি দিয়া হৈছে। মাধৱদেৱে পুথিখনি ভাল নোপোৱাৰ ইও এটি কাৰণ হ'ব পাৰে। বৈষ্ণৱ-সমাজত ইয়াৰ আদৰো সেইদৰে কম।

মাধৱদেৱৰ 'ৰাজসূয়-যজ্ঞ' কাব্যখনিৰ ৰচনাৰ প্ৰসঙ্গ আগতে উল্লেখ কৰা হৈছে। এইখনি মাধৱদেৱৰ এটি প্ৰশস্ত কাব্য-প্ৰচেষ্টা আৰু অসমীয়া বৈষ্ণৱ সাহিত্যৰ এটি অমূল্য সম্পদ। ইয়াত মাধৱদেৱৰ মৌলিক কাব্য-প্ৰতিভাই বিশেষ স্ফুৰণ লাভ কৰিছে; তেওঁ শ্ৰীকৃষ্ণৰ লীলাময় মহিমা আৰু ভক্ত পাণ্ডৱসকলৰ গৌৰৱক বৰ উলাহেৰে বৰ্ণনা কৰিছে। 'জৰাসন্ধ-বধ'ত যুদ্ধৰ বৰ্ণনা আৰু শিশুপাল-বধ-প্ৰসঙ্গত পাপীৰ বাক্-বীৰত্ব এইখনি কাব্যৰ বিশেষ আকৰ্ষণ। "ইয়াৰ ভাষা প্ৰাঞ্জল, আৰু অসমীয়া ভাষা আৰু সংস্কৃতিৰ পৰিচায়ক। পদৰ লালিত্য, অলঙ্কাৰৰ মাধুৰ্য্য, ভাৱৰ গাম্ভীৰ্য্য, চিত্ৰৰ সৌন্দৰ্য আৰু ভক্তিৰ প্ৰাচুৰ্য্যই ইয়াক বাস্তৱিকে মনোৰম কৰিছে।" (মেধি) পুথিখনি ভাগৱত-পুৰাণৰ দশম স্কন্ধৰ উত্তৰাৰ্দ্ধৰ অৱলম্বনত লিখা হৈছে। এই খণ্ডৰ অনন্ত কন্দলিয়ে কৰা ভাঙনিত শঙ্কৰদেৱ তুষ্ট নোহোৱাত মাধৱদেৱে ভাগৱতৰ লগতে আন স্থানৰপৰা কথাৰ জোৰণি দি ইখনি ভক্তিপৰ কাব্য কৰি ৰচনা কৰে। সম্ভৱতঃ, শঙ্কৰদেৱৰ জীৱৎকালতেই এইখনিৰ ৰচনা সম্পূৰ্ণ হয়।

সংস্কৃত নাট্য-বিধি আৰু স্থানীয় উপাদান সংগ্ৰহ কৰি শঙ্কৰদেৱে একশ্ৰেণী অসমীয়া নাটক প্ৰতিষ্ঠা কৰে। এই শ্ৰেণী নাটকক নাট, যাত্ৰা, নাটক বা নৃত্য বোলা হৈছে, চৰিতপুথিৰ যুগত বোলা হৈছিল অঙ্ক আৰু ঝুমুৰা, লৌকিক ভাবাত অঙ্কীয়া নাট। বাৰ নাট বা বাৰ অঙ্ক বুলি এটি কথা আমাৰ দেশত প্ৰচলিত আছে, আৰু এই কথাই শঙ্কৰদেৱৰ আৰু মাধৱদেৱৰ নাটকেইখনি সামৰে। এই নাটবোৰৰ গীত-

পদ, কথা-ভটিমাৰ ভাষা ব্ৰজবুলি বা ব্ৰজাবলী ভাষা। শঙ্কৰদেৱৰ নাটত ব্ৰজবুলি অংশৰ বাহিৰেও নাটকৰ সংস্কৃতত নান্দী, প্ৰৰোচনা আৰু নাটকীয় কাহিনীসূচক আন শ্লোক থাকে। মাধৱদেৱৰ নাটকৰ প্ৰায়খিনি শ্লোকেই বিল্বমঙ্গলৰ শ্ৰীকৃষ্ণ-স্তোত্ৰ আদিৰপৰা গৃহীত। নাটকীয় কৌশলৰ ফালৰপৰা মাধৱদেৱৰ নাটককেইখন শঙ্কৰদেৱৰ পদ্ধতিৰপৰা কিছু পৃথক। প্ৰকৃততে, শঙ্কৰদেৱৰ আৰ্হিত মাধৱদেৱৰ 'অৰ্জ্জুন-ভঞ্জন'খনিকহে পূৰ্ণাঙ্গ নাট একপ্ৰকাৰে বুলিব পাৰি। সাধাৰণতে এইখনিৰ বাহিৰে বাকী কেইখনিক ঝুমুৰাহে বোলা হয়। ঝুমুৰাৰ সংজ্ঞা এতিয়াও দিয়া হোৱা নাই; কিন্তু ই একধাৰা গীতপ্ৰধান নাট, য'ত শঙ্কৰী নাটৰ সকলো অঙ্গ দেখা নাযায়। ঝুমুৰা কেইখনি অন্ততঃ ঘটনাপ্ৰধান বুলিব নোৱাৰি। একোটি সামান্য পৰিস্থিতি লৈ নাটকৰ কাহিনীটি সজোৱা হৈছে। এই বিষয়ত ইবোৰে আধুনিক একাঙ্কিকাৰ কথা সোঁৱৰায়। মাধৱদেৱৰ এখনি নাটতো প্ৰস্তাৱনা, প্ৰৱেশশ্লোক, পয়াৰ আৰু মুক্তিমঙ্গল ভটিমা নাই। 'ভোজন-ব্যৱহাৰ' নাটতহে মাথোন এটি ভটিমা দিয়া হৈছে। নাটকৰ মাজভাগৰ কাহিনীসূচক শ্লোক 'অৰ্জ্জুন-ভঞ্জন'ত তিনিটি, 'চোৰধৰা' আৰু 'ভোজন-ব্যৱহাৰ'ত এটি এটি আৰু 'ভূমি-লুটিৱা'ত এটি থাকিলেও সি নান্দীৰ ধৰণৰহে। 'পিম্পৰা-গুচোৱা'ত প্ৰৱেশৰ গীত নাই, আৰু ইয়াত এই গীতকে কেইবাভাগো কৰি দ্বৈত গীতৰ আৰ্হি দিয়া হৈছে। এই বিলাকৰপৰা দেখা যায় মাধৱদেৱে শঙ্কৰদেৱৰ নাটকৰ লক্ষণবোৰ সম্পূৰ্ণৰূপে মানিবলৈ যত্নই কৰা নাছিল। আৰু এই কাৰণতে তেওঁ ঝুমুৰা নামে এক শ্ৰেণী নতুন অঙ্কৰ সৃষ্টি কৰিলে। শঙ্কৰদেৱৰ সূত্ৰ, কথা, গীতৰ ভাষা ব্ৰজবুলি, মাত্ৰ বিলাপৰ পয়াৰবোৰতহে প্ৰাচীন অসমীয়া দেখা যায়। কিন্তু মাধৱদেৱে গীতবোৰো প্ৰাচীন অসমীয়াতে ৰচিছে, আৰু তাতো 'মোৰে', 'কাৰে' আদি প্ৰাচীন অসমীয়াতো অপ্ৰচলিত বৈয়াকৰণ ব্যৱহাৰ কৰিছে। আনফালে তেওঁৰ নাটকৰ সাধাৰণ ভাষাত অসমীয়া ঘৰুৱা গঢ়ৰ প্ৰভাৱ শঙ্কৰদেৱৰ নাটকতকৈ বেছি।

শঙ্কৰদেৱৰ দৰেই মাধৱদেৱৰ নাটক উদ্দেশ্যমূলক; মাধৱদেৱৰ উদ্দেশ্য সৰল শিশু-প্ৰীতিৰ মাজেদি মোক্ষৰ পথ নিৰ্দেশ কৰা। শঙ্কৰদেৱৰ নাটত কৃষ্ণৰ অতিমানৱীয় শক্তি প্ৰকাশ পাইছে। মাধৱদেৱৰ নাটত বুঢ়া অৰ্জুন গছ দুজোপা উৰল লগাই ভঙাৰ নিচিনা সাধাৰণ শিশুৰ অসাধ্য কাম দেখুৱালেও মানুহৰ সাধ্যাতীত কাৰ্য্য-কলাপেৰে পাঠক-দৰ্শকৰ চকুত চমক লগাই ভক্তিপন্থলৈ আনিবৰ প্ৰয়াস নাই। ইয়াত শ্ৰীকৃষ্ণৰ শিশু-কৌতুকতে নাট্যকাৰৰ স্বতঃস্ফূৰ্ত আনন্দ। তাৰপৰা যুক্তি-তৰ্কেৰে কৃষ্ণৰ ঐশ্বৰিকতা প্ৰতিপন্ন কৰা হোৱা নাই। মাধৱদেৱৰ নাটৰ বৈশিষ্ট্য

এটি ৰহস্যত,—সাধাৰণ গুৱালৰ ঘৰৰ গৰখীয়া ল'ৰা হৈও দুষ্ট, মাখন-চোৰ কৃষ্ণ অখিল ব্ৰহ্মাণ্ডৰ গৰাকী। এই ভাবটোৱেহে নাট্যকাৰক চৰম আনন্দ যোগাইছে আৰু সেই আনন্দ-ৰসকে পাঠক-দৰ্শকৰ মনত উদ্ৰেক কৰিবলৈ তেওঁ প্ৰয়াস কৰিছে। এই বিস্ময়-ভাবেই তেওঁৰ নাট্য-সৃষ্টিৰ মূল অনুপ্ৰেৰণা। ভক্তিৰ পথ সৰল—সি সহজ বিশ্বাসৰ পথ। দৰ্শন-বিজ্ঞানৰ তৰ্কজাল তাত নাই। বেদ, জ্ঞান-কৰ্মৰ পথ যেন জটিল অৰণ্য; মাধৱদেৱৰ কাৰণে শ্ৰীকৃষ্ণ পৰমব্ৰহ্মৰ প্ৰতীক কৌতুকময় এটি শিশু।

কহয় মাধৱ বেদ-বন পৰিহৰা।
গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা॥

শিশু-চৰিত্ৰ আৰু শিশুৰ লগত মাতৃ-হৃদয়ৰ সম্বন্ধই মাধৱদেৱৰ ঘাই বিষয়-বস্তু। দাস্য তেওঁৰ পৰমেশ্বৰৰ প্ৰতি দৃষ্টি কোণ। মাধৱদেৱৰ কৃষ্ণৰ চৰিত্ৰত চিৰন্তন শিশুৰ লক্ষণবোৰ প্ৰকাশ পাইছে। খা বুলিলে নোখোৱা, ক'লৈকো নাযাবি বোলা হাক-বচন নুশুনা আৰু নিষিদ্ধ কাম বা বস্তুৰ কাৰণে হাবিয়াহ শিশুৰ স্বাধীন স্বভাবসিদ্ধ। সকলো ক্ষেত্ৰতে নিজৰ প্ৰাধান্য বা গুৰুত্ব ক্ষুণ্ণ হ'বলৈ নিদিয়া তেনে আন এটি লক্ষণ; শিশুৱে লোকৰ আওকাণ বা নিজতকৈ আনক বেছিকৈ দিয়া মৰম সহ্য কৰিব নোৱাৰে। ল'ৰাই কান্দি ৰণ জিকে বাৰে বাৰে; ঘৰৰ বস্তুক পৰক দি আনন্দ লাভ কৰে। দুষ্টালি কৰি অভিভাৱকলৈ শিশুৰ ভয় লাগে, আৰু সেই কাৰ্য ঢাকিবলৈ নতুন দুষ্টালি যোগ দিয়ে; ইয়াৰ বাবে আবিষ্কাৰশীল মনেৰে নিৰ্দোষ, আমোদজনক ফাকিৰো সৃষ্টি কৰে। মাক-বাপেকে ল'ৰাৰ দোষ উলিয়ালে সিহঁতৰ আত্ম-সন্মান ক্ষুণ্ণ হয়, সিহঁতে ঠেহ পাতে, সকলোতকৈ সহজ প্ৰতিশোধ হিছাপে মাকক গালি পাৰে। মাধৱদেৱৰ শ্ৰীকৃষ্ণৰ গাত এই আটাইবোৰ লক্ষণ ধৰা পৰিছে। শিশু কৃষ্ণই কামতে ধেমালি উলিয়ায়—নানা ভঙ্গি ধৰি গৰু খেদে, বাঁহী সুহুৰিৰ সুৰেৰে কাজলী-ধৱলী গাইহঁতক মাতে, গুৰু চৰাবলৈ যাওঁতে নিয়া দৈ-ভাতেৰে বালি-ভোজ পাতে। কৃষ্ণই লগৰীয়াৰ লগত কাজিয়া কৰে, বা ধেমালিতে তেওঁৰ কান্দোন ওলায়; তেতিয়া বিৰোধী ল'ৰাৰ অভিভাৱকক লগাই বা নিজৰ ঘৰতে গোচৰ দি কোনোমতে নিজৰ জিত কৰিবলৈ বিচাৰে। মাখন বা লাৰুৰ লোভত নচা, গীত গোৱা কৃষ্ণও শিশু। নটুৱা টনাক পিন্ধি দিনটো বননিয়ে -কাঁইটনিয়ে গৰু চৰাই আহি তাৰ বাবে প্ৰশংসা নাপালে "ভাত নাখাওঁ, গা নোধোওঁ" কৰাটোও শিশুৰে লক্ষণ।

আনফালে যশোদাৰ চৰিত্ৰত চিৰন্তন মাতৃত্বৰ ছবি ফুটি উঠিছে। সন্তান পিতৃ-

মাতৃৰ অস্তিত্ব বা ব্যক্তিত্বৰ এটি নতুন বিকাশ মাথোন। কৃষ্ণ যশোদাৰ প্ৰাণ, দেহ-লাও। শিশুৰ মঙ্গলেই পিতৃ-মাতৃৰ চিন্তা আৰু সাধনা। শিশুৰ ভালৰ চিন্তাত আঁতৰত থাকিলে মাক-বাপেক উদ্বিগ্ন হয় আৰু ওচৰত থাকিলে দোষ ধৰে, ডাবি-হুকি মাৰে, শাসন কৰে। আনে ল'ৰাৰ দোষ ধৰিলে মাকে সহ্য নকৰে, কিন্তু নিজে হ'লে মাক-বাপেকে ল'ৰাক গুৰুলা-গুৰুলকৈ কিলায়। কৃষ্ণৰ কাৰণে যশোদাই গোপীহঁতক গালি-শপনি পাৰে, কিন্তু নিজে পাছে পাছে লৰি ধৰি আনি ঘৰত য'ত জৰী আছে তাৰে বান্ধে, আনৰ হাক-বচনো নুশুনে। আন মাকৰ দৰেই যশোদায়ো কৃষ্ণক দোষৰ বাবে মাৰিবলৈ যায়, আৰু ল'ৰাৰ চকুপানী দেখি স্নেহত পমি যায়। মুঠতে মাধৱদেৱে যশোদাৰ মাতৃ-চৰিত্ৰৰ সুন্দৰকৈ বিকাশ দিছে। কিন্তু যশোদাৰ চৰিত্ৰত এটা ডাঙৰ অসামঞ্জস্য—তেওঁ গোৱালী, কিন্তু তেওঁ "ত্ৰিজগতপতি হৰি ৰাখোৱাল পাইলা।" আকৌ সেই ৰহস্য! এই ৰহস্যতে নাট্যকাৰ মাধৱদেৱৰ নাট্যকলাৰ বিকাশ।

শঙ্কৰদেৱে পোনতে প্ৰসঙ্গৰ বাবে বাৰ কুৰি গীত ৰচনা কৰিছিল পুথি কৰি। পুথিখনি কমলা নামে গায়নে আওৰাবলৈ নিওঁতে চ'তমহীয়া বন-পোৰা জুয়ে ঘৰ পোৰাত পুৰিলে। গুৰুজনে খেদ কৰি "গীত আৰু নকৰোঁ" বুলি মাধৱদেৱকে গীত ৰচিবলৈ ক'লে। "তেহে শ্ৰীমাধৱদেৱে গুৰুবাক্য ধৰি কৰিছে। আতৈ সৱৰ মুখত ৰোৱা আগে-গুৰি বিহা-গাৰি ক্ৰমে দি মাজত ছোট আতা গীত কৈলে নকুৰি-এঘাৰটা বৰগীত, ছয় ৰসে চোৰ চাতুৰী।" বিহা-গাৰি আৰু আগে-গুৰিয়ে গাৰিয়লি বিহাৰ ধুনীয়া কেঁচৰ দৰে গুৰুজনৰ গীত মুঠতে ৩৪টি; বৰগীতৰ পুথিৰ ১৯১টি গীতৰ ১৫৭টি গীতেই হ'ল মাধৱদেৱৰ ৰচনা। গীতসমূহৰ 'ছয় ৰস' অৰ্থাৎ ছটি বিষয় হ'ল—*লীলা*, *পৰমাৰ্থ*, *চোৰ*, *চাতুৰী*, *বিৰহ* আৰু *বিৰক্তি*। *লীলা* হ'ল বিশেষকৈ শ্ৰীকৃষ্ণৰ বাল্য-লীলা, দুটিমানতহে মাথোন ৰামচন্দ্ৰ অৱতাৰৰ কথা আছে। পৰমাৰ্থ হ'ল ভক্তিতত্ত্ব বা আত্মতত্ত্ব; এয়ে গীতখিনিৰ মূল লক্ষ্যৰ দৰে। শিশু শ্ৰীকৃষ্ণৰ 'চোৰ-চাতুৰী' অৰ্থাৎ মাখন চুৰ কৰা কাম আৰু গোপীসকলৰ লগত খেলা ধেমালিয়ে মাধৱদেৱক কবিৰূপে অশেষ আনন্দদায়ক অনুপ্ৰেৰণা যোগাইছে; ভূষণ হেৰোৱা প্ৰসঙ্গত ৰাধাৰ লগত হোৱা 'প্ৰেম-চাতুৰী অনুৰাগো' ইয়াৰ অন্তৰ্গত। ভক্তিৰ আদৰ্শনীয়া ব্ৰজ-গোপীসকলৰ কৃষ্ণ-বিৰহৰ বৰ্ণনাও মৰ্মস্পৰ্শী! 'কামিনী-কনক' আৰু 'ৰূপ-ৰস-পৰশ-শবদ-গন্ধে আকুল' মনক বিষয়ৰপৰা প্ৰত্যাহাৰ কৰি বৈৰাগ্যত লগাবৰ চেষ্টা ভক্তসকলৰ অন্তৰ আৰু বাহ্য সাধন। এই কেয়োটি বিষয় মাধৱদেৱৰ গীতসমূহত মধুৰভাৱে বিকশিত হৈ উঠিছে।

ভটিমাখিনি মাধৱদেৱৰ অতি মধুৰ ভাৱৰ উচ্চ শ্ৰেণীৰ ৰচনা। গুৰু-ভটিমাত শ্ৰীশঙ্কৰদেৱৰ মধুৰ মূৰ্তি স্পষ্টভাৱে বিকশিত হৈছে। কৃষ্ণদেৱৰ গুণানুকীৰ্তন কৰিয়েই প্ৰায়বিলাক ভটিমা লিখা হৈছিল।

'ভটিমা' শব্দটোৰ অৰ্থ স্তুতি বা প্ৰশস্তি। ই ভাটৰ গীত। শ্ৰীশঙ্কৰদেৱৰ ৰচনাৰ অন্তৰ্গত তিনি শ্ৰেণীৰ ভটিমা দেখা পাওঁ—নাটকীয় ভটিমা, নাটকৰ বাহিৰৰ দেৱ-ভটিমা আৰু ৰাজ-ভটিমা। শ্ৰীমাধৱদেৱে ইয়াৰ লগত আৰু এক শ্ৰেণী যোগ দিয়ে—গুৰু-ভটিমা। ছন্দ আৰু শব্দ সংযোজনৰ চাতুৰ্য আৰু গাম্ভীৰ্য, অনুপ্ৰাসৰ ধ্বনি-প্ৰতিধ্বনি ভটিমাসমূহৰ বিশিষ্ট লক্ষণ। ভটিমাৰ ভাষা বৰগীতৰ মাধ্যমৰ দৰে ব্ৰজবুলি। শ্ৰীমাধৱদেৱৰ গুৰু-ভটিমাৰ মধুৰ ছন্দৰ যোগেদি যোৱা চাৰি-পাঁচ শ বছৰ কাল ভক্ত-বৈষ্ণৱসকলে শ্ৰীশঙ্কৰ গুৰুৰ ৰূপ-গুণৰ মনোৰম ধ্যান কৰি আহিছে।

শ্ৰীশঙ্কৰদেৱৰ 'বৰাৰ পো' আৰু 'প্ৰাণৰ বান্ধৱ মাধৱ'ৰ ৰচনাৱলী অসমীয়া সাহিত্যৰ কৰ্ণাৱতংসস্বৰূপ। একে থূপতে ইয়াৰ প্ৰকাশ যে সৰ্বজন সমাদৃত হ'ব, সন্দেহ নাই।

১৯৮৩

# কবিৰত্ন বৈকুণ্ঠনাথ ভাগৱত-ভট্টাচাৰ্যৰ

# শ্ৰীভাগৱত-কথা

## প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্কন্ধ

## ভূমিকা

**কবিৰত্নৰ জীৱনী**

মধুৰ কাব্যসুলভ গদ্যত 'শ্ৰীভাগৱত কথা' আৰু 'শ্ৰীগীতা-কথা' নিৰ্মাণ কৰোঁতা কবিৰত্ন বিখ্যাত ভট্টদেৱ নামেৰে। তেওঁৰ নিজ নাম বৈকুণ্ঠনাথ। কবিৰত্ন আৰু ভাগৱত ভট্টাচাৰ্য ভক্ত-পণ্ডিতসকলে সাদৰে দিয়া এই দুই বিভূষাত তেওঁৰ ভাগৱতী পাণ্ডিত্য আৰু কাব্যজ্ঞানৰ স্বীকৃতি। কিন্তু তেওঁৰ জীৱনীৰ বিৱৰণ আৰু আন কি, জন্মৰ স্থল-তাৰিখ বিস্মৃতিৰ গৰ্ভত। নীলকণ্ঠ দাসৰ দেৱদামোদৰ চৰিতৰপৰা জনা যায়, বজালীৰ ভিতৰত বিজনকুছিত (বিছানকুছি) কবি সৰস্বতী নামে ৰূপে-গুণে-পাণ্ডিত্যয় অনুপম এক মহাসন্ত দ্বিজ বাস কৰিছিল। তেওঁৰ দুজন পুত্ৰ। দ্বিজে দুই পুত্ৰৰ যত সংস্কাৰ কৰাই যজ্ঞসূত্ৰ দি পঢ়িবলৈ দিলে। প্ৰথমজন পণ্ডিত হৈ জয় সৰস্বতী নাম লৈ ঘৰলৈ আহি বিয়াবাৰু কৰি সংসাৰী কামত লাগিল। কনিষ্ঠ বৈকুণ্ঠও শাস্ত্ৰত পাৰ্গত হৈ উঠি হৰি মিশ্ৰ নামে এজনৰ ঠাইত তন্ত্ৰসাৰ এখনি পাই পঢ়ি গোপালৰ অৰ্চামন্ত্ৰ গ্ৰহণ কৰিলে। বৰনগৰৰ নগৰীয়াসকলে তেওঁক সাদৰে মাতি নি তেওঁৰ মুখে ভাগৱত শুনি কবিৰত্ন নাম দিয়ে।

বৈকুণ্ঠনাথ নৱনগৰৰ বৰপেটীয়াত থকাত আমগুৰিৰ ৰাজ-পুৰোহিত কৃষ্ণ মিশ্ৰই তেওঁক নি নিজ কন্যা দান কৰে। তাৰ পিছত তেওঁ সভাৰ্য্যে মেটুবাকুছিত থাকিবলৈ লয়। এনেতে ভকতসকলে কোবা-কুই কৰাত পোৰাভিটা বৰপেটা সত্ৰৰ মথুৰাদাস বুঢ়া আতাই কবিৰত্নক নিয়াই ভাগৱত ব্যাখ্যা কৰিবলৈ দি কিছু দিন ৰাখে। এইদৰে থাকোঁতে কবিৰত্ন গৈছিল দামোদৰদেৱৰ পাটবাউসীলৈ। দামোদৰদেৱে তেওঁক পঞ্চ প্ৰসঙ্গৰ ভাঠীবেলিয়াৰ অৰ্দ্ধ পাঠৰ বাব দিলে; কবিৰত্নয়ো বুঢ়া আতাক কৈ মেটুবাকুছি এৰি পাটবাউসী সত্ৰৰ নামঘৰৰ সমুখত বহা লৈ ৰ'লহি। এদিনাখন কবিৰত্নই শৰণ

ভিক্ষা কৰাত দামোদৰদেৱে ক'লে, বিশিষ্ট গোপালমন্ত্ৰ গ্ৰহণ কৰাৰ পাছত পৃথকে শৰণ লোৱা অনাৱশ্যক। কবিৰত্নই দামোদৰদেৱক গুৰু মানি কাতৰ কৰাত, দামোদৰদেৱে তেওঁক শৰণ কৰাই নাম দান কৰিলে।

ৰামৰায়ৰ 'সন্তযশামৃত' (গুৰুলীলা)মতে বৈকুণ্ঠনাথ (বৰনগৰৰ ওচৰৰ) ভেৰা গাঁৱৰপৰা পাটবাউসীলৈ আহি দামোদৰৰ আজ্ঞাৰে গধূলিৰ প্ৰসঙ্গত ভাগৱত-পাঠ কৰি থাকে। এনেতে নগৰৰ মোড়লসকলে এজন ভাগৱতী বিচাৰেহি, কয়, "অন্ন-বস্ত্ৰ দিয়া আমি পুষিবো সৰ্ব্বথা।" এই অনুৰোধক্ৰমে কবিৰত্নই সন্ত্ৰীয়া ৰাত্ৰি-প্ৰসঙ্গ এৰি বৰনগৰৰ ৰাইজৰ মাজত ভাগৱত ব্যাখ্যা কৰি থাকেগৈ। তেওঁৰ গুণমুগ্ধ মোড়লসকলে তেওঁক কবিৰত্ন উপাধি দান কৰিলে। ৰামৰায়ে স্পষ্ট লিখিছে যে বৰনগৰতে দামোদৰৰ আজ্ঞা শিৰোগত কৰি কবিৰত্নই 'ভাগৱত-কথা' ৰচনা কৰে।

ইফালে "পাষণ্ডবাদীৰ বাদে মতিভ্ৰম" হৈ কামৰূপৰাজ পৰীক্ষিতনাৰায়ণে দামোদৰদেৱৰ ওচৰলৈ ধোপধৰা পঠালে, কাৰণ "তেহোঁ এক-শৰণ লগাইলা লোকক, শৰত কালৰ পূজা লোকে এৰিলেক, আন দেৱতাৰ নাম নুশুনয় কাণে।" ৰজাৰ আজ্ঞা—

যদি দেৱী পূজে থাকোক সেহি থান।
নুহি তেবে মোৰ থান শীঘ্ৰে কৰি আন।। ৰা.

দামোদৰদেৱে ৰজাৰ আদেশ প্ৰত্যাখ্যান কৰি ক'লে, "হৰি বিনে আছয় মোৰ কোন দশভুজা?" গুৰুজনে বৃদ্ধ হৰি আতাক সত্ৰৰ ভাৰ দিলে, আন সকলো নানা দিহা দি ভট্টদেৱক ক'লে বৰনগৰ এৰি পাটবাউসীলৈ আহিবলৈ।—

শুনা ভট্টদেৱ তুমি ব্যাস-সমসৰ।
তুমি মোৰ বান্ধৱ অপৰ দামোদৰ।।
আমাৰ বচনে এৰি আহা নগৰক।
আসিবাহা তুমি বৰপেটাৰ সত্ৰক।।
ভাগৱত ব্যাখ্যা তুমি আপুনি কৰিবা।
লোকক হৰিৰ ভক্তি উপদেশ দিবা।।
ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰুৱাবা।
আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা।।
আপুনি শুনিলা নৃপতিৰ দুশ্চেষ্টাক।
কৰ্ম্ম এৰাইলেক বুলি নিয়াই আমাক।।
একাগ্ৰ ভকতি কৰিবাহা মহাভাগ।
তেবে একো উপচক্ৰে নপাইবেক লাগ।।

আৰু এক জগত-ঈশ্বৰ আজ্ঞা ধৰা।
কথাবন্ধে একখণ্ড ভাগৱত কৰা।।
পূৰ্ব্বে মহাপুৰুষে কৰিলা দশস্কন্ধ।
কীৰ্ত্তন ভটিমা ছবি দুলড়ি সুছন্দ।।
তাত কৰি সুগম কৰিয়ো ভাগৱত।
স্ত্ৰী শূদ্ৰ সৰ্ব্বলোকে বুঝে যেন মত।। ৰা.

এই কথাখিনিত ভট্টদেৱৰ মনীষাৰ প্ৰতি দামোদৰদেৱৰ শ্ৰদ্ধা, ধৰ্ম-কাৰ্য-সংগঠনৰ পন্থ-নিৰ্দেশ আৰু ভাগৱত-পুৰাণৰ ভাঙনিৰ মান-নিৰ্ণয়, সকলোখিনি কথাই প্ৰণিধানযোগ্য। অৱশ্যে ৰামৰায়ে আগতে কৈ আহিছে যে বৰনগৰত থকাতে ভট্টদেৱে ভাগৱতৰ গদ্যভাঙনি আৰম্ভ কৰিছিল। দামোদৰদেৱে পাটবাউসী এৰি পৰীক্ষিতনাৰায়ণৰ ৰাজধানী গদাধৰ নৈৰ পাৰৰ বিজয়পুৰত প্ৰৱেশ কৰে। ইয়াত প্ৰায় এবছৰ থকাৰ পাছত পৰীক্ষিতনাৰায়ণে ৰাজ্য এৰিবলৈ আদেশ কৰাত তেওঁ সোণকোষ পাৰ হৈ কোচবেহাৰত সোমায়।* এই সময়তে কবিৰত্নই ভাগৱত-ভাঙনিৰ প্ৰথম স্কন্ধ আনি দামোদৰদেৱক দেখুৱায়। কিন্তু তেওঁ মূল আৰু টীকা মিলাই বহল ভাঙনি কৰাত পুথিৰ আকাৰ কিছু বৃহৎ হোৱা দেখি দামোদৰদেৱে ক'লে,—

কিন্তু এতখানি বহু কথা ভৈলে
পুথিও হুইবে বৰ।
বাহুয় কন্ধৰ কথাক লিখিতে
লাগিবে পাত বিস্তৰ।।
এতেকে ইহাক কহিতে নপাৰি
নকৰিবে কেহো যত্ন।
সংক্ষেপ কৰিয়া সাৰ মাত্ৰ লৈয়া
কৰা কথা কবিৰত্ন।। ৰা.

কবিৰত্নই গুৰুজনৰ এই অনুজ্ঞা শিৰোগত কৰি ল'লে; আৰু সিয়েই শ্ৰীভাগৱত-কথাৰ বৰ্ত্তমান ৰূপৰ নিৰ্ণায়ক হ'ল।

নীলকণ্ঠ দাসৰ চৰিতৰপৰা পোৱা যায়, বেহাৰত বৈকুণ্ঠপুৰ সত্ৰ কৰি থকাত দামোদৰদেৱে তেওঁৰ প্ৰিয় কবিৰত্ন আৰু উত্তৰাধিকাৰকামী ভতিজাক শ্ৰীকৃষ্ণলৈ 'সন্দেশ' খুজি পঠিয়ায়। শ্ৰীকৃষ্ণই "চিৰা-লাৰু উত্তম প্ৰকাৰে কৰি দিলা"; আৰু ভট্টদেৱে "সাতকন্ধ ভাগৱত-কথা কৰি দিলা"। কবিৰত্নৰ এনে মধুৰ 'সন্দেশ' পাই সকলোৱে শ্ৰীকৃষ্ণৰ চিৰা-লাৰুক তুচ্ছ বুলি ঘোষণা কৰিলে। দামোদৰদেৱে পণ্ডিত শিষ্য বলদেৱক ভাগৱত-কথাখিনি সমালোচনাৰ চকুৰে বিচাৰ কৰিবলৈ দিলে। বলদেৱে দুটা বঢ়া

অক্ষৰ পাই গুৰুক জনালে, "দুইগোটা চোৰ পাইলো কাটিয়ো ইহাক।" দামোদৰে ক'লে, "কবিৰত্ন বিচক্ষণ বিজ্ঞ, কিবা অৰ্থত আখৰ দুটা নিয়োগ কৰিছে, কাটিব নালাগে, বন্দী কৰি থোৱা সিহঁতক।" বলদেৱে আখৰ দুটা 'বেঢ়ি থৈলা'। এইবাৰ দামোদৰদেৱে কবিৰত্নক ধৰ্ম সমৰ্পি পাটবাউসীত অধিকাৰী পাতি ভকতৰ হাতে তুলসীৰ মালা দি পঠিয়ালে, আৰু কৈ পঠিয়ালে, বাকী থকা পাঁচ স্কন্ধ ভাগৱতো যেন সম্পূৰ্ণ কৰে। ভকতসকলে পাটবাউসীত উপস্থিত হৈ শ্ৰীকৃষ্ণ প্ৰমুখ্যে ভক্তসকলক একেলগ কৰি গুৰু-আজ্ঞা শুনাই কবিৰত্নৰ শিৰত মালা দিলে। কবিৰত্নদেৱে বাকী থকা অংশ ভাগৱত পূৰ কৰি ভাণ্ডি লগত চাৰিজন কামৰূপী বৈষ্ণৱ লৈ দামোদৰদেৱৰ সমুখত উপস্থিত হ'লগৈ। সকলোৱে সেই পাঁচ স্কন্ধ শুনি প্ৰশংসা কৰিলে। এনেতে বন্দী হৈ থকা আখৰ দুটাৰ কথা ওলাল। এদিনা আবেলি পৰলৈকে বলদেৱ-কবিৰত্নদেৱৰ শাস্ত্ৰ, পথে তৰ্ক চলিল। শেহান্তৰত বন্দী আখৰ বেৰাৰপৰা মুকলি হ'ল। তাতে বলদেৱে মুখ আমোলোৱা দেখি গুৰুজনে তেওঁক কবিৰত্নেৰে সখি পতাই সখিত্বউৎসৱ কৰিলে।[1] ভগবান আদি কামৰূপী মেধিৰে বৈকুণ্ঠপুৰতে কবিৰত্নই গীতাভাগৱত ব্যাখ্যা কৰি ভক্তজনক অমৃত পিয়াই কিছু দিন থাকিল। তেতিয়াই দামোদৰদেৱে নিবন্ধ কৰিলে,—

আমাৰ পন্থৰ সাধু আছা যতজন।।
সবে কবিৰত্নক কৰিয়া সম্মান।
ধৰ্ম্মৰ কৰক যোগাইবাহা সেহি থান।।
তাহাঙ্ক থাপিলো পাটবাউসীৰ থানত।
খাটিবা থানত সবে হুয়া একমত।। নী.

ইয়াৰ পাছত তেওঁ কবিৰত্ন আদিক বিদায় দি নামধৰ্মৰ আচাৰপথ নিৰ্দেশ কৰিলে,—

চলি যায়ো গৃহে কবিৰত্ন আদি কৰি।
থাকিয়োক থানে গৈয়া ভকতি আচৰি।।
অন্নে আচ্ছাদনে ভকতক সন্তোষিবা।
অথিতি আলহী যত সবাকে তুষিবা।।
হৰিমন্দিৰত তৈল-প্ৰদীপ লগাই।
নিতৰ প্ৰসঙ্গ কৰিবাহা সমুদায়।।

---

১. ৰামৰায়ৰ 'গুৰুলীলা'মতে (গঙ্গাৰাম বৰুৱাৰ সংস্কৰণ) শ্ৰীকৃষ্ণ আৰু কবিৰত্ন দুয়ো স্বয়ং 'সন্দেশ' লৈ গুৰুৰ ওচৰত উপস্থিত হৈছিলগৈ, আৰু কবিৰত্নই তেতিয়াই বাৰও স্কন্ধ ভাগৱত-কথা গুৰুৰ হাতত দিয়ে।

যত বস্তু মিলে ঈশ্বৰত নিবেদিবা।
প্ৰসঙ্গ কৰিয়া পাছে বিবৰ্ত্তিয়া দিবা॥
নীতিৰ আচাৰ ধৰ্ম্ম কিছু নছাৰিবা।
নামধৰ্ম্মে প্ৰবৰ্ত্তিয়া সবেও বঞ্চিবা॥ নী.

কবিৰত্ন পাটবাউসীলৈ ঘূৰি ধৰ্ম প্ৰৱৰ্তাই ৰ'লহি। এই সময়তে তেওঁ শ্ৰীভগৱদ্-গীতাকথা লিখি অলপ অৰিহণাৰে ভকতৰ হাতত দামোদৰদেৱলৈ পঠাই দিয়ে। দামোদৰদেৱে হৰি মিশ্ৰ নামে এজনক পঠাই সোণ-ৰূপৰ অলঙ্কাৰ, সোণৰ নৱগুণ, হাৰমালা, কুণ্ডল, বাজু, আঙুঠি, মুকুট আৰু পট্টাম্বৰ দি কবিৰত্নক ভট্টাচাৰ্য নাম দিলে। এই সময়ৰপৰাই তেওঁ সৰ্বসাধাৰণৰ মাজত ভট্টাচাৰ্যদেৱ বা ভট্টদেৱ বুলি খ্যাত হ'ল। ইয়াৰ অলপ দিনৰ ভিতৰতে বৈকুণ্ঠপুৰতে দামোদৰদেৱ বৈকুণ্ঠী হয়। ভট্টদেৱে লক্ষ্মীনাৰায়ণৰ পুত্ৰ বীৰনাৰায়ণ ৰজাৰ কথামতে কোচবেহাৰত আনোসকল ভক্তেৰে সম্মিলিত হৈ গুৰুৰ সাম্বৎসৰিক কাজ কৰেগৈ। (নীলকণ্ঠ)। ৰামৰায়ৰ মতে বৰনগৰৰ তাঁতীসকলে বৈকণ্ঠনাথক কবিৰত্ন উপাধি দিছিল, আৰু ভাগৱত-ভট্টচাৰ্য নাম দিছিল খুদিয়াৰ কবিৰত্ন বা গোপাল মিশ্ৰই। বৈকুণ্ঠনাথক স্বদেশী-বিদেশী কোনো পণ্ডিতে তৰ্কত ঘটুৱাব নোৱাৰিছিল। তেওঁ প্ৰসঙ্গত নিতে গীতা-ভাগৱত ব্যাখ্যা কৰিছিল, বিয়লি ছাত্ৰশালত ছাত্ৰক পঢ়াইছিল। তেওঁৰ শ্ৰীনিৱাস নামে পুত্ৰ অকালতে মৰে আৰু দুজনী বোৱাৰী অনুগামী হয়।

এইদৰে ভট্টদেৱে "সমস্তৰে বন্দ্যস্থান, শঙ্কৰ-মাধৱ-ৰাম-দামোদৰ, তাৰাৰ তেজে নিৰ্ম্মাণ" কৰা নৈমিষাৰণ্যসদৃশ পাটবাউসীত নামধৰ্ম প্ৰকাশ কৰি থকাত দামোদৰ পাটোৱাৰীয়ে ভকতক উপদ্ৰৱ কৰিবৰ যত্ন কৰাত তেওঁ ব্যাসকুছিত বুঢ়ী লুইতৰ পাৰত সত্ৰ পাতি ৰয়গৈ; আৰু তাতে তেওঁ ভ্ৰাতৃৰ পুত্ৰৰ পুত্ৰ নাতি বিশাৰদক (ভানুদেৱ বিদ্যাবিশাৰদ) পাটবাউসী-ব্যাসকুছিত মেধি পাতি শঙ্কৰ-মাধৱ-দামোদৰ-বিষ্ণুপুৰী আদি কেৱল ভক্তৰ শাৰীত স্থান ল'লৈগে।

ভট্টদেৱৰ জন্ম আৰু মৃত্যুৰ তাৰিখ, দুইটাই অজ্ঞাত। তেওঁৰ ভক্তিবিৱেক গ্ৰন্থৰ ৰচনাৰ তাৰিখ ১৫৪৬ শকৰ মাঘ (শাকেঽগ্নিবেদেষুভিশ্চন্দ্ৰে মাঘদিনে)। গতিকে ইয়াৰ কিছু দিন পাছলৈকে তেওঁ জীৱিত আছিল। তেওঁৰ জীৱনকাল চাৰি কুৰি বছৰ আছিল বুলি এটা প্ৰৱাদ আছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে ১৪৮০-১৫৬০ শককে ভট্টদেৱৰ কাল বুলি আনুমানিকভাৱে ৰাখি গৈছে। সঠিক প্ৰমাণৰ অভাৱত এই তাৰিখকে সম্প্ৰতিকলৈ গ্ৰহণ কৰিব পাৰি।

কবিৰত্নৰ ৰচনাৱলীৰ ভিতৰত 'শ্ৰীভাগৱত-কথা'ৰ প্ৰথম ন স্কন্ধ পাটবাউসী সত্ৰৰপৰা বিস্তৰ ভুল পাঠেৰে প্ৰকাশিত হৈছে[২]; 'গীতাকথা' বা 'কথাগীতা' পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে সম্পাদন কৰি উলিযাইছিল (১৮৪০ শক, দ্বিতীয় সংস্কৰণ ১৮৪৬ শক); 'শ্ৰীমদ্ভক্তিবিবেক'খনি অধ্যাপক শ্ৰীলক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়ৰ দ্বাৰা সম্পাদিত হৈ ১৯৫১ চনত ওলাইছে। গোবিন্দ মিশ্ৰকৃত 'ভক্তিবিবেক'ৰ পদ-ভাঙনিও প্ৰকাশিত হৈছে। 'ভক্তিসাৰ' নামে এখনি সংস্কৃত পুথি লিখি কবিৰত্নই ভণিতাত কৃষ্ণভাৰতী নাম দি চলাইছিল বুলি পণ্ডিত গোস্বামীয়ে শুনিছিল; কিন্তু পুথিখন তেওঁ ক'তো দেখা পোৱা নাছিল। আনফালে, মন কৰিবলগীয়া, কবিৰত্নই নিজে 'শ্ৰীমদ্ভক্তিবিবেক'ত শ্ৰীকৃষ্ণস্বামী বোলা এজনৰ 'ভক্তিসাৰ'ৰ উল্লেখ কৰিছে,—"তচ্ছ্লোকস্য সত্যত্বং শ্ৰীকৃষ্ণস্বামিনা ভক্তিসাৰে নিৰ্ণীতমেবাত্ৰ নোক্তং বিস্তাৰভয়াৎ।" গতিকে, গোস্বামীদেৱে শুনা কথাটো সত্য নহ'বও পাৰে। ৰামৰায়ৰ 'সন্তযশামৃত'ত ভট্টদেৱে 'ৰত্নাৱলী কথাৰূপে বিৰচন' কৰাৰ কথা আছে। পুথিখনি কিন্তু পোৱা হোৱা নাই। নীলকণ্ঠ দাসৰ চৰিতৰ আউনীআটি সত্ৰৰ পুথিৰ অন্তত 'দ্বিজভট্টদেৱ'ৰ ভণিতাৰে এটি গুৰু-ভটিমা পোৱা গৈছে; এইটি মাধৱদেৱৰ গুৰু-ভটিমাৰ পৰ্য্যায়ৰ গীত। ঝাউবাৰী সত্ৰাধিকাৰৰ সংগৃহীত পুথিৰপৰা প্ৰকাশিত (১৩৫১ চন) কবিৰত্ন বা ভট্টদেৱৰ ভণিতাৰে 'নন্দোৎসৱ' নামে ঘোষা আৰু গীতৰ কিতাপত মাধৱদেৱ আৰু ভৱানীপুৰীয়া গোপালদেৱৰ ঘোষা আৰু গীতৰ প্ৰতিধ্বনি স্পষ্ট; এইখনি তেওঁৰ ৰচনা প্ৰকৃততে হয়নে নহয়, বিচাৰ্য্য। 'প্ৰসঙ্গ-মালা' বা 'প্ৰসঙ্গ-প্ৰণালী'ৰ সম্পৰ্কেও সহজ সিদ্ধান্ত নহয়। হেমচন্দ্ৰ গোস্বামীয়ে 'প্ৰসঙ্গ-মালা' আৰু 'গুৰু-বংশাৱলী' নামে দুখন পদপুথিৰ কথা উল্লেখ কৰিছে; ইয়াৰ বাহিৰেও সংস্কৃতত 'ভাগৱতাধিকৰণ', 'শৰণমালিকা' বা 'শৰণ-সংগ্ৰহ' আৰু পদত 'বিষ্ণু-সহস্ৰ-নাম', এইকেইখনৰ নামো শুনা যায়। শ্ৰীধৰ স্বামীৰ 'ভাৱাৰ্থ-দীপিকা'ৰ টিপ্পনী 'ভাগৱতাধিকৰণ' পোৱা গৈছে যদিও তাত গ্ৰন্থকাৰৰ নাম নাই। গতিকে সাধাৰণভাৱে ভট্টদেৱৰ ভণিতা থকা আৰু ভট্টদেৱৰ ৰচিত বুলি শুনা অথচ দুষ্প্ৰাপ্য গ্ৰন্থবোৰৰ বিচাৰ আধুনিক পদ্ধতিত হোৱাটো সৰ্বপ্ৰকাৰে কামনীয়। যি ৰচনাই ভট্টদেৱৰ পৱিত্ৰ নামক গৌৰবান্বিত নকৰি তেওঁক নিম্ন খাপৰ অনুকৰণকাৰীৰ শাৰীলৈ নমায়, তেনে ৰচনা তেওঁৰ নামত অঁৰা নিতান্ত অনুচিত।

---

২. ৰামদেৱে অধিকাৰ গোস্বামী সংগৃহীত। ১ম, ২য়, ৩য় স্কন্ধ (১৮৬৮ শক), ৪ৰ্থ, ৫ম, ৬ষ্ঠ স্কন্ধ (১৮৭২ শক), ৭ম, ৮ম, ৯ম স্কন্ধ (১৮৭৪ শক)। অসম সাহিত্য সভা পত্ৰিকাৰ ষষ্ঠ বছৰ দ্বিতীয় সংখ্যাত (মাঘ-চ'ত ১৮৫৭-৫৮ শক) দশম স্কন্ধৰ প্ৰথম ছটা অধ্যায় প্ৰকাশিত হৈছিল। ইয়াৰ বাহিৰে দশম স্কন্ধৰ একাংশ পুথি আকাৰে এই সময়তে ওলাইছিল। ৰামদেৱ গোস্বামীৰ সংস্কৰণৰ প্ৰথম স্কন্দ প্ৰায় অপৰিবৰ্তিতভাৱে শ্ৰীহৰিনাথ শৰ্মা দলৈয়ে প্ৰকাশ কৰিছে (১৯৫৭ চন)।

'ভাগৱত-কথা'ত বৈকুণ্ঠনাথে সততে নিজৰ কবিৰত্ন নামটিকে ব্যৱহাৰ কৰিছে আৰু শ্ৰীদামোদৰৰ আজ্ঞাত পুথিখন কৰিছিল বুলি অনেক ঠাইত উল্লেখ কৰিছে। 'গীতা-কথা'তো কবিৰত্ন নামেই আদিৰপৰা অন্তলৈ আছে; কবিৰত্নই যদিও অন্তত এবাৰলৈহে নিজ গুৰু দামোদৰৰ নাম উল্লেখ কৰিছে, গোপৰূপী শ্ৰীকৃষ্ণৰ আদেশতে 'গীতা-কথা' লিখিছে বুলিহে কৈছে। ইয়াৰপৰা অৱশ্যে ক'ব নোৱাৰি যে দামোদৰদেৱক লগ পোৱাৰ আগতে তেওঁ 'গীতা-কথা' লিখি প্ৰায় শেষ কৰিছিল। শ্ৰীদামোদৰৰ জীৱনৰ শেহৰ ফালেহে কবিৰত্নই ইখনি ৰচনা কৰে বুলি চৰিতত স্পষ্টকৈয়ে উল্লেখ কৰা আছে। ১৫২০ শকত দামোদৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণ; তাৰ আগতে 'গীতা-কথা' লিখিত হয়, আৰু তাৰ অলপ আগতে 'ভাগৱত-কথা' ৰচিত হৈছিল। পৰীক্ষিতনাৰায়ণ ৰজাৰ আদেশত শ্ৰীদামোদৰে কামৰূপ ত্যাগ কৰাৰ সময়ত কবিৰত্নৰ এটা স্কন্ধ সমাপ্ত হৈছিল। ১৫১৫ শকত পৰীক্ষিতনাৰায়ণ ৰজা হয়। গতিকে ইয়াৰ দুই-এবছৰৰ ভিতৰতে কবিৰত্নই ভাগৱত-পুৰাণৰ অনুবাদ আৰম্ভ কৰি আকৌ দুই-এবছৰতে সম্পূৰ্ণ কৰা যেন লাগে। ১৫১৬-১৮ শকত 'ভাগৱত-কথা' আৰু ১৫১৯-২০ শকত 'গীতাকথা' লিখা বুলি থূলমূলভাৱে ধৰিব পাৰি।

'শ্ৰীমদ্ভক্তিবিবেক' ১৫৪৩ শকত কৃত; তাতো কবিৰত্নই শ্ৰীদামোদৰৰ নাম দিছে, কিন্তু তেওঁৰপৰা সিখনি লিখিবলৈ আদেশ পোৱাৰ কথা নাই। ইয়াত প্ৰণেতাৰ নাম আছে কবিৰত্ন, কিন্তু শেষত ভাগৱত-ভট্টাচাৰ্য উপাধিটোও ব্যৱহাৰ কৰা হৈছে। এই উপাধি বোধ হয় তেওঁ ১৫৪৩ শকৰ আগে অগেহে গোপাল মিশ্ৰৰপৰা পায়। 'ভাগৱত-কথা' আৰু 'গীতা-কথা' লিখাৰ সময়ত সম্ভৱতঃ তেওঁৰ সেই উপাধিটি নাছিল।

কবিৰত্নই 'গীতা-কথা'ত শেষত দামোদৰদেৱৰ নাম এনেদৰে লৈছে,—

দামোদৰং নৰকলেৱৰমত্যুদাৰং সংসাৰতাপপৰিৱাৰণবাৰিবাহং।
লোকস্য যঃ কৰুণয়া হৰিভক্তিমাৰ্গমৱৰ্তয়ন্নিজগুৰুং শৰণং প্ৰপদ্যে ॥

'ভাগৱত-কথা'ত তেওঁ পোনতেই 'শ্ৰীদামোদৰৰ আজ্ঞা'ৰ কথা উল্লেখ কৰিছে আৰু নিজকে 'শ্ৰীদামোদৰপাদপদ্মমধুৱ্ৰত কবিৰত্ন' বুলি পৰিচয় দিছে; অনেক ঠাইত ইয়াৰ পুনৰাবৃত্তিও কৰিছে। শ্ৰীদামোদৰে আজ্ঞা দিবৰ সময়ত কৈছিল, "পূৰ্ব্বত মহাপুৰুষে (এই শব্দটোৰে অভ্ৰান্তভাৱে শঙ্কৰদেৱকেই বুজোৱা কথাটো মন কৰিবলগীয়া) দহ স্কন্ধ ভাগৱতৰপৰা কীৰ্ত্তন, ভটিমা আদি ৰূপত সুছন্দ ছবি, দুলড়ি আদিত কবিতা কৰিছে; এতিয়া তুমি সেই ৰচনাতকৈও বেছি ধৰণে সকলোৱে বুজালৈ এখন কথাবন্ধ কৰা।" এই আদেশত শঙ্কৰদেৱৰ ৰচনাৰ আদৰ্শ দাঙি ধৰাটো ধৰ্মমত আৰু ৰচনাশৈলীৰ দৃষ্টিৰপৰা সাৰ্থকতাপূৰ্ণ। বৈষ্ণৱসকলৰ কাৰণে ভাগৱতৰ হৃদয়স্বৰূপ দশম স্কন্ধৰ ভাঙনিৰ মাজত কবিৰত্নই অসমত 'ভাগৱত-কথা'ৰ ঐতিহ্য নিৰ্দ্দেশ কৰিছে,—

> হে সভাসদসৱ, পূৰ্ব্বত সন্ত-মহন্ত-মহাগুণৱন্ত শ্ৰীশঙ্কৰে শ্ৰীভাগৱত শাস্ত্ৰৰ পয়াৰ কৰি লোক-ভক্তি-পন্থ প্ৰবৰ্ত্তাইলা, যাক পাই অন্ত্য জাতিও সংসাৰ তৰিলা। পাছে তাৰ অৱশেষ কথা অনন্ত কন্দলি পদ ৰচিলা। তাকো দেখি মোৰো কৃষ্ণগুণ বৰ্ণাইতে মনত ইচ্ছা হৈলা। তাক জানি শ্ৰীকৃষ্ণে শ্ৰীদামোদৰৰূপে আজ্ঞা দিলা। এতেক মঞি টীকা-ভাষ্য অনুসাৰে সংক্ষেপে কথা নিবন্ধিলো।

ইয়াত দেখা যায়, বৈকুণ্ঠনাথে শ্ৰীদামোদৰৰ আজ্ঞাৰ পূৰ্বতে শ্ৰীশঙ্কৰ আৰু অনন্ত কন্দলিৰ আদৰ্শৰ অনুপ্ৰেৰণাত ভাষাত ভাগৱত ৰচনা কৰাৰ সঙ্কল্প গ্ৰহণ কৰিছিল, আৰু দামোদৰ গুৰুৰ আজ্ঞাই সেই সঙ্কল্পক শেষ স্থিৰতা দিলে। শ্ৰীশঙ্কৰ-কন্দলি-কবিৰত্ন একে ধ্ৰুপদী সংস্কৃতি-নিৰ্মাণৰ স্থপতি।

কথাকাৰ কবিৰত্ন আৰু গোপালচৰণ

১৫১৬ আৰু ১৫২০ শকৰ ভিতৰত সম্পূৰ্ণ কাব্যিক গদ্যৰ পুথি 'ভাগৱত-কথা' আৰু 'গীতা-কথা' কবিৰত্নই ৰচনা কৰিছিল বুলি ওপৰত কৈ অহা হৈছে। প্ৰায় এই সময়তে ভক্তবৃন্দোপশোভিত "বেহাৰ নগৰত শ্ৰীদামোদৰ দেৱৰ সত্ৰত" গোপালচৰণ দ্বিজে "শ্ৰীদামোদৰদেৱৰ পৰম বল্লভ কৃষ্ণৰ একান্ত দাস সাধুসৱৰ আজ্ঞা শিৰোগত কবি" শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাকৰ'ৰ কথা' বন্ধ কৰে। এওঁ যথাসম্ভৱ দামোদৰদেৱৰ শিষ্য, কিন্তু কোচবিহাৰত বলদেৱে শ্ৰীদামোদৰৰ সত্ৰ চলাই থকা সময়তহে 'ভক্তিৰত্নাকৰ-কথা' কৰে। গ্ৰন্থৰ শেষত দামোদৰ-বলদেৱকহে তেওঁ প্ৰণতি জনাইছে। গতিকে, ১৫২০ শকৰ ঠিক পাছতে পুথিখনি নিশ্চয় ৰচিত হৈছিল। এইখনি পঢ়িলে শ্ৰীশঙ্কৰী সম্প্ৰদায়ৰ অন্তৰ্গত বিৰোধ ভ্ৰান্ত আৰু কূট মনৰ কল্পনা যেন বোধ হয়। গোপালচৰণেও অনসূয় হৃদয়েৰে কবিৰত্নৰ দৰেই তেওঁৰ কথাবন্ধত শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰবৰ্ত্তিত বিভেদহীন ভক্তি-সম্প্ৰদায় স্বীকাৰ কৰি লৈছে,—

> আবে সভাসদলোক দেখ, ওহি কামৰূপে ইমত হৰিভক্তি নাছিল। আবে কৃষ্ণৰ একান্ত-মহন্তসৱৰ অগ্ৰগণী শ্ৰীমন্ত শঙ্কৰ উদিত হৈল যাতো, এতেকেসে লোকত ইমত ভক্তি প্ৰচাৰিল। তেন্তেসে সমস্ত লোকৰ বান্ধৱ, যাৰ পুণ্যযশে জগত ঢাকিল। সিটো মহাপুৰুষৰ মঞি কি মহিমা কহিমা কহিবো অল্প ব্ৰাহ্মণ ছৱাল হৈয়া? (পত্ৰ ২)

> হে সামাজিক লোক দেখ, মহাপুৰুষে শ্ৰীশঙ্কৰৰ কেন কৃপাগুণ। যাৰ ভক্তি-সম্প্ৰদায় ধৰি কলিযুগত কামৰূপ দেশত মহামূৰ্খ নৰ-নাৰীসৱো অনায়াসে মায়াক জিনি সংসাৰ-সাগৰ তৰে, হেন বান্ধৱক মঞি সৰ্ব্বদায়ে হৃদয়ত চিন্তো। তোৰাসৱো অসূয়া এৰি তাঙ্ক পৰম উপকাৰী

মানি ভক্তি কৰা। ইদানীক উচ্চ কৰি হৰি বোল হৰি।

শ্লোক॥ যৎসম্প্ৰদায়েন কলৌ যুগে জনাস্তৰন্ত্যযত্নেন ভৱাৰ্ণৱম্মহৎ।
তমীশকীৰ্ত্তৌ ৰতমাৰ্তবন্ধুং শ্ৰীশঙ্কৰং চেতসি চিন্তয়ে সদা॥

(পত্ৰ ৮৬)

একেজন গোপালচৰণেই তেওঁৰ তৃতীয় আৰু অষ্টম স্কন্ধ ভাগবতৰ পদতো "আমাৰ বান্ধৱ-বন্ধু শ্ৰীমন্ত শঙ্কৰ"ৰ ভক্তিপন্থ আৰু পদবন্ধৰ কথা ভক্তিৰে উল্লেখ কৰিছে।[৩] অসমীয়া কথা-সাহিত্যৰ বুৰঞ্জীত গোপালচৰণৰ স্থান কবিৰত্নৰ সমকক্ষ। তেওঁৰ ভাষা কবিৰত্নতকৈ সৰল প্ৰাঞ্জল; গতিকে পদ্যৰ কাব্যিক গঠনতকৈ প্ৰকৃত গদ্যৰ কিঞ্চিৎ অধিক নিকটৱৰ্তী।

### কবিৰত্নৰ একশৰণ নামধৰ্ম

কোনো কোনো লোকে কোৱা শুনিছোঁ, শঙ্কৰ-মাধৱৰ ধৰ্মতকৈ দামোদৰ-ভট্টদেৱৰ ধৰ্ম পৃথক। কিন্তু ধৰ্মমত আৰু বৈদান্তিক দৃষ্টি, দুইফালৰপৰা তেওঁলোকৰ বিভেদ দেখা নাযায়; ওপৰত দিয়া ভট্টদেৱ আৰু গোপালচৰণৰ উদ্ধৃতিৰপৰা আৰু অসমৰ সামাজিক বুৰঞ্জীৰপৰাও তেওঁলোকৰ সম্প্ৰদায় অভিন্নৰূপেহে দেখা যায়। পাছৰ যুগত উদ্ভৱ হোৱা অমিলবোৰ এওঁলোকৰ গাত আৰোপ কৰা ভুল কথা। নীলকণ্ঠ দাসে দামোদৰ-চৰিতৰ প্ৰাৰম্ভতে "শঙ্কৰ-মাধৱ-দামোদৰ একে কায়"ৰ সত্যদৃষ্টি কৰি "একৰ স্মৰণে হৌক তিনিৰো স্মৰণ" বুলি "তিনিৰূপে দামোদৰ চৰণে শৰণ" মাগিছে। ৰমানন্দ দ্বিজৰ বংশীগোপাল-চৰিততো আছে, "পৰম তেজস্বী সাধু দেৱ-দামোদৰ, শ্ৰীশঙ্কৰেৰে ভেদ নাহি দুইহন্তৰ", আৰু কোৱা হৈছে, দেৱদামোদৰে বংশীগোপালক "এতেকে শঙ্কৰ-মত প্ৰমাণি কহিলা।"

ৰামৰায়-ৰচিত চৰিতত কবিৰত্নৰ প্ৰতি দামোদৰৰ দুঠাইত দুটি বিশেষ মন কৰিবলগীয়া আদেশ আছে। ওপৰত উদ্ধৃত তাৰে এটিত কোৱা হৈছে, ব্ৰাহ্মণৰ নিত্য-নৈমিত্তিক কৰ্ম এৰুৱাব নালাগে, কাৰণ পৰীক্ষিত ৰজাই কৰ্ম এৰুওৱাৰ অভিযোগত তেওঁৰ ওচৰলৈ ধোপধৰা পঠাইছে; কিন্তু 'একাগ্ৰ ভকতি' ত্যাগ কৰিবলৈ দামোদৰে নক'লে। দ্বিতীয় আদেশত—

বাহিৰত বেৰা দিয়া অন্তৰত
দেখিবা সকলে মিছা।
কৰ্ম্মৰ ভাগক লোকক দেখায়া
আপুনিও আচৰিবা॥

৩ আমাৰ 'সমসাময়িকসকলৰ দৃষ্টিত শ্ৰীশঙ্কৰ' (জয়ন্তী, দশম বছৰ, একাদশ সংখ্যা, ৮৩৪-৩৭ পিঠি) চাওক।

কৰ্ম সম্পৰ্কে ইয়াত দামোদৰদেৱৰ মত স্পষ্ট; কাৰণ তেৰোঁ জানিছিল, "কৰ্মত বিশ্বাস যাৰ হিয়াত থাকন্তো হৰি অতিশয় দূৰ হোন্ত তাৰ।" 'ভক্তিবিবেক'ত কবিৰত্নই একশৰণ ধৰ্মৰো দুটা ভাগ কৰিছে— জায়াদি-নিঃস্পৃহৰ সৰ্বধৰ্মত্যাগৰূপ শৰণ, আৰু স্পৃহাৱন্তৰ স্বধৰ্মসহিত অন্যদেৱতাভজন-ত্যাগৰূপ শৰণ। প্ৰথমবিধত গৃহাদিত অনাসক্তসকলে স্বধৰ্ম অৰ্থাৎ নিজ বৰ্ণ আৰু আশ্ৰমৰ ধৰ্মকামবোৰ সম্পূৰ্ণৰূপে ত্যাগ কৰে। কিন্তু দ্বিতীয় বিধত পুত্ৰ-ভাৰ্যা, ধন-তনুত আসক্তসকলৰ কাৰণে স্বধৰ্মত্যাগ বিধেয় নহয়; গতিকে তেনে ভক্তই কৰ্ম কৰিব লাগে। তাতে ভট্টদেৱে প্ৰশ্ন তুলিছে, কৰ্ম কৰিবলৈ গ'লেই যে অন্যদেৱতা-পূজা আহিব আৰু ধৰ্মটিৰ মূলসূত্ৰ একশৰণ উফৰি যাব "ননু কৰ্মণি ক্ৰিয়মাণে নানাদেৱতাপূজা স্যাৎ, কথমেকশৰণম্?" কৰ্ম চাৰিবিধ—নিত্য, নৈমিত্তিক, কাম্য, নিষিদ্ধ। ভট্টদেৱে শাস্ত্ৰৰ উদ্ধৃতিৰে কৈছে, ভক্তই পাছৰ দুবিধ কৰ্ম বৰ্জন কৰি নিত্য আৰু নৈমিত্তিক কৰ্ম ঈশ্বৰৰ আজ্ঞা বুলি, আৰু তাক নাপালিলে দোষ হ'ব বুলি (প্ৰত্যবায়জিহাসয়া) কৰিব। তাতো আকৌ সকলো প্ৰকাৰ নিত্য-নৈমিত্তিক কৰ্ম কৰিব নালাগে, অপৰিহাৰ্য কিছুমানহে কৰ্তব্য—"কানি নিত্যানি?—সন্ধ্যাদীনি। কানি নৈমিত্তিকানি? পুত্ৰজন্মাদ্যনুবন্ধীনি।" সেইহে দামোদৰদেৱৰ উপদেশ, "আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা" নৈমিত্তিক কৰ্মৰ ভিতৰত দুৰ্গাপূজা আদি দামোদৰদেৱে স্বীকাৰ কৰিছেনেকি? পৰীক্ষিত ৰজাই যেতিয়া দেৱীপূজা কৰি বলি দিবলৈ কঠোৰ আদেশ পঠালে, শ্ৰীদামোদৰে সমান কঠোৰতাৰে=ধোপধৰাক ক'লে,—

শুনিয়োক ৰাজদূত আমাৰ বচন।
তিনিও লোকৰ যিটো লক্ষ্মী-নাৰায়ণ॥
তাত পৰ আন কোন পাৰোঁ পূজিবাক।
বলিৰ লগত যদি কাটয় আমাক॥
মোৰ গল উপৰ বলিৰ গল তল।
কাটা যদি আছয় তোহোৰ গাৱে বল॥
ৰজাৰ পাশক যাইবো নকৰিবো পূজা।
হৰি বিনে আছয় মোৰ কোন দশভূজ॥ ৰা.

ভট্টদেৱে ব্যক্তিগতভাৱে সন্ধ্যা-গায়ত্ৰী, হৰি-অৰ্চন আদি নিষ্ঠাৰে পালিছিল; কিন্তু সত্ৰৰ আনুষ্ঠানিক ধৰ্ম আছিল বাৰ প্ৰসঙ্গ—গীত, নাম, গীতা-ভাগৱত-ব্যাখ্যা আদি। গতিকে, দামোদৰদেৱ-ভট্টদেৱৰ অভিপ্ৰেত আৰু প্ৰচাৰিত ধৰ্ম হ'ল অব্যভিচাৰিণী ভক্তি বা একশৰণ নামধৰ্ম।

ৰজাৰ তাড়নাত সত্ৰ এৰাৰ আগতে দামোদৰদেৱৰ উপদেশ,—

অন্য দেৱ নভজিবা ভক্ত-দ্ৰোহ নাচৰিবা

কৰিবাহা শ্ৰৱণ-কীৰ্ত্তন। ৰা.

'ভক্তিবিৱেক'ত কবিৰত্নই এটি সিদ্ধান্ত দিছে,—

অতঃ সকামো নিষ্কামো ভক্তিকামোঽপ্যেকশৰণতয়া ভগৱন্তমেৱ ভজেদিতি বিধিবাক্যমাবিষ্কৰোতি শুকঃ,—

অকামঃ সৰ্ব্বকামো ৱা মোক্ষকাম উদাৰধীঃ।
তীব্ৰেণ ভক্তযোগেন ভজেত পুৰুষং পৰম্॥

অকাম একান্তভক্তঃ, তীব্ৰেণ ব্যভিচাৰদোষৰহিতেন। এবং নানাবাক্যৈৰ্মামেকং শৰণং যাহীতি যদুক্তং তৎ প্ৰপঞ্চিতম্।

'গীতা-কথা'তো (৯.১২) আছে, শ্ৰীকৃষ্ণই আক্ষেপ কৰিছে,—

মোত অন্য দেৱতান্তৰক শীঘ্ৰফলপ্ৰদ মানি, বিফুল আশা কৰি, ব্যৰ্থ কৰ্ম্মসব আচৰি, ফলশূন্য কুতৰ্কাশ্ৰিত জ্ঞানক অভ্যাসি, বিক্ষিপ্ত-চিত্ত হুয়া কামক্ৰোধাদিযুক্ত বুদ্ধিভ্ৰংশাকৰ অসুৰ ৰাক্ষসৰ হেন ৰাজস তামস স্বভাৱক আশ্ৰয় কৰি মোক আদৰ নকৰে।

কবিৰত্নদেৱৰ বৈদান্তিক আলোচনা-ধাৰাৰ বিষয়ে ইয়াত বিশেষ আলোচনা কৰা নগ'ল।

### কবিৰত্নৰ কথাশৈলী

'ভাগৱত-কথা', 'গীতা-কথা', 'ৰত্নাকৰ-কথা' আদি নামকৰণত 'কথা' আখ্যা মন কৰিবলগীয়া। সংস্কৃতত কথা নামে এশ্ৰেণী সাহিত্য আছে; তাত ৰসযুক্ত বিষয়-বস্তু গদ্যত ৰচনা কৰা হয়, আৰু ঠায়ে ঠায়ে ছন্দৰো প্ৰয়োগ ঘটে। আৰম্ভণিতে পদ্যত নমস্কাৰ কৰি খলৰ বৃত্তান্ত কীৰ্ত্তন কৰি যোৱা হয়। কথাৰ প্ৰখ্যাত উদাহৰণ কাদম্বৰীকথা।

কথায়াং সৰসং বস্তু গদ্যৈৰে বিনিৰ্মিতম্।
ক্বচিদত্ৰ ভৱেদাৰ্য্যা ক্বচিদ্বক্ত্ৰাপবক্ত্ৰকে॥
আদৌ পদ্যৈৰ্নমস্কাৰঃ খলাদেৰ্বৃত্তকীৰ্তনম্॥

(সাহিত্য-দৰ্পণ)

কথাৰ এই সংজ্ঞাৰ লগত ভট্টদেৱ আদিৰ নামকৰণৰ কোনো সম্পৰ্ক নাই। বৰং তেওঁলোকৰ 'কথা' শব্দৰ অৰ্থ স্পষ্ট হয় গোপালচৰণৰ 'কথাবন্ধ' শব্দৰ ব্যৱহাৰৰপৰা (সেহি ৰত্নাকৰৰ প্ৰযত্ন কৰিয়া কথাবন্ধ নিবন্ধিবো); ৰামৰায়ৰ চৰিততো 'কথাবন্ধ' শব্দটোৰ প্ৰয়োগ মন কৰিবলগীয়া (কথাবন্ধে একখণ্ড ভাগৱত কৰা)। 'কথা' শব্দই সহজভাৱে 'কথাবন্ধ' বা গদ্য ৰচনা বুজাইছে। ইয়াৰ সমান্তৰালভাৱে 'পদ' আৰু 'পদবন্ধ' শব্দৰ প্ৰয়োগো বিৰল নহয়। কিন্তু এটা বিষয়ত 'ভাগৱত-কথা'ৰ লগত সংস্কৃতৰ

'কথা'ৰ সাদৃশ্য আছে—ঠায়ে ঠায়ে তাৰ কবিত্বময় বিষয় আৰু ছন্দস্পন্দযুক্ত ভাষা।

কথাবন্ধ-ৰূপেই 'ভাগৱত-কথা', 'গীত্ৰ-কথা'ৰ অসমীয়া সাহিত্যত আটাতকৈ বেছি মূল্য। ভট্টদেৱৰ ভাষা আৰু কথা-শৈলী বিশেষ অধ্যয়নৰ বিষয়। ভাষাতত্ত্বৰ পণ্ডিত ডক্টৰ বাণীকান্ত কাকতিয়ে লিখিছে, "ইমান দিনৰ আগতে কথাশৈলীৰ এক নমুনা দাঙি ধৰা হিছাপে আদৰণীয় হ'লেও এই কথানুবাদত ভাষাতাত্ত্বিক দৃষ্টিকোণৰপৰা চালে বিশেষত্ব প্ৰায় নোহোৱাৰ দৰে। শব্দচয়ন সংস্কৃতীয়া শব্দেৰে ভাৰাক্ৰান্ত, আৰু ভাষাটোও মাজে মাজে কথ্য ৰূপক বাট এৰি দিয়া পদ্যলেখকসকলৰ ভাষাতকৈ বহুতগুণে কম ঘৰুৱা। বৈয়াকৰণ ৰূপবিলাকেও আধুনিকতাৰ ফালে সৰলীকৰণ নেদেখুৱায়। গতিকে এই গদ্যই তৎকালীন কথিত ভাষাৰ কোনো ধাৰণা নিদিয়ে।"[8] ভাষাৰ ফালৰপৰা এইখিনি কথা প্ৰণিধানযোগ্য। ১৯৪৭ চনত গুৱাহাটীত দিয়া এটি বক্তৃতাত ডক্টৰ বেণীমাধৱ বৰুৱাই 'গীতা-কথা'ৰ ৰচনাশৈলীৰ ফালে দৃষ্টি কৰি কৈছিল যে, পুথিখন গদ্যত লিখা নহয়, বৰং ছন্দস্পন্দযুক্ত ৰচনাহে; তাত গদ্যৰ বাক্য-প্ৰণালী নাই। তেখেতৰ মতে প্ৰথম অসমীয়া গদ্য আমি পাওঁ বুৰঞ্জীবোৰত; বুৰঞ্জীৰ গদ্য সৰল, প্ৰত্যক্ষ আৰু প্ৰাঞ্জল। বুৰঞ্জীৰ লগতে ডক্টৰ বৰুৱাই আগ বঢ়োৱা এই সম্মান অৱশ্যে কথাচৰিতবোৰেও পাব পাৰে। কিন্তু ভট্টদেৱৰ ভাষা আৰু কথাশৈলী বিচাৰ কৰাৰ আগতে কেইটামান কথালৈ চকু দিবলগীয়া।

পুৰণি অসমীয়া কথা-সাহিত্যক দুটা ভাগত ভাগ কৰিব পাৰি,— আদৰ্শবাদী আৰু বাস্তববাদী। প্ৰথম ভাগত 'ভাগৱত-কথা', 'গীতা-কথা', 'ৰত্নাকৰ-কথা', 'ৰামায়ণ-কথা', 'ক্ৰিয়াযোগসাৰ-কথা' আদি ধৰ্মপুথিৰ অনুবাদ আদি, আৰু দ্বিতীয় পৰ্যায়ত কথা-গুৰু-চৰিতসমূহ, 'হস্তী-বিদ্যাৰ্ণৱ' আদি ব্যৱহাৰিক বিষয়ৰ পুথি, 'হস্তমুক্তাৱলী'ৰ নিচিনা ললিতকলাৰ পুথিৰ অনুবাদ আদি, আৰু বিশেষকৈ বুৰঞ্জীসমূহ ধৰিব পাৰি। পিছৰ ভাগত গুৰুচৰিত আৰু বুৰঞ্জীবোৰৰ নিজস্ব এক ধাৰা আছে; সিবোৰৰ আটাইতকৈ ডাঙৰ বিশেষত্ব কথিত ভাষাৰ ব্যৱহাৰ। অকল সেয়ে নহয়,—ৰাজনৈতিক আৰু সামাজিক সংস্কৃতিৰ দুটি সম্ভ্ৰান্ত কেন্দ্ৰৰ মাৰ্জিত ভাষাৰূপ তাত ব্যৱহৃত হৈছে। প্ৰকৃত আধুনিক গদ্যৰ জন্মৰ ঐতিহ্য গঠনত এই দুই ধাৰা কথা-সাহিত্যৰ কীৰ্তি মহান। কথাশৈলীৰ প্ৰকৃত ৰূপ বিকশিত হয় তাৰ প্ৰত্যক্ষবোধতা, প্ৰাঞ্জলতা আৰু আধুনিকতাত। এই দুই ধাৰা অসমীয়া কথা-সাহিত্যৰ জন্ম ধৰ্মপুথিৰ গদ্যৰ জন্মৰ প্ৰায় সমসাময়িক, যদিও প্ৰথম কথাচৰিত বা বুৰঞ্জীৰ তাৰিখ নিৰ্ণীতভাৱে কোৱা বৰ্তমানে টান।

গুৰুচৰিত আৰু বুৰঞ্জীৰ গদ্যৰ ভাষাৰ লগত অমিল 'ভাগৱত-কথা' আদি ধৰ্মপুথিৰ গদ্যৰ ভাষাৰ মিল তদানীন্তন ধৰ্মপুথিৰ পদ বন্ধৰ লগত। তাৰ আগতে

8. *Assamese : Its Formation and Development* 26

অসমীয়া গদ্যৰ আৰ্হি আছিল শঙ্কৰদেৱ, মাধৱদেৱ আদিৰ নাটৰ সূত্ৰকথা আৰু পাত্ৰৰ বচনসমূহ। কিন্তু নাটৰ অন্তৰ্গত গীত আৰু বৰগীতবোৰৰ দৰে এই গদ্যৰ ভাষা কাব্যসুলভ আৰু এক কৃত্ৰিম সাহিত্যিক ভাষাৰূপ। এইটো সঁচা যে এই ভাষাৰূপৰ সৌন্দৰ্য প্ৰাকৃতসুলভ ভগা ভগা শব্দৰ মাধুৰ্যত আৰু ব্ৰজধাম আৰু মিথিলাৰ ভাষাৰ কৃত্ৰিম অথচ পবিত্ৰ স্পৰ্শত। হয়তো ইয়াৰ সংবেদনশীলতাৰ পৰিসৰৰ বহল সম্ভাৱনাও শঙ্কৰ-মাধৱে কামনা কৰিছিল। কিন্তু যেতিয়া দামোদৰ গুৰুৱে কবিৰত্নৰ ওপৰত ভাগৱতৰ কথাবন্ধ কৰাৰ দায়িত্ব আৰোপ কৰিলে, তেওঁৰ পক্ষে এই নাটকীয় ভাষা গ্ৰহণ কৰাটো সম্ভৱ নাছিল, কাৰণ মৈথিলী, ব্ৰজভাষা বা খড়ীবোলীৰ লগত তেওঁৰ প্ৰত্যক্ষ পৰিচয় নাছিল, অকল শঙ্কৰ-মাধৱে লিখা কথাখিনিৰ আদৰ্শতে এটা কৃত্ৰিম ভাষাত বিৰাট ভাগৱতখন ভাঙি উলিওৱা কঠিন। আনফালে, বুৰঞ্জী বা কথাচৰিতৰ দৰে কথিত ভাষাত ভাগৱত লিখাও উদাত্তক অৰ্বাচীনলৈ নমাই পুণ্যবস্তুদূষক অধৰ্ম (sacrilege) কৰা বুলিও কোনো লোকে ল'ব পাৰে। তৃতীয়তে, অসমীয়াত আন কোনো কথাসাহিত্যৰো আদৰ্শ তেতিয়া সম্ভৱতঃ নাই; কবিৰত্নৰ পূৰ্বৰ লেখকসকলে ছন্দতেই তেওঁলোকৰ ভাৰত-ৰামায়ণ, পুৰাণ-ভাগৱত ৰচনা কৰিছে। কিন্তু এই তৃতীয় আপত্তিতে কবিৰত্নই তেওঁৰ সমস্যাৰ নিষ্পত্তি দেখা পালে। মাধৱ কন্দলি, হেম সৰস্বতী, শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি আদিৰ লেখাৰ যোগেদি এক সাহিত্যিক ভাষা-পৰম্পৰা গঢ় লৈ উঠিছিল, কবিৰত্নই ব্ৰজবুলিৰ দৰে আচহুৱালৈ নগৈ বা অৰ্বাচীনলৈও নানামি এই ভাষা-পৰম্পৰাকে তেওঁৰ মাধ্যমৰূপে গ্ৰহণ কৰিলে। গতিকে, ভাষা-বিষয়ত তেওঁ নৱোন্মেষ নঘটালে, সঁচা; কিন্তু তেওঁৰ কৃতিত্ব পুৰণি ভাষা-পৰম্পৰাৰে নব্য প্ৰয়োগত।

ভাষাৰ আভিধানিক আৰু বৈয়াকৰণ ৰূপত ডক্টৰ কাকতিয়ে আঙুলিয়াই দিয়া দৰে, কবিৰত্নৰ কথা-ৰচনাৰ অভিনৱত্ব নাই। কাকতিয়েই অৱশ্যে দেখুৱাইছে যে কবিৰত্নৰ ৰচনাত প্ৰথম পুৰুষৰ ভৱিষ্য কালত 'বো' প্ৰত্যয়ৰ লগে লগে আধুনিক 'ম' প্ৰত্যয়ৰো প্ৰয়োগ হৈছে; আৰু 'ওহো', 'লোহো', 'বোহো', 'আহা', 'লাহা', 'বাহা', 'লিহি', 'বিহি' আদি সম্প্ৰসাৰিত ধাতু-প্ৰত্যয়ৰ ৰূপবোৰ গদ্যত অনাৱশ্যক দেখি সঙ্কুচিত কৰা হৈছে। এই দুটা বিষয়ৰ বাহিৰে আনবোৰ বিষয়ত ভট্টদেৱৰ ভাষা শঙ্কৰ-মাধৱৰ ভাষাৰপৰা পৃথক নহয়।[৫]

---

৫. ভট্টদেৱৰ ভাষাৰ আভিধানিক আৰু বৈয়াকৰণ বৈশিষ্ট্যৰ বাবে ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'অসমীয়া কথা-সাহিত্য' (পুৰণি ভাগ) চাওক।

ভট্টদেৱৰ ভাষা "সংস্কৃতীয়া শব্দেৰে ভাৰাক্ৰান্ত" হোৱাৰ প্ৰধান কাৰণ তেওঁ আছিল গীতা-ভাগৱত আদি সংস্কৃত শাস্ত্ৰৰ অগাধ পণ্ডিত। বিশেষতে, সিবোৰ শাস্ত্ৰৰ গদ্যত লিখা টীকা-ভাষ্যৰ যুক্তিবহুল বাক্য-প্ৰণালীৰ মোহৰ প্ৰভাৱ তেওঁৰ ওপৰত আছিল, আৰু তাৰ কথা-ৰীতিৰ লগত সংযুক্ত বিশেষ অৰ্থব্যঞ্জনা-(connotation)যুক্ত শব্দৰপৰা তেওঁৰ মন আঁতৰাই অনা টান হৈ পৰিছিল। সংস্কৃত মূল আৰু টীকাৰ অনুবাদত সংস্কৃত শব্দৰ খুন্দাও সহজতে পৰে। এনে সংস্কৃতীয়া শব্দ-সম্ভাৰৰ লগত জতুৱা আৰু ঘৰুৱা শব্দ বা খণ্ডবাক্য ৰেঙাই থাকিব বুলিয়ে তেনে শব্দ বা খণ্ডবাক্যৰ প্ৰয়োগ প্ৰায় নাই। গীতা বৰ সহজ কথা-বস্তুৰ গ্ৰন্থ নহয়, ভাগৱতৰ দাৰ্শনিক তত্ত্বমূলক অংশবোৰো কোমল পদাৰ্থ নহয়। এইবোৰ কথা ভাষাত লিখিবলগীয়া হোৱাত শ্ৰীধৰ স্বামী আদিৰ টীকাৰ সঘন সহায় লোৱাত তেওঁ পাৰিভাষিকৰ কটুতা আৰু সংস্কৃতৰ বাক্য-গাঁথনিৰ মেৰপাকৰো হাত সাৰিব নোৱাৰিলে। ইয়ে তেওঁৰ লেখাসমূহ জনপ্ৰিয় নোহোৱাৰ ঘাই কাৰণ; ইবোৰৰ তুলনাত শঙ্কৰ, মাধৱ, কন্দলি আৰু গোৱিন্দ মিশ্ৰৰ পদবন্ধ গীতাভাগৱতৰ ঠায়ে ঠায়ে ভাষাৰ ঘৰুৱা পৰিৱেশ আৰু ছন্দৰ সংবেদনশীলতাই তেওঁলোকৰ ৰচনাৱলী সৰ্বজনৰ সম্পত্তি কৰি তুলিলে। এই যুগটোৱেই সংস্কৃতৰ বন্ধ পানীৰপৰা আঁতৰি ভাষাৰ 'বহতী নদী'ৰ ক্ৰিয়াশীলতা অনুভৱ কৰাৰ যুগ।

কথাশৈলীৰ ফালৰপৰা চকু দিবলগীয়া আন এটি কথা ভাগৱত পুৰাণৰ কবিত্বময়তা। হিব্ৰুভাষাৰপৰা ইংৰাজীলৈ বাইবেল ভাঙি উলিয়াওঁতে মূলৰ হিব্ৰু কবিত্বৰ পৰশত ইংৰাজী বাইবেলৰ ভাষাও হ'ল কাব্যসুলভ। যুক্তিতকৈ আৱেগৰ হেঁচা অধিক হোৱাৰ কাৰণে কালাইল *French Revolution*-ও হ'ল কাব্যোপম গদ্য। ভক্তিৰ দৰে আৱেগময় ধৰ্মৰ মূলশাস্ত্ৰ ভাগৱত-পুৰাণ কবিতা সমাগম বহুল। তেনে এখনি শাস্ত্ৰ গদ্য কৰি লিখিলেও তাৰ কবিতাৰ প্ৰৱাহ ব্যাহত হ'ব নোৱাৰে স্বাভাৱিকতে। যুক্তিগ্ৰথিত সংস্কৃত টীকা আৰু কটু পাৰিভাষিকৰ প্ৰভাৱ, আৱেগগ্ৰথিত ছন্দস্পন্দ, দুইটাৰে সংমিশ্ৰণ সকলো ঠাইতে সম্ভৱ নহ'লেও সিহঁতৰ সহাৱস্থান অসম্ভৱ নহয়। বিষয়-বস্তু আৰু প্ৰকাশশৈলীৰ সমন্বয়ৰ চেষ্টা কবিৰত্নৰ ৰচনাৰ এটি বিশেষত্ব।

কবিৰত্নৰ বস্তুগ্ৰহণৰ পদ্ধতি, সংক্ষেপকৰণ, শ্ৰীধৰ স্বামীৰ যুক্তিগ্ৰথিত বাক্যাৱলীৰ প্ৰভাৱ, আৰু এই সকলোবোৰৰ ফলস্বৰূপে তেওঁৰ গদ্যশৈলীৰ ৰূপ বুজিবলৈ তৃতীয় স্কন্ধ ভাগৱতৰ সপ্তম অধ্যায়ৰ প্ৰথমৰ অংশ লোৱা হওক। ইয়াত মূলৰ ১৪টি শ্লোক আৰু শ্ৰীধৰ স্বামীৰ টীকাৰ সাৰ গ্ৰহণ কৰি কবিৰত্নই মুঠ ১১ শাৰী কথা লিখিছে। মূল ভাগৱত-পুৰাণ—

শ্ৰীশুক উৱাচ ॥এবং ব্ৰুৱাণং মৈত্ৰেয়ং দ্বৈপায়নসুতো বুধঃ।
প্ৰীণয়ন্নিব ভাৰত্যা বিদুৰঃ প্ৰত্যভাষত ॥ ১
বিদুৰ উৱাচ ॥ ব্ৰহ্মন্ কথং ভগৱতশ্চিন্মাত্ৰস্যাবিকাৰিণঃ।
লীলয়া চাপি যুজ্যেৰন্নিৰ্গুণস্য গুণাঃ ক্ৰিয়াঃ ॥২
ক্ৰীড়ায়ামুদ্যমোঽৰ্ভস্য কামশ্চিক্ৰীড়িষান্যতঃ।
স্বতস্তৃপ্তস্য চ কথং নিবৃত্তস্য সদাত্মনঃ ॥ ৩
অস্ৰাক্ষীদ্ ভগৱান্ বিশ্বং গুণময্যাত্মমায়য়া।
তয়া সংস্থাপয়ত্যেতদ্ভূয়ঃ প্ৰত্যভিধাস্যতি ॥ ৪
দেশতঃ কালতো যেঽসাৱৱস্থাতঃ স্বতোঽন্যতঃ।
অৱিলুপ্তাৱবোধাত্মা স যুজ্যেতাজয়া কথম্ ॥ ৫
ভগৱানেক এৱৈষ সৰ্বক্ষেত্ৰেষ্ৱৱস্থিতঃ।
অমুষ্য দুৰ্ভগত্বং ৱা ক্লেশো ৱা কৰ্মভিঃ কৃতঃ ॥ ৬
এতস্মিন্মে মনো ৱিদ্বন্ খিদ্যতেঽজ্ঞানসংকটে।
তন্নঃ পৰাণুদ ৱিভো কশ্মলং মানসং মহৎ ॥ ৭
শ্ৰীশুক উৱাচ ॥স ইত্থং চোদিতঃ ক্ষত্ৰা তত্ত্বজিজ্ঞাসুনা মুনিঃ।
প্ৰত্যাহ ভগৱচ্চিত্তঃ স্ময়ন্নিৱ গতস্ময়ঃ ॥ ৮
মৈত্ৰেয় উৱাচ ॥ সেয়ং ভগৱতো মায়া যন্নয়েন ৱিৰুদ্ধ্যতে।
ঈশ্বৰস্য ৱিমুক্তস্য কাৰ্পণ্যমুত বন্ধনম্ ॥ ৯
যদৰ্থেন ৱিনাঽমুষ্য পুংস আত্মৱিপৰ্যয়ঃ।
প্ৰতীয়ত উপদ্ৰষ্টুঃ স্বশিৰশ্ছেদনাদিকঃ ॥ ১০
যথা জলে চন্দ্ৰমসঃ কম্পাদিস্তৎকৃতো গুণঃ।
দৃশ্যতেঽসন্নপি দ্ৰষ্টুৰাত্মনোঽনাত্মনো গুণঃ ॥ ১১
স ৱৈ নিবৃত্তিধৰ্মেণ ৱাসুদেৱানুকম্পয়া।
ভগৱদ্ভক্তিযোগেন ৱিৰোধেন শনৈৰিহ ॥ ১২
যদেন্দ্ৰিয়োপৰামোঽথ দ্ৰষ্ট্ৰাত্মনি পৰে হৰৌ।
ৱিলীয়ন্তে তদা ক্লেশাঃ সংসুপ্তস্যেৱ কৃৎস্নশঃ ॥ ১৩
অশেষসংক্লেশশমং ৱিধত্তে গুণানুৱাদঃ শ্ৰৱণং মুৰাৰেঃ।
কুতঃ পুনস্তচ্চৰণাৰৱিন্দপৰাগসেৱাৰতিৰাত্মলব্ধা ॥ ১৪

শ্ৰীধৰস্বামীৰ টীকা—

অথ তে ভগৱল্লীলা যোগমায়োপবৃংহিতাঃ ইত্যাদিনা মায়াগুণৈৰ্লীলয়া ভগৱান্ সৃষ্ট্যাদি কৰোতীত্যেৱং ব্ৰুৱাণং ভাৰত্যা প্ৰাৰ্থনাৰূপয়া প্ৰীণয়ন্নিৱেত্য-

ভিপ্ৰায়াজ্ঞানেনাক্ষেপাৎ॥১॥নির্বিকাৰস্য ক্ৰিয়া নির্গুণস্য চ গুণাঃ কথং লীলয়েত্যুক্তিঃ প্ৰয়োজনাভাৱং পৰিহৰতি। ন ৱস্তুবিৰোধমিতি ভাৱঃ॥২॥অর্ভকৱল্লীলাপি ন যুজ্যতে বৈষম্যাদিত্যাহ।···অর্ভকস্য ক্ৰীড়ায়াং প্ৰবৃত্তিহেতুঃ কামোঽস্তি অন্যতস্তু ৱয়স্যৱেণ বালান্তৰপ্ৰৱৰ্তনেন ৱা তস্য ক্ৰীড়েচ্ছা ভৱতি ঈশ্বৰস্য তু স্বতন্ত্ৰপ্তস্য কথং কামোঽন্যতঃ সদা নিবৃত্তস্য চাসঙ্গাদ্বিতীয়স্য কথমন্যতশ্চিক্ৰীড়িৰেত্যৰ্থঃ॥৩॥ যচ্চোক্তম্ 'স্মৰন্ বিশ্বসৃজামীশো বিজ্ঞাপিত-মধোক্ষজঃ' ইত্যাদিনাবিদ্যোপাধের্জীৱস্য ভোগাৰ্থমীশ্বৰঃ সৃষ্ট্যাদি কৰোতীতি তদপ্যাক্ষেপ্তুমনুৱদতি। অস্ৰাক্ষীদিতি। গুণময়ী আত্মনো জীৱস্য কর্তৃত্ব-ভোক্তৃত্বাদিমোহোৎপাদিকা যা মায়া তয়া সৃষ্টবান্।···অতো ভগৱতো মায়া মায়িনামপি মোহিনী ইতি। সংস্থাপয়তি পালয়তি প্ৰত্যভিধাস্যতি প্ৰাতি-লোম্যেন তিৰোহিতং কৰিষ্যতি॥৪॥এতচ্চ জীৱস্যাবিদ্যাশ্ৰয়ত্বে ঘটেত ন তু তৎ সম্ভৱতীত্যাহ। দেশত ইতি। যোঽসৌ দেশাদিভিৰবিলু প্তাৱবোধ আত্মা জীৱঃ ব্ৰহ্মস্বৰূপত্বাৎ স কথমজয়াবিদ্যায়া যুজ্যেত? তত্ৰ দেশতো দীপপ্ৰভায়া ইৱ লোপো নাস্তি সৰ্বগতত্বাৎ। ন কালতো বিদ্যুত ইৱ নিত্যত্বাৎ। নাৱস্থাতঃ স্মৃতিৱদবিক্ৰিয়ত্বাৎ। ন স্বতঃ স্বপ্নৱৎ সত্যত্বাৎ। নান্যতো ঘটাদিৱদদ্বিতীয়ত্বাৎ। এৱমেতৈৰ্যস্য বোধো ন লুপ্যতে স কথমজয়া যুজ্যেত অজা চাত্ৰাবিদ্যৈৱ ন মায়া তস্যা অৱবোধেন বিৰোধাভাৱাৎ ॥৫॥ কিঞ্চ ব্ৰহ্মৰূপত্বাদেৱ জীৱস্য সংসাৰোঽপি ন বিদ্যত ইত্যাক্ষিপতি। সৰ্বক্ষেত্ৰেষৱস্থিতো ভোক্তাপি ৱস্তুতো ভগৱানেৱ চিদ্ৰূপত্বেন তদ্ব্যতিৰেকাভাৱাৎ। এৱং চ সত্যমুষ্য জীৱস্য দুর্ভগত্ব-মানন্দাদিভ্ৰংশঃ কৰ্মভিৰ্হেতুভূতৈঃ ক্লেশো ৱা কুতঃ কৰ্মসম্বন্ধাভাৱাৎ। অন্যথা ঈশ্বৰস্যাপি তৎপ্ৰসঙ্গঃ স্যাদিতি ভাৱঃ ॥৬॥ অজ্ঞানমেৱ সংকটং দুৰ্গং তস্মিন্ তন্মানসং কশ্মলং মোহং পৰাণুদাপাকুৰু ॥৭॥ ···॥ ৮॥ ভগৱতোঽচিন্ত্য-শক্তেৰীশ্বৰস্য সেয়ং মায়া নয়েন তৰ্কেণ বিৰুদ্ধ্যত ইতি যৎ তৰ্কবিৰোধমেৱানুৱদতি। বিমুক্তস্যৈৱ পুংসেঽবিদ্যয়া বন্ধনং কাৰ্পণ্যং চেতি॥৯॥ অত্ৰোদাহৰণমাহ। যদ্ যথা অৰ্থেন শিৰশ্ছেদাদিনা বিনাপ্যুপদ্ৰষ্টুঃ স্বপ্নসাক্ষিণো মমেদং শিৰশ্ছিন্নমিত্যাত্মবিপৰ্যয়ঃ কেৱলং মৃষৈৱ প্ৰতীয়তে তদ্বৎ॥১০॥ তৰ্হীশ্বৰস্যাপি কিং ন প্ৰতীয়েত তত্ৰাহ। যথা জলে প্ৰতিবিম্বিতস্যৈৱ চন্দ্ৰমসো জলোপাধিকৃতঃ কম্পাদিধৰ্মো দৃশ্যতে ন ত্বাকাশে স্থিতস্য। তথানাত্মনো দেহাদেৰ্ধৰ্মোঽসন্নপি তদভিমানিনো দ্ৰষ্টুৰাত্মনো জীৱস্যৈৱ নত্বীশ্বৰস্যেত্যৰ্থঃ॥১১॥ তন্নিবৃত্ত্যুপায়মাহ। স বৈ অনাত্মনো গুণো নিবৃত্তিধৰ্মেণ ৱাসুদেৱস্যানুকম্পা তয়া চ তস্মিন্ ভক্তিযোগস্তেন তিৰোধত্তেঽদৃশ্যো ভৱতি। শনৈৰিত্যনেন সাধনানুসাৰেণেত্যুক্তম্॥ ১২॥তৰ্হি সৰ্বানৰ্থানিবৃত্তিঃ কদেত্যপেক্ষায়ামাহ। যদেন্দ্ৰিয়ানামুপৰামো নৈশ্চল্যং, ক দ্ৰষ্টৰ্যাত্মন্যন্তৰ্যামিৰূপে। ......॥১৩॥ভক্তিযোগেন ক্লেশনিবৃত্তিং দৰ্শয়তি।·····॥১৪॥

শ্ৰীধৰ স্বামীৰ যুক্তি-তৰ্কৰ দ্বাৰা ৱস্তু-প্ৰতিপাদন ক্ষমতা অসীম। ভাগৱতৰ মতৰ বিৰোধ-নিবৃত্তি আৰু শ্লোকৰপৰা শ্লোকান্তৰলৈ ভাৱ-সঙ্গতিৰ নিবিড়তা স্থাপন তেওঁৰ

চিন্তা তথা ৰচনাশৈলীৰ মনোৰম বিশেষত্ব। ভাগৱতৰ উপৰোদ্ধৃত চৈধ্যটি শ্লোকৰ ব্যাখাত ক'বলগীয়া সকলো কথা আৰু সমাধান কৰিবলগীয়া প্ৰায় সকলো প্ৰশ্নৰ সমাধান তেওঁ টীকাত দিছে। ইয়াৰ পিছত কবিবত্নৰে বা নতুন কথা ক'বলগীয়া কি থাকিব পাৰে? গুৰুজনৰ "সংক্ষেপ কৰিয়া সাৰ মাত্ৰ লৈয়া কৰা কথা কবিৰত্ন" এই উপদেশ মনত ৰাখি তেওঁৰ কৰ্তব্য মাত্ৰ 'ভাবাৰ্থদীপিকা'ৰ পোহৰত ভাগৱতৰ কথাখিনি যথাসম্ভৱ পৰিষ্কাৰ কৰি চমুতে 'সাৰোদ্ধাৰ' প্ৰকাশ কৰা। এইটি বৰ সহজ কাম নহয়। চিন্তাশীল মনে চিন্তাৰ আঁত মাৰি কথা কোৱাৰ প্ৰলোভনৰ হাত সৰা টান। আনফালে, মূল কথাখিনিৰ আঁত ছিগিবলৈ দিয়াও বাঞ্ছনীয় নহয়। এইবোৰ সমস্যাৰ মাজত কবিৰত্নই কেনেকৈ মধ্যম পন্থ অবলম্বন কৰিছে, মন কৰিবলগীয়া,—

বিদুৰে পুছন্ত, হে মৈত্ৰেয়, নিৰ্গুণ ভগৱন্তৰ গুণময় সৃষ্টি আদি লীলা কেমনে হয়? তুমি কহিছা, মিছা জীৱৰ অৰ্থে কৰন্ত। সিও নঘটে। দেশ-কালাদিয়ে অলুপ্তবোধ ব্ৰহ্মৰূপ জীৱৰ কেনে অবিদ্যাময় সংসাৰ হয়, মোৰ এই মনৰ সংশয় দূৰ কৰা।

মৈত্ৰেয়ে কহন্ত, জানা বিদুৰ, এইতো হৰিৰ মায়া। ই বিচাৰ নহে, যাত হন্তে মিছা সংসাৰো জীৱত লক্ষি, যেন স্বৰূপ আপুনাৰ শিৰ আপুনি ছেদ দেখি। বোলা যদি, ঈশ্বৰত কেনে নেদেখি, আত দৃষ্টান্ত শুনা,—যেনে চন্দ্ৰৰ প্ৰতিবিম্বতেসে কম্পাদি গুণ দেখি, বিম্বত নেদেখি, তেমনে জীৱৰেসে সংসাৰ, ঈশ্বৰৰ নাই। এতেকে ঈশ্বৰত ভক্তি কৰিলে আপুনি সংসাৰ গুচে। বুলিবা কেতিয়া গুচিবে? তাত শুনা......।

ইয়াত 'সিও নঘটে', 'বোলা যদি', 'আত শুনা', 'এতেকে'—এই খণ্ডবাক্যবোৰে বিৰোধ-নিবাৰণ, সংশয়াত্মক প্ৰশ্নৰ উপস্থাপন, সংশয়-নিবৃত্তি আৰু উপসংহাৰ আদি চিন্তাৰ বাদাত্মক গতি নিৰ্দেশ কৰিছে। গতিকে ইয়াত ব্যাখ্যামূলক (expository) কথাশিল্পীৰ গুণো হৈছে নৈৰ্ব্যক্তিকভৱে বাদাত্মক আৰু প্ৰত্যয়কাৰী (argumentative, persuasive)। মূলৰ বা শ্ৰীধৰ স্বামীৰ অনেক কথা ভট্টদেৱে সন্নিৱেশ কৰিব পৰা নাই, কাৰণ 'বিস্তৰ পাত' নলগাকৈ তেওঁ ভাগৱত-কথা লিখি উলিয়াব লাগিব। কোনো কোনো ঠাইত এই সংক্ষেপকৰণে উপপাদ্য বিষয়টো বুজাও পাঠকৰ কাৰণে কঠিন কৰি তুলিছে; ঠায়ে ঠায়ে মূল কথাবোৰৰ আভাস (gist) মাত্ৰ দি গৈছে। এনেবোৰ ঠাইতে শৈলীৰ নীৰস কঠোৰতাই দেখা দিছে, যদিও সি তেওঁৰ সমূলি ঈপ্সিত নহয়।

কথা কোৱাটো যদি এটি নিয়মিত কলা হয়, তেনেহ'লে তাক সুৱলাকৈ কোৱাটো নিশ্চয় প্ৰশংসনীয়। কিন্তু কবিতাৰ ছন্দপতন যেনেকৈ ৰসভঙ্গৰ লক্ষণ, কথাশৈলীত ছন্দপ্ৰয়োগ, বিশেষকৈ সচেতনভাৱে ছন্দপ্ৰয়োগ, সমালোচকসকলৰ অপ্ৰিয়। আমাৰ দিনতে লম্বোদৰ বৰা আদিয়ে ধ্বনি-প্ৰবাহযুক্ত মঞ্জুল গদ্যেৰে আমাৰ মৰম লগাইছে; আন ভাল ভাল কথাকাৰৰ ৰচনাতো মাজে-সময়ে ছন্দৰ হিল্লোল আমাৰ কাৰণে

আমনি লগা নহয়। আনফালে, ভট্টদেৱৰ কথাবন্ধ আধুনিক গদ্যশৈলীৰ প্ৰতি প্ৰযত্ন নহয়। বৰং তেওঁৰ কথাবন্ধই, সংস্কৃত কথা-নামক ৰচনা আৰ্য্যা আদি ছন্দলৈ মাজে মাজে বাগৰি যোৱাৰ দৰে, অকপট ছন্দধ্বনি অৱলম্বন কৰিছে, আন কি, গদ্যৰ বৰ্জিত অন্ত্যানুপ্ৰাসো দেখা-দেখিকৈ ব্যৱহাৰ কৰিছে। তৃতীয় স্কন্ধৰ ২৮শ অধ্যায়ত "ইন্দ্ৰিয় মন নিয়মি হৃদয়ত হৰিৰ ৰূপ চিন্তিব", এই নিৰ্ভুল গদ্যৰ পাছত 'কেমন ৰূপ' বুলি প্ৰশ্ন কৰি ভট্টদেৱে একাৱলী কৰিছে,—

শ্যাম-সুন্দৰ। পীতাম্বৰ॥ প্ৰসন্ন-বদন। কমল নয়ন॥
নাসা তিলফুল। অধৰ ৰাতুল॥ মুখে মন্দ হাস। কটাক্ষ-বিলাস॥
পৰম নিৰুজ। চাৰু চতুৰ্ভুজ॥ শঙ্খ-চক্ৰ-ধৰ। গদা-পদ্ম-কৰ॥
সৰ্ব্বাঙ্গে সুন্দৰ। ৰূপ মনোহৰ॥ কিৰীটিৰ কান্তি। অলকাৰ পান্তি॥
কৰ্ণত কুণ্ডল। শোভে গণ্ডস্থল॥ কৌস্তুভ কণ্ঠত। শ্ৰীবৎস বক্ষত॥
বনমালাচয়। ভ্ৰমৰে ৰঞ্জয়॥ অঙ্গদ বলয়। বাহুত শোভয়॥
মেখলা কটিত। কিঙ্কিণী-ৰঞ্জিত॥ চৰণ দুতয়। নূপুৰে শোভয়॥
ৰঙ্গা পাদতল। অঙ্কুশ কমল॥ ধ্বজ বজ্ৰ ভান্তি। নখচন্দ্ৰ-কান্তি॥
জঙ্ঘা জানুবৰ। উৰু কৰিকৰ॥ কিশোৰ বয়স। আছে সৰ্ব্ব ৰস॥
ভকত-বৎসল। পৰম উজ্জ্বল॥ ভক্ত হৃদয়ত। থাকন্ত সতত॥

ইয়াক ছন্দস্পন্দযুক্ত গদ্য বুলিলেও সমালোচকৰ আত্মপ্ৰবঞ্চনা হ'ব, কাৰণ এয়া উদাৰভাৱে ছন্দময় কবিতা। ইয়াৰ পাছত পুনৰ আৰম্ভ হ'ল,—

এমনে সমগ্ৰ ৰূপ মনত থিৰ কৰি একৈক অঙ্গ চিন্তিব (এয়া গদ্য।)
চৰণৰপৰা : হাস্য পৰ্য্যন্ত।

বাক্যটোৰ পিছৰ অংশ ছন্দিত, শঙ্কৰদেৱৰ ধ্যানবৰ্ণনৰ অনুৰূপ।—

মস্তকৰপৰা : পাদ পৰ্য্যন্তে।
নমাইবে মনক : দুনাই দেখন্তে॥

এনে ধৰণৰ অনেক বাক্য ওলাব, য'ত অন্ততঃ একাংশ ছন্দৰ পৰ্ব অনুসৰি ভাগ কৰিব পৰা যাব। ইয়াৰ উপৰি ঠায়ে ঠায়ে সমপংক্তিক বা সমছন্দ নহ'লেও নিয়ত বাক্যাংশ (harmonic period) থকা বাক্যও আছে। এনে নিয়ত বাক্যাংশই বাক্য এটাত হেন্দোলনি দি মঞ্জুল (sonorous) কৰি তোলে।—

যাক সৰস্বতী। নদী আবৰিছে,।
যাৰ পুণ্যজলক) ঋষিসবে সেবা কৰে,।
যাত নানা) বৃক্ষলতাসব আছে,।
অনেক) পশুপক্ষীসবো আছে,।

মনু সেই আশ্ৰম পশি,।
পৰম সুন্দৰ। তপস্বী ঋষিক দেখি,।
নমস্কাৰ কৰিলা।

কোনো বাক্য গদ্যৰ সাধাৰণ ৰূপত (পদ্যৰ বিশ্লেষণ তাত সম্ভৱ হ'লেও) আৰম্ভ কৰি ৰীতিসম্মত ছন্দ আৰু অন্ত্যানুপ্ৰাসেৰে শেষ কৰা হৈছে।

হে নাৰদ, মোক তুমি কি দায়া কৰিলা,
যাতো গোবিন্দৰ গুণ কহিতে বুলিলা। (২.৫)

ইয়াৰ লগত শঙ্কৰদেৱৰ তলৰ শাৰীকেইটা মিলাই চালে এনে লাগে কবিৰত্নৰ অন্তৰ যেন পূৰ্বকবিসকলৰ ছন্দৰ হিল্লোলত হিল্লোলিত হৈ আছে, আৰু সেই হেতুকেই তেওঁৰ ভাষাত আপোনা-আপুনি ছন্দস্পন্দৰ সমাবেশ ঘটিছে।

ধন্য ধন্য কৃপালু নাৰদ মহামতি॥
মোক পুনু আসি তুমি কৃপালে কৰিলা।
যাতো গোবিন্দৰ গুণ কহিবে বুলিলা॥ (দ্বিতীয় স্কন্ধ)

এনে ধৰণে কবিগুৰুসকলৰ কবিতাৰ পংক্তিৰ দ্বাৰা ভট্টদেৱী গদ্যহে অনুপ্ৰাণিত হৈছিল, এনে নহয়, চৰিতৰ গদ্যতো তাৰ সহজ প্ৰতিধ্বনি উঠিছে ঠায়ে ঠায়ে।—

আতৈএ বোলে ঃ নাৰদক কৃপাসে কৰিলা ঃ যাতো গোবিন্দৰ গুণ কহিবে বুলিলা ঃ মোকো তোমাসবে কৃপাসে কৰিলা ঃ দাসক এই তিনি তাপে পুৰি মাৰে ঃ প্ৰাণগুৰু সুমৰাইলা আজি।

ভাগৱত বেছি অংশই বিৱৰণাত্মক। বিৱৰণমূলক গদ্যৰীতি কৃতকাৰ্য হয় যদি সি সৰল হয় আৰু বিষয়পদাশ্ৰিত (objective) হয়; তদুপৰি সি বেগময় আৰু চিত্ৰধৰ্মী হোৱা বাঞ্ছনীয়। 'ভাগৱত-কথা'ৰ অনেক বিৱৰণতেই অত্যন্ত খৰ-খৰ লাগিলেও এইবোৰ গুণ ঠায়ে ঠায়ে দেখা পোৱা যায়।

'ভাগৱত-কথা'ৰ ভাষা আৰু কথাশৈলীতকৈ 'গীতা-কথা'ৰ ভাষা আৰু কথাশৈলী বেছি পুৰঠ, গম্ভীৰ আৰু ওজস্বী। ইয়াতো একেই ব্যাখ্যামূলক কথাৰীতি অৱলম্বন কৰা হৈছে। 'ভাগৱত-কথা'ত মূলৰ কথাখিনিৰ সাৰাৰ্থৰ আভাস দিয়ে কবিৰত্ন ক্ষান্ত হ'বলগীয়া হৈছিল; পঞ্চম স্কন্ধৰ ভাঙনিৰ শেষত সেই কাৰণে তেওঁ তাক 'পঞ্চমস্কন্ধগূঢ়াৰ্থ-কথাযথাৰ্থৰূপিণী' বুলিছে। গীতাৰ অনুবাদ কৰোঁতে কিন্তু তেওঁৰ হাত বন্ধনৰপৰা মুকলি, গতিকে 'গীতা-কথা'তে তেওঁৰ আচল ষ্টাইল প্ৰকাশ পাইছে। সমস্ত ভাৰতবৰ্ষতে ৰামায়ণ-গীতা-ভাগৱত আদিৰ যি কথকতা চলে, 'ভাগৱত-কথা',

'গীতা-কথা' তাৰে এটি সাহিত্যিক নিদৰ্শন। সেই হিচাপেও তাৰ এটি তাৎপৰ্য বৰ্তমান। কিন্তু কবিৰত্নই তেনে কথকতাৰ কথিত ভাষা ব্যৱহাৰ নকৰি তদানীন্তন সাহিত্যৰ উদাত্তীকৃত ভাষাকেহে ব্যৱহাৰ কৰিছে। এই ভাষাৰূপ ত্যাগ কৰি সত্ৰৰ সম্ভ্ৰান্ত কথাৰীতি গ্ৰহণ কৰা হ'লে কবিৰত্ন কথা-চৰিতৰ পৰ্যায়ৰ উচ্চাঙ্গৰ স্বৰূপ গদ্যৰ স্ৰষ্টা হ'লহেঁতেন। তাকে নকৰা কাৰণে তেওঁৰ ৰচনা লোকপ্ৰিয় নহ'ল আৰু তেওঁৰ পন্থা অনুসৰণ কৰা লেখকৰ অভাৱ ঘটিল।

বৈজয়ন্তী
নতুন শৰণীয়া, গুৱাহাটী, অসম
১৯৫৯

# হৰিবৰ বিপ্ৰ-ৰচিত

# বভ্ৰুবাহনৰ যুদ্ধ আৰু তাম্ৰধ্বজৰ যুদ্ধ

## ভূমিকা

হৰিবৰ বিপ্ৰৰ 'বভ্ৰুবাহনৰ যুদ্ধ'খনি নকৈ প্ৰকাশ কৰিবলৈ কেইবাবছৰো আগৰেপৰা যত্ন কৰা হৈছিল। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰকাশন বিভাগৰ উদ্যোগত সেই কাৰ্য সমাপন কৰা হ'ল। লগতে অলপতে প্ৰাপ্ত 'তাম্ৰধ্বজৰ যুদ্ধ'খনি সন্নিবিষ্ট কৰা হ'ল। ইয়াৰ আগতে অৱশ্যে ১৯২৫ চনত 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ এটি সাধাৰণ সংস্কৰণ প্ৰকাশ হৈছিল। বৰ্তমান 'বভ্ৰুবাহনৰ যুদ্ধ' যিখনি সাঁচিপতীয়া পুথিক প্ৰধান সাৰথি কৰি উলিওৱা হৈছে, সেইখনি পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা নগাঁৱৰপৰা সংগৃহীত, কামৰূপ অনুসন্ধান সমিতিত ইমান দিন সংৰক্ষিত আছিল। পুথিখনিৰ তাৰিখ ১৬৬১ শক। ইয়াৰ লগতে ১৯২৫ চনত প্ৰকাশিত (শিৱনাথ ভট্টাচাৰ্যৰ দ্বাৰা) কিতাপখনিৰো সাহায্য লোৱা হৈছে।

'তাম্ৰধ্বজৰ যুদ্ধ' নামৰ পুথিখনি খণ্ডিত ৰূপত সংগৃহীত হৈ বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠাগাৰত সংৰক্ষিত হৈছে। এই পুথিখনিৰ সন্ধান ইতিপূৰ্ব্বে পোৱা নগৈছিল। গতিকে অসম্পূৰ্ণভাৱেই তাক ছপা কৰাটো বাঞ্ছনীয় বুলি বিবেচনা কৰা হ'ল। ১৯২৫ চনত ছপা হোৱা সংস্কৰণত কবিৰ নাম হৰিহৰ বুলি পোৱা যায়। কিন্তু কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত 'লৱ-কুশৰ যুদ্ধ' আৰু 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ সাঁচিপতীয়া পুথিত আৰু বিশ্ববিদ্যালয়ৰ 'তাম্ৰধ্বজৰ যুদ্ধ'ত হৰিবৰ বুলিহে উল্লেখ আছে। সম্ভৱতঃ কবিৰ সেয়ে আচল নাম। 'লৱ-কুশৰ যুদ্ধ', 'বভ্ৰুবাহনৰ যুদ্ধ' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' তিনিওখনি হৰিবৰ বিপ্ৰৰে ৰচনা নহয় বুলি অনুমান কৰিবৰ বিশেষ কাৰণ নাই। তিনিওখনিৰ বিষয়-বস্তু

আৰু ৰচনাশৈলীৰ বিশেষ মিল আছে। তদুপৰি তিনিওখনিৰে বিষয় একে জৈমিনীয়াশ্বমেধৰপৰাই গ্ৰহণ কৰা হৈছে। হৰিবৰ বিপ্ৰই 'বভ্ৰুবাহনৰ যুদ্ধ'ত তেওঁৰ পৃষ্ঠপোষক ৰজা দুৰ্লভনাৰায়ণৰ নাম এইদৰে উল্লেখ কৰিছে,—

জয় জয় নৰপতি দুৰ্লভনাৰায়ণ ৰাজা
কামপুৰে ভৈলা বীৰবৰ।
সপুত্ৰ বান্ধৱে যেবে সুখে ৰাজ কৰন্তোক
জীৱন্তোক সহস্ৰ বৎসৰ॥
তাহান ৰাজ্যত থিত সাধুজন মনোনীত
অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে কৰিলা প্ৰচাৰ॥

'প্ৰহ্লাদ-চৰিত্ৰ'ৰ ৰচক হেম সৰস্বতী আৰু 'জয়দ্ৰথ-বধ'ৰ কবি কৱিৰত্ন সৰস্বতীয়েও কমতাৰ ৰজা দুৰ্লভনাৰায়ণৰ উল্লেখ কৰিছে। এওঁলোকে উল্লেখ কৰা দুৰ্লভনাৰায়ণ একেজন লোক বুলিয়েই এতিয়ালৈকে ধৰি লোৱা হৈছে। এই দুৰ্লভনাৰায়ণৰ সময় কালিৰাম মেধি ডাঙৰীয়াই 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনিত ১২৪৯ খ্ৰীষ্টাব্দ বুলি কৈছে। কনকলাল বৰুৱা ডাঙৰীয়াই মেধিৰ পদ্ধতিৰেই কিন্তু অলপ কঠোৰভাৱে সময়ৰ লেখ কৰি দুৰ্লভনাৰায়ণৰ সময় চতুৰ্দশ শতিকাৰ দ্বিতীয় পাদ (১৩৩০-১৩৫০) বুলি ঠিক কৰিছে। ডক্টৰ বাণীকান্ত কাকতিয়ে আকৌ দুৰ্লভনাৰায়ণৰ সময় নিৰ্ণয় কৰিছে ত্ৰয়োদশ শতিকাৰ শেষ কিম্বা চতুৰ্দশৰ আগভাগতহে।

আনফালে, 'কথা-গুৰুচৰিত', ৰামচৰণৰ 'শঙ্কৰ-চৰিত'তে ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ দুৰ্লভনাৰায়ণৰ বাহিৰেও পঞ্চদশ-ষোড়শ শতিকাৰ দোমোজাত কমতা-কামৰূপত দুৰ্লভনাৰায়ণ নামৰ এজন দ্বিতীয় ৰজাৰ উল্লেখ আছে।

এই দুজন দুৰ্লভনাৰায়ণৰ কোনজনৰ লগত হেম সৰস্বতী, হৰিবৰ বিপ্ৰ আৰু কৱিৰত্ন সৰস্বতীৰ সম্পৰ্ক, সেই কথা বিচাৰ কৰিবলগীয়া। কৱিৰত্ন সৰস্বতীয়ে তেওঁৰ কাব্যত দুৰ্লভনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়াণ ৰজাৰ স্পষ্ট উল্লেখ কৰিছে। নগেন্দ্ৰনাথ বসুৰ '*Social History of Kamarupa*'-ত দিয়া কৱিৰত্নৰ বংশলতাৰপৰাও, কৱিৰত্ন সৰস্বতী শঙ্কৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰৰ আৰু প্ৰথম দুৰ্লভনাৰায়ণৰ সমসাময়িক হোৱাটো সম্ভৱ যেন লাগে। আনপিনে,

হেম সৰস্বতী আৰু হৰিবৰ বিপ্ৰৰ লগত প্ৰথম দুৰ্লভনাৰায়ণৰ সময়ৰ সম্পৰ্ক লৈ নিশ্চয়কৈ একো কোৱা টান।

ৰমানন্দ দ্বিজৰ 'শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ'ত এজন পণ্ডিত আৰু কবি হৰিবৰ বিপ্ৰৰ কথা আছে,—

কুণ্ডিল গোষ্ঠীত জাত পুৰুষ সুন্দৰ।
ব্যাঘ্ৰপিণ্ডা গ্ৰামেশ্বৰ মুখ্য পণ্ডিতৰ॥
যাৰ গৃহ-দ্বাৰে জলে গজ-বাজীচয়।
বিপ্ৰ হৰিবৰ খ্যাতি যাহাক কহয়॥ ২০
ভাৰত পুৰাণ পদ কৰিছা বিস্তৰ।

চৰিতখনিত উল্লেখ কৰা হৰিবৰ আৰু যুদ্ধ-কাব্য দুখনিৰ কবি হৰিবৰ, দুইকে একে বুলি ধৰিবলৈ যথেষ্ট থল আছে। 'ভাৰত পুৰাণ পদ' কথাটোৱে এই দুখনি কাব্য পুথিলৈকে আঙুলিয়াই যেন লাগে, আৰু 'লৱ-কুশৰ যুদ্ধ'ৰ হৰিবৰ বিপ্ৰক দ্বিতীয় দুৰ্লভনাৰায়ণৰ সমসাময়িক বুলি ধৰিলে চৰিতৰ হৰিবৰ বিপ্ৰৰ লগত তেওঁক একেজন বুলি নিঃসন্দেহে ধৰিব পৰা হয়। সেইমতে, হৰিবৰ বিপ্ৰৰ সময় পঞ্চদশ শতিকাৰ শেষ ভাগ বুলি ঠাৱৰ কৰিব লাগিব। চৰিতত থকা ব্যাঘ্ৰপিণ্ডা গাঁৱৰ সঠিক অৱস্থিতি নিৰ্ণয় কৰিব নোৱাৰিলেও চৰিতৰ বৰ্ণনাৰপৰা বৰ্তমান মধ্য অসমৰ কোনো ঠাইতে এই গাঁও আছিল বুলি অনুমান হয়।

হৰিবৰ বিপ্ৰই জৈমিনিৰ অশ্বমেধপৰ্বৰপৰা ৰাম-কথা পদত ভাঙিছে আৰু 'বভ্ৰুবাহনৰ যুদ্ধ'ত তেওঁ 'গৌৰীৰ চৰণ' সেৱা কৰিছে যদিও অন্যান্য প্ৰসঙ্গৰপৰা তেওঁ শাক্ত আছিল বুলিও অনুমান কৰিব পাৰি। হৰিবৰ বিপ্ৰ সম্পৰ্কে এতিয়ালৈকে ইয়াতকৈ অধিক কথা একো পোৱা হোৱা নাই।

অসমীয়া ভাষাৰ ক্ৰম-বিৱৰ্তনৰ ফালৰপৰাও হৰিবৰ বিপ্ৰৰ ৰচনাৰ মূল্য আছে। মাধৱ কন্দলিৰ 'ৰামায়ণ'ৰ দৰে হৰিবৰ বিপ্ৰৰ ৰচনাতো বহু অপ্ৰচলিত শব্দ আৰু জতুৱা বাক্য-ৰীতিৰ প্ৰয়োগ দেখা যায়। তলত তেনে কেইটামান জতুৱা বাক্য আৰু খণ্ডবাক্য 'বভ্ৰুবাহনৰ যুদ্ধ'ৰপৰা উদ্ধৃত কৰা হ'ল,—

কথামাতে, ১৮; ৰনাৰে ১৮; একৈ এবৈ, ২৩; চলচল কৰে, ২১; টঙ্ক নামে চাণ্ডালক সহিতে নপাৰি, ৪৬; হাসিত কন্দল যেন সেহি পটন্তৰ, ৭৪; আতেসে বড় হাৰো, ৮৫; আতেসে অধিক মোৰ দহে পোৰে গাৱ, ৮৬; বড় দেখাৱ মুনিষ, ৮৭; বুঢ়াৰ হাতৰ চেঙ্গলি সেহ্বে নযাস, ৮৭; লাভক চাহান্তে

জনো মূল হেৰুবাস, ৮৭; গৈলেসে জানিয় পথ নিয়ৰ কি দূৰ, ৮৮; খাইলেসে জানিয় পথ্য তিত কি মধুৰ, ৮৮; যশবাশি পাইলো বৰ বাপক উপাসি, ৮৪; হেন নউ দেখা তিনি লোকে অপবাধ, ৯০; যৈসানি তৈসানি মৰিবাৰ একবাৰ, ১০০; বোলাস মুনিষ, ১০২; কটকটায় ঘাৰ, ১০২; হেন জানো যমে পাত মলচে তোমাৰ, ১০২; সিও মান্য গুঝিবোহা, ১০৮; ফুৰিয়া ফুৰি, ১২৫, ১৪৪; নলবে নচবে যেন মুঢ়া কাষ্ঠ গোট, ১২৯; চিন্তে মহামাৰ, ১৩১; থকবক কৰি, ১৫১; দিল ধাৰ, ৫৮; নিয়ন্তে যাহন্তে ভাগবিল যমদূত, ১৯০; সবে শুঝো মান, ১৯৩; হস্তীবো পিছলে পাব, সুজনে বুড়াএ নাৱ, আকো আৰিত হাৰয় জুয়াৰ, ২২০; তথাঞ্চে, ২২০; সকলে ভাবনা হৈল চুৰ, ২২২; লাজ আসিব সন্নাবে, ২২৬; ভালবেসে ভাল মন্দৰ মন্দবাণী, ৩১২; কুলক্ষণে পাইলেক সুখৰ মুণ্ড খাইলা, ৩১২; ছাগে কি কৰিব পাবে বাঘৰ আগত, ৩১৫; এদিনাত কৰি, ৩৩৭; চাটু কবে, ৩৩৯; মঙ্গল বঢ়ায়, ৩৪২; হৰিষ কালত বিষাদ নুযুৱায়, ৩৬০; হেন লন্ত, ৩৯৯; নখে যিবা কাৰ্য্য সিঝে কুঠাৰ লগাস, ৪২৫; সাধি পাৰি ৪৫৩; দোঙ্গা-দোঙ্গি পাবে, ৪৯৫; শাস কৰা দেখি যেন তেতুলিৰ ফুল, ৫০০; হৰিণক পাইলে শশাক কোনে সোধে, ৫০৮; তোমাৰ বিকলে সুধিবাক নাই ঠাই, ৫৪২।

'বভ্রুবাহনৰ যুদ্ধ'ৰপৰা বৈশিষ্ট্যপূৰ্ণ বৈয়াকৰণ ৰূপৰ এটি তালিকা সন্নিবিষ্ট কৰা হ'ল,—

ধৰিত, ৯৯; পৰিবাৰ, ১২৬; সবেহন্তে, ২০৪; মাৰিলাক, ২৩৪; নিমাব্যেক, ৩০৪; পাসৰিবৰ, ৩০৮; মাৰিএৰো, ৩১৩; কাটিলাক, ৩৫০; কহিত, ৩৯৭; কাঢ়িলাক, ৪৬৩; কৰিএৰো, ৪৭৮; দেখাএৰো ৪৭৯; লগাএৰ, ৪৯২; সবেহন্তে ৫০৩; চিণ্ডিএৰো, ৫৫০; হৰাইবাৰ, ৫৬৪।

মহাভাৰতৰ আদিপৰ্বত ব্যাস মুনিয়ে সুমন্ত, জৈমিনি, পৈল, শুক আৰু বৈশম্পায়ন নামে তেওঁৰ পাঁচজন শিষ্যক মহাভাৰত শিকায় বুলি উল্লেখ আছে। তেওঁলোক পাঁচোজনে একোখনকৈ সংহিতা ৰচনা কৰে। কিন্তু জৈমিনি ঋষিৰ মহাভাৰতৰ সংহিতাৰ আশ্বমেধিক পৰ্ব্বৰ বাহিৰে আন কোনো পৰ্ব্বৰ সন্ধেদ পোৱা নাই। এই অশ্বমেধপৰ্ব মহাভাৰতৰ অংশ হ'লেও ইয়াত পুৰাণসমূহৰ দৰে বৈষ্ণৱ সম্প্ৰদায়ৰ মতবাদৰ প্ৰতি আনুগত্য দেখা যায়। এই ৰচনা ড° মৰিচ্ উইণ্টাৰ্নিজে পুৰাণসমূহৰ ভিতৰতো শেষৰ কালত ৰচিত পুৰাণ বা পুৰাণৰ অংশসমূহৰ সময়লৈ নিব খোজে। পুথিখনিত এঠাইত (৫৫।৮) ষষ্ঠ শতিকাৰ বৰাহমিহিৰৰ উল্লেখ আছে আৰু আনহাতে পুথিখনিত বিষ্ণুপূজাৰ যি ৰূপ পোৱা গৈছে,

তাকে বিচাৰ কৰি উইণ্টাৰ্নিজে এনে মত দিছে। ইয়াৰ অন্তৰ্গত চন্দ্ৰহাস আৰু বিষয়াৰ উপাখ্যানৰ শেষত ভাগৱত-পুৰাণৰ উদ্ধৃতিয়ে তাক নৱম শতিকা বা তাৰো পাছৰ কালৰ ৰচনা বুলিহে ইঙ্গিত দিয়ে। (যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ উল্লেখ আৰু যজ্ঞ-ঘোঁৰাৰ লগত যোৱা অৰ্জুন, কৃষ্ণ আদিৰ যুদ্ধৰ বৰ্ণনাও আছে।)

হৰিবৰ বিপ্ৰই 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ আখ্যান-ভাগৰ অৰ্জুন আৰু চিত্ৰাঙ্গদা-পুত্ৰ বভ্ৰুবাহনৰ যুদ্ধৰ কাহিনী জৈমিনীয়াশ্বমেধৰ ১২-১৪ আৰু ৩৭-৪০ অধ্যায়ৰপৰা আৰু মাহীষ্মতীপুৰৰ ৰজা নীলধ্বজ আৰু ৰাণী জ্বালাৰ কাহিনী ১৪-১৫ অধ্যায়ৰপৰা গ্ৰহণ কৰিছে। কাব্যৰ প্ৰয়োজন অনুসাৰে হ্ৰস্ব-দীৰ্ঘ কৰাৰ বাহিৰে কবিয়ে মূল কাহিনীৰ বিশেষ সাল-সলনি কৰা নাই। মূলত সপ্ততলৰ বৰ্ণনা আছে (৩৮। ১৭৬-৮৭); কিন্তু কাব্যত তাক বাদ দিয়া হৈছে। ভোগৱতী নদীৰ পাৰৰ হাটকেশ্বৰ শিৱ-লিঙ্গৰ (পাতালে পৰমং লিঙ্গং সংবীক্ষ্য হাটকেশ্বৰম্) প্ৰসঙ্গই সাধাৰণ পাঠকক অসুবিধাত পেলাব বুলি তাকো এৰিছে। বিভিন্ন পৰিস্থিতিক ঘৰুৱা চিত্ৰকল্প আৰু উপমাৰে সহজবোধ্য কৰি তোলা হৈছে। অৰ্জুনে বভ্ৰুবাহনক কৈছে, বন্ধুভাৱে আহিও তেওঁ শত্ৰুৰ আগত পৰিবলগীয়া হ'ল,—

আগে যেন মনুষ্যে লৱৰে খৰতৰি।
ছাগ বুলি বাঘৰ গলত আছে ধৰি।। ৭৬
মনুষ্যে এড়ন্তে গলৰ নেৰে বাঘে।

বভ্ৰুবাহনে সমুচিত উত্তৰ দি কৈছে যে ভীষ্ম, কৰ্ণ, দ্ৰোণক মিছা ছল কৰি মৰাত অৰ্জুনৰ গৌৰৱেই বা ক'ত।—

কপাস কাতিয়া শশা দিৱয় লৱড়।
লোকত জনাৱে বৃক্ষ পাড়িলোহো বড়।।
সেহিমতে কুৰু-সেনা মাৰি ভৈলা গহ।
মোৰ পৰাক্ৰম আজি খানিতেক সহ।। ৮৯

বৃষকেতুৱে বিচক্ষণ শৰ-নিক্ষেপৰ দ্বাৰা বভ্ৰুবাহনক উৰুৱাই নিয়া আৰু বভ্ৰুবাহনে ঘূৰি বৃষকেতুৰ ওপৰত পৰিলত বৃষকেতুৰ আত্মৰক্ষাৰ প্ৰচেষ্টা কবিয়ে এইদৰে বৰ্ণনা কৰিছে,—

হৃদয়ত পৰি বীৰে দুই হাতে আটে।
বলৱন্ত নাৰী যেন বেসুৱাৰ বাটে।। ২৬৪

পানীৰ মাছক যেন হাতে আছে ধৰি।
এড়াইতে নুৱাৰি কৰে ঘৰসা-ঘৰসি।।

২৮৫ পদত কৰ্ণই ইন্দ্ৰক স্বগাত্ৰ-মাংস-দান কৰি পূজা কৰাৰ উল্লেখ লক্ষণীয় (স্বগাত্ৰং হি সমুৎকৃত্য পিতা শক্ৰায় তে দদৌ। ৩৮.৯।) মূলত একে প্ৰসঙ্গতে বৃষকেতুৰ নৰ-শিৰেৰে সূৰ্য-পূজাৰ কথা আছে,—

ত্বয়া শক্ৰশিৰাংস্যেৱ পঙ্কজানি কৰেণ চ।
গৃহীত্বা ৰুধিৰাক্তানি মৌক্তিকানি ৰণাঙ্গণে।।
পিতামহায় সূৰ্যায় দত্তোঽৰ্ঘঃ প্ৰত্যহং মুদা। ৩৮।১১-১২

২৯৪ পদত পুনৰ বভ্রুবাহনে ঠাট্টাত অৰ্জুনক উপদেশ দিছে বৃষকেতুৰ ছিন্ন শিৰেৰে শিৱক পূজিবলৈ,—

বৃক্ষকেতোঃ শিৰশ্চত্ৰং শিৱপূজনলিঙ্গকে।
উত্তিষ্ঠাৰ্পয় দেৱায় শঙ্কৰায় ধনংজয়।।
তুষ্টঃ প্ৰদাস্যতি হৰঃ শস্ত্ৰং পাশপতং চ তে।। ৩৮। ২৫-২৬

চিত্ৰাঙ্গদাই বভ্রুবাহনক পৰশুৰামতকৈও পাপী বুলি ভৰ্ৎসনা কৰিছে, কিয়নো পৰশুৰাম অকল মাতৃহন্তাহে আছিল, কিন্তু বভ্রুবাহনে যুদ্ধ কৰি পিতৃকো হত্যা কৰিছে আৰু স্বামী-শোকাগ্নিত পেলাই মাতৃকো পৰোক্ষভাৱে হত্যা কৰিবলৈ ওলাইছে (৩৮। ৮৮৬)। যুদ্ধৰ বৰ্ণনাত হৰিবৰ বিপ্ৰই প্ৰায় মূলকে অনুসৰণ কৰিছে। বিভিন্ন অস্ত্ৰ-শস্ত্ৰৰ সংখ্যাত কিছু হেৰ-ফেৰ আছে যদিও সেইবোৰৰ বাবে কবিতকৈ লিপিকাৰসকলহে যেন অধিক দায়ী। প্ৰদ্যুম্নৰ কাম-শৰ প্ৰয়োগৰ ভয়ঙ্কৰ বৰ্ণনা হৰিবৰ বিপ্ৰই কিছু মৃদুভাৱে দিছে। জৈমিনীয়াশ্বমেধৰ অজস্ৰ ডাকিনী-যোগিনী, পিশাচ, যক্ষ, ব্ৰহ্মগ্ৰহ আদিৰ ঠাইত হৰিবৰ বিপ্ৰই মাত্ৰ এবাৰহে ডাকিনী-যোগিনীৰ উল্লেখ কৰিছে।

গোটেই কাব্যখনত মাত্ৰ বভ্রুবাহন আৰু বৃষকেতুৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনাতহে কবি মূলৰপৰা কিছু দূৰ আঁতৰি আহিছে। অৰ্জুনলৈ নিক্ষেপ কৰা অৰ্দ্ধচন্দ্ৰ বাণৰ বৰ্ণনা জৈমিনিতকৈ বাহুল্যভাৱে দিছে। ফলত পাঠকৰ মনত এই ভয়লগা ঘটনাৰ কল্পনা আৰু গভীৰতৰ হৈছে।

জৈমিনীয়াশ্বমেধত (৩৭। ৩১-৪০) অৰ্জুনে বভ্রুবাহনৰ হাতত তেওঁৰ মহা মহা বীৰ সৰহভাগকে যেতিয়া নিহত হোৱা দেখিলে, তেতিয়া তেওঁ বৃষকেতুৰ আগত শোক কৰি, অশ্বমেধ যজ্ঞৰ আন বাকী থকা কামবোৰ কৰিব নোৱাৰিব,

আৰু যজ্ঞ সমাধা হোৱাৰো আশা নাই বুলি আক্ষেপ কৰিছে। কিন্তু হৰিবৰ বিপ্ৰৰ কাব্যত অৰ্জ্জুনে সেই কথা কৈয়ে ক্ষান্ত থকা নাই, তেওঁৰ অতীত কীৰ্তিলৈ উভতি চাই করুণভাৱে বিলাপ কৰিছে। অৰ্জুনৰ শোক-গাঁথা ৰচনাত কবি কৃতকাৰ্য হৈছে। শোকৰ গভীৰতা চিত্ৰিত কৰিব পৰা ক্ষমতাও যিদৰে কৰিয়ে দেখুৱাইছে, সেইদৰে আনন্দমুখৰ হাস্যমধুৰ ভাবৰ ছবিও তেওঁ ফুটাই তুলিবলৈ সমৰ্থ হৈছে। অৰ্জুনৰ হাতত বভ্ৰুবাহনৰ আত্মসমৰ্পণৰ বৰ্ণনাত কবিয়ে আনন্দময় পৰিবেশৰ সৃষ্টি কৰিছে। আৰু মূলত নথকা সত্বেও প্ৰচলিত সকলোবোৰ বাদ্যযন্ত্ৰ, যেনে—তাল, ঢোল, ভেৰী, ভেমছি, ধুমছি, ডগৰ, বাংশী, তেমছি, খিকিছি, মাদলী, বেমছি, টোকাৰি, কাংসী, বীণা, কৰতাল, ঝাঝাৰি, দুবলৰ উল্লেখ কৰি নৃত্যগীত বৰ্ণনা সম্পূৰ্ণ কৰি তুলিছে (পদ ৫৬-৫৭)। মণিপুৰত বিজয়োৎসৱৰ বৰ্ণনাও কৰিয়ে নিজস্বভাৱে দিছে। জৈমিনীৰ মণিপুৰৰ চিত্ৰাঙ্কন হৰিবৰৰ হাতত ব্যাপক আৰু বৰ্ণোজ্জ্বল হৈ উঠিছে। মূলৰ কেইটিমান চৰাই—

হংসাশ্চৈৱ ময়ূৰাশ্চ শুকাঃ পাৰাৱতাস্তথা।
সাৰিকাঃ কোকিলাঃ কেকা ৰত্নকাঞ্চননিৰ্মিতাঃ।। ২৩-২৪

আৰু পশুৰ ঠাইত জাক-জাক চৰাই, পশুৰ অৱতাৰণা কৰিছে। প্ৰাচীৰ-চিত্ৰত দেৱ-দেৱী আৰু নাৰীৰ সংখ্যাও বঢ়াইছে। জৈমিনিয়ে অৰ্জুনৰ কুণ্ডল-উজ্জ্বল শিৰ ছিগি মাটিত পৰাৰ কথা কৈছে,—

তাৱৎ বাণেন তীব্ৰেণ শিৰো জ্বলিতকুণ্ডলম্।
ছিন্নং পাৰ্থস্য তৰসা নিপপাত ধৰাতলে।। ৩৮। ৬১-৬২

হৰিবৰ বিপ্ৰই তাৰ লগতে সেই ছিন্ন শিৰ কেনে বিতোপন আছিল তাৰ সবিস্তাৰ বৰ্ণনা দিছে।

বাসুদেৱ কৃষ্ণৰ পূজাৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই মূল জৈমিনি ভাৰতৰ এটি ঘাই উদ্দেশ্য। কৃষ্ণদেৱৰ সৰ্বদলন বীৰত্ব, পাপনাশন শক্তি আৰু সৰ্বপ্ৰকাৰে শ্ৰেষ্ঠত্ব অনেক ঠাইত ঘোষণা কৰা হৈছে। হৰিবৰে এনে প্ৰসঙ্গৰ শ্লোকসমূহৰ যথানুৰূপ ভাঙনি দি কৃষ্ণ-ধৰ্মৰ গৌৰৱ প্ৰচাৰ কৰিছে। কৃষ্ণ-স্মৰণৰ পাপ-পাৱন শক্তিৰ কথা কোৱা হৈছে,—

সৰ্বানি যান্তি কৃষ্ণস্য স্মৰণাৎ পাতকানি চ। ৩৮-১২৯
যত যত পাপমানে কৰয় মহন্ত।

মাধৱক স্মৰন্তে সকলে হৰে হত।। ৪০১
পঞ্চপাতক কৰ্তাৰঃ কিং নাম্নাস্য ন তাৰিতাঃ।
তুৰ্য্যে যুগে চ সংপ্ৰাপ্তে মানৱান্ পাপপুৰিতান্।।
পাৰয়িষ্যতি নামাস্য বিষ্ণোৰমিততেজসঃ।
কুতো দুঃখং কুতো দৈন্যং কুতঃ পাপভয়ো নৃণাং।। ৪০-৪১-৪২
যিটো পুন প্ৰাণী পঞ্চপাতক-যুগুত।।
যেবেসে হৰিক স্মৰে শুদ্ধ চিত মনে।
সকল পাপক এড়াই তাঙ্ক দৰশনে।। ৫৯১
হৰি হেন বাণী যাৰ জিহ্বাত বসয়।
কি কৰিব পাৰে তাকে মহা পাপচয়।।

ইয়াত প্ৰায় নববৈষ্ণৱ যুগৰ নাম-ধৰ্ম মহিমা প্ৰচাৰৰ উৎসাহ উদ্দীপিত হৈ উঠিছে।

প্ৰাক্-শঙ্কৰী কবি বুলিয়েই যে অসমীয়া সাহিত্যৰ ক্ষেত্ৰত হৰিবৰ বিপ্ৰ বিশেষ উল্লেখযোগ্য তেনে নহয়, ৰচনাৰ সাধাৰণ সৌষ্ঠৱৰ গুণতো হৰিবৰ বিপ্ৰ প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰসিদ্ধ কবি। জতুৱা খণ্ডবাক্যৰ ব্যৱহাৰত তেওঁক মাধৱ কন্দলিৰ পাছতে ধৰিব পাৰি। 'জৈমিনীয়াশ্বমেধ'ৰপৰা আখ্যানৰ পদ ভাঙনি কৰা অসমীয়া কবিসকলৰ ভিতৰত হৰিবৰ বিপ্ৰই প্ৰথম আৰু প্ৰধান। হৰিবৰে জৈমিনিৰ ওপৰত নিৰ্ভৰ কৰি তেওঁৰ সৰু খণ্ডকাব্য দুখনি লিখিছে। কাহিনী ৰচকস্বৰূপে এই দুই কাব্য কবিৰ দক্ষতাৰ সাৰ্থক পৰিচয়।

প্ৰকাশন বিভাগৰপৰা হৰিবৰৰ 'বভ্ৰুবাহনৰ যুদ্ধ' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' দুয়োখনি একলগে প্ৰকাশ কৰাৰ দায়িত্ব লোৱা বাবে বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষ ধন্যবাদৰ পাত্ৰ। এইজন কবিৰ আনখনি পুথি ড° মহেশ্বৰ নেওগৰ দ্বাৰা আধুনিক পদ্ধতিৰে সম্পাদিত হৈ অসম সাহিত্য সভাৰপৰা ইয়াৰ আগতে প্ৰকাশিত হৈছে। প্ৰকাশন বিভাগৰ শ্ৰীমতী প্ৰীতি বৰুৱা, এম.এ. আৰু শ্ৰীকেশৱ মহন্তই মুদ্ৰণালয়ৰপৰা কিতাপখনি সজাই-পৰাই উলিওৱাত সাহায্য কৰাত দুইৰো শলাগ লৈছোঁ।

গুৱাহাটী বিশ্ববিদ্যালয় বিৰিঞ্চিকুমাৰ বৰুৱা
১৫ মাৰ্চ, ১৯৬০ মহেশ্বৰ নেওগ

# শ্ৰীমতী কেশদা মহন্ত-সম্পাদিত

# বৈষ্ণৱানন্দ লহৰি

## পৰিচয়

'বৈষ্ণৱানন্দলহৰি' অজ্ঞাত কোনো এজন মহাভক্তৰ ভক্তি চিন্তাৰ প্ৰকাশ। মহাপুৰুষ শংকৰদেৱে প্ৰকৰণ গ্ৰন্থ 'ভক্তি-ৰত্নাকৰ'ত এই ৰচনাৰপৰা উদ্ধৃতি দিয়ালৈ চাই বুজিব 'পাৰি, সি কম পক্ষেণও ষোড়শ শতিকাৰ লেখা হ'ব লাগিব। আমাৰ Sankaradeva and His Times : Early History of the Neo-Vaisnava Faith and Movement in Assam নামৰ পুথি লিখিবৰ সময়ত 'বৈষ্ণৱানন্দলহৰি'খনিৰ সম্ভেদ বিচাৰি ভাৰতৰ বিভিন্ন গৱেষণা কেন্দ্ৰলৈ লিখিছিলোঁ, লগতে 'ৰক্তি-ৰত্নাকৰ'ত ব্যৱহৃত 'যোগসাৰ' শাস্ত্ৰকো ক'ৰবাত পোৱা যায় নে, চাইছিলোঁ। কিন্তু ক'ৰোপৰা দুইখনিৰ বিষয়ে একো উলিয়াব নোৱাৰিলোঁ। মাথোন এজন প্ৰকৃত জ্ঞানান্বেষী, যোৰহাটৰ অধিবক্তা শ্ৰীমোহনচন্দ্ৰ মহন্তদেৱৰপৰা জানিব পাৰিলোঁ, সিসকলৰ তৈলপানীয় সত্ৰত 'লহৰি'ৰ মূল শ্লোকে সৈতে সত্ৰৰ পূৰ্বৰ এগৰাকী অধিকাৰ উদিতৰামদেৱৰ ঘোষা আকাৰে ভাঙনি সংৰক্ষিত আছে। শ্ৰীমহন্তদেৱে মোৰ ব্যৱহাৰৰ কাৰণে তাৰ কিছু অংশ নকল কৰিও পঠাইছিল। তেতিয়া বৰ চিন্তা হৈছিল, শ্লোক আৰু ঘোষা থকা সমস্ত পুথিখনি কেনেকৈ মুদ্ৰিত ৰূপত বিদ্বৎসমাজলৈ ওলাব পাৰে। বৰ সুখৰ বিষয়, শ্ৰীমহন্তদেৱৰ বিদুষী কন্যা শ্ৰীমতী কেশদা আইদেৱেই আগবাঢ়ি আহিল, এই বাঞ্ছনীয় কামটি সম্পন্ন কৰিবলৈ। এই মুহূৰ্তত মোৰ মনত বাজি আছে কাল-সংঘটি বা কাল-সংহতিৰ প্ৰতিষ্ঠাপক ভৱানীপুৰীয়া গোপালদেৱৰ আতাৰ কবি-কন্যা পদ্মপ্ৰিয়াৰ কথা। পদ্মপ্ৰিয়া আই আমাৰ প্ৰথম অসমীয়া মহিলা কবি আৰু কেশদা আই হ'ল এতিয়া প্ৰাচীন গ্ৰন্থৰ আধুনিক বিজ্ঞানসম্মত ধাৰাৰ আমাৰ প্ৰথমা সম্পাদিকা। আইদেৱে মোক খাটনি ধৰিছে, তেওঁৰ সম্পাদিত পুথিখনি ৰাইজৰ মাজলৈ আঁচলত ধৰি উলিয়াই দিব

লাগে। মই দেখাত মোৰ এই কামৰ কোনো প্ৰয়োজনেই নাছিল (আইদেউক মাতিবলৈ, কটকী নালাগে, আপুনি আহি বহিব)। যেতিয়া 'পূৰ্ব দিশহন্তে' চন্দ্ৰৰ উদয় হয়, কাকনো কৈ দিব লাগে সেই বাৰ্তা? 'লহৰি'ৰ নিজস্ব আনন্দদায়ী সৌন্দৰ্য, উদিতৰামৰ প্ৰাঞ্জল অনুবাদ আৰু এগৰাকী কৃতবিদ্যাৰ সত্যান্বেষী পাণ্ডিত্য—এই তিনিটি সম্পদৰ গুণত এই প্ৰকাশনখনিয়ে স্বেমহিম্নি পণ্ডিতসমাজত প্ৰতিষ্ঠা লাভ কৰিব, এই বিশ্বাসেৰে সেই সমাজত তাৰ আনন্দ লহৰিত 'স্নান-পান, আচমন-ৰমণ' আদি কৰিবলৈ মাথোন আহ্বান জনালোঁ। পাঠকসকলৰ বাবে সমস্ত বস্তুটিয়েই নতুন চিনাকি মিতিৰৰ লেখীয়া সোৱাদ লাগিব নিশ্চয়।

৬ বিশ্ববিদ্যালয় টোল
গুৱাহাটী-১
১৬ মাৰ্চ, ১৯৭১

# স্নাতকৰ কথাবন্ধ

## পাতনি

বৰ্তমান সংকলনখনি গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা স্নাতক শ্ৰেণীৰ বিদ্যাৰ্থীসকলৰ বাবে অসমীয়া বিষয়ৰ কমিটি অব্ কোৰ্ছেজ এণ্ড্ ষ্টাডিজৰ নিৰ্দেশক্ৰমে যুগুত কৰি উলিওৱা হ'ল। এই কামত অসমীয়া সাহিত্যিক কথাশৈলীৰ বিৱৰ্তনৰ আভাস দিবৰ যত্ন মনৰ আগত ৰখা হৈছিল। সেই বিৱৰ্তন আৰম্ভ হৈছিল শংকৰদেৱ-মাধৱদেৱৰ নাটকীয় গদ্যত আৰু বৈকুণ্ঠনাথ ভট্টাচাৰ্যৰ গীতা-ভাগৱতকথা আদিত। সেই দুই ধাৰা গদ্য কিন্তু কথিত ভাষাৰ চিনাকি নহয়। নাটকীয় গদ্যত মৈথিল, হিন্দী আদি বাহিৰৰ উপাদান সোমাইছিল; তাক জনসাধাৰণৰ কথাত ব্ৰজাৱলী ভাষা আৰু পণ্ডিতৰ ভাষাত অসমীয়া ব্ৰজবুলি নামকৰণ কৰা হৈছে। (অসমীয়া ব্ৰজবুলি, বঙলা ব্ৰজবুলি আৰু ওড়িয়া ব্ৰজবুলি, এই তিনিটা ক্ৰমে অসমীয়া, বঙলা আৰু ওড়িয়া ভাষাৰ কৃত্ৰিম সাহিত্যিক ৰূপ।) বৈকুণ্ঠনাথে তেওঁৰ পূৰ্বৰ কবিসকলৰ কবিতাৰ ভাষা গদ্যৰূপত ব্যৱহাৰ কৰিলে, কথিত ৰূপ প্ৰয়োগ নকৰিলে ভাষাৰ গাম্ভীৰ্য ৰাখিবৰ কাৰণে। গোপালচৰণ দ্বিজে সামান্যভাৱে হ'লেও ভট্টদেৱী গদ্যক সৰলীকৰণৰ পথত আগ বঢ়াইছিল।

শংকৰদেৱৰ যুগলৈকে অসমীয়া গদ্যৰ এনে কৃত্ৰিম নমুনাহে পোৱা যায়। শিলালেখ, তাম্ৰশাসন আদিৰ ফালে চকু ঘূৰালেও এই বিষয়ত বৰ সৰহ আগলৈ যাব নোৱাৰি। ১৫৩৮ শকৰ চামধৰা গড়ৰ ৰণ-জয়ৰ শিলৰ ফলি আৰু ১৫৮৯ শকৰ বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ ৰণ-জয়ৰ শিলৰ ফলিতে অসমীয়া ভাষা প্ৰথম ব্যৱহাৰ কৰা পোৱা গৈছে। বুৰঞ্জীত প্ৰোথিত ৰূপত ১৪৭৭ শকত মহাৰাজ নৰনাৰায়ণে চুখাম্‌ফা স্বৰ্গদেৱলৈ দিয়া পত্ৰ আৰু পিছৰ বছৰ স্বৰ্গদেৱে মহাৰাজলৈ দিয়া সমিধান— *এই দুটি বস্তু সেই দেখি* ফলিত কথাশৈলীৰ ফালৰপৰা বিশেষ বিচাৰ্য। 'ৰুক্মিণী-

হৰণ' নাটৰ ৰুক্মিণী দেৱীৰ পত্ৰখনি আৰু ১৭১৭ শকত হোৱা ভদৰি বৰবৰুৱা আৰু কছাৰী ৰজা কৃষ্ণচন্দ্ৰনাৰায়ণৰ পত্ৰালাপো এপিষ্টোলেৰি ষ্টাইল বা পত্ৰব্যৱহাৰৰ শৈলীৰ অধ্যয়নৰ বাবে বিশেষ লাগতিয়াল সমল। একে পৰ্য্যায়তে বিচাৰৰ বস্তু তামৰ ফলিৰ গদ্য। তাৰো দুটি নিদৰ্শন ইয়াত সন্নিবিষ্ট হ'ল। কমল বৰফুকনলৈ চন্দ্ৰকান্তসিংহই লিখা নে লিখোৱা গোপন চিঠিখন বুৰঞ্জীৰ প্ৰমাণ আৰু সেই কালৰ ভিতৰুৱা চিঠিৰ নমুনা।

সাহিত্য-কৰ্ম্মৰ শ্ৰেণীৰ ভিতৰত কিছু পৰিমাণে ধৰিব পৰা লেখাৰ ভিতৰত এফালে কথা-গুৰুচৰিতবিলাক আৰু আনফালে বুৰঞ্জীবিলাকতে কথিত গদ্যৰ নিয়ত প্ৰয়োগ পাওঁ। এই দুই শ্ৰেণীৰ গদ্য অসমীয়া সমাজৰ দুটি সম্ভ্ৰান্ত কেন্দ্ৰ সত্ৰ আৰু ৰাজধানীৰ ভাষা। তাত সেই দুই কেন্দ্ৰৰ জীৱনৰ হেঁচা অনুভৱ কৰিব পাৰি।

আধুনিক যুগলৈ আহিলে পোনতে আমি 'অৰুনোদই'ৰ খ্ৰীষ্টিয়ান-অখ্ৰীষ্টিয়ান, অসমীয়া-এমেৰিকান লেখকসকলক পাওঁ। এই লেখকসকলৰ নামবোৰ প্ৰায়বোৰতে সংকেতেৰে মাথোন ছপা হোৱা বাবে কোনটো কাৰ লেখা ধৰা টান হয়। তদুপৰি অসমীয়া-এমেৰিকান লেখকৰ কথাশৈলী ইয়াত প্ৰায় সমস্তৰ। তেওঁলোকৰ গদ্য কথ্যৰূপ আৰু ইতিপূৰ্ব্বৰ লিখিত ৰূপৰ উত্তৰাধিকাৰী। কিন্তু এওঁলোকৰ লেখাৰ যোগেদি ইংৰাজী ভাষাৰ সুৰ অসমীয়াত সোমাই পৰে আৰু তেনে সোমাই পৰাৰ বাট বহল হৈ ওলাই ৰয় তেতিয়াৰপৰাই। আনন্দৰাম ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা পোনতে 'অৰুনোদই'ৰ লেখাৰ ভূমিকা লৈ পিছত স্বতন্ত্ৰ ভূমিকালৈ আহে। আনন্দৰাম আৰু গুণাভিৰামে 'অৰুণোদই'ৰ বৰ্ণবিন্যাসৰ সৰলীকৰণ পিছলৈকে ধৰি আছিল বহুতোখিনি। কিন্তু হেমচন্দ্ৰই 'অৰুনোদই'ত সোমাই লৈয়ে কেনে বিদ্ৰোহ কৰিছিল, তাৰ কথা তেওঁৰ আত্ম-জীৱনীতে পোৱা যাব। তেৱেঁই আজিৰ প্ৰচলিত অসমীয়া বৰ্ণবিন্যাস প্ৰবৰ্তন কৰে পোনতে 'অৰুনোদই'ত (১৮৬১ চনৰ 'অৰুনোদই' কাকতৰ *'নগএগ্ৰা দ্ৰোহী লোকৰ চৰিত্ৰ বৰ্ণন'* চালেই সেই কথা বুজা যায়), তাৰ পিছতে তেওঁ লিখা পঢ়াশলীয়া পুথিত, ব্যাকৰণত আৰু দুখনকৈ অভিধানত। কিন্তু তেৰোঁ অনেক সময়ত ইংৰাজী জতুৱা ৰূপ যেনেকৈ পোৱা যায় তেনেকৈয়ে অসমীয়া শব্দেৰে গ্ৰহণ কৰিছিল। ইংৰাজী, হিন্দী, বঙলা সকলোতে তেওঁৰ দখলে তেওঁক অসমীয়া ভাষাৰ অধিনায়কত্ব-গ্ৰহণলৈ সাহস যোগাইছিল।

হেমচন্দ্ৰৰ পিছৰপৰাই তেওঁ লগাই দিয়া পটিয়েদি অসমীয়া কথা-ৰচনা সদৰ্পে আগ বাঢ়িল। ইয়াৰ মাজতো নানা সম্পৰীক্ষা কেনেভাৱে চলি আছে, এই সংকলনৰ

দ্বিতীয় খণ্ডই তাৰ পৰিচয় দিব। বেজবৰুৱাৰ কথাৰীতি এটা নহয়, কেইবাটাও; সেই সকলোৰে মাজত নিৰ্ভীকতা এটা বিশেষত্ব। লম্বোদৰ আৰু সত্যনাথ, এই ৰবা দুজন ললিত ৰীতিৰ পক্ষপাতী। এনে নানাভাৱে অসমীয়া কথাশৈলীয়ে বৈবিধ্য পৰিগ্ৰহ কৰি যেই কোনো ভাষাৰ লগত যেন মাৰিব পৰা হৈ আছে। এই সংকলনে সেই প্ৰত্যয় বিদ্যাৰ্থীসকলক দিব বুলি আমাৰ ভাব হয়।

পুথিখনৰ লগত বিবিধ নিবন্ধৰ কথা-বস্তুৰ বিষয়ে টোকা দিয়াৰ চিন্তা আমাৰ আছিল। কিন্তু মূল পুথিখনেই ছপাশালিলৈ গৈ এনে এথকেন-মেথকেন লগালে যে টোকাবোৰ চেৰাশালিতে বৈ গ'ল। দ্বিতীয় সংযুক্ত তাঙৰণত হয়তো সিবোৰৰ জন্ম এটা সংঘটিত ঘটনা হ'ব।

দ্বিতীয় তাঙৰণৰ বাবে শিক্ষক-শিক্ষাৰ্থীৰ যদি কিবা পৰামৰ্শ থাকে, সেয়া আমি আদৰিম।

গুৱাহাটী বিশ্ববিদ্যালয়
১ আগষ্ট, ১৯৭৪

# ব্ৰজবুলি-গীতি-গুচ্ছ

## আগকথা

অসম, বংগ আৰু উৰিষ্যাৰ মধ্য-যুগৰ কবিসকলে বিশেষকৈ শ্ৰীকৃষ্ণৰ লীলা-বিষয়ক ভক্তিপৰায়ণৰ কিছু গীত ৰচনা কৰিবৰ নিমিত্তে এটি সাহিত্যিক ভাষাৰূপ নিৰ্মাণ কৰি লৈছিল। সেইটিকে ব্ৰজবুলি নাম দিয়া হৈছে আৰু সেইটিকে অসমত সাধাৰণভাৱে ব্ৰজাৱলী ভাষা (ইয়াত 'ব্ৰজাৱলী' শব্দটো 'চন্দ্ৰাৱলী' শব্দৰ লেখীয়াকৈ বিশেষণ ৰূপ বুলি পৰিগণনা কৰিবলগীয়া) নামে জনা যায়। অসমীয়া ব্ৰজবুলি, বঙলা ব্ৰজবুলি আৰু ওড়িয়া ব্ৰজবুলি মৈথিল ভাষাৰ ভিত্তিত গঢ় লৈ উঠা বুলি নিৰ্ণয় কৰা হৈছিল যদিও তাৰ একোটি অপভ্ৰংশ অধঃস্তৰ আছিল বুলি সন্দেহ কৰিবৰ স্থল আছে। বিষয়বস্তুৰ ফালৰপৰা আৰু ভাষাৰ ফালৰপৰাও মিথিলা, অসম, বংগ, উৰিষ্যাৰ সাম্যৰ ভিত্তিত বৰ্তমান সংকলনখনি প্ৰস্তুত কৰিবৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া পাঠ্যক্ৰম সমিতিয়ে সিদ্ধান্ত গ্ৰহণ কৰে। সেই সিদ্ধান্ত অনুসৰি কামত আগ বঢ়া হয়। অসম এৰি আন প্ৰদেশৰ ব্ৰজবুলি গীতৰ এটি বিশেষ বিশেষত্ব নায়িকা ভেদৰ ৰূপ স্পষ্টভাৱে প্ৰকট হৈ উঠাটো। এই দিশটোলৈ গীত-নিৰ্বাচনৰ সময়ত লক্ষ্য ৰখা হৈছে। কিন্তু ভাষাৰ বৈশিষ্ট্য আৰু বিষয়-বস্তুৰ মাধুৰ্যই নিৰ্বাচনৰ মাই বিচাৰ।

বিদ্যাপতি কেইজন, চণ্ডীদাস কেইজন, এনে তৰ্কত প্ৰৱেশ নকৰাকৈ অসমৰ বাহিৰৰ কবিকেইজনৰ গীত সন্নিৱেশ কৰোঁতে ডক্টৰ সুভদ্ৰ ঝাৰ *The Songs of Vidyapati*, ডক্টৰ গুণানন্দ গুয়ালৰ 'বিদ্যাপতি কা অমৰ কাব্য', ডক্টৰ সুকুমাৰ সেনৰ 'বৈষ্ণৱ পদাবলী' (সাহিত্য অকাদমী), হৰেকৃষ্ণ মুখোপাধ্যায়ৰ 'বৈষ্ণৱ পদাবলী', দীনেশচন্দ্ৰ সেন আৰু খগেন্দ্ৰনাথ মিত্ৰৰ 'বৈষ্ণৱ পদাবলী', ডক্টৰ বিমানবিহাৰী মজুমদাৰৰ 'ষোড়শ শতাব্দীৰ পদাবলী-সাহিত্য' আদি গ্ৰন্থক আশ্ৰয় কৰা হৈছিল। শঙ্কৰদেৱ-মাধৱদেৱৰ গীতৰ বাছনিত সাঁচিপতীয়া পুথিকে মাইকৈ লোৱা হৈছে।

বৰ্তমান সংকলনৰ লগত এক শব্দপঞ্জী আৰু কিছু ব্যাখ্যামূলক টোকা সন্নিৱেশ কৰাৰ চিন্তা আমি কৰিছিলোঁ। নানা কাৰণত কিন্তু চিন্তামতে কাৰ্য হৈ নুঠিল। পৰৱৰ্তী সংস্কৰণত সেই বিষয়ে পুনৰ চিন্তা কৰা হ'ব।

কিতাপখন ছপোৱাত ছপাখানাৰ সকলোখিনি জাঁজ-জঞ্জাল সামৰি লোৱা বাবে—দক্ষতাৰে সামৰি লোৱাৰ বাবে—বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ সচিব ডক্টৰ ভবেন্দ্ৰনাথ শইকীয়াক অশেষ ধন্যবাদ জনাইছোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়
১ আগষ্ট, ১৯৭৪

# শঙ্কৰোত্তৰ গীতাৱলী

# ভক্তি-গীত সঙ্কলন

## ভূমিকা

### শঙ্কৰোত্তৰ যুগৰ বৈষ্ণৱ ধৰ্ম আৰু গীত-ৰচনাৰ বুৰঞ্জী

এই সঙ্কলনখনিত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ বৰগীতৰ আৰ্হিৰে ৰচনা কৰা শঙ্কৰোত্তৰ যুগৰ ভক্ত কবিসকলৰ গীতসমূহ আৰু তেওঁলোকৰ ৰচিত দুই-চাৰিটি ভটিমা, ঘোষা, ঝুমুৰা, অঙ্কীয়া গীত আৰু তথাকথিত তোটয় সন্নিৱিষ্ট হৈছে। শ্ৰীমাধৱ পুৰুষৰ ভণিতাযুক্ত অনেক গীত মানুহৰ মুখে মুখে শুনা যায়; বিশেষকৈ, ৰাতিখোৱা সমাজৰ ভকতৰ প্ৰায়বোৰ গীততে মাধৱৰ নামে ভণিতা পেলোৱা হয়; এই গীতবোৰ অনেক সময়তে গভীৰ তত্ত্বব্যঞ্জক। অসমৰ বৈষ্ণৱসকলে উত্তৰ ভাৰতৰ ভক্ত কবি কবীৰ, বৃন্দাবনৰ দ্বিজ বৃন্দাবন দাস, তীৰভুক্তিৰ বা তিৰহুতৰ 'ভক্তি-ৰত্নাৱলী'-সঙ্কলয়িতা বিষ্ণুপুৰী সন্ন্যাসীৰ লগত নিজৰ সম্পৰ্ক বিচাৰি পায়; এই অনা-অসমীয়া ভক্তসকলৰ ভণিতাযুক্ত কেইটিমান গীতো অসমৰ সত্ৰে-সভায় প্ৰচলিত আছে। অষ্টাদশ শতিকাৰ তান্ত্ৰিক প্ৰভাৱান্বিত আহোম ৰাজকাৰেঙত ৰজা আৰু কবিসকলে শাক্ত আৰু শৈৱ ভাৱৰ গীত ৰচনা কৰিছিল আৰু জয়দেৱৰ অনুকৰণত সংস্কৃত বা সংস্কৃতীয়া ছন্দ ৰচনা কৰিবৰ কাৰণেও এই সময়তে এটি চেষ্টা চলিছিল। এই সকলো ধৰণৰ গীত সঙ্কলনত ঠাই দিবৰ বাবে যত্ন কৰা হৈছে।

শঙ্কৰোত্তৰ কালত শঙ্কৰী ধৰ্ম চাৰিটা অনুসম্প্ৰদায় হিচাপে বিভক্ত হয়।[১] প্ৰত্যেকটো সম্প্ৰদায়কে একোটা সঙঘটি বা সংহতি বোলা হয় : (১) ব্ৰহ্ম-সঙ্ঘটি, (২) পুৰুষ-সঙ্ঘটি, (৩) নিকা-সঙ্ঘটি বা নিষ্ঠা-সঙঘটি আৰু (৪) কাল-সঙঘটি। বিভুনাথ-ৰচিত 'বৰযুনা'ত আছে, শঙ্কৰদেৱে মাধৱত ধৰ্ম থৈ, দামোদৰতো কৈ বৈকুণ্ঠলৈ প্ৰস্থান কৰিলে। (১) দামোদৰৰপৰা ব্ৰহ্ম-সংহতি বা বামুণীয়া সত্ৰসকল হ'ল—পাটবাউসী, গৰৈমাৰি, বহৰি, বেহাৰৰ বৈকুণ্ঠপুৰ, দক্ষিণপাট, দেবেৰাপাৰ, কুৰুৱাবাহী, ডিফলু, গড়মুৰ, জয়পুৰ, [ফুটুকী-] চাপৰি, আউনীআটি আদি; (২)

---

১। মহেশ্বৰ নেওগৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ'ত চাৰি সংহতিৰ আলোচনা চাওক।

পুৰুষ-সঙ্ঘটি হ'ল—পুৰুষোত্তম ঠাকুৰৰপৰা হোৱা সৰু বাৰজনীয়া সত্ৰ, নৰোৱা, কোৱামৰা, আই কনকলতাৰপৰা হোৱা বাৰজনীয়া সত্ৰ; (৩) নিকা পথ বা সঙ্ঘটি—মথুৰাদাস বুঢ়াআতাৰ বৰপেটা সত্ৰ, বামৰি, ৰামচৰণৰ সুন্দৰীদিয়া, মধুপুৰ, কমলাবাৰী আদি; (৪) কালজাৰ পন্থ বা কাল-সংহতি—ভবানীপুৰীয়া গোপাল আতাৰ বাৰজন আচাৰ্য আৰু তেওঁৰ পুত্ৰৰপৰা বঢ়া সত্ৰসমূহ। এনেকৈ সম্প্ৰদায় শাখা-ভেদে হ'লেও অসমৰ ধৰ্ম-বৃক্ষজুপিৰ মূল একেটিয়েই—শঙ্কৰদেৱ।

একে অগনিৰ অনেক নাম।
একে সুবৰ্ণৰ অনেক কাম॥[১]

ভবানীপুৰীয়া গোপাল আতাই বৰগীত পৰ্যায়ৰ গীত আৰু নামঘোষাৰ আৰ্হিৰে ঘোষা ৰচিছিল। তেওঁৰপৰা বঢ়া দিহিং, মায়ামৰা, আঁহতগুৰি, কৰতিপাৰ, চেঁচা, ম'ৰামৰা আদি কাল-সঙ্ঘটিৰ সত্ৰসমূহৰ প্ৰায়সকল অধিকাৰেই সেইদৰে গীত আৰু ঘোষা ৰচনা কৰি গৈছে। এই প্ৰথা এতিয়াও চলি আছে। ভবানীপুৰীয়া গোপালৰ শিষ্য যদুমণি বৰআতাই বৰ্তমান তেজপুৰ অঞ্চলৰ বাঁহবাৰীত সত্ৰ পাতে। তেওঁৰপৰা বাঁহবাৰী, শিলিখাতল বা দিহিং, লেংদি, নমাটি, বাৰেঘৰ আদি সত্ৰ হৈছে। শুনা যায় যদুমণিদেৱেই অসমত মৃদঙীয়া বাজনাৰে গীত আৰু গায়ন গোৱাৰ প্ৰথা প্ৰচলন কৰে। আজিলৈকে দিহিঙীয়া সত্ৰসমূহত মৃদঙীয়া বাজনাহে চলে। তেওঁলোকৰ সত্ৰত সকলো তাল আৰু ঠেলা দি বৰগীত গোৱা প্ৰথা বৰ সুন্দৰ।[২] দিনজয়, মদাৰখাত আৰু পুৰণিমাটিৰ মায়ামৰীয়া গোসাঁই আৰু মহন্তসকলৰ মাজতো গীত-চৰ্চাৰ মোল বৰ বেছি। বিশেষকৈ বাজনাত তেওঁলোকৰ হাতৰ গুণ বৰ মিঠা। মায়ামৰাৰ প্ৰথম গুৰু অনিৰুদ্ধদেৱ গীত-ৰচনাত কেনে পটু, এই সঙ্কলনেই দেখুৱাব। তেওঁৰ পৰৱৰ্তী হৰিৰামদেৱ, নিত্যানন্দদেৱ আদিৰ ৰচিত গীতবিলাকো অনিৰুদ্ধদেৱৰ গীততকৈ কোনো গুণে নিকৃষ্ট নহয়। গোপাল আতাৰ মৃত্যুৰ পিছত কালজাৰ সত্ৰত ব্ৰাহ্মণ শ্ৰীৰাম আতাক থৈ যায়; তেওঁৰ পুত্ৰ ৰামানন্দ দ্বিজে আঁহতগুৰিত সত্ৰ পাতেগৈ। শ্ৰীৰামদেৱে সুন্দৰ গীত ৰচনা কৰিছিল। শঙ্কৰ, মাধৱ, গোপালৰ চৰিত্ৰ-ৰচয়িতা ৰামানন্দ দ্বিজৰ গীতত পাণ্ডিত্য আৰু কবিত্বৰ এটি অসামান্য প্ৰভা দেখিবলৈ পোৱা যায়। ৰামানন্দৰ পুত্ৰ ৰামগোপালৰ গীত তেনে ওখ খাপৰ নহ'লেও তেওঁ

---

১। বিভুনাথ, 'বৰবুনা', বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, পুথি ৩৪৩; 'বৈষ্ণৱী কীৰ্ত্তন', বৰকটকী কোম্পানী, ১৯৪৬ : 'এটাক মহন্তৰ সত্ৰ-স্থাপনৰ ঝুনা।'

২। যদুমণি বৰআতাৰপৰা বঢ়া সত্ৰসমূহত এটি নিয়ম প্ৰচলিত হৈ আহিছে : অধিকাৰ হ'লেই গীত-ঘোষা কৰিব লাগে; শেহত অধিকাৰে তাল মৃদং লৈ ঘাতিবলৈ এটি 'শ্যামৰ গীত' যি গাবই লাগে।

গীত ৰচনাত বংশ-পাৰম্পৰ্য ভালকৈ ৰক্ষা কৰে। গোপাল আতাৰ আজ্ঞাপ্ৰাপ্ত গজলাৰ সৰু যদুমণি আতাৰ নগৰীয়া সত্ৰৰ সনাতনেও অনেক গীত ৰচিছিল। মান ভগনৰ সময়ত নষ্ট হয় তাৰে অনেকখিনি। তেওঁৰ ৰচিত গীতৰ সংখ্যাও যথেষ্ট বুলি শুনা যায়। এইদৰেই কাল-সংহতিৰ সত্ৰসমূহৰ বিশেষ ধৰণৰ গীত-চৰ্চাই আমাৰ গীতি-সাহিত্যক নতুন নতুন সৃষ্টিৰে চহকী কৰিছে। বৰ্তমান সঙ্কলনত এইসকল কাল-সংহতি কবিৰ গীত সোমাইছে—গোপাল আতা; তেওঁৰ কন্যা পদ্মপ্ৰিয়া; তেওঁৰ শিষ্য শ্ৰীৰামদেৱ, অনিৰুদ্ধদেৱ, যদুমণিদেৱ, ৰামানন্দ দ্বিজ, ৰামানন্দ কায়স্থ, ব্ৰহ্মানন্দদেৱ, জয়দেৱ, সহদেৱ আৰু শুকদেৱ।

কাল-সংহতিৰ মাজত যেনেদৰে গীত-চৰ্চাৰ প্ৰচলন হৈছিল, আন তিনিটিৰ মাজত তেনেভাৱে হোৱা নাই। সঙ্কলনত সন্নিৱিষ্ট গীত একেটিৰ বাহিৰে দামোদৰদেৱৰ আন গীত আমি দেখা নাই। বৈকুণ্ঠনাথ ভট্টদেৱৰ নন্দোৎসৱ সম্পৰ্কীয় কেইটিমান গীত পোৱা যায়। আউনীআটি আদি সত্ৰৰ গোসাঁইসকলে পুৰণি ৰাগত ন গীত ৰচনা কৰিছিল বুলি শুনা যায়; কিন্তু তেনে গীত এতিয়াও পোহৰলৈ অহা নাই। আউনীআটি সত্ৰত ৮ ফুট দীঘল আৰু ৬ ইঞ্চি বহল এখনি গীতৰ বকলা পোৱা গৈছে। ৰচোঁতাৰ নাম পুথিত নাই। গীতবিলাক কৃত্তিবাসৰ ৰামায়ণ আৰু আন বঙলা গীতৰ পদৰ নকল যেন লাগে। গীতকেইটি শ্ৰী, সিন্ধুৰা, মাহুৰ আদি ৰাগত বন্ধা আৰু শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ, চৈতন্যদেৱ আদি বিষয়ক।

ইয়াৰ গীতৰ চানেকি ঃ

ৰাগ মাহুৰ।

ধুয়া॥ ৰামকে জাননা হে পৰমব্ৰহ্ম সনাতন।
পঞ্চ বৰষৰ কালে তাৰকা বধিয়াছে হেলে
হৰধনু কৰিয়াচে ভজন॥

পদ॥ কেবাই বলে ৰাম আমাৰ প্ৰধান তনয়।
কোন দেশে ৰামেৰে মুই কৰিব অপচয়॥
পা হৈতে ৰামচন্দ্ৰ আমাৰ গৌৰব ৰাখে।
হামাক মন্য কৰিতে মানন নাহি দেখে॥
গুণেৰ সাগৰ ৰাম বিচাৰে পণ্ডিত।
জেষ্ট পুত্ৰে ৰাজ্য দিতে হৰয় উচিত॥ ইত্যাদি।

বকলাৰ গীতকেইটি অসমীয়া গীত বুলি ধৰা বিধেয় নহ'ব।

নিকা-সংহতিৰ গোসাঁই-মহন্তসকলৰ গীতৰ ভু বিশেষ পোৱা নাযায়। মথুৰাদাস

আতাৰ প্ৰশিষ্য জগদানন্দৰ দুই-এটি গীত বৰপেটা সত্ৰৰ ভকতৰ মুখে পোৱা যায়। পুৰুষ-সঙ্ঘটিৰ গুৰু-ভকতৰ গীত-ৰচনা কাল-সঙ্ঘটিৰ দৰে প্ৰচুৰ নহয়। মাধৱদেৱৰ সখি নাৰায়ণ ঠাকুৰ আতা, তেওঁৰ পুত্ৰ পৰমানন্দ ঠাকুৰ, গুৰুনাতি পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰ, মাধৱদেৱৰ ভাগিন ৰামচৰণ আৰু তেওঁৰ পুত্ৰ দৈত্যাৰি গীত বৰ্তমান সংগ্ৰহত সামৰি লোৱা হৈছে। এইসকলৰ ভিতৰত পুৰুষোত্তম ঠাকুৰৰ গীতৰ সংখ্যাই সৰহ। ৰামচৰণ ঠাকুৰে 'কংস-বধ' আৰু দৈত্যাৰি ঠাকুৰে 'নৃসিংহ-যাত্ৰা' আৰু 'স্যমন্তহৰণ-যাত্ৰা' নাট ৰচনা কৰে। নাট কেইখনিৰ অন্তৰঙ্গ কেইবাটিও গীত বৰ মধুৰ আৰু কবিত্বপূৰ্ণ। পুৰুষোত্তম ঠাকুৰে 'ন-ঘোষা' নামে এখন ঘোষা-পুথি ৰচনা কৰে।

মথুৰাদাস বুঢ়া আতাই কেইটিমান ঘোষাও ৰচনা কৰিছিল। 'গুৰু-চৰিত-কথা'ত আছে মাধৱদেৱ জীৱনৰ শেষ সময়ত কোচবিহাৰত থাকোঁতে "তেহে গুৰুজনে (মাধৱদেৱে) বোলে মথুৰাদাস চঙ্কীৰ্ত্তন কৰা ঃ পাচে উঠিল আতা লক্ষণ ওঝা পদ বুলিছে ঃ আতা ঘোষা ধৈলে ঃ

ৰামচন্দ্ৰ ছৰ্গে চলি গৈলা।
অযোধ্যাপুৰি সবে সুন্য ভৈলা॥
কৃষ্ণসূৰ্য্য ভৈলন্ত উদিত।
নামধৰ্ম্ম কৰিলা বিদিত॥
মাধৱক দৰ্শন পায়া।
আনন্দ কৰি হৰিগুণ গায়া॥
মাধৱ বান্ধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষেমা কৰি॥

এই চাইটি ঘোষা গাই সেৱা কৈলে। তেহে গুৰুজনে বোলে এই ঘোষা আমি কৰা নাই। বোলে বাপ তোম্ৰাৰ পাচত খেদ অনুভৱকৈ কৰা হৈছে॥ তেহে সন্তোষ হৈ আসিৰ্ব্বাদ দিছে আতাক ঃ বোলে আমাক ঘোষাত সন্তোষ কৈলা জেনেকৈ তুমিও আমাৰ ভক্তিবস্তুৰে সন্তোষ লভা॥"[১]

শঙ্কৰদেৱৰ অনুৰক্ত মুছলমান ভক্ত চান্দসাইৰ এটি সাঁথৰ বা ফকৰাৰ ধৰণৰ গীত-পোৱা যায়, সেইটি আমাৰ সঙ্কলনত সমাদৃতভাৱে সন্নিবিষ্ট হৈছে। ইয়াৰ

---

১। গুৰু-চৰিত-কথা, ছেদ ৯২৫। একেখনি চৰিততে (ছেদ ১১৩) মাধৱদেৱে গুৰুজনৰ আদেশ পাই গুৰু-ভটিমা ৰচনা কৰা সময়ত নাৰায়ণ ঠাকুৰে 'জয় জয় অনাদি শঙ্কৰ' আদি এটি গীত আৰু জয়ন্তিৰ মাধৱে 'বাউধৰ নামৰ বাচক' আদি গীত ৰচা কথা আছে।

গীতৰ দুজনমান গীতকাৰৰ বিশেষ পৰিচয় পোৱা নগ'ল—ৰতিকান্ত, সনাতন, ৰামাকান্ত, ৰামচন্দ্ৰ, ৰামকৃষ্ণ আৰু ভগীৰথ দাস।

বৈষ্ণৱ ধৰ্মৰ সংস্পৰ্শত অসমৰ আহোম ৰজাসকলেও গীত-ৰচনাত হাত দিয়ে। কিন্তু এই গীতবিলাক লাহে লাহে লোপ পাই আহিছে। মাত্র মাজুলীৰ আউনীআটি সত্ৰৰ ভকত-বৈষ্ণৱৰ মুখত তাৰে দুই-এটি শুনা যায়; পুথি আকাৰে পোৱা নাযায়। স্বৰ্গদেৱ জয়ধ্বজ সিংহই কুৰুৱাবাহীৰ পাঠক নিৰঞ্জনদেউক আনি তেওঁত শৰণ লৈ আউনীআটি-সত্ৰ পাতি দিয়ে। জয়ধ্বজ ৰজাৰ ভণিতাৰে তিনিটি গীত আউনীআটিৰ ভকতৰ মুখত শুনা যায়।[১]

১। তুমি আমাৰ গুণেৰ হে ৰঘুনাথ।
কাৰে এত তাপ কে দিল ব্ৰহ্মশাপ॥
দৈৱ বিড়ম্বিল বিধি তুমি আমাৰ দৰুণ পিতা।
একজন চাহিতে তিনিজন হৰাইলো শ্ৰীৰাম লক্ষ্মণ সীতা॥
শ্ৰীৰামক বনে পঠাই ধৰণী লোটাই কায়।
কান্দে দশৰথ ৰাজা পুত্ৰৰ সন্তাপে।
শ্ৰীৰাম বনবাস জীৱনৰে কিবা কাজ জয়ধ্বজসিংহে গাই॥

২। ঐ প্ৰাণেশ্বৰী জনকনন্দনী তোক হৰুৱাইলো মোৰে।
ইটো বিজুবনে প্ৰাণ ধৰোঁ কেনে নাদেখি বদন তোৰে॥
ৰাজ্য হৈল নাশ বনে হল বাস তোক পাহৰিব কেনে।
মোৰে প্ৰাণেশ্বৰী পৰে নিলে হৰি জীৱন ধৰিছো কেনে॥
নাপিন্ধিবো হাৰ হৃদয়ে আমাৰ অন্তৰ দেখিয়া তোৰে।
আগে সিন্ধুৰাজ মধ্যত সুন্দৰী বিৰহ-দগধ মোৰে॥
এই বুলি তাপ কৰয় বিলাপ সীতাৰ বিয়োগ পাই।
ৰামৰ চৰণ ভাবি একমনে জয়ধ্বজসিংহ গায়॥

৩। হা প্ৰাণেশ্বৰী জনকনন্দনী কোথা গৈলা তেজি মোৰে।
পঞ্চবটী বনে পায়া একাকিনী কেবা হৰি নিল তোৰে॥
ৰাজ্য হৈল নাশ বনে হৈল বাস তোৰে হাৰাইলাম শেষে।
এখন কি কৰিব কাৰে জিজ্ঞাসিব বিচাৰিব কোন দেশে॥

---

১। আউনীআটিৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামীৰপৰা প্ৰাপ্ত।

বল ভাই লক্ষ্মণ কি কৰিব এক্ষন কৰ সুবুদ্ধি বিধান।
নতু সীতা বনে কাৰ্য্য নাই জীৱনে সমুদ্ৰে ত্যজিব প্ৰাণ॥
বৈদেহী-বিৰহে দহে সৰ্ব্বদেহে আজি জীৱন মৃতপ্ৰায়।
শ্ৰীৰাম-চৰণ ভেবে অনুক্ষণ জয়ধ্বজসিংহে গায়॥

ৰুদ্ৰসিংহ ৰজাৰ দিনৰপৰা আমাৰ সঙ্গীত আৰু সাহিত্যৰ ধৰণ-ধাৰণ কিছু লৰ হ'বলৈ ধৰে। বাহিৰৰ ধৰণ-ধাৰণ জানিবৰ নিমিত্তে আৰু সাজ-পাৰ আদিৰ নমুনা গোটাবৰ বাবে খাওন্দ আৰু নাঙঠা বৈৰাগীৰ খেল সৃষ্টি কৰা হয়। গুণাভিৰাম বৰুৱাই লিখিছে, "হিন্দুস্থানৰপৰা সেই খাওন্দসকলে গীত গাব, নাচিব আৰু বজাব পৰা মানুহ কেতবিলাক আনে। ই দেশৰো এজন লোক দিল্লীলৈ গই পাখোৱাজ প্ৰভৃতি বজাবলৈ আৰু গীত গাবলৈ শিকি আহে।" অসমৰ পুৰণি সত্ৰীয়া সঙ্গীত আৰু আহোম ৰাজকাৰেঙৰ এই সঙ্গীতধাৰা সম্পূৰ্ণ পৃথকৰূপে থাকিলেও কাৰেঙৰ বিশেষ প্ৰভাৱাম্বিত সত্ৰসমূহত দুইটাৰ সংমিশ্ৰণো নঘটাকৈ নাথাকিল। ৰজাঘৰৰপৰা বিমুক্ত বৰপেটা আদি সত্ৰত পাখোৱাজ আদি বাদ্যৰ প্ৰচলন নাই। ৰুদ্ৰসিংহৰ দিনতে 'গীতগোবিন্দ' কাব্য 'ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণ' আদি ঘাইকৈ আদিৰসাত্মক কাব্যৰ চৰ্চা বিশেষকৈ ৰাজদৰবাৰত হ'বলৈ ধৰে। শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰসিংহ ৰজা আৰু সিসকলৰ কুঁৱৰীসকলৰ উদ্‌গনিত কেইবাজনো কবিয়ে আদিৰসাত্মক কাব্য ৰচনা কৰে। শঙ্কৰদেৱৰ সময়ত কোচ ৰাজসভাত 'গীতগোবিন্দ'ৰ চৰ্চা হৈছিল। দৰঙ্গীৰাজৰ সভাকবি ৰাম সৰস্বতীৰ 'জয়দেৱ-কাব্য' বৰ জনপ্ৰিয় নাছিল আৰু ৰুদ্ৰসিংহৰ কালত বোধহয় পুথিখন বিৰল প্ৰচাৰ হৈ পোৱাই নগৈছিল। সৰস্বতীৰ পৰৱৰ্ত্তী সাহিত্যত তেওঁৰ 'গীতগোবিন্দ'ৰ প্ৰভাৱ পৰিলক্ষিত নহয় আৰু তেওঁৰ মহাভাৰতৰ পদেই অধিক লোকৰঞ্জক বুলি ক'ব পাৰি। মহাৰাজ ৰুদ্ৰসিংহ, শিৱসিংহ, ৰামনাৰায়ণ কবিৰাজ চক্ৰৱৰ্ত্তী, গোপালচন্দ্ৰ আদিৰ গীতৰ পুথি এখনি আউনীআটি সত্ৰৰপৰা উদ্ধাৰ কৰি কামৰূপ অনুসন্ধান সমিতিত ৰখা হৈছিল। বৰ্ত্তমানে পুথিখনিৰ কোনো বতৰা পাবলৈ নোহোৱাই হৈছে। তাৰে আলোচনীত প্ৰকাশিত গীতকেইটিমান সংগ্ৰহ কৰি সঙ্কলনত দিয়া হৈছে। এই গীতবোৰত জয়দেৱৰ ভাব, ভাষা আৰু ছন্দৰ অনুকৰণৰ চেষ্টা এটি দেখা যায়। সত্ৰৰপৰা সংগৃহীত পুথিখনৰ বৰ্ণনা পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এইদৰে দিছে:[১]

"পুথিখন সাঁচিপাতত লিখা। পুথিখনৰ জোখ—১৪½"×১৩½"। ইয়াৰ

১। *Descriptive Catalogue of Assamese Manuscripts.* pp. 57-f.

১১২টা পাত; প্ৰতি পাতৰ প্ৰতি পিঠিত ৯ শাৰীকৈ লেখা আছে। পুথিখন সম্পূৰ্ণ নহয়; তাৰ শেষ পাতবোৰ নাই। পুথিত দুৰ্গা, শিব আৰু ৰাধা-কৃষ্ণৰ বিষয়ে অনেক গীত আছে। আহোম ৰজা ৰুদ্ৰসিংহই বিতোপন অসমীয়া ভাষাত ৰচনা কৰা কেইবাটিও গীত ইয়াত আছে।"

পুথিখনিৰ আদিৰ কেইশাৰীমান—

ৰাগ মালচি।

পাৰ কৰ মোৰে শুন লো ভবানি
কলি ভবসিন্ধু ঘোৰ।
বিধি আদি দেৱে তুৱা পদ সেৱে
মহিমা নজানে তোৰ॥

পুথিখনিৰ শেষৰ কেইশাৰীমান—

যেখন যায় গোপাল খেলাইতে
স্বস্থ নাপাই চিতে
প্ৰাণ থাকে তাৰ ঠাই।
ঘৰ-শৰ বশ হৰি
নাজানিবা প্ৰাণে যদি
দিনে দিনে যাদুৰে হেৰাই॥

পুথিখনিত ৰুদ্ৰসিংহ আৰু শিৱসিংহৰ আমোলৰ কেইবাজনো কবিৰ গীত আছিল বুলি বিৱৰণত আছে। আমি ৰুদ্ৰসিংহৰ ছটি, শিৱসিংহৰ এটি, গোপালচন্দ্ৰৰ এটি আৰু কবিৰাজ চক্ৰৱৰ্তীৰ সাতটি গীত মাত্ৰ উদ্ধাৰ কৰিছোঁ। গীতবোৰৰ বিষয়ে হেমচন্দ্ৰ গোস্বামীয়ে মন্তব্য কৰিছে, "ইয়াৰ কিছুমান গীত আহোম যুগৰ উৎকৃষ্ট কবিতাৰ নিদৰ্শন। ৰুদ্ৰসিংহ আৰু শিৱসিংহৰ ৰচিত গীতকেইটিয়ে দেখুৱায়, কোনো কোনোৱে ভবা দৰে এই ৰজা দুজনা নিৰক্ষৰ নাছিল।"

ইয়াৰ পাছৰ ৰজাসকলৰ দিনতো গীত-মাতৰ চৰ্চা সুন্দৰভাৱে চলিছিল। ৰাজেশ্বৰসিংহই মণিপুৰীয়া ৰজা আৰু কছাৰী ৰজা অসমৰ ৰাজধানীলৈ আহোঁতে অভ্যৰ্থনাৰ বাবে 'ৰাৱণ-বধ' ভাওনাৰ ব্যৱস্থা কৰিছিল। এই কালত দিহিং, মায়ামৰা আদিৰ ভকতসকল ৰাজধানীত গায়ন-বায়ন উঠিছিল। মণিৰাম দেৱানৰ 'বুৰঞ্জী-বিবেক-ৰত্ন'ত আছে, মায়ামৰীয়াৰ গীত-মাত-বাজনা অধিক ভাল হোৱাতো কীৰ্তিচন্দ্ৰ বৰবৰুৱাই পক্ষপাতিতা কৰি নিজৰ গুৰুঘৰ দিহিঙৰ গায়ন-বায়নকহে প্ৰশংসা কৰিছিল। দিহিঙীয়া মহন্ত কৈৱল্যনন্দনদেৱ প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰসিংহৰ বৰ প্ৰিয় পাত্ৰ আছিল আৰু লক্ষ্মীসিংহয়ো তেওঁক বৰ মান কৰিছিল। এইজনা মহন্তই অনেক সুন্দৰ গীত ৰচিছিল। তাৰ ভিতৰত ১৬১টি গীত থকা এখনি অসম্পূৰ্ণ পুথি আমাৰ

হাতত পৰিছে। সেই যুগৰ সত্ৰীয়া অনুকৰণশীল গীতৰ মাজত এওঁৰ গীতত এটি সজীৱতাৰ জীপ দেখা যায়। গৌৰীনাথসিংহয়ো গীত-মাত ভাল পাইছিল। গুণাভিৰামৰ বুৰঞ্জীত আছে, "কোনো এজন বঙ্গালী লোকে তেওঁৰ ইষ্ট দেৱতা বাল-গোপালৰ গীত শুনোৱাত তেওঁ আজ্ঞা দিলে বোলে সেই বঙ্গালক স্বৰ্গদেৱে সিংহাসনৰপৰা নেদেখাকৈ ধন দিব।"

শঙ্কৰদেৱ আৰু মাধৱদেৱে আৰু তেওঁলোকৰ অনুগামী ভক্ত কবিসকলে অঙ্ক বা নাটৰ মাজত ৰাগৰ গীত সন্নিৱিষ্ট কৰিছিল আৰু স্বতন্ত্ৰভাৱে বৰগীত বা তাৰ আৰ্হিৰ গীত, ঘোষা, ভটিমা আদি ৰচনা কৰিছিল। কিন্তু শঙ্কৰদেৱৰ সমসাময়িক অথচ সম্ভৱতঃ শঙ্কৰী প্ৰভাৱৰপৰা কিঞ্চিৎ মুক্ত দুৰ্গাবৰ কায়স্থ আৰু পীতাম্বৰ কবিয়ে তেওঁলোকৰ 'গীতি-ৰামায়ণ' আৰু 'উষা-পৰিণয়'ত সাধাৰণ পয়াৰ কাব্যখনিহঁতৰ মাজে মাজে ৰাগ-সংযুক্ত, তাল-সংযুক্ত গীত সুমুৱাই গৈছে। একান্ত ভক্তি-কাব্যবোৰত ('ৰুক্মিণী-হৰণ', 'কুমৰ-হৰণ', 'কুলাচল বধ', 'কুৰ্ম্মবলী-বধ' আদিত) এই প্ৰথা প্ৰয়োগ নকৰাটো লক্ষণীয় কথা। সাধাৰণ পদ-পয়াৰ, দুলৰি, লেচাৰি ল'ৰা, বুঢ়া, তিৰোতা সকলোৱে গাব পাৰে; কিন্তু ৰাগ-তালৰ জ্ঞান নথকাসকলে ওজা বা গীতাল নহ'লে গীতৰ কাষ চাপিব নোৱাৰে। পিছৰ যুগৰ দুই-এখনি কাব্যত দুৰ্গাবৰ-পীতাম্বৰৰ দৰে বিৱৰণৰ মাজত দুই-এটি গীত সুমুৱাই দিছে, কিন্তু তেনে গীতৰ সংখ্যা অতি কম। কবিৰাজ চক্ৰবৰ্তীয়ে 'শঙ্খচূড়-বধ' কাব্যত কোনো গীতকে ঠাই দিয়া নাই। তেওঁৰ 'শকুন্তলা' কাব্যৰ অন্তৰ্গত চন্দ্ৰকেতু-কামকলা আখ্যানৰ মাজতহে তিনিটি গীত সোমাইছে। চন্দ্ৰকেতুৱে কামকলাক সপোনত পাই পুনৰ দিঠকত হেৰুৱাই বিলাপ কৰিছে,—

বিলাপৰ গীত॥ ৰাগ ভাটিয়ালি॥

শোকে ৰাজা কৰয় বিলাপ।
হা হা প্ৰিয়া কামকলা মোক ছাড়ি কৈক গলা
দিয়া মোৰে ঘোৰ মনতাপ॥
আছিলোঁ আপুন ঘৰে সপোনে আসিয়া মোৰে
আপুনি দিলাহা পৰিচয়।
ৰূপে দেখি মোহ হৈলো ভাল মন্দ নাকলিলো
তোমাক কৰিলো পৰিণয়॥
পৃথিবীত আছে যত বিবিধ কামিনী ৰত
কৰিলো সম্ভোগ যথামতি।
বিবিধ চাতুৰী কৰি গৈলা মোক পৰিহৰি
তোমাৰ দাৰুণ মন অতি॥

কিবা অপৰাধ জানি তেজিলা মধুৰ বাণী
অপৰাধ ক্ষমা একবাৰ।
কাতৰ জনক প্ৰতি নকৰিবা কোপ আতি
সুজানৰ এহি বেৱহাৰ॥
পুনু ৰতি-ৰস স্মৰি অপৰাধ পৰিহৰি
ৰাখ মোক আলিঙ্গণ দিয়া।
নাদেখি তোমাৰ মুখ অধিক বাঢ়য় দুঃখ
মৰিবোঁ তোমাতে বধ দিয়া॥
কবিৰাজ বিপ্ৰে কয় শুনা ৰাজা মহাশয়
নাকান্দা নাকান্দা চিন্তি বিধি।
দুৰ্জ্জয় বিধিৰ গতি জানি কৰা স্থিতি মতি
অবিলম্বে হৈব কাৰ্য্য সিদ্ধি॥

চন্দ্ৰকেতুৰ প্ৰতি শুক পক্ষী,—

গীত ৰাগ বৰাড়ি।

প্ৰাণী-হিংসা নাকৰা ৰাজন।
তুমি মহা নৰপতি দাতা ধৰ্ম্মৱন্ত আতি
পুত্ৰৱতে পালা প্ৰজাগণ॥
ভুজ-বলে সৰ্ব্ব ক্ষিতি জিনি ভৈলা নৰপতি
ৰাজাগণে দিয়া আছে কৰ।
তোমাৰ কহিমা গুণ আমি কি কহিবোঁ পুন
প্ৰাণদান মাগো নৃপবৰ॥
আসিয়া মৃগয়া ৰসে নানা জন্তু বনে বসে
তাক হিংসা কৰিতে উচিত।
বৃক্ষ ডালে থাকো আমি বিহগ আকাশগামী
কাৰো বৈৰী নহোঁ কদাচিত॥
আমাক বাধলে আৰ্য্য যদি সিজে তয়ু কাৰ্য
তেবে মোৰ সিসে নিবেদন।
হেৰ এই প্ৰাণেশ্বৰী আছে মোৰ বীৰ্য্যে ধৰি
ৰক্ষা কৰ ভাৰ্য্যাৰ জীৱন॥
তোমাক দেখিয়া বনে কেঁনে নুশুনিলো মনে
উৰিয়া যাইতে আত্তৰ।

বিধি মোৰ ক্ৰূৰ ভৈলা সি কাৰণে হেন ভৈলা
সোমাইলোঁহো কোটৰ ভিতৰ॥
কহে কবিৰাজ দ্বিজ মাধব-কিঙ্কৰ নিজ
শুনা সখি নাকৰ ক্ৰন্দন।
সাধিবা আপুন কাজ তুষ্ট হৈব মহাৰাজ
কৰিবেক তোমাক মোচন॥

যেতিয়া মায়ামৃগ বিচাৰি চন্দ্ৰকেতু অৰণ্যত নিৰুদ্দেশ হৈছে, কামকলাই বিলাপ কৰিছে,—

**বিলাপৰ গীত॥**

**ৰাগ ভাটিয়ালি॥**

শোকে কন্যা কৰয় বিলাপ।
দাৰুণ বিৰহ শোকে বিষ বাণে হানে মোক
দেখা দিয়া খণ্ডিয়ো সন্তাপ॥
মঞি চাৰ অভাগিনী নতু মৃগমায়া চিনি
বুলিলোঁহো ধৰি আনিবাৰ।
পুৰিতে মোহৰ মন চলি গৈলা সেহিক্ষণ
ভাল-মন্দ নকৈলোঁ বিচাৰ॥
হা হা প্ৰাণপতিবৰ বনে গৈলা একেশ্বৰ
হেন মৃগ ধৰিতে কাৰণ।
মায়া কৰি কোনোজনে হৰি নিয়া ঘোৰ বনে
কেনমতে তেজিয়া জীৱন॥
ভক্তিভাৱে হৰ-গৌৰী বিধিব্ৰতে পূজা কৰি
সততে ধৰিলোঁ ধ্যান মনে।
পাপিষ্ঠ কাৰ্য্যৰ গতি পাই হৰুৱাইলোঁ পতি
আপোনাৰ কুবুদ্ধি কাৰণে॥
সপোনে তোমাৰ সঙ্গে ভুঞ্জিয়া সুৰত ৰঙ্গে
বিৰহে ব্যাকুল ভৈল মন।
পাচে শুক পক্ষী আসি তোমাৰ সম্বাদ ভাসি
ধন্য মোৰ কৰিলা জীৱন॥
কি কহিবো কৈক যাইবোঁ কেমনে তোমাক পাইবোঁ
জিজ্ঞাসি নাহিব বহুজন।

যামিনী হইল ঘোৰ নিশ্চয়ে জানিলো মোৰ
এহি বনে হইল মৰণ॥
হা হা প্ৰভু নিকৰুণ কেনে তেজিলা দাৰুণ
তোমাৰ বনিতা অভাগিনী।
তুমি স্বামী সৰ্ব্বজান বিৰহে ছাড়িবোঁ প্ৰাণ
এ ঘোৰ কাননে একাকিনী॥
অগ্নিত প্ৰবেশ হৈবোঁ অথবা গৰল খাইবোঁ
যদি মোক নেদা দৰিশন।
কবিৰাজ বিপ্ৰ বাণী শুনিয়ো দুৰ্দ্দিন মানি
নকৰিবা চুন্দৰী ক্ৰন্দন॥

শ্ৰীধৰ কন্দলি আৰু শ্ৰীচন্দ্ৰভাৰতীৰ ভণিতাযুক্ত অৰ্বাচীন 'কানাই ধেমেলীয়া' বা 'ৰাধাৰ ৰাসলীলা' নামৰ এখন অতি প্ৰকট আদিৰসৰ ৰাধা-কৃষ্ণৰ প্ৰেমলীলা বিষয়ক কাব্যপুথিৰ মাজত ৰাগ-গীতৰ সমাৱেশ হৈছে। উদাহৰণস্বৰূপে কৃষ্ণ আৰু বলভদ্ৰই ঘিলাচুৰুণী সাব্যস্ত কৰি ৰাধাৰ গাৰ কাপোৰ-কানি চাব খোজাত ৰাধাই বাধা দিয়াত কৃষ্ণই কৈছে,—

॥*॥ শ্ৰীগৌৰী॥
দিচ (?) আ তোকে ধৰি আনিব বান্ধিএ থৈবো
আসিলি কিসৰ কাৰ্য্যে
ডাকি বোলা ৰাম ৰাম॥*॥

**বৰগীত-পৰ্যায়**

বৰ্তমান সঙ্কলনত যিখিনি গীত সন্নিবিষ্ট কৰা হৈছে, তাৰ বেছিভাগৰে আদৰ্শ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ বৰগীত। তদুপৰি কোনো কোনো সত্ৰত ইয়াৰ অনেক গীত বৰগীত নামেই পৰিগণিত হৈ আহিছে। কিন্তু বৰগীত আৰু বৰগীতৰ আৰ্হিৰ এই গীতবিলাকৰ মাজত কিছুমান ব্যৱধানো স্বীকৃত হৈ আহিছে। শঙ্কৰদেৱে প্ৰচাৰ কৰা অসমীয়া ভক্তিধৰ্মৰ আনুষ্ঠানিক নাম একশৰণ নামধৰ্ম; পৰম দেৱতা নাৰায়ণৰ পূৰ্ণ অৱতাৰ শ্ৰীকৃষ্ণত একান্তভাৱে শৰণ লৈ তেওঁৰ গুণাৱলী কীৰ্ত্তন আৰু শ্ৰৱণ কৰাই সেই ধৰ্মৰ মূল সাধন। ভক্তিৰ বিভিন্ন ৰসৰ ভিতৰত দাস্যকে এই ধৰ্মত প্ৰাধান্য দিয়া হৈছে। বৰগীতবিলাক একশৰণ নামধৰ্মৰ প্ৰাৰ্থনাৰ গীত। মাধৱদেৱে অসমৰ সত্ৰসমূহৰ চৈধ্য প্ৰসঙ্গৰ ক্ৰম নিৰ্ণয় কৰে। এই ক্ৰমত বৰগীতৰ স্থান প্ৰথমতে। তাৰ পিছতহে ভটিমা, কীৰ্তন আদি প্ৰসঙ্গত ধৰা হয়। কিন্তু শঙ্কৰদেৱৰ যুগৰ একে

আৰ্হিৰ এই গীতবিলাক সকলো সত্ৰতে বৰগীতৰ দৰে ব্যৱহাৰ কৰা হয়। বৰগীত বুলিলে শঙ্কৰ-মাধৱৰ দ্বাৰা ৰচিত বিশেষ এক শ্ৰেণীৰ নিৰ্দিষ্ট সংখ্যক গীতকহে বুজায়। চৰিতত আছে, শঙ্কৰদেৱে পোনতে বাৰ কুৰিটি বৰগীত লিখি পুথি কৰি থৈছিল। ইয়াৰপৰাই "বাৰকুৰি বৰগীত, তেৰ কুৰি বা ওঠৰ কুৰি ফঁকৰা" কথাষাৰৰ সৃষ্টি হৈছে। পিছে শ্ৰীশঙ্কৰৰ গীতৰ পুথিখনি কমল গায়ন নামে এজন ভকতৰ ঘৰত জুই লাগোঁতে পোৰা গ'ল। তেতিয়া ভকত বৈষ্ণৱৰ মুখে ৰোৱা শঙ্কৰদেৱৰ গীত লগ লগাই নিজ ৰচনাৰে সৈতে মাধৱদেৱে ন-কুৰি এঘাৰটি গীতৰ এখনি পুথি কৰে। বৰগীতৰ পুথিত ১৯১টি গীতেই পোৱা যায়। বৰগীতৰ পৰিমাণ এই সংখ্যাৰ দ্বাৰায় সীমাবদ্ধ আৰু সংজ্ঞাবদ্ধ।

বৰগীতৰ পুথিত প্ৰত্যেকটি গীতৰ একোটি ৰাগ ধৰা আছে। এই ৰাগবোৰৰ সম্পৰ্কে আমি পৰৱৰ্তী প্ৰবন্ধত আলোচনা কৰিছোঁ। প্ৰতিটি বৰগীতৰ দুটা নিৰ্দিষ্ট অংশ—ধ্ৰুৱ (ধ্ৰুং), ধুৰা বা ধুৱা আৰু পদ। সঙ্গীতশাস্ত্ৰৰ ফালৰপৰা একে শ্ৰেণীৰ অঙ্কীয়া বা নাটৰ গীতত যেনেকৈ একোখন তাল ধৰি দিয়া থাকে, বৰগীতত ধৰি দিয়া নাথাকে। থাপনাৰ ওচৰত বৰগীত গাওঁতে তালহীনভাৱেই বৰগীত গোৱা হয়। "ষড়ছন্দৰ গীত" নামৰ তিনিটি বৰগীতৰ প্ৰত্যেকটিকে তিনিটি ধ্ৰুৱ আৰু তিনিটি পদ অংশত ভাগ কৰা হৈছে আৰু তিনিখনকৈ বেলেগ বেলেগ তালৰো নিৰ্দেশ দিয়া আছে। ভাৰতীয় ধ্ৰুপদজাতীয় গীতৰ দৰে প্ৰত্যেকটি বৰগীততে শেষৰ কলিত ৰচয়িতাৰ নাম সংযুক্ত থাকে।

বৰগীতবিলাক শৃঙ্গাৰ ৰসৰপৰা মুক্ত; আনফালে তাত ভক্তিৰস আৰু বিশেষকৈ মাধৱদেৱৰ গীতত বাৎসল্য ৰসৰ প্ৰাধান্য দেখা যায়। আমাৰ ভকতীয়া সমাজত গীতৰ ৰসবিভাগ ছয় প্ৰকাৰে কৰা হয়। "নকুৰি এঘাৰটা বৰগীত চই ৰসে চোৰ-চাতুৰি"; "লীলা পৰমাৰ্থ, বিৰহ বিৰক্তি, চোৰ চাতুৰি এই চইৰসে গীত।" মাথুৰ বিৰহৰ গীতবিলাকতো আদিৰসৰ চঞ্চলতাতকৈও আন্তৰিক গাঢ় কৰুণ ৰসৰ সমাৱেশহে বেছি দেখা যায়। শ্ৰীকৃষ্ণৰ বাল্যলীলা-বিষয়ৰ গীতবিলাকত মাধৱদেৱে এই অভিনৱ ধাৰাৰ তালবিজ্ঞানাত্মক সাহিত্যৰ আস্বাদ দিছে। সিবোৰৰ তুলনা সুৰদাসৰ সমবিষয়ক গীতবোৰহে।

ওপৰৰ কথাখিনি জুকিয়াই ল'লে, সাৰ্বজনীনভাৱে স্বীকৃত বৰগীতত এনেবোৰেই লক্ষণ বুলি ঠিৰাং কৰিব লাগিব : (১) শঙ্কৰ-মাধৱৰ নিৰ্দিষ্ট ৰচনাৰ নাম বৰগীত; (২) বৰগীত একশৰণ নামধৰ্মৰ ঘাইকৈ প্ৰাৰ্থনাৰ গীত; (৩) সত্ৰীয়া প্ৰসঙ্গ অনুষ্ঠানৰ ক্ৰমত বৰগীতৰ স্থান আদিতে বা বিশিষ্ট ধৰণৰ; (৪) ৰাগ-সঙ্গীতৰ ফালৰপৰা বৰগীত উচ্চাঙ্গৰ প্ৰবন্ধ। তদুপৰি (৫) কিছুমান বৰগীত শঙ্কৰী যুগৰ প্ৰাচীন অসমীয়া ভাষাত আৰু বেছিভাগ অসমীয়া ব্ৰজবুলিত ৰচিত।

শঙ্কৰ-মাধৱৰ পাছত ধৰ্মগুৰুসকলে সি দুজনাক অনুশৰণ কৰি বৰগীতৰ আৰ্হিৰে গীত ৰচনা কৰিলে। কিন্তু সেই গুৰুসকলক যি সত্ৰসমূহ আৰু শিষ্যসকলে মানে, সেই সত্ৰ আৰু শিষ্যইহে বিশেষ বিশেষ গুৰুৰ এই পিছৰ কালৰ গীতবিলাকক বৰগীত বুলি মানে, বাকীসকলে তেনে গীত প্ৰসঙ্গতো ব্যৱহাৰ নকৰে বা সিবিলাকক বৰগীত বুলিও নকয়। গতিকে কবিতা বা সঙ্গীতৰ শ্ৰেণী হিছাপে সিবোৰ "বৰগীত পৰ্য্যায়"ত পৰিলেও ধৰ্ম-সম্প্ৰদায়ৰ বুৰঞ্জীৰ ফালৰপৰা সিবোৰক "বৰগীত" বুলিলে আপত্তিৰ থল থাকি যায়। যি যি সাঁচিপতীয়া পুথিত শঙ্কৰ-মাধৱৰ বৰগীতৰ লগতে আন কবিৰ গীতো আছে—তাত "ইতি বৰগীত পূৰ্ণতাং" বুলি বৰগীত সামৰি তাৰ পাছতহে বাকী গীতবোৰ লেখা আৰম্ভ কৰে।

কাল-সঙঘটিৰ সত্ৰসমূহত গুৰুসকলে গীত ৰচনা কৰা এটা নীতিৰূপে পৰিগণিত হৈছিল। আন পন্থী গোসাঁই-মহন্তসকলেও—অনুপ্ৰেৰণাৰ বলতেই হওক বা শঙ্কৰ-মাধৱৰ উত্তৰাধিকাৰীৰূপে দুটিমান গীত ৰচনা কৰা উচিত বিবেচনা কৰিয়ে হওক—গীত লিখিছিল। কিন্তু শঙ্কৰ-মাধৱৰ পাছত গোটেই কালডোখৰেই "বৰগীত পৰ্য্যায়"ৰ ৰচনাত আন শ্ৰেণীৰ সাহিত্যৰ দৰেই স্পষ্টকৈয়ে অৱসাদৰ সময়। গীতসমূহত মৌলিক অনুপ্ৰেৰণাতকৈ অনুকৰণৰ ৰীতিকে প্ৰবল দেখা যায়। ইয়াৰ মাজত অৱশ্যে কবিত্ব প্ৰকাশ নকৰি থকা নাই যদিও কোনোজনৰে ৰচনা শঙ্কৰ-মাধৱৰ শাৰীলৈ উঠা বুলি ধাৰণা নহয়। ইয়াৰ মূলতে অনেক কাৰণেই থাকিব পাৰে—মৌলিক প্ৰতিভাৰ অভাৱ, বিষয়-বস্তুৰ সীমাবদ্ধতা। বহুতৰ বাবে গীত ৰচনা হয়তো ধৰ্মৰ বা পুণ্যৰ গতানুগতিক কাম মাত্ৰ আছিল আৰু জন-সমাজত প্ৰচাৰ কৰাৰ ভাব তেওঁলোকৰ মনলৈ নাহিছিল।

### অসমীয়া ব্ৰজবুলি

ব্ৰজবুলি গীত-মাতত মাত্ৰ ব্যৱহৃত এটি কৃত্ৰিম ভাষা। শ্ৰীকৃষ্ণৰ ব্ৰজলীলাৰ কথাই ঘাইকৈ এই ভাষাৰ গীত-নাটত বৰ্ণিত হৈছে বুলি তাৰ নাম ব্ৰজবুলি (বুলি, হিং বোলী, বোলি)। অসমৰ ব্ৰজবুলি প্ৰাচীন অসমীয়া ভাষাৰ এটি বিশিষ্ট সংস্কৰণ মাথোন। বঙ্গ আৰু উৰিষ্যাতো কৃষ্ণায়ণ সাহিত্যৰ বাহনৰূপে বঙলা আৰু উড়িয়া ব্ৰজবুলি সৃষ্টি হৈছিল। যি সময়ত এই কৃত্ৰিম ভাষা গঢ় লৈ উঠিছিল, সেই সময়ত সম্ভৱতঃ 'ব্ৰজবুলি' বা 'ব্ৰজবোলী' নামেৰেই তাক জনা গৈছিল সকলো ঠাইতে। অসমত এই ভাষাক 'ব্ৰজাৱলী ভাষা' বোলা হয়। এই আখ্যাত 'ব্ৰজাৱলী' ('চন্দ্ৰাৱলী' শব্দৰ অনুৰূপ) বিশেষণ প্ৰত্যয়ান্ত শব্দ; কিন্তু 'ব্ৰজবুলি' বা 'ব্ৰজবোলী' শব্দভাগিও সাধাৰণ মানুহৰ মুখত 'ব্ৰজাৱলী' ৰূপ লোৱা অসম্ভৱ নহয়। বিশেষ এক শ্ৰেণীৰ সাহিত্যৰ বাহনৰূপে কৃত্ৰিম একোটা ভাষা ব্যৱহৃত হোৱা সাহিত্যৰ বুৰঞ্জীত বিৰল

নহয়—বেদ সাহিত্যৰ বৈদিক সংস্কৃত বা গাথা ভাষাৰ নাটক আদি পুথিত ব্যৱহৃত বৈয়াকৰণ-শাসিত বিবিধ প্ৰাকৃত আৰু তাৰো পিছত অপভ্ৰংশ বা অৱহট্‌ঠ ভাষা-গঢ়। অসমীয়া ব্ৰজবুলিও বিশেষ এক ধৰণৰ কবিতা আৰু কাব্যময় নাটৰ ভাষা মাথোন।

বঙলা ব্ৰজবুলিৰ বিষয়ে সুকুমাৰ সেনে[১] কৈছে, "ব্ৰজবুলি জোৰা লগাই কৰা এটা কৃত্ৰিম ভাষা। ইয়াৰ ঘাই ভেটি মৈথিল ভাষা; তাৰ ওপৰত বঙলা ভাষা আৰু হিন্দী আৰু ব্ৰজভাষাৰ টুকুৰা টুকুৰ অংশ যোগ কৰি ইয়াক গঢ়া হৈছে। ব্ৰজবুলি পুথিত মাত্ৰ ব্যৱহাৰ হোৱা বঙলাৰ এটা উপভাষা। ইয়াৰ উৎপত্তিও বঙ্গদেশতে আৰু বিকাশো বঙালী কবিসকলৰ হাততহে।" অসমীয়া ব্ৰজবুলিৰ ই সমান্তৰাল মাত্ৰ। অসমৰ ব্ৰজবুলিতো মৈথিল, হিন্দী (পশ্চিমা) আৰু ব্ৰজভাষাৰ প্ৰভাৱৰ সংমিশ্ৰণ ঘটিছে; কিন্তু ই মূলতঃ অসমীয়া। অসমীয়া ব্ৰজবুলিৰ প্ৰৱৰ্তন-কৰ্তা হ'ল শঙ্কৰদেৱ। শঙ্কৰ-মাধৱৰ অঙ্ক বা নাটৰ সংলাপ, সূত্ৰধাৰৰ বচনত (সূত্ৰ-কথা), অঙ্কীয়া গীত আৰু সৰহ সংখ্যক বৰগীতত এই কৃত্ৰিম ভাষা-ৰূপ ব্যৱহৃত হৈছে। শঙ্কৰদেৱ (জন্ম ১৩৭১ শক) প্ৰায় ডেৰকুৰি বছৰ বয়সত তীৰ্থ ভ্ৰমণ কৰিবলৈ ওলাই যায় আৰু বাৰ বছৰ ভ্ৰমণ কৰি ঘৰলৈ ঘূৰে। এই তীৰ্থভ্ৰমণৰ সময়তে বদৰিকাশ্ৰমত থাকোঁতে শঙ্কৰদেৱে 'মন মেৰি ৰামচৰণহি লাগু' গীতটি ৰচনা কৰে। ব্ৰজবুলিৰ এই প্ৰথম গীতটি শঙ্কৰদেৱৰ ডেৰ কুৰি আৰু দুকুৰি বছৰ বয়সৰ ভিতৰত অৰ্থাৎ ১৪০১ আৰু ১৪১১ শকৰ মাজতে ৰচিত হয়; গতিকে ইয়ে অসম, বঙ্গ আৰু উৰিষ্যাৰ ভিতৰত প্ৰথম ব্ৰজবুলি ৰচনা। বঙ্গত প্ৰথম ব্ৰজবুলি গীত যশোৰাজখাঁৰ

এক পয়োধৰ চন্দন-লেপিত
আৰে সহজই গোৰ॥

এই গীতত ১৪১৫ শকৰপৰা ১৪৪১ শকলৈকে গৌড়ৰ অধিপতি থকা হুছেন শ্বাহৰ উল্লেখ আছে—

শ্ৰীযুত হুসন জগত-ভূষণ
সোহ এ ৰস জান।
পঞ্চ গৌড়েশ্বৰ ভোগ-পুৰন্দৰ
ভণে যশোৰাজখান॥

উৰিষ্যাত পোন প্ৰথম ব্ৰজবুলি কবিতা ৰামানন্দ ৰায়ৰ 'পহিলহি ৰাগ নয়ন-ভঙ্গ ভেল।' বঙ্গীয় ব্ৰজবুলি কবিতাৰ প্ৰভাৱৰ ফল বুলিব পাৰি। ৰামানন্দ ৰায় উৰিষ্যাৰ গজপতি ৰাজবংশৰ প্ৰতাপৰুদ্ৰৰ (১৪২৬-১৪৪৪ শক) কৰ্মচাৰীৰূপে

---

১। *A History of Brajabuli Literature,* C.U., 1935, p.1

গোদাবৰী তীৰত বিদ্যানগৰত আছিল। ১৪৩৪ শকত চৈতন্যদেৱেৰে তেওঁৰ দেখা হওঁতে এই গীতটি গাই শুনাইছিল বুলি 'চৈতন্যচৰিতামৃত'ত আছে। অসমীয়া ব্ৰজবুলি মিথিলাৰ লগত সম্পৰ্কৰপৰা স্বাধীনভাৱে উদ্ভূত হোৱা বুলি বুজিব পাৰি। ডক্টৰ সুকুমাৰ সেনেও সেই কথা স্বীকাৰ কৰিছে।[১] আনফালে সাহিত্যিক ব্ৰজবুলিৰ লগত পশ্চিমা হিন্দীৰ উপভাষা আৰু বেৰেইলী আলিগড়, আগ্ৰা, মথুৰা, ঢোলপুৰ, কেৰাউলী অঞ্চলত কথিত ব্ৰজভাষাৰ কোনো পোনপটীয়া সম্পৰ্ক নাই।[২] শঙ্কৰদেৱে তীৰ্থভ্ৰমণৰ কালত সম্ভৱতঃ নানা তীৰ্থক্ষেত্ৰত বিশেষকৈ উত্তৰ ভাৰতত উমাপতি উপাধ্যায়, বিদ্যাপতি আদিৰ মৈথিল ভাষাত ৰচিত গীত শুনিছিল আৰু সিবোৰ কোনো ভৌগোলিক সীমা নাৰাখি সৰ্বত্ৰ বিস্তাৰ লাভ কৰা আৰু সমাদৃত হোৱা দেখা পাইছিল। এই অঞ্চলৰ কবিসকলৰ গীতৰ কথা তেওঁ উল্লেখেই কৰিছে,—

ওৰেষা বাৰাণসী ঠাৱে ঠাৱে।
কবিৰ গীত শিষ্টসৱে গাৱে ॥

এইবোৰৰপৰাই গীত আৰু নাটত মৈথিল আৰু হিন্দী আদি ভাষাৰ সংমিশ্ৰণ এটা ব্যৱহাৰ কৰাৰ ধাৰণা তেওঁৰ মনতে বদ্ধমূল হৈছিল যেন লাগে।

সেই সময়ত মিথিলাৰ সাহিত্যৰ জয়-জয় ময়-ময় অৱস্থা। নৱাগত তুৰ্কীসকলৰ প্ৰভাৱৰ মাজত মিথিলাই হিন্দু সংস্কৃতিৰ শান্তিৰক্ষকৰূপে থিয় দি আছিল। মিথিলাৰ হিন্দু ৰজাসকলে তুৰ্কী আক্ৰমণ প্ৰতিৰোধ কৰিব পাৰিছিল। তেওঁলোকে দেশত সংস্কৃতি, শিক্ষাৰ কেন্দ্ৰ পাতি দিয়ে আৰু শিক্ষাকেন্দ্ৰবোৰে ভাৰতৰ সকলো ঠাইৰে বিদ্যাৰ্থী আকৰ্ষণ কৰে। মিথিলাৰপৰা ঘূৰি যোৱা পণ্ডিতৰ মুখত মিথিলাৰ গৌৰৱ আৰু মিথিলাৰ গীতি-কবিতা বিভিন্ন দেশত বিয়পি পৰিছিল। প্ৰাচীন সাহিত্যত হোৱাৰ দৰে প্ৰাকৃতৰ ব্যৱহাৰ এৰি মিথিলাই দেশী ভাষা গীতি-কবিতাত প্ৰয়োগ কৰিলে। ত্ৰয়োদশ শতিকাৰ আগভাগতে জ্যোতিৰীশ্বৰৰ গদ্য 'বৰ্ণৰত্নাকৰ' ৰচিত হয়। বিদ্যাপতিয়ে (প্ৰায় ১২৮২-১৩৭০ শক) অৱহট্‌ঠ ভাষাতো 'কীৰ্ত্তিলতা' আৰু আন কবিতা ৰচনা কৰা কথাই ভাষা-বুৰঞ্জীৰ এটা সন্ধিযুগৰ লক্ষণ নিৰূপণ কৰে। তেওঁ নিজেই কৈছে,—

সক্কয়বাণী বুহঅন ভাৱই
পাউঅৰস কো মম্ম পাৱই।

---

১। Ibid., "Assamese Brajabuli seems to have developed independently through direct connexion with Mithila."

২। S. K. Chatterji, *O.D.B.L.*, C. U., 1926, art. 56.

দেসিলবঅনা সৱজনমিঠ্ঠা
তেঁ তৈসন জম্পএঞো অবহট্‌ঠা। (কীৰ্ত্তিলতা)

"সংস্কৃত বাক্য জ্ঞানীজনে ভাৱনা কৰে। প্ৰাকৃতৰ ৰসনো কোনে পায়? দেশী ৰস সকলোলৈকে মিঠা; সেই কাৰণেহে অৱহট্‌ঠ ভাষা মই পৰিকল্পনা কৰিছোঁ।" মিথিলাধিপতি হৰিসিংহদেৱৰ দ্বাৰা পৃষ্ঠপুষ্ট উমাপতি উপাধ্যায়ৰ 'পাৰিজাত-হৰণ' নাটকৰ একৈশটি গীতৰপৰাই মৈথিলত গীত-ৰচনাৰ ধাৰাবাহিকতা ধৰিব পাৰি। একমতে উমাপতি বিদ্যাপতিৰ এশ বছৰৰ আগৰ কবি। কিন্তু তেওঁৰ আগতে মৈথিলত গীত ৰচনা হৈছিল বুলি অনুমান কৰিব পাৰি; আৰু ছেগাচোৰোকাকৈ তেনে গীত পোৱাও যায়; কিন্তু বিদ্যাপতিৰ গীতে মিথিলা আৰু তাৰ চাৰিপাশ একেবাৰেই জোৱাৰৰ পানীয়ে সাগৰ-বেলা ধুউওৱাৰ দৰে ধুৱাই পেলালে। মিথিলাৰ ৰাজসভাত কাব্যৰসিক আৰু চমজ্‌দাৰৰ বৈঠকত আৰু ধাৰ্মিক জনৰ সভাত বিদ্যাপতিৰ ৰাধা-কৃষ্ণবিষয়ক গীতৰ সমাদৰ দিনে দিনে বাঢ়িল। মিথিলাৰ প্ৰভাৱত অসমত, বঙ্গদেশত আৰু উৰিষ্যাত মৈথিল-মিশ্ৰিত ভাষাত গীত ৰচনা হ'বলৈ ধৰিলে। মিথিলাৰাজ হৰিসিংহদেৱৰ (প্ৰায় ১২১৮-১২৪৮ শক) পিছৰপৰাই মোৰঙ্গ অৰ্থাৎ নেপাল-তৰাইত বিশুদ্ধ মৈথিল আৰু মিশ্ৰ ব্ৰজবুলি গীত ৰচনা কৰা ৰীতি চলি আহিছে।[১]

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ব্ৰজবুলিত অসমীয়া শব্দ আৰু বৈয়াকৰণিক ৰূপ যথেষ্ট পৰিমাণে আছিল; তদুপৰি তেওঁলোকৰ ভাষাৰ ঠাঁচ অসমীয়া আৰু অনেক সময়ত জতুৱা। তথাপি তেওঁলোক মৈথিল কবিতাৰ অনুপ্ৰাসৰ ধ্বনি, ছন্দৰ নৃত্য-চপলতা, প্ৰাকৃতৰ দৰে মিঠা অৰ্ধতৎসম শব্দ আৰু ফাৰ্চী, হিন্দী আদি ভাষাৰ শব্দসম্ভাৰেৰে বিদ্যাপতি আদি কবিৰ আৰু কাব্যিক সৌন্দৰ্য নিজৰ ৰচনাত ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। তেওঁলোকৰ ভাষাকে আৰ্হি কৰি পিছৰ যুগৰ কবিসকলে গীত ৰচনা কৰিলেও আৰু ব্ৰজবুলি লিখিবৰ বাবে সচেতনভাৱে যত্ন কৰিলেও তেওঁলোকৰ ভাষা সাধাৰণ প্ৰাচীন অসমীয়াৰ ফালে বেছি ঢাল খালে; অনেক ক্ষেত্ৰত অ'ত-ত'ত ব্ৰজবুলিৰ চিটিকনি মাত্ৰ ৰ'ল। ভাবৰ বিষয়ত যেনেকৈ ভাষাৰ বিষয়তো তেনেকৈ অনুকৰণশীলতা আৰু গতানুগতিকতাহে দেখা পোৱা যায়। চৰ্চা আৰু মৈথিল, হিন্দী আদি পৰৰ ভাষাৰ জ্ঞানৰ অভাৱ ইয়াৰ মূলতে। বৰগীতৰ ভাষা সাধাৰণতে ব্ৰজবুলি; গতিকে ব্ৰজবুলিৰ ঠাঁচ এটা দিব পাৰিলেও গীতবিলাক বৰগীতৰ শাৰীলৈ উঠিব পাৰিব বুলি অনেকৰে নিশ্চয় ধাৰণা হৈছিল। বঙ্গদেশতো একেধৰণৰ ঘটনাই ঘটিছিল। প্ৰথম ব্ৰজবুলি কবিসকলৰে মৈথিলৰ জ্ঞান সীমাবদ্ধ আছিল; কালক্ৰমত পিছৰসকলৰ লিখাত বঙলা শব্দ আৰু ব্যাকৰণৰ বল বঢ়াত মৈথিলৰ

১। সুকুমাৰ সেন, বিদ্যাপতি-গোষ্ঠী, পৃষ্ঠা ৫-৬, ৫৬

ক'ৰবাত কেনেবাকৈ চিটিকনি মাথোন বৈছিলগৈ। পিছৰ যুগৰ অসমত পাণ্ডিত্যৰ অভাৱ হৈছিল বুলি ভাবিলে কিন্তু ভুল হ'ব; ভাষা-চাতুৰ্যত একাধিক কবিৰ উজ্জ্বলতা প্ৰকাশ পাইছে। অনিৰুদ্ধদেৱ, যদুমণিদেৱ আদিয়ে সুগমভাৱে তত্ত্ব ব্যাখ্যা কৰিছে। ৰামানন্দ দ্বিজে ভাষাত নতুন শব্দ আৰু বৈয়াকৰণিক ৰূপ প্ৰয়োগ কৰিছে। কিন্তু বেছিভাগ কবিৰ ৰচনাতে নিৰলঙ্কাৰ অসমীয়া ভাষা ওলাই পৰিছে। ঠায়ে ঠায়ে আইনাম, বিয়ানাম, ফকৰা আদি লোকগীতৰ ভাষাৰ প্ৰভাৱ পৰিলক্ষিত হয়।

বাব নাই বতাস নাই কদম কেনে লৰে।
কদমৰ চনকা ঠাল জোলে ভাগি পৰে॥

—গোপাল আতা

পুখুৰীত পানী নাই চৌপাশ বুড়ে।
বাসাত পক্ষী নাই ঝাকে ঝাকে উৰে॥

—ৰামানন্দ কায়স্থ

## ব্ৰজবুলি ব্যাকৰণ

পুৰণি অসমীয়া ভাষাৰ অন্তৰ্গত ব্ৰজবুলি বা ব্ৰজাৱলী ভাষা বিশিষ্ট এটা ৰূপ। অনেক সময়ত পুৰণি অসমীয়া ভাষাৰপৰা ই পৃথক। ইয়াৰ বৈয়াকৰণিক ৰূপবোৰ তলত দিয়া হ'ল।

## বিধি বা অনুজ্ঞা

বিধিৰ দুবিধ প্ৰত্যয় ঃ (১) দ্বিতীয় পুৰুষ আৰু (২) তৃতীয় পুৰুষ। দ্বিতীয় পুৰুষত বিধিক দুভাগ কৰিব পাৰি ঃ (ক) সাধাৰণ অনুজ্ঞা আৰু (খ) ভৱিষ্যতৰ অনুজ্ঞা।

**দ্বিতীয় পুৰুষ**—(ক) সাধাৰণ অনুজ্ঞাৰ প্ৰত্যয়—অ, উ, ও, হ, হু, হো, ত, তু, তহু (তহো), আব, না

অ—কহ, চল, ছোড়, জান, শুন, উঠ

উ—কৰু, লাগু, তেজু, পেখু, ৰহু

ও—দেখো, পেখো

হ—ছোড়হ, কৰহ, শুনহ

হু—কৰহু, ছাড়হু, জপহু, বোলহু, লেহু

হো—সেৱহো

ত—দেখত, গাৱত, পুছত, লাৱত

তু—ৰহতু

তহু (হো)—কৰতহু (হো)

আব (অ)—কৰাব, খাব

না—ধৰনা

(খ) ভৱিষ্যতৰ অনুজ্ঞাৰ চিন—ব, বি (ভৱিষ্যতৰ প্ৰত্যয়)—

কৰব (হ), কৰবি, কহবি, ৰাখবি, বঞ্চবি

দ্বিতীয় পুৰুষৰ সাধাৰণ অনুজ্ঞাত বিদ্যাপতি আৰু বঙলা ব্ৰজবুলিত, অ আৰু হ এই দুটা মাত্ৰ প্ৰত্যয় ব্যৱহাৰ হয়—কহে যদুনন্দন শুন নন্দনন্দন ঃ মীলহ সবজন ভাগি॥ প.ক.ত. ৩৭[1]

ভৱিষ্যতৰ অনুজ্ঞাৰ চিন— ইহ ঃ জীৱন ৰহিলে পুৰাইহ কাম।— বিদ্যাপতি, প.ক.ত. ২৫৪।

তৃতীয় পুৰুষৰ প্ৰত্যয়— -অ,-উ,-ও(+স্বাৰ্থে ক), -ত, -তুঃ

জয়, বিজয়

ৰহু, মজু

কৰতু, কহতু, জীৱতু, ৰাখতু, ৰাজতু।

## কৰ্মবাচ্যৰ অনুজ্ঞা

কিয়ো (কিয়ে) [সং ক্ৰিয়তাম্], গায়ো [সং গীয়তাম্], বন্ধায়ো, লায়ো, মিলায়ো, বাহুড়ায়ো, পায়ো, এড়ায়ো, ভয়ো [সং ভূয়তাম্], মেলিয়ো।

বিদ্যাপতি আৰু বঙলা ব্ৰজবুলিৰ তৃতীয় পুৰুষৰ অনুজ্ঞা প্ৰত্যয়— -অউ, -উ; -উ (+স্বাৰ্থে ক)—হেম ধৰউ নিজ বান।— গোবিন্দদাস, প.ক.ত., ৩৭১। মান ৰহুক পুন যাউক পৰাণ।— বিদ্যাপতি, প.ক.ত., ৫২১।

## নিত্য বৰ্তমান কাল

প্ৰথম পুৰুষৰ প্ৰত্যয়—উ, -হু(হুঁ), -হো(হোঁ), -ও(ওঁ) -ওহোঁ, -এও (এো, য়ো), -অএও (অএো), -ইয়ে, -ৰত, কাচিৎ, সি।

উ—দেখু (সন্দেহজনক, অনুজ্ঞা ২য় পুৰুষ সম্ভৱতঃ

হু (হুঁ)—লেহু (অনুজ্ঞা ২য় পুৰুষ চোৱা)

সেবহু (হোঁ), সেবহুঁ (হোঁ), হেৰহুঁ (হোঁ)

হো (হোঁ)—সেবহো (হুঁ), সেৱহোঁ (হু), বোলহোঁ, লেহোঁ, বঞ্চহোঁ, হেৰহোঁ, ছাড়হোঁ

ও (ওঁ —কৰো, কান্দো, নেদেখোঁ (নাদেখো), জানো, নজানো, লাগো, চিন্তো, দেখো, মাগো, মাগোঁ

---

১। প.ক.ত. = পদ-কল্প-তৰু।

ওঁ (হোঁ)—কৰোঁহোঁ, মাগোঁহো।

এঙ (এঙা, য়ো)—হএঙ (হুঁ, হোঁ, হয়ো), হএঙ, হএঙ (য়ো)

জে—জসোৱা গোপাল কোলে লিজে। বয়ন ভৰিয়ে ঘন চুম্বন দিজে॥ (ভূমি°)

জএঙ—লিজএঙ

ই—পাই

ইয়ে—মৰিয়ে

ৰত—খেলাৰত

ৰত (ৰি)—খাৰতৰি, পাৰতৰি

সি—তোমাক হামু খাইতে নাহি দেসি (পিম্পৰা°)

বিদ্যাপতিৰ আৰু বঙ্গীয় ব্ৰজবুলিত প্ৰথম পুৰুষৰ চিন -হুঁ (হু), -উঁ, (উ), -ওঁ (ও), -মো, -ঙ-, -ই, -ইয়ে, -অত, -অ; যেনে—প্ৰাৰ্থহুঁ, হাম কৰু তুয়া গুন গান।—উদ্ধৱ দাস, প.ক.ত., ৫৬৯; সব দুখ কহো তাৰ পাশে।।—বিদ্যাপতি; পুছমো এ সখি পুছমো তোয়।।—বিদ্যাপতি, প.ক.ত., ২৫০; বেয়াধি ঘুচাওঁ তোয়।—জ্ঞানদাস, প.ক.ত., ১১৯; পৰনাৰি নয়নে না হেৰি।—যদুনন্দন দাস, প.ক.ত., ১৮২; তব হাম জনম ঃ সফল কৰি মানিয়ে।—জ্ঞানদাস, প.ক.ত., ৫০৭; বচনক চাতুৰি হাম নাহি জান।—বিদ্যাপতি, প.ক.ত., ১১১।

অধ্যাপক সুকুমাৰ সেনৰ মতে (১) -হুঁ, -উঁ; -ওঁ 'অহ' <* 'হউঁ'ৰপৰা ওলাইছে; (২) -'মো', -'ঙ' সং উত্তম পুৰুষৰ পৰস্মৈপদীয় বহুবচন প্ৰত্যয় "মঃ"অৰপৰা আহিছে; (৩) 'ই' সং উত্তম পুৰুষৰ পৰস্মৈপদ একবচনৰ "মি"ৰপৰা ওলাইছে। সংস্কৃতৰ উত্তম পুৰুষৰ একবচনৰ প্ৰত্যয় প্ৰ° -আমি, -ইমি; অপভ্ৰংশ -অউঁ। ব্ৰজবুলিৰ -উ, -ও, (ওঁ), -এঙ (এঙ) প্ৰত্যয়ৰ সম্পৰ্ক অপভ্ৰংশৰ -অউঁ প্ৰত্যয়ৰ লগত। হু (হুঁ), হো (হোঁ), ওহোঁ—এই বিস্তৃত ৰূপকেইটাৰ সম্বন্ধ দেখুওৱা হৈছে প্ৰাকৃতৰ উত্তম পুৰুষৰ হউঁ (<* hakam <* ahakam) সৰ্বনামৰ লগত। *ODBL*, p.943. ড° কাকতিয়ে দ্বিতীয় পুৰুষৰ ক্ৰিয়াৰ (কৰহ, কৰাহা, কৰিলিহি, কৰিবিহি, কৰিলাহা, কৰিবাহা) -হ- অংশ লক্ষ্য কৰি এই ব্যুৎপত্তিত সন্দেহ কৰে আৰু চৰ্যাপদৰ প্ৰথম পুৰুষৰ ৰূপলৈ (অহ্মে দেহ, অম্ভে ন জানহুঁ) আঙুলিয়াই এই ৰূপবোৰ অপভ্ৰংশৰ উত্তম পুৰুষৰ বহুবচন -অহুঁ প্ৰত্যয়ৰপৰা (বট্টহু < বৰ্ত্তামহে) অহা বুলি অনুমান কৰে [*A.FD* arts. 760-61]। -ৰত সংস্কৃতৰ -তি-পৰা উদ্ভূত।

দ্বিতীয় পুৰুষৰ প্ৰত্যয়—অ (< -হ < -থ), -উ, -ও, -হ, -ত, -স, -ই, -সি

অ—নাকৰ

উ—কৰু, দেখু (খো)

ও—নাপেখো (খ)

হ—বৈঠহ

ত—পুছত, ফিৰত, খেলাৱত, বুঝত

স—চিন্তস, নপাস

ই—নাহেৰি (নেহেৰি), জানি, পঢ়ি, নজানি, বখানি

সি—কৈছে না দেসি দৰসন এতিবেৰি (কেলি°)

তৃতীয় পুৰুষৰ বিভক্তি -অ, -অ (+আ), -উ, -ত, -তহুঁ, -ৱত, -তু, -ই, -য়, -অই, -আই, -এ, -বে, -ইয়ে, -জে, -হু।

অ—কহ, কৰ, ৰহ

উ—কৰু, ৰহু, নপাৰু, ধৰু

অ (+আ)—পৰকাশা, নজানা, জানা, বখানা, ধিয়ানা

ত—স্মৰত, দেখত, বাজত, ধৰত, ফিৰত

তহুঁ—কৰতহুঁ

ৱত—আৱত, গাৱত, পাৱত, বাৱত, ফিৰাৱত

তু—কৰতু, কহতু

ই—বখানি, জানি, ৰহি, ধাই, হোই, পাই

য়—জীৱয়, কহয়, পুছয় (য়ে)

অই—কহই, তেজই

আই—ভুলাই, ঝুৰাই, মিলাই, নয়ুৰাই

এ—হাসে, বোলে, ৰহে, কহে

বে—জীবে (য়ে), আবে, দহবে (য়ে), নাবে, গাবে, দুলাবে

ইয়ে—পেখিয়ে

জে—পীজে, পীজে

হু—লেহু

বং ব্ৰ° দ্বিতীয় পুৰুষৰ প্ৰত্যয়—অ, উ, হ, ই, সি। যেনে—জান, ৰহ, কৰু, ৰহু আন ৰমণি সঞে কৰহ বিলাস।— বিদ্যাপতি চম্পতি, প.ক.ত., ৩৮৬।

বং ব্ৰ° তৃতীয় পুৰুষৰ প্ৰত্যয়—অ, উ, অত, ত, অন্ত, তি, আই, ই, এ, আয়ে, ওয়ে, অহু। যেনে—দুহুঁ মন মান ঃ সাফল ভেল জীবন—ৰাধামোহন, প.ক.ত., ৫০; তবহিঁ নয়নে ঝৰু বাৰি।।— ৰাধামোহন, প.ক.ত., ১১৩; আনন্দে হেৰত, গোবিন্দদাস

প.ক.ত., ৫২; কত যে কলাবতি ঃ যুবতি সুমুৰতি ঃ নিবসতি গোকুল মাহ, গোবিন্দ দাস, প.ক.ত., ৬২, কবহুঁ ন জানই সুৰতকি ৰীত॥— ৰাধামোহন, প.ক.ত., ৫১; তুলনীয়, কাঁদন হাসি দেই গাৰি॥— বিদ্যাপতি, প.ক.ত., ১০৫; বৈঠে, চলে; ভণয়ে বিদ্যাপতি; শুনহ যুবতি ঃ চীত থিৰ নাহি হোয়। প.ক.ত., ৫৭; গুণবতি নাৰি ৰসিক জন পাওয়ে॥— বিদ্যাপতি, প.ক.ত., ২০৭; ভণহু, দেখহু।

## স্বৰূপ বৰ্তমান কাল

ৰৰগীতত স্বৰূপ বৰ্তমানৰ ৰূপ বিৰল। আমি ৰৰগীতৰ এঠাইত মাত্ৰ তাৰ চিন পাইছোঁ; সিও সন্দেহজনক ঃ "ৰাম মেৰি হৃদয় পঙ্কজে বৈছে।" (পাঠান্তৰ—বৈসে, বৈথে।) নাটকত এই ৰূপ পোৱা যায়।—

"হামু ভূমি পাৰে চলইছি" (কেলি°)।

"অন্যো অন্যে কহৈছে" (কালি°)।

"পৰম চিন্তিত হুয়াছে" (কেলি°)।

অতীত কালত সকলো পুৰুষতে -অল (ল) প্ৰত্যয় যোগ কৰি ক্ৰিয়ামূল নিষ্পন্ন কৰা হয়। প্ৰথম পুৰুষত বেছি ভাগটি ঠাইতে তাৰ লগত -ওঁ বিভক্তি যোগ হয়। দ্বিতীয় পুৰুষত কেতিয়াবা তাৰ লগত -ই, কেতিয়াবা নিপাতনৰ -হ, কেতিয়াবা -আ যোগ কৰা হয়। তৃতীয় পুৰুষতো -ই আৰু -হ আৰু কেতিয়াবা -ও (অ-ৰ গভীৰ উচ্চাৰণ বুজাবলৈ) সংযুক্ত হয়।

প্ৰথম পুৰুষ—কৰল, বন্ধল, (লো) কৈলো, ভৈলো

দ্বিতীয় পুৰুষ—ৰহল, ডাকল, দেলহ, পড়লি

তৃতীয় পুৰুষ—গেল (লি), লেল (লৈল), ভৈল (ভেল), নিৰমিল, হৰাবল

স্বৰূপ বৰ্তমানৰ প্ৰায় সকলো ৰূপেই স্বৰূপ ভূতত ব্যৱহাৰ কৰিব পাৰি আৰু কৰা হৈছে।

ভূত কালত তিনিও পুৰুষতে উ, য়, য়া, য়ো প্ৰত্যয় ব্যৱহাৰ হোৱা দেখা যায়। ই হিন্দীৰ সমান্তৰাল—কয় (য়ো), আয়া, পায়া, খায়া, কায়ো, ভয়ো, হয়ো, ভৈয়ো।

## স্বৰূপ ভূত কাল

স্বৰূপ বৰ্তমানৰ দৰে স্বৰূপ ভূতো বিৰল। দুঠাইত ইয়াৰ চিন পাইছোঁ— ৰহলছি, খেলাইছিলো।

ধাতুৰ যি -অল (ল) প্ৰত্যয় যোগ কৰি ক্ৰিয়ামূল বা verb stem সম্পন্ন কৰা হয়, সি মূলতঃ বিশেষণ প্ৰত্যয়। সেই কাৰণে বিদ্যাপতিৰ ভাষাত (কেশ পসাৰি ঃ যবহুঁ তুহুঁ আছলি উৰ পৰ অম্বৰ আধ। বি° আৰু বঙ্গীয় ব্ৰজবুলিত কৰ্তৃপদ স্ত্ৰীবাচক

হ'লে ক্রিয়াপদত স্ত্রী-প্রত্যয় যোগ দিয়া হয়; কিন্তু বঙলা ভাষাৰ প্ৰভাৱ হেতুকে বঙলা ব্ৰজবুলিত স্ত্রী-প্রত্যয় প্রায়েই যোগ দিয়া নহয়। অসমীয়া ব্ৰজবুলিত স্ত্রী-লিঙ্গৰ কোনো বিশিষ্ট চিন নাই।

-অল প্রত্যয়ান্ত অতীতৰ প্রথম পুৰুষত কেতিয়াবা -উ (< অহম্) বা -ম (='মো'=আমি) যোগ হয়; কেতিয়াবা একো যোগ নহয়। যেনে—পেখলুঁ, জীয়লুঁ; দেবগন আএল।— উমা°; গৰজই ঘৰ নাহি আয়ল কন্ত।— বি°; সুন্দৰি তৈখনে কহলম তোয়।—গোবিন্দদাস, প.ক.ত., ৪৩৫; স্বৰূপে কহল সব তোয়।— গোবিন্দদাস, প.ক.ত., ৫০১।

দ্বিতীয় পুৰুষৰ বিভক্তি -লি। যেনে—মঝু লাগি যতন ঃ কয়লি দুখ পায়লি ঃ দৈবহি যদি নহ কাজ।—ৰাধামোহন ঠাকুৰ, প.ক.ত., ৪৫।

তৃতীয় পুৰুষত কোনো বিভক্তি নাই কিন্তু স্ত্রী-লিঙ্গৰ চিন ই (ঈ) যোগ হয়। যেনে—হেৰি সখি কয়লি পয়ান।।—বংশীবদন, প.ক.ত., ৪৭৪; ৰতন মন্দিৰ মাহা ঃ বৈঠলি সুন্দৰি ঃ সখি সঞে ৰস পৰথায়। গোবিন্দদাস, প.ক.ত., ৫৮; গেলি কামিনি ঃ গজহু গামিনি ঃ কুহকি ভেলি বৰ নাৰী।। বিদ্যাপতি, প.ক.ত., ৫৭।

তিনিও পুৰুষতে ক'তো ক'তো -আ প্রত্যয় দেখা যায়। এই -আ'ৰ পূৰ্ব্বৱতী ৰূপ '-আহ' প্রাচীন মৈথিলত সম্মানসূচক বহুবচনত ব্যৱহৃত হৈছিল। অসমীয়া ব্ৰজবুলিত প্রাচীন আৰু আধুনিক অসমীয়াৰ দৰে মাত্র দ্বিতীয়াত -আ ব্যৱহাৰ কৰা হৈছে।

অসমীয়া ব্ৰজবুলিত -হ, -হোঁ-ৰ দৰে -অল অতীতৰ পিছত স্বার্থে বা নিশ্চয়ার্থে -হ, -হি, -হুঁৰ সংযোগ বিদ্যাপতিৰ লেখাত আৰু বং ব্ৰজবুলিত পোৱা যায়। যেনে— চললিহ কানুক আগে। গোবিন্দদাস, প.ক.ত., ৪৪৪।

-অলৰ বাহিৰেও ব্ৰজবুলিত মাগধীৰপৰা অহা অতীত প্রত্যয় 'ই'-ৰ ব্যৱহাৰ আছিল; অসমীয়া ব্ৰজাৱলী ভাষাত ইয়াৰ ব্যৱহাৰ নাই। অধ্যাপক সেনৰ মতে মাগধীৰ 'ই' সংস্কৃত 'ক্ত' প্রত্যয়ৰপৰা আহিছে।

সংস্কৃতৰ 'ক্ত' প্রত্যয়ৰপৰা হিন্দীলৈ অহা আৰু হিন্দীৰপৰা (য়া, য়ী, য়ে) ব্ৰজবুলিলৈ অহা -'ও' অসমীয়াৰ বাহিৰে আন ব্ৰজবুলিত মাত্র তৃতীয় পুৰুষতহে ব্যৱহাৰ হয়। যথা—দূৰে গেও মুৰলি-আলাপন গীত।। ঘনশ্যাম দাস, প.ক.ত., ৫১০।

বৰ্তমানৰ -'উ' অধ্যাপক সেনৰ মতে অতীতৰ প্রত্যয়হে। এই প্রত্যয় পশ্চিমা অপভ্রংশৰপৰা আহিছে আৰু তাৰ মূলতো সংস্কৃতৰ 'ক্ত' প্রত্যয়। বৰ্তমান কালৰ ক্রিয়াপদ প্রায়েই অতীতত প্রয়োগ কৰা দেখা যায়।

## ভৱিষ্যত

প্ৰথম পুৰুষৰ বিভক্তি -ব, -বহোঁ আৰু -বোঁ। যেনে—পেখব (পেখবোঁ, পেখিবোঁ), ভেটব, ধৰব (বো), জানবোঁ, কহবোঁ, পেখবোঁ, মাখবোঁ, কৰাববো, ধৰবহোঁ, (ধৰব অব)।

বঙলা ব্ৰজবুলিত প্ৰথম পুৰুষৰ বিভক্তি— -ব, -বি (স্ত্ৰী প্ৰত্যয় 'ই')। যেনে—তেৰে বধূ হাথ ঃ ভীখ হাম লেয়ব।—গোবিন্দদাস, প.ক.ত., ৩৯৮, দেবি নেবি, প.ক.ত., ৩য় খণ্ড, ১৬৯।

দ্বিতীয় পুৰুষৰ বিভক্তি—বি, তুহুঁ। হোয়বি চন্দন-সম শীত। —ৰাধামোহন, প.ক.ত. ৫১।

তৃতীয় পুৰুষৰ বিভক্তি -ব, -বে। কাম গুৰু হোই শিখায়ব পাঠ॥ বিদ্যাপতি, প.ক.ত. ৪৯; আবেশে আঁচৰে পিয়া ধৰবে।—বিদ্যাপতি, প.ক.ত., ৩য় খণ্ড।

অসমীয়া ব্ৰজবুলিত দ্বিতীয় পুৰুষৰ বিভক্তি— -ব, -বি পাবব। ভৱিষ্যতৰ অনুজ্ঞা চোৱা।

তৃতীয় পুৰুষৰ বিভক্তি— ব, -বি। মিলব, পূৰব, পাবব। জনাব, সহবি, আবব।

## কৰ্মবাচ্য

কৰ্মবাচ্যৰ প্ৰত্যয় -ই সংস্কৃতৰ -য়'ৰপৰা আহিছে। উদাহৰণ—নপাৰি (= ন পাৰ্য্যতে), জানি (= জ্ঞায়তে), শুনি (শ্ৰূয়তে), নাকাই (= ন ক্ৰিয়তে)।

বং ব্ৰ°ত -ই, -ইয়ে প্ৰত্যয়ৰ প্ৰয়োগ আছে। যেনে—বাহিৰ তিমিৰে না-হেৰি নিজ দেহ, গোবিন্দদাস, প.ক.ত., ৩৪২; অহৰ্নিশি শয়নে ঃ সপনে আন না হেৰিয়ে। —ৰাধাবল্লভ, প.ক.ত., ১৯৬।

## সমাপিকা ক্ৰিয়া

সমাপিকা ক্ৰিয়া দুবিধ ঃ

(১) ক্তাচ্, ল্যপ্-প্ৰত্যয়াৰ্থক সমাপিকা বা সিদ্ধা ক্ৰিয়া।

(২) শত্ৰৰ্থ বা শতৃবোধক সমাপিকা ক্ৰিয়া।

## সিদ্ধা ক্ৰিয়া

সিদ্ধা ক্ৰিয়াৰ প্ৰত্যয় -ই (য়, আই), -য়া (ই+আ স্বাৰ্থে), -ইয়ে, -ইয়েকহোঁ (-ইয়ে+কহোঁ নিপাত)। ল্যপ্‌যুক্ত অসমাপিকা 'কয়' (আধুনিক 'কৈ' = কৰি) ক্ৰিয়াৰে যুক্ত ক্ৰিয়া গঠিত হয়।

ই—বিছুৰি (ড়ি), ভুলাই, সেৱি, খেদি, শুনি, নে (না) দেখি

য়—কয়, হেৰয়

ইয়ে—পেখিয়ে (তে), জিনিয়ে, বনিয়ে, তেজিয়ে

য়া—লোটায়া, পায়া, ন পায়া, ফেৰিয়া

ইয়েকহোঁ—কৰিয়েকহোঁ, বৈঠিয়েকহোঁ

হি—লেহি

শত্রর্থ-ধাতুও সমাপিকাৰূপে ব্যৱহাৰ হোৱা দেখা যায়—পেখিতে।

ব° ব্ৰ°ত সমাপিকাৰ দুটা প্ৰত্যয়—ই (আই), অ। যেনে —সো তনু-তাপে ভসম-ভাই যায়॥ গোবিন্দদাস, প.ক.ত., ৯০; তাহিঁ যাই উপনীত॥— বলৰাম দাস, প.ক.ত., ১০৬; অন্ধ ধাই কিয়ে ঃ দশ দিশ খোঁজত, —গোবিন্দদাস, প.ক.ত., ১২; ধৈৰজ ধৰহ মিলায়ব আন॥—বিদ্যাপতি, প.ক.ত., ১০৪

## শতৃবোধক সমাপিকা

সংস্কৃতৰ শতৃ প্ৰত্যয়ৰপৰা অহা -ত, -ইতে ব্যৱহাৰ কৰি সমাপিকা ক্ৰিয়া নিষ্পন্ন কৰা হয়।

ত—কৰত, দেখত, কৰতহু (হু স্বাৰ্থে), ভাৱতৰি (ৰি স্বাৰ্থে)

ইতে—শুনিতে, গুণিতে, পুছিতে, বোলিতে

## সমাপিকা (Absolute)

-ই, -ইয়ে প্ৰত্যয় যোগ কৰি সমাপিকা ক্ৰিয়া গঢ়া হয়।

ই—পৰশি

ইয়ে—দুখ দেখিয়ে মাই নয়নে ঝুৰাৱত পানী॥

## তুমৰ্থ ভাৱবচন

অসমীয়া -'বলৈ' প্ৰত্যয়ৰ অৰ্থত ব্ৰজাৱলী ভাষাত -ইতে, -য়ে ব্যৱহাৰ হয়। প্ৰথমটো প্ৰত্যয় -ইতে<সং শতৃ প্ৰত্যয়।

-ইতে—তৰিতে, কৰিতে, ধৰিতে

-য়ে—তৰয়ে, গোপয়ে

-ৱনোকু (কো) শ্যাম বলৱনোকো (কু)

ব° ব্ৰ°ত শতৃবোধক অসমাপিকাত -অত আৰু কেতিয়াবা -অইতে প্ৰত্যয় হয়। যেনে—জপত, জলত; যাইতে পেখলুঁ গজ-ৰাজ গমনি ধনি॥ বিদ্যাপতি, প.ক.ত., ১৯৭

প্ৰাচীন অসমীয়াত শতৃবোধক -অন্তে আৰু আধুনিক অসমীয়াত -ওঁতে প্ৰত্যয় ব্যৱহাৰ হয়। যেনে—যাহন্তে দেখিলা নন্দকুমাৰ। নেন্ত চুৰ কৰি চিত্ত আমাৰ॥ কীৰ্ত্তন, ৮৫৩; তোমালৈ চাওঁতে জপনা দেওঁতে ফুটিলে অঁঘেয়া ফুলে।—বনগীত

ব° ব্ৰ° ঃ তুমৰ্থত -অইতে, -অইত, -অত, -অই, -উ ব্যৱহাৰ হয়। যেনে—পিবইতে কৰু অনুবন্ধে॥ গোবিন্দদাস, প.ক.ত., ১২; প্ৰেম-ভৰে চলই না পাৰ॥ গোবিন্দদাস, প.ক.ত.; আগোৰত প.ক.ত.; ২৯৩ সহ প.ক.ত., ১১৪

## নিজন্ত বা পাঁচনি ধাতু

পাঁচনি প্ৰত্যয় -আ (<-আৱ < আপ)—ভুলাই, জনাই, জীয়াৱত, লোটায়া, গোৰাঁই, গেঞাই, গৱাই (সং গময়তি)। কেতিয়াবা কোনো প্ৰত্যয় যোগ নহয়। ভূলি, ছুড়ি।

## নামধাতু

যেই কোনো তৎসম বা অৰ্ধতৎসম শব্দই ব্ৰজবুলিত ক্ৰিয়াৰূপে ব্যৱহাৰ হ'ব পাৰে। আধুনিক অসমীয়াৰ দৰে ইয়াত নামধাতুৰ কোনো প্ৰত্যয় নাই। যেনে—ধিয়ানা (< ধ্যান), আন্ধাৰি (< আন্ধাৰ), তৰাসি (< তৰাস, ত্ৰাস), লাজে (< লাজ, লজ্জা), ৰোল (<ৰোল), ঝনকে (< ঝনক), আনন্দি (< আনন্দ)

## থিক

'থিক' (= হয়, আছে—নিশ্চয়াৰ্থক) শব্দ পৰসৰ্গৰ দৰে আন অসমাপিকা প্ৰত্যয়ৰ লগ লাগি স্বৰূপ ভূত ক্ৰিয়াৰ কাম কৰে। কেতিয়াবা সামান্য নিশ্চয়াৰ্থক ক্ৰিয়াৰূপেও ইয়াক প্ৰয়োগ কৰা হয়।

ন থিক দিবাকৰ ন থিক হুতাস।—উমা°
তাকৰ ছোড়াইতে শখ নাহি (হোই) থিক।
সচেতন সব থিক অচেতন হোই।
হামু থিক ঃ অচেতন হোই।
হোই অচেতন ঃ থিক কদম্ব-তলে।
থিক তোহাকেৰি ভাগ॥
জোহি থিক নিজানন্দ সুখে।
হৃদয়ে মুষ্টি হানি আৰ্ত্তৰাৱ কৰিয়ে থিক।—কালিয়দমন নাট
ব্ৰহ্মাণ্ড ভিতৰে কোন দুলভ থিক।

হিন্দীত বচন আৰু লিঙ্গভেদে সম্পূৰ্ণ ভূতত থা, থে, থী, থীঁ ব্যৱহাৰ হয়। আধুনিক মৈথিলীত -থিক, -থিন্হ, -থুন্হ ব্যৱহাৰ হয়। হিন্দীৰ -'থা' যুক্ত সম্পূৰ্ণ ভূতৰ

দৰে অসমীয়া ব্ৰজবুলিতো অতীত ক্ৰিয়াৰ পিছতো '-থিক' যোগ হোৱা দেখা যায়।

## কাৰক-বিভক্তি

ব্ৰজাৱলী ভাষাত কাৰক ছটা—কৰ্তা (প্ৰথমা), কৰ্ম-সম্প্ৰদান (২য়া-৪ৰ্থী), কৰণ (৩য়া), অপাদান (৫মী), সম্বন্ধ (ষষ্ঠী), অধিকৰণ (৭মী)। অপাদান কাৰক অতি বিৰল। অসমীয়া ভাষাৰ দৰে সম্বোধনৰ বিশেষ ৰূপ নাই। সকলো কাৰকতে বিভক্তিহীনতাৰ প্ৰীতি এটি সাধাৰণ লক্ষণ।

প্ৰথমা—বেছিভাগ ঠাইতে বিভক্তি যোগ নিদিয়াই ব্ৰজাৱলী ভাষাৰ নিয়ম বুলিব পাৰি। যথা—কাকু শঙ্কৰ কৰ, ঈশ স্বৰূপে হৰি ঃ সব ঘটে বৈঠহ। কেতিয়াবা -এ প্ৰত্যয় যোগ দিয়া হয়। যথা—দীন মাধৱ দাসে গাৱে। কতনা যতনে ঃ বিধিয়ে নিৰমিল ঃ সুন্দৰ কানুক ৰূপ। বিধিয়ে নিৰমিল ঃ যতনা ৰূপ-গুণ। বিভক্তিহীন প্ৰথমাত স্বাৰ্থে -হু, -হি যোগ হ'ব পাৰে। যেনে—সেৱক সবহুঁ (পাঠান্তৰ- সবহি) মানি আতমা গোবিন্দে। -হি প্ৰত্যয়ৰ দুটা মূল হ'ব পাৰে—(১) নিশ্চয়াৰ্থক হি অব্যয় (হিন্দী), অথবা (২) তৃতীয়াত প্ৰযুক্ত ৭মীৰ প্ৰত্যয় -হিঁ; অসমীয়া ব্ৰজবুলিত তৃতীয়াৰ এই প্ৰত্যয় দেখা নাযায়। বঙলা ব্ৰজবুলিত প্ৰথমাত -'হি'ৰ প্ৰয়োগ, যথা—নাসহিঁ যাক অৱশ কৰু অঙ্গ।—গোবিন্দদাস, প.ক.ত., ২৩৩; মৰমক বেদনা মৰমহি জানত।—গোবিন্দ, প.ক.ত., ১৯২

দ্বিতীয়া-চতুৰ্থী—প্ৰথমা আৰু ৭মী বিভক্তিৰপৰা অহা -এ প্ৰত্যয় দ্বিতীয়াত মাজে মাজে হোৱা দেখা যায়। যথা—সেৱক সবহুঁ মানি আতমা গোবিন্দে। কহ মোহে কানুক বাতে।

-ক, -কে, -কু, -কো প্ৰকৃততে চতুৰ্থী (সম্প্ৰদান) বিভক্তিহে; পিছত সিবিলাক দ্বিতীয়াত প্ৰয়োগ কৰা হৈছে। কুচকহোঁ ধৰি হৰি। গতিকে এইবোৰ বিভক্তি অচেতন পদাৰ্থৰ নামত যোগ দিয়া নহয়। সবকহু মাৰি; বোলত বাণী গোৱাৰীক চায়া। গোৱাৰীক যশোৱা; গাৰি দিয়ে খেদল। নিত হামাকে (পাঠান্তৰ হামাকু) ধিয়ানা। কমল-নয়নকে ঃ আজু পেখলোঁ মাই। হামাকু কৰত অনাথা। হৰিকো নাহি পাই হৰিকো (পা° হৰিকে) ভজ লোই।

তৃতীয়া—'এ' বিভক্তি সং তৃতীয় একবচনৰ -'এন'ৰপৰা উদ্ভূত।

হাতে তালি বজাই॥
কয়লহ বশ্য মোহে প্ৰেম অনুৰাগে॥
অৰূপ ৰূপে নয়ন দুহুঁ পূৰলোঁ॥

**বিভক্তিহীন তৃতীয়া—**

বিৰহিত শ্যাম তনু ধেনু-পদ-ৰেণু।
ৰতন ভূষণ সব-শৰীৰ উজল॥
পেখলোঁ আখি।
লাবণ্য কোটি মনমথ মোহে॥
কৰায়বো সান সুশীতল পানী॥

সংস্কৃত "সনম্" অব্যয়ৰপৰা উদ্ভূত 'চএঃ' (সএঃ) শব্দৰো তৃতীয়াবাচক প্ৰয়োগ হয়।

হৰি চএঃ (পা° সএঃ, সঙ্গে) মিতু বন্ধায়ো।
হামু বালেক চএঃ খেড়ি খেলাৱত।

সংস্কৃত সৰ্বনামৰ সপ্তমীৰ -'স্মিন্' প্ৰত্যয়ৰপৰা -'হি' প্ৰত্যয় উৎপন্ন হৈছে। (Varna. ratnakara, পৃ. ৫১, ৫২)।

প্ৰকৃততে তৃতীয়াৰ বহুবচনৰ বিভক্তি 'হিং' প্ৰয়োগ কৰা হয়। শৌৰসেনী—"পুত্তেহিং," মহাৰাষ্ট্ৰী—"পুত্তেহি (ং)" =* পুত্ৰেভিঃ। বঙ্গীয় ব্ৰজবুলিত -'এ (-এঁ)', '-হি', সং সমম্ অব্যয়ৰপৰা অহা '-সেওঁ', '-সোঁ' আৰু 'সএঃ' প্ৰত্যয়যুক্ত আৰু বিভক্তিহীন তৃতীয়াৰ ব্যৱহাৰ দেখা যায়—বাহিৰে তিমিৰে না হেৰি নিজ দেহ, প.ক.ত.; অনিমিখ নয়নহি নিৰখই দশ দিশ—ৰাধামোহন, প.ক.ত., ১৭৩; চন্দ্ৰাৱলী সএঃ বিলসই মাধৱ। প.ক.ত., সো ভিগি আওল শাঙন মেহ। গোবিন্দদাস, প.ক.ত., ৫৪৮

হিন্দীত * '-কে সাথ'ৰপৰা উদ্ভূত 'সাত' শব্দৰ তৃতীয়াবাচক প্ৰয়োগ হয়। যথা—বালেক সাতে। নিশাচৰ সাতে; সব সৈন্য সাতে; সজ্জন সাতহি (হিং 'কে সাথহী'; -হি নিশ্চয়াৰ্থক অব্যয়) এক মিলানকিয়ে।

**পঞ্চমী**—পঞ্চমী বিভক্তি আৰু অপাদান কাৰকৰ ব্যৱহাৰৰ কাৰ্পণ্য অসমীয়া ব্ৰজবুলিত মন কৰিবলগীয়া কথা। বৰগীতত অপাদানবোধক পদক প্ৰায় সম্পূৰ্ণৰূপে এৰা দিয়া হৈছে। "ৰাজীৱ অধিক শুহাই" সংস্কৃত বাক্যসঙ্গতিৰ ফালৰপৰা চালে আৰু ইয়াত সমান নাই হোৱা বুলি ধৰিলে ৰাজীৱ শব্দ (ৰাজীৱাৎ = ৰাজীৱতকৈ) বিভক্তিহীন পঞ্চমী বুলি ধৰিব পাৰি। "ঘৰহি ঘৰহি সব ফিৰৎ চকোৰা"—ইয়াত 'হি' সপ্তমীৰ প্ৰত্যয় আৰু "ঘৰহি ঘৰহি" (ঘৰে ঘৰে = গৃহং গৃহং) ক্ৰিয়া-বিশেষণীয় পদৰূপে ব্যৱহাৰ হৈছে। "গৃহাৎ গৃহং" অৰ্থ কৰি প্ৰথম 'ঘৰহি' শব্দৰ 'হি' প্ৰত্যয় পঞ্চমীৰ বুলি ধৰা দুৰূহ।

নাটকীয় ব্ৰজবুলি কথাত ল্যপ্'যুক্ত সমাপিকা ক্ৰিয়া প্ৰয়োগ কৰি পঞ্চমীৰ

হাত সৰা (সম্প্ৰতি ওহি হ্ৰদ চোড়ি তোহাৰি পূৰ্ব্বক থান ৰমণ দ্বীপক....চলহ— কালিদমন) বা 'শেষে ষষ্ঠী' ব্যৱহাৰ কৰা (গৰুড়ৰ কিছু শঙ্কা নাহি কৰবি—কালিদমন) দেখা যায়; কিন্তু, 'হন্তে' যোগ দি পঞ্চমী নিষ্পন্ন কৰা হয়; যথা—ডেৰ দিয়া নামি সৰ্পক ফণা হন্তে অন্তৰ হুয়া ৰহল।—কালিদমন।

পঞ্চমীৰ -ত (তেঁ) প্ৰত্যয়ৰ ব্যৱহাৰ বিশেষকৈ সপ্তদশ শতিকাৰ কথা-গুৰু-চৰিতবিলাকত পোৱা যায়। যথা—দেখি বোলে তুমি কৰতে (= ক'ৰপৰা) আহা, কোন বোলে ঃ বোলে প্ৰভু বিজইপুৰতে (= বিজইপুৰৰপৰা) জে আহিছিল হৰি কৃষ্ণ তাৰাস্বৰৰ চোট ভাতৃ হঞুঁ।—গুৰু-চৰিত-কথা। সংস্কৃত 'সমম্' শব্দৰপৰা অহা।

**ষষ্ঠী**—ষষ্ঠীৰ প্ৰত্যয় ক, কহো (হু), কে, কু, কো, কেৰি, কৰি, কৰ; অসমীয়া প্ৰত্যয় ৰ আৰু প্ৰাচীন অসমীয়া প্ৰত্যয় এৰ।

ক—মৰণক সমল, অভাগীক ক্লেশ

কহো (হু)—(হো, হু স্বাৰ্থে) সবকহু (হোঁ) পৰম সুহৃদ, বিষয়ক সুখ শূকৰকহোঁ-(জীৱনত উহ্য ৰৈছে) পাই

কে—মায়াকে সব ধন্ধ।

কু—কদম্বকু মালা।। ব্ৰজকু জীৱন-ধন নন্দ কুমাৰ।।

কো—হৰিকো কতি ভকতি না কাই।।

হৰিকো নাম

হৰিকো চৰণা।

কেৰি—অন্তকেৰি দায়।।

বনজ কুসুমকেৰি মালা উজ্জলিত।।

কৰি—নন্দ-নন্দনকৰি নাম ধৰত সোহি

ৰ, এৰ—মায়াৰ পাশে

যমেৰ কৰনা।।

ব্ৰজেৰ বালেক

গোপীৰ(কা) বহু প্ৰাণ।।

**বিভক্তিহীন ষষ্ঠী**—মাধৱ কহই উধৱ ধৰি হাত।

**সপ্তমী**—সপ্তমীৰ প্ৰত্যয়বোৰ এ, একহো, হি (হিঁ), এহি।

এ—অন্তকালে, চৰণে

এ (কহো)—সময়েকহো

হি (হিঁ)—নিকটহি, পয়ৰহি, ব্ৰজহি, মৰণহি

এহি—চৰণেহি (নাহি)

ত—কণ্ঠত, বিহানত

**বিভক্তিহীন সপ্তমী**—গোড় লাগো। মধুপুৰী ৰহল মুৰাৰু।

প্ৰাচীন মৈথিলীতো বিভক্তিহীন সপ্তমীৰ প্ৰয়োগ অত্যন্ত বেছি (Varnaratnakara, ৫৫-৫৬ পিঠি)।

ব° ব্ৰ° ৭মীৰ প্ৰত্যয় এ, হি (হেঁ), হুঁ, মে (মি) [< সংস্মিন্)।

## বহুবচন

'সব' আৰু 'গণ' যোগ দি বহুবচন কৰা হয়। তদুপৰি আন প্ৰত্যয়ৰূপে ব্যৱহৃত শব্দ—

কুল—কমল-কুল কেলি গোপাল, ভ্ৰমৰ-কুল

নিকৰ—মধুকৰ-নিকৰ

মেল (া)—ভকত-মেল; ৰমণী-মেলা (কেলিগোপাল)

## সৰ্বনাম

সৰ্বনামৰ বহুবচনৰ পৃথক ৰূপ নাই।

### প্ৰথম পুৰুষ—

প্ৰথমা—হামু, মঞিও, আমি, হামি

দ্বিতীয়া-চতুৰ্থী—হামু (মো), মোহি, মোৰে, মোহে মেৰি, মোই, হামাৰি, হামাকেৰি, হামাকু (কে)

ষষ্ঠী—মেৰি, মেৰো, মেৰছ, মেৰে, মোৰ, মোৰা (মেৰা), মুহে, মোহি, (মোহে), মোই, মোহোৰে, হামাৰ (ৰি), হামাৰা, হামাকু, হামাকেৰি, হামাৰি, হামাৰু, মজু (?), হামাকে

৭মী—হামাতে

### দ্বিতীয় পুৰুষ—

প্ৰথমা—তুহুঁ, তুহো, তোহোঁ, তঞিও. তুমহি, তুমি

দ্বিতীয়া-চতুৰ্থী—তুহুঁ, তোহোঁ, তোই, তোহাক, তোহোক

ষষ্ঠী—তুৱা, তৱ, তোই, তোৰ, তোৰে, তেৰে, তেৰি, তেৰা, তোমাৰি, তোহাকেৰি, তোম্মাৰি, তোম্মাৰ

৭মী—তোই

**তৃতীয় পুৰুষ (তিনিও লিঙ্গ) (দূৰ বুজোৱা)**

প্ৰথমা—সো, সোহি, সোই

দ্বিতীয়া-চতুৰ্থী—তনিক, তাহে (তাঁহে)

তৃতীয়া—তাঁ বিনে, তা সঞে, তাৰে, তাঁহেক, তাকৰ, তাসু, কৰত ফল দানা

ষষ্ঠী—তাকেৰি, তনিকৰ দুৰ্জ্জন ভাব সুনহ (কেলি°), কি কহব মাধব তনিক বিসেসে। বিং তাহেৰ, তাঁহে (তাঁহেৰ), তচু (তৎসু), তচু, তাসু মাজে,

৭মী—তাসু

**তৃতীয় পুৰুষ (ওচৰ বুজোৱা)**

প্ৰথমা—এহুঁ, এ, ই

দ্বিতীয়া-চতুৰ্থী—এহুঁ, এ, আহে (?)

প্ৰথমা—ওহি, ওই (য়ি), অহি (কেলি°)

দ্বিতীয়া-চতুৰ্থী—ওহি

ষষ্ঠী—উনিকৰ (উনিকৰ চিত্ত বুজয়ে নাহি পাৰি—কেলি°)

বহুবচন—ঐসব

**কিম্ ঃ** প্ৰথমা—কোই, কাহুঁ, কাহো, কাহুএ (কেলি°), কে

দ্বিতীয়-চতুৰ্থী—কা, কাহেক (ৰাম০)

ষষ্ঠী—কাহেৰি, কাহেক, কাহেৰ

**যদ্ ঃ** প্ৰথমা—জো, জোহি

দ্বিতীয়-চতুৰ্থী—জাক, জাকু, (যাক, যাকু)

ষষ্ঠী—জাৰ (া), যাব (া), জাহেৰ-যাহেৰ, জাঁহে-যাহে, জাহাৰু-যাহাৰু, জাকেৰি-যাকেৰি, জাসু-যাসু

**জুনু, জোনো জোনি ঃ** সং 'যৎ ন'ৰপৰা উদ্ভূত জুনু, জোনো, জোনিৰ বেলেগ বেলেগ অৰ্থ হয়—যেনে, যেন...... নহয়, জানোচা, ইত্যাদি।

কাচক চাহিতে জুনু মাণিক হৰাই॥ (ৰুক্মিণী°)

বাঢ়য় নব জোনি চান্দক কালা॥ (ৰুক্মিণী°)

**সৰ্বনামীয় বিশেষণ—**

অতএ (-য়ে, -ৰে) ঃ কৰহু অতএ কৰুণা গোসাঞি।

ওতি ঃ তুঅ গুণে লুবুধি আইলি এতি বেৰি। বিং।

**সৰ্বনামীয় বিশেষণ আৰু ক্ৰিয়া-বিশেষণ ঃ** সৰ্বনামীয় বিশেষণ আৰু ক্ৰিয়া-বিশেষণৰূপে (Pronominal Adjective and Adverbs) এইবিলাক পোৱা যায়,—

কৈছে, কৈছন, জছ (যস), জৈচন (যৈসন), জৈছ (যৈস), যোনো, জৈছে, ঐছন (অইছন, ঐসন), তৈছে (তৈসে)।

**ক্ৰিয়া-বিশেষণ**— ক্ৰিয়া-বিশেষণৰ (adverb) নমুনা ঃ কতি, কতি লাগা, কতি (কিয় ?), কতিহু (কতহু, কিমান ?), কমন, কমনে, কেমনে, তাঁহে (তেনেকৈ), কবে, কবোঁ, কবহুঁ, কবহোঁ, জব-যব (= যদিহে), তু° তোহো জব ছোড়হ (চোৰ°), যবহুঁ, জাবে, যাবে, অব, অবহু, অখন (কেলি-গোপাল), আবে (কালি°), তবহু (হুঁ), তব, তাবে, কাঁহে, কাহেনু, কাহাঁ, কাহাঁ লাগি, কতি, যাহোঁ, যাহে, এথায়ে, আহিতে (ভোজন°), তথায়ে, তাহেঁ, তাহাঁ, তথিয়ে, তথি, তাহাঁ, তাতে, তাসু।

**সংখ্যা**—এক, একু, দুহ (দোহোঁ), দুহুঁ (দুহোঁ), দুজা (= দ্বিতীয়) পূৰণবাচকৰ বিৰল উদাহৰণ।

অন্যান্য প্ৰত্যয়—

দঢ়াই কোৰা (Amphatic)—হি ঃ সবহি, বৰহি, হাৰামহি, অধিকহি, আপুনহি, যতহি

অনুনয়ৰ—নো ঃ কতনো; কিনো (নু)

দঢ়াই কোৰা -হু, -হো ঃ সবহু, পুনুহো, কতিহো (=কিছুমানে)

-না. -নো ঃ বিনু (নো), যতনা

-এ ঃ কিছোএ, কিছুবে

-সে ঃ হৰিসে

-এ ঃ ঠমকে, ঝনকে, আনন্দে, সুখে, নিতে

-উ ঃ আজু, আগু, আছু, একু

## মাধৱদেৱৰ ভণিতাৰ গীত

শঙ্কৰদেৱ-মাধৱদেৱৰ বৰগীতকে আৰ্হি কৰি অনেক সৰু-বৰ কবিয়ে গীত ৰচনা কৰিছিল। ইয়াৰ ভিতৰত অনেকখিনি গীত হয়তো কালৰ বুকুত লয় পাইছে আৰু অনেক গীতৰে আগলৈ তেনে দুৰ্দশা ঘটিব। ভকতীয়া গীতৰ বেছিভাগেই কবিখ্যাতিৰ প্ৰলোভনত ৰচিত নহয় বুলি ধৰিব পাৰি। কোনোৱে ধৰ্ম-ভাবত, কোনোৱে

মহাজনৰ পন্থা অনুসৰণ কৰি, কোনোৱেবা আৱশ্যকবোধ অনুযায়ী গীত ৰচনা কৰিছিল। কিন্তু ইয়াৰ ভিতৰত আচৰিত এয়েহে যে বহুতো কবিয়ে গীত ৰচনা কৰি তাত নিজৰ নাম সংযোগ নকৰি "কহয় মাধৱ দাসে" বুলি ভণিতা পেলাইছিল। শ্ৰীশঙ্কৰৰ নামে ভণিতা পেলোৱা গীতো আছে; কিন্তু তাৰ সংখ্যা মাধৱৰ ভণিতাযুক্ত গীততকৈ বহুতো গুণে কম। মাধৱৰ নামে ভণিতা দিয়াটো গীত-ৰচনাৰ বুৰঞ্জীত এটা ৰীতিৰূপেই বহি গৈছিল যেন অনুমান হয়। এই ৰীতিৰ মূল কাৰণ বৰগীতৰ উচ্চস্থান আৰু আদৰ, মাধৱদেৱৰ গীতসমূহৰ সৰ্বজনৰঞ্জন গুণ। ডক্টৰ বাণীকান্ত কাকতিয়ে বৰগীতৰ বিষয়ে আলোচনা কৰোঁতে কৈছে, "ৰচনাৰ মাধুৰ্য আৰু ভাবৰ গাম্ভীৰ্যৰ লগে লগে বৰগীতবোৰৰ লোকপ্ৰিয়তাৰ এটি কাৰণ হৈছিল—মাধৱদেৱৰ সুগায়কত্ব। মাধৱদেৱ এফালে যেনে মৰ্মস্পৰ্শী কবি, আনফালে তেনে মনোমুগ্ধকাৰী সুগায়ক আছিল। এখনি পুৰণি পুথিত মাধৱদেৱৰ গীত-নৈপুণ্যক লক্ষ্য কৰি কোৱা আছে যে তেওঁ আগৰ জন্মত গন্ধৰ্ব আছিল, আৰু পুৰণি কালত এনে এটি সময় আহিছিল যে ভণিতাত মাধৱদেৱৰ নাম নাথাকিলে কোনো গীতেই ভক্ত-সমাজত গৃহীত নহৈছিল। সেই কাৰণে দেখা যায়, ৰাতিখোৱা আদি সম্প্ৰদায়ৰ ভক্তসকলৰ মুখে মুখে বাগৰি ফুৰা দেহবিচাৰৰ গীতবোৰৰ ভণিতাতো মাধৱদেৱৰ নাম আছে। আজি-কালিও গাঁৱলীয়া মানুহবোৰে গীত ৰচনা কৰি কেতিয়াবা 'কহয় মাধৱ দাসে' বুলি ভণিতা পেলায়।"

ভক্তপ্ৰৱৰ, সুগীতকাৰ মাধৱদেৱৰ নাম ভণিতাত থাকিলে যেই কোনো গীতেই ভক্ত-সমাজ আৰু ইতৰ লোকৰো সমাদৰ পোৱাটো স্বাভাৱিক। যিবোৰ গীত হয়তো আচল ৰচয়িতাৰ নামত থকা হ'লে কেতিয়াবাই পাহৰণিৰ পেটত পৰিলগৈহেঁতেন, সেইবোৰ গীতো মাধৱ নামৰ প্ৰসাদতে পুথিত লিখিত নথকা সত্ত্বেও লোক-স্মৃতিত আজিও জীয়াই আছে।

ধ্ৰুপদৰ দৰে গীত-প্ৰবন্ধত কবিৰ নাম থকাটো সঙ্গীতশাস্ত্ৰৰ বিধান। সেই বিধান নজনাজনৰ মাজতো গীতৰ অন্তত ভণিতা দিয়া ৰীতি চিৰাচৰিতভাৱে চলি আহিছে। কিন্তু মাধৱৰ নাম দি নিজৰ নাম লোপ কৰাটো একপ্ৰকাৰে ভকতীয়া বিনয়ৰো পৰিচয়। এনে আত্ম-বিলোপৰ প্ৰয়াসৰ মাধৱদেৱ নিজেই আছিল এটি মনোৰম পটন্তৰ। নানা গীত, পদ, নাট ৰচনা কৰি, নানা শাস্ত্ৰ ব্যাখ্যা কৰি, অনেক পণ্ডিতক বাদত হৰুৱাই, সঙ্গীতত সাক্ষাৎ গন্ধৰ্ব যেন হৈও তেওঁ সদায় "মূৰুখ মাধৱ" বা "দীন-হীন মাধৱ"হে। চৰিতত আছে, গায়ন কেহো আতৈয়ে "মূৰুখ মাধৱ" কথাটো থকা গুণে গীত গাওঁতে ভণিতাটোহঁত এৰি যায়; তাকে লক্ষ্য কৰি "মোক জিখানিএ তিনিও ৰাজ্যত প্ৰকাশ কৰিছে, তাকে ঢাকা তুমি" বুলি মাধৱদেৱে বেজাৰ কৰিছিল।

বঙ্গৰ চণ্ডীদাসৰ মহতী খ্যাতিৰ কাৰণে নৰহৰি, জ্ঞানদাস, লোচন আদি পাছৰ কালৰ কবিসকলৰ পদত কীৰ্তনীয়াসকলৰ মুখত "কহে চণ্ডীদাসে" চাবাটি পৰিছিল। মিথিলাত সেইদৰে অৰ্বাচীন গীতো "ভণই বিদ্যাপতি" এনে ভণিতাযুক্ত হৈ চলি আহিছে। সপ্তদশ-অষ্টাদশ শতিকাৰ অনেক কবিয়ে এইৰূপে স্বৰচিত ক্ষণজীৱী পদাৱলী দীৰ্ঘজীৱী কৰিবৰ বাবে যত্ন কৰিছিল। আমাৰ চন্দ্ৰভাৰতীৰ 'কুমৰ-হৰণ' আৰু শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা' দুখনি লোকৰঞ্জক পুথি; গতিকে 'ৰাধা-হৰণ বা কানাই ধেমেলীয়া' নামৰ স্থূল ৰুচিৰ পুথিতো দুইটা নামেৰে ভণিতা সংযুক্ত হৈছে। শ্ৰীধৰ কন্দলিৰ ভণিতাযুক্ত এটি গীতো লোক-মুখত শুনিবলৈ পোৱা যায়।

মাধৱৰ ভণিতাযুক্ত গীত যিখিনি সঙ্কলনত দিয়া হৈছে, তাৰ ভিতৰত দেহ-বিচাৰৰ গীত কেইবাটিও আছে; সেই বিষয়ে সুকীয়াকৈ আলোচনা কৰা হৈছে। দেহবিচাৰৰ বাহিৰেও কেইবাটিও আন বিষয়ৰ বাকী গীতখিনিত সমাবেশ ঘটিছে, যথা—শ্ৰীকৃষ্ণৰ জন্মবৃত্ত; শ্ৰীকৃষ্ণৰ বিষাদ, আবদাৰ; যশোদাৰ আদৰ; শ্ৰীকৃষ্ণৰ গন্ধৰ বিহাৰ; ব্ৰহ্মা-মোহন; কালিদমন, কৃষ্ণ-গোপী-কথা (বস্ত্ৰহৰণ); অভিসাৰ; ৰাধা; ৰাস ভৰতৰ দ্বাৰা ৰামৰ অনুসন্ধান; শক্তিশেলত লক্ষ্মণৰ পতনত ৰামৰ বিলাপ। সত্ৰীয়া সন্ত-মহন্তসকলে যি গীত ৰচনা কৰিছিল, সেইবিলাক বিশেষ এক সাঁচত ঢলাৰ দৰে নিয়মানুৱৰ্তী আৰু গতানুগতিক হৈ পৰিছিল। কিন্তু মাধৱ পুৰুষৰ ভণিতাযুক্ত গীতবিলাকৰ ভাব আৰু প্ৰকাশত মুকলি হ'বৰ সুবিধা হৈছিল। অস্তগত সূৰ্যৰ শেষ কিৰণ-ৰেখাই পৃথিৱীক সাবটি ধৰাৰ দৰে ৰসাল ভক্তিৰ দুবাৰ মেলি ধৰা দুঃখ-কাতৰ মানৱৰ জীৱনক এই গীতবোৰে চেনেহেৰে সাবটি ধৰিছে।

## অনা-অসমীয়া কবিৰ ভণিতাৰ গীত ঃ

## বিষ্ণুপুৰী সন্ন্যাসী

আমাৰ ভক্ত বৈষ্ণৱসকলৰ বিশ্বাস আমাৰ গীতকাৰ 'ভক্তি-ৰত্নাৱলী'-সঙ্কলয়িতা ত্ৰিহুতীয়া পৰমহংস সন্ন্যাসী বিষ্ণুপুৰীয়েই। এওঁ ভাগৱত-পুৰাণৰ ওঠৰ হেজাৰ শ্লোকৰপৰা ভক্তি-পৰ চাই চাৰিশ শ্লোক বাছি 'ভক্তি-ৰত্নাৱলী' প্ৰণয়ন কৰে।

শঙ্কৰদেৱৰ বাল্যবন্ধু ৰামৰাম বিপ্ৰৰ জোঁৱায়েক কণ্ঠভূষণে শঙ্কৰদেৱৰ পাণ্ডিত্যৰ ওচৰত হাৰ মানিবলগীয়া হোৱা বাবে শঙ্কৰদেৱতকৈ ডাঙৰ পণ্ডিত হওঁ বুলি কাশীৰ ব্ৰহ্মানন্দ নামে পণ্ডিতৰ ওচৰত বেদান্ত পঢ়িবলৈ যায়। 'দৰং-ৰাজবংশাৱলী'ত আছে কাশীৰ ব্ৰহ্মানন্দৰ ওচৰত মল্লদেৱ (নাৰায়ণ) আৰু শুক্লধ্বজেও (চিলাৰায়) অধ্যয়ন কৰিছিলগৈ। এদিনা পাঠ-প্ৰসঙ্গত ভাগৱতৰ কঠিন শ্লোক ওলালত কণ্ঠভূষণে শঙ্কৰদেৱৰ পদ-ভাঙনি আওৰাই তাৰ ব্যাখ্যা সুগম কৰি দিয়ে। ব্ৰহ্মানন্দ সন্ন্যাসীয়ে

কণ্ঠভূষণৰপৰা শঙ্কৰদেৱৰ কথা শুনি তেওঁৰ গুৰু বিষ্ণুপুৰীৰ কথা সুঁৱৰি ক'লে, মৃত্যুৰ সময়ত বিষ্ণুপুৰীয়ে শঙ্কৰদেৱলৈকে 'ভক্তি-ৰত্নাৱলী' এখন থৈ গৈছে। কণ্ঠভূষণে সেইখন আনি শঙ্কৰদেৱক দিয়ে আৰু শঙ্কৰদেৱৰ আজ্ঞামতে মাধৱদেৱে সেইখনিৰ পদ-ভাঙনি কৰে। 'ভক্তি-ৰত্নাৱলী' অসমীয়া বৈষ্ণৱ ধৰ্মৰ চাৰি পুথিৰ এখন হিছাপে পৰিগণিত। বঙলা ভাষালৈ এইখনৰ পদ-ভাঙনি কৰে প্ৰায় ১৪৭৮ খ্ৰীষ্টাব্দত লাউড়িয়া কৃষ্ণদাস নামে এজনে।

বিষ্ণুপুৰী ত্ৰিহুতৰ (তীৰভুক্তি) পৰমহংস সন্ন্যাসী আছিল।—"মই বিষ্ণুপুৰী ত্ৰিহুতীয়া পৰমহংস সন্ন্যাসী"—'ৰত্নাৱলী'। গুৰুচৰিতত আছে, দ্বিতীয় তীৰ্থভ্ৰমণৰ সময়ত শঙ্কৰদেৱে বিল্বমঙ্গলৰ গাঁৱত ব্ৰহ্মানন্দৰ সেৱক সন্ন্যাসী এজন লগ পায়। সেই সন্ন্যাসীয়ে কোৱামতে, বিষ্ণুপুৰীয়ে সন্ন্যাস ধৰ্ম ধৰি লগুন পুৰি পেলায় আৰু সংসাৰ ত্যাগ কৰে। আকৌ সংসাৰলৈ ঘূৰি আহিবৰ ভাব হোৱাত তেওঁ ঘৰলৈ ঘূৰি আহিল, হয়; কিন্তু তেওঁৰ ভাৰ্যাই তেওঁক নানাভাৱে নিন্দা কৰিলত জুইত পৰি আত্মহত্যা কৰিবলৈ সাজু হয়। পিছে স্বয়ং বিষ্ণুৱে সেই বেলা আগত দেখা দি তেওঁক আত্মহত্যাৰপৰা বিৰত কৰে আৰু ভাগৱত পঢ়িবলৈ উপদেশ দিয়ে। এয়ে 'ভক্তি-ৰত্নাৱলী'ৰ মূল সূত্ৰপাত।

এওঁ খ্ৰীষ্টীয় পঞ্চদশ শতিকাৰ মাজভাগৰ লোক। তেওঁ তৰউনীৰ কৰ্মহা নামৰ মৈথিল ব্ৰাহ্মণৰ বংশত উপজিছিল। তেওঁৰ পিতামহৰ নাম শ্ৰীধৰ, পিতৃৰ নাম ৰতিধৰ বা ৰতি আৰু সন্ন্যাসগ্ৰহণৰ আগতে বিষ্ণুপুৰীৰ নাম আছিল ৰমাপতি বা ৰামপতি। 'ভক্তি-ৰত্নাৱলী'ৰ কলিকতা সংস্কৰণত (১৩১৮ বঙলা ছন) তেওঁৰ নাম বিষ্ণুশৰ্মা পোৱা যায়। হিন্দী বিশ্বকোষৰ মতে সন্ন্যাসৰ আগতে তেওঁৰ নাম বৈকুণ্ঠপুৰী আছিল বুলি কোৱা হৈছে। ৰায় বাহাদুৰ দীনেশচন্দ্ৰ সেনৰ মতে তেওঁ মাধ্ব সম্প্ৰদায়ভুক্ত সন্ন্যাসী। অধ্যাপক এচ্. কে. দেই তেওঁক শঙ্কৰী অদ্বৈতী সন্ন্যাসী বুলিছে। মঞ্জুলাল মজুমদাৰৰ মতে (হিন্দুস্তানী, VIII, page 1) বিষ্ণুপুৰী নিম্বাৰ্ক সম্প্ৰদায়ৰ আৰু 'চৈতন্য-চৰিতামৃত'ৰ মতে তেওঁ মাধৱেন্দ্ৰপুৰীৰ শিষ্য। আমাৰ 'গুৰু-চৰিত-কথা'ত ব্ৰহ্মানন্দ সন্ন্যাসীৰ চিনাকি দিওঁতে লিখিছে, "শঙ্কৰ আচাৰ্য্য ঃ তানে শিষ্য শ্ৰীধৰ স্বামী ঃ তানে শিষ্য ভাস্কৰ আচাৰ্য্য ঃ তানে শিষ্য সিংহ পৰমানন্দ ঃ তানে শিষ্য ৰত্নভাৰতি ঃ তানে শিষ্য মহাভাৰতি ঃ তানে শিষ্য পুৰ্ষোত্তম ভট্টাচাৰ্য্য ঃ তানে শিষ্য বিষ্ণুপুৰি ঃ তানে শিষ্য ব্ৰহ্মানন্দ ঃ তানে শিষ্য জগতদিশ।" অৱশ্যে বিষ্ণুপুৰী সন্ন্যাসীৰ গুৰু সম্পৰ্কে এতিয়াও একো নিৰ্ণীত হোৱা নাই। কিন্তু তেওঁৰ 'ৰত্নাৱলী'ৰ কান্তিমালা টীকা শ্ৰীধৰাচাৰ্যৰ আৰ্হি লৈ কৰা হৈছে বুলি নিজে স্বীকাৰ কৰিছে।

## কবীৰ

বৰ্তমান সঙ্কলনত উদ্ধৃত কবীৰৰ ভণিতাৰ গীত তিনিটি উত্তৰ ভাৰতৰ বিখ্যাত ৰহস্যবাদী কবি ভক্ত-কবীৰৰ ৰচিত বুলি অসমৰ বৈষ্ণৱসকলৰ বিশ্বাস। কবীৰৰ বিষয়ে অসমত নানা আখ্যান প্ৰচলিত আছে। শঙ্কৰ গুৰুৰ নাতিৰ গীততো তেওঁৰ সশ্ৰদ্ধ উল্লেখ আছে,—

চৈতন্য গোসাই আৰো কবীৰ যৱন।
বৃন্দাবন দাস সমে ৰূপ সনাতন॥

শঙ্কৰ গুৰুৰ চৰিতমতে গুৰুজনা দ্বিতীয়বাৰ তীৰ্থলৈ যাওঁতে[১] কবীৰৰ মঠত সোমায়। 'বৰদোৱা-চৰিত' মতে কবীৰ ঘৰত নাছিল; নাতিনীয়েকক বাতৰি সোধাত নাই বুলি জনাই মনত বৰ দুখ কৰিছে, ভাগ্যহীন কবীৰাই শ্ৰীচৰণৰ পদৰজ ল'বলৈ নাপালে। তেওঁৰ ভাগ্য বৰ মন্দ। এই প্ৰকাৰে আক্ষেপ কৰি মাথাৰ পাগুৰিটি হাতত লৈ চৰণৰ ধূলি পাবলৈ আশা কৰি আঁঠু লৈছেহি। ভকতৰ বাঞ্ছা পূৰ্ণ কৰি পদধূলি দি ওলাই আহিছে। বাটত কবীৰাক লগ পাইছে। পূৰ্ব্বৰ পৰিচয় নথকা হেতু আলাপ কৰিবলৈ নহ'ল। কবীৰাই গুৰুজনক বহু বেলি চাই আছিল। শঙ্কৰদেৱেও কবীৰাক বৈষ্ণৱ-প্ৰকৃতি দেখি চিনি পাই ভক্তসকলক জনাইছে, এইজনাই মহাভক্ত কবীৰা। গুৰুজন ভকত সমন্বিতে চলি গ'ল। কবীৰাই নেদেখা নোহোৱালৈকে নিৰীক্ষণ কৰি আছিল। গৃহলৈ গৈ পৌত্ৰীৰ মুখে জানিব পাৰি দুখ কৰিছে। আমাৰ সঙ্কলনৰ তৃতীয় গীতটিয়ে এই পৰিস্থিতিকে বৰ্ণাইছে। আনবিলাক চৰিতমতে কবীৰৰ মঠত শঙ্কৰ উপস্থিত হোৱাৰ আগতে কবীৰৰ মৃত্যু হয়, শঙ্কৰদেৱে মঠত কবীৰৰ তৰোছি বা তোৰছি নামে নাতি-জীয়েকক আৰু মঠৰপৰা ওলাই বাটত কবীৰৰ নাতি-জোঁৱায়েককহে লগ পাইছিল।

আমাৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' পুথিত আমি এইবিষয়ে আলোচনা কৰি কৈছিলোঁ,— "প্ৰকৃত পক্ষে কবীৰ এই সময়ত জীয়াই থকা সম্ভৱ নহয়। .....কবীৰপন্থীসকলৰ সাধাৰণ বিশ্বাস ১৩২০ শকত কবীৰৰ জন্ম। ভক্তমাল গ্ৰন্থমতে সম্বৎ ১৫৪৯ বা ১৪২৪ শকত কবীৰৰ মৃত্যু হয়। ......কিন্তু কবীৰপন্থীসকলৰ মাজত প্ৰচলিত দোহামতে সম্বৎ ১৫৭৫ অৰ্থাৎ ১৪৫০ শকতহে কবীৰ স্বৰ্গী হয়। ১৪৯৪ চনত (১৫৫১ সম্বৎ) ছেকেণ্ডৰ লোডীৰ লগত কবীৰৰ সাক্ষাৎ হয় বুলি জন ব্ৰিগ্‌চৰ বুৰঞ্জীত আছে; গতিকে ভক্তমালত দিয়া তাৰিখ অশুদ্ধ বুলি ভাবিবলগীয়া হয়। মুঠতে, ১৫৭৫ সম্বৎ বা ১৪৫০ শকত কবীৰৰ মৃত্যু হয় বুলি গ্ৰহণ কৰা হৈছে। এতিয়া

---

১। অনিৰুদ্ধ দাসৰ 'গুৰু-বৰ্ণনা'মতে (পদ ১৪) প্ৰথমবাৰ তীৰ্থভ্ৰমণতে কবীৰৰ দুহিতাক শঙ্কৰে লগ পায়।

স্পষ্ট বুজিব পাৰি, শঙ্কৰদেৱৰ দ্বিতীয় তীৰ্থভ্ৰমণৰ বহুত আগতেই কবীৰৰ মৃত্যু হৈছিল।" আনফালে গুৰুজনে লগ পোৱা তৰোছি বা তোৰছি কবীৰৰ নাতিনী হয়নে নহয়, ভাবিবলগীয়া কথা। কথিত আছে, লোঈ নামে কবীৰৰ পত্নীৰপৰা কমাল আৰু কমালী নামে এহাল ল'ৰা-ছোৱালী হয়; কিন্তু এনে প্ৰবাদো আছে যে লোঈ কবীৰৰ পত্নী নহয়, শিষ্যহে; কবীৰে বিয়াকে কৰোৱা নাছিল।

কবীৰৰ বিষয়ে অসমত অলেখ আখ্যানৰ চলতি আছে। ডা° জন পিটাৰ ৱেডে *Assam in the Eighteenth Century*[১] বোলা গ্ৰন্থত বেলতলা আৰু হাজোৰ পকী মচ্‌জিদৰ উল্লেখ কৰি লিখিছে—"The one at Hadjoo was formed by God, during the residence of Kabir Gosaign, a Musselman much reverenced by the Hindoos who sing the hymns of his composition. Many Hindoos of Bengal reverence him as their Gogroo and acknowledge God after him. They abstain from flesh and fish. But in Assam his Hindoo admirers worship their usual divinities.

ডা° ৱেডে অসমত চলিত কেইটিমান কবীৰ-কাহিনী দিছে ঃ

A thousand anecdotes are told of him, viz :

(1) The chopper of his house was not of repair. His mother sent him to cut grass. Seeing the grass wave in the wind to and fro like a Brahmin invoking the name of God, he said the grass was adoring its Maker, and the house might go to ruin before he would cut it. On his return he found the chopper had been completely repaired by a miracle while his mother was preparing his victuals and had not perceived. Both joined in acknowledging the hand of God. Kabir lived long before the time of Sookapah.

(II) Four Hindoo fakeers visited him at Hadjoo on their pilgrimage of the Ganges. They sage insisted that the virtue of the Ganges existed everywhere with the virtuous. The laughed at his assertion and he requested them to present part of his meal to Gunga. The pilgrims proceeded to the bank of the Holy River, but

১। Ed. S. K. Bhuyan, in *The Assam Review*, Part 1, Chapter II, May 1929.

forgot Kabir's offering of rice during their ablutions. The whole party was struck with blindness, but recollecting the sage's rice, they placed it carefully on the sacred waters and were restored to sight. The hand of Gunga was seen above the surface seizing the pious offering; and the pilgrims were convinced that a virtuous life has everywhere the efficacy of ablution in the Ganges.

(III) An oilman resolved to visit Jagurnat and to carry the produce of his labour to that temple as a grateful offering to the Gods. On his way he called on Kabir at Hadjoo. "Friend", said Kabir, "You may save yourself the trouble of carrying such a burthen to so great a distance, for Jagurnat is on this very spot. See you that bundle of straw? Trust me, Krishneh, Bullobhadroh, Khoobuddra are all present there." The oilman poured his whole present over the straw and proceeded much lighter on his pilgrimage to Jagurnat. On his arrival the Punda beheld the God in a dream, who ordered him to desire pilgrims with oil to avoid Hadjoo in future, and to inform Kabir that he had been nearly suffocated by his profuse libation of that article.

ডা° বেডে লিখিছে—কবীৰে হাজো এৰি পশ্চিম বঙ্গলৈ যাত্ৰা কৰে। তাত তেওঁৰ কঠোৰ ভোজন-ৰীতিৰ বাবেই হিন্দু-মুছলমান উভয়েই তেওঁক সম্মান কৰে। তেওঁৰ গীত বঙ্গদেশতো পোৱা হয়।

ৰামচৰণ ঠাকুৰৰ চৰিতত ভগৱন্তই কবীৰ বেশ ধৰি কবীৰৰ ঘৰৰ ছাল ছোৱা (ডা° বেডে দিয়াৰ দৰে), কুকুৰ বেশ ধৰি কবীৰৰ ঘৰত ৰুটি খোৱা, কপিলা বেশ ধৰি কবীৰৰ মধুবন খোৱা কথা আৰু কবীৰৰ মৃত্যুত হিন্দুৱে মুছলমান বুলি আৰু মুছলমানে হিন্দু বুলি শৱটো চুবলৈ ৰাজী নোহোৱাত চৈতন্যদেৱে কান্ধত তুলি নি গঙ্গাত উটাই দিয়া কাহিনী তোৰছিয়ে শঙ্কৰদেৱ আৰু আন তীৰ্থযাত্ৰীসকলৰ আগত বৰ্ণাইছে।

কবীৰৰ অসম-আগমনৰ কাহিনী কবীৰ-চৰিত্ৰই সমৰ্থন নকৰে। সঙ্কলিত গীত তিনিটি কবীৰৰ ৰচনাতকৈও কোনো অসমীয়া কবিৰ ৰচনা যেনহে অনুমান হয়; নিশ্চয় কবীৰৰ প্ৰতি অসমীয়া বৈষ্ণৱসকলৰ অসীম শ্ৰদ্ধা-প্ৰীতিৰ আৰু কবীৰৰ ধৰ্ম-মতৰ প্ৰতি শ্ৰদ্ধাৰ পৰিচয়। চান্দসাঁইৰ গীতটিত কবীৰ সম্পৰ্কে এটি কৌতূহলজনক কথা আছে,—

"কবীৰাৰ চাৰি ভাই ৰজাৰ হাতীদাঁত।"

কবীৰৰ নামে প্ৰচলিত তৃতীয় গীতটিত শঙ্কৰদেৱৰ বাহিৰেও চৈতন্য, ৰামানন্দ, হৰিব্যাস, নিত্যানন্দ, বৃন্দাবনদাস আৰু 'ৰূপ-সনাতন পাৎচা দোভায়া'ৰ উল্লেখ আছে। চৈতন্য, ৰামানন্দ, হৰিব্যাস আৰু নিত্যানন্দক গুৰুজনে তীৰ্থভ্ৰমণ কালত লগ পাইছিল বুলি কোনো চৰিত্ৰত (অমূলকভাৱে) উল্লেখ আছে। ৰূপ-সনাতন আৰু বৃন্দাবনদাসে শঙ্কৰী ধৰ্ম গ্ৰহণ কৰিছিল বুলিও কোনো চৰিত্ৰই কয়।

## দ্বিজ বৃন্দাবন দাস

কবীৰৰ দৰে দ্বিজ বৃন্দাবনকো শঙ্কৰদেৱকে প্ৰমুখ্য কৰি আমাৰ বৈষ্ণৱসকলে আপোন ভাব কৰে। শঙ্কৰদেৱে ১৪০৩ শকত প্ৰথমবাৰ তীৰ্থলৈ গৈ ১৪১৫ শকত বৰদোৱালৈ ঘূৰি আহে। সাৰ্বভৌমপতি ভট্টাচাৰ্যৰ ভণিতাৰ শঙ্কৰ-চৰিত্ৰত আছে,—

বৃন্দাবন নামে এক মহন্ত আছিল।
শঙ্কৰক লাগ পাই তেহন্তে ভজিল॥

পুৰণি 'গুৰু-চৰিত-কথা'মতে বৃন্দাবনৰ কালিয় হ্ৰদৰ পাৰত বৃন্দাবনদাসে আৰু ৰূপ-সনাতনে শঙ্কৰক গুৰু মানি শৰণ লয়। দ্বিতীয়বাৰ তীৰ্থভ্ৰমণৰ সময়ত গুৰুজন বৃন্দাবনলৈ যাব নোৱাৰিলে, কিন্তু যাবৰ ভাব আছিল ৰূপ-সনাতন আৰু বৃন্দাবনদাসক লগ পাবৰ কাৰণে,—

আসা একেলগে সবে যাএগ্ৰা বৃন্দাবন।
আছা বৃন্দাবনদাসলৈ হৈবো দৰিশন॥
যিসব ভক্তিৰ ভাব কৰিছোঁ বেকত।
দুই নুই পুছি তাতে লৈবোহো সম্মত॥ (দৈত্যাৰি)

দ্বিতীয় তীৰ্থভ্ৰমণৰপৰা ঘূৰাৰ পাছত যেতিয়া ৰামৰাম, ৰামৰায় আদি বৃন্দাবনলৈ যাবলৈ ওলায়, গুৰুজনে বুলিছিল, বোলে, "বাৰু জা বৃন্দাবনদাসৰ ঠাই সোমাই আহিবা আমাৰ কথা কৈ" (গুৰু-চৰিত-কথা)। অৱশ্যে তেওঁলোকৰ আৰু বৃন্দাবনলৈ যোৱা নহ'ল।

দ্বিজ ভূষণৰ শঙ্কৰ-চৰিতত বৃন্দাবনদাসৰ বিষয়ে লিখা কথাক লৈ 'শ্ৰীচৈতন্যচরিতের উপাদান'ৰ গ্ৰন্থকাৰ ডক্টৰ বিমানবিহাৰী মজুমদাৰে কয়, "এই বৃন্দাবনদাস শঙ্করের অপেক্ষা বয়োজ্যেষ্ঠ ও বৃন্দাবনবাসী, সুতরাং ইনি শ্রীচৈতন্যভাগবতের লেখক হইতে পারেন না। ঈশ্বরদাসের চৈতন্যভাগবতে আছে যে শ্রীচৈতন্যর পুরী যাওয়ার পরেই একজন বৃন্দাবনদাস হস্তীকে হরিনাম দিবার জন্য মত্ত বলরামকে অনুরোধ করিয়াছিলেন।"

'চৈতন্যভাগবত' লিখোঁতা নবদ্বীপৰ বৃন্দাবনদাস খ্ৰীষ্টীয় ষোড়শ শতিকাৰ লোক।

বৃন্দাবনৰ দ্বিজ বৃন্দাবনদাস গৌড় ব্ৰাহ্মণ আৰু তেওঁৰ নিবাসস্থান পুষ্কৰক্ষেত্ৰত আছিল। পিছে বৃন্দাবনতে তেওঁ জীৱনৰ বেছিভাগ কাল কটায়। জন্ম-সম্বৎ ১৮৬৫। এওঁৰ গুৰু শ্ৰীৰাধাবল্লভীয় গোস্বামী হিতৰূপ। এওঁক চাচা হিতবৃন্দাবনদাস বুলি সকলোৱে জানিছিল। এওঁ চাৰিলাখ পদ লিখিছিল বুলি কোৱা আছে—"চাচা বৃন্দাবনদাসকে চাৰ লচ্ছ পদ চাৰোঁ পয়োধি।" অৱশ্যে সৰহখিনি পদেই এতিয়ালৈকে উদ্ধাৰ হোৱা নাই। এওঁ ব্ৰজবাসী কৃষ্ণৰ গুণলীলা বৰ্ণনা কৰিছিল। এওঁৰ ৰচিত পদ 'শ্ৰীব্ৰজব্ৰহ্মানন্দসাগৰ', 'ছদ্মলীলা', 'শ্ৰীকৃষ্ণগিৰিপূজনমঙ্গল', 'ৰাস-ৰস', 'ভক্ত-প্ৰাৰ্থৱালী' ইত্যাদি।

## চান্দসাঁই

দৈত্যাৰিৰ চৰিতত আছে এবাৰ গুৰুজনা বেহাৰত চিলাৰায় দেৱানৰ ঘৰত থাকোঁতে এজন দৰ্জীক এটা দগলা সীবলৈ দিলে। দৰ্জীয়ে পোনতে চাৰি হাত দি দগলাটো কৰিছিল, পাছত শঙ্কৰদেৱে কোৱাতহে দুটা আস্তিন কাটি পেলায়। এই দৰ্জীয়েই আমাৰ গীতটিৰ কবি চান্দসাঁই। ৰামানন্দ দ্বিজে লিখিছে, যৱন কুলৰ চান্দসাঁই নামে এজনে পোনতে শঙ্কৰৰ চুৰিয়া পিন্ধা, ভাগৱত পঢ়া, ফোঁট লোৱা আৰু ভকতসকলে নাম গোৱাৰ ভাও দেখুৱাই শঙ্কৰক নিন্দা কৰি ফুৰিছিল। ভকতসকলে ভয়তে চান্দসাঁইৰ কাষকো নাচাপে। এদিন গুৰুজনৰ দৰে কাপোৰ-কানি পিন্ধি যাওঁতে চান্দসাঁয়ে শঙ্কৰদেৱক নিজ ঘৰৰ (বৰপেটাত) আগচ্ছালিত বহি থকা দেখা পালে—চৰিতৰ মতে চতুৰ্ভুজ ৰূপত। চান্দসাঁয়ে চকু মুদিলে। গুৰু ভিতৰ সোমাল। চান্দসাঁই একে কোবেই মাধৱৰ বহালৈ গৈ দুৱাৰত পৰি কান্দিবলৈ ধৰিলে আৰু মাধৱৰ আগত নানা কথা কৈ অনুতাপ কৰিলে; ক'লে,—

কায় বাক্য মনে তাত্ত পসিলো শৰণ।
তেবেসে মোহোৰ জীৱ হুৱে নিস্তাৰণ॥ ১৩৭০ পদ

মাধৱে চান্দসাঁইক গুৰুৰ ওচৰত ভেটিলেগৈ।

সৎসঙ্গক কৰি নামধৰ্ম দিয়া দান।
নাহিকে দায়ালু শঙ্কৰত বিনে আন॥ ১৩৭৪
চান্দসাঁয়ো ইষ্ট-মিত্ৰ জ্ঞাতিক তেজিলা।
ভকতসবৰ সঙ্গে তহিতে ৰঞ্জিলা॥
আপুনি পিণ্ডাত বসি নামক লৱয়।
হৰি-কথা কণ্ঠে শ্ৰদ্ধা কৰিয়া সুনয়॥ ১৩৭৫

এবছৰৰ ভিতৰতে চান্দসাঁই ভক্তি-ভাগৱতৰ কথা জনা হৈ উঠিল। এদিন চাৰিজন ব্ৰাহ্মণ পণ্ডিতে শঙ্কৰদেৱৰ ওচৰলৈ আহি "মূৰ্ত্তি নাহি ঈশ্বৰৰ" বুলি তৰ্ক জুৰিলে। এক প্ৰহৰ বেলা শঙ্কৰে গীতা-ভাগৱতৰ যুক্তি দিও পণ্ডিতসকলক ঘটুৱাব পৰা নাই। এনেতে চান্দসাঁয়ে বিপ্ৰসকলক প্ৰশ্ন কৰিলে,—

বেদৰ জনম কৈত তাক কহিয়োক॥ ১৩৮৪
ব্ৰহ্মাৰ জনম কৈত জনম গঙ্গাৰ।
এহি কথাখিনি মোৰ কহিয়োঁক সাৰ॥

বিপ্ৰসকলে শাস্ত্ৰ-বিশ্ৰুত কথামতে তাৰ সমিধান দিলে; চান্দসায়ে হাঁহি মাৰি ক'লে,—

মুখ নাভি পদতল তিনিয়ো আচয়॥ ১৩৮৬
দুই ভাগ অঙ্গ মাত্ৰ নাহি সৰিবৰ।

সভাত থকা সকলোৱে গিৰ্জনি মাৰি হাঁহিলে। পণ্ডিতসকলে "আমাৰ মুখৰ বাক্যে আমাক জিনিল" বুলি অমূৰ্তকবাদ এৰি ঘৰলৈ লৰিলে। এয়ে "মহত্ত্ব চান্দসাঁই মহন্তৰ।"

বেজবৰুৱাৰ মতে পাটবাউসীতে চান্দসাঁই শঙ্কৰৰ শিষ্য হয়। চান্দসাঁই হৰি-ভকত হৈ আতাৰ (পৰমভাগৱত) শাৰীলৈ উঠিছিল আৰু সকলো ভকতৰ সমাজত মাহ-প্ৰসাদ দিয়া দেউৰী-বিলনীয়াও হৈছিল বুলি চৰিত তোলা বুঢ়া-ভকতসকলে কয়।[1]

কথিত আছে, এদিনাখন চান্দসাঁই ভকতৰ সমাজলৈ নহাত গুৰুজনাই খবৰ কৰিবলৈ ভকত পঠালে। ভকতে চান্দসাঁই ঘৰৰ ভিতৰতে ঢুকোৱা খবৰ দিয়াত কেইজনমান ভকত লগত লৈ শঙ্কৰদেৱে তেওঁক কবৰ দিয়ায়গৈ। বিদ্বেষীসকলে সেই কথাকে ৰজাক (?) লগালে। ৰজাৰ শোধত গুৰুজনে ক'লে, "পোৱাটো হয়, কিন্তু চন্দন কাঠ এডোখৰহে।"[2] কবৰ খানি চাই চন্দন কাঠটুকুৰা পোৱাত ৰজাই এভাগ ল'লে, শঙ্কৰদেৱক এভাগ দিলে আৰু এভাগ বিদ্বেষী পণ্ডিতসকলক দিলে।

ডা° জন পিটাৰ বেডে চান্দসাঁইৰ গীতটি কবীৰ গোসাঁইৰ গীত বুলিহে তেওঁৰ *Assam in the Eighteenth Century* বোলা পুথিত উদ্ধৃতি দিছে। তেওঁৰ দ্বাৰা উদ্ধৃত গীতৰ একাংশৰ পাঠ লিপ্যন্তৰ আৰু ব্যাখ্যা কৌতূহলজনক :

---

১। ৰমাকান্ত আতৈ, 'চান্দসাঁই সম্পৰ্কে', জয়ন্তী, চতুৰ্থ বছৰ, ১৩শ সংখ্যা, ১৬ শাওণ, ১৮৬৩ শক, পিঠি, ১৩-১৪

২। জনমভূমি, বিহু-সংখ্যা, ৩০ চ'ত, ১৮৭১ শক, ১৩ এপ্ৰিল, ১৯৫০ (শ্ৰীহেমন্তকুমাৰ বৰদলৈ)

A part of a song made by Kabir is given below.

ৰৰাই কি গীত গালাঁ ছান্দে?
ভোমা বিৰালীৰ পাৱত পৰি গুঁফীয়া এন্দুৰে কান্দে॥ ১॥
গছৰ আগত শিয়াল উঠিল চিলনী কি কৰি জীয়ে?
বেজিৰ মূৰত ৰান্ধন-বাঢ়ন উধানে কাপোৰ সিয়ে॥ ২॥
বাৰে ঘৰ গিলিলে, ৰৰাই, গোহালি গিলিলে গৰু।
হাতত টাৰু লৈ ৰান্ধনী পলায়, খেদি লৈ যায় চৰু॥৩॥

Burrai ki geet gala Sanday ?
Boma biralar powat parria goombia indooray
conday. (1)
Gosur agat khial ootil, silani ki kori ziay ?
Bayjeer moorut randun-barun, oodanay kapar
khiay. (2)
Buray ghur gillilay burrai, gohalli gillilly goroo.
Hatut taroo loi randunni polei, keddi lei zai
soroo. (3)

This is Assamese *Shaster-bakhya* or interpretation according to Assamese Scriptures, the meaning is as follows—

A proud man or atheist sang these verses :—
A mouse went under the claws of a huge cat with
whiskers (1)
A jackal mounts trees, how are the kites to exist ?
Men raise their cooking pot on their needles and
sew with the legs of their earthen stands (2)
Oh atheist, the walls have swallowed the house,
the cowhouse has swallowed the cattle,
The cook has run away with the ladle
and is pursued by the pot. (3)

'ৰৰাই' শব্দৰ অৰ্থ কৰা হৈছে—অহঙ্কাৰী বা নাস্তিক, 'ছান্দে'—'verses', আমাৰ পাঠৰ 'চান্দ' চান্দসাঁইহে। গীতৰ ভিতৰত কবীৰাৰ উল্লেখ আছে 'কবীৰাৰ ... মেল।" সেই বাবেই বোধ হয় গীতটি কবীৰাৰ বুলি ধৰা হৈছে। নসিৰ মামুদ (প.ক.ত., ১৩২৯), সালবেগ (প.ক.ত., ১৫৪২, ২৪৭২, ২৯৭২), সৈয়দ মৰ্ত্তুজা (প.ক.ত., ২৯৫৭), শাহ আকবৰ, ফকীৰ হৱিব, কবীৰ মহম্মদ, আলাউল আদি বঙ্গৰ মুছলমান কবিসকলে বৈষ্ণৱ পদাৱলী ৰচনা কৰিছিল। অসমীয়া সাহিত্যত

ভকতীয়া গীতত চান্দসাঁই অকলশৰীয়া। ভকত-বৈষ্ণৱৰ মাজত চলা কিম্বদন্তীমতে এদিনা গুৰুজনেৰে প্ৰসঙ্গত বহোঁতে এই গীতটি চান্দসাঁয়ে মুখে মুখে ৰচি গাই গৈছিল। আনমতে, নৰনাৰায়ণ ৰজাৰ সভাত শঙ্কৰদেৱৰ লগত বাদত ব্ৰাহ্মণ-পণ্ডিতসকল পৰাস্ত হোৱাত পণ্ডিতসকলক উদ্দেশ্য কৰি গীতটি ৰচনা কৰা হৈছিল। 'ভকতিৰ ভাও' বুজোৱা চান্দসাঁইৰ গীতটিৰ ৰচনা-ৰীতি আজান ফকীৰৰ জিকিৰবোৰৰ আৰু ভকতীয়া ফকৰাৰ দৰে। এই বিষয়ত কবীৰৰ নামত দিয়া গীত দুটিৰপৰা ই পৃথক।

## নাৰায়ণদাস ঠাকুৰ আতা (ভৱানন্দ)

গুৱাহাটীৰ উত্তৰ পাৰে দুই পৰ্বতৰ মাজে মালৌ বোলে, তাতে ঠাকুৰ আতাৰ জন্মভূমি। পিতৃৰ নাম ধৰ্ম বা ধৰম। ১৪১৭ শকত ধৰ্মৰ পুত্ৰ ভৱানন্দৰ জন্ম হয়। যোল বছৰ বয়সত পিতৃ-বিয়োগ ঘটাত গুৱাহাটীৰ নামত বৰভূঁইলৈ যাওঁ বুলি চৈতন্য নামে খুড়াকেৰে ভাদমহীয়া নিশা লুইত পাৰ হওঁতে লাহ-বিলাহৰ পাকত নাও বুৰে। দুয়োজন কোনোমতে দক্ষিণ পাৰত উঠিল। সেই দুৰ্ঘটনাৰ কিছু দিন পিছত আকৌ উত্তৰলৈ পাৰ হৈ বৰ্তমান কামৰূপ আৰু গোৱালপাৰা জিলা দুখনৰ সীমাৰ ময়নবড়ি সত্ৰৰ পশ্চিমে মানাহ আৰু চাউলখোৱাৰ সঙ্গমৰ নামানগৰ বা হালধীয়া গাঁৱত ৰ'লগৈ। কালক্ৰমত ভৱানন্দ ডাঙৰ সাউদৰূপে খ্যাত হ'ল, ডিঙাৰ ৰজাৰপৰা বৰ সদাগৰী ছনদ লাভ কৰিলে। তেওঁ সেই অঞ্চলৰে এটি কলিতা ছোৱালীও (আনমতে, নাৰায়ণপুৰৰ ওচৰৰ ভঁৰালীডুবিৰ দীঘল বায়নৰ বৰাবাহী নামে এটি কন্যা) বিয়া কৰিলে। ওচৰ-চুবুৰীয়া মানুহৰ সকীয়নিত তেওঁ 'যোলনমীয়া' ধৰ্ম গ্ৰহণ কৰিব খুজিছিল। এনেতে ধুৱাঁহাটা বেলগুৰিত শঙ্কৰদেৱৰপৰা ধৰ্ম লৈ অহা আৰু ৰবাব বাদ্যত শঙ্কৰকৃত গীত সুৰলাকৈ গাব পৰা ভাস্কৰ বিপ্ৰক চাউলখোৱাৰ পাৰত বা আনমতে সোণকোষৰ মুখত লগ পাই তেওঁৰ মুখত শঙ্কৰী ভক্তিৰ কথা শুনি সেইফালে বেছিকৈ আকৃষ্ট হ'ল। শঙ্কৰদেৱক লগ পাবলৈ উজনিৰ বেলগুৰিলৈ ওলাওঁতেই বৰপেটা অঞ্চলৰ বাৰাদিৰ ওচৰত তিনিখন নাৱৰ লোকে শঙ্কৰৰ ভণিতা লগা গীত গোৱা শুনি সোধাত জানিব পাৰিলে, সাত মাহৰ আগতে গুৰুজনাই বেলগুৰি এৰি সেইদিনাহে চুণপৰাত থিত দিছেহি। তাত গুৰুজনাৰে ভৱানন্দৰ সাক্ষাৎ হ'ল। ভৱানন্দই শঙ্কৰত শৰণ ল'লে আৰু মাধৱদেৱেৰে অভেদ-প্ৰাণ বন্ধুত্ব স্থাপন কৰিলে। গুৰুজনে তেওঁক ন নাম দিলে নাৰায়ণ; ভৱানন্দ নাম তল পৰিল, প্ৰখ্যাত হ'ল নাৰায়ণ ঠাকুৰ বা ঠাকুৰ আতা আখ্যা। নাৰায়ণে তুৰন্তে নিজৰ পৰিয়ালক নতুন ধৰ্মৰ পোহৰলৈ আনিলে আৰু হালধীয়াৰপৰা বৰপেটালৈ অহা-যোৱাত আৰুকাল

হয় দেখি সেই ঠাই এৰি এতিয়াৰ ৰূপসী মৌজাৰ ভূমিকম্পত ধ্বংসপ্ৰাপ্ত মঠ্হৈত (মনদিয়া) ৰয়হি। এওঁ শঙ্কৰদেৱৰ ধৰ্ম প্ৰচাৰ কৰাত আৰু সজ লোকক গুৰুজনাৰ কাষলৈ অনাত সদায় তৎপৰ আছিল। গুৰুজনাৰ দ্বিতীয় তীৰ্থযাত্ৰাৰ সময়ত নাৰায়ণ ঠাকুৰেও তীৰ্থযাত্ৰীৰ দলত যোগ দিছিল। মাধৱ আৰু নাৰায়ণ দুয়ো গুৰুৰ আদেশমতে হেড়ম্বেশ্বৰক (হেৰেমদৰ ৰজা) শৰণ দিয়েগৈ।

শঙ্কৰদেৱৰ ধৰ্মৰ কামৰূপ-কমতাত থকা বিৰোধী দলে নৰনাৰায়ণৰ আগতে শঙ্কৰে অবামুণ হৈ বামুণক শৰণ দি, “কৈৱৰ্ত্ত-কোলতা-কোচ-ব্ৰাহ্মণ”ক একেলগে কেঁচা-পকা অন্ন ভোজন কৰাই ৰাজ্য নষ্ট কৰিলে বুলি লগোৰাত শঙ্কৰদেৱক ধৰিবলৈ দহজন গৰমলি পঠালে। তেওঁলোকে শঙ্কৰদেৱক নাপাই নাৰায়ণ ঠাকুৰ আৰু গকুলচান্দক ৰাজধানীলৈ ধৰি নিলে। কঠাচেঙ্গি, কুন্দা, গৰকা আদি শাস্তিৰ যন্ত্ৰ প্ৰয়োগ কৰাতো (এই শাস্তিক ‘ওঠৰ কাঠেৰে কঠোৱা’ বুলি কোৱা হয় আজিও) তেওঁলোকে যেতিয়া গুৰুজনাৰ বতৰা নিদিলে, ৰজাই দুইকো ভোটক দি ঘোঁৰা সলাবলৈ আদেশ দিলে। কিন্তু হামা আৰু পামা ভোটে তেওঁলোকৰ মহিমা দেখা পাই দেও মানুহ বুলি এৰি দিলে, আৰু হৰিখাঁ গৰমলিয়ে পাঁচ-ছকুৰি টকা দি ৰজাৰ দায় ভাঙিলে।

গুৰুজনা শেষবাৰ বেহাৰলৈ যোৱাৰ আগতে নাৰায়ণক ঠাকুৰ উপাধি দিয়ে। গুৰুজনাই মাধৱত সকলো শক্তি-ভক্তি অৰ্পণ কৰি বৈকুণ্ঠ-গমন কৰাত মাধৱদেৱক ঠাকুৰ আতাই সৰ্বপ্ৰকাৰে সহায় কৰিছিল আৰু সেই উদ্দেশ্যে মঠ্হৈৰপৰা সুন্দৰীদিয়ালৈ আঁতৰ বুলি জনিয়াত সত্ৰ কৰি ৰয়হি। মাধৱদেৱে বৰপেটাত থাকি সত্ৰ-অনুষ্ঠানৰ নিয়ম বান্ধিবৰ সময়ত, ‘দধিমথন’ ভাওনা পাতিবৰ সময়ত ৰঙিয়াল ঘৰ কৰি নটুৱা নাচ কৰাৰ সময়ত ঠাকুৰ আতা লগত আছিল। জনিয়াত বহুত কাল সত্ৰ পাতি থাকি বৰপেটাত মথুৰাদাস বুঢ়া আতা, ভৱানীপুৰীয়া গোপাল আতা, বদুলা পদ্ম আতা আদি উজনি-নামনিৰ আতাসকলেৰে প্ৰীতি-সদ্ভাৱ ৰাখি এওঁ হেণ্ডুলীয়া যদুমণিৰ কোলাতে শেষ চকু মুদে বুলি চতুৰ্ভুজৰ ‘যদুমণি-ৰামানন্দ-চৰিত’ত আছে। তেওঁ মহাভক্ত আছিল যদিও গৃহস্থালি কাম সম্যকৰূপে চলাই আছিল; বুঢ়া শ্ৰীৰাম আতাই মাধৱক কৈছে, “বাপ, আতা কি খেলাত আছে কম কি; মুখে নাম কৰ্ণে কথা মনে ৰূপ চিতে পাদপদ্ম ঃ বুদ্ধিএ নিচই হস্তে কৃত্য ঃ তোম্রাক হৃদয়ত লৈ ব্ৰহ্মা মুহূৰ্ত্তৰে পৰা নিষা দুপৰ চাইদণ্ড সয়নলৈ গুণ চৰিত্ৰ জেতিয়াৰ জি ভাও কাৰ্য্য গাব লাগিছে” (গুৰু-চৰিত-কথা)॥ ঠাকুৰ আতা জ্ঞানী, দূৰদৰ্শী আৰু উদাৰ প্ৰকৃতিৰ লোক আছিল। তেওঁৰ জ্ঞান-চাতুৰ্য সুন্দৰৰূপে প্ৰকাশ পাইছে তেওঁৰ নামত চলিত হৈ থকা ভকতীয়া ফকৰাবোৰত।

অসমৰ বৈষ্ণৱ সম্প্ৰদায়ত ঠাকুৰ আতাৰ স্থান বিশিষ্ট। মাধৱদেৱে বদুলা পদ্ম

আতাক কৈছিল, "মোক তুমি পূৰ্ণ দেখা নাই; বিষ্ণু, মথুৰাদাস আৰু সখাক দেখিলে আৰু ভৱানীপুৰীয়া গোপালক দেখিবা যেতিয়া তেতিয়াহে মোক সম্পূৰ্ণ দেখিবা।" শঙ্কৰদেৱেও ঠাকুৰ আতাৰ জ্ঞানক বেছ সম্মান কৰিছিল। "আৰু একদিনা আঁতৈসবে ভক্তিৰ আগ-গুৰি সুধিছে ঃ পাছে গুৰুজনে বোলে—ভক্তি-বৃক্ষৰ বজ্ৰ ছাল, তাক কুঠাৰে নেভেদিলে কিহেৰে ছেদিবা॥ আৰ নাৰায়ণ দাসেহে ভু পায়।"

এদিন শঙ্কৰদেৱে মাধৱদেৱ, ঠাকুৰ আতা আৰু জয়ন্তীৰ মাধৱেৰে সৈতে বাটত যাওঁতে তিনিটি গীত ৰচনা কৰি গাবলৈ ক'লে। গুৰুজনাৰ কথামতে মাধৱদেৱে গালে—'জয় গুৰু শঙ্কৰ সৰ্ব্বগুণাকৰ জাকেৰি নাহি উপাম।' জয়ন্তীৰ মাধৱে ৰচনা কৰিলে—'বাউ ধৰ নামৰ বাচৰু শ্ৰীশঙ্কৰৰ ঘাটে। বাব নোৱাৰোঁ নামৰ বাচৰু বঠা নাইকিয়া হাতে॥' ঠাকুৰ আতাৰ ভটিমা—'জয় জয় অনাদি শঙ্কৰ, মই তুৱা দাসৰো দাস। উজানৰ হন্তে আসি প্ৰাণ-প্ৰভু নিকটে লৈলা বাস।'

## দামোদৰদেৱ

১৪৯০ শকৰ ফাগুনৰ শুক্লা একাদশী তিথিত দামোদৰদেৱৰ জন্ম হয়। দামোদৰ গুৰুৰ পিতাৰ নাম শতানন্দ বা সদানন্দ, মাতৃৰ নাম সুশীলা। সদানন্দ বৰদোৱাৰ ওচৰত নলচা গাঁৱত বসতি কৰিছিল আৰু শঙ্কৰদেৱৰ লগত তেওঁৰ বিশেষ মিত্ৰতা আছিল। নীলকণ্ঠ দাসৰ চৰিতমতে চণ্ডীবৰৰ লগত দুৰ্লভনাৰায়ণৰ ৰাজ্যলৈ যি সাতঘৰ ব্ৰাহ্মণ আহিছিল, শতানন্দৰ উপৰিপুৰুষ ব্ৰহ্মানন্দও তাৰে এজন। তেওঁ ৰত্নপীঠত বহেহি যদিও কুসুম্বৰ ভূঞাই তেওঁক নলচাঁত থাপে। দামোদৰৰ একান্ত অনুৰক্ত আৰু মুখপাত্ৰস্বৰূপ ভট্টদেৱ আৰু লোচৰ গ্ৰাম সত্ৰৰ দামোদৰ-ভক্ত অৰ্জুনদেৱৰ শিষ্য ৰামৰায় দ্বিজৰ চৰিতমতে, মিত্ৰ শতানন্দৰ সন্তান জন্ম হোৱাৰ বাৰ্তা পাই শঙ্কৰদেৱ চাবলৈ যায় আৰু ল'ৰাটিৰ নাম ৰাখে দামোদৰ। ল'ৰা দামোদৰ পিতাকৰ লগত শঙ্কৰ গুৰুৰ ওচৰলৈ প্ৰায়ে অহা-যোৱা কৰিছিল। দামোদৰৰ দুজন ককায়েক—সৰ্বেশ্বৰ আৰু ৰত্নাকৰ, এক ভগ্নী—সত্যৱতী। কনিষ্ঠ পুত্ৰৰ বিয়াৰ পিছত সদানন্দই দেহা এৰে। সৰ্বেশ্বৰ পত্নীবিয়োগৰ পিছত গঙ্গাতীৰত স্বৰ্গী হয়। এনেতে দেশত আউল লগাত দামোদৰ নাৱেৰে কামৰূপলৈ ওলাল আৰু নানা ঠাই ঘূৰি বিয়াসপুৰত (পাটবাউসী) ৰ'লহি। দৈত্যাৰি ঠাকুৰ আৰু নীলকণ্ঠ দাসৰ চৰিতৰপৰা বুজা যায়, এই সময়ত বৰ বিপন্ন অৱস্থাৰ মাজত দামোদৰে নিজে কষ্ট কৰি নিজৰ আৰু 'তিনি বাঁৰী'ৰ পেট প্ৰবৰ্তন কৰিবলগীয়া হৈছিল। শঙ্কৰৰ পৰামৰ্শ অনুসৰি পাটবাউসীতে সত্ৰ-শাল কৰি থাকি দামোদৰদেৱে ধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰে। ভেড়াগাঁৱৰ বৈকুণ্ঠনাথ ভট্টদেৱ আদি ইয়াতে তেওঁৰ ভক্ত হয়হি।

কামেশ্বৰগিৰী নামে সন্ন্যাসীয়ে ভক্তি-প্ৰচাৰৰ ধল সহ্য কৰিব নোৱাৰি

দামোদৰদেৱৰ কথা পৰীক্ষিতনাৰায়ণৰ ওচৰত বিৰূপভাৱে গোচৰ দিয়েগৈ আৰু দামোদৰদেৱ বিজয়নগৰৰ ৰাজসভাত এইবোৰ দোষত সাব্যস্ত হ'ল—দুৰ্গা-পূজা, লক্ষ্মী-পূজা, গঙ্গা-স্নান, যাগ-যোগ-ব্ৰত, পিতৃ-মাতৃৰ শ্ৰাদ্ধ, গায়ত্ৰী-সন্ধ্যা আদি নিত্য কৰ্ম পৰিহাৰ কৰি দামোদৰে নিজে 'বৌধমত' আচৰিছে আৰু আমাকো আচৰাইছে। গুৰুৱে ভক্তিৰ মাহাত্ম্য দেখুৱাই বিপক্ষী পণ্ডিতসকলৰ মত খণ্ডন কৰিলে। এবছৰমান বিজয়নগৰত থকাৰ পিছত দামোদৰক পৰীক্ষিতে সোণকোষ পাৰ হৈ ৰাজ্যৰ বাহিৰলৈ যাবলৈ আদেশ দিলে। গুৰু বেহাৰলৈ অহা শুনি লক্ষ্মীনাৰায়ণে আগবঢ়াই নিলে। বেহাৰত সাত বছৰ থাকি ১৫২০ শকৰ বহাগৰ আঁউসীৰ পিছৰ প্ৰতিপদ তিথিত বৈকুণ্ঠধামলৈ প্ৰয়াণ কৰিলে।

দামোদৰদেৱে নিজে কোনো পুথি ৰচনা কৰা নাছিল। তেওঁৰ আজ্ঞামতে ভট্টদেৱে 'কথা-গীতা' আৰু 'কথা-ভাগৱত' ৰচনা কৰে।

## ৰামচৰণ ঠাকুৰ[১]

লম্বাকণা গোবিন্দগিৰীৰ পুতেক মাধৱদেৱেৰে হাবুঙৰ ঘাঘৰি মাজিৰ ঘৰত থাকোঁতেই মাধৱৰ ভনীয়েক উৰ্বশীৰ জন্ম হয়। উৰ্বশী দহ বছৰমান ডাঙৰ হ'লত পিতৃ-মাতৃৰে মাধৱ পুৰণি ঠাই টেমনিলৈ যাওঁতে বাটতে ৰটাত সৰস্বতী ভূঞাৰ বংশৰ হোকোৰাকুছিৰ কায়স্থ হোকোৰাকুছীয়াৰ দ্বিতীয় পুত্ৰ গয় বা গয়াপাণিক পাই তেওঁৰ ওচৰতে গোবিন্দগিৰীয়ে ঘৰ কৰি তেওঁলৈকে উৰ্বশীক বিয়া দিয়ে। গয়াপাণি পিছত নাৰায়ণপুৰলৈ যায় আৰু তাতে শঙ্কৰৰ শিষ্য হৈ ৰামদাস নাম পায়। গুৰুজনাৰে পাটবাউসীত থকা সময়তে ৰামদাস-উৰ্বশীৰ এটি ল'ৰা হয়; তেৱেঁই আমাৰ ৰামচৰণ ঠাকুৰ। এবাৰ ৰামদাসে ঢুসুৰীৰ ঘৰৰপৰা ৰামচৰণক সুন্দৰীদিয়াৰ মোমায়েকৰ খবৰ লবলৈ পঠিয়াওঁতে মাধৱদেৱে তেওঁক লগতে ৰাখিলে আৰু আখৰ-পানী ভাল দেখি পুথি নকল কৰাত লগালে। ৰামচৰণক মাধৱদেৱে কাব্য, ব্যাকৰণ আৰু কায়স্থিকা বৃত্তি পঢ়াই পাৰ্গত কৰে। তেতিয়াও ৰামচৰণ ধিতিঙা ল'ৰা। পুতেকক মোমায়েকে এইদৰে ৰখা দেখি ৰামদাস-উৰ্বশী সুন্দৰীদিয়ালৈ উঠি আহে। মাধৱে মথুৰাদাস বুঢ়া আতাৰ হতুৱাই তাঁতীকুছিতে বহা-ঘৰ কৰাই দিলে; সেই ঠাইতে পিছৰ পোৰাভিঠা সত্ৰ হ'ল। ৰামচৰণ প্ৰায়েই সুন্দৰীদিয়াতে থাকে। কামৰূপত ৰঘুনাৰায়ণ ৰজাৰপৰা আহুকাল পাই মাধৱদেৱ লক্ষ্মীনাৰায়ণৰ কোচবেহাৰ ৰাজ্যলৈ গৈ ভেলাডোবাৰত

১। দৈত্যাৰি ঠাকুৰ সম্পৰ্কীয় টোকা চাওক

ৰ'লগৈ। এবাৰ চ'তমহীয়া ৰামচৰণ মাধৱৰ ওচৰলৈ যাওঁতে হাজো, দক্ষিণকূল, বৰনগৰ, বৰপেটা আৰু অসম ৰাজ্যত সিঁচৰতি হৈ থকা 'কীৰ্ত্তন-ঘোষা' পুথিখন সংগ্ৰহ কৰিবলৈ মাধৱে আদেশ কৰিলে। ৰামচৰণে এবছৰে বিচাৰি-খোচাৰি 'কীৰ্ত্তন-ঘোষা'খনি একেঠাই কৰিলে। পুঠি চাই মাধৱে বৰ সন্তোষ পালে।—

যৈত যিবা কথা থৈবে লাগে থৈছে
বিচাৰি দেখিল পাছে॥ ১৫৮৭
নালাগে লাড়িব ভালে আছে সবে
এহি বুলি হাসিলন্ত। (দৈত্যাৰি)

১৫১৮ শকত মাধৱদেৱৰ প্ৰয়াণ হোৱালৈকে আঠ-ন মাহমান ৰামচৰণ বেহাৰতে আছিল, মোমায়েকৰ শ্ৰাদ্ধ আদি কৰি তেওঁ কামৰূপলৈ ঘূৰি আহে।[1]

সঙ্কলনত সামৰি লোৱা গীতটি মাধৱদেৱৰ 'বুঢ়া ভাই' গীতৰ আৰ্হিত ৰচিত। এওঁৰ ভণিত্ত পুথি—(কেয়োখনৰ গ্ৰন্থকাৰত্ব সন্দেহাতীত নহয়)—'শঙ্কৰ-চৰিত', 'ভক্তি-ৰত্ন', 'শঙ্কৰ-মাধৱ-সংবাদ', 'পদ-ভক্তি ৰত্নাকৰ', 'কংসবধ নাট'। 'কংস-বধ'ৰ অঙ্কীয়া গীতৰ বাহিৰে অন্য গীত বোধ হয় ঠাকুৰে ৰচনা কৰা নাছিল।

## দৈত্যাৰি ঠাকুৰ

দৈত্যাৰি ঠাকুৰে শঙ্কৰদেৱ-মাধৱদেৱৰ চৰিতত নিজৰ পৰিচয় দিছে এইদৰে,—

আছিলন্ত ৰাম- দাস নামে ভক্ত শঙ্কৰদেৱৰ ঠাই।
সমস্ততে আগে শঙ্কৰদেৱত তেহে আছা ভক্তি পাই॥ ১৭০৮
মাধৱদেৱকো তেহেন্তেসে নিলা শঙ্কৰদেৱৰ পাশ।
শঙ্কৰদেৱেসে দিলন্ত জানিবা তাৰ নাম ৰামদাস॥
তাহান তনয় ভৈলা শুভনয় নামত ৰামচৰণ।
ৰাম-চৰণত ৰমন্ত সতত ৰামৰ চৰণে মন॥ ১৭০৯
মজিল সমূলি ৰাম ৰাম বুলি সদায় কৰা কীৰ্ত্তন।
মাধৱদেৱৰ ভাগিন হোৱন্ত জানিবয় সৰ্ব্বজন॥
তাহান সন্ততি অতি শিশুমতি দৈত্যাৰি দিল নামত।
লিখিলোঁ পৱাড় বন্ধে দুয়ো মহা- পুৰুষৰ কথা যত॥ ১৭১০

---

১। 'গুৰু-চৰিত-কথা' (১৩১ পাত) মতে ৰামচৰণে 'কীৰ্ত্তন' পুথিখনি দি ঘৰলৈ ঘূৰিব খোজাত "এই তিনিমাহ থাক, যাব নালাগে" বুলি কৈ তেওঁক লগত ৰাখে।

ৰামচৰণৰ বিয়াৰ কথাও দৈত্যাৰিয়ে বৰ্ণাইছে। (মহাপুৰুষ শঙ্কৰদেৱ-মাধৱদেৱৰ জীৱন-চৰিত্ৰ)।

১৫১৮ শকত মাধৱৰ বৈকুণ্ঠগমনৰ তিনিমাহৰ পিছতে বুঢ়া শ্ৰীৰাম আতা কোচবিহাৰৰপৰা আহোঁতে দৈত্যাৰিক নিজ ঘৰত লগ পাইছিল।

উদ্ধৃত গীতটি মাধৱদেৱৰ 'বুঢ়া ভাই' আৰু দৈত্যাৰিৰ পিতৃয়েক ৰামচৰণ ঠাকুৰৰ 'ডেকা ভাই'ৰ চানেকিত ৰচিত। এওঁৰ ৰচিত পুথি—'শঙ্কৰদেৱ-মাধৱদেৱ ঈশ্বৰৰ চৰিত', 'নৃসিংহ যাত্ৰা', 'স্যমন্তহৰণ যাত্ৰা'। মাধৱদেৱে এবাৰ দক্ষিণ কূলৰ মালঞ্চাত ৰৰবিষ্ণু আতাৰ থানত 'নৃসিংহ যাত্ৰা' ভাৱনা কৰাইছিল। লখমন চাৰন্দাৰ নামে শিষ্যৰ নিমন্ত্ৰণত মাধৱদেৱে এবাৰ দক্ষিণকূলৰ মালঞ্চাত নটুৱা শিকাই 'নৃসিংহ যাত্ৰা' কৰায়। মাধৱে নিজে নৃসিংহৰ ভাও লয় (ৰামানন্দ ১৫৩১—৫৭)। এই ভাৱনা দৈত্যাৰিৰ নাটৰে ভাওনা নেকি, বুজিব নোৱাৰি।

১৫৪১ শকৰ পুহত (বেজবৰুৱাৰ মতে) পুৰুষোত্তম ঠাকুৰৰ মৃত্যুৰ বেলা আনসকলৰ লগতে দৈত্যাৰি, পৰমানন্দ ঠাকুৰে বতৰা লৈছিল। (শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, ৩৭৫ পিঠি)।

## পুৰুষোত্তম ঠাকুৰ

গুৰুজনাই পাটবাউসীত থিত লোৱাৰ পিছতে ৰৰপুত্ৰ ৰমানন্দক চক্ৰপাণি মজুমদাৰৰ ওচৰত কাকত বা কাইথালি বিদ্যাত শিক্ষা দিয়ায়। শিক্ষা সাং হোৱাৰ পিছতে কামেশ্বৰ চৌধাৰীৰ কন্যা সিন্ধুমতীৰ লগত ৰৰঠাকুৰৰ বিয়া হয়। আৰু জীৱনৰ একেবাৰেই শেহতহে অৰ্থাৎ ১৪৮৩ শকত ফাগুনৰ ৭ দিনত গুৰুজনে ৰৰনাতি পুৰুষোত্তমৰ মুখ দেখিবলৈ পায়। গুৰুজনা ঢুকাবৰ সময়ত পুৰুষোত্তমৰ বয়স হৈছিল সাত। বোকাত লেটিপেটি লৈ কোলাত উঠিবলৈ অহা দেখি আইগোসাঁনীয়ে নমহীয়া নাতিয়েকক আঁতৰাব খোজাত গুৰুজনে কৈছিল, "তোমাৰ আমাৰ জানা পিণ্ডজলৰ নাতিতহে আশা।" গুৰুজনাৰ এবছৰৰ পিছতে ৰমানন্দ চলাত পুৰুষোত্তমক গুৰু-পুত্ৰ হৰিচৰণ আৰু ভাগিন ৰামচৰণে সৈতে মাধৱদেৱে পঢ়াই-শুনাই শিক্ষিত কৰে। পাটবাউসীতে থাকি পুৰুষোত্তম একুৰি দুবছৰীয়া ডেকা হ'ল। ৰেৱতী নামে কন্যা বিয়া কৰিলে। তেওঁ এটি ছোৱালী এৰি ঢুকোৱাত ঠাকুৰে লক্ষ্মীআইক বিয়াকৈ আনিলে। তেওঁৰ ফালৰো এটি ছোৱালী হ'ল। দুয়োটি ছোৱালীৰ নাম ক্ৰমে অনন্তপুৰিয়া আৰু কেশৱপুৰিয়া। দুইকে বিয়া দিয়া হয় ক্ৰমে ইন্দ্ৰজিত চৌধাৰী আৰু নিৰঞ্জন মহন্তৰ লগত। ঠাকুৰলৈ মাকে তিনিজনা কন্যা বিয়া কৰাই আনে; কিন্তু পুত্ৰসন্তান এটিও নহ'ল। 'গুৰু-চৰিত-কথা'ত আছে ৰৰনগৰৰ অমৃতাকৰ

দলৈ নামৰ এজন শিষ্যৰ গৃহত মাধৱদেৱে সভা পাতোঁতে তেওঁ তাতে পুৰুষোত্তম ঠাকুৰদেৱৰ শিৰত মালা দি সকলো শক্তি-ভক্তি অৰ্পণ কৰে।

পাটবাউসীত একুৰি সাত বছৰ পূৰ হ'লত ঠাকুৰ জনিয়ালৈ যায়। তাতে বাৰ মহন্ত পাতে—এলেঙিৰ বাপুকৃষ্ণ, কুৰ্চুগুৰ কেশ আতা, হালধিআটীৰ মুকুন্দ, বেঙেনাআটীৰ বাপু মুৰাৰি, শালমৰীয়া কৃষ্ণাই, লাওকুছিৰ হৰিচৰণ, চিপহাৰ কৃষ্ণচৰণ, ভাগৱতী পৰমানন্দ, গোমোথাৰ ৰামকৃষ্ণ, হোলোঙাগুৰিৰ গোপীগুৰু, চুঙাপাৰৰ কানাইবাপু, চমতিয়ালৰ কামদেৱ, কাথৰপোৰ বাপু বনিয়া হৰিচৰণ, ফুলবাৰীৰ পৰশুৰাম, কোবিয়ালৰ বাপু কমললোচন। জনিয়াত ছবছৰমান থাকি ঠাকুৰে বেহাৰত ভেলা-ডোঁবাৰত সত্ৰ-ঘৰ কৰিলেগৈ আৰু তাতে, বেজবৰুৱাৰ মতে (৩৭৩ পিঠি), ১৫৪১ শকৰ পুহৰ কৃষ্ণ চতুৰ্দ্দশীত দুকুৰি পোন্ধৰ বছৰ বয়সত স্বৰ্গলৈ গতি কৰিলে।

এবাৰ উজনিৰ বদুলা পদ্ম আতাৰ ওপৰত খং উঠি পুৰুষোত্তমে বৰপেটাৰ মথুৰাদাস বুঢ়া আতালৈ কৈ পঠালে, তেওঁ যেন বদুলা আতাক থানত উঠিবলৈ নিদিয়ে। তাতে বুঢ়া আতা মান্তি নোহোৱাত ঠাকুৰে তেওঁৰ হাতৰপৰা 'কীৰ্ত্তন-ঘোষা'খন কঢ়াই নি সেই শাস্ত্ৰ তেওঁক নপঢ়িবলৈ ক'লে। বুঢ়া আতাই ক'লে, "যদি কীৰ্ত্তন-ঘোষাখনিকে নিলে আৰু তাক নপঢ়িবলৈও আমাক ক'লে, ঘোষাখনিকো বা কিয় আমি পঢ়িবলৈ ইয়াত নাৰাখিলে?" এই কথাত ঘোষাখন বুঢ়া আতাক খং কৰি ঘূৰাই দিলে আৰু 'নৱঘোষা' এখনি ৰচনা কৰিলে। পিছত তেওঁৰ ভুল বুজিব পাৰি 'নৱঘোষা' এপাত এপাতকৈ জুইত দিবলৈ ধৰিলে। এনেতে তেওঁৰ ভক্ত বৰভকতি আহি বাকী থকা পাতকেইটি প্ৰসাদৰ অন্তত গাবলৈ ৰাখিলে। এওঁৰ গীতত শ্ৰীশঙ্কৰৰ প্ৰশংসা, গুৰুবাদৰ প্ৰাধান্য দেখা পোৱা যায়।

## চতুৰ্ভুজ ঠাকুৰ

ৰামদাস উৰ্বশীৰ কন্যা, মাধৱৰ ভাগিনী, ৰামচৰণ ঠাকুৰৰ ভনীয়েক বিষ্ণুআইক গুৰুজনে সৰু পুত্ৰ হৰিচৰণলৈ বিয়াকৈ নিয়ে। ১৫১৭ শকত এওঁলোকৰ এটি পুত্ৰ জন্ম হয়—চতুৰ্ভুজ। এওঁ পুৰুষোত্তম ঠাকুৰেৰে পাটবাউসীত কিছু কাল থকাৰ পাছত তামৰাঙা বিলৰ পাৰলৈ গৈ তাত বসতি কৰে, পিছত আকৌ পাটবাউসীলৈ আহে। কিন্তু তেওঁলোকক পদে-পদে জ্ঞাতিসকলে হিংসা কৰাত মাধৱদেৱৰ ভনী উৰ্বশী আৰু ৰামচৰণক পঠিয়াই গুৰু-পত্নী কালিন্দী আই আৰু বোৱাৰী, নাতি, নাতি-বোৱাৰীয়ে সৈতে সুন্দৰীলৈ আনে। এওঁ সুন্দৰীত দহ বছৰ, কপাৰবাৰীত

এবছৰ থাকি ঘৰচিয়া থানলৈ গৈ আই কনকলতা, মুকুন্দপুৰিয়া আই আৰু দেৱকণ্ঠিক বিয়া কৰিলে। মাধৱদেৱে ক্ষেত্রি পৰগনাৰ ঘাগৰি মাজিৰ ঘৰত সবাহ পাতোঁতে চতুৰ্ভুজো তালৈকে গৈছিল। তেওঁক টিপ বৰুৱাই সম্ভ্ৰমেৰে বৰণ্ডৱা হৈছিল আৰু সৰ্থেবাৰী, কৰাকুছি, কপলা, হাইবাদি, এই চাৰি গাঁও মাছ-পানী খাবৰ বাবে বন্দবস্ত কৰি দিয়ে। পুৰুষোত্তমে ঢুকাবৰ সময়ত ঘৰচিয়াত থকা চতুৰ্ভুজৰ মুৰতে ধৰ্মৰ ভাৰ অৰ্পণ কৰে। পুৰুষোত্তম ঠাকুৰৰ আজ্ঞামতেই ঘৰচিয়াত সত্ৰ কৰি চতুৰ্ভুজ সাত বছৰ বৈ বিষ্ণুপুৰত সত্ৰ পাতি ব'লগৈ। মাধৱদেৱ থকাৰ ভিতৰতে চতুৰ্ভুজে ঘৰচিয়াত বিষ্ণুপুৰ সত্ৰ পাতে। (বিদ্যানন্দ, ঠাকুৰ-চৰিত, পদ ১৩৭-১৮৯)। এই সময়ত বৰনগৰত ৰূপনাৰায়ণ দেৱান আছিল (পদ ১৬৩)। তাত ঠাকুৰ কিছু দিন থাকে। হাজোত বীৰনাৰায়ণ আছিল ৰজা। হাজোত বৰভাগ-ক্ষেত্রিত চতুৰ্ভুজে ধৰ্মপ্ৰচাৰ কৰি ফুৰে। চতুৰ্ভুজে বায়েক গোবিন্দপুৰিয়াৰ (ৰকৰা চৌধুৰীৰ পত্নী) পুত্ৰ দামোদৰক পুত্ৰবোধে ল'লে আৰু দামোদৰৰ শিৰতে সত্ৰৰ ভাৰ অৰ্পণ কৰি গঙ্গালৈ তীৰ্থ কৰিবলৈ ওলাল। এই সময়ত বেহাৰৰ মধুপুৰত গোবিন্দ আতৈ সত্ৰীয়া আছিল। বেহাৰত ৰজা বীৰনাৰায়ণৰ মাদৈসকলেও চতুৰ্ভুজক সম্মান জনাইছিল। বেহাৰতে চতুৰ্ভুজে পুৰুষোত্তম ভাৰ্যা বৌৱেকক লগ পায়। বীৰনাৰায়ণৰ সিংহ-চাৰলৈ তেওঁ যাত্ৰা কৰে তীৰ্থলৈ আৰু গঙ্গাৰ পাৰতে চৌৱন বছৰ বয়সত ১৫৭০ শকৰ পুহৰ শুক্লা চতুৰ্থীত তনু ত্যাগ কৰিলে। এখনি চৰিত্ৰমতে গঙ্গা-শ্ৰীক্ষেত্ৰত ফুৰি চতুৰ্ভুজ বিষ্ণুপুৰলৈ আহিল। বৰনগৰৰ লোকে তেওঁক ৰূপসিত লগ পায়গৈ। তাৰপৰা তেওঁ গ'ল গোবিন্দপুৰলৈ বড়ভাগলৈ। বিষ্ণুপুৰত ৰঘুদেৱৰ পুতেক দেৱান সুন্দৰনাৰায়ণে শৰণ লয়। তাৰ পিছত বিদ্যাই-ওজাৰ ঘৰত। গোপালমিশ্ৰৰ পোড়াভিটাত। এই সময়তে

> পাটচাই ফৌদে বিষ্ণুপুৰক পুৰিল।
> সৰ্ব্বস্ব পাইলেক মানে লুড়ি কৰি নিল।

পুনৰ সত্ৰ পাতিলত

> গাৰো ম্লেচ্ছ কচাৰী আচা জত জত।
> কৃষ্ণৰ অভয় পদে লৈলন্ত শৰণ॥ ৯২

ইয়াৰ পাছত চতুৰ্ভুজে সুভদ্ৰাক বিয়া দিয়ে। চতুৰ্ভুজৰ ভিনিহিয়েক ৰকৰা আতৈৰ মৃত্যু হয়। বেহাৰৰ গোবিন্দ আতৈয়ে মাতি পঠিয়ায়, "ৰাজাৰ কৃষ্ণপা খোজে শৰণ লুইবাক।" পিছে লগনীয়াৰ কামত ৰজাৰ খং উঠাত প্ৰস্তাৱিতমতে কাম নহ'ল। চতুৰ্ভুজ বিষ্ণুপুৰলৈ ঘূৰি আহিল আৰু পুনৰ আৰম্ভ কৰিলে তীৰ্থযাত্ৰা।

কোচবজাই মতাতো তেওঁ বেহাৰলৈ নগ'ল। এওঁৰপৰা সৰু বাবজনীয়া সত্র বাৰখন বাঢ়ে।

## পৰমানন্দ ঠাকুৰ

নাৰায়ণ ঠাকুৰ আৰু ভক্ত গকুলচান্দক মহাৰাজ নৰনাৰায়ণৰ গৰমলিয়ে ধৰি নিয়া সময়ত ঠাকুৰ আতাৰ পত্নীও তেওঁলোকৰ পিছ ধৰি লগতে গৈছিল। সেই সময়ত আইগৰাকী আছিল গৰ্ভৱতী। বৰদোৱা-চৰিতমতে ভোটৰ চৌহাটীত ঠাকুৰ আতা বন্দী হৈ থকা সময়ত তাতে, ৰামানন্দ দ্বিজৰ চৰিতমতে চিলাৰায়ৰ ফুলবাৰীত তেওঁৰ এটি পুত্র সন্তান জন্মে। তেতিয়া চিলাৰায় দেৱানৰ ঠাইত গুৰুজনা আত্ম-গোপন কৰি আছিল। ঠাকুৰ আতা, গকুলচান্দ আৰু বন্দীক নিগ্রহ কৰিবলৈ এৰি ভক্তিলৈ মন ঢাল খোৱা ৰজাৰ গৰমলি হৰিখাঁ আতাৰ পত্নী-পুত্রে সৈতে গুৰুজনা থকা ঠাইলৈ গৈ সেৱা জনালেহি। ৰবাবাহী আয়ে আঁঠু পাৰি ছৱালটি পাৰতে পেলাই দিলে; কপালত গুৰুজনাৰ সোঁ-ভৰিৰ অঙ্গুষ্ঠৰ টিপা পৰিল। গুৰুজনে ল'ৰাটি কোলাত লৈ সুধিলে, "নাম কি দিয়া হৈছে ?" আতাই জনালে, "দুখতে জন্মিল দেখি দুখীয়া ৰখা হৈছে।" গুৰুজনে বোলে, "তোমাক দুখতে আনন্দ দিছে, সেই কাৰণে বালকটিৰ নাম পৰমানন্দ দিয়া হ'ল।"

বৰপেটাত মাধৱদেৱে 'দধিমথন' ভাওনা পতাৰ সময়ত পৰমানন্দ বাপেকৰ লগত ভাও চাবলৈ গৈ তাতে আছিল। মাধৱদেৱে 'ৰামযাত্রা' ভাওনা কৰাওঁতে ঠাকুৰ আতাই দশৰথৰ আৰু পৰমানন্দই ৰামৰ ভাও লৈছিল। (গুৰু-চৰিত-কথা, পাত ১০৪)। ৰঘুদেৱ নাৰায়ণ ৰজাৰ কোপ এৰাবলৈ মাধৱদেৱ বেহাৰত থকা কালত ঠাকুৰ আতাই পৰমানন্দক তালৈ পঠাই সৰুজনা গুৰুৰ বাৰ্তা লৈছিল (গুৰু-চৰিত-কথা, পাত ১২৫)। মাধৱদেৱ জীয়াই থকাতে পৰমানন্দই বিয়া কৰে (গু. চ. ক., পাত ১১৫)।

১৫৪১ শকৰ পুহত (বেজবৰুৱাৰ মতে) পুৰুষোত্তম ঠাকুৰ বৈকুণ্ঠী হোৱাৰ পিছত যেতিয়া বৰঠাকুৰ-পত্নী সৰুঠাকুৰ চতুৰ্ভুজৰ পত্নীৰে জনিয়ালৈ আহিছিল, তেতিয়া দৈত্যাৰি, পৰমানন্দ ঠাকুৰে তেওঁলোকৰ খা-খবৰ লৈছিলগৈ (শ্রীশঙ্কৰদেৱ আৰু শ্রীমাধৱদেৱ, পিঠি ৩৭৫)।

মাধৱদেৱৰ জীৱন-কালতে পৰমানন্দই টনকিয়াল বয়স পাইছিল। তেওঁ পিতাকৰ আগত "আমি পুৰা ভকত, তুমি আদখনীয়া" বুলি ক'ব পৰা হৈছিল।

গুৰুজনাৰ জীৱৎকালতে পৰমানন্দৰ বিয়াও সম্পন্ন হয় (গুৰু-চৰিত-কথা, পাত ১১৫)।

## 'ভৱানীপুৰীয়া' গোপালদেৱ আতা

পুৰণি গড়গাঁও নগৰৰ কাষৰৰ খোখোৰা গাঁৱৰ দাঁতিৰ নাচনীঘাটৰ কামেশ্বৰ বা কামদেৱ ভূঞা আৰু তেওঁৰ ভাৰ্যা বজ্ৰাঙ্গী বা ৰজবাঙ্গীৰ এটি পুত্ৰ জন্ম হয় ১৪৬৩ শকত। পুত্ৰটিৰ নাম হ'ল গোপাল। গোপাল লৰি ফুৰিব পৰাটি হ'লত কামেশ্বৰ ভূঞা নাজিৰাহাটলৈ উঠি যায়। তাতে আহোম ৰজা স্বৰ্গনাৰায়ণৰ পুত্ৰ লাঙি-কোঁৱৰৰ লগত গোপালে ল'ৰা-ধেমালি কৰি ফুৰে। কথিত আছে, দহবছৰীয়া গোপালে এদিন ৰজা উঠা হাতী এটাক শুঁৰত ধৰি দহহাতমান টানি নি অদ্ভুত শক্তিৰ পৰিচয় দিছিল। গোপালৰ এঘাৰ বছৰ বয়স হওঁতেই কোচ ৰজা নৰনৰায়ণে আহোম ৰাজ্য আক্ৰমণ কৰি গড়গাঁও অধিকাৰ কৰে। এই আপাহতে আন ভূঞাৰ দৰে কামেশ্বৰকো নৰনাৰায়ণে কামৰূপৰ ভৱানীপুৰত থাপি-সাঞ্চি থয়।

আনমতে, গোপাল আতা আৰু মাক দেৱহূতিৰ পুৰণি ঘৰ কামৰূপৰ নগৰজাৰ গাঁৱত। কিবা ৰাজৰোষত পৰি তেওঁলোক উজনিলৈ যাবলৈ ওলায়। গড়গাঁৱলৈ যাবলৈ ওলোৱা মুদৈৰ নাৱে তেওঁলোকক নিব নোখোজাত দেৱহূতিয়ে নাওখন হাতেৰে ধৰি ৰাখে। এই কাৰ্য দেখি মুদৈয়ে দেৱহূতিক বজ্ৰাঙ্গী নাম দিয়ে। তেওঁ এনে ৰূপহী আছিল যে তেওঁক লোকে ৰূপেশ্বৰী বুলিহে মাতিছিল। নক'লেও হ'ব যে মুদৈৰ লগতে কামেশ্বৰ-বজ্ৰাঙ্গী গৈ গড়গাঁও ওলায়গৈ। কথিত আছে, বজ্ৰাঙ্গীৰ পিতাকৰ ঘৰ বৰপেটাৰ চুণপৰাত আছিল। মনপুৰ ভঁৰালী আতাৰ মোমায়েক।

'গুৰু-চৰিত-কথা'মতে গোপালদেৱৰ পিতৃ নৰদেৱৰ ঘৰ আছিল কলিতা ৰাজ্যৰ চেকখাম ঘাটৰ ওচৰত জিনৈ গ্ৰামত। তেওঁলোকক কনা কলিতাৰ ঘৰ বুলিছিল। প্ৰথমা ভাৰ্যাৰ কামদেৱ নামে এটি পুত্ৰ জন্ম হোৱাৰ পিছত মৃত্যু ঘটাত নৰদেৱে বজ্ৰাঙ্গীক বিয়া কৰে। পিছে নৰদেৱ ঢুকালত কামদেৱৰ লগত টকা-কড়ি লৈ কাজিয়া হোৱাত গৰ্ভৱতী অৱস্থাতে বজ্ৰাঙ্গী আয়ে কলিতা দেশ এৰি নাজিৰা-গড়গাঁৱত ধন্যা দলৈৰ ঘৰত আশ্ৰয় লৈ নাজিৰাহাটত এখন পোহাৰ পাতি জীৱিকা উলিয়াই থাকেহি। তাতে ব'হাগমহীয়া গোপালৰ জন্ম হয়। ইফালে একে সময়তে ৰজাৰো এটি কোঁৱৰ জন্ম হোৱাত বজ্ৰাঙ্গী আইৰ সুগঠিত শৰীৰ চাই তেওঁক ধাইৰূপে কাৰেঙলৈ নিয়া হয়। পাঁচ বছৰ এইদৰে কাৰেঙত থকাৰ পিছত বজ্ৰাঙ্গী পুনৰ নিজ বৃত্তিলৈ ঘূৰি আহে। পিছে এদিন আইৰ পালিত কোঁৱৰ হাতীৰে তেওঁৰ পোহৰালৈ আহোঁতে গোপালে হাতী আৰু কোঁৱৰক খেদাই দিয়ে। সেই আউলৰ

মাজতে আয়ে ভয় পাই পুতেকক লৈ নাজিৰাৰপৰা আঁতৰিল আৰু বহুত ঠাইত সাত বছৰমান ঘূৰি বৰপেটাৰ সুন্দৰীদিয়াৰ ওচৰৰ এখন গাঁৱত থিতাপি লয়গৈ। বৰদোৱা-চৰিতত আছে শঙ্কৰদেৱ আদি ৰাজৰোষত পৰি গড়গাঁৱলৈ আহোঁতে গোপালে আম পাৰি খুৱাইছিল। ভবানীপুৰত থাকি গোপালে নৰনাৰায়ণ ৰজাৰ ভৰফে সেই অঞ্চলৰ কুমাৰসকলৰ ছৰ্দাৰ হয় আৰু চৈতন্যপন্থী সুপিতা বা সুৰীতা নামে এজনৰ লগতে থাকে। ভবানীপুৰতে গোপালৰ বিয়া হয়; পাটবাউসীত শঙ্কৰ গুৰুৰে তেওঁৰ সাক্ষাৎ ঘটে আৰু তাতেই বাৰজন ভক্তেৰে 'ঘোষা-কীৰ্ত্তন', 'দশম', 'ৰত্নাৱলী' পঢ়ি হৰি-ভক্তি-চৰ্চাত মন পুতি লাগে আৰু মহাজন নামে বিখ্যাত হয়। কিন্তু ইয়াৰ পাছতহে গুৰুজনাৰ প্ৰয়াণৰ বছৰতে মাধৱদেৱে গোপালক ভবানীপুৰ থানতে শৰণ লগায়। আই বহ্নাঙ্গীয়েও মাধৱত শৰণ লয়। চৰিতত আছে, পেহীৰ পুতেক ককায়েক নগৰৰ সুৰীতাৰ যোগেদি চৈতন্যীয়া পন্থত দীক্ষিত হ'ব খুজিও শঙ্কৰী ধৰ্মৰ শ্ৰেষ্ঠতা বুজি সেই ভাব পৰিত্যাগ কৰে। গোপালদেৱ মাধৱদেৱৰ সৌহাৰ্দ্দ আৰু আত্মাসম প্ৰিয় হৈ উঠে। তেওঁ কথা-ৰস এনে সুন্দৰকৈ তুলিব পাৰিছিল যে মাধৱে তেওঁক 'কথা-সাগৰ' নাম দিয়ে। মাধৱে যেনেকৈ শঙ্কৰ গুৰুৰ সেৱাত লাগিছিল, গোপালেও সেই আদৰ্শতে মাধৱ গুৰুক সেৱা কৰিছিল। তেওঁৰ দুটি পুত্ৰ—কমললোচন আৰু দামোদৰ, এটি কন্যা—পদ্মপ্ৰিয়া। দামোদৰ সাত-আঠ বছৰ বয়সতে নৰিয়া পৰি ঢুকায় মাধৱ পুৰুষ শেষবাৰ বেহাৰলৈ যোৱা সময়ত। গোপাল আতাই "শ্ৰীকৃষ্ণৰ জন্মযাত্ৰাৰ পাঁচটি"ৰ গীত-নাট সূত্ৰ কৰি মাধৱদেৱক নি ৰাতিয়ে-দিনে যাত্ৰা কৰিলে। পাঁচদিনা বোকা-ভাওনা হ'ল। "তযু মুখ-পদ্মৰ বাক্য থাকিলে লোক প্ৰবৰ্ত্তিব, শৃগালক ডিণ্ডিতে সিংহ পাত্ৰ আঁৰি লক" বুলি গোপালে মাধৱদেৱৰ এটি গীত যাত্ৰাখনিত জুৰি দিব খোজাত মাধৱদেৱে গুৰুজনাৰ 'হৰিক বয়ন হেৰি মাই' গীতটি সংলগ্ন কৰি দিয়ে (পত্ৰ ১০৮)।

মাধৱদেৱে বেহাৰৰপৰা বুঢ়া শ্ৰীৰাম আতাক পঠাই গোপালক ধৰ্মাধিকাৰৰূপে মনোনীত কৰে। কাল-সংহতিৰ সত্ৰসমূহত শঙ্কৰ-মাধৱ-গোপালক অভেদ ত্ৰিমূৰ্ত্তি বোলা হয়—শঙ্কৰ ধৰ্মমূৰ্ত্তি, মাধৱ পূৰ্ণমূৰ্ত্তি, গোপাল পৰিপূৰ্ণ মূৰ্ত্তি বা পূৰ্ণ বস্তু। মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পিছত গোপালদেৱেই শঙ্কৰী ধৰ্মাৱলম্বী লোকসকলৰ কেন্দ্ৰৰ দৰে হয়। ভবানীপুৰত থাকোঁতেই তেওঁৰ ওচৰত গজলাৰ সৰু যদুমণি আতা, নগৰীয়াৰ সনাতন আতা, কাথপাৰৰ পুৰুষোত্তম আতা, বাঁহবাৰীৰ বৰ যদুমণি আতা, আঁহতগুৰিৰ শ্ৰীৰাম আতা, দহঘৰৰ নাৰায়ণ আতাই শৰণ লয়হি। পিছত ভবানীপুৰীয়া আতা পূৰে পোতাৱিল, পছিমে বৰধোৱা আৰু মানাহ, উত্তৰে পাল্লা নৈ, দক্ষিণে অসি অটোৱা—এই চৌহদৰ মাজতে কালজাৰ সত্ৰ পাতি

ৰ'লগে। তাতে ইকৰাজানৰ সন্ন্যাসী ৰামচন্দ্ৰ আতা, ৰৰগুৰু কৃষ্ণ আতা, মায়ামৰাৰ অনিৰুদ্ধ আতা, খৌৱামোৱাহৰ ৰামচন্দ্ৰ বুঢ়া আতা, চৰাইবাহীৰ মুৰাৰি আতা, দলৈগোৰ সনাতন আতা, সৰুগুৰু কৃষ্ণ আতা আদি গোপাল আতাৰ শিষ্য হয়। কালজাৰত থাকোঁতেই তেওঁ 'উদ্ধৱ-যান' অঙ্ক ৰচনা কৰে। পূৰ্বতে—

উদ্ধৱ-গোপীৰ প্ৰেম সঙ্কেত বচন।
অঙ্কৰূপে শঙ্কৰে কৰিলা নিৰূপণ॥
নতু ব্যক্ত হোন্তে সিটো অমিত পুৰিলা।
পুনুহু গোপালে সেহি কথা নিৰন্ধিলা॥

ভৱানীপুৰত থকা কালত ৰৰপেটা (গোৰাভিটা), সুন্দৰীদিয়ালে অহা-যোৱা কৰি আছিল। ত'ৰ ভকত-মহন্তসকলেও নুবুজা কথা বুজি ল'বলৈ তেওঁলৈ বাট চাই থাকিছিল। কালজাৰৰ বাহিৰে গোৰাভঁৰাল আৰু জোৰাবদি নামে থান তেৰাই পাতে। তেওঁৰ চাৰি সত্ৰ 'ভাটীআতা' শ্ৰীৰামদেৱৰ শিষ্যৰ হাতত দি যায়। পুত্ৰ কমললোচনে তাতে বেজাৰ পাই 'ৰৰআতা' যদুমণিৰ আশ্ৰয়ত উজনিৰ ডৌকাচাপৰিত ৰয়গৈ। ডৌকাচাপৰি, আমগুৰি, কলাকটা, হামাৰৰৰি, ধোপাবৰ— গোপাল আতাৰ পুত্ৰ-নাতিসকলৰ সত্ৰৰূপে আছে। ১৫৩৩ শকৰ বহাগৰ শুক্লাবষ্ঠী তিথিত নৱিয়া পৰি গোপাল আতাৰ মৃত্যু হয়। কালজাৰ সত্ৰ প্ৰতিষ্ঠা কৰাৰ পিছত আতাই প্ৰসঙ্গত ব্যৱহাৰৰ বাবে মাধৱদেৱৰ 'নামঘোষা'ৰপৰা আঢ়ৈ কুৰিটি ঘোষা বাছি লৈছিল; ইয়াকে 'বাছনি ঘোষা' বোলে। এইকেইটিৰ লগত জোৰণি দিবলৈ ভৱানীপুৰীয়া আতাই নিজে কেইটিমান ঘোষা ৰচনা কৰে, সেইকেইটিক বোলা হয় 'বড়া ঘোষা'।

গোপাল আতাৰ আঠ উপদেশ ঃ

নিৰাশা আশা সুখ দুখ মানি।
পিঙ্গলাৰ ভাব লৈৰন্ত জ্ঞানী॥
ৰূপত পতঙ্গ ৰসত মীন।
লোভত কুৰুৰা শব্দত হৰিণ॥
পৰশত হস্তী বন্দী নিশ্চয়।
জানি জ্ঞানীগণে পাঞ্চো তেজয়॥
কুমাৰী কঙ্কণ ৰাখিলা এক।
জানি জ্ঞানীজনে ত্যজে অনেক॥
অনিয়ত বাসা সৰ্প কৰয়।
সন্তৰ গৃহাৰম্ভে যত্ন নাই॥

হেন উপদেশ তিনিতো আছে।
তিনিৰো কথা বুজিবা পাছে॥
ভ্ৰমৰ মধু-মাখি দুয়োজন।
নানান পুষ্পত কৰে ৰমণ॥
ফুল দোষ ত্যজি মধু পিবয়।
দোষ ত্যজি সাধু গুণক লয়॥
ভ্ৰমৰে মধু নথয় সাঁচি।
প্ৰৱৰ্ত্তন গূঢ় বুজিবা পুছি॥
মথুমাখি বোৰে মধু সাঞ্চয়।
তাকো অন্যজনে নিয়া ভুঞ্জয়॥
জানি আনি ধন নময় জ্ঞানী।
কৰে দান পুণ্য ধৰ্ম্মক মানি॥
শৰশয্যা যেন দৃষ্টি শৰত।
ভকত জানা সেহি চৰণত॥

(কালিদাস খটনিয়াৰ-সংগৃহীত)

## পদ্মপ্ৰিয়া

ভৱানীপুৰীয়া গোপালদেৱৰ দুটি পুত্ৰ—কমললোচন আৰু দামোদৰ; এটি কন্যা—পদ্মপ্ৰিয়া। পদ্মপ্ৰিয়া বৰ ভক্তিমতী আছিল। ৰামানন্দৰ গোপাল আতাৰ চৰিতমতে (পত্ৰ ৩৮) এবাৰ পিতাকেৰে বৰপেটাৰ শঙ্কৰ-পত্নী আই গোসাঁনীৰ থানলৈ যাওঁতে আই গোসাঁনীৰ ভাগ্যৱতী দাসীক আঁঠু কাঢ়ি নমস্কাৰ কৰিছিল; এনে তেওঁৰ গুৰুভক্তি, 'দাসৰো দাস' ভাব। 'গুৰু-চৰিত-কথা' (পত্ৰ ১০৮)মতে অৱশ্যে পদ্মপ্ৰিয়াই ভৱানীপুৰীয়া আতা আৰু দামোদৰ-কমললোচনেৰে মাধৱদেৱৰ ওচৰলৈহে পিতাকৰ লগত গৈছিল আৰু ত'তহে দাসীৰ পদধূলা লৈছিল। এওঁৰ বিবাহ সম্ভৱতঃ হোৱা নাছিল, যদিও এক আখ্যানমতে এবাৰ বিয়া হোৱাৰ পিছত ভক্তা পদ্মপ্ৰিয়াই শাক্ত পতিৰ গৃহ ত্যাগ কৰে। যদুমণিদেৱৰ চৰিত্ৰত (য° চ°, ৫৯-৬০ পাত) আছে, বুঢ়া ৰজা প্ৰতাপসিংহৰ দিনত ভৱানীপুৰীয়া আতাৰ শিষ্য হিঙ্গুলাৰ হিঙ্গুলাপুৰৰ দ্বিজ ৰামচন্দ্ৰ আতৈক শিৰশ্ছেদ কৰাৰ পিছত যদুমণি বৰআতাই হিঙ্গুলা এৰি বাঁহীবাৰীত সত্ৰ কৰাৰ কিছু কাল পিছত বহু টকা-শিকা খৰচ কৰি কামৰূপৰপৰা গুৰু-পত্নী-পুত্ৰ-কন্যাক আনি খৰুৱামোচৰত থাকিবৰ দিহা কৰি দিয়ে। যদুমণিয়ে পদ্মপুৰিয়াক (পদ্মপ্ৰিয়াক) 'উদ্ধাৰিব'ৰ উদ্দেশ্যে ভক্তসকলৰ হতুৱাই

চাউল, লোণ-তেল, মাছ-মঙহ যোগাৰ-যন্ত্ৰ কৰাই গোপালদেৱৰ পত্নীক অনুৰোধ কৰাই ৰন্ধন-কাৰ্য কৰালে। পাক হ'লত বৰআতাই আই-গোসানীক ক'লে—

শুনা কাথজিয় ঃ তোমাৰ বসন ঃ ভূষণ যত আছয়।
মোহোৰ বচনে ঃ পদ্মপুৰিয়াক ঃ পিন্ধায়ো সবে নিছয়।।
(য° চ° ৮৫২)

আয়ে জীয়েকক সেইমতে পিন্ধালে। তাৰ পিছত আতাৰ কথামতে তেওঁকে আদি কৰি সবাকে পদ্মপ্ৰিয়াই অন্ন বাঢ়ি দিলে, আৰু সেইদৰেই তেওঁৰ 'উদ্ধাৰ' লাভ হ'ল আৰু ভক্তসকলেও তেওঁক গুৰুমূৰ্তি বুলি গ্ৰহণ কৰিলে। পদ্মপ্ৰিয়াৰ গীত দুটিৰপৰা স্পষ্ট বুজিব পাৰি, তেওঁ গোপাল আতাক জন্মদাতা পিতৃতকৈও প্ৰবল গুৰু-জ্ঞানেৰে জগতৰ ঈশ্বৰ বুলিহে ভাব কৰিছিল। অনুমান হয়, ভক্তিয়েই তেওঁৰ জীৱনৰ সকলো উচ্ছ্বাস শুহি লৈছিল।

## শ্ৰীৰামদেৱ 'ভাটী আতা'

এওঁ ভবানীপুৰীয়া গোপাল আতাৰ থাপিত ছজন ব্ৰাহ্মণ সত্ৰীয়াৰ অন্যতম। "উপাধ্যায় কুলে জাত" শ্ৰীৰামৰ পিতৃ গোবিন্দমিশ্ৰ আৰু পুত্ৰ শঙ্কৰ-মাধৱ-গোপাল আতাৰ বিখ্যাত চৰিত্ৰকাৰ ৰামানন্দ দ্বিজ। শ্ৰীৰামদেৱে বৰ যদুমণিদেৱেৰে লগ লাগি এখন নাও কিনি পাঁচজন লোকেৰে বৰপেটাত ৰয়গৈ। তাৰপৰা ভবানীপুৰলৈ গৈ গোপাল আতাত শৰণ লয় আৰু কালজাৰতে আতাৰ তিৰোধান পৰ্যন্ত থাকে। জয়নাৰায়ণৰ 'ৰামগোপাল-চৰিত'ত আছে, মৃত্যুৰ সময়ত গোপাল আতাই

দেৱ শ্ৰীৰামক সিতো থানে থাপিলন্ত।
সৰ্বলোকে গোপাল বুলিয়া আদৰন্ত।। ২১

গোপাল আতাই অন্তিম সময়ত বৰযদুমণিক উজনিলৈ পঠাই শ্ৰীৰামক কৈছিল,—

সুনিয়ো শ্ৰীৰাম তুমি থাকিবা ইথান।
সমস্তকে পাইবা বহু লভিবা সন্মান।।
ইতো ৰাজ্যে ব্ৰাহ্মণক কৰয় আদৰ।
সন্তোষ লভিবা যশ সাধিবা বিস্তাৰ।। ৩১৮

কালজাৰত থাকোঁতেই শ্ৰীৰামদেৱে ভেড়া-গুৰু বিপ্ৰৰ মধ্যমা কন্যা যমুনাক বিয়া কৰে। অচম দেশৰ বহুতো লোক বঙালৰ ভয়ত দিনত হাবিত লুকাই, দিনত বাট বুলি বনৰীয়া ম'হ-গড়ৰ আতঙ্ককো অতিক্ৰম কৰি শ্ৰীৰামৰ ওচৰলৈ আহিছিল তেওঁৰ যশস্যা শুনি। এবাৰ চতুৰ্ভুজ ঠাকুৰে হাট-খোৱাৰ ঠাইত হাটৰ ধন নিদিয়া

যাবে বন্দী হোৱাত শ্ৰীৰামে ধন দি মুকলি কৰাই আনে। এইদৰে হৰি-ভক্তত প্ৰেম-ভাব আচৰি হৰি-কথা চৰ্চি থাকি কালজাৰতে শ্ৰীৰামদেৱ বৈকুণ্ঠীভূত হয়।

শ্ৰীৰামদেৱক 'ভাটি আতা' বুলি জনা গৈছিল। 'ৰামগোপাল-চৰিত'ত আছে,—

ঢেকেৰী ৰাজ্যৰ আতি মৰ্মে সুমণ্ডিত ........॥ ১৮০৩
দিব বিল দিলোঁ মঞিঃ বিদেশী সাধুক। ১৮০৫
অশ্বত্থগুৰিৰ সত্ৰে দূতক নেদিলা।
ভটিয়া মহন্ত বুলি নৃপতি এৰিলা॥ ১৯০২

দুতিৰাম হাজৰিকাৰ ৶ 'শ্ৰীশ্ৰী দীহিং সত্ৰৰ বুৰঞ্জী'ৰ ৬২ পদত 'ভাটী যোৱা শ্ৰীৰাম' বোলা হৈছে। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত নৰনাৰায়ণৰ দেশৰপৰা অহা সোণাৰি আৰু বৃত্তিয়াল মানুহক নামডাঙত পতাত ঠাইডোখৰৰ নাম ভটীয়াপাৰ হ'ল; আজিও সি সেই নামেই খ্যাত।

শ্ৰীৰামদেৱৰ গীতৰ এটি নিজা সৌন্দৰ্য বৰ্তমান। অনুকৰণৰ মাজতো তেওঁৰ মৌলিকতা জিলিকি উঠিছে। তেওঁ ভবানীপুৰীয়া গোপালৰ একান্ত অনুৰক্ত ঃ

গোপালৰ পদ নমিয়া কহয়
শ্ৰীৰাম যে মূঢ়মতি॥ (গীত ১৬৬)

## ৰামানন্দ দ্বিজ

শ্ৰীৰামদেৱৰ দুজন পুত্ৰ—বৰ আতা আৰু ৰামানন্দ ছোট গোসাঁই। এবাৰ দেউ শ্ৰীৰাম বৰনগৰলৈ যাওঁতে বনাকৰ গাঁৱৰ এজন লোকে ধৰ্ম ধৰিবলৈ অহাত কুমলীয়া বয়সৰ ৰামানন্দই তেওঁক ভক্তি দান কৰে। পিতাক আহিলত আকৌ তেওঁ কিবা কয় বুলি ভয়তে লুকাই আছিল। এজন ভট্টাচাৰ্যৰ ঘৰত ৰামানন্দই নানা শাস্ত্ৰ অধ্যয়নত পাৰ্গত হৈ ভাগৱত পঢ়ি শিক্ষা সাং কৰে। শ্ৰীৰামদেৱৰ মৃত্যুত বৰআতা গোৱা ভঙাৱত সত্ৰ কৰিলে আৰু ৰামানন্দ কালজাৰত অধিকাৰ হৈ ৰ'ল। অসম ৰাজ্যৰ ভকতসকলে নিমন্ত্ৰণ কৰাত কলিয়াবৰ আৰু উজনিত ছোট গোসাঁয়ে ভ্ৰমণ কৰে। সেই সময়ত অসমৰ ৰজা আছিল 'লাঙি ৰজা' অৰ্থাৎ স্বৰ্গদেৱ গদাধৰসিংহ (১৬০৩ শক)।

গোপালদেৱৰ পথে বিটো সত্ৰ প্ৰবৰ্ত্তয়
সেহি সত্ৰে কৰিলা গমন।
নেই আসি আগ বাঢ়ি মৃদঙ্গ তালক ঠুকি
বহুতৰ কৰি আদৰণ॥ ১৯৪

ৰামানন্দ কালজাৰলৈ ঘুৰি অহাৰ পিছত ৰামণ নামে এজন চৌধাৰীৰ ঘৰত সভালৈ যোৱা ভকতৰ 'তৃতীয় বিংশতি'জনক গোৱাভিঠা সত্ৰৰ নটুৱাৰ নাচ চাই থাকোঁতেই খিংৰোৱে কাটেহি। ৰামানন্দ এঘৰত শুই আছিল বাবে ৰক্ষা পৰিল। এফালে খিঙৰ এই উপদ্ৰৱ আৰু আনফালে উজনিৰ ৰাইজৰ আগ্ৰহ দেখি আই গোসাঁনী আৰু ষাঠি কুৰি ঘৰ লোক লগত লৈ ৰামানন্দ নাৱেৰে উজাবলৈ ধৰিলে। কেইদিনমানৰ পিছত খাককড়ুৰি পাই তাতে সত্ৰ কৰিলে। চৰিতত আছে, ইয়াতে কলিয়াবৰৰ লাচিত বৰফুকনে (১৫৯০-১৫৯৩ শক) ৰামানন্দৰপৰা ধৰ্মোপদেশ লয়। আৰু ভেদেলিভঙাৰত এখন সত্ৰ পাতি উছৰ্গি দিয়ে। দুটা কথাৰ কাৰণে ৰামানন্দই এই ভেদেলিভঙাৰো এৰিবলগীয়া হ'ল।

প্ৰথমে,

ঢেকেৰিসকলে অন্যো অন্যে অতি
কন্দলে কৰৈ বিস্তৰ।
অলপৰেপৰা অনাৰি কৰয়
অন্ত নোহে কন্দলৰ॥ ৮০৯

দ্বিতীয়তে, ৰামানন্দই ভাবিলে,

ইটো প্ৰদেশত আমাৰ ভিতিৰ
সাধু একজন নাই।
উজনি ৰাজ্যত আছে সাধুসৱ
যাইবো মঞি সিটো ঠাই॥ ৯০২

ভেদেলিভঙাৰৰপৰা গৈ ৰামানন্দই বাঁহজেঙনিত ডেৰেৰা বৰুৱাই (মৃত্যু ১৫৯৭ শক) সজোৱা গৃহত থাকিলগৈ এবছৰ। ইয়াৰ পিছতো ছমাহ সৰুচকুৱা সত্ৰত থাকি বাৰিষা পৰাৰ আহকালত পুনৰ কলিয়াবৰৰ ভেদেলিভঙাৰলৈ গ'ল। তাৰপৰা আকৌ বাঁহজেঙনিলৈ গৈ তাতো মন নবহাত অসমৰ ৰাজধানী গড়গাঁৱলৈ গৈ বাঁহগড়ীয়া সন্দিকৈ বুঢ়াগোহাঁইক লগ ধৰিলে। বুঢ়াগোহাঁয়ে ৰজাত সুধি শিমলুৰ খুঁটা মাৰি আঁহতগুৰিত সত্ৰ পাতি দিলে; খাত, পাম, মাটি, মানুহ, তেলী-মালী, ধোবা দিলে। পাছত আকৌ এবাৰ ৰামানন্দই পুত্ৰ ৰামগোপালক ৰাজচ'ৰালৈ পঠাই বৰ শিঙৰীয়া, সৰু শিঙৰীয়া, ৰজা ঘৰৰপৰা এই দুখন মাছৰ বিল ল'লে। তেওঁৰ জীৱনৰ পিছৰছোৱা কাল আঁহতগুৰিতে অতিবাহিত হয়। আৰু এক ফাগুনৰ অমাৱস্যা তিথিত দুপৰ বেলিয়া মহাপুৰুষৰ দশমৰ পদ শুনি শুনি ৰামানন্দ আতাই চিৰকাললৈ চকু মুদে। তেওঁৰ তিনিটি পুত্ৰ—শ্ৰীৰামগোপাল, ৰামগোবিন্দ আৰু হৰিগোবিন্দ; তিনিটি কন্যা—পদ্মপ্ৰিয়া, ইন্দুমতী আৰু মইনামতী।

শঙ্কৰ-মাধৱৰ গোন প্ৰথম সাক্ষাতত প্ৰবৃত্তি-নিবৃত্তি-মাৰ্গীয় তৰ্ক, অন্তৰঙ্গ,

নির্গুণা, ভাগৱতী আৰু কেৱলা ভক্তিৰ লক্ষণ, ত্ৰিবিধ ভক্তৰ লক্ষণ, সাকাৰ-নিৰাকাৰবাদ, এনেবোৰ বিষয় ৰামানন্দৰচিত চৰিত্ৰত সূক্ষ্মভাৱে বিশ্লেষণ কৰা হৈছে। গতানুগতিক গীত-ৰচনাৰ মাজতো তেওঁৰ গীতবোৰত মৌলিক কবিতাৰ পোহৰ দেখা যায়। গীতৰ পুথিত ৰুক্মিণীৰ প্ৰেম-কলহ বিষয়ক ৰামানন্দৰ ন'টি গীত পোৱা যায়; তাত তাল-মান ধৰি দিয়াৰপৰা বুজিব পাৰি, সেই কেইটি অঙ্কীয়া গীত। অৱশ্যে ৰামানন্দই সেই বিষয়ক নাট ৰচিছিল নে নাই স্পষ্টকৈ জনা নাযায়। ৰামগোপালে 'কুমৰ-হৰণ' অঙ্ক আৰু 'ৰাজসূয়' ৰচনা কৰিছিল বুলি চৰিতত আছে। এওঁ ৰুদ্ৰসিংহৰ দিনৰ লোক।

শ্ৰীৰাম আতাৰ গীতত গোপাল আতাৰ প্ৰশস্তি ঃ

গোপাল সেৱক মাগয় শ্ৰীৰাম
অমূল্য ভকতি দান কৰং॥ (গীত ৯৮)
গোপালৰ পদ নমিয়া কহয়
শ্ৰীৰাম যে মূঢ়-মতি॥ (গীত ৭৮)

শ্ৰীৰাম আতাৰ গীতবোৰৰ বিষয়-বস্তু বৰগীতৰ দৰেই একে কৃষ্ণায়ণ কাহিনী—দেহাত্মবিবেক, সমস্ত বিশ্ব-ব্ৰহ্মাণ্ডৰ পতি পৰম ব্ৰহ্মাৰ গো-ৰাখোৱাল ৰূপ দেখি বিস্ময় ভাব, শ্ৰীকৃষ্ণৰ জন্ম-কথা, বাল্য-লীলা, আদৰুৱা কানাইৰ অভিমান, চেনেহী মাতৃৰ আবদাৰ, উদ্ধৱ-যান বা মাথুৰ বিৰহ, ফাগুৱা আৰু মাজে মাজে ৰাম-কথা। কিন্তু এটা মন কৰিবলগীয়া কথা—শ্ৰীৰামৰ কানুৰ বাঁহীয়ে হেনো মাতে 'ৰাধা, ৰাধা' বুলি। অৱশ্যে কবিয়ে বিশিষ্টা গোপী ৰাধাক প্ৰবোধ দিছে,—

বোলয় শ্ৰীৰাম মাই বাংশীৰে নাদিয়ো দায়
তোমাৰ মনৰ উহি ভাব।

এই ভণিতাটিৰ ভঙ্গিও মন কৰিবলগীয়া—কেৱল মাত্ৰ "অমুক কবিয়ে কৈছে, শুনোতাই হৰি বোলক" বুলি নকৈ এনেধৰণে একোটি ভাবৰ ইঙ্গিতেৰে শেষ কৰিলে গীত সঁচাকৈয়ে 'মধুৰেণ সমাপয়েৎ' হয়।

ৰঘুপতি-পদ-বৰ ধৰ ৰজনীচৰ
শঙ্কৰ কহতু উপায়॥ (শঙ্কৰদেৱ)

## অনিৰুদ্ধদেৱ 'ভূঞাৰ পো'

সত্ৰীয়া চৰিতমতে যদুবংশ-জাত শশবিন্দ ৰজাৰ পুত্ৰ ভগদত্ত ৰজা। তেওঁৰ পুত্ৰ হৰিবৰ আৰু ৰামবৰ নেপাল দেশৰ ৰজা আছিল। ৰামবৰ আহি সৌমাৰৰ উত্তৰত বাৰভূঞা ৰাজ্য পালন কৰি থাকে। তেওঁৰ বংশৰ কায়স্থ মহীপাল লুইতৰ

উত্তৰৰ নাৰায়ণপুৰৰ অন্তৰ্গত বিষ্ণু বালিকুছি গাঁৱৰ গোমোস্তা হয়। তেওঁৰ কনিষ্ঠ পুত্ৰ গঙ্গা নৰাগিৰীৰ পুত্ৰ গোণ্ডাগিৰী ভূঞাৰলৈ শঙ্কৰদেৱে খুড়াকৰ (?) কন্যা আজলীক বিয়া দিয়ে। গোণ্ডা আৰু আজলীৰপৰা পঞ্চ পুত্ৰৰ মধ্যম পুত্ৰৰ জন্ম হয় 'চন্দ্ৰ বেদ ঘোঁৰা বাণ' অৰ্থাৎ ১৪৭৫ শকত, বহাগৰ ১৫ তাৰিখে, বৃহস্পতিবাৰ, শুক্লা নৱমী তিথিত। দৈৱজ্ঞই গণি চাই ল'ৰাৰ নাম থ'লে হৰকণ্ঠ। হৰকণ্ঠই দহ বছৰ বয়সৰপৰা নানা শাস্ত্ৰ পঢ়ি-শুনি গোপালদেৱৰ কালজাৰ থানলৈ গ'ল আৰু চোতাল পায়ে

গিৰৌ কলাপী গগনে পয়োদঃ।
লক্ষান্তৰে ভানুৰ্জলে চ পদ্মম্॥

ইত্যাদি শ্লোকটি পাঠ কৰি বেলোৱাৰ ৰাগৰ 'গোপাল সোণাৰ প্ৰভু দেহ দৰিশন' গীতটি ৰচি গালে। গোপাল আতাই আদৰ-সাদৰ কৰি হৰকণ্ঠৰ অনিৰুদ্ধ নাম দি বহা ঘৰ দি ৰাখিলে। তাতে তিনি বছৰ গুৰুসেৱাত ৰত থাকি অনিৰুদ্ধ বালিকুছিৰ ঘৰলৈ ঘূৰিল আৰু গোণ্ডাগিৰী ঢুকোৱাৰ পাছত ১৫২৩ শকৰ মাঘৰপৰা ধৰ্ম-প্ৰচাৰত লাগিল। ১৫২৮ শকত অনিৰুদ্ধই মৰনৈ-কাষত নাহৰআটি- সত্ৰ প্ৰতিষ্ঠা কৰিলে। অনিৰুদ্ধদেৱে পাঁচখনি পুথি ৰচনা কৰে। এখন, পঞ্চম স্কন্ধ 'ভাগৱত'ৰ মূল আৰু টীকাৰ পদ-ভাঙনি। দ্বিতীয়খন, চতুৰ্থ স্কন্ধ 'ভাগৱত'ৰ অন্তৰ্গত পঁচিশৰপৰা একত্ৰিশ অধ্যায়ৰ মূল শ্লোকৰ ভাঙনি—'পুৰঞ্জন-উপাখ্যান'। ই ৰূপক শ্ৰেণীৰ সাহিত্য। মাধৱদেৱক "সম্বন্ধত আমাৰ কনিষ্ঠ পিতামহ" বুলি আত্ম-পৰিচয় দিয়া অনিৰুদ্ধদেৱৰ পঞ্চম স্কন্ধ 'ভাগৱত'ৰ ভাঙনিৰ উপৰি দ্বিতীয় এখনি পঞ্চম স্কন্ধৰ পদ-ভাঙনি আৰু চতুৰ্থ স্কন্ধৰ পদ-ভাঙনি আছে (*Descriptive Catalogue of Assamese Manuscripts*, Part I, Nos. 19 and 20)। সেই দুখনিহে ভূঞাৰ পো অনিৰুদ্ধৰ ৰচনা। আত্ম-পৰিচয় প্ৰসঙ্গত অনিৰুদ্ধই আমি ওপৰত দিয়া মহীপালতে আৰম্ভ কৰি বংশ-পৰিক্ৰমাৰ উত্থাপন কৰিছে আৰু গোপাল আতাৰ কথাত ভক্তি-অৱনতভাৱে উল্লেখ কৰিছে,—

তাহাৰ সন্ততি ভৈলা অনিৰুদ্ধ নজানে শাস্ত্ৰ নিচয়।
গোপালৰ দুই চৰণ সম্পৰ্কে মনে যেন উপজয়॥
পৰম দেৱতা হৃদয়ত থাকি দিলা যেন অনুমতি।
সেই অনুৰূপে পঞ্চম স্কন্ধৰ ৰচিলা কথা সম্প্ৰতি॥

চতুৰ্থ স্কন্ধৰ ভাঙনি ৰামচন্দ্ৰ দ্বিজৰ অনুবোধ মতে কৰা হয় বুলি অনিৰুদ্ধই কৈছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কয়, এই ৰামচন্দ্ৰ আঁহতগুৰীয়া শ্ৰীৰাম আতা; কিন্তু সম্ভৱতঃ এই ৰামচন্দ্ৰ দ্বিজ গোপাল আতাৰ দ্বাৰা থাপিত খোৰামোচৰৰ ৰামচন্দ্ৰ দ্বিজ বা ইকৰাজনৰ ৰামচন্দ্ৰ দ্বিজহে।

অনিৰুদ্ধদেৱৰ তৃতীয় পুথি গীতৰ ঃ

ভাগৱত আদি শাস্ত্ৰ সমস্তৰ সাৰ।
আনি গীত-শাস্ত্ৰ এক কৰিলা প্ৰচাৰ॥
তাত ছয় গোটা আছে তোটয় ভটিমা।
নৱ কুৰি দুইজন গীতে কৈলা সীমা॥
তাহাত কবিত্ব ৰস বিশেষ আছয়।
মহাজনসৱে আক জানিবা নিশ্চয়॥

ইয়াৰ ১৮২টি গীতৰ ভিতৰত (মন কৰিবলগীয়া যে মায়ামৰীয়া সম্প্ৰদায়ত গীতৰ এজন, দুজন আদি লেখ হয়) আমি ১৫২টি মাত্ৰ বৰ্তমান সংগ্ৰহত দিবলৈ পাইছোঁ; তাৰো চাৰিটি আধৰুৱা। ইয়াৰ ভিতৰতে অৱশ্যে 'মহাজনসৱে' 'কবিত্ব ৰস বিশেষ' উপভোগ কৰিব পাৰিব।

অনিৰুদ্ধৰ চতুৰ্থ পুথি—

আৰু এক ঘোষা ভক্তিমঙ্গল ৰচিলা।
সমস্তৰে তাৎপৰ্য্য আনি নিবন্ধিলা॥

তাত ৮০৫টি ঘোষা সম্পূৰ্ণকৈ দিয়া হৈছে। পঞ্চমতে, "কথা আৰু শ্লোক সমে" "অত্যন্ত গুপুত" এখনি শাস্ত্ৰও অনিৰুদ্ধই গ্ৰহন কৰে। এই পাছৰ দুখনি গ্ৰন্থ দেখাৰ ভাগ্য আমাৰ এতিয়াও হোৱা নাই।

অনিৰুদ্ধদেৱ শঙ্কৰোত্তৰ যুগৰ এজন শ্ৰেষ্ঠ কবি বুলি পৰিগণিত হ'ব পাৰে। তেওঁৰ গীতাৱলীত যেনেকৈ কবিত্ব, পাণ্ডিত্য, সঙ্গীতজ্ঞান ফুটি ওলাইছে, তেওঁৰ ভাগৱতৰ পদাৱলীও সেইদৰে সৰল অথচ পাণ্ডিত্যপূৰ্ণ আৰু মনোৰম।

দিহিঙৰ যদুমণি 'বৰ আতাৰ' লগত ভূঞাৰ পোৰ বিশেষ প্ৰীতি আছিল। ১৫২৯ শকত এবাৰ বৰ আতাৰে দিহিঙত থাকোঁতেই অনিৰুদ্ধদেৱক আহোম স্বৰ্গদেৱ চুখামফা খোৰা ৰজাই (১৪৭১-১৫৩৩ শক) তাতে দেখা কৰি তেওঁৰ মহিমা দৰ্শন কৰে।

১৫৪৮ শকৰ পুহৰ ১১ দিন যোৱাত শুকুলা দশমীত অনিৰুদ্ধদেৱ গোপাল গুৰুৰ পদ হৃদয়ত ধৰি 'এ ভাই কমনে কৰ বিহাৰ' আৰু 'এ মন কমনে পাৰস নিন্দা'—এই দুটি ঝুমুড়া গীত ৰচি গাই নৰ-নাট সামৰিলে। অনিৰুদ্ধৰ পাঁচটি পুত্ৰ আৰু এটি কন্যা। জ্যেষ্ঠ কৃষ্ণানন্দৰ ওপৰতে অনিৰুদ্ধদেৱে ধৰ্ম-ভাৰ অৰ্পণ কৰে।

অনিৰুদ্ধদেৱৰপৰা চাৰিখন সত্ৰ বাঢ়ে—দিনজয়, মদাৰখাত, পুৰণিগাম আৰু গড়পৰা। অনিৰুদ্ধৰ সম্প্ৰদায় অতি শক্তিশালী হৈ ধনে-ধানে, শিষ্যই-ভকতে দেশৰ পূব প্ৰান্ত জুৰি পৰে, তেওঁলোকে অকলে ৰাজশক্তিৰ লগত ফেৰ মাৰিব পৰা হয়।

প্ৰতাপসিংহ বুদ্ধিস্বৰ্গনাৰায়ণৰ দিনত হনুমন্তী গুৰু-কাঠাৰ হকে মৰাণৰ লাক্ষু ৰৰপাত্ৰ, সোলা গুই মেলা বৰগোঁহাই আৰু দুজন মৰাণ ডাঙৰীয়াৰ আত্ম-উৎসৰ্গ, চুৰম্ফা ভগা ৰজাৰ (১৫৭১-৭৪ শক) দিনত নিত্যানন্দদেৱ গোসাঁই-হত্যা (১৫৭২ শক), বঙালী গোসাঁইৰ প্ৰভাৱত পৰি ফুলেশ্বৰী ৰৰৰজাই চতুৰ্ভুজদেৱক দেৱী-পূজাৰ প্ৰসাদ কটিওৱা আৰু নানা ৰাজনৈতিক কাৰণত মৰাণ বিদ্ৰোহৰ জুই দপ্‌দপ্ কৰি জ্বলি উঠি দেশ ছাৰখাৰ কৰে।

অনিৰুদ্ধই আত্মপৰিচয় দিছে :

লোহিত উত্তৰ কাখৰে প্ৰকাসে নাৰায়ণপুৰবন্ধ।
তাহাৰ মধ্যত যত লোক আছে নুগুচে সদা আনন্দ॥
জতেক গৃহস্ত ধনে ধান্যে পূৰ্ণ হুৱা সবে নকৰে প্ৰবৰ্ত্তয়।
বস্ত্ৰ অলঙ্কাৰে ঝাতিস্কাৰ হুয়া কাহাকো নকৰে ভয়॥ ২৯২
তাৰ মধ্য ভাগে মাঝৰ তালুক কহিবো কত মহত্ত্ব।
পৰম সম্পন্ন বিতোপন থান অম্ৰাবতি যেনমত॥
তাৰ অন্তৰ্গত বিষ্ণু বালিকুছি ভৈলেক গ্ৰাম নিশেষ।
শঙ্কৰ মাধৱ উপাসা কৰিয়া আচিলা ভক্ত আশেষ॥ ২৯৩
সেহি গ্ৰামেশ্বৰ ভৈলেক গোমস্থা মহিপাল নাম জাৰ।
সকল লোকৰ মধ্যত ভৈলেক জাহাৰ গুণ প্ৰচাৰ॥
তাহান সন্ততি বৃহ দলপতি অপৰ লৰি দলই
দুইহানো কনিষ্ঠ গঙ্গানৰাগিৰি বুলিয়া সবে ঘোষই॥ ২৯৪
ব্যাকৰ্ন্ন শাস্ত্ৰত পৰম পণ্ডিত আছিলেক মহাধীৰ।
শঙ্কৰৰ দুই চৰণ পঙ্কজে কৰিছিলা বুদ্ধি থিৰ॥
তাহান জতেক মহিমা আছয় কহিবো কিবা বিস্তৰ।
হিয়ে কৃষ্ণ-ৰূপ মুখে ৰাম ৰাম নুগুচয় নিৰন্তৰ॥ ২৯৫
তাহানে সন্ততি ভৈল গোড়াগিৰি আছিলা মহাপণ্ডিত।
ভকত জনৰ উৎসৱ বঢ়ায়া দুৰ্জন জন খণ্ডিত॥
তাহাৰ সন্ততি ভৈলা অনিৰুদ্ধ নজানে শাস্ত্ৰ-নিচয়।
গোপালৰ দুই চৰণ সম্পৰ্কে মনে যেন উপজয়॥ ২৯৬

(ভাগৱত পঞ্চম স্কন্ধ)

কোনো কোনোৱে কয় যে গোপালত শৰণ লোৱাৰ আগতে অনিৰুদ্ধই

শঙ্কৰত শৰণ লৈছিল। সেইবাবে তেওঁক পুৰণি ভকত বোলা হয়। নাহৰপাৰ বা নাহৰআটি-সত্ৰ পতাৰ পিছতহে মনত সংশয় ওপজাত গোপালদেৱৰ ওচৰলৈ আহে।

## 'হেঙুলীয়া' যদুমণিদেৱ 'বৰ আতা'

যদুমণিদেৱৰ বংশক তাঁতী হাজৰাৰ ঘৰ বোলা হৈছিল। পূৰ্বপুৰুষ ভটীয়া কায়স্থ ভানুবৰ গোভিৰ গ্ৰামত বাস কৰিছিল। তেওঁৰ পুত্ৰ, বুদ্ধিমন্ত, আঢ্যবন্ত নীলাম্বৰ হাজৰা গোভিৰৰ অধিকাৰী (ভূঞা) হ'ল; তেওঁৰ যশস্যাই আহোম ৰজাৰ কৰ্ণ স্পৰ্শ কৰিছিলগৈ। নীলাম্বৰৰ পুত্ৰ পৰম ভক্ত শ্ৰদ্ধাবৰ বা বৈকুণ্ঠ। বৈকুণ্ঠৰ পত্নী ৰূপৱন্তীৰ গৰ্ভত ১৪৮৬ শকৰ (?) ফাগুনৰ একাদশী তিথিত শনিবাৰে যদুমণিৰ জন্ম হয়। এওঁৰ চাৰিজন ভ্ৰাতৃ—বনমালী, নৰহৰি, শ্ৰীহৰি, গোবিন্দ। যদুমণিয়ে পিতৃ-মাতৃ, ভাৰ্যা-বোৱাৰী সকলোকে এৰি বৈষ্ণৱৰ লগত আনন্দ-ৰসত মজি ঘূৰি ফুৰে আৰু এবাৰ খৰঙ্গা দেশলৈ গৈ নানা বাদ্যযন্ত্ৰ শিক্ষা কৰি আহে। বৰ পহমৰা, শলগুৰি আদি ঠাইত ঘূৰি দেবেৰাপাৰৰ বংশীগোপালদেৱৰ ঠাইলৈ গ'ল। 'বংশীগোপাল-চৰিত্ৰ'ত আছে বংশীগোপালে কলাবাৰীত সত্ৰ কৰি থাকোঁতে ৰত্নাকৰ কন্দলিয়ে ভাগৱত পঢ়ে, ভূঞাৰ পো অনিৰুদ্ধই পদপাঠ কৰে; হিঙ্গুলীয়া যদুমণিয়ে গীত লগায় আৰু জগন্নাথ আদি আঠ বৈষ্ণৱে ধৰে। দেউগোপালৰ লগত কিছু দিন থাকি জগন্নাথক্ষেত্ৰলৈ যাওঁতে দেউগোপালে কিনি আনিবলৈ কোৱামতে ত'ৰপৰা এতোলা সোণ দি গোবিন্দ ঠাকুৰৰ মূৰ্তি আনি দিয়েহি। অৱশ্যে 'বংশীগোপাল-চৰিত্ৰ'মতে শ্ৰীহৰি আদিৰ হতুৱাইহে দেউগোপালে পাণ্ডাত খোজাই মূৰ্তিটি আনে। সেই চৰিত্ৰমতে দেবেৰাপাৰত থাকোঁতে একাদশীত মাছে-মঙহে খোৱা বাবে ভূঞাৰ পো অনিৰুদ্ধ আৰু যদুমণিক সত্ৰৰ হাটীৰ বাজ কৰি দিয়ে। কিন্তু চতুৰ্ভুজ কায়স্থৰ যদুমণি-ৰামানন্দ-চৰিত্ৰমতে মৃত্যুৰ পূৰ্বতে মাধৱদেৱে বংশী-গোপাল বিমুক্ত এফেৰি দূষণ ধৰাত তেওঁ পিছত জানি যদুমণিক পঠাই বৰপেটাকে কেন্দ্ৰ কৰি থকা বৈষ্ণৱসকলৰদ্বাৰা ক্ষমাপণ কৰায়। পিছে দুইৰো মাজত কৃপা আৰু পুৰুষাৰ্থৰ ভিতৰত কোনটি শ্ৰেয়ঃ, এই লৈ তৰ্ক হয়। সেই কথাতে দুইৰো মাজত সম্ভাৱ কমা যেন অনুভৱ হোৱাত থান এৰি যদুমণি পছিমলৈ ওলাল। বৰপেটালৈ যাওঁতে জনিয়াৰ ঠাকুৰ আতাই পোৱা-ভেটি থানতে তেওঁক "অসম ৰাজ্যৰ এক ৰত্ন যদুমণি" বুলি ভবানীপুৰীয়া গোপাল আতাৰ হাতত সঁপিছিল। আতায়ো তেওঁক ঘোৰা এখনি দি দুনাই আহিলে শঙ্কৰ-মাধৱৰ ধৰ্ম ক'ব বুলিছিল। শ্ৰীৰামগুৰু আৰু পাঁচজন লোক লৈ বৰপেটা পালেগৈ। তাৰপৰা ভবানীপুৰলৈ গৈ যদুমণি শ্ৰীৰাম দুয়োজনে আতাত শৰণ লয়। যদুমণি গোপাল

আতাৰ লগত কালজাৰতো আছিলগৈ। আতাই তনু ত্যাগ কৰাৰ আগতে যদুমণিদেৱক ক'লে উজনিলৈ গৈ তেওঁৰে প্ৰেৰিত অনিৰুদ্ধ (মায়ামৰা), সৰু যদুমণি (গজলা), সনাতন (নগৰীয়া), পৰমানন্দ (হাবুং), পুৰুষোত্তম (কাথপাৰ) আৰু নাৰায়ণৰ (দহঘৰীয়া) সহযোগিতাত ধৰ্ম প্ৰচাৰ কৰিবলৈ; ভটীয়া আতা শ্ৰীৰামক কালজাৰতে থাকিবলৈ ক'লে। গুৰু চলাৰ পিছত যদুমণি পূব অভিমুখে গৈ শিঙৰি চেৰাই ভৰলীৰ নামত কিছু দিন বৈ, পিছত গৈ (বুঢ়া ৰজাই পতা) শৌলাৰ (সলাৰ) ফাটত থাকি 'নামনি ৰজা' সনাতন ডেকা আৰু চতিয়া, খৰঙ্গা, শৌলা, শাকমুঠি অঞ্চলৰ বহুলোকক শৰণ দিয়ে। ফাটৰপৰা জনাই পঠোৱাত আহোম ৰাজ্যৰ ভাণ্ডাৰী গোহাঁয়ে (বুঢ়া) ৰজাক (১৫৩৩-১৫৭৭ শক) কৈ আদেশ লৈ ৰাজধানীলৈ অনালে। ইয়াত (গড়গাঁও?) কিছু দিন থাকি যদুমণিদেৱ হিঙ্গুলাৰ ৰঘু ৰামচন্দ্ৰ আতৈ, মোৱামৰাৰ অনিৰুদ্ধ, মাকোৱাৰিৰ পুৰুষোত্তমৰ ঠাইত ঘূৰি আকৌ হিঙ্গুলালৈ আহি হিঙ্গুলাত বৈ লোকক শৰণ-ভজন দিবলৈ ধৰিলে। নাৰায়ণপুৰলৈ যাওঁতে গড়গাঁৱৰ দীৰ্ঘলাঞ্জা লস্কৰৰ পুতেক ৰামানন্দ কায়স্থই শৰণ লয়। এনেতে মাতৃৰ আদেশমতে যদুমণিয়ে কায়স্থ কন্যা এগৰাকী বিয়া কৰে। বিয়াৰ পিছ বছৰতে যদুমণিক দায় ধৰি বিচাৰি বুঢ়া ৰজাৰ চাওডাং আহি তেওঁক নাপাই ৰামচন্দ্ৰ আতৈকে দণ্ড-বন্ধ কৰি কাটে। ইয়াকে দেখি গাংমৌলৈ গৈ অলপ দিন বহা কৰি থাকি গাঙ্গেদি উজাই সোণোৱালগিৰী নামে কছাৰী ভূঞা এজনকে গয়না কৰি বাঁহবাৰীত সত্ৰ পাতি 'জন্মযাত্ৰা' ভাৱনা কৰায়; কৈৱৰ্ত, আহোম, কছাৰী, মেচ আদি অনেক শিষ্য হ'ল। এবাৰ গোপাল আতাৰ ভকত নিমাতী বিপ্ৰৰ লগনীয়া কথাত বুঢ়াৰজাই লাই-বাৰুৱতি বৰুৱাক পঠাইছিল যদুমণিক ধৰি নিবলৈ। ভণ্ডাৰী গোহাঁয়ে খবৰ দিয়াত যদুমণি পলোৱাত তেওঁক নাপাই খেদা উভতি গ'ল।

চৰিত্ৰত আছে বাঁহবাৰীতে এবাৰ যদুমণিয়ে 'অজামিল ভাওনা' কৰায়; এই ভাওনা কাৰ ৰচিত বুজিব পৰা নগ'ল। পিছত লুইতৰ পাৰত বনবাস নামে ধুনীয়া ঠাইত ৰভা-পৰলা দিয়াই 'কোটোৰা যাত্ৰা' কৰায়। মিৰি-ডফলা আদিয়ে এই ভাও চায়। এই সময়তে ডফলাৰ গাম এজন তেওঁৰ শিষ্য হয়; তেওঁক নাম দিয়া হ'ল সনাতন। ইয়াৰ আগতে এজন যবনে (মুছলমান) তেওঁৰ ভক্ত হৈ মধুসূদন নাম পায়। বাঁহবাৰীত থকাও ভাল নহয় যেন ভাবি শৰীৰত বিষ হোৱাত যদুমণি অমৃতদিয়াৰ বিয়ে কল্কিদাস ভূঞাৰ ঘৰলৈ গ'ল, তাতো নিৰাপদ নাভাবি বানফাঙৰ আনজনা বিয়ে চম্পা চলিহাৰ ঘৰলৈ গ'ল। ইয়াতে ৰামানন্দ কায়স্থত শঙ্কৰ-মাধৱ-গোপালৰ ধৰ্ম-সেতু থাপি, ৰামানন্দ, কানাই, অনিৰুদ্ধ, সৰু হৰিগুৰু, এই চাৰিজনক ধৰ্মাচাৰ্য্য পাতি, ১৫৫৩ শকৰ (?) ফাগুনৰ আঠাইশ তাৰিখে, শনিবাৰে, শুক্লা

চতুৰ্দশীত যদুমণিদেৱ অক্ষয় ধামলৈ গতি কৰিলে। হিঙ্গুলীয়া বা হেঙুলীয়া যদুমণি, বৰ যদুমণি, বৰ আতা, নাথদেৱ—এনে নামে এওঁ ভক্তসকলৰ মাজত খ্যাত। তেওঁৰ এটি কন্যা—কৃষ্ণকান্তি; আৰু তিনি পুত্ৰ সনাতনৰপৰা দিহিংসত্ৰ হ'ল, ৰতিকান্ত বাঁহবাৰীত ৰ'ল আৰু শ্ৰীকান্তৰপৰা নমাটি সত্ৰ হ'ল।

যদুমণি বৰ আতাই সাতকুৰি গীত, ঘোষা (কুৰিটি) আৰু ঝুমুড়া ৰচনা কৰিছিল ঃ—

যিকালত যদুমণি জগন্নাথে গৈলা।
তৈৰ হস্তে অষ্টাদশ ঘোষাক আনিলা॥
আৰু দুই গুটি সমে বিংশ ঘোষা কৰি।
ভকতসৱক গাইবে দিলা যত্ন কৰি॥ ৭৪৫

আকৌ,

সাতকুৰি গীত ঘোষা ঝুমুড়া কৰিলা।
তাকে গায়া শুনি লোকে ধৰ্ম আচৰিলা॥ (য'ৰা° চৰিত্ৰ ৯৮৭)

ঘোষাকেইটি মাধৱদেৱৰ চানেকি লৈ লিখা হ'লেও কবিৰ মৌলিকতা আৰু সৰল অনুভূতি তাত সুন্দৰকৈ প্ৰকাশ পাইছে। ঘোষাখিনিত বিশেষ লক্ষণীয় গুৰু-শিষ্য ধৰ্মৰ ওপৰত দিয়া গুৰুত্ব। এই সঙ্কলনত নাসামৰা এটি গীতত যদুমণিৰ গুৰু-গোপাল-সৰ্বস্বতা তীব্ৰভাৱে ফুটি ওলাইছে। দ্বিতীয় গীতটিৰ ঝঙ্কাৰময় শব্দ-সংযোজনাই ৰচনা-চাতুৰ্য প্ৰকাশ কৰে।

দিহিং সত্ৰৰ অধিকাৰ গোসাঁইসকলৰ মাজত গীতৰ চৰ্চা পুৰুষানুক্ৰমে চলি আহিছিল। সনাতনদেৱৰ পিছত পুত্ৰ জগবন্দনদেৱ দিহিঙৰ অধিকাৰ হয়। তেওঁৰ পুত্ৰ প্ৰেমভূষণদেৱে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ (১৬১৭-৩৬ শক) দিনত শিলিখাতলত সত্ৰ পাতে; তাৰেপৰা দিহিঙীয়াসকলক লোকে শিলিখাতলীয়া বোলা হ'ল। এওঁৰ পুত্ৰ কৈৱল্যানন্দদেৱৰ গীতৰ পুথি এখনি পোৱা হৈছে। ৰাজেশ্বৰসিংহই (১৬৭৩-৯১ শক) কৈৱল্যানন্দদেৱক ভিতৰুৱালকৈ লৈ ৰজাৰ চাওত তোলে। ইয়াৰেপৰা লাহে লাহে দিহিং বা শিলিখাতল ৰাজ-সত্ৰ বুলি আৰু আনফালে ৰাজ-বিদ্ৰোহী মায়ামৰীয়া গোসাঁই-ভকতৰ শত্ৰুৰূপে পৰিচিত হ'ল।

## ৰামানন্দ কায়স্থ (ৰামদেৱ)

এওঁৰ উপৰি বংশৰ ভাগৰৰ ভূএগ্ৰা নামে ডাঙৰ লস্কৰ এজন মালবৈৰ অধীশ্বৰ আছিল। তেওঁৰ পুত্ৰ ধিতিকৰ আৰু মতিকৰ। মতিকৰৰ তিনি পুত্ৰ—মনোহৰ, বলভদ্ৰ, বাসুদেৱ। ৰাজা মল্লবৰে (নৰনাৰায়ণে?) ধিতিকৰক গলমৌলি নাম দিয়ে।

মতিকৱৰ বংশই কাজিয়া কৰি টেঁকেৰিবে সৈতে উজাই অসমলৈ আহিল। খোৰা ৰজাই (১৪৭৪-১৫২৪ শক) তেওঁলোকক দিখৌৰ পাৰত গজীন্দ্ৰপুৰত ঠাই দিলে; নাম দিলে দীৰ্ঘলাঙ্গা। বলভদ্ৰ আৰু পত্নী কৌশল্যাৰ মনত দুখ—ল'ৰা-ছোৱালী নাই। তেওঁলোকে নানান সম্ভাৰেৰে তীৰ্থেশ্বৰ ব্ৰহ্মপুত্ৰক পূজা কৰাত কনক পুতলী যেন এটি ল'ৰা উপজিল। তেৱেঁ আমাৰ কবি ৰামানন্দ।

গড়গাঁৱৰ ওচৰতে পূৱলৈ বৰকলা হাবি। ৰজাঘৰীয়া চুঙিহঁতে চিকাৰৰ দিহা কৰাত ৰজা কেঁকোৰাদোলাত উঠি সমদলে ঢাক-ঢোল শব্দৰ আড়ম্বৰেৰে হাবিলৈ ওলাল। গজীন্দ্ৰপুৰত বলভদ্ৰ লস্কৰৰ অঁকৰা হালোৱাক লগ পাই তামোল-চালি দি ৰজাই ৰং কৰি গ'ল। অঁকৰাই বাতৰি দিয়াত বলভদ্ৰয়ো দেখা-সাক্ষাৎ কৰিলে ৰজাক; ৰজাই তেওঁক আগবাঢ়ি চিকাৰৰ ঠাইলৈ যাবলৈ ক'লে। প্ৰজাই খেদি কোঁঠত সুমুওৱা পহু মাৰি আহোঁতে সুলক্ষণীয়া শিশু ৰামানন্দক পাই "আমাৰ বালক ইতো আছয় ইঠাই" বুলি ঘৰলৈ নি বৰকুঁৱৰীক দিলেগৈ। এওঁৰে "সোনাৰী জিয়ৰী সৰু মেচ্‌লৌ বৰ মেচ্‌লৌ নামে দুজনা কুঁঅৰি" (তামূলীফুকন, ১৬)। বলভদ্ৰ লস্কৰে এই নিদাৰুণ বাতৰি শুনি ৰজাৰ নগৰ শলগুৰিলৈ (বৰ্তমান দিচাঙৰ নঙলামৰা-ঘাটৰপৰা ৫ মাইল দূৰত, বকতাৰ ওচৰত) ঢাপলি মেলিলে। অভ্যন্তৰত ৰজাই লেচাই দুৱৰা বৰগোঁহাইপৰীয়া মাদুৰিয়াল ফৈদৰ লেচাই গোহাঁই ৰাণীৰে কথা পাতি আছিল। বলভদ্ৰই তাতে গৈ ক'লে, ল'ৰাটো ঘূৰাই নিদিলে তেওঁ আত্মহত্যা কৰিব। লেচাই দুৱৰায়ো ক'লে, "ভটিয়া মনুষ্য ইতো ক্ৰোধি অতিশয়। পুত্ৰক নপাইলে ইতো মৰিব নিশ্চয়॥" বৰমেচ্‌লৌ-বৰকুঁৱৰীয়েও ক'লে, এনেহেন ল'ৰা এৰি মাক-বাপেক জীব কেনেকৈ? ৰজাই ৰামানন্দক বাপেকৰ হাতত চমজাই দিলে। এইদৰেই কুমাৰ কাল গ'ল; পৌগণ্ড কালত গৰু চৰাই, লগৰীয়াৰ লগত নাচি, ওখ গছত উঠি ৰাগ টানি, হোলোং গছৰপৰা মইনা চৰাই পাৰি আনন্দ কৰি ফুৰে। কিশোৰ বয়স যোৱাৰ লগে লগে বলভদ্ৰ-কৌশল্যাই লেচাই দুৱৰা বৰুৱাৰ ঘৰত থকা কালু বিপ্ৰৰ লগত পঢ়িবলৈ থলেগৈ। পঢ়া সাং হ'লত ৰাম ঘৰলৈ ঘূৰিল। বলভদ্ৰই ৰামক (বৰ-গোহাঁইৰ ভতিজাক আপচু বা) সোন্দৰ (সুন্দৰ) গোহাঁইৰ ঘৰত থলেগৈ। তেওঁ ক'লে তেওঁৰ ছত্ৰ ধৰাৰ বাহিৰে আন কাম কৰিব নালাগে। ৰামানন্দয়ো গীত-পদ গাই সকলোকে মুগ্ধ কৰে। এনেতে সোন্দৰ গোহাঁই সন্দিকৈক ৰজাই কছাৰীৰ লগত যুদ্ধ কৰিবলৈ পঠালে (চতুৰ্ভুজৰ যদুমণি-চৰিত, ৩২ পাতৰপৰা)।

এইখন ৰণ বোধ হয় বুঢ়াৰজা প্ৰতাপসিংহৰ দিনত ১৫৩৬-৩৭ শকত (গেইটৰ মতে ১৬০৬ খ্ৰীঃ) সোন্দৰ গোহাঁই, ৰামচিন বৰগোহাঁই প্ৰমুখ্যে সেনাপতিৰ তলত কছাৰীৰ বিৰুদ্ধে পঠোৱা অভিযান। ১৫৩৭ শকত ৰণৰ মাজতে কছাৰীয়ে সোন্দৰক

শেলেৰে খুচি মাৰে। সোন্দৰ গোহাঁই সিংহদুৱাৰত নাৱত উঠোতে ৰামানন্দক ক'লে,—

সমস্তে নৌকাৰ তুমি সাৰিসৰ লগায়োক যেনমতে আনন্দ পাৱয়॥
সুনি ৰামানন্দদেৱে উত্তম সুস্বৰ কৰি ৰাগ দিয়া পদক ধৰিলা।
ঝুমুৰি লেচাৰী ঘোষা হোলোঙ্গা বৈঠাৰ চেৱে গায়া পাছে আনন্দে
লড়িলা॥৫২

পাঁচ-ছদিনতে কাজলীমুখ পাই তাৰেপৰা উজাই কলং চেৰাই কপিলীত সোমাল আৰু ডেবেৰাত গড়-প্ৰাপ্তি কৰি যুদ্ধ-কাছে ৰ'ল। তাৰপৰাই সন্দিকৈয়ে ৰামানন্দক বিদায় দিলে।

সন্দিকৈয়ো নৃপতিত ঃ পৰম বৈৰাগ্য মনে ঃ
হেড়েম দেশক লাগি গৈলা। ৫২৩

ৰামানন্দই মাক-বাপেকৰ লগত সভা-মহোৎসৱত গীত-পদেৰে সকলোকে আনন্দ দি থাকিল। এনেতে পিতৃ বলভদ্ৰ ঢুকাল। ৰামানন্দৰ মনত বিৰক্তি উপজিল। পশ্চিমলৈ যাবৰ মনেৰে নাৰায়ণপুৰ ওলালগৈ।

সেহি কালে উত্তৰত যত ভূএগগণ আছে
সবে মহা বৰা আতিশয়।
তাসম্বাৰ ৰাজ্যে থাকি নানা গীত পদ গায়া
ফুৰা আতি আনন্দ-হৃদয়॥

এদিন দ্বিপকুমৰৰ ঘৰলৈ যাওঁতে কুমৰে তাতে থান দিলে আৰু পুতেক-নাতিয়েকহঁতক পঢ়ুৱাবলৈ দায়িত্ব দিলে। বৰলা ডেকাৰ ঘৰত কতোদিন থাকি ৰুদ্ৰ-টোকাৰি শিক্ষা কৰিলে। ভূএগ বৰলা ডেকাই ঘৈণীয়েকক পঢ়াবলৈ দিছিল। কিন্তু ৰামানন্দ আকৌ দ্বিপকুমৰৰ তালৈ গুচি আহিল। বৰলা ডেকাই কোনোমতে ঘূৰাই নিব নোৱাৰিলে। মাতৃ কৌশল্যাও তালৈকে গৈ তাতে দেহত্যাগ কৰে। ইয়াৰ পাছত বৰযদুমণিদেৱ নাৰায়ণপুৰলৈ আহি ৰাম কুমাৰৰ ঘৰত থাকে। দ্বিপ-কুমৰেৰে গৈ তাতে ৰামানন্দই যদুমণিদেৱক পাই পাগুৰি, পচৰা, কৰ্ণভূষণ আদি ৰজোগুণী বস্তু এৰি তেওঁত শৰণ লয়। ইয়াৰ পাছৰপৰা তেওঁ সদায় যদুমণিৰ লগতে থাকে। বাঁহবাৰীত তেওঁক যদুমণিয়ে নও প্ৰসঙ্গৰ অধিকাৰ দিয়ে।

বৰগীত গাইবা তুমি মেলিয়া পুস্তক।
গধূলাৰ প্ৰসঙ্গত পঢ়িবা পাঠক॥

বাঁহবাৰীত 'জন্মযাত্ৰা' আৰু 'অজামিল' আৰু লুইত পাৰত বনবাস নামে ঠাইত 'কোটোৰা যাত্ৰা' কৰোঁতে এওঁ সূত্ৰধাৰ হৈছিল। এওঁৰ সুৱলা ৰামায়ণৰ গীত-পদ শুনিবলৈ গজলাৰ যদুমণি বাঁহবাৰীলৈ লৰি আহিছিল। বুজিব পাৰি,

গীত-বাদ্য-নৃত্য সকলোতে এওঁ অতি পাকৈত আছিল। কথা-বতৰাতো ৰামানন্দ বৰ পটু আছিল; ভঁৰালী গোহাঁয়ে এবাৰ যদুমণিক মাতি পঠাওঁতে এওঁকহে বাছি পঠিওৱা হ'ল; গোহাঁইদেৱে ৰামানন্দৰ গাম্ভীৰ্য, পাণ্ডিত্য আৰু বাক্‌চাতুৰ্য দেখি বিস্ময় মানিলে। যদুমণিয়ে নিজে এওঁক উচ্চ প্ৰশংসা কৰি গৈছে এটি গীতত : "ৰাম তুমি সাধুমধ্যে গূঢ় চান্দ।" এনেকৈ গীতত গুৰুৱে শিষ্যক প্ৰশংসা কৰা বিৰল। ৰামানন্দৰ পাণ্ডিত্যৰ প্ৰমাণ তেওঁৰ তত্বপৰায়ণ গীতকেইটিয়েই। চতুৰ্ভুজ কায়স্থৰ 'যদুমণি-ৰামানন্দৰ-চৰিত'মতে যদুমণিদেৱে পত্নীৰ কথাত নিজ কন্যা কৃষ্ণকান্তিক যাচি দিয়াতো ভক্তিপ্ৰাণ, গুৰুপ্ৰাণ ৰামানন্দই বিয়া নকৰিলে; এওঁতে যদুমণিয়ে গুৰু-শিষ্য ধৰ্ম থাপন কৰে।

দিহিং সত্ৰৰ বুৰঞ্জীত এওঁক গোজলুণ্ডীয়া বমাই বুলিছে। নমাটি সত্ৰৰ প্ৰেমাহাৰদেৱৰ ৰচিত 'বিনন্দশ্যাম চৰিত'তো এওঁক গোজলুণ্ডীয়া বমাই আতে বোলা হৈছে। (পদ ৯২, ৯৬)। এওঁৰপৰা ম'ৰামৰা, বাৰেঘৰ. চেঁচা, বুদবাৰী আদি সত্ৰ হৈছে।

গুৰুৰ প্ৰতি তেওঁৰ অচলা ভক্তি—

কহে ৰামানন্দ চৰণে শৰণ
গতি যদুসিংহদেৱ।

এওঁ বহু গীত আৰু ভক্তি-বিষয়ক কেইখনিমান পুথি ৰচনা কৰিছিল বুলি জনা যায়।

## ব্ৰহ্মানন্দদেৱ আৰু চতুৰ্ভুজদেৱ

ভৱানীপুৰীয়া গোপাল আতাৰ শিষ্য বাঁহবাৰীৰ বৰ আতা যদুমণিদেৱৰ শিষ্য ৰামানন্দ কায়স্থ, ৰামানন্দৰ প্ৰপন্ন শিষ্য কৃষ্ণদেৱ বা বৰ কৃষ্ণই উজনিৰ দিহিং নৈৰ কাষৰ মৈৰামৰা গাঁৱত সত্ৰ পাতি ৰয়। কৃষ্ণৰ পুত্ৰ জগতমোহন; জগতমোহন সনাতন-ৰতিকান্ত-শ্ৰীকান্তৰ সম্বন্ধত ভাগিন হয় (বিনন্দশ্যাম-চৰিত, ১০১ পদ)। 'যদুমণি-ৰামানন্দ-চৰিত্ৰ'ত আছে, এওঁ

ভৈলন্ত ৰাজাৰ গুৰু ভকতৰ কল্পতৰু
যাক সম নাহি কেহোজন॥৭৪১

অৰ্জুন দিহিঙীয়া ৰজা (১৫৯৬-৯৮ শক) আৰু বাঁহগড়ীয়া আতন বুঢ়াগোঁহাই (১৫৮৩-৯১ শক) ম'ৰামৰাৰ শিষ্য আছিল (ড° ভুঞা, *Atan Buragohain and His Times*)। সম্ভৱতঃ জগতমোহনেই এওঁলোকৰ গুৰু।

মৈৰামৰা বা ম'ৰামৰা সত্ৰ আদিতে দিহিঙৰ মাজৰ এডোখৰ দ্বীপাকৃতি

ঠাইত আছিল। এতিয়া তাত এটা দ'ল আৰু প্ৰায় এশপুৰামান দেৱোত্তৰ মাটিৰে গোসাঁইসকলৰ থান মাত্ৰ আছে, সত্ৰ নাই। বৰ্তমান ম'ৰামৰা সত্ৰ আছে বকতাৰপৰা গড়গাঁৱলৈকে প্ৰতাপসিংহ বুঢ়া ৰজাৰ দিনত কৰোৱা হাৰিপৰা আলিটোৰ দাঁতিত পুৰণি গড়গাঁও নগৰৰ ওচৰৰ নগা গাঁৱত। নগা, মিৰি, আহোম আদি কৰি শিৱসাগৰ, নগাঁও আৰু গুৱাহাটীত এই সত্ৰৰ পাঁচ শ ঘৰমান শিষ্য আছে।

জগতমোহনে দিহিঙৰ পাৰৰপৰা গৈ চেঁচামুখতো এখন সত্ৰ পাতে আৰু দুয়ো ঠাইতে দুটা দ'ল কৰায়। তেওঁৰ ছজন পুত্ৰ—ব্ৰহ্মানন্দ (উজনি বৰঠাই চেঁচা সত্ৰ, টিয়ক, যোৰহাট, তেজপুৰ, জামুগুৰি), জয়দেৱ আৰু সহদেৱ (শিৱসাগৰৰ মৈৰামৰা সত্ৰ), চতুৰ্ভুজ (কৰঙা মাজঠাই চেঁচা সত্ৰ, গোলাঘাট), ৰামগোবিন্দ আৰু পদ্মনাভ (মাজালী চেঁচা সত্ৰ, ডিমৰুগুৰি, নগাঁও)।

চতুৰ্ভুজে যদুমণিদেৱ আৰু তেওঁৰ অন্যতম শিষ্য ৰামানন্দ কায়স্থৰ চৰিত্ৰ ৰচনা কৰে। তাত তেওঁ আত্মপৰিচয় দিওঁতে কৈছে, দিহিং নৈৰ পাৰৰ ম'ৰামৰা গাঁৱৰ কৃষ্ণৰ (কৃষ্ণদেৱ বা বৰ কৃষ্ণ) পুত্ৰ জগতমোহন।

তান পুত্ৰ ছয়জন আতি সত্য সুশোভন ব্ৰহ্মানন্দ জয়দেৱ খ্যাত।
দুইহান্তো কনিষ্ঠজনা সহদেৱ নাম যিটো আমাসাত জেষ্ঠ ৰূপ জাত॥
ৰামগোবিন্দ আৰু পদ্মনাভ নাম যিটো আমাসাত কৰিয়া কনিষ্ঠ।
কৃষ্ণৰ দাসৰো দাস চতুৰ্ভুজ নাম মোৰ দূৰ কৰা সংসাৰ-অনিষ্ট॥ ৭৪৩

'তুংখুঙীয়া বুৰঞ্জী'মতে (ছেদ ৪৮) ১৬১৫ শকত গদাধৰে ঠাকুৰীয়া গোহাঁইসকলক ভাই-পোৱে সৈতে ধৰাই নি নামৰূপত সংহাৰ কৰায়। তাৰ ভিতৰত চেঁচামুখৰ ব্ৰহ্মানন্দ, সহদেৱ, জয়দেৱ, ৰামগোবিন্দও।

'তুংখুঙীয়া বুৰঞ্জী' মতে (ছেদ ৫৯) ৰুদ্ৰসিংহৰ দিনত "ব্ৰাহ্মণক শূদ্ৰে শৰণ লগাব পাই যেন বচন দিম" বুলি প্ৰত্যাহ্বান জনোৱা মেধিসকলৰ ভিতৰত চেঁচামুখীয়া চতুৰ্ভুজো এজন; এওঁক ৰজাই মৰামৰাত (ম'ৰামৰাত?) থ'ব দিলে।

শুকদেৱৰ (জগতমোহনৰ নাতি, ব্ৰহ্মানন্দৰ পুত্ৰ) ৰচিত 'ব্ৰহ্মানন্দ-চৰিত্ৰ'ত কেনেকৈ গদাধৰসিংহই (১৬০৩-১৬১৭ শক) ব্ৰহ্মানন্দক নিৰ্যাতন কৰে, তাৰ বৰ্ণনা দিয়া হৈছে।

### জয়দেৱ

এওঁ জগতমোহনদেৱৰ পুত্ৰ। এওঁৰ সত্ৰ শিৱসাগৰ মহকুমাৰ অন্তৰ্গত মৈৰামৰা বা ম'ৰামৰা সত্ৰ। 'তুংখুঙীয়া বুৰঞ্জী'মতে গদাধৰ সিংহৰ দিনত এওঁক ৰাজাজ্ঞামতে সংহাৰ কৰা হয়। 'দিহিং সত্ৰৰ বুৰঞ্জী'মতে শিলিখাতলত সত্ৰ কৰি থাকোঁতে বৰ

যদুমণিৰ পুত্ৰ সনাতনক তেওঁৰ পুত্ৰ প্ৰথম দুজন জয়দেৱ আৰু জগমোহনক (যাদৱানন্দ?) ডাইনী হাজৰিকাই লগোৱা কথা অনুসৰি ৰজাঠাই (গদাধৰসিংহই) ধৰাই নিয়ে; তাতে ৰাজাজ্ঞাত খেৰামত ডাইনী হাজৰিকাই হাতত শূল ধৰি দুই ঠাকুৰক বধ কৰে আৰু সনাতনৰ ইচ্ছা-মৃত্যু হয়।[১]

## সহদেৱ

এওঁ জগতমোহনদেৱৰ পুত্ৰ। এওঁৰ সত্ৰ শিৱসাগৰৰ মৈৰামৰা। এওঁকো গদাধৰসিংহৰ দিনত ৰাজাজ্ঞামতে সংহাৰ কৰা হয়।[২]

## শুকদেৱ

শুকদেৱ[৩] উজনি বৰঠাই চেঁচা সত্ৰৰ ব্ৰহ্মানন্দদেৱৰ পুতেক। এওঁ 'ব্ৰহ্মানন্দদেৱৰ চৰিত্ৰ' এখনি ৰচনা কৰিছিল। এওঁৰ ৰচিত ঝুনা আৰু চতিহাও পোৱা যায়। তলৰ গীতটিত (দেবেন্দ্ৰনাথ বেজবৰুৱা, 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী'ত উদ্ধৃত) শুকদেৱৰ ভণিতা আছে; সেই গীতটি চেঁচা সত্ৰৰ এই গোসাঁইজনাৰে ৰচিত নেকি, জনা নাযায়।

শিলৰ নাওখনি শিলৰ ব'ঠাপাটি
আতমাৰ দুই ভায়ে বায়।
আতমাৰ দুই ভায়ে যি ফুল গাঁথিব
সেইনো ফুল মোচোঁতা নাই॥
লোকৰ ফুল দেখি ফুলে নেগাঁথিবা
ফুলাঁতী নোবোলে তাক।
মনেৰে গৰ্ভত যি ফুল গাঁথিবা
ধৰম ৰৈ যাব তাত॥
তেলৰ পৰিচয় পায় ঠায়ে ঠায়ে
জীৱৰ পৰিচয় নাই।
জীৱৰ পৰিচয় আতমা নিশ্চয়
তাক শুকদেৱে গায়॥

---

১. ২. ৩. ওপৰত ব্ৰহ্মানন্দদেৱ আৰু চতুৰ্ভুজদেৱৰ সম্পৰ্কে টোকা চাওক।

চেঁগা সত্ৰৰ গুৰু-বংশাৱলী ঃ

ভানুবৰ ভূঞা
|
বলভদ্ৰ বা দীৰ্ঘলাঞ্জা লস্কৰ
ভূঞা = কৌশল্যা
|
ৰমানন্দদেৱ = আদ্যগুৰু (উদাসীন)
|
কৃষ্ণদেৱ (ধৰ্মপুত্ৰ)
|
জগমোহন

জগমোহনৰ পুত্ৰ:
- ব্ৰহ্মানন্দদেৱ (উজনি বৰঠাই চেঁচা সত্ৰ, টীয়ক জামুগুৰি)
- চতুৰ্ভুজদেৱ (কৰঙা মাজঠাই চেঁচা, গোলাঘাট)
- জয়দেৱ (ম'ৰামৰা শিৱসাগৰ)
- সহদেৱ
- ৰামগোৱিন্দদেৱ
- পদ্মনাভদেৱ (মাজালী চেঁচা সত্ৰ ডিমৰুগুৰি-নগাঁও)

ব্ৰহ্মানন্দদেৱৰ পুত্ৰ:
- শুকদেৱ
- জনাৰ্দনদেৱ
- ৰঘুনাথদেৱ
- নৰনাথদেৱ
- গদাধৰদেৱ
- প্ৰাণনাথদেৱ

শ্ৰদ্ধাবৰ ভূঞা
|
বোন্দাই কৃষ্ণ ভূঞা
|
মধুসূদন ভূঞা
|
কৃষ্ণদেৱ

## ৰতিকান্ত

অসমৰ বৈষ্ণৱ ধৰ্মৰ বুৰঞ্জীত কেইবাজনো ৰতিকান্ত পোৱা যায়; যেনে—

(১) বৰআতা যদুমণিদেৱৰ মাজু পুত্ৰ ৰতিকান্ত। যদুমণিৰ ঢুকাবৰ সময়ত এওঁ তেনেই সৰু। পিছতহে এওঁৰ সত্ৰ হয় লেংদি। তেলপানী, ধলা, খৰমৰা, বাঁহবাৰী আৰু লেংদি ৰতিকান্তৰ ঠালৰ সত্ৰৰূপে ধৰা হয়।

(২) আধাৰ যদুমণিৰ স্থাপিত চৈধ্য-মেধিৰ ভিতৰৰ ৰতিকান্ত। তেওঁক পুঠিয়ালত পতা হয়।

(৩) চতুৰ্ভুজ ঠাকুৰ অথবা কনকলতাৰ আজ্ঞাপৰ নেপালী সত্ৰৰ আদি ৰতিকান্ত।

গীতৰচক ৰতিকান্ত এই তিনিৰ এজনেই নে আন কোনোজন, ক'ব পৰা নগৈছে।

## সনাতন

সত্ৰসমূহৰ বুৰঞ্জীৰ মাজত কেইবাজনো সনাতন নামৰ লোক পোৱা যায়। তাৰ ভিতৰত—

(১) মাধৱদেৱৰ শিষ্য ধোপৰগুৰিৰ লক্ষ্মীকান্ত আতৈৰ পুত্ৰৰ নাম সনাতন (গুৰু-চৰিত-কথা, পাত ১৩১)।

(২) 'সন্ত-সম্প্ৰদায়'মতে যদুমণি বৰ আতাৰ বৰপুত্ৰ সনাতনে পিতৃ-সত্ৰ বাঁহবাৰী নাপাই শিলিখাতলত সত্ৰ কৰে। পিতৃ ঢুকাবৰ সময়ত সনাতনৰ বয়স সাত বছৰহে আছিল। দিহিং সত্ৰৰ বুৰঞ্জীমতে যদুমণিদেৱ ঢুকোৱাত মুখ্য ভকতসকলৰ অনিচ্ছাতো সনাতনেই বাঁহবাৰীত গুৰুৰ আসনত বহে। পিছত ভায়েক ৰতিকান্ত-শ্ৰীকান্তৰো তেনে বাঞ্ছা দেখি মাকৰ ইচ্ছামতে সনাতনে ৰতিকান্তক বাঁহবাৰী এৰি দি আৰু লেংদি সত্ৰ পাতি দি নিজে দিহিঙৰ শিলিখাতলত সত্ৰ কৰে, আৰু শ্ৰীকান্তক নমাটিত সত্ৰ পাতি দিয়ে। সনাতনৰপৰা বঢ়া সত্ৰীয়াক দিহিঙীয়া বা শিলিখাতলীয়া বুলি জনা যায়। এওঁলোক পিছে আহোম ৰজাৰে সংশ্লিষ্ট হৈ ৰাজধানীত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। সত্ৰৰ এই বুৰঞ্জীখনিৰ মতে সনাতনে শিলিখাতলত সত্ৰ কৰি থাকোঁতেই ডাইনী হাজৰিকা নামে এজন কষ্ট ভকতৰ লগনীয়া কথাত বিশ্বাস কৰি (গদাধৰসিংহ) ৰজাই সনাতন আৰু তেওঁৰ প্ৰথম দুটি ল'ৰা জয়দেৱ আৰু জগমোহনক (যাদৱানন্দ?) ধৰাই নিয়ে আৰু খেৰামলৈ

উজুৰাই নিবলৈ কয়। খেৰামত সনাতনৰ ইচ্ছা-মৃত্যু হয় আৰু দুই ঠাকুৰক ডাইনী হাজৰিকাই নিজ হাতে শূলত তুলি বধ কৰে।

(৩) সৰু বাৰেজনীয়াসকলৰ মাজত এজন বেলসিধিয়াৰ সনাতন আছে।

(৪) ভৱানীপুৰীয়া গোপাল আতাৰ বাৰেজনীয়াৰ এজন হ'ল নগৰীয়া বা নঘৰীয়া সনাতন।

দিহিং সত্ৰাধিকাৰৰ মতে সঙ্কলনৰ গীতটি যদুমণিদেৱ-পুত্ৰ সনাতনৰ।

## ৰমাকান্ত

তিনিজন ৰমাকান্ত-ৰামাকান্তৰ কথা আমি পাওঁ ঃ

(১) চতুৰ্ভুজ ঠাকুৰৰ ভগিনী-পুত্ৰ আতা দামোদৰ; তেওঁৰ পুত্ৰ ৰমাকান্ত বৰদোৱাৰ নৱোৱা-সত্ৰৰ গুৰি;

(২) 'বৰযুনা'ত উল্লেখিত 'ৰমাকান্ত দেৱৰ ৰাম কানাই';

(৩) চেঁচা বাৰেঘৰ সত্ৰৰ ৰমাকান্ত। এওঁৰ নামৰ অনেক গীত-ঘোষা আছে বুলি ধলৰ সত্ৰৰ তীৰ্থনাথ গোস্বামীৰপৰা জানিব পৰা গৈছিল। কিন্তু বৰ্তমান গীত কাৰ, স্থিৰ কৰি ক'ব পৰা নগ'ল।

## ৰামচন্দ্ৰ

এইজনা কবিৰ কোনো সম্ভেদ পোৱা হোৱা নাই।

## ৰামকৃষ্ণ

ভৱানীপুৰীয়া গোপাল আতাৰ পুত্ৰ কমললোচনৰপৰা হোৱা ঢোপাবৰ সত্ৰৰ আদি পুৰুষ এজনৰ নাম ৰামকৃষ্ণ। সম্ভৱতঃ আমাৰ গীতকাৰ এৱেঁই। গীতটি ঢোপাবৰ সত্ৰৰপৰাই পোৱা হৈছে। গীতৰ ভণিতাত গোপাল আতাৰ উল্লেখ আছে।

গোপাল-চৰণে সেহি তত্ত্ব জানি
দীন ৰামকৃষ্ণে ভণে॥

(১) পুৰুষোত্তম বৰঠাকুৰৰপৰা বঢ়া বৰবাৰজনীয়াৰ ভিতৰত গোমোথাৰ ৰামকৃষ্ণ এজন।

(২) বংশীগোপালৰদ্বাৰা প্ৰতিপালিত মিশ্ৰ গোসাঁয়ে 'কন্দলি জীয়াই'ক বিয়া কৰি ৰামকৃষ্ণ নামে পুত্ৰ আৰু সুভদ্ৰা নামে কন্যা লাভ কৰে। নিৰঞ্জন পাঠক বাপুৱে জয়ধ্বজসিংহক শৰণ দি আউনীআটিত সত্ৰ পতাৰ পিছত

বংশীগোপালদেৱৰ সৰু খুড়া পৰমাইৰ আজোনাতি লক্ষ্মীনাৰায়ণে ৰজাক কৈ ৰামকৃষ্ণক আউনীআটিৰ এফাল দিয়াইছিল (গোবিন্দদাস, সন্ত-সম্প্ৰদায়-কথা)।

(৩) যদুমণি বৰআতাৰ সৰুপুত্ৰ শ্ৰীকান্ত। তেওঁৰ পুত্ৰ বিনন্দশ্যাম। বিনন্দশ্যামৰ এজন বিশিষ্ট শিষ্যৰ নাম ৰামকৃষ্ণ।

কিন্তু ওপৰৰ (১), (২) বা (৩) সম্ভৱতঃ আমাৰ গীতিকাৰ নহয়।

## জগদানন্দ

মথুৰাদাস বুঢ়া আতাৰ চেনেহৰ শিষ্য এজনৰ নাম কাজলা মাজি। আদিতে তেওঁৰ ঘৰ বেলবাৰী বোলা ঠাইত আছিল। তাৰপৰা তাঁতীকুছিলৈ আনি বুঢ়া আতাই তেওঁক সকলো গীত-পদ, ৰাগ-তাল শিকাই পাকৈত গায়ন কৰি তোলে আৰু বৰপেটা সত্ৰৰ মঠৰ চোতালতে বিয়া কৰাই সংসাৰী কৰি দিয়ে আৰু আশীৰ্বাদ-উপদেশ দিয়ে, “গজাত গাজিব, পোখা আহিব, কঞা-পুলি সম বংশ-বৃদ্ধি হব। এই সেৱাৰ বন তুমি পুৰুষানুক্ৰমে চলাই থাকিবা।” ইয়াৰ পাছত বৰপেটাৰ কীৰ্তনঘৰত অগ্নিকাণ্ড হ’বৰ সময়ত মাজিৰ পত্নীয়ে অক্ষয় গুৰু-বন্তি প্ৰতিপালন কৰিছিল। মাজিৰ পুত্ৰ আমাৰ গীতকাৰ জগদানন্দ। তেওঁ পিতৃৰ নাম-যশস্যা ৰাখি সুকৌশল গায়ন হৈ উঠে।

## স্বৰ্গদেৱ ৰুদ্ৰসিংহ

গদাধৰসিংহ স্বৰ্গদেৱ আৰু আইচুদেৱ জয়মতীৰ প্ৰথম পুত্ৰ লাই-কোঁৱৰ ১৬১৭ শকৰ ফাগুনত ৰুদ্ৰসিংহ আৰু চাও চুখ্ৰংফা নাম লৈ গড়গাঁও নগৰত আহোম সিংহাসনত উঠে। পিতৃৰ দিনত যিসকল গোসাঁই-মহন্তক স্থানান্তৰিত কৰা হৈছিল; ৰুদ্ৰসিংহই ৰাজপাটত উঠা মাহতে তেওঁলোকক স্বস্থানত থাপিলেহি। বহুত শ্ৰমকৈ যিসকলক পাৰিলে বৰ-সৰু মৰ্যাদা দি মাজুলীত পাতিলেগৈ; বাকীসকল ন-মহন্ত বুলি জনা হ’ল। এই সময়তে শক্তৰী ধৰ্মই বেছিভাগ ক্ষেত্ৰত নতুন বোল ল’লে। স্বৰ্গদেৱে বিষয়াৰ মন্ত্ৰণাত শৰণ ল’বৰ বাবে বঙ্গদেশৰ নদিয়া-শান্তিপুৰৰপৰা কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্যক অসমলৈ আনিলে; কিন্তু তেওঁৰে সাক্ষাৎ হোৱাৰ পিছতে সেই ভাব পৰিত্যাগ কৰিলে। অসমীয়া সঙ্গীততো ৰুদ্ৰসিংহই নতুন ঢং

সুমুৰায়, খাওন্দ-বৈৰাগীৰ হতুৱাই হিন্দুস্থানৰপৰা গীত-নৃত্য-বাদ্যপটু লোক অনায় আৰু দেশীয় এজন মানুহক দিল্লীৰপৰা পাখোৱাজ শিকাই অনায়।

এওঁ কছাৰী, জয়ন্তীয়া, ডফলাকে ধৰি চাৰি লাখ সেনা লৈ বঙ্গ-আক্ৰমণ কৰিব খোজোঁতেই ১৬৩৬ শকৰ ভাদত গুৱাহাটীত স্বৰ্গী হয়। ৰুদ্ৰসিংহ বৰ বিদ্যোৎসাহী পুৰুষ আছিল আৰু মহন্ত-ব্ৰাহ্মণসকলৰ শিক্ষাৰ বাবে পঢ়াশালি পাতিছিল, বিদেশলৈ যাবলৈ সহায় দিছিল। পিছে গুণাভিৰাম বৰুৱাই লিখিছে, স্বৰ্গদেৱে নিজে লেখিব বা পঢ়িব নাজানিছিল; গেইট ছাহাবেও তাকে সমৰ্থন কৰিছে। আকবৰ বাদশ্বাহৰ দৰে গুণী পুৰুষৰ বিষয়েও এইআবাৰ কথাই কোৱা হয়। যদি স্বৰ্গদেউ নিৰক্ষৰেই আছিল, তেওঁ গৌৰী আৰু ৰাধা-কৃষ্ণ বিষয়ক গীতকেইটি ৰচিলে কেনেকৈ এওঁৰ সভাকবি ৰামনাৰায়ণ কবিৰাজ চক্ৰৱৰ্তীয়ে নিজৰ কথা কৈছে,—

যাত হন্তে শাস্ত্ৰ পঢ়ি ৰুদ্ৰসিংহ ৰাই।
পণ্ডিত ভৈলন্ত নানা শাস্ত্ৰতত্ত্ব পাই॥

দিহিং সত্ৰৰ (যদুমণিদেৱৰ মাজু পুত্ৰ ৰতিকান্তৰ সন্তান) উদিংৰামদেৱৰ লিখিত (?) গুৰু-চৰিতত ৰুদ্ৰসিংহ স্বৰ্গদেৱে গীত কৰা কথা উল্লেখ আছে।

## স্বৰ্গদেৱ শিৱসিংহ

'ৰস গুণ ৰস বিধু শক বৎসৰত' (শকুন্তলা) অৰ্থাৎ ১৬৩৬ শকত গুৱাহাটীতে ৰজা হৈ শিৱসিংহ ৰংপুৰলৈ ঘূৰি যায়। এওঁৰ আহোম নাম চুতন্‌ফা। শিৱসিংহ ৰজা হৈয়ে পিতৃয়েকে অনোৱা কৃষ্ণৰাম ভট্টাচাৰ্যত শৰণ লৈ তেওঁক উজনি আৰু কামৰূপত অনেক ব্ৰহ্মোত্তৰ আৰু আন বৃত্তি দি নীলাচল পৰ্বতত থাপি থয়। স্বৰ্গদেৱে ভট্টাচাৰ্যৰ উপাস্য গোসাঁনীৰ মন্ত্ৰও গ্ৰহণ কৰে। ভট্টাচাৰ্য-বংশ পৰ্বতীয়া গোসাঁই নামে খ্যাত হয়। শিৱসিংহৰ ৰাজত্ব বিশেষ শান্তিৰ সময়। ৰজাই কামাখ্যা আৰু বৰপেটাৰ বাপুসকলক আৰু আন আন ব্ৰাহ্মণ আৰু মহন্তক বৃত্তিদান কৰে। ৰজাদেৱ ইমান ধৰ্ম-ভীৰু আছিল, পুৰোহিত আৰু জোতিষীক ইমান মানিছিল যে তেওঁলোকে ছাত্ৰভঙ্গ যোগ পৰিছে বুলি কোৱাতে পাটত উঠাৰ তিনি বছৰৰ ভিতৰতে পূৰ্বৰ চিনাতলীয়া নটৰ জীয়ৰী ফুলমতী নাচনী, তেতিয়াৰ তেওঁৰ বৰকুঁৱৰী ফুলেশ্বৰীক হস্তী-ছত্ৰ আৰু বৰৰজা নাম দি পাটত তোলে। বৰৰজাই "অন্য দেৱী-দেৱ ঃ নকৰিবা সেৱ ঃ নখাইবা প্ৰসাদ তাৰ" মনা মহাজনসকলক দুৰ্গাপূজাৰ

সিন্দূৰ-ৰক্তচন্দনৰ ফোট দি, প্ৰসাদ খুৱাই তেওঁলোকৰ 'ভক্তিত ব্যভিচাৰ' ওপজালে; ঠাকুৰীয়া মহন্তসকলক আউনীআটি-গড়মূৰত সেৱা কৰাই শ্ৰীমূৰ্ত্তি, শালগ্ৰাম দি পূজা-সেৱা কৰিবৰলৈ দিলে। ফুলেশ্বৰীয়ে গৌৰীসাগৰৰ দ'ল-পুখুৰী সজায়। তেওঁ মৰাৰ পাছত পৰ্বতীয়া (দ্বিতীয়) কুঁৱৰী বৰৰজা হৈ শিৱসাগৰ দ'ল-পুখুৰী কৰায়। ১৬৬৬ শকৰ আঘোণত শিৱসিংহ মহাৰজা স্বৰ্গী হয়।

এইজনা ৰজাও শাস্ত্ৰ আৰু ধৰ্মত বৰ অনুৰাগী আছিল। এওঁ ৰচনা কৰা গীতৰ কথা বুৰঞ্জীতো উল্লেখ কৰা আছে। ৰজাদেৱ আৰু বৰৰজা ফুলেশ্বৰীৰ আজ্ঞামতেই কবিৰাজ চক্ৰৱৰ্ত্তীয়ে 'শকুন্তলা' কাব্য ৰচনা কৰে।

সঙ্কলনত উদ্ধৃত শিৱসিংহৰ গীতটিৰ (গীত ৬৬৪) লগত কলিকতা বিশ্ববিদ্যালয়ত সংৰক্ষিত এখনি হস্তলিখিত পুথিত প্ৰাপ্ত প্ৰতাপনাৰায়ণ নামৰ কবিৰ তলৰ গীত দুটিৰ সামঞ্জস্য চমক লগা ঃ

(১) মুকুলিত-বকুল-কুসুম-মঙ্গল-কেশং।
ৰুচিৰ-চন্দন-চাৰু-চৰ্চ্চিত-বেশং॥
অভিনব-জলধৰ-কুণ্ডল-জালে।
শোভিত-পৰিমল-মালতী-মালে॥
মণিময়-মকৰ-কুণ্ডল-শ্ৰুতি-দেশং।
তড়িদিব-নব-নীল-বসন-বিকাশং॥
প্ৰতাপনাৰায়ণ-ভণিত-মধুপম্।
পৰম-পুৰুষ-পুৰুষোত্তম-ৰূপম্॥

(২) শাৰদ-পূৰ্ণিমা-হিমকৰ-বৰণে।
চঞ্চল-নীল-নলিনী-দল-শয়নে॥
প্ৰাতৰুদিত-ৰবি-সিন্দূৰ-কাঁতি।
দশনসাজল-মুকুতা-ফল-ভাঁতি॥
বঙ্ক-বিলোকনী-কাজৰ-ৰঙ্গি।
কাম-কামান কুটিল ভ্ৰু-ভঙ্গি॥
শ্ৰীফল-সফলিত-কৃত-কুচ-কলসে।
মত্ত-ময়ূৰী-গতি জিনিয়া অলসে॥
মৃগ-মদ-চন্দন-চৰ্চ্চিত-দেহা।
তৰল-ঘনাতত-দামিনী-ৰেহা॥

প্রতাপনাৰায়ণ-সঙ্গীত-ভণিতং।
ৰমণী-শিৰোমণি ৰাধাৰ চৰিতং।।[১]

এই মিলে নানা সন্দেহৰ উদ্রেক কৰে। স্পষ্ট বুজিব পাৰি ৰজা শিৱসিংহ বা প্রতাপনাৰায়ণ দুইজনৰ এজন মৌলিক কবি; বাকীজন অনুকৰণকাৰী।

*A History of Brajabuli Literature* গ্রন্থৰ সঙ্কলয়িতা অধ্যাপক সুকুমাৰ সেনৰ লগত এই বিষয়ে চিঠি-পত্রৰ আদান-প্রদান হৈছিল। কলিকতা বিশ্ববিদ্যালয়ত সংৰক্ষিত যিখনি হাতেলিখা পুথিৰপৰা (৩২৭ সংখ্যাৰ) অধ্যাপক সেনে প্রতাপনাৰায়ণৰ ভণিতাৰ গীত দুটি লৈছে, সেই পুথিখনি সম্পূর্ণ নহয়; তাৰ কিছু পাত হেৰাইছে। বর্তমানে পোৱা ৮টা পাতৰ অংশত বাসুদেৱ ঘোষৰ ভণিতাৰ ১টি, নৰহৰিৰ ভণিতাৰ ৩টি, চণ্ডীদাসৰ ভণিতাৰ ২টি, জ্ঞানদাসৰ ভণিতাৰ ২টি, ৰাধামোহন দাসৰ ভণিতাৰ ১টি, যদুনাথদাসৰ ভণিতাৰ ১টি, গোৱিন্দদাসৰ ভণিতাৰ ১০টি, ৱংশীবদনৰ ভণিতাৰ ৩টি, বিদ্যাপতিৰ ভণিতাৰ ৩টি, ভণিতাহীন ২টি গীতে সৈতে প্রতাপনাৰায়ণৰ ভণিতাৰ এই গীত দুটি আছে।

ডক্টৰ সেনে তেওঁৰ ব্রজবুলি সাহিত্য-বুৰঞ্জীত প্রতাপনাৰায়ণৰ কোনো পৰিচয় দিয়া নাই আৰু নামৰ সাদৃশ্যৰপৰাই সংস্কৃত গীত দুটি আৰু ব্রজবুলি গীত দুটিৰ ৰচক একেজন বুলি অনুমান কৰিছে। আমালৈ লিখা চিঠিত (এপ্রিল ৩, ১৯৫০) তেওঁ এই প্রতাপনাৰায়ণক সপ্তদশ শতিকাৰ নেপালৰ ৰজা প্রতাপমল্ল বুলিব খোজে। আৰু কয় যে কলিকতা বিশ্ববিদ্যালয়ৰ পুথিৰ গীত দুটিৰ ৰাগৰ নাম 'তিৰোতা ধানশি'য়েও তেওঁৰ অনুমান সমর্থন কৰে। মিথিলা আৰু মোৰঙ্গ ৰাজ্যৰ ৰজাসকলৰ নামৰ লগত 'নাৰায়ণ' অংশ সংযুক্ত হোৱা দেখা যায়।[২] ডক্টৰ সেনৰ উল্লিখিত প্রতাপমল্ল কাঠমাণ্ডুৰ ৰজা। 'কবীন্দ্র' প্রতাপমল্লদেৱৰ নামত 'বৃষ্টি চিন্তামণি', 'অৱলোহিতেশ্বৰ-স্তৱৰাজ' আদি ৰচনা প্রচলিত আছে। কিন্তু এই প্রতাপমল্লদেৱ আৰু গীতকাৰ প্রতাপনাৰায়ণ একেজন মানুহ বুলি ঠিৰাং কৰা কঠিন। ৰাগৰ নামত স্থানবাচক 'তিৰোতা' (তিৰহুত, তীৰভুক্তি) শব্দয়ো গীত-ৰচকৰ স্থান-নির্দেশত বিশেষ সহায় নকৰে; অসমত 'বঙ্গ ভাটিয়ালী', 'পশ্চিমা ধনশ্রী' আদি ৰাগৰ নামৰ চলন্তি আছে।

নদিয়াৰপৰা অহা কৃষ্ণৰাম ন্যায়বাগীশ পর্বতীয়া গোসাঁইৰ শিষ্য শিৱসিংহ ৰজাৰ দিনত আহোম ৰাজ্য আৰু বঙ্গদেশৰ সম্পর্ক অলপ ঘন হৈ পৰিছিল।

---

১. ডক্টৰ সুকুমাৰ সেনৰ *A History of Brajabuli Literature* গ্রন্থত (পিঠি ৩৫১-৫৩) কলিকতা বিশ্ববিদ্যালয়ৰ ৩২৭-সংখ্যক হাতে লিখা পুথিৰপৰা উদ্ধৃত।

২. ডক্টৰ সুকুমাৰ সেন, বিদ্যাপতি-গোষ্ঠী, ছেদ ৪, ৮

গতিকে শিৱসিংহ ৰজাৰ ৰচিত গীত বঙ্গদেশলৈ যাবৰ সুযোগ তেতিয়া সম্পূৰ্ণ আছিল। মহাৰাজ শিৱসিংহৰ 'প্ৰতাপনাৰায়ণ' উপাধি আছিল বুলি জনা নাযায়। শ্ৰীশ্ৰী আউনীআটীয়া সত্ৰাধিকাৰ গোস্বামীৰপৰা 'নাৰায়ণ' ভণিতা থকা তলৰ গীত দুটি পোৱা হৈছে; কিন্তু ৰচকজনৰ বিষয়ে একো কথা জানিব পৰা নাই।

(১) বেলা অধিক হইল ভাই গোষ্ঠে নাইল কানু।
আহা ভাই সবে ডাকো বাই শিঙ্গা বেণু॥
ঘৰে গলে নন্দৰাণী খেদিয়া আসিব।
কানাইক এৰি কি প্ৰকাৰে গহন বনে যাব॥
ধৱলী পলায়া গ'লে কোনে আগুৱানে।
মনৰ আনন্দে ভাষে নৃপ নাৰায়ণে॥

(২) উদ্ধৱ বন্ধু হে কহ তোহোঁ গোবিন্দকী বাত।
কি কাৰণে নাইসে প্ৰাণনাথ॥
আসিব নাসিব কৈয়ো সাৰ।
তোহোঁ বৈৰী সুহৃদ আমাৰ॥
পূৰ্ব পিৰীতি পাসৰিলা হৰি।
আমাক নৈৰাশা গৈলা কৰি॥
গকুলে আসিব যদুৰাই।
নৃপবন্ধু নাৰায়ণে গাই॥

'নাৰায়ণ'-নামধাৰী আহোম ৰজা এজন আছে—বুদ্ধিস্বৰ্গনাৰায়ণ বা বুঢ়াৰজা চুচেংফা (১৬০৩-৪১ খ্ৰীষ্টাব্দ); এওঁৰ নামান্তৰ প্ৰতাপসিংহ। এওঁ কোনো গীত ৰচনা কৰিছিল বুলি জনা নাযায়। এনে স্থলত, উদ্ধৃত গীত দুটিৰ ৰচক কোন অমীমাংসিত হৈ ৰয়। বুঢ়াৰজাৰ অনুকৰণত শিৱসিংহ স্বৰ্গদেৱে 'নাৰায়ণ' বা 'প্ৰতাপনাৰায়ণ' উপাধি গ্ৰহণ কৰিছিল বুলি অনুমান কৰিব পাৰিনেকি!

## গোপালচন্দ্ৰ

ৰজা শিৱসিংহৰ প্ৰশস্তিৰে অনুপ্ৰাসময় গীতটিৰপৰা এওঁক স্বৰ্গদেৱৰ সভা-কবি বা অনুগ্ৰহ-প্ৰাৰ্থী বুলি মাথোন বুজিব পাৰি।

## ৰামনাৰায়ণ কবিৰাজ চক্ৰৱৰ্তী

বিষ্ণুৰ কিঙ্কৰ সদাবৰ বিপ্ৰৰ বংশত জন্ম চতুৰ্ভুজ বিপ্ৰ। চতুৰ্ভুজ-পুত্ৰ বাসুদেৱ। বাসুদেৱৰ পুত্ৰ 'বিষ্ণুৰ ভকত' পৰমানন্দই সৌমাৰপীঠৰ "পৰম প্ৰচণ্ড ৰাজা"

উদয়াদিত্যসিংহক উপাসি বিবিধ সুখ-ধন উপাৰ্জি ভুঞ্জিছিল। তেওঁৰ পুত্ৰ ৰামানন্দক (ৰমানন্দ) জয়ধ্বজসিংহ নৰপতিয়ে 'সৰস্বতী' উপাধিৰে বিভূষিত কৰিছিল আৰু গোবিন্দপ্ৰিয়া নামে কন্যাৰে বিয়া পাতি দিছিল। ৰামানন্দ 'সৰস্বতী' আৰু গোবিন্দপ্ৰিয়াৰে পুত্ৰ "বিষ্ণু কিঙ্কৰ গুণ-গণ-ধাম" ৰামনাৰায়ণ—

কবিৰাজ চক্ৰবৰ্ত্তী যাৰ পৰ নাম।
শাস্ত্ৰত নিপুণ বিপ্ৰ গুণে অভিৰাম॥

কবিৰাজ চক্ৰবৰ্ত্তী এই দ্বিতীয় নাম কোনে দিলে, স্পষ্ট বুজিব পৰা নাযায়। যেয়ে দিয়ক, ই জয়দেৱৰ উপাধিৰ অনুকৰণ যেন লাগে। ৰামনাৰায়ণৰ পদ 'গীত-গোবিন্দ'ত আছে,—

বিহিত-পদ্মাৱতী-সুখ-সমাজে।
ভণতি জয়দেৱ কবিৰাজে॥ ২০॥

ইয়াৰ লগত তুলনীয় মূল কাব্যৰ এই শাৰীবোৰ—

ইহৰস-ভণনে কৃত-হৰি-গুণনে মধুৰিপু-পদ-সেৱকে।
কলি-যুগ-চৰিতং ন বসতু দুৰিতং কবি-নৃপ-জয়দেৱক॥
(গী° গো° ৭, ২১)

বিহিত-পদ্মাৱতী-সুখ-সমাজে
কুৰু মুৰাৰে মঙ্গলশতানি
ভণতি জয়দেৱ কবিৰাজ-ৰাজে॥ (গী° গো° ১১, ২১)

ৰুদ্ৰসিংহ ৰজাৰ আদেশ অনুসৰি ৰামনাৰায়ণে 'গীতগোবিন্দ'ৰ এই ভাঙনি কৰে। গতানুগতিক পয়াৰ, দুলড়ি আদি ছন্দত ৰচনা কৰিবলগীয়া হোৱাত জয়দেৱৰ কাব্যৰসৰ মোহিনী শক্তি দুৰ্বল হৈ পৰিছে। গোটেই ভাঙনি কাব্যখন পঢ়িলে অসমীয়া পদত মূল 'গীত-গোবিন্দ'ৰ পৰিচয় দিবলৈ যত্ন কৰা যেনহে লাগে।

শিৱসিংহ ৰজাৰ আজ্ঞা আৰু ফুলেশ্বৰী বৰৰজাৰ বাণী পুষ্পমালা হেনকৈ মানি তাক সাদৰে শিৰত ধৰি আদিপৰ্ব মহাভাৰতৰপৰা 'দুষ্মন্ত চৰিত' (বা 'শকুন্তলা') ৰচনা কৰে। 'অভিজ্ঞান-শকুন্তলম'ৰ সোৱাদ ইয়াত নাই। কাব্যিক সৌন্দৰ্যৰ ঠাই সাধাৰণ বৰ্ণনাই পুৰাইছে। গৰ্গ মুনিৰ মুখত ব্যক্ত কামকলাৰ গৌণ আখ্যানে কাব্যখনিৰ সৰহ ঠাই অধিকাৰ কৰিছে। গতিকে গঠনৰ ফালৰপৰাও কাব্যখনি শিথিল।

যি সময়ত 'শকুন্তলা' কাব্য লিখা হয়, সেই সময়ত আহোম ৰাজকাৰেঙত তান্ত্ৰিক প্ৰভাৱ ঘন হৈ পৰিছিল। গতিকে গীতৰ ভণিতাত নাৰায়ণ আৰু ৰামৰ লগত শিৱৰ নাম মিহলি হোৱা লক্ষণীয়।

ছাড়িয়া বিষয়-সুখ তেজি তুচ্চ কাম।
সততে ঘুষিয়ো নাৰায়ণ শিৱ ৰাম॥ ৯৭৪

হৰি-হৰ-ভক্ত সৌমাৰ অধিপতি শিৱসিংহৰ জায়া ফুলেশ্বৰীৰ আজ্ঞা অনুসৰি ব্ৰহ্মবৈবৰ্ত-পুৰাণৰ নানা উপাখ্যানৰ মাজৰপৰা বাছি কবিয়ে দানৱ অধিপতি শঙ্খচূড় বধৰ পদ ৰচনা কৰে,—

সৌমাৰ পিঠৰ শিৱসিংহ অধিপতি।
হৰি-হৰ-চৰণত সদা যাৰ মতি॥ ৪
তাহান আছিল জায়া ফুলেশ্বৰী নাম।
পত্নীগণ মধ্যে শ্ৰেষ্ঠ গুণে অনুপাম॥
গম্ভীৰ বচন গতি-মতি ৰতি সতী।
কৃষ্ণদেৱ-চৰণত অতি ভক্তিমতী॥
হেন নৃপ-মহিষীৰ আজ্ঞা শিৰে ধৰি।
কবিৰাজ চক্ৰবৰ্তী মতি অনুসৰি॥ ৯
পৰম সুন্দৰ ✓ ব্ৰহ্মবৈবৰ্ত পুৰাণ।
ব্যাসদেৱে বান্ধিয়াছে নানা উপাখ্যান॥
বৈষ্ণৱৰ মধ্যে সাৰ শঙ্খচূড় নাম।
দানৱৰ অধিপতি গুণে অনুপাম॥
ব্যাস ঋষি বান্ধিয়াছে তাহান চৰিত্ৰ।
দুৰ্ঘোৰ কলিত তাক জানিবাহা মিত্ৰ॥

শিৱ-মহেশ্বৰসদৃশ শিৱসিংহ ৰাই আৰু তেওঁৰ 'শুদ্ধ সূক্ষ্ম জায়া' প্ৰমথেশ্বৰীৰ আদেশ-মালা শিৰোগত কৰি কবিৰাজে ব্ৰহ্মবৈবৰ্ত-পুৰাণৰ 'পৰম প্ৰধান' কৃষ্ণ-জন্মখণ্ড পদবন্ধে দেশভাষা ধৰি ৰচনা কৰে।

## গীতত দেহবিচাৰ

দেহবিচাৰৰ গীতৰ মূল প্ৰেৰণা বৈষ্ণৱ ধৰ্মৰ ভিতৰতে নহয়।

ভাৰতত অতি প্ৰাচীন কালৰেপৰা গুপ্ত যোগ-সাধনা আদি চলি আহিছে আৰু সেয়ে শৈৱ আৰু শাক্ত ধৰ্মৰ সংস্পৰ্শত শৈৱ-শাক্ত তান্ত্ৰিক ৰূপ গ্ৰহণ কৰিছিল। সেইদৰে বৌদ্ধ ধৰ্ময়ো অৱসাদৰ যুগত তান্ত্ৰিক ৰূপ লয়; আৰু সহজিয়া বৌদ্ধপন্থ তাৰে প্ৰকাৰভেদ মাথোন। সকলো গুপুত সাধনাতে নিৰালম্ব পৰম সত্য বা শ্ৰেয়সক দুটা বিভিন্ন অথচ জোৰা লগা শক্তি বা প্ৰকাশস্বৰূপে কল্পনা

কৰা হয়। এই শক্তি দুটা বিজুলী কোষৰ পজিটিভ্ আৰু নিগেটিভৰ লগত তুলনা কৰিব পাৰি। এটা চেতন, আনটো জড়; এটা ভোক্তা, আনটো ভোগৰ থলী। পৰম সত্য অদ্বৈত ৰূপ হ'লেও জগতত সি দ্বিধা-প্ৰকট। গুপুত সাধনাবোৰৰ লক্ষ্য হ'ল এই দ্বৈত ভাব ধ্বংস কৰি অদ্বৈতত সংযোগ কৰা। শাক্ত-শৈৱ তান্ত্ৰিকসকলে দ্বৈত ভাবটোক শিৱ আৰু শক্তিৰূপে, বৌদ্ধ তান্ত্ৰিক আৰু বৌদ্ধ সহজিয়াসকলে প্ৰজ্ঞা আৰু উপায়ৰূপে, বঙ্গীয় বৈষ্ণৱ সহজিয়াসকলে কৃষ্ণ আৰু ৰাধাৰূপে, নাথধৰ্মীসকলে চান্দ আৰু সুৰুজৰূপে ভাবি লৈছে। এই ধৰ্মবিলাকৰ আৰু এটি বিশিষ্ট লক্ষণ হ'ল এই—সিবিলাকৰ মতে শৰীৰটো সকলো তত্ত্বৰ আধাৰ, ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ৰূপ। হিন্দু তান্ত্ৰিকসকলৰ মতে চেতন শক্তি শিৱ আমাৰ শৰীৰৰ শিৰোভাগৰ সহস্ৰাৰ চক্ৰত নিবাস কৰে, জগতৰ মূলভূতা শক্তি কুণ্ডলীকৃত সৰ্পৰূপে মূলাধাৰ চক্ৰত থাকে; গতিকে তান্ত্ৰিক সাধনাৰ উদ্দেশ্য শক্তিক ওপৰলৈ নি শিৱৰ লগত একে কৰা। আনফালে, মহাদেৱৰ অৰ্ধনাৰীশ্বৰ ৰূপ অনুসৰি আমাৰ শৰীৰৰ বাঁও আৰু সোঁ ফালৰ ইড়া আৰু পিঙ্গলাত প্ৰাণ আৰু অপান বায়ুক নিৰোধ কৰি মধ্যম নাড়ী সুষুম্নাৰ ভিতৰেদি বোওৱাৰ ধাৰণা উপজিছে। আমাৰ টোকাৰী-নামতো সেই ভাবেই বৰ্তমান।

মহাদেউ গোসাঞে টোকাৰী সাজিলে
বাটে পাৰেৰতী গুণা।
ইঙলা পিঙলা চিত্ৰা সুষম্না।
এই চাৰিগছি গুণা॥

সহজিয়া বৌদ্ধ ধৰ্মত প্ৰজ্ঞা আৰু উপায়ৰ মিলন-সাধনাৰ মাজেদি পৰম সত্য সহজৰ প্ৰাপ্তি ঘটে। সহজিয়া বৈষ্ণৱেও আৰোপৰ মাজেদি পুৰুষ-নাৰীৰ মিলনত কৃষ্ণ-ৰাধাৰ যুগল-ৰূপ সিদ্ধ হোৱা দেখে। নাথ সিদ্ধসকলো চান্দ-সুৰুজৰ মিলনোদ্দেশী হঠ-যোগৰ ভিতৰেদি কায়-সাধনাত ৰত হয়।

শঙ্কৰদেৱৰ দিনত এনে বৌদ্ধ তান্ত্ৰিক অসমত বিয়পি পৰিছিল। শঙ্কৰদেৱ, বংশীগোপালদেৱ আদিৰ চৰিতত দুই-এক অনাচাৰী 'বৌধ'ৰ উল্লেখ পোৱা যায়। শঙ্কৰদেৱৰ 'কীৰ্ত্তন'ত যি 'বামানয়' আৰু 'বৌধ'ক নিন্দা কৰা হৈছে, সি বুদ্ধদেৱৰ মহতী শিক্ষাৰ আৰু পঞ্চশীল আদি-যুক্ত বৌদ্ধসকলক বুজোৱা নাই। 'বামানয়ে' বুদ্ধদেৱৰ পাছত তান্ত্ৰিকতাৰ আক্ৰমণত বৌদ্ধ ধৰ্মই যি অনাচাৰপূৰ্ণ ৰূপ লৈছিল তাকেহে ইঙ্গিত কৰিছে। ডক্টৰ বাণীকান্ত কাকতিয়ে লিখিছে, "শঙ্কৰদেৱৰ

চৰিতপুথিত যি অনাচাৰী ঘূৰি ফুৰা বৌদ্ধসকলৰ উল্লেখ আছে সেইবোৰ গৌড়, বিহাৰ আদি দেশৰপৰা ছিটিকি অহা সহজিয়া বৌদ্ধ ভিক্ষু বুলি ভাবিবৰ কাৰণ আছে" (পুৰণি অসমীয়া সাহিত্য, পিঠি ৩৫)। যেতিয়া এই বৌদ্ধসকলৰ চকুৰ কুটা দাঁতৰ শূল হৈ অসমত শঙ্কৰী ধৰ্ম প্ৰচাৰিত হ'ল, তেতিয়া হিন্দু শাস্ত্ৰকাৰসকলে বুদ্ধদেৱক বিষ্ণুৰ অৱতাৰ বুলি ঘোষণা কৰি বৌদ্ধ ধৰ্মৰ স্বাতন্ত্ৰ্য গুচাবলৈ যত্ন কৰাৰ দৰে, এই তান্ত্ৰিক 'বৌদ্ধ'সকলে নিজৰ অনাচাৰবিলাকক প্ৰজাৰঞ্জক বৈষ্ণৱ ধৰ্মৰ অন্তৰ্গত বুলি দেখুৱাই লোক-সমাজত প্ৰচাৰ বঢ়াবলৈ ধৰিলে। ভাগৱতৰ নামত পঞ্চমকাৰৰ সেৱা বলৱতী কৰি ভুলিলে আৰু শঙ্কৰদেৱ-মাধৱদেৱ ভণিতা দি দেহতত্ত্ব আৰু শৰীৰ-সাধনা-বিষয়ক গীত ৰচনা কৰিলে।

দেহবিচাৰৰ গীতবিলাক যদিও সকলোৰে মাজতেই প্ৰিয় আৰু বিশেষতে মাধৱৰ ভণিতা থকা বাবেই আৰু আন কাৰণতো বৈষ্ণৱৰো আদৰৰ সম্পত্তি, তথাপি আচলতে সিবোৰ অসমৰ কেইবাটিও গুপুত সম্প্ৰদায়ৰ মাজৰপৰাহে উদ্ভূত। ৰাতি-খোৱা, বৰখেলীয়া, গোপীধাৰা ভক্তি, ৰবসেৱা বা পূৰ্ণসেৱা, ৰীতিয়া, অৰীতিয়া আদি বেলেগ বেলেগ নামত কিছুমান গুপুত বৈষ্ণৱ প্ৰথা অসমত সৰ্বত্ৰ আছে। এইবোৰ বঙ্গদেশৰ সহজিয়া বৈষ্ণৱ ধৰ্মৰ দৰে তান্ত্ৰিকতাৰ প্ৰাদুৰ্ভাৱত ওপজা গুপ্ত বৈষ্ণৱ আচাৰ। কৃষ্ণানন্দ দ্বিজৰ ৰচিত 'পূৰ্ণভাগৱত' নামৰ পুথিত, অজ্ঞাত কবিৰ 'গুপ্তমণি', কৃষ্ণাচাৰ্য দ্বিজৰ 'ভৱিষ্যৎ-সংগ্ৰহ' আদি পুথিত এনে গুপ্ত সম্প্ৰদায়ৰ আচাৰ আৰু দৰ্শনৰ পৰিচয় পোৱা যায়।[1] তেওঁলোকৰ সৃষ্টি-তত্ত্বত পিণ্ড-ব্ৰহ্মাণ্ডৰ ধাৰণা, সাধনাত শৰীৰ-শৰীৰতত্ত্বৰ প্ৰাধান্য আদি মন কৰিবলগীয়া।

দেহবিচাৰৰ গীতবোৰত দেহতত্ত্বৰ বিচাৰ মূল লক্ষণ আৰু অসমৰ গুপ্ত সম্প্ৰদায়বোৰেও দেহতত্ত্ব-নিৰ্ণয়ৰ ওপৰত বিশেষ গুৰুত্ব দিয়া দেখা যায়। গুপ্ত সম্প্ৰদায়ৰ গুপ্ত সেৱাত ব্যৱহৃত হোৱা কিছুমান গুপ্ত গীত আছে। সাধাৰণতে টোকাৰী বজাই এনে গীত বৰাগী বেশধাৰী কিছুমান লোকে গাই ফুৰে। এই বৰাগীসকল বঙ্গদেশৰ বাউলসকলৰ নিচিনা; তেওঁলোক সংসাৰ-বিৰাগী। বাউলৰ "মনের মানুষ"ৰ ঠাইত এওঁলোকৰ "মনাই", "ঘৰৰ মানুহ"। বাউলসকলে যেনেকৈ সহজিয়া বৈষ্ণৱ গীত গোপন কৰিব নলগীয়া তাণ্ডৱণত গাই ফুৰে,

১. বেজবৰুৱা, 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী', পিঠি ২৯৫-৯৬, ৭২-৭৭।

আমাৰ বৰাগীসকলেও সেইদৰে যাৰে তাৰে আগত গাব পৰাকৈ কিছুমান গীত গায়। আমাৰ সঙ্কলনত মাধৱপুৰুষৰ ভণিতাযুক্ত দেহবিচাৰৰ গীতখিনি আচলতে এই শ্ৰেণীৰহে। দেহবিচাৰৰ গীতৰ আৰু 'গুপ্তমণি', 'পূৰ্ণভাগৱত' আদি ৰাতি-খোৱা সাহিত্যৰ দাৰ্শনিক দিশটো শঙ্কৰদেৱৰ ৰচিত 'অনাদি-পাতন' ভাগৱতৰ (তৃতীয় স্কন্ধ আৰু বামণ-পুৰাণৰ কথাৰ মিশ্ৰণ) আৰু কপিলৰ সাংখ্য দৰ্শন (ভাগৱত, তৃতীয় স্কন্ধ) ওপৰত প্ৰতিষ্ঠিত। অসমৰ নিৰঞ্জনকেন্দ্ৰিক মন্ত্ৰ-সাহিত্যতো এইবোৰৰ প্ৰভাৱ প্ৰভূত।

'অনাদি-পাতন'ত কোৱা আছে—

দেহৰ মহিমা আৰে শুনিয়ো বেকতে।
ব্ৰহ্মাণ্ডৰ গুণমানে আছে শৰীৰতে।। ১৯৯

চৌবিশ তত্ত্ব, কাণ-নাক-চকু-মুখ-গুহ্য-লিঙ্গৰ 'নৱখান দ্বাৰ', দশ প্ৰাণ-বায়ু, চৰি ফুৰা সুষুম্না-পিঙ্গলা-ইড়াপ্ৰধান বাত্তৰি হাজাৰ নাড়ী, যোগশাস্ত্ৰৰ ষট্‌চক্ৰ, চৈধ্য ইন্দ্ৰিয়ত অধিষ্ঠিত পাপ-পুণ্যৰ সাক্ষীস্বৰূপ চৈধ্য দেৱতা, 'হৃদয়-কমলে কৃষ্ণ'— এই সকলো শৰীৰতে বৰ্তমান। শৰীৰ-সাধনাৰ ইঙ্গিত কৰা হৈছে—

সুষুম্না আছয় মেৰু মজ্জাৰ ভিতৰে।
যাত বায়ু পশিলে অমৰ হোৱে নৰে।। ২০৯
তাহাৰ মুখক ঢাকি আছে কুণ্ডলিনী।
মায়াৰ শকতি যেন দেখিয়া সৰ্পিণী।।
অপান বায়ুক যিটো ৰমে যোগবলে।
অগ্নিৰ ৰূপত শক্তি ওপৰক চলে।। ২১০
সুষুম্নাত তেৱে গৈয়া প্ৰৱেশে পৱন।

৩১-সংখ্যক গীতত ষট্‌চক্ৰৰ উল্লেখ আছে; হৃদয়ৰ মাজৰ অষ্টদল পদ্মতে কৃষ্ণাত্মাৰ নিবাস।

অষ্টদল পদ্ম মাজে হংস কেলি কৰে।।
(ৰামানন্দদেৱ)

দেহবিচাৰৰ গীতত শৰীৰক কেতিয়াবা নাৱৰ লগত (গীত ১৫) কেতিয়াবা ঘৰৰ লগত (গীত ১২, ১৯, ৩০), কেতিয়াবা চাকিৰ লগত (গীত ৬৩১) তুলনা কৰা হৈছে। এই প্ৰসঙ্গত ভৱানীপুৰীয়া গোপাল আতাৰ 'ভাই ইটো নৰ-তনু ভাল' (গীত ১২৯) গীতটি প্ৰণিধানযোগ্য।

দেহ ভৈল ঘৰ পৰম সুন্দৰ
ৰবিযে কণিকা আসি।
কাল-বায়ু লাগি গৃহ গৈল ভাগি
বুদ্ধি ভৈলা সৰ্বনাশী॥

দেহবিচাৰৰ গীতবিলাক প্ৰায়ে মাধৱদেৱৰ ভণিতাযুক্ত অৰ্থাৎ কাৰ্যতঃ বে-নামী। কিন্তু ৰামানন্দদেৱ কায়স্থৰ গীততো দেহবিচাৰৰ তত্ত্ব দেখা পোৱা যায় (গীত ৬৩৪, ৬৩৭, ৬৩৯, ৬৪০)। ৬৩৭-সংখ্যক গীতটি 'অনাদি-পাতন' বা দেহতত্ত্বৰ সাৰাংশ বুলিব পাৰি; বিশেষতঃ গীতটিত "পূৰ্ণ ঈশ্বৰৰ স্থান দেহাত্তে আছয়" কথাষাৰ তাৎপৰ্যপূৰ্ণ। আনফালে, ৬৪০ সংখ্যক গীতটিৰ অৰ্থ ৰূপকময়; আৰু 'নিত্য নিৰঞ্জন'ৰ উল্লেখ মন কৰিবলগীয়া। গীতটিত ব্যাখ্যানৰ বাবে 'ৰূপক' শীৰ্ষক আলোচনা চাওক। ইয়াত "চতুৰ অধিক কুড়ি জনেৰ মন্দিৰ"—চৌবিশ তত্ত্বৰ ঘৰস্বৰূপ শৰীৰ।

দেহবিচাৰৰ গীতৰ ভাষা সাধাৰণতে সাঙ্কেতিক। সকলো দেহবিচাৰৰ গীততে মনক সাধনাৰ কেন্দ্ৰৰূপে ধৰা হয়। মনৰ (প্ৰকৃততে, অন্তৰাত্মাৰ) চাৰি ৰূপ—মন, বুদ্ধি, অহঙ্কাৰ আৰু চিত্ত। মনেই দহ ইন্দ্ৰিয়ৰ অধিৰক্ষক; মনৰ কামকে জীৱই নিজ কাম বুলি মানে আৰু সেইবাবেই কৰ্মপাশত জীৱ বন্দী হৈ থাকে। 'মন ভাই তোৰ সঙ্গে জীৱ ভৈল বন্দী' (গীত ১৮)। মনে ইচ্ছা কৰিলে দেহৰ ভিতৰৰ হৃদয়পদ্মত থকা 'নিজ গুৰু' কৃষ্ণাত্মাৰ পৰিচয় লৈ জীৱক মুক্ত কৰিব পাৰে। এই কৃষ্ণাত্মাৰ অধিষ্ঠানৰ ঠাই 'দাণ্ডা কাঁথা' কলিজাখন দ্বাদশ 'ভকত' বা অঙ্গই বহন কৰি ফুৰিছে। আমাৰ ওপৰত সত্য লোক আদি আৰু তলত পাতাল আদি আৰু মাজত আমি এই সৰু পৃথিৱীৰ ওপৰত আছোঁ। "উৰ্দ্ধে দ্বাদশ ........ আঙ্গুল" কথাআষাৰ দেহাৰ বিচাৰ মতে—কপালৰ আগৰপৰা থুঁতৰিলৈ মুখৰ জোখ বাৰ আঙুল, ভৰিৰ তলুৱাৰ জোখ বাৰ আঙুল আৰু পুৰুষাঙ্গৰ জোখ দহ আঙুল। জীৱৰ উৎপত্তিৰ মূল এই পুৰুষাঙ্গ; তাৰপৰা 'ভূমি' অৰ্থাৎ যোনিয়ে শক্তি ধাৰণ কৰি জীৱ-দেহ সৃষ্টি কৰে আৰু সেই জীৱয়ে আকৌ ঈশ্বৰৰ বিৰোধ কৰে। 'চাৰি আঙুল মাটি' কলিজাৰ ওপৰত বলৱন্ত 'চৈধ্য হাতী' চৈধ্য ইন্দ্ৰিয়ৰ অত্যাচাৰ; তাৰ শাসনৰ 'জৰী নাই', তথাপি 'ঢেকুৰা কুকুৰ' মনে মায়াৱী ভাবৰ 'শিয়াল'ক গুৰু লৈ 'ভাগৱত পঢ়ি' ঈশ্বৰাভিমুখী হ'ব পাৰে।

এই গীতখিনিত গুৰুবাদৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে,—

গুৰু-ভকত বিনে গতি নাই আৰ॥ (গীত ১৪)

গুৰু শিষ্যৰ ঃ বিশ্বাস যে সাৰ ঃ কহিলে সবে বুজাই।

গুৰু পৰমাত্মা ঃ শিষ্য জীউ আত্মা ঃ দুয়োজনে একে কায়॥

(গুপ্তমণি ১১৩)

গীত ৫, ১৫ত 'গৃহস্থ' হ'ল জীব। 'দশগুটি গৰু' দহ ইন্দ্রিয়। ইয়াত মনক গৰখীয়া আৰু বুদ্ধিক এচাৰি কৰা হৈছে। 'পৰৰ শস্যত লাগ্' অকৰ্তব্য বা ঈশ্বৰ-বিৰোধী কাৰ্য কৰ্। 'জীৱত লাগিল দায়'—জীৱ কৰ্মপাশত বন্দী হ'ল। গীত ৮ ত 'চৈধ্যয় বৰিষ'—'অনাদি-পাতন'ত নখন বৰিষ বা বৰ্ষৰ কথা আছে—ভাৰত, কিম্পুৰুষ, হৰি, কেতুমালা, ভদ্ৰাশ্ব, ইলাবৃত, ৰম্যক, হিৰণ্যময়, কুৰু। গীত ১২, ১৯ত 'ঘৰগুটি'—শৰীৰ। 'নখনি দুৱাৰ'—

দুই কান দুই নাক দুই চক্ষু লেখা।
মুখেএৰে ওপৰত সাতখান দেখা॥ ২০১
অধে গুহ্য-লিঙ্গ এই নৱখান দ্বাৰ।

'একগুটি কন্যা'—বুদ্ধি ('পুৰঞ্জয় উপাখ্যান')। অনাদি-পাতন (গুপ্তমণি ১৭৬) এক নদী-ভৱ-সংসাৰ। 'সোহি নগৰে এক ৰমণী ভূপ' (গীত ২৪১)। 'কাল বিকাল পক্ষী' পৰমাত্মা আৰু জীৱাত্মা—

সুপৰ্ণা সযুজা সখায়া সমানং বৃক্ষং পৰিষস্বজাতে।
তয়োৰন্যঃ পিপ্পলং স্বাদ্বত্ত্য-শ্নন্নন্যোঽভিচাকশতী। ইতি শ্ৰুতি ৪॥

'উৰি গৈল ৰাজহংস'—

উৰি যায় হংস পক্ষী তেজি নাথায় স্বৰ।
ফুৰি ফুৰি আসে দুই আখৰ সঞ্চাৰ॥
নিৰঞ্জনপুৰে ব্ৰহ্মকুণ্ড সৰোবৰে।
দুই গুটি হংস পক্ষী তাতে পৰি চৰে॥ (গুপ্তমণি ২১৪)

আউৰ জীউ আত্মা যিটো পৰমাত্মা
এহি জানা পখী দুই।
সংসাৰ বৃক্ষত পৰি দুই জনে
সদায় থাকন্ত চাই॥ (গুপ্তমণি ১২৫)

গীত ১৬। সুকাঠী কাঠৰে নৌকা—শৰীৰ। মিছাৰ নাম মায়া-পাশ।

গীত ২০। 'ঘৰ ভৈলা বাহিৰ ........ মাৰ॥'—নিত্যক পৰ ভাবি অনিত্যক আপোন কৰিলোঁ।

গীত ২২। 'কনুৱাৰ বাহতেঃ মনুৱা ৰহিলে'—শৰীৰৰ ভিতৰত মনৰ নিৱাস হ'ল'।

গীত ২৪। 'নদীৰে কাষৰি বট-বৃক্ষ জুপি'—ভৱনদীৰ পাৰৰ কায়-বট।

গীত ২৫-২৬। বাঘিনী—মায়া।

গীত ২৮। 'সক ঘৰ, বৰ ঘৰ'—অনিত্য বিষয়-সম্পত্তি।

'নিজ ঘৰ'—শৰীৰ, যি শৰীৰত কৃষ্ণাত্মাৰ আৱাস।

গীত ৩০। 'টাটেকৰ বাসা'—মায়াময় শৰীৰ। 'দুই-গুটি খুটা'—দুটা ঠেং।

'অতিথিসকল'—ইন্দ্ৰিয়। 'ঘৰৰ মানুহ'—মন।

গীত ৩১। চাৰি বেদ—

নাভি মুলে ঋক বেদ কৰন্ত প্ৰকাশ।
ললাটত যুজৰ্বেদ কৰন্ত নিবাস॥ ২০৪
হৃদয়ত হন্তে সাম বেদৰ বসতি।
মুখ মাজে অথৰ্ব্ববেদ হৈল উৎপতি॥ (গুপ্তমণি)

'বাৰজন বৈষ্ণৱ'—ব্ৰহ্মা, হৰ, মনু, কপিল, কুমাৰ, শুক, ভীষ্ম, বলি, প্ৰহ্লাদ, নাৰদ, জনক আৰু যম। পূৰ্ণসেৱাত বাৰজন ভকত বা মহাজনৰ আসন থপা হয়।

'কাল পুৰুষৰ নাতি'—পৰমাত্মা (গুপ্তমণি ১৬৬)

'হৃদয়-কমল'—

ছয় স্থানে ছয় চক্ৰ আছে শৰীৰত।
গুহ্য লিঙ্গ নাভি হৃদি তালু ললাটত॥ ২০৪
চাৰিদল ছয়দল নাভী দশদল।
আছে অষ্টদল পদ্ম হৃদয়-কমল॥
তালুত ষোড়শ ললাটত দল দুই।
যোগশাস্ত্ৰে মতে ছয় এহি হুই॥ (অনাদি-পাতন ২০৫)

## ৰাধা-কৃষ্ণ-প্ৰসঙ্গ

ভাৰতীয় সাহিত্যত ব্ৰজ-গোপীৰ কাহিনীৰ ক্ৰম-বিকাশ কৌতূহলপূৰ্ণ। মহাভাৰতৰ এঠাইত মাথোন দ্ৰৌপদীয়ে কৃষ্ণক 'গোপীজন-প্ৰিয়' বুলি সম্বোধন

কৰিছে। (সভাপৰ্ব, ৬৮.৪১); কিন্তু ব্ৰজ-গোপীৰ কাহিনী তাত নাই। হৰিবংশত পোন প্ৰথম কৃষ্ণৰ ব্ৰজলীলা বহলকৈ বৰ্ণোৱা হৈছে। বিষ্ণুপুৰাণৰ পঞ্চমাংশৰ ত্ৰয়োদশ অধ্যায় শৰতৰ চন্দ্ৰাবলী আকাশৰ তলত ৰাসক্ৰীড়াৰ বৰ্ণনা। এই বৰ্ণনা মদন-বিলাসহীন নিৰ্মল ভাবৰ। ইয়াত 'ৰতি' শব্দটো আছে কিন্তু সাধাৰণ ধেমালি অৰ্থত। 'ৰাস' শব্দটোৰো প্ৰকৃত অৰ্থ পুৰুষ-তিৰোতাই হাত ধৰাধৰিকৈ ঘূৰি ঘূৰি নচা এবিধ নাচৰ উৎসৱ—অন্যোন্যব্যতিষক্তহস্তানাং স্ত্ৰীপুংসাং গায়তাং মণ্ডলীৰূপেন ভ্ৰমতাং নৃত্যবিনোদো ৰাসো নাম (শ্ৰীধৰ স্বামী)। বিষ্ণুপুৰাণতকৈ আগতে ৰচিত হৰিবংশত 'ৰাস' শব্দৰ ঠাইত 'হল্লীষ ক্ৰীড়ন' শব্দ ব্যৱহাৰ কৰা হৈছে। অৰ্থ একেই—মণ্ডলেন তু যন্নৃত্যং স্ত্ৰীণাং হল্লীষকন্তু তৎ (অভিধান—হেমচন্দ্ৰ), স্ত্ৰীণাং মণ্ডলিকাকাৰনৃত্যে (বাচস্পত্য—অভিধান)। বিষ্ণুপুৰাণৰ ক্ৰীড়া-বৰ্ণনা হৰিবংশৰ অনুৰূপ; হৰিবংশৰ শাব্দিক প্ৰতিধ্বনিও ইয়াত আছে। কিন্তু বিষ্ণুপুৰাণৰ য'ত গোপীসকলৰ কাচিৎ প্ৰবিলসদ্বাহুঃ পৰিৰভ্য চুচুম্ব তম্, কোনোজনীয়ে তুতিৰ ছলেৰে বাহুৰে সাবটি কৃষ্ণক চুমা দিলে; তাত হৰিবংশৰ গোপীহঁতে কৰিলে কি?—

তাস্তং পয়োধৰোত্তানৈৰুৰোভিঃ সমপীড়য়ন্।
ভ্ৰামিতাক্ষৈশ্চ বদনৈৰ্নিৰীক্ষন্ত ৰৰাঙ্গনাঃ॥

পয়োধৰ-স্থিতিৰ বাবে উৰ্ধ্বমুখ হৃদয়েৰে কৃষ্ণক নিপীড়ন কৰি সেই বাৰাঙ্গনাহঁতে চঞ্চল-নয়ন বদনেৰে তেওঁক চাবলৈ ধৰিলে। নাম দিয়া নহ'লেও ৰাসক্ৰীড়া-প্ৰসঙ্গত বিশিষ্ট এজনী গোপীৰ উল্লেখ বিষ্ণুপুৰাণত প্ৰথম পোৱা হয়। কৃষ্ণৰ মথুৰা-যাত্ৰাৰ সময়ত গোপীৰ করুণ বিলাপো এই পুৰাণৰ নতুন কথা। হৰিবংশৰ গোপীসকলৰ এই চঞ্চলতা আৰু বিলাসিতাৰ মাত্ৰা ভাগৱতৰ দশম স্কন্ধত বহুতোখিনি বাঢ়িছে। একবিংশ অধ্যায়তে কৃষ্ণৰ বেণুৰ মাত শুনি গোপীৰ অন্তৰত পূৰ্বৰাগৰ সৃষ্টি হৈছে। কৃষ্ণক পতিৰূপে পাবলৈ তেওঁলোকে এমাহ ধৰি কাত্যায়নী-ব্ৰত পালন কৰিছে; ইয়াৰ পাছতেই ভাগৱতৰ অভিনৱ সৃষ্টি—গোপী-বস্ত্ৰহৰণ আখ্যান। ভাগৱতৰ ঊনত্ৰিংশৰপৰা ত্ৰয়সত্ৰিংশলৈকে পাঁচ অধ্যায় ৰাস-পঞ্চাধ্যায় নামে খ্যাত। কবিত্বময় এই পাঁচ অধ্যায়ত কৃষ্ণ আৰু ব্ৰজ-গোপীৰ প্ৰেম-কাহিনীৰ বৰ্ণনা বিলাসিতাপূৰ্ণ। অলপ পৰলৈ কৃষ্ণৰ বিশিষ্ট প্ৰেমৰ পাত্ৰী হোৱা এগৰাকী গোপীৰ কথা ইয়াত (৩০ অঃ, ২৮ শ্লোক) আছে; তেওঁৰ নাম কিন্তু দিয়া হোৱা নাই।

পিছৰ যুগৰ পুৰাণবিলাকৰ ভিতৰত বৰ্তমান প্ৰসঙ্গত পদ্মপুৰাণ আৰু ব্ৰহ্মবৈবৰ্তপুৰাণ উল্লেখযোগ্য। পদ্মপুৰাণত ব্ৰজলীলাৰ ঠাইত গোলোকৰ ৰাস-মণ্ডলত ৰাধা-কৃষ্ণৰ নিত্য-লীলা পুৰাণকাৰে বৰ্ণনা কৰিছে। এই পুৰাণ লিখা সময়ত ৰাধা-কৃষ্ণ পূজা এক প্ৰতিষ্ঠিত ধৰ্মত পৰিণত হৈছিল। ইয়াত ৰাধাৰ (ৰাধিকা) বাহিৰেও ষোলগৰাকী গোপীৰ নাম দিয়া হৈছে। পণ্ডিতসকলৰ অনুমান ব্ৰহ্মবৈবৰ্তপুৰাণ ষোড়শ শতিকাৰ ৰচনা। ইয়াৰ আগতেই শেষ দ্বাদশ শতিকাত জয়দেৱে 'গীত-গোবিন্দ' ৰচনা কৰিছিল। কোনো কোনো পণ্ডিতে ভাবে, সংস্কৃতত মাত্ৰাবৃত্ত ছন্দত ৰচিত হোৱাৰ আগৰ কাব্যখনি কোনো প্ৰাকৃত ভাষাত লিখা হৈছিল। জয়দেৱ নিজে সহজিয়া পন্থী বৈষ্ণৱ আছিল বুলিও অনুমান কৰা হৈছে।[১] সেই কাব্যৰ লগত পুৰাণ-ৰচয়িতাৰ চিনাকিও ভালকৈয়ে আছিল। এইখনি পুৰাণত ৰাধা-কৃষ্ণৰ প্ৰেম-বিলাসৰ অৱধি নোহোৱা হৈছিল। ৰাধাৰ লগতে আৰু ৩৭জনী গোপীৰ নাম আছে; তাৰ প্ৰায়বোৰেই নতুন।

ধৰ্ম-নিৰপেক্ষ সাহিত্যত প্ৰধান গোপীৰূপে ৰাধা বা ৰাধিকাৰ নাম সপ্তম-অষ্টম শতিকাৰেপৰা পোৱা যায়। হালৰ 'গাথা-সপ্তশতী' (১.৮৯) আৰু আনন্দবৰ্ধনৰ 'ধ্বন্যালোক' (২.৬) আৰু তাৰ পিছৰ যুগৰ লেখাত ৰাধাৰ নাম সততে পোৱা যায়। পিছৰ যুগৰ পুৰাণবো আগতে এনে সাহিত্যত ৰাধাক প্ৰধান আৰু একমাত্ৰ কৃষ্ণপ্ৰিয়াৰূপে পাওঁ। এই সময়তে ৰাধা-কৃষ্ণৰ নৌকা-বিলাস আৰু দান-কেলি আখ্যানৰ উদ্ভৱ হয় আৰু ক্ৰমে আন আন আখ্যানবোৰবো সময়ৰ লগে লগে সৃষ্টি হ'বলৈ ধৰে।

ষোড়শ শতিকাৰ আগভাগত শঙ্কৰদেৱে 'কীৰ্ত্তন-ঘোষা'ৰ 'ৰাসক্ৰীড়া' অধ্যায় লিখে আৰু মাজভাগত দশম স্কন্ধ ভাগৱতৰ পদ কৰে আৰু 'ৰাসক্ৰীড়া' বা 'কেলিগোপাল নাট' ৰচনা কৰে। দশমৰ ৰাসৰ বৰ্ণনাত তেওঁ মূলৰপৰা আঁতৰি যোৱা নাই। কিন্তু মন কৰিবলগীয়া দশমৰ ৰাসলীলাৰ পদত ৮৫জনী গোপীৰ নাম দিয়া হৈছে; তাৰে এটি নাম ৰাধিকা। পদ্মপুৰাণ, ব্ৰহ্মবৈবৰ্তপুৰাণ আৰু ষোড়শ শতিকালৈকে ৰচনা কৰা কৃষ্ণ-আখ্যানত প্ৰতিজন লেখকে ৰাধাৰ বাহিৰে আন নামবোৰ নিজৰ ইচ্ছামতে দিছে। শঙ্কৰদেৱেও সেইদৰে সবাতোকৈ অধিক সংখ্যাৰ গোপীৰ নামৰ তালিকা প্ৰস্তুত কৰিছিল। কৃষ্ণৰ বিশেষ আদৰ পোৱা বিশিষ্টা গোপীজনীৰ নাম শঙ্কৰদেৱেও দিবলৈ নিবিচাৰিলে। তেওঁ ৰাসক্ৰীড়াক কাম-

১। *O.D.B.L.*, p. 65

কেলিৰূপেই বৰ্ণনা কৰিছে, অৱশ্যে তাক কাম-ৰিপুৰ শোধকৰূপেই গ্ৰহণ কৰিছে। ‘কেলিগোপাল নাট’ত ভাগৱতৰ বিশিষ্টা গোপীজনীক শ্ৰীৰাধা বুলি স্পষ্টৰূপে নামকৰণ কৰা হৈছে। ‘কেলিগোপাল’ৰ নাট্যকাৰৰ ‘গীত-গোবিন্দ’ৰ লগত সুন্দৰ পৰিচয় আছিল এই কথা নাটকৰ মুক্তিমঙ্গল ভটিমা আৰু জয়দেৱৰ দশাৱতাৰ স্তোত্ৰৰ তুলনা কৰিলেই বুজিব পৰা হ'ব। তাৰ উপৰি নাটকৰ কোনো শাৰী কথাই জয়দেৱৰ গীতাৱলীৰ কথা সোঁৱৰাই দিয়ে; যেনে—

গোপী পীন পয়োধৰ ধৰিসন ঃ চঞ্চৰ কৰ যুগ শালী ........॥

কাহুক অম্বৰ ঃ ছোড়ি লেলা হৰি ঃ কাহুক আলিঙ্গন দান।

কাহুক ভুৰে ঃ কোৰে কৰি চুম্বনঃ চুকাহুক কুচ নখ হান॥

‘ৰাস-ঝুমুৰা’ বুলি এখন নাট মাধৱদেৱে লিখিছিল বুলি ধৰা হয়; কিন্তু কোনো কোনো পণ্ডিতৰ অনুমান ঝুমুৰাখন মাধৱদেৱৰ ৰচিত নহয়। মাধৱদেৱৰ ‘ভূষণ-হৰণ’ৰ পাঁচোটি বৰগীতত ৰাধাৰ নাম আছে; কিন্তু তাত ৰাধা আৰু কৃষ্ণৰ মাজত যৌৱনোচিত প্ৰেমৰ আভাস দেখা নাযায়। শঙ্কৰ-মাধৱৰ সময়ত ৰাধা-কৃষ্ণৰ প্ৰেম-বিষয়ক গীত-মাতে গোটেই ভাৰতবৰ্ষ ধুৱাই দিছিল। তাৰ মাজতো শঙ্কৰ-মাধৱে তেনে গীত ৰচনাৰপৰা বিৰত থকাটো লক্ষণীয়।

মহাৰাজ নৰনাৰায়ণৰ ভায়েক শুক্লধ্বজ বা চিলাৰায়ে ‘সাৰৱতী’ নামে ‘গীত-গোবিন্দ’ৰ এখনি টীকা প্ৰণয়ন কৰে আৰু দৰঙী ধৰ্মনাৰায়ণ ৰজাৰ ৰাজসভাৰ কবি ৰাম সৰস্বতীয়ে ‘গীত-গোবিন্দ’ৰ পদ-ভাঙনি ‘জয়দেৱ-কাব্য’ ৰচনা কৰে। কিন্তু ডক্টৰ কাকতিয়ে ক'বৰ দৰে ‘ৰাম সৰস্বতীৰ ভাঙনিত গীত-গোবিন্দৰ সম্মোহন আদিৰসাত্মক ভাৱৰ তীব্ৰতা সমূলি নাই। অসমীয়া কবিৰ মানত গীত-গোবিন্দৰ প্ৰেমলীলা ৰুক্মিণীহৰণ আদিৰ নিচিনা এটি আখ্যান মাথোন।” শঙ্কৰোত্তৰ যুগত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ সমসাময়িক বাৰেঘৰীয়া চিৰাম (শ্ৰীৰাম) আৰু ৰুদ্ৰসিংহ-শিৱসিংহৰ সভা-কবি ৰামনাৰায়ণ বা কবিৰাজ চক্ৰৱৰ্তীয়ে, ‘গীত-গোবিন্দ’ৰ পদ ৰচনা কৰিছিল। কবিৰাজ চক্ৰৱৰ্তীৰ অন্যান্য গীতৰ বিষয়-বস্তুতো আৰু ৰীতিৰ ওপৰতো জয়দেৱৰ প্ৰভাৱ মন কৰিবলগীয়া।

দ্বিজ কলাপচন্দ্ৰ নামে এজন কবিয়ে ‘ৰাম-বিজয়’ বা ‘ৰাধা-চৰিত্ৰ’ নামে এখনি পদ-পুথি ৰচনা কৰে। তেওঁ নিজকে শ্ৰীৰাম সৰস্বতীৰ পুত্ৰ বুলি চিনাকি দিছে আৰু প্ৰমাণান্তৰৰ অভাৱত এওঁক মহাভাৰতৰ পদকাৰ আৰু ‘গীত-গোবিন্দ’ ভোঙোতা ৰাম সৰস্বতীৰ সন্তান বুলিয়ে অনুমান কৰা হয়। এই খুদমান কাব্যখনিত বৰ্ণিত কৃষ্ণ-স্মৃতিবিজড়িত ৰাধাৰ বাৰ্ধক্যলীলাৰ মাজত বিচিত্ৰ ইমানেই—অসমীয়া

বৈষ্ণৱ মতৰ স্বতন্ত্ৰ ভক্তিবাদ অনুসৰি ৰাধা ভক্তশ্ৰেষ্ঠা ব্ৰজগোপীসকলৰ মাজতো সৰ্বশ্ৰেষ্ঠা ভক্তা; 'ৰাম-কৃষ্ণ ৰাণী' স্মৰণ কৰি কৰি

কিঞ্চিতো নাহিকে প্ৰভা তান শৰীৰত।
নাই শ্ৰুতিজ্ঞান আৰু ৰাধাৰ দেহত॥
নাই গাত মাংস অস্থি-চৰ্ম মাত্ৰ সাৰ।

গোপাল আতাৰ গীতত (গীত ১৪৬) বিৰহিণী ৰাধাই বিলাপ কৰিছে, শ্ৰীকৃষ্ণই নৱ প্ৰেম-ৰস পাহৰি মথুৰাৰপৰা নহা হ'ল আৰু "জগত জুৰিয়া বৈল মোৰ খেলিঙ্কাৰ॥"

শ্ৰীৰাম 'ভাটী আতা'ৰ এটি গীতত (গীত ১৫৩) শ্ৰীকৃষ্ণৰ বাঁহীয়ে 'ৰাধা ৰাধা' বুলি মতাৰ কথা আছে। জয়দেৱৰ কাব্যতে ৰাসৰ সময়ত "নিজ নাম ধৰি ঃ ডাকিলন্ত হৰি ঃ আইস ৰাধা প্ৰাণেশ্বৰী।" (ৰাম সৰস্বতী, গীত-গোবিন্দ, পদ ৩০)

ঘনে ঘনে মাধৱে দিলন্ত বংশি ডাক।
আইস ৰাধা প্ৰাণেশ্বৰী আলিঙ্গা আমাক॥ ২১০

জয়দেৱৰ মূল শ্লোক—"ধ্যায়ংস্তামনিশং ............" ইত্যাদি (৫.১০.৭)।
কথাটোৰ আচল মূল—

"নাম-সমেতং কৃতসঙ্কেতং বাদয়তে মৃদুবেণুং" (৫.১১.৯)॥

আন এটি গীতত (গীত ১৯৪) আছে, শ্ৰীকৃষ্ণই এদিনা নিশা ৰাধাৰ দুৱাৰত গৈ আঙুলিৰ শব্দেৰে সঙ্কেত দিলে। দুইৰো ভিতৰত কৌতুক আলাপ হোৱাৰ পাছত ৰাধাই দুৱাৰ মেলি দিয়ে।

অনিৰুদ্ধৰ এটি গীতত ৰাধাৰ মনত চমকি চমকি শ্ৰীকৃষ্ণৰ ৰূপ জ্বলি উঠিছে। আন এটিত ৰাসক্ৰীড়াৰ সময়ত শ্ৰীকৃষ্ণৰ কান্ধত বগোৱা গোপীজনী যে ৰাধা, সেইটো চিনাক্ত কৰা হৈছে; আন এটিত কৃষ্ণৰ পৰিত্যক্তা ৰাধাৰে লগ লাগি গোপীসকলে যমুনাৰ বালিত কৃষ্ণক বিচৰাৰ সঙ্কেত আছে। শ্ৰীকৃষ্ণই আন সময়ত ৰাধাৰ ওচৰত অন্ন বিচাৰিছেগৈ। আৰু নিবেদন কৰিছে, পুৱাতে যশোদা আয়ে খং কৰা বাবে একোটো নোখোৱাকৈ থকা বাবে মুখ ঘুৰাইছে। এটি গীতত (গীত ৩৯১) সঙ্কেত দিয়াৰ দৰে অনিৰুদ্ধই শ্ৰীকৃষ্ণক "শিশু পঞ্চ বৰিষৰ" বুলি গ্ৰহণ কৰিছে। অনিৰুদ্ধই ঘিলা-চুৰি কাহিনীও প্ৰকটভাৱে বৰ্ণাইছে।

শ্যামৰ বিৰহত ৰাধাৰ কি বিকল অৱস্থা হৈছে, যদুমণি ৰৰআতাই তাৰ বৰ্ণনা দিছে। সেই দুখৰ কথা ৰাধাই নিজে উদ্ধৱৰ আগতো কৈছে। ৰাধা-কানুৰ মিলন বৰ্ণোৱা গীত এটিত কৃষ্ণৰ কাষত ৰাধাৰ আৱজ্—তেওঁলোকৰ 'পিৰীতি-

নিৰ্ব্বন্ধ' যেন গুপ্ত আৰু স্থিৰ থাকে। ৰাধা কলঙ্কৰ কথা ভাবি কেতিয়াবা ম্রিয়মাণা হৈছে (গীত ৪৭৮, ৫৩৪)। কেতিয়াবা নিৰুপম কৃষ্ণ ৰূপক শপিছে।

কৃষ্ণই কংসৰাইৰ চন্দন-যোগাঁতী কুঁজীক কৃপা কৰাত ৰামানন্দ দ্বিজৰ ৰাধা খণ্ডত একো-নাই হৈছে আৰু উদ্ধৱৰ আগত কৃষ্ণক এই বুলি সাব্যস্ত কৰিছে— "মথুৰা জোৰে নাহি সুন্দৰী আন।" ৰামানন্দই দান-কেলি আখ্যানৰো ইঙ্গিতক কৰিছে (গীত ৬১২); এক বুঢ়ীৰ লগত ৰাধা মথুৰাহাটলৈ যাওঁতে ল'বা কৃষ্ণই বলেৰে দান ল'বলৈ বিচাৰিছে। আনফালে আকৌ ৰাধাদেৱীয়ে কৃষ্ণৰ চৰণত ধৰি এৰা নিদিবলৈ প্রার্থনা কৰিছে।

অসমৰ লোক-সাহিত্যত ৰাধা-চৰিত্ৰৰ প্ৰভাৱ পৰিলক্ষিত হয়। মাধৱদেৱৰ ভণিতাযুক্ত গীতকেইটিত গোপীৰ বস্ত্ৰহৰণ (গীত ৪৮, ৪৯, ৫০) আৰু শ্ৰীকৃষ্ণ-ব্ৰজাঙ্গনা প্ৰসঙ্গত শ্ৰীকৃষ্ণৰ নৈশ অভিসাৰ (গীত ৪৫, ৪৬, ৪৭, ৫০, ৫২) আৰু ৰাধা-চৰিত্ৰ বৰ্ণিত হৈছে। অভিসাৰৰ গীতকেইটিয়ে "ছুয়ো না ছুয়ো না বধূ" শ্ৰেণীৰ বঙলা গীতলৈ মনত পেলায়; তাত লৌকিক প্ৰেমৰ বোল স্পষ্ট। ৫৩-সংখ্যক গীতত গোপীৰ নাম উল্লেখ নাথাকিলেও তাত শ্ৰীৰাধাৰ চৰিত্ৰৰ আৰু তেওঁৰ শাহু আৰু ননদৰ (বঙলা গীতত জটিলা আৰু কুটিলা) ইঙ্গিত পোৱা যায়।

শ্ৰীধৰ কন্দলিৰ ভণিতাযুক্ত 'কানাই-খেমেলীয়া বা ৰাধা-হৰণ'ত শ্ৰীকৃষ্ণই বাটত ঘিলা খেলি চাতুৰী কৰি ৰাধাৰ গাত ঘিলা মাৰি তেওঁক চুৰুণী পতা আৰু বেয়াভাৱে লটি-ঘটি কৰা কথাৰ বিৱৰণ আছে। মহাপুৰুষ মাধৱদেৱৰ 'ভূষণ-হৰণ'ৰ গীত পাঁচোটিত ৰাধাৰ কথা আছে আৰু সেই প্ৰসঙ্গত শ্ৰীকৃষ্ণৰ বচন এফাঁকিয়ে এই ঘিলা-চুৰি কাহিনীৰ ইঙ্গিত দিয়ে যেন লাগে, নহ'লেওবা তাকে সেই বিষয়ত পিছৰসকলে সেই ঘটনাৰ ইঙ্গিত বুলি লৈছে,—

হামু বালক চঞ্চ খেৰি খেলাৱত
ভণ্টা কয়লি চুৰি মোৰা।

লৌকিক গীতত এই কথাকে বহল কৰি লোৱা হৈছে,—

কদমৰ তলকে গৈছিলা ঐ যাদু
পাতিলা ঘিলাৰে খেলা।
অ' তোৰ ভয়তে থৰথৰি কঁপে
অ' যত গোকুলৰ বালা এ॥ (গীত ৪৪)

অপৌৰাণিক আখ্যানিকাৰ ভিতৰত 'প্ৰাকৃত-পৈঙ্গল'তে প্ৰথমে সুচিত

শ্ৰীকৃষ্ণ-ৰাধা-প্ৰসঙ্গৰ নৌকা-বিলাস (?) আখ্যান লৌকিক কবিয়ে স্বাধীনভাৱে বিবৃত কৰিছে। বাশুলীভক্ত চণ্ডীদাসৰ 'শ্ৰীকৃষ্ণ-কীৰ্ত্তন' আৰু জীৱ গোস্বামীৰ 'গোপাল-চম্পূ' আদিৰ সময়ৰপৰা প্ৰচলিত ভাৱ-আখ্যানিকাৰ (শ্ৰীকৃষ্ণই ৰাধাৰ দৈ-ঘিউ আদিৰ ভাৰ বোৱা) ৰূপো আমাৰ লৌকিক গীতত পোৱা যায় (গীত ৫৮)। দান-সংগ্ৰহ ইঙ্গিতো বৰ্তমান (গীত ৫৯)। মুঠতে অৰ্বাচীন কালত বিশেষকৈ লোকগীতৰ পথেদি বঙ্গীয় ৰূপৰ ৰাধা-চৰিত্ৰ অসমত বাৰুকৈয়ে প্ৰৱেশ কৰিছিলহি আৰু প্ৰতিষ্ঠিত কবিৰ কবিতাতো ভুমুকিয়াবলৈ সুবিধা এৰা নাছিল।

## বাৰমাহী গীত

বৰ্তমান সঙ্কলনত মাধৱদেৱৰ ভণিতাযুক্ত গীতৰ ভিতৰত এটি বাৰমহীয়া গীত (গীত ৬০) সন্নিবিষ্ট হৈছে। লৌকিক সাহিত্যত কন্যা-বাৰমাহী, ৰাধা-বাৰমাহী, ফুলৱতী শান্তি-বাৰমাহী, মধুমতী-বাৰমাহী আদি অনেক গীত আছে। এই গীতবোৰ কবিত্বময় আৰু তাত প্ৰোষিতভৰ্ত্ৰী কন্যাৰ বিৰহৰ বৰ্ণনা থাকে। একোটা গীতত বাৰটা কলি থাকে। প্ৰত্যেকটো কলিয়েই একোটি এধানমান কবিতাৰ দৰে আৰু একো একোটা মাহৰ প্ৰাকৃতিক পৰিৱেশৰ মাজত বিৰহিণীৰ শোক কেনেকৈ তীব্ৰ হৈ উঠে তাক বৰ্ণাই যোৱা হয়। বাৰমাহী গীতবোৰত লক্ষ্য কৰিবলগীয়া কথা—সিবোৰ বিৰহৰ গীত; আৰু তাত বছৰৰ চকৰি ঘূৰিবলৈ আৰম্ভ কৰে আঘোণ মাহৰপৰা, কাৰণ আগৰ কালত আঘোণৰপৰাই বছৰৰ আৰম্ভ ধৰা হৈছিল। গীতবোৰত সাধাৰণতে তেৰটা কলি—"বাৰ মাহৰ তেৰ গীত গাই নাপাই ওৰ।" বঙ্গদেশতো একে পৰ্যায়ৰ বাৰমাসী, বাৰমাসিয়া বা 'বাৰমাস্যা' গীত পোৱা যায়। ব্ৰজবুলিত ভুবনদাসৰ তেনে এটি গীত সতীশচন্দ্ৰ ৰায়ৰ 'পদকল্পতৰু'ত গৃহীত হৈছে। 'কবিকঙ্কন চণ্ডী'ৰ বিৰহিণী ফুল্লৰাৰ 'বাৰমাসী দুঃখকথা' সিংহল-কন্যা সুশীলাই স্বামী শ্ৰীমন্তক সিংহলত বাৰওমাহ থাকিবলৈ অনুৰোধ কৰি কোৱা কথাৰ বাৰমাস্যা আছে (কবিকঙ্কন চণ্ডী, প্ৰথম ভাগ, ১৯৯-২০২ পৃঃ; দ্বিতীয় ভাগ, ৯৩২-৩৭ পৃঃ; লীলার বারমাসী, কমলার বারমাসী আদি *Eastern Bengal Balads;* Mymen singh, Ed. D. C. Sen, C.U., 1923, Vol. I, Part I, Intro.)। ১৮শ শতিকাৰ কবি ভাৰতচন্দ্ৰ আৰু জয়নাৰায়ণ সেনেও এনে বাৰমাহী ৰচিছিল। সপ্তদশ শতিকাত সঙ্কলিত

'বাগতৰঙ্গিনী'ত (পৃঃ ৬৩-৬৪) বিদ্যাপতিৰ মৈথিল গীতত বৃন্দাবনৰ বসন্তশোভাৰ বৰ্ণনা পোৱা যায়; ইয়াক এটি পূৰ্ণাঙ্গ বাৰমাহী গীতৰ প্ৰথম কলি বুলি অনুমান কৰিব পাৰি।

হিন্দী গীতি-কাব্যতো বাৰমাহী গীতৰ আৰু বিশেষকৈ বিৰহীৰ চকুপানীৰ লগত সমতা ৰখা বাদলৰ মাহৰ গীতৰ প্ৰাচুৰ্য দেখা যায়। ভক্তকবি সূৰদাসে বাৰ মাহ জোৰা গোপীৰ শ্যাম-বিৰহৰ বেদনা মূৰ্ত কৰি তুলিছে।—

আলীৰী মে তো শ্যামসুসন্দৰ বিন।
মৈঁ ন জিবুঁগী॥
অগমন লাগৌ অগহন মাস।
সব সখিয়া মিল কৰত হুলা॥
হঁমৰে শ্যাম ৰহে ছায় বিদেশ।
লিখত ন চিঠিয়া ন পঠয়ো সন্দেহ॥
* * *
কাৰ্ত্তিক কৰম কৰে সব কোয়।
তুলসী পূজে নিহোৰ নিহোয়॥
হমৰে শ্যাম কব মিলি হে ধায়।
সূৰদাস চৰনন বল জায়॥

এই শ্ৰেণীৰ গীতৰ মূল অনুপ্ৰেৰণা আহাৰ মাহত বিৰহিণীৰ বিলাপ বৰ্ণোৱা সংস্কৃত কাব্য বুলি নিৰ্দেশ কৰা হয়।

## গুৰুবাদ

বৌদ্ধসকলে পৰমাত্মাৰ অস্তিত্ব স্বীকাৰ নকৰে। পৰমাত্মাৰ বদলি তেওঁলোকে স্বীকাৰ কৰে ধৰ্মকায়। "The Dharmakaya may be compared in one sense to the god of Christianity and in another sense to the Brahman or Paramatma of the Vedantists. The Universe is a manifestation of the Dharmakaya himself, the Bodhicitta is nothing but an expression of the Dharmakaya, though finitely, fragmentarily, and imperfectly realised in us, etc." (*Mahayana Buddhism* by Suzuki, pp. 46 and 295). বোধিচিত্ত ধৰ্মকায় বা

তথতাৰপৰা উৎপন্ন হৈছে। নিত্যত্ব, কৰুণা আৰু আনন্দ বোধিচিত্তৰ সহজাত ধৰ্ম। এই ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত বুলিয়ে একজাতীয় সাধকৰ নাম সহজধৰ্মী বা সহজিয়া। মহাযানৰপৰা ঘাইকৈ কৰুণা আৰু আনন্দৰ সম্বল লৈ সহজযান নামে মতবাদ প্ৰতিষ্ঠিত হয়। বুদ্ধৰ বাণী—সৰ্বং অনিত্যম্, সৰ্বং অনাত্মম্, নিৰ্বাণং শান্তম্। এই নিৰ্বাণেই কাম্য। নিৰ্বাণৰ উপায়—তন্ত্ৰ, মন্ত্ৰ, ধ্যান, অধ্যয়নে নিৰ্বাণ দিব নোৱাৰে, তাৰ বাবে দুঃখনিৰোধৰ মাজেদি মহাসুখৰ আনন্দত প্ৰতিষ্ঠা লাভ কৰিব লাগিব।—

কিন্তো মন্তে কিন্তো তন্তে কিন্তো ৰে ঝান-ৰখানে।
অপইঠান-মহাসুহলীলেঁ দুলক্‌খ পৰমনিবাণে॥

চৰ্যা ৩৪—দাৰিকপাদ

মহাযানীসকলে যুক্তিৰে এই মহাসুখ প্ৰতিপন্ন কৰে, সহজিয়াসকলৰ কিন্তু সি হৃদয়গম্য, সাধনাৰ ধন। সেই সাধনাৰ বাবে সহজ-ধৰ্মত গুৰুৰ অত্যন্ত বেছি আৱশ্যক। গুৰু নহ'লে সাধন-পথত এখোজো আগ বাঢ়িব নোৱাৰি। পুনৰাবৃত্তিৰ বল ভাঙিব পাৰি সদ্‌গুৰুৰ উপদেশৰ শক্তিৰেহে,—

কৰুণা পিহাড়ি খেলহুঁ নঅবল।
সদ্‌গুৰু-বোহেঁ জিতেল ভৱবল॥

চৰ্যা ১২—কাহ্নপাদ

বৌদ্ধ সহজিয়াসকলে তেওঁলোকৰ গুৰুক বজ্ৰগুৰু বুলিছে; বজ্ৰৰ অৰ্থ শূন্যতা। গুৰুৰ উপদেশেই কিন্তু নিৰ্বাণ দিব নোৱাৰে; কিন্তু গুৰুৰ উপদেশৰ মাজেদি যেতিয়া সাধনমাৰ্গ অতিক্ৰম কৰা হ'ব, তেতিয়া সহজানুভূতি উপজিব; সেয়ে নিৰ্বাণৰ পক্ষ শেষ খোজ।

নাথপন্থীসকলৰ মাজত, বঙ্গদেশৰ ধৰ্ম দেৱতা পূজোঁতাসকলৰ মাজতো গুৰুৰ প্ৰাধান্য প্ৰভূত।

সকলো গুহ্য শাস্ত্ৰতেই গুৰুৰ উপদেশ বহন কৰিবৰ নিৰ্দেশ আছে।

কবীৰে গুৰুক গোবিন্দতকৈও ডাঙৰ বুলিছে। তুলসীদাসে 'ৰামচৰিতমানস'ৰ আৰম্ভতে "বন্দো গুৰুপদ পদ্ম পৰাগা" বুলি প্ৰশস্তি কৰিছে। সুৰদাসে কৈছে—"বল্লভ নাথ চন্দ্ৰ ছটা বিসব জগ মাঁহি অন্ধেৰ।"

পিতৃ আৰু সন্তানৰ সম্পৰ্কৰ মাজতো যদি গুৰু-শিষ্য সম্পৰ্ক হয়, তেনেহ'লে পিছৰটিকেই অধিক স্থান দিয়া হয়। ভৱানীপুৰীয়া গোপাল আতাৰ কন্যা পদ্মপ্ৰিয়াই আতাক

কহে পদ্মপ্ৰিয়া ভকতি জ্ঞান দিয়া
গোপাল কৃপাল স্বামী।

বুলি সম্বোধন কৰিছে। ৰামানন্দ দ্বিজেও পিতৃ শ্ৰীৰামদেৱক পিতৃতকৈও গুৰু হিচাপেই বেছি মান কৰিছে।

## ৰূপক

অনিৰুদ্ধদেৱৰ দুটি গীত এটি ৰূপকৰ অংশবিশেষ। ৰূপকটি তেওঁৰ ভাগৱতৰ চতুৰ্থ স্কন্ধৰ ভাঙনিত বা 'পুৰঞ্জয়-উপাখ্যান'ত সন্নিবিষ্ট হৈছে। তাত পৰমাত্মাৰ অংশস্বৰূপ জীৱৰ সংসাৰ-যাত্ৰা আৰু গুৰুৰ মুখৰপৰা জ্ঞান পোৱাৰ পিছত জীৱৰ মুক্তিলাভ বৰ্ণনা কৰা হৈছে। ৰূপকটি চমুকৈ এই [বন্ধনীৰ ভিতৰত ভাগৱতৰ ২৯ অধ্যায়ত দিয়া নাৰদমুনিৰ ব্যাখ্যামতে ৰূপকৰ অৰ্থ]—

পুৰঞ্জন ৰজাৰ [পুৰ বা ভোগ-দেহত অধিষ্ঠান কৰা জীৱ] অপৰিচিত সখাৰ নাম অবিজ্ঞাত [পৰমেশ্বৰ]। ৰজাই ভোগযোগ্য আৱাস বিচাৰি বিচাৰি হিমাচলৰ দক্ষিণত [ভাৰতত] নখন ছিদ্ৰ বা দুৱাৰ থকা এখন নগৰ [দুই চকু, দুই কাণ, নাকৰ দুই বিন্ধা, মুখ, পায়ু আৰু শিশ্ন থকা নৰ-দেহ] পালে। তেওঁ প্ৰত্যেকৰে শ শ নায়ক থকা দহজন চাকৰেৰে [নানা ইন্দ্ৰিয়-বৃত্তিৰে পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু পঞ্চ কৰ্মেন্দ্ৰিয়] এক পৰমাসুন্দৰী ৰমণীক [বুদ্ধি] দেখা পালে। সেই ৰমণীক পাঁচমূৰীয়া এটা সাপে [প্ৰাণ, অপান, সমান, উদান আৰু ব্যান, এই পাঁচ প্ৰাণবায়ুৰ সমষ্টি] ৰক্ষা কৰি আছে আৰু দহজন চাকৰৰ উপৰিও বিষূচীন নামৰ এজন সেনাপতি [মন]। ৰজাই ৰমণীৰে এশ বছৰ সেই নগৰতে আনন্দেৰে বিহাৰ কৰিবলৈ ধৰিলে। ৰমণীৰ যি ভাব, যি কৰ্ম ৰমণীৰ অধীন ৰজাৰো সেয়ে ভাব আৰু কৰ্ম হ'ল (শ্ৰীভা° ৮।১৫ অ°)। কাম-ৰত ৰজাৰ বিষয়-ভোগত যৌৱন-কাল আধা ক্ষণৰ দৰে অতিবাহিত হ'ল। চণ্ডবেগ নামেৰে বলৱন্ত গন্ধৰ্ব নৃপতিৰ [সম্বৎসৰ বা বছৰেক] তিনিশ ষাঠিজন গন্ধৰ্ব সৈন্যই [বছৰৰ ৩৬০ দিন] পুৰঞ্জনৰ পুৰী লুটিবলৈ ধৰিলে। [দিনৰ পাছত দিন বাগৰি যোৱাৰ লগে লগে জীৱৰ ভোগ-দেহো ক্ষয় হৈ গৈ থাকে আৰু শতবৰ্ষ পৰমায়ু ক্ষীণ হৈ আহে।] পুৰঞ্জন-পুৰাধ্যক্ষ সৰ্পই অকলে ৩৬০টা গন্ধৰ্ব, ৩৬০জনী গন্ধৰ্বৰ লগত এশ বছৰ যুঁজ কৰিলে। [বছৰৰ ৩৬০ দিন আৰু ৩৬০ ৰাতিৰ আৱৰ্তনক হৃত-শক্তি প্ৰাণ-ক্ষয়ত প্ৰাণে

বাধা প্ৰদান কৰিলে।] দ্বাৰপাল দুৰ্বল হৈ পৰাত স্ত্ৰীপৰায়ণ পুৰঞ্জন বিপন্ন আৰু চিন্তিত হ'লেও ভয় কাক বোলে নাজানিলে।

কালৰ জৰা নামে এজনী দুৰ্ভগা কন্যা [কালৰ পৰিণতিত উপস্থিত হোৱা জৰা বা বুঢ়া বয়স] আছিল। কোনেও তাইক বিয়া কৰাব নোখোজাত জৰাই নাৰদৰ উপদেশত যৱনবিলাকৰ [আধি-ব্যাধি] অধিপতি ভয়ক [মৃত্যু] পতিৰূপে বৰণ কৰিলে। কিন্তু ভয়ে তাইক ভগ্নীৰূপে গ্ৰহণ কৰি কৰ্মাধীন প্ৰাণীজগতক ভোগ কৰিবলৈ ক'লে (৪।২৭)। এদিন যৱনাধিপতিৰ সেনাবোৰে পুৰঞ্জনপুৰ অৱৰোধ কৰিলে। জৰায়ো বলপূৰ্বক পুৰী ভোগ কৰিবলৈ ধৰিলে। যৱন-সেনাই নখন দুৱাৰেদি জৰাগ্ৰস্ত পুৰীত প্ৰৱেশ কৰি উৎপীড়ন আৰম্ভ কৰিলে। পুৰঞ্জন শ্ৰীহীন, প্ৰজ্ঞাহীন, ঐশ্বৰ্যহীন হ'ল। স্ত্ৰী-পুত্ৰ, পৌত্ৰ, অনুচৰবেও লগ এৰা দিলে। পুৰপাল সৰ্পই পুৰী ৰক্ষা কৰিব নোৱাৰি আঁতৰি গ'ল। নগৰ বিধ্বস্ত হ'ল। পুৰঞ্জনৰ সখা অবিজ্ঞাতলৈও মনত নপৰিল। স্ত্ৰী-চিন্তা কৰি দেহ এৰি পুৰঞ্জন এইবাৰ বিদৰ্ভৰ ৰাজসিংহৰ কন্যাৰূপে জন্ম গ্ৰহণ কৰিলে; পাণ্ড্যকোঁৱৰ মলয়ধ্বজে তেওঁক বিয়া কৰিলে। দুয়ো ভগৱান-বাসুদেৱপৰায়ণ হৈ মুক্তি লাভ কৰিলে। অবিজ্ঞাত সখাই পুৰঞ্জনক নিজৰ পৰিচয় দিলে; ক'লে, পুৰঞ্জনৰ পুৰুষৰূপ বা স্ত্ৰীৰূপ তেওঁৰ মায়া মাত্ৰ (৪।২৮ অ°)।

অনিৰুদ্ধদেৱৰ গীত দুটিৰ অৰ্থ এই ৰূপক-প্ৰসঙ্গত নিশ্চয় মুকলি হ'ব। "গন্ধৰ্ব কটক গোট" হ'ল একোটা দিন। "ত্ৰিশ পাইকৰ হাজৰা" একোটা মাহ। শিল, ইটা আৰু অগ্নিৰ গড় শৰীৰৰ তিনিটি উপাদান মাটি, পানী আৰু তেজ "তেজো হবন্নানি কোষ্ঠানি" (৪।২৮।৫৭)। "পশিলা অক্ষৰ মানৱী ক্ষেৰ"=দেহত ব্ৰহ্মৰূপ জীৱ অধিষ্ঠান কৰিলে।

ক্ষৰ পদে ইটো দেহক বোলয়
অক্ষৰ শবদে ব্ৰহ্ম। —নামঘোষা

'এক ৰমণী ভূপ' আৰু 'নৃপতি' হ'ল বুদ্ধি আৰু জীৱ। এই দুইৰ মিলনেই জীৱৰ সংসাৰগতি নিৰ্ধাৰণ কৰে,—

মনে দুঃখ পাইলে জীৱে বোলে মই পাওঁ।
মনে যৈকে যাৱে জীৱে বোলে মই যাওঁ॥
মনে যিবা কৰে জীৱে বোলে মই কৰোঁ।
মনৰ মৰণে জীৱে বোলে মই মৰোঁ॥

অনাদি-পাতন, ৬৭-৬৮

'বীৰ একাদশ'—মন আৰু দহ ইন্দ্ৰিয়। দহ ইন্দ্ৰিয় মনৰ অধীন; ইফালে মন বুদ্ধিৰ অধীন। "জীউ বুদ্ধিত মোহি"—বুদ্ধিয়ে মনৰ যোগেদি বিষয়ত আসক্ত হোৱাত জীৱ মিত্ৰ অবিজ্ঞাত বা পৰমেশ্বৰত বিমুখ হয়। সেই মিত্ৰৰ পথ দেখুৱাওঁতা মলয়ধ্বজ, গুৰু।

## গীতত সাঁথৰ

শঙ্কৰদেৱে বৰগীত ৰচিছিল বাৰকুৰি; কিন্তু ঠাকুৰ আতা আদিৰ ভকতীয়া ফকৰা হ'ল তেৰকুৰি। ভকত বৈষ্ণৱৰ কথা-প্ৰসঙ্গত যিসকলে এই ফকৰাবোৰ আলোচনা কৰা শুনিছে, তেওঁলোকেহে গুৰৰ বহুত জুবুৰিয়াই কুঁহিয়াৰ-ডাবৰিবে কৰা 'মিছ্ৰা'ৰ চোবালে ওলাই থকা সোৱাদৰ দৰে তাৰ ৰসৰ মোল বুজিব। ফকৰাৰ শ্ৰেণীৰে আৰু কিছুমান গীত-মাত আছে, সেইবিলাকক ভকতীয়া সাঁথৰ বোলা হয়। প্ৰতীকধৰ্মী দেহবিচাৰৰ গীতৰ বিষয়ে সুকীয়াকৈ আলোচনা কৰা হৈছে।

জয়দেৱৰ গীতটিত ব'হাগমহীয়া কৃষ্ণক কাষৰত নাপাই গোপীসকলে বিবাদ কৰিছে,—

সুৰ-অৰি-ৰিপু-মিতা তহান-সেৱক-পিতা
বাহনক দেখি লাগে ভয়।
তিনি অক্ষৰ জানি শেষ-নী-মৰষণে
তান শোকে দগধ হৃদয়॥

'সুৰ-অৰি' ৰাৱণ; ৰাৱণৰ 'ৰিপু' বিভীষণ; বিভীষণৰ 'মিতা' শ্ৰীৰামচন্দ্ৰ; 'তাহান' শ্ৰীৰামচন্দ্ৰৰ 'সেৱক' হনুমন্ত; হনুমন্তৰ 'পিতা' বায়ু। বসন্ত কালৰ বতাহে গোপীসকলৰ বিৰহ তীব্ৰ কৰি তুলিছে। "চান্দ চন্দন মন্দ পৱন বৈৰিণী"—মাধৱদেৱ। বায়ুৰ 'বাহন'—হৰিণী (হৰিণ)। হৰিণী শব্দৰ 'তিনি-অক্ষৰ'। এই তিনি আখৰৰ 'শেষ নী মৰষণে' অৰ্থাৎ শেষৰ 'নী'টো গুচালে হয় 'হৰি'। সেই হৰিৰ শোকত হৃদয় দগ্ধ হৈছে।

ভকত-বৈষ্ণৱে এনেকৈও গায়,—

বাহনক দেখি লাগে মনু
তিনাক্ষৰ মনে কৰি শেষাক্ষৰ পৰিহৰি
তান বিনে দহে মোৰ তনু॥

বাণ গণিয়া লৈয়ো বেদ দূৰ কৰি থৈয়ো
তান শোকে নৰহে পৰাণ।

'বাণ' বা পাঁচ সংখ্যাৰপৰা 'বেদ' অৰ্থাৎ চাৰি (তিনি?) গ'ল থাকিল এক—চন্দ্ৰ বা হৰি। চন্দ্ৰৰ শোকত অৰ্থাৎ চন্দ্ৰ দেখি শোকত গোপীৰ প্ৰাণ যায় যেন লাগিছে : "চান্দ চন্দন মন্দ পৱন বৈৰিণী।"

চৌদিশ সম কৰি বাণ বায়ু পূৰি হৰি
অগ্নি কাম তাহান সমান।

চৌদিশে 'বাণ' বা পাঁচক 'বায়ু' বা আঠেৰে পূৰণ কৰিলে হয় চল্লিশ অৰ্থাৎ বহুত হৈ 'অগ্নি-কাম' কামাগ্নি জ্বলিছে।

পাঁচ বান অব লাখ বাণ হউ
মলয় পৱন বহ মন্দা।—বিদ্যাপতি

ৰাম সমুদ্ৰে পূৰি নিশিপতি ঊন কৰি
ভুঞ্জিবোহো নিচিন্তিবা আন॥

'ৰাম' বা তিনিক 'সমুদ্ৰে' বা সাতেৰে পূৰণ কৰিলে হয় একৈশ, তাৰ পৰা 'নিশিপতি' বা এক বাদ দিলে হ'ব বিশ। সেই বিশ (বিষ) খাই গোপীসকল আত্মহত্যা কৰিবলৈ সাজু।

চান্দসাঁইৰ গীতটি ভকতীয়া ফকৰাৰ শ্ৰেণীৰ, "ভকতিৰ ভাব" বুজাবৰ কাৰণে এটি চেষ্টা। শঙ্কৰদেৱে ভক্তি-ধৰ্ম প্ৰচাৰ কৰাত পুৰোহিত শ্ৰেণীৰ লোকে স্বাৰ্থত আঘাত পৰা যেন অনুভৱ কৰি ৰজা নৰনাৰায়ণৰ ওচৰত গোচৰ দিয়ে। ৰাজসভাত এই শ্ৰেণীৰ পণ্ডিত আৰু শঙ্কৰদেৱৰ বাদ-প্ৰতিবাদ হয়। সেই বাদত শঙ্কৰদেৱৰে জয় হয়। সেই সময়ত এই গীতটি ৰচিত হয় বুলি খ্যাত।

ভকতীয়া ফকৰাৰ লগত গীতটিৰ মিল আছে,—

(১) বাঘৰ গালত চৰ হৰিণে মাৰিলে।
হৰিণৰ পাৱে পৰি বাঘেও কান্দিলে॥

(২) বৌৰ ........................

(৩) বেজীৰ আগত ...................

(৪) কচু কাটোঁতে ...................

(৫) মাজ সাগৰত ....................

(৬) নবদ্বাৰ নগৰ শোভন।

চান্দসাঁয়ে নিজকে দীন-হীন (বৰাই = বৰাক, তু°ক° নামঘোষা ১০৪) বুলি গীতৰ পাতনি মেলিছে। 'গঁতুৰা এন্দুৰ' শঙ্কৰদেৱ; কাৰণ, শঙ্কৰদেৱৰ দৰে গুৰুৱে মায়াৰ বন্ধন কাটি মুক্তি-লাভ কৰাত সহায় কৰে। 'বোন্দা-মেকুৰী' ৰজাৰ ঘৰত গুচৰীয়া লোকসকল। তেওঁলোকে শঙ্কৰক মেকুৰীয়ে নিগনি মৰা দৰে একেথাপতে শেষ কৰিম বুলি পাণ্ডিছিল। এতিয়া সেই শঙ্কৰদেৱৰে যুক্তি আৰু পাণ্ডিত্য তেওঁলোকে মানি ল'বলগীয়াত পৰিল। 'বাঁহৰ আগত বেলিৰ চিকমিক'ৰ দৰে শঙ্কৰ-সূৰ্যৰ প্ৰভা চক্‌মকাই উঠিছে; ভক্তিৰ বহল প্ৰচাৰ হৈছে। 'চিলনী' অৰ্থাৎ ধৰ্মৰ নামত পেট প্ৰবৰ্তোৰাসকলৰ (নামঘোষা ৫৩, ৫৪, ৫৫, ৫৯) আৰ্থিক উপায়ত তাৰ দ্বাৰা বহুতোখিনি আঘাত পৰিছে। 'আমৰ গছত ঃ বেল নাৰিকল' আৰু 'কঁঠালৰ গছত বেল'—এইবিলাক বিধিৰ আনুষঙ্গিক যান্ত্ৰিক কথা। সিবোৰক অৱহেলা কৰি 'কবীৰাৰ চাৰি ভাই' ভক্তি-প্ৰবৰ্তক শঙ্কৰ, মাধৱ আদি (চান্দসাঁই আৰু দামোদৰদেৱ?) 'ৰজাৰ হাতী-দাঁত' নৰনাৰায়ণ দম্ভৰ থল হৈ পৰিছে; তেওঁলোকে পাতিছে 'এন্দুৰৰ গাঁতত মেল'—মায়া-ছেদী ভকতিৰ মেলা। 'বেৰে বাৰী গিলা'ৰ দৰে অনন্ত শূন্যই পৃথিৱীখনক আবৰি আছে। আৰু এই শৰীৰৰূপী 'ঘৰ'ক দুখন কাণ, দুই নাসাৰন্ধ্ৰ, দুটা চকু, মুখ, গুহ্য আৰু লিঙ্গ, এই নখন 'দুৱাৰে' (তু°ক° অনাদি-পাতন ২০১-০২, গুপ্তমণি ১৭৬) ঢাকিছে। এনে সৃষ্টিতত্ত্ব আৰু ভক্তিৰ 'জপা'টো লৈ আজি 'চোৰ'ৰূপে অভিযুক্ত শঙ্কৰদেৱে 'গিৰিহঁত' বোলোৱা কৰ্মপন্থীসকলক যুক্তি-তৰ্কেৰে ঘটুৱাইছে। 'চাউল'ৰূপ ব্ৰহ্মৰ তত্ত্বৰ যুক্তি-জালেৰে সেইসকলে 'যুৱলি' ৰজাৰ চাংঘৰ বেৰি থৈছিল আৰু 'তুঁহ'ৰূপ বেদৰ কৰ্ম-কাণ্ডই 'তুলা'-বেদকে উৰুৱাই নিছিল। কিন্তু এতিয়া ৰজাৰ মোহ ভাগিল। তেওঁৰ 'হাতী-দাঁত' দম্ভ-অহঙ্কাৰ ভক্তিৰ বিচাৰে একে চিকুটতে ছিঙিলে, বৈৰাগ্য-'কুঠাৰ' সেই দম্ভ-অহঙ্কাৰ সমূলে ধ্বংস কৰিলে। নৰনাৰায়ণ ভক্তিধৰ্মত শৰণ ল'বলৈকো সাজু হ'ল। ভাগৱতৰ 'সাগৰ মাজত' ঘোঁৰা অৰ্থাৎ ইন্দ্ৰিয় দেহধাৰীয়ে আনন্দে বিহাৰ কৰিছে; তথাপি নৱদ্বাৰযুক্ত দেহ-নগৰৰ মায়াৰ বিলাসত ভক্তিৰ 'নাও' বুৰে বুৰে।। এয়ে চান্দসাঁইৰ ভক্তিৰ ব্যাখ্যা।

পুখুৰীত পানী নাই পাৰ কিমতে বুৰে।
পিঁজৰাত পানী নাই ৰাজহাস কিমতে চৰে।।১০।।

অৰ্থাৎ হৃদিপদ্মত ভক্তি-জ্ঞান নহ'লে কেনেকৈ ৰস পাব? আৰু সেই পিঞ্জৰাৰূপ দেহাত ঈশ্বৰ হংসৰূপে চৰিব পাৰেনে?

শঙ্কৰে ৰূপাৰৰ লঙ্কৰক কৈছিল,—

কচু কাটোঁতে, কুঠাৰ ভাঙিল
লোহাক খালে ঘুণে,
কাক কম কোনে পতিয়াব
কোনে শুনিব কাণে॥৬৪

সুন্দৰীদিয়াত মুকুন্দই গুৰুজনক দুখ দিয়াত, ভকতক ব্যভিচাৰ কৰাত উজনিলৈ যাবলৈ ওলায়। তেতিয়া ইকথা কয়।

'হাওৰে নৰতনু বিফলেহি যায়' গীতটি সাঁথৰ হিচাপে ব্যাখ্যা কৰা হয়। পঞ্চ পৰ্ব-লোভ, মোহ, কাম, ক্ৰোধ, অন্ধকাৰ।

পঞ্চ প্ৰাণ—পান, অপান, উদান, ব্যান, সমান।

পঞ্চ পঙ্গু—পঞ্চ জ্ঞানেন্দ্ৰিয়—ত্বক, চক্ষু, নাসিকা, শ্ৰৱণ, ৰসনা।

পঞ্চ অঙ্গ—পঞ্চ কৰ্মেন্দ্ৰিয়

তিনি ডোল—ধন, জন, শৰীৰ।

তিনি তাপ—আধিভৌতিক, আধ্যাত্মিক, আধিদৈৱিক।

তিনি সংস্কাৰ—শৰণ, ভজন, সৎসঙ্গলাভ।

তিনি কাল—অতীত, বৰ্ত্তমান, ভৱিষ্যত।

তিনি অৱস্থা—শিশু, যুবা, বৃদ্ধ।

ছয়গোটা চোৰ—পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু মন।

## সংস্কৃত আৰু সংস্কৃতীয়া গীত

শ্ৰীশঙ্কৰদেৱে তোটয় আৰু নাটকৰ শ্লোকবোৰ সংস্কৃতত ৰচনা কৰিছিল। শ্ৰীমাধৱদেৱে দুই-এটি বৰগীত আৰু অঙ্কীয়া গীতত অসমীয়া পদৰ শাৰীবোৰৰ অন্তত অনুস্বাৰ সংযোগ কৰা দেখা যায়।

গোবিন্দ চিন্ত বাল গোপালং।
ৰতন-তলপ মহ শয়নে ৰহতু হৰি
পঙ্কজ নয়ন বিশালং॥ (বৰগীত)

জয় জয় জগ-জন তাৰণ-কাৰণ
নাৰায়ণ বৰ দেৱং।
হৰ চতুৰানন আদি অমৰগণ
জাকৰ কৰু পদ সেৱং। (অৰ্জুন-ভঞ্জন)

পিছৰ যুগৰ কবিসকলেও এনে ধৰণে পদৰ শেষত অনুস্বাৰ যোগ কৰিছিল। কিন্তু তাক সংস্কৃত লিখিবৰ চেষ্টা বুলি ক'ব নোৱাৰি, মাত্ৰ শ্ৰুতি-মাধুৰ্যৰ বাবে শেষত অনুস্বাৰ ধ্বনি সংযোগ কৰা হৈছে মাথোন।

হৰি পৰমানন্দ পৰম পুৰুষোত্তম
পৰম কাৰণ অৱতাৰং।
জগ-জন-তাৰণ কাৰণ আপোন
নিজ যশ কৰল বিস্তাৰং॥ (যদুমণিদেৱ)

অনিৰুদ্ধদেৱৰ দুটি গীতক 'তোটক' বোলা হৈছে। কিন্তু ইয়াত 'তোটক' নামটো নিয়মিতভাৱে প্ৰযুক্ত হোৱা নাই বুলি ক'ব লাগিব। অনিৰুদ্ধৰ আদৰ্শ শঙ্কৰদেৱৰ তোটয় :

মধু-দানৱ-দাৰণ-দেৱ-ৱৰং।
ৱৰ-বাৰিজ-লোচন-চক্ৰধৰং॥
ধৰণী-ধৰ-ধাৰণ-ধ্যেয়-পৰং।
পৰমাৰ্থ-বিদ্যাশুভনাশকৰং॥ ইত্যাদি।

ইয়াৰ ভাষা শুদ্ধ সংস্কৃত আৰু ইয়াত সংস্কৃত ছন্দঃশাস্ত্ৰৰ তোটক বোলা ছন্দও ব্যৱহৃত হৈছে। তোটক এক দ্বাদশাক্ষৰ ছন্দ; তাত অন্তগুৰু চাৰিটা গণ বা পৰ্ব থাকে। প্ৰাৰ্থনা-গীতৰ বাবে ই আটাইতকৈ উপযোগী; কিন্তু আধুনিক (সংস্কৃত) কবিসকলে ইয়াক ৰৰকৈ ব্যৱহাৰ নকৰে। কালিদাসৰপৰা এই ছন্দৰ উদাহৰণ :

স তথেতি বিনেতুৰুদাৰমতেঃ
প্ৰতিগৃহ্য ৱচো বিসসৰ্জ মুনিম্।
তদলব্ধপদং হৃদি শোকঘনে।
প্ৰতিযাতমিবান্তিকমস্য গুৰোঃ॥ (ৰঘুবংশ ৮, ৯১)

শ্ৰীশঙ্কৰদেৱৰ তোটক-ছন্দৰ গীতটিত যমক নামৰ অনুপ্ৰাস অলঙ্কাৰ ব্যৱহৃত হৈছে অৰ্থাৎ প্ৰতি শাৰীৰ শেষ আৰু তাৰ পিছৰ শাৰীৰ প্ৰথমত বেলেগ অৰ্থৰ স্বৰ-ব্যঞ্জন-সমষ্টি ধ্বনিত হৈছে।[1] কিন্তু অনিৰুদ্ধদেৱে এই ওপৰঞ্চি লক্ষণটোকে তোটকৰ ঘাই লক্ষণ বুলি ভ্ৰম-প্ৰমাদত পৰি ঠায়ে ঠায়ে কোনো কোনো শাৰীৰ আগত অৰ্থশূন্য একোটা শব্দ সংযোগ কৰিছে।

---

১. সত্যৰ্থে পৃথগৰ্থায়াঃ স্বৰব্যঞ্জনসংহতেঃ।
ক্ৰমেন তেনৈবাবৃত্তিৰ্যমকং বিনিগদ্যতে॥
(সাহিত্য-দৰ্পণ ১০, ১০)

আহে মুহ প্ৰফুল্ল পুঙ্কৰ স্মিত পৰং।
পৰ দশন প্ৰকাশিত নিকতৰং॥
তৰ অধৰ বিদ্ৰুমশাখা ৰূপং।
ৰূপ আনল পেখি অনঙ্গ চুপং॥

ইয়াৰ ছন্দ তোটক নহয়, আৰু ভাষাৰ ছালখন মাত্ৰ সংস্কৃতৰুলীয়া। জয়দেৱ কায়স্থ, ৰুদ্ৰসিংহ, শিৱসিংহ আৰু কবিৰাজ চক্ৰবৰ্তীৰ গীতত জয়দেৱৰ শাব্দিক প্ৰতিধ্বনিৰ বাহিৰেও গীত-প্ৰবন্ধৰ ছন্দ আৰু শেষ মিলৰ অনুকৰণৰ চেষ্টা দেখা যায়; কিন্তু তেওঁলোকৰ ছন্দৰ অনেক ঠাইতে পতন ঘটিছে।

(ক) মাত্ৰাচতুষ্পদী ছন্দ—১৬ মাত্ৰাৰ পদ—

১ ১ ১ ১ ১ ১১১ ২ ১ ১ ২ ২
স্তনবিনিহিতমপি হাৰমুদাৰম্ = ১৬
২ ১ ১ ২ ১ ১ ১ ১ ১ ১ ২ ২
সা মনুতে কৃশতনুৰিব ভাৰম্। = ১৬
(গীত-গোবিন্দ, ৪.৯.১)

১১১ ১১১১১ ২ ১ ১ ২ ২
অমল-হৃদয়মিহ বৈষ্ণৱ-জালম্। = ১৬
১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ২ ২
সুললিত-তনু-মুখৰিত-কৰ-তালম্ = ১৬
(কবিৰাজ চক্ৰবতী, গীত ৬৬৬)

১১ ১১ ১১১ ১১১ ১১ ১১২
কুচ-যুগ-কনক-কলস-ভৰ নামিতে। = ১৬
১১ ১১ ১১১১ ২১১ ১২২
তনু-ৰুচি বিহৰ্সিত-শঙ্কৰ-দয়িতে। = ১৬
(গীত ৬৬৭)

কিন্তু অনেক পদতে ১৬ মাত্ৰা চেৰাই ১৭, ১৮, ১৯ মাত্ৰা হৈ বা একমাত্ৰ কমি এই ছন্দৰ ব্যতিক্ৰম ঘটাইছে,—

২ ১ ১ ১ ১১ ২ ২ ১ ২ ২
প্ৰাতৰুদিত ৰবি সিন্দুৰ-কান্তি = ১৭
১১১ ১১২ ১১ ১১১ ২ ২
সজল-মুকুতা-ফল দশন-পান্তি॥ = ১৬
১১১ ১১১ ১১ ২১১ ২২

সজল জলদ ইব কুণ্ডল-জালে। = ১৬

১১১২ ২ ১ ১ ২ ১ ২২২

পৰিমলে শোভিত মালতী-মালে॥ = ১৮ (গীত ৬৬৪)

২ ১ ২ ২১১ ২১১ ২ ১ ১ ২

ৰাধিকে নাশয় কামজ তাপময়ে। =১৯

২১১১ ১১ ১১১১ ১১২

ভাবয়ত তব মুখ-মধু বিমলং॥ = ১৫ (গীত ৬৬৭)

ৰুদ্ৰসিংহ-শিৱসিংহৰ শাসন-কালৰ গীতখিনিত জয়দেৱৰ প্ৰতিধ্বনি কেনেকৈ ঘনাই ঘনাই বাজি আছে, তলত দুটামান শাৰী দি দেখুওৱা হ'ল।

ৰাজকবি ৰামনাৰামায়ণৰ গীতত আছে—

ৰুচিৰ কুসুমচয় চাৰু-শিখণ্ডক
মণ্ডল-বলয়িত-কেশম্।
হৰিত-বিমল-পট- শোভ কলেৱৰ
মদন-বিমোহন-ৱেশম॥ (গীত ৬৭০)

ইয়াত 'গীত-গোৱিন্দ'ৰ (২.৫৩) প্ৰতিধ্বনি ওচৰ আৰু স্পষ্ট,—

চন্দ্ৰক-চাৰু-ময়ূৰ-শিখণ্ডক-মণ্ডল-ৰলয়িত-কেশম্
প্ৰচুৰ-পুৰন্দৰ-ধনুৰনুৰঞ্জিত-মেদুৰ-মুদিত-সুৱেশম্॥

গীত ৬৬৪ৰ 'শ্ৰীফল-বিফলিত কুচ-যুগ লোলে'ত 'গীত-গোৱিন্দ'ৰ (৯.১৮.২) প্ৰতিচ্ছবি এটি ভাহিছে,—

তাল ফলাদপি গুৰুমতিৰসং।
ৱিফলীকুৰুযে কুচকলশম্॥

## শ্ৰীনাৰায়ণচন্দ্ৰ গোস্বামী-ৰচিত

# ব্ৰজাৱলী ভাষাৰ ব্যাকৰণ আৰু অভিধান

## ভূমিকা

মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ ৰচিত নাটক, বৰগীত আৰু ভটিমাৰ ভাষা গুৰুদুজনাৰ আন গ্ৰন্থাৱলীৰ ভাষাৰে একে নহয়। সেই আন গ্ৰন্থসমূহৰ ভাষাও আকৌ কথিত অসমীয়া ভাষাৰে, আনকি মহাপুৰুষৰ নিজৰ কথিত ভাষাৰেও একে নহয়। শঙ্কৰদেৱৰ পূৰ্ব-কবি অপ্ৰমাদীসকলৰ ভাষাও সেই যুগৰ কথিত অসমীয়া ভাষাটি নাছিল। সেই পূৰ্ব কবি আৰু শঙ্কৰদেৱ, মাধৱদেৱ আদিয়ে কাব্য ৰচনা কৰিবৰ কাৰণে আমাৰ শাক খোৱা, ভাত খোৱা কথাৰ ভাষাৰপৰা স্বতন্ত্ৰ এটি সাহিত্যিক বা কাব্যিক ৰূপ সৃষ্টি কৰি লৈছিল। শঙ্কৰদেৱ, মাধৱদেৱে আকৌ নাট-গীত-ভটিমাৰ বাবে তাতোকৈও কৃত্ৰিম অথচ শুৱলা এটি ভাষা সৃষ্টি কৰি ললে। সেই ভাষাৰ নাম গুৰুদুজনাই কি থৈছিল, আজি আমাৰ জানিবৰ উপায় নাই। কিন্তু অৰ্বাচীন কালত সেই কৃত্ৰিম ভাষাকে 'ব্ৰজাৱলী ভাষা' বোলা হৈ আহিছে। সংস্কৃতৰ 'আৱলী' প্ৰত্যয় কোনো বস্তুৰ শাৰী বুজাবৰ কাৰণে ব্যৱহাৰ কৰা হয়; যেনে—'দীপাৱলী', 'ৰত্নাৱলী', ইত্যাদি। সেইভাৱে 'ব্ৰজাৱলী' শব্দটোৰ অৰ্থ নোলায়। কিন্তু শঙ্কৰদেৱৰ ৰচনাতে 'আৱলী' প্ৰত্যয়ৰ আন এটা ব্যৱহাৰ আমি দেখা পাওঁ, যেনে, 'ৰাসক্ৰীড়া'ৰ বৰ্ণনাতে কোৱা হৈছে "চন্দ্ৰাৱলী ৰজনী দেখিয় বিতোপন।" ইয়াত 'চন্দ্ৰাৱলী' প্ৰত্যয়ৰ অৰ্থ শাৰী নহৈ হৈছে 'সম্বন্ধিত', 'যুক্ত', 'সংপৃক্ত', অৰ্থাৎ 'চন্দ্ৰাৱলী' মানে 'চন্দ্ৰসংযুক্ত', জোনাক থকা। এইভাৱে 'ব্ৰজাৱলী ভাষা' খণ্ড বাক্যটোৰ 'ব্ৰজাৱলী' শব্দটোৰ অৰ্থ 'ব্ৰজসম্বন্ধিত'। এইৰূপে মহাপুৰুষৰ চন্দ্ৰাৱলী আৰু আমাৰ 'আৱলী' দুইটা বিশেষণ শব্দ, 'দীপাৱলী' আৰু 'ৰত্নাৱলী'ৰ দৰে বিশেষ্য নহয়।

আমাৰ মহাপুৰুষ দুজনাৰ নাট-গীত-ভটিমাৰ ভাষাৰ অনুৰূপকৈ বঙ্গদেশৰ বৈষ্ণৱ কবিসকলৰ মাজতো এটি কৃত্ৰিম ভাষা প্ৰচলিত হৈছিল। তাক বঙ্গদেশৰ লোকে 'ব্ৰজাৱলী ভাষা' নোলোলে, কাৰণ 'ব্ৰজাৱলী ভাষা' নামটো অসমতহে চাৰত মাৰি উলিওৱা হৈছে। বঙ্গদেশৰ সেই ভাষাক 'ব্ৰজবুলি' বোলা হয়। 'বুলি' মানে মাত বা

ভাষা, 'ব্ৰজবুলি' মানে ব্ৰজৰ ভাষা। কৈছোঁৱেই, এই ভাষা কৃত্ৰিম, কাব্যৰ ভাষা। গতিকে ই ব্ৰজধামত কথিত ভাষা নহয়, মাথোন ব্ৰজধামত কথিত ভাষা বুলি ইয়াৰে এটা ধাৰণা সৃষ্টি কৰিবৰ কাৰণে যত্ন কৰা হৈছে।

ব্ৰজধামত কথিত ভাষা আছে। আজিকালিও আছে। তাৰ নাম 'ব্ৰজভাখা'। এই ভাষা পশ্চিমা হিন্দী ভাষাৰ উপভাষা। আৰু আলিগড়, ঢোলপুৰ, কেৰাৱলী আদি অঞ্চলত প্ৰচলিত হৈ আছে এই ভাষা। এই প্ৰকৃত কথিত ভাষাৰ লগত কাব্যৰ কৃত্ৰিম ব্ৰজবুলিৰ কোনো পোনপটীয়া সম্বন্ধ নাই।

ব্ৰজবুলি অসম, বঙ্গদেশ আৰু উৰিষ্যাৰ বৈষ্ণৱ কবিসকলৰ ভাষা। পণ্ডিত-সকলে কৈছে যে বঙ্গ আৰু উৰিষ্যাৰ ব্ৰজবুলিৰ ভেটিটো হ'ল মৈথিলী ভাষা। আৰু তাৰ ওপৰৰ ঘৰটো হিন্দী আদি ভাষাৰ টুকুৰা জোৰা দি গঢ়া হৈছে; আৰু অসমৰ ব্ৰজবুলি মৈথিলীৰ পোনপটীয়া প্ৰভাৱতহে জন্ম হৈছে। অসমৰ ব্ৰজবুলিত অসমীয়া ভাষাৰ শব্দ আৰু জতুৱা ঠাঁচ সোমাইছে, বঙ্গদেশৰ ব্ৰজবুলিত বঙলা ভাষাৰ শব্দাৱলী আৰু বঙলা জতুৱা ঠাঁচৰ প্ৰয়োগ কৰা হৈছে। বঙলা আৰু ওড়িয়া ব্ৰজবুলিৰ মাজত পাৰ্থক্য বিশেষ নাই। আৰু এটা কথা ক'ব পাৰি যে অসমীয়া ব্ৰজবুলিৰ জন্ম বঙলা ব্ৰজবুলিতকৈ কিছু আগতে হৈছিল। শঙ্কৰদেৱে একুৰি বাৰ বছৰ বয়সত ১৪৮১ চনত প্ৰথমবাৰ তীৰ্থলৈ ওলাই যাওঁতে উত্তৰৰ বদৰিকাশ্ৰমত "মন মেৰি ৰাম চৰণহি লাগু" এই গীতটি ব্ৰজাৱলী ভাষাত ৰচনা কৰিছিল। আনফালে বঙ্গীয় ব্ৰজবুলিৰ প্ৰথম গীত ঃ বুলি ধৰা হয় যশোৰন্ত ৰাজ খাঁৰ 'নৃপতিহাসন- জগত ভূষণ' আদি কথা থকা গীতটি; আৰু ইয়াৰ সময় হ'ব প্ৰায় ১৪৯৮-১৫০০ চন। মহাপুৰুষে ব্ৰজাৱলী ভাষা প্ৰয়োগ কৰিবলৈ ক'ত অনুপ্ৰেৰণা পালে, সেইটি ভাবিলগীয়া কথা। হ'ব পাৰে মিথিলাই এই বিষয়ত অনুপ্ৰেৰণা যোগাইছিল।

ব্ৰজাৱলী ভাষা প্ৰয়োগৰ পাছফালে হয়তো সমস্ত ভাৰতৰ নহ'লেও উত্তৰ-পূব ভাৰতৰ সকলো প্ৰান্তৰে এটি উমৈহতীয়া বুলি তৈয়াৰ কৰা হয়তো মহাপুৰুষৰ বিশেষ বাঞ্ছা আছিল। মহাপুৰুষৰ ব্ৰজাৱলী ভাষা গোটেই উত্তৰ-পূব ভাৰতৰ বোধগম্য এটি ভাষাৰ ৰূপ। আজি-কালি আমি গান্ধীজীৰ আদৰ্শত সমস্ত ভাৰতৰ এক ভাষাৰূপে যেনেকৈ হিন্দীক পাবৰ যত্ন কৰিছোঁ সেইদৰে হয়তো মহাপুৰুষে আমাক এটি সংযুক্ত আৰু সংযোগী ভাষ দিবৰ কাৰণে যত্ন কৰিছিল।

বৰগীতৰ ভাষা ব্ৰজাৱলী ভাষা। ব্ৰজাৱলী ভাষাৰ সুন্দৰ নিদৰ্শন বিশেষকৈ দুয়োজনা গুৰুৰ ভটিমাসমূহ। তদুপৰি নাটকৰ সূত্ৰধাৰৰ সূত্ৰবিলাক আৰু চৰিত্ৰসমূহৰ বচনবিলাক, গীতবিলাক আৰু ভটিমা নামৰ প্ৰশস্তি-গীতবিলাক (নাটৰ আৰম্ভৰ,

শেহৰ আৰু মধ্যভাগৰ দেৱভটিমাবিলাক) ব্ৰজাবলী ভাষাত ৰচিত। সূত্ৰধাৰ আৰু পাত্ৰসমূহৰ বচনতে প্ৰথম অসমীয়া গদ্য ৰচিত হয়। এইটি বিশেষ মন কৰিবলগীয়া কথা। ইয়াৰ ভিতৰতে, আনকি, আমি সেই কালৰ চিঠি-পত্ৰত ব্যৱহৃত কথাৰ (epistolary prose) নিদৰ্শন পাওঁ 'ৰুক্মিণী-হৰণ' নাটকৰ ৰুক্মিণী দেৱীয়ে শ্ৰীকৃষ্ণলৈ পঠোৱা প্ৰেম-পত্ৰখনিত। পত্ৰালাপত ব্যৱহৃত অসমীয়া আৰু অসমৰ ওচৰৰ দেশৰ প্ৰচধৰণ আমি বুৰঞ্জীবিলাকতে অৱশ্যে বহুলকৈ পাওঁ।

এইভাৱে উপলব্ধি কৰা যাব যে ব্ৰজাবলী ভাষাৰ বুৰঞ্জী এক জটিলতাৰ মাজত প্ৰোথিত হৈ আছে। তেনেস্থলত ব্ৰজাবলী ভাষাৰ অভিধান আৰু ব্যাকৰণ লেখাটো একাডেমিচিয়ান অৰ্থাৎ উচ্চ বিদ্যা-মন্দিৰৰ পণ্ডিতৰ বিশেষ কাম। কালিৰাম মেধিৰ 'অঙ্কাৱলী'ৰ শব্দপঞ্জীয়ে ব্ৰজাবলী ভাষাৰ অভিধানৰ এক ভাল প্ৰাথমিক নিদৰ্শন দাঙি ধৰে। মোৰ দ্বাৰা সম্পাদিত 'ভক্তি-গীত সঙ্কলন'ৰ ভূমিকাত ব্ৰজাবলী ব্যাকৰণৰ ঐতিহাসিক গতি নিৰূপণৰ সমান্য চেষ্টা কৰা হৈছে। ড° উপেন্দ্ৰনাথ গোস্বামীয়েও ব্ৰজাবলী শব্দতত্ত্ব স্পৰ্শ কৰি দুই-এটি প্ৰবন্ধ লিখিছে। শ্ৰীনাৰায়ণচন্দ্ৰ গোস্বামী প্ৰভুৱে ব্ৰজাবলী ভাষাৰ অভিধান আৰু ব্ৰজাবলী ভাষাৰ ব্যাকৰণ ৰচনা কৰিবলৈ লোৱাটি কিন্তু চমকপ্ৰদ এটি কথা হৈছে। ইতিমধ্যেই প্ৰভু ঈশ্বৰে 'সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা' ৰচনা কৰি প্ৰকাশ কৰি আধুনিক পাণ্ডিত্যৰ সুন্দৰ এটি অভিলেখ দাঙি ধৰিছিল। সেই বাবেহে আমিও গোসাঁই ঈশ্বৰক বৰ্তমান দুটি কামলৈ উদগাইছিলোঁ। এই কথা বোধহয় নিঃসন্দেহে ক'ব পাৰি যে কাৰ্য্য দুটি বাঞ্ছনীয় ৰূপত গঢ় লৈ উঠিছে। তাৰ অৰ্থে গ্ৰন্থকাৰে কি পৰিশ্ৰম আৰু চিন্তা কৰিবলগীয়া হৈছিল, সেই কথা গ্ৰন্থ দুখনিয়েই ক'ব। আমাৰ লগতো সেই দুখনি লৈ প্ৰভু ঈশ্বৰে কোনো কোনো দিন মাজনিশালৈকে কষ্ট কৰিছিল। লগতে প্ৰভুৰ সত্ৰৰ ভকত আতে কেইবাজনেও দুপৰ ৰাতিলৈকে পৰ দি কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। সকলোটিৰে এনে আশাসুধীয়া বৰঙণিয়ে অতি সুফল ধৰিছে বুলি আমি স্বীকাৰ কৰিব লাগিব।

আশা কৰিছোঁ গোসাঁই প্ৰভুৰ এই যুগল গ্ৰন্থ পণ্ডিতসকলে মনোৰম দান বুলি গ্ৰহণ কৰিব আৰু গীত-নাট-ভটিমাৰ অধ্যয়নৰত ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে দুয়োটি বস্তুৱেই অধ্যয়নৰ সুখকৰ সহায়ক হ'ব।

বৈজয়ন্তী, উত্তৰ শৰণীয়া
গুৱাহাটী-৭৮১০০৩ ড° মহেশ্বৰ নেওগ
১৪ জানুৱাৰী, ১৯৯০

# অসমীয়া ভাষা

## ভূমিকা

### ॥ এক ॥

প্ৰাচীন সাহিত্য, বিজ্ঞান আদি লৈ ভাৰতে যথেষ্ট গৰ্ব কৰি আহিছে। সংস্কৃত, প্ৰাকৃত আৰু কিঞ্চিৎ পৰিমাণে ভাৰত আক্ৰমণ কৰি ইয়াতে বস-বাস কৰা মুছলমানসকলৰ ভাষাৰ সান-মিহলিত ভাৰতবৰ্ষত বেলেগ বেলেগ ভাষা আৰু উপভাষাৰ উৎপত্তি আৰু বিকাশ হয়। এই বিলাক বিভিন্ন প্ৰদেশত নিজৰ ধৰণেৰে প্ৰতিপালিত হৈ আহিছে; ভাৰতত ব্ৰিটিশৰ আমোল বঢ়াৰ লগে লগেও পুৰা মাত্ৰাত চলি আহিছে। কিন্তু ব্ৰিটিশৰ শাসন-কাল বাঢ়ি যোৱাৰ লগে লগে স্বাধীন ভাৰতীয়ৰ শিক্ষাৰ প্ৰতি যি ধাউতি আছিল, সি মাজডোখৰতে লাহে লাহে কমি আহিবলৈ ধৰিছিল। ফলত অনেক ভাষাৰ মৰা-মূছা অৱস্থা হ'ল; অনেক উপভাষা আকৌ মৰি-হাজি অন্তই হ'ব লগাত পৰিল। লৰ্ড মিণ্টোৱে ১৮১১ চনতে লিখিছিল—

It is a common remark that science and literature are in a progressive state of decay among the natives of India. From every enquiry I have been enabled to make on this interesting subject, that remark appears to me, but the circle of learning, even among those who still devote themselves to it, appears to be considerably constricted, the abstract sciences are abandoned, polite literature neglected, and no branch of learning cultivated but what is connected with the peculiar religious doctrines of the people.

১৭৮১ চনত বাৰেন্ হেষ্টিংছে পতা কলিকতাৰ মাদ্ৰাছা, ১৭৯১ চনৰ কাশী সংস্কৃত কলেজ আদি দুই-এটি অনুষ্ঠানেৰে ভাৰতীয় প্ৰজাক শিক্ষা দিয়াৰ দিহা চলি আহিছিল। ১৮২৩ চনত এখন Committee of Public Instruction গঠিত হয়। আনফালে খ্ৰীষ্টিয়ান মিছনেৰিবিলাকেও শিক্ষা বিষয় লৈ উম্‌থাম্ লগাইছিল।

শিক্ষাৰ বিষয়ে আলোচনাৰ প্ৰথম প্ৰশ্ন হ'ল শিক্ষাৰ বাহন—ভাষা। এই সমিতিয়েও আলোচনা-সমালোচনা কৰি একো ঠিক কৰিব পৰা নাই। এনেতে ১৮৩৪ চনৰ

ডিচেম্বৰৰপৰা লৰ্ড মেকলে তাৰ সভাপতি নিযুক্ত হয়। সভাৰ দহজন সভ্যৰ পাঁচজনে সংস্কৃত আৰু আৰবী, আৰু বাকী পাঁচজনে ইংৰাজী ভাষা অনুমোদন কৰে। ১৮১৩ চনৰ শিক্ষা-বিষয়ক আইনে ভাৰতবৰ্ষৰ "সাহিত্যৰ পুনৰুত্থান আৰু শ্ৰীবৃদ্ধি কৰি দেশৰ শিক্ষিত লোকক উৎসাহ দিয়া" আৰু "বিজ্ঞান-শিক্ষাৰ প্ৰচলন আৰু উন্নতি" সমৰ্থন কৰিছিল কিন্তু ভাষাৰ বিষয়ে ফুটকৈ উলিওৱা নাছিল। শেষত মেকলে ছাহাবে পোনতে জাতীয় ভাষা কাতি কৰি থৈ ক'লে,—

The dialects commonly spoken among the natives of the parts of India contain neither literary nor scientific information, and, moreover, are so poor that until they are enriched from some other quarter, it will not be easy to translate any valuable work into them.

এইখিনিও সকলোকে দেখুৱাবলৈ বাকী নৰ'ল—(১) সংস্কৃত বা আৰবী ভাষাতকৈ ইংৰাজী ভাষা শিক্ষাৰ বাহন হিছাপে বহুত শ্ৰেয়ঃ। (২) বহুতেই ইংৰাজী শিকিবলৈ ধাউতি কৰে, কিন্তু সংস্কৃত-আৰবী পঢ়িবলৈ বৃত্তি যচাবো দৰ্কাৰ পৰিব পাৰে। (৩) কলিকতাত থকা বহুত ভাৰতীয়ই ইংৰাজীত ভাল ব্যুৎপত্তি লাভ কৰিছে আৰু অনেকেইযে এই ভাষাত পাৰ্গত হৈ উঠিব ই জল্‌জল্‌-পট্‌পট্‌ কথা।

১৭৫৩ চনৰ ৭ মাৰ্চত গৱৰ্ণৰ-জেনেৰেল বাহাদুৰৰ বিবৃতিত ওলাল,—

His Lordship in Council is of opinion that the great object of the British Government ought to be the promotion of European literature and science among the natives of India, and that all the funds appropriated for the purposes of education would be best employed on English education.

এইদৰে ইংৰাজী শিক্ষা ভাৰতত প্ৰচলিত হ'ল; কিন্তু সকলোৰে মনত সি আশাশুধীয়া যেন নালাগিল। দেশীয় ভাষা প্ৰচলনৰ আৱশ্যক বুলিলেও তালৈ যথেষ্ট মন-কাণ মেকলে ছাহাবে নিদিলে। তেওঁ কেৱল মানসিক উৎকৰ্ষৰ বাহিৰে শিক্ষাৰ আন দৰ্কাৰ বুজি নাপাইছিল। তেতিয়াও প্ৰাচ্য আৰু ভাৰতৰ লগত ঘনিষ্ঠতা অতি কম আছিল বুলিয়েই তেওঁৰ তেনে ধাৰণা হৈছিল। ভাৰতৰ শিক্ষাত সহানুভূতি দেখুৱালেও মেকলেয়ে কৈছিল,—

We are holding from them the learning which they are craving; we are forcing on them the mock learning which they nauseate.

ফাৰ্চী ভাষাই শেহত আদালত, পঢ়াশালিত মুৰ উলিয়াবলৈ ধৰিলে। সিও কিন্তু সেইদৰে বেছি দিন নিটিকিল। ফাৰ্চী ভাষা আদালতৰপৰা গুচালত অন্য ভাৰতীয় ভাষাই তাৰ ঠাই পূৰাবলৈ ধৰিলে। ১৮৩৮ চনত এজনে লিখিছিল,—

Everybody is now agreed to giving preference to the vernacular languages.[১]

১৮৫৪ ছনৰ নতুন আইনে ভাৰতৰ শিক্ষা বিষয়ত নতুন আধ্যা আনিলে। Department of Public Instruction, বিশ্ববিদ্যালয়, পঢ়াশালি স্থাপিত হ'ল। ভাৰতৰ লৰ্ড ডেলহৌছী বৰলাট থকা কালতেই ছাৰ চাৰ্লছ উড্‌ৰ (পাছত ভাইকাউণ্ট্ হালিফাক্স) ভাৰতীয় শিক্ষা-বিষয়ক despatch থিয় দিলে। ই মেকলেৰ নীতিৰ বিষয়ে অনুতাপ কৰিলে,—"য'ত ইংৰাজী শিক্ষাৰ কাৰণে প্ৰজাৰ আগ্ৰহ, তাত সেই শিক্ষা দিব লাগে। কিন্তু বেলেগ বেলেগ প্ৰদেশৰ মাতৃভাষালৈ আওকাণ নকৰি তাক শিক্ষাৰ বাহন কৰা নিতান্ত উচিত, কাৰণ সেয়েহে দেশীয় মানুহৰ শিক্ষাৰ উত্তম বাহন।"

এই কালত অসমতো শিক্ষা বিষয় লৈ খেলি-মেলি (chaos) লাগি পৰিছিল। ১৮২৬ খ্ৰীষ্টাব্দত অসম প্ৰকৃততে ইংৰাজী আমোলৰ তললৈ আহে। ১৮৩০ খ্ৰীষ্টাব্দত (১৭৫১ শকৰ ৭ আহিন তাৰিখে) অসমীয়া ভাষাৰ আধুনিক অস্তিত্বৰ পিতৃস্বৰূপ স্বনামধন্য স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্ম হয়।

বঙ্গদেশৰপৰা অহা কাকতী-মহৰীহঁতেই পাক-চক্ৰ লগাই ১৮৩৬ ইংৰাজী ছনত পঢ়াশালি আৰু আদালতত বঙলা ভাষাৰ চলন্তি লগাই দিলে। অসমীয়া জাতিৰ এই বিষ্ট গুচাবলৈকে হ'বপায় সেই বছৰতে এমেৰিকান বেপ্টিষ্ট মিছনৰ কেইবাজনো পাদ্ৰী আহি অসমত থিত দিয়ে। তেওঁলোকে ধৰ্ম প্ৰচাৰৰ লগে লগে অসমীয়া ভাষাৰে শিক্ষা প্ৰচাৰ কৰাতো সদায় আগৰণুৱা আছিল। ইফালে ইখনৰ পাছত সিখনকৈ ইংৰাজী অসমীয়া মৌলিক আৰু অনুবাদমূলক পুথি ছপা হৈ ওলাবলৈ ধৰিলে এই সদাশয় এমেৰিকান্ মিছনেৰিসকলৰ যত্নতে। তেওঁলোকে গৱৰ্ণমেণ্টক বঙলা ভাষা চলাই কৰা ঘোৰ অন্যায়ৰ কথা সোঁৱৰাবলৈও নাপাহৰিছিল। 'অৰুনোদই' এই মিছনেৰি-সকলৰে অন্যতম দান। ঢেকিয়াল ফুকন এই কাকতৰ বিশেষ অনুৰাগী লোক আছিল।

ফুকন তেতিয়া একুৰি পাঁচ বছৰীয়া ডেকা। ভাষা-সমস্যা লৈ গৱৰ্ণমেণ্টৰ ঘৰত কি ঘমঘণ্ট লাগিছিল, এওঁ দাঁড়ৰ বাতৰি দাঁড়ে পাই আছিল। শেহত ১৮৫৫ ছনত শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছৰপৰা বে-নামীকৈ *A Few Remarks on the Assamese Language and on Vernacular Education in Assam* বুলি এখনি ৫৪-পিঠীয়া পুস্তিকা ছপাই প্ৰচাৰ কৰে। কিন্তু সিযে ফুকনৰ লেখা, অনতিপলমে ওলাই পৰিছিল। ই. এ. গেইট্, আই. চি. এছ্. ছাহাবে তেওঁৰ *Report on the Progress of the Historical Research in Assam* পুথিত এই বিষয়ে লিখিছে, —

১. Charles Trevelyan, *On the Education of the People of India.*

For some years after the annexation of Assam Valley the old schools or *tols* for teaching of Sanskrit were maintained. Subsequently, the *tols* were replaced by modern Vernacular schools, in which Bengalee, which had already been declared to be the language of the courts, was made the medium of instruction, the theory being that Assamese was only a dialect of Bengalee and had no literature of own. This view was eagerly refuted by the natives of the country and in 1855 a well-written indication of the claims of Assamese to rank as a separate language was published under the title *A Few Remarks on the Assamese Language* at the Baptist Mission Press, Sibsagar. The author is said to have been Anandaram Dhekial Phookan, a well-known Assamese scholar. The writer gives in parallel columns the Assamese versions of the story and shows that out of 287 words, 112 are entirely different in the two languages, 98 are similar in so far as that both have been derived from Sanskrit and only 77 of the Assamese words are either derived from or bear a very strong resemblance to Bengalee.

The writer goes to controverse the idea that Assamese had no literature and shows that prior to the beginning of the present century the Assamese literature was more extensive than Bengalee.

আন্দোলন লাহে লাহে শকত হৈ উঠিল। ১৮৭২ চনত কেম্বেল্ ছাহাবে হুকুম জাৰি কৰি দিলে, অসমীয়া পঢ়াশালিৰ শিক্ষাৰ আৰু আদালতৰ ভাষা হ'ব অসমীয়া।

আমি ঢেকিয়াল ফুকনৰ উক্ত পুথিখনি অধ্যাপক ৰায় বাহাদুৰ শ্ৰীযুত সূৰ্যকুমাৰ ভূঞাদেৱৰপৰা পাই এই ভাওনিটি আৱাহন'ৰ পাঠক-সমাজলৈ আগবঢ়ালোঁ। ইয়াৰ দোষ-গুণৰ বিচাৰৰ ভাৰ ৰাইজৰ।

এই পুথিখনিয়েই যে অসমীয়া ভাষা আৰু সাহিত্যৰ বৰ ভেটি দকৈ বান্ধিলে তাত কাৰো খুদমানো সন্দেহ হ'ব নালাগে। এই বিচক্ষণ কাৰ্যৰ গুৰিতে যে ডেকা আনন্দৰামৰ কাৰ্যতৎপৰতা, কেৱল অসমীয়া ভাষাতে নহয়, বঙলা আৰু হিন্দী ভাষাতো তেওঁৰ গভীৰ জ্ঞান, ইও স্বীকাৰ্য। এটা ভাষাৰপৰা আন এটালৈ তৰ্জমা কৰোঁতে প্ৰথম প্ৰশ্ন হয় যুগুত প্ৰতিশব্দ। কিন্তু ফুকনৰ ইংৰাজী, অসমীয়া, বঙলা, হিন্দী সকলোতে সেই একেটা শকত সোঁত (flow) সদায় আছেই। প্ৰত্যেকটো বাক্যই যেনেকৈ ভাষাৰ ফালৰপৰা চালে খাজ লগা (chaste), প্ৰতি কথাই আকৌ সেইদৰেই দকৈ মনত বহি যাব পৰা (impressive), নিশ্চয়। এই কথা এই ৰচনাখনি এবাৰ মন দি পঢ়িলেই সকলোৱে বুজিব পাৰিব।

ঢেকিয়াল ফুকন ২৯ বছৰৰ চফল ডেকা বয়সতে নুঢুকোৱা হ'লে অসমীয়া ভাষাৰযে কিমান পৰিপুষ্টি সাধন কৰিব পাৰিলেহেঁতেন, আমি নভবাই মঙ্গল। ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাই ফুকনৰ চৰিত-পুথি উলিয়াই তেওঁৰ নাম বংশধৰ অসমীয়ালৈ ৰক্ষা কৰি গৈছে।

॥ দুই ॥

It was the best of times; it was the worst of times. দেশত মায়ামৰীয়া ৰণুৱাৰ বিপ্লৱ, সিংহাসনত ক্ষণে-ৰুষ্ট-ক্ষণে-তুষ্ট গৌৰীনাথ সিংহ। ৰজাৰ আদেশত চকু কঢ়া ডেকা মজুমদাৰক পুনৰ ৰজাৰ আদেশত চকু দিবলৈ ধন্বন্তৰি বিচাৰি যোৱা মানুহে মুৰ্ছিদাবাদত লগ পালেগৈ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীক—তেওঁৰ নৱবিবাহিতা পত্নীক অগ্ৰজসকলে সমুচিত অলঙ্কাৰ নিদিয়াত তেওঁ বৈৰাগ্য অৱলম্বন কৰি নিজ দ্ৰাবিড় দেশ পৰিত্যাগ কৰি সেইখিনি পাইছিলহি। লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী ৰজাৰ লোকৰ লগতে অসম পালেহি। ইফালে কেপ্টেইন্ বেল্‌ছেও বিদ্ৰোহীক দমন কৰি ৰজাক ৰাজপাটত বহুৱাই গ'লহি। স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁইৰ ভাল নজৰত পৰি ব্ৰহ্মচাৰী দুৱৰীয়া বৰুৱা হ'ল। তেওঁ অনাথ কেইটিমান ল'ৰা-ছোৱালী তুলি ল'লে—সীতাৰাম, পৰশুৰাম, শম্ভুৰাম, ৰণৰাম, অভিৰাম, পটাভিৰাম আৰু পাতলী। পৰশুৰামৰ নামেই ব্ৰহ্মচাৰীয়ে ৰজা-ঘৰত অসম-বঙ্গৰ সীমাৰ হাদিবা-চকি লগাই দিয়ে। বঙ্গৰপৰা অসমলৈ অহা নাৱৰ হাতীদাঁত, মজাঠি, লোণ আদিৰ কৰ গ্ৰহণ কৰা আৰু ৰজা-ঘৰত বছৰি নিৰ্দিষ্ট টকা শোধোৱাই হাদিৰাৰ দুৱৰীয়াৰ কাম আছিল। ১৭২৪ শকত পৰশুৰাম বৰুৱাৰ বৰজনা পত্নীৰ হলিৰাম আৰু ১৭২৭ শকত যজ্ঞৰাম নামে পুত্ৰ জন্মে। ব্ৰহ্মচাৰীৰ মৃত্যুৰ পাছত পৰশুৰাম দুৱৰাৰ কাৰ্যৰ সম্পূৰ্ণ গৰাকী হয় আৰু 'ভূতৰ পুতেকৰ খবৰ'ৰ সময়তো এই বিষয়-বাব তেৱেঁ চলাই আছিল। ১৭৩৮ শকৰ ব'হাগত পৰশুৰামৰ মৃত্যু হোৱাত চৈধ্যবছৰীয়া হলিাম দুৱৰীয়া বৰুৱা হ'ল আৰু ৰণৰাম তেওঁৰ অধ্যক্ষৰূপে থাকিল। মানৰ আক্ৰমণত নামনিত হাদিৰা পৰ্যন্ত হুলস্থূল হোৱাত, হলিৰামে যজ্ঞৰাম আদিৰে চিলমাৰি, মুৰ্ছিদাবাদ আৰু গঙ্গাতীৰত গৈ কিছু দিন থাকে, আৰু তাৰপৰা ঘূৰি আহি গোৱালপাৰাৰ চন্দৰীয়াত থাকি গোলাৰ কাৰবাৰ কৰে। মাজুলীৰ আঁহতগুৰীয়া কুশদেৱ অধিকাৰীও ভাগি গৈ তেতিয়া গোৱালপাৰাতে আছিল; তেওঁৰ কন্যা প্ৰসূতিক হলিৰাম বৰুৱাই বিয়া কৰে। ১৭৪৮ শকত মেজৰ ডেভিড্ স্কটৰ পৰামৰ্শমতে হলিৰাম আৰু যজ্ঞৰাম গুৱাহাটীলৈ আহি ভৰলুমুখত টোল কৰি ঘৰ সজাই থাকে। যজ্ঞৰাম স্কটৰ প্ৰধান কাৰ্যকাৰক হৈ অসম দেশত ঘূৰে। এই সময়ত গুৱাহাটীত থকা চন্দ্ৰকান্তসিংহই হলিৰাম আৰু যজ্ঞৰামক ঢেকিয়াল ফুকন আৰু খাৰঘৰীয়া ফুকন বিষয় দিয়ে। উজনি আৰু নামনি খণ্ডত জুনিয়ৰ-ছিনিয়ৰ

বিভাগ হ'লত হলিৰাম নামনি বা ছিনিয়ৰ খশুৰ চিৰস্তাদাৰ হয়। ১৭৫১ শকৰ ৭ আহিন মঙ্গলবাৰে হলিৰাম ফুকন আৰু প্ৰসুতি দেৱীৰ এটি পুত্ৰ জন্মে। তেৱেঁ আমাৰ আনন্দৰাম। হলিৰামে এই সময়তে সংস্কৃতত 'কামাখ্যা-যাত্ৰা-পদ্ধতি' আৰু বঙলাত 'আসাম বুৰঞ্জী' নামে দুখন পুথি লিখি প্ৰকাশ কৰে। স্কট ছাহাবৰ মৃত্যুত গুৱাহাটীত এজন এছিষ্টেণ্ট মেজিষ্ট্ৰেটৰ পদ সৃষ্টি হোৱাত হলিৰামক সেই পদ দিয়া হয়। যজ্ঞৰাম যোৰহাটত পুলিচ ছুপাৰিণ্টেণ্ডেণ্ট আৰু পাছত গুৱাহাটীত সদৰ আমিন হৈ থাকে। ১৭৫৪ শকত হলিৰামৰ মৃত্যু হয়।

'অসমীয়া ভাষাৰ প্ৰধান উৎসাহদাতা' আনন্দৰাম ফুকনৰ পঞ্চম বছৰত বিদ্যাৰম্ভ হয়, আৰু উমানন্দৰ যশোধৰ অধ্যাপক আদিয়ে তেওঁক সংস্কৃত শিকাবলৈ ধৰে। ৰণৰামৰ পুতেক গঙ্গাৰাম আৰু যজ্ঞৰামৰ সৰু পুতেক বলৰামেও পঢ়িবলৈ ধৰে। এওঁলোকে সময়ে সময়ে বঙলা ভাষাৰো লিখা-পঢ়া শিকে; কিন্তু ফুকনৰ এই শিক্ষাত বৰ ব্যুৎপত্তি লাভ হোৱা নাছিল। ১৮৩৫ চনত গুৱাহাটীত চৰকাৰে এটি ইংৰাজী আৰু এটি বঙলা স্কুল স্থাপন কৰে। ১৮৩৭ চনত আনন্দৰাম আৰু যজ্ঞৰামৰ বৰল'ৰা দুৰ্গাৰাম দুয়ো ইংৰাজী স্কুলত প্ৰৱেশ কৰে। ১৮৩৯ শকত ৰণৰাম, যজ্ঞৰাম দুইজনৰে মৃত্যু হোৱাত এই ল'ৰাকেইটিক কমিছনাৰ কেপ্টেইন জেন্‌কিন্‌ছ আৰু কেপ্টেইন জেম্‌ছ মেথী ডেপুটী কমিছনাৰ ছাহাবে বৰ স্নেহ কৰিছিল। সৰুৰেপৰা আনন্দৰাম একাণপতীয়া ছাত্ৰ। আনফালে ভটাগুটি, হাউগুডু-গুডু, ফটিকলাই, ঘিলা, লাটুমৰেপৰা তাচ-চৌপটলৈকে সকলো খেলা তেওঁ অলপ-অচৰপ কৰিছিল। তেওঁ আগৰদিনীয়া কথা আৰু সাধুকথা বৰ ভাল পাইছিল।

১৭৬৩ শকত আনন্দৰামে পৰ্বতীয়া গোসাঁইৰ বৰজনাৰ ফালৰ কালিদাস ভট্টাচাৰ্যৰ ত'ত দীক্ষা গ্ৰহণ কৰে আৰু ভক্তিৰে পূজা-পাতল কৰে। আনন্দৰামে স্কুলৰ পঢ়াতো বছৰি প্ৰাইজ পাইছিল। মেথী আৰু জেন্‌কিন্‌ছ ছাহাবৰ অনুপ্ৰেৰণাত ঘৰত মাতৃসকলৰ অনিচ্ছা সত্বেও আনন্দৰাম আৰু দুৰ্গাৰামে গুৱাহাটী স্কুলৰ প্ৰথম শ্ৰেণী এৰি মেথী ছাহাবৰ ছশ-মোনী নাৱত উঠি লগত ৰান্ধনি আৰু লগুৱা লৈ উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যাত্ৰা কৰিলে। ঢাকা, ছিৰাজগঞ্জ, সুন্দৰবন হৈ ২৫ দিনত তেওঁলোক কলিকতা পালেগৈ আৰু কলুটোলাত ঘৰ কেৰেয়া কৰি হিন্দু কলেজৰ জুনিয়ৰ ডিপাৰ্টমেণ্টৰ তৃতীয় শ্ৰেণীত নাম লগালে। গুৱাহাটীৰ ছাহাব দুজনে দিয়া পৰিচয়-পত্ৰ আৰু তেওঁলোকৰ বংশ-মৰ্যাদাৰ বলত দুইজনে কলিকতাত আদৰ লাভ কৰিবলৈ ধৰিলে। কিন্তু কেইমাহমানৰ পাছতে ফুকনৰ লগত যোৱা লগুৱাটি আৰু আন এজন মানুহ মৃত্যুৰ মুখত পৰে। ১৮৪২ চনত জ্বৰত পৰি দুৰ্গাৰামৰো মৃত্যু ঘটিল। ইফালে আনন্দৰাম আৰু বলৰাম ফুকন দুই ঘৰৰ মাজত খাত-পাম লৈ বিৰোধ উপস্থিত হয়, আৰু গোচৰত আনন্দৰামৰ ঘৰ পৰাস্ত হয়। আনন্দৰামৰ মাতৃয়ে মেথী আৰু জেন্‌কিন্‌ছ

ছাহাবলৈ জনাই পঠালে যেন অতি সোনকালে আনন্দৰামক ঘৰলৈ ঘূৰিবলৈ অনুমতি দিয়ে। হিন্দু কলেজৰ তিনি বিভাগ—জুনিয়ৰ, ছিনিয়ৰ আৰু কলেজ; ছাত্ৰই জুনিয়ৰত নাম লগাই তাত ভাল হ'লে ছিনিয়ৰ বিভাগলৈ উঠে, তাত জুনিয়ৰ স্কলাৰশ্বিপ বৃত্তিৰ পৰীক্ষাৰ পিছত কলেজ বিভাগলৈ যায় আৰু তাত ছিনিয়ৰ বৃত্তিৰ পৰীক্ষা দিয়ে। আনন্দৰামে ১৮৪৪ ছনৰ আদিতে ছিনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীত উঠে। এতিয়া নবেম্বৰ মাহত মেথী ছাহাবৰ অনুমতিৰে মাতৃ-আজ্ঞাত তেওঁ ষোল বছৰ বয়সতে ঘৰলৈ ঘূৰিল। "তেওঁ পাটীগণিত, প্ৰায় সম্পূৰ্ণ, বীজগণিতৰ সামান্য নিয়ম, জ্যামিতিৰ প্ৰথম অধ্যায়, ইংলণ্ড, ৰোম, গ্ৰিচ আৰু ভাৰতবৰ্ষৰ ইতিহাস, ইংৰাজী কাব্য-সংগ্ৰহ প্ৰভৃতি গ্ৰন্থ পাঠ কৰিছিল। ইংৰাজী ভাষা ক'বলৈ আৰু ইংৰাজবিলাকে সৈতে ব্যৱহাৰ কৰিবলৈ যি কেতবিলাক নিয়ম তাকো শিক্ষা কৰিছিল। বঙ্গলা ভাষাও ভালকৈ শিক্ষা কৰিছিল।"

১৮৪৫-ৰ জানুৱাৰীত (মাঘ) ফুকনৰ ছশ-মোনী নাও গুৱাহাটী পালেহি। ব্লাণ্ড নামে এজন অক্সফোৰ্ডৰ গ্ৰেজুৱেট পাদুৰীৰ লগত মেথীয়ে চিনাকি কৰি দিয়াত তেওঁৰ ওচৰত ফুকনে প্ৰায় সদায় দুপৰীয়া পঢ়িবলৈ যাবলৈ ধৰিলে। তেওঁৰ নিজৰ গ্ৰন্থাগাৰত চাৰিটা আলমাৰি ভৰা কিতাপ। তেওঁ নিতে জন্ছনৰ ডিক্সনেৰিৰপৰা অলপ মুখস্থ কৰে। পঢ়া-শুনা সদায় নিয়মিতভাৱে চলিল। ১৭৬৭ শকৰ ব'হাগত ৰাজগুৰু ফুকনৰ ঘৰৰ কমিছনাৰ ছাহাবৰ ৰেভিনিউ বিভাগৰ লাখেৰাজ পঞ্চায়ত পশুপতি ফুকনৰ দ্বিতীয় কন্যা মাহিন্দ্ৰীৰ লগত "জৰীৰ বন কৰা পাজামা, আঙ্গা টুপী পৰিধান কৰি তামজাঙ্গ দোলাত আৰোহণ কৰি" দৰা সজা ফুকনৰ বিয়া হ'ল। ইফালে তেওঁৰ পূৰ্বৰ সম্পত্তি হ্ৰাস পোৱা হেতুকে মেথী আৰু জেন্‌কিন্ছ্‌ৰ পৰামৰ্শমতে তেওঁ বিচাৰক হ'বৰ প্ৰত্যাশাৰে আমোলা-পাগুৰি, ভাঁজ দিয়া চেলেং, কেতিয়াবা আঙ্গা আৰু কেতিয়াবা চাপকন-পাইজামা পিন্ধি গুৱাহাটীৰ প্ৰবীণ সদৰ-আমিন চন্দ্ৰসেন ভঁৰালী কাকতীৰ ওচৰত বহি আইন আৰু আদালতৰ দাঁড়া-দস্তুৰ শিক্ষা আৰম্ভ কৰে।

১৮৪৬ ছনৰপৰা শিৱসাগৰৰপৰা ওলোৱা 'অৰুনোদই'ত ফুকনে মাজে-সময়ে ৰচনা দিবলৈ ধৰিলে। অসমৰ পঢ়াশালি আৰু আদালতত বঙলাৰ প্ৰচলন থকাত দেশীয় লোকৰ অসুবিধা দেখি তেওঁ অসমীয়া ভাষা চলাবৰ নিমিত্তে যত্নত লাগিল। নানা উপদেশ-গৰ্ভ ইংৰাজী প্ৰস্তাৱৰপৰা সংগ্ৰহ কৰি 'অসমীয়া ল'ৰাৰ মিত্ৰ' নামে দুই কাণ্ড পুস্তক মানুহ পঠাই কলিকতাৰ সমাচাৰচন্দ্ৰিকা যন্ত্ৰত ছপাই আনে (১৮৪৯ ছন); কিন্তু ১৮৭২ ছনত স্কুলসমূহত পুনৰ অসমীয়া প্ৰচলন কৰাৰ পিছৰপৰাহে পুথিখনৰ প্ৰচাৰ হ'বলৈ পায়। তেওঁ স্কুলীয়া ছাত্ৰসকলক সদায় উৎসাহ দিছিল বিশেষকৈ ইংৰাজী পঢ়াৰ প্ৰতি। "তেতিয়াৰ লোকৰ এনে ভাব আছিল যে অল্পমান বঙ্গলা লেখা-পঢ়া জানি কাণত কলম লৈ কাছাৰীত 'উমেনদওয়াৰী' কৰিছিল।" এওঁলোকৰ প্ৰতি ফুকনৰ

বৰ অভক্তি। ফাৰ্চী পঢ়া সেই সময়ত আদৰণীয় আছিল। ফুকনে এজন মুন্‌চীৰ মুখে ফাৰ্চী-উৰ্দু শিক্ষা কৰে। বঙ্গালী পৰগণাৰ গোপীনাথ চৌধুৰীৰ মুখে তেওঁ 'তন্ত্ৰসাৰ' পঢ়িছিল। তেওঁ গান-বাজনা ভাল নাপালেও ভাটীৰ কীৰ্তনীয়া আৰু যাত্ৰাবালাৰ গানৰ নিমন্ত্ৰণ ৰক্ষা কৰিছিল।

ঘৰুৱা আৰ্থিক অসুবিধাৰ বাবে আৰু মেথী-জেন্‌কিন্‌ছৰ পৰামৰ্শমতে পৰগণীয়া চৌধুৰী বা মৌজাদাৰসকলৰ কাৰ্য, মাটিৰ স্বত্ব, পিয়ল আৰু বন্দোবস্তৰ প্ৰণালী, কৃষি, আৰু প্ৰজাৰ অৱস্থা জানিবৰ বাবে ফুকনে ১৮৪৭ ছনৰ এপ্ৰিলত খাতা পৰগণাৰ জিম্মাদাৰী পদ গ্ৰহণ কৰে। সেই ছনৰে নৱেম্বৰ মাহত নলবাৰীৰ মুন্‌চিফ জগন্নাথ বৰদলৈয়ে ছুটী লোৱাত অস্থায়ীভাৱে মুন্‌চিফ হৈছিল। ১৮৪৮ ছনৰ ছেপ্টেম্বৰত জগন্নাথ মুন্‌চিফ বদলি হোৱাত ফুকন পুনৰ নলবাৰীত অস্থায়ী মুন্‌চিফ হ'ল। ইয়াৰ পাছত তেওঁ ছব্ এছিষ্টেণ্ট পদৰ বাবে দৰ্খাস্ত কৰাত মেথী আৰু এছিষ্টেন্ট কমিছনাৰ ডেল্টন্ ছাহাবে তেওঁৰ এটা পৰীক্ষা লয়, আৰু ১৮৪৯ ছনৰ জুলাইত তেওঁক সেই পদত নিয়োগ কৰা হয়। কিন্তু সেই বছৰৰে শেষত তেওঁ বিজনীৰ ৰজা অমৃতনাৰায়ণ ভূপৰ দেৱান পদ গ্ৰহণ কৰি বিজনীলৈ যায়। তেওঁ তাত ৰাজস্ব, শান্তি-ৰক্ষা, কৰ্মচাৰীৰ কৰ্তব্য আদি সম্পৰ্কে নিয়মাৱলী প্ৰস্তুত কৰে; সেয়ে 'ফুকন দেৱানৰ কায়দাবন্দি' নামে প্ৰসিদ্ধ হৈ ৰয়।

১৮৫০ ছনত ফুকন তিনি মাহলৈ নগাঁৱৰ আৰু কিছু দিন গোৱালপাৰাৰ ছব্ এছিষ্টেণ্ট কমিছনাৰ নিযুক্ত হয়। সেই ছনৰপৰা তেওঁ সদৰৰ নিষ্পত্তিৰ বঙলা তৰ্জমা ছপা কৰি উলিয়ায়। এয়ে বঙলাত এনে প্ৰথম প্ৰকাশ। ১৮৫১ ছনৰ ছেপ্টেম্বৰ মাহত তেওঁ বিজনী ৰজাৰ হৈ কলিকতাৰ সদৰ বোৰ্ড অব্ ৰেভিনিউৰ ওচৰত এটা আপীলৰ কাৰণে কলিকতালৈ যাত্ৰা কৰে। কিন্তু বিশেষ কাৰ্য নোহোৱাত আৰু বিজনী ৰজাৰ গোচৰ পুনৰ কমিছনাৰলৈ পঠিওৱাত ১৮৫২ ছনৰ মাৰ্চত ফুকন অসমলৈ ঘূৰিল আৰু ৰজাৰ কামত আৰু দেৱানী মোকৰ্দমাৰ বিচাৰ-সংক্ৰান্ত আইনৰ সাৰ-সংগ্ৰহ নামে পুথি ৰচনা কৰাত ব্যস্ত হ'ল। অক্টোবৰত তেওঁ বৰপেটাত স্থায়ী ছব্ এছিষ্টেণ্ট হ'ল আৰু ডেপুটি কলেক্টৰৰ ক্ষমতাও পালে। এতিয়াহে তেওঁ বিজনীৰে সম্পৰ্ক ত্যাগ কৰিলে।

১৮৫৩ ছনৰ বাৰিষাৰ পাছত সদৰ আদালতৰ জজ মিল্‌ছ ছাহাব অসম দেশৰ শাসন সম্পৰ্কে ৰিপোৰ্ট দাখিল কৰিবলৈ অসমলৈ আহে। ফুকনে গোনতে অসমৰ লোকসকলৰ পক্ষৰপৰা মিল্‌ছক এখন দৰ্খাস্ত দিয়া কথা ভাবিছিল; কিন্তু পিছত নিজেই স্মাৰকৃপত্ৰৰ দৰে এক সুদীৰ্ঘ প্ৰবন্ধ লিখিলে। "তাত আমাৰ দেশৰ বিত্তৰ অভাৱ আৰু গৱৰ্ণমেণ্ট কাণ দিবলগীয়া অনেক কথা আছিল।" ৪ জুলাই তাৰিখে ছাহাবক লগ পাই তেওঁ আৱেদন-পত্ৰখন দিলে আৰু ছাহাবৰ প্ৰশ্নৰ উত্তৰত নানা কথা মুখেৰেও ক'লে। মিল্‌ছে ফুকনৰ সুদীৰ্ঘ পত্ৰখন তেওঁৰ প্ৰতিৱেদনৰ পৰিশিষ্ট-ৰূপে ছপা কৰিছিল।

'সেই আবেদন পত্র এখান পুস্তকৰ আকাৰে সুন্দৰ ছাপা হব পাৰে।' অসম দেশত অসমীয়া ভাষা চলিব লাগে। এইটো মিলচ চাহাবে মত দিয়ে। আৰু সেই মত ফুকনৰ দ্বাৰাই প্ৰতিপোষক হয়।'

জুলাই মাহৰ মাজতে ফুকন নগাঁৱলৈ বদলি হৈ যায়। তাত তেওঁ মাজে মাজে ডেপুটি কমিছনাৰৰূপে জিলাৰ ভাৰো পাইছিল। ১৮৫৪ ছনত তেওঁক জুনিয়ৰ এছিষ্টেণ্ট আৰু সদৰ-আমিনৰ ক্ষমতাও দিয়া হ'ল। তেওঁ এতিয়াও বঙলালৈ আইন তৰ্জমা কৰি ১৮৫২ ছনত কলিকতাত থাকোঁতেই ৰণৰাম বৰুৱাৰ পুত্ৰ তেওঁৰে পালিত গুণাভিৰামৰ নামে কিনা কলিকতা নিউ প্রেছত ছপা কৰিবলৈ পঠিয়াই আছিল। এই 'আইন ও ব্যবস্থা-সংগ্ৰহ'ৰ প্ৰথম খণ্ড ১৮৫৫ ছনত ওলায়। নগাঁৱৰ বেপ্টিষ্ট মিছনৰ পাদুৰীসকলৰ লগতো ফুকনৰ সঘনে আলাপ-আলোচনা হৈ আছিল। পাদুৰী ব্ৰনছন আৰু ডেপুটি কমিছনাৰ বাট্‌লাৰ্ ছাহাবেৰে তেওঁৰ সদায় আলোচনা হয়। "অসমীয়া অভিধান নাই সেইদেখি ফুকনে সেই অভিধান এখান কৰিবলৈ আৰম্ভ কৰিলে। বটলৰ চাহাবে তাৰ বিষয়ে নানা ঠাইলৈ গ্ৰাহক সংগ্ৰহৰ নিমিত্তে কাকত পঠোৱাত ৯৩ জন গ্ৰাহক সংগৃহীত হ'ল। ফুকনে ভাবিছিল যে ১৫০ জন গ্ৰাহক হলে অভিধান ছপা কৰিবলৈ আৰম্ভ কৰিব।" এই সময়ত অসমীয়া ভাষাৰ বিষয়ে বৰ আন্দোলন হৈছিল। ফুকনেও তাত যোগ দিয়ে, আৰু *A Few Remarks on the Assamese Language and Vernacular Education in Assam* কিতাপখন লিখি By A Native বুলি ৪০টকা দি ১০০খন শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্রেছত ছপা কৰি বঙ্গ গৱৰ্ণমেণ্টক দিয়ে আৰু দেশৰ প্ৰধান লোকসকলক দিয়ে।

১৮৫৭ ছনৰ প্ৰথম ভাৰতীয় স্বাধীনতা আন্দোলনৰ সময়ত দেশীয় লোক বুলি চৰকাৰে ফুকনক সন্দেহেৰে চাইছিল। "তেওঁ চাহাবসকললৈ লিখিলে যে অসমীয়া মানুহৰপৰা গৱৰ্ণমেণ্টৰ প্ৰতি কোনো প্ৰকাৰ বিদ্ৰোহিতা হব নোৱাৰে। কিন্তু তেওঁৰ কথা কোনেও গ্ৰাহ্য নকৰিলে।" অনুসন্ধানকাৰীসকলে "ফুকনৰ ৰাজভক্তি জানিবলৈ গুপ্তভাৱে গুপ্তচৰ পঠাইছিল। কিন্তু অকৃতকাৰ্য হ'ল।" এই বছৰতে নগাঁৱত 'ভঁৰাল ভঙা' আকালে দেখা দিয়ে; ফুকনে অভাৱগ্ৰস্তসকলক সহায় কৰিবৰ বৰ যত্ন কৰে। ১৮৫৯ ছনৰ ১১ জুনৰপৰা তেওঁৰ অসুখ আৰম্ভ হয়, আৰু ১৬ জুন তাৰিখে (৩ আহাৰ, ১৭৮১, বৃহস্পতিবাৰ) পুৱা ন বজাত তেওঁৰ মৃত্যু ঘটে। তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ ২৯ বছৰ ৯ মাহ ২৯ দিন। তেওঁৰ প্ৰথমা কন্যা ৰাসেশ্বৰী সুৰুতে মৰে; দ্বিতীয়া কন্যা পদ্মাৱতী তেতিয়া ছাৰে সাত বছৰীয়া; তৃতীয়া কন্যা চন্দ্ৰপ্ৰভা পাঁচমহীয়া; দুই পুত্ৰ ৰাধিকাৰাম আৰু অন্নদাৰাম ছাৰে পাঁচ আৰু আঢ়ৈ বছৰীয়া। পদ্মাৱতী অসমীয়া ভাষাৰ এখনি প্ৰথম উপন্যাস 'সুধৰ্মাৰ উপাখ্যান' (১৮৬০ শক) আৰু ল'ৰা-ছোৱালীৰ পুথি 'হিত-সাধিকা'ৰ (১৮০৭ শক) ৰচয়িত্ৰী।

ফুকন আছিল শুৱনী লোক। দীৰ্ঘাকৃতি বদন-মণ্ডল, উন্নত আৰু বহল কপাল, নিকা বগা দাঁতৰ শাৰী, উন্নত আৰু সুদীৰ্ঘ নাক, পাতল গোঁফ, বহল বুকু, লাহী কঁকাল, ডিঙিলৈ বাগৰি পৰা চুলি। কাছাৰীলৈ যাওঁতে ফুকনৰ পাঁচ ফুট ছয় ইঞ্চৰ শৰীৰত শোভা পাইছিল পাজামা, চাপকান বা কাবা আৰু আমামা পাগুৰি। পাছত তেওঁ ভাঁজ দিয়া পাটৰ চুৰীয়া, আঙ্গা চোলা, টৌকণীয়া পাগুৰি মাৰি ধুনীয়াটি হৈ কামলৈ গৈছিল।

"ইংৰাজে সৈতে আলাপ কৰোতে তেওঁৰ আলাপ শুনি কোনো ইংৰাজেহে যেন কথা কৈছে এনে অনুমান হয়। লেখাতো সেইৰূপ আছিল। বঙ্গলা ভাষাতো তেওঁৰ সেইৰূপ অধিকাৰ আছিল।.... অসমীয়া ভাষা সাধাৰণত প্ৰচলিত হবলৈ তেওঁ বৰ উদ্যোগ কৰিলে। আৰু বাট কাটিলে।" "দেশীয় লোকসকলৰ উন্নতিৰ নিমিত্তে তেওঁৰ ইমান যত্ন আছিল যে তেওঁ যেন সেইসকলক হাতত ধৰি তুলিব।"

গুণাভিৰাম বৰুৱাই 'অসমীয়া ল'ৰাৰ মিত্ৰ'ৰ প্ৰসঙ্গত কৈছে, "অসমীয়া ভাষাৰ উন্নতিৰ মূল সেই ফুকন। ভাষা বিষয়ে সপক্ষবাদী বিপক্ষবাদী সকলোৰে সৈতে তেওঁ তৰ্ক কৰিছিল। অসমীয়া ভাষাৰ বিষয়ে মিচনেৰীবিলাকেও যত্ন কৰিছিল।...... আনন্দৰাম ফুকনৰ নাম..... অসমীয়া ভাষাই সৈতে তাৰ উন্নতি বা অবনতি হলেও চিৰকাল লগ লাগি থাকিব।"

ফুকন তেতিয়া নগাঁৱত। "তেতিয়াও অসম দেশত স্কুল আৰু কাছাৰীত বঙ্গলা ভাষা চলিছিল। পাদ্ৰীসকলে অসমীয়া ভাষা চলাবলৈ বৰ যত্ন কৰিছিল। ব্ৰন্‌চন পাদ্ৰীচাহাবে অসমীয়া চলাবলৈ এক আবেদন-পত্ৰ প্ৰস্তুত কৰে। ফুকনে সেই চাহাবক এই বিষয়ে অনেক সাহায্য কৰিছিল। ফুকন বিনে দেশীয় লোকৰ মাজত দেশীয় লোকৰ হৈ দুআষাৰ কথা কয় বা কোনো আলোচনা কৰে বা বুদ্ধি দিয়ে তেতিয়া এনে লোক নাছিল। দেশীয় যিসকল লোক আছিল সেই সকলোৱে বঙ্গলা দেশৰ নদীয়া বা শান্তিপুৰ বা কনৌজপুৰৰ পৰা অহা বুলি অভিমান কৰিছিল। অসমীয়া ভাষাই চলোক বা বঙ্গলা ভাষাই চলোক কাৰো কোনো ধাৰ নাখাইছিল। পাদ্ৰী চাহাবসকলে যত্ন কৰিছিল হয় তাৰপৰা বিশেষ ফল নদৰ্শিল। পাচে ফুকনে পাদ্ৰী চাহাবসকলক আৰু পাদ্ৰী চাহাবসকলে ফুকনক দেশীয় ভাষা বিষয়ে সাহায্য কৰাত উভয়ে এই ভাষাৰ বিশেষ যত্ন কৰিবলৈ ধৰিলে।"

এই কথাখিনি আত্মপ্ৰত্যয়হীনসকললৈ যেন এটি সতৰ্কবাণী। ফুকনৰ ডাক শুনি কোনো নাহিব পাৰে; কিন্তু অকলে আলোকৰ পথত চলাৰ সাহস তেওঁৰ আছিল। অসমীয়া সাহিত্যলৈ ফুকনৰ দান শকত নহ'ব পাৰে; কিন্তু সেই সাহিত্যৰ আধুনিক বাহনৰ প্ৰতিষ্ঠা আৰু পুষ্টি-সাধনত তেওঁৰ বৰঙণি বিপুল। আনন্দৰামৰ নাম আমি কৃতজ্ঞতাৰে সোঁৱৰো।

॥ তিনি ॥

বৰ্তমান অনুবাদটি আক্ষৰিক ধৰণৰ নহয়। ফুকনৰ মূল পুথিত একো অংশ কথাৰ অসমীয়া-বঙলা বা অসমীয়া-বঙলা-হিন্দী ৰূপবোৰ সমান্তৰাল স্তম্ভত দিয়া হৈছিল। তদুপৰি অসমীয়া হৰফেৰে ছপোৱা কথাবোৰৰ তলে তলে নানা চিন (dia-critical mark) দি সিবোৰৰ ঠিক উচ্চাৰণৰ সূচনা দিয়া হৈছিল। অসমীয়া আৰু বঙলা শব্দৰ তালিকাৰ তিনি স্তম্ভ কৰি প্ৰথম স্তম্ভত ইংৰাজী শব্দ, দ্বিতীয়ত অসমীয়া প্ৰতিশব্দ আৰু উচ্চাৰণ আৰু তৃতীয় স্তম্ভত বঙলা প্ৰতিশব্দ আৰু উচ্চাৰণ দিয়া হৈছিল। ফুকনৰ উদ্ধৃত অসমীয়া, বঙলা, হিন্দী অংশৰ ৰূপ এক ধৰণেই ৰখা হৈছে।

ফুকনৰ পুথিখনিৰ এটি সাৰাংশ (abstract) ১৮৯৬ চনৰ প্ৰাচ্যবিদ্যা-পত্ৰিকা *Indian Antiquary*-ত (পৃষ্ঠা ৫৭) প্ৰকাশিত হৈছিল।

ডক্টৰ সূৰ্যকুমাৰ ভূঞাদেৱৰপৰা পোৱা পুথিখনিৰ গুৰি-কথা।—পুথিখনিৰ বেটুপাতত এতিয়াও অস্পষ্টভাৱে গুণাভিৰাম বৰুৱাৰ নাম (হাতে লিখা) দেখা পোৱা যায়। বৰুৱাদেৱৰ সহকৰ্মী একস্ট্ৰা এছিস্টেণ্ট কমিছনাৰ ৰায় বাহাদুৰ শৰৎচন্দ্ৰ মুখোপাধ্যায়ৰ পুত্ৰ নন্দলাল মুখোপাধ্যায় প্ৰেছিডেন্সি কলেজত ভূঞাদেৱৰ সহপাঠী আছিল। নন্দলাল মুখোপাধ্যায়ৰপৰাই ভূঞাদেৱে ১৯১২ চনৰ এপ্ৰিল মাহত কিতাপখনি পায়। এইখনি বৰ্তমানে নিতান্তই দুৰ্লভ। মূলতেই এশখন কিতাপহে ছপা কৰা হৈছিল। সেইখনি শিৱসাগৰৰ মিছন প্ৰেছত ছপোৱা হৈছিল। মুদ্ৰক আছিল এ. এইচ্ ডেনফোৰ্থ।

১৯৫৯

## শ্ৰীশৈলধৰ ৰাজখোৱাৰ

# নিজৰা-লগৰী

### আগ-কথা

'নিজৰা' নিজৰাই। 'গভীৰ স্তিমিত-প্ৰবাহা বৰনৈৰ ৰূপ' তাত নাই, সাগৰৰ উত্তাল তৰঙ্গ দূৰৰ কথা। 'যক যেনি তেনি বাগৰি' বুলি কবিয়ে বিবিধ উপলক্ষৰ ভিতৰেদি তাৰ ক্ষীণ উৎসবোৰ উজাৰি দিছে; কাব্যজগতৰ শিল-বালিৰ ওপৰে সি জিৰ্‌জিৰ্‌কৈ বৈ গৈছে। অনুভূতি তীব্ৰ, আবেগ উদ্দাম হ'লেও তাৰ প্ৰকাশত বজ্ৰনির্ঘোষ স্বৰ নাই, কবিত্বৰ বাতুলতা নাই; আছে এটি মন্দ সুৰ আৰু সৰল লাস্য। নিজৰাৰ চঞ্চলতাও বৰনৈৰ প্ৰবলতা নহয়।

'নিজৰা'ৰ এটা মুখ্য বিষয়-বস্তু হৈছে প্ৰেম। কিন্তু সি ইন্দ্ৰিয়গ্ৰাহ্য আসক্তি নহয়। পৰমাত্মাৰ প্ৰতি অন্তহীনভাৱে জীৱাত্মাৰ যি মিলন-আকাংক্ষা, তাকে সামন্তৰাল ৰাখি নৰ-নাৰীৰ পৰস্পৰ-সঙ্গম-তৃষ্ণাও কোনো কালে নুনুমোৱা একুৰা জুইৰ নিচিনা। চিৰ-অনিৰ্বাণ এই তৃষ্ণাই 'নিজৰা'ৰ প্ৰেমৰ স্বৰূপ; তাত তেজ-মঙহৰ পৰশ নাই, আছে এটি অতীন্দ্ৰিয় আকুলতাৰ দ্যোতনা। ই মূলতঃ হিন্দু ধাৰণা : প্ৰেম আৰু সৌন্দৰ্যৰ ভিতৰেদি পৰমাত্মাৰে জীৱাত্মাৰ মিলন-পিপাসাই মহত্তম প্ৰীতি। 'লাখ লাখ যুগ হিয়াত হিয়া লগাই ৰাখিলোঁ, তেও হিয়াই জুৰণি নাপালো।'—প্ৰেম এটি অতৃপ্তিৰ বাহ মাথোন; আনফালে দুটি আত্মাৰ চেনেহৰ মায়া-জৰীগছি পবিত্ৰ। সেই বাবেই ৰূপ-যৌৱন নশ্বৰ বুলি জানিও (সৌন্দৰ্য-পিয়াসী), কবিয়ে সময়ত হয়তো বৰ্তমান দেহৰ মৃত্যুৰ পিছতো নতুন দেহ লৈ এই পৃথিৱীতে প্ৰিয়জনেৰে মিলন বিচাৰিছে (মিলন-মাধুৰী); কেতিয়াবা আকৌ মৃত্যুৰ পাছত লোকান্তৰত দুটি আত্মাৰ ভৱিষ্য মিলনৰ সুৰ ধৰিছে (বিৰহিণী)। হোমৰ অগ্নিয়ে এই অনন্ত বিৰহ-মিহলি মিলনৰ পবিত্ৰতাকে জয়জয়কাৰ কৰি তুলিছে (-হোমৰ কাৰত)। 'মাধৈমালতী' আৰু 'সোণৰ সপোন'ত প্ৰকৃত প্ৰেম

যে স্থায়ী আৰু আত্ম-ত্যাগী, 'পদুম'ত ঐকান্তিকতাই যে তেনে প্রেমৰ সোণৰ সুৰগা, তাকে কোৱা হৈছে। মুঠতে, প্রেম যে জীৱন-মৰণৰ সীমা অতিক্রম কৰিও অবিনশ্বৰ, এই ভাবৰ গাতে এই কবিতাবোৰ 'সূত্রে মণিগণা ইব' গাঁথি দিয়া হৈছে।

একান্তভাৱে প্রকৃতিক উদ্দেশ্য কৰি লিখা কবিতা ইয়াত নাই; যি প্রাকৃতিক পদার্থতে কবিয়ে মানৱৰ আবেগ-অনুভূতিৰ প্রতিচিত্র বা উপমা দেখা পাইছে, তাত তেওঁৰ দৃষ্টি কেন্দ্রীভূত হৈছে। সদ্যপুষ্পিত কলিটিত তেওঁ দেখা পাইছে উদ্ভিন্ন-যৌৱনা যুৱতীৰ উল্লাস-উন্মাদনাৰ স্বৰূপ (কুসুম); পদুমপাহি স্নেহৰ একাগ্রতাৰ চিন; আকাশী-লতাডালি বাহিৰ-শুৱনী, অন্তর্দাহী প্রীতিৰ সঙ্কেত মাথোন; পপীয়া-তৰা বিৰহীৰ অন্তৰাগ্নি। অমানিশাত আকৌ কবিয়ে দেখা পাইছে এজনী অসতী তিৰোতাৰ ৰূপান্তৰ। এই দুমুখীয়া দৃষ্টি হয়তো 'নিজৰা'ৰ কবিৰে বৈশিষ্ট্য।

'বৰপেটা', 'বিষাণদৈ আলি' আৰু 'পাষাণ-প্রতিমা'ত বিচিত্র একো নাথাকিলেও তাত জাতীয় ভাবৰ উন্মেষণাৰ তাপ সুন্দৰৰূপে অনুভৱ হয়। পুথিখনিৰ প্রথম দুটি কবিতাত ঈশ্বৰ-প্রেমৰ এটি ৰূপ দেখা পাওঁ। শোক-কবিতা 'নিয়তি'ত বেজাৰ উথলি পৰিছে।

অসমীয়া কাব্য-সাহিত্যত ৰাজখোৱাৰ ঠাই সম্বন্ধে ভূমিকাত সঙ্কেত দিয়া হৈছে। যি যুগত 'নিজৰা'ৰ সৃষ্টি, সেই যুগৰ বতাহ-পানীৰ লগত তাৰ সম্বন্ধ প্রাণসম্ভূত। সুকবি স্বৰ্গীয় আগৰৱালাৰ তৰল প্রভাৱ এটি ইয়াত লক্ষ্য কৰিব পাৰি। ৰাজখোৱাৰ কবিতাৰ অনুভূতি আৰু ভাষাৰ কুসুম-কোমলতাৰ ফালৰপৰা চালে অনেক পাঠকৰে মনত পৰিব কবি দুৱৰাৰে। দুৱৰাই আমাৰ কাব্যৰ দিগন্তৰালত নাৱৰীয়া নামে এটি ধুঁৱলি-কুঁৱলি আকাৰ থিয় কৰিছে। তেনে এটি ছায়াময় কায়া 'নিজৰা'ৰ 'সোঁৱৰণী' কবিতাত বিশেষকৈ আমি লগ পাওঁ। শেষৰ ফালৰ দুই-এটি কবিতাত 'ইন্দ্রধনু'ৰ পৰশ সম্বন্ধে আমি যথাস্থানত উনুকিয়াইছোঁ।

যোৱা আগষ্টৰ তেৰ তাৰিখে শ্রীযুত শৈলধৰ ৰাজখোৱা ডাঙৰীয়াৰ লগত প্রথম কথা হওঁ। তেতিয়া ৰাজখোৱাদেৱে বর্তমান পুথিখনিৰ সূচনা দিয়ে। সেই উদগনি আৰু মোৰ ককাইদেও শ্রীযুত ডিম্বেশ্বৰ নেওগৰ সহায়ৰ কাৰণে মই নিতান্ত ঋণী। যুদ্ধৰ বজাৰৰ আলে-আহকালৰ বাবে ছপাকাম আশাতীতকৈ লেহেম হ'ল; কাগজো আশানুৰূপ নহ'ল।

১৯৩৯

## শ্ৰীহিতেশ্বৰ বৰবৰুৱা-ৰচিত

# মালচ আৰু চকুলো

১৭৯৭ শকৰ (১৮৭৬ খ্ৰীষ্টাব্দ) ২৮ পুহ কৃষ্ণা প্ৰতিপদ তিথিত অসমীয়া সাহিত্যত বিৰল ছনেট আৰু কাব্য ৰচয়িতা হিতেশ্বৰ বৰবৰুৱাৰ জন্ম হয়। তেওঁৰ পিতাদেউতাকৰ নাম ঘনশ্যাম, প্ৰখ্যাত চিকৌ গঁগে আৰু ঘৰুৱা নাম বুটি গঁগে। এওঁলোকৰ বংশক সাতঘৰীয়া আহোমৰ সন্দিকৈৰ ঘৰ বোলে। এই বংশত ফুকন, বৰুৱা, ৰাজখোৱা আদিৰ বাহিৰেও বাৰজন বৰবৰুৱা আৰু আঠজন বৰফুকন হৈছিল। কমলেশ্বৰসিংহৰ দিনৰ ৰাজমন্ত্ৰী ভদৰি বৰবৰুৱাৰ পুতেক দেউৰাম বৰবৰুৱা; দেউৰামৰ পুত্ৰ পদ্মনাথ দুৱলীয়া বৰবৰুৱাই প্ৰথমা ভাৰ্যা (দুৱৰাৰ বংশৰ ছোৱালী) ঢুকোৱাত লুকি ডেকাফুকনৰ নাতিয়েক আৰু সোমেশ্বৰ ডেকাফুকনৰ জীয়েক ৰেখনী গাভৰুক বিয়া কৰে। গাভৰুৰ একেটি সন্তান চিকৌ গঁগে। গঁগে-দেৱে যোল বছৰ বয়সতে যোগেশ্বৰসিংহ ৰজাৰ পুত্ৰ ডম্বৰুধৰ যুৱৰাজৰ প্ৰথমা কন্যা উষা আইদেউক বিয়া কৰে। গঁগে আৰু আইদেউৰ পুত্ৰ-কন্যা আঠোটি—মুক্তেশ্বৰী (লোকেশ্বৰসিংহ বুঢ়াগোহাঁইৰ প্ৰথমা ভাৰ্যা), ৰত্নেশ্বৰী (পূৰ্ণানন্দ বুঢ়াগোহাঁই-পৰীয়া মালভোগ গোহাঁইৰ পত্নী), দুৰ্গেশ্বৰী (লোকেশ্বৰসিংহ বুঢ়াগোহাঁইৰ দ্বিতীয় পত্নী; কেন্দ্ৰীয় চৰকাৰৰ উপমন্ত্ৰী শ্ৰীসুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইৰ মাতৃ), ধৰ্মেশ্বৰ (শ্ৰীশশীচন্দ্ৰ বৰবৰুৱাৰ পিতৃ), হিতেশ্বৰ, জয়দা (নগাঁৱলৈ বিয়া দিয়া হয়), সুৰেশ্বৰ আৰু ৰত্নদা।

পদ্মনাথ দুৱলীয়া বৰুৱাৰ দিনতে দেশ ইংৰাজৰ হাতলৈ যায়; কিন্তু পদ্মনাথে বিদেশীৰ প্ৰদত্ত নিষ্কৰ ভূমি বা আন কোনো বৃত্তি গ্ৰহণ নকৰিলে, ৰজালৈ দোঁওৱা মূৰ আনলৈ দোঁৱাবলৈ অস্বীকাৰ কৰিলে। তেওঁৰ অজস্ৰ সম্পত্তি। বৈমাতৃক ভাই কণ আৰু সৰু গঁগেৰপৰা বিলগ হওঁতেও একৈশযোৰ সোণৰ বাখৰামি খাৰু, আঠ সেৰ ডলুৱা সোণৰ উপৰিও তেওঁৰ ভাগৰ মণি-কেৰু, থুৰীয়া-কঁড়িয়া, আঙুঠি-

পোৱাল আদি দোণেৰেহে জুখি লৈছিল। তেওঁৰ ভাগৰ হীৰা পতোৱা কঙ্কণযোৰৰ মূল্য নিৰ্দ্ধাৰণ কৰাই টান কথা আছিল। মানৰ দিন উলকি যোৱাৰ পাছত পদ্মনাথে তেওঁৰ ভাগৰ কিছু অলঙ্কাৰ ভাঙি দক্ষিণপাটৰ যাদৱৰাইৰ কিৰীটি আৰু অলঙ্কাৰ গঢ়াই দিছিল। দুৰ্ভাগ্যবশতঃ তেওঁৰ পুত্ৰ চিকৌ গঁগৈৰ হাতত সকলো সা-সম্পত্তি, আ-অলঙ্কাৰ ক্ষয়ঙ্কাৰ হ'ল। হিতেশ্বৰৰ জন্মৰ সময়ত তেওঁ সৰ্বস্বান্ত। সেইহে হিতেশ্বৰে দুখকৈ লিখিছিল, "মূৰত জুইৰ চৰু লৈ মই দুৰ্কপলীয়াই সংসাৰত জন্ম ধৰিবলৈ আহিছিলোঁ।" সৰ্বস্বান্ত হৈ ঘনশ্যাম বৰবৰুৱাই গুৱাহাটীৰ কুকুৰমুতাত থকা কন্দৰ্পেশ্বৰসিংহৰপৰা এখন চিঠি লৈ চীফ কমিশ্যনাৰক দেখা কৰি বচা, ডাংধৰা, বেবেজীয়া আদি কেইটামান মৌজা পায়। সেই মৌজাৰ পুৰণি লোকে এতিয়াও তেওঁৰ কথা উল্লেখ কৰোঁতে "বাহাদুৰ মৌজাদাৰ" বুলিহে কয়। ঘনশ্যাম বৰবৰুৱাৰ অত্যন্ত অপচয়ী স্বভাৱৰ সলনি নহ'ল বাবে মৌজা লোৱাৰপৰা ভাগ্যৰো একো পৰিবৰ্তন নঘটিল। আনফালে মৌজাকেহে এৰিবলগীয়া হ'ল। তাৰ বছৰচেৰেকৰ মূৰত, হিতেশ্বৰৰ দহ-এঘাৰ বছৰ বয়সত ঘনশ্যাম বৰবৰুৱা স্বৰ্গী হয় সকলো সম্পত্তি শূন্য কৰি পোষ্কৰজনমানৰ পৰিয়ালটোলৈ ঋণমাত্ৰ এৰি। খাজনা নিদিয়া বাবে ৰোৱঁতী মাটি মৌজাদাৰে নিলামত দিলে। এনে অৱস্থাত বৰ ল'ৰা ধৰ্মেশ্বৰক ইংৰাজী পঢ়াশালিলৈ পঠোৱা হ'ল, মাজু হিতেশ্বৰক আইতাকে ঘৰতে পঢুৱাই মহাভাৰত-ৰামায়ণ পঢ়িব পৰা কৰিলে।

সেই সময়ত যোৰহাট ৰে'লৱেৰ কাৰখানাত কাম শিকা ল'ৰাক অসমীয়া পঢুৱা আধাডুখৰীয়া পঢ়াশালি এটা আছিল। তাৰ শিক্ষক তোয়ধৰ শৰ্মাই (পণ্ডিত লক্ষ্মীনাথ শৰ্ম্মা বিদ্যাভূষণ হেডমাষ্টৰৰ পিতৃ) তাঁলৈকে বিনা মাছুলে পঢ়িবলৈ হিতেশ্বৰক মাতি নিয়ে। এনেতে হিতেশ্বৰৰ আইসকল ওলোৱাত ঘৰৰ অলপ ওচৰৰে পঢ়াশালিৰ পণ্ডিত বলিকান্ত শৰ্মাই পানী জাৰি ৰোগ ভাল কৰে আৰু চোকা-বুধীয়া ল'ৰা দেখি নিজৰ পঢ়াশালিলৈ লৈ যায়। ইয়াত ডেৰ বছৰ মাথোন পঢ়ি নিম্ন প্ৰাথমিক ছাত্ৰবৃত্তি পৰীক্ষা দি দুবছৰলৈ মাহে তিনি টকা হিছাপে জলপানী পাই ইংৰাজী পঢ়াশালিত নাম লগায়। (ৰায় বাহাদুৰ) শিৱপ্ৰসাদ বৰুৱা, (হাকিম) কমলচন্দ্ৰ কাকতী, (মুনছিফ) পজিৰুদ্দিন তেওঁৰ সহপাঠী হয়। ইতিমধ্যে ককাইদেৱেক ধৰ্মেশ্বৰ ৰাইটাৰ কনিষ্টবল কামত সোমোৱাত ঘৰখন অলপ থৰলৈ আহে। কিন্তু মাজে মাজে লঘোনে থাকিবলগীয়া অৱস্থাও তেওঁলোকৰ হৈছিলগৈ। আন ল'ৰা জোতা-মোজা, ধোৱাই ধোৱা খম্‌খমীয়া কাপোৰ, খোজত নাচি যোৱা

ধাতুৰ হাৰেৰে জোঁটা জেপ-ঘড়ী, গান্ধ-তেল আদিৰ ফিট্‌ফাট হৈ পঢ়াশালিলৈ যায়। “মোৰ জোতা-মোজা, জেপ-ঘড়ীয়ে নাছিলেই, পিন্ধিবলৈ ভাল চুৰিয়া এডোখৰো নাছিল। ঘৰত বোৱা খনীয়া বা চেলেং কাপোৰ এখন, মাৰ্কিনৰ চুৰিয়া আৰু বজাৰৰ সাধাৰণ কামিজ-চোলা এটাই মোৰ স্কুললৈ যোৱা পোছাক আছিল। সুগন্ধি তেলৰ লগত মোৰ সম্বন্ধ নাছিল, অধিক কি সৰিয়হৰ তেল একণো মোৰ মুৰত সদায় উঠিছিল বুলি মই ক'ব নোৱাৰোঁ। .... .... একেৰাহে তিনি-চাৰিসন্ধীয়া লঘোনেৰেও মই স্কুললৈ গৈ থাকোঁ। সেই অৱস্থাৰে ক'লা-মলা পৰি স্কুললৈ অহা-যোৱা কৰাত আইতাই মনত বৰ বেজাৰ পায় আৰু চকুলো টোকে, কিন্তু লঘোনে আজি স্কুললৈ যাব নালাগে বুলি হ'লে নকয়।” (আত্ম-সোঁৱৰণী) আজন্ম দুখৰ মাজত জ্ঞানৰ প্ৰতি হিতেশ্বৰৰ প্ৰাণৰ হাবিয়াহ বলী হ'ল; অন্তৰ কবিসুলভভাৱে কোমল হ'ল; আনফালে, ভাগ্যদেৱীৰ প্ৰতি তেওঁৰ আক্ষেপে স্থায়ী ৰূপ ল'লে। অনেক কবিতাতে এই আক্ষেপে বৈ বৈ ভুমুকি মাৰিছে। নিয়মমতে বছৰি ওপৰ শ্ৰেণীলৈ উঠি, মাজে মাজে ডবল্ প্ৰমোছনো লৈ আৰু শ্ৰেণীত সততে দ্বিতীয় ঠাই অধিকাৰ কৰি হিতেশ্বৰ ইংৰাজী স্কুলৰ প্ৰথম শ্ৰেণী পালেগৈ। তেতিয়াই তেওঁৰ ইংৰাজী ভাষাত সুন্দৰ অধিকাৰ আৰু ইংৰাজী সাহিত্যত বয়সতকৈও চৰা ৰাপ বহে। চাৰি মাহলৈ এজন শিক্ষকে ছুটী লোৱাত শুভানুধ্যায়ী হেডমাষ্টৰ শৰৎচন্দ্ৰ গাঙ্গুলিয়ে প্ৰথম শ্ৰেণীৰ ছাত্ৰ হিতেশ্বৰকে সেই কাম কৰিবলৈ দিলে। হিতেশ্বৰৰ দুটি গুণ সেই ছাত্ৰ অৱস্থাতে প্ৰকাশ পায়—পুথি-পত্ৰৰ মাজত সৰস্বতী-চেলাৰ দৰে সোমাই থকা, আৰু জাতীয় প্ৰেম। পঢ়াশলীয়া জীৱনত তেওঁ দুদিন মাথোন শাস্তি ভোগ কৰিবলগীয়া হৈছিল—এদিনাখন শ্ৰেণীতে তেওঁৰ হাতত বঙলা উপন্যাস এখন ওলোৱা বাবে, আৰু আনদিনা এজন বাঙালী শিক্ষকে অসমীয়া মগজুৰ নিন্দা কৰাত চুঙা চাই সোপা দিবলৈ যোৱা বাবে। পোন প্ৰথম চাৰিমহীয়া চাকৰিৰ আয়েৰে সাজপাৰ টনকিয়াল নকৰি হিতেশ্বৰে মিল্‌টন্, কাউপাৰ্ ছাউদি আদিৰ কাব্যগ্ৰন্থ কিনি লয়। পঢ়াশলীয়া জলপানীৰপৰা আইতাকক দুপইছা দিয়াৰ উপৰিও তেওঁ ইখন-সিখনকৈ ইংৰাজী সাহিত্যৰ ভাল পুথি কিনিছিল। বঙলা ভাষাৰ প্ৰতিও এওঁৰ আকৰ্ষণ ইমান বেছি হৈছিলগৈ যে পঢ়াশলীয়া কালতে ‘সৰলা বিজয়’ নামে বঙলাতে এখন কাব্য ৰচনা কৰে; সেইখন ঘৰত জুই লাগি পোৰা যায়। এই কালতে তেওঁ ইংৰাজী কবিতা অসমীয়ালৈ ভাঙি তাৰে কিছুমান ‘তলসৰা ফুলৰ তিনি আঁজলি’ নাম দি গোটাই থৈছিল আৰু ‘অসম কুসুম’ নামৰ কবিতাৰ

সৰু পুথি এখনো লিখিছিল। এইবোৰ আৰু প্ৰকাশৰ পোহৰলৈ নাহিল। দুখীয়া বুলি যদিও যাৰে-তাৰে লগত তেওঁ বন্ধুত্ব কৰিবলৈ সঙ্কোচ কৰিছিল, তথাপি তেওঁৰ কোমল হিয়াই বন্ধুৰ চেনেহ আকলুৱাৰ দৰে সাবটি ধৰিছিল। তেওঁৰ পঢ়াশলীয়া বন্ধুক উদ্দেশ কৰি লিখা 'মালচ'ৰ কবিতাকেইটি সেই সাঁচতীয়া চেনেহৰ চানেকি- 'প্ৰাণ আৰু বিদ্যা', 'পঢ়াশলীয়া বন্ধু কৃষ্ণচন্দ্ৰ নেওগৰ মৃত্যুত' 'ৰূপলাল দত্ত' 'লোকনাথ বৰুৱা।'

হিতেশ্বৰৰ জ্ঞানৰ স্পৃহা সংকীৰ্ণ অৱস্থাই পূৰণ কৰিবলৈ নিদিলে। তেওঁ এণ্ট্ৰেঞ্চ পৰীক্ষাটোতে উঠিবলৈ নাপালে। গোবিন্দচন্দ্ৰ বেজবৰুৱাৰ বেজবৰুৱা হাইস্কুলত অলপ দিন থাকি টিফুক বাগিচাত ছবছৰমান কেৰাণী কাম কৰেগৈ। ইয়াত থাকোঁতেই হিতেশ্বৰে ১৯০৬ চনত কান-সমনীয়া ভাই সুৰেশ্বৰক হেৰুৱায়। ১৯১১ চনত পত্নী ঢুকাই তেওঁক যুগমীয়া শোক দিয়ে। ইয়াৰ আগতে ১৯০৩ চনত নুমলী ভনী ৰত্নদা ঢুকায়। হিতেশ্বৰৰ আত্মিক জীৱন এটাৰ পিছত এটাকে বিয়োগ-আঘাতৰ কৰুণ-ৰসসিক্ত বুৰঞ্জী মাথোন; প্ৰাণ-সম নুমলীয়া পুত্ৰ বিপিনৰ বিয়োগে (১৯২১ চন) এই কৰুণ বুৰঞ্জী সমাপ্ত কৰে। সেই দেখিহে তেওঁৰ কবিতা আৰু কাব্যত কৰুণ ৰস স্থায়ী ৰসৰূপে দেখা দিয়ে।

টিফুকত থাকোঁতেই হিতেশ্বৰৰ জীৱনৰ মৰহি যোৱা আশাৰ ফুলকলিটি বৰ্ণোৱা তেওঁৰ প্ৰথম ছপা কবিতা-পুথি ঢোপাকলি ওলায় (১৯০২ চন)। এইখনিৰ পিছতে টিফুক বাগিচাৰ জীৱনৰ অভিজ্ঞতা প্ৰকাশ কৰি 'টিফুক-প্ৰৱাস' আৰু এক প্ৰণয়-কাহিনী লৈ 'ধনদা-কমল নাটক' ৰচনা কৰে। টিফুকৰপৰা আহি বৰবৰুৱা ম'হবন্ধাত অলপ দিন আছিল। তেওঁৰ পিছৰ জীৱনৰ একুৰি পোন্ধৰ বছৰৰো ওপৰ কাল চকলাটিঙা চাহ-বাগিচাতে প্ৰধান কেৰাণীৰূপে নিয়ায় আৰু ইয়াৰেপৰা তেওঁৰ আধ্যাত্মিক কৃষিৰ লখিমীমুঠি অসমীয়া সাহিত্যৰ ভঁৰাললৈ আগবঢ়াই থাকে। বাগিচাৰ নীৰস আৰু গতানুগতিক জীৱনে তেওঁক তৃপ্তি দিব নোৱাৰিছিল; কিন্তু বুৰঞ্জী আৰু কাব্য-চৰ্চ্চাই সেই জীৱনক জীপ দি ৰসাল কৰি তুলিছিল—সেয়েই আছিল তেওঁৰ প্ৰকৃত জীৱন। বাগিচাৰ কামত লাগি থকাৰ মাজতে ভাৱৰ উদ্ভৱ হ'লেই ঘৰলৈ আহি পঢ়াৰ মেজত বহি বা কেতিয়াবা অফিচৰ মেজতে খচ্ খচ্ কৰি কেইফাঁকিমান কবিতা লিখিছিলহি আৰু আকৌ ব্যৱহাৰিক কামত লাগিছিল। তেওঁৰ হাতেলিখা আখৰবোৰো আছিল অতুলনীয়, বৰ ধুনীয়া—প্ৰায়বোৰতে পদুম পাতৰ ভঙ্গি! তেওঁৰ আখৰ তেওঁৰ অন্তৰৰ কলাকাৰজনৰ পৰম পৰিচয়। তেওঁৰ

আখৰবোৰ ধীৰে ধীৰে লিখা আখৰ নহয়। হাতত কলম লোৱাৰ ৰীতিও তেওঁৰ অসাধাৰণ—লিখা কাগজত কাপটো সদায় লম্বভাৱ বহিছিল আৰু কলমৰ কোববোৰ কুণ্ডিলীৰ দৰে ঘূৰি বাগৰি গৈছিল আগবাঢ়ি। পঢ়াত বৰবৰুৱাৰ সদায় ধাউতি— পাটীত চিৎ হৈ পঢ়াশলীয়া ল'ৰাৰ দৰে আৰাও কৰি পঢ়াই তেওঁৰ সহজ। তেওঁৰ কাব্য-অধ্যয়নৰ মৌ-সৰাবোৰ তেওঁৰ কাব্যৰ সৰ্গবোৰ মুখে মুখে প্ৰতি পুথিৰ পখিলি-পাতত আমাৰ আস্বাদনৰ বাবে টুকি থোৱা আছে; সি ডক্টৰ ভূঞাৰ ভাষাত কবিৰ intellectual migration. অনেক কবিৰে উদ্ধৃতি সিবোৰত আছে—কালিদাস, মাৰ্ল', শ্বেক্সপীয়েৰ, মিল্টন, ভলটেয়াৰ, ড্ৰাইডেন, প'প, মূৰ, এম জিং লিৱিছ, গল্ডস্মিথ, কাউপাৰ, ৱৰ্ডছ্ৱৰ্থ, শ্বেলী, বাইৰন, টেনিছন, লংফেল', ক্ৰীষ্টিনা ৰজেটি, জৰ্জ ইলিয়ট, আৰ্থৰ ৰাইডাৰ, মেৰী কাৰ্পেণ্টাৰ, মাইকেল মধুসূদন দত্ত। কাব্যৰ ভিতৰতো তেওঁ অনেক কবিকে শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছে। ইংৰাজীৰ ডাঙৰ কবিসকলৰ ভিতৰত চচাৰৰ কাব্য পঢ়িবলৈ তেওঁৰ বাকী ৰৈছিল; পিছে শেষ জীৱনত সেই কামো কৰিবৰ দিহা কৰি লৈছিল। নিজৰ দেশৰ সৰু-ডাঙৰ বুৰঞ্জীৰ বাহিৰেও ইংলেণ্ড, গ্ৰীচ, ৰ'মৰ বুৰঞ্জী তেওঁ শ্ৰদ্ধাৰে অধ্যয়ন কৰিছিল আৰু আত্মীয় কলেজীয়া ছাত্ৰকো সেইবোৰ বিষয়ে আলোচনা কৰি শুনাইছিল।

'কমতাপুৰ-ধ্বংস বা সাদৰী' আৰু 'বিৰহিণী বিলাপ' কাব্য দুখনেই (ৰচনা ১৮৯৯ আৰু ১৮৯৬, প্ৰকাশ ১৯১২ ছন) প্ৰথমে হিতেশ্বৰ বৰবৰুৱাৰ কবিত্ব যশক সুপ্ৰতিষ্ঠিত কৰে। আধুনিক ঘৰুৱা ভাষাত আৰু জাতীয় বুৰঞ্জী লৈ কাব্য ৰচনা কৰা আৰু অমিত্ৰচ্ছন্দ প্ৰয়োগ কৰা বিষয়ত 'কমতাপুৰ ধ্বংস'ই প্ৰথম। ইয়াৰ আগতে মিলটন আৰু মাইকেল মধুসূধন দত্তৰ আৰ্হিত ৰমাকান্ত চৌধুৰী (১৮৭৫ ছন) আৰু ভোলানাথ দাসে (১৮৮৮ ছন) পৌৰাণিক বিষয়-বস্তুৰে প্ৰথম অমিত্ৰাক্ষৰ কাব্য ৰচনা কৰে; কিন্তু চৌধুৰীৰ ভাষা পুৰণি-নতুনৰ সন্ধিৰ ভাষা আৰু ভোলানাথৰ ভাষাত মাইকেলৰ প্ৰভাৱ ৰৈ যায়। হিতেশ্বৰ বৰবৰুৱাই নিভাঁজ অথচ গহীন আধুনিক অসমীয়া ভাষাত কাব্য ৰচনা কৰে। 'কমতাপুৰ ধ্বংস'ত ছন্দৰ প্ৰৱাহ বাধাহীন আৰু অমিত্ৰচ্ছন্দৰ ধ্বনি-বিন্যাস মনোৰম। কিন্তু গীত-প্ৰেমী কবিৰে সকলো ঠাইতে মিল শূন্য নকৰি বেছিভাগ ঠাইত এশাৰী এৰি এশাৰীৰ মিল ঘটাইছে আৰু কোনো ঠাইত ত্ৰিপদী ছন্দও প্ৰয়োগ কৰিছে। পোন্ধৰটা সৰ্গত 'কমতাপুৰ ধ্বংস' সম্পূৰ্ণ হৈছে। খেনবংশীয় কমতা-ৰাজ নীলাম্বৰৰ মন্ত্ৰীৰ ষড়যন্ত্ৰত গৌড়ৰ নবাবে কেনেকৈ কমতা-ৰাজ্য ধ্বংস কৰিলে তাকে জীৱন্তভাৱে

বৰ্ণোৱা হৈছে। কাব্যময় আৰু নাটকীয় পৰিৱেশ সৃষ্টি কৰাত তৰুণ কবিয়ে নিপুণতা দেখুৱাইছে। তেওঁৰ ভাষা আৰু ভাব অধ্যয়ন-পৰিপুষ্ট। কল্পনাৰ বহল আৰু বিৱৰণৰ সৌন্দৰ্য মনোৰম। 'বিৰহিনী বিলাপ' প্ৰোষিতভৰ্ত্ৰী নায়িকাৰ বিৰহৰ সুৰ। ইয়াত চেণ্ডেৰা কবিৰ ভাষাৰ প্ৰাচুৰ্য আৰু মধুসূদনৰ বিৰহিণী ৰাধিকাৰ বৰ্ণোৱা 'ব্ৰজাঙ্গনা কাব্য'ৰ দৰে ছন্দৰ চঞ্চল স্বাধীনতা লক্ষণীয়। এই কাব্যৰ "ওপৰঞ্চি"ত দিয়া 'ভাইটি' (সুৰেশ্বৰ বৰবৰুৱাৰ সোঁৱৰণিত) 'ভনীটী' (ৰত্নদা আইদেউৰ শোকত), 'প্ৰাণৰ জিতেন' (দ্বিতীয় পুত্ৰৰ বিয়োগত) আৰু 'প্ৰিয়তমা' (পত্নী বিয়োগ-দুখত ৰচিত) নামৰ কবিতাকেইটি শোক-কবিতাৰূপে অসমীয়া কাব্যত উচ্চ দৰৰ বস্তু। সিবোৰৰ ভাষা নিৰাড়ম্বৰ কিন্তু অনুভূতি মৰ্ম্মস্পৰ্শী।

"আসামৰ আদৰ্শ সতী, আহোম কুলৰ গৌৰৱস্বৰূপ জয়মতী কুঁৱৰীয়ে যেনেকুৱা অমানুষিক ভীষণ অত্যাচাৰ সহ্য কৰিও অসামান্য পতিপৰায়ণতাৰ পৰিচয় দি গৈছে", তাকে অনুভৱ কৰি বৰবৰুৱাই 'তিৰুতাৰ আত্মদান' কাব্য ৰচনা কৰে (ৰচনা-১৯০৮, প্ৰকাশ ১৯১৩ চন)। এই কাব্যতো এশাৰী অমিল পয়াৰ এৰি এশাৰীৰ মিল কৰা হৈছে; কিন্তু ইয়াৰ ঠায়ে ঠায়ে ছন্দ-বিভ্ৰাট ঘটিছে, কাৰণ ৰচনাৰ সময়ত "লিখোঁতাৰ মনত অশান্তি। অশান্তি গতিকে ঠায়ে ঠায়ে পুথিখনিৰ লালিত্য ৰক্ষা কৰিব পৰা নাই।" কাব্য-কাহিনীটো কবিয়ে নিজা ধৰণে সজাইছে। জয়মতীৰ মৰণ-বাতৰি গদাপাণিয়ে স্বপ্নত পোৱা কথা কবিৰ কাব্যময় উদ্ভাৱন। গদাপাণিক বনদেৱীয়ে লহঙাৰ মাজত আৱৰি ৰখা, শৈল-দ্বাৰ আপুনি উদঘাটিত হৈ তেওঁক আশ্ৰয় দিয়া আদি প্ৰবাদ কাব্যখনিৰপৰা বাদ দিয়া হৈছে। আনফালে, কাব্যখনিৰ আৰম্ভণিৰ আঁউসীৰ বৰ্ণনাই ট্ৰেজিডিৰ মূল ভাবৰ ইঙ্গিত দিয়ে; কল্পনা, নীয়ৰ, কাল, টোপনিবিষয়ক শাৰীবোৰ আৰু শ্মশানৰ বৰ্ণনা একোটাইত সুকীয়া লিৰিকৰ দৰে, অথচ কাব্যৰ অন্তৰঙ্গ সৌন্দৰ্যৰূপে প্ৰকাশ পাইছে।

ৰজনীকান্ত বৰদলৈ আৰু পদ্মনাথ গোহাঁই বৰুৱাৰ উপন্যাসৰ দৰে বৰবৰুৱাৰ কাব্যত নাৰী-চৰিত্ৰই প্ৰাধান্য লাভ কৰিছে। তদুপৰি ত্যাগৰ আদৰ্শ আৰু মাইকেল মধুসূদনৰ কাব্যবোৰৰ দৰে জীৱনৰ কৰুণ ৰস বৰবৰুৱাৰ কবিতাৰ কেন্দ্ৰীয় আকৰ্ষণী সৌন্দৰ্য। এই কথা তেওঁৰ 'আভাস-কাব্য'ত (১৯১৪ চন) আৰু স্পষ্ট হৈ উঠিছে। ইয়াত একুৰি এগৰাকী দেশী-বিদেশী শিৰ ফুটা নাৰীৰ চৰিত্ৰ একোটি লিৰিকত আঁকি তোলা হৈছে—ৰাধা, বৃন্দা, বৈদেহী, দৈৱকী, যশোদা, ৰোহিণী, সুভদ্ৰা, উত্তৰা, সাবিত্ৰী, অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰী, জনা, তিলোত্তমা, অৰজা,

জোছেফাইন, জোৱান ডাৰ্ক, বোডেচিয়া, লায়লা। ছন্দৰ মিল এশাৰী এৰি এশাৰীৰ। 'দ্ৰৌপদী' কবিতাত আৰু 'কুন্তী' কবিতাৰ একাংশত ছন্দ অমিত্ৰ। 'উত্তৰা' কবিতাত মিলিতান্ত আঠ আখৰৰ দুটা পদৰ পিছত মিলিতান্ত চৈধ্য আখৰীয়া দুটা পদকৈ সজোৱা হৈছে। লেটিনৰ কবি অভিডে 'Heroides' পুথিত একৈশখনি পত্ৰৰ যোগেদি এলানি কবিতা ৰচিছিল। তাকে অনুসৰণ কৰি মাইকেল মধুসূদন দত্তই 'বীৰাঙ্গনা কাব্য' ৰচনা কৰে। 'আভাস-কাব্যত' পত্ৰালাপৰ কৌশল নাথাকিলেও তাৰ আদৰ্শ একেটি।

প্ৰতাপসিংহ বুঢ়া ৰজাৰ দিনত হোৱা আহোম-কছাৰীৰ যুদ্ধৰ ঐতিহাসিক ঘটনাৰ ওপৰত ভেঁজা বাখি 'মালিতা' উপন্যাস (১৯১৪ ছন) লিখা হয়। লেচাইডাং সলাল গোহাঁইৰ পুত্ৰ অভয়ৰাম গোহাঁই আৰু সলাল গোহাঁইক বধ কৰোঁতা কছাৰী কোঁৱৰ ভীমবলৰ ভনীয়েক মালিতাৰ প্ৰায় কেনেকৈ ৰমিঅ-জুলিয়েটৰ প্ৰণয়ৰ দৰে ট্ৰেজিডিত পৰিণত হ'ল, তাৰ ঘটনাকে সৰলভাৱে আৰু মনোৰমকৈ সজোৱা হৈছে। উপন্যাসখনিত উপন্যাসৰ জটিলতাতকৈ দীঘল এটি চুটি-গল্পৰ এককতা বেছি দেখা যায়। ঔপন্যাসিকে মালিতাক আদৰ্শনীয়া প্ৰেমিকা কৰি আঁকিছে।

পৰিপক্কতাৰ ফালৰপৰা বৰবৰুৱাৰ শ্ৰেষ্ঠ ৰচনা 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলা গাভৰু' কাব্য (১৯১৫ ছন)। ১৫৩২ খ্ৰীষ্টাব্দত মুছলমানে ষষ্ঠ-বাৰলৈ অসম আক্ৰমণ কৰোঁতে কলিয়াবৰৰ যুদ্ধত চাওফ্ৰাচেংমুং বৰগোহাঁইক বধ কৰে; ১৫৩৩ খ্ৰীষ্টাব্দত মুছলমানৰ সপ্তম আক্ৰমণৰ সময়ত দুইমুনিশিলাৰ যুদ্ধত বৰগোহাঁইৰ পত্নী বীৰাঙ্গনা মূলাই স্বামী-হত্যাৰ প্ৰতিশোধ লৈ তাজু আৰু বঙাল নামে দুজন মুছলমান সেনাপতিক বধ কৰে আৰু নিজেও প্ৰাণ এৰে। ইয়াৰ পিছত দিকৰাইমুখৰ যুদ্ধত কন্‌চেং বৰপাত্ৰ গোহাঁয়ে মুছলমানৰ ঘাই সেনাপতি তুৰ্ব্বক আৰু হুছেন খাঁক বধ কৰি মুছলমান সেনাক কৰতোৱা পাৰ কৰি খেদে। হিতেশ্বৰ বৰবৰুৱাই মূলাৰ বীৰত্ব-কাহিনীকে কেন্দ্ৰ কৰি কাব্যখনি গঢ়িছে। কাহিনীৰ উত্থান-পতন মনোৰম। মুছলমান সেনাপতি-বধে কাব্যৰ ন্যায়-বিচাৰ (Retribution) সমাপন কৰিছে; গ্ৰীচ-ৰ'মৰ বুৰঞ্জী আৰু ৰামায়ণ-মহাভাৰতৰ তুলনীয় কাহিনীৰ উৎপ্ৰেক্ষাই কাব্যখনিক ভাবেৰে চহকী কৰিছে। বৰ্ণনাবোৰ সংযত আৰু স্পষ্ট। ভাষাত ৰুৰুৱা আৰু গম্ভীৰৰ সমন্বয় কাব্যৰ উপযোগী বুলি গ্ৰহণ কৰা হৈছে। কাব্যখনিৰ অমিত্ৰচ্ছন্দ নিখুঁত আৰু সাৰ্থক। ছেক্সপীয়েৰৰ 'Othello' নাট আৰু গ'ল্ড্‌স্মিথৰ 'Vicar of Wakefield' কাব্যৰপৰা ঘাই বিষয়-বস্তু লৈ 'তুলসৰা ফুল'

'ডেচডিমোনা' কাব্য আৰু 'আৰু এপাহি বিদেশী ফুল' 'অঞ্জলা' ৰচে (ৰচনা ১৯১৩-১৪, প্ৰকাশ ১৯১৭)। প্ৰথমখনি কাব্য ডেচডিমোনাক সম্বোধন কৰি লিখা হৈছে। বিষয়-বস্তুৰ বাছনিও মন কৰিবলগীয়া—শ্বেক্সপীয়েৰৰ নাটৰ হত্যাৰ দৃশ্যকে ('Othello', Act V, Seene i) কেন্দ্ৰ কৰি লোৱা হৈছে। ইয়াৰ কোনো কোনো শাৰী মূলৰ হুবহু ভাঙনি, কোনোবোৰ কবিৰ নতুন সৃষ্টি। ঠায়ে ঠায়ে কথা-বতৰাৰ অংশ অলপ বেছি কৰি দিয়া হৈছে; মূলত অথেল'ই ডেচডিমোনাক টেঁটু চেপি মৰাৰ ঠাইত "হিয়াত তোমাৰ তৰোৱালৰ স'তে ঘাপ মাৰিলে" বুলি লিখিছে। স্বামী-স্ত্ৰীৰ সম্বন্ধ আৰু নাৰীৰ সেৱাৰ আদৰ্শৰ বিষয়ত ভাৰতীয় ভাবধাৰাৰ ছাঁ পৰিছে। কবিতাটোত বাইশটা ছেদ; প্ৰত্যেকটো ছেদ একোটা ছনেটৰ গঢ়ৰ। মিল—কখখকগঘঘগ, ঙচচঙছছ, বা ক. ক. খ. খ, গ. গ. ঘ. ঘ; বেছি ভাগৰ মিল পাছৰ বিধৰ। এই কাব্য প্ৰকাশ হোৱাৰ আগতে হিতেশ্বৰ বৰবৰুৱাই একে বিষয়-বস্তু লৈ মইনা নামেৰে এখন উপন্যাস ৰচনা কৰিছিল। এইখনি 'চেতনা' কাকতত (?) ছোৱা ছোৱাকৈ প্ৰকাশ কৰা হৈছিল। 'বৈদেহীৰ নিৰ্বাসন' আৰু 'আঁজলি' নামে দুখন কাব্য-পুথিও ইতিমধ্যে ৰচনা কৰিছিল বুলি 'ডেচডিমোনা কাব্য'ৰ 'সমৰ্পণ'ৰপৰা জানিব পাৰি। গ'ল্ডস্মিথৰ নায়িকা এঞ্জেলিয়া আৰু এডুইনৰ প্ৰণয়-কাহিনী তিনি ছোৱাত (চাৰি শাৰীৰ দুকুৰি চাৰিটা কলিত) সম্পূৰ্ণ কৰি বৰ্ণনা কৰা হৈছে। ঠায়ে ঠায়ে ইংৰাজী শাৰীবোৰৰ ভাঙনি আৰু সমস্ত কবিতাটিৰ বিৱৰণ মনোৰম।

এশ আঠাইশটি ছনেটৰ থুপি 'মালচ' ১৯১৮ চনত প্ৰকাশিত হয়। অসমীয়া ভাষাত ছনেটৰ পুথি এয়ে প্ৰথম। ছনেট ৰচনা কৰা আৰু সেই ৰচনাৰে যশস্যা আৰ্জন কৰা সহজ কাম নহয়। "প্ৰত্যেক শব্দতে এগাচিকৈ, প্ৰত্যেক শাৰীতে এডুলিকৈ, প্ৰত্যেক কবিতাত এভঁৰালকৈ ভাব এনে কবিতাই ধাৰণ কৰে।" বৰবৰুৱাৰ ছনেটত ভাব-ঘনতা আৰু সুৰৰ ঐক্য বৰ্ত্তমান, শেষৰ পদ-যুগ্মকে সেই ভাব আৰু সুৰক তীব্ৰ কৰি ছনেটৰ নিটোল ৰূপ দিছে। 'মালচ'ৰ কোনোটিহঁত ছনেট ১৯০২ চনৰ আগতে ৰচনা কৰা। ইংৰাজ কবিসকলৰ আদৰ্শৰ উপৰিও মাইকেল মধুসূদন দত্ত আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী আদিৰ ছনেট-চৰ্চ্চাই তেওঁক উদগনি যোগাইছিল।

১৯২১ চনৰ ২৪ আগষ্টৰ দিনা বৰবৰুৱাৰ নুমলীয়া পুত্ৰ চৈধ্য-বছৰীয়া বিপিন স্বৰ্গী হয়। কবিয়ে সিদিনা এটি ছনেট লিখি (১৪৩ পিঠি) সান্ত্বনা লাভ কৰিবৰ চেষ্টা কৰে। এই কবিতাটি 'চেতনা'ত 'নিৰ্মালি' শীৰ্ষেৰে প্ৰকাশ হৈছিল। প্ৰিয়তমা

পত্নীকে মুখ্য কৰি পুত্ৰ-ভ্ৰাতৃ আদিৰ বিয়োগত দগ্ধ হৈ কবিৰ প্ৰাণে এইবাৰ মৰণসমান আঘাত পাই তেনেই উবলি পৰিল। 'চকুলো' পুথিৰ (১৯২২ চন) চৌত্ৰিশটি ছনেটেৰে তেওঁ কাব্য-জগতৰপৰা মেলানি মাগিবলৈ বিচাৰিলে।

ই 'চকুলো' শেষ কাব্য শেষ, কৰ্ম হিতেশৰ,
সমাপন আজি তাৰ সাহিত্যিক জীৱনৰ।

ভাগ্যক্ৰমে 'চকুলো'ৱেই বৰবৰুৱাৰ swan song, মেলানিৰ গীত নহ'ল। ইয়াৰ পাছতো তেওঁ দুটি সৰু কবিতা ৰচনা কৰিছিল। দহ বছৰ কি তাৰো অধিক কাল বুৰঞ্জীৰ গভীৰ চৰ্চাত ৰত থাকি ১৯২৪ চনৰ মাৰ্চ মাহত বৰবৰুৱাই আহোমৰ দিন লিখি উলিয়ায়। এইখনি এখন বিৰাট-কলেৱৰ পুথি, ১৭৯৯ (ফুল্‌স্কেপ) পিঠিত সম্পূৰ্ণ। ইয়াৰ প্ৰথম ভাগত চাৰি পীঠ, ইন্দ্ৰবংশৰ উৎপত্তি আৰু চুকাফাৰেপৰা আহোম ৰজাসকলৰ বৰ্ণনা; দ্বিতীয় ভাগত ইংৰাজ শাসনৰ কথা; তৃতীয় ভাগত ৰজাৰ আৰু বিষয়াৰ ফৈদসমূহৰ বিস্তৃত বৰ্ণনা আৰু বৈষ্ণৱ সত্ৰসমূহৰ বুৰঞ্জী আৰু চতুৰ্থ ভাগত বুঢ়াগোহাঁই, বৰগোহাঁই আদি মূৰ ডাঙ্গৰীয়া বংশৰ বংশাৱলী সন্নিৱেশ কৰা হৈছে। বিশেষকৈ আহোম ৰজাৰ দিনৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক জীৱনৰ ফট্‌ফটীয়া ছবিৰূপে এই বুৰঞ্জীখনিৰ মূল্য বৰ বেছি হ'ব। ১৯২৫ চনৰ ডিচেম্বৰত নগাঁৱত বহা সাহিত্য সম্মিলনৰ লগৰীয়া বুৰঞ্জী-শাখাৰ প্ৰথম অধিবেশনৰ সভাপতি হয় হিতেশ্বৰ বৰবৰুৱা। বুৰঞ্জী বিভাগৰ সভাপতিৰ অভিভাষণ খনি অসমৰ বুৰঞ্জী-বিষয়ক এটি মূল্যবান প্ৰবন্ধ। ১৯৩২ চনত বৰবৰুৱাই 'মোৰ ক্ষুদ্ৰ জীৱনৰ আত্ম-সোঁৱৰণী' লিখিবলৈ লয়; কিন্তু ছাত্ৰ-জীৱনৰ শেষ নৌ পাওঁতেই সোঁৱৰণিখনি অন্ত পৰে; পিছৰ টুকুৰা আৰু লিখা ন'হল। ইয়াৰ বিৱৰণ সত্যপৰায়ণ আৰু স্পষ্ট।

চকলাটিঙা চাহ-বাগিচাতে বৰবৰুৱাই বৰকেৰাণীৰ কামৰ মাজতো একনিষ্ঠভাৱে কাব্য আৰু বুৰঞ্জীৰ সেৱা কৰি থাকে। কিন্তু এটিৰ পিছত এটিকৈ বিয়োগ-যন্ত্ৰণা সহ্য কৰি তেওঁৰ হিয়া ভাগি পৰিছিল। তেওঁৰ প্ৰায় সকলো কবিতাতে এই চিৰন্তন বিষাদৰ ক'লা ছাঁ পৰিছে; কৰুণ ৰসে সকলোখিনি সিক্ত কৰিছে। ইফালেদি পত্নীহীন জীৱনৰ নিঃসঙ্গতা আৰু বিয়োগৰ ক'লীয়া ছাঁৰ মাজত তেওঁৰ শৰীৰো জুৰুলা পৰি আহিবলৈ ধৰিলে। ইতিমধ্যে বৰবৰুৱাৰ একেটি জীৱিত পুত্ৰ শ্ৰীনলিনকুমাৰ বৰবৰুৱাৰ বিয়া হৈ যায়; বৰজীয়েক ৺ হিৰণময়ীক (বৰ্তমান এডিশ্যনেল্ ডিষ্ট্ৰিক্ট এণ্ড্ ছে'ছন্ জজ) শ্ৰীউমাকান্ত গোহাঁইদেৱলৈ আৰু সৰু জীয়েক

শ্ৰীকিৰণময়ীক ঈশাণচৰণ গোহাঁইলৈ বিয়া দিয়া হয়। ১৯৩৮ চনত গা বৰ কাহিল পৰা যেন দেখি বৰবৰুৱা এপ্ৰিল মাহত বাগিচাৰপৰা ছুটী লৈ গাঁৱৰ বৰজোঁৱায়েকৰ ঘৰত থাকি জলবায়ু সলনি কৰিবলৈ আৰু জিৰণি ল'বলৈ যায়। পিছে লাহে লাহে তেওঁৰ শৰীৰ বেছি বেয়ালৈহে যাবলৈ ধৰে আৰু সোনকালেই পাটীৰপৰা উঠিব নোৱৰা অৱস্থা হয়গৈ। শেহান্তৰত ১৯৩৯ চনৰ ৪ফেব্ৰুৱাৰী তাৰিখ শনিবাৰে পুৱা ছাৰে আঠ বজাত হিতেশ্বৰ বৰবৰুৱাই শেষ নিশ্বাস পেলায়।

হিতেশ্বৰ বৰবৰুৱা ভাষা, সাহিত্য, বুৰঞ্জী আৰু জাতীয় হিতৰ একনিষ্ঠ সাধনাৰ মনোৰম আদৰ্শ। তেওঁ আমাৰ এজন ডাঙৰ কবিয়েই নহয়, ভাল কবিও; শুদ্ধ কবিতাৰ স্পৰ্শ তেওঁৰ শাৰীবোৰত স্পন্দিত হৈ উঠিছে। করুণ ৰস আৰু জাতীয় ভাব তেওঁৰ কাব্য-চৰ্চাৰ মূল দুটি অনুপ্ৰেৰণা। একেবাৰে বিৱৰণমূলক কাব্য আৰু ভাব-ঘন ছনেট ৰচনা কৰাত আমাৰ কাব্য-বুৰঞ্জীত তেওঁৰ স্থান অদ্বিতীয়া। তদুপৰি অমিত্ৰছন্দৰ তেওঁ সুনিপুণ কলাকাৰ। মুঠতে আধুনিক অসমীয়া সাহিত্যত বৰবৰুৱাৰ ঠাই অতি ওপৰত।

## মালচ

হিমালয় পৰ্বতৰ টিঙত গজা অগৰু চন্দনৰ ওপৰতো হেনো বিষাল সাপ উঠি থাকে (অগৰু)। সেই কথাই যেন মানুহ-জীৱনৰ অৰ্থবো ইঙ্গিত ঃ মাধৱদেৱৰ ভাষাত—

অল্পসুখে বহু আশা কৰি ভৱকূপে জীৱ আছে পৰি
কালসৰ্পে দংশি হৰিল চেতন তাৰ।

কবিয়ে 'মালচ'ৰ ছনেটত যি দুখ-বিষাদৰ কথা কৈছে সি তেওঁৰ জীৱনৰ শিকলিঃ "They learn in suffering what the teach in song." চকুৰ আগতে এটি ডাঙৰ পৰিয়ালৰ এজনৰ পিছত এজনকৈ মৃত্যুৱে মোহাৰি নিয়া চাই থকাৰ দাৰুণ বেদনা তেওঁৰ কবিসুলভ অন্তৰে তীব্ৰভাৱে অনুভৱ কৰিছে। ককায়েক ধৰ্মেশ্বৰ বৰবৰুৱাৰ পুত্ৰ সুৰেনৰ (সোণ) অকাল বিয়োগে তেওঁক সবাতোকৈ স্থায়ী আঘাত দিলে। 'কমতাপুৰ-ধ্বংস কাব্য' (৩৫, ৮৫ পিঠি), 'চকুলো' (ছনেট ২৫) আৰু 'সান্ত্বনা', 'আহাঁ সোণ! আহাঁ ঘূৰি', 'চন্দ্ৰ', 'শ্মশান', 'পোহৰ', 'আন্ধাৰ' নামৰ ছনেটত সেই পুৰণি বেদনাই হিয়াৰ তলিৰপৰা বাৰে বাৰে ভুমুকি মাৰিছেহি। পত্নী-

বিয়োগেও এটি বছৰৰ স্মৃতি দুখেৰে পূৰ কৰি পেলাইছে (বছৰ-বিদায়); কাব্য আৰু কল্পনাৰ 'হৃদয়-ৰোগ' মূৰ্তিমান কান্দোনৰূপে দেখা দিছে (উৰ্মিলা)। অতীত জীৱনৰ বিয়োগ-সোঁৱৰণি তেওঁৰ বাবে দুঃসহ হৈ উঠিছে (সোঁৱৰণি); কিন্তু বিয়োগৰ সুৰেই আকৌ তেওঁৰ কাব্যত স্থায়ী হৈ পৰিছে। কেতিয়াবা মাথোন মায়াবাদৰ মাজেদি তেওঁ সান্ত্বনা লভিবলৈ প্ৰয়াস পাইছে (মায়াদেৱী)। আনফালে, জন্মৰেপৰা তেওঁৰ জীৱন দুখতে গৈছে; তেওঁ সুখৰ মুখ দেখি পোৱা নাই। গতিকে দুৰ্ভগীয়াৰ দগ্ধ হৃদয়ৰ দুখৰ সুৰ তেওঁৰ কবিতাৰ বীণত আপোনা-আপুনি বাজি উঠে কবিয়ে তাত বাধা দিব নোৱাৰে, (সুখ; যাতনা; খন্তেক; ঢাকনী)। লক্ষ্মীদেৱীৰ প্ৰতি তেওঁৰ আক্ষেপ চিৰন্তন হৈ উঠে (আবাহন; লক্ষ্মী; ঘৃণা; কমলাৰ পক্ষপাতিত্ব)। আনৰ ঘৃণাৰ মাজত সৰস্বতীদেৱীৰ কৃপা-কণাকে জীৱনৰ সাৰ বুলি সান্ত্বনা লভিবলৈ বিচাৰে। কেতিয়াবা তেওঁৰ ভাব হয়-বিশ্ব-ব্ৰহ্মাণ্ডত ক'তো সুখ নাই; চন্দ্ৰ, সূৰ্য্য, তৰা, মলয়া, ভেট, পদুম, বসন্তৰ কুলি, তৰুণী, কেঁচুৱা ল'ৰা, কোনোৰেই সুখী নহয় (সুখীনে?; সুখ স্ৰজা নাই)। প্ৰণয়ৰ সুখো বিৰহত অবলুপ্ত হয় (মহাভ্ৰম); ঐশ্বৰ্য্যই প্ৰাণৰ ভয় পৰ্য্যন্ত মাতি আনে (ঐশ্বৰ্য); সকলো আশাই ছলনাময়ী (আশা; ভ্ৰান্তি, মনে-খনা পুখুৰী); জগতৰ সকলো সৌন্দৰ্য্যৰ ওপৰতে পৰে মৃত্যুৰ ছঁয়া (অন্তিমৰ ছবি)। তেনে মানুহ-প্ৰাণৰ সান্ত্বনা ক'ত? কবিয়ে কেতিয়াবা ব'ৰাগী হৈ বনলৈ যাবলৈকে মন মেলিছে (তপস্বী); কেতিয়াবা দুশ্চিন্তাৰ পাৰ-কূল নেদেখি বিমোৰত পৰিছে (চিন্তা); কেতিয়াবা আকৌ তেওঁ ঈশ্বৰ-প্ৰদত্ত মৃত্যুৰ শান্তিক আবাহন জনাইছে (মৃত্যু; চিতাৰ জুই; কেতিয়া তোমাৰ সেই পাম শ্ৰীচৰণ?)। ঈশ্বৰ-বিশ্বাসেই তেওঁক দুখৰ মাজত সদায় আশ্ৰয় দি ধৰি আছে।

জীৱনৰ সকলো দুখৰ মাজতো কবিৰ সৌন্দৰ্য-দৃষ্টি অন্ধ হোৱা নাছিল। পুৱাৰ মলয়া আৰু বেলিৰ কিৰণে, ফুলৰ সৌন্দৰ্য্য আৰু বিহগীৰ গীতিয়ে তেওঁৰ অন্তৰ স্পৰ্শ কৰে কোমলতাৰে (-প্ৰভাতৰ শোভা; ফুল; স্বভাৱৰ গীত; গীত)। বৰ্ড়ছৱৰ্থক তুচ্চৰো তুচ্চ ফুলপাহিয়ে চকুপানীয়ে-ঢুকি-নোপোৱা ভাব-সামগ্ৰী যোগোৱাৰ দৰে সুন্দৰীৰ খোপাত লেৰেলা ফুলৰপৰাও কবিয়ে এটি শিকনি পাবলৈ বিচাৰিছে (খোপাত লেৰেলা ফুল)—

It is better to have lov'd and lost
Than ne'er to have loved at all.

ৰমণীৰ সৌন্দৰ্যই তেওঁক মুগ্ধ কৰিছে; তেওঁ তাৰ গুণ-কীৰ্ত্তন কৰিছে

(নোহে চিত্ৰপট; ওৰণী; কাণৰ থুৰীয়া; কটাক্ষ-শৰ)। পুত্ৰক জননীয়ে, পদুমক ভোমোৰাই, প্ৰেমিকাক প্ৰেমিকে দিয়া চুম্বন আৰু বন্ধুক বন্ধুৱে, গছক মাধৈ-মালতীয়ে, প্ৰেমিকক প্ৰেমিকাই যচা স্নেহ-আলিঙ্গন কবিৰ মানত স্বৰ্গীয় বিভূতি (চুমা; আলিঙ্গন)। স্নেহ আৰু ক্ষমাৰো তেওঁৰ বাবে স্বৰ্গীয় সাৰ্থকতা আছে (স্নেহ, ক্ষমা); যশ-কীৰ্তি তেওঁলৈ আদৰণীয় অমৰত্ব (গোলাপৰ দৰে; যশ); বন্ধুৰ স্নেহ সাঁচতীয়া ধনৰ দৰে অন্তৰ-তলিত লুকাই ৰাখে কৃপণৰ দৰে (বন্ধু বন্ধুত্ব; বন্ধু-বিদায়; প্ৰাণ আৰু বিদ্যা)। মুঠ কথা, তেওঁ নৈৰাশ্যবাদী নহয়। আন্ধাৰৰ মাজতো পোহৰৰ সন্ধানহে তেওঁৰ কাম্য (প্ৰবোধ; নতুন বছৰ)।

'মালচ'ৰ ছনেটবোৰ জীৱনৰ বিচিত্ৰ ৰূপৰ প্ৰকাশ। সিবোৰে বহুতোখিনি বিষয় সাবটি ধৰিছে। সপোন, কবি, কবিতা, কল্পনা, ইহকাল, নিদ্ৰাদেৱী, পাহৰণি, সোঁৱৰণি, হাঁহি, কান্দোন আদি স্থূল-নিৰপেক্ষ বিষয় লৈও একোটি ছনেট ৰচনা কৰা হৈছে। কোবাভাতুৰীয়ে ছলনাময় মানুহৰ স্বভাৱৰ নিদৰ্শন দাঙি ধৰিছে। বিজুলীয়ে আৰু নিলাজী বনে লজ্জাহীনাৰ চৰিত্ৰ সূচাইছে। পদুম নাৰীৰ পতি-প্ৰাণতাৰ চানেকি। ভেটফুল নাৰীসুলভ ঈৰ্ষাৰ। নৈৰ সোঁতত উটি যোৱা বনে কালৰ সোঁতত উটা জগতৰ প্ৰাণীৰ জীৱনৰ প্ৰতীক দাঙি ধৰিছে। টগৰৰ উৎকট গোন্ধে "অতিছিৰী হতছিৰী" বুলি সাৱধানী বাণী শুনাইছে। এইদৰে প্ৰকৃতিৰ হৃদয়-দুৱাৰ মেলি ভিতৰলৈ ভুমুকিয়াই চাই কবিয়ে মানুহৰ জটিল হিয়াৰ পাকচক্ৰ বুজা যেন অনুভৱ কৰিছে। কিন্তু জগতৰ বিবিধ প্ৰকাশৰ মাজতো মানুহৰ অন্তৰৰ অজ্ঞান-আন্ধাৰ পোহৰাবৰ শক্তিহে সূৰ্যৰো যেন নাই (সূৰ্য)।

'সীতা', 'ৰাধা', 'শকুন্তলা', 'মিৰেণ্ডা', 'উৰ্ম্মিলা' কবিতাই কবিৰ বিবিধ কাব্য-অধ্যয়নৰ পৰিচয় দিছে আৰু আনফালে ধৰণীৰ বৰণীয়া নাৰী-চৰিত্ৰৰ প্ৰতি আৰু লগতে কৰুণ ৰসৰ প্ৰতিও তেওঁৰ আকৰ্ষণৰ পৰিচয় দিছে। 'চেক্সপীৰ', 'কালিদাস', 'শঙ্কৰদেৱ' আদি কবিতা কাব্য-জগতৰ বীৰ-পূজাৰ নিদৰ্শন। 'ৰাধা' আৰু 'কোনো এখন পুথি পঢ়ি' ছনেট দুটিয়ে কলা সম্পৰ্কে কবিৰ ধাৰণা নিৰ্দ্ধাৰণ কৰিছে— ৰাধিকাৰ উলঙ্গ চিত্ৰ আঁকা কবি এজনক তেওঁ কবিৰ কলঙ্ক বুলি নিন্দা কৰিছে।

"তেওঁৰ আছিল এখনি হিয়া, চকুত আছিল দুধাৰি তপত চকুলো, শুকান মুখত আছিল আঁকা নিৰাশাৰ চিন, অন্তৰত জ্ঞানৰ কাৰণে ক্ষীণ হেঁপাহ; চাৰিফালৰ বিবাদৰ ছাঁৰ মাজত তেওঁৰ জীৱন-সাগৰত শোকৰ ঢৌ আছিল খলকনি তুলি; ভাৰতীৰ শ্ৰীচৰণত তেওঁ অৰ্পণ কৰিছিল সমস্ত জীৱন।" মৰণৰ পিছত সকলোৱে

ৰবৰুৱাৰ এই বুলি পৰিচয় দিব, ইয়াকেই তেওঁ বাঞ্ছা কৰি গৈছে (শেষ ভিক্ষা)। কবিৰ বাঞ্ছিত এই পৰিচয় অতিৰঞ্জিত নহয় নিশ্চয়।

## চকুলো

নানা বিয়োগ-দুখৰ পাছত ৰবৰুৱাৰ নুমলীয়া পুতেক বিপিনৰ মৃত্যুৱে বজ্ৰপাতৰ দৰে তেওঁৰ চিন্তা-কল্পনা অৱশ কৰি পেলোৱাৰ দৰে কৰে। মৃত্যুৰ আকাঙ্ক্ষা যেন প্ৰবল হৈ উঠিল। পুত্ৰ-শোকৰ চকুলোক কবিয়ে উপাৰ্জিত কৰ্ম-ফল আৰু ঈশ্বৰৰ নিৰ্মালিৰূপে গ্ৰহণ কৰি সৰ্বনিয়ন্তাৰ ওচৰত সমৰ্পণ কৰিছে। অৱশিষ্ট জীৱনত সেই চকুলোকে অঞ্জনৰূপে চকুত, ভস্মৰূপে সৰ্বাঙ্গত পিন্ধি থাকি সেইদৰেই শ্মশানলৈ বাট ল'বলৈ ঠিৰাং কৰিছে। কবিয়ে সৃষ্টিতত্ত্ব বিচাৰি শোকৰ দহনৰপৰা শান্তি পাবলৈ বিচাৰিছে। মানুহ এই সংসাৰৰ আলহী-ঘৰৰ দুদিনীয়া জিৰণি লওঁতা মাথোন; জীৱনৰ পৰম আশ্ৰয়ৰ স্থান বিভুৰ চৰণ। কিন্তু সংসাৰী মানৱৰ অন্তৰৰপৰা পুত্ৰৰ ছবি মচ যায় কেনেকৈ? চিতাজুই নুমুৱাৰ পিছতো পিতৃৰ হিয়াৰ জুই নুমুৱায়; সন্তানৰ জীৱ স্বৰ্গলৈ গৈছে বুলিও তেওঁ নিজকে সান্ত্বনা দি ৰাখিব নোৱৰা হয়। গতিকে সন্তপ্ত কবিয়ে হিয়াৰ জুইকে হোমৰ জুই কৰি নিজকে তাত আহুতি দিবলৈ বিচাৰিছে।

মিল্‌টনে বন্ধু-বিয়োগৰ সন্তাপত কৈছিল—"Lycidas, your sorrow, is not dead." আমাৰ কবিয়েও ভাবিছে, তেওঁৰ পুত্ৰৰ জানোচা মৰণেই হোৱা নাই, সি ভগৱন্তৰ কাষৰি চাপি গৈছে মাথোন। গীতাৰ বাণীৰে তেওঁ আশ্বাস লাভ কৰিছে ঃ ফটা পুৰণি কাপোৰ এৰি মানুহে নতুন কাপোৰ লোৱাৰ দৰে জীৱাত্মাই এটি জীৰ্ণ দেহ এৰি আন এটি নতুন দেহলৈ যায়, আত্মা আচলতে অমৰণ-অভগন। মৃত্যু কৰ্ম-জীৱনৰ অন্তৰ ভাগৰৰ টোপনি মাথোন। পুনৰ্জন্মই আত্মাক পুনৰ সাৰ পোৱাই তুলিব। আকাশৰ তৰা পুৱতি নিশা আকাশতে নোহোৱা হৈ গধূলি পুনৰ ওলোৱাৰ দৰে কবিৰ হেৰোৱা পুত্ৰয়ো পুনৰ জীৱন্ত জগতত দেখা দিবহি—এয়ে তেওঁৰ পৰম ভাৰসা। বৰ্ত্তমান বিয়োগে কবিক ভৱিষ্যৎ পুনৰ্মিলনৰ আশা দিছে মাথোন।

এই পৃথিৱীত জীৱন আত্মাৰ প্ৰৱাস মাথোন। তাৰপৰা কবিয়ে পুত্ৰক চিৰ আনন্দৰ দেশলৈ বিদায় দিছে। সেই দেশত কুবেৰ, অন্নপূৰ্ণা, কামধেনুৱে নানা দ্ৰব্য-সম্ভাৰেৰে কবি-পুত্ৰৰ যোগান ধৰিব। তেনে ইয়াত ল'ৰাটিৰ হকে পিণ্ড দিব লাগে কিয়? —নহয়, শ্ৰাদ্ধ স্বৰূপতে স্বৰ্গগত আত্মাৰ সোঁৱৰণি মাথোন।

কবিয়ে কেঁচুৱা-কালতে পিতৃ, চালুকীয়া অৱস্থাত বুঢ়ীআই, চেমনীয়া বয়সত ভনী, ভতিজা, ডেকা-কালত আই, এটি ল'ৰা আৰু পত্নীক হেৰুৱাইছে; ইমানৰ মূৰতো নুমলীয়া ল'ৰাটিক হেৰুওৱাৰ লগতে ঈশ্বৰৰ লীলাৰ ওপৰতো বিশ্বাস হেৰুৱাই পেলাইছে। তথাপি আশাবাদী, ঈশ্বৰ-বিশ্বাসী কবিয়ে ঈশ্বৰৰ চৰণতে প্ৰাৰ্থনা জনাইছে, যেন লোকৰ বোজা হোৱাৰ আগতে তেওঁক মৃত্যুৱে আঁকোৱালি লয়।

শোক-সন্তপ্ত পিতাই পুত্ৰৰ মাহেকীয়া শ্ৰাদ্ধৰ দিনা পুত্ৰ-শোকত আতুৰ জগতৰ পিতৃ-মাতৃ, ভ্ৰাতৃ-বিয়োগত দগ্ধ-প্ৰাণ ভ্ৰাতৃ-ভগ্নী সকলোলৈকে চকুলোটুপিকে আগ বঢ়াইছে। কল্পনাৰ সহায়েৰে তেওঁ কাব্যত যি করুণ ৰস মূৰ্তিমান কৰিবলৈ বিচাৰিছিল, আজি সি বাস্তৱ জীৱনত আপোনা-আপুনি মূৰ্ত হৈ উঠিছে। সেইহে তেওঁ কাব্য-জীৱন 'চকুলো'ৰেই সমাপন কৰি সহযোগী কবি-সাহিত্যিকসকলৰপৰা মেলানি মাগিছে।

## ছনেট্-ৰূপ

"মালচ" আৰু "চকুলো" দুইখনিয়েই ছনেটৰ পুথি। 'ছনেট্' শব্দটো ইংৰাজী ভাষাৰ ভিতৰেদি ইটালীয় ভাষাৰপৰা (Sonetto; লেটিন Suon = ক্ষুদ্ৰধ্বনি) আহিছে। ইটালীৰ প্ৰেট্ৰাৰ্কাই পোনতে কবিতাৰ এই গঢ় ৰসিক-ৰঞ্জক কৰি তোলে। স্পেনছাৰ, শেক্সপীয়েৰ, মিল্টন্ আদি আগ শাৰীৰ ইংৰাজ কবিসকলে এই গঢ়ত ধুনীয়া কবিতা লিখি গৈছে। আজিৰ মুক্তকছন্দৰ যুগতো কামিংছ, অডেন, স্পেণ্ডাৰৰ দৰে কবিয়ে বিশেষ অৰ্থ-ব্যঞ্জনাৰে এই পদ্য-ৰূপ ব্যৱহাৰ কৰিছে। কাৰ্যক্ষেত্ৰত ছনেটৰ এটা সংজ্ঞা দিয়া টান। মুঠতে ছনেটক পাঁচ প্ৰকাৰে ভাগ কৰা হয়—ইটালীয় বা পেট্ৰাৰ্কীয়, স্পেন্‌ছেৰীয়ে, ইংৰাজী বা শেক্সপীয়েৰীয়, মিল্টনীয় আৰু আধুনিক। ইংৰাজী ছনেটৰ বুৰঞ্জী-অধ্যয়নৰপৰা ছনেটত কেইটামান লক্ষণ অপৰিহাৰ্য যেন লাগে ঃ (১) চৈধ্যটা দশাক্ষৰীয় পদ থাকে। (২) শেক্সপীয়েৰীয় ছনেটৰ বাহিৰে আন অষ্টপদিকা-ষট্‌পদিকাৰ (Octave আৰু Sestet) ভাব-বিভাগ আৰু অষ্টপদিকাৰ মিলৰ এক নিয়মানুবৰ্ত্তিতা আছে— কখখক, কখখক। (৩) ষট্‌পদিকাৰ মিলৰ নিয়ম ঢিলা হ'লেও শেক্সপীয়েৰীয় ছনেটত মাথোন মিলিতান্ত যুগ্মক (rhyming couplet) থাকিব পাৰে। (৪) অষ্টপদিকা আৰু ষট্‌পদিকাৰ মিল বেলেগ বেলেগ সুৰৰ হোৱা যুগুত। (৫) ভাষা সেৰেকা বা অপ্ৰসন্ন হ'ব নালাগে। (৬) এটা ভাব, অনুভূতি বা কথাৰ বিকাশেৰে ছনেটটো স্বতঃসম্পূৰ্ণ হ'ব লাগিব। (৭) জোখে-মাখে মাথোন শব্দ প্ৰয়োগ কৰিব

লাগে। (৮) ভাবৰ গতি হ'ব লাগে অবিৰল। (৯) সুৰ হ'ব লাগিব সাৱলীল। (১০) ছনেটটোৰ শেষটুকুৰা তীব্ৰভাৱে ভাব-প্ৰকাশক হোৱা যুগুত। (বীলিয়াম্যাৰ্প)।

মাইকেল মধুসূদন দত্তই ভাষাত প্ৰথমতে ছনেট ৰচনা কৰে; তাৰ নাম দিয়ে চতুৰ্দশপদী আৰু প্ৰতি পদত ইংৰাজী দশাক্ষৰৰ ঠাইত চৈধ্যটা আখৰ বান্ধি দিয়ে। তেওঁ ইটালীয় ৰূপলৈকে বিশেষ চকু ৰাখিছিল কিন্তু মিল আৰু ভাবৰ ক্ৰম-বিভাগত বিবিধ সুৰৰ অৱতাৰণা কৰিছিল। অসমীয়াত প্ৰথম ছনেট হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' ইটালীয় গঢ়ৰ কিন্তু অষ্টপদিকা-ষট্‌পদিকাৰ বিভাগ তাত নাই, মিল—কখখক, কখখক, গঘ গঘ গঘ। লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্ৰেম' নামৰ চৈধ্য আখৰৰ চৈধ্য শাৰী এটি কবিতা আছে; সি সাধাৰণ পয়াৰৰ চৈধ্য শাৰী মাথোন; ছনেটৰ ভাব-সঙ্গতিও নাই। চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অকলশৰীয়া', 'চিৰলগৰীয়া', 'সন্ধিয়া', আদি কবিতাও তেনে শ্ৰেণীৰ; দ্বিতীয়টি আৰু 'জীৱনৰ লগৰীয়া' কবিতাত শেষৰ যুগ্মকৰ বাহিৰে প্ৰত্যেক দুশাৰীৰ প্ৰথমৰ শাৰীৰ মিল-শূন্য। শ্ৰীদুৰ্গেশ্বৰ শৰ্মাৰ 'সীতা-স্বয়ম্বৰ', 'আকৌ', 'ফুলকুৰৱী', 'জাগৰণ', 'মালতী' আদি চৈধ্য-শৰীয়া কবিতাত ভাবৰ ক্ৰমৰ অভাৱ আৰু মিলশূন্য শাৰী যথেষ্ট। পদ্মনাথ গোহাঞিবৰুৱাৰ 'জুৰণি'ৰ প্ৰথম বাইশটি কবিতা চতুৰ্দশপদী, কিন্তু সাধাৰণ পয়াৰ ছন্দৰ, শেষৰ যুগ্মকত ভাব-তীব্ৰতাৰ স্পৰ্শ আছে। শ্ৰীসূৰ্যকুমাৰ ভূঞাৰ 'নিৰ্মালি'ত 'সন্ধিয়া' আদি কেইবাটিও চতুৰ্দশপদী সন্নিবেশ কৰা হৈছে। অসমীয়া ছনেট-কবিসকলে অষ্টপদিকা-ষট্‌পদিকা বিভাগলৈ শ্ৰদ্ধা ৰখা দেখা নাযায়; গতিকে হেমচন্দ্ৰ গোস্বামীৰ বাহিৰে আনসকলক ইংৰাজী ছনেটৰ আৰ্হি-লওঁতা বুলি ক'ব পাৰি। মিলৰ বিষয়তো সকলোৱে নিজ ৰুচি অনুসৰণ কৰিছে। ছনেটৰ নিটোল ৰূপৰ কাৰণে অষ্টপদিকাৰ যি মূল গুণৰ আৱশ্যক, সেই গুণ অসমীয়া ছনেটত বিৰল আৰু সেই গতিকে ভাবৰ উঠা-নমা গতিটো লক্ষ্য কৰা নাযায়। শেষৰ ভাব-তীব্ৰ যুগ্মক অসমীয়া ছনেটৰ স্থায়ী লক্ষণ। হিতেশ্বৰ বৰবৰুৱায়ো নানা প্ৰকাৰৰ মিল প্ৰয়োগ কৰিছে—(১)০ক ০ক, ০খ০খ, ০গ০গ, ঘঘ; (২) ০ক০ক, খগগখ, ০গ০গঘঘ; (৩) ককখখ, গগ, ঘঙঙঘ, চচছছ; (৪) কখখক, গঘঘগ, ঙচঙচছছ; (৫) কখখক, গঘঘগ; ঙচচঙছছ। প্ৰতিটি ছনেটত একোটি ভাব বা অনুভূতি সম্পূৰ্ণৰূপে প্ৰকাশ কৰা হৈছে আৰু সিয়ে পৰিণতি লাভ কৰিছে শেষৰ যুগ্মকত।

গুৱাহাটী বিশ্ববিদ্যালয়

৫ ছেপ্টেম্বৰ, ১৯৫০

# শ্ৰীমতী ধৰ্মেশ্বৰী দেৱী বৰুৱানী-ৰচিত

# প্ৰাণৰ পৰশ

## কবি-পৰিচয়

জীৱনৰ নানা ঘাত-প্ৰতিঘাতৰ মাজত ৰচনা কৰা শ্ৰীযুতা ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ এধান এধান কবিতাকেইটি তেওঁৰ আত্মাৰ আভ্যন্তৰীণ জীৱনৰ অভিব্যক্তি। ডেৰশ মান বছৰৰ আগতে উত্তৰ ইংলণ্ডত এটি অভিজাত পৰিয়ালত এলিজাবেথ বেৰেট নামেৰে এগৰাকী কবিৰ জন্ম হৈছিল। সৰুৰেপৰাই তেওঁৰ দেহা বৰ লেহুকা আছিল আৰু স্বাস্থ্য ঠিক নথকাত তেওঁ প্ৰায়ে মানুহৰ সমাগমৰ আঁতৰত নিজানত জীৱন-যাপন কৰিবলগীয়া হৈছিল। সেই সৰু বয়সতে বেচেৰীয়ে কবিতাৰ সেৱাত লাগে। উনচল্লিশ বছৰ বয়সত কুমাৰী কবিয়ে তেওঁতকৈ ছবছৰে সৰু ডেকা কবি ৰবাৰ্ট ব্ৰাউনিঙক লগ পায়, তেওঁত মুগ্ধ হয় আৰু তাৰ পাছৰ বছৰি ঘৰৰ সকলোৰে আপত্তি সত্ত্বেও ব্ৰাউনিঙক বিয়া কৰে। ব্ৰাউনিঙক দেখাৰেপৰা এলিজাবেথৰ লিখা অনুৰাগমূলক কবিতাবোৰক 'ছনেট্‌ছ ফ্ৰম্ পৰ্টুগীজ' বা পৰ্টুগীজ ভাষাৰপৰা ভঙা 'ছনেট' নামেৰে বিয়াৰ পাছৰ বছৰ ছপা হৈ ওলায়। স্বামীৰ একাগ্ৰ প্ৰেম আৰু বিয়াৰ পাছৰ পৰা ইতালীত বাস—এই দুটাই হে হেনো এলিজাবেথ বেৰেট্ ব্ৰাউনিঙক জীয়াই ৰাখিছিল। আমাৰ দেৱী বৰুৱানীৰ জীৱনতো দুটা বিৰোধী কথাই সাৰ হৈছিল—তেওঁৰ ৰুগ্ন শৰীৰ আৰু স্বামীৰ স্নেহ।

বিবাহিত জীৱনৰ কেইবছৰ মান পাছৰপৰাই তেওঁক বাত ব্যাধিয়ে পীড়িবলৈ ধৰে আৰু লাহে লাহে কোঙা কৰি পেলায়, তাতে আকৌ চকুৰ ৰোগে দৃষ্টি শক্তিকো সমূলে ক্ষীণ কৰিছে। ব্ৰাউনিঙৰ দৰে কবিৰ স্বামী স্বৰ্গীয় দুৰ্গানাথ বৰুৱা (দুৰ্গী বৰুৱা) অৱশ্যে কবি নহয়। তেওঁ আছিল কৰ্ম্মী, ব্যৱসায়ী; তেওঁৰ শিলিখা কাঠৰপৰা কৰা চিয়াহী আৰু ৰবৰ ষ্টাম্পৰ চিয়াহীয়ে এসময়ত সকলোৰে প্ৰশংসা লাভ কৰিছিল। আনফালে অৱশ্যে তেওঁৰ দুই এটি গদ্য ৰচনাই আলোচনীৰ বুকুত ঠাই

পাইছিল নতুন খণ্ড 'জোনাকী'ত 'আমাৰ উন্নতি নাই কিয়?' 'গ্লেডষ্টোন', (ফাগুন ১৮২৩ শক), 'হাতী মৰা বৰুবা'....... আহিন-কাতি, (১৮২৬ শক), 'বাঁহী'ত (আঘোণ, ১৮৫৪, ফাগুন-চ'ত, ১৮৫৫) প্ৰকাশিত 'পুৰণি ঘটনা এটি' প্ৰবন্ধবোৰে তেওঁৰ চিন্তা আৰু ভাষা-অনুশীলনৰ পৰিচয় দিয়ে। শিশু-আলোচনী 'অৰুণ' আৰু 'অৰুণ'ত ওলোৱা সাধু 'শিয়াল পণ্ডিত', 'কোনে বিয়া কৰাব?' আৰু 'পঠাখোৱা ৰজা বা পৃথ্যুৰাজে' অকণি-অকণিহঁতৰ মনোৰঞ্জন কৰিছিল। কিন্তু আমাৰ কাৰণে, তেওঁৰ যি অনুপ্ৰেৰণাই বিদুষী পত্নীক কবিতা-সৃষ্টিলৈ উদগালে, সিহে আদৰণীয় বিষয়। পুৰী, কলিকতা আদি ঠাইলৈ নি নানা চিকিৎসা কৰায়ো তেওঁ পত্নীক স্বাস্থ্য ঘূৰাই দিব নোৱাৰিলে। কিন্তু মনৰ স্বাস্থ্য আনন্দৰ বাবে এটি পথ লগাই দিলে সৰা শেৱালিয়ে ৰচা সুকোমল কবিতাৰ পথ। এই পথেদিয়ে গৈ বৰুবানীয়ে জীৱনৰ গৰলৰ মাজত অমৃত বিচাৰি পালে। কবিতাই তেওঁৰ দুৰ্দশাগ্ৰস্ত জীৱনৰ আশ্বাসৰ থলী; কবিতাই তেওঁৰ প্ৰাণৰ ইতিহাস।

কবিতাবোৰত নিৰলে আৰু ওখ চিন্তাৰ মাজত থাকিবলৈ ভাল পোৱা মনৰ স্ত্ৰীসুলভ অনুভূতি আৰু ধৰ্ম ভাবে সংযত আৰু অলঙ্কৃত হৈ প্ৰকাশ পাইছে। ৰচয়িত্ৰীৰ চিন্তা-অনুভূতি, প্ৰিয়জনৰ অনুপ্ৰেৰণাত মনৰ মাজৰপৰা কবিতাৰ বুৰবুৰণি কাঢ়ি ওলাই আহিছে। গভীৰ ঈশ্বৰ-বিশ্বাস আৰু প্ৰিয়জনৰ স্নেহ এই দুয়োটাই সাংসাৰিক জীৱন, তথা কবিৰ আত্মাৰ জীৱন-আকাশৰ দুটি তৰা—ধ্ৰুৱ আৰু শুকতৰা। এটাই যেনেকৈ তেওঁৰ মনক নানা আধি-ব্যাধিৰ মাজতো দিগ্‌ভ্ৰান্ত হ'বলৈ দিয়া নাই; আনটোৱে সেইদৰে স্নেহৰ সঁহাৰিৰে জীৱনৰ দুখক ৰসত পৰিণত কৰিবলৈ ইঙ্গিত দিছে। কবিৰ কথাই যেন ভেনে—'They learn in suffering what they teach in song.' স্বামীৰ নিৰ্দেশমতে বৰুবানীয়ে কবিতা-জগতত প্ৰৱেশ কৰিছিল। ঈশ্বৰ আৰু স্বামীত সম্পূৰ্ণ নিৰ্ভৰেই তেওঁৰ কবিতাৰ দুৱাৰৰ সঁচাৰ কাঠি। 'উদ্দেশ্য', 'বিনয়-বাতৰি' আদি কবিতাত আমি এই মূল কথাৰে আভাস পাওঁ।

দেৱী বৰুবানীৰ কবিতা তেওঁৰ জীৱনৰ প্ৰকাশতকৈও অনেক থলত আত্মগোপনৰ চেষ্টা হে বুলিব লাগে। সংসাৰৰ বিৰুদ্ধ শক্তিৰ সংঘাতত আন কবিসকলে য'ত বিষাদৰ মৰ্মন্তুদ বিননি তুলিছে বা মুমূৰ্ষু ভাবৰ কাতৰতা প্ৰকাশ কৰিছে, তাত কবি বৰুবানীক ঈশ্বৰাৰ্পণ আৰু প্ৰিয়তমৰ স্নেহে আলফুলকৈ দাঙি ধৰি কাণত আশাৰ বাণী ঢালিছে। ঈশ্বৰ-বিশ্বাস আৰু প্ৰেমৰ মহিমাই এনে—

ই মানুহৰ অন্তৰক আশাবাদী কৰি ভাগি পৰাৰপৰা ধৰি ৰাখে। প্ৰকৃতিৰ সুন্দৰ পটবোৰত য'ত দুঃসাহত কবিয়ে আপোন বিষাদৰ প্ৰতিচ্ছবি হে দেখা পায়, তাত বৰুৱানীয়ে পৱিত্ৰ ধৰ্মভাবেৰে ধোৱা অন্তৰৰ চকুৰে চাই প্ৰাকৃতিক সম্পদবোৰৰ নিজাপী সৌন্দৰ্যকে দেখা পাইছে।

Rose is bitterness to him
That once loved the rose.

—ধৰ্মেশ্বৰী দেৱীৰ ক্ষেত্ৰত এই কথা সত্য নহয়। তেওঁ ফুলক ফুলৰ গৌৰবতে উজ্জ্বল দেখিছে, তেওঁৰ নিজৰ জীৱনৰ দুখৰ কুঁৱলী তাত লেপি দিবলৈ যত্ন কৰা নাই। ওমৰৰ দৰেও তেওঁ ভবা নাই,—

ভাবোঁ কেতিয়াবা ফুলিছে গোলাপ
কাৰ তেজেৰে নো ৰাঙলী হই;
কোন প্ৰেমিকৰ ব্যথিত হিয়াৰ
নিৰাশ প্ৰেমৰ চানেকি লই।

(দুৰৱাৰ ভাঙনি)

তেওঁৰ ভাবাবেগপূৰ্ণ হৃদয়ে বিষাদক স্বীকাৰ কৰি লৈ প্ৰেম আৰু বিশ্বাসত শৰণ মাগিছে; তেওঁৰ ভাৰাক্ৰান্ত হৃদয় ভাগি পৰিও ঠন ধৰি আছে। পুৱাৰ সৌন্দৰ্য তেওঁৰ কাৰণে অকাৰণ যেন লগা নাই। ('পুৱা'), ফুলৰ বিকাশো তেওঁৰ বাবে তিক্ততাৰ প্ৰকাশ নহয় ('ফুলা ফুল')। লোকৰ মিলন আনন্দত তেওঁৰ উদাসীনতা ওপজা নাই; সুকোমল দুটি ছন্দেৰে সেই আনন্দ-উছৱৰ যোগান হে ধৰিছে ('প্ৰীতি উপহাৰ', 'মিলন')।

সাগৰৰ বিশাল আৰু ভীষণ সৌন্দৰ্যই তেওঁৰ অন্তৰৰ দুখৰ উচ্চল তৰঙ্গৰ মাজত সৌন্দৰ্যবোধ জগাই তোলে; সাগৰৰ বিশালতাই তেওঁক অসীম অনন্তৰ এটি আভাস দিয়ে; তাৰ ভীষণ ৰূপেৰে তেওঁৰ জীৱনৰ কুটুম্বিতা কৰিয়ে বিচাৰি পায়।

মোৰো হায়, অতীতৰ কত ভাবৰাশি
এটি এটি কৰি আহি পৰিছে উপচি।

—সাগৰৰ দাঁতিত

সেই হে বোধহয় 'সাগৰ সঙ্গীত' কবিতাৰ ছন্দৰ পদক্ষেপ পাতল আৰু মনত সাঁচ বহুৱাব পৰা। এই দুয়োটি কবিতাতে সাগৰৰ ছবি শান্ত আৰু সুন্দৰ। কিন্তু

আকৌ এটি সময় আহিল; কবিৰ এই দৃষ্টিভঙ্গীৰ বিষয়ে তেওঁ নিজেই প্ৰশ্ন কৰি উঠিল—কিজানিবা তেওঁ দেখা এই শান্ত আৰু সুন্দৰ ৰূপ জোনাক নিশাৰ কিবা এটা সপোনেই। এই প্ৰশ্নৰ মূলতে তেওঁৰ জীৱনৰ নতুন পৰিৱৰ্তন—তেওঁ যে এতিয়া সঙ্গীহীন।

সপোন কেনিবা আঁতৰিল
আকাশত তৰা জিলিকিল
বহি ৰ'লো সাগৰ পাৰতে।
—'সপোন'

প্ৰিয়তম স্বামী দেৱতাৰ মৃত্যুৱে কবিৰ দুৰ্দশাগ্ৰস্ত জীৱনত এক ডাঙৰ শূন্যৰ সৃষ্টি কৰিলে। সেই শূন্য যেন আৰু পূৰাব পৰা নাযাব, এই ভয়তে এটি উদাস হুমুনিয়াহ তেওঁৰ জীৱনত নতুনকৈ সোমাই চিৰন্তন হৈ ৰ'ল ('ব্যৰ্থতা')। কিন্তু তেওঁ হুমুনিয়াহতে বক্তব্য শেষ নকৰি মৃত্যুৰ সিপাৰলৈ ক্ষীণ দৃষ্টি দীঘলীয়াকৈ মেলি দিছে। তেওঁৰ প্ৰিয়তমৰ স্নেহৰ শুকতৰাটি মাৰ গ'ল কোনোবা সাগৰত। শুক তৰাটি সন্ধিয়া তৰাৰূপে পোনতে ওলাই পশ্চিম দিগন্তত মাৰ যায় যদিও, পুঁৱতীয়া তৰা হৈ আকৌ দেখা দিয়ে; তাক দেখা পাবলৈ শেষ নিশা সাৰে থাকিব লাগে মাথোন। আমাৰ কবিৰ অন্তৰো সদায় সজাগ। প্ৰিয়তমৰ বিৰহে তেওঁৰ চকুত মৃত্যুৰ সীমনাৰ সিপাৰত ভৱিষ্যৎ মিলনৰ আশাৰ ৰেঙণি পেলাইছে; 'নাই'ৰ মাজত অস্তিত্বৰ সম্ভেদ দিছে।

আকুল ভাৱেৰে আঁকোৱালি তোক
প্ৰিয়তমে ল'ব তুলি;
গোটেই বিশ্বত মোৰেই স্বৰূপ
মোৰেই আতমা বুলি।
—'মিলন প্ৰয়াস'

এইদৰে ইন্দ্ৰিয়াতীত মিলনৰ আশাই তেওঁক ছাঁয়াবাদী বা অতীন্দ্ৰিয় প্ৰেমৰ ভক্তা কৰিছে। 'নিবেদন', 'অতিথি', 'কোন তুমি', 'আৰাধনা', আদি কবিতাত তেওঁ সেই প্ৰেমৰে ছবি লেখিছে। স্বামী দেৱতাক উদ্দেশ্য কৰি ৰচনা কৰা ছন্দই বিশ্বনিয়ন্তাক বন্দনা কৰিছেগৈ। অনেক সময়ত কবিয়ে স্বামী আৰু জগতস্বামী পৰমেশ্বৰৰ প্ৰভেদ বিচাৰি নোপোৱা হৈছে। সীমাবদ্ধ পাৰ্থিব প্ৰেমে অসীমৰ উদ্দেশ্য

বিচৰাই কবিক আকুল কৰিছে; তেওঁক এক দাৰ্শনিক মনোভাৱ দান কৰিছে। পৃথিৱীৰ সকলোতে সেই অসীম, অনামীক দেখা পাই তেওঁ প্ৰশ্ন কৰি উঠিছে, "তুমিয়েই নেকি এই সকলো?" ('তুমিয়েই নেকি?') এই কবিত্বময় সৰ্বেশ্বৰবাদৰ গুৰি কোনখিনিত? 'সুৰ' কবিতাত কবিয়ে সেই প্ৰশ্ন তুলিছে; 'বিশ্বসুৰ'ত তাৰ এটি সমিধান নিজে নিজে বিচাৰি পাইছে আৰু নিজৰ ক্ষুদ্ৰ জীৱনত দুখ ৰাশিৰ কথা পাহৰি বিশ্বময় আনন্দৰূপত বুৰ মাৰিছে। সেইখিনিতেই বিশ্বসুৰ বজাওঁতা সুন্দৰৰ সন্ধান আৰম্ভ হৈছে।

বিদুষী কবিয়ে আমাৰ জাতীয় সাহিত্যৰপৰা এই চিন্তাশীল মনোভাৱ আহৰণ কৰিছে। তেওঁৰ মায়াৰ ধাৰণাৰ মূল আমাৰ ঘোষা আদি ধৰ্মপুথি।

আছোঁ অচেতন মায়া টোপনিত—
মায়াৰ শয্যাত শুই।—'মায়া'
ব্ৰহ্মা আদি কৰি জীৱ যত ৰাম ৰাম ৰাম ৰাম
মায়া শয্যা মাজে আছন্ত ঘুমটি যাই।
তুমি সি চৈতন্য সনাতন ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই।
—'নাম ঘোষা'

এনে পৰমাৰ্থ-জ্ঞানে তেওঁৰ দুখৰ জীৱনক পোহৰ কৰাত তেওঁক সহায় কৰিছে; আধ্যাত্মিক চিন্তাই তেওঁৰ ভাবাৱেগৰ প্ৰাচুৰ্যক সিক্ত কৰি শাসন কৰিছে। কোনো মহূৰ্তত হয়তো ঐহিক জীৱনৰ দুখসমূহে তেওঁক কাতৰ কৰি তুলিছে, কিন্তু পৰপাৰৰ সুখৰ কল্পনালৈ তেওঁ ততালিকে চকু ঘূৰাই সান্ত্বনা লাভ কৰিছে; ('বেথা') ৰুগ্ন-ভঙ্গ, নিঃস্ব-নিঃসম্বল জীৱন তেওঁ এতিয়াৰপৰাই নিখিলপতিৰ চৰণত অৰ্পণ কৰি থৈছে ('আৰ্ত্ত অতিথি')।

ইংৰাজী কাব্যত উনবিংশ শতিকাৰ চিৰকুমাৰী কবি খ্ৰীষ্টিয়ানা ৰজেটিৰ কবিতাৰ দৰে ধৰ্ম-ভাবেই ৰুকবানীৰ কবিতাৰ মূল সূত্ৰ। খ্ৰীষ্টিয়ানাই পাৰ্থিব স্নেহ অৱহেলা কৰি পেৰাডাইজত মিলনৰ বাঞ্ছা কৰিছিল।

If now you saw me you would say :
Where is the face I used to love ?
And I would answer : Gone before;
If tarries veiled in Paradise.

When once the morning star shall rise,
When earth with shadow flees away
And we stand safe within the door,
Then you shall lift the veil thereof.

Look up, rise up; for far above
Our palms are grown, our place is set;
There we shall meet as once we met,
And love with old familiar love.

—'The Convent Threshold'

বকুলবানীৰ কবিতাত ছন্দৰ বিলাস নাই, কমনীয়তা কিন্তু আছে। তেওঁৰ ফুল-কুমলীয়া ভাব-অনুভূতিয়ে কোমল ভাষা আৰু ছন্দত আত্মপ্ৰকাশ কৰিছে। ছন্দোমিলৰ সচেতন চেষ্টা তাত নাই।

মুঠতে অসমীয়া কাব্য-নিকুঞ্জত দেবী বকুলবানীৰ নিজস্ব ভাৱ-অনুভূতিৰ কূজন-গীতিকা স্পষ্টভাৱে শুনা যায়। ভগবানৰ পদ-জলেৰে সিক্ত তেওঁৰ কবিতাৰ ফুল কেইপাহি অসমীয়া ভাৰতীৰ বিশেষ আদৰৰ।

গুৱাহাটী বিশ্ববিদ্যালয়
অসমীয়া বিভাগ
১ জানুৱাৰী, ১৯৫০

# অসমীয়া গীতি-সাহিত্য

## ভূমিকা

অনুভূতিশীল মানুহৰ অন্তৰখন আৰু বাহিৰৰ বিশ্বজগতখনৰ ৰূপৰ জিল্‌মিলনি—ইয়াৰ মাজতেই মানুহৰ পাৰ্থিব সুখৰ আশা-আকাঙ্ক্ষাবোৰ আৰু অতীন্দ্ৰিয় অৰূপৰ ছঁয়া-ময়া। বাহিৰৰ সৌন্দৰ্যই আমাৰ অন্তৰত কিবা এটি অভিনৱ আনন্দৰ আৰু তাৰ লগে লগেই কোনো দিনেই নেদেখা-নুশুনা কিবা আন এটি আনন্দৰ শিহৰণৰ আশা জগাই দিয়েহি। সেই কাৰণে আদিম অৱস্থাৰেপৰা মানুহ কল্পনাপ্ৰৱণ আৰু বোধ হয় সভ্যতাৰ চূড়ান্তলৈকে এই প্ৰৱণতা জীয়াই থাকিবই। মানুহৰ অনুভূতিৰ এই সূক্ষ্ম স্পন্দনে চিৰকালেই বায়ু-তৰঙ্গৰ মাজৰ শব্দৰ স্পন্দনৰ ভিতৰেদি আত্ম-প্ৰকাশ ভিক্ষা কৰি আহিছে। এইখিনিতেই ভাষাৰ, কাব্যৰ, সাহিত্যৰ জন্ম। মেঘবোৰে আকাশত ধেমালি কৰা দেখিলে, সেউজীয়া গছ-পাতৰ মাজৰপৰা চৰাইটোৱে চিঁচিওৱা শুনিলে, চেনেহৰজনে মূৰত হাত ফুৰাই দিলে, বুকুত সাবটি ল'লে আমাৰ মনত আনন্দৰ ভাব এটিয়ে ঢৌ খেলি যায়। কিন্তু তাৰ সিমানতেই জানো শেষ? সেই ভাবটো যেন আনকো কৈ দিম, আন এজনকো যেন সেই আনন্দৰ এফেৰি ভাগ দিম, এই আশাৰ উন্মাদনা এটাই বুকুখন হেঁচা মাৰি ধৰে। এইযে আত্ম-প্ৰকাশ আৰু আত্ম-প্ৰসাৰৰ হেঁপাহটো, সিয়েই কাব্যৰ আৰম্ভণী গীতিকা। সকলো দেশৰে সকলো জাতিৰে সকলোৰে অন্তৰত এই হেঁপাহ আছে। সেই দেখিয়েই হ'বলা সকলো জাতিৰে সভ্যতাৰ আদিম অৱস্থাৰেপৰা নানা গীত-মাতৰ সৃষ্টি।

আধুনিক জগতৰ সাহিত্যবিলাকলৈ মন কৰিলে দেখা যায় গদ্য-ৰচনাতকৈ কাব্য-ৰচনাই সদায় দুখোজমান আগ বাঢ়ি খোজ লৈছে। কোনো গদ্য-ৰচনা লিখিত অৱস্থাত নাথাকিলে পিছৰ যুগলৈ সি চলি আহিব নোৱাৰে। কিন্তু কাব্যৰ লগত স্মৃতি-শক্তিৰ বিশেষ সম্বন্ধ। কাব্যত যি সুৰৰ ঢৌ আছে, সেইটোৱে মানুহৰ মস্তিষ্কৰ ঢৌৰ লগত মিলি বহুত দিনলৈকে তাতে জিৰণি ল'ব পাৰে। কাব্যৰ এই স্মৰণীয় গুণ (memorability) থকা বাবেই পুৰুষানুক্ৰমে বহুতো গীত-মাত অনেক যুগ অতিক্ৰম কৰি একোটা জাতিৰ মাজত জীয়াই থাকে। মৌখিকভাৱে চলি অহা বাবেই এই শ্ৰেণীৰ সাহিত্যৰ অনেকখিনি আবৰ্জনা হয়তো কালৰ ঘঁহনি খাই এৰাই পৰিছে,

আৰু তাৰ বাছকবনীয়া অংশহে আহি আমাৰ হাতত পৰিছে। মানুহৰ আত্ম-প্ৰকাশৰ হেঁপাহ ইমান শকত, আৰু সেই প্ৰকাশৰ চিৰত্ব সম্বন্ধে মানুহৰ চিন্তা ইমান বেছি যে, সেই হেঁপাহ কালক্ৰমত লিপিৰ আবিষ্কাৰৰ মূল হৈ পৰিল। গতিকে লিখিত সাহিত্যৰ সৃষ্টি হ'ল আৰু গদ্যয়ো এই সুচলতে সাহিত্যৰ সুঁতিত নিজৰ ভৰা নাও এৰি দিবলৈ এক সুবিধা বিচাৰি পালে। কিন্তু ভাষাৰ জন্ম-কালৰেপৰা চলি অহা কিছুমান গীত-মাত মৌখিকভাৱেই পৰি থাকিল। যুগৰ পৰিৱৰ্তনৰ লগে লগে সিহঁতৰো অনেক সাল-সলনি ঘটিল; নহ'লে হয়তো সিহঁতৰ চিৰন্তনতাই ঘাটি খাব লাগিলহেঁতেন। মৌখিক প্ৰচলনৰ এই যুগমীয়া ৰচনাবোৰকহে আমি গীতি-সাহিত্য বুলিছোঁ।

সকলো দেশতেই গীতি-সাহিত্যৰ প্ৰচলন আছে। এই ধাৰা সাহিত্যৰ কিছুমান বিশ্বজনীন লক্ষণো আমাৰ চকুত পৰে। অতি চমুকৈ ক'ব লাগিলে এই সাহিত্যৰ ভাব-অনুভূতিৰ আৰু ভাষাৰ ৰচনা-প্ৰণালীৰ সৰলতাই (simplicity আৰু sincerity) ঘাই বৈশিষ্ট্য। ইয়াৰ কাৰণ, সভ্যতাৰ পৰশ নোপোৱা, সৃষ্টিৰ গৰ্ব লৈ বুকু নিফিন্দোৱা, জাতিৰ কেঁচুৱা অৱস্থাৰ সকলো লোকেই সৰল। সত্যপ্ৰিয়তা আৰু অনুভূতিৰ স্বাভাৱিকতাৰ ভাষা সদায়েই সৰল। ভাবৰে বা ভাষাৰে বিলাসিতা এই গীত-মাতবোৰত থাকিব পাৰে বা নথকা নহয়; কিন্তু সেই বিলাসিতাৰ ভঙ্গীও অতি সহজ আৰু সৰল। সাধাৰণ পক্ষত দেখা যায় যে, এই গীত-মাতবোৰৰ লগত সভ্যতাৰ ভীষণ শত্ৰুতা। য'ত সভ্যতাই গা কৰি উঠিছে, তাতে পুৰণি গীত-মাতৰ নতুন সৃষ্টিৰতো মুদা মৰিছেই, আগৰ অস্তিত্বও অতীত হৈ পৰা সৰলতাৰ যুগৰ লগতে লোপ পাবলৈ উপক্ৰম কৰিছে। আধুনিক কাব্যৰ লগতো (literary poetry) সহজতা-সৰলতাৰ বৈশিষ্ট্যৰ বাবেই গীতি-সাহিত্যৰ অমিল। গীতি-সাহিত্য জানিবা হাবি-বননিৰ বনফুল; আধুনিক কাব্য আকৌ নিতৌ কৃত্ৰিমতাৰ হাতৰ পৰশ পোৱা ফুলনিৰ ফুল। গীতি-সাহিত্যৰ আৰু এটি লক্ষণ—আধুনিক কাব্যৰ দৰে লেখকৰ নামৰ বিজ্ঞাপন তাত নাই। ইয়াৰ কাৰণ অৱশ্যে ৰচকৰ আত্মগোপনৰ স্বভাৱটোৱেই নহয়। কোনোবা কালতেই মুখে মুখে ৰচিত হোৱা দুই-এটা গীতত—এটাইবোৰততো হ'বই নোৱাৰে—ৰচকৰ নাম থাকিলেও সময়ৰ লগে লগে সেই নাম মানুহে পাহৰি পেলালে বা নতুন ৰচকে সেই গীতত হাত ফুৰোৱা বাবে আগৰজনৰ নাম উফৰি গ'ল।

গীতি-সাহিত্যৰ ৰচনাৰ কাল আৰু কি অৱস্থাত কি পদ্ধতি অনুসৰি ৰচিত হৈছিল, এই সম্বন্ধে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। কিছুমান গীত পৌৰাণিক আখ্যান অৱলম্বন কৰি ৰচিত হৈছিল, কিছুমান বা আকৌ দুই-এক বুৰঞ্জীমূলক ঘটনা বা ব্যক্তিক কেন্দ্ৰ কৰি গোঁঠা হৈছিল। এই দুইবিধৰ ভিতৰত বুৰঞ্জীমূলক ৰচনাবোৰৰ

কাল কিছু পৰিমাণে নিৰ্ণয় কৰিব পৰা গ'লেও পৌৰাণিক আখ্যানবোৰৰ ৰচনা-কাল বাছি উলিওৱা অতি কঠিন। পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে অসমীয়া ভাষাৰ আৰম্ভণিৰেপৰা খ্ৰীষ্টীয় ৮০০ অব্দলৈকে আমাৰ সাহিত্যৰ অন্ধকাৰ যুগটোক গীতি-যুগ নাম দিছে, আৰু তাৰ পিছৰ কিছু কাললৈকে আঙুলিয়াই কৈছে, "অসমীয়া বিয়ানাম আৰু কিছুমান বনগীতেইহে এই যুগৰ একমাত্ৰ সাহিত্য-সম্পদ। নৰক-বাণৰ সমসাময়িক শদিয়াৰ ওচৰৰ ৰজা ভীষ্মকৰ জীয়েক ৰুক্মিণীক শ্ৰীকৃষ্ণই হৰি নিয়া কালতে কিছুমান গীত ৰচিত হৈছিল বুলি ধাৰণা কৰা হয়।" কিন্তু এই ধাৰণা পোষণ কৰা অসম্ভৱ, কাৰণ ভীষ্মকৰ দিনত অসমীয়া ভাষাৰ জন্মই হোৱা নাছিল। এই ধাৰণাৰ ধাৰত চলিলে হয়তো এই বিয়ানাম কেইআষাৰে বৈদিক ইন্দ্ৰ-পূজাৰ সময়লৈকে আঙুলিয়াব,—

স্নান কৰি আইদেৱে কৰিলেক সাঙ্গ।
ইন্দ্ৰে আনি পেলাই দিছে ভূষণ দেৱাঙ্গ॥
স্নান কৰি আইদেৱে দোঁৱাই আছে মাথ।
স্বৰ্গৰেপৰা দেৱগণে কৰে আশীৰ্ব্বাদ॥
স্নান কৰি আইদেৱে যোৰ কৰে হাত।
ইন্দ্ৰে আনি পেলাই দিছে পুষ্প পাৰিজাত॥
স্নান কৰি আইদেৱে ইন্দ্ৰত মাগে বৰ।
জন্মে জন্মে মোৰ স্বামী হৌক দামোদৰ॥

সূৰ্য, সোম, ইন্দ্ৰ, বৰুণ, অগ্নি, মৰুৎ আদি দেৱতা আৰু পিতৃসকলক উদ্দেশ্য কৰি এদিন হিন্দুসকলে ঋগ্বেদৰ স্তুতিৰে পূজা দি আহিছিল। শস্য-শ্যামলা বসুন্ধৰাৰ পানীৰ যোগান ধৰা বৃত্ৰহন্তা ইন্দ্ৰক তেওঁলোকে পাহৰিব নোৱাৰে। সেই কাৰণতে আন দেৱ-দেৱীৰ তান্ত্ৰিক পূজাৰ প্ৰভাৱৰ ঢৌ অসমৰ ওপৰেদি বাগৰি গ'লেও ইন্দ্ৰদেৱতা আয়তীসকলৰ মনৰপৰা নাতৰিল। ই বৈদিক প্ৰভাৱ হ'ব পাৰে। কিন্তু তাৰপৰা বিয়া-নামৰ কাল নিৰ্ণীত হ'ব নোৱাৰে। সেইদৰেই শ্ৰীকৃষ্ণ-ৰুক্মিণী, অৰ্জুন-সুভদ্ৰা, উষা-অনিৰুদ্ধ, হৰ-গৌৰীৰ মিলনৰ উল্লেখে বিয়ানামৰ জন্মকালৰ বিষয়ে একো ক'বলৈ সাহ কৰিব নোৱাৰে। বিশেষকৈ বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱৰ ফলতে সেই পৌৰাণিক আখ্যানবোৰ ধৰ্মপ্ৰাণা আইসকলৰ হিয়াত এনেভাৱে সোমাই আছে যে, যি কোনো যুগতে তাৰ আলমতে দুআষাৰ গীত-মাত সৰি পৰাটো অসম্ভৱ নহয়। মণিকোঁৱৰ, ফুলকোঁৱৰৰ গীতবিলাকৰ বুৰঞ্জী সম্বন্ধেও এটা সম্ভৱতঃ ভুল ধাৰণা আছে।

শঙ্কৰদেও ৰজাৰে পুতেক মণিকোঁৱৰ
কোলাতে খতিখন নাই।

উত্তৰ ভাৰতৰ প্ৰতাপী ৰজা কেদাৰ ব্ৰাহ্মণক আৰু পাৰস্যৰ আফ্ৰচিয়াৰ ৰজাক ঘোৰাঘাট পৰ্বতত যুঁজত ঘটুওৱা আৰু গৌড়ৰ ৰাজধানী লক্ষণাৱতী থাপন কৰা শঙ্কলাদিৱ ৰজাকে এই শঙ্কৰদেও ৰজা বুলি ধৰি লোৱা হয়। শঙ্কলাদিৱ ৰজাৰ কাল খ্ৰীষ্টপূৰ্ব ষষ্ঠৰেপৰা অন্যূন খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ ভিতৰতে বুলি মত প্ৰকাশ কৰা হৈছে। কিন্তু এই সময়ৰ ভিতৰতে মণিকোঁৱৰ-ফুলকোঁৱৰৰ গীত ৰচিত হোৱা হ'লেও ভাষা আৰু ৰাজবিষয়াবোৰৰ নামকৰণত আহোম ৰাজত্বৰ গোন্ধ এৰাব নোৱৰাকৈ লাগি আছে। অৱশ্যে অসমীয়া ভাষাই গঢ় লোৱাৰ কালতে জন্ম হৈ সেই ভাষাৰ গঢ় সলনি হৈ অহাৰ লগে লগেই হয়তো এই গীতবোৰে বৰ্তমান অৱস্থা পাবহি পাৰে। কিন্তু নিশ্চিত সময়লৈ আঙুলিয়াই দেখুৱাটো অতি কঠিন। হৰদত্ত-বীৰদত্তৰ গীত, মণিৰাম দেৱানৰ গীত বা বদন বৰফুকনৰ গীত আদি ঐতিহাসিক কাহিনীৰ গীতি-ৰচনাৰ সম্বন্ধে অৱশ্যে দুই-এবছৰৰ লেখ ভুল কৰি হ'লেও এষাৰ ক'ব পৰা হয়।

কি পৰিস্থিতিত এই পিতৃ হেৰুৱা লোক-সাহিত্যৰ জন্ম হৈছিল, সেই বিষয়েও পণ্ডিতসকলৰ মাজত মতদ্বৈধ আছে। য়ুৰোপত, বিশেষকৈ নৰৱে, ছুইডেন আৰু স্পেইনত বেলাড বুলি এবিধ কাহিনীমূলক গীতৰ প্ৰচলন অতি পুৰণি কালৰেপৰা আছে। এই গীতবোৰৰ সাধাৰণ এটা সংজ্ঞা দিয়া টান। কিন্তু বিৱৰণমূলক আখ্যানটো সিহঁতৰ এটা উমৈহতীয়া গুণ। ফৰাচী ভাষাৰ ballere ধাতুৰপৰা 'বেলাড' শব্দৰ উৎপত্তি বুলি এই গীতবোৰত নাচোন এটা প্ৰধান অঙ্গৰূপে ধৰা হয়। গ্ৰিম্ আদি পণ্ডিতৰ মতে ৰচনা-বিষয়ত এই গীতবোৰ ৰাজহুৱা উচ্ছ্বাসৰ উমৈহতীয়া সৃষ্টি। তেওঁলোকে কয় যে আমাৰ দেশত সিদিনালৈকে সমূহৰঞ্জকভাৱে চলি অহা বীণ-ব'ৰাগীৰ দৰে কিছুমান অঘৰী গায়ক লগ লাগি গীতবোৰ ভণিছিল। হয়তো এজনে প্ৰথম কেইশাৰীমান গাই এটা ঘোষাৰে (refrain) তেওঁৰ বিৰচন-কাৰ্য্য শেষ কৰিছিল, নহ'লেবা দুজনমানে গোট খাই সেই কাৰ্য কৰিছিল; লগৰ আনসকলে নিজৰ ভাগ দি দি একেটা ঘোষাকে দোহাৰি দোহাৰি একোটা সাময়িক বা পুৰণি কাহিনীক গীতি-ৰূপ দিছিল। কিন্তু সামূহিক ৰচনাৰ এই মতবাদ লাহে লাহে উফৰি গৈছে। য়ুৰোপৰ বেলাডবোৰত সমূহৰ প্ৰাণৰ উচ্ছ্বাস স্বীকাৰ কৰি লৈও একেলগে সিবোৰ সমূহৰ সৃষ্টি বুলি কোৱা কঠিন। অৱশ্যে নানা যুগৰ মাজেদি বাগৰি অহাৰ লগতে এই কাহিনী-গীতবোৰৰ ভাষা আৰু ছন্দৰ পৰিৱৰ্তন-পৰিৱৰ্দ্ধন হৈ পৰ্ব্বতৰপৰা নৈৰ সোঁতত বাগৰি আহি আহি সাগৰৰ মিহি বালিত পৰিণত হোৱা খহটা শিলৰ

দৰে নতুন ৰূপ লোৱাটোৱেই অতি স্বাভাৱিক গতি বুলিলে সকলোৱে বিশ্বাস হ'ব। এই গতি-প্ৰগতিৰ লগে লগেই গীতবোৰৰ সৌন্দৰ্য কোনো প্ৰকাৰে হ্ৰাস নহৈ বৰং নতুন ব্যক্তিৰ হিয়াৰ পাতল অনুভূতিৰ পৰশ লাগি নিমজ আৰু কোমল হৈ পৰে। অৱশ্যে শিক্ষিতৰ হাত লগাৰপৰা সিহঁতৰ জন্মগত সহজ গতি আৰু সৰলতাত আত্মপ্ৰতীতি বা বুদ্ধিমত্তাৰ চেকা লগাও সন্দেহৰ বিষয়।

দুটামান কথাত পাশ্চাত্যৰ বেলাড আৰু আমাৰ গীতি-সাহিত্যৰ বিজনিৰ আৱশ্যক হয়। য়ুৰোপীয় বেলাডবোৰ সাধাৰণতে আখ্যানমূলক; আন কি অনেক চুটি চুটি লৌকিক গীততো একোটা বেলাডৰ আখ্যানৰ কোঁহটো সোমাই থকা অনুভৱ হয়। কিন্তু আমাৰ গীতি-সাহিত্যৰ কাহিনীমূলক ৰচনাতকৈ এক-ভাবব্যঞ্জক বা লিৰিকেল্ ৰচনাই সৰহ। অৱশ্যে এই ভাব বা lyricism সাধাৰণতে ব্যক্তিৰ নহৈ সমূহৰহে সম্পত্তি বুলিব পাৰি। দ্বিতীয় কথা—ইংৰাজী আৰু স্কটিছ বেলাডবিলাকত আটাইতকৈ মন কৰিবলগীয়া বিশেষত্ব দেশাত্মবোধ বা অনেক থলত ৰচকৰ প্ৰাদেশিক দেশহিতৈষণাৰ পক্ষপাতিত্ব। এই বোধৰ ধাৰা এটা প্ৰায়বিলাক গীতৰে তলে তলে চিৰ্চিৰকৈ বৈ যোৱা দেখা যায়; কিন্তু দেশৰ কথাৰে অসংলগ্ন গীতবোৰ বাদ দিও, আৰু আমাৰ জাতীয় সংস্কৃতিৰ বা সাধাৰণ ধৰণ-ধাৰণাৰ বৈশিষ্ট্যৰ বোলৰ বিচাৰ ৰাখিও, আমাৰ গীতবোৰত এই বোধ যেন অলপ ক্ষীণ। বদন বৰফুকনৰ গীতটোতে পূৰ্ণানন্দ বুঢ়াগোহাঁইক "নৰকী" আৰু ৰাজমাওক "পাখৰী" বুলি সাধাৰণ বাক্য-প্ৰসঙ্গত এখোঁচ মাৰিলেও দেশহিতৈষণাৰ প্ৰভাৱতকৈ মান অনা বদনৰ প্ৰতি লুকাই থকা সহানুভূতিয়েই বেছি। তৃতীয়তে, ৰচনা-পদ্ধতিতো আমাৰ বেছিভাগ গীত ইংৰাজী আদি বেলাডৰপৰা পৃথক। উৎকৃষ্ট ইংৰাজী বেলাডবোৰৰ গুণ সিহঁতৰ ছন্দৰ গতিৰ ক্ৰমপৰিবৰ্তনে "একঘেঁয়ে" ভাব ভঙাটো; আৰু তাৰপৰা এইটোও বুজিব পৰা যায় যে, সেই গীতবোৰ গাওঁতে যিমানেই সময় লওক লাগিলে, শুনোতাৰ আমনি সহজে নালাগিছিল। কিন্তু আমাৰ গীতবিলাকত দুলড়ি, ঝুনা, পদ আদি বেলেগ বেলেগ ছন্দৰ প্ৰৱৰ্তন থাকিলেও একেটা গীতত সাধাৰণতে একেটা ছন্দইহে ৰাজত্ব কৰে; মাতৰ (pitch) সলনি নহ'লে সিহঁতৰ আমনি লগোৱা একসুৰীয়া স্বভাৱৰ আন কি সংশোধন হ'ব পাৰে নাজানো। অৱশ্যে সুগায়কেযে, ধৰক মণিকোঁৱৰৰ গীতটো গাওঁতেই, মাজে মাজে বৈ এআষাৰ মন্তব্য সুমুৱাই ৰসাল কৰি যাব পাৰিছিল। আৰু এটি বিষয়লৈ চকু ৰাখিবলগীয়া—ইংৰাজী আৰু অসমীয়া কাহিনী-গীতৰ ঘোষাৰ পুনৰাবৃত্তি। আমি দিহানাম গাওঁতে বা কীৰ্ত্তনৰ পদৰ মাজে মাজে যেনেকৈ নাম লগোৱা জনৰ লগতে একোশাৰী বা দুশাৰী গীতৰ পিছত হাত চাপৰিৰে "ৰাম হে করুণাময়, হৰি হে করুণাময়"—এনে ধৰণৰ ঘোষাৱলীৰ এআষাৰ উচ্চৈঃস্বৰে গাওঁ, ইংৰাজী গীতবোৰ গাওঁতে একোটা ষ্টেঞ্জা বা ছেদৰ

পিছত সমূহে মিলি এটা ঘোষা বা refrain উল্লাহেৰে পুনৰাবৃত্তি কৰে; যেনে—Heigh no nonny no, heigh nonny no, heigh no nonny no, heigh nonny no. কিন্তু আমাৰ কাহিনী-গীত মণিকোঁৱৰ, ফুলকোঁৱৰ, মণিৰাম দেৱান বা বৰফুকনৰ গীতত এনে ঘোষা নাই। এজন বা দুজন টোকাৰী বা বীণ বাওঁতাই আপোনভাৱে তাঁৰত টুকৰিয়াই টুকৰিয়াই এই গীতবোৰ গায়। যেতিয়া ব্যাহ আৰু সুকনান্নী ওজা-পালিয়ে গাৰে ঠেও দি দি গায়, তেতিয়া ঘোষাৰ পুনৰাবৃত্তি বেলাডৰ নিয়মৰ বহির্ভূত বস্তু বুলি বুজিব লাগে। পগলা-পাৰ্বতীৰ গীত, শ্ৰীকৃষ্ণৰ তাঁতীৰ ঘৰলৈ যোৱা কাহিনীৰ ঝুনা আদিও সেইদৰে সাধাৰণ এটা নিয়মৰ ভিতৰত নপৰে।

ছন্দৰ মিল কৰিবৰ খাটিৰতে আমাৰ সহজ কবিসকলে এটি দুৰ্বলতাক প্ৰশ্ৰয় দিয়া দেখা যায়।

এ দেউ ৰ'ল,
পাছদিনা ৰূপসিং বিহানেই গ'ল।

ইয়াত "এ দেউ ৰ'ল" খণ্ডবাক্যটো অপ্ৰাসঙ্গিক, ঘটনাৰ বিৱৰণৰ লগত তাৰ কোনো সম্বন্ধ বা অৰ্থ-সঙ্গতি নাই। এনে অনুকাৰ-বাক্য কিছুমান বনগীত, বিয়ানাম, প্ৰায়ভাগ বহুৱানাম, মণিকোঁৱৰ, ফুলকোঁৱৰ, বৰফুকনৰ গীতত অনেক আছে। বৰফুকনৰ গীতটোত "এ দেউ ৰ'ল"টোৱেই অন্ততঃ কুৰি ঠাইত আছে। কিছুমান অনুকাৰ-বাক্যত অৱশ্যে পিছৰ ঘাই অংশত থকা কথাষাৰৰ লগত অলপ দূৰ হ'লেও এটা সম্বন্ধ বিচাৰি পাব পাৰি।—

লুইতে এৰিলে দীঘলী এসুঁতি
দিহিঙে এৰিলে কূল;
আয়ে-বোপায়ে ধৰম-বিয়া দিলে
হালধিৰ নুগুচিল বোল।

ইয়াতে লুইতে সুঁতি এৰাৰ দৰে, দিহিঙে কূল এৰাৰ নিচিনাকৈ আই-বোপায়ে ধৰম-বিয়া দি জীয়েকক এৰাৰ উপমাটি মনে মনে সোমাই আছে বুলি ক'ব পাৰি।

বনগীতৰ বনৰীয়া কবিসকল সাধাৰণতে একোটিহঁত কৰুণ উপমাৰ ভিতৰেদি একোটি অনুভূতি প্ৰকাশ কৰাত বৰ পটু। এই উপমাবোৰে অনুভূতিৰ সৰলতাত কোনো ঠাইত অকণিকে আঘাত কৰা অনুভৱ নহয়।

পূবৰে অৰুণে পছিমতে ঘূৰিলে
মলয়াত ঘূৰিলে বগ;
মনৰ কথাষাৰি মনতে ঘূৰিলে
ক'বলৈ নেপালো লগ।

* শালে ভুমুকিয়ায় শ'লে ভুমুকিয়ায়
চেঙে ভুমুকিয়ায় খালত;
প্ৰাণৰে ভিতৰত ধনে ভুমুকিয়ায়
তালৈ পৰি থাকে মনত।
* পানীত জকেমকায় পানীৰে পৰুৱা
ফুলত জকেমকায় পাহি;
চেনাইৰ গাল দুখনিত তেজে জকেমকায়
মুখত জকেমকায় হাঁহি।
* ঠনৰ ঠনৰ কৰি ভাগে বুকুখনি
যেন বিৰিখৰ ডাল।

নামতীহঁতো এই বিষয়ত শুদা-শুদি নহয়।—

তেলত বন্দী হ'ল তেলিনী পৰুৱা
শালত বন্দী হ'ল হাতী;
মকৰাৰ জালতে কৃষ্ণ বন্দী হ'লে
নুপুৰায় কালিন্দী ৰাতি।
* ঘিলাৰে গছতে ঘিলা নাইকিয়া
পাতে তিৰেবিৰে কৰে;
আইদেউৰ গাৰুতে গিলিপ নাইকিয়া
চকে তিৰেবিৰে কৰে।
* কেলেই ঘঁহিছা কেঁতুৰি হালধি
আপুনি কেতেকীৰ পাহি।

নামতীসকলৰ এই উপমা-শক্তিয়েই বহল হৈ দৰা-কন্যাৰ লগত কৃষ্ণ-ৰুক্মিণী, উষা-অনিৰুদ্ধৰ বিয়াৰ মিল দেখা পাইছে।

সৰল অনুভূতিৰ সৰল প্ৰকাশৰ বাহিৰেও বিবিধ জাতিৰ গীতবোৰৰ সাধাৰণ সাজ-সজ্জাৰ অনেক মিল পোৱা যায়। ইয়াৰ মূল কাৰণ, সকলো জাতিৰে অশিক্ষিত বা অনুৎকৰ্ষিত (unsophisticated) অৱস্থাৰ মনোবিজ্ঞান প্ৰায় একে। তলত দিয়া অসমীয়া ধাইনামটো আৰু ইংলেণ্ডৰ উত্তৰ প্ৰান্তৰ গীতটো পঢ়িলে এনেহে লাগিব যেন এটা আনটোৰ টেঙৰ ভাঙনি বা অনুকৰণহে।

জোনৰে আগৰে একেটি তৰা
আয়ে বিয়া দিলে গঁঠীয়া দৰা;
হেৰ' তই গঁঠীয়া নেপাৰ অ' গালি

আইৰ ঘৰৈ যাম ভৰি পখালি। . . . .
বোপাইলৈ আনিছোঁ শালৰ বৰকাপোৰ
আইলৈ আনিছোঁ খাৰ;
ককাইলৈ আনিছোঁ পাটৰ টঙালি
বৌলৈ বাঢ়নীটাৰ।

O what will you give to your father dear?
The silver shod steed that brought me here.
What will you leave to your mother dear?
My velvet pall and my silken gear.
What will you leave to your sister Anne?
My silken scarf and my golden fan.
What will you leave to your sister Grace?
My bloody cloths to wash and dress.
What will you leave to your brother John?
The gallows-tree to hang him on.
What will you leave to your brother, John's wife?
The wilderness to end her life.

অসমীয়া গীতত ননন্দ আহিছে বুলি "মূৰতে তলিয়া ফালিব" খোজা বৌ আৰু জন ককাইদেউ বা তাৰ ঘৈণীফেৰাইযে আইদেউ দুগৰাকীৰপৰা একে পুৰস্কাৰ পাব লাগে, সেই কথা জানো আইদেউহঁতে একেখন দণ্ডবিধি আইন চায়ে ঠিক কৰিছিল?

গুৱাহাটী বিশ্ববিদ্যালয়
১৯৫৮

# সঞ্চয়ন

## অসমীয়া কবিতাৰ কাহিনী

অসমীয়া কাব্য-বাণীৰ শৈশৱ কিম্বা কৈশোৰৰ সম্পৰ্কত ইতিহাস নীৰৱ। হিৱেনচাঙে সপ্তম শতিকাৰ কামৰূপৰ ৰজা ভাস্কৰবৰ্মা আৰু তেওঁৰ প্ৰজাসকলৰ জ্ঞানস্পৃহাৰ ভূৰি ভূৰি প্ৰশংসা কৰিছে। এই জ্ঞানস্পৃহাই কাব্যোৎপত্তিত কি অনুপ্ৰেৰণা যোগাইছিল, তাৰ সঙ্কেত আমাক বুৰঞ্জীয়ে নিদিয়ে। পুষ্যবৰ্মা, শালস্তম্ভ আৰু ব্ৰহ্মপাল বংশৰ কামৰূপ-ৰজাসকলৰ তাম্ৰশাসনবোৰত কবিতাৰ ছিটিকনি পৰিছে; আৰু একাদশ কি দ্বাদশ শতিকাৰ কালিকা-পুৰাণত কালিদাস আদি কবিগুৰুসকলৰ স্পৰ্শই কাব্যৰসৰ সঞ্চাৰ কৰিছে। কিন্তু প্ৰাচ্য মাগধীৰ পুত্ৰী অসমীয়াই জন্মলাভ কৰিয়ে কি কবিতাসুৰীয়া অমাতৰ মাত মাতিছিল, তাৰহে কিম্বদন্তী নাই। প্ৰাক্‌শঙ্কৰী কালত যেতিয়া পূৰ্বকবিসকলৰ সাহিত্যই দেখা দিয়ে, তেতিয়া অসমীয়া ভাষা পূৰ্ণাবয়ৱ আৰু পয়াৰ-ত্ৰিপদী ছন্দপ্ৰণালীৰে পুৰঠ। ইয়াৰ পূৰ্বৰূপ নৱমৰপৰা দ্বাদশ শতিকাৰ, কামৰূপৰ ধৰ্মৰ ইতিহাসৰ লগত জড়িত, সহজযানৰ গুপ্ত আচাৰ আৰু দৰ্শনৰ আধাৰত ৰচিত, ছায়াবাদী সিদ্ধসকলৰ চৰ্যাৰ অৰ্বাচীন অপভ্ৰংশ প্ৰাক্‌অসমীয়া। কিন্তু কাব্যৰ লিৰিক্ গঢ়ৰ ফালৰপৰা সিবোৰ পাছৰ যুগবোৰৰ গীতি-সাহিত্যৰ, আৰু সিবোৰৰ মাত্ৰাবৃত্ত ছন্দ, পাদাকুলক বৃত্তি বা চৌপাঈত পৰৱৰ্তী পয়াৰ-ত্ৰিপদীৰ প্ৰথম পোহৰ আমি লক্ষ্য কৰিব পাৰোঁ।

শঙ্কৰদেৱৰ পূৰ্বকবি অপ্ৰমাদী মাধৱ কন্দলি আদিৰ সাৱলীল ছন্দই অসমীয়া কবিতাৰ সুমধুৰ জাগৰণ ঘোষণা কৰে। এই যুগৰ সাহিত্য কাব্য-সাহিত্য, আৰু তাৰ বিশেষ লক্ষণ অনুপ্ৰেৰণাৰ ফালৰপৰা সিংহাসনৰ পৃষ্ঠপোষকতা, কাব্যিক উৎসৰ ফালৰপৰা ভাৰতীয় মহাকাব্য দুখনিত শৰণ আৰু বিষয়-বস্তুৰ সম্পৰ্কত ইতিহাস-প্ৰীতি। প্ৰকৃততে মহামাণিক্য, দুৰ্লভনাৰায়ণ,

ইন্দ্ৰনাৰায়ণৰ পুণ্যোদ্যোগ আৰু কথাৰসাস্বাদৰ অনুৰাগেই শঙ্কৰপূৰ্ব সাহিত্যিকতাৰ সত্তা দান কৰিছে। কন্দলি, হেম সৰস্বতী বা হৰিবৰ বিপ্ৰৰ তাৰিখ-সাল লৈ পণ্ডিতসকলে তৰ্ক কৰে। কিন্তু কন্দলিৰ ৰামায়ণতে যেন পূৰ্বভাৰতীয়ে প্ৰথম ছন্দৰ শিহৰণ অনুভৱ কৰিলে। মূল ৰামায়ণৰ অনুশাসন মানিও “দৈৱবাণী নোহে ইটো লৌকিকহে কথা” বুলি মনোৰঞ্জক কথক মাধৱ কন্দলিয়ে মহামাণিক্যৰ সমুখত ৰাম-কথা সহজ সংক্ষিপ্ত মনোৰম কৰি বৰ্ণাইছে। এই ৰচনাই অসমীয়া ভাষাৰ ছন্দোময় সৌন্দৰ্য জয়জয়কাৰ কৰি তোলে। তেওঁৰ জতুৱা শব্দচয়ন, সৰল বাক্যপ্ৰণালী আৰু হাস্যৰ স্পৰ্শই বাল্মীকিৰ ৰচনাক আমালৈ ঘৰুৱা আৰু মৌলিকোপম জীৱন্ত কবিত্বময় কৰি তুলিছে । আনখনি ভাৰতীয় মহাকাব্যকো অসমীয়াৰ কথা-ৰসপিপাসাই আপোন কৰিবলৈ এই যুগতে যত্ন কৰে। এই প্ৰচেষ্টাৰ কিঞ্চিৎ পৰিচয় দুজন কবিৰ হাতত দ্ৰোণপৰ্বৰ জয়দ্ৰথবধ-অনুপৰ্বৰ আংশিক ভাঁষান্তৰকৰণ—কবিৰত্ন সৰস্বতীৰ ‘জয়দ্ৰথবধ’ আৰু ৰুদ্ৰকন্দলিৰ ‘সাত্যকিপ্ৰৱেশ’। এই দুই ৰচনাত পিছৰ যুগৰ বধকাব্যবোৰৰ দৰে যুদ্ধৰ বহল বৰ্ণনা আৰু স্পৰ্ধাবাক্যৰ প্ৰতি কবিসকলৰ প্ৰীতি লৌকিক চিত্তবিনোদনৰ পক্ষপাতী। এই যুগৰ দ্বিতীয় শ্ৰেষ্ঠ কবি হৰিবৰ বিপ্ৰয়ো অশ্বমেধযজ্ঞ-প্ৰসঙ্গত পিতা-পুত্ৰৰ যুদ্ধৰ কথাবস্তুহে গ্ৰহণ কৰিছে জৈমিনীয়াশ্বমেধৰপৰা। কাহিনী কওঁতাৰূপে, মৌলিক প্ৰতিভা, কবিত্ব আৰু সৰস-সৰল জতুৱা প্ৰকাশ আৰু অলঙ্কাৰ-প্ৰয়োগত এওঁৰ স্থান মাধৱ কন্দলিৰ পিছতে। স্বাধীন কাহিনী-পৰিৱেশন বা চৰিত্ৰ-সৃষ্টি নিবিচাৰিও তেওঁৰ বৰ্ণনা প্ৰাঞ্জল আৰু সৰল, ছন্দৰ গতি সহজ। কথা-কাহিনীৰ মেটমৰা ভঁৰাল পুৰাণৰ ডাং-দুৱাৰ এই কালৰ কবিসকলেই মুকলি কৰে। হেম সৰস্বতীৰ প্ৰহ্লাদ-চৰিত্ৰৰ এধানমানি কথাকাব্যখনি আৰু হৰগৌৰীসম্বাদ তাৰে নিদৰ্শন। তেওঁৰ বৰ্ণনাৰ ক্ষিপ্ৰতা অনুভৱৰ বিষয়, কিন্তু কথকৰূপে বা ভাষাৰ কলাসুলভ মসৃণতাৰ ফালৰপৰা মাধৱ কন্দলি আদিৰ শাৰীৰ কবি সৰস্বতী নহয়।

নৱবৈষ্ণৱ আন্দোলনৰ সমসাময়িক হৈও প্ৰাক্‌শঙ্কৰী আৰু শঙ্কৰী যুগৰ সংযোজকপ্ৰায় মনকৰ, দুৰ্গাবৰ কায়স্থ আৰু পীতাম্বৰ কবি, তিনিওজনেই পৃথক পৃথক লক্ষণৰ বিষয়ত দুইটা যুগৰপৰা আঁতৰত। তেওঁলোকৰ সময় খ্ৰীষ্টীয় ষোড়শ শতকৰ আদিৰপৰা প্ৰায় অন্তলৈকে বিস্তৃত। তিনিওজন অভিনৱ লিৰিকেল্ পাঁচালীকাব্যৰ ৰচয়িতা; এইৰূপে তেওঁলোক এফালে গীতগোবিন্দৰ জয়দেৱ

আৰু বঙ্গীয় কবিসকল, আনফালে অসমীয়া কাব্যৰ গঙ্গাদাস, ভৱানীদাস, সুবুদ্ধিৰায়ৰ পৰম্পৰাৰ ভিতৰত পৰে। মনকৰৰ ৰচনা 'শ্ৰাৱণেৰ গীত'ত লোকগীতিৰ দৰে সৰল আৰু লৌকিক ঠাঁচ। কল্পনা আৰু গীতধৰ্মিতা তাত অবিৰল। শৃঙ্গাৰব্যঞ্জক বৰ্ণনা আৰু লঘু হাস্যৰ নিদৰ্শন মনোগ্ৰাহী। দুৰ্গাবৰ মনকৰৰ গোষ্ঠীৰ কবি হ'লেও যেন অধিক বিদ্বান আৰু কবিত্বশালী। তেওঁৰ নৈসৰ্গিক-শাৰীৰিক ৰূপ আৰু কাৰ্যৰ বৰ্ণনাত এটি তীব্ৰতা আৰু বাস্তৱতা অনুভৱ কৰিব পাৰি। গীতি-ৰামায়ণত তেওঁ মাধৱ কন্দলিকে সৰহ ঠাইত অৱলম্বন কৰি ৰাগ টানিছে যদিও ৰাম-কথাক কেন্দ্ৰ কৰি গঢ় লৈ উঠা পশ্চিম অসম আৰু উত্তৰ-পূব বঙ্গৰ নানা লৌকিক কাহিনীসূত্ৰৰ ব্যৱহাৰ আৰু বেলাড্ সুলভ ব্যঞ্জনাই বিশেষকৈ তেওঁৰ অৰণ্যকাণ্ডক বাল্মীকি-কন্দলি-প্ৰভাৱমুক্ত এক মৌলিক সৌৰভ আৰু স্বাধীন ঐশ্বৰ্য দান কৰিছে। এই বিষয়ত তেওঁৰ ৰামায়ণে ভীমচৰিত, কাণখোৱা, ৰাধাচৰিত্ৰ আদিৰ বাট দেখুৱায়। তেওঁৰ ঘটনাচক্ৰ মাজে মাজে ছিগি গৈছে, সঁচা; কিন্তু পাঁচালীৰ সভা গোৱা ওজাই তেওঁৰ ছিগা শিকলিৰ খাৰু নিশ্চয় জোৰাই যাব পাৰিছিল। করুণ ৰসৰ আৰু অহিৰ ৰাগৰ বিলাপৰ লিৰিক্ তেওঁৰ বিশেষত্ব, এনে হৃদয়স্পৰ্শী বিষয়-বস্তু তেওঁৰ প্ৰিয় আৰু তাৰেই তেওঁ শতিকাবোৰক চকুলো টোকাই আহিছে। চিত্ৰিত মুক্তাস্ফোটৰ দৰে দুৰ্গাবৰৰ ইঙ্গিতপূৰ্ণ বাণীচিত্ৰ স্পষ্ট আৰু চিত্তাকৰ্ষক। পৰিৱেশ-সৃষ্টিতো কবি পটু। পীতাম্বৰ সীমান্তৰ কবি; তেওঁৰ ভাষা মিশ্ৰিত। শঙ্কৰদেৱৰ সমালোচনাৰ পাত্ৰ এই কামসিক কবিৰ ঘাই উদ্দেশ্য ধৰ্মপথৰ সন্ধান নহয়, কাব্যৰস আৰু লৌকিক ৰুচিৰ যোগেদি শ্ৰৱণ-ৰমণ কথাৰে কাব্যাস্বাদীৰ চিত্তপ্ৰণোদন-সাধনহে। অনাবিল আদিৰসাত্মক বৰ্ণনা বা তেনে ৰসাভাস দিও তেওঁৰ যেন হেঁপাহ পলোৱা নাই, মাত্ৰ গুৰুগৌৰৱ-সভাৰ সম্মানৰ অৰ্থেহে তেওঁ ক্ষান্ত হৈছে। উষা-পৰিণয় গীতি-কাব্যৰ হৰ-গৌৰীৰ কামকেলি দেখি উষাৰ মানসত উপস্থিত হোৱা মদন-বৈকল্যৰ প্ৰকাশে বাৰমাহী গীতৰ তীব্ৰ বিৰহ-বিধুৰা বণিক-বধূৰ মৰ্মন্তুদ বেদনাৰ বৰ্ণনা আমাৰ মনলৈ আনে। দুৰ্গাবৰ-পীতাম্বৰৰ গীতিকাব্যই এইদৰেই শাস্ত্ৰানুশাসনৰ অন্তৰালৰ স্বতঃস্ফূৰ্ত কবিপ্ৰাণৰ সম্ভেদ দিয়ে।

শঙ্কৰদেৱৰ ভক্তি-আন্দোলনে অসমীয়া সাহিত্যত বহুমুখী বিকাশৰ এক ৰেনাছাঁচৰ পত্তন কৰে। ই এক সাহিত্যিক আন্দোলনৰূপে থিয় দিয়ে। সাহিত্যিক প্ৰচেষ্টাৰ আদৰ্শ ঘোষিত হয়। সাহিত্যিকসকল এটা সম্প্ৰদায়ৰ মাজৰপৰা ওলাল।

তেওঁলোকৰ এজন নেতা নিৰূপিত হ'ল। বৈদান্তিক দৰ্শন হ'ল এই নতুন সাহিত্যৰ উদাৰ ভিত্তি। "ধন্য ধন্য কলি কাল ঃ ধন্য নৰতনু ভাল ঃ ধন্য ধন্য ভাৰতবৰিষ" বুলি কাল আৰু জীৱনৰ কৰাল মূৰ্তিতো আনন্দ আৰু পুণ্যভূমিত গৌৰৱ অনুভৱ কৰিলে। নতুন আদৰ্শৰ অনুপ্ৰেৰণাত পূৰ্বকবিৰ গাঁৰি দিয়া ৰিহাত ভক্তি-আঁচুফুলৰ কেঁচ বাছিবলগীয়া হ'ল। লৌকিক কথাক দৈৱবাণী-ৰূপ দিবলগীয়াত পৰিল আৰু ৰামৰ সামান্য সন্ত-কথাত ভজনীয় গুণ ব্যক্ত কৰিবৰ আৱশ্যকে দেখা দিলে। ভক্তিৰ উদাৰ আদৰ্শ নাপাহৰাকৈও কেননিকেল্ বা বিনয়-ৰীতিৰ ধৰ্মসাহিত্যৰ ফালৰপৰা সীমামুৰিয়লিৰ আলি যে বান্ধিব লাগিব, সেই কথালৈও সন্তসকলে চকু দিলে। বৈষ্ণৱ কবিয়ে দাৰ্শনিক বাস্তৱৰ অনুসন্ধানত ইন্দ্ৰিয়লভ্য বাস্তৱক অৱহেলা কৰিছিল। শাস্ত্ৰটীকায়ো কাব্যৰ পৰিসৰত সীমাৰ খুঁটি মৰাত বদ্ধপৰিকৰ হ'ল; কিন্তু ভাবপ্ৰৱণ ভক্তিধৰ্মৰ প্ৰাণৰ উচ্ছ্বাসে সেই প্ৰাচীৰবোৰ উৰ্লঙ্ঘা কৰা সহজ যেন কৰিলে। স্বয়ং শঙ্কৰদেৱেই কঠিনক ডৰে কথাৰ আশয়ে কাব্যৰসৰ প্ৰলেপ ব্যৱহাৰ কৰি অঁতাই ব্যাসৰ দৰে কবি-পণ্ডিতেও কথাত ৰঞ্জন দিয়া বুলি নিজকে আশ্বাস যাচিছিল। তেওঁৰ যৌৱনৰ ৰচনা 'হৰিশ্চন্দ্ৰ উপাখ্যান' আৰু 'ৰুক্মিণীহৰণ'ত মাধৱ কন্দলিৰ যুগৰ কথাৰস ৰসিকতা স্পষ্ট; কিন্তু তেওঁৰে বয়সৰ ৰচনাবোৰত ধৰ্মানুশাসনৰ দৃষ্টি হৈ পৰিল ব্যাপক। কাব্যৰীতিৰ সমালোচকৰ দৃষ্টিৰপৰা তেওঁৰ পুৰাণৰ ভাঙনিবোৰত কোনোৱে আকাৰহীনতা দেখা পাব পাৰে। কাব্যোপম নাটক আৰু আখ্যানৰ ঘটনা-পৰিৱেশ, চৰিত্ৰ-সৃষ্টি আদিত তেওঁৰ সৃষ্টিধৰ্মী মানসিকতাই বিকাশ লাভ কৰিছিল। সাহিত্যিক বহুমুখিতা এই উচ্ছ্বাসময় যুগটোৰ এটি ডাঙৰ বৈশিষ্ট্য। গীত, পয়াৰ, তত্ত্বপুথি, প্ৰকৰণ-গ্ৰন্থ, নাটক আৰু কাব্যসুলভ গদ্যৰ সৃষ্টিৰে শঙ্কৰী যুগ বৈচিত্ৰ্যময়। ধৰ্মপ্ৰচাৰৰ সময়ত শঙ্কৰদেৱৰ নিজৰ আৰু তেওঁৰ অনুৰক্তসকলৰ ৰচনাৱলীয়ে এক প্ৰধান মাধ্যমৰূপে কাম কৰিছিল। তেওঁ প্ৰতিভা-শক্তিৰে পূৰ্বকবিসকলৰ ভাষা-ছন্দৰ পৰিসৰ আৰু নমনীয়তা-কমনীয়তা বৃদ্ধি কৰি তাক বিৰাট বৈষ্ণৱ সাহিত্যৰ বিবিধ প্ৰকাশৰ উপযোগী কৰি তুলিলে; নাট আৰু গীতৰ কাৰণে এক অভিনৱ ভাষাৰীতিকে সৃষ্টি কৰিলে। তেওঁৰ কবিতাৰ কেইবাটিও ৰূপ দেখা পাওঁ—উপাখ্যান, আখ্যান বা খণ্ডকাব্যৰ ঐক্যবিহীন শাস্ত্ৰৰ ভাঙনি, ভক্তিতত্ত্বৰ প্ৰবন্ধ, কীৰ্তন-ঘোষা, বৰগীত, ভটিমা আৰু নাটকীয় গীত। বহু সত্যৰ মাজত সনাতন সত্যৰ উপলব্ধিৰ প্ৰতি সামাজিক চৈতন্যৰ জাগৰণ,

মানৱ-অন্তৰকে আধ্যাত্মিক উপলব্ধিৰ প্ৰধান লীলাক্ষেত্ৰৰূপে প্ৰতিপাদন, সামাজিক ব্যৱধান অৱহেলি ভক্তিমাত্ৰৰ পৱিত্ৰীকৰণ-ক্ষমতা দৰ্শোৱাৰ আদৰ্শত তেওঁৰ ৰচনাৱলী নতুন এক আধ্যাত্মিক-সামাজিক আন্দোলনৰ স্পন্দনেৰে সঞ্জীৱিত। তেওঁৰ কাব্যৰ মূল তাৎপৰ্য নতুন প্ৰাণৰ সঞ্চাৰ কৰি অসমৰ প্ৰান্তীয় জীৱনৰ লগত সৰ্বভাৰতীয় মহাজাতীয় চৈতন্যৰ ঐক্যভাব স্থাপন কৰাত। 'হৰিশ্চন্দ্ৰ-উপাখ্যান' আৰু 'ৰুক্মিণীহৰণ'ত বিৱৰণেই ৰচনাৰ প্ৰমুখ অৱলম্বন; শঙ্কৰদেৱৰ সকলো ৰচনাতকৈ জনৰঞ্জন আৰু প্ৰভাৱশীল পিছৰখনিৰ মৌলিক সৌন্দৰ্যতাৰ চৰিত্ৰ-সৃষ্টি আৰু ৰচনাভঙ্গিৰ অতুলা গুণত। বলিছলনৰ বিৱৰণো শক্তিশালী। তেওঁৰ ভাগৱত-পুৰাণৰ ভাঙনিবোৰৰ ভিতৰৰ আদ্য দশমখনেই সৰাতোকৈ মনোৰম আৰু কবিত্বপূৰ্ণ। 'অনাদি-পাতন'ৰ সৃষ্টিতত্ত্ব আদিৰ সুদক্ষ বৰ্ণনা, 'নিমিনৱসিদ্ধ-সম্বাদ'ৰ অৱতাৰ-বৰ্ণনা শঙ্কৰদেৱৰ কাব্যৰ উজ্জ্বল অংশ। 'কীৰ্তন-ঘোষা'ৰ ভাষাৰ প্ৰাণময় সৌন্দৰ্য, ক্ষিপ্ৰতা আৰু দৃঢ়তা, বৰ্ণনাৰ প্ৰাঞ্জল সৌন্দৰ্য আৰু দৰ্শন-জটিল কথাৰ সৰ্বজন-গ্ৰাহ্য সৰল অথচ সূক্ষ্ম প্ৰকাশ লক্ষণীয় বিষয়। ধ্যানবৰ্ণন আদিত চিত্ৰণৰ পাৰিপাট্য আৰু স্নিগ্ধ-প্ৰশান্ত প্ৰাঞ্জলতা; হৰমোহনৰ উপবনৰ বৰ্ণনাত লীলাময়ী নাৰীৰূপৰ মৌলিক সৃষ্টিশীল ৰূপায়ণ; প্ৰহ্লাদচৰিত্ৰ, কংসবধ, স্যমন্তকহৰণ আদিৰ শাৰীৰিক চেষ্টাৰ বৰ্ণনাৰ ওজঃগুণ; বেদস্তুতি, বৈকুণ্ঠপ্ৰয়াণ আদি খণ্ডত তত্ত্বকথাৰ মনোৰম ব্যাখ্যাৰ প্ৰসাদগুণ 'কীৰ্তন-ঘোষা'ৰ আকৰ্ষক বিন্দু। শঙ্কৰদেৱ-মাধৱদেৱৰ অঙ্কবোৰ কাব্যোপম নৃত্য-নাট্য; তাৰ সংলাপ আৰু সূত্ৰবাক্যবোৰৰ ভাষাও কাব্যসুলভ কথাহে। এই নাটকৰ গীতসমূহ বৰগীত আৰু ভটিমা পূৰ্বভাৰতৰ বৈষ্ণৱ কবিতাৰ মাধ্যম ব্ৰজবুলিত ৰচিত। বৰগীতৰ সৌন্দৰ্য কৃষ্ণৰ শিশু-চৰিত্ৰৰ চিত্ৰণত, গম্ভীৰ প্ৰশান্তিমূলক ভটিমাৰ বৈশিষ্ট্য শব্দৰ আৰু ছন্দৰ অলঙ্কাৰময় ঝঙ্কাৰত।

মাধৱদেৱে অসমীয়া বৈষ্ণৱ ধৰ্মৰ শাস্ত্ৰৰ থুলটি পূৰণ কৰে। 'নামঘোষা' এইজনা পৰমভক্তৰ আধ্যাত্মিক জীৱনৰ অভিজ্ঞতাৰ ছন্দোময় প্ৰকাশ। মূল কোনো বৈষ্ণৱ গ্ৰন্থৰপৰা লোৱা কথায়ো তেওঁৰ অনুভূতি আৰু সুৰদি ভাষাৰ যোগেদি নতুন জন্ম লাভ কৰিছে। তেওঁৰ অধ্যয়ন আৰু আন্তৰ অভিজ্ঞতাৰ মিলনত 'নামঘোষা' অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ দাৰ্শনিক ভিত্তিৰ পৰিচায়ক হৈ পৰিছে। ইখনি পুথিৰ ছন্দোময় প্ৰাঞ্জলতাই কবি-হৃদয়ৰ আকুতিক প্ৰাণস্পৰ্শীভাৱে ধ্বনিত কৰি তুলিছে। গুৰুভটিমাৰ দৰে নামঘোষাৰো এসুঁতি পুণ্যশ্লোক শ্ৰীশঙ্কৰ-

স্মৃতি। নামঘোষা যদি পাটত বহা সুৰুজৰ হেঙুলী ৰঙৰ খেলা, কৃষ্ণৰ কৌতুকপূৰ্ণ শিশুচৰিত্ৰ আৰু চিৰশিশুৰ লগত চিৰন্তন মাতৃ-হৃদয়ৰ সম্বন্ধই স্নিগ্ধতা আৰু উজ্জ্বলতা বোলোৱা চিৰকুমাৰ মাধৱদেৱৰ বৰগীত আৰু অঙ্কীয়া গীত হ'ল অৰুণৰ তৰুণ কিৰণ। 'ভক্তি-ৰত্নাৱলী'ৰ ভাঙনি ইমান জনপ্ৰিয় আৰু সকলোৰে অন্তৰৰ উচ্চস্থানৰ অধিকাৰী যে সি পণ্ডিতম্মন্যতাৰ ধৃষ্টতাক পৰিহাস কৰা এটি প্ৰৱচন সৃষ্টি কৰিছে; যুদ্ধোদ্যত বীৰসকলেও তাৰ নামত জন্মভূমিৰ প্ৰতি একানুগত্যৰ শপথ গ্ৰহণ কৰিছিল। ৰামায়ণৰ বালকাণ্ড আৰু ভাগৱত-পুৰাণৰ ৰাজসূয়-বৰ্ণনাৰ অনুবাদ মাধৱদেৱৰ প্ৰশস্ত কাব্যপ্ৰচেষ্টা। জন্মৰহস্যত মূলৰ সাৰগ্ৰহণ-ক্ষমতা দেখি স্বয়ং শঙ্কৰদেৱেই তেওঁক প্ৰশংসা কৰি গৈছে।

শঙ্কৰ-মাধৱৰ সমসাময়িক কবিসকলৰ ভিতৰত অনন্ত কন্দলি, ৰাম সৰস্বতী, শ্ৰীধৰ কন্দলি, কংসাৰি কায়স্থ আদিসকল অগ্ৰগণ্য। এওঁলোক প্ৰায় সকলোৱেই শ্ৰীশঙ্কৰী আন্দোলনৰ লগত জড়িত। অনন্ত কন্দলিৰ 'কুমৰহৰণ', ৰাম সৰস্বতীৰ 'ভীমচৰিত' আৰু 'শ্ৰীধৰ কন্দলি'ৰ কাণখোৱাই শঙ্কৰ-মাধৱৰ ৰচনাৱলীৰ দৰেই বিশিষ্টভাৱে জনগণক পৰিপুষ্টি আৰু পৰিতুষ্টি দি আহিছে। অনন্ত কন্দলিৰ সৌন্দৰ্যদৰ্শী গীতিধৰ্মী কবিত্ব, বিশেষকৈ উষাৰ কামাৱেগ বৰ্ণনাৰ তেওঁৰ প্ৰিয় লীলায়িত ছবি ছন্দত ৰূপায়িত হৈ উঠিছে। ৰাম সৰস্বতী নামে-কামে মহাভাৰত-কবি। তেওঁৰ কাব্যত সূক্ষ্ম কাব্যৰসতকৈও স্পষ্ট বিশেষত্ব কাহিনীকথনৰ বাহুল্য, জনচিত্তপ্ৰণোদক অতিশয়োক্তি আদি প্ৰয়োগত অনুৰক্তি, ৰচনাৰ বিপুলতা আৰু ব্যাসৰ মূলৰপৰা সততে অপসৃতি। জতুৱা জীৱনৰ ছবি শঙ্কৰদেৱৰ 'ৰুক্মিণীহৰণ'ৰ লগতে বসন্তৰ মধুৰ স্বপ্নৰ বাৰ্তাৰ দৰে অনন্ত কন্দলিৰ 'কুমৰহৰণ' যেনেকৈ অসমীয়া প্ৰণয়-গাথা হৰণকাব্যৰ ঐতিহ্যৰ তৰঙ্গশীৰ্ষত অৱস্থিত, আন এক শ্ৰেণীৰ ৰোমাঞ্চ কাব্যৰ ধাৰাবাহক বধকাব্যত প্ৰধান দান ৰাম সৰস্বতীৰে। তেওঁৰ গীতগোবিন্দৰ শঙ্কৰপন্থী অনুবাদত শৃঙ্গাৰাত্মক সম্মোহন তীব্ৰতা ব্যাহত হৈ পৰিছে। লোক-কথাৰ পৰিচিত শিৱ আৰু ভীমৰ চৰিত্ৰৰ লৌকিক ৰূপৰ চিত্ৰণে 'ভীমচৰিত'ক মৌলিক আৰু সকলোৰে ঘৰুৱা সম্পত্তি কৰি তুলিছে। আন এটি সুস্নিগ্ধ মৌলিক কবিতা 'কাণখোৱা'। ই এফালে শিশুচৰিত্ৰৰ কৌতুকপ্ৰিয়তাৰ বোলেৰে ৰঞ্জিত নিচুকনী গীত, আনফালে ভক্তহৃদয়স্পৰ্শী ভাবাৱেগৰ মনোৰম সংমিশ্ৰণ; আৰু তাতেই তাৰ আকৰ্ষণ। শঙ্কৰদেৱৰ শিষ্যসকলৰ মাজৰ মুছলমান ভক্ত চান্দসাঁইৰ ভণিতাৰে স্মৃতি-

পৰম্পৰাত চলি অহা গীতটিত লোকগীতৰ অভিনৱতা আৰু ভকতীয়া ফকৰাৰ জতুৱা আৰু নমিক্ বা সাঁথৰুৱা প্ৰকাশৰ মিলন দেখা পাওঁ; সি মুছলমানসকলৰ জাৰী-জিকিৰৰ লগত তুলনীয়। এইদৰে দেখা যায়, বৈষ্ণৱ যুগৰে অসমীয়া কবিতাৰ এটি ধাৰাই শাস্ত্ৰেতৰ লোক-সাহিত্যক স্পৰ্শ কৰি গৈছিল। ৰাম সৰস্বতীয়ে ঋষি আখ্যা দিয়া মহাভাৰতৰ পয়াৰ-ৰচয়িতা সুকবি কংসাৰি শঙ্কৰী যুগৰ প্ৰথম চামৰ কবি। সুকবিশেখৰ ৰত্নাকৰ কন্দলিৰ সহস্ৰনামবৃত্তান্ত ভক্তজনপ্ৰিয়। শঙ্কৰদেৱৰ উপচ্ছায়াৰ কবিসকলৰ ভিতৰত ভাগৱতৰ অনুবাদক কলাপচন্দ্ৰ আৰু শঙ্কৰদেৱৰ 'ভক্তি-ৰত্নাকৰ'ৰ সৰল কথাভাঙনি কৰা গোপালচৰণ দ্বিজ। এজন কলাপচন্দ্ৰ দ্বিজে প্ৰেমময়ী ৰাধাৰ চৰিত্ৰটি অসমীয়া ভক্তিবাদৰ সাঁচত ঢালি দাস্যভক্তিৰ আদৰ্শনীয় কৰি তুলিছে।

শঙ্কৰোত্তৰ কবিসকলে ভক্তিৰ নতুন আদৰ্শক নানাভাৱে সঞ্জীৱিত কৰি ৰাখিবলৈ প্ৰয়াস কৰে। কিন্তু বৈষ্ণৱ কাব্যই কাব্যিক অনুপ্ৰেৰণা আৰু গম্ভীৰতাতকৈ বিস্তাৰমাত্ৰ লাভ কৰিবলৈ সমৰ্থ হয়। সাহিত্যসৃষ্টিৰ আদৰ্শই ৰাজসিংহাসন পৰ্যন্ত উদ্বুদ্ধ কৰি তুলিছিল; জয়ধ্বজসিংহ, ৰুদ্ৰসিংহ, শিৱসিংহ, 'কীচকবধ'ৰ নাট্যকাৰ ৰাজেশ্বৰসিংহ আদি তাৰ সাক্ষী। ৰাজনৈতিক ক্ষেত্ৰত প্ৰথম নৱবৈষ্ণৱসকলৰ লীলাক্ষেত্ৰ কোচবেহাৰ ৰাজ্যত ভাঙনে ধৰে আৰু সাহিত্যিক চেষ্টাৰ কেন্দ্ৰ পূবৰ ফালে বাগৰি যায়। দুৰ্গাবৰ মনকৰে উদ্ৰেক কৰা বঙ্গীয় পাঁচালী বা মঙ্গলকাব্যৰ গোষ্ঠীৰ এক সাহিত্য-জনয়নৰ মুকুলিত স্বপ্ন ব্যৰ্থ হয়। পাঁচালী গঢ় অন্তৰ্হিত হয় সুকবি নাৰায়ণ আৰু জৈমিনিভাৰত ভঙা তিনিজন কবিৰ চেষ্টা বাদ দিলে। কবিৰাজ চক্ৰবৰ্তীৰ 'শকুন্তলা'ত তাৰ এটি মাথোন দূৰৰ ৰেঙনি দেখা পোৱা যায়। এওঁলোকৰ ৰচনা, দৰঙী হয়নাৰায়ণৰ পৃষ্ঠপোষকতাত কৰা ব্ৰহ্মবৈৱৰ্তৰ অনুবাদ আৰু কোচ-ৰাজবংশাৱলীৰ বাহিৰে সপ্তদশ শতিকাৰ মাজৰপৰা পশ্চিম অঞ্চলত কাব্যপ্ৰয়াস নাই বুলিয়ে ক'ব পাৰি। কোচবেহাৰৰ দৰবাৰত দুই-এক কবিয়ে যি লিখিছিল, সি অনুষ্টুপীয়া, বঙ্গভাষাৰ ফালে ঢাল লোৱা ধৰণৰহে। খাছপুৰৰ ৰজা সুৰদৰ্পৰ মাতা চন্দ্ৰপ্ৰভাৰ আদেশত লিখা ভুৱনেশ্বৰ বাচস্পতি মিশ্ৰৰ নাৰদীয় কথামৃত আৰু আন এজন হেড়ম্বেশ্বৰ জয়ছন্দৰ আদেশত 'ব্যাস-সংগিত চাইয়া' ৰচা ভৱানীনাথ দ্বিজবৰৰ পয়াৰ-লাচাড়িপ্ৰবন্ধ শ্ৰীৰামচন্দ্ৰ-অভিষেকে আন এটি সাহিত্যিক মণ্ডলৰ ইঙ্গিত দিয়ে। বিভিন্ন বৈষ্ণৱ সত্ৰৰ মহন্তসকলে আৰু পূবৰ আহোম ৰাজধানীত জীৱিকান্বেষী

লোকসকলে কোনো নতুন আদর্শৰ সন্ধান নলৈ বিভিন্ন বিষয়-বস্তুক বৈষ্ণৱ কাব্যৰ সাঁচত ঢালি উলিয়াইছিল। ক্ষয়িষ্ণু সামন্তবাদৰ ক্রমাৱনতিৰ প্রাচীৰত লেখালৈ বাস্তববাদী দৃষ্টিপাত নকৰা এই নব্য-ধ্রুপদী সাহিত্যৰ ভাগ্যত কৃতকাৰ্যতা লিখা হোৱা নাছিল। ইতিহাসবোধৰ বাস্তৱ সাহিত্যৰ ফালৰপৰা এই যুগৰ বিশেষ দান গদ্য-পদ্যৰ বুৰঞ্জী আৰু বৈষ্ণৱচৰিত, য'ত যুগৰ স্বাক্ষৰ নির্ভুলভাৱে পৰি আছে।

সপ্তদশ শতিকাৰ মাজৰপৰা উনবিংশৰ মাজলৈকে কেৱলত এখন কথাকলি নাটক নিলিখিলে যেনেকৈ কোনো কবি নহৈছিল, অসমতো এখন ভাওনাৰ নাট নৰচিলে কোনো কোনো মহলত মহন্তৰ মান্য-সতকাৰ খুজি ল'ব নোৱাৰিছিল। কিন্তু অঙ্কীয়া গীতৰ সূৰ্যাস্তৰ পাছত আৰু সূৰ্যোদয় হয় ক'ত? বধকাব্য আৰু বধনাটক হ'ল এই যুগৰ জীৱনতোৰণ। আদিৰসাত্মক কাব্য সৃষ্টিৰ চেষ্টা প্ৰাণহীন কাব্যসাহিত্যত মৃতসঞ্জীৱনী-প্রয়োগৰ চেষ্টা; কিন্তু সেই সাধনাৰো সিদ্ধি হ'ল দুৰপৰাহত। সাধাৰণ ধাৰাৰ আখ্যান-কাব্যত যুদ্ধ, সংগ্রামকামী বীৰৰ বিমঙ্গলদর্শন, যুদ্ধোন্মুখ বীৰৰ বাক্‌সংগ্রাম, বিলাপ, উপবন, নগৰ, প্রাসাদ আৰু নাৰীৰূপৰ বর্ণনা একেই ৰীতি-অনুগত হৈ পৰে। ভাগৱত-পুৰাণৰ অন্তর্গত পুৰঞ্জন-উপাখ্যানৰ ভাওনি আৰু ক্লাছিকেল্ সংস্কৃত ৰূপকৰ অৱসাদৰ বেলা জন্ম লাভ কৰা বেদান্তবাদী প্রবোধচন্দ্রোদয়ৰ অৱলম্বনে অসমীয়াত ৰূপক কাব্যৰ আস্বাদ যোগায়। আমালৈ পুৰণি হিন্দী সাহিত্যৰ দান আকাশী পৰীৰ লীলাখেলা আৰু তুলসীদাসী ৰামায়ণ। অর্বাচীন পুৰাণ আৰু শাক্ত-শৈৱ তন্ত্র এই যুগৰ কবিৰ কথা-সংগ্রহৰ উৎস হ'ল। মনসা-পূজাক কেন্দ্র কৰি ৰচিত হ'ল নাৰায়ণদেৱৰ নব্য ভাষা-পুৰাণ। চাণক্য-হিতোপদেশ লীলাৱতী-জ্যোতিষৰ পর্যায় আৰু সঙ্গীতৰ তালৰ আৰ্যাও হ'ল কবিতাৰ ভোগ্য। বৈষ্ণৱ সাহিত্যৰ প্রসাদত বুৰঞ্জী আৰু চৰিতেও কবিৰ আদৰ লাভ কৰিলে। কাব্যিক ৰূপৰ ফালৰপৰাও বৈষ্ণৱ কবিসকলৰ আদৰ্শই পিছৰ যুগৰ মনবোৰক আচ্ছন্ন কৰি ৰাখিছিল। পুৰাণ আদিৰ যথাক্রম অনুবাদ, নামঘোষা, ৰাগৰ গীত আদি ৰচনাৰ প্রাচুর্য দেখা পোৱা যায়। কৃতকাৰ্যতাৰে নহ'লেও অনন্ত ঠাকুৰে ৰামায়ণ, ৰত্নাকৰ মিশ্রই গীতা, দীন দ্বিজবৰে পদ্মপুৰাণৰ মাধৱ আৰু সুলোচনা কথা আৰু ৰামচন্দ্র বৰপাত্রই যোগিনীতন্ত্রৰ একাংশ শঙ্কৰী কীর্তন-ঘোষাৰ ৰূপত ভাঙি উলিয়াইছিল। এই যুগত অন্ততঃ এগৰাকী মহিলা কবিৰ নাম পোৱা যায়—ভৱানীপুৰীয়া গোপালদেৱৰ কন্যা

পদ্মপ্ৰিয়া। বেলাড বা কাহিনীগীতি আৰু আন আন লোকগীতি প্ৰচুৰ পৰিমাণে আৰু প্ৰাণপ্ৰাচুৰ্যেৰে ভৰি সৃষ্টি হৈছিল বুলি ভাবিবৰ কাৰণ আছে। চৰিত আৰু বুৰঞ্জীৰ লগত ইয়াৰ দুই-এটিত সামাজিক প্ৰতিচ্ছবি আৰু সমালোচনাও লগ পোৱা যায়।

ৰুদ্ৰ কন্দলিৰেপৰা অষ্টাদশ শতিকাৰ শেষভাগৰ লক্ষ্মীনাথ আৰু পৃথুৰাম দ্বিজলৈকে অনেকজনে প্ৰায়ে কোনোজন ৰজাৰ বা পাত্ৰৰ পৃষ্ঠপোষকতাত মহাভাৰতত হাত দিছে; জৈমিনিভাৰতো কেইবাজনো কবিৰ দ্বাৰা অনূদিত হৈছে। দুজন কন্দলি আৰু দুজন মহাপুৰুষ গুৰুৰ পিছত, এজন কায়স্থৰ লিৰিকেল্ গঢ় আৰু আন এজন কায়স্থৰ কীৰ্তনীয়া গঢ় এৰি, ৰামায়ণত আৰু বিশেষ কবিত্বৰ হাত পৰা নাই বুলিব পাৰি। সম্ভৱতঃ একেজন ৰঘুনাথদাস মহন্তৰ কথা-ৰামায়ণ, অদ্ভুত-ৰামায়ণ আৰু হনুমন্তৰ কীৰ্তিকাহিনী। শত্ৰুসঞ্জয়ৰ অৱশ্যে নিজা বৈশিষ্ট্য বৰ্তমান। বৈষ্ণৱ পুৰাণসমূহৰ আদৰ আগৰ দৰেই থাকিল। শঙ্কৰদেৱে ধাৰাবাহিকতাৰে অনুবাদ নকৰা ভাগৱত-পুৰাণৰ স্কন্ধকেইটিৰ বিবিধ অংশ অনন্ত কন্দলি, গোপালচৰণ দ্বিজ, কলাপচন্দ্ৰ, কেশৱ কায়স্থ, দুজন অনিৰুদ্ধ কায়স্থ, বিষ্ণু ভাৰতী, নিত্যানন্দ কায়স্থ আৰু ৰত্নাকৰ মিশ্ৰই সুন্দৰ নিষ্ঠাৰে ভাঙনি কৰে। ভৱানন্দ মিশ্ৰ আৰু গোপালচৰণে হৰিবংশৰ অনুবাদত দক্ষতা প্ৰকাশ কৰিছে। বিষ্ণুপুৰাণ, পদ্মপুৰাণ, স্কন্দপুৰাণ, ধৰ্মপুৰাণ (কবিচন্দ্ৰ আৰু পৰশুৰাম দ্বিজ), বৃহন্নাৰদীয় পুৰাণ, কল্কিপুৰাণ (ঘনশ্যাম খাৰঘৰীয়া ফুকন) আৰু অগ্নিপুৰাণৰ আংশিক অনুবাদ পোৱা গৈছে। এই যুগৰ কাব্যৰ দুটি চকুত লগা বৈশিষ্ট্য দেখা যায়। প্ৰথমতে, আদিৰসাত্মক বস্তুৰ প্ৰতি সাধাৰণ স্পৃহা আৰু সেই গতিকে গীতগোবিন্দ আৰু পুৰাণৰ ভিতৰত বিশেষকৈ ব্ৰহ্মবৈবৰ্ত পুৰাণত শৰণ। আহোম আৰু দৰঙী কোঁৱৰৰ ৰাজধানীয়ে এই বিষয়ত উৎসাহ যোগাইছিল। ৰুদ্ৰসিংহ আৰু শিৱসিংহৰ পৃষ্ঠপোষকতা আৰু আদেশ লভি ৰামনাৰায়ণ কবিৰাজ চক্ৰৱৰ্তীয়ে ৰাম সৰস্বতীতকৈ মূলৰ অধিক কাষৰি চাপি জয়দেৱৰ পদানুবাদ কৰে, অৱশ্যে তেওঁৰ পদ-দুলড়িত জয়দেৱৰ অপূৰ্ব কবিত্ব দুপৰৰ নিয়ৰৰ দৰে শুকাই পৰিছে,—ব্ৰহ্মবৈবৰ্ত-পুৰাণৰ কৃষ্ণজন্মখণ্ডৰ ভাঙনি কৰাৰ উপৰিও সেই পুৰাণৰ তুলসী আৰু শঙ্খচূড়ৰ কাহিনী অসমীয়াত লিখি উলিয়ায়। অষ্টাবিংশ শতিকাৰ সমাপ্তিত দৰঙী হয়নাৰায়ণে ৰতিকান্ত দ্বিজ প্ৰমুখ্যে চাৰিজন পণ্ডিতৰ হতুৱাই সমস্ত পুৰাণখনিৰ এটি অসমীয়া ৰূপ উলিয়ায়। আন কবিসকলেও ব্ৰহ্মবৈৱৰ্তৰ

আংশিক অনুবাদৰ প্ৰয়াস কৰে। মুঠতে, নতুন কাব্যপ্ৰচেষ্টাত এই পুৰাণে প্ৰায় আদি নৱবৈষ্ণৱ কালৰ ভাগৱত-পুৰাণৰ স্থান অধিকাৰ কৰে, যদিও লোকচিত্তত এই মাৰ্গাচলে ভাগৱতী কাব্যপ্ৰীতিক আকুলিত কৰি বিশেষ কোনো ব্যতিৰেক নঘটালে। এই কালত আদিৰসৰ প্ৰতি আকৰ্ষণ কিমান বাঢ়িছিল, তাৰ নিদৰ্শন বিদ্যাচন্দ্ৰ কবিশেখৰ ভট্টাচাৰ্যৰ হৰিবংশকথা, শ্ৰীধৰ কন্দলিৰ ভণিতাৰে ৰসমালতী, কোনোবা অনামীৰ উষাহৰণ, ৰাধাহৰণ। সম্ভৱতঃ জাতীয় চৈতন্যৰ এই একে এটি তৰঙ্গই 'পশ্চিমা ভাষা'ৰপৰা ধুৱাই আনি দ্বিজ ৰামৰ মৃগাৱতীচৰিত্ৰ বা চাহাপৰী উপাখ্যান আৰু অস্বাক্ষৰিত মধুমালতীক বুঢ়া লুইতৰ ওখ বালিগৰাত তোলেহি। ভিন্ন মূলৰ কিন্তু এক শ্ৰেণীৰে প্ৰেমগাথা মাধৱ-সুলোচনা, মাধৱ-বিক্ৰমকথা আদি, আৰু কাহিনীপ্ৰীতিৰ ব্যাসৰ আন মূৰত শিয়ালা বৈষ্ণৱ চৰিত্ৰ কৌতুকপূৰ্ণ।

শঙ্কৰোত্তৰ যুগৰ দ্বিতীয় লক্ষণ, ক্ষীণ হ'লেও, হ'ল এক শাক্ত আৰু শৈৱধাৰাৰ কবিতাসৃষ্টি; ই আহোম ৰাজত্বৰ শেষভাগত নানা শাক্ত-শৈৱ মন্দিৰ নিৰ্মাণৰ সমান্তৰাল। ৰুচিনাথ কন্দলি, মধুসূদন মিশ্ৰ আৰু ৰঙ্গনাথ দ্বিজ চক্ৰৱৰ্তীয়ে মাৰ্কণ্ডেয়-পুৰাণৰ চণ্ডী-আখ্যানৰ নতুন নতুন ভাঙনি কৰে। শিৱসিংহ-প্ৰমথেশ্বৰীৰ হিত বাঞ্ছি থকা ৰংপুৰীয়া অনন্ত আচাৰ্যই 'আনন্দলহৰী'ৰ পদ কৰে। সাহিত্যিক আদৰ্শত এওঁলোকৰ কোনোজনেই বৈষ্ণৱ কাব্যৰপৰা আঁতৰি যোৱা নাছিল। ভাগৱত মিশ্ৰৰ সাত্বততন্ত্ৰত কেন্দুগুৰীয়া ৰামচন্দ্ৰ বৰপাত্ৰৰ যোগিনীতন্ত্ৰত বৈষ্ণৱ তান্ত্ৰিক আদৰ্শ দাঙি ধৰা হৈছে; পিছৰখনিত সি নৱবৈষ্ণৱ ধৰ্মানুষ্ঠান-পদ্ধতিৰে চামিল হোৱা দেখা যায়। ৰুদ্ৰসিংহ-শিৱসিংহৰ সময়ত শাক্ত-শৈৱ ভাবৰ গীতো ৰচিত হয়। আনকালে শঙ্কৰ-মাধৱৰ পদাঙ্ক অনুসৰণ কৰি পীৰিৰ পিছত পীৰিকৈ সত্ৰীয়া মহন্তসকলে বৰগীত আৰু অঙ্কীয়া গীতৰ পৰ্যায়ৰ কবিতা ৰচনা কৰি আহে। অনেকবোৰ গীত অৱশ্যে দুইজনা মহাপুৰুষৰ পুনৰাবৃত্তিমাত্ৰ; দুই-এটিতহে কবিত্বৰ সৃষ্টিধৰ্মিতাই আত্মপ্ৰকাশৰ সুযোগ পাইছে। শঙ্কৰোত্তৰ গীতাৱলীত ৰাধা-কৃষ্ণ সম্পৰ্কীয় বস্তুৰ অৱতাৰণা অধিক হৈছিল। ৰুদ্ৰসিংহই এটি গীতত ৰমণীশিৰোমণি ৰাধাৰ ৰূপলাৱণ্য কীৰ্তন কৰিছে। বৰ্তমান সঙ্কলনৰ শ্ৰীৰামদেৱ আৰু ব্ৰহ্মানন্দ কায়স্থৰ গীতৰ বিষয়-বস্তুৰ লগত কবীন্দ্ৰ-বচনসমুচ্চয়ৰ সাম্য লক্ষিত হৈছে। ৰামানন্দ দ্বিজ আদিৰ সময়ৰপৰাই গীতগোবিন্দৰ প্ৰভাৱ গাঢ় হ'বলৈ ধৰে আৰু প্ৰতিধ্বনি সঘন হয়। এতিয়া শ্ৰীৰাধা কৃষ্ণৰ কিঙ্কৰীতকৈও

দয়িতাৰূপে অধিক দেখা দিবলৈ ধৰে; লোকগীতিসমূহতো প্ৰেমময়ী ৰাধাৰ চৰিত্ৰ মনোৰঞ্জন হৈ উঠে। অসমীয়া গীতগোবিন্দৰ আঙ্গিক আৰু বস্তুৰো বেঁকা পৰশ এটি দুই-এটি গীতত ধৰা পৰে। বৈষ্ণৱ ক্ষেত্ৰত দুই-এক গুপ্ত সম্প্ৰদায়ৰ বেদখলে এফালে ৰসৰ পোহাৰী আৰু আনফালে দেহবিচাৰৰ পিণ্ডব্ৰহ্মাণ্ডক স্থান দিয়ে। ঘোষা, অঙ্কীয়া গীত আদিৰ অনুশীলন চিৰাচৰিত পথে গতানুগতিকতাতে ৰ'ল।

বৈষ্ণৱৰ চৰিত বিষ্ণুৰ চৰিতৰ সমকক্ষৰূপে পৰিগণিত হোৱাত বৈষ্ণৱ গুৰুৰ গুণকীৰ্তন যেনেকৈ সত্ৰৰ নিত্য-নৈমিত্তিক প্ৰসঙ্গলৈ উঠিল, সি তেনেকৈ একধাৰা বাস্তৱ কাব্য আৰু একধাৰা মনোৰম গদ্যৰ সৃষ্টিকাৰী হ'ল। এই সামাজিক ইতিহাসৰ কাব্যীকৰণ-প্ৰচেষ্টাৰ অনুৰূপায়ণ হ'ল ৰাজনৈতিক ইতিহাসৰ পদ্য। অসমীয়া বৈষ্ণৱ ধৰ্মৰ বিপ্লৱাত্মক ৰূপৰ অঙ্কুৰ এটি ভৱানীপুৰীয়া গোপালদেৱৰ সম্প্ৰদায়ত প্ৰসুপ্তভাৱে আছিল, গীত-ঘোষা-নাটকৰ সৃষ্টিত এই সম্প্ৰদায়েই আছিল নিয়ত ৰত। গোপালদেৱী সম্প্ৰদায়ৰ অন্তৰ্গত অনিৰুদ্ধদেৱৰ শাখাৰপৰা এক জনবিপ্লৱৰ উদ্ভৱ হৈ অষ্টাবিংশ শতিকাৰ শেষৰ তিনি দশকক উত্ৰাৱল কৰি তোলে; পছিমত দৰঙী ৰজা কৃষ্ণনাৰায়ণৰ আহুকাল আৰু বৰকান্দাজ চিপাহীৰ উপদ্ৰৱ। সকলোবোৰ এনে অস্থিৰ অৱস্থা শতিকাৰ সামৰণিত নিজম পৰিবলৈ ধৰে; আৰু সেইটি সময়তে কোচ ৰজাসকলক হিন্দু দেৱতাৰে সংযুক্ত কৰি (যোগিনীতন্ত্ৰতে এনে চেষ্টা প্ৰথম দেখা যায়) ৰাজবংশাৱলী দুখনমান ৰচিত হয়; এখনিৰ অন্ততঃ নামকৰণ হয় শিৱবংশাৱলী। পৌৰাণিক পৰিবেশ আৰু বৈষ্ণৱ কবিৰ মনোভাব কোচ-ৰাজবংশাৱলীৰ চকুত লগা লক্ষণ। ঊনবিংশ শতিকাৰ মাজৰ দুই-চতুৰ্থাংশৰ ভিতৰত বিশ্বেশ্বৰ বেজবৰুৱা আৰু দুতিৰাম হাজৰিকাৰ ৰচিত পদ্য আহোম বুৰঞ্জীতো একেই মনোভাব ব্যক্ত হৈছে। আহোম ৰাজ্যৰ পতনৰ ইতিহাসত ভক্ত কবিয়ে কলিযুগৰ ঘোৰ ৰূপ আৰু জীৱনৰ নশ্বৰতা দেখা পাইছিল; আৰু সেইভাৱেই সচেতন জাতীয় অৱনতিয়ে আশ্বাস লাভ কৰিছিল।

দেশত ৰাজভগন হ'ল, কিন্তু কাব্যত বৈষ্ণৱ ৰীতিৰ পৰিবৰ্তন নঘটিল; দেশৰ দুৰ্দশাত সচেতন লোকচিত্তই হৰদত্ত-বীৰদত্তৰ গীত বা ঘিণাই ফুকনৰ গীতত মাথোন যুগপৰিবৰ্তনৰ সঁহাৰি দিয়ে। 'অৰুনোদই'ৰ খ্ৰীস্টিয়ান-অখ্ৰীস্টিয়ান কবিত্বপ্ৰয়াসীসকলেও ভাষাশৈলী, ছন্দ আৰু আন কি ভাবৰ বিষয়তো সেই

ৰীতিৰপৰা আঁতৰিব নোৱাৰি আড়ষ্ট হৈ পৰিল। এই চক্ৰৰ বাহিৰৰ দুই-এজনৰ বিষয়তো একে কথাই প্ৰযোজ্য। প্ৰকৃততে অসমীয়া সাহিত্যৰ খ্ৰীষ্টিয়ান কাল আৰু হেমচন্দ্ৰ বৰুৱাৰ কাল আধুনিক ভাষাৰ সংগঠন, কথাশৈলীৰ পূৰ্ণতাপ্ৰাপ্তি আৰু কাব্যৰ পুৰণি আদৰ্শ-বিস্মৰণৰ চেষ্টাৰ বহল অৱসৰৰ আৰু নতুনৰ বাবে প্ৰস্তুতিৰ সময়। ইয়াৰ পিছত আহিল আধুনিক কবিতাৰ প্ৰথম অনুশীলনবোৰ নতুন অসমীয়া ভাষাত—বলদেৱ মহন্ত আদিৰ সুৱলা ল'ৰা-কবিতা, ৰমাকান্ত চৌধাৰী আৰু ভোলানাথ দাসৰ অমিত্ৰাক্ষৰ ছন্দ, ভোলানাথ দাসৰ আৰু দেশপ্ৰেমৰ অগ্নিবাণীৰে কমলাকান্ত ভট্টাচাৰ্যৰ লিৰিক্, বলিনাৰায়ণ বৰাৰ সামাজিক ব্যঙ্গ আৰু মফিজুদ্দিন হাজৰিকাৰ জ্ঞানৰ মালিনী কবিতা। বৈষ্ণৱ কবিতাৰ আদৰ্শ বৰ্জনকাৰী এওঁলোকৰ ৰচনাৰ মাজত কবিপ্ৰাণৰ স্পৰ্শ থকা সাৰ্থক কবিতাৰ দৈন্য নাই। কিন্তু এইসকল কবিৰ ব্যক্তিগত প্ৰচেষ্টাত কবিতাৰ কোনো স্বীকৃত ধাৰাৰ পৰিচয় বা কোনো কবিত্বময় জাগৰণৰ উচ্ছ্বাস নাই।

এই পৰিচয়, এই উচ্ছ্বাসৰ প্লাৱন আহিল যেতিয়া পশ্চিম প্ৰবাহৰ দ্বাৰৰ উন্মোচন ঘটিল, আৰু দুৱাৰখন মুকলি কৰিলে পাশ্চাত্ত্য প্ৰভাৱৰ প্ৰবল বন্যাৰে ধৌত কলিকতা মহানগৰীত পঢ়া দুজনমান কলেজীয়া ডেকাই। তেওঁলোকে অসমীয়া ভাষা-সাহিত্যক নানা ক্লেদ-অৱসাদৰপৰা উদ্ধাৰ কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰি দৃঢ়ব্ৰতী হ'ল। তেওঁলোকৰ সঙ্কল্পই অসমীয়া কাব্যবাণীক সম্পূৰ্ণ প্ৰকাশৰ স্বাধীনতা দিলে, আদি উনবিংশ শতিকাৰ ৰোমাণ্টিক ইংৰাজী কবিতাৰ স্পৰ্শই নিদ্ৰাৰপৰা তুলিলে। কাব্যিক প্ৰচেষ্টাৰ আদৰ্শৰূপে আগৰ সাহিত্যিক যুগক বিস্মৃতিৰ গৰ্ভলৈ এৰি দিয়া হ'ল। আনফালে ৰোমাণ্টিক অতীতৰ প্ৰতি অনুৰাগ উপজিল। প্ৰকৃতি, সৌন্দৰ্য, ব্যক্তিগত প্ৰেম-প্ৰণয়, ক্ষুদ্ৰমানৱ কবিতাৰ স্বতন্ত্ৰ বিষয়-বস্তু হ'ল। শঙ্কৰদেৱে ভগৱন্তৰ লীলাৰ পৰিবেশ-সৃষ্টিৰ যত্নত দুই-এশাৰীত প্ৰাকৃতিক পটভূমি অঙ্কন কৰিছিল বা প্ৰকৃতিৰ দৃশ্যাৱলীৰপৰা আধ্যাত্মিক উপমা গ্ৰহণ কৰিছিল মূল সংস্কৃতৰ অনুসৰণত। নতুন কবিতাত প্ৰকৃতিৰ সৌন্দৰ্য আনন্দৰ উৎস হ'ল, এয়ে নহয়, কবিয়ে প্ৰকৃতিৰে সাহচৰ্য আৰু আন্তৰ আত্মীয়তা অনুভৱ কৰিলে। ধৰ্মৰ অনুশাসন এৰাই ব্যক্তিগত প্ৰেমে বাক্‌স্বাধীনতা লাভ কৰিলে। অমৰ মানৱ শক্তিয়ে নিজৰ জয় ঘোষণা কৰিলে। তীব্ৰতামুখৰ হৃদয়বৃত্তিয়ে সমুদ্ৰৰ তৰঙ্গৰ দৰে বাধা-বন্ধন অতিক্ৰম কৰি আত্মপ্ৰকাশ বিচাৰিলে। অতিবাস্তৱ বিস্ময়াত্মক জগতৰ স্থিতিবিৰল দেৱযোনি প্ৰাণীয়েও নতুন কাব্যত

প্ৰকাশভিক্ষা কৰিলে। প্ৰকাশৰ অবাৰিত স্বাধীনতা ৰোমাণ্টিক কাব্যৰ এটা উন্মুক্ত লক্ষণ। কাব্যিক ৰূপৰ ফালৰপৰা লিৰিক্ এই নতুন প্ৰবাহৰ এক বিশিষ্ট দান। আত্মসচেতন কাহিনীগীতি, বৰ্ণনাত্মক খণ্ডকবিতা আদি ৰূপৰ অৱতৰণ ঘটিল। ভাষাশৈলীয়ে জনগণৰ পৰিচিত ৰূপ ল'লে, আৰু কাব্যৰ সংবেদনশীলতা হ'ল প্ৰত্যক্ষ আৰু প্ৰাঞ্জল। অসমীয়া কবিতাৰ এই ৰোমাণ্টিক ভঙ্গিৰ অনেক বৈশিষ্ট্যতে চন্দ্ৰকুমাৰ আগৰৱালা মাত্ৰ অগ্ৰসৰ, এনে নহয়, তাৰ বহুতোৰোৰ লক্ষণে তেওঁতে পূৰ্ণতাও লাভ কৰিছিল। তেওঁৰ অনুভৱক্ষমতা তীব্ৰ আৰু প্ৰকাশিকা শক্তি সৰলগতি। তেওঁ বিশ্বপ্ৰকৃতিৰ প্ৰেমময় ৰূপ আৰু নিৰ্মম চিৰন্তনতা উপলব্ধি কৰিছিল, প্ৰকৃতিৰ বাহ্যিক বৰ্ণালিতে মুগ্ধ বা প্ৰকৃতিৰে ব্যক্তিপ্ৰেমপাশত বৰ্ডছ্বৰ্থৰ দৰে আবদ্ধ নহৈ মিষ্টিকৰ দৰে অন্তৰাত্মাৰ সন্ধানত ৰত হৈছিল, কেতিয়াবা প্ৰকৃতিৰ নিবেদনৰ প্ৰতি মানুহৰ বিমুখতা দেখি আক্ষেপ কৰিছিল। মানবক তেওঁ পৰাৎপৰ, বিশ্বজগতৰ কেন্দ্ৰৰূপে দেখা পাইছিল, তেওঁ মানৱৰ নভঃস্পৃৰ্শ দীপ্তবিশালনেত্ৰ বিশ্বৰূপ দেখি একেলগে হৃষ্টাত্মা আৰু প্ৰব্যথিতান্তৰাত্ম হৈ ধৃতি হেৰুৱাইছিল, আৰু সকলো পঙ্কিলতা প্ৰশান্তৰ জলেৰে ধোৱা এক পুনৰুদিত বিশ্বৰ স্বপ্নত বিশ্বাস কৰিছিল। কৌতূহলী ধ্বনিৰে তেওঁ বস্তুবাদী জগতৰ আগত ঘোষণা কৰিছিল, সৌন্দৰ্যৰ আৰাধনা জীৱনৰ খেল। সৌৰভ আৰু প্ৰাণৰ মিলনৰ প্ৰতীক তেজীমলাৰ দৰদ আৰু আমৰ তলত চাপৰি বোৱা যখিণীছোৱালীৰ দেশৰ ঐন্দ্ৰজালিকতা চন্দ্ৰকুমাৰে অসমীয়া কাব্যলৈ আদৰি আনে। অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰথম বিস্ময়কৰ আৰু প্ৰকাশসাৰ্থক উন্মেষ তেওঁৰ 'বনকুঁৱৰী'ত। ৰোমাণ্টিছিজমৰ এই অদ্ভুতকৰ্মা পূজাৰিৰ উপৰিও লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী হ'ল প্ৰধান হোতা। জাতীয় চৈতন্যক সঞ্জীৱিত কৰা আৰু তাৰ প্ৰাণ-প্ৰতিষ্ঠা সাধন কৰাৰ হেঁপাহ কমলাকান্ত ভট্টাচাৰ্যতে স্পষ্টকৈ দেখা দিয়ে; বেজবৰুৱা এতিয়া থিয় হ'ল অসমীয়াত্বৰ গৌৰৱৰ প্ৰতীক হৈ। তেওঁৰ বিশেষত্ব তেওঁৰ ভাব-ভাষা, চিন্তা-আদৰ্শ, সকলোতে অসমৰ মাটিৰ গোন্ধ, ৰতনী আৰু গঙাচিলনীৰ মাতৰ ৰহণ। কবিতাত কৃপাবৰী ভঙ্গি আমোদদায়ক ব্যঙ্গপ্ৰসূ। হেমচন্দ্ৰ গোস্বামী, স ৰলীল অমিত্ৰাক্ষৰৰ শোকগীতিকাৰ পদ্মনাথ গোহাঞি বৰুৱাৰ পাছত আহিল উত্তৰ জোনাকীযুগৰ সুকুমাৰ পদকাৰ ভাওনি-কোঁৱৰ আনন্দচন্দ্ৰ আগৰৱালা আৰু সাৰ্থক কবিত্ব-প্ৰাণ ৰঘুনাথ চৌধাৰী। চৌধাৰীয়ে বিহগী-জীৱনৰ ছন্দোময় কাৰুণ্যৰ সন্ধান বিচাৰি

প্ৰকৃতি-কবিতাত এটি অভিনৱ তাৎপৰ্য আৰোপ কৰিলে আৰু তাৰ ভিতৰেদি নিজস্ব লিৰিকেল বিষাদ মূৰ্ত কৰি তুলিলে; কালিদাস আদি কবিগুৰুৰ মানসিক পৰিৱেশ, চিত্ৰকল্প আৰু ভাষাৰ সৌন্দৰ্যৰ প্ৰভাৱ স্বীকাৰ কৰিও তেওঁ আধুনিক লিৰিকৰ ৰূপ নিটোল আৰু অক্ষত কৰি তুলিছিল। 'দহিকতৰা'ৰ সৌন্দৰ্যপিপাসু বাণীচিত্ৰবোৰ স্বসম্পূৰ্ণ আৰু বৰ্ণ-সৌৰভাঢ্য। দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত ৱৰ্ডছ্‌ৱৰ্থৰ প্ৰভাৱ, সৰল প্ৰকাশভঙ্গি আৰু অৱহেলিত জীৱনৰ মোহ। ইংৰাজী আৰ্হিত চতুৰ্দশপদী আৰু আখ্যায়িকাৰ ঐতিহ্য প্ৰাচুৰ্যপূৰ্ণ কবোঁতাসকলৰ ভিতৰত এই যুগাৰ্ধৰ হিতেশ্বৰ বৰবৰুৱা প্ৰধান। দুই-এজন কবিত হেমচন্দ্ৰ বন্দ্যোপাধ্যায় আদিৰ প্ৰভাৱ এটি পৰিলক্ষিত হয়। চন্দ্ৰধৰ বৰুৱা সামাজিক ব্যঙ্গ কবিৰূপেই বিশেষ খ্যাত।

উত্তৰ-জোনাকীযুগৰ পৰৱৰ্তী স্তৰত এক গাঢ় ব্যক্তিগত সুৰ ধ্বনিত হৈ উঠিল। যতীন্দ্ৰনাথ দুৱৰাই অসমীয়া কবিতাত প্ৰভাৱৰ পৰিধি বিস্তৃত কৰিলে; ইংলেণ্ডৰ প্ৰাক্-ৰোমাণ্টিক কবি গ্ৰে, ৰোমাণ্টিক শ্বেলী, নব্যৰোমাণ্টিক টেনিছন, জাৰ্মান্ কবি হেইনৰিক হাইনে, কথা-কবিতাৰ ৰুছ কবি টুৰ্গেনেভ, উমৰ খায়্য়াম আৰু হাফেজ,—সকলোৰে প্ৰতিভাৰ জেউতি তেওঁৰ মনোমুকুৰত প্ৰতিফলিত হৈছে আৰু সকলো বায়ুৰ হেঁচাত তেওঁৰ অনুভূতিৰ এঅলিয়ান্ বীণত ক্ৰন্দনধ্বনি উঠিছে। ব্যক্তিগত বিষাদেৰে উপচি পৰা শ্বেলীৰ দৰে তেওঁৰ কাতৰ হৃদয় উমৰৰ ব্যথিত বিশ্বমানৱৰ প্ৰতি সহানুভূতিৰ অশ্ৰুজলেৰে সিক্ত হৈছে আৰু ছায়াবাদী হাফেজৰ অনন্ত সূফী প্ৰেমে কৰুণ-কিৰণ ঢালি নৈৰাশ্যবাদৰ কুঁৱলী আঁতৰাই ৰাখিছে। অনুভূতিৰ সূক্ষ্ম তীব্ৰতা আৰু প্ৰকাশৰ গীতধৰ্মিতাই দুৱৰাৰ লিৰিক্ ৰূপৰ চৰম উৎকৰ্ষ দান কৰিছে। নাৱৰীয়া আদি প্ৰতীকৰ সহায়েৰে ব্যক্তিবাদী এক দৰ্শনিক ৰূপ দিবৰ প্ৰয়াস তেওঁৰ দেখা যায়। ছন্দ-বৈচিত্ৰ্যৰ একেটি গুচ্ছ কবিতাৰ কবি সূৰ্য্যকুমাৰ ভূঞাৰ 'আপোন সুৰত' মহান কবিতাৰ এটি বিৰল-অবিৰল উদাত্ত সুৰ বাজি উঠিছে। দুৱৰাৰ বিপৰীত বিন্দুত থিয় দি, অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সকলো প্ৰভাৱৰ আঁতৰত বৈ গাইছে অনলগীত—ক্ষিপ্ত-বিক্ষিপ্ত, বিপ্লৱী, জীৱনৰসে ভৰা গীত, প্ৰেমৰ গীত, জেলৰ গীত, দেশৰ গীত, বিদ্বেষৰ গীত। সৌন্দৰ্যৰ মিষ্টিক্ তেওঁৰ চিৰসুন্দৰ সুন্দৰীৰ নিটোল নিতম্বত মিলনৰ স্তূপত নিমগ্ন; প্ৰান্তীয় সংৰক্ষণৰ মন্ত্ৰদ্ৰষ্টা তেওঁ গ্ৰহ এৰি গ্ৰহান্তৰত উপনিৱেশ স্থাপনৰ পৰিকল্পনা ৰচয়িতা। তেওঁৰ হৃদয়খন টানি-আঁজুৰি বাহিৰলৈ উলিয়াই আনিব খোজা ভাষা আৰু লয়ৰ ক্ষেত্ৰত সৌন্দৰ্যৰ বাহিৰে তেওঁৰ

আন ঐতিহ্য নাই। সেইদৰে অভিনৱ এক সৌন্দৰ্যময় শক্তি পোৱা যায় ৰত্নকান্ত বৰকাকতীৰ মাত্ৰাবৃত্ত পৰ্যায়ত আৰু সৌন্দৰ্যধৰ্মৰ কাব্যিক প্ৰচাৰৰ প্ৰচেষ্টাত। বৰকাকতীৰ কবিত্ব যৌৱন ছন্দত ৰবীন্দ্ৰনাথৰ এটি পাৰ্শ্ব প্ৰভাৱৰ স্পৰ্শই সাৰ্থকতা লাভ কৰিছে। এই স্তৰত ব্যক্তিগত প্ৰাণৰ বিকাশৰ তীব্ৰতা প্ৰতিভাত, পৰিমিত সংখ্যাত হ'লেও, ললিত লিৰিক ৰচনা কৰা কবিসকলৰ বহুসংখ্যকতাৰপৰা বুজিব পাৰি। সুকুমাৰ অনুভূতি আৰু কুসুম-কোমল প্ৰকাশৰ কালৰপৰা লক্ষ্মীনাথ ফুকনৰ কবিতাকেইটি অনুপম। যমুনেশ্বৰী আৰু ভৈৰৱচন্দ্ৰ খাটনিয়াৰ ধুনীয়া অসমীয়া লিৰিকৰ যুগল সৃষ্টি। এই সময়ৰে অকাললুপ্ত দুটি কবিপ্ৰাণ—বাৰ্নছৰ আৰ্হিত ভাষাৰ কথিত ৰূপৰ সৌন্দৰ্যপ্ৰকাশক, ক্ষুদ্ৰ জীৱনৰ কবিতা ৰচোঁতা উমেশচন্দ্ৰ বৰুৱা (ভুৱনচন্দ্ৰ), আৰু পদ্মনাথ শৰ্মা। প্ৰকৃততে এই লিৰিছিজ্‌মৰ কাল একে বেগেৰে বৰ্তমান শতিকাৰ চতুৰ্থ দশকলৈকে চলে।

ব্যক্তিগত সুৰৰ সুকুমাৰ কবিতাৰ মন্ত্ৰৰূপৰ ছন্দপৰিবৰ্তনৰ অৰ্থে আহিল জাতীয়তাৰ নতুন প্লাৱন উনৈশ শ একৈশ। নৱজাগৰণৰ পয়গম্বৰ হোৱাৰ বায়ুৱে ডেকা কবিসকলক উদ্রিক্ত কৰিলে। কমলাকান্ত ভট্টাচাৰ্য আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাৰ জাতীয়তাই তেওঁলোকৰ পথ নিৰ্দেশ কৰিলে। 'জোনাকী'ৰ বন্তি জলাওঁতা চন্দ্ৰকুমাৰ আগৰৱালাই গান্ধীজীৰ মূলাদৰ্শক অভিবাদন জনালে আৰু বিশ্বসাম্যবাদৰ নৱজন্ম আহ্বান কৰি বীণৰ'ৰাগীৰ আৰিয়া জলালে। এতিয়া বেজবৰুৱাৰ 'বাঁহী' আৰু ছাত্ৰ-সন্মিলনৰ 'মিলন' পত্ৰিকাৰ প্ৰয়োভৱৰ সময়। সন্মিলনৰ কৰ্মী ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা আদিৰ কবিতাত জাতীয় জাগৰণৰ উষ্মা অনুভৱ কৰিব পাৰি। বুৰঞ্জীমূলক চৰিত্ৰ আৰু বুৰঞ্জীখ্যাত স্থান কবিসকলৰ জাতীয় অনুপ্ৰেৰণাৰ উৎস হ'ল; ইতিহাসৰ কাহিনী খণ্ডকবিতাৰ বিষয়-বস্তু হ'ল। দণ্ডিনাথ কলিতাৰ সামাজিক-ৰাজনৈতিক ব্যঙ্গ আৰু তৰুণৰাম ফুকনে কামৰূপী স্থানীয় শৈলীত ৰচনা কৰা নিংনি ভাউৰীয়াৰ গীত আদিত আত্মসচেতন কালসন্ধিৰ পদাঙ্ক দেখা পাঁও। জাতীয় ভাব আৰু লোকগীতৰ প্ৰভাৱান্বিত সুৰৰ গীত-ৰচনা এই উচ্ছ্বাসভৰা সময়ৰ এটি লক্ষণ; পদ্মধৰ চলিহা, অম্বিকাগিৰী ৰায়চৌধুৰী, মিত্ৰদেৱ মহন্ত, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, কমলানন্দ ভট্টাচাৰ্য, উমেশচন্দ্ৰ চৌধাৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, পাৰ্বতিপ্ৰসাদ বৰুৱা, মোহনলাল চৌধুৰী,—সাৰ্থক গীতকাৰৰ যেন এক বাহিনী। অতুলচন্দ্ৰ হাজৰিকা, দৈৱচন্দ্ৰ তালুকদাৰ, ৰবীন্দ্ৰনাথ-মোহিতলালৰ প্ৰভাৱান্বিত কমলেশ্বৰ চলিহা আদিসকল তৃতীয় দশকৰ অসমীয়া কবিতাৰ অন্যান্য বৈশিষ্ট্য-নিৰ্দেশক কবি। সেই দশকৰ সমাপ্তিৰ এটি চমৎকাৰ উদ্ভৱ দুগৰাকী মহিলা কবিৰ শুভাগমন; দুইগৰাকীয়েই

চিৰসুন্দৰ ভগৱন্তৰ পদপ্ৰান্তত আত্মসমৰ্পিতা। ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু নলিনীবালা দেৱী,— দুইৰো আধ্যাত্মিক ভাবৰ মাজত নলিনীবালাৰ কবিতাত অতীন্দ্ৰিয়বাদৰ লক্ষণ অধিক প্ৰকট। তৃতীয় দশকৰ কবিতাত প্ৰেমৰ সুৰ স্তব্ধ হোৱা নাছিল, বৰঞ্চ প্ৰেমাৱেগে নানা পথ বিচাৰিছিল। ৰবকাকতী আৰু ৰবাৰ্ট্ ব্ৰাউনিঙৰ নাটকীয় স্বগত উক্তিৰ প্ৰভাৱেৰে আৰম্ভ কৰি চতুৰ্থ দশকৰ কবি দেৱকান্ত বৰুৱাই প্ৰেমৰ কবিতাক গতানুগতিকতাৰ সুষুপ্তিৰপৰা তুলি ভাব গাঢ়, সামাজিক তাৎপৰ্য প্ৰযুক্ত কৰে। এই দশকৰ অন্তলৈ প্ৰেম-কবিতাৰ ধল চলিয়েই থাকে আৰু অনেক তৰুণ কবিয়ে তাতে স্নান কৰে। এইসকলৰ ভিতৰত দয়াহীনা 'দয়িতা অৰুন্তুদ মায়াপ্ৰেমত আবদ্ধ গণেশচন্দ্ৰ গগৈৰ কবিতা অস্তাচলৰ সূৰ্যৰ দৰে ৰোমাণ্টিক্ প্ৰেমৰ ৰক্তস্নাত বিদায়ৰ সুৰ হৈ উঠিল। ভাবপ্ৰৱণতা, শব্দবিলাস আদিৰে কবিতা ৰোগাক্ৰান্ত হৈ পৰিল। অসমীয়া কাব্যৱাণীয়ে যেন মুক্তি বিচাৰি চকুপানী টুকিলে। জৰ্জীয়, যুদ্ধোত্তৰ আদি ইংৰাজী কবিতাৰ আদৰ্শত দুই-এজনে নব্য প্ৰয়োগ বিচাৰি বিদ্ৰোহ কৰিব খুজিছিল; বঙ্গদেশৰ নতুন কাব্যভঙ্গীলৈ দৃষ্টি আকৰ্ষণ কৰিছিল; কিন্তু পত্ৰিকাগতপ্ৰাণ অসমীয়া সাহিত্যই নতুনৰ আবেদন অগ্ৰাহ্য কৰিলে। অসমপংক্তিক অন্ত্যানুপ্ৰাসযুক্ত পদ আৰু মুক্তকছন্দত মাত্ৰ কাব্যৰ নতুন মুক্তিৰ প্ৰথম গান বাজি উঠিল।

চতুৰ্থ দশকৰ পত্ৰিকাই কবিতাৰ যি মুক্তিকামী আবেদন প্ৰত্যাখ্যান কৰিছিল, দ্বিতীয় বিশ্বসমৰে অসমৰ সাহিত্যত সৃষ্টি কৰা বিয়াল্লিশৰ মন্বন্তৰৰ স্বাক্ষৰ মচি পেলোৱা সাময়িক মূকতাৰ পিছত উত্তৰ-চল্লিশৰ নতুন 'জয়ন্তী'য়ে প্ৰগতিশীল কবিতাৰ কাব্যনীতি ঘোষণা কৰি তাক আহ্বান জনালে। মুক্তকছন্দ আৰু স্পন্দিত গদ্যৰ অবলম্বন আৰু আন কাব্য-ৰূপৰ বৰ্জন, সমাজ-চেতনা আৰু পূৰ্ববৰ্তী কবিতাৰ প্ৰেম, সৌন্দৰ্য, বৰ্ণালিত হৰ্ষপ্ৰকাশ আৰু ব্যক্তিকেন্দ্ৰিকতাৰপৰা অপসৰণ বিশিষ্ট লক্ষণৰূপে স্পষ্টভাৱে দেখা দিয়ে। বৰ্তমান কবিতাৰ এই প্ৰাকৃত অৱস্থাত পেৰডিও এক বিশিষ্ট অঙ্গ আছিল, আৰু সেই অৱসৰতহে ৰীতিগত ছন্দপ্ৰয়োগ ঘটিছিল। উদ্যোগপ্ৰধান পাশ্চাত্ত্যৰ ৰাজনৈতিক-অৰ্থনৈতিক ভাবধাৰাৰ অনুকৰণ, বামপন্থী মনোভাব, গীতধৰ্মিতা-বৰ্জন আদি লক্ষণো এই সময়ত ধৰা পৰে। এই স্তৰৰ প্ৰধান কীৰ্তি হ'ল ৰোমাণ্টিক কবিতাৰ জীৰ্ণ আঙ্গিক আৰু ক্লিষ্ট মানসিকতাক তাচ্ছিল্য কৰি স্থানচ্যুত কৰাটো। দ্বিতীয় স্তৰৰ যুদ্ধোত্তৰ অসমীয়া কবিতা আৰু এটা নতুন কেঁকুৰি ঘূৰি আহিল। কিন্তু সাম্প্ৰতিকতালৈ লক্ষ্য কৰি এই নৱতম স্তৰৰ কবিতাৰ নাম ৰখা

হৈছে সাম্প্ৰতিক কবিতা। জগতৰ উন্মুক্ত বায়ু লগাকৈ সকলো দুৱাৰ-খিৰিকী মুকলি ৰখা সাম্প্ৰতিক কবিৰ ধৰ্ম। অসমীয়া কবিতাত এই ধাৰা প্ৰৱৰ্তন হোৱাৰ আগতে সি প্ৰতিবেশী বঙলাত প্ৰতিষ্ঠাপন্ন হৈছিল। জীবনানন্দ দাশ, বুদ্ধদেৱ বসু, বিষ্ণু দে আদি বঙ্গৰ নৱতম সুৰৰ সাধকসকলৰ আদৰ অসমৰ কবিসকলৰ মাজতো বহল; ৰবীন্দ্ৰনাথৰ প্ৰতি আনুগত্য নহ'লেও প্ৰীতি থাকিল পুৰাতনী। সদ্যঃপ্ৰকাশিত 'আধুনিক বাংলা কাব্য-পৰিচয়'ত দীপ্তি ত্ৰিপাঠীয়ে ৰবীন্দ্ৰোত্তৰ কবিতাৰ কিছুমান লক্ষণৰ নিৰূপণ সুন্দৰভাৱে কৰিছে : ধৰ্ম, প্ৰেম, সৌন্দৰ্য আদি প্ৰতিষ্ঠিত মূল্যবোধত সংশয়; ঈশ্বৰ আৰু প্ৰথাগত ধৰ্মত অনাস্থা; জৈব দেহজ কামনা আৰু প্ৰেমৰ ৰক্তমাংসস্থূল শৰীৰসৰ্বস্ব ৰূপৰ প্ৰত্যক্ষীকৰণ; নগৰকেন্দ্ৰিক যান্ত্ৰিক সভ্যতাৰ অভিঘাত আৰু কলিকতাসচেতনতা; চলন্ত জীৱনত নৈৰাশ্য আৰু ক্লান্তিবোধ; অনিকেত মনোভাব, মননধৰ্মিতা আৰু ভাৰাত যুগমানসৰ ছায়াৰ দৰে দুৰ্বোধ্যতা; বিশ্বৰ বিভিন্ন ঐতিহ্যৰপৰা সচেতন গ্ৰহণ; ফ্ৰয়েডীয় অৱদমিতৰ সূত্ৰৰ প্ৰাদুৰ্ভাৱ আৰু তজ্জনিত চিন্তাধাৰাৰ অসংবদ্ধতা; মৃত্যুচেতনা; মাৰ্ক্সীয় চিন্তাধাৰাৰ প্ৰভাৱ; হুইট্‌মেন্, লৰেন্স, ইলিয়ট্, পৌণ্ড, বোদলেয়াৰ প্ৰমুখ ফৰাচী প্ৰতীকবাদী; লুই আৰাগঁ আৰু পল এলুয়াৰ আদি ছুৰৰিয়েলিষ্ট, নৈৰাজ্যবাদী, জাঁ-পল ছাৰ্ত্ৰে প্ৰভৃতি অস্তিত্ববাদী, ৰেইনাৰ মাৰিয়া ৰিল্‌কে, স্পেনিছ ফ্ৰেডেৰিকো গাৰ্চিয়া লৰ্কা আদি দেশ-দেশান্তৰৰ কবিৰ বাণীৰ প্ৰভাৱ;—বিষয়-বস্তুৰ ফালৰপৰা বিভিন্ন বৰ্ণৰ বৈশিষ্ট্য। আঙ্গিকৰ ক্ষেত্ৰতো ৰোমাণ্টিকৰ তীব্ৰ বিৰোধ, প্ৰচলিত কবি-প্ৰসিদ্ধি-বৰ্জন, সৰ্বপ্ৰকাৰ শুচিবায়ু পৰিহাৰ কৰা মিশ্ৰিত বাক্‌ৰীতি, যত্ৰতত্ৰ উদ্ধৃতি-প্ৰয়োগ, যুক্তিগ্ৰথিত মানসচিত্ৰৰ ঠাইত নতুন আৱেগগ্ৰথিত চিত্ৰকল্পসৃষ্টি আৰু ইন্দ্ৰিয়ানুভূতিৰ মিশ্ৰণেৰে ইন্দ্ৰিয়স্বাদৰ আয়তন-বৃদ্ধি, বোলছবিৰ আঙ্গিক-প্ৰয়োগ, বাক্যগঠনত অৰ্থঘনত্বৰ সৃষ্টি আৰু তদ্ধেতুক উল্লম্ফন আৰু আপাত-অসংবদ্ধতা, প্ৰচলিত ছন্দৰ ৰূপান্তৰকৰণ আৰু গদ্যছন্দ-প্ৰয়োগ, ব্যঙ্গ-বিতৰ্কাদিৰ বহুল ব্যৱহাৰ ইত্যাদি বৈশিষ্ট্য স্পষ্ট হৈ উঠে। পাশ্চাত্ত্য কবিৰ দৃষ্টিৰ বাতায়নেদি প্ৰাচীন ভাৰতীয়, চৈনিক, জাপানী, আৰবী আদি কাব্যৰ সৌৰভেই নহয়, তাৰ পাত-পাপৰিবো আহৰণে দেখা দিয়ে বঙ্গবাণীৰ দৰে ভাৰতৰ অন্যান্য ভাষা-কবিতাতো। ডাইলান্ টমাছ, ডব্লিউ. বি. অডেন্, মায়াকভ্‌স্কি, পাব্‌লো নেৰুদা, নাজিম হিকমত, খলিল জিব্ৰাঁ জাপানী টঙ্কা আৰু হক্কুৰূপ আদি কবিসকলৰ ঘৰুৱা হৈ পৰিছে। অসমীয়া কবিতাৰ

মুকুৰতো এই বিশ্বৰূপদৰ্শন আজি সম্ভৱ হৈছে। অন্তৰ্মুখী আৰু বহিৰ্মুখী নানা শক্তিৰ দ্বন্দ্বৰ মাজেদি আজিৰ কবিতা আজিৰ কবি-মানসৰ প্ৰতিভূ হৈছে। সাম্প্ৰতিক কবিতা কোনো একেখন সত্ৰৰ শিষ্য নহয় বা কোনো এক বৰ্ণৰ চিহ্নৰ দ্বাৰাও চিহ্নিত নহয়। কিছুমান লক্ষণ আকৌ ধুমুহাৰ পিছৰ জুৰণীয়া মৌ। গোষ্ঠীবন্ধনৰ চেষ্টা থাকিলেও একেই দলতে সমাজ-সচেতনৰপৰা জীৱনপলাতক বা ব্যক্তিবাদীলৈকে থিয় দিছে। এফালে যেনেকৈ নব্যৰোমাণ্টিক ক্লান্তি-নৈৰাশ্য আৰু আলসুৱা জীৱনৰ মোহ ফুটি উঠিছে, আনফালে বামপন্থী সুৰো তেনেকৈ অনিস্তব্ধ। ভাষাশৈলী, চিত্ৰকল্প আৰু অভিন্ন শব্দ আৰু খণ্ডবাক্যৰ প্ৰয়োগ আদি কিছুমান বাহ্যিক সামঞ্জস্য কেতিয়াবা অৱশ্যে সম্প্ৰদায়ৰূপ নিৰ্দেশ কৰে। সাম্প্ৰতিক কবিতাৰ মূল্যাঙ্কন কৰাৰ আগতে সময়ৰ বিচাৰলৈ অপেক্ষা কৰাৰ অৱকাশ আছে; কিন্তু তৰুণ কবিসকলৰ অকুটিল ভক্তিৰ আকৃতিয়ে সাৰ্থকতা লভিব, এই বিশ্বাসো আমাৰ আছে। বাহিৰৰ জগতখনক সামগ্ৰিকতাত সাবটি ধৰিবৰ একান্ত আগ্ৰহ আধুনিক কবিতাৰ বাদী-সংবাদীৰূপে আছে; আৰু ইয়াতেই কবিতাৰ ভৱিষ্যতৰ আশা ।

অসমীয়া কবিতাৰ দীঘলীয়া বুৰঞ্জী কিতাপৰ পাতনিৰ ক্ষুদ্ৰ পৰিসৰৰ ভিতৰতে কৈ ওৰ পেলাব নোৱাৰি; কিন্তু কামনা কৰিছোঁ ভৱিষ্যতৰ লগত সংগ্ৰামৰ মাজেদিও অসমীয়া কবিতা নীৰৱ নহ'ব। গণপ্ৰাণেৰে হ'লেও গণভোটৰ দ্বাৰা কবিতাৰ মূল্য নিৰ্ণয় কৰিব নোৱাৰি। লোকৰঞ্জনো সাহিত্যৰ নিৰ্ভুল জোখকাঠি নহয়। সুমেৰু-কুমেৰুৰ পদাৰ্থ বা প্ৰকাশবৃত্তি-গ্ৰহণত দৈন্য নাহে; কিন্তু অহা ঐশ্বৰ্য সাৰ্থক হয় স্বৰূপ কবিত্বৰ পৰশমণিৰ পৰশত, নহ'লে সি হয় কুম্ভীলকৰ বিত্ত। অ'ৰ এচটা ত'ৰ এচটা ইটাৰে মানুহে দেৱাল নাগাঁথে। সমালোচনাতঙ্ক আত্মপ্ৰতাৰণা, আত্মশুদ্ধিৰ পথৰ চীনৰ প্ৰাচীৰ। আনফালে, সমালোচনা মানে ৰাধা-কৃষ্ণৰ বৃন্দাবনী মাৰ্কা আবীৰৰ বা-মাৰলীও নহয়, নতুবা অত্যাধুনিক আলকতৰাৰ প্ৰস্ৰৱণো নহয়। সকলো ক্লেদ-অৱসাদৰপৰা মুক্তি কাব্যবাণীৰ কাম্য।

অসমীয়া পিঙ্গল-ৰচনাৰ প্ৰচেষ্টা সাম্প্ৰতিকলৈকে শূন্যৰ প্ৰতিবেশী; ছন্দঃশাস্ত্ৰৰ মূলসূত্ৰৰ উপলব্ধিৰ অভাৱত নৈমিত্তিক নিবন্ধৰ অৰ্বাচীন যত্নও হৈ ৰয় কুজ্ঝটিকা। সংস্কৃতৰ জাতিছন্দ অনুসৰণ নকৰি বৌদ্ধ সিদ্ধসকলে গীতগোবিন্দৰো পূৰ্বতে মিত্ৰাক্ষৰী ৰীতিৰ বৃত্তছন্দত, অপভ্ৰংশ স্তৰৰ অন্তিমৰ পাদাকুলক আৰু চৌপাঈ ৰূপত ৰচনা কৰা চৰ্যাবোৰত পূৰ্বভাৰতীয় প্ৰচলিত

পয়াৰ আৰু ত্ৰিপদীৰ প্ৰাচীনতম স্বৰ ধ্বনিত হৈছে। স্থানবিশেষে চৰ্যাৰ ছন্দ অসমপংক্তিক। মাধৱ কন্দলি, হেম সৰস্বতীৰ কালত অক্ষৰবৃত্তৰ পদ বা পয়াৰ (১৪ অক্ষৰ =৮+৬), দুলড়ি বা লঘুত্ৰিপদী (৬+৬+৮) আৰু ছবি (ষট্‌পদী) বা দীৰ্ঘত্ৰিপদী (৮+৮+১০)। দুৰ্গাবৰ বা পীতাম্বৰ কবিৰ গীতিকাব্যত পংক্তিবোৰৰ সমতা সদায় ৰক্ষিত হোৱা নাই। পীতাম্বৰে পয়াৰৰ বাহিৰে আন সকলো ছন্দঃসজ্ঞাকে লাচাড়ি বুলিছে আৰু তাকে গীতভেদে পদছন্দ, নাটছন্দ, মধ্যছন্দ আৰু দীৰ্ঘছন্দ আখ্যা দিছে। শঙ্কৰদেৱে নিজৰ হ্ৰস্ব-দীৰ্ঘ ছন্দৰ কথা কৈছে, সম্ভৱতঃ পয়াৰ আৰু ত্ৰিপদী অৰ্থত। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ হাতত এই দুবিধ ছন্দৰ বিশাল প্ৰসাৰ ঘটে। তেওঁলোকৰপৰাই ত্ৰিপদীৰ সুদীৰ্ঘ ৰূপ লেচাড়ি বা ভগ্নত্ৰিপদী (১০+১০+১৪), পয়াৰৰ হ্ৰস্ব ৰূপ ঝুনা বা একাৱলী (৬+৫, তেতিয়াবা ৬+৬) আৰু ঝুমুৰি বা গজগতিয়ে (৪+৪) নিৰূপিত গঢ় লাভ কৰে। ইয়াৰ উপৰি শঙ্কৰদেৱে চাৰিটা অন্ত্যানুপ্ৰাসেৰে কুসুমমালা (৩+৩), তিনিটা সমানৰ সমষ্টি হংসমালা (৬+৬+৬) আদিৰ সুন্দৰ প্ৰয়োগ কৰে। কিন্তু ঝঙ্কাৰময় শব্দচয়ন আৰু ছন্দৰ জটিল সৌন্দৰ্যৰ ফালৰপৰা বিচিত্ৰ হ'ল তেওঁৰ ভটিমাবোৰ। সেইদৰে মাধৱদেৱৰ নামছন্দ ঘোষাছন্দৰ প্ৰণালী অদ্ভুত আৰু আধুনিক ধৰণে মুক্তিকামী। ঠায়ে ঠায়ে অতিৰিক্ত পদক্ষেপেও তেওঁৰ ছন্দক অভিনৱত্ব দিয়া দেখা যায়। শঙ্কৰ-মাধৱৰ পিছৰ কবিসকলত নব্যপ্ৰয়োগ বিৰল। অৱশ্যে অনেকজনে বিলাপত লেচাড়ি, বিদগ্ধ লেচাড়ি (৮+৮+১৫) আৰু মুক্তাৱলী (৬+৬+১৪) আৰু যুদ্ধ বা নিন্দাবাক্যত গজগতি সাৰ্থক কৌশলৰূপে ব্যৱহাৰ কৰিছে। জয়দেৱৰ ভাওনিত ৰাম সৰস্বতীয়ে দীৰ্ঘঝুমুৰি (৪+৬) কামত লগাইছে। সঙ্গীতৰ মাত্ৰাত্ৰিক ৰূপক তালেৰে একোশাৰী পূৰ্ণ কৰি মাত্ৰ পঞ্চাশটা আখৰেৰে কৈৱল্যনন্দনদেৱৰ গীতিকাত যেন বিন্দুৰ গৌৰৱ-প্ৰতিষ্ঠাৰ যত্ন (১৩৫ পিঠিত চাওক)। আহোম কাৰেং বেৰি 'গীতগোবিন্দ'ৰ প্ৰভাৱ-বিস্তাৰৰ সময়ত প্ৰাণত নহ'লেও তালত জয়দেৱৰ অনুকৰণৰ চেষ্টা এটি লক্ষিত হয়। আধুনিক যুগৰ কবিতা নানাভাৱে ছন্দৰ পাৰ বুৰাবৰ প্ৰয়াসী। উনবিংশৰ অষ্টম দশকত ভোলানাথ আৰু ৰমাকান্তই প্ৰথম অমিত্ৰাক্ষৰ ৰচে। হেমচন্দ্ৰৰ 'প্ৰিয়তমাৰ চিঠি' ছনেটৰ ভাৰতীয় ৰূপ চতুৰ্দশপদীৰ প্ৰথম অসমীয়া নিদৰ্শন। আধুনিক কাব্যত নানাপ্ৰকাৰ পয়াৰ-ত্ৰিপদীৰ সুকুমাৰ সুৰ বাজি উঠিছে। লোকগীতিৰ সুৰেও দুই-এজনৰ কবিতাত ছন্দ ঢালিছে। মৃদু ছন্দসুষমাৰ কবি যতীন্দ্ৰনাথ দুৱৰায়ে কথাকবিতা প্ৰৱৰ্তন কৰে। দ্বিজেন্দ্ৰলাল আৰু ৰবীন্দ্ৰনাথৰ প্ৰভাৱো অসমীয়া ছন্দই গ্ৰহণ কৰিছে, গৈৰিশ বা ভগ্ন অমিত্ৰাক্ষৰ আৰু বলাকাৰ ছন্দৰ অনুশীলনো হৈছে। বৰ্তমান শতকৰ

চতুৰ্থ দশকত অসমপংক্তিক মিত্ৰাক্ষৰীৰ মুক্ত ব্যৱহাৰ হয়, আৰু ১৮৬৩ শকত আহাৰৰ 'বাঁহী'ত প্ৰথম মুক্তক ছন্দৰ কবিতা প্ৰকাশিত হয়—মহেশ্বৰ নেওগৰ 'অন্ত্যজা'। 'জয়ন্তী'ৰ নৱপ্ৰকাশৰ সময়ৰেপৰা নতুন কবিসকলে প্ৰায় সৰ্বত্ৰ মুক্তকছন্দ বা ছন্দস্পন্দযুক্ত গদ্য অৱলম্বন কৰি আহিছে।

কন্দলি-সৰস্বতীৰপৰা বিংশৰ অপৰাহ্লুৰ কবিতালৈকে বহুত দূৰৰ চিঞৰ অসমৰ দৰে এখন ৰাজ্যৰ একাংশৰ উৎপাদন হ'লেও তাৰ মাজতে অসমীয়া কবিতাৰ প্ৰাচুৰ্য, বৈচিত্ৰ্য, বৈশিষ্ট্য সকলোখিনিৰ হাতীটো একেখনি সঙ্কলনৰ ভুৰুকাটোত প্ৰতিনিধিত্বমূলকভাৱে হ'লেও প্ৰৱেশ কৰোৱা দুৰূহ, যদিও তাত আত্মপ্ৰৱঞ্চনাৰ যত্ন আমি কৰা নাই। সকলো কাব্যাস্বাদীৰ প্ৰিয় কবি আৰু কবিতা ভৰাই দিয়াৰ উৎকট চেষ্টাও ইয়াত নাই। ভিন্নৰুচেৰ্হি লোকাঃ। ব্যক্তিগত পক্ষপাতৰ দোষৰপৰা আমি সাৰিমেইবা কেনেকৈ? তদুপৰি, ই এটি বিশেষ অনুষ্ঠানৰ প্ৰকাশ। কোনো কবিতা এটা ধাৰা বা কাব্যৰূপৰ বৈশিষ্ট্য দৃষ্টিৰে গ্ৰহণ কৰা হৈছে, একে গোষ্ঠীৰ আনবিলাক হয়তো বাদ পৰিছে। অমিত্ৰাক্ষৰেৰে আমাৰ মিত্ৰতা কৰোৱা ৰমাকান্ত ইয়াত নাই, ভোলানাথ দাস আছে। কোনো কবিতা হয়তো এটা শাৰীৰ সৌন্দৰ্যেৰে ঐশ্বৰ্যবান, কোনো সুন্দৰ কবিতাৰ দুটা শাৰী হয়তো অপদাৰ্থ। অন্য বিচাৰৰ হেতুকে কোনোজন কবিৰ শ্ৰেষ্ঠ ৰচনা নপৰিবও পাৰে। প্ৰাচীন কবিতাৰ নিৰ্বাচনত কেইবাটাও অসুবিধা অনুভৱ কৰিছিলোঁ। দুই-এখন পুথিৰ প্ৰতিলিপি দুষ্প্ৰাপ্য। সুদীৰ্ঘ ৰচনাৰপৰা পাল্‌গ্ৰেভৰ লিৰিকৰ সংজ্ঞাৰ যিমান হয় কাষ চপাকৈ একাংশ ভাঙি উলিয়াবৰ কামনা কেতিয়াবা ফলপ্ৰসূ হোৱা নাই। তদুপৰি প্ৰত্যক্ষ অনুবাদতকৈ মৌলিক প্ৰতিভা বা পুৰণিৰ ওপৰত কবিৰ আত্মপ্ৰকাশৰ মৃগয়া সেইদৰে দুৰূহ হৈ উঠিছে। হেমচন্দ্ৰ গোস্বামী, সূৰ্য্য কুমাৰ ভূঞা, বিৰিঞ্চিকুমাৰ বৰুৱা আৰু আমাৰ নিজৰ সম্পাদন আৰু সঙ্কলনৰপৰা আৰু বিভিন্ন অনুষ্ঠান আৰু ব্যক্তিৰ জিম্মাৰ হাতেলিখা পুথিৰপৰা পুষ্পচয়ন কৰা হৈছে। কবি-জীৱনীসূত্ৰত কবিসকলৰ বাস্তৱ জীৱনৰ পৰিচয় দিবৰ ভাব আছিল; তাৰপৰা ব্যৱহাৰিক জীৱনৰ লগত কবিৰ জীৱনৰ সংযোগ-অসংযোগ কোনোবাই দেখা পালেও পাব পাৰে।

গুৱাহাটী
৩১ ডিচেম্বৰ, ১৯৫৮

## লক্ষ্মীনাথ বেজবৰুৱাৰ

# মোৰ জীৱন-সোঁৱৰণ

## নিবেদন

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া আধুনিক অসমীয়া সাহিত্যৰ ৰোমাণ্টিক স্তৰটোৰ এজন প্ৰৱৰ্তকেই মাত্ৰ নহয়; তেওঁৰ ব্যক্তিত্বই আৰু সাহিত্য-প্ৰচেষ্টাই থূলমূলভাৱে ১৮৯০-ৰপৰা ১৯৩০-লৈকে, এই চাৰিটা দশকক, নৱবৈষ্ণৱ সাহিত্যক শঙ্কৰদেৱৰ জীৱন আৰু ৰচনাই দিয়াৰ দৰে, এক উজ্জ্বল ঐক্য প্ৰদান কৰিছিল। সেইবাবেই বৈষ্ণৱ যুগটো শঙ্কৰদেৱৰ যুগ, আৰু এই চল্লিশ বছৰীয়া আধুনিক সাহিত্যৰ যুগটো বেজবৰুৱাৰ যুগ। অসমীয়া সাহিত্যত এই দুটি বিশেষ কালৰ বাহিৰে আন সময়বোৰক ব্যক্তিৰ নামেৰে চিনাকি দিবলৈ টান, কাৰণ কোনো এজন কবি-সাহিত্যিকেই কোনো এডোখৰ কালৰ অবিসম্বাদী কেন্দ্ৰৰূপে অৱস্থিত হোৱা নাই। শঙ্কৰদেৱৰ চৰিত জানিলে যেনেকৈ বৈষ্ণৱ সাহিত্যৰ বুৰঞ্জীৰ প্ৰাণটোৰ লগত আমাৰ পৰিচয় ঘটে, তেনেকৈ অসমীয়া নব্য নৱন্যাস সাহিত্যৰ পৃষ্ঠভূমিৰূপে বেজবৰুৱাৰ জীৱনীও স্পষ্টৰূপে থিয় দিব পাৰে। তদুপৰি, বেজবৰুৱাই নিজে অকপটভাৱে চিত্ৰণ কৰা এই ছবিখন এখন সাৰ্থকতাপূৰ্ণ দলিল; যুগটোৰ ই কেৱল আচৰণ আৰু চৰিত্ৰৰে নহয়, তাৰ কেন্দ্ৰীয় তাৎপৰ্য্যবো সাক্ষ্য দিয়ে। অসমৰ স্বাধীনতাৰ ৰঙা বেলি ৰঙা মুখে হাদিৰাচকিত বিদায় মগাৰ পাছতে অসমীয়া আধুনিক জীৱন চেৰাশালিত সাৰ পাই উঠা নাছিল। ৰজাৰ বংশৰ গমধৰ কোঁৱৰ গ'ল, ফুকন-চমুৱাৰ ঘৰৰ পিয়লী গ'ল, 'কলিতা ৰজা' বৰভণ্ডাৰ বৰুৱা মণিৰাম গ'ল, 'উনত্ৰিশ-বছৰীয়া ডেকা' ঢেকিয়াল ফুকন গ'ল; কিন্তু অসমীয়া সাহিত্যৰ প্ৰাণ-প্ৰতিষ্ঠা নহ'ল। বিদেশী পাদুৰিয়ে

সেই প্ৰাণ দিবৰ প্ৰয়াসত আধুনিক অসমীয়াৰ মুখত অমাতৰ মাত উলিয়ালে; হেমচন্দ্ৰ-গুণাভিৰামে সেই মাতক কোমলৰূপৰা কড়িলৈ আনি অসমীয়া সাহিত্যৰ সম্ভাৱনাবোৰ সজাগ কৰিলে। কিন্তু সাহিত্যিক আন্দোলনে দেখা দিলে ঊনবিংশ শতকৰ নৱম দশকৰো শেষাংশত নিজৰ কলেজীয়া পাঠ আওহেলা কৰা কেইজনমান কলিকতীয়া ছাত্ৰৰ মাজত। কিন্তু তেওঁলোকৰ কি সাহস—আমাৰ কাৰণে এক কল্পলোক সৃষ্টি কৰিব! পুৰণি মেটাফিজিকেল্ ডনৰ অনুপ্ৰেৰণাত নতুন এলিয়টৰ কবিত্ব-সঞ্চাৰ হোৱাৰ নিচিনাকৈ ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ ঘৰৰ ভকতীয়া পৰিৱেশত প্ৰাণ পুষ্ট কৰা লক্ষ্মীনাথ হ'ল সেই নব্য আন্দোলনৰ কেন্দ্ৰ। গতিকে আধুনিক অসমৰ সাহিত্যিক ইতিহাসৰ স্বৰূপ উপলব্ধিৰ বাবে বৰ্ত্তমানখনি দলিল অগ্ৰাহ্য কৰিবৰ উপায় নাই।

বেজবৰুৱা ডাঙৰীয়াৰ 'মোৰ জীৱন-সোঁৱৰণ' 'যি ক'ম সঁচা ক'ম' বুলি হলফ লোৱা জবানবিন্দৰ দৰে লুক-ঢাক নোহোৱা সত্য কথাই নহয়, তাত আন্তৰিকতা ছত্ৰে ছত্ৰে বিৰিঙি উঠিছে। এই আন্তৰিকতাই ক্ৰৌঞ্চৰ শোকক বাল্মীকিৰ শ্লোকত পৰিণত কৰিছে, বেজবৰুৱাৰ স্মৃতিচিত্ৰক ৰসায়ন কৰি সৎসাহিত্যৰ মৰ্যাদা দিছে। বেজবৰুৱাৰ এই জীৱনচিত্ৰত ক'তো ব্যক্তি- জীৱনৰ খেদ নাই। পাঠকে ইয়াত সাহিত্যায়নৰ মাজত আনন্দ মনে বিহাৰ কৰিব পাৰে। তেওঁৰ 'অতীত জীৱনৰ প্ৰতি স্বাভাৱিক মমত্বজনিত' ক্ষুদ্ৰ কথাবোৰেও ইয়াত চিত্ৰকলাৰ ৰূপ পৰিগ্ৰহ কৰি আছে। তেওঁৰ স্মৃতিফলকে কলাকাৰৰ চিত্ৰফলকৰ কাম কৰিছে।

বেজবৰুৱা ডাঙৰীয়াৰ লগত আমাৰ সময়ৰ এটি ব্যৱধান ৰৈ গৈছে। বেজবৰুৱাৰ যুগান্তৰকাৰী 'বাঁহী'ত আমাৰ কেঁচা লেখা মাত্ৰ ওলাবলৈ ধৰিছিল; মৃত্যুৰ প্ৰায় এবছৰৰ আগতে যেতিয়া শেষবাৰলৈ তেওঁ এদিনাখন শেৱালি সৰা পুৱা তেওঁৰ মৰমৰ অসমী আইৰ বুকলৈ ঘূৰি আহিছিল, আমি কলেজীয়া ল'ৰাবোৰে গুৱাহাটী ৰেল-ষ্টেশ্যনত মালা দিবলৈ গৈছিলোঁ। তেওঁ অসুখৰ বাবে আমাক সম্বোধন কৰি দু-আষাৰ ক'ব নোৱাৰি দুখ প্ৰকাশ কৰিলে। বেজবৰুৱাৰ লগতে নিমাত হৈ আঁতৰি যোৱা এই যুগটোৰ সৰ্বাঙ্গীন সাক্ষ্যৰূপে এই জীৱন-সোঁৱৰণে আমাক বহুত আত্মকথাই ক'ব। জীৱন-বৃত্তান্তখনি অসম্পূৰ্ণ হৈ ৰৈ গ'ল। গুৱাহাটীৰ শ্ৰদ্ধাস্পদ জে. বৰুৱা ডাঙৰীয়াই (বেজবৰুৱাই পোনতে দেখা থোলোকা ছাহাবৰ ল'ৰাটি আৰু আমি দেখা প্ৰশান্ত পুৰুষ আনন্দময়) আমাক

কৈছিল, "বেজবৰুৱাই পিছৰ জীৱনৰ কথা কিয় নিলিখিলে ক'ব পাৰা? মই ক'ম তোমাক এদিন।" কিন্তু কেইবাদিনো চিপিওৱাৰ পাছতো সেইটি কথা বৰুৱা ডাঙৰীয়াৰ কোৱা নহ'ল। এইদৰে বেজবৰুৱাৰ উপচ্ছায়াৰ বৃত্তটিও আমাৰপৰা আঁতৰি গৈছে। গতিকে সম্ভৱতঃ বেজবৰুৱাৰ অধ্যয়নৰ সময় এতিয়া সাজু হ'ল।

ৰুছোৰ 'লা কনফেছ্যঁ', ছেণ্ট্ অগষ্টিনৰ 'কন্‌ফেছন্‌ছ্', ৰোমান ৰাজশক্তিৰ পতনৰ বুৰঞ্জী-লেখক গিবনৰ অট'বায়গ্ৰাফি আদি জগদ্বিখ্যাত। আজিৰ ৰবীন্দ্ৰনাথৰ 'জীৱন-স্মৃতি'য়েও এটি নতুন ধাৰাৰ সৃষ্টি কৰিছে। অসমীয়া সাহিত্যত আত্মজীৱনীয়ে এতিয়াও স্বৰূপ প্ৰকাশ কৰা নাই; কিন্তু বেজবৰুৱাৰ 'মোৰ জীৱন-সোঁৱৰণ', পদ্মনাথ গোহাঞিবৰুৱাৰ 'মোৰ সোঁৱৰণী', জ্ঞানদাভিৰাম বৰুৱাৰ 'মোৰ কথা', বেণুধৰ ৰাজখোৱাৰ 'মোৰ জীৱন-দাপোণ'—এই কেয়োখিনি সুখপাঠ্য আৰু ঐশ্বৰ্যবহুল আত্মচৰিত ছপা হৈ ওলালে বুজা যাব এইধাৰা সাহিত্যত আমাৰ এটি মাথোন কুলিয়েই নাই, এক বসন্তৰে উদয় হৈ আছে।

দ্বাদশ বছৰ ষষ্ঠ সংখ্যা 'বাঁহী'ৰপৰা (আহিন ১৮৪৪) লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন-সোঁৱৰণ' প্ৰকাশ কৰিবলৈ আৰম্ভ কৰে, আৰু মাহে মাহে প্ৰকাশ কৰি চতুৰ্দশ বছৰৰ তৃতীয় সংখ্যাত (আহাৰ ১৮৪৬) বন্ধ কৰে। এই অংশত বেজবৰুৱাই আধ্যাভাগ কৰি গৈছিল; অৱশ্যে তৃতীয় আধ্যাৰ (দ্বাদশ বছৰ, একাদশ সংখ্যাত কৰিবলগীয়া) উল্লেখ কৰা নাছিল বা ছপাতো সেই উল্লেখ পৰি যাব পাৰে। তেওঁ তিনি ঠাইতহে মাথোন শিৰোনামা ব্যৱহাৰ কৰিছে—দ্বিতীয় আধ্যাৰ আৰম্ভতে 'লক্ষীমপুৰ' (দ্বাদশ বছৰ, সপ্তম সংখ্যা) আৰু মাজত 'বিদ্যাৰম্ভ' (দ্বাদশ বছৰ, সপ্তম সংখ্যা) আৰু চতুৰ্থ আধ্যাৰ মাজত 'লগুণ-দিয়নি' (ত্ৰয়োদশ বছৰ, দ্বিতীয় সংখ্যা)। বৰ্তমান সংস্কৰণত এই তিনিটা নাম পেৰাগ্ৰাফৰ লগতে মিলাই ৰখা হ'ল, কাৰণ আন ক'তো এনে শিতান দেখুওৱা হোৱা নাই। মাধৱচন্দ্ৰ বেজবৰুৱাই পুণ্যশ্লোক বেজবৰুৱাৰ সাতসত্তৰ বছৰীয়া জন্মতিথিৰ দিনা অৰ্থাৎ ৪৯৬ শঙ্কৰাব্দৰ ১৫ আহিনত ('কোজাগৰ লক্ষ্মীপূৰ্ণিমা') বেজবৰুৱা স্মৃতি-চিহ্নৰ তৃতীয় প্ৰকাশস্বৰূপে প্ৰথম পাঁচোটা আধ্যা 'মোৰ জীৱন-সোঁৱৰণ : প্ৰথম ভাগ—বাল্যকাল' (১০৪ পিঠি) নাম দি কলিকতাৰ বাঁহী-প্ৰকাশ কাৰ্যালয়ৰপৰা (২০৩/২১ ৰছা ৰোড চাউথ টালিগঞ্জ) প্ৰকাশ কৰিছিল। এটি সৰু কথা যদিও লক্ষ্মীনাথ বেজবৰুৱাই পঞ্চমৰেপৰা 'অধ্যায়' শব্দটো ব্যৱহাৰ

কৰিছে। অসম সাহিত্য সভাৰ এই সংস্কৰণত প্ৰথম আঠটা অধ্যায়ক প্ৰথম ভাগ বোলা হ'ল।

মন কৰিবলগীয়া যে মাধৱচন্দ্ৰ বেজবৰুৱাৰ সংস্কৰণৰ আৰম্ভতে 'প্ৰথম স্কন্ধ' শব্দটো ব্যৱহৃত হৈছে আৰু চতুৰ্থ আধ্যাক দ্বিতীয় স্কন্ধ প্ৰথম আধ্যা কৰি আমাৰ পঞ্চম আধ্যাটো তেওঁ 'দ্বিতীয় অধ্যায়' বুলি দেখুৱাইছে। এয়ে সাহিত্যৰথী বেজবৰুৱাৰ প্লেন আছিলনেকি ক'ব পৰা নগ'ল। তদুপৰি মাধৱচন্দ্ৰ বেজবৰুৱাই 'বৰপেটাৰ স্মৃতি', 'তেজপুৰীয়া জীৱন', 'ৰবি ককাৰ কথা' আদি সৰু শিতান ব্যৱহাৰ কৰিছিল ।

চতুৰ্বিংশ বছৰ প্ৰথম সংখ্যা 'বাঁহী'ত (গুৱাহাটীৰপৰা শ্ৰীঅমিয়কুমাৰ দাস ডাঙৰীয়াৰ দ্বাৰা সম্পাদিত, পুহ ১৮৫৭) বেজবৰুৱা ডাঙৰীয়াই পুনৰ আত্মজীৱনী লিখা আৰম্ভ কৰে। এইবাৰ কাহিনী আৰম্ভ হ'ল ১৮৯০ চনৰ কলেজীয়া জীৱনৰ শেহছোৱাঁৰপৰা। এইখিনিতে বেজবৰুৱাই হঠাতে শিৰোনামাত 'চতুৰ্থ স্কন্ধ' আখ্যাটো ব্যৱহাৰ কৰিছে। কিন্তু প্ৰথম আঠটা অধ্যায়ৰ অধ্যায়-সংখ্যা দিয়া হোৱা নাছিল। বৰ্তমান সংস্কৰণতহে এই সংখ্যাবোৰ দিয়া গ'ল। বেজবৰুৱাৰ এই লেখা অসম্পূৰ্ণ ৰ'ল; ১৯০৩-০৪ চনৰ ডায়েৰিৰ শোকাবহতাৰ উল্লেখতে সামৰণি মৰা হৈছে।

কোন সময়ত এই আত্মজীৱনীৰ কোন অংশ প্ৰকাশ হৈছিল পাঠকসকলে জনাটো নিতান্ত বাঞ্ছনীয়, কাৰণ সিও পাঠকক তাৰ তাৎপৰ্য আহৰণত সহায় কৰিব। পাতনিত বা পুথিখনিৰ পাঠৰ লগত সেই কথাৰ উল্লেখ নথকাত তলত 'বাঁহী'ৰ বছৰ আৰু সংখ্যাবোৰৰ লেখ যথাসাধ্য দিয়া গ'ল।

## প্ৰথম ভাগ

| স্কন্ধ / আধ্যা | | | | | | |
|---|---|---|---|---|---|---|
| ১.১ | প্ৰথম আধ্যা | ১২/৬, | আহিন | ১৮৪৪, | পিঠি | ১৬৮-৭৪ |
| ১.২ | দ্বিতীয় আধ্যা | ১২/৭, | কাতি | ১৮৪৪, | ,, | ২০২-০৪ |
| | | ১২/৮, | আঘোণ | ১৮৪৪, | ,, | ২৪৪-৪৬ |
| | | ১২/৯, | পুহ | ১৮৪৪, | ,, | ২৭৮-৮১ |
| | | ১২/১০, | মাঘ | ১৮৪৪, | ,, | ৩০৯-১১ |
| ১.৩ | তৃতীয় আধ্যা | ১২/১১, | ফাগুন | ১৮৪৪, | ,, | ৩৪৭-৪৯ |
| | | ১২/১২, | চ'ত | ১৮৪৪, | ,, | ৩৭০-৮০ |

| | | | | | | |
|---|---|---|---|---|---|---|
| ২.১ | চতুৰ্থ আধ্যা | ১৩/১, | ব'হাগ | ১৮৪৪, | পিঠি | ৩৩-৩৭ |
| | | ১৩/২, | জেঠ | ১৮৪৪, | " | ৭৫-৭৬ |
| | | ১৩/৩, | আহাৰ | ১৮৪৫, | " | ১০০-০৫ |
| | | ১৩/৪, | শাওণ | ১৮৪৫, | " | ১৫৭-৬০ |
| ২.২ | পঞ্চম আধ্যা | ১৩/৫, | ভাদ | ১৮৪৫, | " | ১৮৫-৯১ |
| | | ১৩/৬, | আহিন | ১৮৪৫, | " | ২২১-৩১ |
| ৩.১ | ষষ্ঠ আধ্যা | ১৩/৮, | আঘোণ | ১৮৪৫, | " | ২৯৩-৩০০ |
| ৩.২ | সপ্তম আধ্যা | ১৩/৯, | পুহ | ১৮৪৫, | " | ৩৫৩-৫৯ |
| | | ১৩/১০, | মাঘ | ১৮৪৫, | " | ৩৯৪-৯৮ |
| ৩.৩ | অষ্টম আধ্যা | ১৩/১১, | ফাগুন | ১৮৪৫, | " | ৪৩০-৩৩ |
| | | ১৪/১, | ব'হাগ | ১৮৪৬, | " | .............. |
| | | ১৪/৩, | আহাৰ | ১৮৪৬, | " | .............. |

## দ্বিতীয় ভাগ

| | | | | | | |
|---|---|---|---|---|---|---|
| ৪.১ | প্ৰথম আধ্যা | ২৪/১, | পুহ | ১৮৫৭, | পিঠি | ৪-৮ |
| ৪.২ | দ্বিতীয় আধ্যা | ২৪/৪, | চ'ত | ১৮৫৭, | " | ২০৯-১৯ |
| ৪.৩ | তৃতীয় আধ্যা | ২৪/৬, | জেঠ | ১৮৫৮, | " | ৩৪০-৪২ |
| ৪.৪ | চতুৰ্থ আধ্যা | ২৪/....., | | ........., | " | ৪১০...... |
| ৪.৫ | পঞ্চম আধ্যা | ২৪/....., | | ১৮৫৮, | " | ৪৭৭-৪৮০ |
| ৪.৬ | ষষ্ঠ আধ্যা | ২৪/....., | | ........., | " | ৫৩১...... |
| | | ২৪/....., | | ........., | " | ৫৯৭...... |
| ৪.৭ | সপ্তম আধ্যা | ২৪/... , | | ........., | " | ৫৯৭...... |
| ৪.৮ | অষ্টম আধ্যা | ২৪/....., | | ........., | " | ৬৬৬...... |
| ৪.৯ | নৱম আধ্যা | ২৪/....., | | ......... | " | ৭২৬...... |
| ৪.১০ | দশম আধ্যা | ...../....., | | ........., | " | .............. |
| ৪.১১ | একাদশ আধ্যা | ২৫/২..., | | ........., | " | ৬৭-৭১ |

এই সংস্কৰণত একাদশ আধ্যাটি দশম আধ্যাৰূপে দেখুওৱা হৈছে।

২৯ ডিচেম্বৰ ১৯৬০ তাৰিখে যোৰহাটত হোৱা কাৰ্যনিৰ্বাহক সমিতিৰ এই বছৰৰ প্ৰথম অধিৱেশনে শ্ৰীযতীন্দ্ৰনাথ গোস্বামীক বেজবৰুৱাৰ 'মোৰ জীৱন-সোঁৱৰণ' সঙ্কলন-সম্পাদন কৰিবৰ ভাৰ দিছিল। কিন্তু গোস্বামীয়ে পুথিখনি

সম্পূৰ্ণৰূপে সংগ্ৰহ কৰিব নোৱাৰিলে। দ্বিতীয় ভাগৰ প্ৰথম অধ্যায়ৰ প্ৰথমাংশ আৰু একাদশ অধ্যায় আমি সংগ্ৰহ কৰিছোঁ। কিন্তু আমি এতিয়ালৈকে সম্পূৰ্ণভাৱে এই শিতানৰ প্ৰবন্ধসমূহ নোপোৱাত পুথিখনি ছপাখানালৈ পঠাব পৰা নাই। 'বাঁহী'ৰ ২৪শ বছৰৰ ৭২৬ পিঠিত 'জীৱন-সোঁৱৰণ'ৰ দ্বিতীয় ভাগৰ নৱম আধ্যা আৰম্ভ হৈছে। এই নৱম আধ্যালৈকে পোৱা হৈছে। সম্ভৱতঃ ২৫শ বছৰৰ প্ৰথম সংখ্যাত দশম আধ্যা ছপা হৈছিল; এয়া আমি পোৱা নাই। পুনৰ ২৫শ বছৰৰ দ্বিতীয় সংখ্যাত ওলোৱা একাদশ আধ্যা পোৱা হৈছে। ইয়াৰ পিছৰপৰা ২৫ শ বছৰৰ সংখ্যাবোৰ নোপোৱাত বেজবৰুৱাই 'জীৱন-সোঁৱৰণ' আৰু লিখিছিল নে নাই, আমি জানিব পৰা নাই এথোন। এই বিষয়ে সন্তেদ যিসকলে পায় আমাক দিবলৈ অনুৰোধ জনোৱা হ'ল। গতিকে বৰ্ত্তমান সংস্কৰণত এটি অধ্যায় অন্ততঃ বাদ পৰি থাকিল। বুজিব পৰা যায়, এই দশম আধ্যাত বেজবৰুৱাৰ ১৯০১ ছনৰ ডায়েৰিৰপৰা লোৱা কথা আছিল। ভৱিষ্যতলৈ সাহিত্য সভাই তাৰ সংগ্ৰহৰ যত্ন কৰিব।

বিজ্ঞানসম্মতভাৱে এজন মহান লেখকৰ লেখা সম্পাদন কৰি উলিওৱা সহজ কথা নহয়। তাৰপৰা লেখকজন যাতে বিৰূপীকৃত নহয় বা তেওঁৰ গ্লানি নাহে, তালৈ পদে পদে চকু দিব লাগিব। 'বাঁহী'ত প্ৰকাশ হোৱা মতে এই মনোৰম লেখাসমূহত কিছু বৈয়াকৰণিক-আভিধানিক অসামঞ্জস্য পৰিলক্ষিত হয়; সেইখিনি আমি আঁতৰাবৰ চেষ্টা কৰিছোঁ। দ্বিতীয়তে, বিভিন্ন সময়ত লিখা বাবে কিছুমান আখৰ-জোঁটনিৰ পৰস্পৰ অমিল ঘটিছে; এইবিলাকৰ সমীকৰণো আৱশ্যকীয় হ'ল। তৃতীয়তে, কিছু জোঁটনি বেজবৰুৱা ডাঙৰীয়াৰ ঈপ্সিত বুলি ধৰি ল'লেও বিশেষকৈ, 'হেমকোষ'ৰে অমিল হয়। উদাহৰণস্বৰূপে 'বাঁহী'ত 'সোঁৱৰণ' শব্দটোৰ চন্দ্ৰবিন্দুটো 'ৱ'ৰ ওপৰত দি 'সোৱঁৰণ'ৰূপে লিখা হৈছিল। হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' আৰু শব্দতাত্ত্বিক দৃষ্টি অনুসৰণ কৰি শব্দটোৰ ৰূপ 'সোঁৱৰণ' কৰি দিয়া হ'ল। বেজবৰুৱা ডাঙৰীয়ায়ো সততে 'হেমকোষ'কে অনুসৰণ কৰি চলিছিল। তদুপৰি বিদেশী বা দেশী শব্দবোৰ অসমীয়া লিপ্যন্তৰকৰণতো এনে সমীকৰণৰ দৰ্কাৰ হৈ পৰিছে। এই বিষয়ে বেজবৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰৱালা লগ লাগি 'বাঁহী'ত যি কিছু নীতি প্ৰচাৰ কৰিছিল, তালৈ আমি সততে লক্ষ্য ৰাখিছোঁ। ভয়ে ভয়ে কৰা এনে ধৰণৰ সম্পাদনা-কাৰ্য্যত আমাৰ ত্ৰুটী বৈ যাবই, আমি জানো। তাৰ বাবে পাঠকৰ ক্ষমা পাওঁ

নে নাপাওঁ, সিসকলৰ কথা। কিন্তু, বেজবৰুৱাৰ মাহাত্ম্যত যাতে ছাঁ নপৰে, তাৰ চেষ্টা হ'লে আমাৰ সততে আছিল।

বেজবৰুৱাই উদ্ধাৰ কৰা সংস্কৃত শ্লোককেইটি লৈ যি আহুকালত পৰিছিলোঁ, সেই বিষয়ত সহায় কৰা শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী আৰু শ্ৰীযোগেশ্বৰ শৰ্মাদেৱে ক'ব পাৰিব। বহুত পুথিৰ পাত আঁজুৰিলোঁ, কিন্তু সন্দেহৰ নিবাকৰণ নহ'ল। 'কাণ্ডাৎ কাণ্ডাৎ প্ৰৰোহন্তী', এই আশীৰ্বাদীয়া শ্লোকটিৰ (৪৫-পিঠি) মূল বিচাৰি ঘূৰ্মুটিয়ালোঁ। আপ্তেৰ অভিধানত এই শ্লোকটি অৰ্দ্ধোদ্ধৃত কৰি তাৰ মূল দেখুৱাইছে— Mahānār 4.3. আমাৰ বাবে উজুটি খোৱা আৰু এটা খুঁটি হ'ল 'পঞ্চাভিভূতত্বথ' আদি শ্লোকটি (৭০-পিঠি)। বেজবৰুৱাই এইটি 'ভাব-প্ৰকাশ'ৰ শ্লোক বুলি কৈছে; কিন্তু লটনক-তনয় ভব-মিশ্ৰৰ ছপা 'ভাব-প্ৰকাশ'ত শ্লোকটি পোৱা নগ'ল। বোধহয় সি 'ভাব-প্ৰকাশ'ৰ নহয়। আকৰ-গ্ৰন্থ নোপোৱাত শ্লোকটিৰ সংগৃহীতমতে বৰ্ণাশুদ্ধি গুচোৱাত যদিও মাৰ্জ্জিত ছন্দৰূপ চিক্‌মিকাই উঠিল, এই বিষয়ত আমাৰ অলপ সন্দেহ থাকিল। শ্লোকটি যে দাৰ্শনিক তাৎপৰ্যপূৰ্ণ, তাত সন্দেহ নাই। 'বিবেকচূড়ামণি'ৰ লগত তুলনীয়—'শব্দাদিভিঃ পঞ্চভিৰেব পঞ্চ পঞ্চত্বমাপুঃ স্বগুণেন বদ্ধঃ।'

বেবজবৰুৱা ডাঙৰীয়াৰ কন্যা শ্ৰীমতী ৰত্না বৰুৱাই অসম সাহিত্য সভাক 'মোৰ জীৱন-সোঁৱৰণ' প্ৰকাশনৰ গৌৰৱ লাভ কৰিবলৈ দি বিশেষ ঋণী কৰিছে। পুথিৰ অংশ-সংগ্ৰহত সহায় কৰা বাবে অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগকো ধন্যবাদ জ্ঞাপন কৰিলোঁ। শেহত আমি ছপা কামত নানা আহুকাল দিলেও আমনি নোপোৱা নৱজীৱন প্ৰেছৰ গৰাকী শ্ৰীকালীচৰণ পালক শলাগ জনালোঁ।

'বৈজয়ন্তী', উত্তৰ শৰণীয়া
গুৱাহাটী, অসম
২৮ ছেপ্টেম্বৰ, ১৯৬১

## শ্ৰীবেণুধৰ ৰাজখোৱা-ৰচিত

# অসমীয়া খণ্ড বাক্য-কোষ

## ভূমিকা

অতি প্ৰাচীন কালৰপৰা অভিজ্ঞতাৰ দ্বাৰা উন্নতি কৰিব খোজা মানৱ মনে প্ৰৱচন বা প্ৰৱাদ-বাক্য আদি ব্যৱহাৰ কৰি আহিছে। ইংৰাজীৰ A bird in hand is worth two in the bush প্ৰৱচনটি সাধাৰণ মানুহ এজনৰ বা বহুজনৰ অভিজ্ঞতাৰ নিৰ্যাস। সি পণ্ডিতজনক সোঁৱৰায় লেটিন ভাষাৰ সমাৰ্থক বচনফাকিৰ কথা : Plus valet in manibus avis unica fronde duabus; আমাৰ মনত পেলায় আমাৰ ঘৰুৱা পটন্তৰলৈ : 'দূৰৰ বৌ-বৰালি, ওচৰৰ পুঠি-খলিহনা', কাৰণ 'কোলাৰটো এৰি বোকাৰটোলৈ আশা' কৰে কোনে? বাঙালী পাঠকে ভাবিব, 'দূৰেৰ সোনা, নিকটেৰ লোনা।' এইদৰে প্ৰৱচনৰ বুকত কত শতিকাৰ জ্ঞান আৰু পৰ্যৱেক্ষণ ৰক্ষিত হৈছে। সিবোৰ লোক-প্ৰজ্ঞাৰ (folk-lore) সূক্ষ্ম সমষ্টি। আন আন লোক-সাহিত্যৰ দৰে ই সেই প্ৰজ্ঞাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ, জীৱনৰ টিপ্পনী। লোক-সাহিত্যৰ দৰেই তাৰ প্ৰকাশৰ ৰূপো সৰল। অনেক প্ৰৱাদ-বাক্যৰে অন্তৰালত প্ৰত্যক্ষভাৱেই কিম্বা প্ৰচ্ছন্নভাৱেই একোটি কথা বা কাহিনী বৰ্তমান। কিছুমানত আকৌ এটি ৰসিকতা বৰ্তমান, কেতিয়াবা সেই ৰসিকতা গ্ৰাম্যদোষ কিম্বা শ্লীলতাৰ সীমা ডেব খোজা দোষৰ গড়গঞা পিছল বাটত পিছলি গৈছে। গ্ৰাম্য ৰসিকতা (bucolic wit) সম্পৰ্কে এই মন্তব্য ইংৰাজী বা বঙলা প্ৰৱাদৰ ক্ষেত্ৰতো প্ৰযোজ্য। প্ৰায়বোৰ যোজনা-ফকৰাত আকৌ এক নিজস্ব ছন্দ বা ৰিদম্ পৰিলক্ষিত হয়; কিছুমানত অন্ত্যানুপ্ৰাস বা ৰাইমৰ হেঁচাও আহি পৰিছে। ডক্টৰ সুশীলকুমাৰ দেই লিখিছে, "সংস্কৃত কোশ-কাব্যত যাক অন্যাপদেশ (এটা বস্তুৰ উপলক্ষ্য লৈ আন এটাৰ বৰ্ণনা) বোলে, অথবা সংস্কৃত আলঙ্কাৰিকসকলৰ মতে যিটো উপমা-ধ্বনি, অপ্ৰস্তুতপ্ৰশংসা বা ব্যাজস্তুতি, প্ৰৱাদতো

তেনে ধৰণৰ সঙ্কেত অনুপ্ৰৱিষ্ট থাকে।" সাধাৰণ পক্ষত সকলো যুগৰ সকলো জনৰ সম্পত্তিস্বৰূপ প্ৰবচনৰ 'তাৰিখ সাল লইয়া পণ্ডিতেৰা বিবাদ' কৰিবলৈ প্ৰয়াসৰ স্থল নাথাকে, যদিও দুই-এটিত কেনেবাকৈ বুৰঞ্জীৰ আঁচোৰ পৰা বুলি অন্ততঃ সন্দেহ হয়। অনেকবোৰ প্ৰবচনত বিদ্ৰূপ বা cynicism-অৰ ভাব বৰ্তমান, যদিও মানুহৰ গুণ দেখুৱাই দিয়াতো সিবোৰৰ কাৰ্পণ্য নাই।

বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ 'অসমীয়া খণ্ডবাক্য-কোষ' বা *A Dictionary of Phrases* তেওঁৰ সাহিত্যিক জীৱনৰ এটি স্থায়ী কীৰ্তি। ইয়াত অসমীয়া ফকৰা-যোজনা, পটন্তৰ আৰু জতুৱা বাক্য বিশেষ্য, বিশেষণ, ক্ৰিয়া, ক্ৰিয়াবিশেষণ আদি ৰূপে খণ্ডবাক্যৰ গঢ়ত সঙ্কলন কৰা হৈছে। ফকৰা, যোজনা আৰু পটন্তৰ, এই শব্দকেইটাৰ ব্যাখ্যা হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ'ৰপৰা তলত তুলি দিয়া হ'ল। বৰুৱাৰ মতে কেয়োটা শব্দ প্ৰায় সমাৰ্থক; বাস্তৱ ক্ষেত্ৰতো তিনিওটাৰ মাজত বিশেষ পাৰ্থক্য দেখা নাযায়।

ফকৰা, বি. (যাং. ফিকৰা, এফাঁকি কথা) নীতি শিকোৱা বা কোনো কথাৰ উদাহৰণ বা দৃষ্টান্ত দেখুৱা দুই বা অধিক ফাকি কথা; যেনে, "ঠাই দিবৰ গুণ, টপটপনি শুন" an adage, a maxim, & c.

যোজনা, যোজোনা, বি. (সং. যোজন, মিলোৱা) দৃষ্টান্ত, পটন্তৰ, উপমা; তাক কোনো এক বিষয়ত যোজন কৰা বা লগোৱা যায়; যেনে, "অবুজনক বুজোৱা ঢেকৰাৰ ঠাৰি সিজোৱা," অৰ্থাৎ ঢেকৰাৰ ঠাৰি সিজোৱা যেনে টান, বুজিব নোখোজা মানুহক বুজোৱাও তেনে, a proverb, an adage.

পটন্তৰ, বি. (অং. পট, প্ৰতিমূৰ্তি, সাদৃশ্য) কোনো এক হিত উপদেশ দিয়া এফাঁকি বা দুফাঁকি কথা, (তাত প্ৰায়ে উপদেশটো বুজাবৰ কাৰণে এটা তুলনা থাকে, এতেকে সেই নাম); যেনে, "অবুজনক বুজোৱা, ঢেকৰাঠাৰি সিজোৱা", ইয়াত ঢেকৰা শাকৰ ঠাৰি সিজোৱা যেনে টান, অবুজনক বুজোৱাও তেনে টান, এই শিকনি আছে। সেই দৰেই "শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে" অৰ্থাৎ এলেহুৱা মানুহে কোনো ভাল কাম কৰিব নোৱাৰে; দৃষ্টান্ত, উপমা, যোজনা a proverb, a simile.

ইংৰাজীৰ proverb শব্দটো লেটিনৰ proverbium শব্দৰপৰা আহিছে। ইয়াৰ সংজ্ঞা অনেকে অনেক দিছে, কিন্তু কোনোটো সংজ্ঞাই সৰ্বজনগ্ৰাহ্য হোৱা নাই। সপ্তদশ শতিকাৰ জে. হাৱেলৰ সংজ্ঞামতে proverb-অৰ তিনিটা গুণ—shortness,

sense, salt. লৰ্ড ৰাছেলৰ সংজ্ঞা বিখ্যাত—the wisdom of many and wit of one, এজনৰ সহজবুদ্ধিজাত সৰ্বজনৰ জ্ঞান-সম্পদ। এনচাইক্লপিডিয়া ব্ৰিটেনিকাৰ ব্যাখ্যা—"একোটা সৰল, ঘৰুৱা বাক্যৰ গঢ়ত জীৱনৰ এটি চোকা সমালোচনা প্ৰকাশ কৰা একপ্ৰকাৰ লোক-সাহিত্য বা তাৰ পৰৱৰ্তী অনুকৰণ" (a form of folk-literature, or its later imitation, expressing in the form of a simple, homely sentence, a pungent criticism of life)। ই বহুদিনীয়া অভিজ্ঞতাৰ ফলস্বৰূপ একোটা চুটি বাক্য (a short sentence drawn from long experience)। জীৱনৰ চৰম সত্যবোৰৰ বিষয়ে চিন্তাৰ অৱকাশ নথকা সাধাৰণ মানুহৰ এটা জীৱনৰ বা এটা দিনৰ ক্ষিপ্ৰ অভিজ্ঞতা, কেতিয়াবা এটা জাতিৰ কেইবাপুৰুষৰো অভিজ্ঞতা দানা বান্ধি লোকোক্তিৰূপে প্ৰৱচনৰ সৃষ্টি হয়। এই ক্ষেত্ৰত প্ৰৱচনবোৰ আমাৰ জ্ঞানৰ ভঁৰালত নৈৰ্ব্যক্তিক সম্পত্তি হৈ ৰৈ গৈছে। আনফালে proverb বা প্ৰৱচন হ'ল অনেক স্থলত উপদেশধৰ্মী প্ৰাজ্ঞোক্তি (লেটিন sententiae), এজন জ্ঞানী লোক বা ডাক পুৰুষৰ (oracle) নামত প্ৰচলিত। বাইবেলৰ Book of Proverbs বিখ্যাত, প্ৰাচীন হিব্ৰু ভাষাত যাক বুলিছিল Mishle Shelomon অৰ্থাৎ জ্ঞানী ছলমনৰ বচন। হিব্ৰুত mashal হ'ল উপদেশপ্ৰদ বা শোক-প্ৰকাশক কবিতা; লোকোক্তি তাৰ অন্তৰ্গত। বাইবেলৰ প্ৰৱচনৰ পুথি সম্ভৱতঃ আংশিকভাৱে ছলমনৰ দ্বাৰা জ্ঞানীৰ বচনৰ (the words of the wise and their dark sayings) সংগ্ৰহ আৰু আংশিকভাৱে ছলমনৰ সৃষ্টি। ই প্ৰাচীন জগতৰ প্ৰৱচন-কবিতাৰ (Gnomic poetry; gnome—"a pithy and sententious saying, generally in verse, embodying some moral sentiment or precept") নিদৰ্শন। এনে প্ৰৱচন খ্ৰীষ্টপূৰ্ব ২০০০ বা তাৰো আগৰ মিছৰত আৰু আপেক্ষিকভাৱে প্ৰাচীন গ্ৰীকসকলৰ মাজত চলিছিল। তাৰ কিছুকাল পাছতহে সি দেখা দিয়ে হিব্ৰুসকলৰ মাজত। "The fathers eat sour grapes, and the children's teeth are set on edge" (Jer. XXXI. 29; Ezek. XVIII. 2) এনে ধৰণৰ বাক্য হিব্ৰুসকলৰ ফকৰা-যোজনাৰ অৱশেষ।

আৰু এক শ্ৰেণীৰ প্ৰাজ্ঞোক্তি হ'ল aphorism; গ্ৰীক ভাষাৰপৰা অহা এই শব্দটোৰ মূল অৰ্থ হ'ল বিশেষণ বা সংজ্ঞা, আৰু ই বুজায় দুটামান চোকা শব্দৰ এটা সৰু আৰু সাৰুৱা বাক্যত প্ৰকাশিত একোটা সাৰ্বজনীন সত্যক। হিপক্ৰেটিছৰ বেজালী পুথিতে এই নাম পোনতে ব্যৱহাৰ কৰা হয়। হিপক্ৰেটিছৰ প্ৰৱচনৰ চানেকি—"দুটা ৰোগ একেলগে আহি পালে, বৰটোৱে সৰুটোক নিমাত কৰে।"

লেটিন ভাষাৰ আৰু দুখন বিখ্যাত aphorism-অৰ পুথিৰ গ্ৰন্থকাৰ হ'ল হেলার্মো (১০৬৬?) আৰু এজন ডাট্‌চমেন্, হাব্‌মেন্ বুঅৰ্হাভে (১৭০৯)।

পাশ্চাত্য সকলো ভাষাতে প্ৰবাদ-বাক্যৰ প্ৰয়োগ আছে। য়ুৰোপৰ ইংলেণ্ড, জাৰ্মানী, ছুইডেন, ৰুছিয়া, ফিন্‌লেণ্ড আৰু এষ্টোনিয়া—এই ছখন দেশৰ লিপিবদ্ধ প্ৰবচনৰ সংখ্যাই বোলে প্ৰায় বিশ লাখ হ'ব। ইংৰাজী ভাষাত আদিৰেপৰা প্ৰবচনৰ আৰ্হি দেখা পোৱা যায়। এঙ্গলো-ছেক্সন সাহিত্যত প্ৰবচন-কবিতাৰ (Gnomic verses) সংগ্ৰহ সন্নিবিষ্ট হৈছে। ধৰ্মগুৰুসকলে সাধাৰণ লোকক খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰোঁতে প্ৰবচনৰ তীক্ষ্ণতা থকা এশ্ৰেণী লেখা (homilies and chronicles) ব্যৱহাৰ কৰিছিল। চতুৰ্দশ শতিকাৰ চচাৰ আৰু আনসকলৰ লেখাৰপৰা প্ৰবচনৰ প্ৰচলনৰ আভাস পাব পাৰি। ষোড়শ শতিকাত ইংলেণ্ডত প্ৰবচনৰ প্ৰভাৱ প্ৰচুলভাৱে দেখা দিয়ে; মিছেজ্ জেনেট ই. হেছেল্‌টাইনে ক'বৰ দৰে এলিজাবেথৰ যুগটোৱেই প্ৰবচনৰ পানীত জুৰুলি-জুপুৰি হৈ আছিল। ইয়াৰ পাছৰপৰাই ক্ৰমে প্ৰবাদ-বাক্যৰ আদৰ কমি আহে।

সংস্কৃত সাহিত্যত প্ৰবাদ-বাক্যৰ প্ৰভাৱ সম্পৰ্কে বিশেষ আলোচনা হোৱা নাই। কিন্তু ঋগ্বেদৰ 'ন বৈ স্ত্ৰৈণানি সখ্যানি সন্তি সালাবৃকাণাং হৃদয়ান্যেতা'* (১০।৯৫।১৫) আৰু 'কো বাং শয়ুত্ৰা বিধৱেৱ দেৱৰং মৰ্যং ন যোষা কৃণুতে সধস্থ আ'† (১০।৪০।২)— এনেবোৰ ডক্টৰ দেৱ মতে প্ৰবাদ-বাক্যৰ প্ৰাচীন সাহিত্যিক প্ৰয়োগ হ'ব পাৰে। পাছৰ ব্ৰাহ্মণ্য আৰু বৌদ্ধ সাহিত্যতো প্ৰবাদৰ প্ৰভাৱ পৰিছে।

পূব ভাৰতৰ আধুনিক ভাষাৰ উদ্‌গম-কালৰেপৰা প্ৰবাদ-বাক্যই নিজৰ গৌৰৱ ঘোষণা কৰি আহিছে। পণ্ডিতসকলে নৱমৰপৰা দ্বাদশ শতকৰ ভিতৰত স্থাপন কৰা চৰ্যাপদবোৰত কেইবাটিও তেনে বাক্য আমি পাওঁ:—

আপনা মাঁসে হৰিণা বৈৰী। (ভুসুকুপাদ)
[হৰিণাৰ নিজৰ মঙহেই বৈৰী।]
গুৰু বোব সে সীসা কাল। (ভুসুকুপাদ)
বৰ সুণ গোহালী কি সো দুট্‌ঠ বলন্দে। (সৰহপাদ)
হাথেৰে কাঙ্কণ মা লোউ দাপণ। (সৰহপাদ)

---

* নাৰীৰ লগত সখ্য নাই; নাৰীৰ হৃদয় হৈছে সালাবৃকৰ হৃদয়।
† বিধৱাই যেনেকৈ দেওৰক, নাৰীয়ে যেনেকৈ পুৰুষক পাটীলৈ মাতে।

[ হত্থে কঙ্কণং কিং দপ্পণেণ।—কৰ্পূৰমঞ্জৰী ]

দুহিল দুধু কি বেণ্টে সামাঅ। (ঢেণ্টণপাদ)

হাঁড়ীত ভাত নাহি নিতি আবেশী। (ঢেণ্টণপাদ)

অসমীয়া-বঙলা ভাষাৰ প্ৰাক্তন মিশ্ৰিত ৰূপৰে যেন গ্ৰন্থ শ্ৰীকৃষ্ণকীৰ্ত্তনতো যথেষ্ট সংখ্যাৰ প্ৰবচন সোমাইছে।—

মাকড়েৰ হাথে যেহ্ন ঝুনা নাৰীকল।

[ বান্দৰে কি নাৰিকলৰ মোল বুজে। ]

আপনাৰ মাঁসে হৰিণী জগতেৰ বৈৰী।

ভুখিল হয়িলেঁ কাহ্নাঞিঁ দুই হাথে না খাইএ।

[ বুভুক্ষিতঃ কিং দ্বিকৰেণ ভুংক্তে। (সংস্কৃত সুভাষিত) ]

হাথ বাড়ায়িলেঁ কি চান্দেৰ লাগ পাই।

কাটিল ঘাঅত লেম্বুৰস দেহ কত।

[ কটা ঘাত চেঙা তেল। ]

প্ৰাচীন বঙলা সাহিত্যত প্ৰবাদৰ এনে অনেকবোৰ টুকুৰা আছে যাৰ মাখিছালখন গুচালেই অসমীয়া মানুহে আপোন বুলি চিনি পাব পাৰে। কাশীদাস-কৃত্তিবাসৰেপৰা ভাৰতচন্দ্ৰলৈকে অনেক প্ৰাচীন বাঙালী কবিৰ ৰচনাত প্ৰবচন-প্ৰয়োগ উপেক্ষিত হোৱা নাই। ঊনবিংশ শতকৰ বঙলা সাহিত্যত প্ৰবাদৰ 'জেৰ' অত্যন্ত বাঢ়ে। ভবানীচৰণ, হুতোম আৰু টেকচাঁদ ঠাকুৰ, ঈশ্বৰচন্দ্ৰ গুপ্ত আৰু দীনবন্ধু মিত্ৰলৈকে বঙলা ভাষাত যি বেগবান ৰস-সাহিত্যৰ সৃষ্টি হৈছিল, তাত প্ৰবাদ আৰু চল্‌তি কথাৰ সৰস খণ্ডবোৰ বঙলা বাক্য-ৰীতি আৰু ৰসিকতাৰ নিখুত নিদৰ্শন হিছাপে সাদৰে আৰু স্বচ্ছন্দে গ্ৰহণ কৰা হৈছিল। এইবাবেই বঙলা সাহিত্যৰ এই যুগটো প্ৰবাদৰ যুগ। কিন্তু সাহিত্য আৰু ৰুচিৰ পৰিবৰ্তনৰ ফলত আধুনিক বঙলা ভাব-বিলাসী সাহিত্যত, আন কি ৰস-ৰচনাতো প্ৰবাদৰ ব্যৱহাৰ বিৰল হৈ পৰিছে। "যাহা বাঙালীর জীবনের স্বতঃসিদ্ধ ও নিজস্ব বৈশিষ্ট্য, যাহা তাহার চিরন্তন ভাবভঙ্গী, চালচলন, রীতিবিধির স্বভাবতঃ অনুকূল ও উপযোগী, বাঙালীর সেই প্রাণখোলা কথাবার্তা ও জীবনযাত্রার অনাড়ম্বর প্রণালী, আজকাল বিজাতীয় শিষ্টাচারের কৃত্রিম ও প্রাণশূন্য আবরণে ঢাকা পড়িয়াছে। সনাতন জেঠামি দেহ ও মনের যোগ রাখিত, কিন্তু অধুনাতন নেকামি নির্জীব ও অসার।......... পরের মুখে ঝাল খাইয়া পুঁথিপড়া কালচারের উত্তাপে আমরা অতীন্দ্রিয় রসের রসিক হইয়াছি, তাই রসিকতা জিনিসটি

কি তাহাও বুঝাইয়া দিতে হয়!"* এই মন্তব্য অত্যাধুনিক অসমীয়া লেখাতো কিছুদুৰ প্ৰযোজ্য বুলি ইয়াত তুলি দিয়া হ'ল।

প্ৰাচীন স্পষ্ট অসমীয়া সাহিত্যত প্ৰবাদ-বাক্যৰ প্ৰয়োগ সেই যুগৰ শ্ৰেষ্ঠসকলৰ ৰচনাতে অধিকৰূপে দেখা পোৱা যায়। মাধৱ কন্দলিৰ আৰু শঙ্কৰদেৱৰ প্ৰথম ভাগৰ কবিতাত যোজনা-ফকৰাৰ কি হেন্দোলনি! হৰিবৰ বিপ্ৰৰ লেখাতো একেই হেঁচা। ইসকলৰ পাছৰ বৈষ্ণৱ সাহিত্যতো য'তে প্ৰাণৱত্তা আছে, ত'তে প্ৰবচনে ভুমুকি মাৰিছে, বা নব্য প্ৰবচন-প্ৰয়োগৰ প্ৰয়াস দেখা পোৱা গৈছে। শঙ্কৰ-মাধৱৰ ব্ৰজবুলিৰ নিচিনা এটা কৃত্ৰিম শৈলীতো প্ৰবাদৰ প্ৰয়োগ দেখা পোৱা যায়। আনফালে বৈষ্ণৱ ভট্টদেৱী গদ্য-সাহিত্যত তেনে প্ৰয়োগ অতি বিৰল। কিন্তু কথা-গুৰুচৰিতবোৰ হ'ল প্ৰবাদৰ ভঁৰাল, ভকতীয়া ফকৰাৰ দ্বাৰা বিশেষভাৱে সমৃদ্ধ। বুৰঞ্জীসমূহতো ফকৰা-যোজনা মাজে মাজে লগ পোৱা যায়।

মাধৱ কন্দলিৰ ৰামায়ণত জতুৱা ঠাঁচ এটি বিশিষ্ট লক্ষণ।—

হা ৰাম বাপু তুমি আপুতিৰ পো।
অগনিয়ে পোৰে পিম্পলিৰ দেস পথ। [আ. প্ৰ.—এনেই জুইৰ জালা তাতে পিম্পলিৰ পথ (অৰ্থাৎ পথ্য)।]
টিপচিৰ বাৱে মেৰু পৰ্ব্বত উৰিল। টুনি সাপে সব নাগপুৰীক গিলিল।।
পলৱৰ চাবত দিগ্‌গজ বন্দী ভৈলা।
বাপেকৰ গোসানীক কৰিলেক সাৰ।
ঘৃত কাঢ়ি লৈলা মই কি কৰিবো ঘোল।
নৰকৰ পলুৰ স্বৰ্গত নাহি আশ।
আম্ৰবন দেখি যেন ৰুইলোহো পলাশ।
অযোধ্যা ৰাজ্যত তই ভৈলি সোণগুঁই।
বিপ্ৰৰ কপিলা যেন চণ্ডালৰ ঠাৱে।
সউৰা বৃক্ষক : ৰুইল মোৰ মাৱে : উত্তম বৃক্ষ উভাজি। আপাত
মধুৰ : শুনিয়া প্ৰচুৰ : স্বাদত পাছে কাজি।।
সিন্দুৰ-চন্দন তোৰ নুগুচোক আৰ।
মোৰ বিদ্যমানত সীতাক হৰি নেস। শিয়ালত শিঙ্গ পৰ্ব্বততে মেৰু দেশ।।

* দে, বাংলা প্ৰবাদ, দ্বিতীয় সংস্কৰণ, ১৩৫৯, ভূমিকা, পৃষ্ঠা ১৮-২৪

আপুনাৰ দ্বেষে সিটো আপুনি নাশয়। কোপ কৰি ছাগে গল
কটাৱে ঘষয়। কটকটায় ঘাৰ কোনে খুজি ফুৰে কাটি।
যম-কৰণত কাৰ মলচিল পাতি॥

পিঠি-পাছে বাজ ভৈল॥ দেখ-নেদেখে বেগে। পৃথিবীত সেহি ছেগে॥

সিংহৰ লাঙ্গুল ধৰিবাক হাত মেলে। কংহাল গোমৰ সঙ্গে পৰিহাস খেলে॥ প্ৰমত্ত গজৰ দন্ত আজুৰিতে চায়। মৰিবাক লাগি কোনে বাঘে হাল বায়॥

বৰশীয়া ৰাৱণৰ পুণ্ডাতেসে দৃষ্টি।

বিয়াইল বাঘিনী সমে কৰে পৰিহাস।

শোকোতাক খাইবো কেনে অমৃত তেজিয়া।

ৰামৰ আপচু-কাচু তোৰ মুণ্ডে দিবো।

তিৰী-চোৰ পাপিষ্ঠ হাৰিৰ আউঠা খাহা।

ঝাণ্টে চল পাপিষ্ঠ হাৰিৰ মাৰ্গ-তলে।

দশম এৰায়া একাদশ বৃহস্পতি॥

মিছাত আসিয়া মোক গৰ্জ্জিলাহা তোৰা। জিহ্বাখন মেলি চাহা
কলীয়া কি গোৰা।

সিংহৰ আগত যেন শৃগালৰ টালি।

টোপলা বাহন্তে কলাধাতু মাত্ৰ ৰৈল।

সিদ্ধি খুজি ফুৰন্তে দুৱাৰে পাইল পথ।

বৃদ্ধ জাম্বৱন্তক ছৱাল হয়া ভাঁৰা। বুঢ়া শালিকাৰ যেন চক্ষুৰ ভ্ৰৱ কাঢ়া॥

উখসিল পেট যেন জলন্ধৰ ৰোগে॥ মৌবাস যেন ওলমিল পেট।

ওলমিল ওঁঠ যেন নেৰঠনী শিল।

আগ-গুৰি সৰু যেন শিলিখাৰ ভাঙ্গ।

প্ৰথম ৰোগত যেন নেদয় আসুধি। ব্যাধি বাঢ়ি গৈলে পাছে হত হৱে বুধি॥

ঘাৱ ছাৰি পাছে আসুধিয়ে বেন্ত বাইৱ।

সৱে সমজ্যাৰ ত্ৰাস জলি গৈল॥ কাস পৰি জিম গৈল।

সৰমাৰ বোলে শোক গুচিলা সকলে। খৰ লাগা ধান যেন বৰিষণ জলে।

মৰন্তাক নলাগয় জীবাৰ আসুখি।
সভাত বসয় উচিতক নোবোলয়। তৰ্কে প্ৰবৰ্ত্তয় তাক অধৰ্ম্মে জ্বলয়॥
[আ. প্ৰ.—সভাত থাকি নামাতে উচিত, দোষে পায় কিঞ্চিত কিঞ্চিত।]
অলপ পানীৰ শৌল দদৰা-দদৰি।
লোথৰা বুঢ়াৰ বোলে পাইবাহা চেঞ্চৰি।
চৱৰৰ চোটে সৱে দশন সৱয়।
একে হাতে কমনে ধৰিবে দুই শোল।
মুখে ধান দিলে আঁখে হবে ভয়ে হেসনি বন্ধে নিশ্বাস।
বাঘ নামাৰিয়া কেনে আজোৰাহা ছাল।
মুনিষ বোলায়া কিক পিম্পৰা মাৰস।
জয়ঘণ্টা লাৰি আনি বাম পাশ কৰিলা।
মূল ঢালি পেহ্লাইলেক ডালত কোন কাজ।
ভাগিবাৰ নেহা অউৰ গঢ়ন নযাই। [ আ. প্ৰ. ফলা বাঁহ জাপ নাযায় ]

জতুৰা খণ্ডবাক্য আৰু প্ৰবাদ-বাক্যৰ প্ৰয়োগৰ বিষয়ত হৰিবৰ বিপ্ৰক প্ৰাক্‌শঙ্কৰী কবিসকলৰ ভিতৰত মাধৱ কন্দলিৰ পিছতে ধৰিব লাগে। তেওঁ য'তে তেনে বাক্য প্ৰয়োগ কৰিছে, ত'তে মূলৰ সংস্কৃতৰ ভাষাৰপৰা অলপকৈ হ'লেও আঁতৰি আহিছে। 'লৱ-কুশৰ যুদ্ধ'ৰ শেহৰ ফালে এনে প্ৰয়োগ বেছি দেখা যায়।

কোথাইৰ পাপিষ্ঠ ধোবে মুণ্ডত মাৰিল কোবে
হৃদয়ত মোৰ দিলে শাল॥
কড়া দুইৰ ধোবাগোটে নিন্দিলেক মোক॥
পাঞ্চে কি কৰিব পাৰে মূধে উকৰন্তে॥
কঁসাল সাপতঃ পাৰ খেলাৰস ঃ বাঘতো ওকণি চাস॥
ফৰিঙ্গাৰ ঝাসে আসে মৰিবাক লাই॥
আজিসে বঢ়াইবি বাপু বৈৰৰেসে ৰঙ্গ॥
হেন জানো যমে পাত মলচিলা তোৰ॥
সাগৰত তৰিয়া গো-খোজত গৈলো তল॥
লোণ নাৱ তল গৈল আঙ্গুলিক চাখা॥
হাতী গুচি মাখি ভৈলা, গো-খোজত তল গৈলা।
[ আ. প্ৰ.—হাতী হৈ মাখি হ'লোঁ, লালিত পৰি বন্দী হ'লোঁ। ]

মোক লাগি জানোহো যমৰ নাহি দূত।

'বভ্ৰুবাহনৰ যুদ্ধ'ত আছে,—

ছাটক-ছোটক তোৰ মাতখানি চাৰ ।

মাৰক নিন্দিলা তুমি ইহাতেসে মৰো॥

বুঢ়াৰ হাতৰ চেঙ্গ সেহ্ৰে নেৰাস ।

[আ. প্ৰ.—বুঢ়াৰ হাতত চেঙেলি পৰ্।]

ৰাজাক নিন্দিলি তই কটকটাই ঘাৰ।

ঝিম গৈলা সবে সেনা পাণ্ডৱী সমাজ।

নলৰে নচৰে যেন মূঢ়া কাষ্ঠগোট॥ স্বৰগ পৰাৰ মতে থাকিলেক থিৰ। বৰ ছোট ভাগ্যে যেন নমৰিল জীৱ॥

থক বক কৰি বীৰে থাকি গৈল তদা।

নৃপে বোলে উচিত লগাইবোহো ঠাই। [আ. প্ৰ.—ঠাই কৰে।]

ঢলো পৰো কৰে দেহা বিহ্বল-পৰায়। [আ.প্ৰ.—ঢলোঁ পৰোঁ, ঢলং-পলং।]

হস্তীৰো পিছলে পাৱ ঃ সুজনে বুৰাৰে নাও ঃ আক্ষো আৰিত হাৰয় জুৱাৰ।

[বঙলা ঃ হাতীৰও পিছলে পা সুজনৰেও ডোবে না। আ. প্ৰ.—আচলে-পিছলে হস্তীৰো পাও পিছলে।]

হস্তী গুচি মাথি ভৈলো ঃ গো-খোজত তল গৈলো, কচুত ভাঙ্গিলো বড় কাছি॥

আচণ্ডি-আৱণ্ডি কৰি মৰিলা আপুনি। ভালৰেসে ভাল মন্দৰেসে মন্দ বাণী॥

ৰণ জিনি আইলো মই একুতিৰ পো॥

নখে যিবা কাৰ্য্য সিঝে কুঠাৰ লগাস॥

[পাঠান্তৰ—কুঠাৰে নাকাটে নখে বিদাৰিবে চাস॥]

ডোঙ্গা-ডুঙ্গি পাৰে সৰ্প ষাইবেক নুৱাৰে।

শাহ কঢ়া কাক যেন তেতেলী টেঙ্গাৰ॥

শঙ্কৰদেৱৰ এখনি আদি ৰচনা 'হৰিশ্চন্দ্ৰ-উপাখ্যান'ৰ সৰু পৰিসৰৰ ভিতৰতে প্ৰবাদ-বাক্য বহুলভাৱেই ব্যৱহৃত হৈছে।—

শালগ্ৰাম মাটিতে নটীক দেয় পীৰা।

ওকণিক ভয়ে কোনে মুণ্ডিয়াছে কেশ।
[আ. প্ৰ.—লালুকিৰ ভয়ত পুখুৰী নখন্দাকৈ থাকেনে?]
দুহিবাক লাগি কোনে বাঘিনীক বান্ধে। মৰিবাৰ আসুধি গলত তুলি বান্ধে॥
যেন অশ্বথৰ পত্ৰ পছোৰা বতাসে। [আ. প্ৰ.—মুখ নহয় আঁহতৰ পাত।]
আকাশী সৰগ মাথাত পৰিল মুখৰ মাত হৰিল। মহা শোকশেল হিয়াত পশিল থিয়ৈয়ে যেন মৰিল॥ [আ. প্ৰ.—আকাশী সৰগ মূৰত ভাগি পৰ্, থিয়ৈ থিয়ৈ মৰ্, থিতাতে মৰ্।]
খায় বিধ্বংসয় একো নজানয় বানৰৰ নাৰিকল।
কাংস পৰি জিম গৈল।
হেন শুনি সবে নগৰী লোকৰ গাৱত লাগিল জুই। [আ. প্ৰ.—গাত জুই জল্।]
বেহাইবাক নপাইলো ভাগিল ভৰা হাট। হৰি হৰি কিনো বিধি লিখিল ললাট॥
[ভৰুণ হাট পাতিলো, বেহাবলৈ নেপালো, বিধতাই দাঁড়িলে মোক।—ফুলকোঁৱৰৰ গীত]
কোনে জানু পাৰে আসি পৰৰ শ্ৰাদ্ধত।
চাহন্তে চাহন্তে তোক আখিও দুখাই।
[আ. প্ৰ.—বাটলৈ চাওঁতে চকু বিষা।]
ক্ষুধাতুৰ জনে যাচ ভাতৰ পোতনি।
ফাল্গুনৰ বায়ু যেন নাকৰ বতাস। ওলমিছে পেট যেন বৰ মৌৰ বাস।
প্ৰভাত মধ্যাহ্ন গধূলি বেলাত এহিহে মুখৰ গীত। চক্ষুৰ লোতকে পাঞ্জৰি ভিজয় নিদ্ৰা নাসে ৰজনীত॥
দান্তে খেৰ লই কৰিলন্ত কাউ-বাউ।

মাধৱ কন্দলিৰ ৰামায়ণত জোৰণি দিবলৈ ৰচনা কৰা উত্তৰাকাণ্ডত শঙ্কৰদেৱে যেন কন্দলিৰ ৰামায়ণ-ৰচনাৰ প্ৰবাদ-ব্যৱহাৰ-বহুলতাৰ লগত ফেৰ মাৰিবৰে যত্ন কৰিছে।—

হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ মোৰ ভৈল তেহ্নয় অৱস্থা।

[বঙলা ঃ হাতীৰ পোঁদ ফাড়া দেখে সড়সড়ে পোঁদ ফাড়াতে চায়।]
চুমাতে কামোৰ যেন ওলগতে কিল।
যেন পোৰা ঘাত ঘসা সনিয়া আমাৰ।
ধান দিলে আখৈ হোৱে ৰামৰ মুখত।
বস্থিবে লাগিলা দেৱী সম্মোহ দুখত।
একে জুই জাল আৰু পিপলিৰ পথ।
কংসাল সৰ্পক জকাইবাক কৰ সাস॥
সবে বোলে এনুৰা ৰামক ভাল ভাল। মইতো জানো মোৰ মনে ৰাম যমকাল॥
দিয়া দিয়া দিয়া বসুমতী ঝাণ্টে বাট। [আ. প্ৰ.—ফাট দিয়া বসুমতী পাতালে লুকাওঁ। ইটো ৰামচন্দ্ৰ গোসাঁইৰ মুখকে নাচাওঁ॥]
তুমি নতু হন্তে ৰামায়ণ ভৈলা আগে। [আ. প্ৰ.—ৰাম নৌ হওঁতেই ৰামায়ণ হ'ল। মাক নৌ হওঁতেই জীয়েক হ'ল॥]
ছাইৰ অৰ্থে পোৰে যেন জাতি চন্দনক।

মহাপুৰুষৰ আন এখনি আদি ৰচনা 'ৰুক্মিণী-হৰণ' জনগণৰ, বিশেষকৈ নাৰীসকলৰ প্ৰিয় ঘৰুৱা প্ৰবাদ-সম্বলিত ৰীতিৰ বাবে।—

যেন মধুমিশ্ৰ দুগ্ধে আতি স্বাদ পাই।
মাধৱৰ নামে সিটো জুইতো নেদে খেৰ।
আনতো নভৈলা তুমি পিতৃ-নামে খাইলা।
জ্যেষ্ঠ ভাই নোহ সাত শত্ৰুতো আগল।
অমৃতক বাঞ্ছে যেন চুকৰ ভেকুলী।
টিমিকি টিমিকি মাত্ৰ লৰে ধাতুখানি।
হৰিষতে মাটিত নেদন্ত যেন ভৰি।
মাটি খাই মৰা কেনে উদয়াৰ ষাণ্ড।
(কঙ্কাল) মুঠিতে লুকায় যেন বতাসতে হালে (মূলত আছিল 'সুমধ্যমা')।
যাক ভয়ে পলাওঁ দুনাই তাকে পাওঁ ভেট।
[আ. প্ৰ.—য'তে বাঘৰ ভয়, ত'তে ৰাতি হয়।]
আনৰ জ্বৰত কোনে আনে পিয়ে পানী। মোৰেসে ভাগিনী নেই কাৰ কিবা হানি॥

[আ. প্ৰ.—কাৰ জহত (বা জ্বৰত) কোনে পিয়ে পানী, কাৰ ভগিনী মৰে কাৰ হয় হানি।]

যেন ঢোণ্ডা কাকে লৈয়া যাই সোন্দা কল।

সাত-পাঞ্চ নাহি মোৰ কন্যা একগুটি।

ৰূপগুণ চাহি যেন দশে বোলে ভাল।

মিছা বাদ নকৰস যেন নাকে-খুৰে।

[আ. প্ৰ.—নাকে-খুৰে ৰূন্ নালাগ্।]

প্ৰচণ্ড বাঘৰ আগে যেন গাব ঘেলাৰস অতি ক্ষুদ্ৰ মৃগ যে হৰিণ।

[আ. প্ৰ.—বাঘৰ আগত ছাগৰ ডেৰা-ডেৰি।]

নৃপতিগণৰ মুখে পৰোক চুণ-খাৰ।

কিছু নতু হন্তে মুণ্ড-পোলোকাক দিয়া।

শুনি যেন জোকৰ মুখত দিলে চুণ।

চপাই ৰহিল যেন আম ফৰমট।

[আ. প্ৰ.—আমো নাই ফৰ্মুটিও নাই।]

তুমি প্ৰাণ দিলা বাপে উপাৰ্জ্জিলা মাত্ৰ।

মাধৱৰ মতি কৰে আতি পিত পিত।

জীবাৰ ঔষধ নলাগয় মৰন্তাক।

আঙ্গুলি বেন্তত লওঁ পালটিয়া চায়ো।

শ্ৰীমন্ত শঙ্কৰৰ আন এখন জনপ্ৰিয় ৰচনা 'কীৰ্ত্তন-ঘোষা'ই প্ৰাচীন প্ৰবাদকে ব্যৱহাৰ কৰি এৰা নাই, ইয়াৰ অনেক বাক্য-বাক্যাংশই জন-সমাজৰ সুখাদ্য-সুপথ্য হৈ প্ৰবচনৰ মূল্য অধিগ্ৰহণ কৰিছে।

নাৰদে দিলন্ত তিনি কটপা। নমানিবে আক কোননো লপা।

যত তন্ত্ৰ-মন্ত্ৰ বেদ-বেদাঙ্গ। হৰি-নামে কৰে সবে সুসাঙ্গ॥

[ইয়াত মূলৰূপৰা অলপ পৃথক হৈছে।]

সেৱকে যদি কৰে অপকাৰ। পাৱে অপযশে স্বামীক তাৰ॥

বৈৰভাবে চিন্তি মোক। দুনাই পাইবা এহি লোক॥

ভকতৰ ভয় আছে কৈত।

বৰুণৰ পাশে বান্ধি থৈয়ো কত কাল। আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল॥

শিশু ছ্বালৰ কিছু নধৰিবা দোষ।
সংসাৰ-চক্ৰৰ নিকাৰ দেখিয়া সদায়ে ধাতু উৰাই।
ঘোৰ নাৰী-মায়া সৰ্ব্ব মায়াতে কুৎসিত।
মুখক চাহন্তে লাগয় বেথা।
[আ. প্ৰ.-মুখলৈ চালে লাগে বেথা, পিছলৈ চালে কন্দা-কটা।]
গৰ্ভত থাকন্তে উদৰত ঘালে পাৰে। তাৰ অপৰাধক নধৰে যেন মাৰে॥
কটাক্ষে কাটিলে বধ নলাগয় অস্ত্ৰে কাটিলেসে বধ।
দুইৰো দুইকো নাহি তুষ্টি। হানে বজ্ৰসম মুষ্টি॥
গোড়ে ঘাম যায় বহি।
গৃহতে থাকিয়া দেখিলো তযু চৰণ।
কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম।
মনুষ্যত নাই স্বতঃগতি। অন্তকালে সবে বিষঙ্গতি॥
ক্ষীৰ সাগৰত আছিলন্ত শশধৰ। মাছে যেন বোলে ইও এক
জলচৰ॥

শঙ্কৰদেৱৰ ৰচনাই লোক-বচনৰীতিক কেনেকৈ সমৃদ্ধ কৰিছে, সেই কথা 'পূৰ্ব্বশত্ৰু মনে জানি কামদেৱে শৰ হানি', 'মাৰিলাহা প্ৰভু কৰিলাহা দায়া', 'গৃহতে থাকিয়া দেখিলো তযু চৰণ', 'সংসাৰ-চক্ৰৰ নিকাৰ দেখিয়া সদায়ে ধাতু উৰাই', 'কল্পতৰু বৃক্ষ যেন সবাতো সমান মাগন্তাজনক মাত্ৰ দেই ফলদান', 'পলাৱে বাসৱ পাছু নচাই' আদি খণ্ডবাক্য আৰু বাক্যৰ সঞ্চালনীকৈ হোৱা প্ৰয়োগেই সূচনা কৰিব। মাধৱদেৱৰ আকৌ নামটোৱেই এটা স্থায়ী পটন্তৰত পৰিণত হৈছে—"কহয় মাধৱ দাসে, কথায়ে কথায়ে আছে।" তেওঁৰ 'ভক্তি-ৰত্নাৱলী'ৰ জনপ্ৰিয়তা আৰু জনশ্ৰদ্ধাই তাক শপথৰ গুৰি কৰিছে আৰু কেইটিমান প্ৰবাদ-বাক্য দিছে—'ক বুলিব (বা লেখিব) নেজানে, ৰত্নাৱলী পঢ়ে', 'গাই গৰু বায় ৰত্নাৱলী চাই', 'ঘোষা-ৰত্নাৱলী পঢ়া।' ৰণলৈ আগ বঢ়া সৈন্য-সেনাপতিয়ে ৰত্নাৱলী পুথি আগত থৈ শপথ গ্ৰহণ কৰা আৰু ৰজাই আততায়ীৰ হাতৰপৰা ৰক্ষা পাম বুলি প্ৰাণৰ কাতৰত ৰত্নাৱলী বুকুত বন্ধাৰ ইতিবৃত্ত বুৰঞ্জীত আছে। মহাপুৰুষৰ বচন কেনেকৈ সৰ্বজনৰ বচন হৈ মৃত্যুৰ সন্ময়তো লগ এৰা নিদিয়ে, কুশল কোঁৱৰে 'পাৰে কৰা ৰঘুনাথ সংসাৰ-সাগৰ' বুলি ফাঁচি-কাঠলৈ বুকু ডাঠি আগ বঢ়াটিয়েই তাৰ দৃষ্টান্ত।

গোবিন্দ মিশ্ৰৰ দুটিমান প্ৰবাদ-বাক্য যেন উক্তি আমাৰ মনত বৰকৈ লাগে।—

মাতৃসে জানয় ঃ যাৰ বীৰ্য্যে পুত্ৰ ঃ যেন নাজানয় আনে।
ইটো গৃহবাস ঃ ভাৰ্য্যাৰেসে দাস ঃ কহিল পৰম আৰ্য্যা। বানৰক
যেন ঃ নৰ্ত্তকে নচাৱে ঃ স্বামীক নচাৱে ভাৰ্য্যা॥
যেন নাতিনীৰ বিহা বুঢ়ী কৰৈ ৰঙ্গ।
বিহাক আনিলো দ্বিজ যুবা চৈত্ৰ গাই।

"ঋষি" কংসাৰি কবিৰ মহাভাৰতৰ বিৰাট পৰ্ব্বত—

মিছাতেসে বহ কেনে গৰ্দ্দভৰ ভাৰ॥
ধানগুঙ্গগোটে আমি যুঁজিবোহো তাক॥
বাহুত বান্ধিয়া থওঁ শোভৰ আসুথি॥

শঙ্কৰোত্তৰ অসমীয়া সাহিত্যত প্ৰাণৱত্তা কমাৰ লগে লগে প্ৰৱাদ-বাক্যৰ প্ৰয়োগ হ্ৰাস পাবলৈ ধৰে। কিন্তু দুই-এজন কবিত সি প্ৰবলভাৱেই দেখা দিছিল। উদাহৰণ স্বৰূপে শিষ্ট ভট্টাচাৰ্যৰ 'শিশুপাল-বধ' প্ৰবাদ-বাক্য আৰু জতুৱা ৰূপত সিক্ত হৈ আছে। তেওঁৰ এপাত কবিতাৰ ভিতৰতে তলত দিয়া আটাইবোৰ যোজনা-পটন্তৰ পোৱা গৈছে। পৰনিন্দাৰ অস্ত্ৰ-শস্ত্ৰতযে অসমীয়া ভাষা কিমান চহকী, ইও যেন তাৰে এটি নিদৰ্শন। আগতেই কৈছোঁ, cynicism প্ৰবাদৰ এটি বিশেষ লক্ষণ।—

সবাবো মধ্যত ঃ ধূমকেতুগোট ঃ বাঢ়িলি তই অনিষ্ট।
কোননো বিধতা ঃ স্ৰজিলেক তোক ঃ দ্বন্দ্বৰ কঠীয়াতলি॥
পিঙ্গলা সাপত ঃ গাৱ ঘেলাৱস ঃ বাঘত আঙ্গুলি বাস॥
দিন দুপৰত ঃ দুই চক্ষু খাইলি ঃ শিলত মুকুটি হান॥
তোহোৰ গালিয়ে ঃ কামুৰি নখায় ঃ কাণত আপচু শুনি॥
পৰেযে পৰক যদি মন্দ বোলে কোনে কৰে অপমান। গোত্ৰযে কুটুম্বে
যদি মন্দ বোলে তাতে বৰ পাই টান॥
ধানৰযে ধূলি ঃ গোত্ৰৰযে গালি ঃ দুইকো সহন নযাই।
ভোবোলা ছাগলি সিংহক সিএগৰে আপোনাক বৰ মানি।
ভতুৱা কুকুৰে কামোৰ মাৰয় গৃহস্থ-চোৰ নজানি॥
নৰক দেখিলে শৃগাল ওলাই লুকাই বন সোমায়।
গধূলি পুৱাযে আটাস পাৰয় মোত কৰি বৰ নাই॥
উলূত সুমাই দুই গোধা লুকাৱে বোলে কিছু নাই মোৰ।
গৰু জাকে জাকে দুৱাৰে ডকাৱে সি বোলে পৰক চোৰ॥

হাতী চুৰ কৰি যায় আগে আগে বেঙেনা-চোৰক ধৰে।
নাকুটি কাটিলে লাজ নলাগয় নখুটি কাটিলে মৰে॥
ভৰি-আঙুলিত কামুৰি নেৰস যেন গো-বাটৰ জোক।
যতেক কুকুৰে কামোৰ মাৰয় আঁঠুৱেসে নাম হোৱে॥
মাগি কোনে মান্য লৱে॥
খেদিও নাযাওঁ মাগিও নলওঁ।
ভিক্ষাৰ ভাতত পথালি হোৱস।
নমাগোঁ নোখোজোঁ তথাপিতো দিয়ে লৰা বুলি হাত তুলি।
তেনে দানগোট কোনে নলৱয় মোক নলাগয় বুলি॥
একজনে দিয়ে একজনে লৱে আকটে আসিয়া বাধে।
জানিবা গঙ্গাত আপোনাৰ হাতে দহোটা কপিলা বধে॥

ভাৰতৰ তথা অসমৰ জাতীয় জীৱনৰ ওপৰত ৰামায়ণৰ প্ৰভাৱ প্ৰবাদ-বাক্যৰপৰা ঘনভাৱে অনুভূত হয়। অসমীয়া ৰামায়ণী সাহিত্যই সেই প্ৰভাৱ-বিস্তাৰত নিশ্চয় প্ৰভূতভাৱে সহায় কৰিছিল।—

ৰাম নৌ হওঁতেই ৰামায়ণ হ'ল।
ৰাম-লক্ষ্মণ দুটি ভাই, লগে সঙ্গে চলি যায়।
লক্ষ্মণ সাৰথি॥ দহমূৰীয়া ৰাৱণ॥ ঘৰ-শত্ৰু বিভীষণ।
ৰামে মাৰিলেও মৰা, ৰাৱণে মাৰিলেও মৰা।
ৰামলৈ চালেও মৰোঁ, সীতালৈ চালেও ডৰোঁ।
ৰামৰ পৰিয়ালে লঙ্কা জুৰিলে, সীতাৰ হৈ মাতোঁতা নাই।
লঙ্কাৰ বণিজ॥ লঙ্কা ক'ত॥ লঙ্কা ক'ত ক'ত পথী॥ সোণৰ লঙ্কা॥
ৰামো নাই, অযোধ্যাও নাই।
দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰ শুকায়, মাণিক লুকায়।
[বঙলা : লঙ্কায় গেলেন দৰিদ্ৰা, নিয়ে এলেন হৰিদ্ৰা।]
যেয়ে লঙ্কালৈ যায়, সেয়ে ৰাৱণ হয়।
বালীলৈ যিপাত (শৰ), সুগ্ৰীৱলৈ সেইপাত।
ৰামৰাজ॥ ৰামৰাজ্য।
ৰাৱণৰ চিতা-জুই॥ ৰাম-ৰাৱণৰ যুদ্ধ।
ফাট দিয়া বসুমতী পাতালে লুকাওঁ।

কেৰ্কেটুৱাৰ বাঁহ-পাতেই ভেটি।

ৰামৰ কাৰ্য্যক লাগি বৈদ্যে কৰে হেলা, হাগিবলৈ বহি কৰে ডেৰপৰ বেলা॥

কালনেমিৰ লঙ্কাভাগ॥ হনুমন্ত জাঁপ।

ৰাম-নামত ভূত পলায়।

সীতা নোহোৱা যজ্ঞ পতা।

ৰামায়ণী প্ৰবাদৰ তুলনাত মহাভাৰত-প্ৰভাৱান্বিত প্ৰবাদ-বাক্য বৰ কম। অসমৰ বৈষ্ণৱ আন্দোলনৰ স্পৰ্শও অসমীয়া লোক-প্ৰজ্ঞাৰ তলঁলৈকে ভেজি গৈছিল। বৈষ্ণৱ সাহিত্যৰপৰা লোকভাষাই অনেক প্ৰকাশ আৰু চিত্ৰকল্প লয়; ভকতীয়া সমাজৰ অনেক ভঙ্গীৰপৰা সেই ভাষাই প্ৰবাদ গ্ৰহণ কৰে।—

ভয়ত ভগৱন্ত পলায়, কিলালে বাসুদেৱ ডৰায়।

এক দেউ, এক সেউ।

এটকা মহন্তৰ শপত॥ চাউলকঠীয়া মহন্ত॥ খৰম গোসাঁই॥

পদশিলা গোসাঁই॥

গৰু খুন্দা মহাজন॥

নামৰ মুখেৰে থাক্॥ ৰসতে নাম থ্॥

জয় ৰাম বোল্ জয় হৰি বোল্॥

ৰাম ৰাম কৰ্॥ ৰাম বোল্॥ ৰৰসবাহলৈ মন॥ ভেকো-ভাৱনা॥

ক বুলিব নেজানে, ৰত্নাৱলী পঢ়ে। হৰি হৰি কৰ্। হৰি হৰি দেখ্।

গায়নৰ ঘৰৰ বোন্দাই ৰাগ দিয়ে। হৰি ভকত।

হৰি-কথাতকৈ চাউলকঠা আগ।

ধনছিৰি ৰাগ টান্।

বাহিৰে লট্পট্, ভিতৰি কপট, নেপাওঁ ভকতৰ আশ।

গুৰু এৰা ভক্তি॥ গুৰুতো নেলাগে ভকততো নেলাগে।

গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ॥ বলি-বাসৱৰ যুদ্ধ॥ চৈধ্য ভুৱন॥

জল্জল্ পট্পট্ দৈৱকীৰ গভুৱা ল'ৰা।

টিপচিয়ে গৰুড়ৰ উৰাও মাৰিব খোজে।

ধেই দাও বুলিয়েই মণিকূট পা।

নৰক পৰচেষ্টা দেখুওৱা॥ হৰিয়ে গোবৰ্দ্ধন ধৰি ৰাখিব॥

হৰিয়ে নাৰাখিলে জৰীয়ে কি ৰাখিব।

মহন্তৰ চিন মাহনিত, বুঢ়া গৰুৰ চিন ধাঁহনিত।

বৈষ্ণৱ আন্দোলনৰ সময়ৰ আৰু তাৰ আগৰ মহাভাৰত-পুৰাণ আদিৰ চৰ্চাই লোকোক্তি-সৃষ্টিত বৰঙণি যোগাইছিল। 'ধৰ্ম্ম-যুধিষ্ঠিৰ', 'শিশুপাল-খেদা', 'উগ্রসেনে বুদ্ধি নুসুধিলা মাধৱত', 'ফেঁচালে ফেঁচী, ইন্দ্ৰলৈ শচী', 'ইন্দ্ৰৰ সভাত ফেঁচাই কুৰুলি দি', 'খণ্ডত যামদগ্নি হ', 'জৰাসন্ধ দেৱতাই লম্ভ্', 'মহাদেৱে কৃষি কৰ্', 'মহাদেউ ভিক্ষালৈ নগ'লে টেকেলি কাতি হ' আদি এশ-এটা জতুৱা খণ্ডবাক্য আৰু ফকৰা পৌৰাণিক উৎপ্ৰেক্ষাৰ ফল। 'একাদশত বৃহস্পতি', 'বৃহস্পতি পোন হ', 'শনিৰ দশা' আদি খণ্ডবাক্য আহিছে জ্যোতিষ-চৰ্চাৰপৰা। 'গোসাঁনী লম্ভ্', 'কালিকা লাগ্', 'কালিকা নোহোৱা হ', 'দেও উঠ্', 'দেও লাগ্', 'কেঁচাইখাঁতী গোসাঁনী' আদি খণ্ডবাক্য শাক্ত তন্ত্ৰ আদিৰ প্ৰভাৱত উদ্ভূত।

মুছলমানী জিকিৰ-জাৰীত যেনেকৈ হিন্দু লোকগীতিৰ সমধৰ্মী শাৰী দেখা পোৱা যায়, অসমত মুছলমান-বসতিৰ ফলত সেইদৰে লোকোক্তিয়ে অলপ পৰিমাণে হ'লেও জীপ পাইছিল। ওচৰত মুছলমান নোহোৱা ঠাইতো 'বিছমিলাই কৰিবলৈ এদা এচকল নাই'—এনে উক্তি শুনাৰপৰা সেই জীপ কিমান শিপাইছিল, অনুমান কৰিব পাৰি। 'তিনি মোলোনা আছিল চাই, খোদাইটো ওলাল ভোৰোকাই', 'তৌবা তৌবা কৰ্', 'তৌবা তৌবা দেখুৱা' আদি অনেকটি লোকোক্তি আৰু খণ্ডবাক্য ইছলাম-প্ৰভাৱান্বিত। লোক-প্ৰজ্ঞা চোকা সমালোচক। গতিকে বামুণ-শূদিৰ আদি জাত লৈ হোৱা প্ৰবাদ আৰু খণ্ডবাক্যবোৰত সেই সেই জাতৰ লোকে ৰুষ্ট হ'বৰো কাৰণ বিচাৰি পাব পাৰে। 'বামুণৰ বৰুৱা, শূদিৰৰ পটুৱা' হ'ব নাপায় বুলি ক'লে কোনে শুনে? বঙলাত 'চালকলা-খেকো বামুন' বুলিলে আন কোনোৱে চাউল-কলা খাবলৈ নিবিচাৰে বুলি ধৰিমনে? 'দিখৌৰ গৰা বামুণ পৰি মৰা'—যেন বামুণৰহে মাথোন আঁঠুত বল নাই! বঙলা এটা প্ৰবাদত কেইবাটাও জাতক সাঙুৰি পেলাইছে; 'কায়েত মৰে সেয়ানে, বেনে মৰে দেয়ানে, জোলা মৰে তাঁতে, কাঙালী বাঙালী মৰে মাছ আৰ ভাতে।' আহোম, মিৰি, নগা আদি জাতি-জনজাতিক লৈও অনেক প্ৰবচনৰ উৎপত্তি হৈছে। সেইদৰে চাপৰিয়াল, পোহাৰী আদি জীৱিকা-সম্বন্ধিত লোকসমষ্টি লৈও লোকপ্ৰজ্ঞাই লোকোক্তিত কটাক্ষ নিক্ষেপ কৰিছে। নানান বাদ্য, পাত্ৰ, জকাই-জুলুকি আদি কামৰ উপকৰণ যিভাৱে জন-সাধাৰণৰ জীৱনৰ লগৰীয়া, সেইভাৱে সিবোৰৰ কথা লোকোক্তিতো প্ৰতিফলিত হৈছে। ব'দ-বৰষুণ, বা-বতাহেও সেইদৰে তাত প্ৰতিধ্বনি তুলিছে।

লোকোক্তিত আহোম যুগৰ প্ৰভাৱো স্পষ্ট। 'নপতা ফুকন', 'ফুকনৰ (বা চোকা) টেকেলা', 'সৰ্কদেউ ঈছৰ', 'শলালৰ শিল', 'মিটঙীয়া খাল', 'মান-মৰাণৰ দিন', 'নাই ৰঙামাটি, নাই গুৱাহাটী' আদি আহোম ৰাজত্বৰ ভগ্নাৱশেষ। গড়গাঁও আহোমৰ দিনৰ 'আজৰ ছহৰ', গতিকে কিমান লোকোক্তিত তাৰ নাম—'গড়গাঁও, কথা শুনি তল যাওঁ', 'গড়গাঁৱৰ পিছল বাট, ল'ৰাকো নিচিনি, বুঢ়াকো নিচিনি, হাতে পতি লাখুটিপাত।' 'গড়গএগ্রা হাতী, পোকৰে নকৰে কাতি', 'গড়গএগ্রা মিতিৰৰ ভাও, মুখে বোলে থাক থাক, ভৰিৰে হেঁচোকে নাও', 'গড়গএগ্রা কটাৰীৰ ডাবেই কাটে (বা ডাবেই গুৱনী)', (তু'ক' বঙলা—'পেতলেৰ, কাটাৰি, কাজে নেই ধাৰ, ঝকমকই সাৰ।') 'ইয়াতে মাৰিলে টিপা, গড়গাঁও পালেগৈ শিপা।' '····বেঁটীয়ে ভাঙিলে কটৰা, গড়গাঁও পালেগৈ বতৰা', 'নগৈ গড়গাঁৱৰ বতৰা কয়'। লোকোক্তিক আন আন ঠাইৰো উল্লেখ পোৱা যায়—'গা গোলাঘটীয়া (বা গুৱাহটীয়া) হ', 'কলিয়াবৰত পৈয়েক মৰিল, ধান বানোতে মনত পৰিল', 'কলঙৰ কাষৰি, কত কেলকেলাৰ চটাই পাখৰী', 'হাবাঙত লোণ সস্তা, দেহাৰ বা কি অৱস্থা'। ব্ৰিটিছৰ যুগৰ প্ৰভাৱ 'মহাৰাণীৰ দোহাই', 'মহাৰাণীৰ দিন', 'বগাঘৰত ভাত খুৱা' আদি দুই-এটি খণ্ডবাক্যত লক্ষিত হয়।

প্ৰবাদ-বাক্যৰ সৰ্বভাৰতীয়তা বা অপ্ৰাদেশিকতা এটি লক্ষণীয় বিষয়; বিশেষকৈ বঙলা প্ৰবাদৰ লগত ঐক্য বৰ চকুত লগা। ইয়াৰ দুটা কাৰণ নিৰ্দেশ কৰিব পাৰি—ভাৰতীয় চিন্তা আৰু অভিজ্ঞতাৰ সমতা আৰু ভৌগোলিক প্ৰতিবেশিতা। পুৰণি অসম-বঙ্গৰ সীমান্তৰ অনেক ঠাইক ভাষাৰ ফালৰপৰা অসমীয়া-বঙলা দুয়ে দাবী কৰিব পাৰে। ইয়াৰ উপৰি অনেক প্ৰবাদ সংস্কৃত মূলৰপৰা অহা কাৰণেও বিভিন্ন আধুনিক ভাষাত সমৰূপ হ'ব পাৰে। ৰামায়ণৰ 'ৰামাদপি চ মৰ্তব্যং মৰ্তব্যং ৰাৱণাদপি' আদি মাৰীচৰ বচনৰপৰা অসমীয়া-বঙলা দুই ভাষাতে একে ধৰণৰ প্ৰৱচন সৃষ্টি হৈছে। কিন্তু অসমীয়া 'ক'লে আয়ে মাৰ খায়, নক'লে বাপায়ে চুৱাতে খায়', বঙলা 'বল্‌লে মা মাৰ খায়, না বল্‌লে বাপ এটো খায়', আৰু হিন্দী 'কহুঁ তো মা মাৰী জায়, ন কহুঁ তো বাপ কুত্তা খায়', তিনিওটা একে হ'ল কেনেকৈ? অসমীয়া 'এদাৰ বেপাৰীক জাহাজৰ খবৰ কেলৈ' অতি প্ৰাচীন নহয়, অন্ততঃ আৰবী-ফাৰ্চী-মূলীয় শব্দ অসমীয়াত সঞ্চালনীকৈ চলাৰ আগৰ নহয়। বঙলাতো আছে—'আদাৰ ব্যাপাৰী, জাহাজেৰ খবৰে কাজ কি।' কিন্তু উদয়নৰ আত্মতত্ত্ববিবেকত একেটা কথাই আছে—'কিমাৰ্দ্ৰকৱণিজো ৱহিত্ৰচিন্তয়া' (দে, পৃষ্ঠা ১২৬)। আমি কওঁ, 'আছে গৰু,

নাবয় হাল, হোৱাতকৈ নোহোৱাই ভাল।' খনাৰ বচনত আছে ঃ 'আছে গৰু, নবায় হাল, তাৰ দুঃখ সৰ্বকাল।' অৰ্বাচীন কিছুমান প্ৰবাদ দেশ্য বা অন্য প্ৰদেশৰপৰা ধাৰ কৰা বুলি বিশ্বাস কৰিবৰ স্থল আছে, বিশেষকৈ ভাষাৰ ঠাচৰপৰা ঃ 'মৰদ কী বাত হাথী কা দাঁত', 'জাহা ৰাম তাহা অযোধ্যা', 'কণা ল'ৰাৰ নাম পদ্মলোচন', 'চণ্ডীপাঠৰপৰা জোতা-চিলাইলৈ', 'ঘোঁৰাৰ ঘাঁহ কাট্', 'ঘোঁৰাৰ ডিমা', 'চিত্ৰগুপ্তৰ খতিয়ান', 'যত দোষ নন্দ ঘোষ', 'চকুৰে সৰিয়হ ফুল দেখ্', 'মোল্লাৰ দৌৰ মছজিদ পৰ্যন্ত' ইত্যাদি। অসমীয়া-হিন্দীৰ সামঞ্জস্যও চকুত লগা। 'নাচিব নেজানে চোতালখন হেৰামগৰীয়া।' বঙলাত আৰু বিহাৰী ভাষাত ইয়াৰ অনুৰূপ আছে (পিঠি ৩২৫ চাওক)। কিন্তু 'আনৰ আন চিন্তা, বাঁৰী বামুণীৰ কাণ দুখনৰ চিন্তা' আৰু হিন্দী 'আনো কে আন চিন্তা, ৰাণী কে ৰাজবে কে চিন্তা'; 'থুপৰীৰ পৈ, মাজে ফুটা ছৈ, কাটি খায় কটনা, এই তিনি-চাৰি যমৰ যাতনা' আৰু হিন্দী 'ঝৰ ঝৰ জাৰি, উকথা ঘৰ, নাৰী চঞ্চল, চোৰ নকৰ, শত্ৰু সতমান পাই, এহি পঞ্চ বাপ সহন নযাই'; এইবোৰ যেন ভ্ৰাম্যমান লোক-প্ৰজ্ঞাৰ বাহিৰত সামান্য কল্প-পৰিবৰ্তন মাত্ৰ।

অতুৰা অসমীয়া ভাষা আৰু ঘৰুৱা বঙলাৰ কিমান সাদৃশ্য আছে তলৰ প্ৰবাদ-বাক্যবোৰৰপৰা ভালকৈ বুজিব পৰা যাব।—

আপনার মান আপনি রাখি, কাটা কান চুল দিয়ে ঢাকি।

[কটা যোৰা নাক, খাৰণি দি ঢাক]

আপনি ম'ৰে জাতির হাঁড়ি ফেলানো॥ নিজের নাক কেটে পরের যাত্রা-ভঙ্গ।

[নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰ্।]

আয়েশ লুকোবি বয়েস লুকোবি, গালভাঙা তোর কোথায় থুবি।

[আঁহ লুকাবা, পাহ লুকাবা, গালৰ সোপোৰা ক'ত লুকাবা।]

আপনার পোঁদে ন'মন গু, পরকে বলে—তোর পোঁদে থু।

[নিজৰ পোকৰ টেক্‌টেকীয়া, লোকৰ পোকৰলৈ পানী চটিয়া।]

উঠন্ত মূলো পত্তনেই চেনা যায়। [যি মূলা বাঢ়িব দুপতীয়াতে চিন।]

উড়ো খই গোবিন্দায় নমঃ॥ গাছে ফুল শ্রীকৃষ্ণায় নমঃ॥ ফাটলে পড়ল কলা, গোপালায় নমঃ॥ হাটে কলা নৈবেদ্যায় নমঃ॥

[বেতনিত ঔ পৰিল, বাসুদেৱায় নমঃ।]

এক কানে শোনে, অন্য কানে বেরোয়।

[একাণে সোমাই একাণে ওলাই যায়।]

একেই নাচুনী বুড়ী, তায় নাতনীর বিয়ে।

[এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া।]

এত এত মহারথী, তারা পায় না রতি, তিনি যেমন ভুঁইঞা, আসেন গামলা লইয়া।

[তুমি কোন কুটা, কমলাবৰীয়া ভকতে খাই গৈছে গুণ্ডা।]

কথাতে হাতী পায়, কথাতে হাতীর পায়।

[কথাৰ মুৰত বঁটা পায়, কথাৰ মুৰত কটা যায়।]

কথায় কথা বাড়ে, জলে বাড়ে ধান। বাপের বাড়ী থাকলে মেয়ের অপমান।

[কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ, মাকৰ ঘৰত জীয়েক বাঢ়ে.... ।]

কলা গাছের সঙ্গে বিয়ে। ['কল-পুলিৰে বিয়া হোৱা' চাওক।]

কাঠের বেড়াল হোক, ইঁদুর ধরলেই হল।

[কাঠৰ বিৰালীয়েই হওক, এন্দুৰ ধৰিলেই হয়।]

কানা ছেলের (পুতের) নাম পদ্মলোচন।। কানাৰ বেটা পদ্মলোচন।।

চৌধুরী চৌধুরী বড় নাম, ছাগলে চিবায় পোঁদের চাম।

[নাম লৈছে ভোগাই, খায় পানীকাঁহদি।]

কিলিয়ে কাঁঠাল পাকানো। [ভুকুত কল পকোৱা।]

ক্ষুধায় চায় না সুধা, ...... ঘুমে চায় না খাটপালঙ্গ .....।

[টোপনিয়ে জানে কি বটা-বকৰা, ভোকে জানে কি দেবা-কৰ্কৰা।]

খায় না কেবল নাকের তলে গোঁজে। [নাখায় মাথোন নাকৰ তলে গোঁজে।]

গায়ে নেই ছাল-বাক্‌লা, মদ খায় আক্‌লা-বাক্‌লা।

[গাত নাই ছাল-বাকলি, মদ খায় তিনি টেকেলি।]

ঘোড়া দেখলেই খোঁড়া। [দোলা দেখি বৰুৱা খোৱা হোৱা।]

চুল কাটলে হয় ডালে-পালে, নাক কাটলে নয় কোনও কালে।

[নাক-কাণ কাটিলে আহিব আলে-পালে, ডাঢ়ি-চুলি কাটিলে আহিব কোন কালে।]

নাকে দড়ি দিয়ে ঘোরান। [নাকত ধৰি চাকত ঘূৰা।]

নেই বল্‌লে সাপেরও বিষ থাকে না। [নাই বুলিলে সাপৰো বিষ নাথাকে।]

পণ্ডিতে পণ্ডিতে হয় প্রতি কথায় ছন্দ, বালকে বালকে হয় প্রতি কথায় দ্বন্দ্ব,

বুড়ায় বুড়ায় হয় প্রতি কথায় কাশি, জুয়ানে জুয়ানে হয় প্রতি কথায় হাসি। [ল'ৰাই ল'ৰাই কথা পাতে, কথায় পতি ৰং; তিৰীয়ে তিৰীয়ে কথা পাতে, কথাই পতি দন্; বুঢ়াই বুঢ়াই কথা পাতে, কথায় পতি কাঁহে, ডেকাই ডেকাই কথা পাতে, কথায় পতি হাঁহে।]

পিঁপড়ের পাখা ওঠে মরবার তরে। [পৰুৱাৰ পাখি গজে মৰিবলৈ।]

বাঘের গরু-রাখালি। [উদক ভেটাৰখীয়া দে।]

বুড়ো শালিককে রাম-নাম শেখানো।। বুড়ো শালিক পোষ মানে না। [বুঢ়া শালিকাই মাত নলয়, বা পোহ নামানে।]

বুনলাম ধান, তুললাম তিল, ফললো রুদ্রাক্ষ, খেলান কিল। [কলো লাও, বগাল পুৰৈ, লাগিল কোবাভাতুৰী। ]

বেটা বিয়লাম বৌকে দিলাম, ঝি বিয়লাম জামাইকে দিলাম। [পো তুলি বোৱাৰীৰ বুকুত দিলো, জী তুলি জোঁৱাইৰ বুকুত দিলো।]

ডীমরুলের চাকে খোঁচা দেওয়া। [কোঁদো-বৰলৰ বাহত হাত দিয়া।]

মাছরাঙা পাখীর কলঙ্ক যায়।
[আটাই চৰায়ে মাছ খায়, মাছৰোকাৰ নাম যায়।]

যখন যার, তখন তার। [যাৰ যেতিয়া তাৰ তেতিয়া।]

যার নিন্দে তার পিন্ধে (বা তারে বন্দে)। [নিন্দিলে বন্দিব লাগে।]

সাপ হয়ে কাটে, রোজা হয়ে ঝাড়ে। [সাপ হৈ খোঁটে, বেজ হৈ জাৰে।]

জ্ঞানৰ আভিজাত্য থকা বা দেখুৱাব খোজা মহলত সংস্কৃত কাব্যৰ ভগা-ছিগা টুকুৰা বা তত্ত্ব-বচনৰ একোফাকি কথা সবল কৰিবৰ অৰ্থে ব্যৱহাৰ কৰা হয়। চাণক্য-শ্লোকো নিঃসঙ্কোচে ব্যৱহৃত হোৱা দেখা যায়। প্ৰাজ্ঞোক্তিৰূপে ব্যৱহৃত অন্যান্য সংস্কৃত বাক্য-বাক্যাংশৰ এটি তালিকা তলত দিলোঁ।—

কালস্য কুটিলা গতিঃ। [অপ্সু প্লৱন্তি পাষাণা মানুষা ঘ্নন্তি ৰাক্ষসান্। কপয়ঃ কৰ্ম কুৰ্বন্তি কালস্য কুটিলা গতিঃ।।—ৰামায়ণ]

ধৰ্মস্য সূক্ষ্মা গতিঃ। ['ধৰ্ম্মৰ সূক্ষ্ম গতি' চাওক। ]

কীৰ্তিৰ্যস্য স জীৱতি। [চলচ্চিত্তং চলদ্বিত্তং চলজ্জীৱন-যৌৱনম্। চলাচল-মিদং সৰ্বং কীৰ্তিৰ্যস্য স জীৱতি। ]

কিমাশ্চৰ্যম্ অতঃ পৰম্। [অহন্যহনি ভূতানি গচ্ছন্তি যমমন্দিৰম্। শেষাঃ স্থিৰত্বমিচ্ছন্তি কিমাশ্চৰ্যমতঃ পৰম্।।—মহাভাৰত]

গজভুক্তকপিত্থৱৎ। [আজগাম যদা লক্ষ্মীর্নাৰিকেলফলাম্বুৱৎ। নির্জগাম যদা লক্ষ্মীর্গজভুক্তকপিত্থৱৎ।।]

গৃহিণী গৃহমুচ্যতে। [গৃহং গৃহমিত্যাহুর্গৃহিণী গৃহমুচ্যতে, তয়া হি সহিতঃ সর্বান্ পুৰুষাৰ্থান্ সমশ্নুতে।।—দায়ভাগত উদ্ধৃত ]

ঘ্রাণেন অর্ধভোজনম্।।

তে হি নো দিৱসা গতাঃ।

পথি নাৰি ৱিৱর্জিতা।।

প্ৰৱাসে নিয়মো নাস্তি।

ৱসুধৈৱ কুটুম্বকম্। [অয়ং নিজো পৰো ৱেতি গণনা লঘুচেতসাম্। উদাৰ-চৰিতানাং তু ৱসুধৈৱ কুটুম্বকম্।।]

বহ্বাৰম্ভে লঘুক্রিয়া। [অজাযুদ্ধে ঋষিশ্রাদ্ধে দম্পতিকলহে চৈৱ। প্রভাতে গর্জিতে মেঘে বহ্বাৰম্ভে লঘুক্রিয়া।।]

ৱাণিজ্যে ৱসতে লক্ষ্মীঃ। [ৱাণিজ্যে ৱসতে লক্ষ্মীস্তদর্ধং কৃষিকর্মণি। তদর্ধং ৰাজসেৱায়াং ভিক্ষায়াং নৈৱ নৈৱ চ।।]

বুদ্ধির্যস্য বলং তস্য। [বুদ্ধির্যস্য বলং তস্য অবোধস্য কুতো বলম্।—হিতোপদেশ]

বৃদ্ধস্য তৰুণী ভার্য্যা।। বৃদ্ধস্য ৱচনং গ্রাহ্যম্।

ভাগ্যং ফলতি সর্বত্র।। ভাৱগ্রাহী জনার্দনঃ।

ভিন্নৰুচিহি লোকঃ [ৰঘুবংশ ৬.৩০]

মন্ত্রং ৱা সাধয়েৎ শৰীৰং ৱা পাতয়েৎ।

মধ্বভাৱে গুড়ং দদ্যাৎ।। মধুৰেণ সমাপয়েৎ।

মহাজনো যেন গতঃ স পন্থাঃ।

মিষ্টান্নমিতৰে জনাঃ। [কন্যা ৱৰয়তে ৰূপং মাতা বিত্তং পিতা শ্রুতম্। বান্ধৱাং কুলমিচ্ছন্তি মিষ্টান্নমিতৰে জনাঃ।।]

ক্লিশ্যন্তি মধ্যমা জনাঃ।। যোগ্যভোগ্যা ৱসুন্ধৰা।

মুনীনাঞ্চ মতিভ্রমঃ। [জিহ্বা টলতি ধীৰস্য পাদষ্টলতি হস্তিনঃ। ভীমস্যাপি ৰণে ভঙ্গো মুনীনাঞ্চ মতিভ্রমঃ।।]

মূর্খো বৈদ্যো যমোপমঃ।। মৌনং সম্মতিলক্ষণং।

যঃ পলায়তি স জীৱতি। [চিৰকালং ৱনে ৱাসশ্চন্দ্ৰবৃক্ষো ন দৃশ্যতে।

অৱিচাৰপুৰীদোষাদ্ যঃ পৰৈতি স জীৱতি।।]

যতো ধৰ্মস্ততো জয়ঃ। [জয়োঽস্তু পাণ্ডুপুত্ৰাণাঃ যেষাং পক্ষে জনাৰ্দনঃ।
যতঃ কৃষ্ণস্ততো ধৰ্মো যতো ধৰ্মস্ততো জয়ঃ।।]

যথা দৃষ্টং তথা লিখিতম্। [ ........লেখকে নাস্তি দূষণম্।]

শনৈঃ শনৈঃ।। শনৈঃ পন্থা। [শনৈঃ পন্থা শনৈঃ কন্থা শনৈঃ পৰ্বতলঙ্ঘনম্।
শনৈঃ কৰ্ম চ ধৰ্মশ্চ এতে পঞ্চ শনৈঃ শনৈঃ।।]

সৰ্বমত্যন্তং গৰ্হিতম্।

শুভস্য শীঘ্ৰম্ [শুভস্য শীঘ্ৰমশুভস্য কালহৰণম্।]

স্ত্ৰীবুদ্ধিঃ প্ৰলয়ঙ্কৰী।। স্ত্ৰীৰত্নং দুষ্কুলাদপি।

হংসমধ্যে বকো যথা।

অসমীয়া আৰু হিন্দী প্ৰবাদ-বাক্যৰ সাম্য দেখুৱাবলৈ কেইটামান তলত দিলোঁ।—

অপনী নাক কটে তো কটে দূসৰে কা সগুন তো বিগড়ে।
[নিজৰ নাক কাটি সতিনীৰ যাত্ৰাভঙ্গ কৰ্।]

আপ ভলা তো জগ ভলা [আপোন ভালেই জগত ভাল।]

ইক তো বুঢ়িয়া নাচনী দুজে ঘৰ ভা নাতি।
[এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া।]

উঁট কে মুঁহ মে জীৰা। [উদৰ মুখত শালপোনা।]

এক হাথ সে তালী নহীঁ বজতী। [এখন তাল নাবাজে।]

কহাঁ ৰাজা ভোজ কহাঁ গাঁগু তেলী।
[আকাশৰ তৰাই টিকাৰ টোপা খহুৱে সমাননে।]

এক পন্থ দো কাজ। [আইৰো বাৰ্ত্তা, গঙ্গাৰো যাত্ৰা।]

চাঁদ কো ভী গ্ৰহণ লগতা হৈ। [চন্দ্ৰতো কলঙ্ক আছে।]

চোৰ পৰ মোৰ। [চোৰক মোৰে পা।]

চোৰী কা মাল মোৰী মেঁ। [পাপৰ ধন পৰাচিতত যায়।]

ছছুঁদৰ কে সিৰ মেঁ চমেলী কা তেল।
[এন্দুৰৰ সেন্দুৰ, গোলামৰ ভজা মাছ।]

ছোটে মুঁহ বড়ী বাত। [সৰুৰ মুখত বৰ কথা।]

জনে জনে কী লকড়ী এক জনে কা বোঝ।

[দহোটাৰ লাঠি এজনৰ বোজা।। চোৰ সৰহ হ'লে বিল কম হয়।]

জবৰদস্ত সব কা জমাঈ। [কিলোৱা কুটুমেহে কুটুম।]

জবান হী হাথী চঢ়াবে জবান হী সিৰ কটাবে।

[কথাৰ মূৰত বঁটা পায়, কথাৰ মূৰত কটা যায়।]

জহাঁ কী মিট্টা বহীঁ লে জাতী হৈ। [চৰণেহে জানে মৰণৰ ঠাই।]

জৈসা দেশ বৈসা ভেস। [দেশ চাই ভেশ।]

জো জ্যাদা কবীব সো জ্যাদা ৰকীব। [চিনাকি চাওডাঙেহে মানুহ কাটে।]

তেতে পাঁৱ পসাৰিয়ে জেতী লাম্বী সৌৰ।। জিতনী চাদৰ দেখো উতনে হী

পৈৰ পসাৰো। [আঠুৱা চাই ঠেং মেল্।]

দূৰ কে ঢোল সুহাবনে। [দূৰৰ পৰ্ব্বত শুৱনী দেখি।]

নাচ ন জানে আঙ্গন টেঢ়া। [নাচিব নেজানে, চোতালখন হেৰামগৰীয়া।]

পাঁচো উঙ্গলিয়াঁ বৰাবৰ নহীঁ হোতীঁ। [পাঁচো আঙুলি সমান নহয়। ]

বন্দৰ ক্যা জানে অদৰক কা স্বাদ। [ বান্দৰে কি জানে নাৰিকলৰ মোল।]

বহুতে জোগিন মঠ উজাড়। [অধিক বাঢ়েত গুৰ ধমনা।]

বিনা ৰোয়ে তো মাঁ ভী দুধ নহীঁ পিলাতী।

[নেকান্দিলে ল'ৰাই ক'ল নেপায়। ]

ব্যাহ ন কিয়া তো ক্যা, বৰাত তো গয়ে হৈঁ।

[বিয়া নকৰিলেও ৰভাতল গছকিছোঁহে।]

মুল্লা কী দৌড় মস্‌জিদ তক।

ৰোজ কুআঁ খোদনা ৰোজ পানী পীনা। [দিন ভিক্ষা, প্ৰাণ ৰক্ষা।]

সৌ সুনাৰ কী এক লোহাৰ কী।

[সোণাৰিৰ টুক্ টুক্, কমাৰৰ এমাৰ।]

হাথ কঙ্গন কো আৰসী ক্যা।

[হাথেৰে কাঙ্কণ মা লোউ দাপণ।—চৰ্য্যা।]

অসমীয়া জতুৱা খণ্ডবাক্যৰ এটি মন কৰিবলগীয়া লক্ষণ মন'ছিলেবিক্ বা একাক্ষৰীয় শব্দৰ ব্যৱহাৰ; কেতিয়াবা তেনে শব্দ এযোৰৰপৰা নামধাতুৰো সৃষ্টি হয়—বি বি বা বা, বু বু বা বা, বিং বিং বাং বাং, বাং বিং, লু লু চু চু, কো কা, তু ৰাম, হিব্ হিব্ গিব্ গিব্; লু-লুৱা, টু-টুৱা, হিব্‌হিবা গিব্‌গিবা; ইত্যাদি। অসমীয়াত অনুকাৰ-অনুৰূপ শব্দৰ ব্যৱহাৰ বহুল প্ৰকৃতিৰ। 'এঘৰৰ পাটনাদ, এঘৰৰ

জৰী, এঘৰে পানী তোলে ঘটং ঘটং (ঘটং মটং) কৰি।' এই প্ৰবাদ-বাক্যৰ 'ঘটং ঘটং' শব্দলৈ লক্ষ্য কৰি গৰ্ডন্ ছাহাবে লিখিছে, "The Assamese are fond of using such onomatopoeic words" (পিঠি ২০)।

ডাকৰ বচন যোজনা-ফকৰাৰ দৰেই লোক-সম্পত্তি। কিন্তু তাত লোকোক্তিতকৈ প্ৰাজ্ঞোক্তিৰ লক্ষণ অধিক। এফালৰপৰা চালেই পিতৃনাম-বিহীন ফকৰা-যোজনা; ডাকৰ বচনৰ যিবোৰ পুথি পোৱা যায় তাত পাঠ আৰু সংখ্যাৰ তাৰতম্যলৈ লক্ষ্য কৰিলে সংগ্ৰহখন (একপ্ৰকাৰ compendium) বিভিন্ন সময়ত কোনোৱে সঙ্কলন কৰা সংস্কৰণ (redaction) যেন লাগে। আনফালে তেনে পুথিৰ শৃঙ্খলাই এজন মূল গ্ৰন্থকাৰৰ ফালে আঙুলিয়ায়। ডাকৰ বচনৰ বঙ্গ আৰু অন্যান্য ৰাজ্যতো চলতি আছে। এই বচনসমূহৰ দুই-এখনি সৰু সংগ্ৰহ ছপা হৈ ওলালেও এখনি সুসঙ্কলিত (variorum) সঙ্কলনৰ আৱশ্যকতা বৰকৈ অনুভৱ কৰা যায়। ছলমন বা হিছিয়ডৰ দৰে ডাক পুৰুষো আমাৰ এটি ঐতিহ্য, সাংসাৰিক জ্ঞানৰ অভিধান।

ভকতীয়া ফকৰা ফকৰা-যোজনাৰ বিশেষ এটি শ্ৰেণী। ইবিলাকৰ বাহিৰে দেখা অৰ্থতকৈ গৰ্ভস্থ পাৰমাৰ্থিক তাৎপৰ্যহে আচল—যিটি ভকতীয়া সমাজৰ চৰ্চাৰ (চৰ্চনি) বাহিৰত সহজে প্ৰকট নহয়। ইবিলাকৰ সেই দেখি এটি গোপন (esoteric) মূল্য অছে। 'বাৰহাত জালৰ তেৰহাত ফটা, ভাল মাৰিলি বাপৰ বেটা', 'বৌ-বৰালি সৰকি গ'ল, পুঠি-খলিহনা পাহে পাহে ৰ'ল', 'পশু নকৰিবা শৰ, মৰাও নানিবা, জীয়াও নানিবা, শুদা হাতে নপশিবাঁ ঘৰ',—এনেবোৰ ফকৰাই প্ৰথম পৰিচয়তে পাঠকৰ লগত প্ৰহেলিকা খেলে। গুৰু-চৰিতত আৰু বৈষ্ণৱ সমাজত অনেকখিনি ফকৰা নাৰায়ণ ঠাকুৰ আতাৰ নামত জড়িত কৰা হৈছে বা হয়। সেইৰূপে কান্তিৰাম বুঢ়াভকত আৰু হলিৰাম মহন্ত ঠাকুৰৰ সংগ্ৰহ প্ৰকাশো হৈ গৈছে।

১৮৭৭ ছনত শিৱসাগৰৰপৰা ওলোৱা শ্ৰীমতী এইচ্. বি. এল. কট্টাৰৰ Phrases in English and Assamese বোধ হয় অসমীয়া প্ৰবাদ-বাক্যৰ প্ৰথম সংগ্ৰহ। এইখনি পুথিৰ আমি নামহে শুনিছোঁ। এই বিষয়ত দ্বিতীয় প্ৰচেষ্টা পি. আৰ্. টি. গৰ্ডন্ ছাহাবৰ Some Assamese Proverbs ১৮৯৬ ছনত প্ৰকাশিত হয়। ইয়াৰ দ্বিতীয় সংস্কৰণ ওলায় ১৯০৩ ছনত আসাম চেক্ৰেটেৰিয়েট প্ৰিণ্টিং অফিচৰপৰা। মুঠ ৩৬৩টা ফকৰা-যোজনা গৰ্ডনে নটা শ্ৰেণীত ভাগ কৰি উলিয়াইছে এইদৰে— I. Proverbs relating to human failings, foibles

and vices (১-৭৫); II. Proverbs relating to worldly wisdom and maxims, expediency and cunning, and warnings and advice (৭৬-১৬৫); III. Proverbs relating to peculiarities of certain castes and classes (১৬৬—১৮৬); IV. Proverbs relating to social and moral subjects, religious customs and popular superstitions (১৮৭-২৪৪); V. Proverbs relating to agriculture and seasons (২৪৫-২৬৯); VI. Proverbs relating to cattle, animals, fish and insects (২৭০-৩০১); VII. Additional proverbs (৩০২-৩৩৭); VIII. Dak's agricultural sayings (৩৩৮-৩৫৬); IX. Miscellaneous (৩৫৭-৩৬৩)। গৰ্ডনৰ সকলোবিলাকেই যোজনা-ফকৰা; জতুৱা খণ্ডবাক্য তেওঁ সংযোগ কৰা নাই।

ইয়াৰ পিছত অসমীয়া প্ৰকাশকসকলে প্ৰবাদ-বাক্যৰ সংগ্ৰহ উলিয়াবলৈ ধৰে। গোপালচন্দ্ৰ দাসৰ দ্বাৰা সংগৃহীত 'অসমীয়া পটন্তৰ মালা বা যোজনা'। Assamese Proverbs'-অৰ 'নতুন তাঙ্গৰণ' ১৯২৭ চনত প্ৰকাশ কৰে ডিব্ৰুগড়ৰ এজেন্সি কোম্পানীয়ে; ইয়াৰ আগৰ তাঙ্গৰণ কেতিয়া ওলাইছিল, পোৱা নগ'ল। পুথিখনিত ডাকৰ বচনো বহুতোখিনি সোমাই আছে। কৃষি, গৃহ-বাৰী, হিংসা, ৰাগ, মনকষ্ট, দাৰিদ্ৰ্য, ধূৰ্ততা, কিৰ্পিণালি, মিত্ৰতা আদি বিভিন্ন ভাগত যোজনাখিনি সজোৱা হৈছে। মুঠ যোজনা ৪২৯টি। তাহানিৰ 'মৌ'ৰ সম্পাদক বলিনাৰায়ণ বড়াই কিছু প্ৰবচন সংগ্ৰহ কৰিছিল; তাকে যোগ-বিয়োগ কৰি সম্পাদনা কৰি তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ বড়াই ২৩৯টি যোজোনাৰে 'অসমীয়া প্ৰবচন (আসামৰ নীতি-সাহিত্য)' নাম দি ১৯৪৩ চনত ছপা কৰে। তেওঁ লিখিছে, "কোনো কোনো প্ৰবচনৰ অলপ পৰিৱৰ্ত্তন (সনিৰ্দ্দেশ) কৰিছোঁ। কোনো কোনোৰ বৈদেশিক উৎপত্তি দেখুৱাইছোঁ।" কমাৰকুছিৰ শ্ৰীপ্ৰসন্নচন্দ্ৰ বৰুৱাই দুজন পঢ়াশালিৰ হেডপণ্ডিত আৰু এজন গাঁৱলীয়া ৰেজৰ সভাপতিৰ দ্বাৰা স্থানীয়ভাৱে সংগৃহীত ২১৫টি যোজোনাৰ 'পটন্তৰমালা প্ৰথম খণ্ড' উলিয়ায় বঙলা ১৩৩৪ চনত। ১৯৪১ চনত শ্ৰীশ্ৰীৰামকৃষ্ণ দাসে 'ফকৰা যোজনা' নামে এখনি সৰু পুথি গুৱাহাটীৰপৰা উলিয়াইছিল। বজিয়া অঞ্চলৰ লঘনুৰাম দাসৰ 'যোজনা' আৰু শ্ৰীভীমশেখৰ বৰুৱাৰ 'প্ৰবচন' দুখনি সৰু প্ৰকাশ। এতিয়ালৈকে ফকৰা-যোজোনাৰ আটাইতকৈ ডাঙৰ সঙ্কলন শ্ৰীডিম্বেশ্বৰ নেওগৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত 'দুহাজাৰমান উৎকৃষ্ট যোজনা'ৰে 'বাচকবনীয়া অসমীয়া পটন্তৰমালা'ৰ পুথি 'বহুৰহী' ১৮৭০ শকৰ ভাদত যোৰহাটৰপৰা প্ৰকাশিত। ১৯৩৪ চনত আনন্দচন্দ্ৰ

আগৰবালাই অসম সাহিত্য সভাৰ যোগে ঘোষণা কৰা উৎকৃষ্ট পটন্তৰ-সংগ্ৰহৰ বঁটাৰ বাবে পাছৰ বছৰতে সভাক দি সম্পাদকে ১৯৩৭ চনত সেই বঁটা লাভ কৰিছিল। পুথিখনিৰ শেহৰকেইটা পাতত পুৰণি অসমীয়া সাঁথৰেৰে 'পানীমিঠৈ'।

ৰাজখোৱাদেৱে 'অসমীয়া খণ্ডবাক্য-কোষ'ৰ লগে লগে ১৯১৭ চনতে *Historical Sketches of Old Assam : Based on an Analysis of Popular Proverbs* বুলি এখনি পুথি প্ৰকাশ কৰিছিল। ইয়াৰ কুৰিটা সৰু অধ্যায়ত প্ৰবাদ-বাক্যৰপৰা পুৰণি অসমৰ পুৰুষ-তিৰোতা, বিয়া-বাৰু, ঘৰ-বাৰী, কৃষি-বাণিজ্য আদিৰ বিষয়ে কি জানিব পাৰি, তাৰ বিশ্লেষণ দিছে। এই বিশ্লেষণত ব্যৱহাৰ কৰা প্ৰবাদবোৰ মূল অসমীয়াতে ওপৰঞ্চিত দিয়া হৈছে; সেইখিনিৰ মুঠ সংখ্যা ২৩৬।

বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ 'অসমীয়া খণ্ডবাক্য-কোষ' ১৯১৭ চনত ওলাইছিল। Published by the Managing Proprietor of 'The Assam Stores', P. O. Rehabari, Assam, Printed by S. D. Rajkhowa at the Assam Commercial Company Press, Dibrugarh. ৰাজখোৱা ডাঙৰীয়াৰ চিত্ৰখনি ছপা হৈছিল কলিকতাৰ সাম্য প্ৰেছত। পুথিখনিৰ সঙ্কলন আৰু প্ৰকাশৰ বুৰঞ্জী প্ৰথম তাঙৰণৰ প্ৰকাশকৰ নিৱেদনেই ক'ব। ডিমাই-অক্টেভো গঢ়ৰ ৩১৬ পিঠিত পুথিখনি সম্পূৰ্ণ হৈছে; তাৰে ২৯৪ পিঠিত মূল কোষখনি, বাকী ২৯৫ ৰপৰা ৩১৬ পিঠিলৈকে ৰাজখোৱা ডাঙৰীয়াই পাছত গোটোৱা খণ্ডবাক্যেৰে 'ওপৰঞ্চি'। বৰ্তমান সংস্কৰণত পাঠকৰ সুবিধাৰ কাৰণে এই ওপৰঞ্চি অংশ মূল পুথিভাগৰ অভ্যন্তৰলৈ অনা হৈছে। গ্ৰন্থকাৰে বোধ হয় এই কাম কৰিলেহেঁতেন আৰু লগতে আৰু অনেক খণ্ডবাক্যও যোগ দিলেহেঁতেন। অসম সাহিত্য সভাৰ কাৰ্যপালিকাৰ নিৰ্দেশ অনুযায়ী পুথিখনি আদ্যোপান্ত সম্পাদন কৰা হৈছে; কিন্তু নতুন সংগ্ৰহ যোগ কৰা হোৱা নাই। ৰাজখোৱাদেৱে দিয়া কিছু শব্দ আৰু খণ্ডবাক্যৰ ব্যুৎপত্তি আমি সমৰ্থন কৰিবলৈ টান পাইছোঁ আৰু কিছু ব্যাখ্যা আমাৰ জ্ঞান-বিশ্বাসমতে ঠিক হোৱা যেন লগা নাই। কিন্তু সেইবিলাকেই সম্ভৱতঃ এসময়ত চলিত ব্যাখ্যা, আৰু তাতে সেয়া অসমীয়া ভাষা-সাহিত্যৰ আধুনিক যুগৰ এজন পথপ্ৰদৰ্শক আৰু সংগঠক সাহিত্যিকৰ মনৰ ভাব বুলি তাৰ মূল্য আছে। গতিকে পৰাপক্ষত আমি সিবিলাকত হাত দিয়া নাই। আখৰ-জোঁটনিৰ বিষয়ত গ্ৰন্থকাৰে 'হেমকোষ' আলোচনা কৰিছিল বুলি আমাৰ ভাব নহ'ল; অনেক স্থলত হেমচন্দ্ৰ বৰুৱাৰ অৰ্থও তেওঁ গ্ৰহণ কৰা নাই। এই কথাত আমি অভিধানৰ অনুশাসনলৈ অলপ কাণ দিব লগা হৈছে। গ্ৰন্থকাৰৰ

পৰিৱেশন-পদ্ধতিৰ বিষয়েও বহুতৰ ক'বলগীয়া থাকিব পাৰে, কাৰণ তেওঁ ফকৰা-যোজনাৰ পূৰঠ বাক্য-ৰূপো ভাঙি ইয়াত বিশেষ্য, বিশেষণ, ক্ৰিয়া-বিশেষণ আদি-ৰূপী খণ্ডবাক্যত পৰিণত কৰিছে। এইখিনিতে আপত্তি হ'ব পাৰে—যি ৰূপত এটা যোজনা বা জতুৱা খণ্ডবাক্য লোক-মুখত সততে ব্যৱহৃত হয়, তাক ভাঙি দিলে তাৰ মৰ্মাঘাত কৰা হয় বা অন্ততঃ তাৰ সৌন্দৰ্য কিছু হ্ৰাস কৰা হয়। ফকৰা বা পটন্তৰৰ মূল্য তাৰ জতুৱা ৰূপত। ফকৰা-যোজোনাৰ পূৰ্ণাঙ্গ বাক্য-ৰূপ সাধাৰণতে ভাঙি ব্যৱহাৰ কৰা নহয়। যেনে, 'তেওঁ লোণ ভাৰ পেলাই মাটি ভাৰ আনিলে'—এনে নুবুলি কৰ্তা-কৰ্মৰ উল্লেখ নোহোৱাকৈ মাজে-মূধে এইদৰেই কৈ থ'লে কথাষাৰত লোণ অধিক চোকা হ'ব,— 'বোলে, ধন মহঙলৈ গ'ল, লোণ-ভাৰ পেলাই মাটি-ভাৰ আনিলে, ঠাই মচিবলৈ হ'ল।' 'তেওঁ শাকত লোণ নেখায়'—ইমানকে নকৈ পূৰা প্ৰবাদ-বাক্যফাকি প্ৰয়োগ কৰিলে বেছি বজিতা খাই সমালোচনাৰ পাত্ৰজনৰ একেবাৰেই গাজত লাগি যাব— 'শাকত নেখায় লোণ, পিটিকাত যায় তিনিগুণ'। যোজোনা বা জতুৱা খণ্ডবাক্যৰ আনফালে তৰ্জমা প্ৰকৃততে সম্ভৱ নহয় বা তাৰ দুই-এটা শব্দ অভদ্ৰ ভাবি ভদ্ৰ গোষ্ঠীৰ শব্দ তাৰ ঠাইত ব্যৱহাৰ কৰিলে জতুৱা ঠাচৰ বল আৰু মোল দুইটাই কমে। 'সতিনী-ৰহীয়া পৈ' শুনিবলৈ বেয়া বুলি তাক 'সপত্নীৰসিক স্বামী' কৰিলে কোনেও প্ৰবাদ-বাক্যটোৰ সোৱাদকণ নাপাব। 'সাত-শতুৰু' বা 'কাল-শতৰু'ক সেইদৰে 'সাত-শত্ৰু' বা 'কাল-শত্ৰু'লৈ ৰূপান্তৰ কৰিলে প্ৰবাদ-বাক্য সাধাৰণ বাক্যলৈ নামি আহিব। ৰাজখোৱা ডাঙৰীয়াই কিন্তু ঠায়ে ঠায়ে এনে পৰিবৰ্তন কৰা পাঠকৰ চকুত পৰিব। আমি এনে কথাত হাত দিয়া নাই; 'পৰিশিষ্ট'ত সেই বিষয়ে লিখিছোঁ মাথোন।

গুৱাহাটীৰ জনাৰ্দন বাৰভূঞাৰ বংশৰ আৰু জনাৰ্দনৰ নাতিয়েক গোবিন্দৰাম আৰু গুৱাহাটীৰে কামদত্ত চৌধুৰীৰ জীয়েক ৰতনীৰ পুত্ৰ ৰতিৰাম। এওঁ পোনতে ভদৰি বা ভদ্ৰচন্দ্ৰ বৰবৰুৱাৰ লিগিৰা সোমাই পিছত পানীশলগুৰীয়া ৰাজখোৱাৰ বিষয়-বাব পায়গৈ। তেওঁ বৰবৰুৱা (বৰবৰা?) আৰু বুঢ়াগোহাঁইৰ বিষয়-বাবো চলাইছিল বুলি কোৱা হৈছে; কিন্তু ছত্ৰ, কেঁকোৰা-দোলা আৰু আঁৰোৱান হ'লে নাপাইছিল। এওঁৰ দিনতে ইংৰাজৰ আমোল হোৱাত এওঁক শলগুৰি আৰু জকাইচুক মৌজাৰ মৌজাদাৰ কৰা হয়। এৰেঁ ৰংপুৰৰ শিঙৰি-ঘৰ ভাঙি আনি শিৱসাগৰৰ পাৰত কছাৰী, বৰফাটেক আৰু বৰছাহাবৰ বঙলা সজাইছিল। এওঁৰ পুত্ৰ ছুচন্দৰাম (সুচান্দৰাম) ১৭৭৭ শকত শিৱসাগৰৰ কৃষ্ণানন্দ বৰুৱাৰ কন্যা (ইন্দীবৰ বৰুৱাৰ

ভগ্নী) হীৰাৱতীক বিয়া কৰে। ছুচন্দৰামে ১৮৬৮ চনত শিৱসাগৰৰ পৰা আহি খোৱাং মৌজাৰ মৌজাদাৰ হয়। ১৮৭২ চনৰ ১১ ডিচেম্বৰ বুধবাৰে হীৰাৱতীৰ পুত্ৰৰূপে জন্মলাভ কৰে বেণুধৰ ৰাজখোৱাই দিহিং নৈৰ পাৰৰ খোৱাং ছহৰত। তাতে বেণুধৰৰ ল'ৰাকাল বৰককাইদেও চন্দ্ৰধৰ, সৰু ককাইদেও সূৰ্য্যধৰৰ লগত আৰু সোণোৱাল কছাৰী, কৈৱৰ্ত আদি ল'ৰাৰ মাজত যায়। মাজে মাজে দেখা হয় হাতী-চিকাৰী 'ফালচন ছাহাব'ৰ (মিষ্টাৰ্ পাৰ্চেল্) অসমীয়া চকলী মেম, ডলী মেমৰ লগত। হাতী-বাঘ, ধান-মাহ-কুঁহিয়াৰ খেতিৰে সেই পৰিৱেশত তেওঁৰ পঢ়াশালিৰ শিক্ষা আৰম্ভ নহৈছিল। কাৰণ তেতিয়া তাত দীঘে ছয় আৰু পথালিয়ে তিনি হাতৰ এটা পঢ়াশালিত এবেগেতমান বহল বাঁহৰ চাঙত দহোটামান ল'ৰা বহি 'চৰেঅ, চৰেআ, ৰিঁচে, দীৰ্ঘে' আদি মন্ত্ৰ পঢ়িলেও বেণুধৰক তাত দিয়া নহৈছিল। ১৮৭৭ চনত জয়পুৰৰ মৌজাদাৰজন বৰখাস্ত হোৱাত ছুচন্দৰাম তাৰ মৌজাদাৰ হৈ যায় আৰু দিহিং নৈৰ পাৰত জয়পুৰ ছহৰত পৰিয়াল লৈ বহেগৈ। ইয়াতে (তেতিয়া নাম দীঘলীঘাট) এসময়ত পতাল বৰবৰুৱাৰ ইটাৰে বেৰা জয়পুৰ কোঠ আছিল আৰু মহকুমাৰ সদৰ আৰু ফ্ৰণ্টিয়াৰ্ ষ্টেশ্যন বা প্ৰান্তীয় ছাউনী আছিল। ইয়াৰ পলিটিকেল্ এজেণ্ট আৰু মহকুমাধিপতি 'হাল্কন্ ছাহাবক' (কৰ্ণেল হল্কম্ব) জৰিপৰ কামত যাওঁতে 'অকৰা নগাই খকৰাই কাটে', লগত যোৱা নিৰঞ্জন শৰ্মা চক্ৰৱৰ্তী বৰকেৰাণী আদি কোনোমতে ৰক্ষা পৰে। ছুচন্দৰাম জয়পুৰলৈ যোৱাৰ আগতে তাৰপৰা সদৰ উঠি যায়। পুৰণি কছাৰী ঘৰতে (এতিয়া ডাকবঙলা) চক্ৰৱৰ্তীয়ে চলোৱা পঢ়াশালিত সূৰ্যধৰ আৰু বেণুধৰে পঢ়া-শুনা কৰে। চক্ৰৱৰ্তী জয়পুৰৰপৰা যোৱাত পঢ়াশালিও নোহোৱা হয়। এইবাৰ পঢ়াশালি হ'ল ডাকঘৰৰ লগতে পুৰণি চিপাহীৰ বেৰেকত, আৰু ডাক-বাবুৱেই তাৰ শিক্ষকো হ'ল। পঢ়াশালিখন মজলীয়া ইংৰাজী ধৰণৰ হৈছিল। তাতে পঢ়ি থকাত ইন্সপেক্টৰ উইল্ছন্ ছাহাব আৰু বেণুধৰৰ মোমায়েক ডেপুটি ইন্সপেক্টৰ ৰত্নধৰ বৰুৱা স্কুল চাবলৈ আহোঁতে ছাহাবৰ উপদেশমতে সূৰ্য্যধৰ-বেণুধৰক ডিব্ৰুগড়লৈ পঠাই স্কুলখন নিম্ন প্ৰাইমেৰি থাপলৈ অনা হ'ল।

১৮৯৩ চনত বেণুধৰৰ মাতৃ-বিয়োগ ঘটে। ১৯০৩ চনত বৰপুত্ৰ চন্দ্ৰধৰক মৌজা গতাই দি ছুচন্দৰাম ৰাজখোৱাই ডিব্ৰুগড়ত বসতি কৰিবলৈ লয়। ১৯১৭ চনত এওঁৰ মৃত্যু হয়। তেতিয়াও স্কুলবিলাকত বঙলা চলি আছিল। বেণুধৰেও পদ্যপাঠ, সদ্‌ভাৱ-শতক আদি পঢ়িছিল। পিছতহে ভোলানাথ দাসৰ কবিতামালা আদি চলে। বেণুধৰে পিতাদেৱেকে বৰগুণি দি ৰখা বঙলা সঞ্জীৱনী কাকত মন পাতি পঢ়িছিল

আৰু এবাৰ তেওঁ পঠোৱামতে জয়পুৰৰ অত্যন্ত বৃষ্টিৰ কথা কাকতখনৰ স্তম্ভত প্ৰকাশ পোৱাত অতিশয় উৎফুল্ল হৈছিল। জয়পুৰত থাকোঁতে বেণুধৰে বঙলা ৰামায়ণ-মহাভাৰত-পুৰাণ মাকক তাঁত বোৱাতে সুৰ ধৰি পঢ়ি শুনোৱাৰপৰা আৰু মাকেও কন্দলি ৰামায়ণৰ পদ আওবোৱাৰপৰা শাস্ত্ৰৰ কথা জনা আৰু কবিতা লিখিবৰ অভ্যাস দুয়োটা হৈছিল। আন কি পিতাকলৈ চিঠি দিওঁতেও মণি লগুৱাৰ অসুখৰ কথা বঙলা কবিতা কৰিহে লিখিছিল—"আৰ এক কথা বলি শুন পিতৃবৰ, মণিৰ হয়েছে জ্বৰ অতি ভয়ঙ্কৰ।"

১৮৮৬ চনত সূৰ্য্যধৰ আৰু বেণুধৰ ডিব্ৰুগড় হাই স্কুললৈ আহি চতুৰ্থ শ্ৰেণীত নাম লগালে। গৰুমৰা বা কৰৈগুৰি চাপৰিত (আজিকালি চিৰিং চাপৰি) ৰাজখোৱাসকলৰ ঘৰ। পোনতে এই স্কুল বহিছিল ডিবুৰু নৈৰ দাঁতিৰ কিল্লাত, পাছত ব্ৰহ্মপুত্ৰৰ ওপৰৰ ঠাইলৈ আহে ইয়াৰ অলপ আগে আগে। দেৱীচৰণ বৰুৱা, গোপীনাথ বৰদলৈ, পৰশুৰাম খাউণ্ড আদি কৃতীসকল এই স্কুলৰে ছাত্ৰ। ফিফ্‌থ্ আৰু চেভেন্থ্ মাষ্টৰ লক্ষ্মীনাথ দাস আৰু মহেশ্বৰ বৰুৱাৰ বাহিৰে হেডমাষ্টৰ ৰামমোহন মিত্ৰ, ছেকেণ্ড মাষ্টৰ হাৰাণচন্দ্ৰ দাশগুপ্তকে ধৰি কেয়োজন শিক্ষক তেতিয়া বাঙালী। তেতিয়া স্বাভাৱিকতে অসমীয়া-বঙালী লৈ দুই-এটি অপ্ৰিয় কথা-বতৰা আদি হৈছিল। ১৮৮৮ কি তাৰ পিছৰ বছৰতহে অসমীয়া ল'ৰাই ইংৰাজীৰপৰা তৰ্জমা কৰোঁতে অসমীয়ালৈ কৰিব পৰা নিয়ম হয়। বেণুধৰে কিন্তু বঙলা ইমান খৰচি মাৰি শিকিছিল যে হেডমাষ্টৰে তেওঁক বঙলালৈহে তৰ্জমা কৰিবলৈ উপদেশ দিছিল আৰু তেওঁৰ বঙলা শুনি পিছত কলিকতীয়া সতীৰ্থসকল স্তম্ভিত হৈছিল। এইখিনিতে ঘপ কৰে মনত পৰে বঙলা ভাষাৰ প্ৰতি প্ৰীতিসম্পন্ন এইজনা কৃতী অসমীয়ায়ে ১৯২৮ চনৰ ধুবুৰী সাহিত্য-সম্মিলনত বঙালীক ভালত বিৰূপ সমালোচনা কৰিব লগা হোৱা নাছিল! বেণুধৰৰ পঢ়াশলীয়া দিনত ডিব্ৰুগড় অতি সৰু ঠাই, আজিৰ ঠাহ খোৱা মানুহৰ শান্তিপাৰা (বঙালীৰ নামকৰণ) তেতিয়া চাহনি। ডিব্ৰু-শদিয়া ৰেল আছিল, কিন্তু লিডু মাৰ্ঘেৰিটাৰপৰা কয়লা কঢ়িয়াবলৈহে। ইংৰাজে পতা এই নগৰত শিৱসাগৰ আদিৰ ভাল লোক আহি বসতি কৰিবলৈ লয়। যাদুৰাম বৰুৱা, ভৱকান্ত বৰুৱা (দুইজন মণিৰাম দেৱানৰ বংশধৰ), দুতিৰাম বৰুৱা, মালভোগ বৰুৱা, হিমতুদ্দিন আহমদ হাজৰিকা (মফিজুদ্দিন আহমদ হাজৰিকাৰ পিতৃ), ফয়ুৰ আলি (ফৈজনুৰ আলিৰ পিতৃ), আজিজুৰ ৰহমান (মন্ত্ৰী ছৈয়দুৰ ৰহমানৰ পিতৃ), পূৰ্ণানন্দ বৰুৱা 'ছোট ছাহাব', বশম্বদ মিত্ৰ উকীল, ৰাধানাথ চাংকাকতী, মজলীয়া অসমীয়া স্কুলৰ

তৃতীয় শিক্ষক আৰু গুৰু ট্ৰেইনিঙৰ হেড পণ্ডিত শিৱনাথ ভট্টাচাৰ্য আদি সেই কালৰ ডিব্ৰুগড়ৰ উল্লেখযোগ্য লোক। বেণুধৰ মাজে মাজে বোল মাইল হাবিতলীয়া বাটেদি জয়পুৰলৈ যায়। অসমীয়া চোকোৰা নাচ, বৰপেটাৰ তিথিৰামৰ দলৰ যাত্ৰা, দেৰগাঁয়া নাচনী, মিৰি নাচ আদি 'সভ্যতাৰ চেপাত লুপ্ত হোৱা' নাচ-গান অবসৰ-বিনোদনৰ আহিলা আছিল। লক্ষ্ণৌৰ বাইজীৰ নাচেও তেতিয়াই ভুমুকি মাৰেহি।

১৮৮৯ ছনত ডিব্ৰুগড়ত এণ্ট্ৰেঞ্চ পৰীক্ষাৰ কেন্দ্ৰ হয় আৰু বেণুধৰে সিবছৰতে তাৰপৰাই সেই পৰীক্ষা দ্বিতীয় বিভাগত পাছ কৰে। ঘৰৰ সকলোৰে কান্দোনত গছৰ পাত সৰুৱাই বিদায় দিয়াত তেওঁ জাহাজত উঠি গোৱালন্দলৈ আৰু গোৱালন্দৰপৰা কলিকতালৈ ৰেলেৰে গৈ প্ৰেছিডেঞ্চি কলেজত নাম লগালেগৈ। চাৰ্লছ্ এইছ্ টনি, এফ্. জে. ৰ', ডব্লিউ. টি. ৱেব্, জগদীশচন্দ্ৰ বসু, প্ৰফুল্লচন্দ্ৰ ৰায় আদি বিচক্ষণ অধ্যাপকসকলৰ অধ্যাপনাৰ সুযোগ লাভ কৰিলেও ডেকা ৰাজখোৱাৰ বাবে বাহিৰৰ আকৰ্ষণ বেছি টান হ'ল; জোনাকী, বিজুলী, এ. এছ. এল. ক্লাব, অ. ভা. উ. সা. সভাৰ অধিৱেশন আৰু 'ক'লা হীৰা' সুৰেন্দ্ৰনাথ বেনাৰ্জী, ভাই প্ৰতাপচন্দ্ৰ মজুমদাৰ, পণ্ডিত শিৱনাথ শাস্ত্ৰী, ৰেভাৰেণ্ড কালীচৰণ বেনাৰ্জী আদিৰ বক্তৃতাই তেওঁক বেছি আনন্দ দিবলৈ ধৰিলে। এবাৰ কৃষ্ণপ্ৰসাদ দুৱৰাৰে লগ লাগি এ. এছ. এল. ক্লাবৰ বাৰ্ষিক অধিৱেশনত সুৰেন্দ্ৰ বাবুকো সভাপতি হ'বলৈ মাতি আনিছিল। এই বাহিৰা ব্যস্ততাৰ বাবে ১৮৯১ চনৰ এফ. এ. পৰীক্ষাত ফেল মাৰি বেণুধৰে চিটি কলেজত নাম লগাই তাৰপৰাহে পিছবছৰ সেই পৰীক্ষাত উঠে। তাতো ৰামানন্দ চেটাৰ্জী, হেৰম্বচন্দ্ৰ মৈত্ৰ আদি পণ্ডিতসকলৰ সান্নিধ্য লাভ কৰিছিল। একে কলেজতে বি. এ. পঢ়া আৰম্ভ হ'ল। "প্ৰথম বছৰ কিতাপ চুবলৈকে নহ'ল, কিয়নো মোৰ শুভাকাঙ্ক্ষী মন্ত্ৰণাদাতাসকলে ক'লে যে তৃতীয় বাৰ্ষিক শ্ৰেণীত কোনো ল'ৰাই নপঢ়ে। সেই দেখি মই দেশোদ্ধাৰৰ কামত লাগি গলো।"—এইদৰে 'দেশোদ্ধাৰৰ তেজ মূৰত উঠা'ৰ বাবেই ১৮৯৪ ছনৰ বি. এ. পৰীক্ষাত ১৮৯১ ছনৰ এফ. এ.ৰ ফলৰ পুনৰভিনয় হ'ল। পিতৃদেৱেকে এতিয়া পুনৰ কলেজলৈ নপঠিয়ায়। ভাগ্যে সৰু ককাইদেৱেকে (তেতিয়া বকডুঙৰ মৌজাদাৰ) পঢ়ুৱাবলৈ গাত ল'লে এটা সৰ্ত্তত—জোনাকী-বিজুলীত একো নিলিখোঁ আৰু সাহিত্যত হাত নিদিওঁ বুলি শপত খাব লাগিব। এই সময়ত কলিকতাত থকা অসমীয়া ডেকাইঁতৰ 'দেশোদ্ধাৰৰ তেজ মূৰত উঠি' পৰীক্ষাত কি দুৰ্গতি হৈছিল, জোনাকী-যুগৰ আমাৰ কেয়োজন সাহিত্যিকেই তাৰ জনাজাত সাক্ষী। ১৮৯৬ পৰীক্ষাতো অসমীয়া ল'ৰা

পালে পালে ফেল হ'ল। মাথোন দুজন ল'ৰা বি. এ. হ'ল— বেণুধৰ আৰু নবীনচন্দ্ৰ বৰদলৈ। সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে অধ্যাপনা কৰা বিপন্ কলেজৰপৰা পৰীক্ষা দিয়া বেণুধৰে বিষ্ণুপ্ৰিয়া দেৱী বঁটা পালে। ৰাজখোৱাই গুণাভিৰাম বৰুৱাৰ সহায়ত আৰু আনন্দচন্দ্ৰ আগৰৱালা, ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰাৰ সহযোগত বিজুলী কাকত উলিয়ায়।

বেণুধৰে মনস্তত্বত এম. এ. আৰু বি. এল. পঢ়িবলৈ ধৰিলে। এনেতে ১৮৯৭ চনত চীফ কমিছনাৰ কটন ছাহাবে তেওঁক ছাব-ডেপুটি কলেক্টৰ পদত নিয়োগ কৰিলে। সেই সময়তে ছাহাব কলিকতালৈ যোৱাত তেওঁৰপৰা অনুমতি লৈ ৰাজখোৱাই এম. এ. পৰীক্ষা দিছিল, কিন্তু পাছ কৰিব নোৱাৰিলে। নানা জল্পনা-কল্পনা এৰি ১৮৯৯ চনৰ ৩ জানুৱাৰীত তেওঁ শিৱসাগৰত কামত হাজিৰ হ'ল। তেতিয়া তাতে জিলাৰ সদৰ। ইয়াত থকাতে একে বছৰৰ আহাৰ মাহত ডিব্ৰুগড়ৰ দুতিৰাম বৰুৱাৰ সৰু জীয়াৰী ৰত্নকুমাৰীৰ লগত বেণুধৰৰ বিয়া হয়। শিৱসাগৰত থকা সময়ত ৰাজখোৱা শিৱসাগৰৰ নাট্য-সমাজৰ সম্পাদক আৰু ফণীধৰ চলিহা সভাপতি আছিল। ইয়াৰ পাছতে তেওঁ গোলাঘাটলৈ বদলি হ'ল। ১৯০৩ চনত পুনৰ শিৱসাগৰত এছিষ্টেণ্ট চেট্‌ল্‌মেণ্ট অফিচাৰ হৈ আহিল; অলপ দিন পাছতে একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ পদলৈ উন্নীত হ'ল। ১৯০৪ চনত কামৰূপ-ধুবুৰীত ৰেল লাইনৰ বাবে মাটি লোৱাৰ বাবে স্পেচিয়াল লেণ্ড একুইজিছন অফিচাৰ পতা হ'ল। ১৯৫৫ চনত কিছু দিন গুৱাহাটীত মেজিষ্ট্ৰেটৰ কাম কৰাৰ পাছত মঙলদৈলৈ বদলি হ'ল। ইয়াত মঙলদৈ মজলিছ পাতি বিশেষ আলোচনা-চক্ৰৰ দিহা কৰিলে আৰু ঘোগামুখত যাত্ৰাদল এটা খুলি সঙ্গীত-চৰ্চাৰো আয়োজন কৰিলে। এই সময়তে ৰাজখোৱাই 'বাঁহী' নামে গানৰ পুথি এখন উলিয়ায়। ১৯১০ চনত তেওঁ পুনৰ গোলাঘাটলৈ বদলি হ'ল। ১৯১২ চনত চিলটৰ মৌলবী বজাৰলৈ গৈ এবছৰৰ কম দিন হওঁতেই ছুটী লৈ ডিব্ৰুগড়লৈ আহিল আৰু ছুটীৰ পাছত তাতে হাকিম হ'ল। ১৯১৭ চনত তেওঁৰ পিতৃবিয়োগ ঘটে। ইয়াৰ অলপ দিন পাছতে যোৰহাটলৈ যায় আৰু তাত মাজে মাজে ডেপুটি কমিছনাৰৰূপে কাম কৰে। ১৯২৪ চনত শিৱসাগৰলৈ নি তেওঁক খোৱাঙলৈ ৰেলবাটৰ বাবে ভূমি-অধিগ্ৰহণৰ কামত লগোৱা হ'ল। ১৯২৫ চনৰ ৫ ছেপ্টেম্বৰ তাৰিখে তেওঁ অৱসৰৰ পূৰ্ব্বগামী ছুটী ল'লে।

১৯২৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণে তাৰ বঙলীসকলৰ মাজত যি আলোড়নৰ সৃষ্টি কৰিছিল, সকলোৱে জানে। ইয়াৰ ফলত

পাছৰ বছৰ কোকৰাঝাৰত সন্মিলন বহিব লগীয়া আছিল যদিও বাঙালীৰ কথা মনা চৰকাৰৰ নিৰ্দেশমতে তাত সন্মিলন পতা নহ'ল। তেতিয়া ৰাজখোৱাৰ ভাব হৈছিল, 'গোৱালপাৰা আমাৰ হাতৰপৰা গ'ল।' ভাগ্যে গোৱালপাৰা আকৌ আমাৰ মাজলৈ ঘূৰি আহিল!

১৯২৭ চনত ৰাজখোৱা আকৌ আগৰ কামত ডিব্ৰুগড়তে সোমাল; কিন্তু তেওঁ ভাল নাপালেও ১৯২৮ চনত হোৱা নতুন লাটৰ নিৰ্দেশমতে যোৰহাটলৈ যাবলগীয়া হ'ল। তেওঁ মাজে মাজে ডেপুটি কমিচনাৰৰূপেও ইয়াত কাম কৰিছিল। ১৯৩১ চনৰ ৩০ জুনত তেওঁ চৰকাৰী কামৰপৰা বিদায় লৈ ডিব্ৰুগড়ত বসতি কৰিবলৈ ল'লে। ইয়াৰ পাছত আঠ দিন কম পূৰা ২৪ বছৰ পেন্‌চন ভোগ কৰি কৰ্ম্মময়তাৰ জিৰণি লৈ ১৯৫৫ চনৰ ২২ জুন তাৰিখে (৭ আহাৰ ১৮৭২ শক) বুধবাৰে ৰাজখোৱা ডাঙৰীয়াই ডিব্ৰুগড়তে শেহ নিশ্বাস পেলায়। এই সময়ত মাজে মাজে অবৈতনিক মেজিষ্ট্ৰেট কাম আৰু ডিব্ৰুগড়ৰ নতুন কলেজত অধ্যাপনাও কৰিছিল। তেওঁৰ তিনিজন পুত্ৰ—শ্ৰীশাৰঙ্গধৰ, শ্ৰীঅনঙ্গধৰ আৰু শ্ৰীদেৱাঙ্গধৰ; ছোৱালী দহোটী—সোণতৰা মহন্ত, জোনতৰা বৰুৱা, বগীতৰা (অলপ বয়সতে ঢুকায়), শ্ৰীমতী জীউতৰা ভঁৰালী, আজলীতৰা নেওগ, শ্ৰীমতী বিজুলীতৰা বৰুৱা, শ্ৰীমতী আকাশীতৰা বৰুৱা, শ্ৰীমতী মায়াতৰা বৰুৱা, শ্ৰীমতী সেন্দুৰীতৰা চলিহা, শ্ৰীমতী ৰূপালীতৰা কাকতি।

বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ প্ৰকাশিত-অপ্ৰকাশিত পুথিৰ সংখ্যা বাৰুকৈয়ে সৰহ, যদিও 'অসমীয়া খণ্ডবাক্য-কোষ', 'লখিমী তিৰোতা', *Short Accounts of Assam, The Holy Nām-ghoshā, Assamese Popular Superstitions,* অপ্ৰকাশিত 'মোৰ জীৱন-দাপোণ', *Sankardev*, 'সংক্ষিপ্ত অসমীয়া অভিধান' আদি কেইখনমানৰ বাহিৰে বাকীখিনি আকাৰত পুস্তিকা বা ৰাজখোৱাৰ ভাষাত 'পোৱালি পুথি' বা 'নিচলা পুথি' মাথোন। তেখেতৰ সৰু-বৰ পুথিখিনিৰ নামেৰে এটি গ্ৰন্থপঞ্জী তলত দিলোঁ।—

সম্পাদন-সঙ্কলন ঃ 'বিজুলী' পত্ৰিকাৰ অসম্পূৰ্ণ তৃতীয় খণ্ড, কলিকতা ১৮৯৩; মাধৱদেৱৰ আদিকাণ্ড ৰামায়ণ, প্ৰকাশক-সম্পাদক গণেশৰাম আগৰৱালাৰ পাতনিৰে, ডিব্ৰুগড় ১৮৯৯; *Historical Sketches of old Assam : Based on an Analysis of Popular Proverbs*, ডিব্ৰুগড়, ১৯১৭; অসমীয়া খণ্ডবাক্য-কোষ, ডিব্ৰুগড় ১৯১৭ (১৯১৬-১৭-ত ৰচিত); অসমীয়া

পুথিৰ তালিকা, কলিকতা অ. ভা. উ. সা. সভাৰ দ্বাৰা প্ৰকাশিত; সংক্ষিপ্ত অসমীয়া অভিধান, অপ্ৰকাশিত; *A Companion to Writers in Assamese*, ডিব্ৰুগড় ১৯৪৭।

ল'ৰাৰ পুথি ঃ ল'ৰা-পুথি, সাহিত্যপ্ৰৱেশ, নীতিপাঠ।

কবিতা ঃ পঞ্চ-কবিতা, কলিকতা ১৮৯৫; চন্দ্ৰসম্ভৱ কাব্য; দশগীত, শিৱসাগৰ ১৮৯৯; দেহাৰ প্ৰলয়, যোৰহাট ১৯২৯; সিপুৰীৰ বাতৰি, যোৰহাট ১৯২৯; জীৱন-সন্ধিয়া, যোৰহাট ১৯৩০; পুনৰুত্থান, ডিব্ৰুগড় ১৯৩১।

গান ঃ অসমীয়া ভাই, গোলাঘাট ১৯০১; বাঁহী, মঙ্গলদৈ ১৯০৬; সৰু ল'ৰাৰ গান, কীৰ্ত্তিনাথ বৰদলৈৰ স্বৰলিপিৰে, গোলাঘাট ১৯১০।

পৌৰাণিক নাটক ঃ দুৰ্য্যোধনৰ উৰুভঙ্গ, গোলাঘাট ১৯০১; দক্ষ-যজ্ঞ, মঙ্গলদৈ ১৯০৮।

সামাজিক নাটক ঃ ডেকা-গাভৰু, পদ্মনাথ (গোহাঁই) বৰুৱাৰে ৰচিত, কলিকতা ১৮৮৯; সেউতীকিৰণ, কলিকতা ১৮৯৪; কুৰি শতিকাৰ সভ্যতা, মঙ্গলদৈ ১৯০৮ (ৰচনা ১৯০৫); লখিমী তিৰোতা, মঙ্গলদৈ ১৯০৯ (ৰচনা ১৯০০); অশিক্ষিতা ঘৈণী, গোলাঘাট ১৯১২; যমপুৰী, ডিব্ৰুগড় ১৯৩১।

ধেমেলীয়া নাটক ঃ দৰবাৰ, গোলাঘাট ১৯০২; কলিযুগ, দুৰ্গাপ্ৰসাদ দত্তেৰে (মজিন্দাৰ বৰুৱা) ৰচিত, শিৱসাগৰ ১৯০৪; তিনি ঘৈণী, যোৰহাট ১৯২৮; চোৰৰ সৃষ্টি, ডিব্ৰুগড় ১৯৩১; টোপনিৰ পৰিণাম, ডিব্ৰুগড় ১৯৩২।

'উপন্যাস আকাৰত সন্নিবদ্ধ' বুৰঞ্জী ঃ মহামতী জয়মতী, শিৱসাগৰ ১৯৪৭।

প্ৰাচীন কবিতাৰ ইংৰাজী অনুবাদ ঃ *Vipra Dāmodar*, শঙ্কৰদেৱৰ অনুবাদ, দুৰ্গেশ্বৰ শৰ্ম্মাৰ পাতনিৰে, যোৰহাট ১৯১৮, *The Holy Nām-ghoshā*, মাধৱদেৱৰ অনুবাদ, যোৰহাট ১৯১৯; *The Eareater*, শ্ৰীধৰ কন্দলিৰ অনুবাদ, শৰৎচন্দ্ৰ গোস্বামীৰ পাতনিৰে, যোৰহাট ১৯২০; *Gunmālā*, শঙ্কৰদেৱৰ অনুবাদ, ডিব্ৰুগড় ১৯২৩।

অভিভাষণ ঃ অসম সাহিত্য সম্মিলন, নৱম অধিবেশন, ধুবুৰী, সভাপতিৰ অভিভাষণ, ১৯২৬; মহামতী জয়মতী, শিৱসাগৰ জিলাৰ জয়সাগৰ পুখুৰীৰ পাৰত জয়মতী উৎসৱ উপলক্ষে (সংশ্লিষ্ট গীতবোৰ লগে লগে নিজৰ ছোৱালীৰ হতুৱাই গোওৱা হৈছিল), ১৯২৮; আসাম কছাৰী যুৱক সম্মিলনী, তৃতীয় অধিবেশন, খোবাং, সভাপতিৰ অভিভাষণ, ১৯২৯।

ভাষা, সমাজ, বুৰঞ্জী আদিৰ আলোচনা : *Assamese Demonology,* গুৱাহাটী ১৯০৫ (সঙ্কলন গোলাঘাট ১৯০৪); *Notes on the Sylhetee Dialect,* মৌলবীবাজাৰ ১৯১৩; বিহু, ডিব্ৰুগড় ১৯১৪; *Short Accounts of Assam,* ডিব্ৰুগড় ১৯১৫; *Assamese Popular Superstitions,* যোৰহাট ১৯২০; অপ্ৰকাশিত : *A Note on the Miri Trible in Assam,* কৰ্ণেল গৰ্ডন ছাহাবলৈ পঠিওৱা হৈছিল; *A Note on the Deori-Chutia Tribe in Upper Assam,* এথ্‌নগ্ৰাফিৰ ছুপাৰিণ্টেণ্ডেণ্ট গৰ্ডনলৈ পঠিওৱা হৈছিল; *A Note on Co-education,* ১৯১০ চনত শিক্ষাবিভাগলৈ পঠিওৱা হৈছিল; *Sankardev.*

আত্মজীৱনী : মোৰ জীৱন-দাপোণ, ১৯৪১-ত সম্পূৰ্ণ।

কবিৰূপে পৰিচিত নহ'লেও ৰাজখোৱাই যথেষ্ট-সংখ্যক কবিতা ৰচনা কৰিছে। 'পঞ্চ-কবিতা'ত সন্নিৱিষ্ট লংফেলোৰ অনুবাদ 'জীৱন-সঙ্গীত', হোম্‌ছৰ অনুবাদ 'দুদল সৈন্য', মাতৃ-বিয়োগ-'শোকপ্লাৱিত হৃদয়ৰ নিৰ্গম' 'অশ্ৰু' আৰু আন দুটি কবিতাত কাব্যৰ শিহৰণ অনুভৱ কৰিব পাৰি। 'মোৰ জীৱনৰ অভিনয় অলপতে শেষ হ'ব' বুলি ভাবি চৰকাৰী কৰ্ম-জীৱনৰ শেষ সীমাত লিখা 'দেহাৰ প্ৰলয়', 'সিপুৰীৰ বাতৰি', 'জীৱন-সন্ধিয়া' আৰু 'পুনৰুত্থান'ত কবিৰ মৰণৰ ওচৰত আত্ম-সমৰ্পণৰ ভাব প্ৰকাশ পাইছে। 'দশগীত' ল'ৰাৰ বাবে পুৱা, দুপৰীয়া, আবেলি, ল'ৰাকাল, ডেকাকাল আদি বিষয়ে লিখা দহোটা কবিতা, এসময়ত শিৱসাগৰত পাঠ্যপুথিৰূপে চলিছিল। 'চন্দ্ৰসম্ভৱ' কাব্যখনি আমি দেখা পোৱা নাই।

আধুনিক গীত-ৰচনাত ৰাজখোৱা এজন অগ্ৰেসৰ। 'অসমীয়া ভাই'ত নতুন অসমৰ অৰ্থনৈতিক ব্যৱস্থাত দুৰৱস্থ হোৱা অসমীয়াক সচেতন কৰিবৰ প্ৰচেষ্টা সাতোটি গানৰ মূল। মঙ্গলদৈ মহকুমাত মুন্সিপ থাকোঁতে ৰাজখোৱাৰ উদ্যোগত ১৯০৬ চনৰ ৬ অক্টোবৰ তাৰিখে মঙ্গলদৈ অসমীয়া মজলিছ স্থাপিত হয়; তদুপৰি এক যাত্ৰা-দলো গঠন কৰা হয়। মজলিছত গোৱা দেশৰ প্ৰাণ-উদ্বোধনৰ সদিচ্ছাৰে লিখা গানবিলাকৰ সমষ্টি হ'ল 'বাঁহী'। মজলিছৰপৰা অনুপ্ৰেৰণা পোৱা এজন আধুনিক গীতিকাৰ কীৰ্ত্তিনাথ শৰ্মা বৰদলৈ। ৰাজখোৱাৰ কেয়োখনি নাটতে গীত আছে, সিবোৰৰ ৰাগ-মানো বন্ধা আছে। কাব্যিক সৌন্দৰ্যৰ ফালৰপৰা তেওঁৰ শ্ৰেষ্ঠ গীতিকা- হ'ল পুৰণি জনগীতৰ আদৰ্শত ৰচিত 'মহাসতী জয়মতী'ৰ অন্তৰ্গত গীতকেইটি। দুৰ্গাবৰী ঢেকত লিখা তেওঁৰ দুই-এটি গীতৰ কথাও অসমীয়া আধুনিক গীতৰ বুৰঞ্জীয়ে সোঁৱৰা উচিত।

বাজখোৱা ডাঙৰীয়াই আধুনিক যুগৰ মঞ্চ আন্দোলনৰ লগত নিজকে সংশ্লিষ্ট ৰাখিছিল। বিশেষকৈ শিৱসাগৰ নাট্য সমাজৰ প্ৰাৰম্ভণতে তেওঁ সম্পাদক আছিল। কলিকতীয়া ছাত্ৰৰ অৱস্থাতে, যেতিয়া কেইবাজনেও গোট খাই 'ভ্ৰমৰঙ্গ' অভিনয়ৰ উদ্যোগ কৰে, সেই সময়টিৰ প্ৰভাৱতে সম্ভৱতঃ বাজখোৱাই গোহাঞিৰ বৰুৱাৰ সহযোগিতাৰে 'ডেকা-গাভৰু' লিখে। এইখনি আমি দেখা পোৱা নাই। ইয়াৰ পাছতে তেওঁ অকলে গুৱাহাটী, শিৱসাগৰ আৰু তেজপুৰৰ পটভূমিত সাতটা অঙ্কত হ'লেও সৰু সামাজিক চিত্ৰ এখনি আঁকে 'সেউতীকিৰণ'ত। বাজখোৱাই 'মোৰ জীৱন-দাপোণ'ত উল্লেখ কৰিছে জয়পুৰ মতৰাম দত্ত বৰমহৰী নামৰ সেই অঞ্চলৰ সৰু চহকী লোকৰ অকাতৰ দানত 'সেউতীকিৰণ' ওলাইছিল। "অসমীয়া নাটকৰ বৰ অভাৱ। অসমীয়া ভাষাৰ হিতাকাঙ্ক্ষী মাত্ৰেই এই অভাৱ গুচাবলৈ পুৰুষাৰ্থ কৰিব লাগে। অসমীয়াত গান নাই। যেতিয়া প্ৰত্যেক থিয়েটৰত অসমীয়া নাটকৰ অভাৱ নেথাকিব—যেতিয়া আমাৰ মুখে মুখে অসমীয়া গান শুনিবলৈ পোৱা যাব, তেতিয়া জানিম, আমাৰ ভাষাই প্ৰকৃততে উন্নতিৰ বাটত আগ বাঢ়িছে।" এই স্বপ্ন মনৰ মাজত ৰাখি বাজখোৱাই 'নিশকতীয়া কাপে'ৰে 'নাটকৰ আৰ্য্যাৰে দুপাতিমান লিখি' উলিয়াবলৈ ধৰে। 'দুৰ্য্যোধনৰ উৰুভঙ্গ' সৰু সৰু দৃশ্যেৰে পাঁচ-অঙ্কীয়া, কিন্তু মুঠ ৩০ পিঠিহে। সপ্তম এডোৱাৰ্ডৰ অভিষেকে সাধাৰণ অসমীয়া বঙালী নেপালী আদিৰ মাজত কি প্ৰতিক্ৰিয়া কৰিছিল, তাৰ ধেমেলীয়া চিত্ৰ 'দৰবাৰ' আন এজন প্ৰহসন-লেখক দুৰ্গাপ্ৰসাদ দত্তেৰে (মজিন্দাৰ বৰুৱা) লিখা। 'কলিযুগ'ত নন্দী-ভৃঙ্গীয়ে 'দেগা ঝাড়ু ভাই, ৰহ খাড়া, ৰহ ফাৰাক্ ভাই, ৰহ ঘাড়া' আদি আজিৰ ৰাষ্ট্ৰভাষাত গীত গাই, নাৰদে অমিতাৰ ঠাৰি বজাই আৰু স্বৰ্গৰ হিতকাৰী সম্পাদক শ্ৰীনাৰদচন্দ্ৰ ভট্টাচাৰ্য বুলি ইস্তাহাৰ দি, আন কি মিৰিকামৰা সত্ৰৰ বিষ্ণুদেৱ মহন্তয়ো 'জগন্নাথে'ও ব্যাকৰণৰ কুৰিটা উপসৰ্গক কুৰিটা ভূত বুলি ব্যাখ্যা দি নিৰ্দোষ হাঁহিৰ সৃষ্টি কৰিছে। মঙ্গলদৈতে মঙ্গলদৈ মজলিছ আৰু অসমীয়া যাত্ৰা-দল পতা বাজখোৱাই তাৰেপৰা 'কুৰি শতিকাৰ সভ্যতা' প্ৰকাশ কৰে "এই পোৱালি পুথিখনিৰপৰা যদি অসমীয়া ষ্টেজৰ এফেৰিমানো উপকাৰ হয়" বুলি। ইয়াতো 'জংলা-খেমটা', 'বেহাগ-আড়খেমটা' আদি-যুক্ত গীতৰ 'বাহাৰ' উঠিছে। শিৱসাগৰত থকাতে লিখা 'দক্ষযজ্ঞ' এখনি গহীন নাটিকা। 'লখিমী তিৰোতা' প্ৰকৃততে "তিৰোতা মানুহে কেনেকৈ প্ৰকৃত ঘৰৰ ঘৈণী হ'ব পাৰে" বিষয়ে কথোপকথনৰ আকাৰত ডেৰ কুৰি প্ৰবন্ধ মাথোন! 'অশিক্ষিতা ঘৈণী' লিখাৰ উদ্দেশ্য নামটিয়েই ক'ব। "নাটৰ উন্নতিয়েই দেশৰ উন্নতি" আৰু

"নিজৰ গৃহস্থালি জীৱনটি যাতে শান্তিময় হয় তাৰ নিমিত্তে কাববাৰ কৰিব লাগে", এই দুটি কথা মনত ৰাখি ধেমেলীয়া নাটকেযে সমাজৰ দোষাবোৰলৈ আঙুলি টোৱাই মস্কৰা কৰি সমাজক সুস্থ কৰাত সহায় কৰিব পাৰে, এইটিও ভাবি ৰাজখোৱাই 'তিনি ঘৈণী'ত বহুবিবাহক ইতিকিং কৰিছে। 'যমপুৰী'য়ে আকৌ যম, কালফুৰা-সঁফুৰা আদিক দেখুৱাই শেষত গানৰ মহিমা ঘোষণা কৰিছে। 'চোৰৰ সৃষ্টি'ত অসমীয়া সমাজৰ হাঁহিৰে মলঙা ছবি এখন অঁকা হৈছে। 'টোপনিৰ পৰিণাম' সৰু এখন ধেমালি। মুঠতে, ৰাজখোৱাৰ নাটকে আমালৈ যি আনন্দৰ পোহৰ মেলিছে, সি সৰু হ'লেও আন্তৰিকতাই সেই আনন্দক বিমল কৰি থৈছে। তেওঁৰ নাটৰ গীতৰ আধিক্য এটা যুগৰ নাটসাহিত্যৰে লক্ষণ।

ৰাজখোৱাৰ সৰলতাপূৰ্ণ এই সাহিত্যিক প্ৰচেষ্টাৰ লগতে তেওঁৰ বিজ্ঞানসম্মত আধুনিক ৰুচিৰ পশ্চাদ্দৃষ্টিয়ে তেওঁক কিছু স্থায়ী কৰ্মলৈ অনুপ্ৰেৰণা যোগাইছিল। দামোদৰ-বিপ্ৰাখ্যান, নাম-ঘোষা, কাণ-খোৱা, আৰু গুণমালাৰ ভাঙনি এনে অনুপ্ৰেৰণাৰে ফল। এনে অনুপ্ৰেৰণাতে তেওঁ ভাষা আৰু সমাজতত্ত্বৰ অনুসন্ধানত প্ৰবৃত্ত হৈছিল। চিলট কাছাৰ জয়ন্তীয়াৰ ভাষা, প্ৰবাদ-বাক্যত অসমীয়া জীৱনৰ অভিব্যঞ্জনা, অসমীয়া কুসংস্কাৰ আৰু অন্ধবিশ্বাস, অসমত ভূত-প্ৰেতৰ বিশ্বাস—এইবোৰৰ বৈজ্ঞানিক অধ্যয়নত ৰাজখোৱাৰ নাম অন্ততঃ পথপ্ৰদৰ্শকৰূপে আগলৈও ৰৈ যাব। 'অসমীয়া খণ্ডবাক্য-কোষ' আৰু 'সংক্ষিপ্ত অসমীয়া অভিধান' ভাষাৰ অধ্যয়নৰ একোটি দৃঢ় পদক্ষেপ। অসমীয়া ভাষা, সাহিত্য আৰু ইতিহাসৰ গৌৰৱত গৌৰৱান্বিত হৈ বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই সেই গৌৰৱৰ গ্লানি গুচাবৰ মনেৰে সাহিত্যত হাত দিছিল; সেই প্ৰচেষ্টাত তেওঁ বহুত দূৰ কৃতকাৰ্যও হৈছিল। সেইহে অসমীয়া সাহিত্য-সাধনাৰ এখনি তীৰ্থ অসম সাহিত্য সভাৰ আদৰৰ সভাপতিৰ আসনখনি এবাৰলৈ অলঙ্কৃত কৰিবলৈ ৰাজখোৱা ডাঙৰীয়াক আহ্বান কৰি অনা হৈছিল। আমি তেওঁৰ এই পুথিখনি ভাষা-সাহিত্যসেৱীসকলৰ হাতত পুনৰ দিবলৈ পাই আনন্দ লাভ কৰিছোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়

১৯৬৯

## ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা-সঙ্কলিত

# অৰুনোদইৰ ধলফাট

## ভূমিকা

ভাৰত চৰকাৰ আৰু অসম চৰকাৰৰ যুটীয়া আঁচনি 'আধুনিক ভাৰতীয় ভাষা-উন্নয়ন' পৰিকল্পনা অনুসৰি অসম সাহিত্য সভাৰপৰা বৰ্তমান যুগত অসমীয়া ভাষা উদ্ধাৰ কৰোঁতাসকলৰ অন্যতম এমেৰিকাৰ বেপ্টিষ্ট মিছনৰ মুখপত্ৰ 'অৰুনোদই'ৰ (পাছত 'অৰুণোদয়') প্ৰবন্ধৰ বাছনি এটি সংগ্ৰহ কৰিবৰ বাবে সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাধ্যাপক ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱক ভাৰ দিয়ে। বৰুৱা ডাঙৰীয়াই অতি আনন্দেৰে এই ভাৰ গ্ৰহণ কৰে আৰু সংগ্ৰহটিত দিবলগীয়া প্ৰবন্ধৰ এটি তালিকা কৰে। কিন্তু প্ৰবন্ধখিনি অনুলিপি কৰা শেহ হওঁতে নৌ হওঁতেই যোৱা ২৯ মাৰ্চ ১৯৬৪ তাৰিখে শ্ৰদ্ধেয় বৰুৱাদেৱক অকাল মৃত্যুৱে আমাৰ মাজৰপৰা লৈ যায়। তেখেতে আৰু প্ৰবন্ধ যোগ দিলেহেঁতেননে বা বৰ্তমান সঙ্কলনখনিক কিভাৱে সম্পাদন কৰিবলৈ ভাল পালেহেঁতেন, আমি ক'ব নোৱাৰিলোঁ। গতিকে, তেখেতে যিভাৱে নকল কৰাইছিল, সেয়ে পুথিখনিৰ তেখেতৰ ঈপ্সিত ৰূপ বুলি মানি আমি তেখেতৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা ৰাখি সেইভাৱেই প্ৰকাশৰ আয়োজন কৰিলোঁ। সকলো ঠাইতে আমি 'অৰুনোদই'ৰ নিজস্ব বৰ্ণবিন্যাস ৰাখি ছপা কৰাৰ যত্নৰ ত্ৰুটি কৰা নাই। সঙ্কলনখনিৰ কিছু অংশ সামাজিক বিচাৰৰ কালৰপৰা কাৰোবাৰ অবাঞ্ছনীয় যেন লাগিব পাৰে; কিন্তু বৈজ্ঞানিক দৃষ্টিত তেতিয়াৰ সমাজৰ একাংশৰ এজনৰ মনোভাৱ-প্ৰকাশকৰূপে তাৰো এক মূল্য আছে; তদুপৰি, সঙ্কলয়িতা বৰুৱাদেৱে আমাক সেইখিনি কেনেভাৱে গ্ৰহণ কৰিবলৈ ক'লেহেঁতেন, তাক নজনাত আমি কোনো অংশ কৰ্তন কৰাৰ প্ৰয়াস কৰিবলৈ কুণ্ঠা বোধ কৰিলো। প্ৰবন্ধবোৰৰ ক্ৰম সময়ানুক্ৰমিকভাৱেই ইয়াত ৰখা হ'ল। প্ৰতি প্ৰবন্ধৰ তলত থকা ইংৰাজী নামান্তৰ আৰু প্ৰকাশ পোৱা 'অৰুনোদই'ৰ সংখ্যাৰ উল্লেখ সন্নিৱেশ কৰা কথাটোৰ পৰামৰ্শ

আমিয়ে বৰুৱাদেৱক দিছিলোঁ। তেখেতে তাক ৰংমনে গ্ৰহণ কৰাত প্ৰতি প্ৰবন্ধৰ তলত এই উল্লেখবিলাক দিয়া হ'ল। বৰ্তমান প্ৰকাশনৰ নামকৰণো আমাৰ। এই পুথিৰ বাবে বৰুৱাদেৱৰ স্মৃতিত শ্ৰদ্ধা জনাই তাৰ দোষৰ বাবে আমাকহে পাঠকে যেন জগৰীয়া কৰে।

আমাৰ এটি ডাঙৰ হেঁপাহ আছিল সমস্ত 'অৰুনোদই'ৰ বিষয়-সূচী বৰ্তমান পুথিখনিতে সন্নিবিষ্ট কৰি দিয়াৰ, কাৰণ অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখোঁতে অনেকে নগৈ গড়গাঁৱৰ বাতৰি দিবলগীয়াতো পৰিছে। কিন্তু সেই আশা আমাৰ উখায় হৃদি লীয়ন্তে হ'ল। কাৰণ এতিয়াও আমি সকলো সংখ্যা 'অৰুনোদই'ৰ মুখ দেখাৰ আশা সমূলিকে কৰিব পৰা হোৱা নাই। তথাপি স্বৰ্গগত ডক্টৰ বৰুৱা আৰু ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ ঘৰত আৰু গুৱাহাটীৰ এমেৰিকান বেপ্টিষ্ট মিছনৰ পুথিভঁৰালত থকা সংখ্যাখিনিৰপৰা বিষয়-সূচী সঙ্কলন কৰি আমাৰ এই ভূমিকাৰ পোনতে দিলোঁ। এই সূচীৰপৰা 'অৰুনোদই'ৰ বিষয়-বস্তুৰ বিস্তৃতি অতি সুন্দৰভাৱে উপলব্ধি কৰিব পৰা যাব।

প্ৰথম চোআ। জানোআৰি ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। নম্বৰ ১।

জোআ বচৰৰ কথা।
ধৰমৰ কথা বাত্ৰা।
অৰুনোদই সম্বাদ পত্ৰ।
ৰজাৰ মৈদাম খনা।
কানিৰ বিবৰন।

প্ৰথম চোআ। ফেব্ৰোআৰি ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ২।

অনেক দেসৰ সংসাৰিক সম্বাদ।
ধৰমৰ কথা বাত্ৰা।
গ্ৰহৰ বিবৰন।
প্ৰিথিবিৰ আকাৰৰ বিসই।
জাহাজ ভঙ্গা।
প্ৰথম খ্ৰিষ্টিয়ান মাৰ্ত্তৰ স্তিফানৰ মৰন।
ধৰম গিতা

প্ৰথম চোআ। মাৰ্চ ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ৩।

অনেক দেসৰ সম্বাদ।
লঙ্কাৰ বিবৰন।

পলিকাৰ্পক মৰাৰ কথা।
আমেৰিকা প্ৰথমে দৰ্সন হোআৰ কথা।
প্ৰিন্টিং প্ৰেচৰ বিবৰন। অৰ্থাত চাপাখানাৰ আখ্যান।
হিন্দুস্তানি মাত।

প্ৰথম চোআ। এপ্ৰেল ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ৪।
অনেক দেসৰ সম্বাদ।
ধৰমৰ কথা বাত্ৰা।
প্ৰিথিবিৰ বিবৰন।
কএদি এজনক ফাঁসি দিয়া কথা।
কলিকতাৰ পানি সিলৰ ভঁৰাল।
সিংহৰ বিবৰন।

প্ৰথম চোআ। মেই ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ৫ ।
অনেক দেসৰ সম্বাদ।
কানিয়া মানুহ এজনি মৰাৰ কথা।
সিল হৈ জোআ মঁহৰ কথা।
তেজ জোআ সিৰৰ বিবৰন।
প্ৰিথিবিৰ উতৰ ফালৰ বিবৰন।
ইগনেতিয় নামে এজন খ্ৰিষ্টিয়ান মাৰ্তৰৰ কথা।
ভক্তি লোকৰ অনন্ত সুখ।

প্ৰথম চোআ। জুন ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ৬।
অনেক দেসৰ সম্বাদ।
কেমতাই আৰু বনৰৌ পন্থৰ বিবৰন।
কাকতি ফৰিঙ্গৰ কথা।
ফটিকাৰ বিবৰন।
বাঘৰ বিবৰন।

প্ৰথম চোআ। জুলাই ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ৭।
অনেক দেসৰ সম্বাদ।
পানি বৰ্হাৰ বিবৰন।
ভোটৰ দেসৰ বিবৰন।
দানিএল ভবিস্যত বক্তাৰ বিবৰন।

প্ৰথম চোআ। আগষ্ট ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ৮।

অনেক দেসৰ সম্বাদ।

বাপেক, পুতেক আৰু গাধ।

চৰক পুজাৰ বিবৰন।

ধৰমৰ কথা বাত্ৰা।

প্ৰিথিবিৰ পুৰ্বকালিয় ইতিহাসৰ সংখেপ বিবৰন।

হাতিৰ বিবৰন।

প্ৰথম চোআ। চেপ্তেম্বৰ ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ৯।

অনেক দেসৰ সম্বাদ।

গিয়ান সভা আৰু স্কুলৰ বিবৰন।

অৰুনোদই পৰ্হা সৰু লৰাবিলাকৰ প্ৰতি প্ৰথম প্ৰনই পত্ৰ।

উত্তমাসা অন্তৰিপ ঘুৰি, ইউৰপৰ পৰা ভাৰতবৰ্সলৈ প্ৰথম আহিবৰ কথা।

গ্ৰেইত ব্ৰিটেনৰ বিবৰন।

মৰনৰ ভই হেলা কৰা এজনৰ কথা।

প্ৰথম চোআ। অক্তোবৰ ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ১০।

অনেক দেসৰ সম্বাদ।

থেইমচ্ নৈৰ তলে দি সুৰুঙ্গা বাট কৰাৰ বিবৰন।

লোৰ বিবৰন।

মিচৰ দেসৰ বিসই।

উত্তমাসা অন্তৰিপ ঘুৰি, ইউৰপৰ পৰা ভাৰতবৰ্সলৈ প্ৰথম আহিবৰ কথা।

মনুস্য পুন্যৰ পৰা পতিত।

প্ৰাৰ্থনা কৰা কল।

গঁৰৰ বিবৰন।

প্ৰথম চোআ। নৱেম্বৰ ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ১১।

অনেক দেসৰ সম্বাদ।

মতোৱাল হোআৰ কথা।

প্ৰিথিবিৰ পুৰ্ব্বকালিয় ইতিহাসৰ সংখেপ বিবৰন।

য়িহুদিবিলাকৰ কথা।

মাদিয়া ৰাজ্য।

পাৰ্চিৰ ৰাজ্য।

তিমি মাচৰ বিবৰন।

প্ৰথম চোআ। ডিচেম্বৰ ১৮৪৬ খ্ৰিষ্ট অং সঁক। নম্বৰ ১২।

অনেক দেসৰ সম্বাদ।

ধৰমৰ কথা বাত্ৰা।

গ্ৰিক দেসৰ কথা।

ৰোমৰ ৰাজ্য।

বৰখুনৰ কথা।

প্ৰিথিবি আৰু তাৰ সন্তানবিলাকৰ দ্ৰিষ্টান্ত।

বাঘৰে মেৰ পোআলিৰে দ্ৰিষ্টান্ত।

দুতিয় চোআ। জানোআৰি ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ১।

অনেক দেসৰ সম্বাদ।

কথা কোআ বাজনাৰ নক্চা।

নতুন গ্ৰহ দেখা পোআৰ কথা।

ধৰমৰ কথা বাত্ৰা।

লঙ্কা উপদিপৰ কথা।

ভিন ভিন দেসৰ মৰা স লৈ বেৱহাৰ।

লুভিয়া ধনৱন্তৰ কথা।

দুতিয় চোআ। ফেব্ৰোআৰি ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ২।

অনেক দেসৰ সম্বাদ।

ইউৰপৰ কথা।

ৰেগুলচ আৰু খ্ৰিষ্টৰ মৰন।

গিয়ান।

দুতিয় চোআ। মাৰ্চ ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৩।

অনেক দেসৰ সম্বাদ।

ইউৰপৰ কথা।

বুৰা মানুহ আৰু ম্ৰিত্যু।

বুধি নিৰ্বুধি কন্যাৰ দ্ৰিষ্টান্ত।

লাপ্লাণ্ড দেসিয়াবিলাকৰ বেৱহাৰৰ বিসই।

দুতিয় চোআ। এপ্ৰেল ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৪।

অনেক দেসৰ সম্বাদ।

ধৰমৰ কথা বাত্ৰা।

শ্ৰীজুত বাবু আনন্দিৰাম ফুকন কৰ্ত্ৰিক ইংলণ্ডৰ বিবৰন।
এদিষ্টন প্ৰদিপ দল।
অভ্যাসৰ ফল।

দুতিয় চোআ। মেই ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৫।
অনেক দেসৰ সম্বাদ।
খেতিয়কৰ দ্ৰিষ্টান্ত।
মাউৰ কালত বুৰা দাঙ্গৰিয়াৰ মহত্মাৰ বিবৰন।
লৰা কালত সিখ্যা।
খ্ৰিষ্টত সম্পুৰ্ন ত্ৰান।
গাৰোৰ দেসৰ বিবৰন।

দুতিয় চোআ। জুন ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৬।
অনেক দেসৰ সম্বাদ।
তামাখু জি মন্দ গুন তাৰ বিবৰন।
সত্য ভক্তিৰ লাভ।
জুলাই মাহৰ পঞ্জিকা।

দুতিয় চোআ। জুলাই ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৭।
অনেক দেসৰ সম্বাদ।
ধৰমৰ কথা বাত্ৰা।
ৰথ যাত্ৰা।
নানা জাতি মানুহে জি ৰিতিৰে খাই তাৰ বিবৰন।
আগষ্ট মাহৰ পঞ্জিকা।

দুতিয় চোআ। আগষ্ট ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৮।
অনেক দেসৰ সম্বাদ।
ধৰমৰ কথা বাত্ৰা।
বাবেল নগৰৰ বিবৰন।
ইস্বৰৰ মহিমা।
চেপ্তেম্বৰ মাহৰ পঞ্জিকা।

দুতিয় চোআ। চেপ্তেম্বৰ ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ৯।
অনেক দেসৰ সম্বাদ।
মানুহ এজনক ফাঁচি দিয়াৰ কথা।

কলিকতাৰ পৰা গুআহাটিলৈ ভাপৰ নাও অহা জোআৰ কথা।
ত্ৰান কৰ্ত্তাৰ আগমন।
পৰ দ্ৰব্য গ্ৰহন নকৰা আৰু অনুগ্ৰহ জনা।
অক্তোবৰ মাহৰ পঞ্জিকা।

দুতিয় চোআ। অক্তোবৰ ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ১০।
অনেক দেসৰ সম্বাদ।
বলুনৰ, অৰ্থাত বতাহে উৰাই নিয়া পাত্ৰৰ বিবৰন।
হুবে নামে এজন নগা লৰাৰ মৰন।
পৌল পাঁচনিৰ বিবৰন।
নৱেম্বৰ মাহৰ পঞ্জিকা।

দুতিয় চোআ। নৱেম্বৰ ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ১১।
অনেক দেসৰ সম্বাদ।
অতি প্ৰিয় দুজন মিতিৰ।
পৌল পাঁচনিৰ বিবৰন।
পৰম ইস্বৰে স্ৰিষ্টি কৰাৰ কথা।
ইস্বৰলৈ প্ৰাৰ্থনা।
ডিচেম্বৰ মাহৰ পঞ্জিকা।

দুতিয় চোআ। ডিচেম্বৰ ১৮৪৭ খ্ৰিষ্ট অং সঁক। নম্বৰ ১২।
অনেক দেসৰ সম্বাদ।
আমেৰিকান সেনাপতি স্কট চাহাব।
বিবাহ নো হোআকৈ চোআলি অনা।
প্ৰিথিবিৰ আকৰ্সনৰ বিসইতে দুইজনৰ কথোপকথন।
লঙ্গ গচ।
সাপ মেলা জুগিৰ নক্‌চা।
লোভৰ ফল।
পৰম ইস্বৰে স্ৰিষ্টি কৰাৰ কথা।
জানোআৰি মাহৰ পঞ্জিকা।

ত্ৰিতিয় চোআ। জানোআৰি, ১৮৪৮ খ্ৰিষ্ট অং সঁক। নম্বৰ ১।
অনেক দেসৰ সম্বাদ।
ত্ৰোআ নগৰৰ কাঠৰ ঘোঁৰা।

এটা লৰাৰ কাপৰত জুই লাগি মৰাৰ কথা।
জলাপ্লাবনৰ কথা।
মঁহৰ বিবৰন।
ফেব্রোআৰি মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। ফেব্রোআৰি, ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ২।
চন্দ্র সুৰ্জ্যৰ গ্রহন।
অনেক দেসৰ সম্বাদ।
জলাপ্লাবনৰ কথা।
বুৰা মানুহ এটা মৰাৰ কথা।
বলদ গৰুৰ বিবৰন।
মাৰ্চ্চ মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। মাৰ্চ্চ, ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ৩।
অনেক দেসৰ সম্বাদ।
দৰিদ্র আৰু মুৰ্খৰ কথা।
জাইফলৰ গচ।
গাই গৰুৰ বিবৰন।
এপ্রিল মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। এপ্রিল ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ৪।
অনেক দেসৰ সম্বাদ।
বিভিচাৰ বিসয়ক।
মেই মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। মেই ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ৫।
অনেক দেসৰ সম্বাদ।
ধৰমৰ কথা বাত্রা
সত্য ধৰমৰ চাৰি প্রমান।
গিয়ান আৰু লাভ বৰ্হাৰ কথা।
ৰুচিয়া দেসত কুকুৰে চানি টানি নিয়াৰ নক্চা।

ধনৱন্ত আৰু কঙ্গাল মানুহৰ দ্রিষ্টান্ত।
জুন মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। জুন ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ৬।
অনেক দেসৰ সম্বাদ।
কুবা উপদিপৰ কথা।
এলিয়া আৰু বেল দেৱতাৰ কথা।
ধৰমৰ কথা বাত্রা।
নগাৰ বিবৰন।
জুলাই মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। জুলাই ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ৭।
অনেক দেসৰ সম্বাদ।
কুপৌৰ মাখি মৌৰে দ্রিষ্টান্ত।
কুপৌৰে এন্দুৰৰে কথা।
ইষ্ট ভেদ কৰা কথা।
সিংহৰ কথা।
মেকুৰিএ চৰাই পোআলি খোআৰ কথা।
এলিয়াক স্বৰ্গলৈ নিয়াৰ কথা।
খামতিৰ বিবৰন।
মিচিমিৰ বিবৰন।
আগষ্ট মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। আগষ্ট ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ৮।
অনেক দেসৰ সম্বাদ।
বাপেক পুতেকহঁতৰ কথা।
চিংফৌৰ বিবৰন।
অকাৰ্জত ধন ভঙ্গা পুতেকৰ দ্রিষ্টান্ত।
খেঁক সিয়ালৰে লতা পনিয়লৰ কথা।
মিচৰ দেসৰ স্ফিংক্সৰ কথা।
খেহ দেসৰ মহা গৰৰ কথা।
কাউৰিৰে খেঁক সিয়ালেৰে কথা।

এটা কনাৰে এটা খোৰাৰে কথা।
চেপ্তেম্বৰ মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। চেপ্তেম্বৰ ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ৯।
অনেক দেসৰ সম্বাদ।
মৌমাখিৰ বিবৰন।
কাউৰিৰে মেৰ চাগলিৰে কথা।
অক্তোবৰ মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। অক্তোবৰ ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ১০।
অনেক দেসৰ সম্বাদ।
ইউৰপৰ দেসবিলাকৰ নক্চা।
পুৰ্ব্বকালৰ ইংলণ্ডিয়বিলাকৰ বিবৰন।
ক্রাকৌৰ ওচৰত থকা লোন খনা গাঁত।
কম্পানি বাহাদুৰৰ বিবৰন।
নৱেম্বৰ মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। নৱেম্বৰ ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ১১।

অনেক দেসৰ সম্বাদ।
বেঙ্গ আদি অচেতন হৈ থকাৰ কথা।
মন তম্ভিত হোআ কথা।
আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিবৰন।
জাত্রিকৰ জাত্রা।
কলঙ্গ নৈৰ ওপৰত কাঠৰ দলঙ্গ।
ডিচেম্বৰ মাহৰ পঞ্জিকা।

ত্রিতিয় চোআ। ডিচেম্বৰ ১৮৪৮ খ্রিষ্ট অং সঁক। নম্বৰ ১২।

অনেক দেসৰ সম্বাদ।
ধৰমৰ কথা বাত্রা।
ইংৰাজি আৰু হিন্দুৰ মাহ দিন মিলোআৰ ক্রম।
সপ্তৰিসি, ধ্রুব, আৰু কাচিয়পিয়া নখ্যত্র।

য়িচু সত্য বলিদান।

জানুআৰি অৰ্থাত মাঘ, ১৮৪৯।

মহা বিসুব সংক্ৰান্তিৰ পৰা জলবিসুব সংক্ৰান্তিলৈ সুৰ্জ থকা প্ৰথম চই ৰাসিৰ নক্‌চা।

জলবিসুভ সংক্ৰান্তিৰ পৰা মহাবিসুভ সংক্ৰান্তিলৈ সুৰ্জ থকা সেস চই ৰাসিৰ নক্‌চা।

চতুৰ্থ চোআ। জানুআৰি ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ১।

অনেক দেসৰ সম্বাদ।

প্ৰিথিবিৰ বৰ্গমাইল আৰু প্ৰজাৰ মুঠ লেখা।

শ্ৰীপ্ৰাণনাথ বৰুআই লিখা কলি[ক]তা আদি ভাটি দেসৰ বিবৰন।

ফেব্ৰুআৰি, অৰ্থাত ফাগুন, ১৮৪৯।

চতুৰ্থ চোআ। ফেব্ৰুআৰি ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ২।

সুৰ্জৰ গ্ৰহন লগা কথা।

অনেক দেসৰ সম্বাদ।

ধৰমৰ কথা বাত্ৰা।

অঁকাৰ বিবৰন।

আচিয়া বৰ্সৰ দেসবিলাক।

অহঙ্কাৰৰ কথা।

মাৰ্চ অৰ্থাত চত, ১৮৪৯।

চতুৰ্থ চোআ। মাৰ্চ ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ৩।

অনেক দেসৰ সম্বাদ।

কলিকতাত বেলুনত উঠি জোআৰ কথা।

কলম্বচে খ্ৰিষ্টান্ত দি বুজোআৰ কথা।

গিয়ানিৰে মুৰ্খৰে কথা।

সত্যাদি জুগৰ কথা।

আব্ৰাহামৰ বিবৰন।

টেঙ্গৰ জালোআইৰ কথা।

এপ্ৰিল অৰ্থাত বহাগ, ১৮৪৯।

চতুৰ্থ চোআ। এপ্রিল ১৮৪৯ খ্রিষ্ট অং সঁক। নম্বৰ ৪।

অনেক দেসৰ সম্বাদ।
গিয়ানৱন্ত ৰজাৰ সোধ।
অনন্ত কাল।
মানিক পোআ দুই ভায়েকৰ কথা।
দুটা ইষ্ট মানুহৰ কথা।
আলাসতে বহি থকা সন্যাসিৰ কথা।
মেই, অৰ্থাত জেঠ, ১৮৪৯।

চতুৰ্থ চোআ। মেই ১৮৪৯ খ্রিষ্ট অং সঁক। নম্বৰ ৫।

অনেক দেসৰ সম্বাদ।
পঞ্জাবৰ ৰনৰ সেসৰ কথা।
গবৰ্নমেণ্টৰ ঘোসনা।
জুন, অৰ্থাত আহাৰ, ১৮৪৯।

চতুৰ্থ চোআ। জুন ১৮৪৯ খ্রিষ্ট অং সঁক। নম্বৰ ৬।

অনেক দেসৰ সম্বাদ।
ঘোঁৰাৰ বিবৰন।
জুলাই, অৰ্থাত সাওন, ১৮৪৯।

চতুৰ্থ চোআ। জুলাই ১৮৪৯ খ্রিষ্ট অং সঁক। নম্বৰ ৭।

অনেক দেসৰ সম্বাদ।
চাপাখানাৰ কথা।
খেমা কৰাৰ কথা।
ধৰমৰ কথা বাত্রা।
ইচাকৰ বিবৰন।
পিৰুদেসৰ মেৰ চাগলি।
সাখিৰ নিমিতে গচ মতোআৰ কথা।
আগষ্ট, অৰ্থাত ভাদ, ১৮৪৯।

চতুৰ্থ চোআ। আগষ্ট ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ৮।
অনেক দেসৰ সম্বাদ।
জিৰাফ, অৰ্থাত নাহৰ ফুটুকিয়া পহুৰ বিবৰন।
আমেৰিকালৈ জোআ এজন নগাওঁ স্কুলৰ চাত্ৰৰ পৰা....।
অসম লৰা আমেৰিকালৈ জোআৰ কথা।
কুকুৰ আৰু সিয়ালৰ কথা।
চেপ্তেম্বৰ, অৰ্থাত আহিন, ১৮৪৯।

চতুৰ্থ চোআ। চেপ্তেম্বৰ ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ৯।
অনেক দেসৰ সম্বাদ।
উট চৰাই।
গুপুত ধন।
ঘোঁৰাৰ ইতিহাস কথা।
অক্তোবৰ, অৰ্থাত কাতি, ১৮৪৯।

চতুৰ্থ চোআ। অক্তোবৰ ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ১০।
অনেক দেসৰ সম্বাদ।
"অসমিয়া লৰাৰ মিত্ৰ।"
য়াকোবৰ বিবৰন।
নবেম্বৰ অৰ্থাত আঘোন, ১৮৪৯।

চতুৰ্থ চোআ। নবেম্বৰ ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ১১।
অনেক দেসৰ সম্বাদ।
নানা সম্বাদ।
য়োচেফৰ বিবৰন।
সাধু কথা।
আমেৰিকাৰ পৰা পোআ পত্ৰ।
ডিচেম্বৰ, অৰ্থাত পুহ, ১৮৪৯।

চতুৰ্থ চোআ। ডিচেম্বৰ ১৮৪৯ খ্ৰিষ্ট অং সঁক। নম্বৰ ১২।
অনেক দেসৰ সম্বাদ।
পৰিশ্ৰমৰ ফল।

য়োচেফৰ বিৱৰন।

লৰাবিলাকক পৰ্হিবলৈ সিকোআ বাপেক মাকৰ উচিত।

পঞ্চম চোআ। জানুআৰি ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ১।

অনেক দেসৰ সম্বাদ।

মচলমানবে চাগলিবে কথা।

বিবৰ পহুৰ বিৱৰন।

য়োচেফৰ বিৱৰন।

পঞ্চম চোআ। ফেবৰুআৰি ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ২।

অনেক দেসৰ সম্বাদ।

য়োচেফৰ বিৱৰন।

নেগুৰ বজোআ সাপ।

মৰিচ আৰু জেনেবিৰৰ কথা।

এবিধ কেমতাই পহুৰ নক্চা।

প্লাঙ্কচ আৰু তেওঁৰ দাস সকলৰ কথা।

সিকোআ চাগলিৰ কথা।

ভাঁৰি কোআ।

পঞ্চম চোআ। মাৰ্চ ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৩।

ইগুআনাৰ বিৱৰন।

হিন্দুস্থানৰ বুৰঞ্জি।

পঞ্চম চোআ। এপ্রিল ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৪।

দোদো পখি।

হিন্দুস্থানৰ বুৰঞ্জি।

গজনিনৰ দুতিয় ৰজা মহমদৰ আখ্যান।

গজনিনৰ ত্রিতিয় ৰজা মচউদৰ আখ্যান।

পঞ্চম চোআ। মেই ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৫।

কাচোআৰি চৰাইৰ বিৱৰন।

গজনিনৰ চতুৰ্থ ৰজা মদুদ।
গজনিনৰ পঞ্চম ৰজা দুতিয় মচউদ।
গজনিনৰ সষ্ঠ ৰজা আবদুল হচেন।
গজনিনৰ সপ্তম ৰজা আবদুল ৰাচেদ।
গজনিনৰ অষ্টম ৰজা ফেৰুখজাদ।
গজনিনৰ নৱম ৰজা ইব্রাহিম।
গজনিনৰ দসম ৰজা ত্রিতিয় মচউদ।
গজনিনৰ একাদশ ৰজা আৰ্চিলা।
গজনিনৰ দ্বাদস ৰজা বহ্‌ৰাম।
গজনিনৰ ত্রয়োদস ৰজা খোস্রো।
গজনিনৰ চতুৰ্দস ৰজা দুতিয় খোস্রো।

পঞ্চম চোআ। জুন ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৬।
গৌৰৰ ৰজাবিলাকৰ বিবৰন।
গৌৰ আৰু হিন্দুস্থানৰ প্রথম ৰজা মহমদৰ আখ্যান।
আপুনি আপোনাৰ বিচাৰ কৰা উচিত অথবা তিনটা লৰাৰ বিবৰন।

পঞ্চম চোআ। জুলাই ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৭।
গৌৰৰ দুতিয় ৰজা মহমদৰ আখ্যান।
কাৰাজিমৰ বাদস্যা মহমদৰ আখ্যান।
জঙ্গিচ খাৰ ৰাজ্যৰ বিবৰন।

পঞ্চম চোআ। আগষ্ট ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৮।
অনেক দেসৰ সম্বাদ।
আফ্রিকাৰ পুব ডোখৰ জেঙ্গিবাৰ দেস।
কলিকতা নগৰৰ পিয়ল।
খ্রিত্ত্য হোআ পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন।
পুৰনি অসম বুৰঞ্জি।
তিনটা লৰাৰ বিবৰন, দুতিয় ভাগ।

পঞ্চম চোআ। চেপ্তেম্বৰ ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ৯।
অনেক দেসৰ সম্বাদ।
কৌর্ত অফ ডিৰেক্তৰ্চ।
ধৰমৰ কথা বাত্রা।
পাদুৰি বার্কৰ চাহাবৰ বিবৰন।
পুৰনি অসম বুৰঞ্জি।

পঞ্চম চোআ। অক্তোবৰ ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ১০।
অনেক দেসৰ সম্বাদ।
পাদুৰি বার্কৰ চাহাবৰ বিবৰন।
আফ্রিকাৰ দখিন ফালৰ বিবৰন।
পুৰনি অসম বুৰঞ্জি।

পঞ্চম চোআ। নৱেম্বৰ ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ১১।
অনেক দেসৰ সম্বাদ।
কাচৰ বিবৰন।
ৰামগতিৰ বিবৰন।
পুৰনি অসম বুৰঞ্জি।
সোনৰ কনি পৰা হাঁহৰ পটন্তৰ।

পঞ্চম চোআ। ডিচেম্বৰ ১৮৫০ খ্রিষ্ট অং সঁক। নম্বৰ ১২।
অনেক দেসৰ সম্বাদ।
দিঘল সিঙ্গ থকা পছুৰ দ্রিষ্টান্ত।
সমুদ্রৰ সাপ ওলোআৰ কথা।
পুৰনি অসম বুৰঞ্জি।

৬ বচৰ। জানুআৰি, ১৮৫১। নম্বৰ ১।
অস্ত্রেলিয়াৰ বিবৰন।
জাত্রিকৰ জাত্রা ১ আধ্যা।
ৰনুৰা গামৰ বিবৰন।
ৰাতিৰ বিবৰন।
পুৰনি অসম বুৰঞ্জি।

অনেক দেসৰ সম্বাদ।
ফেবৰুআৰি, ফাগুন মাহৰ পঞ্জিকা।

৬ বচৰ। ফেবৰুআৰি, ১৮৫১। নম্বৰ ২।
নিস্তাৰৰ উপাই।
ইস্বৰৰ দসম আগ্যা।
প্ৰভু য়িচু খ্ৰিষ্টৰ অবতাৰ বিবৰন।
নৰকৰ বিবৰন।
স্বৰগৰ বিবৰন।
বিনই বচন।
জাত্ৰিকৰ জাত্ৰা, ২ আধ্যা।
ধৰমি চহৰিয়া এজনৰ বিবৰন।
কিৰ্পিনৰ পটন্তৰ।
পুৰনি অসম বুৰঞ্জি, নং ৭।
অনেক দেসৰ সম্বাদ।
মাৰ্চ, অৰ্থাত চ'তৰ পঞ্জিকা।

৬ বচৰ। মাৰ্চ, ১৮৫১। নম্বৰ ৩।
নায়াগৰা আদি নদি পতন।
কলিকতাৰ সুখিয়াতি।
জাত্ৰিকৰ জাত্ৰা, ২ আধ্যা।
পুৰনি অসম বুৰঞ্জি, নং ৮ ।
দায়া।
অনেক দেসৰ সম্বাদ।
ৰঙ্গপুৰত ৰুপ খানি উলিওৱা।
এপ্ৰিল, অৰ্থাত বহাগৰ পঞ্জিকা।

৬ বচৰ। এপ্ৰিল, ১৮৫১। নম্বৰ ৪।
আচিয়াৰ উতৰ দেস ৰুচিয়াৰ বিবৰন।
সত্য ধৰমৰ সংখ্যেপ কথা।
ধৰমৰ কথাৰ সম্বাদ।
ম্ৰিত্যু, মহা বিচাৰৰ দিন আৰু অনন্তকাল।

এজনি খ্রিষ্টিয়ান তিৰোতাৰ বিবৰন।
পুৰনি অসম বুৰঞ্জি, নং ৯।
অনেক দেসৰ সম্বাদ।
মেই, অৰ্থাত জেঠৰ পঞ্জিকা।

৬ বচৰ। মেই, ১৮৫১। নম্বৰ ৫।
আচিয়াত থকা ভাগ তুৰুকৰ বিবৰন।
জাত্রিকৰ জাত্রা, ৩ আধ্যা।
পুৰনি অসম বুৰঞ্জি, নং ১০।
অনেক দেসৰ সম্বাদ।
কলিকতা আদি বঙ্গাল দেসত চলোআ বঙ্গালি ভাসাৰ সমাচাৰ পত্র-বিলাকৰ নাম।
লৰাৰ নিমিতে সাঁথৰ দিয়া।
বঙ্গপুৰত খানি উলিওৱা ৰুপ।
জুন, অৰ্থাত আহাৰৰ পঞ্জিকা।

৬ বচৰ। জুন, ১৮৫১। নম্বৰ ৬।
চুৰিয়া আৰু য়িহুদা দেসৰ বিবৰন।
কলি জুগত ভোগ কৰা ৰজাবিলাকৰ নাম।
খ্রিষ্টৰ কথাত তোমালোকৰ মনে কি ধৰে?
পুৰনি অসম বুৰঞ্জি, নং ১১।
অনেক দেসৰ সম্বাদ।
তিমি মাচ মৰাৰ বিবৰন।
জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা।

৬ বচৰ। জুলাই, ১৮৫১। নম্বৰ ৭।
আৰৱ দেসৰ বিবৰন।
ধৰম কথাৰ সম্বাদ।
জাত্রিকৰ জাত্রা, ৩ আধ্যা।
লুইচা নামেৰে এজনি চোআলিৰ বিবৰন।
দেস বিদেসৰ বস্তুৰ মহা দৰ্সন।
পুৰনি অসম বুৰঞ্জি, নং ১২।

মাটিত খানি উলিওৱা ৰূপ।
কুট অঙ্কৰ গননা।
নগাঁৱত মাউৰ লগাৰ কথা।
অনেক দেসৰ সম্বাদ।
আগষ্ট, অৰ্থাত ভাদ মাহৰ পঞ্জিকা।

৬ বচৰ। আগষ্ট, ১৮৫১। নম্বৰ ৮।
মিচৰ দেসৰ বিবৰন।
জাত্রিকৰ জাত্রা, ৪ আধ্যা।
পুৰ্ব কালৰ ইতিহাস, প্ৰথম আধ্যা।
স্রিষ্টি কৰা বিবৰন।
পুৰনি অসম বুৰঞ্জি, নং ১৩।
অনেক দেসৰ সম্বাদ।
সাঁথৰ দিয়া।
চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা।

৬ বচৰ। চেপ্তেম্বৰ, ১৮৫১। নম্বৰ ৯।
পাৰ্চি দেসৰ বিবৰন।
লণ্ডন নগৰৰ নিবাসিৰ সংখ্যা।
ধৰম কথাৰ সম্বাদ।
কালে সৰ্ব্বনাস কৰা কথা।
মহা দৰ্সনৰ আৰ্চি ঘৰ।
কলিকতাত থকা শ্ৰীজুত সুজাত আলিএ লিখা পত্ৰ।
কুট অঙ্কৰ গননা।
ঘুৰনিয়া মাটিৰ হিচাব।
অচম দেস সত্ৰুএ আক্ৰমন কৰা কথা।
গলায়া আৰাতু ভাটৌ।
মাটিত টঙ্গনিয়াই চোৰ ধৰা কথা।
সাঁথৰ দিয়া।
অনেক দেসৰ সম্বাদ।
অক্তোবৰ, অৰ্থাত কাতিৰ পঞ্জিকা।

৬ বচৰ। অক্তোবৰ, ১৮৫১। নম্বৰ ১০।

আমেৰিকাৰ মধ্যম ভাগৰ বিবৰন।

পৌল পাঁচনিৰ বিবৰন।

প্রস্ন।

পৌল পাঁচনিৰ জৌৱন কালৰ বিবৰন।

প্রস্ন।

পৌলৰ মন পালটাৰ বিসই।

প্রস্ন।

পুৰনি অসম বুৰঞ্জি, নং ১৪।

অনেক দেসৰ সম্বাদ।

নৱেম্বৰ, অর্থাত আঘোনৰ পঞ্জিকা।

৬ বচৰ। নৱেম্বৰ, ১৮৫১। নম্বৰ ১১।

আমেৰিকা মিল দেসৰ পুব ভাগৰ বিবৰন।

য়িৰুচালমলৈ পৌলৰ প্রথম জাত্রা।

য়িৰুচালমলৈ পৌলৰ দুতিয় জাত্রা।

পৌলৰ প্রথম মিস্যনেৰি জাত্রা।

প্রস্ন।

য়িৰুচালমলৈ পৌলৰ ত্রিতিয় জাত্রা।

প্রস্ন।

পৌলৰ দুতিয় মিস্যনেৰি জাত্রা।

প্রস্ন।

পৌলৰ ত্রিতিয় মিস্যনেৰি জাত্রা।

প্রস্ন।

পুৰনি অসম বুৰঞ্জি, নং ১৫।

অনেক দেসৰ সম্বাদ।

ডিচেম্বৰ, অর্থাত পুহ্ৰ পঞ্জিকা।

৬ বচৰ। ডিচেম্বৰ, ১৮৫১। নম্বৰ ১২।

আমেৰিকা দেসৰ পচিম ভাগ।

য়িৰুচালমলৈ পৌলৰ সেস জাত্রা।

প্রস্ন।

ৰোম নগৰলৈ পৌলৰ প্ৰথম জাত্ৰা।
প্ৰস্ন।
পৌল বন্দিসালৰ পৰা মুকলি হোআ।
প্ৰস্ন।
ৰোম নগৰলৈ পৌলৰ দুতিয় জাত্ৰা।
প্ৰস্ন। ন. ল. ফ.।
ধৰমৰ কথা বাত্ৰা।
হিৰা আদি মুকুতাৰ বিবৰন।
অনেক দেসৰ সম্বাদ।
জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা।

৭ বচৰ। জানুআৰি, ১৮৫২। নম্বৰ ১।
কাস্মিৰ দেসৰ বিবৰন।
ধৰম কথাৰ সম্বাদ।
অচমিয়া বাপ্তিষ্ট সমাজ পতাৰ কথা।
কাপৰত তুলিবৰ নিমিতে ৯ সুতিয়া আখৰৰ ঠগ।
গজনিনৰ ৰজাবিলাকৰ নাম আৰু ৰাজ্য পোআ সঁক।
হিন্দুস্থানৰ পাঠান বা আফ্‌গানৰ ৰজাৰ নাম।
তিমুৰ আদি মগল বংসি ৰজাৰ নাম।
য়ান হাৰ্মচেন নামেৰে এটা মাউৰা লৰাৰ বিবৰন।
আদমে পাপ কৰা।
পুৰনি অসম বুৰঞ্জি, নং ১৬।
দিলিৰ মগল বাদস্যাবিলাকৰ ৰূপ।
অনেক দেসৰ সম্বাদ।
ফেবৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা।

৭ বচৰ। ফেবৰুআৰি, ১৮৫২। নম্বৰ ২।
ব্ৰিটিস্য আমেৰিকা দেস।
অঙ্ক গননাৰ প্ৰস্ন।
তিনিজন ভাই মিস্যনেৰি জাত্ৰা।
কইন আৰু হেবেলৰ কথা।
এটা ভাইৰ উপদেস।

পুৰনি অসম বুৰঞ্জি, নং ১৭।
মাত্ৰি বধ।
জিয়াই থাকিবলৈ কেবল পাঁচ খন্ডেক মাথোন।
ডাঙৰ ডিঙিৰে এটা মানুহৰ কথা।
অনেক দেসৰ সম্বাদ।
মাৰ্চ, অৰ্থাত চতৰ পঞ্জিকা।

৭ বচৰ। মাৰ্চ, ১৮৫২। নম্বৰ ৩।
মেকচিকো দেসৰ বিবৰন।
নিনিবি পুৰনি নগৰত পোআ মুৰ্ত্তি।
জাত্ৰিকৰ জাত্ৰা, ৫ আধ্যা।
জলপ্লাবন।
পুৰনি অসম বুৰঞ্জি, নং ১৮।
এজনি ধৰমি তিৰোতাৰ কথা।
উচিত কথা।
বৰ ডাঙৰ বিৰ এজনৰ বিবৰন।
পিত্ৰি মাত্ৰি সমাদৰ কৰা।
ধনৰ উতম খৰচ।
দুটা সক লৰাৰ কথা বাত্ৰা।
ঔষধ।
অনেক দেসৰ সম্বাদ।
এপ্ৰিল, অৰ্থাত বহাগৰ পঞ্জিকা।

৭ বচৰ। এপ্ৰিল, ১৮৫২। নম্বৰ ৪।
গুআতিমালা দেসৰ বিবৰন।
পচিম দিপ প্ৰথমে বিচাৰি পোআ লোকৰ বিবৰন।
ইস্বৰে পাপ কৰাইনে ?
জাত্ৰিকৰ জাত্ৰা, ৫ আধ্যা।
আব্ৰাহামলৈ অঙ্গিকাৰ কৰা দেশ।
পুৰনি অসম বুৰঞ্জি, নং ১৯।
মৈদামত জিয়াই থোআ এটি কেঁচুআ চোআলিৰ কথা।
বাজ কুকুৰৰ অদ্ভুত কথা।

অনেক দেসৰ সম্বাদ।
এপ্রিল, অর্থাত জেঠ মাহৰ পঞ্জিকা।

৭ বচৰ। মেই, ১৮৫২। নম্বৰ ৫।
আফ্রিকাৰ পচিম দেসবিলাক।
পিত্রি মাত্রিয়ে লৰাক কেনেকৈ সিকাই ?
জাত্রিকৰ জাত্রা, ৬ আধ্যা।
আপোনাৰ দৰে লোকক হিত কৰা।
আব্রাহামলৈ অঙ্গিকাৰ কৰা পুত্র।
ম্রিত্যু আহিব।
পুৰনি অসম বুৰঞ্জি, নং ২০।
অনেক দেসৰ সম্বাদ।
জুন, অর্থাত আহাৰৰ পঞ্জিকা।

৭ বচৰ। জুন, ১৮৫২। নম্বৰ ৬।
লিদিয়া স্তুতিবেস্ত, নাইবা আত্মাক নাস কৰা ঠাবৰ।
খঙ্গ কৰাৰ কথাত হিতোপদেস।
অলপ পাপলৈকো ভয় কৰাৰ কথা।
আব্রাহাম নাইবা প্রেমৰ পৰিখা।
পুৰনি অসম বুৰঞ্জি, নং ২১।
চিন কেতবিলাক।
তাৰ পাচে কি? ম.
পাৰাদাইচ পখিৰ বিবৰন।
অনেক দেসৰ সম্বাদ।
জুলাই, অর্থাত আহাৰৰ পঞ্জিকা।

৭ বচৰ। জুলাই, ১৮৫২। নম্বৰ ৭।
মান দেসৰ বিবৰন।
মই প্রার্থনা কৰিব নে জানোঁ।
সুবুধি বচন।
তির্থৰ বিবৰন।
য়াকোবে দেখা স্বর্গিয় সপোন।

ইস্বৰে আপোনাৰ লোকক ৰখা।
কেম্‌তাই পন্থ ধৰা কথা।
অনেক দেসৰ সম্বাদ।
আগষ্ট, অর্থাত ভাদৰ পঞ্জিকা।

৭ বচৰ। আগষ্ট, ১৮৫২। নম্বৰ ৮।
হিন্দুস্থানৰ বিবৰন।
তির্থৰ বিবৰন।
আর্চ্চিৰ বিসই।
উচিত আর্হি দেখাবৰ প্রয়োজন।
য়াকোবৰ বহু দিনিয়া জাত্রা।
প্রার্থনাৰ গুন।
পুৰনি অসম বুৰঞ্জি, নং ২২।
মৰনৰ বিসয়ে কিচু চিন্তা।
এটা ন ভবা গননা।
মৰনৰ ভই হেলা কৰা এজনৰ কথা।
গিত।
অনেক দেসৰ সম্বাদ।
চেপ্তেম্বৰ, অর্থাত আহিনৰ পঞ্জিকা।

৭ বচৰ। চেপ্তেম্বৰ, ১৮৫২। নম্বৰ ৯।
হিন্দু ধৰমৰ বিবৰন।
তির্থৰ জাত্রা।
য়াকোব নাইবা গোট খোআ।
ৰুমিয়া ৰজাবিলাকৰ আখ্যান।
হিত উপদেশ।
অনেক দেসৰ সম্বাদ।
অক্তোবৰ, অর্থাত কাতিৰ পঞ্জিকা।

৭ বচৰ। অক্তোবৰ, ১৮৫২। নম্বৰ ১০।
হিন্দুস্থানৰ নানা প্রদেস।
তির্থ জাত্রা।

য়োচেফক গাঁতত থোআৰ কথা।
আকৰ্ৰ্সন আৰু তাপৰ বিসই।
ইস্বৰ তেওঁৰ সকলো স্রিষ্টিতকৈ গৌৰৱন্ত।
উঁইৰ কথা। লৰাৰ মিত্র।
গিয়ানৰ পুত্র, অৰ্থাত মনুস্য।
ডিউক অফ ওএলিংতনৰ বিবৰন।
নৱেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা।

৭ বচৰ। নৱেম্বৰ, ১৮৫২। নম্বৰ ১১।
সোনতকৈ স্রম ভাল।
ধৰমৰ কথা বাত্রা।
তিৰ্থ জাত্রা।
য়োচেফ বন্দি হোআৰ কথা।
ইস্বৰৰ চকু সকলো ঠাইতে আচে।
বকৰে সাবুক ভঙ্গাৰে সাধু কথা।
অনেক দেসৰ সম্বাদ।
ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা।

৭ বচৰ। ডিচেম্বৰ, ১৮৫২। নম্বৰ ১২।
তাতাৰ দেসৰ বিবৰন।
ধৰম সিকিবলৈ লৰাৰ নিবেদন।
সৰু চোআলিৰ ভাবনা।
দেওপুজক লৰাৰ গান।
তিৰ্থৰ জাত্রা।
চিপিও সেনাপতিৰ চৰিত্রৰ কথা।
য়োচেফ বন্দি হোআৰ কথা।
গিয়ানৰ পহাৰ।
অনেক দেসৰ সম্বাদ।
জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা।

৮ বচৰ। জানুআৰি, ১৮৫৩। নম্বৰ ১।
নকৈ লোআ পেগু দেস।

বঙ্গপুৰ নগৰৰ বৰ্ণন। দয়াৰাম।
পাৰ্চি ৰজা আৰু বন্দি।
তিৰ্থৰ জাত্ৰা।
য়োচেফ, আৰু ৰজাৰ বাটি লোআ, আৰু চাঙ্গমাই।
কামৰুপৰ বুৰঞ্জি, ১ আধ্যা।
অনেক দেসৰ সম্বাদ।
ফেব্ৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা।

৮ বচৰ। ফেব্ৰুআৰি, ১৮৫৩। নম্বৰ ২।
খেহ্ আৰু কানিৰ কথা।
মোৰ আই।
গিয়ান ৰুপে বুধি দিয়া।
পৰিখা জই কৰা।
চাপাখানাৰ বিবৰন।
দাৱিদৰ গিত।
কনিলিয় আৰু পিতৰৰ দৰ্সন।
হিন্দু লৰাৰ উতম উত্তৰ।
সুৰ্জ্জ চন্দ্ৰ আৰু তৰাবিলাকৰ বেৱস্থা।
পৰ্বতবোৰৰ বিবৰন।
এটা চিকাৰি আৰু সিয়াল।
সুবচন।
কামৰুপৰ বুৰঞ্জি, ২ আধ্যা।
জৌবন ব্ৰাহ্মন খ্ৰিষ্টিয়ান হোআ।
অনেক দেসৰ সম্বাদ।
মাত্ৰিৰ সান্তনা।

৮ বচৰ। মাৰ্চ, ১৮৫৩। নম্বৰ ৩।
মান দেসৰ সম্বাদ।
আদি বাসি নগাৰ কথা।
পাৰচি দেসৰ বাদস্যা।
কামৰুপৰ বুৰঞ্জি।
সুৰ্জ্জৰ উদই। অৰ্থাত লৰাবিলাকৰ গিয়ান জনমোআ ধৰম উপদেস।

ধৰম সাস্ত্ৰক মান্য কৰা এক সৰু লৰাৰ কথা।
যেহ লোকৰ ক্ৰিপা কৰোঁতা দেবি।
মিচা কথাত ভই পোআ এক সৰু লৰাৰ কথা।
চুৰ কৰিবলৈ ভই কৰা এক সৰু লৰাৰ কথা।
হাকিম কালিফ।
আগ্ৰিপা ৰজা।
জৰ্মানি দেসৰ এক সাধু কথা।
পৰিখাৰ বিবৰন।
কু ভাৱনা।
ভেটি দিয়াৰ অসুভ ফল।
সাগৰৰ ওপৰত জাহাজ ভগাৰ বিবৰন।
অনেক দেসৰ সম্বাদ।

৮ বচৰ। এপ্ৰিল ১৮৫৩। নম্বৰ ৪।

গোট গোট হোআ আখৰে প্ৰথমে চপা পাত।
সাধু চোৰ ব্ৰিতি কৰাৰ কথা।
শ্ৰীজুত পাদুৰি দাইবলি চাহাব ম্ৰিত্যু হোৱা।
কিমান বাজিচে?
ধৰম কথাৰ সম্বাদ।
নানা বিধ ধৰম আচৰন কৰা
লোকৰ সংখ্যা।
য়োচেফ বন্দিসালৰ পৰা মুকলি হোআ।
মানুহ আৰু জন্তুবিলাকৰ মাজত জি ভেদ হই তাৰে কিছু কথা।
পোসন পালন কৰা মাত্ৰিৰ কথা।
গঙ্গা নাৰায়ন চিল।
কমিয়া ৰজাবিলাকৰ আখ্যান।
মানুহৰ অমৰনৰ বিসয়ে আকাসৰ তৰাবিলাকে প্ৰমান দিয়া।
কালৰ বিসই।
বায়ুৰ গধুৰ পৰিমান কৰা জোখৰ জন্ত্ৰ।
চেতন হোআ।
মুৰ্খক কিহেৰে জনা জাই।
পাপ সোমোআ দুআৰ।

ৰুপৰ পাঁচনি।
মহা সমুদ্ৰৰ জোখ।
অনেক দেসৰ সম্বাদ।
মেই, অৰ্থাত জেঠৰ পঞ্জিকা।

৮ বচৰ। মেই, ১৮৫৩। নম্বৰ ৫।
টাইমচ্ নামেৰে সম্বাদ পত্ৰ চপা ঘৰ।
বিখোআনা নামেৰে এবিধ অসভ্য লোকে প্ৰথমে পুথি পাই আনন্দ কৰাৰ কথা।
অচম দেসৰ লোক সকলৰ প্ৰতি নিবেদন পত্ৰ।
য়োচেফ মিচৰ দেসৰ অধিকাৰ হোআ।
আৰিকাৰি চৰাইৰ বিবৰন।
দুখিয়া লোকক দায়া কৰা।
আচৰিত ৰুপে প্ৰান ৰখ্যা পোআ।
গিত।
কামৰুপৰ বুৰঞ্জি, ৫ আধ্যা।
অনেক দেসৰ সম্বাদ।
মান দেসৰ বাত্ৰা।
জাপান উপদিপ।
জুন, অৰ্থাত আহাৰৰ পঞ্জিকা।

৮ বচৰ। জুন, ১৮৫৩। নম্বৰ ৬।
লঙ্কা দিপত মুকুতা বিচৰা
বাতিৰাম প্ৰচাৰকৰ সান্তনা ৰুপে মৰন।
খেহ আৰু অচম দেসৰ ইস্কুলৰ কথা।
য়োচেফ, নতু ভোজৰ কথা।
কন্‌স্তাণ্ঠিয়চ ৰজাই খ্ৰিষ্টিয়ান লোকক পৰিখা কৰি প্ৰতিফল দিয়া কথা।
গুআহাটিৰ বিবৰন।
আপোনাৰ হিত চিন্তা কুকুৰ।
প্ৰাথমিক সিখ্যা।
মৌ মাখিৰ কথা।
কামৰুপৰ বুৰঞ্জি, ৬ আধ্যা।

অনেক দেসৰ সম্বাদ।
নগাঁৱত মাউৰ লগাৰ কথা।
জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা।

৮ বচৰ। জুলাই, ১৮৫৩। নম্বৰ ৭।
আমেৰিকা দেসৰ ওআস্যিংতন নগৰৰ ৰাজ সভা ঘৰ।
খেহ লোকৰ সেৱা পুজা কৰা মন্দিৰ।
উতৰ কাচাৰ দেসৰ পৰা লিখা।
লঙ্কা দিপৰ বিবৰন।
অচম দেসৰ লোক সকলৰ প্ৰতি দুতিয় নিবেদন পত্ৰ।
কলিকতা নগৰত থকা এজন অচমিয়া লোক।
ইস্বৰ আৰু তেওঁৰ স্ৰিষ্টিৰ কৰমৰ কথা।
বনিয়ান চাহাব আৰু বন্দিসাল ৰখিয়াৰ কথা।
আনন্দেৰে মৰন।
খেহ দেশৰ পৰা আচৰিত সম্বাদ।
তিনিটা সৰু মাচৰ ত্ৰিষ্টান্তৰ কথা।
মৰমিয়াল কুকুৰ।
কামৰুপৰ বুৰঞ্জি, ৭ আধ্যা।
অনেক দেসৰ সম্বাদ।
আগষ্ট, অৰ্থাত ভাদ মাহৰ পঞ্জিকা।

৮ বচৰ। আগষ্ট, ১৮৫৩। নম্বৰ ৮।
জিব্ৰা পহুৰ বিবৰন।
অচমিয়া লোকে অচমিয়া ভাসা সিকাৰ ফল; ত্ৰিতিয় পত্ৰ।
অচমিয়া লোক সকলৰ হিত কথা।
খেহ দেসৰ জঙ্ক নামেৰে সাগৰত ফুৰা জাহাজ।
য়োনাৰ বিবৰন।
য়োচেফ নতু ক্ষমাৱন্ত ভায়েক।
ৰৰখুনৰ আখ্যান।
জন্তুবোৰক আমি জি ৰুপ বেৱহাৰ কৰিব লাগে তাৰ কথা।
বঙ্গাল দেসৰ বৰিচাল জিলাৰ একাল।
লুং চাং নামে এটি নগা লৰাৰ কথা।

অনেক দেসৰ সম্বাদ।
মান দেসৰ মিলন হোআৰ বাত্ৰা।
১৮৫২ সঁকৰ কলিকতা পুলিচৰ ৰিপৰ্ট।
জগনাথ তিৰ্থত জাত্ৰিক লোকৰ মৰন।
চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা।

৮ বচৰ। চেপ্তেম্বৰ, ১৮৫৩। নম্বৰ ৯।
বিশ্ৰাম দিন আৰু ইস্বৰক ভজা ঘৰ।
ঢাকাৰ মল মল কাপোৰৰ বিবৰন।
চৰাই চলনৰ সক্তি।
মান দেসৰ কাৰেন লোকৰ আখ্যান।
য়োচেফ নতু হেবোঅা পুত্ৰ।
উপকাৰি পৰামৰ্শ।
বিবেচনাৰ গুন।
সংসাৰৰ মায়াৰ বজাৰ।
সুৰ সিকা এটা পাৰ চৰাইৰ কথা।
হাঁতি আৰু সিয়ালৰ দ্ৰিষ্টান্ত।
বিদ্যা সিকাৰ নিবেদন।
ইংৰাজি লোকৰ আগৰ কালৰ অসভ্য বেবহাৰ।
মিক্ৰস্কোপ আৰু এক নিষ্ঠুৰ লৰাৰ কথা।
বিবাহৰ সুখ।
বিবাহৰ সম্বাদ।
অক্তোবৰ, অৰ্থাত কাতিৰ পঞ্জিকা।

৮ বচৰ। অক্তোবৰ, ১৮৫৩। নম্বৰ ১০।
ববি নামে এটা সাহসিক কুকুৰৰ আখ্যান।
বিদ্যা ৰূপ ব্ৰিখ্য।
দানসিল ৰূপে আপোনাক উচৰগ কৰা এক চাকৰৰ কথা।
অৰুনোদই পৰ্হা সক চাতৰবিলাকৰ প্ৰতি কিচু কথা।
কলিকতাৰ পৰা চতুৰ্থ পত্ৰ।
ঢাকাৰ মল মল কাপোৰৰ বিবৰন।
স্বৰগ।

ইণ্ডিয়ান নামেৰে আমেৰিকা দেসৰ আদি বাসি লোকৰ কথা।
বিস্বাসৰ ফল।
বৰ চতুৰ চোৰ।
কামৰূপৰ বুৰঞ্জি, ৮ আধ্যা।
মধু ৰস।
অনেক দেসৰ সম্বাদ। মান দেসৰ বাত্ৰা।
চুলতান ৰজাই সৈতে ৰুচিয়া অধিকাৰৰ বিবাদ।
নৱেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা।

৮ বচৰ। নৱেম্বৰ, ১৮৫৩। নম্বৰ ১১।
জেনেৰেল চেৰ চাৰ্লচ নেপিয়ৰ ম্রিত্যু হোআৰ বাত্ৰা।
প্ৰধান আৰু ইতৰ লোকক বেৱহাৰ কৰাৰ কথা।
তিৰোতাক বধ কৰাৰ কথা।
অতি দুৰৈ ঠাইলৈ দেখা জন্তুৰ কথা।
ভাল ৰূপে কাকত পৰ্হাৰ নিয়ম।
চিচিলি আৰু নাপৰি ৰাজ্যৰ আলফঞ্চো ৰজা।
কোন অধিকাৰ স্রেষ্ঠ।
ফতিক চাঁদৰ বিবৰন।
এক বুধিয়ক কুকুৰৰ কথা।
মেৰি কেৰিল।
দুৰ্জনৰ চাতুৰি।
জহনিৰ বিবৰন। শ্ৰীমিৰ মজফৰ ৰুচেন।
মাউৰ ধৰা গৰুক দৰৱ দিয়াৰ কথা।
অনেক দেসৰ সম্বাদ।
ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা।

৮ বচৰ। ডিচেম্বৰ, ১৮৫৩। নম্বৰ ১২।
ফেঁটি সাপৰ বিবৰন।
এজন কইদি আৰু এন্দুৰৰ কথা।
আগৰ কালৰ ভবিস্যত বাক্য।
মহা চিকন্দৰ আৰু তেওঁৰ মাক।
পুৰনি ৰূপত লিখা মহা চিকন্দৰ বাদস্যাৰ নকচা।

বিবাহৰ সময়ত যি সকল নিয়ম প্ৰতিপালন কৰা কৰ্তব্য তাৰ কথা।
অচম দেসৰ বালক সকলৰ বুধি আৰু যথাৰ্থ গিয়ান বাৰ্হিবৰ উপাই।
বিদ্যাৰ বিসয়ে উপদেস।
ইস্বৰত ভক্তি কৰাৰ কথা।
অনেক দেসৰ সম্বাদ।
জানুআৰি, অৰ্থাত মাঘৰ পঞ্জিকা।

৯ বচৰ। জানুআৰি, ১৮৫৪। নম্বৰ ১।
অনেক দেসৰ সম্বাদ।
জাত্ৰিকৰ জাত্ৰা, ৬ আধ্যা।
ডেউকা হিন বিয়া চৰাই
দিলিৰ ৰজা কুতুব উদিনৰ বংসাবলি।
জাত্ৰা কৰা কথা।
অৰুনোদইৰ সু নিয়ম।
এজন বাদস্যা আৰু দৰবেচ ফকিৰ।
অচমিয়া লোকলৈ নিবেদন পত্ৰ।
বিধবাৰ বিবাহ।
ৰজাৰ মুখ দেখাৰ ফল।
লৰা কালে কৰিব কৰম।
ফেবৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

৯ বচৰ। ফেবৰুআৰি, ১৮৫৪। নম্বৰ ২।
অনেক দেসৰ সম্বাদ।
খেহ দেসৰ ৰন।
বাঘৰ পৰা ৰখ্যা পোআ।
এট্না পৰ্বতৰ বিবৰন।
অচমিয়া ভাসা।
মোচাৰ বিবৰন।
আৰাম স্যাৰ আখ্যান।
ইলুতমস্যৰ আখ্যান।
ফিৰোজৰ আখ্যান।

চুলতানা ৰজিয়া।
মান্যবৰ শ্ৰীজুত অৰুনোদই সম্পাদক মহাসই মান্যবৰেষু।
চিকন্দৰিয়া নগৰত সাত·লাখ পুথি পোৰা।
গিয়াতি পৰিয়াল বিলাকলৈ আচৰিব লগা কথা।
এন্দুৰ আৰু তাৰ বোজাৰ কথা।
গিত।
ইস্বৰৰ বচন।
ইস্বৰৰ আগ্যা।
বিবাহৰ সম্বাদ।
ইংৰাজি দেসৰ ইস্কুল।
মানুহৰ হাৰ।
মাৰ্চ, অৰ্থাত চতৰ পঞ্জিকা।

৯ বচৰ। মাৰ্চ, ১৮৫৪। নম্বৰ ৩।
অনেক দেসৰ সম্বাদ।
মৌ মাখিৰ জুধ।
জাত্ৰিকৰ জাত্ৰা।
আমেৰিকাৰ দুই জন চিকাৰি লোকৰ বিবৰন।
জুধত ৰখ্যা পোআ ।
কিৰ্ত্তন কৰাৰ কথা।
অচম দেসৰ জুবা মচলমান সকলৰ প্ৰতি নিবেদন পত্ৰ।
অৰুনোদই পৰ্হা লৰা বিলাকলৈ।
পাকৈ টোৰা চৰাইৰ বিবৰন।
এজন চাহাবৰ ঘৰিৰ ওপৰত এই ৰুপ কথা লিখি থোআ হৈছিল।
দুতিয় বহৰামৰ আখ্যান।
চতুৰ্থ মচউদৰ আখ্যান।
নিতি ৰেনু। সম্বাদ পত্ৰ পুৰ্ণচন্দ্ৰোদই।
Books.
এপ্ৰিল, অৰ্থাত বহাগ মাহৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

৯ বচৰ। এপ্রিল, ১৮৫৪। নম্বৰ ৪।

অনেক দেসৰ সম্বাদ।
পাপিৰ প্রার্থনা।
জাত্রিকৰ জাত্রা, ৭ আধ্যা।
মিচা কথাৰ বিবৰন।
হিত কথা সকল।
অচমিয়া ৰজাবিলাকৰ মোহৰ।
বোধ নাই কিয়া পৰিয়া।
ডিচেম্বৰত লিখা প্রস্নৰ উতৰ।
প্রস্ন বিলাকৰ উতৰ।
বান্দৰৰ বিবৰন।
মেই, অর্থাত জেঠৰ পঞ্জিকা।
অৰুনোদই অর্থে ধন পোআ ৰচিত।

৯ বচৰ। মেই, ১৮৫৪। নম্বৰ ৫।

নানা দেসৰ সম্বাদ।
সিবসিংহ আৰু বৰ ৰজাৰ মোহৰ।
সুবুধি।
দুষ্টৰ লগত সঙ্গ লোআ।
মহা তিমুৰ বেগৰ আখ্যান।
জাত্রিকৰ জাত্রা, ৭ আধ্যা।
এজনি ধৰমি তিৰি আৰু অধৰমি পুৰুসৰ কথা।
জুবা ও গিয়ানি লোকলৈ নিবেদন।
চকুৰ বিবৰন।
সত সংসর্গ কৰাৰ কথা।
মলুআ ৰজাৰ এখন চিঠি।
বার্লিনৰ আখ্যান।
জুন, অর্থাত আহাৰৰ পঞ্জিকা।
অৰুনোদইৰ অর্থে ধন পোআ ৰচিত।

৯ বচৰ। জুন ১৮৫৪। নম্বৰ ৬।

নানা দেসৰ সম্বাদ।

বাবৰ বাদস্যাৰ বিবৰন।
গিত।
"তেওঁ নিবেদন কৰি আচে।"
জাত্রিকৰ জাত্রা, ৭ আধ্যা।
অম্বিকা, সৰ্ব্বেস্বৰি, প্রমতসিংহ ৰূপ।
বিস্রাম বাৰৰ কথা।
লাৰ্ক নামে ভৰত চৰাই আৰু সহ থকা খেতিৰ কথা।
জান এলিয়ত চাহাবৰ বিবৰন।
পৰিয়ালৰ সাসন।
স্বকাৰ্জ্য আৰু স্বনিৰ্ভৰ।
নিৰ্ভোল আৰম্ভ কৰা।
আমেৰিকা দেসৰ পেৰু চৰাই।
বাৰ্লিনৰ আখ্যান।
ইংলণ্ড আৰু স্কটলণ্ড দেসৰ মানুহৰ সংখ্যা।
প্রথমৰে পৰা অৰুনোদই লোআৰ সংখ্যা।
Books।
জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

৯ বচৰ। জুলাই, ১৮৫৪। নম্বৰ ৭।
নানা দেসৰ সম্বাদ।
আচৰিত কথা বাত্রা।
জাত্রিকৰ জাত্রা, ৮ আধ্যা।
কলিকতাৰ পৰা সষ্ট পত্র। এজন অচমিয়া লোক।
নামান নামেৰে এজন কুঠিয়া স্বস্ত হোআৰ কথা।
ৰাজেস্বৰ সিংহৰ সোন ৰূপৰ মোহৰ।
চৰাপুঞ্জি মোকামৰ বিবৰন।
সৰ্বকাল জিয়াই থকা গচ।
হুমায়ুন বাদস্যাৰ বিবৰন।
আগষ্ট, অৰ্থাৎ ভাদৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

৯ বচৰ। আগষ্ট, ১৮৫৪। নম্বৰ ৮।

নানা দেসৰ সম্বাদ।

মান্যবৰ শ্ৰিজুত অৰুনোদই সম্পাদক মহাসয়লৈ নিবেদন।

সাঁথৰ দিয়া।

আকবৰ বাদস্যাৰ কথা।

লখমি আৰু গৌৰিনাথৰ মোহৰ।

মহা মহিম শ্ৰিজুত অৰুনোদই সম্পাদক মহাসই দেসোপকাৰক বৰেসু।

জাত্ৰিকৰ জাত্ৰা, ৮ আধ্যা।

কৈকোবাদৰ আখ্যান।

চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা।

Books।

অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ১। জানুআৰি, ১৮৫৬ ।

অনেক দেসৰ সম্বাদ।

সিবসাগৰত সভা পতাৰ কথা।

অৰুনোদই পাঠক সকললৈ নিবেদন।

ইংৰাজি লোকৰ পুৰ্ব কালৰ ৰজাবিলাকৰ সংখেপ বিবৰন।

১২৪ গিত

১২৫ গিত।

বিধবা বিবাহ।

মাক বাপেকলৈ লৰাৰ বেৱহাৰ।

ভাই, ভনি, লগৰিয়াবিলাকলৈ লৰাইঁতৰ বেৱহাৰ।

নতুন বচৰ।

তুৰুকি ৰাজ্যত খ্ৰিষ্টিয়ান ধৰম ব্ৰিধি হোআ।

অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

ফেবৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা।

১১ বচৰ। নম্বৰ ২। ফেবৰুআৰি, ১৮৫৬।

অনেক দেসৰ সম্বাদ।

ডাক্তৰ লঙ্গ চাহাবৰ ম্ৰিত্যুৰ কথা।

আচাম দেস হিতৈসিনি সভাৰ বিগ্যাপন।

প্ৰভুৰ ৰাজ্য ব্ৰিধি।
বিশ্বাসি মাত্ৰিৰ কথা।
সভ্যতা আৰু বানিজ্যৰ কথা।
নিতি কথা।
মালা।
উপদেস হেলা কৰা লৰাৰ অধিক বয়সত দুৰবস্থা হোআ।
১২৬ গিত।
১২৭ গিত।
১২৮ গিত।
বিস্ৰাম দিন মান্য কৰা কথা।
গির্জা ঘৰ আৰু বিস্ৰাম দিনৰ ইস্কুলত থাকোঁতে উচিত আচৰন কৰাৰ কথা।
মিচা কোআৰ কথা।
ইংৰাজি ৰজাবিলাকৰ কথা।
মাৰ্চ, অৰ্থাত চতৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ৩। মাৰ্চ, ১৮৫৬।

অনেক দেসৰ সম্বাদ।
অসমিয়া ভাসাৰ কথা।
চাহৰ গুনৰ কথা।
ডাঙ্গৰ বিসইৰ কথা।
১৩০ গিত।
১৩১ গিত।
চুৰ কৰাৰ কথা।
ম্ৰিত্যুৰ কথা।
ম্ৰিত্যুৰ পাচৰ ঘটনাৰ কথা।
থেহ দেসৰ প্ৰধান গৰ।
মানুহৰ বিসই।
আচৰিত পানি।
অজোধ্যা দেস কোম্পানিৰ অধিন কৰাৰ কথা।
মুক্তিৰ উপাই।

এপ্ৰিল, অৰ্থাত বহাগৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ৪। এপ্ৰিল, ১৮৫৬।
অনেক দেসৰ সম্বাদ।
চাৰ্দিনিয়া ৰজাৰ কথা।
ভাপ কল নিৰ্মান কৰা জেইম্‌চ ওআট চাহাবৰ কথা।
অনেক বিয়া কৰা অজুগুত।
মিচা সাখিৰ কথা।
১২৯ গিত।
সপোনত মহা প্ৰলয়ৰ দৰ্সন পোআ।
কি অলঙ্কাৰ পিন্ধিম ?
প্ৰাৰ্থনাৰ আচৰিত উতৰ।
ইংলণ্ড দেসৰ ৰজাবিলাকৰ কথা।
লণ্ডনৰ তাওৰৰ কথা।
ওএষ্টমিন্‌ষ্টৰ এবে গিৰ্জা ঘৰ।
মই অনন্ত কাল কোন ঠাইত নিয়ম?
মেই, অৰ্থাৎ জেঠৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ৫। মেই, ১৮৫৬।
অনেক দেসৰ সম্বাদ।
খেহৰ ফো দেৱতাৰ মুৰ্তি।
নিন্দা বচন।
Hypocrisy.
পিক দেসৰ মেৰ চাগলি।
অনন্ত কাল।
বন্ধুতাৰ কথা।
গধুৰ বিসই।
সপোনত মহা প্ৰলয়ৰ দৰ্সন পোআ।
মানুহে জানিব লগিয়া ঘাই কথা।
নিতি কথা।

তোমাক এজন মিত্ৰ লাগে নে?
ইশ্বৰৰ পবিত্ৰ গুনৰ বিচাৰ।
জুন, অৰ্থাত আহাৰৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ৬। জুন, ১৮৫৬।
অনেক দেসৰ সম্বাদ।
চক্ৰধাৰি নামে চৰাইৰ কথা।
[৮৩-৮৪ পিঠিৰ একাংশ মাত্ৰ আছে, বাকী ফাটি গ'ল।]
নানা বচন। লৰাৰ মিত্ৰ।
ৰোমান কাথলিক মণ্ডলিৰ আখ্যান।
প্ৰাতোৰ উপাখ্যান।
খেহ্ দেসৰ কান্তন নগৰৰ কথা।
মাদাগাস্কাৰ উপদিপ।
হাঁতিৰ সক্তিৰ কথা।
গোচৰ কৰাৰ লাভ।
মান দেসৰ গৌতমা মুৰ্ত্তিৰ দল।
দেসৰ মুঠ কথা।
ইশ্বৰৰ পবিত্ৰ গুনৰ বিচাৰ।
জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ৭। জুলাই, ১৮৫৬।
অনেক দেসৰ সম্বাদ।
চাৰেঙ্গদাৰ চৰাইৰ কথা।
ইংলণ্ড আৰু অচম দেস।
প্ৰাৰ্থনা সুনা।
এলেহুআ লোকৰ কথা
প্ৰাতোৰ উপাখ্যান।
এলিয়া ভবিস্যত ৰক্তাক স্বৰগলৈ নিয়া।
ওপচম নামে পছুৰ কথা।

বিস্যপ কুপৰ চাহাবৰ কথা।
ইস্বৰৰ নিয়াই গুনৰ বিচাৰ।
Emigration to the United States in 1854.
মেক্চিকো দেস জই কৰা।
"God is seen in every thing."
শ্ৰীজুত ব্ৰাওন চাহাবৰ পত্ৰ পোআ।
আগষ্ট, অৰ্থাত ভাদৰ পঞ্জিকা।

১১ বচৰ। নম্বৰ ৮। আগষ্ট, ১৮৫৬।
অনেক দেসৰ সম্বাদ।
তিৰ্থ আৰু পুৰানৰ উত্পতিৰ কথা।
বন্ধুতাৰ কথা।
ভবিস্যত কথা।
৬৭ গিত।
পৰিস্ৰমৰ দোআৰাই বিদ্যা আদি লাভ হোআ।
পৰম ইস্বৰৰ দায়াৰ বিসই।
কোএকৰ লোকৰ বিসই।
Maxims.
আৰ্মনি দেসৰ এক ৰজাৰ কথা।
সত্য গিয়ানৰ বিনে কোনো ৰূপে মানুহ সভ্য হব নোআৰে।
Statistics.
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৫৬।
অনেক দেসৰ সম্বাদ।
অচম দেস হিতৈসিনি সভাৰ পত্ৰ।
বিধৱা বিবাহ।
মিচৰ দেসৰ বিবৰুন।
নিদ্ৰা আৰু ম্ৰিত্যু।
Anecdote of John Newton.
ইস্বৰে মোক দেখিব।
এটা কুকুৰৰ ইতিহাস।

অনেক দেসৰ সম্বাদ।
For the Orunodoi Subscribers.
বানাৰচ আৰু আগ্ৰা দেসৰ কথা।
লণ্ডন নগৰৰ বিবৰন।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ৫ আধ্যা।
দখিন আমেৰিকা খণ্ডৰ বিবৰন।
প্ৰিথিবিৰ জোখৰ বিবৰন।
সৰু চিমুএল।
বঙ্গাল দেসৰ বুৰঞ্জি, ৫ আধ্যা।
আচৰিত গচ।
মহমদৰ জিৱন চৰিত্ৰ, ৫ আধ্যা।
লুথৰৰ জিৱন চৰিত্ৰ, ১ আধ্যা।
Catalogue of Books.
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১২ বচৰ। নম্বৰ ৭। জুলাই, ১৮৫৭।
আফ্ৰিকা খণ্ডৰ মাজত থকা দেসবোৰৰ কথা।
লুথৰৰ জিৱন চৰিত্ৰ, ২ আধ্যা।
ঘোষা পুথি চপা হোআৰ বিগ্যাপন।
উত্তম ভাৰ্জা।
মহমদৰ জিৱন চৰিত্ৰ, ৬ আধ্যা।
লণ্ডন নগৰৰ থেইম্‌চ নদিৰ সিলৰ সাঁকোৰ কথা।
অনেক দেসৰ সম্বাদ।
To Correspondents.
আগষ্ট, অৰ্থাত ভাদৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১২ বচৰ। নম্বৰ ৮। আগষ্ট, ১৮৫৭।
চেপ্তেম্বৰ, অৰ্থাত আহিনৰ পঞ্জিকা।
অনেক দেসৰ সম্বাদ।
সাধু কথা।
লণ্ডন চহৰৰ সাঁকোৰ কথা।

বিধবা বিবাহ।
গৌৰমা নামে ৰাজ কুমাৰিৰ বিবৰন।
তিনটা ঘোৰাৰ পৰিখা।
বঙ্গাল দেসৰ বুৰঞ্জি, ৬ আধ্যা।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ৬ আধ্যা।
আফ্ৰিকা খণ্ডৰ মাজত থকা দেসবোৰৰ কথা, সেস ভাগ।
অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১২ বচৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৫৭।
বঙ্গাল দেসৰ বুৰঞ্জি, ৭ আধ্যা।
অনেক দেসৰ সম্বাদ।
ধৰ্ম্মৰ উচাহৰ কথা।
সোকৰ ঔসধ।
পাৰ্চি দেসৰ বৰ কটকি।
লুথৰৰ জিৱন চৰিত্ৰ, ৩ আধ্যা।
সিংহ আৰু সহাৰ কথা।
য়িচয়া ভবিষ্যত বক্তাৰ পুথি, ১ আধ্যা।
পুৰাব্ৰিত।
খিষ্টিয়ান মণ্ডলিৰ বিবৰন, ৭ আধ্যা।
মহম্মদৰ জিৱন চৰিত্ৰ, ৭ আধ্যা।
আচাম দেশ হিতৈষিনি সভাৰ ৰচনা কৰা। দেসাচাৰৰ বিসই।
ইস্কুলৰ কিতাপবিলাক।

১২ বচৰ। নম্বৰ ১০। অক্তোবৰ, ১৮৫৭।
নবেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা।
বঙ্গাল দেসৰ বুৰঞ্জি, ৮ আধ্যা।
মহম্মদৰ জিৱন চৰিত্ৰ, ৮ আধ্যা।
লগৰ কথা।
বহু মুল্য মুকুতা।
থেইমচ্ নদিৰ তলে খনা সুৰঙ্গা বাটৰ বিবৰন।
নগাঁও জিলাৰ বৰ্ন্নন।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ৮ আধ্যা।

য়িচয়া ভবিস্যত বক্তাৰ পুথি, ২ আধ্যা।
জ্ঞান প্ৰদায়িনি সভাৰ সম্বাদ।
লুথৰৰ জিৱন চৰিত্ৰ, ৩ আধ্যা।

১২ বচৰ। নম্বৰ ১১। নৱেম্বৰ, ১৮৫৭।
প্ৰথম বিচাৰ্দ ৰজাৰ বিৱৰন।
মাচিয়াৰ কথা।
য়িচয়া ভবিস্যত বক্তাৰ পুথি, ৩ আৰু ৪ আধ্যা।
দিলি নগৰৰ বাত্ৰা।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিৱৰন, ৯ আধ্যা।
বিধৱা বিবাহ।
পহু আৰু চৰাই আদিৰ কথা।
লুথৰৰ জিৱন চৰিত্ৰ, ৪ আধ্যা।
পৈ নামে চৰাইৰ কথা।
দখিন আমেৰিকা খণ্ডৰ বিৱৰন।
বিবাহৰ বাত্ৰা।
ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা।
এজন ধৰমি লোকৰ প্ৰাৰ্থনা।

১২ বচৰ। নম্বৰ ১২। ডিচেম্বৰ, ১৮৫৭।
ফ্ৰাঙ্কলিন চাহাবৰ সুচৰিত্ৰ।
নুজিলেণ্ড উপদিপৰ কথা।
সত্য ধৰম বাধা পালেও বাৰ্হিব।
আমেৰিকাৰ পৰা পঠোআ পত্ৰ।
বঙ্গাল দেসৰ বুৰঞ্জি, ৯ আধ্যা।
মহমদৰ জিৱন চৰিত্ৰ, ৯ আধ্যা।
"নিজ পিত্ৰি মাত্ৰি জানি সমাদৰ ৰাখিবা"।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিৱৰন, ৯ আধ্যা।
পিত্ৰি মাত্ৰিএ সুঁঅৰিব লগা কথা।
য়িচয়া ভবিস্যত বক্তাৰ পুথি, ৫ আধ্যা।
দখিন আমেৰিকাৰ বিৱৰন।

জানুআৰি মাহৰ পঞ্জিকা।
শ্ৰীজুত সম্পাদক মহাসইৰ প্ৰতি নিবেদন।

১৩ বচৰ। নম্বৰ ১। জানুআৰি, ১৮৫৮।
নতুন বচৰৰ উপদেস।
সম্পাদকৰ কথা।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১০ আধ্যা।
বঙ্গাল দেসৰ বুৰঞ্জি, ১০ আধ্যা।
য়িচয়া ভবিস্যত বক্তাৰ পুথি, ৬ আধ্যা।
পৰহিতৈষিতা অৰ্থাৎ পৰোপকাৰ "নোপকাৰাৎ পৰোধৰ্ম্মঃ"।
লুথৰৰ জিৱন চৰিত্ৰ, ৫ আধ্যা।
মহম্মদৰ জিৱন চৰিত্ৰ, ১০ আধ্যা।
দখিন আমেৰিকাৰ বিবৰন।
সালিকা চৰাইৰ বিবৰন।
অৰুনোদইৰ ধন পোআ ৰচিত।
ফেব্ৰুআৰি মাহৰ পঞ্জিকা।

১৩ বচৰ। নম্বৰ ২। ফেব্ৰুআৰি, ১৮৫৮।
মই কি কৰিম?
অনেক দেসৰ সম্বাদ।
লুথৰৰ জিৱন চৰিত্ৰ, ৬ আধ্যা।
আপোন সন্তানলৈ পিত্ৰি মাত্ৰিৰ উচিত কৰম।
বঙ্গাল দেসৰ বুৰঞ্জি, ১১ আধ্যা।
য়িচয়া ভবিস্যত বক্তাৰ পুথি, ৭ আধ্যা।
মহম্মদৰ জিৱন চৰিত্ৰ, ১১ আধ্যা।
বৰটোকোলা চৰাইৰ বিবৰন।
নতুন বঙ্গালি কিতাপ চপাৰ ঘোসনা পত্ৰ।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১১ আধ্যা।
অৰুনোদইৰ ধন পোআ ৰচিত।
মাৰ্চ মাহৰ পঞ্জিকা।

পৰম ইশ্বৰৰ সৰ্ব্বজ্ঞ গুনৰ বিচাৰ।

মই বিচাৰ ন কৰোঁ।

অলপ বয়সত বিয়া কৰোআ অনুচিত।

ভাপ গাঁৰি জোআ বাটবোৰ।

A coin dug up near Gowhati.

অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ১০। অক্তোবৰ, ১৮৫৬।

অনেক দেসৰ সম্বাদ।

বুধি লিজি নামে এজনি খ্রিষ্টিয়ানি তিৰোতাৰ মৰন।

শ্রী শ্রীমতি লেডি কেনিঙ্গে এই দেসৰ স্ত্রি সিখ্যা কৰাৰ কথা।

পৰম ইশ্বৰৰ সত্য গুনৰ বিচাৰ।

সত্য ধৰমৰ সক্তি।

বন বিৰালিৰ কথা।

মন বিদৰি জোআ উত্তৰ।

পুৰুসে তিৰোতাক জি ৰূপে সমাদৰ কৰিব লাগে।

জাতনা ভোগ কৰা জন।

কেঁকোৰা বিচাৰ আখ্যান।

মিচৰ দেসৰ বিবৰন।

নৱেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা।

অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ১১। নৱেম্বৰ, ১৮৫৬।

অনেক দেসৰ সম্বাদ।

ডক্তৰ ফ্রাঙ্কলিন চাহাবৰ ইতিহাস।

কলাই খাৰ কৰাৰ বিবৰন।

আস্যুৰেঞ্চ চোচাইটিচ্।

আগ্রা জিলাৰ চোআলিৰ ইস্কুল।

খেহ দেসৰ বিধান পতা ফোহিৰ কথা।

পুলিপেনাং মাজুলিৰ বিবৰন।

অচমিয়া লোকলৈ নিজ ভুমিৰ সাধাৰন পত্র।

পৰম ইশ্বৰৰ সত্য গুনৰ বিচাৰ।

পৰম ইশ্বৰৰ সর্বসক্তি গুনৰ বিচাৰ।
দৰ্স্নি বিদ্যাৰ বিবেচনাত সুখৰ উতপতি।
সৰ্ব্ব তত্ত্ব প্ৰকাসিকা।
পৰ্পেতুআ নামে এজনি ধৰমি তিৰিৰ চৰিত্ৰ।
কাপিবাৰা জন্তু।
ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা।
AGENTS FOR THE ORUNODOI.
অৰুনোদইৰ অর্থে ধন পোআ ৰচিত।

১১ বচৰ। নম্বৰ ১২। ডিচেম্বৰ, ১৮৫৬।
অনেক দেসৰ সম্বাদ।
বায়ুৰ কথা।
লোৰ ঘোৰাৰ কথা।
ইংৰাজি আৰু অসমিয়া যি অভিধান অলপতে চপোৱা হব, তাৰে আৰ্হি। [ইয়াত A-ৰ পৰা Ablution পৰ্য্যন্ত আছে।]
এক ইস্বৰ, দুতি নাস্তি।
অৰেকচ পহুৰ কথা।
প্ৰিথিবিৰ গতি।
পৰিত্ৰান।
তোদচ্ বিজিয়চ্ নামে চৰাইৰ কথা।
তিৰ্থ আৰু পুৰানৰ উত্পতিৰ কথা।
মিচা কথা কোআৰ ফল।
য়িচুৰ নাম।
অৰুনোদইৰ অর্থে পোআ ধনৰ ৰচিত।
জানুআৰি, অৰ্থাৎ মাঘৰ পঞ্জিকা।

১২ বচৰ। নম্বৰ ১। জানুআৰি, ১৮৫৭।
অনেক দেসৰ সম্বাদ।
চন্দ্ৰৰ কথা।
বেলৰ দৰ গাঁৰি।
তাঁতি চৰাই।
ইউৰপ, অৰ্থাত বিলাত আৰু তাৰ প্ৰথম ৰসতি কৰোঁতা লোক।

দুজনি বিধবা চোআলিৰ বিবাহ হোআৰ কথা।
জ থকা পাৰ।
ইস্বৰৰ বিকাৰ হিনৰ বিসই।
কঁপালত লিখাৰ কথা।
পাপত পতিত হোআৰ কথা।
মহা ৰজা চিকন্দৰৰ সত বেৱহাৰ।
ফেব্ৰুআৰি, অৰ্থাত ফাগুনৰ পঞ্জিকা।

১২ বচৰ। নম্বৰ ২। ফেব্ৰুআৰি, ১৮৫৭।
অনেক দেসৰ সম্বাদ।
মনুস্য আদিৰ উত্পন কৰাৰ বিচাৰ।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন।
বঙ্গাল দেসৰ বুৰঞ্জি।
তিৰ্থ আৰু পুৰানৰ উত্পতি কথা।
মহমদৰ জিৱন চৰিত্ৰ।
বিদুলি ডাকৰ বিবৰন।
মাৰ্চ, অৰ্থাত চতৰ পঞ্জিকা।
অৰুনোদইৰ অৰ্থে পোআ ধনৰ ৰচিত।

১২ বচৰ। নম্বৰ ৩। মাৰ্চ, ১৮৫৭।
এপ্ৰিল, অৰ্থাত বহাগৰ পঞ্জিকা।
অনেক দেসৰ সম্বাদ।
খ্ৰিষ্ট্ৰিয়ান মণ্ডলিৰ বিবৰন।
মাত্ৰি ভাসাৰ সক্তি।
মহা ৰাজ চিকন্দৰ চ্যাহ বাদস্যাৰ বিবৰন।
ৰূপ বৰনিয়া চৰাই।
মনুস্য আদিৰ উত্পন কৰাৰ বিচাৰ।
বঙ্গাল দেসৰ বুৰঞ্জি।
আমেৰিকা দখিন খণ্ডৰ বিবৰন।
বেনেজুআলা দেসৰ বিবৰন।
মহমদৰ জিৱন চৰিত্ৰ, ২ আধ্যা।

১২ বচৰ। নম্বৰ ৪। এপ্ৰিল, ১৮৫৭।

অনেক দেসৰ সম্বাদ।

Expected attack on Tezpur.

The new Steamer.

ভুতলৈ ভই কৰা মিচা।

আমেৰিকা দেসৰ প্ৰেচিডেণ্ট লোক।

ইশ্বৰে সৈতে মানুহৰ সম্বন্ধ।

বঙ্গাল দেসৰ বুৰঞ্জি, ৩ আধ্যা।

খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ৩ আধ্যা।

মহমদৰ জিৱন চৰিত্ৰ, ৩ আধ্যা।

আমেৰিকাৰ দখিন খণ্ডৰ বিবৰন।

মহমদৰ ধৰম বৰ্হাৰ বাত্ৰা।

মেই, অৰ্থাত জেঠৰ পঞ্জিকা।

অৰুনোদইৰ অৰ্থে ধন পোআৰ ৰচিত।

১২ বচৰ। নম্বৰ ৫। মেই, ১৮৫৭।

অনেক দেসৰ সম্বাদ।

খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ৪ আধ্যা।

INUNDATION IN INDIA : TREE OF REFUGE.

মহমদৰ জিৱন চৰিত্ৰ, ৪ আধ্যা।

পুৰুসে তিৰোতাক জি ৰুপে সমাদৰ কৰিব লাগে।

চিত্তবিলাসিনি পুথি।

বঙ্গাল দেসৰ বুৰঞ্জি, ৪ আধ্যা।

বিধৱা বিবাহ।

আমেৰিকাৰ দখিন খণ্ডৰ বিবৰন।

মাউৰ নিবাৰনৰ উপাই।

লুথৰৰ জিৱন চৰিত্ৰ, ১ আধ্যা।

জুন, অৰ্থাত আহাৰৰ পঞ্জিকা।

অৰুনোদইৰ অৰ্থে ধন পোআ ৰচিত।

১২ বচৰ। নম্বৰ ৬। জুন, ১৮৫৭।

জুলাই, অৰ্থাত সাওনৰ পঞ্জিকা।

উঁই পোক খোৱা জন্তুৰ কথা।
টাঙ্গু নগৰৰ কাৰণে স্কুলৰ কথা।
স্ত্ৰী শিক্ষা।
গীত।

১৬ বছৰ। নম্বৰ ৫। মেই, ১৮৬১।
অনেক দেশৰ সম্বাদ ৬৫।
স্ত্ৰী শিক্ষা।
জলস্তম্ভৰ নক্সা।
২৫ গীত।
২৬ গীত।
২৭ গীত।
২৮ গীত।
২৯ গীত।
৩০ গীত।
বঙ্গাল দেশৰ বুৰঞ্জী।
এটা মগনীয়াৰ কথা।
অৰুণোদয় পৰ্হা লৰাবিলাকৰ প্ৰতি দ্বিতীয় পত্ৰ।
এজন ধৰমীৰ মৃত্যু।
গীত।

১৬ বছৰ। নম্বৰ ৬। জুন, ১৮৬১।
অনেক দেশৰ সম্বাদ।
এবিধ ডাঁৰিয়া কুৰৰ পক্ষিৰ কথা।
বঙ্গাল দেশৰ বুৰঞ্জী।
অৰুণোদয় পৰ্হা লৰাবিলাকৰ প্ৰতি তৃতিয় পত্ৰ।
মাকে জীয়েকক বিদ্যা শিকোয়া কথা।
গৰগাওঁ নগৰৰ কথা। যথাৰ্থ বক্তা।
৩১ গীত।
৩২ গীত।
৩৩ গীত।

বলুনৰ কথা।
কানী এৰাৰ কথা।
বিজ্ঞাপন।
নেজাল তৰাৰ কথা।

১৬ বছৰ। নম্বৰ ৭। জুলাই, ১৮৬১।

অনেক দেশৰ সম্বাদ।
ধঁয়াৰ কল নাৱৰ বিৱৰণ।
খ্ৰীষ্টীয়ানে শত্ৰুক প্ৰতিফল দিয়া।
লঙ্কা উপদ্বীপৰ কথা।
কলিকতা আৰু মুৎলাৰ ৰেইল ৰোডৰ কথা।
৩৪ গীত।
৩৫ গীত।
৩৬ গীত।
৩৭ গীত।
নৰৰ দুই শত্ৰু।
গৰিলা এবিধ বন মানুহৰ কথা।
বিকানচ নামে এবিধ সৰু উটৰ কথা।
"মাছ এৰিলে কুকুৰাৰ মৰণ নাই।"
Remarks by the Editor.

১৬ বছৰ। নম্বৰ ৮। আগষ্ট, ১৮৬১।

অনেক দেশৰ সম্বাদ।
মিচৰ দেশৰ এটা দলৰ কথা।
সিতা তেলৰ পুঙ।
নৰৰ দুই শত্ৰু।
সমুদ্ৰৰ কম্পন।
বাঘৰ পৰা আশ্চৰিত ৰূপে ৰক্ষা পোৱা।
সভ্য হ'বলৈ নিবেদন। এজন স্কুলৰ ছাত্ৰ।
ইংৰাজিৰ নীতি কথা।
৩৮ গীত।
৩৯ গীত।

ভূগোল বিদ্যাৰ শিক্ষা।
বিজ্ঞাপন।

১৬ বছৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ ।
আমাৰ কিবা চিন দেখুউয়া।
তোমাৰ মুক্তিৰ ভৰসা কি।
দুটা ভাগুক মানুহৰ কথা।
সূৰ্য্যৰ গ্ৰহণ।
এজন দৰিদ্ৰ ধৰমী লোকৰ কথা।
জগতৰ বিশেষ কথা।
নম্ৰতাই জ্ঞানৰ ফল।
"তয়ো মাৰি দিবি।"
৪০ গীত।
৪১ গীত।
ছটী ভয়ানক মাত।
অসম্মত বিবাহ।

১৬ বছৰ। নম্বৰ ১০। অক্তোবৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ ।
নুজিলণ্ড উপদ্বীপ নিবাসী লোকৰ ঘৰৰ নক্সা।
কাৰেণ লোকৰ ৰাজ নিচান।
শ্ৰীযুত ব্ৰাওন চাহাবৰ পত্ৰ।
আশ্চৰিত ৰূপে এটা মানুহ বধিক ধৰাৰ কথা।
পিতৃৰ সমাজিক।
সম্পাদকলৈ চিঠি।
৪২ গীত।
দেশহিতৈষী শ্ৰীযুত অৰুণোদয়।

১৬ বছৰ। নম্বৰ ১১। নৱেম্বৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ।
শ্ৰীশ্ৰীযুত চেৰ চাৰ্লচ উড চাহাবৰ নক্সা।

ভৰ আকৰ্ষণৰ কথা।
ধৰমীৰ শেষ গতি।
চুএজ্জ কানাল বা ৰূপহী নৈ।
৪৩ গীত।
৪৪ গীত।
৪৫ গীত।
৪৬ গীত।
৪৭ গীত।
নগএৱা দ্ৰোহী লোকৰ চৰিত্ৰ বৰ্ণন।
আফ্রিকা দ্বীপত থকা তাঁতি চৰাইৰ নক্সা।
চন্দ্ৰ ধেনুৰ নক্চা।
জ্ঞানী অজ্ঞানী চৰিত্ৰ বৰ্ণনা।
ইং শ্ৰক।

১৬ বছৰ। নম্বৰ ১২। ডিচেম্বৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ ।
কুৰৰ পক্ষিৰ নক্সা।
পাই জ্ঞানী টকা অজ্ঞানী।
লৰা চোআলীবিলাকৰ উচিত কৰম।
কাচাৰ আৰু অসম দেশত ছাহ ওলোআৰ কথা।
স্ত্ৰী শিক্ষা।
বিদ্যাৰ গুণ।
গীত।
৪৮ গীত।
৪৯ গীত।
৫০ গীত।
৫২ গীত।
মুসা ধৰ্ম্ম বিবৰণ।
জ্ঞান শিক্ষা কৰাৰ কথা।
বিধবা বিবাহ।
বালানিচেপাচ নামে পক্ষিৰ কথা।
আমেৰিকা দেশৰ ৰণৰ কথা।

১৩ বচৰ। নম্বৰ ৩। মাৰ্চ, ১৮৫৮।

শ্ৰী শ্ৰীমতি বিক্তৰিয়া মহাৰানিৰ আখ্যান।

এখন পত্ৰ আৰু তাৰ উত্তৰ।

অনেক দেসৰ সম্বাদ।

খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১২ আধ্যা।

সুৰ্য্যৰ বিবৰন।

ৰাম নৱমী নাটক।

য়িচয়া ভবিস্যত বক্তাৰ পুথি। ৮ আধ্যা।

বিধৱা বিবাহ।

বঙ্গাল দেসৰ বুৰঞ্জি। ১২ আধ্যা।

দখিন আমেৰিকাৰ বিবৰন।

অসম দেসৰ সম্বাদ।

অৰুনোদইৰ ধন পোআ ৰচিত।

এপ্ৰিল মাহৰ পঞ্জিকা।

১৩ বচৰ। নম্বৰ ৪। এপ্ৰিল, ১৮৫৮।

প্ৰথম আৰু দুতিয় আদম।

অনেক দেসৰ সম্বাদ।

খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১৩ আধ্যা।

বঙ্গাল দেসৰ বুৰঞ্জি। ১৩ আধ্যা।

মহম্মদৰ জিৱন চৰিত্ৰ। ১২ আধ্যা।

বিধৱা বিবাহ। এজন সংসাৰৰ লোক।

য়িচয়া ভবিস্যত বক্তাৰ পুথি, ৯ আধ্যা।

অসম দেসৰ উপকাৰ।

গৰুৰ বিবৰন।

বিবাহৰ কথা।

পাৰ চৰাইৰ কথা।

অৰুনোদইৰ ধন পোআ ৰচিত।

মেই মাহৰ পঞ্জিকা।

১৩ বচৰ। নম্বৰ ৫। মেই, ১৮৫৮।

আফ্ৰিকা খণ্ডৰ বিবৰন।

সিংহৰ বিবৰন।
খ্রিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১৪ আধ্যা।
লোভ।
এখন পত্র আৰু তাৰ উতৰ। বিদ্যালয় পৰিত্যাগী ছাত্র।
য়িচয়া ভবিস্যত বক্তাৰ পুথি, ১০ আধ্যা।
বঙ্গাল দেসৰ বুৰঞ্জি, ১৩ আধ্যা।
মহমদৰ জিবন চৰিত্র, ১৩ আধ্যা।
অৰুনোদইৰ ধন পোআ ৰচিত।

১৩ বচৰ। নম্বৰ ৬। জুন, ১৮৫৮।

এই কথা পৰ্হি চাওক।
বঙ্গাল দেসৰ বুৰঞ্জি, ১৪ আধ্যা।
সিংহৰ বিবৰন।
খ্রিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১৬ আধ্যা।
লতা পনিয়ালৰ কথা।
য়িচয়া ভবিস্যত বক্তাৰ পুথি, ১১ আধ্যা।
আফ্রিকা খণ্ডৰ বিবৰন।
অনেক দেসৰ সম্বাদ।
পাৰ চৰাইৰ বিবৰন।
অৰুনোদইৰ ধন পোআ ৰচিত।
জুলাই মাহৰ পঞ্জিকা।

১৩ বচৰ। নম্বৰ ৭। জুলাই, ১৮৫৮।

খ্রিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১৭ আধ্যা।
সগুনৰ কথা।
ইংৰাজি দেসৰ সম্বাদ।
মহমদৰ জিবন চৰিত্র, ১৪ আধ্যা।
এজন চহা মানুহৰ পত্র।
মিচা প্রসংসা।
নম্রতা।
বিৰম্ব।

কপৌ আৰু পাৰ চৰাই কথা।
ৰাম নৱমি নাটক। প্ৰথম অঙ্ক। প্ৰথম দৰ্সন। দুতিয় দৰ্সন।

১৩ বচৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৫৮।
খ্ৰিষ্টিয়ান মণ্ডলিৰ বিবৰন, ১৯ আধ্যা।
ধান মৰা খলাৰ কথা।
বঙ্গাল দেসৰ বুৰঞ্জি, ১৭ আধ্যা।
মহমদৰ জিৱন চৰিত্ৰ, ১৬ আধ্যা।
গ্ৰিকলোকৰ পুৰ্ব্বকালৰ সংখেপ বিবৰন। দুতিয় ভাগ।
সমাজিকৰ কথা।
অনেক দেশৰ সম্বাদ।
ভালুকৰ বিবৰন।

১৬ বছৰ। নম্বৰ ১। জানোয়াৰি, ১৮৬১।
সম্পাদকৰ কথা ১।
শিৱসাগৰৰ গবৰ্ণমেণ্ট স্কুলৰ ছাত্ৰবিলাকৰ বিদ্যাৰ মহলা।
আফ্ৰিকা দ্বীপৰ ঝুলু প্ৰদেসৰ পাণ্ডা ৰজাৰ নক্সা।
১১ গীত।
ৰাধানাম আৰু প্ৰসন্নৰ কথোপকথন, ১৩ খণ্ড।
অনেক দেশৰ সম্বাদ।
গবৰ্ণমেণ্টৰ এটা বিজ্ঞাপনৰ কথা।
টেইবল মাওণ্টেইন অৰ্থাৎ মেঝ পৰ্ব্বতৰ নক্সা।

১৬ বছৰ। নম্বৰ ২। ফেব্ৰুয়াৰি, ১৮৬১।
অনেক দেশৰ সম্বাদ।
মাতৃ ভাষা।
ৰাধানাথ আৰু প্ৰসন্নৰ কথোপকথন, ১৪ খণ্ড।
পাটসিয়া চৰাইৰ কথা।
মেকুৰিৰ যুদ্ধৰ কথা।
মিস্যনেৰি সভা।
১২ গীত।
১৩ গীত।

১৪ গীত।

১৫ গীত।

পঞ্জাব দেসৰ এঁকালৰ কথা।

ত্ৰাজান ৰজাৰ কথা।

মহৰে সিংহৰে যুদ্ধ।

গীত।

১৬ বছৰ। নম্বৰ ৩। মাৰ্চ, ১৮৬১।

অনেক দেশৰ সম্বাদ।

ৰাধানাথ আৰু প্ৰসন্নৰ কথোপকথন, ১৫ খণ্ড।

নীতি কথা।

খেহ দেশৰ মানুহে বলিদানৰ নিমিত্তে এটা কুকুৰ মৰাৰ নক্সা।

পৰাৰ।

১৬ গীত।

১৭ গীত।

১৮ গীত।

এঁকালৰ কথা।

গীত।

গীত।

১৬ বচৰ। নম্বৰ ৪। এপ্ৰিল, ১৮৬১।

অনেক দেশৰ সম্বাদ ৪৯ ।

গীত।

মাখন তোলাৰ কথা।

১৯ গীত।

২০ গীত।

২১ গীত।

২২ গীত।

২৩ গীত।

২৪ গীত।

এবিধ উৰি ফুৰা মাছৰ কথা।

অৰুনোদই পঢ়া লৰাবিলাকৰ প্ৰতি।

১৭৯২ ছনৰ ২ অক্টোবৰ তাৰিখে বিলাতত বেপ্টিষ্টসকলৰ এখন সৰু সভাত উইলিয়াম কেৰী নামৰ এজন ডেকা পাদুৰীৰ আহ্বানত বিদেশত খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ অৰ্থে Particular Baptist Society for the Propagation of the Gospel amongst the Heathen প্ৰতিষ্ঠিত হয়। ১৭৯৩ ছনৰ ৯ জানুৱাৰীত ইতিমধ্যেই বঙ্গদেশত কাম কৰা ডাক্টৰ জন তমাছ আৰু কেৰীক ভাৰতবৰ্ষত ধৰ্মপ্ৰচাৰৰ অৰ্থে নিয়োগ কৰা হয়। সেই বছৰতে দুয়ো কলিকতা পালেহি। কিন্তু ইষ্ট ইণ্ডিয়া কোম্পানীয়ে সিখন ৰৰচহৰত নতুন পাদুৰীক পাম পাতিবলৈ দিবলৈ ৰাজী নোহোৱাত দয়ো কলিকতাৰপৰা দহ মাইল দূৰৰ শ্ৰীৰামপুৰত ব'লগে। ১৭৯৯ ছনত যেতিয়া উইলিয়াম ৱাৰ্ড আৰু জশুৱা মাৰ্শমেন আহিল, তেতিয়া বিখ্যাত শ্ৰীৰামপুৰ-ত্ৰয় (Serampore Trio) পূৰ হ'ল। তেওঁলোকে খ্ৰীষ্টিয়ান ধৰ্মশাস্ত্ৰ দুকুৰি সাতোটা ভাৰতীয় ভাষা-উপভাষাত ভাঙি উলিয়ায়। কেৰী ছাহাবৰ যত্নতে কলিয়াবৰৰ আত্মাৰাম শৰ্মা কলিকতালৈ গৈ বাইবেলখন অসমীয়া কৰে আৰু ১৮১৩ ছনত সিখন ছপা হৈ ওলায়। এই প্ৰথম ৰচিত আৰু মুদ্ৰিত অসমীয়া খ্ৰীষ্টিয়ান ৰচনা। ই অসমত আহোম যুগৰে বস্তু।

১৮২৬ ছনত য়াণ্ডাবোৰে অসমৰ স্বাধীনতা বিলোপ কৰিলে। ১৮৩৮ ছনত অসমত ব্ৰিটিঃশ গজ্‌গজীয়া হৈ বহিল। প্ৰায় তেতিয়াৰেপৰা বৰ্মাত থকা বেপ্টিষ্টসকলে অসমৰ ফালে এটি চকু ৰাখিবলৈ আৰম্ভ কৰিলে। অসমত গৱৰ্ণৰ-জেনেৰেলৰ এজেণ্ট আৰু কমিছনাৰ কেপ্টেইন এফ. জেনকিন্‌ছে কলিকতাৰ চিভিল ছাৰ্ভিচৰ বিষয়া মিষ্টাৰ ট্ৰেভেলিয়ানলৈ এখন চিঠি লিখি জনাইছিল যে বৰ্মা বা শ্যাম আৰু উত্তৰ-পূব বৰ্মাৰ শ্যানসকলেৰে সমগোত্ৰীয় খামটিসকলৰ মাজত ধৰ্ম প্ৰচাৰ কৰাৰ কথা চিন্তা কৰিব পাৰি। তেওঁ আৰু জনাইছিল যে কোনো পাদুৰী আহিলে তেওঁলোকে ব্ৰিটিঃশৰ আশ্ৰয় লাভ কৰিব। মিষ্টাৰ ট্ৰেভেলিয়ানে আকৌ কোনো পাদুৰী পৰিয়ালে যদি সদিয়াত মিছন স্থাপন কৰাৰ ইচ্ছা কৰে তেওঁলোকলৈ এহেজাৰ টকাৰ বৰঙণি যাচিলে। ১৮৩৫ ছনত এমেৰিকাত থকা বেপ্টিষ্ট বোৰ্ডক জেনকিন্‌ছৰ প্ৰস্তাৱ জনোৱা হ'ল। বোৰ্ডে মৌলমেনত থকা নেথান ব্ৰাউনক সদিয়ালৈ যাবলৈ আজ্ঞা কৰিলে।

ওলিভাৰ টি. কট্টাৰ আৰু নেথান ব্ৰাউনে নিজ পত্নী আৰু এটা ছপাখানা লৈ কলিকতাৰপৰা চাৰি মাহ বাটত খপি খপি ১৮৩৬ ছনৰ ২৩ মাৰ্চত সদিয়াত ভৰি দিলেহি, পাছৰ বছৰ বোৰ্ডৰ আদেশমতে জেকব তমাছ আৰু মাইলছ ব্ৰন্‌ছনে

সপত্নীক এমেৰিকাৰপৰা আহি কলিকতা পাই নাবে-তৰে সদিয়াৰ ব্ৰাউন-কট্টাৰৰ লগলৈ যাত্ৰা কৰিলে। তেওঁলোক সদিয়া পাওঁ পাওঁ হওঁতেই ৭ জুলাইৰ দিনা ব্ৰহ্মপুত্ৰৰ পাৰত নাও বান্ধোতে পাৰৰ গছ খহি ততালিকে তমাছক হেঁচি মাৰি পেলালে। বিধৱা শ্ৰীমতী তমাছ আৰু ব্ৰন্‌ছন গিৰিয়েক-ঘৈণীয়েক ১৭ জুলাইত সদিয়াত প্ৰৱেশ কৰিলে। ১৮৩৯ ছনৰ খামটি বিদ্ৰোহৰ ফলস্বৰূপে সমস্ত মিছন ছপাখানাই সৈতে জয়পুৰলৈ ভটীয়াই আহিবলগীয়া হ'ল। ১৮৪০ ছনত ব্ৰন্‌ছনে নামচঙীয়া নক্টেসকলৰ মাজত এখন পঢ়াশালি পাতিলে। তেওঁৰ লগত যোগ দিলেহি ভনীয়েক কুমাৰী ৰোডা ব্ৰন্‌ছন, চাইৰাছ বাৰ্কাৰ আৰু শ্ৰীমতী বাৰ্কাৰে। তেওঁৰ স্কুলৰ কাৰণে জেনকিন্‌ছৰ যত্নত উজনি অসমৰ কমিছনাৰে বাৰ শ টকা দান দিয়ে।

১৮৪০ ছনৰ অক্টোবৰত কুমাৰী বাৰ্কাৰ ঢুকাল। প্ৰথম ছবছৰৰ চেষ্টাৰ পাছত এজন অসমীয়া (নিধি লিবাই) লোকেহে মাথোঁ ধৰ্ম ধৰাত ভৈয়ামত কাম কৰিবৰ মনস্থ কৰা হ'ল। ১৮৪১ ছনত বাৰ্কাৰদ্বয়ক শিৱসাগৰত কাম কৰিবলৈ পঠোৱা হ'ল, আৰু জেনকিন্‌ছৰ উপদেশমতে ব্ৰন্‌ছনে যোৰহাটত কাম আৰম্ভ কৰিবলৈ আহিল। ১৮৪৩ ছনত তেওঁলোকৰ আৰু এটি থানা বহিল গুৱাহাটীত। এই সময়তে শিৱসাগৰত চৰকাৰী স্কুল স্থাপিত হয় ; তাত অসমীয়া আৰু বঙলা শিকোৱা হৈছিল। কট্টাৰে শিৱসাগৰত গাঁৱে গাঁৱে ছখন স্কুল পাতে। হেলেকা শৰীৰৰ বাৰ্কাৰে গুৱাহাটীত এখন স্কুল সাজিলে। ১৮৪২ ছনত ব্ৰন্‌ছনে নগাঁৱত Nowgong Orphan Institution প্ৰতিষ্ঠা কৰে। ১৮৪৩ ছনৰ ভিতৰতে শিৱসাগৰ বেপ্টিষ্ট কাৰ্যাৱলীৰ প্ৰধান কেন্দ্ৰ হৈ পৰিল। কট্টাৰহঁতে জয়পুৰৰপৰা আনি ছপাখানা শিৱসাগৰত পাতিলে আৰু ব্ৰাউনে সদিয়াতে আৰম্ভ কৰা তেওঁৰ অসমীয়া সাহিত্য-সেৱা চলাই থাকিল। শিৱসাগৰৰ বাহিৰে নগাঁও আৰু গুৱাহাটীও বেপ্টিষ্টৰ প্ৰধান ঠাই হ'ল। তিনিও ঠাইতে গীৰ্জা হ'ল। সদিয়া-জয়পুৰ এৰাবাৰী হ'ল। ১৮৪৮ ছনত এ. এইচ্. ডেনফোৰ্থ আৰু শ্ৰীমতী ডেনফোৰ্থে মিছনৰ কামত যোগ দিলেহি গুৱাহাটীত, আইৰা. জে. ষ্টোড্ডাৰ্ড আৰু শ্ৰীমতী ষ্টোড্ডাৰ্ডে যোগ দিলেহি নগাঁৱৰ ওৰ্ফেন ইনষ্টিটউটত। ১৮৫১ ছনৰ ৩০ অক্টোবৰত নগাঁও, শিৱসাগৰ আৰু গুৱাহাটীৰ গীৰ্জা মিলি আসাম বেপ্টিষ্ট এছোচিয়েচন গঠন কৰিলে।

এনেতে অসমৰ বেপ্টিষ্টসকলৰ কাৰণে বিপদ জাক পাতি আহিল। ব্ৰাউন-ব্ৰন্‌ছনে শিক্ষণ আৰু ধৰ্মপ্ৰচাৰক পৰস্পৰ পৰিপূৰকৰূপে লৈ যি কাম আৰম্ভ কৰিছিল, এমেৰিকাৰপৰা ডক্টৰ ছোলোমোন পেকৰ নেতৃত্বত অহা দৌত্যই সেই কাম নাপছন্দ

কৰিলে। নগাঁৱৰ ওৰ্ফেন ইনষ্টিটিউটক এখন নৰ্মাল স্কুলত পৰিণত কৰা হ'ল, ফলত সি মৰি থাকিল। ব্ৰন্‌ছন ইয়াতে বৰ হতাশ হ'ল। একে কাৰণতে আৰু বেয়া স্বাস্থ্যৰ বাবে নেথান ব্ৰাউনে ১৮৫৫ চনত শিৱসাগৰ এৰিলে। ১৮৫৭ চনত প্ৰথম ভাৰতীয় স্বাধীনতা আন্দোলন আৰু বেমাৰ-আজাৰেও বেপ্টিষ্টসকলক জুৰুলা কৰিবলৈ আগ বাঢ়ি আহিল। গুৱাহাটীৰ ডেনফোৰ্থে ১৮৫৭ চনৰ বাৰিষাটো নিতৌ ৰণ-বিভাগৰ কাম কৰিবলগীয়া হৈছিল, শিৱসাগৰৰ ছেমুৱেল এম্. হোৱাইটিং পৰিয়ালেও ৰণৰ জুমুৰি পৰিলেই কাম এৰি যাবলৈ সাজু হৈছিলেই, ভাগ্যে সেই অৱস্থা আৰু নহ'ল। ১৮৫৯ চনত ডেনফোৰ্থ পৰিয়াল স্বাস্থ্য বেয়া বুলি এমেৰিকালৈ গ'লত চাইৰাছ এফ্. টোলমান আৰু শ্ৰীমতী টোলমানক নগাঁবলৈ পঠোৱা হয়। ইফালে ব্ৰনছেন পৰিয়ালো এমেৰিকালৈ যোৱাত শিৱসাগৰৰ হোৱাইটিঙে কেয়োফালে চকু দিবলগীয়াত পৰিল। টোলমানে ১৮৫৯ চনত মিকিৰ পৰ্বতত কাম আৰম্ভ কৰিছিল; কিন্তু তেওঁৰ শৰীৰৰ কাহিলা পৰাত ব্ৰন্‌ছন দেশৰপৰা ঘূৰি অহা ছেগতে তেওঁ এমেৰিকালৈ ঘূৰি যাবলৈ বাধ্য হ'ল। ইফালে চৰকাৰৰ কৰ-কাটল বঢ়াত অসমীয়া প্ৰজাৰ মাজত অসন্তোষ বাঢ়ি উঠিল। কোনো কোনোৱে ক'বলৈ ধৰিলে, সকলো প্ৰজাকে চৰকাৰে খ্ৰীষ্টিয়ান কৰিহে এৰিব। ভূতৰ ওপৰত দানহৰ দৰে, বেপ্টিষ্টসকলৰ নিজ ঘৰ এমেৰিকাতে জুই লাগিল গৃহযুদ্ধৰ ৰূপত। বিশেষকৈ ১৮৬৭ চনৰপৰা অসমত বেপ্টিষ্টসকলৰ প্ৰচাৰৰ পথৰ পৰিৱৰ্তন হ'ল, তেওঁলোকে ভৈয়ামৰ লোকক এৰি পৰ্বতীয়া লোকৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ লাগিল।

১৮৪৬ চনৰ জানুৱাৰীৰপৰা ওলিভাৰ টি. কট্টাৰৰ সম্পাদনাত ১৬-পিঠীয়া 'অৰুনোদই' প্ৰকাশ পাবলৈ ধৰে। তাৰ ওপৰৰ শিৰোনামা এনে প্ৰকৃতিৰ—

# অৰুনোদই সম্বাদ পত্ৰ।

প্ৰথম চোআ। মোঃ সিবসাগৰ, জানোআৰি ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। ১ নম্বৰ

VOL. I. SIBSAGOR, ASAM, JANUARY, 1846. No. 1

কাকতখনৰ প্ৰতি পৃষ্ঠাত ছপা অংশৰ দুটাকৈ স্তম্ভ। শেষ পৃষ্ঠাৰ দ্বিতীয় স্তম্ভৰ শেষাংশত এইখিনি কথা ইংৰাজীত দিয়া হৈছিল—

THE ORUNODOI,

*A monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by* O. T. CUTTER, *for the American Baptist Mission in Asam. Price one rupee per annum, in advance, or one and a half at the end of the year.*

এই প্ৰথম সংখ্যা কাকতৰ বিষয়-সূচী ওপৰত দিয়া হৈছে। লেখকসকলৰ নাম ক'তো দিয়া হোৱা নাই। তাৰ পৰিবৰ্তে 'জোআ বচৰৰ কথা', 'ধৰমৰ কথা বাত্ৰা' (তাৰ লগৰ 'হেকলা পৰ্বতৰ তপত জোল ওলোআৰ কথা'), আৰু 'ৰজাৰ মৈদাম খনা' প্ৰবন্ধকেইটাৰ লেখকক বুজাবলৈ "॥" চিনটি মাত্ৰ ব্যৱহাৰ কৰা হৈছে। 'কানিৰ বিবৰন' প্ৰবন্ধৰ দুটা পদ (আমাৰ মূল পুথিত সন্নিবিষ্ট) আৰু গদ্য কথাখিনিৰ শেষত লেখকৰ নামৰ ইঙ্গিত হ'ল "ব্দ"।

ওলিভাৰ টি কট্টাৰ ১৮৪৬ জানুৱাৰীৰপৰা ১৮৫০ ফেব্ৰুৱাৰীলৈকে সম্পাদক, মুদ্ৰক আৰু প্ৰকাশক আছিল। ১৮৫০ মাৰ্চৰপৰা তেওঁ মুদ্ৰক আৰু প্ৰকাশকৰূপে থাকিল, কিন্তু ডক্টৰ নেথান ব্ৰাউন (ব্ৰাওন) সম্পাদক হ'ল। ১৮৮২-৮৩ চনলৈকে 'অৰুনোদই' চলি আছিল আৰু আন আন সম্পাদকসকল আছিল এপলটন হাও ডেনফোৰ্থ, ছেমুৱেল এম্. হোৱাইটিং, ডক্টৰ মাইলছ ব্ৰনছন, শ্ৰীমতী এছ. আৰ্. ৱাৰ্ড, ই. ডব্লিউ ক্লাৰ্ক, এ. কে. গাৰ্নী আদি। সকলো সংখ্যা পত্ৰিকা নোপোৱাত কাৰ কাৰ্যকাল কেতিয়ালৈকে আছিল জনা নগৈছে। ব্ৰাউন ছাহাব ১৮৫০ মাৰ্চৰপৰা ১৮৫৪

আগষ্টলৈকে সম্পাদক আছিল, তাৰ পিছত কিমান দিনলৈ আছিল আমি ধৰিব নোৱাৰিলোঁ। ১৮৫৬ জানুৱাৰীকপৰা ডেনফোৰ্থৰ নাম আছে। ১৮৫৭ ফেব্ৰুৱাৰীকপৰা হোৱাইটিং সম্পাদক হয়, আৰু সম্ভৱতঃ ১৮৬০ ডিচেম্বৰলৈকে থাকে। ১৮৬১ বছৰটো উইলিয়াম বাৰ্ড সম্পাদক আছিল; তাৰ পিছৰ লেখ পোৱা নাযায়।

সৰহখিনি ক্ষেত্ৰতে 'অৰুনোদই'ৰ প্ৰবন্ধ-লেখকসকলৰ নাম পোৱা নাযায়। অনেক ঠাইত লেখকৰ কোনো ইঙ্গিত দিবৰে যত্ন কৰা হোৱা নাই। আন কিছু ঠাইত ।।, §, *, ... আদি চিনে লেখকৰ নামৰ ঠাই লৈছে। তাৰ ভিতৰত "।।" চিনটোৱেই ব্যৱহাৰ বৰ বেছি, আৰু আমাৰ অনুমানমতে ই সম্পাদকীয় ৰচনাৰ সঙ্কেত। ১৮৪৮ চনৰ নবেম্বৰত প্ৰথম দেখা দিয়া জন বানয়ানৰ *Pilgrim's Progress*-অৰ ভাঙনি 'জাত্ৰিকৰ জাত্ৰা'ৰ অনুবাদককো এই সঙ্কেতেৰেই নিৰ্দেশ কৰা হৈছে। 'অৰুনোদই'ত সকলোতকৈ বেছি প্ৰবন্ধ-কবিতা লিখা লেখক হ'ল নিধি লিবাই ফাবোৱেল। অসমীয়া খ্ৰীষ্টিয়ান সাহিত্যলৈ এওঁৰ বৰঙণিয়েই সেই দেখি আটাইতকৈ ডাঙৰ বুলি ক'ব পাৰি। আমাৰ অনুমান হয়, এওঁ 'অৰুনোদই'ৰ সম্পাদকসকলৰ সদায় সোঁ হাত আছিল আৰু অনেক নিনাও লেখা এওঁৰেই। এওঁৰ প্ৰবন্ধৰ বিষয় অতি বিস্তৃত; তাৰ ভিতৰত বিশিষ্ট হ'ল ভক্ত পল আদি এপোষ্টলসকলৰ (পাঁচনি) পৰিচয়সমূহ, হিন্দুস্থানৰ আৰু গজনিৰ মুছলমান ৰজা-সম্ৰাটসকলৰ বুৰঞ্জী, বাইবেলৰ বিবিধ কাহিনী আৰু চৰিত্ৰৰ আভাস, ধৰ্ম-প্ৰচাৰৰ বাতৰি আৰু 'তিৰ্থৰ বিবৰন' বা 'তিৰ্থৰ জাত্ৰা' নামে পদ্য ৰচনা। শেষৰ ৰচনাটিত নকৈ খ্ৰীষ্ট-ধৰ্মত শৰণীয়া হোৱা নিধি লিবাই হিন্দু ধৰ্মৰ প্ৰতি কঠোৰ আৰু কটু হৈ পৰিছে; অনেক ঠাইত যে অযথায় তেনে হৈছে, আমাৰ মূল পুথিত সন্নিবিষ্ট পাঠৰপৰাই তাক ধৰিব পৰা যাব। 'ন.ল.' বা 'ন.ল.ফ.' তেওঁৰ নামৰ সঙ্কেতৰূপে ব্যৱহাৰ কৰা হৈছে।

'অৰুনোদই'ৰ লেখকসকলৰ সাঙ্কেতিক নামবোৰ তলত বৰ্ণানুক্ৰমিকভাবে সজোৱা হ'ল—

অ.—'আমেৰিকা প্ৰথমে দৰ্স্ন হোআৰ কথা'।

অ.চ.ক.—'গিয়ানৰ পহাৰ', 'পৰিখাৰ বিবৰন'।

অ.ল.ম.— 'নানা সম্বাদ', 'পৰিস্ৰমৰ ফল'।

অ.হ.দ.—'আপোনাৰ হিত চিন্তা কুকুৰ,' 'মৌ মাখিৰ কথা,' 'The new Steamer'।

আ.—'বিভিচাৰ বিসয়ক', 'নগাৰ বিবৰন', 'খামতিৰ বিবৰন', 'মিচিমিৰ

বিবৰন', 'আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিবৰন', 'অঁকাৰ বিবৰন', 'আমেৰিকাৰ দুই জন চিকাৰি লোকৰ বিবৰন'।

আ.হ.দ.—'মৰমিয়াল কুকুৰ'।

ই.হু.ব. (সম্ভৱতঃ শ্ৰীমতী ইলাইছা হুহট্রি ব্ৰাউন)—'ম্ৰিত্যু হোআ পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন', (বাখৰগঞ্জৰ) 'ৰামগতিৰ বিবৰন', 'ধৰমি চহৰিয়া এজনৰ বিবৰন'।

উং—'ববি নামে এটা সাহসিক কুকুৰৰ আখ্যান'।

ও.—'গিত', (৭.৮), (৮.৫)।

ও.ও. (সম্ভৱতঃ ও. আৰু ও.ও. হ'ল উইলিয়াম ৱাৰ্ড)—'গিত' (৯.২)।

ক.—অসমীয়া আৰু বঙালী মানুহৰ চৰিত্ৰ তুলনা কৰি এটি প্ৰবন্ধ, 'তিনটা ঘোৰাৰ পৰিখা'।

ক.ৰ.চ.—'নগাৱঁত মাউৰ লগাৰ কথা'।

কু.—'আচৰিত কথা বাত্ৰা'।

খে. (সম্ভৱতঃ বেপ্টিস্টসকলৰ লগত সম্বন্ধ ৰখা যোৰহাটৰ খেটকেশ্বৰ পণ্ডিত)—'নিনিবি পুৰনি নগৰত পোআ মূৰ্তি'।

ঘ.—'গঙ্গা নাৰায়ন চিল'।

ঘ.ল.প.—'আকবৰ বাদস্যাৰ কথা'।

ঘি.—'দুখিয়া লোকক দয়া কৰা', 'আচৰিত ৰুপে প্ৰান ৰখ্যা পোআ', 'বনিয়ন চাহাব আৰু বন্দিসাল ৰখিয়াৰ কথা' আদি।

চ.অ.ক.—'ইস্বৰে আপোনাৰ লোকক ৰখা'।

চি.দ.—'বিদ্যা ৰুপ ব্ৰিখ্য'।

চি.দ.প.—'উপদেস হেলা কৰা লৰাৰ অধিক বয়সত দুৰৱস্থা হোআ', 'পুৰাব্ৰিত'।

জ.ট.—'আৰ্চিৰ বিসই', 'মৰনৰ বিসয়ে কিচু চিন্তা', 'এটা ন ভবা গননা' 'আকৰ্সন আৰু তাপৰ বিসই', 'খেহ, লোকৰ ক্ৰিপা কৰোঁতা দেবি', 'কুভাবনা', 'কালৰ বিসই', 'হাঁতি আৰু সিয়ালৰ দ্ৰিষ্টান্ত'।

জ.ত.—'সত্য ধৰমৰ চাৰি প্ৰমান'।

জ.ৰ.—'ডাঙ্গৰ বিসইৰ কথা'।

জি.ব. (গুণাভিৰাম বৰুৱা)—'বিধৱা বিবাহ', 'বন্ধুতাৰ কথা', 'ইংলণ্ড আৰু

অচম দেস', 'তিৰ্থ আৰু পুৰানৰ উত্পতিৰ কথা', 'পুৰুসে তিৰোতাক জি ৰুপে সমাদৰ কৰিব লাগে', 'দুজনি বিধৱা চোৱালিৰ বিবাহ হোআৰ কথা', 'মাত্ৰি ভাসাৰ সক্তি' আদি, 'ৰাম নৱমী নাটক'।

জে.ট—'ত্ৰান কৰ্তাৰ আগমন'।

জোব.—'প্ৰিথিবিৰ আকৰ্সনৰ বিসইতে দুইজনৰ কথোপকথন'।

ত.থ.—'ধৰমৰ উচাহৰ কথা', 'সোকৰ ঔসধ'।

থ. ত.—সম্পাদকলৈ (১২.১২)।

দ.—'বাপেক পুতেক আৰু গাধ', 'বৰখুনৰ কথা', 'মাউৰ কালত বুৰা দাঙ্গৰিয়াৰ মহত্মাৰ বিবৰন'।

দ.ক.—'পৰিয়ালৰ সাসন।'

ধ.—'গিয়ান আৰু লাভ বৰ্হাৰ কথা'।

ধ. ল. হ.—'আপুনি আপোনাৰ বিচাৰ কৰা উচিত, অথবা......' (দুভাগ)।

নু.—'নামান নামেৰে এজন কুঠিয়া স্বস্ত হোৱাৰ কথা'।

প. ৰা. স.—'সিৱসাগৰত সভা পতা কথা'।

প. স.—'প্ৰিথিবিৰ আকাৰৰ বিসই', 'মতোআল হোআৰ কথা'।

পু. স.—'হিত কথা সফল'।

প্ৰ. চ. দ.—'পাকৈ টোৰা চৰাইৰ বিবৰন'।

ফ.—'তিনিটা সৰু মাচৰ দ্ৰিষ্টান্তৰ কথা'।

ফ. দ.—'ভাই, ভনি, লগৰিয়াবিলাকলৈ লৰাহতৰ বেৱহাৰ', 'মিচা কোআৰ কথা', 'ম্ৰিত্যুৰ পাচৰ ঘটনাৰ কথা'।

ব. (সম্ভৱতঃ, ব., ব. দ. আৰু ন্দ. হ'ল ডক্টৰ নেথান ব্ৰাউন।)—'সিল হৈ জোআ মঁহৰ কথা', 'তেজ জোআ সিৰৰ বিবৰন', 'কেমতাই অৰ্থাত বনৰৌ পহুৰ বিবৰন', 'ত্ৰোআ নগৰৰ কাঠৰ ঘোঁৰা'।

বং—'দেও পুজক লৰাৰ গান'।

ব. দ.—'অসম লৰা আমেৰিকালৈ জোআৰ কথা', 'কুকুৰ আৰু সিয়ালৰ কথা', 'গুপুত ধন'।

ব. ন.—'প্ৰাথমিক সিখ্যা', 'ইস্বৰ আৰু তেওঁৰ স্ৰিষ্টিৰ কৰমৰ কথা', 'জন্তুবোৰক আমি জি ৰুপ বেৱহাৰ কৰিব লাগে তাৰ কথা', 'মিক্ৰস্কোপ আৰু এক নিষ্ঠুৰ লৰাৰ কথা', 'মহা চিকন্দৰ আৰু তেওঁৰ মাক', ইত্যাদি।

ৱ. ন. চ.—'উত্তম ভাৰ্জা'।

ৱ. প.—'প্ৰভুৰ ৰাজ্য ব্ৰিধি'।

বিং সং—'খেহ্ দেশৰ জক নামেৰে সাগৰত ফুৰা জাহাজ', 'ঢাকাৰ মল মল কাপোৰৰ বিৱৰন'।

ৱ—কানিৰ বিৱৰন', 'কাকতি ফৰিঙ্গৰ কথা', 'ধৰমৰ কথা বাত্ৰা', 'মানুহ এজনক ফাঁচি দিয়াৰ কথা' (শিৱসাগৰত)।

ভ.—'চৰাই চলনৰ সক্তি', 'বিশ্বাসৰ ফল'।

ভ. ম. ব.—'সুৰ সিকা এটা পাৰ চৰাইৰ কথা', 'সুবুধি'।

ভ. শ. স. স.—'জ্ঞান প্ৰদায়িনি সভাৰ সম্বাদ'।

ম.—'কএদি এজনক ফাঁসি দিয়া কথা' (নগাঁৱত), 'প্ৰিথিবিৰ পুৰ্বকালিয় ইতিহাসৰ সংখেপ বিৱৰন', 'অৰুনোদই পৰ্হা সক লৰাবিলাকৰ প্ৰতি প্ৰথম প্ৰনই পত্ৰ', 'মিচৰ দেসৰ বিসই' আদি।

ম. ফ. ক্ৰ.—'ৰুসিয়া ৰজাবিলাকৰ আখ্যান'।

ম. ব. (সম্ভৱতঃ, ম. আৰু ম. ব.= ডক্টৰ মাইলছ ব্ৰনছন)—'মহম্মদৰ ধৰম বঢ়াৰ বাত্ৰা', 'ঘোষা পুথি চপা হোআৰ বিগ্যাপন', 'বহু মুল্য মুকুতা', 'লঙ্কা উপদীপৰ কথা', 'তোমাৰ মুক্তিৰ ভৰসা কি'।

ম. ৰ. ব. (কুমাৰী মেৰী আৰ্. ব্ৰনছন?)—'সক চিমুএল', (পদ্য)।

মা.—'নগাঁৱত মাউৰ লগাৰ কথা'।

মো. স.—'পৰাৰ' (১২.৩)।

ৰ.—'ভোটৰ দেসৰ বিৱৰন', 'লঙ্কা উপদিপৰ কথা', 'কম্পানি বাহাদুৰৰ বিৱৰন।

ৰং দং প্ৰং—'বিদ্যাৰ গুন'।

ৰু.—'পুৰ্বকালৰ ইতিহাস', 'আদমে পাপ কৰা কথা', 'কইন আৰু হেবেলৰ কথা', 'আব্ৰাহামলৈ অঙ্গিকাৰ কৰা দেস' আৰু '—পুত্ৰ', 'আব্ৰাহাম নাইবা প্ৰেমৰ পৰিখা', 'য়াকোবে দেখা স্বৰ্গিয় সপোন' আদি।

ৰু. এ. ক.—বাতৰি (১৬.৩)।

ৰু. ৰা.—'বিধৱা বিবাহ' (১২.৮)।

ৰু. ৰা ডে.—'ছটা ভয়ানক মাত'।

ল. দ.—'সাধু কথা'।

ল. লে. দ.—'উপকাৰি পৰামৰ্স'।

সু. স.—সাধুকথা (Riddles)—তাৰে এটাৰ এশাৰী কথা হ'ল 'কবি কঙ্কন হিয়েলিৰ চন্দ'।

হ. চ.—'স্ত্ৰীশিক্ষা'।

C. H.—'য়ান হাৰ্মচেন নামেৰে এটা মাউৰা লৰাৰ বিবৰন'।

D.—'লিদিয়া স্তুতিবেল্ড, নাইবা আত্মাক নাস কৰা ঠাৱৰ'।

G. D.—'লুইচা নামেৰে এজনি চোআলিৰ বিবৰন'।

G. L. P.—'প্ৰশ্নবিলাকৰ উত্তৰ'।

H. Chunder—(সম্ভৱতঃ, হেমচন্দ্ৰ বৰুৱা)—'আচৰিত গচ'।

G. J. S.—'সভ্যতা আৰু বাণিজ্যৰ কথা'।

এইদৰে লেখকৰ নাম সাঙ্কেতিক ৰূপত দিয়াৰ চলতি গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু'তো আছিল। গুণাভিৰামে তাত নিজৰ নামৰ ঠাইত 'জি' দিছিল।

তলত দিয়া প্ৰবন্ধ-লেখক বা পত্ৰ-লেখকৰ নামসমূহ বিভিন্ন সংখ্যা 'অৰুনোদই'ত পোৱা যায়।

আনন্দিৰাম ফুকন (আনন্দৰাম ঢেকিয়াল ফুকন)—তলত চাওক।

ইডা বি পাটন—'আমেৰিকাৰ পৰা পঠোআ পত্ৰ'।

উৎসবানন্দ গোস্বামী ডিপুটি ইনস্পেকটৰ— 'বিজ্ঞাপন' (১৬.৬)।

কনকচন্দ্ৰ সৰ্মা—'ভুতলৈ ভয় কৰা মিচা'।

কম্বুকণ্ঠ সৰ্মা—'সিংহ আৰু সহাৰ কথা'।

কাতিৰাম গোঁহাই—'চৰাপুঞ্জি মোকামৰ বিবৰন'।

কিনাৰাম সত্ৰিয়া—'কলিকতাৰ সুখিয়াতি' (পদ্য)।

গোবিন্দৰাম ভূঁয়া—'নগাঁও জিলাৰ বৰ্নন' (পদ্য)।

চিকা দাস (শিৱসাগৰ)—'সত সংসৰ্গ কৰাৰ কথা' (পদ্য)।

জাতিৰাম গোহাঁই—'পুলিপেনাং মাজুলিৰ বিবৰন'।

দয়াৰাম চেটিয়া—'ৰঙ্গপুৰ নগৰৰ বৰ্নন' (পদ্য)।

ধৰ্মকান্ত গোঁহাই—'গুআহাটিৰ বিবৰন' (পদ্য)।

পথ্যধৰ সৰ্মা—'জুবা ও গিয়ানি লোকলৈ নিবেদন'।

পমধৰ সম (সম্ভৱতঃ, প্ৰেমধৰ শৰ্মা)—'লৰা কালে কৰিব.মৰম'।

পুৰ্নানন্দ সৰ্মা মহোৰি ক্ৰিমিনেল কোৰ্ত (Sri Purnanond Sorma)

—'বিবেচনাৰ গুণ' (পদ্য), 'ভাল ৰুপে কাকত পৰ্হাৰ নিয়ম', 'অচম দেসৰ বালক সকলৰ বুধি আৰু যথাৰ্থ গিয়ান বাৰ্হিবৰ উপাই', সম্পাদকলৈ (৯.৮), 'আচাম দেস হিঁতৈসিনি সভাৰ বিগ্যাপন', 'অসমীয়া ভাসাৰ কথা' আদি।

স্ৰীব্ৰাওন চাহাব আৰু স্ৰীমতী মেম চাহাব—চিঠি (১৬.১০)।

মিৰ মজফৰ হুচেন (কলিকতাত পঢ়া ছাত্ৰ)—'জহনিৰ বিবৰন', সম্পাদকলৈ চিঠি (৯.২)।

মুনছী কেফায়ৎ উল্লা মুনচেফ—'নীতিকথা', 'জ্ঞানী অজ্ঞানীৰ চৰিত্ৰ বৰ্ন্না'।

লুচিএন হেউডেন, ওৰফে ধনীৰাম—'বোস্টোন ছহৰৰপৰা পত্ৰ'।

সৰ্ব্বগুণ্য ভট্টাচাৰ্য্য—চিঠি (১৬.১০)।

সুভদ্ৰি—'জুইত ৰখ্যা পোআ'।

Anondoram Phukan—ইংৰাজি আৰু অসমিয়া যি অভিধান অলপতে চপোৱা হব, তাৰে আৰ্হি (১১.১২) ঃ A–Ablution

Lakhmilal Dutta (Sibsagor) ঃ সম্পাদকলৈ চিঠি (৯.৮)।

নিজৰ নাম স্পষ্টকৈ নিদি লিখা লেখকসকলে এইবোৰ নাম ব্যৱহাৰ কৰা দেখা যায়—

অৰুনোদইৰ পাঠক এজন—'অৰুনোদইৰ সুনিয়ম'।

এজন অচমিয়া লোক—'অচম দেসৰ লোকসকলৰ প্ৰতি নিবেদন পত্ৰ' (৮.৫), (৮.৭), (৮.৮), (৮.১০), (৯.১), (৯.৭), 'বিবহাৰ সময়ত যি সকল নিয়ম প্ৰতিপালন কৰা কৰ্তব্য তাৰ কথা', 'বিধবাৰ বিবাহ', 'অচমিয়া ভাসা'। এই লেখক গুণাভিৰাম বৰুৱাও হ'ব পাৰে।

এজন মিত্ৰ—'নিজ পিত্ৰি মাত্ৰি জানি সমাদৰ ৰাখিবা'।

এজন স্কুলৰ ছাত্ৰ—'সভ্য হ'বলৈ নিবেদন'।

ওপৰ অচমত থকা এজন অসমিয়া লোক—'অচমিয়া লোকসকলৰ হিত কথা'।

তোমালোকৰ পৰম মিত্ৰ এজন—'আপোন সন্তানলৈ পিত্ৰি মাত্ৰিৰ উচিত কৰম'।

বিদ্যালয় পৰিত্যাগী ছাত্ৰ—'এখন পত্ৰ আৰু তাৰ উতৰ'।

যথাৰ্থ বক্তা—'গৰগাঁও নগৰৰ কথা'।

সিখ্যক—'মোৰ আই'।

স্ৰীসোনাৰ চাঁদ (হেমচন্দ্ৰ বৰুৱা)—'অনেক বিয়া কৰা অজুগুত'।

স্ৰীস্ৰীমতি অচম ভূমি—'অচমিয়া লোকলৈ নিজ ভূমিৰ সাধাৰন পত্ৰ'।

স্ৰীস্ৰীমলুআ কপিৰাজ চক্ৰবৰ্তি—'মলুআ ৰজাৰ এখন চিঠি'।

সম্ভৱতঃ তলৰখিনি বিবিধ পুথিৰপৰা লোৱা পাঠ—

অচমিয়া লৰাৰ মিত্ৰ—'ইস্বৰৰ আখ্যা'।

লৰাৰ মিত্ৰ—'হিন্দুস্থানৰ নানা প্ৰদেস', 'ইস্বৰ তেওঁৰ সকলো স্ৰিষ্টিতকৈ গৌৰবন্ত', 'ট্ৰুইৰ কথা', 'গিয়ানৰ পুত্ৰ, অৰ্থাত মনুস্য', 'ইস্বৰ চকু সকলো ঠাইতে আচে', 'চিপিও সেনাপতিৰ চৰিত্ৰৰ কথা'।

বিবিধাৰ্থ সংগ্ৰহ—'লঙ্কা দিপৰ বিবৰণ'।

সম্বাদ পত্ৰ পুৰ্নচন্দ্ৰোদই—'নিতি ৰেনু'।

Podartho Bidya—'মানুহৰ বিসই'।

'অৰুনোদই' কাকতে অসমীয়া পাঠকৰ মানসিক দিগন্ত আধুনিক ধাৰাত বহল কৰি তুলিছিল। গ্ৰীচ, মিছৰ, খেহ দেশ (চীন) আদি দূৰ দেশৰ বুৰঞ্জী আৰু ৰাজনীতি, ৰুছিয়া, মেক্ছিকো, গুৱাটিমালা আদি দূৰ দেশৰ ভূগোলৰ বিবৰণ, ভাৰতবৰ্ষৰ বুৰঞ্জী আৰু চলন্ত ৰাজনৈতিক ঘটনাৰ সংবাদ আদি 'অৰুনোদয়ে' সততে পৰিবেশন কৰিছিল, প্ৰাণীবিদ্যা, উদ্ভিদতত্ত্ব, পদাৰ্থবিদ্যা আৰু জ্যোতিৰ্বিদ্যা আদি জ্ঞান বিতৰণ কৰিছিল। এই কাকতে বাইবেল আৰু খ্ৰীষ্টিয়ান ধৰ্মৰ সাহিত্য আৰু বুৰঞ্জীৰ আভাস দিছিল, নানা পেৰেবোল, উপকথা আদিৰ পুনঃকথন কৰিছিল। জন বান্য়ানৰ *Pilgrim's Progress*-অৰ ভাঙনি ধাৰাবাহিকভাৱে প্ৰকাশ পায় 'অৰুনোদই'তে। 'ৰাধানাথ আৰু প্ৰসন্নৰ কথোপকথনে' এক উপন্যাসৰে আকৃতি ধাৰণ কৰি আছে। 'পুৰনি অসম বুৰঞ্জি', 'কামৰুপৰ বুৰঞ্জি', 'চুটিয়া বুৰঞ্জি'—এই তিনিখন পুৰণি অসমীয়া বুৰঞ্জী ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাত বাহিৰৰ জগতেও অসমৰ প্ৰাচীন বুৰঞ্জী-সম্পদৰ ভু পাব পৰা হৈছিল। আ. নামৰ লেখকৰ অসমৰ জনজাতিসমূহৰ পৰিচয়সমূহ অতি মূল্যবান সম্পত্তি। গুণাভিৰাম বৰুৱাৰ সামাজিক 'ৰাম-নৱমী' নাটকখনি পোনতে 'অৰুনোদই'ৰ বুকতে ওলায়। ১১শ বছৰ ১২শ সংখ্যাত সম্পাদক ডেনফোৰ্থে আনন্দৰাম ঢেকিয়াল ফুকনৰ ইংৰাজী-অসমীয়া অভিধানৰ A-ৰপৰা Ablution পৰ্যন্ত প্ৰকাশ কৰি জনায় যে 'ফুকনে ইংৰাজি অচমিয়া আৰু অচমিয়া ইংৰাজি, এই ৰূপে দুই খণ্ড অভিধান লিখিচে। তাৰে আহিঁ লোকবিলাকক দেখাবৰ

কাৰণে এই অৰুনোদইৰ মাজত দুই এক পিঠি চাপিবলৈ আমাক পত্ৰ লিখিচে।' জীৱনী, ভ্ৰমণ-বৃত্তান্ত আদি আধুনিক সাহিত্যৰ অঙ্গৰ বিকাশো 'অৰুনোদই'তে হৈছিল। চাইৰাছ বাৰ্কাৰ, গতলব চি. ডাইবলি (Dauble), ডব্লিউ. জে. লং আদি ছাহাব লোক, আৰু খুকু আৱি ফাৰোৱেল, বুধি লিজি বোৰ্ডমান, বাতিৰাম দাস, লুঙ্গচাঙ্গ ফ্ৰাঞ্চিছ ওৱেলগু (নগা) আদি লোকৰ মৃত্যু-সংবাদ (obituary note) বিশেষ মন্তব্য। অসম আৰু বাহিৰত খ্ৰীষ্টধৰ্ম-প্ৰচাৰৰ সংবাদ প্ৰায় সংখ্যাতে দিয়া হৈছিল। 'অৰুনোদই'ৰ ফেহুজালিৰ সময়ত আধুনিক অসমীয়া কবিতাই চেৰাশালিত কিদৰে কান্দিছিল, তাৰ আভাস বৰ কৌতূহলৰ বিষয়। পুৰণি তেতিয়া মৰি গৈছে, কিন্তু নতুনৰ জন্ম যন্ত্ৰণা হৈ পৰিছে। কবিতাৰ অনুভূতি আৰু কল্পনা তেতিয়াও বহুত আঁতৰত। 'অসমিয়া লৰাৰ মিত্ৰ', বঙলা 'চিত্তবিলাসিনি পুথি', ঘোষা পুথি আদিৰ বিষয়ে ওলোৱা কথাখিনিতে আধুনিক সমালোচনা-সাহিত্যৰ জন্ম বুলি ক'লে বোধ হয় শুদ্ধ নহ'ব। কিন্তু 'বাৰেমতৰা পখিলা পুথি', 'কানীয়া কীৰ্তন' আদি প্ৰকাশ আৰু প্ৰচাৰৰ সম্বাদ মন কৰিবলগীয়া। ২য় বছৰ ষষ্ঠ সংখ্যাৰপৰা মাহেকীয়া পঞ্জিকা আৰু ৯ম বছৰ ১ম সংখ্যাৰপৰা 'অৰুনোদইৰ ধন পোআ ৰচিত', এই দুটি নতুন বস্তু সুমুওৱা হয়। গ্ৰাহক-সংখ্যাৰ এটি বিশ্লেষণ বৰ্তমান সংগ্ৰহত সন্নিবিষ্ট হৈছে। ১২শ বছৰ ষষ্ঠ সংখ্যা কাকতৰ সম্পাদক হোৱাইটিঙে আপত্তি কৰিছিল, "অৰুনোদই পত্ৰৰ কাৰণে মাহে ৫০ টকা খৰচ হই, অৰ্থাৎ বচৰত ৬০০ টকা জাই; কিন্তু আমি লোকৰ পৰা প্ৰাই ৪০০ টকাহে পাও।" আমাৰ সাংবাদিকতাৰ ইতিহাসে এই কথা বিশেষভাৱে মন কৰিব পাৰে। এইদৰে দেন পেলায়ো বেপ্টিষ্টসকলে অসমীয়া ৰাইজৰ মাজত জ্ঞান বিলাবৰ যত্ন কৰি আছিল। কাৰণ তেতিয়াও যেন অসমীয়া জাতি শুই আছে, কানিৰ ৰাগিয়ে টোপনি গধুৰ কৰি তুলিছে। নানা কুসংস্কাৰ আৰু অন্ধবিশ্বাসে দেশখনক আচ্ছন্ন কৰি ৰাখিছে। 'অৰুনোদই'ৰ লেখকসকলে সেই টোপনি ভাঙি দি কুসংস্কাৰ আৰু অন্ধবিশ্বাস আঁতৰাবৰ কাৰণে যেন প্ৰাণ-পণে যত্ন কৰিছে। বিদ্যা আৰু জ্ঞান-বিস্তাৰৰ অৰ্থে তেওঁলোকে নবীন-প্ৰবীণ সকলোকে উপদেশ দিছে, উঠি অহাসকলক সজ ব্যৱহাৰ শিকাবৰ কাৰণে অনবৰত যত্ন কৰিছে। ঠায়ে ঠায়ে হিউমাৰ বা হাস্যৰো অৱতাৰণা কৰা হৈছে; শ্ৰীশ্ৰীমলুআ কপিৰাজ চক্ৰবৰ্তিৰ পত্ৰখনিত তাৰ আভাস পোৱা যাব।

'অৰুনোদয়ে' ১৮৪৬ জানুৱাৰীত প্ৰথম ওলায়ে 'জোআ বচৰৰ কথা'ত ১৮৪৫ চনৰ খবৰ দি প্ৰায় প্ৰতি সংখ্যাতে 'অনেক দেসৰ সম্বাদ' আৰু 'ধৰমৰ কথা বাত্ৰা'ত

অসম, ভাৰত আৰু পৃথিৱীৰ বাতৰি দি গৈছিল। অসমৰ বিভিন্ন ঠাইৰপৰা গোটোৱা খবৰৰ যি ৰেকৰ্ড 'অৰুনোদই'ত আছে, তাৰপৰা দেশৰ যোৱা শতিকাৰ বুৰঞ্জীৰ এটি ভাল আভাস পোৱা যায়। বিভিন্ন পৰ্যায়ৰ এনে বাৰ্তাৰ মাজৰপৰা কেইটিমান তলত উদ্ধাৰ কৰি দিয়া হ'ল,—

'সিৱসাগৰৰ উজনি মেটেকাৰ ঘাটত বৰ্তমান মাহে এজনি তিৰোতা মানুহে দিখৌ নৈত নামি পাৰ হওঁতে এটা ঘৰিয়ালে কামুৰি মাৰিলে।' (মাৰ্চ ১৮৪৬)

'বৰ্তমান সঁকৰ এপ্ৰেল মাহৰ ২৬ তাৰিখে সিৱসাগৰ জিলাৰ দখিন ফালে কালু গাঁৱৰ শ্ৰীলম্বোদৰ মৌজাদাৰৰ ককায়েক ম্ৰিত্যু হোআৰ পুৰ্বে তেওঁৰ বৈনিএকে স্বামিৰ লগত সতি জাবৰ নিমিত্তে অগ্নি পৰিখাকে আদি কৰি সকলো ৰুপে প্ৰমান চাই সতি হই জেন জানি মৌজাদাৰে শ্ৰীজুত বিচাৰ পতিৰ আগত সেই কথা জনালত দাৰোগাৰ দোআৰাই সতিক নিবাৰণ কৰিলে।' (মেই ১৮৪৬, 'সতি জোআৰ নক্চা' এখনো দিয়া হৈছে।

'১৮ জুন তাৰিখে নিসা দুই বজাৰ সময়ত গুআহাটিত বৰকৈ ভুমি কম্প হৈচিল, তাতে সেই জিলাৰ প্ৰধান পকি গিৰ্জা ঘৰৰ ওপৰে দলৰ ৬ হাত মানৰ তলতে কঁৰালবিলাক এৰাই পৰিল, আৰু ভিতৰতো অনেক ঠাই ফাটিল। আৰু, বেলি চোআ ঘৰিবোৰবো প্ৰায়ে মাত মৰিল।' (জুলাই ১৮৪৬)

'জুলাই মাহৰ ৩০ তাৰিখত জোৰহাটৰ শ্ৰীজুত পুৰন্দৰ সিংহ মহা ৰজাৰ কোসৰ ঘৰত দুআৰ মেলি, চোৰ সোমাই, পেৰা আৰু জপাৰ টিঙ্গিৰি কাটি, কাপোৰ আৰু অলঙ্কাৰ ২৪১৪ টকাৰ বস্তু চোৰে নিলে; এতিয়ালৈকে চোৰ ধৰিব পৰা নাই, তথাপি মহা ৰজাৰ ভিতৰৰ মানুহে কুপৰামৰ্স কৰি নিয়াইচে বুলি দাৰোগাই মনেৰে ভাবিচে।' (আগষ্ট ১৮৪৬)।

'জোৰহাট নগৰত মহা ৰজা পুৰন্দৰ সিংহৰ ৩ দিন পৰ্জন্তে মধু মেহৰ পিৰা উপস্থিত হৈ বৰ্তমান মাহৰ ১ প্ৰথম তাৰিখে ব্ৰিহস্পতি বাৰৰ দিনা বেলি দুই বজাৰ সময়ত ম্ৰিত্যু হল।

'তেতিয়া দুৰ্গা পুজা চাবলৈ ফুকন, বৰুআ আদি বৰ বৰুআ ডাঙ্গৰিয়া সকল গোট খাই, সেই ম্ৰিত্যু মহা ৰজাক নগৰৰ পৰা বাহিৰ কৰি, দহন আদি কৰাৰৰ নিমিত্তে, শ্ৰীজুত কামেস্বৰ সিংহক, ম্ৰিত্যু ৰজাৰ স থকা ঠাইতে বৰ চৰাত কাগৰ পাৰি বহুআই, বৰ বৰুআ আৰু ডাঙ্গৰিয়া সকলে চাৰি ৰজাৰ সময়ত পুৰ্বে পিত্ৰি ৰজাই জুবৰাজ নাম দিয়া, শ্ৰীজুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুবৰাজ মৰ্জতা

দিলে। পাচে জুবৰাজে সোন, ৰুপ, কাঁহ আৰু তাম, এই চাৰি কলহেৰে ম্রিত্যু ৰজাক গা ধুআই, ৰাজ অলঙ্কাৰ পিন্ধাই, সৰাইত সাজ কাপৰ দি, কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই, চাঙ্গটি চন্দোৱাৰ তৰি, চৌদোলত তুলি, দিচৈ নৈৰ ওচৰলৈ নি, আঁৰ কাপৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স নিওঁতে বৰ লোক আৰু সৰু লোক, বহু মানুহ গৈচিল।' (অক্টোবৰ ১৮৪৬)

'কোনো কোনো অসমিয়া লৰা, বেজৰ কাম সিকিবৰ নিমিতে অসম দেসৰপৰা কলিকতালৈ গৈ মেদিকাল কলেজ, অর্থাত প্রধান বেজৰ স্কুলত সোমাল, আৰু কলিকতাৰ সমাচাৰ দর্পনত লিখিচে, সিহঁতে ভালকৈ সিকি আচে।' (নৱেম্বৰ ১৮৪৬)

'নৱেম্বৰ আৰু ডিচেম্বৰ মাহৰ ভিতৰত গুআহাটিত ৭টা, নগাঁৱত ১১টা মানুহ খ্রিষ্টৰ সিস্য হৈ বুৰ পাই মণ্ডলিত সোমাল।' (ডিচেম্বৰ ১৮৪৬)

'সিৱসাগৰ জিলাত ১৭ ফেব্রোআৰি তাৰিখে স্রীহৰনাথ পর্বতিয়া বৰুআ পেঁচকুৱৰে বোকা খাতৰ স্রীবেথাই সর্মাকে ধৰি আনি, আপোন জিএক স্রীমতি কেতেকিক সালংক্রিতাকৈ বিয়া দিলে। নিমন্ত্রনতে অনেক ভদ্রলোক বিয়া চাবৰ নিমিতে আহিচিল, কিন্তু সেই ৰাতিৰ ন বজাৰ সময়ত অতি সিলা ব্রিষ্টি হৈ বিয়া দিয়াৰ ঠাই নষ্ট কৰাত ৰভাৰ ভিতৰত বৰ বোকা পানি হলত, চৰা ঘৰৰ ভিতৰ সোমাই জগ্য কৰি বিয়া দিলে।' (ফেব্রুৱাৰী ১৮৪৭)

'ডিবুৰুগৰৰ জিলাৰ পৰা আমালৈ এখান পত্র লিখি এই কথা জনাইচে। মটকৰ ম্রিতমাতিবৰ বৰ সেনাপতিৰ মধ্যম পুতেক ভগিৰথ মাজিও গোহাঁই বৰ সেনাপতি সদৰ আমিন কাম লৈ সৰহ দিন কৰিবলৈ ন হল; এনেতে তেওঁৰ বাপেক বৰ সেনাপতি জি ৰোগত ম্রিতু হল সেই ৰোগেই কফাস্রিত পিত হৈ খাব নোঅৰা, জি খাই সিও জিন নো জোআ, পিতে খুন্দা মাৰি ধৰে, এনে ৰোগ হৈ এই মাঘ মাহৰ ২৭ তাৰিখে ক্রিষ্টাষ্টমিৰ দিনা ৰাতি ২ পৰ জাঁওতে মাজিও গোহাঁই ম্রিত্যু হল। কিন্তু ম্রিয়মান কালে তেওঁৰ বৰ গিয়ান আচিল, গুৰুকো অনাই সৰাইৰে দখিনা কৰি জিবোৰ মানুহ তেওঁক চাবৰ মনেৰে গৈ আচিলে, সেইবোৰকো চাই সমাদৰ কৰিহে মৰিল। তাৰ পাচে তেওঁৰ সপৰিবাৰে মৰা স বাপেকৰ ৰিতিৰে দাহ কৰি মৈদামৰ দৰে ওখ ভেঁটি কৰিলে; বিধি মতে পহু মাচ আদি কৰি খাদ্য দ্রব্য মর্জাদাৰ কাপৰকো কৰি ভালেমান দ্রব্য গোটাই ২৯ ফাগুন তাৰিখে সুকুৰ বাৰৰ দিনা ৰাতি দিনকৈ বৰ সবাহ কৰিলে। দেস দস্তুৰ বিধি মতে কৰম কাজ কৰিলে।' (মার্চ ১৮৪৭)

'বর্তমান বচৰৰ জানোআৰি মাহৰ ২৮ তাৰিখে বাপ্তিষ্ট মিস্যনেৰি সমাজৰ

বাৰ্ষিক সভা কলিকতা নগৰত হৈছিল। তাতে এই কথা প্ৰকাশ হ'ল, বঙ্গাল আৰু হিন্দুস্তান দেসত বাপ্তিষ্ট অৰ্থাত বুৰ পোআ ২৮ টা মণ্ডলি আচে; মণ্ডলিৰ লোক মুঠে ১৩৩৮ আচে।' (এপ্ৰিল ১৮৪৭)

'নবেম্বৰ আৰু ডিচেম্বৰ মাহতে পাদুৰি সাহাববিলাকে ভাটিলৈ জাত্ৰা কৰি গলত অৰুনোদই কৰিব নো আৰিলে; সেই নিমিত্তে এতিয়া দুই পত্ৰ একে বেলিএ চাপ কৰি দি পঠাব।' (নৱেম্বৰ ১৮৪৭)

'জিলা সিৱসাগৰৰ অৰ্জুনৰ গুৰিত শ্ৰীযুত মনিৰাম দেৱানে সনিবৰিয়া হাট পতাইচে তাত সকলো বস্তু ওলাই গাৱলিয়া আৰু নগৰিয়া নগাকে আদি কৰি সকলো মানুহে সনিবাৰৰ দিনা কিনা বেচা কৰি হাট বেহাই গৈ।' (জানুৱাৰী ১৮৪৮)

'ডিচেম্বৰ ২৮ তাৰিখত অসম দেসৰ শ্ৰীযুতা কটৰ মেম চাহাবে সৈতে শ্ৰীযুত ব্ৰঞ্চন চাহাব আৰু মেম চাহাবে বাবা লোক আৰু নগাঁও স্কুলৰ দুজন অসমিয়া লৰাক লগত লৈ ককিম্বো নামে এখান জাহাজত উঠি কলিকতা এৰি সাগৰৰ পাৰ হৈ ৫ মেই তাৰিখত আমেৰিকা দেসৰ বস্তন নগৰ পালেগৈ।' (আগস্ট ১৮৪৯)

'২৯ তাৰিখত শ্ৰীযুত পাদুৰি বাৰ্কৰ চাহাবে নৰিয়াৰ কাৰণে মেম চাহাব আৰু বাবা লোকে সৈতে আমেৰিকা দেসলৈ জাবৰ নিমিত্তে ভাপ জাহাজত উঠি গল।' (অক্টোবৰ ১৮৪৯)

'গুআহাটি নগৰত প্ৰায়ে এক হেজাৰ মানুহ মাউৰে ধৰি মৰিল। সিবিলাকৰ মাজত ক্ৰিস্নৰাম ভৰালি বৰুআ ফৌজদাৰি চিৰস্তাদাৰ ৩১ মেইৰ মানিসা ৰাতি মাউৰে ধৰি ৰাতিপুআ ১০ বজাত ম্ৰিত্যু হ'ল।

'নগাঁৱত এসতকৈ অধিক মানুহ এই পিৰাতে মৰা সুনিচোঁ।' (জুন ১৮৫১)

'বৰ্তমান ডিচেম্বৰ মাহৰ ১৫ তাৰিখত শ্ৰীযুত কাপ্তান ব্ৰোডি চাহাব ওপৰ আচাম সিৱসাগৰ জিলা এৰি আপোন দেসলৈ জোআত সকলো লোকে আহি দৰ্সন দি সোকাকুল হৈ অতিসই মনত দুখেৰেহে বিদাই দিলে। তেওঁ বৰ চাহাব হৈ ১৮৩৮ সঁকৰ পৰা ১৩ বচৰ দায়াৰূপে এই জিলা সাসন কৰিলে।' (ডিচেম্বৰ ১৮৫১)

'১৮৫২ ইং সঁকৰ ১০ জুন তাৰিখে বেলা তিনি বজাৰ সমই জোৰহাটত শ্ৰী শ্ৰী কামেশ্বৰ সিংহ মহা ৰজা পৰলোক প্ৰাপ্ত হ'ল, এই মহা অসন্তোসৰ বাত্ৰা জোৰহাটৰ পৰা সুনিচোঁ।' (জুন ১৮৫২)

'৪ জুলাই তাৰিখে ৰজাৰ সৰাধলৈ জাঁওতে ভোগদৈত নাও বুৰি অনেক মানুহ মৰিল। মালৌ কলিয়নিত সিবিলাকৰ মৰা স বামুন তিনিটা, সুদিৰ দুটা, গনক

দুটা, এই খিনি পাইচে; নো পোআও আচে।' (জুলাই ১৮৫২)

'২৫ মার্চ সুকুৰ বাৰৰ ৰাতি দুপৰ মানৰ সময়ত কোঁএৰপুৰ মৌজাৰ ৰতি নেওগ নামে এজন মানুহৰ ঘৰৰ ওচৰতে বান্ধি থোআ খুঁটিৰ মহৰ মাজত বজ্রপাত পৰি পাঁচ জনি মহ মৰিল। ৰাতি পুআ মহৰ গৰাকিএ দেখে যে পাঁচো জনি ঠৰ হৈ পৰি মৰি আচে; তাৰে এজনিৰ চকু এটা ওলাই নিলগত পৰি আচিল।' (এপ্রিল ১৮৫৩)

'৮ জুনৰ ৰাতিপুআ ৮ বজাৰ সময়ত জমুনা নামে ভাপ জাহাজ আহি সিবসাগৰ জিলা পালেহি। তাতে দিখৌ নদিৰ গৰাত লৰা বুৰা বহু মানুহে বৰ আনন্দেৰে জাহাজ চাবলৈ গোট খাইচিল। এই জাহাজতে কলিকতাৰ পৰা লৰ্ড চাহাবৰ আগ হৈ অহা স্রীল স্রীযুত মিল্‌চ নামে জজ চাহাবো আহি লৰ্ড চাহাবো আহি গু জুনত এই জিলা পালেহি। তেওঁ এই অচম দেসৰ সকলো জিলার সোধ পোচৰ মহলা লৈ লৰ্ড চাহাবক বুজাব। এই জাহাজ নাজিৰাত থকা অচম কম্‌পানিৰ চাহ কুঠিলৈকো য়্যি হব। জাহাজ ইমান ডাঙ্গৰ হোআতো কেৱল তিনি হাত পানিতে ভাল ৰুপে চলিব পাৰে। জাহাজৰ কাপ্তান স্রীযুত হক্রি চাহাব।' (জুন ১৮৫৩)

'ফেবৰুআৰিৰ ২৬ তাৰিখে সুকুৰবাৰে বেলা দহ বজাৰ সমইত জোৰহাট মোকামত ৰাজদ্রুহি অপৰাধে দেৱান আৰু পিয়ালি সৰ্মা মৌজাদাৰ, এই দুই জনক ফাঁচি দিয়া হ'ল।' (ফেব্রুৱাৰী ১১৫৮)

'অসম দেসৰ ৰাজ পুত্র স্রীযুত কন্দর্পেস্বৰ সিংহ আপোন দেসলৈ আহিবৰ নিমিত্তে গবর্ণমেণ্টৰ পৰা অনুমতি পাইছে। তেওঁ আজিলৈকে বৰ্দ্ধমান জিল্লাত আছিল।' (জুন ১৮৬১)

'এই সিবসাগৰ জিল্লাৰ গবর্ণমেণ্ট ইস্কুলৰ হেড মাষ্টৰ শ্রীযুত বাবু নিলমণি গাঙ্গুলী ৬ মাহৰ বিদায় লৈ আপোন ঘৰলৈ গ'ল; তাতে তেওঁৰ চাত্রবিলাকে তেওঁৰ সজ ব্যৱহাৰ আৰু মিষ্ট বাক্যৰ নিমিত্তে আৰু বিদ্যা গুণে সিবিলাককো গুণী কৰাৰ কাৰণে তেওঁলৈ বৰকৈ বেজাৰ কৰিছে।' (ছেপ্টেম্বৰ ১৯৬১)

'অৰুণোদই'ৰ বৰ্ণবিন্যাস প্রণালী সৰলীকৃত আছিল। এই বিষয়ে বৰ্তমান পুথি সন্নিবিষ্ট Style and Mode of Spelling প্রবন্ধ বিশেষভাৱে প্রণিধানযোগ্য। এই আলোচনাৰ পটভূমি হ'ল—১৮৫৩ ডিচেম্বৰ মাহত ১০টা প্রশ্নৰ উত্তৰত 'এজন ডেকা পণ্ডিতে' লিখা কথাখিনি তুলি দিয়া হৈছে, আৰু তাৰ পাছত লিখা হৈছে,— 'ইয়াত বাজে আন আন কোনো সংস্কিত আৰু বঙ্গালিৰে মিহলি কথা লিখিচে; আৰু

সংস্কিতৰ মাত লিখাৰ দৰে দির্ঘ ঈকাৰ উকাৰ আদিৰে ভাসাৰ মাতো লিখিব দিচে; আৰু আমাত কৈচে, "আননদ বৰ্দ্ধক, ও শুদ্ধ, ও সংস্ক্রিত কঠোৰ কঠোৰ শব্দ, এবং গভিৰ ভাব, জ্ঞানৰ নিমিত্ত পদবিলাক শুদ্ধ ও পদ বন্ধবিলাক শ্রাবনী জনৰ শ্রবণ কুহৰে সুধা শ্রবিত তুল্য হালইঁতেন, অৰুনোদই নো কি অমূল্য নিধি হলইঁতেন, কবই নোআৰোঁ; তথাছ, ৰাখৰ দিয়া শোনাৰ ভূষনতে হিৰা পতাৰ নিচিনা হব।" ইয়াৰ পিছতে Style and Mode of Spelling শিৰোনামা দি সম্পাদক ব্ৰাউন চাহাবে (শেষত নামৰ বদলি '॥' সঙ্কেত মাত্ৰ আছে) নিজৰ মত দি গৈছে। হেমচন্দ্ৰ বৰুৱাই লিখিছে, কেনেকৈ তেওঁ ব্ৰাউন আৰু ব্ৰাউনৰ মতাৱলম্বী নিধি লিবাই ফাৰোৱেলৰ লগত এই বিষয়ে যুঁজিব লাগিছিল। শেষত হেমচন্দ্ৰ বৰুৱাৰে জয় হ'ল। 'অৰুনোদই' নামটো ১৮৬১ চনৰ জানুৱাৰীৰপৰা উইলিয়াম ৱাৰ্ডৰ সম্পাদিত ৰূপত 'অৰুনোদয়' হ'ল আৰু সমস্ত কাকতখনিত আজিৰ দিনৰ আৰ্হিৰ হেমচন্দ্ৰ বৰুৱা-নিৰ্দিষ্ট বৰ্ণ-বিন্যাস গ্ৰহণ কৰা হ'ল। এইদৰে অসমীয়া ভাষাৰ এই প্ৰথম সাংগঠনিক স্তৰে পিছৰ কালৰ কাৰণে নানা অনুশীলনৰ যোগে এটি অভিনৱ ঐতিহ্য সৃষ্টি কৰিলে।

বৰ্তমান প্ৰকাশনৰ কামত নানা সহায়ৰ বাবে শ্ৰীমতী লক্ষেশ্বৰী ভূঞা (ডক্টৰ সূৰ্যকুমাৰ ভূঞাদেৱৰ পত্নী), শ্ৰীমতী শান্তিছায়া বৰুৱা (ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ পত্নী), গুৱাহাটীত থকা ৰেস্টিট্ট কাউনচিল ফৰ নৰ্থ-ইষ্টাৰ্ণ ইণ্ডিয়াৰ মিষ্টাৰ জৰ্জ জিলেপছি, অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্মা, শ্ৰীকেশৱ মহন্ত, শ্ৰীসুৰেন্দ্ৰনাথ ভাগৱতী, শ্ৰীহেমৰথ বৰ্মন আদিক নানা প্ৰকাৰ সাহায্যৰ বাবে আমি কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গুৱাহটী
জানুৱাৰী, ১৯৬৫

# চটাই পৰবত ছিৰিলুইত

## পাতনি

অনুভূতিশীল মানুহৰ অন্তৰ আৰু বাহিৰৰ বিশ্ব জগতখনৰ ৰূপৰ জিলমিলনি —ইয়াৰ মাজতে মানুহৰ পাৰ্থিব সুখৰ আশা-আকাঙ্ক্ষাবোৰ আৰু অতীন্দ্ৰিয় অৰূপৰ ছঁয়া-ময়া। বাহিৰৰ সৌন্দৰ্যই আমাৰ অন্তৰত কিবা এটি অভিনৱ আনন্দৰ আৰু তাৰ লগে লগেই কোনো দিনেই নেদেখা নুশুনা কিবা আন এটি আনন্দৰ শিহৰণৰ আশা জগাই দিয়েহি। সেই কাৰণে আদিম অৱস্থাৰেপৰা মানুহ কল্পনাপ্ৰৱণ আৰু বোধহয় সভ্যতাৰ চূড়ান্তলৈকে এই অনুভূতিশীলতা জীয়াই থাকিবই। মানুহৰ অনুভূতিৰ এই সূক্ষ্ম স্পন্দনে চিৰকালেই বায়ু-তৰঙ্গৰ মাজৰ শব্দৰ স্পন্দনৰ ভিতৰেদি আত্ম-প্ৰকাশ ভিক্ষা কৰি আহিছে। আত্ম-প্ৰকাশ আৰু আত্ম-প্ৰসাৰৰ হেঁপাহতেই কাব্যৰ আৰম্ভণী গীতিকা। সকলো দেশৰে সকলো জাতিৰে সকলোৰে অন্তৰত এই হেঁপাহ আছে। সেই দেখিয়েই হ'বলা সকলো জাতিৰে সভ্যতাৰ আদিম অৱস্থাৰেপৰা নানা গীত-মাতৰ সৃষ্টি।

সকলো দেশতেই গীতি-সাহিত্যৰ প্ৰচলন আছে। এই ধাৰা সাহিত্যৰ কিছুমান বিশ্বজনীন লক্ষণো আমাৰ চকুত পৰে। এই সাহিত্যৰ ভাব-অনুভূতিৰ আৰু ভাষাৰ ৰচনা প্ৰণালীৰ সৰলতাই ঘাই বৈশিষ্ট্য। স্বাভাৱিকতাৰ ভাষা সদায়েই সৰল। ভাবেৰে বা ভাষাৰে বিলাসিতা এই গীত-মাতবোৰত থাকিব পাৰে, কিন্তু সেই বিলাসিতাৰ ভঙ্গীও অতি সহজ আৰু সৰল। সাধাৰণ পক্ষত দেখা যায় যে, এই গীত-মাতবোৰৰ লগত সভ্যতাৰ যেন শত্ৰুতা। আধুনিক লিখিত কাব্যৰ লগতো সহজতা-সৰলতাৰ বৈশিষ্ট্যৰ বাবেই গীতি-সাহিত্যৰ অমিল। গীতি-সাহিত্য জানিবা হাবি-বননিৰ বনফুল; আধুনিক কাব্য আকৌ নিতৌ কৃত্ৰিমতাৰ হাতৰ পৰশ পোৱা ফুলনিৰ ফুল। গীতি-সাহিত্যৰ আৰু এটি লক্ষণ—আধুনিক কাব্যৰ দৰে লেখকৰ নামৰ বিজ্ঞাপন তাত নাই।

গীতি-সাহিত্যৰ ৰচনাৰ কাল আৰু কি অৱস্থাত কি পদ্ধতি অনুসৰি ৰচিত

হৈছিল, এই সম্বন্ধে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। কিছুমান গীত পৌৰাণিক বা কাল্পনিক আখ্যান অবলম্বন কৰি ৰচিত হৈছিল, কিছুমান বা আকৌ দুই-এক বুৰঞ্জীমূলক ঘটনা বা ব্যক্তিক কেন্দ্ৰ কৰি গোঁঠা হৈছিল। এই দুইবিধৰ ভিতৰত বুৰঞ্জীমূলক ৰচনাবোৰৰ কাল কিছু পৰিমাণে নির্ণয় কৰিব পৰা গ'লেও পৌৰাণিক কাল্পনিক গীত বা কাহিনী-গীতিৰ ৰচনা-কাল নির্ণয় কৰা কঠিন। য়ুৰোপত বিশেষকৈ নৰৱে, সুইডেন আৰু স্পেইনত বেলাড্ বুলি এবিধ কাহিনীমূলক গীতৰ প্ৰচলন অতি পুৰণি কালৰেপৰা আছে। এই গীতবোৰৰ সাধাৰণ সংজ্ঞা দিয়া টান। কিন্তু বিবৰণমূলক আখ্যান সিহঁতৰ এটা উমৈহতীয়া গুণ। ফৰাচী ভাষাৰ ballere ধাতুৰপৰা শব্দটোৰ উৎপত্তি বুলি এই গীতবোৰত নাচোন এটা প্ৰধান অঙ্গৰূপে ধৰা হয়। গ্ৰিম্ আদি পণ্ডিতৰ মতে ৰচনা-বিষয়ত এই গীতবোৰ ৰাজহুৱা উচ্ছ্বাসৰ উমৈহতীয়া সৃষ্টি। তেওঁলোকে কয় যে (আমাৰ দেশত সিদিনালৈকে সমূহৰঞ্জকভাৱে চলি অহা বীণ-ব'ৰাগীৰ দৰে) কিছুমান অঘৰী গায়ক লগ লাগি গীতবোৰ ভণিছিল। হয়তো এজনে প্ৰথমে কেইশাৰীমান গাই এটা ঘোষাৰে তেওঁৰ বিৰচন-কার্য শেষ কৰিছিল, নহ'লেবা দুজনমানে গোট খাই সেই কার্য্য কৰিছিল; লগৰ আনসকলে নিজৰ ভাগ দি দি একেটা ঘোষাকে দোহাৰি দোহাৰি একোটা সাময়িক বা পুৰণি কাহিনীক গীতি-ৰূপ দিছিল। কিন্তু সাম্প্ৰদায়িক ৰচনাৰ এই মতবাদ লাহে লাহে ভ্ৰান্ত বুলিহে প্ৰতীয়মান হৈছে। য়ুৰোপৰ বেলাডবোৰত সমূহৰ প্ৰাণৰ উচ্ছ্বাস স্বীকাৰ কৰি লৈও একেলগে সিবোৰ সমূহৰ সৃষ্টি বুলি কোৱা কঠিন। অৱশ্যে নানা যুগৰ মাজেদি বাগৰি অহাৰ লগতে এই কাহিনী-গীতবোৰৰ ভাষা আৰু ছন্দৰ পৰিবর্তন-পৰিবৰ্দ্ধন ঘটি পর্বতৰপৰা নৈৰ সোঁতত বাগৰি আহি আহি সাগৰৰ মিহি বালিত পৰিণত হোৱা খহটা শিলৰ দৰে নতুন ৰূপ লোৱাটোৱেই অতি স্বাভাৱিক গতি বুলিলে সকলোৰে বিশ্বাস হ'ব। এই গতি-প্ৰগতিৰ লগে লগেই গীতবোৰৰ সৌন্দৰ্য কোনো প্ৰকাৰে হ্ৰাস নহৈ বৰং নতুন ব্যক্তিৰ হিয়াৰ পাতল অনুভূতিৰ পৰশ লাগি নিমজ আৰু কোমল হৈ পৰে। অৱশ্যে শিক্ষিতৰ হাত লগাৰপৰা সিহঁতৰ জন্মগত সহজ গতি আৰু সৰলতাত আত্মপ্ৰতীতি বা মননশীলতাৰ চেকা লগাও সন্দেহৰ বিষয়।

য়ুৰোপীয় বেলাডবোৰ সাধাৰণতে আখ্যানমূলক; আন কি, অনেক চুটি চুটি লৌকিক গীততো একোটা বেলাডৰ আখ্যানৰ কোঁহটো সোমাই থকা অনুভৱ হয়। কিন্তু আমাৰ গীতি-সাহিত্যৰ কাহিনীমূলক ৰচনাতকৈ এক-ভাৱব্যঞ্জক লিৰিকেল্ ৰচনাই সৰহ। অৱশ্যে এই ভাব সাধাৰণতে ব্যক্তিৰ নহৈ সমূহৰহে সম্পত্তি বুলিব পাৰি। ইংৰাজী আৰু স্কটিছ্ বেলাডবোৰত আটাইতকৈ মন কৰিবলগীয়া বিশেষত্ব দেশাত্মবোধ, বা অনেক থলত ৰচকৰ প্ৰাদেশিক দেশহিতৈষণাৰ পক্ষপাতিত্ব। আমাৰ

জাতীয় সংস্কৃতিৰ বা সাধাৰণ ধৰণ-ধাৰণাৰ বৈশিষ্ট্যৰ বোলৰ বিচাৰ ৰাখিও, আমাৰ গীতবোৰত এই বোধ যেন অলপ ক্ষীণ। বদন বৰফুকনৰ গীতটোতে দেশহিতৈষণাৰ প্ৰভাৱতকৈ মান অনা বদনৰ প্ৰতি লুকাই থকা সহানুভূতিয়েই বেছি। ৰচনা-পদ্ধতিতো আমাৰ বেছিভাগ গীত ইংৰাজী আদি বেলাডৰপৰা পৃথক। উৎকৃষ্ট ইংৰাজী বেলাডবোৰৰ গুণ সিহঁতৰ ছন্দৰ গতিৰ ক্ৰমপৰিৱৰ্তন। কিন্তু আমাৰ গীতবোৰত পয়াৰ-ত্ৰিপদীৰ বেলেগ বেলেগ ৰূপৰ প্ৰবৰ্তন থাকিলেও একেটা গীতত সাধাৰণতে একেটা ছন্দইহে ৰাজত্ব কৰে; মাতৰ উদাৰা-তাৰাৰ সলনি নহ'লে সিহঁত একসুৰীয়া। আৰু এটি বিষয় লক্ষণীয়—ইংৰাজী আৰু অসমীয়া কাহিনী-গীতৰ ঘোষাৰ পুনৰাবৃত্তি। আমি দিহা-নাম গাওঁতে বা কীৰ্ত্তনৰ পদৰ মাজে মাজে যেনেকৈ নাম লগোৱাজনৰ লগতে একেশাৰী বা দুশাৰী গীতৰ পিছত হাত চপৰিৰে "ৰাম হে করুণাময়, হৰি হে করুণাময়"—এনেধৰণৰ ঘোষা এ-আষাৰ উচ্চৈঃস্বৰে গাওঁ, ইংৰাজী গীতবোৰ গাওঁতে একোটা ষ্টেঞ্জা বা ছেদৰ পিছত সমূহে মিলি এটা ঘোষা উলাহেৰে পুনৰাবৃত্তি কৰে; কিন্তু আমাৰ কাহিনী-গীত মণিকোঁৱৰ, ফুলকোঁৱৰ, মণিৰাম দেৱান বা বৰফুকনৰ-গীতত এনে ঘোষা নাই। এজন বা দুজন টোকাৰী বা বীণবাওঁতাই আপোনভাৱে তাঁৰত টুকুৰিয়াই টুকুৰিয়াই এই গীতবোৰ গায়। যেতিয়া সভাগোৱা বা ৰংগোৱা ওজা-পালিয়ে ঠেও দি দি গায়, তেতিয়া ঘোষাৰ পুনৰাবৃত্তি বেলাডৰ নিয়মৰ বহিৰ্ভূত বস্তু বুলি বুজিব লাগে। পগলা-পাৰ্বতীৰ গীত, শ্ৰীকৃষ্ণ তাঁতীৰ ঘৰলৈ যোৱা কাহিনীৰ ঝুনা আদিও সেইদৰে সাধাৰণ এটা নিয়মৰ ভিতৰত নপৰে।

লোকগীতৰ কবিসকল সাধাৰণতে একোটিহঁত কৰুণ উপমাৰ ভিতৰেদি একোটি অনুভূতি প্ৰকাশ কৰাত বৰ পটু। এই উপমাবোৰে অনুভূতিৰ সৰলতাত কোনো ঠাইত অকণিকে আঘাত কৰা অনুভৱ নহয়। সৰল অনুভূতিৰ সৰল প্ৰকাশৰ বাহিৰেও বিবিধ জাতিৰ গীতবোৰৰ সাধাৰণ সাজ-সজ্জাৰ অনেক মিল পোৱা যায়। ইয়াৰ মূল কাৰণ, সকলো জাতিৰে অশিক্ষিত বা অনুৎকৃষ্ট অৱস্থাৰ মনোবিজ্ঞান প্ৰায় একে। উজনি অসমৰ বুঢ়ীআয়ে জোনাক শীতল সন্ধিয়া কোনোবা ৰূপহীৰ দুখৰ কথা কয়,—

জোনৰে আগৰে একেটি তৰা<br>
আয়ে বিয়া দিলে গঁঠীয়া দৰা;<br>
হেৰ তই গঁঠীয়া নেপাব্ অ' গালি<br>
আইৰ ঘ'লৈ যাম ভৰি পথালি।<br>
আয়ে বুলিব মোৰ জী আহিছে<br>
ভাল ভাত এগালি ৰান্ধো;

বোপায়ে বুলিব মোৰ জী আহিছে
চুকৰে হাঁহিনী মাৰোঁ;
ককায়ে বুলিব মোৰ ভনী আহিছে
ভাল তামোল এথুকি পাবোঁ;
বৌয়ে বুলিব মোৰ ননন্দ আহিছে
মূৰতে তলিয়া ফালোঁ।
বোপাইলৈ আনিছোঁ শালৰ বৰকাপোৰ
আইলৈ আনিছোঁ খাৰ,
ককাইলৈ আনিছোঁ পাতৰ টঙালী
বৌলৈ বাঢ়নীটাৰ।

ইয়াৰ লগত তুলনা কৰিবলগীয়া কামৰূপৰ বোৰাবীৰ পৰ্বতৰ সিপাৰৰ 'আইথেৰ গাঁৱৰ' প্ৰতি হাবিয়াহ।—

পুৱাই উঠি দেখোঁ শাৰী পৰ্বতখানি
সেইখিনি আইথেৰ গাঁও;
আই উঠি বোলে মোৰ বেটী আহিব
ভালকে ভাত ৰান্ধি থওঁ।
পুৱাই উঠি দেখোঁ শাৰী পৰ্বতখানি
সেইখিনি পিতাথেৰ গাঁও;
পিতাই উঠি বোলে মোৰ বেটী আহিব
ভাল মাছ আনি থওঁ।
পুৱাই উঠি দেখোঁ শাৰী পৰ্বতখানি
সেইখিনি কাকাথেৰ গাঁও;
কাকাই উঠি বোলে মোৰ ভনী আহিব
গাছৰ তামুল পাৰি থওঁ।
পুৱাই উঠি দেখোঁ শাৰী পৰ্বতখানি
সেইখিনি বৌথেৰ গাঁও;
বৌৱে বোলে মোৰ ননদ আহিব
বাটত চুৱাখোলা থওঁ।
আইক সেৱা কৰোঁ হাতযোৰ কৰি
পিতাক সেৱা কৰোঁ কেশে;

কাকাক সেৱা কৰোঁ পাটিৰ চেলেঙে
বৌক সেৱা কৰোঁ তুঁহে।

ব'হাগৰ বিহুৰ সময়ত অসমৰ পথাৰ-সমাৰ হাবি-বননি ঢোল-পেঁপাৰ মাতৰ লগতে কিছুমান গীতেৰে মুখৰিত হৈ উঠে। তাৰে কিছুমান বিহুৰ হুচৰিৰ লগত মানুহৰ ঘৰে ঘৰে গোৱা হয়। এইবোৰকে ঠিক বিহুনাম বুলিব পাৰি। মুগাৰ বটিয়াৰ নশ গাঁথনিৰে সৰিয়হ পিছলি যোৱা ৰৰচ'ৰাৰ মুখলৈ ওলোৱা কাণৰ নৰা জাংফাই আৰু গাত গোম্‌চেঙৰ চোলাৰে ডাঙৰীয়াক বিহুৰ ৰবীয়াকৈ চিকাৰূপ খোজা, ভিতৰৰ গাভৰুহঁতৰপৰা ফুলাম গামোচা খোজা আদি নিৰ্দোষ ধেমালিৰ এই বিহুনামবোৰ পূৰ। বিহুনামৰ বিহুধনি লগাতকৈও ডেকাহঁতৰ গাত লগা বনগীতৰ বনৰীয়া ডেকাধনিহে আমাৰ বেছি আকৰ্ষণৰ বস্তু। এই সময়ত বনৰীয়া গীতবোৰ 'কমোৱা তুলা'ৰ দৰে উৰিবলৈ ধৰে। সিহঁত ঘাইকৈ যৌৱনৰ উন্মাদনাৰ কলৰৱ, গতিকে বসন্তৰ প্ৰৰোচনাই সিহঁতৰ ঘাই অনুপ্ৰেৰণা। উদ্ভিন্ন নৱ-যৌৱনৰ দৰে নৈসৰ্গিক সৌন্দৰ্যই যুৱক-যুৱতীৰ অন্তৰত এতেদিনে নিতাল মাৰি থকা যি সৌন্দৰ্যবোধ জগাই দিয়ে, সি চকু মেলি অনুভৱ কৰিলে অন্তৰৰ কিবা এটি কৰুণ তৃষ্ণা আৰু বাহিৰৰ যৌৱনৰ সৌন্দৰ্যৰ স্পন্দন। এই বোধ লৈয়ে ডেকা-গাভৰুৰ কবি-অন্তৰে এৰিয়েল্‌ৰ বীণাত আঙুলি বুলাবলৈ ধৰে। নাৰীৰ সৌন্দৰ্যই এই উদ্‌ভ্ৰান্ত তৃষ্ণাৰ জুই জ্বলাই দিয়ে। এই গীতবোৰত দেহৰ সংযমহীন ক্ষুধা, কাম-প্ৰপঞ্চৰ বাসনা-পূজাকে অতি স্বাভাৱিকভাৱে প্ৰকাশ পোৱা দেখা যায়। বনৰীয়া ডেকা ইমান মোহান্ধ যে "বনৰ বনে পহু যোৰা পাতি" থকা দেখি স্বকীয় এক প্ৰেম-দৰ্শন আৱিষ্কাৰ কৰিছে; সেই উৎকট দৰ্শনত প্ৰেম আৰু মিলনেই একমাত্ৰ লক্ষ্য। মনত নপৰা কালৰপৰা এই গীতবোৰ ৰচিত হৈ আহিছে আৰু আজিও হয়তো সভ্যতাৰ কল্লোলৰ বহুত আঁতৰত তেনে গীত ৰচিত হৈছে। দুটা-এটা গীতত 'কুম্পানী'ৰ 'ঘড়িৰ টাইম্', 'বিলাতী হোটেলৰ পানী', কুম্পানী, ৰেল, আপিচ, আফীল্ আদি কুৰি শতিকাৰ চলন্তি কথা সোমাইছে।

বনগীতবোৰত যদি উদ্‌ভ্ৰান্ত নৱ-যৌৱনৰ কাম-প্ৰপঞ্চৰ পূজা আছে, বিয়া-নামবোৰত আকৌ স্মৃতিশাস্ত্ৰৰ নীতিৰদ্বাৰা সংযত পবিত্ৰ মিলনৰ মধুৰ গীত শুনিবলৈ পাওঁ। বনৰীয়া গীতবোৰৰ দৰে বিয়ানামবোৰতো পূৰ্বজন্মৰ বা ভৱিষ্যৎ জন্মৰ লগত কৰ্মক-সূত্ৰৰ বিচাৰ নাই। কিন্তু আয়তী-বায়তীসকলৰ সবলকল্পনা-শক্তি, মধুৰ উপমা-প্ৰয়োগ আৰু বেছিভাগ গীতত সোমাই থকা কৰুণ ৰসেই ইবোৰত মূল্য আৰোপ কৰিছে। কৰুণৰ লগত হাস্যৰ অতি ওচৰ সম্বন্ধ। নামতীসকলৰ চকুৰ পানীত হাস্যৰসৰ জিলিঙনি পৰি অনেকটি গীততে ৰামধেনুৰ সৃষ্টি নোহোৱাকৈ নাথাকে।

হোমৰ গুৰিত দৰা-কইনা লৈ বহোঁতে এফালে দুজনৰ মিলন আৰু আনফালে বিচ্ছেদৰ সূত্ৰপাত,—এই দুই আনন্দ-বিষাদৰ মাজত আয়তী-বায়তীহঁতে এবাৰ হাঁহে, এবাৰ কান্দে। হাঁহি- অশ্ৰুৰ এনে মিলন করুণ আৰু বিচিত্ৰ। কৃষ্ণ-ৰুক্মিণী, হৰ-গৌৰী, অৰ্জুন-সুভদ্ৰা, উষা-অনিৰুদ্ধ আদিৰ মিলন-কাহিনীয়ে এই গীতবোৰক স্পৰ্শ কৰি আছে। ই বিশেষকৈ ধৰ্মপ্ৰাণা নিৰক্ষৰ অসমীয়া তিৰোতাৰ ওপৰত শঙ্কৰদেৱ আৰু আন বৈষ্ণৱ কবিসকলৰ প্ৰভাৱৰ ফল। আজিও অনেক নিৰক্ষৰ তিৰোতাই 'ৰুক্মিণীহৰণ' বা 'কুমৰহৰণ'ৰ পদ আওৰাই চমক লগাব পাৰে। নিৰক্ষৰৰ মাজতো এই জ্ঞানৰ পোহৰ পৰাৰ কাৰণেই নামতীসকলৰ চকুৰ আগত ইপাৰ-সিপাৰ বুৰাই টলবল কৰি থকা যমুনাৰ ঢৌ, ঘাটৰ দুয়ো কাষে হালি পৰা কদম-বকুলৰ শাৰী, উজান ঘাটৰ নৌকা, তামৰ কলসী, সৰগত জ্বলি থকা থুপিতৰা আৰু নাচি থকা অপেচ্ছৰাৰ কল্পনা জিলিকি উঠে। অসমৰ উজনি-নামনি দুয়োফালেই বিয়ানামৰ প্ৰচলন আছে। অৱশ্যে নামনিত তাৰ ঢৌ কম।

বিয়ানামৰ প্ৰসঙ্গতে ভেকুলী-বিয়াৰ নামবোৰৰ উল্লেখ কৰিব পাৰি। ভেকুলী-বিয়া পাতিলে হেনো খৰৰ মাজতো বৰষুণ দিয়ে। এই বিয়ানামবোৰ নিৰ্দোষ ধেমালিৰ বস্তু আৰু উপৰুৱা কল্পনাৰ চাটো সিহঁতৰ গাত একেবাৰে নোহোৱা নহয়। পৃথিৱীৰ উৰ্বৰতাৰ বাবে যে কৃষিপ্ৰধান দেশত কিমান হাবিলাস, তাৰে এটি চিন এই ভেকুলী-বিয়া।

বিহুনাম-বনগীতবোৰ যেনেকৈ যৌৱনৰ গান, ধাইনাম আৰু ধেমালিৰ গীতবোৰ সেইদৰে শৈশৱৰ বিমল হাঁহি-ধেমালি আৰু কিছুপৰিমাণে কান্দোন-কাটোনৰ গীত। আগৰবোৰে যেনেকৈ বসন্ত কালক মুখৰিত কৰে, পিছৰবোৰে তেনেকৈ জোনাক বা তৰাফুলি সন্ধিয়াক ওলগ জনায়। সেইবোৰত শৈশৱৰ দেৱত্ব, নবীনত্ব আৰু লালিত্য সোমাই আছে। সেইবোৰতেই আকৌ ল'ৰালিৰ হাঁহিৰে মলহা মুখৰ জেউতি, আনন্দ আৰু ভয়-বিস্ময়, উলাহী কল্পনা আৰু কৌতূহলী বিশ্বাস-অবিশ্বাসৰ মিহলি সুঁতিবোৰ ধৰা পৰে। ল'ৰামনৰ কাৰণে বসুধৈৱ কুটুম্বকম্। ফুল-পাত, গছ-গছনি, জোন-তৰা, মেঘ-ব'দালি সকলোটিয়েই সজীৱ সপ্ৰাণ হৈ 'হালধীয়া-চৰাই', বটাচৰাই, কামচৰাই, ইঁয়কলি, ভেকুলী—আটাইবোৰ লগ লাগি শিশুৰ কাৰণে এক অভিনৱ ৰাজ্যৰ সৃষ্টি কৰে। শিশু সেই ৰাজ্যৰ ৰজা; সেই ৰাজ্যত নিৰানন্দ নাই। চকুপানীও তাত মধুৰ। এই ৰাজ্যখনত কল্পনাৰ বোল বৰ বেছি; সংসাৰৰ ধূলি-বালি খোৱা ভোটা চকুৰে সেই ৰাজ্যৰ শাসন-নীতি মতে চলা কাৰ্য্যৰ উৱাদিহ ধৰিব নোৱাৰে।

তান্ত্ৰিকতাৰ দূৰ প্ৰভাৱত উৎপন্ন হোৱা আই-স্তুতি-যোৱা-পদবোৰত ভক্তিৰ গভীৰতা, অনুভূতিৰ তীব্ৰতা আৰু স্বাভাবিকতা আৰু প্ৰকাশ ভঙ্গিমাৰ অনাড়ম্বৰ

গতি দেখা যায়। আইনামসমূহৰ মাজত পিছলাৰ ঘাট, ফুলবাৰীৰ দেওঘৰ আদিৰ উল্লেখ মন কৰিবলগীয়া। উত্তৰ লক্ষীমপুৰৰ পিছলা নৈ আৰু ফুলবাৰী থান এসময়ত যেন আই-পূজাৰ কেন্দ্ৰ আছিল—এনে এটি ইঙ্গিত ধৰা পৰা যেন লাগে। কামাখ্যা গোসাঁনীৰ উল্লেখ থকা আই-নামৰ ভাষা অলপ সংস্কৃতীয়া। কথা আৰু সুৰত আই-নামৰ অনুৰূপ নকৈ বোৱা ধানৰ অপায়ৰ উপশমৰ উদ্দেশ্যে অনুষ্ঠিত লখিমী-সবাহৰ গীত, সময়মতে কন্যাকাল নোহোৱা ছোৱালীৰ দৈৱ-দোষ, কাল-দোষ গুচাবলৈ পতা অপেছৰা-সবাহৰ গীত। এই প্ৰসঙ্গত কামৰূপৰ কাতিমহীয়া তুলসী-গুৰিত গোৱা নামৰ লক্ষ্মীদেৱীৰ কথা মন কৰিবলগীয়া।

বালক দেৱতা কৃষ্ণ গোসাঁয়ে ভক্তিমানসকলৰ কল্পনাক সদায় এটি আনন্দেৰে সিক্ত কৰি থৈছে। বিশেষকৈ ভক্তি-আন্দোলন আৰু তাৰ সাহিত্যই সমাজৰ সকলো তৰপকে ভেজি যোৱা কাৰণে কৃষ্ণৰ কীৰ্তি-কাহিনী সৰ্বজনপ্ৰিয় হৈ উঠিল। কংসৰ কাৰাগাৰত জন্ম হোৱা, যশোদাৰ ঘৰত থাকি বৃন্দাবনত গৰু চৰোৱা, নচা, গোৱা, ধেমালি কৰা—এনেবোৰ কাৰ্যৰ আভাস গীতবোৰত পোৱা যায়। ব্ৰজগোপী, বিশেষকৈ ৰাধিকা আৰু কংস ৰজাৰ চন্দন-যোগাঁতী কুঁজী বুঢ়ীৰ লগত নাগৰ কৃষ্ণৰ মধুৰ সম্পৰ্কয়ো গীতকাৰসকলক সমল যোগাইছে। আনফালে তেওঁলোকৰ মন কৃষ্ণ বিৰহত আতুৰ গোপীসকলৰ কাৰুণ্যয়ো তেওঁলোকৰ হৃদয় স্পৰ্শ কৰিছে। গোসাঁইনামত নামৰ মহিমাও ভক্তসকলৰ প্ৰাণৰ উচ্ছ্বাসেৰে উচ্ছ্বসিত হৈ উঠিছে। তথাপি যেন তেওঁলোকৰ তৃপ্তি নাই, 'ভকতক নামে নাটিলে।' কালিয় নাগৰ শিৰত ভৰি দি থকা নৃত্যৰত কৃষ্ণৰ মূৰ্ত্তিয়ে বিপদ-আপদ আৰু কাল-ভুজঙ্গৰ ওপৰত চৰি জীৱনত সুখৰ কণিকা আহৰণ কৰিবলৈ যেন সংসাৰী মানৱক উদ্‌গনি যোগায়।

সংসাৰী হৈও সংসাৰৰ খবৰ নৰখা দিগম্বৰ শঙ্কৰ সৰ্বজনপ্ৰিয়, বিশেষকৈ টোকাৰী বাই ফুৰা ব'ৰাগী ভকতৰ। ব'ৰাগী ভকত বৈষ্ণৱ হ'লেও, শঙ্কৰহে তেওঁৰ হিয়াত, তেওঁৰ কণ্ঠত, তেওঁৰ টোকাৰীত। মহাদেউ বেজালিৰো দেৱতা। ল'ৰা-ছোৱালীৰ মুখলগা ভাঙিবলৈ আৰু বিয়াৰ তৃতীয়দিনা দৰা-কইনাৰ প্ৰতি অশুভ দৃষ্টি খণ্ডন কৰিবলৈ কোৱা খোৰা-খুবুনীৰ কাহিনীত আমি চোকা গৃহিণী পাৰ্বতীৰ খেচ্-খেচনিত হৰক খেতি-খোলাত লগা দেখা পাওঁ। এই হালোৱা শঙ্কৰেই 'ভীম-চৰিত'তো দেখা দিছে। লোকগীতত 'ভাঙৰ গুৰি নিতৌ তিনিগুলি, ছপুৰা ধুঁতুৰাৰ গুটি' খাই পগলা হৈ থকা 'ভঙুৱা শঙ্কৰ'ৰ লোকৰঞ্জক ৰূপটি ওলাইছে। তেওঁ 'নঙঠা ফঁকীৰ', কিন্তু আশুতোষ। 'পগলা-পাৰ্বতীৰ গীত' এটি বেলাডৰ লেখীয়া; ইয়াত হৰ-পাৰ্ব্বতীৰ "দম্পতি-কলেহে লঘুক্ৰিয়া" দেখুৱাই তৃপ্তিলাভ কৰা হৈছে।

বাহিৰৰপৰা দেখাত দেহবিচাৰৰ গীতবোৰ ভকতীয়া গীত হ'লেও আৰু

সিবোৰৰ বেছিভাগত মাধৱদেৱৰ ভণিতা থাকিলেও, এই শ্ৰেণীৰ গীতৰ মূল অনুপ্ৰেৰণা বৈষ্ণৱ ধৰ্মৰ ভিতৰতে মাত্ৰ নহয়। দেহবিচাৰৰ গীতবোৰ যদিও সকলোৰে মাজতেই প্ৰিয় আৰু বিশেষকৈ মাধৱৰ ভণিতা থকা বাবে বৈষ্ণৱৰো আদৰৰ সম্পদৰ দৰে, তথাপি আচলতে সিবোৰ অসমৰ একশ্ৰেণী গুপুত সম্প্ৰদায়ৰ মাজৰপৰাহে উদ্ভূত যেন লাগে। পূৰ্ণসেৱা, বৰখেলীয়া, গোপীধাৰা, ৰবসেৱা, ৰাতিখোৱা, কৰণিপন্থীয়া, বীতিয়া আদি নামত এই সম্প্ৰদায়বোৰ সিঁচৰতি হৈ আছে। বঙ্গৰ সহজিয়া বৈষ্ণৱ ধৰ্মৰ দৰে তান্ত্ৰিকতাৰ উপচ্ছায়াত এওঁলোকৰ বহুতো আচাৰৰ জন্ম। এওঁলোকৰ অনেকে কিন্তু শঙ্কৰ-মাধৱৰ বা গোপাল-শ্ৰীৰাম আতা আদিৰ নাম লয়, বা সিসকলৰ ভণিতা দিয়া গীত-মাত ব্যৱহাৰ কৰে। এওঁলোকৰ সাহিত্য আৰু দৰ্শনত শঙ্কৰদেৱৰ 'অনাদি-পাতন'ৰ প্ৰভাৱ ডাঙৰ। সকলো মূল গুপুত সাধনাতে নিৰালম্ব পৰম সত্যক দুটা বিভিন্ন অথচ জোৰা লগা শক্তি বা প্ৰকাশস্বৰূপে কল্পনা কৰা হয়। এই শক্তিৰ এটা চেতন, আনটো জড়; এটা ভোক্তা, আনটো ভোগৰ থলী। তান্ত্ৰিকসকলে এই দুটাক প্ৰজ্ঞা আৰু উপায়ৰূপে, বঙ্গীয় বৈষ্ণৱ সহজিয়াসকলে কৃষ্ণ আৰু ৰাধাৰূপে, নাথপন্থীসকলে চান্দ আৰু সুৰুযৰূপে ভাবি লৈছে। গুপুত সাধনাৰ আৰু এটি বিশিষ্ট লক্ষণ হ'ল : শৰীৰটো সকলো তত্ত্বৰ আধাৰ, ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ৰূপ বুলি ধাৰণা। হিন্দু তান্ত্ৰিকসকলৰ মতে চেতন শক্তি শিৱ আমাৰ শৰীৰৰ শিৰোভাগৰ সহস্ৰাৰ চক্ৰত নিবাস কৰে, জগতৰ মূলীভূতা শক্তি কুণ্ডলীকৃত সৰ্পৰূপে মূলাধাৰ চক্ৰত থাকে; গতিকে শক্তিক ওপৰলৈ তুলি নি শিৱৰ লগত একে কৰাই এওঁলোকৰ সাধনা। আনফালে শিৱৰ অৰ্দ্ধনাৰীশ্বৰ ৰূপৰ অনুৰূপে আমাৰ শৰীৰৰ বাঁও আৰু সোঁফালৰ ইড়া, পিঙ্গলাত প্ৰাণ আৰু অপান বায়ুক নিৰোধ কৰি মধ্যম নাড়ী সুষম্নাৰ ভিতৰেদি বোওৱাৰ ধাৰণা আছে। আমাৰ টোকাৰী- নামতো এই ভাব : শৰীৰ-টোকাৰীৰ ইড়া, পিঙ্গলা, চিত্ৰা আৰু সুষম্না, চাৰিগছি গুণা; তাৰ ঝঙ্কাৰৰ মিলনত মহাদেৱ আৰু পাৰ্বতী এই দুইৰ মিলন হ'ব। সহজিয়া বৌদ্ধ ধৰ্মত প্ৰজ্ঞা আৰু উপায়ৰ মিলন সাধনাৰ মাজেদি পৰম সত্য সহজৰ প্ৰাপ্তি ঘটে। সহজিয়া বৈষ্ণৱেও আৰোপৰ মাজেদি পুৰুষ-নাৰীৰ মিলনত কৃষ্ণ-ৰাধাৰ যুগল ৰূপ সিদ্ধ হোৱা দেখে। নাথ সিদ্ধসকল চান্দ-সুৰুযৰ মিলনোদ্দেশী হঠযোগৰ যোগেদি কায়-সাধনাত ৰত হয়। আমাৰ ৰাতিখোৱা সকলেও ৰাধা-কৃষ্ণৰ মিলনৰ সমকক্ষৰূপে নৰ-নাৰীৰ মিলনত সাধনাৰ সিদ্ধি দেখা পায়। তেওঁলোকৰ সেৱাত 'ৰসৰ পোহাৰী' নহ'লে নহয়। ৰাতিখোৱা আদি গুপ্ত সম্প্ৰদায়ৰ সেৱাৰ গীতবোৰক 'চিয়া' বোলে। সাধাৰণতে একে ধৰণৰ তত্ত্ব-সম্পৰ্কীয় গীত ব'ৰাগী বেশৰ কিছুমান লোকেও টোকাৰী বজাই গাই ফুৰে। এনে ব'ৰাগী ভকতৰ দৰে বঙ্গদেশতো একশ্ৰেণী গায়ক আছে—বাউল।

বাউলৰ গীতৰ কেন্দ্ৰীয় হ'ল 'মনেৰ মানুষ'—আমাৰ ব'ৰাগী ভকতৰ 'মনাই', 'মন ভাই' বা 'ঘৰৰ মানুহ'। শঙ্কৰদেৱৰ 'অনাদি-পাতন'ত 'দেহৰ মহিমা' প্ৰসঙ্গত কোৱা হৈছে—'ব্ৰহ্মাণ্ডৰ গুণমানে আছে শৰীৰতে'। চৌবিশ তত্ত্ব, কাণ-নাক, চকু-মুখ, গুহ্য-লিঙ্গৰ 'নৱখান দ্বাৰ', দশ প্ৰাণবায়ু চৰি ফুৰা ইড়া, পিঙ্গলা, সুষম্নাকে প্ৰধান কৰি বাসত্তৰি হাজাৰ নাড়ী, যোগশাস্ত্ৰৰ ষটচক্ৰ, চৈধ্য ইন্দ্ৰিয়ৰ অধিষ্ঠাতা পাপ-পুণ্যৰ সাক্ষীস্বৰূপ চৈধ্য দেৱতা, 'হৃদয়-কমলে কৃষ্ণ'—সকলো শৰীৰতে বৰ্তমান। শৰীৰ-সাধনাৰ ইঙ্গিতো এই প্ৰসঙ্গতে কৰা হৈছে—যোগবলত অপান বায়ুক 'মায়াৰ শকতি' কুণ্ডলিনীৰ মুখেদি মেৰুমজ্জাৰ ভিতৰত প্ৰৱেশ কৰাব লাগে। দেহবিচাৰৰ গীতৰ এয়ে ঘাই অৱলম্বন। গীতবোৰ সাধাৰণতে সাঙ্কেতিক বা প্ৰতীকধৰ্মী। অন্তৰাত্মাৰ চাৰি ৰূপ—মন, বুদ্ধি, অহঙ্কাৰ, চিত্ত। মনকে সাধনাৰ কেন্দ্ৰৰূপে ধৰা হয়। মন দশ ইন্দ্ৰিয়ৰ অধিৰক্ষক। মনৰ কামকে জীৱই নিজ কাম বুলি কৰ্মপাশত বন্দী হয়—"মন ভাই তোৰ সঙ্গে জীৱ ভৈল বন্দী।" মনে দেহৰ ভিতৰত হৃদয়-কমলত থকা 'নিজগুৰু' কৃষ্ণাত্মাৰ পৰিচয়েৰে জীৱক মুক্ত কৰিব পাৰে। এই কৃষ্ণাত্মাৰ অধিষ্ঠানৰ ঠাই 'ভাঙা কাঁথা' কলিজাখন; 'দ্বাদশ ভকত' বা বাৰ অঙ্গই ভাৰ বৈ লৈ ফুৰিছে। আমাৰ ওপৰত সত্যলোক আদি, তলত পাতাল আদি; মাজত আমি এই সৰু পৃথিবীত থাকোঁ। 'চাৰি আঙুল মাটি' কলিজাৰ ওপৰত বলৱন্ত 'চৈধ্য হাতী' ইন্দ্ৰিয়ৰ উৎপাত; তাৰ শাসনৰ 'জৰী' নাই। তথাপি 'ঢেকুৰা কুকুৰ' মনে মায়াবী ভাবৰ 'শিয়াল'ক গুৰু লৈ 'ভাগৱত পঢ়ি' ঈশ্বৰাভিমুখী হ'ব পাৰে। দেহবিচাৰৰ গীতত শৰীৰক কেতিয়াবা নাও, কেতিয়াবা ঘৰ, কেতিয়াবা চাকিৰ লগত তুলনা কৰা হয়। শৰীৰ 'চতুৰ অধিক কুৰি জনৰ মন্দিৰ', চৌবিশ তত্ত্বৰ ঘৰ। এই ঘৰৰ 'নৱখান দ্বাৰ'। এই ঘৰৰ ভিতৰবো 'নিজঘৰত' 'পূৰ্ণকৃষ্ণ' বা 'পূৰ্ণানন্দ হৰিৰ' নিবাস। মায়া নদীৰ ইপাৰে সিপাৰে থাকে 'কাল-বিকাল পক্ষী'—জীৱাত্মা আৰু পৰমাত্মা।

ৰাধা-বাৰমাহী, ৰাম-বাৰমাহী, সীতা-বাৰমাহী, কন্যা-বাৰমাহী (ফুলৱতী, মধুমতী) আদি অনেক বাৰমাহী গীত বিশেষকৈ অসমৰ নামনি অঞ্চলত পোৱা যায়। এই গীতবোৰ মনোৰম কবিত্বময় আৰু সিবোৰত প্ৰোষিতভৰ্ত্ৰী নায়িকাৰ বিৰহৰ বৰ্ণনা সন্নিবিষ্ট কৰা হয়। বিৰহিণীয়ে বণিজলৈ যোৱা প্ৰবাসী স্বামীক উদ্দেশ্য কৰি বেদনা প্ৰকাশ কৰে। একোটি গীতত বাৰটা-তেৰটা কলি থাকে, "বাৰমাহৰ তেৰ গীত গাই নাপাওঁ ওৰ"। প্ৰত্যেকটো কলিয়েই একোটা এধানমান কবিতাৰ দৰে। একো একোটা মাহৰ প্ৰাকৃতিক পৰিবেশৰ মাজত বিৰহিণীৰ শোক বেলেগ বেলেগ মানসিক স্মৃতি-সংযোগৰ মাজেদি তীব্ৰ হৈ উঠে। গীতবোৰত বছৰৰ চকৰি ঘূৰিবলৈ আৰম্ভ কৰে আঘোণ মাহৰপৰা; আঘোণৰপৰাই একালত বছৰৰ বাৰমাহৰ লেখ

হৈছিল। বাৰমাহী গীতৰ মূল অনুপ্ৰেৰণাৰ ইঙ্গিত দিয়ে আহাৰ মাহত বিৰহীৰ বিৰহ বৰ্ণোৱা সংস্কৃত কাব্যৰীতিয়ে।

গোৱালপাৰা কোচবেহাৰ অঞ্চলত ভাৱাইয়া নামে বিৰহ-সুৰীয়া ভাটিয়ালী ঢঙৰ একশ্ৰেণীৰ লিৰিক্ আজি-কালিও প্ৰচলিত হৈ আছে। এই গীতবোৰত কুলি বা আন চৰাইৰ করুণ সুৰত উজলি উঠা বিৰহৰ তাপৰ আভাস পোৱা যায়। কোচবেহাৰৰ এটি ভাৱাইয়া :

ও হো ৰে কোকিল কান্দিস কেনে॥
নাকান্দ নাকান্দ ৰে কোকিল ৰাত্ৰি নিশাকালে।
তোৰ কোকিলাৰ কান্দন শুনিয়া নাৰীৰ মন মোৰ ঝুৰে ৰে॥
তখন না কৈছুং ৰে কোকিল নাজাং শশুৰবাড়ী।
শশুৰবাড়ী গেইলে ৰে কোকিল না আসিবে ফিৰি ৰে॥
বসন্ত কালে ৰে কোকিল কোকিল ৰে তলায় পুবাল বাও।
তোৰ কোকিলাৰ কান্দন শুনিয়া কান্দে কোলাৰ ছাৱা ৰে॥
চোট বড় পক্ষী ৰে কোকিল কোকিল ৰে তাৰো আছে বাসা।
তুই কোকিল দারুণ ৰে পক্ষী পৰাৰ বৃক্ষে আশা ৰে॥

নাও-খেলৰ গীতবোৰৰ ঠাই-বিশেষত ব'ঠাৰ ছেৱত তাল ৰাখি চলা ছন্দৰ ক্ষিপ্ৰতা চমকপ্ৰদ। বাৰমাহী গীতৰ দৰে ইবোৰত ডিঙা মেলি দূৰ দেশলৈ যোৱা সাউদ, ঘৰৰ বিৰহ-বিধুৰা সাউদনী, গধূলি বেলিকা ভগা নৌকাত ৰাধাক পাৰ কৰা কৃষ্ণৰ কথাৰ উল্লেখ মন কৰিবলগীয়া। 'অ মোৰ মলুৱা ৰে' গীতত কপাহ, নেঠা, যঁতৰ, তাঁতশাল বিচাৰি পায়ো কন্দা শিপিনী যৈণীৰ কান্দোনৰ মাজেদি হাঁহিৰ ৰেখা বিৰিঙি উঠিছে। নামনি অসমতে এই শ্ৰেণীৰ গীত সাধাৰণতে পোৱা যায়।

কামৰূপত প্ৰচলিত নাও-খেলৰ গীত 'কানাই পাৰ কৰাঁ হে'ৰ লগত তুলনীয় কোচবেহাৰৰ এই গীতটি—

ৰাৱাল কানাই।

তোক ৰে বুলং ৰাৱাল কানাই, তোমাৰ ভাঙ্গা নাও।
ভাঙ্গা নাৱে খেৱা দিয়া (ৰে কানাই) কেমন মজা পাও॥
ভাঙ্গা নহয় ছিঙ্গা নহয়, সোণাই-ৰূপাই গড়া।
ৰাজাৰ হাতী পাৰ কৰিছুং (ৰে কন্যা) তোৰ বা কত ভৰা॥
আগা নাৱে ডুবোঁ ডুবোঁ পাছা নাৱে ভৰি।
ডোঙ্গায়ে ডোঙ্গায়ে সেকুং পানী (ৰে কন্যা) তোৰ বা কত ভৰি॥
জল সেকিতে জল সেকিতে সেইতেৰ ছিড়িল দাড়ি।

গলাৰ হাৰ খসিয়া কন্যা (ৰে কন্যা) লাগান সেইতেৰ দাড়ি॥
সব সখীদেৰ পাৰ কৰিতে নিছুং আনা আনা।
তোক সুন্দৰীক পাৰ কৰিতে (ৰে কন্যা) খসাইম কাণেৰ সোণা॥

জুনাক এক প্ৰকাৰে কাহিনী-গীতৰ শাৰীতো পেলাব পাৰি। পৰুৱাৰ জুনা, কপাহৰ জুনা, নাঙলৰ জুনা আদিত হাঁহিৰ স্পৰ্শ স্পষ্ট। তাঁতীৰ জুনাটি কবিত্বময় কল্পনাৰে পূৰ। ৰাধিকাৰ কাৰণে কাপোৰ ব'বলৈ দিবলৈ কৃষ্ণ তাঁতীৰ ঘৰলৈ গৈছে; ইয়াৰ ভিতৰত কৃষ্ণই কাপোৰৰ আৰ্হিৰ যি বৰ্ণনা দিছে, সি পাকৈত শিল্পী-শিপিনীৰ হাতৰ জীৱন্ত যেন লাগে। কপাহৰ জুনা আকৌ দঁতাল হাতী বান্ধিব পৰা মিহি সূতাকটা, গাত ল'লে পিঠিৰ ছাল ছিঙা কাপোৰ বোৱা কাজী শিপিনীৰ কীৰ্তি-কাহিনী। এই জুনাত কাপোৰ কিনিবলৈ অহা নগা বা মিকিৰৰ উল্লেখো মন কৰিব লগীয়া। অসমীয়া বৰাড়ী ৰাগৰ ঠাটত গোৱা কামৰূপত প্ৰচলিত তামোল-চোৰৰ গীতটিত চুটি গল্পৰ দৰে চমু একোটি পৰিস্থিতি বৰ্ণিত হৈছে। পগলা-পাৰ্বতীৰ সংলাপমূলক গীতটিও কাহিনী-গীতৰ লেখতে ধৰিব পাৰি।

দুবলা শান্তীৰ গীতটিত বাৰমাহী গীতৰ দৰে পোনতেই বিৰহৰ সুৰ বাজি উঠে। সাউদৰ পুতেক কোঁৱৰে পৰৰ বিবাহিতা দুবলাৰ ৰূপত মুগ্ধ হৈ তাইক বিয়া কৰিব খোজে। বুঢ়ীমাক মালিনীৰ মুখে এই প্ৰস্তাৱ আগ বঢ়োৱাত দুবলা কঠোৰ দাবী কৰি ৰহিল; আৰু সম্ভৱতঃ সাউদ কোঁৱৰৰ আশা সিমানতে ভঙ্গ হ'ল।

শঙ্কৰদেউ ৰজাৰ পুতেক মণিকোঁৱৰ, কোঁৱৰৰ পত্নী ফুকনৰ জীয়ৰী কাঁচন-মতী, তেওঁলোকৰ পুত্ৰ ফুলকোঁৱৰ আৰু দয়িতা পচতুলা (পস্তুলা, পাচতুলা) গাভৰুক লৈ মনোৰম গীত সৃষ্টি হৈছিল। বৰকলা নগৰৰ ৰজা শঙ্কৰদেউ (কোনোৰ মতে শঙ্খদেউ) আৰু বৰকুঁৱৰী মন্যাৱতীয়ে জলভৰ কোঁৱৰক তুতি কৈ এটি পুত্ৰ পালে মণিকোঁৱৰ। জন্মতে গণক-বাইলুঙক গণি-পঢ়ি ক'লে কোঁৱৰৰ আয়ুস মাথোঁ যোল বছৰ। ৰজাই গণক-বাইলুঙক বন্দী কৰি থ'লে ঘোঁৰাশালত। ফুকনৰ জীয়ৰী কাঁচনমালাৰ লগত কোঁৱৰৰ বিয়া হ'ল। যোল বছৰীয়া কোঁৱৰে এদিনা শনিবাৰে গঁড়ৰ ধোন্দেদি সৰকি দিখৌত গা ধুবলৈ গ'ল; সেই চলতে জলকোঁৱৰে তেওঁক হৰি নিলে আৰু গণক-বাইলুঙৰ কথা সঁচা হ'ল। বাঁৰী কাঁচনকুঁৱৰী ফুকনৰ ঘৰলৈ গ'ল। তাতে কুঁৱৰীয়ে ল'ৰা এটি পালে, ফুলকোঁৱৰ। ৰজা, বৰকুঁৱৰীয়ে ফুলকোঁৱৰক কাৰেঙলৈ আনি আতোল-তোলকৈ ডাঙৰ-দীঘল কৰিলে। কিন্তু বাপেক-নাইকিয়া কোঁৱৰৰ মন বিমৰিষ; তেওঁ ভটীয়াই যাব খোজে ভাটীলৈ। কাঁচনৰ মত নাপাই কোঁৱৰে বুঢ়ী মাকৰ কাষত আঁঠু ল'লে। মান্যৱতীয়ে চুলি ছিঙি আশীৰ্ব্বাদ কৰিলে। চ'ৰাৰ চাৰি ফুকন, বাৰ ৰাজখোৱাৰ আদেশ পাই বাঢ়ৈয়ে বুঢ়া বিহৰুম দেৱতাক

শুকান পিঠাগুড়িৰে মানি পাখি লগা কাঠৰ ঘোঁৰা সাজিলে। এই ঘোঁৰাত উঠি কোঁৱৰ সাতদিন সাতৰাতি 'আকাশে উৰাৱত' কৰিলে। ইমানতে কোঁৱৰে ককাকৰ হাক নামানি পাছলৈ ঘূৰি চোৱাত পখী-ঘোঁৰা পৰিলগৈ দিজাই বাই মালিনীৰ বাৰে বছৰে শুকাই থকা ফুলনিত। লগে লগে ফুলনি সেউতী, মালতী আদি ফুলেৰে জক্‌মকাই উঠিল। ইয়াৰ পিছত মালিনীৰ যোগেদি সেই ৰাজ্যৰ ৰজাৰ কুঁৱৰী পচতুলাৰ লগত ফুলকোঁৱৰৰ গুপুত মিলন হ'ল। ৰজাই যেতিয়া ৰবৰুৱাৰ যোগেদি কোঁৱৰক চোৰ ধৰি প্ৰাণে মাৰিব খুজিলে, পচতুলাই "মোৰ কোঁৱৰক মাৰিব লাগিলে আইৰে সতিনী খাটিম" বুলি বিপৰীত উক্তি কৰাত বিয়াৰহে আয়োজন হ'ল। গীতৰ শেষৰ ফালে পচতুলাৰ ল'ৰা অকণা জগৰাই নিকৰুণ দাৰিদ্ৰ্যত পৰি বিলাপ কৰিছে,— বাপেকক বগা হাতীয়ে পিঠিত তুলি কোনোবা দেশত ৰজা পাতিলেগৈ, আৰু মাকক লৈ গ'ল বৰ নাৱত ভৰাই সাউদে। অলৌকিক কাৰ্য্যকলাপৰ বৰ্ণনা থকা সত্ত্বেও গীতটিত আহোম ৰাজত্ব আৰু ৰাজধানীৰ বায়ু নেৰোৱাকৈ লাগি আছে। এই গীত ভিতৰ-সেৰাতো চলে; আৰু এইবাৰে ইয়াৰ শঙ্কৰদেউ ৰজাৰ নামৰ বিশেষ কিবা অৰ্থ থাকিবও পাৰে। ফুল-পচতুলাৰ মিলন কাহিনীৰ লগত অনিৰুদ্ধ আৰু উষাৰ মিলন কাহিনীৰ ঐক্য মন নকৰি নোৱাৰি। আনফালে বঙ্গৰ নাথ সম্প্ৰদায়ৰ মইনামতী আদি গীতৰ মাণিকচন্দ্ৰ, ৰত্নমালা আৰু ময়নামতী নামকেইটাৰ লগত আমাৰ গীতৰ মণিকোঁৱৰ, কাঞ্চনমালা আৰু মন্যাৱতীৰ নামৰ সাদৃশ্যও সহজে চকুত পৰে।

এই বিষয়ত বঙ্গীয় গীতবোৰৰ লগত জনা গাভৰুৰ গীতৰো মিল দেখা পোৱা যায়। বঙলা গীতৰ নায়ক গোপীচন্দ্ৰৰ নামৰ ৰূপান্তৰৰ দৰে অসমীয়া বেলাডটোৰ নায়কৰ নাম গোপীচন। কিন্তু জনা গাভৰুৰ গীতৰ লগত বঙলা গীতবোৰৰ গভীৰ সাদৃশ্য নাই, আৰু এই অসমীয়া গীতটিত নাথ সম্প্ৰদায়ৰ কোনো বিশেষত্বও ধৰা নপৰে। বৰং কেঁচাইখাঁতী গোসাঁনী, বাসুদেৱৰ থান, দিক্‌পাল দেৱতা, চন্দ্ৰ-সূৰ্য দেৱতা আদিৰ প্ৰাদুৰ্ভাৱহে গীতটিত সৰহ। গীতৰ কাহিনীটি চমুকৈ এই,—বুঢ়া ৰজাৰ জীয়েক জনাই গৰুচৰ নে গৰুবাং ৰাজ্যত ৰাজপাট খাই থাকি বিয়া কৰিব খোজা কোঁৱৰবিলাকৰ বাবে তিনিটা পৰীক্ষা সাজু কৰি থ'লে। সেই পৰীক্ষাত উঠিব নোৱাৰি নশ কোঁৱৰ গৰুচৰৰ পোতাশালত বন্দী। কামপুৰ নগৰৰ কলিধন নট পাণিপ্ৰাৰ্থী হৈ আছিল; তাক 'নাক-কাণ কটা বিড়ালী'ৰ অৱস্থা কৰি জনা গাভৰুৱে ঘূৰাই পঠালে। কলিধনৰ উতগুনিত নগাঁও নে গুৱাহাটী নগৰৰ গোপীচন কোঁৱৰ আহিল গাভৰুৰ গৰ্ব্ব খৰ্ব্ব কৰিবলৈ। কোঁৱৰে বাঁৰী মাক আৰু ন পোণ কুঁৱৰীৰ হাক নুশুনি কলিধনেৰে গৰুচৰ ৰাজ্য ওলালগৈ আৰু জনাৰ অলৌকিক পৰীক্ষাত সহজে

উত্তীৰ্ণ হ'ল। ইয়াৰ পিছতো গোপীচনে বুঢ়া ৰজাৰ পুতেক অভিমন কোঁৱৰক মাৰি বুঢ়া ৰজাৰ বাবকুৰি হাতীকো খেদাই জনাক নিজৰ ৰজ্যলৈ লৈ আহিল আৰু বিয়া কৰি থ'লে। সম্ভৱতঃ এই গীতটি আহোম ৰাজত্বৰ শেষৰ ফালে ৰচিত।

পিছৰ কালৰ গুৰু-চৰিতবোৰত শঙ্কৰদেৱৰ সন্মুখত ৰাধিকা (যোগমায়া বা সুমথিৰা) নামে এক কৈৱৰ্ত-পত্নীৰ পলৰে পানী অনা অলৌকিক পৰীক্ষাৰ কথা পোৱা যায়। এই কাহিনী এটি বেলাড জাতীয় গীততো প্ৰকাশ পাইছে। মন কৰিবলগীয়া যে, বঙ্গদেশৰো লোক-গীতিত ব্ৰজগোপী ৰাধিকাৰ এনে পৰীক্ষাৰ কাহিনী পোৱা যায়। ৰাধিকা শান্তীৰ গীতত ৰাধিকা পানীলৈ নামি যোৱাৰ বৰ্ণনাই কমলা কুঁৱৰীৰ সাধুলৈ মনত পেলায়। ৰাধিকাই চিনাকি দিওঁতে 'শঙ্কৰৰ জীয়ৰী, মাধৱৰ বোৱাৰী' বুলি দিয়া চিনাকি ভিতৰ-সেৱাৰ 'ৰসৰ পোহাৰী'য়ে দিয়া আত্ম-পৰিচয়ৰ অনুৰূপ।

জয়মতী কুঁৱৰীৰ গীত এতিয়াও ভালকৈ সংগৃহীত হোৱা নাই।

নাহৰৰ গীত বুৰঞ্জীমূলক কাহিনী-গীতি। কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীত আছে, চুখাম্‌থা খোৰা ৰজাৰ (১৪৭৪-১৫৩৩ শক) 'সোনাৰি জিয়ৰী সৰু মেচ্‌লৌ বৰ মেচ্‌লৌ নামে দুজনা কুঁঅৰি; "সোনাৰি লৰা নাহৰক কুঁঅৰিয়ে পো বোলাত নাহৰে কুঁঅৰিত বলেৰে তাৰ নামে আলি ও পুখুৰি কৰি, আনো অনেক সকতালি কাম কাজ কৰিবলৈ ধৰিলে। এদিন কুঁঅৰিহঁতে ৰজাত কলে বোলে, আমাৰ বঙ্গহ সৰহ, তোমাৰ বঙ্গহহে নাই। এনে বোলাত ৰজাই ভাবিলে, মোৰ বঙ্গহ নাই হেন বুলি তোলনিয়া লৰা নাহৰলৈহে টানিচে; এনে ভাবি পৰ দিনা ৰজাদেৱে আপুনি ফুৰি, জাকে ভাল পালে তাক আনি বঙ্গহ বুলি সোনোআলি হিঁলৈ দি লগত ললেহি। পাচে ৰজাত অনুমতি লৈ ডাঙৰিয়া সকলে নাহৰক মাৰিলে। পাচে আমাৰ লৰা মাৰিলে বুলি দুয়োজনা কুঁঅৰি আপোনা আপুনি কটাৰি হানি মাৰিল।" কোনোৰ মতে দুই মেচ্‌লৌৰ মৃত্যুত খোৰা ৰজাই বিয়া কৰোৱা তৃতীয়গৰাকী কুঁৱৰীৰ লগত নাহৰৰ গোপন প্ৰণয় আছিল; সেয়ে তাৰ প্ৰতিপত্তি আৰু হত্যাৰ হেতু হ'ল। বিক্ষিপ্তভাৱে পোৱা গীতাংশবোৰ নাহৰ এক বাঁৰীৰ ল'ৰা আৰু সৰু-বৰ মেচ্‌লৌৰ তোলনীয়া পো। মাকৰ হাক নামানি সি ছকুৰি কুকুৰাৰ ভাৰ লৈ মহঙত লোণ-পুঙত বেহাবলৈ যায়। এই লোণ-পুং চুহুংমুং দিহিঙীয়া ৰজাৰ দিনত নগাক যুঁজত ঘটুৱাই আহোমসকলে অধিকাৰ কৰিছিল। নাহৰে বেহাবলৈ যোৱা প্ৰসঙ্গত "ভিতৰ নামচাঙত আছে চাপনী, তাইক পাই পাহৰি যাবি" বুলি বাঁৰী মাকে নাহৰৰ প্ৰণয়িনীকে ইঙ্গিত কৰা যেন লাগে। গীতৰ একাংশত কাঞ্চনী নামে এটি চৰিত্ৰৰো উল্লেখ আছে। স্বৰ্গদেউ আৰু বৰগোহাঁয়ে আলচি-দুলচি নাহৰক নামচাঙলৈ পঠাই তাতে বৰদৈয়াৰ (বৰদুৱাৰ) মুখতে কটালে। গীতত ৰজাৰ বৰকুঁৱৰীকো গালি পৰা হৈছে,—

বুকুত জুই লাগঁতী ৰজাৰ বৰকুৱঁৰী,
পুৰুষক কৰিলি আঁৰ।

চিকণ সৰিয়হৰ গীতৰ চিকণ আৰু সৰিয়হ সাত ভাই-ককাইৰ দুটা। এওঁলোকে আহোম ৰজাৰ আপাহ পাই ৰাজপাটলৈ মন মেলা বুলি সন্দেহ কৰি চিকণ সৰিয়হক মাৰি পেলোৱা হয়।

কমলেশ্বৰসিংহৰ ৰাজত্বৰ কামৰূপৰ দন্দুৱা বা দন্দীয়া দ্ৰোহৰ (১৭১৪ শক) নায়ক হৰদত্ত আৰু বীৰদত্ত, আৰু হৰদত্তৰ জীয়ৰী পদ্মকুমাৰীৰ বিষয়ে গীতৰ চাৰিটি মাত্ৰ কলি এতিয়ালৈকে পোৱা গৈছে।

ড° সূৰ্যকুমাৰ ভূঞাই লিখিছে, "স্বৰ্গদেৱ গৌৰীনাথসিংহৰ দিনত ৰাখৰ বৰা নামে এজন অতি সম্ভ্ৰান্ত নগঞা বিষয়াক ৰাইজে প্ৰজাদ্ৰোহী বুলি ভাবি পুৰণি গুদামৰ ওচৰৰ পতীয়াবালিত বধ কৰে। এওঁৰ বিষয়ে গীতটি ৰাখৰ বৰাৰ গীত বুলি প্ৰচলিত।"

গৌৰীনাথসিংহই কাৰেঙৰ গড় লাফ্ মাৰি পাৰ হৈ সোণাধৰ হাৰীৰ জী তৰাৱতীৰ কাষলৈ যোৱা কথাৰো এটি গীত পোৱা গৈছে।

ঘিণাই বৰফুকনৰ গীতটি প্ৰজা সাধাৰণৰ ওপৰত বুৰঞ্জীমূলক ঘটনাৰ প্ৰভাৱৰ এটি জ্বলন্ত নিদৰ্শন। ই বুৰঞ্জীৰ বিৱৰণৰ পৰিপূৰকৰ কাম কৰিছে। ঘিণাই বদন বৰফুকনৰ ঘৰৰ ভিতৰত 'ফেঁটী গোম মেলা' অকাৰ্য আৰু মানৰ অৱৰ্ণনীয় উপদ্ৰৱে অসমীয়া প্ৰজাৰ জীৱন হাড়লৈকে কঁপাই পেলাইছিল। অনামী গীতকাৰে 'বুঢ়া গোহাঁই অৱতাৰ' পূৰ্ণানন্দ আৰু চন্দ্ৰকান্তসিংহৰ মাতৃ নুমলী ৰাজমাওৰ ওপৰতে কঠোৰ কটাক্ষপাত কৰিছে। গীতৰ মতে 'বুঢ়াগোহাঁই নৰকী' কালহীৰা চেলেকি আত্মঘাতী হ'ল, 'ৰাজমাও পাখৰী' ধনী বৰবৰুৱাৰে পলাল। গীতটিৰপৰা বুৰঞ্জীমূলক চৰিত্ৰ, ঘটনা, কাৰ্যকলাপ, জন-বিশ্বাস আদিৰ আভাস ভালকৈয়ে পোৱা যায়।

সাতাবন ছালৰ স্বাধীনতা-ৰণৰ অসমত জোৰ ধৰোঁতা 'কলিতা ৰজা' মণিৰাম দেৱানৰ ব্যক্তিত্ব অসমীয়া জাতীয় জীৱনত সঞ্চাৰিণী দীপশিখাৰ দৰে উঠি মাৰ গ'ল আৰু থৈ গ'ল এটি দীঘল হুমুনিয়াহ। মণিৰাম দেৱানৰ গীতত দেৱানৰ কলিকতা-যাত্ৰাৰপৰা ফাঁচীচাঙৰ মৃত্যুলৈকে বৰ্ণনা দিয়া হৈছে। গোটেই গীতটি কৰুণ ৰসত সিক্ত হৈ আছে।

বৰপেটা অঞ্চলত ১৮৯৭ চনৰ বৰভুঁইকঁপক কেন্দ্ৰ কৰি এটি গীত শুনা যায়। এই ভুঁইকঁপ পছিমৰপৰা 'হুৰৌ হুৰৌ কৰি' আহি হাঁহ-পাৰ-গৰু ভঁহাই ঘৰৰ দুৱালৈকে পুতি মাটিৰ তলৰপৰা 'ফোটমৰা ফাকু' উলিয়াই দিছিল। মানুহৰ হৈছিল মহা অনাটন; 'অপিত্তা কঁঠাল গিলা খাছুলো কাটি কাটি।'

কায়ো বুলে হৰি হৰি, কায়ো বুলে ৰাম;
পাতাল ফাটি অলাল পানী, থিয়াই তলক যাম।
নদী মৰিল, বিল মৰিল, মৰিল বৰ খাল;
সংসাৰৰ বালা অলে দেখ্‌বাৰ কোৰ্‌লা ভাল।
শুহ মৰিল, ঘৈৰাল মৰিল, আৰু মৰিল কাছু;
গৰু মানুহ মৰি অলাল দুৰ্গন্ধৰ বাছু।

কমলাকুঁৱৰী, তেজীমলা, পানেশৈ, তুলা আৰু তেজা, ইত্যাদি সাধুকথাবোৰৰ লগত কিছুমান টুকুৰা গীত জড়িত আছে। কাহিনী-গীতৰ লগত ইবোৰৰ পাৰ্থক্য— এই গীতবোৰ সাধুৰ চৰিত্ৰবোৰৰ উক্তি মাথোন; বিৱৰণৰ অংশ সাধু কওঁতাই সাধাৰণ কথাত পূৰাই যায়। কমলাকুঁৱৰীৰ গীতৰ লগত পূব-বঙ্গৰ কমলাৰাণীৰ গীতিকাৰ সাদৃশ্য আছে।

কছাৰীসকলৰ মাজত প্ৰচলিত নানা গীত-মাতৰ মাজত হাইদাং গীতটি বিশেষ মূল্যবান এটি সম্পত্তি। ইয়াৰ ভাষা মিহলি অনিয়মিত অসমীয়া বুলি ক'ব পাৰি। গীতটি ধৰ্মমূলক। পোনতেই নাৰায়ণ, অগ্নিনাৰায়ণলৈ নমস্কাৰ। তাৰ পাছত পৃথিৱী, আকাশ, চাৰি মুঠি জীৱৰ সৃষ্টিৰ বৰ্ণনা। বিৰিং ৰজা আদি কেইজনমান দেৱতাৰ উল্লেখো আছে। ইয়াৰ শাঁহত এটি কাহিনী সোমাই থকা যেন লাগে— সৰু সৰু ৰজা লগত লৈ নৰে ৰজাই নাও-ব'ঠাৰে ৰণৰ সাজেৰে গৈ ৰূপী, কুৰূপী দুই ভনীৰ ঘৰত ভাৰ শোধাইছে, আৰু ৰূপীক বিয়া কৰাই ঘৰলৈ আনিছে। ৰূপীৰ চিনাকি আকৌ দিয়া হৈছে—'শঙ্কৰৰ জীয়ৰী মাধৱৰ বোৱাৰী।'

মৰাণ বিদ্ৰোহক উদ্দেশ্য কৰি গীত-পদ ৰচনা হৈছিল বুলি অনুমান কৰিব পাৰি। মৰাণৰ বাৰাতীয়াই হাতত টোকোন লৈ মাটিত খুন্দি খুন্দি এই নাম গাইছিল,—

অষ্টভুজে সপ্তভুজে চতুৰ্ভুজে ৰাখে।
তাৰে দাই তাকে কাটে,
তাৰে হিলৈ তাকে মাৰে,
চতুৰ্ভুজে ৰাখে॥

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনৰ মৰাণ বিদ্ৰোহীসকলে তেওঁলোকৰ দলৰ মাজত বুজা সঙ্কেতৰূপে গীত ব্যৱহাৰ কৰিছিল। বাঁহবাৰীৰ ভোগানন্দ নামে এজন আৰু তেওঁৰ সহযোগীসকলে ৰজা আৰু বৰবৰুৱাক ধৰিবলৈ যাওঁতে ৰাজ-কাৰেঙৰ দুৱাৰ-মুখ সোমোৱা বেলিকা ভোগনন্দই এটি গীত জুৰিছিল; আৰু সেই গীত শুনি বিদ্ৰোহীৰ ফলীয়া লোকে ভিতৰৰপৰা দুৱাৰ মেলি দিছিল। গীতটিৰ প্ৰথম ভাগ প্ৰকৃততে প্ৰথম মায়ামৰীয়া গোসাঁই অনিৰুদ্ধদেৱৰ ৰচিত এটি গীতৰ বিকৃত ৰূপ, পিছৰ ভাগত ফকৰা-জাতীয় কথাৰ সংমিশ্ৰণ।

বাৰকুৰি বৰগীত, তেৰকুৰি ফকৰাৰ দৰে আঠকুৰি জিকিৰ অসমীয়া ভাষাৰ অমূল্য সম্পদ। জিকিৰসমূহৰ লগত শ্বাহমিলন বা আজান পীৰৰ নাম ৰচকৰূপে জড়িত হৈ আহিছে। এওঁ অসমলৈ আহে, কোনোৱে কয় আজমীৰৰপৰা, কোনোৱে কয় আৰব দেশৰপৰা। এই গীতসমূহৰ ৰচনাৰ সময়ৰ বিষয়েও মতভেদ আছে। সাধাৰণ বিশ্বাস জিকিৰসমূহ আজান ছাহাবৰ ৰচনা। কিন্তু এই গীতখিনি ইমান দিন লিখিত অৱস্থাত নাছিল। চান্দসাঁইৰ নামে প্ৰচলিত "কিনো গীতে গাইলি চান্দৰে বৰাই" গীতটিৰ দৰে জিকিৰৰ ভাষা লোকগীতিৰ ঠাচৰ জতুৱা অসমীয়া। ৰূপাই দা-ধৰাৰ কথা শুনি আহোম ৰজাই আজান ছাহাবক সন্দেহ কৰি চকু কঢ়ায়, কিন্তু পাছত তেওঁৰ ধৰ্মৰ মাহাত্ম্য জানিব পাৰি দিখৌমুখৰ সৰাগুৰি চাপৰিত মাটি-বৃত্তি দি থয়। তাতেই চাহাবৰ মৃত্যু হয়। অসমৰ ভক্তি-ধৰ্মৰ লগত আজান ছাহাবৰ প্ৰবৰ্তিত পন্থৰ বহুতো সাদৃশ্য দেখা পোৱা যায়। জিকিৰত কলিমা আৰু নামৰ মহিমা কীৰ্তিত হৈছে। সুৰ, তাল, চাপৰিৰে জিকিৰ গোৱাও কোৰানৰ শাসন কোৰামুঠীয়াকৈ মানিলে ইছলাম-বিৰুদ্ধ ৰীতি। নাম-প্ৰসঙ্গৰ শেষত মহাপুৰুষীয়াসকলে প্ৰসাদ গ্ৰহণ কৰাৰ দৰে শ্বাহমিলনেও চিন্নি বা চিনি (ফাৰ্চী, শীৰীণী) দিয়া প্ৰথা প্ৰবৰ্তায়। এক ঈশ্বৰত বিশ্বাস, সকলো জীৱতে ঈশ্বৰ-বুদ্ধি, নীতি-সদাচাৰ আদি ধৰ্মৰ মূল তথ্যবোৰৰ বিষয়তো দুই ধৰ্মৰ গভীৰ মিল আছে।

অনেক জিকিৰত যেন বৈষ্ণৱ সাহিত্য আৰু লোকগীতিৰ প্ৰতিধ্বনি শুনা যায়। বিৱৰণমূলক দুই-এটি গীত কাহিনী-গীতৰ পৰ্যায়ত পেলাব পাৰি।

১৯৬৪

# বেজবৰুৱাৰ পত্ৰলেখা

## ভূমিকা

'লিখিলেই যদি সাহিত্য হয়, সেইটো তোমাৰহে।' বেজবৰুৱাৰ সম্পৰ্কে এজন 'অভিন্নহৃদয়' বন্ধুৰ—যিজনৰ দৃষ্টি কিন্তু সদায় সমীক্ষকৰ—এই ধাৰণা কিমান দূৰ সঁচা তাৰ পৰীক্ষাৰ স্থল বেজবৰুৱাৰ এই চিঠিবোৰ। যেই কোনো এটা চিঠিৰ টোপোলা আমাৰ হাতত তুলি দি 'চিঠি-সাহিত্য' আখ্যা দিলেই আমি সেই আখ্যা গ্ৰহণ কৰিবলৈ সম্মত নহওঁ। সেই অভিধা গ্ৰহণ কৰিব পাৰোঁ এটা টেক্নিকেল্ অৰ্থত, যেনে—মেডিকেল লিটাৰেচাৰ, ইঞ্জিনিয়াৰিং লিটাৰেচাৰ। বেজবৰুৱাই লিখা বহুতোখিনি পত্ৰ আৰু বেজবৰুৱালৈ লিখা অনেকখনি চিঠি আমি সেইভাৱেহে গ্ৰহণ কৰিব পাৰিম। ব্যক্তিগত প্ৰায় চিঠিকে এই ৰূপেহে স্বীকাৰ কৰাটো সম্ভৱ। ভাৰতীয় চিঠি, পত্ৰ, লিপি আদি শব্দ স্পষ্টভাৱে সুকীয়া সুকীয়া অৰ্থত প্ৰয়োগ কৰা ৰীতি এতিয়াও হোৱা নাই। ইংৰাজীৰ letter, epistle, journal-অৰ এলেকা সুকীয়া সুকীয়া। সাধাৰণ letter-অত সাহিত্যিক ফাল এটা সাধাৰণতে নেথাকে আৰু সচৰাচৰ প্ৰকাশৰ বাবে সেইবোৰ লেখাও নহয়। epistle বুলিলেই কিন্তু সাহিত্যিক অৰ্থ এটি আহি পৰে। এই শব্দটোৰ মূল অৰ্থ চিঠি। কিন্তু পিছৰ যুগত ইয়াক প্ৰাচীন কালৰ পোছাকী (formal) চিঠি বুজাবলৈ প্ৰয়োগ কৰা হয়; নহ'লেবা ইংৰাজী ode বা elegy-জাতীয় একপ্ৰকাৰ ৰচনাকে এই শব্দটোৱে বুজোৱা হ'ল; এনে চিঠি বিশেষ এক ব্যক্তিক সম্বোধন কৰা হ'লেও তাৰ বিষয়-বস্তু ৰাজহুৱা বা সাৰ্বজনীন প্ৰকৃতিৰ হোৱা দেখা যায়। পাশ্চাত্যত আকৌ epistle নামৰ এক শ্ৰেণীৰ কবিতাও আছে। সিবিলাকৰ পূৰ্বপুৰুষ হ'ল হোৰেচৰ দীঘল দীঘল পদ-প্ৰবন্ধবিলাক; সেই প্ৰবন্ধবোৰ কোনো বিশেষ ব্যক্তিক সম্বোধন কৰি লিখা হৈছিল বাবে সিহঁতৰ নাম epistle। ইংৰাজী সাহিত্যত ছেমুৱেল ডেনিয়েল আৰু বেন্ জনছন্ আদিৰ নাম এই ক্ষেত্ৰত

ল'ব পাৰি। আলেকজেণ্ডাৰ পোপ এই বিষয়ত আগ শাৰীৰ; তেওঁৰ 'Epistle to Dr. Arbuthnot' বিখ্যাত। কাউপাৰে দুই-এজন বন্ধুলৈ ধুনীয়া কবিত্বময় পত্ৰ লিখিছিল। আজি-কালি অৱশ্যে epistle শব্দটো অলপমান বিদ্ৰূপতহে ব্যৱহাৰ হয় বুলি অক্‌ছফোৰ্ড অভিধানে নিৰ্দেশ কৰিছে।

*The Great English Letter Writers* নামৰ শ্ৰেষ্ঠ ইংৰাজ কবি-সাহিত্যিক, দাৰ্শনিক-ৰাজনীতিক আদিৰ বিতোপন পত্ৰ-সংকলনখনৰ সংকলয়িতা William J. Dawson আৰু Coningsby W. Dawson-এ কৈছে, ভাল পত্ৰ-লেখক হ'বলৈ হ'লে কিছুমান আপুৰুগীয়া গুণৰ সমষ্টিৰ অধিকাৰী হ'ব লাগিব। Thus the writer must himself be interesting, and have interesting matter to communicate; he must be something of an egoist, to whom his own sensations are noticeable, and worthy of notice; he must possess both daring and freedom, for the last place where caution and reticence are required is in the familiar epistle; he must be resolutely sincere, for the moment he begins to pose his magic wand is broken, and he becomes tedious and offensive; he must above all possess the intimate note, for without it he will produce an essay, but not a letter. আত্ম-প্ৰকাশেই হ'ল চিঠিৰ প্ৰধান উদ্দেশ্য। লিৰিকেল কবিতাতো সেই উদ্দেশ্য থাকে। কিন্তু চিঠিৰ প্ৰকাশটি অধিক প্ৰত্যক্ষ-গোচৰ আৰু ওচৰ। গতিকে লেখকৰ ব্যক্তিত্বৰ প্ৰকাশ পত্ৰৰ প্ৰধান দায়িত্ব হৈ ৰয়।

এখন ভাল চিঠি লেখিবলৈ লিখকে যদি লিখিছে, তেওঁৰ বাহিৰে জগতখন মুহূৰ্তলৈ পাহৰি পেলাব লাগিব। তেহে চিঠিখন ধুনীয়া, ঘৰুৱা, আন্তৰিকতাপূৰ্ণ হ'ব। চিঠি ৰাজহুৱা বক্তৃতা নহয়; ই দুজনৰ মাজৰ বিয়নি-মেলহে। চিঠিখন কেনেবাকৈ ৰাজহুৱা হ'ব, এই ভাবটো থাকিলে পত্ৰলেখকে সেইখন লিখোঁতে মুখখন খুৰেৰে ধুনীয়াকৈ চুঁচি আফ্‌টাৰশ্বেভ্ লোচন ঘঁহি আৰু আন প্ৰসাধন কৰি লিখিবলৈ বহিব লাগিব। আমি পাঠক-সমাজৰ কাৰণে লিখোঁতে এইদৰে বাহিৰত নহ'লেও মনৰ মাজত পোছাকী সাজ পিন্ধি লওঁ। চিঠিত সেইটো হ'ব নেলাগে। ডাউছন দুজনে ক'বৰ দৰে, In them the author appears in undress. গতিকে ছপা হৈ আনৰ আগত চিঠিবোৰ ওলাব, এই ভাব আগত থাকিলে চিঠিত মনৰ প্ৰকাশৰ গতি আড়ষ্ট হৈ পৰাটি স্বাভাৱিক। তেনে ক্ষেত্ৰত ব্যক্তিত্বৰ প্ৰকাশ আৰু সেই প্ৰকাশত ভাষাৰ মনোমোহা সাহিত্যিক গুণবোৰ লুকাই পৰে। আন কি ৰবীন্দ্ৰনাথৰ পত্ৰসমূহতো

প্ৰকাশৰ ভাবটি থকাত আমাৰ বাবে কবিগুৰুৰ ব্যক্তিগত সান্নিধ্যৰ আস্বাদ কৰি পৰিছে।

ব্যক্তিগত চিঠিবোৰে অনেক সময়ত হয়তো লেখকজনৰ সাধাৰণভাৱে জনাজাত ব্যক্তি-ৰূপৰ পৰিৱৰ্তন ঘটাব পাৰে। এখন চিঠিয়ে বা এটা বাক্যই সদৰী হৈ থকা তেওঁৰ চিত্ৰখনৰ ভাঁজ সলাই পেলাব পাৰে। কিন্তু সামগ্ৰিকভাৱে এটা চৰিত্ৰ বিচাৰ কৰাত অনেক সময়ত সৰু-সুৰা কথাইহে প্ৰকৃত আলোকসম্পাত কৰিব পাৰে। গতিকে এনে টাকি-টুকা কথাবোৰ চৰিত-লেখকসকলে জনাৰ নিতান্ত আৱশ্যকতা আহি পৰে। লিটন ষ্ট্ৰেচি, আঁদ্ৰে মৰ', এমিল লাড্‌বিগৰ চৰিত-শৈলীৰ প্ৰৱৰ্তনৰ পাছত এটা চৰিত্ৰৰ আন্ধাৰ-পোহৰ দুইটা ফালকে দৰ্শন কৰাৰ আৱশ্যকতা আজি বহলভাৱে স্বীকৃত হৈছে। বিশেষকৈ যি লেখকসকলে তেওঁলোকৰ সুখ-দুখৰ ভাগ আমাক তেওঁলোকৰ সাহিত্য-সৃষ্টিৰ মাজেদি দি গৈছে, তেওঁলোকৰ ব্যক্তিগত জীৱনৰ বিষয়ে জনাটো সাহিত্যৰ উপলব্ধিৰ বাবেই নহয়, তেওঁলোকৰ যুগটোহঁত বুজিবৰ বাবেও অত্যন্ত আৱশ্যকীয়।

পৃথিৱীৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ চিঠি বিচাৰি-খোচাৰি নতুন আৰ্হিত সম্পাদন কৰা হৈছে। তাৰ আধাৰত তেওঁলোকৰ চৰিত্ৰও ব্যাখ্যা কৰা হৈছে। উইলিয়াম কংগ্ৰিভ, ছুইফ্‌ট, আলেকজেণ্ডাৰ পোপ, উইলিয়াম ব্লেক্, কিট্‌ছ, চাৰ্লছ লেম্ব, কাৰ্লাইল, ব্ৰাউনিং, জেৰাৰ্ড মেন্‌লি হপ্‌কিন্‌ছ, ষ্টিভেন্‌ছন্, ওস্কাৰ ৱাইল্ড, জৰ্জ মুৰ, বাৰ্নাৰ্ড শ্ব, জেম্‌ছ জয়েচ, চেকভ, ফ্ৰান্‌জ কাফ্‌কা আদি মনীষীসকলৰ পত্ৰ আজি সৰ্বসাধাৰণ পাঠকৰ জ্ঞানৰ সামগ্ৰী হৈছে। ইসকলৰ অনেকবোৰ চিঠিয়ে তেওঁলোকৰ সাহিত্যিক লেখাবোৰ স্পষ্টতৰ কৰি তোলে, তেওঁলোকৰ সৃষ্টি আৰু জীৱনবিষয়ক অনেক সমস্যাৰ সমাধান দিয়ে আৰু তেওঁলোকৰ ব্যক্তিগত জীৱনৰ দুখ-দুৰ্গতি আৰু আনন্দ-উদগতিবো আমাক অংশীদাৰ কৰি তোলে। অতি কম ক্ষেত্ৰতহে, বিশেষকৈ আগৰ দিনত, পত্ৰ-লেখকৰ জীৱৎকালতে পত্ৰবোৰ প্ৰকাশ পায়। পোপে তেওঁৰ *চিঠিবোৰৰ সংগ্ৰহ এটা প্ৰকাশ কৰিবৰ কাৰণে ছল-বুদ্ধি কৰিহে প্ৰকাশকক (Curll)* ফান্দত পেলাবলগীয়া হৈছিল। কংগ্ৰিভে বন্ধু-বান্ধৱলৈ লেখা চিঠিবোৰ সংগ্ৰহ কৰি সম্পাদন কৰিছিল। অতি কম লোকেহে আনলৈ লেখা ব্যক্তিগত চিঠিৰ নকল ৰাখে; কংগ্ৰিভ আৰু এডিছনে কিন্তু তেনে চিঠিৰ বহী ৰাখিছিল। আমাৰ জে. বৰুৱায়ো তেনে কৰিছিল। চিঠি আৰু দিনলেখা জীৱন-চৰিত-ৰচনাৰ প্ৰত্যয়গ্ৰাহী সামগ্ৰী। ওস্কাৰ ৱাইল্ডৰ কিছুমান চিঠিৰপৰা কেলেঙ্কাৰী সৃষ্টি হ'ব বুলি ধ্বংস কৰি পেলোৱাৰ ফলত

তেওঁৰ চৰিত-লেখকৰ কিছু অসুবিধাৰ সৃষ্টি হৈছে। তেওঁৰ চিঠিৰ কেইখনমানো সংগ্ৰহ ছপা হৈ ওলাইছে আৰু সেইবোৰে তেওঁৰ কৌতূহলোদ্দীপক চৰিত্ৰত বিভিন্ন ফালৰপৰা পোহৰ পেলায়। তেওঁ কাচিৎ-কেতিয়াবাহে চিঠিত তাৰিখ দিছিল; সেইবাবে পত্ৰ-সংগ্ৰাহকসকলে খামত ডাকঘৰৰ চাব চাই তাৰিখ নিৰ্ণয় কৰিবলগীয়া হৈছিল।

অসমীয়া চিঠিৰ বুৰঞ্জী লিখিবৰ সময় এতিয়াও নৌ হয়। শেক্সপিয়েৰৰ চিঠি আজিও আৱিষ্কাৰ হোৱা নাই। শঙ্কৰদেৱৰো। কিন্তু 'ৰুক্মিণীহৰণ' নাটকৰ ৰুক্মিণীৰ 'পতিয়া'খন শঙ্কৰদেৱৰ যুগৰ চিঠিৰ নিদৰ্শন বুলি ল'লে বৰ ভুল হ'ব যেন নেলাগে, যদিও সেই কালত প্ৰেমপত্ৰৰ আদান-প্ৰদানৰ সুবিধাৰ বাট অতিশয় ঠেক আছিল। বুৰঞ্জীৰ ৰাজ-ৰাজোৱানৰ চিঠিবোৰ ৰাজনৈতিক পত্ৰ-ব্যৱহাৰৰ অতি উৎকৃষ্ট নিদৰ্শন। যোৱা শতিকাৰ আৰম্ভণিত অসমৰ ৰজা, ৰাজবিষয়া, কটকী আদিয়ে কলিকতাৰ বাঙালী তৰণী-মহৰীৰ হতুৱাই বঙলাত লেখাই গৱৰ্ণৰ জেনেৰেলৰ ওচৰত দাখিল কৰোৱা আৰ্জিবোৰ তাৰ ফাৰ্চী অনুবাদ বা সাৰাংশেৰে ছবকাৰী কাকত-পত্ৰৰ লগত আজিও সংৰক্ষিত আছে। তাৰ বহুতোখিনি ডক্টৰ সুৰেন্দ্ৰনাথ সেনৰ 'বাঙ্গালা পত্ৰ-সঙ্কলন'ত গৃহীত হৈছে; তাৰ মাজতে চন্দ্ৰকান্তসিংহই ঘিণাই বদনচন্দ্ৰ বৰফুকনলৈ লেখা অসমীয়া চিঠি এটুকুৰাও আছে ৰজাৰ কাতৰ অৱস্থাৰ প্ৰত্যক্ষ সংবেদনেৰে। ইংৰাজ ৰাজত্বৰ আৰম্ভণিৰ মণিৰাম দেৱান আদিৰ পত্ৰ, আৰ্জি আদিৰে নতুন যুগ আৰম্ভ হয়। দেৱানে হিন্দুস্থানী লোকৰ টোকোনৰ বাঁহৰ মাজত পঠোৱা ইতিহাসসৃষ্টিকাৰী চিঠিখন আজি ক'লৈ গ'ল? যোৱা শতিকাত বঙলা 'সমাচাৰ-দৰ্পণ' আদিলৈ অসমৰপৰা যাদুৰাম ডেকা বৰুৱা আদিয়ে চিঠি দিছিল; সেইবোৰ সেই সেই পত্ৰিকাত ছপা হৈ ওলাইছিল। 'অৰুনোদই'ৰ বুকত নেথান ব্ৰাউন আৰু ইলাইজা ব্ৰাউন আৰু আনসকলৰ পত্ৰ সোমাই আছে। 'জোনাকী' যুগৰ সব্-আৰম্ভণিৰ সময়ৰ চিঠিৰ লেখত বেজবৰুৱাৰ 'লিতিকাই'ৰ অন্তৰ্গত চিঠিখনিৰ কথাও আনি নেপাহৰোঁ। ইয়াৰ অব্যৱহিত পিছৰ চিঠিলৈ আহিলেই আমি 'পত্ৰলেখা'ত সন্নিবিষ্ট চিঠিবোৰলৈ আহিম।

বৰ্তমান সঙ্কলনৰ চিঠিবোৰৰপৰা বেজবৰুৱাৰ প্ৰকৃতি বা চৰিত্ৰ পৰিষ্কাৰভাৱে ধৰা পৰে। তেওঁৰ নিত-ৰ'দালী প্ৰকৃতিৰ বিষয়ে 'অসমীয়া' আলোচনীত (প্ৰথম বছৰ, দশম সংখ্যা) 'বৰবৰুৱাৰ হাঁহিৰৰ ছলেৰে বেজবৰুৱাই কান্দি পঠিয়ালে' শীৰ্ষেৰে এটি প্ৰবন্ধত অলপ বহলাই আলোচনা কৰা হৈছে। যদিও বেজবৰুৱাৰ সৰহভাগ লেখাতে এক হাঁহি বিৰিঙি উঠিছে, আৰু সেই হাঁহিত সাধাৰণ ধেমালিৰপৰা

ব্যঙ্গলৈকে প্ৰকাশ পাইছে, আৰু যদিও তাৰপৰা তেওঁ যেন জীৱনৰ গভীৰলৈ সোমাব নোৱাৰে এনে এটা ধাৰণাৰ সৃষ্টি হয়, সেই হাঁহি-ধেমালি-ইতিকিঙৰ আঁৰত দুখৰ আঘাতত তেজে-তুমবলি এখনি হিয়াৰ কথা আমি পাহৰিব নোৱৰা হওঁ এই চিঠিবোৰ পঢ়িলে। বেজবৰুৱাই কবিতাৰ সংজ্ঞা দিবলৈ গৈয়ে তাক পোনতে "শোকৰ সঙ্গীত, বিষাদৰ সুৰ, আতুৰৰ হুমুনিয়া, লোতক চকুৰ" বুলিছে। কিন্তু একো ৰসঃ কৰুণ এৰ বোলোতে তেওঁ কথা শেষ নকৰি জীৱন মথি অমৃতৰ ঘট উলিয়াবৰ যত্নত ৰত হৈছে।

"ফুলৰ সৌৰভ, জোনৰ পোহৰ, মৃদু বতাহৰ গতি, শিৱসাগৰৰ বৰপুখুৰীত ৰাতিটৈ জোনৰ পোহৰ পৰি চিক্‌মিক্ কৰা সৰু সৰু ঢৌৰ মালাৰ চাকিৰ" লেখীয়া সাংসাৰিক জীৱনৰ প্ৰথম সন্তানটি তেওঁৰ হিয়া ভাঙি-ছিঙি ক'ৰবালৈ আঁতৰি গ'ল। তিনি কুৰি চাৰি বছৰত তেওঁ গেজেপনি ৰা হাবিত কঠোৰ কষ্ট কৰিব লাগে; "মোৰ এই বয়সত এনে কাম, এনে হাবিত ঠিক কাৰ্য নহয়" বুলি তেওঁ জানে। আৰ্থিক সঙ্কটৰ মাজত তেওঁ বন্ধুৰপৰা লৈ চাহ্‌পাত বেচাৰ উপায় অবলম্বন কৰিবলগীয়া হয়। "যালৈ চিঠি লেখিবলৈ বহিলে মনটোতে আনন্দই জাকি মাৰি উঠিছিল", তেনে 'যদু কবি' মটৰ-দুৰ্ঘটনাত জীৱনলৈ ঘৃণীয়া হোৱাৰ বাতৰি পাই "সেইজনলৈ মনত পৰিলে বেজাৰত মুখ শুকায় আৰু হাতৰ কাপ কঁপিবলৈ ধৰে।" সম্বলপুৰৰ হাবিৰ হাড়-কঁপোৱা জাৰেৰে তিনি কুৰি বছৰীয়া বেজবৰুৱাই 'লড়াই' কৰিবলৈ কঁকালত টঙালি আটিবলগীয়া হয়। বাৰ্ডৰ চাকৰিত অসমৰ "পৰ্বতে পৰ্বতে ঘূৰি sleeper pass কৰি ফুৰিব লাগে, কৰতীয়াৰ কাম চাব লাগে, ration supply, টকা supply ইত্যাদি" এশ এটা চিন্তাত ঘূৰিব লাগে। "সেই হাবি কি ভয়ঙ্কৰ, তালৈ গ'লেই কান্দোন ওলায়।" মাজে মাজে কলিক্ বিষ, মাজে মাজে "জ্বৰৰ লগত দস্তুৰমত struggle কৰি তাক দূৰত ৰাখিবৰ" যত্ন, আৰু তাৰ মাজে মাজে হাবিত কাঠ কটাৰ কাম। তাৰ ওপৰত আকৌ কেতিয়াবা আপোনপেটীয়া ওপৰৱালাৰ আমনি। মন ভাগি বিক্ষিপ্ত হৈ পৰে। এইবোৰৰ চিন্তাত তেওঁ বে-পৰোৱা হ'বলৈ যত্ন কৰিছে। পথে-প্ৰবাসে এৰি অহা ঘৰৰ সকলোৰে চিন্তাতো আছেই। কিন্তু তেওঁৰ অগাধ বিশ্বাস আছে ঈশ্বৰৰ ওপৰত। মাজে মাজে তেওঁৰ অৱশ্যে আধা-আধি বিশ্বাস কৰিবৰ মন যায় ভাগ্যত। কিন্তু তেওঁ কোনো দিন আত্মবিশ্বাস আৰু আশা হেৰুৱাই পেলোৱা নাছিল। দুৰৱা কবিক কেনেকৈ তেওঁ, অৰ্জুনক গীতাৰ কৃষ্ণৰ দৰে, উৎসাহৰ বাণী শুনাইছে ঃ "Man should be striving all along to be the master of

circumstances and not *their creature*. Struggle up to the last for triumphing over all obstacles. তুমি অমৃতৰ সন্তান, তোমাৰ ভয় কি? .......Flight manfully. If you even die in the battle, die like a hero. Cher up, my boy, cheer up!" বেজবৰুৱাই নিজকে যেন কৈ আছে, "Cheer up, my boy, chher up!" দুবৰা হেজাৰ হওক অলপ দুৰ্বল, তেওঁ জ্যোতিষ আৰু জ্যোতিষীৰ কাষত আশ্ৰয় ল'ব পাৰে। কিন্তু বেজবৰুৱাই জ্যোতিষতকৈ ভাগ্যৰ বস্তুত বিশ্বাস কৰে ঃ "মই কেতিয়াও জ্যোতিষীৰ লেন্‌দেন নকৰোঁ সেই দেখি। ঈশ্বৰহে সুখ-দুখ দিওঁতাৰ গৰাকী।" পৰশ্ৰীকাতৰ ওচৰ-চুবুৰীয়াৰ, নিজৰ আপোন মানুহৰ গাৰনি সদায় আছে। এনে ক্ষেত্ৰত তেওঁৰ মনোভাব *A Tale of Two Cities*-অৰ ছিডনি কাৰ্টনৰ লেখীয়া, Nobody cares for me; and I care for nobody! কাঠকটীয়া খহটা বাহিৰখনৰ ভিতৰত দয়া-মমতাৰে ভৰা এখন স্নিগ্ধ হৃদয় সোমাই আছিল—নিজৰজনৰ প্ৰতি, আগৰৱালা-দুবৰা আদি বন্ধুসকলৰ প্ৰতি, স্বদেশৰ প্ৰতি। সেই স্নিগ্ধতাতে তেওঁৰ শক্তিৰ এটি উঁহ আছিল। আৰু এই সকলোবোৰৰ যোগফল তেওঁ এটা চিৰন্তন হাঁহিত পৰিণত কৰিব খুজিছিল; সেয়ে তেওঁৰ জীৱনৰ দৰ্শন হৈ পৰিছিল। হাঁহি তেওঁৰ পাতলালি নহয়, গভীৰতাহে। at any cost, যেন তেন প্ৰকাৰেণ জীৱন ভৰা কান্দোনক বোধ কৰি ওঁঠ, চকু, কণ্ঠ, মন, সকলোতে হাঁহিৰ ৰাজ্য বিস্তাৰ কৰিব লাগে ঃ এয়ে হ'ল তেওঁৰ বাবে জীৱনৰ মূলসূত্ৰ। অমৃতৰ হাঁহি যদি এনেই পায়, কথাই নাই; এনেই নেপালে মৰগ হ'লেও কিনি-কুটি ল'ব লাগে। এয়ে incorrigible (নিৰ্লজ্জ?) হাঁহিৰাম বেজবৰুৱাৰ trade secret. আনৰ ওপৰতো তেওঁ হাঁহি সোঁচৰাবৰ কাৰণে যত্নৰ ক্ৰটী কৰা নাছিল। যি জীৱনৰ সকলো দখল sad melancholyক এৰি দিছিল, সেই দুবৰাৰ "ওন্দোলাই অনা বেজাৰৰ ডাৱৰ" আঁতৰাবৰ যত্নত তেওঁ লেখিছে, 'তোমালোকৰ ফালে বেজাৰৰ ভাও ইমান সস্তা কিয়? আমাৰ ফালে হ'লে বৰ মৰগ—জুই-ছাই। সেই দেখি আমি তেনে বস্তু কিনিবলৈকে এৰি দিছোঁ। আনন্দ-লাডুবোৰ কিন্তু এইফালে দমাই পোৱা যায়; বৰ সস্তাত। তাৰে এঅঁৰা-দুঅঁৰা কিনি আনি খাই বেছ আছোঁ। ইমান সস্তা যে শুদায় পোৱা যেন লাগে। .......কবিয়ে ব্ৰহ্মাৰপৰা দান পাইছে, বাগৰি বাগৰি শোৱক। বৰবৰুৱাই সচ্চিদানন্দৰপৰা দান পাইছে, বাগৰি বাগৰি হাঁহক।' বাগৰি বাগৰি হাঁহিৰ ৰগৰি তোলাই বেজবৰুৱাৰ যেন জীৱনৰ লক্ষ্য। মাৰ্জিত হাঁহিৰ পৰাতহে হাঁহিৰ শক্তি আটাইতকৈ সবহ দেখা যায়। কিন্তু মাৰ্জিত বোলে ভূত-

প্ৰেতবহে হাঁহিৰ ঠাই। গতিকে, সিহঁতৰ হাঁহিৰপৰা মানুহৰ হাঁহিক নিলগাই ৰাখিব পাৰিব লাগিব *King Lear*-অত শ্বেকছপিয়েৰৰ হাঁহিৰ দৰে; নহ'লে সেই হাঁহি পৈশাচিক হ'ব, কিম্বা হাঁহিয়াতৰ পাত্ৰ হ'ব। আনৰ দুখৰ বেলা সান্ত্বনা দিওঁতে হাঁহি তোলা, প্ৰেম-নিবেদনৰ বেলা 'হাঁস-মুৰ্গী'ৰ কথাৰে 'হাসি-খুসি' কৰা আৰু আন কি নিজৰ চৰমতম দুখৰ শুকান ঘা মুকলি কৰি চকুত চকুপানী ৰাখি হঁহা হাঁহিৰ মানবীয় সাহসিকতাৰে পৰিচয়। সদানন্দ পুৰুষ গুণাভিৰাম বৰুৱাই নিজৰ প্ৰাণপ্ৰিয় পুত্ৰ-বিয়োগৰ আতুৰ মুহূৰ্ততো আনৰ হাঁহি তোলাৰ কথা বেজবৰুৱায়ে লেখি গৈছে। তেওঁৰ নিজৰ চিঠিবোৰ 'ছেলেমি' 'ফাজলামি'ৰে ভৰা কৰাত তেওঁৰ কোনো সঙ্কোচ নাই। আনক চকুপানী ওলোৱালৈকে জোকাই আনন্দ পোৱাটো তেওঁৰ শিশুসুলভ ধেমালি। প্ৰজ্ঞাসুন্দৰী আৰু তেওঁৰ dear old soul দুৰৰা কৰি এই প্ৰায় নিঠুৰ ধেমালিৰপৰা সাৰি নগৈছিল। তেওঁ 'দন্ত-বিহীনং জাতং তুণ্ডং' বুঢ়া বামুণ হৈ 'বুঢ়ী বামুণী'লৈ প্ৰেম-পত্ৰ লেখে, আৰু সেইবোৰ চুৰ কৰি পঢ়া বাবে জোঁৱায়েকক বেঞ্চিৰ ওপৰত থিয় হ'বলৈ আদেশ দিয়ে, আৰু বুঢ়ীলৈ চেনেহত পঠিয়ায় 'এটা কাণমলা'। দুৰৰাযে তেওঁৰ বিশেষ চিকাৰ আছিল জোকোৱা বিষয়ত। লোকক নাম দিয়া তেওঁৰ জোকোৱা স্বভাৱৰে এটা অঙ্গ; তেওঁ ক'ৰবাত পট্‌লা আৰু হাব্‌লি নাম দি অৰুণা আৰু দীপিকাৰ কথা লেখিছে; নিজৰ শুৱনী শ্ৰীমতীৰ কাৰণে স্থায়ীভাৱে 'পৰি' নামটো ঠিক কৰিয়ে লৈছে। প্ৰজ্ঞাসুন্দৰীলৈ লেখা চিঠিবোৰত তেওঁ কত ঠেও ধৰি সম্বোধন কৰিছে; 'বিট্‌ল ও বড় বৌ' (বোলোঁ হেৰা বৰঘৈণী), 'বলি ও পট্‌লার মা', 'হ্যা গা ফেলারাম-গিন্নি', 'বলি ও ব্রাহ্মণি', 'ও আমার সাধের গিন্নি এবং নতুন গিন্নি রত্না দেবীর মা'।। এখন চিঠিততো এজনী পৰীৰ ছবিকে আঁকি দিছে 'পরি' বুলি মতাৰ পৰিবৰ্তে। প্ৰজ্ঞাসুন্দৰীলৈ দিয়া চিঠিবোৰৰ তলৰ চহীবোৰো ধেমেলীয়াঃ 'তোমার ফেল্‌না ফেলারাম', 'শ্রীহাব্‌লির বাবা', 'তোমার দিনের মিহি[রাম] ফেলারাম', 'শ্রীফেলারাম শর্ম্মণঃ', 'শ্রীআমি শর্ম্মা', 'শ্রীবুড় বামুন', 'শ্রীফোকলারাম শর্ম্মা', 'তোমার আমি', 'বিরহজনিত-প্রেমানন্দ-ঘনীভূতরস বুড় ব্রাহ্মণ', 'শ্রীতোমার চিন্তান্বিত বুড়', 'শ্রীঘোড়ার ডিম', 'শ্রী P + L (not Roy but Bezbaroa)', ইত্যাদি।। এখন চিঠিততো 'চেনা বামুনের পৈতার দরকার কি' বুলি চহীকে নকৰিলে। অৰুণালৈ দিয়া এখন চিঠিৰ তলৰ দস্তখত 'Papa, the Victim of Tooth-ache'; দুৰৰালৈ তেওঁ 'অকলশৰীয়া পহু' হৈ থকাৰ কথা লেখি তলত চহী দিছে 'শ্ৰীহ'বসগীয়া খহুৱা'; হেমচন্দ্ৰ গোস্বামীলৈ দিয়া এখন চিঠিৰ চহী 'Bez, the Ba

naprasthi'; সত্যব্ৰত জোঁৱাইলৈ বুলি দিয়া এখনত আকৌ চহী হ'ল ঃ 'তোমার পিতাজীবন, আমার নাতিবাবুর দাদাজীবন, আর অরুণু মার পাপাজীবন, এই তিন জীবনের সমষ্টি শ্ৰীনিৰ্জীবন।' মুঠতে, কোনো পৰিস্থিতিত গোমোঠা মুখ লৈ হাঁহি এটুকুৰা দলিয়াই দি নোযোৱাকৈ তেওঁ কাকো সাৰি যাবলৈ নিদিছিল।

তেওঁ নিতান্ত সাংসাৰিক মানুহ; স্ত্ৰী-কন্যা-জোঁৱাই-নাতিৰ প্ৰতি তেওঁ যিমান অনুৰক্ত, এই চিঠিবোৰে তাৰ সাক্ষ্য দিব। তেওঁ সহধৰ্মিণীক আৰু মাতৃভূমিক তুলাচনিখনৰ দুমূৰে সমান কৰিও ধৰি চাইছে। তেওঁক 'শত বাঁধন জড়ায় হে।' আপোন জনৰ দুখত তেওঁ কাতৰ। কিন্তু তেওঁৰ এই কাৰুণ্য ঘৰচীয়া চৰাই-পৰ্হলৈকে, ময়নী-ভগৱতী নাম দিয়া গাইলৈকে বিয়পি পৰিছিল। আনফালে আনৰ চৰিত্ৰৰ বিশেষত্ববোৰত তেওঁৰ সহজে চকু পৰিছিল। এই বিষয়তে দীপিকাৰ বিষয়ে মন্তব্যকেইটি মন কৰিলেই হ'ব। বয়সৰ অগ্ৰগতিত তেওঁৰ যেন সদায় আপত্তি। এসময়ততো তেওঁ প্ৰস্তাৱেই গ্ৰহণ কৰিছিল, বয়স বছৰি বাঢ়িবলৈ নিদি কমাইহে নি থাকিব, আৰু সময়ত নাতিয়েকৰ লগ ধৰিবগৈ। কোনোবাই বুঢ়া বুলিলে সেই দেখি তেওঁ ভাল নাপাইছিল। জীৱনৰ শেহলৈকে তেওঁ অসুখৰ লগত হাঁহিমুখে যুঁজিছিল, আৰু ডাক্তৰে বিদায় দিলেও তেওঁ জীৱনৰপৰা বিদায় নিবিচাৰিছিল।

বহুতে ভাবে দীপিকাৰ ধৰ্মান্তৰগ্ৰহণে তেওঁৰ জীৱনৰ শেহৰ খোজকেইটা খৰ কৰি তুলিছিল। কিন্তু ধৰ্মান্তৰকৰণেই তেওঁ দুখ পোৱাৰ প্ৰধান কাৰণ নহয়। সৰু জীয়ৰীয়ে আন ধৰ্ম লোৱাৰ মনস্থ কৰাত তেওঁ বিষম আঘাত পাইছিল, জীয়েকে পিতৃ-মাতৃ আৰু আত্মীয়সকলৰ অপৰিসীম স্নেহক অস্বীকাৰ কৰি তেওঁলোকক এৰা দিবলৈ বিচৰাত। বেজাৰৰ এই প্ৰথম খুন্দাত তেওঁ ডায়োচেছানৰ ছিষ্টাৰসকলৰ প্ৰতি ৰুষ্ট হৈ উঠিছিল। কিন্তু তেওঁৰ ধৰ্মৰ পথ সঙ্কীৰ্ণ নাছিল। একমতে বেজবৰুৱাই নিজেই ধৰ্মান্তৰ লৈ ব্ৰাহ্ম হৈছিল; ব্ৰাহ্মধৰ্মক মহাপুৰুষীয়া ধৰ্মৰ সমপৰ্যায় কৰি ব্যাখ্যা কৰিছিল। সেইহে দীপিকাৰ নতুন ধৰ্মক তেওঁ পিছলৈকে শত্ৰুৰূপে ভাবি থকা নাছিল। খ্ৰীস্টধৰ্মও ঈশ্বৰক পাবৰ এটি পথ বুলি তেওঁ বুজিছিল। "ৰাম, ৰহিম, যীশু, যাৰ দুৱাৰেদিয়েই যাওক, আন্তৰিকাই মানুহক গন্তব্য স্থান পোৱাই দিবগৈয়ে। পৃথিৱীৰ বন্ধনবোৰ দুদিনীয়া আৰু সেইবিলাকেই প্ৰকৃত বস্তু নহয়।" বিলাতত থকা খ্ৰীষ্টিয়ান জীয়েকৰ বাবে তেওঁ সেই দেখি অতি আনন্দেৰে গীৰ্জাৰ স্তুতিগীতৰ বঙলা অনুবাদ কৰি দিছিল। শেষবাৰৰ বাবে দীপিকাক ৰেলত তুলি বিদায় দিয়াৰ বেলা তেওঁ ইমানকে মাথোন উপদেশ দিছিল, "তুমি যি পাইছা, এৰি নিদিবা।" বেজবৰুৱাৰ মৃত্যুৰ পাছত সকলোটি সম্বলপুৰৰ ঘৰলৈ যাওঁতে পুৰণি কাগজ-পত্ৰৰ মাজত ডাক্তৰ

গোপালচন্দ্ৰ বেজবৰুৱাৰ হাতৰ চহীৰে এখনি বাইবেল ওলাই পৰিছিল। দীপিকাই তাকে পৰম সম্পত্তি বুলি লগত লৈ আহিল।

ধৰ্ম-বিশ্বাসৰ বিষয়ত যেনেকৈ নতুন যুগে এক বন্ধনহীনতা আনি দিছিল, খাদ্যাখাদ্য-পেয়াপেয়ৰ বিষয়তো তেনেকৈ সময়ে আমাক উদাৰ কৰি তুলিছে। বেজবৰুৱাই 'মোৰ মাতৃমুখ-দৰ্শন'ত জাহাজৰ খানচামাৰ বহীত বামুণৰ ল'ৰাই টোকা লেখা বাবে নৈষ্ঠিক সমাজে 'চাহ-পানীৰ টেকেলিত ধুমুহা' সৃষ্টি কৰাৰ কথা লেখিছে। কিন্তু বেজবৰুৱাৰ কালতে খাদ্যাখাদ্য বিচাৰ উদাৰ হৈ পৰিছিল। ব্যক্তিৰ ওপৰত পুৰণি সমাজৰ বান্ধোন আন আন ফালৰপৰাও ঢিলা হৈ বা সুলকি পৰিছিল। সামাজিক বিৱৰ্তনৰ অনেক কথাৰ গম এই চিঠিখিনিৰপৰা ধৰিব পৰা যাব। বেজবৰুৱাই ঠাকুৰ-পৰিয়ালৰপৰা বিয়াকৈ ছোৱালী অনাটো বিষম বিষময় কথাৰূপে পৰিগণিত হৈছিল। আনৰ ৰটনাতো আছেই, বেজবৰুৱাৰ নিজৰ ঘৰতে তেওঁৰ অৱস্থা কাহিল হৈছিল। কোনোবাই বিলাতত বিয়া কৰাৰ খবৰ ওলালেই চাঞ্চল্যৰ সৃষ্টি হয়। খ্ৰীষ্টিয়ানৰ কলেজত পঢ়া ছোৱালী খ্ৰীষ্টিয়ান হ'লে সমাজত আলোড়নৰ সৃষ্টিৰ আশঙ্কা হৈছিল। ব্ৰাহ্ম আৰু আৰ্য-সামাজিষ্ট অসমতো সক্ৰিয় হৈছিল। দামোদৰদেৱে শঙ্কৰদেৱৰ আজ্ঞা লোৱা কথাটো থকা বাবে গোহাঞিবৰুৱাৰ বুৰঞ্জীৰ বিৰুদ্ধে ছুৰকাৰলৈ লিখা-লিখি চলিছিল। এই প্ৰসঙ্গতে এনে মত লৈ 'বাঁহী'-'প্ৰদীপিকা'ৰ যুদ্ধখনৰ কথা সুঁৱৰিব পাৰি; তাৰ কথা আৰু সেই যুদ্ধৰ বীৰ বেজবৰুৱা-কাকতিয়ে অৱলম্বন কৰা ৰণ-কৌশলৰ কথা ডক্টৰ কাকতিৰ চিঠিখিনিৰপৰা স্পষ্টকৈ জানিব পাৰি। ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্য-শূদ্ৰ লৈ হোৱা নতুন খেলিমেলিৰ কথাও দুই-এখন চিঠিয়ে সোঁৱৰাব। ডক্টৰ কাকতিৰ চিঠিত সেই সময়ত হোৱা গোসাঁই-বৰ্জন সভা-সমিতিৰ আৰু ব্ৰাহ্মণ-শূদ্ৰ আদিক লৈ উপস্থিত হোৱা সামাজিক সমস্যাৰ বতৰা পোৱা যাব। শিৰ-ফুটা বেজবৰুৱা পৰিয়ালতো নানা বিৱৰ্তন আৰু আলোড়নৰ ফুট উঠিছিল, যদিও দীননাথ বেজবৰুৱা ডাঙৰীয়াই পুৰণি সমাজক নতুনৰ ভেটিত নিজৰ গৰিমাৰে প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। ভাগ্যৰ কথা যে আমি আজিৰ পুৰণিকলীয়া সমাজৰ অনেক সৰু ভাব আৰু বিৰোধক নিৰুদ্বেগ দৃষ্টিৰে চাব পৰা হৈছোঁ, উদাৰ বুলি চিনাকিও দিছোঁ নিজৰ। কিন্তু পাৰ হৈ যোৱা এই যুগটোৰ এটি বস্তু এৰি আহি আমি বহুত হেৰোৱা যেন অনুভৱ কৰিছোঁ, সেয়া হ'ল চেনেহা-চেনেহি।

বেজবৰুৱা আৰু তেওঁৰ মহলৰ (circle) বা 'সত্ৰখন'ৰ বিষয়ে বুজিবৰ বাবে এই চিঠিখনি এটি সুন্দৰ উপায়। কমলাকান্ত ভট্টাচাৰ্য বেজবৰুৱাৰ 'সোপা-

সোপে মৰমৰ, লাডুৰে লাডুৰে চেনেহৰ' হৰিভকত। অপূৰ্ব 'অষ্টাবক্ৰ সংহিতা'কাৰ দাৰ্শনিক, বন্ধুমহলৰ হাতী-বাবু বা হাতী-ডাঙৰীয়া (এসময়ত হাতীৰ কাৰবাৰত লাগিছিল বুলি)। চন্দ্ৰকুমাৰ আগৰৱালা?—'তুমি জানা মোৰ কি বস্তু', কাৰণ এওঁৰ লগতে কলিকতাৰ বেজবৰুৱাৰ, love at first sight হৈছিল বুলি 'জীৱন-সোঁৱৰণ'ত কোৱা হৈছে; গতিকে তেতিয়াৰেপৰা দুয়ো দুইখো 'অভিন্নহৃদয়'। হেমচন্দ্ৰ গোস্বামী বেজবৰুৱাৰ সদায় 'গোসাঁই ডিয়েৰ', যাৰপৰা লেখা নেপালে তেওঁ নিৰ্বিঘ্নে ঘোষণা কৰিব পাৰে যে মূৰ আৰু গাৰিৰ বিচ্ছেদ ঘটিব পাৰে বুলি। কনকলাল বৰুৱা আৰু ঘনশ্যাম বৰুৱা—পিছত মন্ত্ৰী হোৱা এই দুয়োজন বেজৰ পৰম সুহৃদ। আৰ্ল ল কলেজৰ শকত প্ৰিঞ্চিপেল জে. বৰুৱা বেজবৰুৱাৰ সমন্ধত নাতি, সম্বোধনত 'জ্ঞান বোপা' আৰু সত্ৰীয়া ভাষাত 'ডেকা গোসাঁই (যিজনে আমাক, আমাৰ স্ত্ৰৰ সমূহ বাপসকলক জ্ঞান দি আনন্দিত কৰে)।' আগৰৱালা আৰু জ্ঞানদাভিৰামেৰে এই স্নেহ ধাৰ নিছিগাকৈ শেহলৈকে বৈ আছিল। ডক্টৰ কাকতি, ডিম্বেশ্বৰ নেওগ, জ্যোতিপ্ৰসাদ আগৰৱালা আদিও বেজবৰুৱাৰ মহললৈ আকৃষ্ট হৈ সোমাই পৰিছিল। যতীন্দ্ৰনাথ দুৱৰাই বেজবৰুৱাৰ অন্তৰত আকৃষ্ট হৈ সোমাই পৰিছিল। যতীন্দ্ৰনাথ দুৱৰাই বেজবৰুৱাৰ অন্তৰত বিশেষ এডুখৰি ঠাই অধিকাৰ কৰি বহিছিল। সম্বলপুৰত তেওঁৰ পোনতে আচহুৱা আচহুৱা যেন লাগিছিল; তাত এটা এডোখৰ অসমীয়া মাত-কথা শুনিবলৈ নাই ঘৰে-পৰে; 'অসম আৰু অসমীয়াৰ প্ৰভাৱৰপৰা আঁতৰ।' কিন্তু অতি অলপৰ ভিতৰতে তেওঁৰ সম্মোহন ব্যক্তিত্বৰ চাৰিওফালে বেছ এটি বন্ধু চক্ৰ গোট খাই পৰিল। যোগেন্দ্ৰনাথ সেন, নীলমণি সেনাপতি, হামিদ, ৰমেশচন্দ্ৰ আদি ওখ খাপৰ বিষয়া আৰু আনসকল তেওঁৰ কথা-বতৰা, খোৱা-বোৱা, চিকাৰ-অভিনয়ত অনুৰক্ত সঙ্গী হৈ পৰিল। ইসকলৰ দুই-এজন যেতিয়া বদলি হৈ আঁতৰি যায়, বেজবৰুৱাৰ মনত বিষাদৰ হেঁচা পৰে। 'মহানদীৰ কোলা' তেওঁৰ কাৰণে আপোনৰো আপোন ঘৰ হৈ পৰে। বন্ধুসকলৰ প্ৰতি বেজবৰুৱাৰ আসক্তি প্ৰবল। যেতিয়া তেওঁলোক পৃথিৱীৰপৰাই আঁতৰি যায়, মাইকেল মধুসূদনৰ ৰাৱণৰ ভাষাৰে তেওঁ হুমুনিয়াহ কাঢ়ে 'কিন্তু একে একে শুখাইছে ফুল এবে, নিবিছে দেউটি!' চন্দ্ৰকুমাৰ আগৰৱালাৰ মৃত্যু যেন তেওঁৰ জীৱনৰ মঞ্চৰপৰা বিদায়ৰ শেষ ইঙ্গিত হ'ল : 'মই অকলশৰে পৰি ৰ'লো।'

ভোলানাথ বৰুৱাৰ লগত বেজবৰুৱাৰ সম্পৰ্ক বন্ধুৰূপে আৰু ব্যৱসায়ৰ অংশীদাৰৰূপে অতি গভীৰ আছিল। তেওঁলোকৰ যে বিচ্ছেদ হ'ব পাৰে এই কথা

এদিন সপোনৰো অগোচৰ হ'ল। কিন্তু সিয়ে হ'ল। তাতে কূট লোকে অনেক গাৰৰ কাৰণে সুবিধা হৈছিল, বা এতিয়াও কোনোৱে সেই সুবিধা এৰি দিয়া নাই। কিন্তু ব্যৱসায়ৰ ক্ষেত্ৰত দুইৰো মনোমালিন্য আৰু এৰা-এৰি হোৱাৰ পিছতো তেওঁলোকৰ সৌহাৰ্দ্য অটুট আছিল, এইটিহে এই দুজনা মহৎ অসমীয়াৰ মহত্ত্বৰ পৰিচয়। বিহাৰ-উৰিষ্যাৰ হাবিত দুইজনৰ কাঠৰ কাৰবাৰ চলিছিল। বৰুৱা কেতিয়াবা বেজবৰুৱাৰ ঘৰলৈও গৈছিল আন কাম-বন পেলাই থৈ। দিল্লীত বৰুৱাৰ সাংঘাতিক মটৰ-দুৰ্ঘটনাৰ বতৰা শুনি বেজবৰুৱা লৰি গৈছিল নিজৰ কাম এৰি। জীৱনৰ শেহৰ সময়ত হাওড়াৰ ঘৰত বৰুৱা ৰোগশয্যাত পৰি থকাত বেজবৰুৱাই দেখা কৰিছে; স্মৃতিশক্তি হেৰুওৱা বৰুৱাই বেজবৰুৱাক কোনোমতে চিনি পাই চকুলো টুকিছে। দুদিনৰ পিছৰ বৰুৱাৰ মৃত্যুৰ সংবাদ পাই বেজবৰুৱাই দিনলেখাত টুকি থৈছে : 'এজন বন্ধু আৰু মহৎ লোক হেৰাল', পত্নী-কন্যাক সেই দুখৰ বাতৰি দি লেখিছে : 'মোৰ এজন ডাঙৰ বন্ধু আৰু আপদে-বিপদে সকলো সময়তে এক প্ৰধান সহায় হেৰুৱালো।' বৰুৱাই তেওঁৰ উইলত বেজবৰুৱালৈ পাঁচ হেজাৰ টকা এৰি যায়। আজিৰ হিছাপত এই টকা তাকৰ যেন লাগিলেও দুইজনৰ সৌহাৰ্য্যৰ চিনস্বৰূপে তাৰ মূল্য তাকৰ নহয় কোনোমতে।

বেজবৰুৱাৰ চিঠিবোৰৰ মূল্য জীৱন-কথাৰ দলিল বা সাক্ষ্যৰূপেই সবাতোকৈ বেছি। কিন্তু আমাৰ আটাইতকৈ লাভ : সেইবোৰত তেওঁৰ সান্নিধ্য লাভ কৰিব পাৰোঁ, মানুহজনক তেওঁৰ মহত্ত্ব আৰু দুৰ্বলতাত চিনি পাব পাৰোঁ। এই চিঠিবোৰ প্ৰকাশৰ কাৰণে লেখা হোৱা নাছিল; এইবোৰ সেই দেখি সাহিত্যিক epistle নহয়। কিন্তু ঠায়ে ঠায়ে সিবোৰৰ সাহিত্যিক সৌন্দৰ্য আৰু মূল্য আছে। কেইবাখনো চিঠিৰ একোটাইত অংশ ছিঙি আনি ল'লে সুন্দৰ একোটি লিৰিক-তুল্য বস্তু ধৰা পেলাব পৰা যাব। আনফালে এই চিঠিবোৰে এজন শ্ৰেষ্ঠ লেখকৰ সাহিত্য-সৃষ্টিৰ পটভূমিটি আমাৰ আগত স্পষ্ট কৰি তুলিব। সমালোচকৰ সাহিত্য-বিচাৰত সিবোৰৰ মূল্য বিশেষতে তাৰ প্ৰকাশ-ভঙ্গিমাত বা ৰচনাশৈলীত। সৰ্বোপৰি বেজবৰুৱা মানুহজনৰ স্পৰ্শ এইবোৰত পৰি আছে। দুহেজাৰ বছৰৰ আগতে লেখা ৰোমৰ চিন্তাশীল ব্যক্তি চিচেৰোৰ চিঠিবোৰত তেওঁ তেওঁৰ ঘৰুৱা কথা, টকা-পইচাৰ নাটনিৰ কথা, বিশ্বাসঘাতক বন্ধুৰ কথা, ওচৰ-চুবুৰীয়াৰপৰা পোৱা আমনিৰ কথা, ঘৰ-দুৱাৰ সজা বা মেৰামতিৰ কথা, নতুন কেলেঙ্কাৰী আৰু ভোজ-ভাতৰ কথা আৰু সৰু-সুৰা আন এশ এটা ঘটনাৰ কথা কৈছে। জীয়েক টুল্লিয়াৰ প্ৰতি চিচেৰোৰ স্নেহে চিঠিবোৰত

এক মধুৰ সুষমা দিছে। প্ৰৱসুৱা জীৱনে তেওঁক ইটালীৰ প্ৰতি আসক্ত কৰি তুলিছিল। বেজবৰুৱাৰ চিঠিত এনে ধৰণৰ ব্যক্তিগত আৰু ঘৰুৱা জীৱনৰ আভাসেই ঘুৰাই পাওঁ। চিচেৰোৰ এক শতিকাৰ পিছৰ বাইবেলৰ ছেইণ্ট পলৰ epistleবিলাক যদিও epistle, প্ৰবন্ধ-জাতীয় ৰচনা, তাতো মানুহৰ ব্যক্তিগত জীৱনৰ অনুভূতি আহি ভুমুকি মাৰিছে। আলেকজেণ্ডাৰ পোপৰ চিঠিবিলাক প্ৰকাশ হোৱাৰ লগে লগে ইংৰাজী ভাষাত ব্যক্তিগত চিঠিৰ সাহিত্যৰ এটি অঙ্গৰূপে স্বীকৃত হ'ল; আৰু সাহিত্যিকৰ ব্যক্তিগত সম্পৰ্ক আৰু অনুভূতি আন সাহিত্যিক-পাঠকৰ সুখাদ্য বুলি গৃহীত হ'ল। পোপৰ মনোৰম পত্ৰশৈলীয়ে (epistolary style) এই স্বীকৃতি সহজ কৰি তুলিলে। বেজবৰুৱাৰ কলমতো সম্মোহন আছে : ডক্টৰ কাকতিৰ ভাষাত, "অতি সাধাৰণ কথা এটিও বেজবৰুৱাৰ ভাষাৰ সাজ পিন্ধিলে মনোমোহা হৈ উঠে।"

বেজবৰুৱাই প্ৰজ্ঞাসুন্দৰীলৈ আৰু নিজৰ জীয়েকহঁতলৈ অসমীয়াত চিঠি নেলেখি বঙলাতে লেখিছে। ঘৰতো সিসকলেৰে তেওঁ, কাচিৎ কেতিয়াবাৰ কথা এৰি, বঙলাতে কথা পাতিছিল, সিসকলক অসমীয়া কৰি তুলিবৰ যত্ন কৰা নাছিল। তেওঁ শ্ৰেষ্ঠ এক বঙালী পৰিয়ালৰপৰা ছোৱালী আনিলে, তেতিয়াৰেপৰা কোনোদিনে পৰিয়াল লৈ তেওঁ অসমত থাকি নাপালে। এজনী ছোৱালী বাহিৰতে বিয়া দিলে, এজনী জানিবাঁ অসমত পৰিলহি। কিন্তু বেজবৰুৱা নিজে থাকিছিল কলিকতাৰ বঙালী পৰিবেশৰ মাজত বা সুদূৰ সম্বলপুৰত অকলশৰীয়া হৈ, তাতো ঘৰৰসকলৰ আহ-যাহ বঙালী বা বঙলা ক'ব পৰা পৰিয়ালৰ লগতহে। পোনতে ঠাকুৰ পৰিয়ালে তেওঁক যোল অনায় বঙালী কৰিবৰ যত্ন কৰিছিল। বেজবৰুৱাৰ অসম-প্ৰেমফেৰা দুৰ্বল হোৱা হ'লে তাঁলৈ বেছি বল নালাগিলহেঁতেন। কিন্তু ইতিমধ্যেই তেওঁৰ হাতত অসমীয়া ভাষাৰ হকে ৰামটাঙোনডাল উঠি আছিল, আৰু তেওঁৰ চৰিত্ৰৰ শক্তিৰ হেতুকে সকলো বঙলা প্ৰভাৱৰ মাজতো সি তেওঁৰ হাতৰপৰা নানামিল। শঙ্কৰদেৱে বাহিৰৰ সকলোকে একশৰণীয়া কৰিবৰ যত্ন কৰিছিল; কিন্তু কালিন্দী আইৰ দেউতিসকলকহে বেৰৰ চুকৰপৰা আঁতৰাব নোৱাৰিছিল। বেজবৰুৱাৰ অসমীয়া-প্ৰাণতাই আমাক সকলোকে উদ্বুদ্ধ কৰিলে আৰু বঙ্গৰ সাংস্কৃতিক গ্ৰাসৰপৰা অসমক সময়ত ৰক্ষা কৰিলে; কিন্তু তেওঁৰ ঘৰখন বঙালী হৈ থাকিল। বহুতে ইয়াতে বিষম দেখা পায় আৰু বেজবৰুৱাৰ প্ৰাণৰ split দেখা পায়। তেওঁ নিজৰ দুৰ্বলতাৰ গম পায়, সম্বলপুৰৰপৰা দুৰৰালৈ লেখে, "মই ইয়াত অকলশৰীয়া। অসম আৰু অসমীয়াৰ প্ৰভাৱৰপৰা আঁতৰ; গতিকে বুজিব পাৰিছা, মোৰ surroundings কি

আৰু তাৰ প্ৰভাৱ মোৰ ওপৰত কেনে হ'ব পাৰে। মইতো মানুহ; মানুহৰ স্বভাৱ আৰু weaknessঅৰ হাত এৰোৱা কি টান ভাবি চাবাঁ। তোমাৰ চিঠি আৰু ন 'অসমীয়া' কাকত, এই দুই বস্তুৱেহে মোক অসমৰ কথালৈ মনত পেলাই টনকিয়াল কৰে।' তেওঁ 'পানী মেঁ মীন পিয়াসী'। মাজে মাজে ওপৰলৈ উঠি নাক উলিয়াই অনন্ত বায়ুমণ্ডলৰপৰা তেওঁ অসমীয়া বায়ু শুহি লৈ প্ৰাণৰ পৰিতোষ ঘটাই থাকে আৰু তাৰ দ্বাৰায় তেওঁৰ প্ৰাণে বল পাই আমাক অসম, অসমীয়া, শঙ্কৰদেৱ, অসমীয়া সংস্কৃতি ধৰি ৰাখিবলৈ অন্তহীন উৎসাহ যোগায়। বঙলাত চিঠি লেখা, ঘৰত বঙলাত কথা কোৱা বেজবৰুৱাক বাদ দি এজন বেজবৰুৱা আৱিষ্কাৰ কৰি ল'ব নোৱাৰোঁ। 'বাপৰ বেটা' তেওঁৰ অসমীয়া 'বাৰ হাত জালৰ তেৰ হাত ফটা'ইদ 'বৌ-বৰালি সৰকি গৈ' আমি 'পুঠি-খলিহনা পাহে পাহে ৰ'লো' কিয়, সিও কাৰবাৰ কাৰণে সাঁথৰনেকি। এই চিঠিবোৰ ব্যক্তিগত আৰু গোপনীয় সম্পত্তি, সি আজি ৰাজহুৱা হ'ব বুলি জনা হ'লে তাৰ ৰূপেই বেলেগ হ'লহেঁতেন। আমিও আজি অসমীয়া বন্ধু-বান্ধৱী আৰু ল'ৰা-ছোৱালীলৈ ইংৰাজী বা হিন্দীত চিঠি দি তৃপ্তি পাওঁ—কোনো আৱশ্যকতা নহ'লেও।

তেওঁ কি চমৎকাৰ বঙলা লেখে! বঙলা সাহিত্যৰ অধ্যয়নো তেওঁৰ বিস্তৃত। ইতো দোষৰ কথা হ'ব নোৱাৰে, গুণহে। অনভ্যাসৰ বাবে ক'ৰবাত কেনেবাকৈ হস্তীৰ পাও পিছলিব পাৰে বুলি তেওঁ জানে আৰু বাঙালী লোকে সুন্দৰ বঙলাত চিঠি লেখা দেখিলেও তেওঁৰ 'লোভ হয়'। কিন্তু ঠায়ে ঠায়ে তেওঁ নিজেও জতুৱা বঙলা আৰু ঠায়ে ঠায়ে প্ৰাদেশিক কথ্য ভাষা ব্যৱহাৰ কৰি বাহাদুৰি দেখুৱাবলৈ এৰা নাই। আনফালে তেওঁৰ দৰে কেইজনে সুন্দৰ অসমীয়া শৈলী লেখিব পাৰে? উদাহৰণস্বৰূপে 'পত্ৰলেখা'ৰ প্ৰথমৰ চিঠিখনিকে চাওক; তাত কেনেকৈ সত্ৰীয়া ঢং মনোৰমকৈ ব্যৱহাৰ কৰা হৈছে। তেওঁৰ ভাষা সদায় ক্ৰিয়াশীল আৰু ক্ৰীড়াশীল—অসমীয়াতে হওক, বঙলাতে হওক বা আন কি ইংৰাজীতে হওক। সম্বলপুৰীয়া বেজবৰুৱাৰ ভাষাত ঠায়ে ঠায়ে ওড়িয়াৰ প্ৰভাৱো নপৰাকৈ থকা নাই।

দিনে-ৰাতি কাঠ কটা কামত ব্যস্ত বেজবৰুৱাৰ অধ্যয়নৰ পৰিসৰ কেনে বহল এই চিঠিবোৰৰ মাজৰ উদ্ধৃতি আৰু উল্লেখবোৰে আমাক সোঁৱৰাই দিব। তেওঁৰ সংস্কৃতিশীল মনে তেওঁক পুথি-পত্ৰ আৰু গীত-অভিনয় আদিলৈ সদায় টানিছিল জীৱনৰ শুকান কামৰ মাজতো। ইংৰাজী আৰু সংস্কৃত সাহিত্যৰ চৰ্চা তেওঁৰ শেহলৈকে আছিল। তেওঁৰ দিনলেখাৰ বহীবোৰৰ শেহৰ পাতবোৰত নানা ঠাইৰপৰা,

বিশেষকৈ সংস্কৃত ভাষাৰ, উদ্ধৃতি টুকি থোৱাটো এটি অবিৰল স্বভাৱত পৰিণত হৈছিল। বৈষ্ণৱ পুৰাণ, ভক্তি-সূত্ৰ, উপনিষদ আদি তেওঁ বিশেষভাৱে অধ্যয়ন কৰিছিল। ইংৰাজী সাহিত্যৰ হিউমৰিষ্টসকলৰ (জেৰোম কে. জেৰোম পৰ্যন্ত) তেওঁৰ পৰিচয় বৰ্তিছিল। বেলেগ বেলেগ পৰিস্থিতিত তেওঁৰ মনে সুঁৱৰিছিল শঙ্কৰদেৱৰ বা ৰবীন্দ্ৰনাথৰ বা মাইকেলৰ কবিতাৰ শাৰীবোৰ। তেওঁৰ বঙলা কবিতা-চিঠিৰ মাজতো শঙ্কৰদেৱে আহি ভুমুকি মাৰিছে।

এই চিঠিখিনি সম্পাদন কৰি উলিওৱাৰ ভাৰ আমাৰ ওপৰত পৰে, কিন্তু সকলোখিনি একেলগে পাব নোৱৰা হেতুকে বাঞ্ছনীয় ক্ৰমত সিখিনি সজাই ল'ব পৰা নগ'ল। চিঠিবোৰৰ মূল বা নকল সাহিত্য সভাক দি সহায় কৰা বাবে বেজবৰুৱাদেৱৰ কন্যা শ্ৰীমতী অৰুণা দেৱী মুখাৰ্জী, শ্ৰীমতী ৰত্না বৰুৱা আৰু ছিষ্টাৰ দীপিকা, শ্ৰীবেণুধৰ শৰ্মা (হেমচন্দ্ৰ গোস্বামীলৈ দিয়া চিঠি), শিৱসাগৰৰ শ্ৰীবসন্তলাল দুৱৰা (সিজনৰ দদাইদেৱেক যতীন্দ্ৰনাথ দুৱৰালৈ দিয়া চিঠি), যোৰহাটৰ শ্ৰীমোহনচন্দ্ৰ মহন্ত (সিজনলৈ দিয়া চিঠি), গুৱাহাটীৰ কুমাৰী জীৱনমাধুৰি নেওগ (তেওঁৰ পিতৃ ডিম্বেশ্বৰ নেওগলৈ দিয়া চিঠি) আৰু আনসকললৈ শলাগৰ শৰাই আগবঢ়ালোঁ। দুই-এজনৰ হাতত থকা বেজবৰুৱাৰ পত্ৰ বা তাৰ নকল বাৰে বাৰে অনুৰোধ কৰিও পাব নোৱাৰিলোঁ। এই সঙ্কলনৰ দুই-এখনি চিঠি পঢ়োঁতে যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল। দুই-এখনিৰ কিয়দাংশ ফাটি বা পোকে কুটাত নষ্ট হৈ গৈছিল। বঙলা চিঠিখিনি সম্পাদন কৰাৰ বেলা গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰ অধ্যাপক শ্ৰীদীপক সেনে আমাক সাহায্য দি ঋণী কৰিছে। এইভাৱে বেজবৰুৱাক নতুন নতুন দিশৰপৰা চাবৰ সুবিধা দিয়া এই পত্ৰ-সঙ্কলন প্ৰকাশ কৰাত যিসকলে নানাভাৱে সহায় কৰিলে, সকলোলৈকে সাহিত্য সভাৰ আৰু আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

৬ বিশ্ববিদ্যালয় টোল
গুৱাহাটী বিশ্ববিদ্যালয়
৩১ ডিচেম্বৰ, ১৯৬৯

# বেজবৰুৱাৰ দিনলেখা

## প্ৰথম খণ্ড

### ভূমিকা

'দিনলেখা' শব্দটো নতুনকৈ ইংৰাজী diary বা journal অৰ্থত অসমীয়া মাইকী-পোৱালিৰপৰা চাব মাৰি উলিওৱাৰ দৰে উলিওৱা হ'ল। ইংৰাজী diary শব্দটো লেটিনৰ diarium (< dies, দিন) শব্দৰপৰা হৈছে। journal শব্দটো আকৌ অৰ্বাচীন লেটিনৰ diurnalis-অৰপৰা ফৰাচী ভাষাৰ যোগে (য'ত journal মানে হ'ল দৈনিক) ইংৰাজীত ওলাইছেহি। journal শব্দৰ অৰ্থ এতিয়া ব্যাপক; ডায়েৰি অৰ্থত সি কেতিয়াবা ব্যৱহৃত হয়, কিন্তু সভাৰ কাৰ্যবিৱৰণি (journal of the House of Lords যেনেকৈ), গহীন শিক্ষা-গৱেষণাৰ অনুষ্ঠানৰ পত্ৰিকা (*Journal of the University of Gauhati* যেনেকৈ) অৰ্থত ইয়াৰ ব্যৱহাৰ অধিক বহল। প্ৰাচীন গ্ৰীকসকলেও দিনলেখা ৰাখিছিল। তেতিয়া তাৰ নাম আছিল ephemerides. পিছৰ কালত ষোড়শ-সপ্তদশ শতিকাৰ এজন দুইজ পণ্ডিতে মাথোন এই গ্ৰীক শব্দটো দিনলেখা অৰ্থত ব্যৱহাৰ কৰিছিল। ডায়েৰিত এজন ডায়েৰিষ্টে দিনে দিনে অভিজ্ঞতা লাভ কৰা বা শুনা ঘটনা বা কাৰ্যৰ সোঁৱৰণ ৰাখি যায়। *Encylopedia Americana*-ই কয় : It describes matters coming under the writer's observation, including those gleaned from contemporary reports, correspondence and conversations, with his personal comments. Not all daily records kept by an individual are diaries in the generally accepted sense of the term, connoting those which have some biographical, historical or literary value.

ইউৰোপীয় পুনৰ্জাগৰণৰ শেষ পৰ্যন্ত দিনলেখাৰ সাহিত্যিক মূল্য হোৱা

নাছিল। ইংলেণ্ডতে তেতিয়াৰপৰা বহলভাৱে দিনলেখা ৰখাৰ ৰীতি হ'বলৈ ধৰে, যদিও সেইবিলাকে সৰহখিনি ক্ষেত্ৰতে প্ৰকাশৰ উদ্দেশ্যেৰে জন্ম লোৱা নাছিল। সপ্তদশ-অষ্টাদশ শতিকা দিনলেখা বিষয়ত চহকী, আৰু সিবোৰৰ প্ৰায় সকলোবিলাক লেখকৰ মৃত্যুৰ পাছত ছপা হৈ ওলায়। ১৬৪১ৰপৰা ১৭০৬লৈ লেখা জন এভেলিনৰ ডায়েৰিয়ে কৌতূহল সৃষ্টি কৰি আৰু আমোদ দি আহিছে; কিন্তু তাৰ জ্যোতি ম্লান কৰে ছেমুএল পেপিছৰ (১৬৩৩-১৭০৩) বিখ্যাত দিনলেখাই নানা বিষয়ৰ খবৰ আৰু বিশেষকৈ লেখকৰ স্ব-চৰিত্ৰাঙ্কনৰ বলত। ১৬৬০ৰ ১ জানুৱাৰীৰপৰা ১৬৬৯ৰ ২৯ মেইলৈকে তাত কথা লেখা হৈছে। পেপিছৰখনৰ পাছতে অদ্ভুত চৰিত্ৰ এটাৰ আত্মচিত্ৰণেৰে কৌতূহলোদ্দীপক বস্তু হ'ল জনাথান স্মুইফ্‌টৰ বিখ্যাত *Journal to Stella.* পিছৰ যুগৰ অনেক বিখ্যাত সাহিত্যিক আৰু চিন্তাকাৰে তেওঁলোকৰ দিনলেখা ৰাখি গৈছে। ছাৰ ৱাল্টাৰ স্কটৰ (Journal, প্ৰকাশ ১৮৯০) নাম ইয়াতে ল'ব লাগিব। আৰ. ডব্লিউ. ইমাৰ্ছনৰ *Voyage Round the World* দিনলেখাৰ আৰ্হিতে লেখা। *Journal of Katherine Mansfield* তাৰ মানৱীয় অনুভূতিৰ মনোৰম প্ৰকাশৰ বাবেই জনাজাত। বৰ্তমান সময়ৰ আঁদ্ৰে জিদৰ দিনলেখা (*Journals, 1889-1939*) অতি উত্তম বস্তু। ৰবীন্দ্ৰনাথৰ 'ৰাশিয়ার চিঠি' আদিত সচেতন জ্ঞানগৰিমা আৰু বিশ্ববাৰ্তা জিলিকি উঠিছে।

লক্ষ্মীনাথ বেজবৰুৱাই কেতিয়াৰপৰা দিনলেখা ৰখা আৰম্ভ কৰে, সেই খবৰ আমাৰ নাই। এই কিতাপৰ বৰ্তমান খণ্ডত যিখিনি বস্তু সন্নিৱিষ্ট কৰা গ'ল, সি ১৮৯৫ৰপৰা ১৯০৩লৈকে এইকেইটা বছৰ সামৰে। ১৮৯৫ৰ আগৰ দিনলেখা বোধ হয় নাছিলেই। লক্ষ্মীনাথৰ দিনলেখাখিনিৰপৰা সিজনৰ মৃত্যুৰ পিছত তেওঁৰ সহধৰ্মিণী প্ৰজ্ঞাসুন্দৰীয়ে তেওঁৰ "স্মৃতিৰ লগত মিলাই চিত্ৰত ছাঁ-পোহৰৰ সমাৱেশ কৰিবলৈ অগ্ৰসৰ হৈ" 'স্মৃতিলিপি' নামে এটি বস্তু নিৰ্মাণ কৰিবৰ কাৰণে যত্ন কৰিছিল। তেৰোঁ ১৮৯৫ৰ ১ জানুৱাৰীতেই কাম আৰম্ভ কৰিছে। বেজবৰুৱাৰ দিনলেখা সম্পৰ্কে তেওঁৰ 'স্মৃতিলিপি'ৰ টোকাত বেজবৰুৱানীয়ে কৈছে, "এই দিনলিপিবোৰ লেখিবৰ সময়তযে তেখেতে কিবা আশা মনত ৰাখি লিখিছিল, সি নহয়। অৱশ্যে প্ৰতি দিনৰ সৰু-সুৰা ঘটনাটিও লেখি ৰখা তেখেতৰ চিৰস্বভাৱসিদ্ধ হৈ পৰিছিল। ডাঙৰ ডাঙৰ ঘটনাৰ কথা যে লেখা কোনো আশ্চৰ্যৰ বিষয়েই নহয়। মাজে মাজে তেখেতক কোৱা শুনিছিলোঁ, "এই

ডায়েৰিবোৰ ভালকৈ ৰাখি থ'বা, পিছত কামত লাগিব পাৰে।" কোনে জানে, তেখেতৰ মনত ভাব আছিল, নিজৰ জীৱনী লেখিব? তেখেতে তেখেতৰ জীৱনস্মৃতি বেগী সোঁতত উটুৱাই দিছিল। কিন্তু মাজ-নৈত পাল তৰা নাওখনি যেন হঠাৎ বৈ গ'ল। পালৰ কাপোৰ নামি পৰিল। সকলোৰে ক'লে, "চোৰাঁ, চোৰাঁ, মেলা নাও ক'ত লাগিল।" দেখা গ'ল, সি এক ৰৰশিলত লাগিছে। সেই ঠাইৰপৰা ৰৰশিলটো অঁতৰোৱাও টান। তাক অঁতৰাবলৈ হ'লে জীৱনস্মৃতিক সত্যৰপৰা ভ্ৰষ্ট কৰা হ'ব। জীৱনীত অসামঞ্জস্য বৈ যাব। কিন্তু অলপদিন পাছত বন্ধুসকলৰ উদগনিত আকৌ নাও মেলা হ'ল। সেই দেখি ভাব হয়, নিজৰ জীৱনী লিখিবৰ সময়ত এই দিনলিপিৰ প্ৰত্যেক ঘটনা, ইয়াৰ প্ৰত্যেক তাৰিখ, প্ৰতিটি পাত পৰ্যন্তযে কামত লাগিব, এয়ে আছিল তেখেতৰ আশা।" আমাৰো সেঁয়ে ভাব। সেইহে প্ৰজ্ঞাসুন্দৰীৰ এই অনুভূতি-ভৰা কথাখিনি ইয়াতে তুলি দিলোঁ। বহুতেই প্ৰশ্ন কৰে, বেজবৰুৱাই জীৱন-সোঁৱৰণ লেখা কাম পূৰ নকৰিলে কিয়? কি ৰহস্য সোমাই আছে তাত? জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই হেনো সেই ৰহস্য জানিছিল। বৰুৱাদেৱে কেইবাদিনো আমাক সেই গোপন কথাটি ক'ম বুলি উচ্‌পিচ্ কৰোঁতেই কেয়োদিন কোনোবা নহয় কোনোবা এজন আগত ওলায়হি। ৰহস্য ৰহস্য হৈয়ে থাকে। আমিও আনফালে বেজবৰুৱাৰ জীৱনৰ সকলোখিনি কথা তেওঁৰ কাপৰপৰা ওলোৱা অমৃতময় ভাষাৰে শুনাৰপৰা বঞ্চিত হৈ ৰওঁ। কিন্তু দেখা যায়, ১৯৩৫ চনলৈকে বেজবৰুৱাই 'জীৱন-সোঁৱৰণ' লেখি আছে। কালে সময় দিয়া হ'লে তেওঁ নিশ্চয় আৰু অগ্ৰসৰ হ'লহেঁতেন।

আমাৰ এই বঞ্চনাৰ ক্ষতিপূৰণ হওক, এনে এটি ভাবতে অসম সাহিত্য সভাই বেজবৰুৱাৰ চিঠি আৰু দিনলেখাখিনি ছপাই উলিয়াবৰ মানস কৰে। এই কামটিযে শুদা-শুদি বিধৰ নহয়, লুইতেহে জানিছে ব'ঠা কিমানলৈ বহিছে। ১৮৯৫ৰপৰা ১৯৩৮লৈ সম্পূৰ্ণ দিনলেখাখিনি পোৱা নাযায়। বেজবৰুৱা ডাঙৰীয়াৰ মৃত্যুৰ পাছত তেওঁৰ কিতাপ-কাগজ বহুতোখিনি জীয়েক শ্ৰীমতী ৰত্না দেৱী আৰু জোঁৱায়েক ৰোহিণীকুমাৰ বৰুৱাই ডিব্ৰুগড়লৈ লৈ আহে। তাতেই বেজবৰুৱানীয়ে সিবোৰৰ আলমত 'স্মৃতিলিপি' ৰচনা কৰা কাম হাতত লয়। তাৰ পিছত আহিল ডিবুক বুৰোৱা খহনীয়া। বৰুৱা-বৰুৱানীৰ ঘৰো তাৰ ধলে টোৱালে। বেজবৰুৱাৰ জীৱনৰ স্মৃতিস্বৰূপ বহুতো বস্তু আলাই-আথানি হ'ল। ফলত আগৰ থকাখিনিও এতিয়া পাবলৈ নোহোৱা হ'ল। জন্মশতবাৰ্ষিকীৰ

কাম হাতত লৈ সাহিত্য সভাৰ সম্পাদক আদি গৈ খেলি-মেলি হৈ থকা কাগজ পেৰাত ভৰোৱা হিছাপতে শ্ৰীমতী বৰুৱাৰ হাতৰপৰা লৈ আহিল। তাৰ মাজৰপৰা বহুতোখিনি মূল্যবান চিঠি ওলাল বেজবৰুৱাই লেখা, বেজবৰুৱালৈ লিখা। সেইখিনি আমাৰ সম্পাদিত সাহিত্য সভাৰ প্ৰকাশন 'পত্ৰলেখা'ত সন্নিবিষ্ট হৈছে। উদ্ধাৰ কৰিবলৈ টান দিনলেখাখিনি এৰি আমাৰ যোৰহাটৰ বন্ধুসকলে পোনতে বেজবৰুৱানীৰ 'স্মৃতিলিপি'খনিকে বঙলা আৰু অৰ্ধ-অসমীয়াৰপৰা অনুবাদ কৰিবৰ যত্ন কৰিছিল। কিন্তু শেহাত্তৰত সেই কামৰ ভাৰ সিসকলে এৰি দিয়াত বেজবৰুৱাৰ জন্মশতবাৰ্ষিকী পৰিচালনা সমিতিৰ ইচ্ছাত সি আমাৰ খীণ কান্ধৰ ওপৰত পৰিলহি আৰু আমিও 'স্মৃতিলিপি'ৰ এটি অনুবাদ তৈয়াৰ কৰাত লাগি গ'লোঁ আৰু ১৮৯৫-১৯০০ৰ অংশটি ছপাখানালৈ পঠিয়ালোঁ ১৯৬৮ৰ ছেপ্টেম্বৰতে। এনেতে সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীহৰিপ্ৰসাদ নেওগৰপৰা গম পালোঁ, বেজবৰুৱাৰ নিজৰ ডায়েৰিয়েই যোৰহাটত পৰি আছে। আমি সেইখিনি নেওগৰপৰা লৰালৰিকৈ আনো, শ্ৰীমতী ৰত্না বৰুৱাৰপৰাও দুই-এখনি খণ্ডিত ডায়েৰি পাওঁ, আৰু ওৱা বন দোৱা হ'ল ভাবি বৰ্তমান পুথিৰ বস্তুখিনি প্ৰস্তুত কৰাত লাগোঁ। ইয়াৰ প্ৰধান কাৰণ দুটা ঃ এক, বেজবৰুৱাৰ নিজ হাতৰ বস্তুখিনিহে প্ৰধানকৈ ওলাব লাগে—লাগিলে সি যিমান অনুষ্টুপীয়া হওক; দ্বিতীয়, বেজবৰুৱানীৰ 'স্মৃতিলিপি' দুই-এঠাইত বেজবৰুৱাৰ দিনলেখাৰপৰা দেখ্-দেখ্‌কৈ বেঙাই পৰিছে। গতিকে, পোনতে 'বেজবৰুৱাৰ পত্ৰলেখা আৰু দিনলেখা' নামত কলিকতাত ছপা হ'বলৈ ধৰা পুথি ঘূৰাই অনা হ'ল; 'পত্ৰলেখা', 'দিনলেখা' এনে দুটা নামৰ দুখন পুথি প্ৰকাশ কৰাটো ঠিক কৰা হ'ল; আৰু 'পত্ৰলেখা'ক ছপাখানালৈ পঠিয়াই 'দিনলেখা'ৰ নতুন প্ৰস্তুতি চলোৱা হ'ল। আমাৰ তৰ্জমাৰ পোনৰ দুখিলামান কাগজ মাহেকীয়া 'অসমীয়া'ৰ প্ৰথম বছৰৰ ষষ্ঠ সংখ্যাত (অক্টোবৰ ১৯৬৮) 'বেজবৰুৱাৰ দিনলেখাৰপৰা দুপাতমান' শিতানেৰে প্ৰকাশ পাইছিল। এতিয়া দেখা গৈছে, 'দিনলেখা' এখন পুথি কৰি উলিয়াবলৈ গ'লে বৃহৎৰূপী হ'ব। গতিকে, সদ্যহতে ১৮৯৫-১৯০৩ক লৈ ছেদ পেলাই প্ৰথম খণ্ড কৰা হ'ল। মূল ডায়েৰিৰ কেইবাখনিও পাবলৈ নোহোৱা হোৱাত প্ৰজ্ঞাসুন্দৰীৰ 'স্মৃতিলিপি'খনি কামত লগাবলগীয়া হৈছে। বৰ্তমান খণ্ডত ১৮৯৬ (১এপ্ৰিলৰপৰা শেহলৈকে), ১৯০১ আৰু ১৯০২ৰ মূল বস্তু নোপোৱাত এই 'স্মৃতিলিপি'ৰ ভাঙনি ব্যৱহাৰ কৰা হ'ল। মূল ডায়েৰিৰ বহুতো অংশ

ধলপানীৰ পানীয়ে চেলেকিছিল। বিশেষকৈ ১৮৯১ৰ ডায়েৰি বহীৰ দুখনৰ এখনৰ পাতবোৰ চনকা হৈ ফাটি-ফুটি এৰাই গৈছিল। গতিকে সম্পাদনাৰ সময়ত সহজতে 'স্মৃতিলিপি'ৰ সহায় ল'বলগীয়াত পৰিছিলোঁ। তথাপি ঠায়ে ঠায়ে 'দিনলেখা' ছেগা-চোৰোকা হৈ ৰ'ল।

বেজবৰুৱাই নিজেই লিখিছে, "মোৰ ডায়েৰি (diary) লিখা অৰ্থাৎ জীৱন-কাৰ্যৰ দৈনিক সংক্ষিপ্ত বিবৰণ লিখা অভ্যাস বৰ চেলেং-পেতেং।" ১৮৯৮ চনৰ দিনলেখাত মাথোন ডিচেম্বৰৰ দুটা দিনৰ টোকা আছে। সেই বছৰত আৰু এখন বহী তেওঁ ৰাখিছিল বুলি ভাব নহয়। সম্ভৱতঃ নিজৰ ব্যৱহাৰৰ কাৰণেহে ডায়েৰি ৰাখিছিল; সিবোৰ সেইভাৱে প্ৰকাশ পাব, এনে ভাব বোধ হয় তেওঁৰ নাছিল। প্ৰায় ঠাইতে সেইবোৰ বিবৰণতকৈও টোকাৰ আৰ্হিৰহে। সেইবোৰ প্ৰায় ইংৰাজীত লিখা হৈছিল। কিন্তু মাজে মাজে অসমীয়াও আছে। উদাহৰণস্বৰূপে, তেওঁ ১৮৯৫ চনত শেহবাৰলৈ পিতৃ দীননাথ বেজবৰুৱা ডাঙৰীয়াক চাবলৈ আহোঁতে বাটতে লেখা ডায়েৰিবোৰ অসমীয়াত লিখি গৈছে—তেওঁৰ তেজত থকা দিখৌ নৈৰহে যেন ওভতনী সোঁত বৈছে; আকৌ শিৱসাগৰত থাকি কলিকতালৈ ঘূৰি যোৱা কথা ওলোৱাৰপৰা তেওঁ হৈছে পুনৰ ইংৰাজী লিখা ছাহাব। ক'ৰবাত ক'ৰবাত আকৌ তেওঁ ইংৰাজী-অসমীয়া মিহলি কৰি পেলাইছিল; যেনেকৈ কলিকতাৰ বজাৰত আচাৰ কিনিবলৈ যোৱাৰ কথা লিখোঁতে "I went to Barabazar to buy আচাৰ। One আচাৰৱালা গালি পাৰি দিলে মিছাতে.....।" আকৌ ইংৰাজী। এনে চিতৰা-পখৰা ৰূপতে আমি ডায়েৰিখিনি ছপাই উলিওৱা দেখা হ'লে বেজবৰুৱা ডাঙৰীয়াই কি ভাবিলেহেঁতেন ক'ব নোৱাৰোঁ। বোধ হয় হিউমাৰ বুজা পুৰুষ হিছাপে তাক তেওঁ সম্বৰণ কৰি ল'লেহেঁতেন।

এই ডায়েৰিবিলাকে বেজবৰুৱাৰ কাৰ্যাবলীৰ খবৰ যিমান দিয়ে, তেওঁৰ মনৰ খবৰ সিমান নিদিয়ে। কাৰণ ইয়াৰ কথাখিনি চমু, ভাষা অনেক সময়ত টেলিগ্ৰাফিক—পূৰ্ণ বাক্যৰ কাৰণে তেওঁৰ যেন সময়ৰ অভাৱ। তদুপৰি এই টোকাবোৰে (jottings) তেনেভাৱেই আমাৰ আগত গা দেখা দিবহি—সেইটি বোধ হয় বেজবৰুৱাৰ মনে-ঘৰেও নাছিল। তথাপি এই ডায়েৰিবোৰে আমাৰ শ্ৰেষ্ঠ এজন সাহিত্যিকৰ, এজন চিন্তাশীল লোকৰ, এক গুৰুত্বপূৰ্ণ ব্যক্তিত্বৰ জীৱন-ইতিহাস আমাৰ আগত তেনেই ওচৰৰপৰা দাঙি ধৰে—বিশেষকৈ

সাংসাৰিক জীৱন-যাপনৰ ক্ষেত্ৰত। আজিও বেজবৰুৱাৰ পূৰ্ণ ব্যক্তিত্ব দাঙি ধৰা এখনি পূৰ্ণাঙ্গ জীৱনীৰ অভাৱ ৰৈ আছে। ডায়েৰি, চিঠিৰ দৰে উপকৰণ সৰহীয়াকৈ নহ'লে তেনে জীৱনী লেখি উলিওৱা সম্ভৱ নহয়। গতিকে এইবিলাক প্ৰকাশ কৰিবলৈ লৈ অসম সাহিত্য সভাই এটি অতি আৱশ্যকীয় কাৰ্যকে সম্পাদন কৰিছে।

বেজবৰুৱাৰ দিনলেখাৰপৰা কলিকতাৰ সামাজিক জীৱন, ব্যৱসায়-জীৱন, অনেকৰে সম্ভেদ পোৱা যাব। সেই জীৱনৰ পটভূমিত বেজবৰুৱাৰ জীৱনৰ চিত্ৰ ইবোৰে আমাৰ আগত দাঙি ধৰিব। ৰাম কৃষ্ণ দুই ভাইৰ দৰে ভোলানাথ বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ সমিল-মিলৰ জীৱন আৰু ব্যৱসায়-ব্যস্ততা আমি ইয়াত দেখা পাম। বেজবৰুৱাই যদি কাৰোবাক এপিটন দিয়াৰ কথা ভাবিছিলে, বা কুকুৰে-কাঁইট নোখোৱাকৈ গালি পাৰিছিল, তাৰো কথা ডায়েৰিত লেখি থৈছে। প্ৰজ্ঞাসুন্দৰীৰে বহি 'নামঘোষা' আৰু *Midsummer Night's Dream* পঢ়া কথাও আছে। বেজবৰুৱানীয়ে বেজবৰুৱা, ভোলানাথ আৰু ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ তৈলচিত্ৰ আঁকিছে। "প্ৰজ্ঞাৰ ভৰি ঘিউ পৰি পুৰিলে। অলপমান।"—ইয়াকো লিখি ৰখা হৈছে আৰু তাকে স্বামীৰ মৃত্যুৰ পাছত দেখা পাই বেজবৰুৱানী পুলকিত হৈছে। কাৰবাৰৰ হিছাপ ৰখাৰ কামত আমনি পাই বেজবৰুৱাই কেতিয়াবা ভোলানাথৰ ওচৰত আপত্তি কৰিছে, কেতিয়াবা তেওঁৰ ওচৰত ভুল হিছাপ দি নিজে নিজে লাজ পাইছে, বৰুৱাই তিৰস্কাৰ কৰাৰ কথাও লিপিবদ্ধ কৰি থৈছে। তেওঁ নিজৰ দোষ অন্ততঃ নিজৰ আগত নুলুকুৱায়। ব্যৱসায়ত ঘাটি পৰিলে, তাৰ বাবে বেজাৰৰ কথাটি কয় ডায়েৰি বহীক। পুৰুলিয়া ষ্টেশ্যনত আৱিকাটিয়ে বনুৱা তিৰোতা চিকাৰ কৰাৰ দৃশ্য দেখি তাকো বেজবৰুৱাই দিনলেখাত টুকি থৈছে। দিনলেখাত কৃপাবৰৰ প্ৰৱেশ নাই; কিন্তু বেজবৰুৱাই সৰু-সুৰাকৈ তাতো হাঁহিবৰ ছেলু এৰা নাই; গোপীকৃষ্ট পাল লেনৰ ঘৰত গৈ নিশা গোপী লগুৱাক নাপাই লিখি থৈছে ঃ No Gopi at Gopee Kristo! গোপিনী নোহোৱাকৈ ব্ৰজবাস হ'ব পাৰেনে? Hamlet without the Prince of Denmark!

এই দিনলেখাবোৰ বেজবৰুৱাৰ জীৱনৰ এখন ডাঙৰ দলিল—ব্যৱসায়ী জীৱনৰ যেনেকৈ মানৱীয় জীৱনৰো তেনেকৈ। ইয়াত বেলৱেৰ, কাঠ-কয়লাৰ কাৰবাৰৰ ছাহাব-ছুহৰ আৰু বঙালী ব্যৱসায়ীসকলৰ মাজত ভোলানাথৰ-

লক্ষ্মীনাথৰ ব্যস্ততাৰ উম-গম বাৰুকৈয়ে আছে। বিবাহসূত্ৰৰদ্বাৰা সম্পৰ্কিত মহৰ্ষি দেবেন্দ্ৰনাথ 'কৰ্তামশায়', 'ৰবিকাকা' ৰবীন্দ্ৰনাথ, ছাৰ আশুতোষ চৌধুৰী, প্ৰতিভা দেৱী, প্ৰমথনাথ চৌধুৰী, ইন্দিৰা দেৱীৰ লগত এই কালৰ বেজবৰুৱাৰ জীৱন ঘনভাৱে জড়িত। আনফালে জন্মসূত্ৰত লক্ষ্মীনাথক আবদ্ধ কৰা অসমৰ এটি শিৰফুটা পৰিয়ালৰ ডাঙৰীয়া দীননাথ বেজবৰুৱা, 'শিক্ষাবিদ' গোবিন্দচন্দ্ৰ বেজবৰুৱা, সেই দিনত বিলাতত ডাক্তৰি পঢ়ি দক্ষিণ এমেৰিকাত ডাক্টৰি কৰা গোলাপচন্দ্ৰ বেজবৰুৱা আদিৰ জীৱনৰ কথাও ইয়াত সোমাই পৰিছে। বন্ধুতা-সূত্ৰত লক্ষ্মীনাথৰ জীৱনৰ লগত জড়িত হৈ পৰা কনকলাল বৰুৱা, আব্দুল মজিদ, ঘনশ্যাম বৰুৱা, গুঞ্জানন বৰুৱা, ৰাধিকাৰাম ঢেকিয়াল ফুকনৰ জীৱন-কথাৰ জিলিঙনিও আহি ইয়াত পৰিছে। ব্ৰাহ্মধৰ্মৰ বক্তৃতাৰেপৰা ফুটবল খেল, থিয়েটাৰৰ অভিনয়লৈকে বহল অনুৰক্তি থকা এফালে সাউদ (L. N. Bezbaroa, Merchant), আনফালে কবি-সাহিত্যিক লক্ষ্মীনাথৰ জীৱনৰ চিত্ৰ তেওঁতকৈ ভালকৈ আঁকিব নোৱাৰে। এই দিনলেখা সেই চিত্ৰৰে আছিল মনোমোহা লিখা আৰু বৰণ।

১৮৯৭ চনৰ ১২ জুনৰ ৰবভূঁইকঁপৰ প্ৰলয়ঙ্কৰী ৰূপৰ আভাস এই ডায়েৰিতে পোৱা যাব। লক্ষ্মীনাথৰ জীৱনৰ ভুঁইকঁপৰ কঁপনিও সিবোৰতে আছে। যোৱা শতিকাৰ শেহৰ বছৰ ১৯০০ ঃ সেই ভুঁইকঁপে 'ইয়াতে মাৰিলে টিপা', কিন্তু 'গড়গাঁও পাবলৈ শিপা' সৰহদিন নালাগিল। ভোলানাথ-লক্ষ্মীনাথৰ ব্যৱসায়ী কৃতিত্ব যেতিয়া কলিকতাৰ আকাশৰ মূধচ ছোঁও ছোঁও হৈছিল, সেই সময়তে ১৮৯৯ চনৰ শেহৰ ফালে হাওড়াৰ ৩৭ নম্বৰ ডবছন ৰোডৰ এক একৰ মাটিৰ বাগান-বাড়ী তেওঁলোকে লোৱাৰ ঠিক কৰিলে—লক্ষ্মীনাথৰ ফালৰপৰা বিশেষ অনুপ্ৰেৰণা হ'ল তেওঁৰ চেনেহৰ কণমানি প্ৰথমা কন্যা সুৰভিৰ হাওড়াত থকাৰ হেঁপাহ। ১৯০০ৰ ৯ জানুৱাৰীত ঘৰটোৰ গৰাকী শ্ৰীমতী ডিক্‌ছনে ভোলানাথৰ নামত ঘৰটো ৰেজিষ্টাৰী দলিল কৰি দিলে। ৫ মাৰ্চত ১২৭ বলৰাম দে ষ্ট্ৰীটৰপৰা বেজবৰুৱা স-কন্যা-পৰিবাৰে তালৈ উঠি আহিল। ১৯০০-০১ৰ বেজবৰুৱাৰ ডায়েৰিয়ে সাক্ষ্য দিব কেনেকৈ "ৰ'দ-বতাহ মুৰত লৈ তেওঁ দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি আনন্দ মনেৰে" সেই পুৰণি ঘৰ-বাৰী আধুনিক ধৰণে 'ৰম্য পুৰী' কৰি পেলোৱাত উৎকলীকৃত হৈ লাগি গৈছিল, আৰু 'মোৰ জীৱন-সোঁৱৰণ'ত আবেগৰ ভৰত লেখা কথাখিনিবো আমি এই অংশ

পঢ়ি প্ৰত্যয় যাম ঃ "আজিলৈকে সেই ঘৰৰ গাত, বাহিৰে-ভিতৰে, যি সৌন্দৰ্য বা দেখনিয়াৰ বস্তু আছে, সেই সকলোবোৰতে মোৰ হাতৰ এই পাঁচোটা আঙুলিৰ সাঁচ আছে; আৰু গোটেইটো ঘৰ ভাঙি চূৰ্ণমে নকৰালৈকে সেই সাঁচ নমৰে।" বেজবৰুৱাই নিজেই 'জয়মতী কুঁৱৰী'ত গাইছে ঃ "সুখের লাগিয়া এ ঘর বাঁধিনু অনলে পুরিয়া গেল।" ডবছন ৰোডৰ ঘৰ থাকিল; কিন্তু 'মোৰ-বাহিৰেতো-আৰু-কোনো-নাই' 'অবিবাহিত বি. বৰুৱাৰে' সংসাৰ পতাৰ আশাৰ যি 'সোণৰে সজাতে পখীটি ৰাখিলে, সি উৰি গুচি গ'ল।' পুনৰ 'জীৱন-সোঁৱৰণ'ৰ তাৰাত ঃ ১৯০৩ "বছৰৰ শেহৰ ফালে বি. বৰুৱা আৰু মোৰ ভিতৰত কলি প্ৰৱেশ কৰিলে। ভুঁইকঁপৰ গুম্‌গুমনি এই ১৯০৩ ছনৰ শেহৰ ডোখৰত শুনিলোঁ আৰু ১৯০৪ খ্ৰীষ্টাব্দত তাৰ জোকাৰত ইমান দিনৰপৰা মই মনে-পতা ঘৰটো ভাগি পৰিল।....... ১৯০৪ খ্ৰীষ্টাব্দত লিখা মোৰ ডায়েৰিৰ পাত ইংৰাজীত ক'বৰ নিচিনা dismal reading অৰ্থাৎ শোকাবহ।" সেই শোকৰ ভুঁইকঁপৰ পাতাল-ফুটা গুম্‌গুমনিৰ অলপমান হয়তো আমাৰ এইখণ্ড 'দিনলেখা'ৰ শেষৰ ফালে ক'ৰবাত কাৰোবাৰ কাণত বাজিব পাৰে। কিন্তু নিতান্ত dismalটোৰ আগতে আমি খণ্ডটি সামৰিবলৈ ভাল পালোঁ।

৬ বিশ্ববিদ্যালয় টোল
গুৱাহাটী বিশ্ববিদ্যালয়
৩১ ডিচেম্বৰ, ১৯৬৮

# পদ্মনাথ গোহাঞিবৰুৱা-ৰচনাৱলী

## ভূমিকা

পদ্মনাথ গোহাঞিবৰুৱা বুলিলেই মনত পৰে আটোমটোকাৰিকৈ ছপাই উলিওৱা তেওঁৰ পাঠ্যপুথিবোৰলৈ, এঃ দি লিখা তেওঁৰ নামৰ বিশেষ উপাধি অংশলৈ, পুথিৰ বাকলি-পাতৰ পিঠিটোত খুদ খুদ আখৰেৰে ছপোৱা তেওঁৰ "আদিশিক্ষা (আদিছোৱা সচিত্ৰ)"ৰেপৰা "জয়মতী তিথি-উৎসৱ-সম্মিলনী (সভাপতিৰ অভিভাষণ)"-লৈকে প্ৰায় দুকুৰিখন কিতাপৰ তালিকাটোলৈ, আৰু সৰ্বোপৰি কিতাপৰ নাম-পাতত নানা বিশেষণেৰে ভূষিত ইংৰাজী-অসমীয়া দুই ভাষাতে দিয়া তেওঁৰ নামটিলৈ :

*The Special Literary Pensioner,*
RAI BAHADUR PADMANATH GOHAIN BAROOAH, M.R.A.S.,
*Ex-Paper-Setter of the University of Calcutta for*
*B.A. Examination; Ex-Hon'ble Ahom Representative*
*Member of the First Assam Legislative Council;*
*Member of the Assam Provincial Coin Committee;*
*Author of "Sreekrishna", "Gitasar", "Lila"*
*&c. &c.*

পোন্-প্ৰথম অসম লেজিচলেটীভ কাউন্সিলৰ ভূতপূৰ্ব অনৰেবোল
আহোম-প্ৰতিনিধি মেম্বৰ, কলিকতা ইউনিভাৰ্চিটীৰ বি-এ পৰীক্ষাৰ
ভূতপূৰ্ব প্ৰশ্নকাৰ, "শ্ৰীকৃষ্ণ", "গীতাসাৰ", "লীলা" প্ৰভৃতিৰ গ্ৰন্থকাৰ,
সাহিত্যিক পেঞ্চনাৰ
ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱা, এম. আৰ. এ. এচ.
প্ৰণীত।

গোহাঞিবৰুৱাৰ অজস্ৰ লেখাবোৰৰ কথা ভাবিলে তেওঁৰ বিশিষ্ট সক্ষম প্ৰকাশ-ভঙ্গি আৰু তেওঁৰ শৈলীৰ অন্তৰ্গত বিশেষ ধৰণে ঘনাই প্ৰয়োগ কৰা শব্দবোৰলৈ ঘনাই মনত পৰে—সদৌ, সদৌটি সদৌজন, সদৌশ্ৰম, সদৌৱন, অনতিপলমে আঁচ্ (= আঁক্), গদী, দুৰ্জলীয়া (lieutenant, sectional), লানি (series),

চিন্তালোচনা, তৰ্কালোচনা, সভক্তিৰে, ছত্ৰাধ্যা, উলাহিত, অনা-গুণা (বঙলা আনা-গোনা?), সমপূৰণ লিখনি (লেখা বা ৰচনা অৰ্থত), ৰাইজীয়া (ৰাজহুৱা) কাম, ইত্যাদি। গোহাঞিবৰুৱালৈ ভাবিলে আৰু এজন পুৰুষলৈ মনত পৰে। সেইজন হ'ল খজুওৱা-কচু কৃপাবৰ বৰবৰুৱা ওৰফে লক্ষ্মীনাথ বেজবৰুৱা, যি গোহাঞিবৰুৱাৰ ব্যক্তিগত আশা-আকাঙক্ষা লৈ উপলুঙা কৰিছিল, "বি. এ. পাছ, এফ্. এ. ফেল" আদি বুলি ভেঙুচালি কৰিছিল, আৰু আন কি, গোহাঞিবৰুৱাৰ আদৰৰ 'অনবেবোল' বিভূষাটোৰ ভীষণ pun কৰি ৰং চাইছিল। তথাপি গোহাঞিবৰুৱাৰ কাৰণে লক্ষ্মীনাথ আছিল "অগ্ৰজপ্ৰতিম", বেজবৰুৱা আছিল "সাহিত্যৰথী" বেজবৰুৱা। বেজবৰুৱা-বিয়োগত গোহাঞিবৰুৱাই কবিতা লিখি অশ্ৰু-তৰ্পণ কৰে, সেই তৰ্পণত 'উষা'ত প্ৰকাশিত বেজবৰুৱাৰ প্ৰবন্ধ প্ৰত্যাহাৰ কৰা লৈ যি মালিন্য এসময়ত দুইৰো সম্বন্ধত উপস্থিত হৈছিল সি বিস্মৃতিৰ গৰ্ভত বিলীন হৈ যায়। লক্ষ্মীনাথ বেজবৰুৱাৰ লগত আমি আজি আৰু গোহাঞিবৰুৱাৰ সমালোচনামূলক তুলনা নকৰোঁ। লক্ষ্মীনাথক যেনেকৈ শতাব্দী-পূৰ্তিয়ে আমাৰ মাজত বহলভাৱে নকৈ চিনাকি কৰি দি থৈ গ'ল, পদ্মনাথকো আমি আজি নতুনভাৱে সোঁৱৰোঁ, নতুন আপোনভাৱে চিনাকি লওঁ।

গোহাঞিবৰুৱাই নিজেই নিজৰ সাহিত্যিক জীৱন আমাৰ বাবে "আঁচিবৰ" বিশেষ যত্ন কৰিছে। তেওঁৰ জীৱনৰ দুপাতৰেপৰা সাহিত্য-ৰস তেওঁৰ আঁহত সোমাইছিল। তাৰ উৎস ঃ "মোৰ অগ্ৰজপ্ৰতিম সেই ভোলানাথ ভিনিহিদেৱ ৺কৃষ্ণানন্দ গোহাঞি ফুকন ডাঙৰীয়াৰ সবল ভ্ৰাতৃ-স্নেহত মই সদায় ওপঙি ফুৰিছিলো। বাস্তৱতে, তেখেতেই মোৰ জীৱন-প্ৰবাহৰ ঘাই গুৰি দিওঁতা। তেখেত আৰু তেখেতৰ প্ৰিয়তম বন্ধু ৺ফণিধৰ চলিহা ৰায়বাহাদুৰ ডাঙৰীয়া মোৰ শিশুকালৰ আৰ্হিপুৰুষ; তেখেতসকলৰ দুজনৰপৰা পোৱা প্ৰাথমিক শিক্ষাই মোৰ কুমলীয়া অন্তৰত জয়ে জয়ে সাহিত্যিক অনুৰাগ সঞ্চাৰ কৰে।" মদনমোহন তৰ্কালঙ্কাৰৰ 'শিশু-শিক্ষা', ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ 'বোধোদয়' আদিৰে পদ্মনাথে শিক্ষাৰম্ভ কৰাই নহয়, তাৰপৰা তাতোকৈ ডাঙৰ অনুপ্ৰেৰণাও লাভ কৰিছিল। "সেই কালৰ বঙ্গলা সাহিত্যৰ ওচৰত আমি চিৰধৰুৱা, বিশেষকৈ তেতিয়াৰ বঙ্গলা সাহিত্য সংস্কৃতীয়া বা 'ং-ঃ শূন্য সংস্কৃত' হোৱাৰ ফলত, তেতিয়াৰেপৰা ঘাই মাতৃভাষা সংস্কৃততো অলপ অচৰপকৈ আমাৰ ব্যুৎপত্তি লাভ হৈছিল; কালত সেই বঙ্গলা-সংস্কৃত সাহিত্যৰ ব্যুৎপত্তিৰ আভাসে অসমীয়া সাহিত্য-চৰ্চাত আমাক বিশেষ গুণ দিছিল আৰু দিছে।" উত্তৰ লক্ষীমপুৰৰ মজলীয়া স্কুলত পঢ়া কালতে পদ্মনাথে লগৰীয়া পাণীন্দ্ৰনাথ গগৈৰ লগ লাগি "দুয়ো তলে তলে বঙ্গলা আৰু অসমীয়াত কবিতা ৰচনা কৰাত আৰু প্ৰবন্ধাদি লিখাত হাত দিয়ে।" দুইটি গোট খাই সৰু সৰু কবিতা গোটাই 'পদ্ম-

পাণি' নামে এখন হাতে লিখা কিতাপকে কৰি পেলাইছিল। বৰুৱাদেৱে তেওঁৰ এনে কবিতাৰ নমুনাও এধানমান আমাক দিছে,—

আমার যে চাঁদ হয়, দূরে দূরে সরে যায়,
দূরেতে পালায়;
সুদূর গগন মাজে অগণন তারা রাজে
(হায়) মম চাঁদ নাই।

গোহাঞিবৰুৱাৰ পিছলৈ সাহিত্যিক সতীৰ্থ বেণুধৰ ৰাজখোৱায়ো হেনো বঙ্গলা কবিতাৰ ঠেলাত ঘৰলৈ চিঠি লিখোঁতে পইদ কৰিছিল, লগুৱা "মণির হয়েছে জ্বর শুন পিতৃবর" ইত্যাদি। হাই স্কুলত পঢ়ি থকা অৱস্থাতে ১৮৮৫ চনৰ দুৰ্গা-পূজাৰ বতৰত কামাখ্যাৰ নাটমন্দিৰত 'অভিমন্যু-বধ' বঙলা থিয়েটাৰ চাই পদ্মনাথৰ ইমান গা উঠিছিল যে তাৰেপৰা নাট এখন কিনি আনি দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ চ'ৰাঘৰত তাৰ পুনৰাভিনয় কৰিহে শান্তি পাইছিল। "এখন অসমীয়া নাটক ৰচিবলৈ তেতিয়াহি মই কৃতসঙ্কল্প হওঁ। সেয়ে মোৰ নাটক-ৰচনাৰ ফালে ধাউতিৰ আঁতিগুৰি।"

যেতিয়া পদ্মনাথে "অগ্ৰজপ্ৰতিম" লক্ষ্মীনাথ বেজবৰুৱা আদিৰে ১৮৯০ চনত কলিকতালৈ যাত্ৰা কৰিলে, তেতিয়া কলিকতাত অ.ভা.উ.সা. সভা আৰু 'জোনাকী'ৰ পয়োভৰ। শিক্ষা-ব্যৱস্থাৰ লগত পদ্মনাথৰ ৰাহি-জোৰা নহাত পদ্মনাথে 'মিছাই' নামৰ "শোকৰ কবিতা ৰচি, দুধাৰি চকুলো মচি" ঘৰৰ দ'ৰা ঘৰলৈ ঘূৰিবলগীয়া হৈছিল। "অসমীয়া সাহিত্যত তেতিয়ালৈকে মোৰ ডাঠকৈ ৰাপ বহা নাছিল। .......মোৰ এই মূৰে বঙ্গলা ভাষাত ভাবিবলৈ আৰু এই হাতে বঙ্গলা ভাষাত লিখিবলৈ শিকিছিল।" এতিয়া অ. ভা. উ. সা. সভাই তেওঁক অসমীয়া ভাষাতো সাহিত্যৰ 'হাতে খড়ি' ধৰালে। সেই সভাৰ তেওঁ ঐকান্তিক ভকত হৈ পৰিল। সভাৰ এক অধিৱেশনত হেমচন্দ্ৰ গোস্বামীয়ে 'অসমীয়া ভাষা' নামৰ ৰচনা এখন পাঠ কৰে। "সেইদিনা সেই ৰচনাই মোৰ মনত আহোমৰ পূৰ্ব গৌৰৱৰ, অসমীয়া জাতিৰ ভাব, আহোম ভাষাৰ পুনৰুদ্ধাৰ, অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি; অসমৰ পুৰণি তথ্য-সংগ্ৰহ ইত্যাদি বিষয়ক চিন্তালোচনা দকৈ বহুৱায়, আৰু অনতিপলমে আপোনমনেৰে মই সেই সাধনাৰ সঙ্কল্প অন্তৰস্থ কৰি আনে নজনাকৈ তাৰ তপস্যাত ধৰিলো।" ইয়াৰ পাছৰপৰাই পদ্মনাথৰ চিন্তালোচনা আৰম্ভ হ'ল; কিন্তু তেওঁ সেই কথা সদৰি নকৰিলে।

পদ্মনাথে স্কুলীয়া ছাত্ৰ হিচাপেই 'জোনাকী পঢ়িছিল, তাৰ দ্বাৰা আকৃষ্ট, তৃপ্ত হৈছিল। এতিয়া "জোনাকী"ৰ জোনাক সৃষ্টি কৰা জ্যোতিষ্কসকলক থুপিতবাৰ দৰে স্বকল্পত দেখা পাই তেওঁ একেবাৰেই বিমোহিত হ'ল। তেওঁ স্বীকাৰোক্তি কৰিছে, "স্বৰাপকৈ অসমীয়া সাহিত্য-চৰ্চালৈ মন টনাৰ আকৰ্ষণী শক্তি এই 'জোনাকী' হে।" ইয়াৰ উপৰি বঙ্কিমচন্দ্ৰ, ৰবীন্দ্ৰনাথ, ঈশ্বৰচন্দ্ৰ আদি তেতিয়াৰ বঙ্গীয় সাহিত্যৰ মূখচ

ফুটোৱাসকলৰ দৰ্শন লাভ কৰি বা সিসকলৰ ৰচনা পঢ়ি তেওঁ পুলকিত হৈ আছিল।

এই পৰিস্থিতিত তেওঁৰ "ক্ষন্তেকমানো নিশ্চেষ্ট হৈ ৰ'ব নোৱৰা" অৱস্থা এটাৰ সৃষ্টি হ'ল। তেওঁ কলিকতাত মাহচেৰেক থাকোঁতেই কৃষ্ণপ্ৰসাদ দুৱৰাই 'বিজুলী' নামে মাহেকীয়া আলোচনী এখন উলিয়াবলৈ ধৰে। গোহাঞিবৰুৱা আৰু বেণুধৰ ৰাজখোৱাই 'বিজুলী'ৰ দলত যোগ দিলে; প্ৰথমজনক অন্ততঃ "সেই 'বিজুলী' কাকতেই অসমীয়া ভাষাত লিখিবলৈ বাট লগাই দিলে। ....এই 'বিজুলী'য়েই মোৰ আন্তৰিক সাহিত্যিক অনুৰাগ ক্ৰমাৎ উজ্জ্বলাবলৈ ধৰিলে....।" তেওঁৰ পৰিধান চাহাবী পোছাক আৰু তাৰ জেপত 'বিজুলী' তেওঁৰপৰা অবিচ্ছেদ্য হ'ল; সেইভাৱেই সকলৰ কোম্পানী আৰু দোকানী-কাৰবাৰী আদিৰপৰা 'বিজুলী'ৰ বাবে বিজ্ঞাপন গোটাই আনি দি তেওঁ পাৰ্যমানে আগৰৱালাক সহায় কৰিছিল। ইফালে কাকতখনৰ দ্বিতীয় বছৰৰ দুই-এটা সংখ্যা ওলাওঁতেই আগৰৱালা কলিকতা এৰি আহিবলগীয়া হোৱাত গোহাঞিবৰুৱাই তাৰ সৰ্বভাৰ মূৰত তুলি ল'লে। স্বয়ং গুণাভিৰাম বৰুৱা আদিৰপৰা সহায় পালেও "মোক 'বিজুলী'য়ে নঙঠা ব'ৰাগী কৰিছিল;—পিন্ধিবলৈ জোতা নাই, মেচৰ লগৰীয়া ছাত্ৰৰ আৰ-তাৰ ফটা-চিটা যি পাওঁ এযোৰ পিন্ধি বাহিৰলৈ ওলাওঁ; তিয়াবলৈ তিয়নী নাই, আনৰ তিয়নী তিয়াই গা ধোওঁ, পোছাক বুলিবলৈ কোট-পেণ্ট-নাইট-ক্যাপৰ একেটা সাজ মাথোন। আবেলিৰ জলপানত মিঠাই খোৱা এৰি এক পইছীয়া ফলাহাৰ আৰু এনেই পোৱা চাহটোপাৰ লগত আৰু এপইছাৰ 'গৰমাগৰম' কচুৰী তিনিটা।" ইত্যাদি ব'ৰাগী আচৰণৰ কৃচ্ছ্ৰ সাধনৰ মূৰত তেওঁ কোনোমতে 'বিজুলী'ৰ তৃতীয় ভাগ সম্পূৰ্ণ কৰিলে।

আমি জানো যে 'বিজুলী'ৰ উদ্ভৱ 'জোনাকী'ৰ পৰাই, 'জোনাকী'ৰ দলৰ দুজন ডেকাই বনগীতেৰে ঢকাডিঙৰা লগাই 'ডেকো-গাভৰু' নামৰ এটি বস্তু উলিওৱাত তেওঁলোকৰ কচিক শুচিবায়ুৰাসকলে অশ্লীল বোলাৰপৰাই। আন কি, এই কাৰণেই 'জোনাকী'-'বিজুলী'ৰ মাজত কুষাৰি ভাব এটিও আছিল আৰু সেই ভাব পৰস্পৰৰ প্ৰতি তিতা-মিঠা বাক্য-বাণ প্ৰয়োগ কৰাত প্ৰকাশ পাইছিল। কিন্তু 'জোনাকী'ৰ মূল প্ৰবৰ্তকসকল 'জোনাকী' দলতে বৈ গৈছিল; সিসকলৰ পিছ-ধৰাসকল মাথোন ফাটি 'বিজুলী' দল হৈছিল। এতিয়া সেই দলৰ সকলো মাথোন নিষ্ক্ৰিয় সদস্যৰ দৰে হ'ল, গোহাঞিবৰুৱা অকলশৰীয়া পহৰ লেখীয়া হৈ পৰিল। প্ৰবন্ধ-সম্ভাৰৰ ফালৰপৰাও 'বিজুলী'য়ে 'জোনাকী'ৰ লগত ফেৰ মাৰিব নোৱাৰিছিল। কিন্তু দুইখন কাকতেই দুইখনৰ পৰিচালনাত কিছু ক্ষতিসাধন কৰিছিল। শেষত তিনি বছৰ পূৰ হওঁতেই 'বিজুলী' নুমাই থাকিল। কৃতিত্বৰ ভিতৰত থাকিল লম্বোদৰ বৰা আৰু গুণাভিৰাম বৰুৱাৰ দুটিমান প্ৰবন্ধ আৰু গোহাঞিবৰুৱাৰ আন প্ৰবন্ধৰ লগতে তেওঁৰ 'ভানুমতী' উপন্যাস। ইতিমধ্যেই অসমীয়া উপন্যাস বুলিবলৈ আজিলৈকে এখনো পুথি ওলোৱা

নাই। সেই অভাৱ আৰু দুৰ্নাম গুচাবৰ মনেৰেই 'লাহৰী' ৰচিবলৈ হাতত লোৱা হয়। ১৮৯২ চনত এইখনি ছপা হৈ ওলাল আৰু পুথি আকাৰত ওলোৱা প্ৰথম অসমীয়া উপন্যাস বুলি পৰিগণিত হ'ল, কাৰণ বেজবৰুৱাৰ 'পদুমকুঁৱৰী' আৰু স্বয়ং গোহাঞিবৰুৱাৰ 'ভানুমতী' তেতিয়াও 'জোনাকী' আৰু 'বিজুলী'ৰ পাততে সিঁচৰতি হৈ আছিল, আৰু ইতিমধ্যে ওলোৱা এ. কে. গাৰ্নিৰ 'কামিনীকান্ত' বা পদ্মাৱতী ফুকননীৰ 'সুধৰ্ম্মাৰ উপাখ্যান' বা হেমচন্দ্ৰ বৰুৱাৰ 'কোৰাভাতুৰী'ক তেতিয়াও কোনেও উপন্যাস বুলি বিচাৰত নধৰিছিল। বাস্তৱিক পক্ষত কলা-কৰ্ম-ৰূপে 'লাহৰী' আৰু 'ভানুমতী' গোহাঞিবৰুৱাৰ শ্ৰেষ্ঠ কীৰ্ত্তি বুলি মই ভাবোঁ। দুইখনিতে তৰুণ লেখকৰ অনাবিল অনুপ্ৰেৰণা সহজ ৰূপত প্ৰকাশ পাইছে। পিছৰ কালত তেওঁৰ সাহিত্যৰ ক্ৰিয়া পঢ়াশলীয়া পুথি লেখাত পৰ্যৱসিত হৈছিল আৰু তাৰো পিছৰ লেখাবিলাকত (সম্ভৱতঃ এক 'গাওঁবুঢ়া'ক বাদ দি) এক স্বয়ং সচেতনতাই কলাগত উপলব্ধিৰ পথত কিছু অন্তৰায় সৃষ্টি কৰে।

কলিকতাৰ 'ছাত্ৰাধ্যা' 'মিছাই' গ'ল যদিও বৰুৱাদেৱে আনে "নেদেখাকৈ কাষলতিৰ তলত মোৰ মাতৃভাষা আৰু জাতীয় সাহিত্যসম্ভাৰৰ কঠীয়া-টোপোলা এটি অতি সন্তৰ্পণে লুকুৱাই লৈ আহিছিল। এতিয়া সেই টোমটি উলিয়াই বতৰ চাই কঠীয়া-তলিত পেলাবৰ বেলা হ'ল। এই উদ্দেশ্যে তেওঁ পোনতে কলিকতাৰ আৰ্হিত উত্তৰ লখীমপুৰত এখনি অ.ভা.উ.সা. সভাৰ থাপনা কৰিলে। কিন্তু—এটা ডাঙৰ কিন্তু। দুইটি বন্ধু লগ লাগি ফণিধৰ চলিহা আৰু শিক্ষাধিকাৰ জে. উইলছনৰ লগত পত্ৰালাপ কৰি এই কিন্তুৰ ভয়াবহ সত্যটি উপলব্ধি কৰিলে; "আমি যি ঘৰ সাজিবলৈ উথপ্থপ্ লগাইছোঁহক তালৈচোন ভেঁটি চোঙোৱা হোৱাই নাই।" এইটি হ'ল বৰুৱাৰ জীৱনৰ গতি-পথৰ এক পথ-নিৰ্দেশক উপলব্ধি, যি উপলব্ধিয়ে তেওঁক 'লাহৰী', 'মনোমতী'ৰ নিচিনা শুদ্ধ সাহিত্য-সৃষ্টিৰ ক্ষেত্ৰ এৰুৱাই "আমাৰ দেশৰ মজলীয়া আৰু ওখ খাপৰ স্কুল-পঢ়াশালিবোৰতো আমাৰ দেশী পাঠ্য-পুথি"ৰ অভাৱ-পূৰণৰ সমস্যাত ব্যাপৃত কৰি দিলে। এই ব্যাপৃতিৰ প্ৰথম ফল হ'ল শ্ৰীপদ্মনাথ বৰুৱা, শ্ৰীপাণীন্দ্ৰনাথ গগৈৰ সংগৃহীত সঙ্কলন 'সাহিত্য-সংগ্ৰহ'। ইয়াৰ পাছত আহিল বৰুৱাৰ তিনিছোৱা 'নীতিশিক্ষা', 'ভূগোল-দৰ্পণ', 'অসমৰ বুৰঞ্জী' (১৮৯৯; শেষ ১৯শ তাঙৰণ, ১৯৩৭) আদি। বৰুৱাৰ প্ৰতি অসমীয়াভাষীসকলৰ কৃতজ্ঞতাৰ এটা বহল কাৰণ হ'ল এই পাঠ্যপুথিৰ যোগান। "হাইস্কুলৰ সমুদায় শ্ৰেণীত অসমীয়া পাঠ্যপুথি প্ৰচলনৰ অভাৱ আৰু অসুবিধা নিবাকৰণ হোৱা দেখি জাতীয় সাহিত্যানুৰাগী অসমীয়া সমাজেও বৰ সন্তোষ লাভ কৰিলে।" ইয়েই তেওঁৰ আটাইতকৈ ডাঙৰ পৰিচয়। কহিমাত আৰু তেজপুৰত মাষ্টৰিয়ে বৰুৱাৰ জীৱনৰ পাঠ্যপুথীয়া ঢালটোকে সহায় কৰিলে মাথোন। তেওঁৰ প্ৰতিষ্ঠিত কহিমাৰ অ.ভা.উ.সা. সভা বা কহিমা

সাহিত্য সভাৰ বিশেষ কিবা কীৰ্ত্তি আছিল যদিও আমি নাজানো। পাঠ্যপুথি বুলিও 'অসমৰ বুৰঞ্জী', 'বুৰঞ্জী-বোধ' বা 'মহাৰাণী' গ্ৰন্থৰ সাহিত্যিক সোৱাদ এটি নোহোৱা নহয়; ঐতিহাসিক আলোচনাৰ ফালৰপৰা 'অসমৰ বুৰঞ্জী'ৰ এটি স্থায়ী মূল্যই আছে।

১৮২১শকত ১ মাঘৰ দিনা তেজপুৰৰ জয়দেব শৰ্মাক সম্পাদক কৰি গোহাঞি -বৰুৱাই 'অসম বন্তি' প্ৰথম প্ৰকাশ কৰে আৰু তেজপুৰৰ তথা অসমৰ 'ৰাইজীয়া' (ৰাজহুৱা) মতক গঢ় দিয়া আৰু অসমীয়া স্বাৰ্থৰ তদাৰক কৰিবৰ ভাৰ লয়। ই তেওঁৰ নতুন সামাজিক ভূমিকা। একে শকৰে দুৰ্গাপূজাৰ সময়ত বৰুৱাৰ পত্নী লীলাবতীৰ মৃত্যু ঘটে; তেওঁ তাৰ এমাহুৰ ভিতৰতে 'সংসাৰ-চিত্ৰ কাব্য' 'লীলা' লেখি উলিয়ায়। মন কৰিবলগীয়া যে 'জাহ্নৱী' আৰু 'মনোমতী'ৰ পিছত 'লীলা'ই গোহাঞিবৰুৱাৰ ডাঙৰ সাহিত্য-কৃতি, যদিও মাজে মাজে তেওঁৰ দুই-এটি খণ্ড কবিতা অ'ত-ত'ত প্ৰকাশ হৈছিল। গতিকে 'সৃষ্টিশীল' সাহিত্যৰ ফালৰপৰা তেওঁৰ জীৱনত এটা ডাঙৰ ছেদ পৰিছিল। এই সময়তে কেইবাটিও বিয়োগ-দুখ পদ্মনাথৰ কেইবাটিও শোক-কবিতাৰ জন্মৰ কাৰণ হৈ পৰিছিল। এনেতে তেওঁ দ্বিতীয় পক্ষৰ পত্নী-গ্ৰহণৰ সুযোগতে "সংসাৰৰ বহাগী জহত চেঁচনি বিচাৰি পিয়া ঢোকাচেৰেক জুৰ অনুপানৰ অকণি অকণি বিৰিঙনি"ৰে 'জুৰণি'ৰ লিৰিকবিলাক ৰচনা কৰে। ইয়াৰ ভিতৰতে কেইবাটিও ভাল কবিতা সোমাই আছে।

১৯০১-১৯০৭ কালছোৱা গোহাঞিবৰুৱা বাণ-ষ্টেজৰ সম্পাদক আছিল; সেই সময়তে হেমচন্দ্ৰ গোস্বামী আৰু বৰুৱাৰ ওপৰত 'বাণ-ৰজা' নামে নাটক লিখাৰ ভাৰ দিয়া হৈছিল। কিন্তু গোস্বামী ঢুকোৱা সময়লৈকে কোনোজনে একো নকৰিলে, যদিও ইতিমধ্যে গোহাঞিবৰুৱাই 'গাওঁবুঢ়া' (১৮৯৭), 'জয়মতী' (১৯০০), 'গদাধৰ' (১৯০৭) 'সাধনী', 'টেটোন তামুলি' (১৯০৯), 'সাধনী' (১৯১১) নাটক লেখি ছপাই উলিয়াইছিল "অভিনয় কৰিবৰ উপযুক্ত অসমীয়া নাটকৰ অভাৱ গুচাবৰ উদ্দেশ্যে।" শেহত 'শ্ৰীকৃষ্ণ'- ৰচনাৰ 'এটা ঠেঙুলি মাথোন' হৈ 'বাণ-ৰজা' নাট ১৯৩২ চনতহে কিতাপ আকাৰে ওলায়। ৰাইজৰ মানুহ হিচাপে তেজপুৰত গোহাঞিবৰুৱাৰ ৰাজহুৱা জীৱনেৰে যি সংসৰ্গ আছিল, এই কেয়োখন নাটক তাৰে ফল বুলি ক'ব পাৰি। আনফালে, চৰকাৰৰ ঘৰৰপৰা তেওঁক এখন 'দেশী কছৰত'ৰ কিতাপ লেখাৰ উদ্দেশ্যে জব্বলপুৰ-নাগপুৰলৈ পঠোৱা হৈছিল; সেই কাম সমাপ্ত হোৱাৰ পাছতে তেওঁৰ তেজপুৰৰ নৰ্মাল স্কুল উঠি গ'ল আৰু তেওঁক হাইস্কুলৰ তল শ্ৰেণীত গুজি দিয়া হ'ল। শেহান্তৰত তেওঁ 'নবিয়া ছুটী' লৈ দীঘলীয়াকৈ আজৰি লৈ 'অসম বন্তি'ৰ কামত লাগিল আৰু নানা আবেদন-নিবেদনৰ পিছত সাহিত্যিক পেঞ্চন্ (মাহে পঁচিশ টকি মাথোন) লাভ কৰিলে আৰু চাকৰিৰপৰাও অৱসৰ লৈ ১৯০৯ চনৰপৰা নিশ্চিন্ত হৈ একান্ত মনেৰে জীৱনৰ বাকীছোৱা স্বদেশ,

স্বজাতি আৰু স্বজাতীয় সাহিত্যৰ উন্নতিকল্পে উছৰ্গা কৰি হাতে কামে লগা হৈ মুকলিমূৰীয়াকৈ কাৰ্যক্ষেত্ৰত আগবাঢ়িবলৈ ধৰিলে।” স্কুলীয়া পাঠ্যৰচনাৰ আৱশ্যকতাৰপৰা তেওঁ এতিয়াহে মুক্ত হ'ল। ইতিমধ্যেই বৰুৱাৰ 'উষা' (১৯০৪-০৯) নামৰ মাহেকীয়া আলোচনী—য'ত বেজবৰুৱা, গোস্বামী, সত্যনাথ বৰা আদি 'জোনাকী'ৰ লোকসকলক আমি পুনৰ কলম ধৰা পাওঁ আৰু য'ত বিশেষকৈ গোস্বামী আৰু সোণাৰাম চৌধুৰীৰ প্ৰত্নতত্বমূলক প্ৰবন্ধ প্ৰায় নিয়মীয়াকৈ প্ৰকাশ পাবলৈ ধৰে আৰু সূৰ্যকুমাৰ ভূঞা, দণ্ডিনাথ কলিতা, পদ্মধৰ চলিহা আদি নতুন বানৰ কবি-লেখকসকলেও য'ৰ মাধ্যমেদি আত্ম প্ৰকাশৰ সুযোগ পায়। কিন্তু 'উষা'ত প্ৰকাশিত কৃপাবৰ বৰবৰুৱাৰ এটা লেখাত “বিদ্ৰোহব্যঞ্জক আঁসোৱাহ ধৰি” চৰকাৰে সম্পাদকৰ “কৈফিয়ৎ তলব কৰি কেদিনমান গুৱাহাটীত মোক নজৰবন্দীকৈ থোৱা আপদে পাই 'উষা'ক লাটিঘাটিকৈ আমনি কৰিলে।” সেই লাটিঘাটিতে 'উষা'ৰ কঁকালৰ জোৰা লৰিল। ইতিমধ্যে 'আসাম বান্ধব', আলোচনী আৰু স্বয়ং বেজবৰুৱাৰ 'বাঁহী'ৰ আৱিৰ্ভাব হ'ল। গতিকে পাঁচ বছৰতে 'উষা'ৰ জীৱন-কাল সমাপ্ত হ'ল।

গোহাঞিবৰুৱা সাহিত্যিক জীৱন-ধাৰাৰপৰা পুনৰ আঁতৰি যাবলগীয়া হ'ল যেতিয়া ১৯১৩ চনৰ একেবাৰেই পোনৰেপৰা নব্য অসম বিধান সভাৰ (কাউঞ্চিল) আহোম সম্প্ৰদায়ৰ মাজৰপৰা মনোনীত সদস্য আৰু ১৯২১-ৰেপৰা নিৰ্বাচিত সদস্য হ'বলগীয়া হ'ল আৰু আনফালে নানা ৰাজহুৱা কামতো ব্যাপৃত হ'বলগীয়া হ'ল। মাথোন ১৯১৭ চনত শিৱসাগৰত বহা ৰাজনৈতিক সংস্থা আসাম এছোচিয়েচনৰ লগতে বহা অসম সাহিত্য সভাৰ প্ৰথম বৈঠকৰ বৰুৱা ডাঙৰীয়া সভাপতি হয়। কিন্তু ১৯১২ চনৰপৰা ১৯২৪ চনলৈ এই এটা যুগৰ ছেদত গোহাঞিবৰুৱাৰ সাহিত্য-সৃষ্টি নাই। এই কথা লৈ অনেকজনে আক্ষেপ কৰিবলৈ ধৰিলে আৰু গোহাঞিবৰুৱায়ো “ঘৰৰ ল'ৰা ঘৰলৈ উলটি অহাৰ দৰে অনতিপলমে আজীৱন কৰ্মব্ৰত সুমৰি পুনৰপি সাহিত্য-চৰ্চাত ধৰিলে।” তেজপুৰৰ ৰঙ্গমঞ্চৰ বাণষ্টেজ নাম হোৱাৰেপৰা প্ৰতিশ্ৰুত 'বাণ ৰজা' নাটক তেওঁ ৰচনা কৰে আৰু ১৯৩৪ চনত সি ওলায়। কিন্তু সেই নাটকো গোহাঞিবৰুৱাৰ এখন ডাঙৰ আঁচনিৰ উপোৎপন্ন পদাৰ্থহে। পাশ্চাত্যৰ প্ৰাচ্যবিদ পণ্ডিতসকলৰ পথ ধৰি বঙ্কিমচন্দ্ৰ, হেমচন্দ্ৰ, ৰায়চৌধুৰী আদিয়ে মহাভাৰত আৰু পুৰাণৰ অৰণ্যৰ মাজৰপৰা এজন ইতিহাস-সিদ্ধ (historical) কৃষ্ণৰ চৰিত্ৰ উলিওৱাৰ যত্ন কৰিছিল। এই চৰিত্ৰটো যে নানা লেখকৰ কল্পনাৰ মাজেদি এক নীহাৰিকাৰ ৰূপ ধাৰণ কৰিছিল আৰু ভাৰতীয়সকলে সেই কথাৰ সমীক্ষক বিচাৰ নকৰি 'কৃষ্ণস্তু ভগবান্ স্বয়ম'তে আপ্লুত হৈ আছিল, সেই কথা আজি-কালি আমি অশ্ৰদ্ধাশীল যুগৰ মানুহে নিৰ্বিবাদে মানি লওঁ। কিন্তু গোহাঞিবৰুৱাই যেতিয়া ঐতিহাসিক কৃষ্ণ এজন উলিয়াবৰ যত্ন কৰিছিল, তেতিয়া থাঁপনাৰ গোসাঁইৰ গাব

বাংপতাবোৰ গুচাবৰ কাৰণে যি ডাঙৰ সাহ লাগে, তেতিয়া সি নুকুলাইছিল। গতিকে তেওঁ যিটো প্ৰস্তাৱ পোনতে আগবঢ়াইছিল, শেহান্তৰত তেওঁ স্বীকাৰ কৰিবলগীয়া হ'ল যে তাৰ বিৰুদ্ধেই তেওঁ মত দিব। এই বিসঙ্গতিৰ মাজত হয়তো তেওঁৰ ঈপ্সিত ঐতিহাসিক কৃষ্ণ এজন নোলাল। কিন্তু তেওঁৰ তিনিখণ্ড 'শ্ৰীকৃষ্ণ'ৰ ভিতৰত বিবিধ আকৰ-গ্ৰন্থৰপৰা সংগৃহীত কৃষ্ণৰ ছবিবোৰ আমাৰ কাৰণে একেটা এলবামতে বৈ গ'ল। ঐতিহাসিক কৃষ্ণৰ গৱেষণা কৰা অলেখ গ্ৰন্থ আৰু প্ৰবন্ধ ইতিমধ্যে ওলাই গৈছিল। সিবোৰ হয়তো পোৱাৰ পথৰপৰা বৰুৱাদেৱ বহুত আঁতৰত ৰ'ল। কিন্তু সংস্কৃত ভাষাৰ অনুচ্চ জ্ঞান আৰু ভাৰতীয় দৰ্শনৰ লগত তেওঁৰ অপৰিচয় সত্বেও গোহাঞিবৰুৱাই আমাক উপভোগ্য বিৱৰণ দিছে; তাৰ মূল্য বহুত পৰিমাণে তেওঁৰ শ্ৰমশীল গদ্যশৈলীয়ে নিৰূপণ কৰিছে। 'শ্ৰীকৃষ্ণ' তেওঁৰ মেগ্নাম্ ওপাছ্, শেষ আৰু শ্ৰেষ্ঠ গ্ৰন্থ। 'বাণ ৰজা' আৰু 'গীতাসাৰ' এই প্ৰযত্নৰ উপফল।

ওপৰত থূলমূলভাৱে মই পদ্মনাথ গোহাঞিবৰুৱাৰ সাহিত্যিক জীৱন-বৃত্ত দিবৰ যত্ন কৰিলোঁ। এতিয়া যদি মোক কোনোবাই প্ৰশ্ন কৰে, এটা বিষম পৰিস্থিতি সমুপস্থিত হৈছে, যাৰ ফলত বৰুৱাৰ সকলো গ্ৰন্থ নষ্ট হৈ যায়, তাৰ মাজৰপৰা চাৰিখন পুথি তোমাৰ বাছনিমতে ৰাখিব পাৰা; এতিয়া কোন চাৰিখন বাছিবা?— এনে বিষম পৰিস্থিতিত মই কোনো দ্বিধা নোহোৱাকৈ ক'ম, 'লাহৰী', 'ভানুমতী', 'গাওঁবুঢ়া' আৰু 'শ্ৰীকৃষ্ণ', এই চাৰিটি বস্তু পালেই গোহাঞিবৰুৱাৰ কলা-কৰ্ম আৰু চিন্তাৰ উৎকৃষ্টখিনি পোৱা হ'ব। তেওঁ লেখাৰ মূল্যায়ন আৰু অসমীয়া সাহিত্যত তেওঁৰ স্থান নিৰ্ণয় কৰিবৰ কাৰণে আমি প্ৰকাশন পৰিষদৰ গ্ৰন্থান্তৰ 'পদ্মনাথ গোহাঞিবৰুৱা'ত যত্ন কৰিছো। এই ভূমিকাৰ পাঠকসকলক তালৈকে নিমন্ত্ৰণ জনালোঁ। তেওঁ 'জোনাকী'ৰ পোনৰ পুৰন্দৰসকলৰ ভিতৰত নহ'লেও 'জোনাকী'ৰ সাহিত্য-আন্দোলনত যোগ দিয়া দুতি পুৰন্দৰৰূপে অসমীয়া সাহিত্যত এখন নিজস্ব আসন অধিকাৰী। তেওঁ কৰ্মজীৱনৰ আগভাগ শিক্ষকতা, বিশেষকৈ বঙলা আৰু নৰ্মাল স্কুলৰ শিক্ষকতাত অতিবাহিত হৈছিল আৰু পিছভাগ মিউনিচিপেলিটি আৰু কাউঞ্চিলৰ ৰাজনীতিয়ে সামৰি লৈছিল। তাৰ মাজত যে তেওঁ উচ্চাঙ্গৰ সাহিত্যৰ চৰ্চাত লাগিব পাৰিছিল, সিহে তেওঁৰ মহত্বৰ পৰিচয় আৰু অসম-অসমীয়াক ভাল পোৱাৰ চিন। একক প্ৰকৃতিৰ কবি, ঔপন্যাসিক, নাট্যকাৰ, নিবন্ধকাৰ একো নোহোৱাকৈয়ে বহুত ক্ষেত্ৰতে পথ-প্ৰদৰ্শকৰূপে, ভাষাৰ হৈ যোদ্ধাৰূপে গোহাঞিবৰুৱাই আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীত বিশেষ স্থান লৈ থাকিব।

২৯ অক্টোবৰ, ১৯৭১
৬, বিশ্ববিদ্যালয় টোল, গুৱাহাটী

# বেজবৰুৱাৰ দিনলেখা

## দ্বিতীয় খণ্ড

### ভূমিকা

পুনৰ 'জীৱন-সোঁৱৰণ'ৰ ভাষাত ঃ ১৯০৩ "বছৰৰ শেহৰ ফালে বি. বৰুৱা আৰু মোৰ ভিতৰত কলি প্ৰৱেশ কৰিলে। ভুঁইকঁপৰ গুম্‌গুমনি এই ১৯০৩ ছনৰ শেহৰ ডোখৰত শুনিলো আৰু ১৯০৪ খ্ৰীষ্টাব্দত তাৰ জোঁকাৰত ইমান দিনৰপৰা মই মনে-পতা ঘৰটো ভাগি পৰিল।.....১৯০৪ খ্ৰীষ্টাব্দত লেখা মোৰ ডায়েৰিৰ পাত ইংৰাজীত ক'বৰ নিচিনা dismal reading অৰ্থাৎ শোকাবহ।" সেই শোকৰ ভুঁইকঁপৰ পাতাল-ফুটা-গুম্‌গুমনিৰ অলপমান হয়তো আমাৰ এইখণ্ড 'দিনলেখা'ৰ শেষৰফালে ক'ৰবাত কাৰোবাৰ কাণত বাজিব পাৰে। কিন্তু নিতান্ত dismalটোৰ আগতে আমি খণ্ডটি সামৰিবলৈ ভাল পালোঁ।

এই কেইআষাৰ কথাৰে 'বেজবৰুৱাৰ দিনলেখা'ৰ প্ৰথম খণ্ডৰ ভূমিকাৰ সামৰণি মাৰিছিলোঁ। এতিয়া কিন্তু আমি নিতান্ত দুখেৰে বেজবৰুৱাৰ dismal ডায়েৰিৰ পাতবোৰেৰে বৰ্তমান খণ্ড আৰম্ভ কৰিবলগীয়াত পৰিলোঁ। ভোলানাথ বৰুৱা আৰু লক্ষ্মীনাথৰ মাজত প্ৰৱেশ কৰা কলিৰ লীলাৰ কথা সঁচায় শোকাবহ। দুইজনেই আমাৰ দেশৰ বৰেণ্য পুৰুষ। আমাৰ বিশ্বাস, দুইজন আগৰ দৰে 'ৰাম কৃষ্ণ দুটি ভাই'ৰ নিচিনাকৈ একেলগে থকা হ'লে কলিকতাত অসমৰ বণিজে অতি মনোৰম আৰু অতি বৃহৎ ৰূপ ল'লেহেঁতেন আৰু হয়তো আজিও সি উত্তৰাধিকাৰীসকলৰ হাতত প্ৰবলভাৱে চলি থাকিলেহেঁতেন। কিন্তু সি হ'বলগীয়া নাছিল। যিভাৱেই যি কাৰণেই আৰু যাৰ উচটনিতে হওক, দুইজনৰ মাজত অত্যন্ত ভুল বুজা-বুজিৰ সৃষ্টি হ'ল আৰু সেই ভুল বুজা-বুজিৰপৰাই শেহত্তত বেজবৰুৱাৰ ভাষাত 'ৰাম কৃষ্ণ দুটি ভাই। ভালে ভালে আঁতৰি যায়।' দিনলেখাৰপৰা বেজবৰুৱাই কি কৰিছিল, কি ভাবিছিল, কি জানিছিল, কি পাইছিল-নাপাইছিল, সেই কথা আমি জানিব পাৰিছোঁ; · ভোলানাথে একে পৰিস্থিতিত কি কৰিছিল, কি ভাবিছিল, কি

জানিছিল, কি পাইছিল-নাপাইছিল, তাৰ কথা তেওঁ ক'তো আমালৈ লিখি থৈ যোৱা নাই। লক্ষ্মীনাথৰ ডায়েৰিৰ পাত অনেক ঠাইত কৰুণ-কাতৰ হৈ উঠিছে, অনেক ঠাইত হৈছে তিক্ত। এইখিনিতে আমি সম্পাদনাৰ ছুৰিখন প্ৰয়োগ কৰিবলগীয়া হৈছে। ১৯০৪ চনৰ দিনলেখাৰ অনেক শূন্য ঠাই এনে সম্পাদনাৰ ফল। পাছৰ বছৰবোৰৰ দিনলেখা আৰু বেজবৰুৱাৰ চিঠিবপৰা দেখা যায়, ১৯০৪ চনত হোৱা ঘটনাৱলী আনে সৃষ্টি কৰা ভুল বুজা-বুজিৰ ফল; ১৩ বছৰ একেলগে কাম কৰাৰ পিছত দুইৰো মাজত কটা-ছিঙা হোৱাৰ পাছত সেই ভুল বোধ হয় আঁতৰিছিল। দুয়ো দুইৰে ঠাইলৈ আহ-যাহ নেৰিছিল, সদ্ভাব-সম্প্ৰীতিৰ আদান-প্ৰদানো দুয়ো কৰিছিল। ১৯১২ চনৰ ১২ ডিচেম্বৰত ভোলানাথে লক্ষ্মীনাথক মাতি পঠিয়াইছিল। দুইৰো দেখা-দেখিৰ পাছত লক্ষ্মীনাথে দিনলেখাত টুকি থৈছে সৰলভাৱে : I hope this will be our renewal of friendship, of old relation. ১৯১৪ চনত দিল্লীত ভোলানাথৰ মটৰ দুৰ্ঘটনা হৈ আস্পতালত পৰি থাকিবলগীয়া অৱস্থাত লক্ষ্মীনাথ কলিকতাৰপৰা গৈ কেইবাদিনো তেওঁৰ লগত আছিল। ১৯২৩ চনৰ ২৮ মেইত লক্ষ্মীনাথে ভোলানাথক অন্তিম শয্যাত দেখা কৰিছেগৈ আৰু দুদিন পাছতে ভোলানাথৰ মৃত্যু সংবাদ পাই ডায়েৰি-বহীত লিখি থৈছে : A great man & my friend gone. প্ৰজ্ঞাসুন্দৰী আৰু অৰুণালৈ লিখা চিঠিতো একে গভীৰ দুখৰ প্ৰকাশ: "বি. বরুয়া ৩০ তারিখে 2-30 morning-এ মারা গেলেন। আমি ২৮ তারিখে তাঁকে দেখতে গিয়েছিলুম। আমাকে প্রথমে ততটা চিনতে পারেন নি ; তারপরে চিনে চোখ দিয়ে জল বেরল। ......যাক, আর আমার একজন বন্ধু ও প্রধান সহায়—আপদে-বিপদে সব সময়ে—চলে গেলেন। মন বড় খারাপ হয়ে গেছে।" কোনো কোনো কুৰুচিযুক্ত লোকে ভোলানাথ-লক্ষ্মীনাথৰ বিবাদৰ অন্তৰালত চৰিত্ৰত চেকা লগোৱা কাৰণ আৱিষ্কাৰ কৰিছে। তাতোকৈ আচৰিত কথা—ছপা কিতাপত সেই কথা লিপিবদ্ধও কৰিছে।।

ভোলানাথ-লক্ষ্মীনাথৰ কলিকতীয়া যুটীয়া কাৰবাৰৰ কথা আৰু দুইৰো এৰা-এৰিৰ কথা বেজবৰুৱাই 'মোৰ জীৱন-সোঁৱৰণ'ত আৰু 'মোৰ মৃগয়া' প্ৰবন্ধটোতো বৰ্ণনা কৰিছে। ইয়াৰ পিছৰ বেজবৰুৱাৰ স্বাধীন জীৱন-সংগ্ৰামৰ কথা এই দিনলেখাই ক'ব। তেওঁ ভোলানাথেৰে চেগুন কাঠৰ ব্যৱসায়ত সম্বন্ধ ৰাখি আৰু নিজৰ আসাম বেংগল ষ্টোৰ্ছ চলাই আৰু আন দুই-এটি কাৰবাৰেৰে জীৱন চলাইছিল। ১৯১৪ চনত আৰম্ভ হোৱা মহাযুদ্ধই কলিকতাৰ ব্যৱসায়ীসকলৰ মাজত হাহাকাৰৰ সৃষ্টি

কৰিলে, কাৰণ বহুতে ভাবিছিল, এইবাৰ ব্ৰিটিঃশ সাম্ৰাজ্যৰ পৰালি পৰিল। সৰহীয়া ধনৰ ব্যৱসায়ীসকলে ব্যৱসায় চলাই থাকিল; কিন্তু বেজবৰুৱাৰ লেখীয়াসকলৰ দুৰ্গতি হ'ল। তেওঁ লিখিছে, "এই লেখকৰ ধনৰ মোনা দীঘল নাছিল, গতিকে তেওঁ শোটমোট খাই পৰিল। এবছৰমানৰ ভিতৰতে তেওঁৰ ব্যৱসায়ৰ কল অচল হ'ল। তেওঁৰ গাড়ী-ঘোঁৰাকে আদি কৰি ঘৰ-সংসাৰ চলোৱা আড়ম্বৰ আগৰ দৰেই সমানে থাকিল অথচ ঘৰৰ চাকিত তেল টুকাল। মনত আছে, একো একো দিন পুৰণি ষ্টেট্‌ছমেন খবৰ কাকত বেচিহে তেওঁ বজাৰৰ খৰচ চলাব পাৰিছিল।" অৱস্থা বেগতিক দেখি লক্ষ্মীনাথে ১৯১৬ চনত কলিকতাৰ বাৰ্ড্ এণ্ড্ কোম্পানিৰ চাকৰি লয়, ১৯১৬-১৭ চনত কোম্পানিৰ কামত কলিকতা-সম্বলপুৰৰ মাজত ঘূৰা-ঘূৰি কৰি ১৯১৭ চনত তেওঁ সপৰিবাৰে সম্বলপুৰলৈ উঠি যায়।

কলিকতাত থকাছোৱা জীৱন তেওঁৰ আছিল বিচিত্ৰ। ইণ্ডিয়া ক্লাবত যোগ দিয়া, ছেভয় হোটেলত, হোটেল চিচিলত, ডবছন ৰোডৰ ঘৰত বিলিয়াৰ্ড খেলা, ৱাৰেনছ চাৰ্কাছ চোৱা, কাৰ্জন থিয়েটাৰলৈ যোৱা, কৰিন্থিয়ান থিয়েটাৰত টেন্ন' চোৱা, শালপতি জাষ্টিচ মিষ্টাৰ আশুতোষ চৌধুৰীৰ ঘৰত 'বাল্মীকি-প্ৰতিভা'ৰ অভিনয়ত যোগ দিয়া, শ্বাহজাহানপুৰলৈ গৈ খুলশালি সুদক্ষিণাৰ ঘৰত থাকি তাৰ গেৰিছন থিয়েটাৰত সপৰিয়ালে 'বাল্মীকি-প্ৰতিভা'ৰ অভিনয় কৰা, গাৰ্ডেন পাৰ্টি আৰু জোড়াসাঁকোৰ ঠাকুৰ পৰিয়াল আৰু আনসকলৰ ঘৰৰ বিয়াৰ উছৱত যোগ দিয়া, টম্‌টম্, টঙ্গা, লেণ্ডুলেট আদি সেইদিনৰ উচ্চ ফেশ্বনৰ গাড়ী ৰাখি নানা জাতৰ নানা বৰণৰ ঘোঁৰা- ঘুঁৰী ৰাখি টনাই তাত বিহাৰ কৰা আদি এশ এটা কাম ব্যৱসায়ৰ কামৰ লগে লগে চলিছিল। ইয়াৰ উপৰি মাজে মাজে অনৰেৰি মেজিষ্ট্ৰেটৰূপে হাওড়াৰ কাচাৰীত শোধ ল'বগৈ লাগে। এই সকলোৰে মাজত থাকি তেওঁ ১৯০৩ৰ পাছত কলিকতাত থকা বছৰকেইটাতে তেওঁৰ জীৱিত কালত কিতাপ আকাৰে ওলোৱা প্ৰায় সকলোখিনি লেখা ৰচনা কৰিছিল, কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া এণ্ট্ৰেঞ্চ কোৰ্ছ সংকলন কৰি উলিয়াইছিল আৰু 'উইক্‌লি ক্ৰোনিকল্'ত যদি অসমীয়াক নিন্দা কৰি কিবা লেখা ওলাইছিল, তাৰ প্ৰতিবাদ কৰি পদ্মনাথ গোহাঞিবৰুৱাৰ 'বন্তি'লৈ প্ৰবন্ধ পঠিয়াইছিল। বঙলা 'ভাৰতী' পত্ৰিকাৰ 'বৈদ্যজাতিৰ ইতিবৃত্ত'ত যদি কিবা উভহা উঠা কথা ওলাইছিল, তাৰো তেওঁ সেই পত্ৰিকালৈ প্ৰতিবাদ দলিয়াইছিল। শিৱসাগৰ আৰু যোৰহাটৰ বেজবৰুৱা স্কুলৰ বাবে কলিকতীয়া বাঙালী শিক্ষকক নিয়োগ দি শিৱসাগৰ-যোৰহাটলৈ চালান দিছিল। মুঠতে,

কলিকতাত তেওঁ ডাঙৰৰ সংগত 'হাই লাইফ্' উদ্‌যাপন কৰিছিল। এই সময়তে তেনে 'উচ্চ জীৱন'ৰ লগৰীয়া সুৰাপানত ধৰিছিল; তাৰ বাবে প্ৰজ্ঞাসুন্দৰী দেৱীৰ, শাহু আইৰ নিন্দা সহিবলগীয়া হৈছিল আৰু নিজেও সেয়া বেয়া কাম হৈছে ভাবি 'আৰু তেনে নকৰোঁ' বুলি মাজে মাজে সংকল্প কৰিছিল। কিন্তু পিছৰ জীৱনতো সেই অভ্যাস বৈ গৈছিল বিশেষকৈ বোধ হয় চিন্তাৰ হেঁচা পাতলাবলৈ। ১৯৩৬ চনত জীয়েক ৰত্নালৈ লিখা এখন চিঠিত ধেমালিকৈ লিখিছে : "না হয় সন্ধ্যের সময়ে একফোঁটা গঙ্গাজল—যার নাম হুইস্কি—খাই; সেইজন্য কি আমি অস্পৃশ্য হয়ে গেলাম?" সম্বলপুৰত থাকোঁতেও তেওঁৰ পৰম বন্ধু বালমুকুন্দ ৰহিদাৰে লক্ষ্মীনাথৰপৰা যেতিয়া ধৰ্মতত্ত্ব-দৰ্শনৰ কথা শুনিবলৈ হেঁপাহ কৰিছিল, বক্তাজনে হেনো আগতে কোনো পেয় ফিজ্‌ৰূপে আদায় কৰাৰ পাছতহে বহু ক্ষণ অনৰ্গল চলা মধুৰ ভাষণ আৰম্ভ কৰিছিল। 'Scotland'-এর প্রস্তুত 'Syrup Elixir of Life'-এ (পত্ৰলেখা, ১২৮ পিঠি) তেওঁক ৬৬ বছৰ বয়সতো 'চাঙ্গা' কৰি তুলিছিল কঠোৰ জীৱনৰ মাজত।

কলিকতাত থকা কালছোৱাত লক্ষ্মীনাথৰ শহুৰৰ ঘৰ মহৰ্ষি দেৱেন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালৰ লগত ঘনাই তেওঁৰ অহা-যোৱা চলিছিল। 'মোৰ জীৱন-সোঁৱৰণ'ত উল্লেখ আছে যে লক্ষ্মীনাথৰ বিয়াৰ সময়ত (১৮৯১) মহৰ্ষি জীৱিত আছিল আৰু তেওঁ নিজা ঘৰ জোড়াসাঁকোতে নাথাকি পাৰ্ক ষ্ট্ৰীটৰ এটা ডাঙৰ ঘৰ কেৰেয়া কৰি আছিল। তেওঁৰ লগতে আছিল বৰপুতেক দ্বিজেন্দ্ৰনাথ ঠাকুৰ; 'অশ্ৰুমতী', 'সৰোজিনী' আদি নাট-প্ৰণেতা আৰু কলিকতাত পোনপ্ৰথম স্বদেশী জাহাজ চলাওঁতা পঞ্চম পুত্ৰ জ্যোতিৰিন্দ্ৰনাথ ঠাকুৰ আৰু মহৰ্ষিৰ বিধৱা বৰজী সৌদামিনী দেৱী। জোড়াসাঁকোৰ ঘৰত আছিল মহৰ্ষিৰ নুমলীয়া ল'ৰা বিশ্বকবি ৰবীন্দ্ৰনাথ, চতুৰ্থ পুত্ৰ বীৰেন্দ্ৰনাথ ঠাকুৰ (বলেন্দ্ৰনাথ ঠাকুৰৰ পিতৃ) আৰু তৃতীয় পুত্ৰ হেমেন্দ্ৰনাথৰ (১৮৪৪-৮৪) বিধৱা পত্নী আৰু লক্ষ্মীনাথৰ শাহু নীপময়ী দেৱী, তেওঁৰ তিনি পুতেক হিতেন্দ্ৰনাথ (লক্ষ্মীনাথৰ দাদা), ক্ষিতীন্দ্ৰনাথ (লক্ষ্মীনাথৰ মেজদাদা) আৰু ঋতেন্দ্ৰনাথ (ছোট দাদা), আৰু ইতিমধ্যে বিখ্যাত বাৰিষ্টাৰ আৰু পাছত হাই কোৰ্টৰ জজ আশুতোষ চৌধুৰীৰে বিয়া হৈ যোৱা প্ৰতিভাদেৱীক (মৃত্যু ৮ জানুৱাৰী ১৯২২) এৰি প্ৰজ্ঞাসুন্দৰী, অভিজ্ঞতা, মনীষা, শোভনা, সুনৃতা, সুষমা, সুদক্ষিণা (যুক্তপ্ৰদেশৰ পণ্ডিত জ্বালাপ্ৰসাদৰ পত্নী) আদি সাতগৰাকী জীয়েকেৰে; সৌদামিনী দেৱীৰ পুতেক সত্যপ্ৰকাশ গাংগুলী; মহৰ্ষিৰ এজন জোঁৱাই যদুনাথ মুখাৰ্জি; মহৰ্ষিৰ পৰিয়ালৰে

ঠাকুৰ। মহৰ্ষিৰ মাজু পুতেক সত্যেন্দ্ৰনাথ ঠাকুৰ আই. চি. এছ্. বাস কৰিছিল বিৰ্জিতলাৰ এটা প্ৰকাণ্ড ঘৰত। সত্যেন্দ্ৰনাথৰে কন্যা ইন্দিৰা দেৱীৰ বিয়া হৈছিল প্ৰমথনাথ চৌধুৰীৰ লগত।

এই কালছোৱাত লক্ষ্মীনাথৰ আৰু এটি মাতৃৰৰ পৰিয়ালেৰে ঘন সম্বন্ধৰ কথা দিনলেখাই ক'ব। ১৮৯০ চনত ৩১ মাৰ্চত গুণাভিৰাম বৰুৱাই কামৰপৰা অৱসৰ লয়; আৰু সেইদিনাখনেই কলিকতাত তেওঁৰ একমাত্ৰ জোঁৱাই ডাক্তৰ নন্দকুমাৰ ৰায়ৰ মৃত্যু হয় আৰু মৰমৰ জী স্বৰ্ণলতা অকালতে বিধবা হয়। ইয়াৰ পাছৰপৰা শেহলৈকে বৰুৱাদেৱ কলিকতাত থাকে। ১৮৯২ চনত তেওঁৰ পত্নী-বিয়োগ ঘটে, ১৮৯৩ চনত ৰবল'ৰা করুণাভিৰামৰ মৃত্যু ঘটে, ১৮৯৪ চনৰ ২৫ মাৰ্চত স্বয়ং বৰুৱাদেৱ ব্ৰহ্মভূত হয়। পুত্ৰ কমলাভিৰাম, জ্ঞানদাভিৰাম তেতিয়াও ল'ৰা মানুহ। নন্দকুমাৰ ৰায়ৰ ককায়েক ৰজনীনাথ ৰায়ে তেওঁলোকক স্বৰ্ণৰে সৈতে তেওঁৰ বিট্ৰিট্ বোলা ঘৰলৈ লৈ যায়। কিছু দিন পাছত স্বৰ্ণক কৰ্নৱালিংশ ষ্ট্ৰীটৰ ব্ৰাহ্ম গাৰ্লছ্ স্কুল আৰু কমলা-জ্ঞানক ব্ৰাহ্ম বইজ্ বোৰ্ডিং হাউছত থোৱা হ'ল। কমলাও অসুখত পৰি নানা চিকিৎসা সত্ত্বেও ১৮৯৪ৰ শেহভাগত মৃত্যুৰ মুখত পৰিল। এতিয়া থাকিল স্বৰ্ণ আৰু জ্ঞান। পাছৰ বছৰ সম্পৰ্কীয়সকলে লগ লাগি জ্ঞানদাভিৰামক বিলাতলৈ পঠালে; তেওঁ ত'ৰপৰা ১৮৯৮ত কলিকতালৈ ঘূৰি আহে। ইয়াৰ অলপ পাছতে হুগলী কলেজৰ আৰু পাছত কটকৰ ৰেভেনশ্বা কলেজৰ প্ৰিঞ্চিপেল ক্ষীৰোদচন্দ্ৰ ৰায়চৌধুৰীৰ (আমাৰ কটন কলেজৰ একালৰ সুদক্ষ ইংৰাজী অধ্যাপক প্ৰফুল্লচন্দ্ৰ ৰায় বা ৰাজুৰ পিতৃ) লগত স্বৰ্ণলতাৰ পুনৰ্বিবাহ হয়। ১৯০৬ চনত দ্বিজেন্দ্ৰনাথ ঠাকুৰৰ মাজু পুতেক অৰুণেন্দ্ৰনাথ ঠাকুৰৰ ৰবজী লতিকাদেৱীৰে জ্ঞানদাভিৰাম বৰুৱাৰ ব্ৰাহ্ম প্ৰথামতে বিয়া হয়। ১৯০৮ চনত জ্ঞানদাভিৰাম ভোলানাথ বৰুৱাৰে একেলগে বিলাতলৈ যায় আৰু এইবাৰ বেৰিষ্টাৰি মহলাত উঠি ১৯০৯ চনৰ ডিচেম্বৰত কলিকতালৈ ঘূৰি আহে। কলিকতাত কিছু দিন বেৰিষ্টাৰি কৰাৰ পাছতহে জ্ঞানদাভিৰাম ই. এ. চি. কাম লৈ অসমলৈ আহে, আৰু তাৰো কিছু দিন পাছতহে আৰ্ল ল কলেজৰ বিখ্যাত প্ৰিঞ্চিপেল জে. বৰুৱাত পৰিণত হয়।

ভোলানাথ বৰুৱাৰ লগত ব্যৱসায়-সংক্ৰান্তে অনেক লোকৰ লগত লক্ষ্মীনাথৰ ঘন আৰু পাতল সংসৰ্গ ঘটিছিল। দিনলেখাত তেওঁলোকৰ ভূমিকা সেই অনুপাতে আছে। সিসকলৰ দুই-এজনৰ পৰিচয় সেই দেখি ইয়াতে সূচনা কৰা উচিত হ'ব। কলিকতাৰ 'জোনাকী' চলি থকা কালতে ভোলানাথে নিজৰ বংশৰ গোপীনাথ

বৰুৱাক নি কলিকতাত লগত ৰাখিছিল; এওঁ 'জোনাকী'ৰ প্ৰকাশক নামো পাইছিল দুমাহমান। পাছত ভোলানাথে তেওঁক বেংগল নাগপুৰ ৰেলৱেৰ গুইলকেৱা আৰু মনোহৰপুৰৰ ব্যৱসায়ৰ বাবে লৈ যায়। কাঠৰ ব্যৱসায় টেনকিয়াল হৈ উঠিলত বি. বৰুৱাই সমধীয়া ভাগিন (বলিনাৰায়ণ বৰাৰ ভায়েক) মহীনাৰায়ণ বৰাক কলিকতালৈ আনে। তেওঁক পিছত মনোহৰপুৰলৈ পঠোৱা হয়। সেই সময়ত কাঠৰ, বিশেষকৈ চেগুন কাঠৰ প্ৰায় একচেটিয়া বেপাৰ কৰা গিৰীশচন্দ্ৰ বোসৰ লগত চিনাকি হৈ বি. বৰুৱাই কাঠৰ ব্যৱসায়ত হাত দিছিল; তেওঁৰ লগত ভোলানাথ-লক্ষ্মীনাথ দুইৰে ঘনিষ্ঠতা বাঢ়ি যায়। গিৰীশ বোসে পোনতে কালীকৃষ্ণ প্ৰামাণিকৰ ফাৰ্মত সামান্য চাকৰি কৰিছিল। প্ৰামাণিকৰ আন কাৰবাৰৰ লগতে জাহাজ মেৰামত কৰা কেলিডনিয়া ডক্ নামৰ ডক্‌টো আছিল; তাৰ মেনেজাৰ এজন ইউৰোপীয়; এছিষ্টেণ্ট মেনেজাৰ অতুলকৃষ্ণ ঘোষ নামৰ এজন "ওখ মনৰ অমায়িক আৰু পৰোপকাৰী" বঙালী। বুঢ়া কালীকৃষ্ণ প্ৰামাণিক আৰু তেওঁৰ তিনি ডেকা পুত্ৰ আশুতোষ, প্ৰথম আৰু মন্মথ প্ৰামাণিকৰ লগতো ভোলা-লক্ষ্মীনাথৰ বন্ধুত্ব গভীৰ হৈছিল আৰু ব্যৱসায়ৰ সম্পৰ্কও হৈছিল। কৌশলেৰে মানুহ বৰোৱাত পটু ভোলানাথে বেংগল টিম্বাৰ ট্ৰেডিং কোম্পানিৰ ফৰেষ্ট মেনেজাৰ মিষ্টৰ্ হুইফিনৰ সন্তোষ লগাই কোম্পানিৰ স্লিপাৰ-যোগনীয়া হৈ ল'লে। কলিকতাৰ জাৰ্ডিন স্কিনাৰ এণ্ড্ কোম্পানি বেংগল টিম্বাৰ কোম্পনিৰ মেনেজিং এজেণ্ট্‌ছ্। কলিকতাত বেংগল টিম্বাৰৰ বৰছাহাব হ'ল জি. আৰ. ষ্টুৱাৰ্ড। বেংগল টিম্বাৰে এতিয়া বি. বৰুৱা কোম্পানিক হাবি লোৱা আৰু স্লিপাৰ কটা আদিৰ বাবে ফাইনেঞ্চ কৰিবলৈ ধৰিলে। চন্দননগৰৰ বটুকৃষ্ণ পাল নামৰ এজন কৰ্মক্ষম ঠিকাদাৰ বি. বৰুৱা কোম্পানিৰ পালি-ঠিকাদাৰ হ'ল আৰু আনো সৰু ঠিকাদাৰৰ যোগে কাঠৰ কাৰবাৰ দপ্‌দপ্‌কৈ বাঢ়ি আহিল। বটু বাবুৱে বিশেষ কাম কৰিছিল উড়িষ্যাৰ ফিউডেটৰি ষ্টেট গাংপুৰৰ ৰজাৰ জঙ্গলত। ৰজাৰ বৰপুতেক যুৱৰাজক বোলা হয় টিকায়েৎ; তাৰ পিছত মাজু নুনু, ভুলকু নুনু আৰু বহুত নুনু ৰজাৰ কোঁৱৰ। এওঁলোকক লক্ষ্মীনাথে কলিকতালৈ আহিলেই আলৌ-অথৌকে ৰাখিব লাগিছিল। ভোলনাথ-লক্ষ্মীনাথ দুয়ো জৰ্জ হেণ্ডেৰ্ছন, মেকেঞ্জি লায়েল আদি বৰ বৰ কোম্পানিৰ অফিচত ঘুৰমুটিয়াই ফুৰিব লাগিছিল। লক্ষ্মীনাথৰ নামে ক্ৰেডিট ডি লায়ঁছ, নেচনেল বেংক, কেলকাট্টা বেংক, হিন্দুস্থান বেংক, হংকং এণ্ড শ্বাংহাই বেংকিং কৰ্পোৰেচন আদি বৰ বৰ বেংকত বি. বৰুৱা কোম্পানিৰ পুঁজি পৰিচালিত হৈছিল। এই জয়জয় ময়ময় অৱস্থাত

কালীকৃষ্ণ প্ৰামাণিকৰ ফাৰ্মত কাম কৰা আৰু কলিকতাৰ ব্যৱসায়ী মহলত সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ অতুলকৃষ্ণ ঘোষে লক্ষ্মীনাথৰ কুছলিয়নিত বি. বৰুৱা কোম্পানিত যোগ দিলেহি প্ৰামাণিকসকলৰ অনুমতিৰে। ইতিমধ্যেই তেওঁলোকৰ চেগুন কাঠৰ বিভাগত কাম কৰা কিশোৰীমোহন সিংহ বৰুৱা কোম্পানিলৈ আহিছিল। ব্যৱসায়ৰ কামত যোগ দিছিলহি ভোলানাথৰ আপোন মানুহ ঃ ভুবনচন্দ্ৰ বৰুৱা বা কাপ্তান—যি উমেশচন্দ্ৰ বৰুৱা নাম লৈ 'বাঁহী'ত অপৰূপ কবিতা লিখিছিল আৰু যাক অপুত্ৰক ভোলানাথে পুত্ৰৰূপে গ্ৰহণ কৰিছিল, গোলোকচন্দ্ৰ বৰুৱা আৰু ভৱানীচৰণ বৰদলৈ আৰু লক্ষ্মীনাথৰ সৰু ভায়েক হৰিনাথ—যি বেজবৰুৱাৰ কেলকাট্টা মিছেলেনাছ্ ষ্টোৰ্ছ, আসাম বেংগল ষ্টোৰ্ছো চলাইছিল আৰু বেজবৰুৱাৰ লগত গৈ বাৰ্ড কোম্পানিৰ কাম কৰিছিল সম্বলপুৰত ১৯২১ৰ অক্টোবৰ পৰ্যন্ত।

এই দিনলেখাৰ পোনৰ ভাগৰ পাতবোৰত বেজবৰুৱাৰ বন্ধু আৰু দেশৰ বৰেণ্য পুৰুষ অনেককে লগ পোৱা যাব—জগন্নাথ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, মন্ত্ৰী ঘনশ্যাম বৰুৱা, কনকলাল বৰুৱা, গুঞ্জানন বৰুৱা (শিৱসাগৰ), ৰমাকান্ত বৰকাকতী, চন্দ্ৰকুমাৰ আগৰৱালা (মৃত্যু ২ মাৰ্চ ১৯৩৮), হেমচন্দ্ৰ গোস্বামী (মৃত্যু ২ মেই ১৯২৮), বেণুধৰ ৰাজখোৱা, সত্যনাথ বৰা, আব্দুল মজিদ, ৰাধানাথ ফুকন (যোৰহাট), কৰ্নেল জালনুৰ আলি আহমদ (আজিৰ ৰাষ্ট্ৰপতি ফখৰুদ্দিন আহমদৰ পিতৃ), চন্দ্ৰধৰ বৰুৱা, যোগেন্দ্ৰনাথ বৰুৱা (ই. এ. চি., পাছত জজ), ভুবনৰাম দাস (ৰায় ছাহাব), কৃষ্ণকুমাৰ বৰুৱা (যোৰহাট); আগৰৱালা বংশৰ বিষ্ণুপ্ৰসাদ আৰু পৰমানন্দ (জ্যোতিপ্ৰসাদৰ পিতৃ); বেজবৰুৱাৰ ককাইদেৰেক গোবিন্দচন্দ্ৰ (যোৰহাট), শ্ৰীনাথ (গোলাঘাট, মৃত্যু ৬ ডিচেম্বৰ ১৯১৮), বিনন্দ (শিৱসাগৰ), জগন্নাথ (ডিব্ৰুগড়, মৃত্যু ৪ জুলাই ১৯৩৫), জয়কৃষ্ণ (ডিগবৈ, মৃত্যু ১৬ আগস্ট ১৯১৮), ভায়েক বিৰিঞ্চি (ডিব্ৰুগড়)। পণ্ডিত গৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণে শ্ৰীনাথ বেজবৰুৱাৰ ছোৱালী বিয়া কৰিছিল।

১৯১৭ চনত বেজবৰুৱা কলিকতা এৰি সম্বলপুৰলৈ উঠি যায়। ইয়াৰ পূৰ্বতো তেওঁ ব্যৱসায়ৰ কামত সম্বলপুৰলৈ ঘনাই অহা-যোৱা কৰিছিল আৰু প্ৰায়ে চৰকাৰী অধিবক্তা যোগেন্দ্ৰনাথ সেনৰ ঘৰত আছিলগৈ, কাৰণ সেন আৰু তেওঁৰ কবি আৰু গ্ৰন্থকৰ্ত্ৰী সহধৰ্মিণী সৰোজকুমাৰী দেৱী (মৃত্যু ২৫ ফেব্ৰুৱাৰী ১৯২৬) আৰু পুত্ৰ বড়কু আৰু ছোটকু (জ্যোৎস্নানাথ, সুকুমাৰ) কলিকতালৈ আহিলে বেজবৰুৱাৰ ঘৰত ৰৈছিলহি আৰু ল'ৰা দুজন কলিকতাত পঢ়াত বেজবৰুৱাই আছিল অভিভাৱক। এতিয়া বাৰ্ড কোম্পানিয়ে সম্বলপুৰত থাকি লক্ষ্মীনাথক উড়িষ্যাৰ জঙ্ঘলত কাম

কৰিবলৈ দিয়াত তালৈ গৈ হৰ্ছ্বৰো নামে কোনোবা পাদুৰীৰ এটা ঘৰত ছবছৰৰ অধিক আৰু তাৰ পাছত ১৯২৩ চনৰপৰা আন এটা ঘৰ (বৰ্তমান পূজাৰি নামৰ এজন ডাক্তৰৰ ঘৰ) কেৰেয়া কৰি থাকি শেহত মহানদীৰ পাৰত মাটি লৈ নিজৰ ঘৰ সজাই লয় (১৯২৪)। ঝাৰসোগড়াতো তেওঁ এটা ঘৰ কৰাইছিল আৰু মেঘপাল, বৰমাল আদিত কামৰ সুবিধাৰ বাবে বঙলা ৰাখিছিল। বেজবৰুৱা আৰু সেন, প্ৰজ্ঞাসুন্দৰী আৰু সৰোজকুমাৰীক কেন্দ্ৰ কৰি সম্বলপুৰত নতুন এখন সমাজ গঢ় লৈ উঠিল। সম্বলপুৰলৈ অহা সকলো উচ্চপদস্থ বিষয়াই স্বাভাৱিকতে সেই সমাজৰ সদস্য হ'ল। স্থানীয় মেজিষ্ট্ৰেট বালমুকুন্দ বহিদাৰ, আই. চি. এছ.ৰ বিষয়া নীলমণি সেনাপতি আদিৰ পৰিয়ালো তাতে সাঙোৰ খাই পৰিল। মেজিষ্ট্ৰেট প্ৰবোধচন্দ্ৰ মজুমদাৰ, ছাবৰ্ডিনেট জজ প্ৰিয়লাল মুখাৰ্জি, পুলিচ ছাহাব গুৰুপ্ৰসাদ দাস, চিভিল ছাৰ্জন ডাক্তৰ কৰ আৰু ডাক্তৰ টি. এন্. মিত্ৰ, এছিষ্টেণ্ট চিভিল ছাৰ্জন ডাক্তৰ বল, এছ্. ডি. ও. মুকুটবিহাৰী সিংহ, অযোধ্যাপ্ৰসাদ আৰু প্ৰবোধচন্দ্ৰ মজুমদাৰ, এক্‌চাইজ্ ছুপাৰিণ্টেণ্ডেণ্ট দুৰ্গা বাবু, ছেট্‌লমেণ্টৰ বৰছাহাব হামিদ (যাক 'মোৰ মৃগয়া'ত ভূৰি প্ৰশংসা কৰা হৈছে), ডি. এফ্. ও. মুদলিয়াৰ, ডেপুটি কমিছনাৰ এফ. চি. ইংলেছ, এম্. এম্. ৰায়, খাস্তগীৰ হেমেন্দ্ৰলাল, আইৰিংশ ভদ্ৰলোক কেছি, ওড়িয়া খ্ৰীষ্টিয়ান ডিক ৰাউত আৰু তেওঁৰ ভ্ৰাতৃ এছ্. কে. ৰাউত, অসমৰ বাগিচালৈ বনুৱা সংগ্ৰহ কৰা ছাহাব আৰু সম্বলপুৰ মিউনিচিপেলিটিৰ চেয়াৰমেন হোম্‌ছ, ওড়িয়া ব্যৱসায়ী দুৰ্গা মিশ্ৰ আদিৰে বেজবৰুৱাৰ বন্ধুৰ মহল যথেষ্ট বহল। সেই উচ্চ মহলত তেওঁৰ আৰু তেওঁৰ পত্নী-কন্যাৰ দৰে গুণী আৰু উচ্চৰুচিসম্পন্ন এটি পৰিয়ালৰ কদৰ সকলো সময়তেই।

সৰুতে ঘৰত ৰান্ধিবলৈ বুলি অনা জীয়ঁৎ কাৱৈ-মাগুৰ মাছ থেঁতেলাই মৰাটোও সহ্য কৰিব নোৱৰা, হাঁহ-পাৰ-ছাগলি মৰাৰ নামকে নুশুনা মহাপুৰুষীয়া মানুহৰ ঘৰৰ ল'ৰা লক্ষ্মীনাথে কেনেকৈ প্ৰথম মহাযুদ্ধৰ আৰম্ভণিতে চোৰৰ ভয়ত বন্দুকত হাত দিবলগীয়াত পৰিছিল, আৰু সম্বলপুৰৰ হাবিত কাম কৰিবলগীয়া হোৱাত কেনেকৈ এটা দুনলীয়া বন্দুক আৰু এটা ৪০৫ উইন্‌চেষ্টাৰ ৰাইফল্ কিনি লৈ "এখোজ দুখোজকৈ মৃগয়া-নামক ব্যসনত আসক্ত হ'ল" তাৰ কাহিনী 'মোৰ মৃগয়া'ত লক্ষ্মীনাথে ৰসালকৈ বৰ্ণনা কৰিছে। পোনতে দুঠেঙীয়া হাইঠা, বন-কুকুৰা, হাঁহ, ডাউক, বাদুলি চিকাৰ কৰি হাত পকাই লৈ তেওঁ লাহে লাহে সৰু পহু (মাউছ-ডিয়েৰ), শৰ-পহু, হায়েনা, বনৰীয়া মেথোন, দঁতাল বন্য বৰাহ মাৰি বীৰত্ব কৰিব

পৰা হৈছিলগৈ। তেওঁৰ এই মৃগয়া-পৰিক্ৰমা আৰু মৃগয়াৰ বসাল বৰ্ণনা মিলাই অধ্যয়ন কৰিবলগীয়া। ১৯১৭ৰ ছেপ্টেম্বৰৰপৰা তেওঁৰ সম্বলপুৰত স্থায়ী স্থিতি, ৮ আৰু ৯ নবেম্বৰত চিকাৰৰপৰা শুদা মুখে ঘুৰি ১০ তাৰিখে দুটা হাঁহ ধৰিলে। ১৯১৮ৰ জানুৱাৰীৰ ২৪ত কেইটামান বাদুলি আৰু পিছদিনা হাইঠা, ফেব্ৰুৱাৰীৰ ১৪ত এটা হাঁহ, এটা কপৌ, ছটা বাদুলি আৰু মাৰ্চৰ ১৯ত কেইটামান চৰাই মাৰি এপ্ৰিলৰ ১৮ত তেওঁৰ "চাৰিঠেঙীয়া জন্তু-বধৰ প্ৰথম অধ্যায়"ত mouse-deer অৰ্থাৎ "এন্দুৰৰ নিচিনা এবিধ সৰু পছ" বধ কৰিলে; সি সহজে দুষ্প্ৰাপ্য কিন্তু তাৰ মঙহ ভক্ষ্য। তেওঁৰ জীৱনৰ প্ৰথম ট্ৰফি অৰ্থাৎ চিকাৰৰ চিনস্বৰূপে তাৰ ছালখন বহুত দিনলৈ আদৰকৈ লক্ষ্মীনাথে ৰাখি থয়। এই এন্দুৰ যেন নাওমান পছ মৰাৰ পাছতে ১৯২০ৰ ২৮ ডিচেম্বৰত তেওঁৰ সগৰ্ব ঘোষণা : I killed a deer at Pramanpur. আৰু তাৰ চাৰি দিনৰ পাছতে জামৰা-হীৰাকুদৰ ধামা হাবিত এক "প্ৰকাণ্ড বৰা আৰু ভীষণ দঁতাল"ৰ নিধন-পৰ্ব সংঘটিত কৰি "লগৰীয়া চিকাৰীসকলৰ কংগ্ৰেচুলেচন অৰ্থাৎ আনন্দ-প্ৰকাশৰ অভিনন্দন আনন্দ মনেৰে" গ্ৰহণ কৰে; মাথোন সিদিনাৰ "বনভোজনৰ লগৰীয়া মহিলাসকলৰ ভিতৰৰ ললনা এজনাই" (প্ৰবাল বোলা এজনৰ পত্নী) "যেই শুনিলে যে তেওঁৰ চিকাৰী স্বামী সেই বৰাহৰ অন্তক নহয়.... সেই হৰিণাক্ষীয়ে....মুখখন এপাচিমানকৈ ওফোন্দাই দুৰ্ঘোৰ ৰোহ পাতি" হৰিষত বিষাদ সৃষ্টি কৰিছিল। ইয়াৰ পাছত চিকাৰী বেজ অনেক দিনেই শুদা মুখে ঘুৰিবলগীয়া হৈছিল। ১৯২১ৰ জানুৱাৰীৰ ১৬ত বৰগড়ত মাথোন এটা ডাউক আৰু ডিচেম্বৰৰ ২৯ত লামডুংগ্ৰিত দুটা হাঁহ তেওঁৰ চিকাৰত পৰে, এপ্ৰিলৰ ২৩ত লগৰীয়া প্ৰবালে ঘিছামুৰাত এক বন্য বৰাহ বধ কৰে, মেইৰ ১৯ত বেজে এটা ভালুকৰ গাত চেৰা-গুলী লগায়; কিন্তু তেওঁ ভালুক আৰু বাঘ বধ কৰি নাপালে। ১৯২৪ জানুৱাৰীৰ ৭ত লক্ষ্মীনাথে হামিদ নামৰ আলিগড়-শিক্ষিত বন্ধুৰ লগত গৈ ঘিছামুৰাৰ ওচৰৰ গুমকৰ্মা গাঁৱত এক প্ৰকাণ্ড মেথোন চিকাৰ কৰে; আমার গুলি একটা bull bison-এর হৃদয় ভেদ করে চলে গেল, আর বেচারা তৎক্ষণাৎ পড়ে গেল। আমার আর আনন্দ রাখাবার স্থান নেই—আনন্দে excitement-এ আটখানা হয়ে গেলুম। ২০টা কুলিতে bisonটা বয়ে আনতে পারল না দেখে একটা মস্ত buffalo cart-এ তাকে আমাদের camp-এ আনা হ'ল। তখন রাত্রি ১০টা। পাঁচখানা গ্রামের লোক এসে সেই জানোয়ারটা কেটে পর্বতাকার মাংস নিয়ে গেল, আর রাত্রি ২টা পর্যন্ত তাদের ঝগড়া কাড়াকাড়ি চলতে লাগল। তার পরদিন সম্বলপুর ফিরে এসে

মাথাটা আৰ hideটা Cawnpore-এ পাঠিয়ে দিলুম mount কৰতে। এই তো আমাৰ শিকাৰেৰ ইতিবৃত্ত" (পত্ৰলেখা, পিঠি ১২৯-৩০)। এই মৃগয়া-কীৰ্তিৰ পাছত বহুত দিন নিস্তব্ধতা পাৰ হৈ আছিল। এইবাৰ বন্য-বৰাহ-বধ ১৯৩০ৰ ৯ ফেব্ৰুৱাৰীৰ দিনা ঘিছামুৰাৰ অৰণ্যত। তাৰ পাছদিনাই তেওঁৰ 'মাই ডিয়েৰ' কবি দুৰৱালৈ লিখিছে ঃ "বাঁহীৰ সম্পাদকেই সেই সম্পাদকীয় গুৰুভাৰ" (দঁতাল-বৰা-নিধন) 'বহন কৰিছিল। দঁতাল বৰাৰ মঙহ বন্যশূকৰ-মাংসভোজীসকলৰ ভিতৰত ভগাই দি সম্পাদক-প্ৰবৰে নিজৰ নিমিত্তেও কিছু ৰাখিছিল; কাৰণ বন্য শূকৰৰ মাংস-ভোজন যে অবিধি নহয়, এই বিধান তেওঁ বৰকৈ মানে। আজি পুৱাৰপৰাই বুঢ়ী ব্ৰাহ্মণী শূকৰ-মাংসক হেম্ বেকণত পৰিণত কৰা কাৰ্যত ব্ৰতিনী' (পত্ৰলেখা, পিঠি ২১) ১৯৩০ৰ ১ আগষ্টৰ দিনা 'আবাহন'লৈ পঠিওৱা 'মোৰ মৃগয়া' প্ৰবন্ধত এই সকলোবোৰ কথাই আছে। ইয়াৰ পাছত মৃগয়াশীল বীৰৰূপে বেজে আৰু বিশেষ কীৰ্তি সংস্থাপন কৰা নাই, যদিচ সেই ব্যসনো বয়সৰ বাবে তেওঁ পৰিত্যাগ কৰা নাছিল।

লক্ষ্মীনাথৰ সম্বলপুৰত বসতি হৈছিল বাৰ্ড কোম্পানিৰ চাকৰিৰ বাবে। ১৯১৬ চনৰ ২২ আগষ্টত তেওঁ বাৰ্ডৰ ডিপাৰ্টমেণ্টাল অফিচাৰ কাৰ্কপেট্ৰিকৰ সৌজন্যত কোম্পানিৰ ঘাই বৰছাহাব আইৰন্‌ছাইডৰপৰা ডেৰ শ টকা দৰ্মহাৰ মকৰৰ-পত্ৰ লাভ কৰে। ১৯১৬-১৭ চনত তেওঁ কোম্পানিৰ কলিকতা অফিচৰ কাম কৰিছিল আৰু বংগ, বিহাৰ, উড়িষ্যাৰ নানা ঠাইত টাকুৰি ঘূৰাদি ঘূৰিছিল। ১৯১৭ চনৰ শেহৰফালে সম্বলপুৰৰ বাৰ্ড কোম্পানিয়ে বিহাৰ-উড়িষ্যা চৰকাৰৰপৰা পাঁচ বছৰৰ নিমিত্তে বন্দবস্ত কৰি জঙঘল ল'লে আৰু লক্ষ্মীনাথৰ দৰ্মহা দুশলৈ তুলি ঘৰৰ কেৰেয়া, লগুৱা-চাপৰাচী ওপৰঞ্চি দি সম্বলপুৰলৈ পাচিলে। সেইমতে ছেপ্টেম্বৰ-অক্টোবৰত তেওঁ কলিকতাৰপৰা তলৈ উঠি গ'ল। ইয়াৰ ছমাহমানৰ পাছতে লক্ষ্মীনাথৰ ওপৰৱালা কাৰ্কপ্ৰেট্ৰিকে ইঞ্জিনিয়াৰিং ডিপাৰ্টমেণ্টৰ অফিচাৰ ডাফক লগত লৈ গৈ তেওঁৰ কাম চাই দৰ্মহা তিনি শলৈ বঢ়াই দিছিল আৰু ১৯২১ৰ জুলাইত দৰ্মহাৰ একেকোবে এশ টকা বৃদ্ধি দি পাঁচ শ টকাৰ বনাছ দিয়াৰ ব্যৱস্থা কৰিছিল। মুঠতে তেওঁ কামত অত্যন্ত পাৰদৰ্শিতা দেখুৱাইছিল আৰু ইয়াৰ পাছত দৰ্মহা ৪৫০লৈকে আৰু আন সুবিধাৰ বৃদ্ধি লাভ কৰিছিল। বাৰ্ডৰ কামত তেওঁ সম্বলপুৰত প্ৰায় এঘাৰ বছৰ আছিল। ইয়াৰে শেহৰ ভাগত ১৯২৭ৰ অক্টোবৰৰপৰা তেওঁক অসমৰ হাবিত কাম কৰিবলৈ দিয়া হয়। খিলং, নংপো, বৰ্নিহাট, লাইলাক, নংগ্ৰাম, উমলিং,

কুকুৰমাৰা আদি ঠাইত তেওঁ ঘুৰিবলগীয়া হৈছিল কাঠৰ সন্ধানত, আৰু বিহাৰৰ নেপাল সীমান্তৰ যোগবনিলৈ যাবলগীয়া হৈছিল ঘনাই নেপালী কৰতীয়া যোগাৰ কৰিবলৈ। এই সময়ত তেওঁ গুৱাহাটীত প্ৰায় প্ৰিঞ্চিপেল জে. বৰুৱাৰ ঘৰত আছিলহি আৰু কোম্পানি বাগান ৰোডত দপ্তৰ কৰিছিল। কিন্তু অসমৰ হাবিয়ে তেওঁক একেবাৰেই নুশুজিলে, নিজ ঘৰতে তেওঁৰ হ'ল 'বনবাস' (পত্ৰলেখা, পিঠি ৬৭)। তথাপি কোম্পানিৰ ছাহাবসকলে তেওঁক হাবিতহে থাকিবলৈ কয়, গুৱাহাটীত নহয় (দিনলেখা, পিঠি ১৪৮, পত্ৰলেখা ৬৯)। অথচ গাড়ী নাই, ঘোঁৰা নাই, জঙ্ঘলত ৰাতি পৰ্যন্ত কাম কৰিব লাগে। এদিনযে একেবাৰেই আধামৰা অৱস্থা। তেওঁৰ মন একেবাৰেই ভাগি পৰে। তেওঁ পত্নীলৈ লিখে ১৯২৮ৰ জানুৱাৰীৰ শেহত ঃ "আমি Febry & march, ও April-এর ১৫ দিন কাটিয়ে দিয়ে কোনও মতে সম্বলপুরে ফিরে যেতে পারলে ভগবানকে শতসহস্র প্রণাম। এরকম জঙ্গলে থাকা অসম্ভব" (পত্ৰলেখা ৭৩)। ফেব্ৰুৱাৰীৰ শেষত জনাইছে, ১ মাৰ্চৰপৰা ছুটী মঞ্জুৰ হৈছে ঃ "ভালয় ভলায় এরকম এই ভীষণ Andaman-এর ন্যায় জঙ্গল থেকে বেরিয়েছি" (পত্ৰলেখা ৭৭)। পাছদিনা অৰ্থাৎ ২৮ ফেব্ৰুৱাৰীত স্মাৰ্ট নামৰ ছাহাবক কাৰ্যভাৰ গতাই দি ১ মাৰ্চৰ দিনাখনেই কলিকতাইদি সম্বলপুৰলৈ লৰ মাৰিলে স্বস্তিৰ নিশ্বাস কাঢ়ি। ইয়াৰ পাছত তিনিকুৰি চাৰি বছৰ বয়সত তেওঁৰ 'স্বাধীন ব্যৱসায়ৰ' পাতনি! তেতিয়া বেহা-বেপাৰত উদ্‌গতি লাভ কৰিবৰ জোখাৰে কিমান শক্তি আৰু উৎসাহ থাকিব পাৰে? মাজে মাজে মন একেবাৰেই মৰি আছে, বৰুজীলৈ তেওঁ লিখে ঃ "এবার আমার business একেবারেই খারাপ। ডিপোতে কাঠের প্রকাণ্ড গাদা, অথচ বিক্রি নেই। খরচে খরচান্ত। ভাবছি তোমার কাছে গিয়ে শুয়ে শুয়ে বাকী দিন কয়টা কাটিয়ে দেব। একমুঠো ভাত খেতে দিও—আর সব ছেড়ে দেব। একটা ছোটখাট রকম নীচের তলায় ঘর রেখে দিও—একটা দড়ির খাটিয়া হলেই হবে" (পত্ৰলেখা ১১২)। বয়সৰ লগে লগে অসুখেও পীড়া কৰে বেছিঁকৈ; "মই বুঢ়া; ঘৈণীজনী বুঢ়ী। ডাক্তৰ-কবিৰাজ ইয়াত কেনা" (পত্ৰলেখা ২৫)। সংসাৰৰ আঘাতৰ বাবেতো বুকু পাতি ৰ'বই লাগিছিল।

সাংসাৰিক জীৱনৰ প্ৰথম ভাগতে তেওঁ এটি ডাঙৰ আঘাত পাইছিল প্ৰথমা কন্যা সুৰভিৰ মৃত্যুত ঃ "জীৱনত প্ৰথমতে আমি এই দাৰুণ শোক পালোঁ। মাকৰ আৰু মোৰ হিয়া ভাগি টুকুৰাটুকুৰ হ'ল। ৰাতি শৱটো কোনে নি নিমতলা ঘাটত পুৰিলেগৈ আজিলৈকে মই ক'ব নোৱাৰোঁ, কাৰণ মোৰ তেতিয়া একপ্ৰকাৰ অজ্ঞান

অৱস্থা" (মোৰ জীৱন-সোঁৱৰণ)। আন তিনিটি কন্যা আজিও জীৱিতা—শ্ৰীমতী অৰুণা মুখাৰ্জি, শ্ৰীমতী ৰত্না বৰুৱা আৰু ছিষ্টাৰ দীপিকা। ১৯২০ৰ নৱেম্বৰত কলিকতাত অৰুণাক আৰু ১৯২৮ৰ নৱেম্বৰত সম্বলপুৰত ৰত্নাৱলীক সুপাত্ৰস্থা কৰা হয়, জী-জোঁৱাই আৰু জীৰ ফলীয়া নাতি-নাতিনীক লৈ বেজবৰুৱা সদায় সুখী। তিনিওগৰাকী ছোৱালীকে তেওঁ কলিকতাত পাব পৰা আধুনিক উচ্চ শিক্ষা দান কৰিছিল। তিনিও সৰুৰেপৰা বাংঢালী স্বভাৱৰ আছিল। ১৯২৩ত দীপিকাৰ সম্বন্ধে বেজবৰুৱাই লিখিছিল ঃ "দীপিকাটা কি নকুলে, কি funnyই হয়েছে। সেদিন ....কে খেতে ডেকেছিলুন। দীপিকা এক ঘণ্টা ধরে তাঁদের আমোদ দিয়ে গুলজার করে রেখেছিল" (পত্ৰলেখা ১০১)। আকৌ "জানই তো তার পড়ার বাতিক? তিনি—সত্যব্রত যা লিখেছে তা ঠিক—কি একটা হোমরা চোমরা blue-stocking হবেন বোধহয়, আর তালপাতার সেপাইর মত পুচকে মেয়েটা, তার জিদের কথা আর কি বলা যায়? অবশ্যি ভাল বিষয়ে জিদ বলতে হবে এটা, তাই ভাল। আবার স্কুলের boarding-এর পচা মাছ, পচা মাংস, আধসিদ্ধ ডাল তরকারি খেয়ে টিংটিঙ্গে হয়ে আসতে সাধ হচ্ছে। যাক্ কি করব" (পত্ৰলেখা ১০৩)। লাহে লাহে দীপিকাৰ মনৰ ভিতৰত ঘৰৰ মোহৰপৰা আঁতৰৰ আদৰ্শ শিপাবলৈ ধৰিলে ১৯৩২ৰ ১৫ জুনৰ দিনা মাক-বাপেকে সম্বলপুৰৰপৰা কলিকতালৈ ওলোৱা তেওঁক ৰেলত তুলি দিলেগৈ; কিন্তু বেজবৰুৱাৰ মনত এটা কথাত তোলপাৰ লাগিল ঃ "Dipika went away without even প্ৰণাম করে to us. Why? God only knows what is in her mind" (দিনলেখা ১৬৪)। সেই বছৰেই দীপিকাই এংলিকান সম্প্ৰদায়ত খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰিলে। আৰম্ভ হ'ল Dipika's little storm. বেজবৰুৱাই ২ জুলাইত বৰজোঁৱাই সত্যব্ৰতলৈ লিখিলে ঃ "I have become worse than a woman. Can you do something to rescue the girl from the clutches of these so-called Christian devils" (পত্ৰলেখা, ১৩৪)। হয়তো লক্ষ্মীনাথৰ ককায়েক ডাক্তৰ গোলাপচন্দ্ৰ বেজবৰুৱাৰ খ্ৰীষ্টিয়ান ধৰ্ম-গ্ৰহণে দীপিকাৰ মনত ক্ৰিয়া কৰিছিল; হয়তো তেওঁ ভাবিছিল তেওঁৰ প্ৰতি আপোনসকলৰ ভাল পোৱা নাই। হতভম্ব পিতাই কন্যালৈ ১৪ জুলাইত লিখিছেঃ "তুমি তোমার দুখানা চিঠিতে তোমার জ্যাঠার ধর্মান্তর গ্রহণের কথা লিখেছ; তার কোন ইতিহাস জান না বলেই লিখেছ। আমারাও বলি নি, কারণ বিষয়টা বড় কষ্টকর। .....ডাক্তার বেজবরুয়া টাকা-কড়ির অভাবে খ্রীষ্টান হয়েছিলেন, ভালবাসার অভাবে নয়। তোমার খ্রীষ্টান

হবার ইচ্ছা হয়েছে টাকা-কড়ির অভাবে নয়, কিন্তু মনে পাতা ভালবাসার অভাবে। তোমার বিভ্রান্ত মন মনে করছে, তোমার বাবা-মা বোন এবং ভগ্নীপতিরা তোমাকে কেউ ভালবাসে না। তুমি সংসারে একলা" (পত্ৰলেখা ১৪৫)। দীপিকা একোতেই নুঘূৰিল। ১৯৩৫ৰ জানুৱাৰীত নান্ বা সন্ন্যাসিনী হৈ ছেপ্তেম্বৰত বিলাতলৈ যাত্ৰা কৰিলে। বেজবৰুৱাই শেহলৈকে চিঠি-পত্ৰৰ আদান-প্ৰদান কৰিছিল। ১৯৩৮ চনৰ ডায়েৰিত ১৩ জানুৱাৰীত ছিষ্টাৰ দীপিকা বিলাতৰপৰা ঘূৰি বোম্বাই পোৱাৰ, ১ ফেব্ৰুৱাৰীৰ মাজনিশা ৰুগ্ন পিতৃক চাবলৈ আহি ডিব্ৰুগড় পোৱাহিৰ কথা আৰু ২১ ফেব্ৰুৱাৰীৰ পূৰ্বৰাতি নিশা ডিব্ৰুগড় এৰাৰ কথা লিপিবদ্ধ হৈছে। মুণ্ডিতকেশা সৰ্বশুক্লাভৰণা ৰূপত বিলাত-ফেৰ্তা নুমলী জীক দেখি পিতৃ-মাতৃৰ মনত কেনে লাগিছিল, তাৰ অভিলেখ আমি পোৱা নাই। কিন্তু তিনিচুকীয়াত ৰেলত তুলি বিদায় দিয়া মুহূৰ্তত হেনো পিতৃয়ে ধৰ্মান্তৰ গ্ৰহণ কৰা কন্যাক কৈছিল : "যা নিয়েছো তা ছেড়ো না।" বেজবৰুৱাৰ মৃত্যুৰ পাছত তেওঁৰ কন্যাসকল সম্বলপুৰৰ ঘৰলৈ যাওঁতে পুথি-পত্ৰৰ মাজত গোলাপ বেজবৰুৱাৰ বাইবেল এখনি ওলালত তাকে দীপিকাই পৈতৃক সম্পত্তিৰূপে গ্ৰহণ কৰি লৈ আহিছিল।

সম্বলপুৰত থকা কালছোৱাতহে যতীন্দ্ৰনাথ দুৱৰাৰ লগত বিশেষ ঘনিষ্ঠতা গঢ় লৈ উঠিছিল। যদু কবি 'বাঁহী'য়ে গঢ়া, 'বাঁহী'ক গঢ়া', 'বাঁহী'ৰ কবি। তাতে আকৌ তেওঁৰ ঘাই ঘৰ বেজবৰুৱা-চুবুৰিতে লগা। তেওঁৰ মাকক লক্ষ্মীনাথে সকতে কপালত ৰেঘা-লোৱা, চাৰিচকুৱা মেকুৰী পোৱালি এটা আৰু ভাটৌ পোৱালি দুটা দিছিল। 'বাঁহী'ৰ ল'ৰাকালতে যতীন্দ্ৰনাথ কলিকতাত বেজবৰুৱাৰ আপোন হৈ পৰিছিল। ১৯১৪-১৫-১৬ চনত তেওঁ 'বাঁহী'ৰ প্ৰুফ, আদি চোৱা কাম কৰিছিল কলিকতাত থাকি। পিছৰ বছৰত তেওঁ ডিব্ৰুগড়ৰ শ্ৰীনীলমণি ফুকনৰ জৰ্জ ইন্‌ষ্টিটিউচনত মাষ্টৰি কৰিবলৈ গ'ল আৰু তাত কেইবছৰমান থাকিল। ১৯২৪ কি তাৰ আগৰপৰা তেওঁ পুনৰ কলিকতাবাসী হ'লহি আৰু গুৰুৰ লগত ঘনিষ্ঠতা বাঢ়িল। সেইবছৰ বেজবৰুৱাৰ অসম সাহিত্য সভাৰ অভিভাষণখন দুৱৰাই সম্পাদনা কৰিছিল আৰু অমিয়কুমাৰ দাস, লক্ষ্মীধৰ শৰ্মা, হেমচন্দ্ৰ বৰুৱাৰ সহায় লৈছিল সেই কামত। ১৯৩২ চনত কলিকতাত কবিৰ এক সাংঘাতিক মটৰ-দুৰ্ঘটনা হয়। এই খবৰ পাই বেজবৰুৱা exceedingly upset হৈ পৰিছিল (দিনলেখা ১৬৪)। এবছৰৰ পাছত তেওঁ কবিলৈ লিখিছিল : "তুমি যমৰ দুৱাৰ-মুখৰপৰা আহিলা ঠিক। ঘূণীয়া হৈ থাকিলেও, ঈশ্বৰে তোমাক আকৌ আমাৰ হাতলৈ আনি দিলে। .....মোৰ জীৱনত

অতি বৰ শোকৰ ভিতৰত তোমাৰ নিমিত্তে পোৱাটো 3rd" (পত্ৰলেখা ২৫)। দুৱৰা ইয়াৰ আগত-পাছত মাজে মাজে সম্বলপুৰলৈ যায়, কেতিয়াবা কেইবাদিনো, আন কি তিনি সপ্তাহ পৰ্যন্ত, থাকেগৈ। বেজবৰুৱাক ওৰেও জোকাই থাকিবলৈ মানুহ এটি লাগে। দুৱৰা কাষত থাকিলে তেঁৱে চিকাৰ হ'বলগীয়া হয়। একোদিন জোকোৱা ইমান বেছি হয় যে কবিয়ে উচুপি উচুপি কান্দিবলৈ ধৰে। একোদিন 'প্ৰেক্টিকেল জোক'ৰ কোবত তেওঁৰ গাত বাল্টিৰে পানী ঢালি দিয়া হয়। যদু কলিকতাত থাকোঁতেও তেওঁ বেজবৰুৱালৈ সোনামুগ, ফুলকবি, মটৰ মাহ, গুড়, কিবা নহয় কিবা এটা কটকী পালেই পঠায়। বেজবৰুৱা সাহিত্য সভাৰ সভাপতি হৈ অসমলৈ আহোঁতে দুৱৰাও আহিল ছাঁৰ দৰে। ১৯৩০ চনত বেজবৰুৱা আহিছিল পত্নী আৰু কনিষ্ঠা দীপিকাৰে 'মাতৃ-মুখ দৰ্শন' কৰিবলৈ; সেই তীৰ্থ-ভ্ৰমণৰ মাজতে "যদু কবি ভটং কৰে ডিবুৰুত ওলাইছিলগৈ, সম্ভৱতঃ চুম্বকৰ টানত; আৰু সেই চুম্বকডোখৰো সম্ভৱতঃ ময়েই" বুলি বেজে নিজেই বুজিছিল।

সম্বলপুৰলৈ উঠি যোৱাৰ লগে লগে জোড়াসাঁকোৰ লগত সম্বন্ধও পাতলি আহিবলৈও ধৰিলে, যদিও কলিকতাত পঢ়ি থকা ছোৱালী তিনিগৰাকীয়ে সেই সম্বন্ধ ৰাখিছিল, লক্ষ্মীনাথ-প্ৰজ্ঞাসুন্দৰীও মাজে মাজে জোড়াসাঁকোলৈ আহিছিল। ঋতেন্দ্ৰনাথ ঠাকুৰ ৰত্নাৰ বিয়াৰ উপলক্ষ্যত চন্দ্ৰকুমাৰ আগৰৱালাৰ দৰে সম্বলপুৰত উপস্থিত আছিল (১৯২৮)। ১৯২৩ত ৰবীন্দ্ৰনাথ ঠাকুৰৰ পত্নী সম্বলপুৰত কেইদিনমান আছিলগৈ। ঋতু বাবুৰ ঘৰতে অৰুণাৰ বিয়া পতা হৈছিল। পিছৰ বছৰ ঝাড়সোগড়াত লক্ষ্মীনাথক কুকুৰে কামোৰাত শ্বিলঙৰ পাষ্টুৰ ইনষ্টিটিউটত চিকিৎসাৰ বাবে তেওঁ ৰত্নাৰে আহি বন্ধু আব্দুল মজিদৰ ঘৰ 'গুলেস্তান'ত মজিদৰ কন্যা শ্ৰীমতী ৰহমানৰ আদৰ-সমাদৰত থাকোঁতে ৰবি কাকা মনীষাৰ শ্বিলঙৰ ঘৰ 'জিতভূমি'ত আছিলহি। শ্বিলঙত ৰত্নাৰ জ্বৰ হোৱাত গুৰুদেৱে হোমিওপেথিক দৰব দিছিল আৰু তেতিয়া তালৈ অহা বিধান ৰায়েও তেওঁক চিকিৎসা কৰিছিল। ১৯২৪ চনত বেজ অসম সাহিত্য সভাৰ সভাপতি হ'বলৈ গুৱাহাটীলৈ অহাৰ বাটত দুৱৰা আৰু কলিকতীয়া অসমীয়া ছাত্ৰসকলে ষ্টেশ্যনৰপৰা আগ বঢ়াই নিবলৈ আহোঁতে ৰবীন্দ্ৰনাথো আগবাঢ়ি গৈছিল ষ্টেশ্যনলৈ। ১৯২৬ চনত লক্ষ্মীনাথ কলিকতাৰ এ. এছ্. এল্. ক্লাবৰ এখন সভালৈ আহোঁতে দ্বাৰকানাথ ঠাকুৰ লেনত থকা ৰবীন্দ্ৰনাথৰ ঘৰতে বৈছিল। লক্ষ্মীনাথৰ মৃত্যুত ৰবীন্দ্ৰনাথে গভীৰ শোক প্ৰকাশ কৰি বাণী প্ৰকাশ কৰিছিল।

অসম সাহিত্য সভাৰ সভাপতিসকলৰ ভিতৰত ৰজা-অভিভাষণ দিওঁতা হ'ল

বেজ। সেইবাৰ কিন্তু সভাপতি হ'বলৈ তেওঁক যদুৰে কুটুৰি থাকিব লাগিছিল। গুৱাহাটীত সম্মিলন হৈ যোৱাৰ পাছত কবিয়ে তেওঁৰ গুৰুলৈ লিখিলে ঃ "এইবাৰ conference সৰ্বাংগসুন্দৰ হৈছে, তাত অকণো সন্দেহ নাই। মই য'লৈকে গৈছোঁ তাতেই ইয়াৰ সুখ্যাতি। মুঠৰ ওপৰত ই এটা huge success। তাৰ কাৰণ আপুনিয়েই। তেওঁ নেযাওঁ নেযাওঁ কৰে" (পত্ৰলেখা ২৫৮)। ইয়াৰ দুবছৰ পাছত ১৯২৬ৰ ১৯ আৰু ২০ অক্টোবৰত ধুবুৰীত বহা সম্মিলনলৈ বেজবৰুৱা আহিছিল। প্ৰথম দিনা পঢ়া সভাপতি বেণুধৰ ৰাজখোৱাৰ অভিভাষণ শুনি ৰুষ্ট হৈ স্থানীয় বঙালীসকলে পিছদিনা প্ৰতিবাদ সভাকে পাতিছিল। সেইদিনা সম্মিলনত বেজবৰুৱা আৰু তৰুণৰাম ফুকনে হাস্য-সুমধুৰ বক্তৃতা একোটি দি কিন্তু অৱস্থা আয়ত্তলৈ আনে। সেইদিনা ৰাতিয়েই তেওঁ 'জয়মতী কুঁৱৰী' নাটৰ অভিনয় উপভোগ কৰিছিল। শিৱসাগৰত তেতিয়াও আধৰুৱা কালীপ্ৰসাদ ভৱনত ১৯৩১ৰ ২৭-২৮ ডিচেম্বৰত নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত অসম সাহিত্য সভাৰ সম্মিলন বহে। পিছদিনা একেঠাইতে বেজবৰুৱাক অভিনন্দন জনোৱা হয়। হালধীয়া নাৰ্জী ফুলৰ মালা আৰু এশাৰী শৰাইৰ পিছফালে বহি থকা সাহিত্যৰথীক (সেইদিনাই এই বিভূষাৰ সূত্ৰপাত) সাহিত্যিকসকল আৰু নিজ ককায়েকসকলে আগুৰি ধৰি থকা দৃশ্য এই সংকলয়িতা-সম্পাদকৰ এতিয়াও চকুত জিলিকি আছে। হাতীদাঁতৰ সঁফুৰাত সাঁচিপাতত লিখা অভিনন্দনখনি সুমুৱাই শৰাইকৈ সাহিত্যৰথীলৈ আগ বঢ়াই দিয়া হৈছিল (পত্ৰলেখা ৩০৫-০৭, ৩৫৮)। ১৯৩৪ চনৰ তেজপুৰ সম্মিলনলৈ সাহিত্যৰথীক সভাপতিকৈ আনিবৰ কাৰণে কাৰ্যকৰ্তাসকলে বৰ যত্ন কৰিছিল। তাৰ বাবে দুবাৰকৈও তেওঁ সভাপতি-নিৰ্বাচনত নিৰ্বাচিত হৈছিল, which he twice refused ! বৰং তেওঁ "আমাৰ সকলোৰে শ্ৰদ্ধাভাজন পণ্ডিতাগ্ৰগণ্য ডাক্তৰ বাণীকান্ত কাকতী"ৰ গুণ-গৰিমা বখানি তেওঁকে সভাপতি কৰিবলৈ দৈনিক 'বাতৰি'লৈ এখন মুকলি চিঠি লিখি কোনোৰ কেঁচা গালি খাবলগীয়াত পৰিছিল (পত্ৰলেখা ৩৫৬-৫৭)।

বিলাতৰ শ্বেক্‌ছপিয়েৰিয়ান ছোচাইটিৰ লেখীয়াকৈ বেজবৰুৱা বিস্তৃত সাহিত্য-কৃতি অধ্যয়ন কৰিবৰ উদ্দেশ্য আগত ৰাখি কলিকতাত থকা ডেকা সাহিত্যিক কেইজনমানে ১৯৩০ৰ আদি ভাগতে এখন বেজবৰুৱা সমিতি গঠন কৰে। ইয়াৰ উদ্যোক্তাসকলৰ প্ৰধান আছিল ডেকা বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ৰোহিণীকান্ত বৰুৱা (শেহত দুইজন গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাধ্যাপক হৈছিল); লগত আছিল শ্ৰীলক্ষেশ্বৰ শৰ্মা আদি। কিন্তু ডেকাসকলৰ এই ষড়যন্ত্ৰৰ পিছতযে বেজবৰুৱাৰ 'ডিয়েৰ্ ওল্ড

হ'ল' যদু কবি আছিল, গৰাকীয়ে ঠিক বুজিছিল ঃ “কলিকতীয়া ডেকা-ল'ৰাখনৰ অকৰ্ম-কুকৰ্মৰ বিষয়েও অলপ অৱগত হ'লোঁ। তুমি যিহকে কোৱা, মোৰ মনে ধৰিছে, তুমি পাতৰ আঁৰত লুকাই থকা ধান-পুৰীয়া কঁঠাল। তোমাক কঁঠাল নুবুলি টোকা-পৰুৱাহে বুলিবৰ মন গৈছে; কিন্তু অনাহকতে ভদ্ৰলোকক টান মাত দি বেজাৰ দিয়া উচিত নহয় বুলিহে পিছৰবাৰ নুবুলিলোঁ।...... তোমাৰ সমিতিৰ সেবায়েৎসকলক ক'বাঁ যে, যাক লৈ তেওঁলোকে আজোৰ-পিঁজোৰ কৰিবলৈ গৈছে, তেওঁ আৰু হাবিৰপৰা নোলায়; হাবিতে টেঁপা খাই পৰি থাকিবৰহে মনোগত কৰিছে। তেওঁ অসমীয়াৰ সং এৰি এইখিনি পাইছিলহি, আৰু পাছত মানুহ মাত্ৰকৰে লগ এৰি চতুষ্পদ জন্তুৰ লগ ল'ব। এনে এটাক তাৰ আগডোখৰ কালৰ কাৰ্য বা অকাৰ্যবোৰৰ কথা লৈ মেল পাতি থকা-সৰকা কৰিবলৈ গ'লে তেওঁলোকৰ কোনো পুণ্যযে নহয়েই, পৌৰুষো প্ৰকাশ পাবৰ সম্ভৱ নাই” (১০.২.৩০, দুবৰীলে, পত্ৰলেখা ২০-২৩)। গুৰু যেনে, শিষ্যও তেনে চতুৰ; তেওঁ যেন ক'বই নোৱাৰে ক'ত কি হৈছে ঃ “কলিকতাৰ অসমীয়া ল'ৰাবোৰে বেজবৰুৱা সমিতি নে বেজবৰুৱা পৰিষদ কিবা এখন পাতিব খুজিছে.... ।.....তেওঁলোকে আহি আপোনাৰ সম্বন্ধে মোৰ কিবা লিখা আছিল নে নাই বুলি সুধিছিল। আপোনাৰ সম্বন্ধে কি লিখিব লাগে, মোক কওক, আপুনি নিজে লিখি দিয়ক, মই চহী কৰি দিম” (পত্ৰলেখা ২৭৫)। ষড়যন্ত্ৰ কিন্তু পকি উঠিল; আন কি, দূৰৰ অধ্যাপক বাণীকান্ত কাকতিকো বেজবৰুৱা সম্বন্ধে প্ৰবন্ধ লিখাত লগালে। ১৯৩০ৰ নবেম্বৰত সমিতিৰ পোনপ্ৰথম অধিৱেশন বহিল আৰু নাছোড়বান্দা হৈ থকা বেজবৰুৱাক আনি অভিনন্দনো যাচিলে। ১৯৩১ চনৰ ৭ মাৰ্চ তাৰিখে আশুতোষ বিল্ডিঙত বহা সমিতিৰ আন এখনি অধিৱেশনতো বেজবৰুৱা উপস্থিত আছিল। বেজবৰুৱাৰ অতুল দানৰ স্বীকৃতি এই সমিতিৰ কাৰ্য অৱশ্যে ইয়াৰ পাছত সোনকালেই বন্ধ হৈ গ'ল। তেনে আন এটি স্বীকৃতি আছিল চিত্ৰলেখা মুভিটোন কোম্পানিৰ ‘জয়মতী’ ফিল্ম। কলিকতাত তাৰ প্ৰথম প্ৰদৰ্শনলৈ আহিবলৈ খাটনি ধৰি জ্যোতিপ্ৰসাদে লিখিছিল ঃ ‘জয়মতী'ক প্ৰথম দিনাই যেন আপুনি বাইজক চিনাকি কৰি দিয়েহি আৰু আপোনাৰ ডালিমীক আশীৰ্বাদ দি যায়হি।” (পত্ৰলেখা ২৮১)। ১৯৩৫ৰ ১০ মাৰ্চৰ পুৱা ৯ বজাৰ লগত বেজবৰুৱাই ৰাওনাক মহল চিনেমা-ঘৰত অসমীয়া ভাষাতে বক্তৃতা এটিৰে ‘জয়মতী’ উদ্বোধন কৰে আৰু বোলছবিখনি চাই অপাৰ সন্তোষ লাভ কৰে, বিশেষত তেওঁৰ সপোনৰ ডালিমীক তেজ-মঙহৰ ৰূপত দেখা পাই (দিনলেখা ১৭৪)।

মাতৃভূমি অসমৰ বাহিৰতো বেজবৰুৱাই জীৱৎকালতে স্বীকৃতি লাভ কৰিছিল। চেনেহৰ জোঁৱাই সত্যব্ৰতৰ ঘৰলৈ গৈ তেওঁ বৰোদাৰ মহাৰজাক নিজৰ প্ৰতিভাৰে মুগ্ধ কৰা আৰু স্বয়ং গাইকোৱাড়ৰ দ্বাৰা ৰাজদৰবাৰত বক্তৃতা দিবলৈ অনুৰুদ্ধ হোৱাটি এটি ডাঙৰ সম্মান। ইয়াৰ পূৰ্বতে ছাৰ চন্দ্ৰশেখৰ বেংকট ৰামন, গুৰুদেৱ ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে দেশৰ শিৰোভূষণসকলেহে বৰোদাৰাজ বক্তৃতামালাৰ পীঠ শোভিত কৰিছিল। বেজবৰুৱাৰ এই গৌৰবত অধ্যাপক বাণীকান্ত কাকতিৰ দৰে আমিও সকলোৱে উৎফুল্ল হ'ব পাৰোঁ ঃ "আপোনাৰ বৈষ্ণৱ ধৰ্মৰ বক্তৃতা.....মনৰ ইচ্ছা পূৰণ কৰি পঢ়ি আনন্দত আপ্লুত হ'লোঁ। It is so beautiful & penetrating in its simplicity.—ক'তো অনৰ্থক কথাৰ আড়ম্বৰ নাই, ক'তো ভাবৰ ছঁয়ামঁয়া খেলিমেলি নাই, সকলো যেন আত্মাৰ অনুভূতিৰপৰা ওলাইছে—বাইবেলৰ সৰল আৰু গূঢ় কথাৰ দৰে। নহ'লেনো অস্তাচলৰ দেশী ৰজাই উঠি আহি সম্ভাষণ জনায়নে? মোৰ অকণি পুথিখনিত যি অফুট বা কুঁৱলিময় আছিল, আপুনি সকলোকে অনুভূতিৰ স্নিগ্ধ পোহৰেৰে জ্যোতিৰ্ময় কৰি তুলিছে। আমাৰ কাকতে-পত্ৰে আপোনাৰ যহৰ যি প্ৰতিধ্বনি উঠিছে, তাৰ ভিতৰতে মোৰো ক্ষীণ কণ্ঠধ্বনি আছে" (পত্ৰলেখা ২৩৪-৩৫)। ১৯৩২ চনৰ ২০ ডিচেম্বৰতে বেজবৰুৱাই বৰোদা-অভিমুখে সম্বলপুৰ এৰে আৰু তাত মহাৰাজ-মহাৰাণীৰে ভোজ খাই ১১ ফেব্ৰুৱাৰীতহে সম্বলপুৰ-মুৱা হয়। তেতিয়াই মহাৰাজৰ নিমন্ত্ৰণ লাভ কৰি ১৯৩৩ৰ ৭ আৰু ২৬ ডিচেম্বৰ তাৰিখে ভাৰতৰ বৈষ্ণৱ ধৰ্মৰ ইতিহাস আৰু ৰাসলীলা সম্পৰ্কে দুটি বক্তৃতা দিয়ে। বৰোদাৰ শিক্ষা বিভাগে দুখনি পুস্তিকা কৰি তাক ছপাই উলিয়াইছিল আৰু দুইটি এতিয়া আমাৰ সম্পাদিত The Religion of Love and Devotion-অত সন্নিবিষ্ট হৈছে। ১৯৩৪ৰ ১০ জানুৱাৰীত বেজবৰুৱাদেৱে আহমদাবাদৰ অল ইণ্ডিয়া ওৰেটৰিয়েল এছোচিয়েচনৰ নিমন্ত্ৰণক্ৰমে Cowherd of Brindavan-শীৰ্ষক এটি বক্তৃতা দিয়ে। ইও বাহিৰত তেওঁৰ যশস্যা বৰ্ধন কৰে।

বেজবৰুৱা সম্বলপুৰত থকা কালছোৱাত তাৰ ভিক্টোৰিয়া টাউন হল (১৯০৪ চনতে স্থাপিত) তেওঁৰ তথা সম্বলপুৰীয়া 'এলিট'ৰ সকলো প্ৰকাৰ ৰাজহুৱা কৰ্মৰ কেন্দ্ৰ আছিল আৰু সেই কৰ্মত বেজবৰুৱা আৰু তেওঁৰ সংগীতজ্ঞ পৰিয়াল সদায় আগৰণুৱা। কোনো সামূহিক উছৱ তেওঁলোকক বাদ দি হ'ব নোৱাৰে। টাউন হলত এওঁলোকে আনসকলেৰে দুবাৰো ৰবীন্দ্ৰনাথৰ 'বাল্মীকি-প্ৰতিভা'ৰ অভিনয় কৰিছিল; স্বয়ং ৰবীন্দ্ৰনাথৰ প্ৰযোজনাত কলিকতাত হোৱা নাটকখনিৰ অভিনয়ত দস্যু-ছৰ্দাৰ

হোৱা লক্ষ্মীনাথে সেই ছৰ্দাবি এৰিব নোৱাৰা নহৈছিল। য'তে থাকক, বেজবৰুৱাক সদায় নাটকে আকৰ্ষণ কৰিছিল—লাগিলে সি যেনে নাটকেই হওক।—ওড়িয়া থিয়েটাৰত আমাৰ কুকুৰীকণাৰ কাহিনীৰ দৰে 'সুবৰাজ' নাট, কৰিন্থিয়ান থিয়েটাৰত 'মধুৰ মুৰলী নাট', ঝাড়সোগড়াৰ 'মেবাৰ-পতন', 'শাজাহান', জোড়াসাঁকোৰ 'সুন্দৰ' নাট—সকলো তেওঁৰ সুখাদ্য। তেওঁ নিজে 'শকুন্তলা' টেব্ল' কৰিছে, 'জপু' প্ৰহসন কৰি আনক হঁহুৱাইছে। লক্ষ্মীনাথ সৰু-বৰ সকলো মহলতে সকলোৰে প্ৰিয়পাত্ৰ। তেওঁ ছাত্ৰৰ লগত ছাত্ৰ, দেশীৰ লগত দেশী, কনুৱাৰ লগত কনুৱা, চিকাৰীৰ লগত চিকাৰী, মজলিছত মজেদাৰ। এইটো একো আচৰিত কথা নহয় যে তেওঁ সম্বলপুৰ পৌৰসভাত অনুন্নত সম্প্ৰদায়ৰ হৈ মনোনীত সদস্য আছিল, কাৰণ তেওঁলোকৰ সুখ-দুখ বুজা হৃদয়বান লোক আছিল তেওঁ। আমাৰ অনুতাপ হয় যে লক্ষ্মীনাথে 'জীৱন-সোঁৱৰণ'ত ১৯০৩ৰ পিছৰ জীৱন-কাহিনীলৈ নাহিল। সেইবাবে বৰ্তমান-খণ্ড দিনলেখা সাৰ্থকতাপূৰ্ণ এখন দলিল হিচাপে আমি ল'ব লাগিব। 'মোৰ মৃগয়া'ত তেওঁ সম্বলপুৰৰ বিশেষকৈ চিকাৰী-জীৱনৰ কথা লিখিছে; কিন্তু তাতো তেওঁ সংগী চিকাৰীসকলৰ নাম কিবা কাৰণত বাদ দি গৈছে। মেঘপাল, জামৰা, প্ৰমাণপুৰ, দুৰ্গাপালি, চামুণ্ডৰি আদি ঠাইৰ হাবিৰ ছবি তেওঁৰ নখ-দৰ্পণত। সেই হাবিৰ প্ৰজাসকলৰ মাজত তেওঁৰ ভাষাত 'ল এণ্ড্ অৰ্ডৰৰ সম্মান-ৰক্ষা কাৰ্য'ত আতংকৰ সৃষ্টি কৰাৰ কথা সেই প্ৰবন্ধই ক'ব। কিন্তু তেওঁৰ আন এক শ্ৰেণীৰ লেখা আছে য'ত উড়িষ্যাৰ মানবীয় চিত্ৰ দাঙি ধৰা হৈছে। সেয়া হ'ল তেওঁ সম্বলপুৰত থকাত লিখা গল্পখিনি; তাৰে প্ৰায়খিনি 'কেঁহোকলি' পুথিত সোমাইছে অধ্যাপক হাজৰিকাৰ যত্নত। 'খন্', 'মাৰ্জাৰী', 'মগনিয়াৰ বুঢ়া', 'দচমন্তৰ', 'বাৰীচোৱা' আৰু 'ভৈৰা'ত গাল্পিকৰ কল্পনাতকৈও প্ৰকৃত জীৱনৰ সাঁচ বহুত বেছি। ভৈৰাৰ নাম এই দিনলেখাৰ পাতে পাতে লগ পোৱা যাব। তাত কিন্তু বেজবৰুৱাৰ লগুৱা ভৈৰাৰ দৰ্মহাৰ হিচাপহে আছে। আচল মানুহটি জীৱন্ত ৰূপত গল্পটিতহে ধৰা দিছে। বেজবৰুৱাই ফুল আৰু গুটি লগা গছৰ বাৰী কৰি সুখ পাইছিল আৰু তাৰ বাবে মালী ৰাখিছিল এজনৰ পিছত এজনকৈ। তেওঁৰ সেই 'মালী-মালাৰ দুটি ফুল' আমাৰ সমুখত দাঙি ধৰিছে 'বাৰীচোৱা'ত। বেজবৰুৱাৰ লগুৱাসকল তেওঁৰ পৰিয়ালৰ অন্তৰংগ। সম্বলপুৰত তেওঁৰ বহুত দিনীয়া খানচামা কটকৰ গোলাপ আৰু বান্ধনি-লগুৱা ভালু ওৰফে বালমুকুন্দই সপৰিবাৰে তেওঁৰ চিঠি আৰু বৰবৰুৱালী প্ৰবন্ধত আদৰৰ স্থান লাভ কৰিছে। গোলাপৰ ল'ৰা-ছোৱালী সোণা গোড়া আদিৰে সংগঠিত

মোহন গোস্বামীৰ গীত 'চাল চাল চাল কুঞ্জে কুঞ্জৰগামিনী' আদি গীত চৰ্চা কৰা সংগীত-সংঘৰ সংবাদ বেজবৰুৱাৰে পত্ৰালাপীসকলে আৰু তেওঁৰ পাঠকসকলে পাই আছিল। ভজ, বনমালী, আদি, মেঘু আদিৰ কথা দিনলেখা আৰু পত্ৰত ভুমুকি মাৰিছে।

পোহনীয়া চৰাই আৰু জন্তুৰ প্ৰতি বেজবৰুৱাসকলৰ এক মোহ সদায় দেখা যায়। এনে গাই, কুকুৰ, চৰাইক বিশেষ বিশেষ নাম দি লোৱা হৈছিল। ডবছন ৰোডৰ ঘৰৰপৰা আঁতৰি যাওঁতে বিশেষ মৰমৰ ধৱলী নামৰ গাইজনী প্ৰায় এৰিবলগীয়া হোৱাত লক্ষ্মীনাথে মনতে বৰ দুখ পাইছিল। ৮ ফেব্ৰুৱাৰী ১৯২১ৰ চিঠিত ৰত্নাৰ কোমল অন্তৰৰ কথাৰ প্ৰসঙ্গত বেজবৰুৱাই লিখিছে ঃ "মিনি, ব্লেকি, মিকা, ময়না, ভৃংরাজ এইগুলি ছেড়ে যেতে ওর প্ৰাণ কাঁদছে" (পত্ৰলেখা ৯৩-৯৪)। ইয়াৰ অব্যৱহিত পাছৰ ২৬ ফেব্ৰুৱাৰী তাৰিখে ব্লেকি নামৰ কুকুৰজনী হঠাতে এটা চিঞৰ মাৰি মৰি থাকিল। দিনলেখাত টোকা ঃ Extremely sorry! Many years' friend! পিছৰ ৯ অক্টোবৰত পোহনীয়া ভাটৌটি (ভৃংৰাজ?) পৰুৱাৰ কামোৰত মৰিল। লক্ষ্মীনাথৰ পুৰণি বিষাদ উক দিছে ঃ He was constant companion for twenty-seven years. He was talking "Radha Krishna" when our eldest daughter Surabhi was an infant of six months. Surabhi darling left us in her fifth year when our second daughter Aruna was only a fortnight old. তাৰ পাছত ১৯ অক্টোবৰৰ দিনা ময়নী নামৰ গাইজনী সাদিনমান নোহোৱা হোৱাৰ পাছত এটা খালৰ ওচৰত মৰি পৰি থকা পোৱা গ'ল। এই কথা ৰত্না-দীপিকাই চিঠিত লিখিবলৈ হাক দিয়া সত্ত্বেও লক্ষ্মীনাথে প্ৰজ্ঞাসুন্দৰীলৈ দুখ কৰি নিলিখি নোৱাৰিছিল (পত্ৰলেখা ৫৩, দিনলেখা ১০০)। ঘৰৰ মানুহৰ খবৰৰ দৰেই গৰু-গাইৰ বাতৰিও ঘৰৰ মানুহলৈ লিখাটো তেওঁৰ অভ্যাস হৈ পৰিছিল। গতিকে ডিব্ৰুগড়ত থকা পত্নীক এবাৰ জনাবলগীয়া হৈছে, গাই "ভগবতীর বাচ্ছা হয়নি" (পত্ৰলেখা ৮৫)। ১৩ ছেপ্টেম্বৰ ১৯৩০ৰ ডায়েৰিত আছে এইটো অবিচুএৰি ঃ Zed, our dog, died tonight. Vary sorry. এই পোহনীয়া প্ৰাণীবোৰ, বাবীৰ ফুল-সুমথিৰা সকলো লৈয়ে যেন বেজৰ ডাঙৰ ঘৰুৱা সংসাৰখন।

১৯২৮ চনত অসমৰ সেমেকা হাবিত কাম কৰাৰ পিছৰপৰাই লক্ষ্মীনাথৰ মন লাহে লাহে পৰি আহিবলৈ ধৰে যদিও বাহিৰত তেওঁ সময় আৰু অৱস্থাৰ লগত যুঁজিয়ে আছিল সদা-সৰ্বদা। বয়সৰ হাত যেন তেওঁৰ পিঠিত লাগি আছে—

এনে ভাব তেওঁ জোকাৰি পেলাব পৰা নাছিল। ১৯৩৩ৰ এখন চিঠিত সেই দেখি : "যেরকমভাবে 'একে নিবিছে দেউটি'—আমারা past generation অন্ধকার গর্ভে দ্রুতবেগে চলছি মনে হচ্ছে" (পত্রলেখা ১১৫)। তেওঁৰ মাজে মাজে ইটো-সিটো অসুখ লাগি থাকিবলৈ ধৰে। শেষত ১৯৩৭ৰ প্ৰথম ভাগত কলিক্ বেদনাই বৰ কষ্ট দিবলৈ ধৰে। তেওঁ মাহ-বন্ধীয়াকৈ নৰিয়া-পাটীত পৰি থাকে। ৰত্নাই বাৰে বাৰে ডিব্ৰুগড়লৈ মাতি পঠিয়ায় আৰু টকা পঠিয়াব বুলি জনায়। বেজবৰুৱাই বস্তু-বাহানি বন্ধা-কোন্ধা কৰে, কিন্তু অলপ ভাল পায়ে টকা পঠাবলৈ হাক দিয়ে। আনফালে বিলাতত থকা দীপিকালৈ চিঠি দিয়ে : "কবে ফিরে আসবে (আমাদের দেশে) বলতো। খুব দেখতে ইচ্ছে করছে" (পত্রলেখা ১৫২)। শেহুত্তত ১৮ আগষ্টৰ দিনা তেওঁ ডিব্ৰুগড় বুলি সম্বলপুৰ এৰে আৰু ১৯ তাৰিখে কলিকতা পাই ২১ তাৰিখে পুনৰ ডিবৰুমুৱা হয় আৰু ২২ তাৰিখে ডিব্ৰুগড় পায়গৈ। গুৱাহাটী ৰেল ষ্টেশ্যনত মই গুৱাহাটী এ. এছ্. এল্. ক্লাবৰ সম্পাদকৰূপে শেৱালিৰ মালা পিন্ধাবলৈ গৈছিলোঁ। তেওঁক চাবলৈ যোৱা ৰাইজক সম্বুদ্ধি তেওঁ এআষাৰো কথা ক'ব নোৱাৰিলে। গলগলীয়া মাতেৰে প্ৰিঞ্চিপেল জে. বৰুৱাইহে বেজবৰুৱাৰ হৈ ৰাইজক দুআষাৰ ক'লে। জোঁৱাই ৰোহিণীকুমাৰ বৰুৱাৰ লগত থাকি তেওঁ ১৯৩৭ৰ শেহৰ ফালে শৰীৰৰ অলপ সকাহ পালে আৰু ২ নবেম্বৰ দৈনিক 'বাতৰি'ৰ যোগে নৰিয়াৰ ভু-বাতৰি লোৱা বাবে ৰাইজক কৃতজ্ঞতা জনালে। ১৯৩৮ৰ ১৩ জানুৱাৰী তাৰিখে দীপিকা এতিয়া ছিষ্টাৰ দীপিকাৰূপে বিলাতৰপৰা ঘূৰি আহি বোম্বাই পোৱাৰ খবৰ পোৱা গ'ল; ১ ফেব্ৰুৱাৰীত তেওঁ ডিব্ৰুগড় ওলালহি। ১৩ ফেব্ৰুৱাৰীত ব্ৰহ্মপুত্ৰৰ বালিত বালিভাত খাবলৈ গৈ গধূলি লক্ষ্মীনাথে আকৌ বিছনা ল'বলগীয়া হ'ল। ২১ ফেব্ৰুৱাৰীত দীপিকা কলিকতালৈ ঘূৰিল, এতিয়া বেজবৰুৱাই ঠিক কৰিলে ১৮ মাৰ্চত ডিব্ৰুগড়ৰপৰা সম্বলপুৰলৈ ৰাওনা হ'ব আৰু সেইমতে অৰুণা আৰু যদুলৈ চিঠিও দিলে। কিন্তু তেওঁৰ অৱস্থাটো চাই ৰত্না আৰু ৰোহিণীকুমাৰে সেই তাৰিখত যাবলৈ নিদিলে। ২ মাৰ্চত তেওঁৰ অভিন্ন হৃদয় চন্দ্ৰকুমাৰৰ মৃত্যু হয়। ১৫ মাৰ্চত অৰুণালৈ দিয়া চিঠিত অকলশৰীয়া অকলশৰীয়া ভাবত সেইদেখি তেওঁ লিখিছে : "চন্দ্রকুমার আগরওয়ালা সেদিন মারা গেলেন। আমিই একলা পড়ে রইলুম" (পত্রলেখা ১২২)। কিন্তু তেওঁ আৰু সৰহ পৰ পৰি থাকিবলগীয়া নহ'ল। ২৫ মাৰ্চৰ পুৱা মহাকালে তেওঁক সাবটি তুলি ল'লে।

বৰ্তমান সংকলনে সামৰা বছৰবোৰৰ কথা বেজবৰুৱাই 'মোৰ জীৱন-

সোঁৱৰণ'ত বৰ্ণোৱা নাই, মাথোন কিছু কথা 'মোৰ মৃগয়া' প্ৰবন্ধত তেওঁ কৈছে বুলি ওপৰত কৈ আহিছোঁ। সেইফালৰপৰা এইখনি অতি আৱশ্যকীয় দলিল—কেৱল বেজবৰুৱাৰ জীৱনৰ কথাৰ বাবেই নহয়, এই সময়ছোৱাৰ বিবিধ ৰূপৰ ছবিৰ বাবেও। সেই হিচাপে ইয়াত সন্নিবিষ্ট অনেক অভিলেখৰে সম্যক ব্যাখ্যা আমি সংযোগ কৰিব পৰা হ'লে ভাল আছিল। কিন্তু তাৰ নিমিত্তে আৱশ্যকীয় সময় আৰু সমলৰ অভাৱত কামটিৰ বাঞ্ছনীয় ৰূপ দিব পৰা নগ'ল। সম্পাদনাৰ এনে অনেক বঢ়া-টুটা দোষৰ বাবে মাথোন সৰ্বজনৰ ক্ষমা প্ৰাৰ্থনা কৰা হ'ল।

গুৱাহাটী বিশ্ববিদ্যালয়
১৭ মাৰ্চ, ১৯৭৬

# লক্ষ্মীনাথ

## নিজৰ কথা

আধুনিক অসমীয়া সাহিত্যৰ কেন্দ্ৰীয় ব্যক্তি লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শত-বৰ্ষ-পূৰ্তিৰ উছৱৰ (১৯৬৮ত, হ'ব লাগিছিল ১৯৬৪ত) সময়ত লক্ষ্মীনাথৰ বিষয়ে নানাজন লেখকে নানা দিশৰপৰা আলোচনা কৰিছিল। এই সময়তে আমি এই বিষয়ত এখনি গ্ৰন্থ প্ৰণয়ন কৰাৰ পৰামৰ্শ বন্ধুসকলৰপৰা পাইছিলোঁ। আন এটি সজ পৰামৰ্শ আছিল লক্ষ্মীনাথ সম্পৰ্কে মোৰ পুৰণি লেখাবোৰ সঙ্কলন কৰি উলিওৱা। এই দুটি কামৰ এটিও এতেদিনে হৈ উঠা নাছিল। মোৰ পুৰণি ছাত্ৰৰ ভিতৰত লামডিঙৰ অধ্যাপক শ্ৰীউপেন্দ্ৰনাথ কটকীয়ে যথেষ্ট বল দিয়াতো সেই কাম নহৈছিল; এতিয়া তাৰে ভিতৰৰ আন দুজন অধ্যাপক শ্ৰীভৱানীপ্ৰসাদ অধিকাৰী (গোসাঁইগাঁও) আৰু অধ্যাপক শ্ৰীনলিনীকান্ত শৰ্মাৰ (বিলাসীপাৰা) উদ্যোগত কোকৰাঝাৰৰ বীণা লাইব্ৰেৰীৰ গৰাকী শ্ৰীমনোৰঞ্জন দে পুথিখনৰ প্ৰকাশনৰ বাবে আগ বাঢ়ি অহাত লৰা-লৰিকৈ ন-পুৰণি লেখাকেইটা এলেলেগ কৰি দিয়া হ'ল। কিন্তু প্ৰথম খণ্ড 'জয়ন্তী'ত তিনি সংখ্যাত (জুলাই-আগষ্ট ১৯৩৮) ধাৰাবাহিকভাবে ওলোৱা 'বেজবৰুৱা, মানুহজন' নামৰ মোৰ লক্ষ্মীনাথ-বিষয়ক প্ৰথম লেখা (সি আছিল লিটন্ ষ্ট্ৰেচিৰ ধাৰাৰ 'আধুনিক' জীৱনী) 'আধুনিক অসমীয়া সাহিত্য' নামৰ মোৰ সঙ্কলনত ইতিপূৰ্বে সন্নিবিষ্ট হোৱাত সেইটি এৰি দ্বিতীয় লেখা 'জয়মতী কুঁৱৰী নাটকৰ চৰিত্ৰ' ('আৱাহন', দশম বছৰ, অষ্টম-নৱম সংখ্যা, শাওণ-ভাদ ১৮৬১ শক) বস্তুটিয়েই পাবলৈ নোহোৱা হোৱাত অলপ হাহাকাৰ লাগিল। শেহত্তত মোৰ পুৰণি ছাত্ৰ শ্ৰীযতিনাৰায়ণ শৰ্মাৰ (যোৰহাট) কন্যা কুমাৰী শান্তা শৰ্মাই এই পলবীয়া বস্তুটি ধৰি আনি হাজিৰ কৰাত, পুথিৰ শেহৰ ফালেই স্থান দিবলগীয়া হ'ল। বাকীবোৰ লেখা বিভিন্ন সময়ৰ : 'বেজবৰুৱাৰ ব্যঙ্গ' 'আৱাহন', ষড়্‌বিংশ বছৰ, প্ৰথম সংখ্যা, ১৮৭৭ শক; 'প্ৰবন্ধ-সাহিত্যৰ কেইজনমান ওজা,' 'সৌমাৰ জ্যোতি', প্ৰথম বছৰ, দ্বাদশ সংখ্যা, জেঠ ১৮৭৩ শক; 'বেজবৰুৱাৰ কবিতা', 'বেজবৰুৱাৰ

সাহিত্য-প্ৰতিভা', (সৰিতা সভা, গুৱাহাটী), প্ৰথম তাওৰণ, ১৯৫৫; 'বেজবৰুৱাৰ দিনলেখাৰপৰা দুপাতমান' (বৰ্তমান প্ৰজ্ঞাসুন্দৰীৰ 'স্মৃতিলিপিৰপৰা দুপাতমান'), "অসমীয়া" (মাহেকীয়া), প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, আগষ্ট ১৯৬৮; 'বৰবৰুৱাৰ হাঁহিবৰ ছলেৰে বেজবৰুৱাই কান্দি পঠিয়ালে', 'অসমীয়া', প্ৰথম বছৰ, দশম সংখ্যা, ফেব্ৰুৱাৰী ১৯৬৯; 'অসমীয়া ভাষা আৰু সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান', 'লক্ষ্মীনাথ বেজবৰুৱা' (প্ৰকাশন পৰিষদ, অসম), প্ৰথম তাওৰণ, ১৯৬৮[এই প্ৰবন্ধটো 'অসমীয়া' মাহেকীয়া আলোচনীৰ নৱেম্বৰ ১৯৬৮ৰ প্ৰথম বছৰ, সপ্তম সংখ্যাত আৰু তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ পৰামৰ্শমতে অসম চৰকাৰৰ পত্ৰিকা 'অসমা'ৰ দুটা সংখ্যাত ধাৰাবাহিকভাৱে ওলাইছিল]। অসম সাহিত্য সভাৰ হৈ মই সম্পাদন কৰা 'চিত্ৰলেখা', 'পত্ৰলেখা', (১৯৬৮), 'বেজবৰুৱাৰ দিনলেখা', প্ৰথম খণ্ড (১৯৬৯), দ্বিতীয় খণ্ড (১৯৭৭) গ্ৰন্থৰ পাতনিও বৰ্তমান প্ৰকাশনত সন্ধলিত হৈছে। এই সকলো পত্ৰিকা, গ্ৰন্থ সংকলনৰ লগত সংসৰ্গ থকা সকলোৰে ওচৰত আমাৰ বিনীত কৃতজ্ঞতা জনাইছো।

পুথিখনৰ 'লক্ষ্মীনাথ' নাম কাৰোবাৰ মনত আখঁজা আখঁজা লাগিব পাৰে। ভাৰতৰ অন্যত্ৰ যেনেকৈ ৰবীন্দ্ৰনাথ, বঙ্কিমচন্দ্ৰ, প্ৰেমচাঁদ বুলিলে এই মহানসকলৰ লগত লেখক-পাঠকৰ আত্মীয়তা সূচায়, অসমীয়া সমালোচনাত আমি বেজবৰুৱা, বৰদলৈ, আগৰৱালা বুলিলে আমাৰ আৰু সিসকলৰ মাজত কিবা ব্যৱধান এটা ৰৈ যোৱা যেনহে লাগে। অথচ লক্ষ্মীনাথ, ৰজনীকান্ত, চন্দ্ৰকুমাৰ আমাৰ কিমান আপোন।। নামে-কামে এই আপোনৰ আপোন চিনাকি এৰিব নালাগে বুলি মোৰ ভাব। সেইহে এনে নামকৰণ।

প্ৰবন্ধকেইটা গোট খাই লক্ষ্মীনাথৰ সম্পূৰ্ণ অধ্যয়ন এটা নহ'ল। তাৰ বাবে মোৰ খেদো নাই। ভৱিষ্যতে মোক কি দিয়ে, তাকে চোৱা যাওক।

৬ বিশ্ববিদ্যালয় টোল
গুৱাহাটী ৭৮১ ০১৪
২৬ ফেব্ৰুৱাৰী, ১৯৭৮

# ভগৱতীপ্ৰসাদ বৰুৱা

## ভূমিকা

১৯৬০ চনত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হ'লোঁ, আৰু চাৰি বছৰলৈ সেই পদত থাকিলোঁ। ইয়াৰ পূৰ্বৰেপৰা গুৱাহাটীত সভাৰ এখন ঘৰ পতাৰ কথা প্ৰস্তাৱ-আকাৰত জল্পনা-কল্পনা কৰা হৈ আছিল। কিন্তু কাৰ্যত সেইফালে আগ বঢ়া হোৱা নাছিল। ১৯৬১ চনৰ ১৮ মে তাৰিখে গুৱাহাটী চহৰৰ কোনো সুবিধাজনক ঠাইত এটুকুৰা মাটি দিবলৈ অসম চৰকাৰক প্ৰধান সম্পাদকৰূপে আবেদন কৰিলোঁ। আৰু ১৯৬২ চনত ৮ জানুৱাৰি তাৰিখে আবেলি টেলিফোন কৰি মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই জনালে যে দীঘলী পুখুৰীৰ দক্ষিণ পাৰৰ ৩১৭৬ দাগৰ, আগতে আন উদ্দেশ্যে দিয়া অংশটি বাদ দি, বাকী সমস্ত অংশ অসম সাহিত্য সভাৰ নামত দিবলৈ তেখেতে হুকুম দিছে। মাটিটুকুৰাৰ সোঁহাতে অসম ৰাজ্যিক সংগ্ৰহালয় আৰু কামৰূপ অনুসন্ধান সমিতিৰ ঘৰ আৰু বাওঁহাতে নতুনকৈ উঠি আহিছিল গুৱাহাটী জিলা পুথিভঁৰালৰ ভৱন; সমুখত গুৱাহাটী কংগ্ৰেছৰ কাৰ্যালয়। মুঠতে ঠাইডোখৰ অতি কেন্দ্ৰীয় স্থানত। পোনতে অৱশ্যে এটা আহুকালে দেখা দিছিল। মাটিলৈ সোমাবলৈ এটা বাট নাই। পুনৰ চৰকাৰক ধৰাত দেখা পোৱা গ'ল, কংগ্ৰেছ ভৱন আৰু জিলা পুথিভঁৰালৰ মাজেদিয়েই এটা পথৰ ব্যৱস্থা আছে। এইবাৰ অসম চৰকাৰৰ যোগেদি ভাৰত চৰকাৰক সভাৰ গৃহ নিৰ্মাণৰ বাবে অনুদান বিচৰা হ'ল। প্ৰথমতে কেঁৰোঘেঁহো কৰিলেও আমাৰ প্ৰাথমিক পৰিকল্পনামতে সৰ্বমুঠ খৰচৰ আধা ২৬ হেজাৰ ৮শ টকা দিবলৈ চৰকাৰক মান্তি কৰোৱা হ'ল। কিন্তু যি আঁচনিত ভাৰত চৰকাৰে এনে অনুদান দিয়ে, তাৰ বাবে ৫০,০০০ টকা পৰ্যন্ত পাব পাৰি যদি নিজৰ ফালৰপৰাও সিমানখিনি টকা খৰচ কৰিবলৈ আগ বাঢ়িব পাৰি।

সেই সময়ত অসমৰ বিখ্যাত গীতিকবি শ্ৰীপাৰ্বতিপ্ৰসাদ বৰুৱা প্ৰায়েই গুৱাহাটীত বৰ জীয়েক মোৰ ছাত্ৰী সান্ত্বনাৰ ঘৰত থাকিছিলহি। তাতে মোৰ

ককাইদেউৰে সাহিত্য আদি লৈ নিতৌ মেল। এদিন কথা প্ৰসঙ্গত কেনেকৈ ৫০,০০০ টকা কোনোবা ফালৰপৰা পাব পাৰোঁ, সেই চিন্তা পাৰ্বতি ককাইদেউৰ (গাঁও সমধে আমাৰ শিৱসাগৰত বয়সস্থজন সদায় ককাইদেউ) আগত ব্যক্ত কৰাত তেওঁ একেআষাৰে ক'লে, "যদি মই ৫০,০০০ টকা দিওঁ, তেন্তে তুমি ঘৰটোৰ নাম ভগৱতী ককাইদেউৰ নামে দিবানে?" মই সৰগ ঢুকি পালোঁ। ডাঙৰ বোজা এটা মূৰৰপৰা খহি পৰিল, কাৰণ আগৰ আঁচনি মতেও ২৬৮০০ টকা বাইজৰপৰা তুলিব লাগিলেহেঁতেন। এতিয়া এক পইছাৰো চিন্তা নোহোৱা হৈ গ'ল। ১৯৬২ চনৰ ১৯ ফেব্ৰুৱাৰিৰ দিনা সোনাৰিত পুৱাতে উঠি সেইদিনা নিৰ্বাচনৰ জয়যাত্ৰা আৰম্ভ কৰা বিমলাপ্ৰসাদ চলিহাদেৱৰ বুকুত কংগ্ৰেছৰ বেজটো পিন্ধাই দি তেওঁক সাহিত্য সভালৈ মাটি দান কৰা বাবে ধন্যবাদ জনাই, পাৰ্বতি ককাইদেউৰ লগত তেওঁৰ ৫০,০০০ টকা দানৰ চুক্তিপত্ৰ তৈয়াৰ কৰা হ'ল। তেতিয়া ৫০,০০০, ৫০,০০০—একলাখ টকাৰে গুৱাহাটীত অসম সাহিত্য সভাৰ ঘৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ হ'ব। সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাত প্ৰস্তাৱটি গৃহীত হ'ল, যদিও দুই-এজনে মনৰ শঙ্কা গুচাব নোৱাৰিছিল। তেতিয়া ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাহিত্য-পৰিক্ৰমা বিভাগৰ মন্ত্ৰী, মোৰ পূৰ্ব-পৰিচিত অধ্যাপক হুমায়ুন কবীৰক লগ ধৰি ভাৰত চৰকাৰৰ অনুদানৰ মাত্ৰা ৫০,০০০লৈ তোলা হ'ল। সোনকালেই গৃহ-নিৰ্মাণ আঁচনি তৈয়াৰ কৰাৰ আয়োজন হ'ল। এই বিষয়ত কলিকতীয়া আৰ্কিটেক্টৰ লগত আলোচনা কৰিবৰ কাৰণে কলিকতাৰ বিখ্যাত ব্ৰডওৱে হোটেলত বহি পাৰ্বতি ককাইদেউৰ লগত আমাৰ একোখনহঁত সৰু সভা বহিছিল।

সেই সভাত আৰ্কিটেক্টৰ ছবিবোৰ লৈ আলোচনা কৰা হৈছিল আৰু আলোচনাৰ অন্তত আৰ্কিটেক্টক ঘৰৰ সম্পূৰ্ণ এটি মডেলো তৈয়াৰ কৰিবলৈ দিয়া হৈছিল। আৰ্কিটেক্টৰ চিত্ৰ অনুসৰি ঘৰ তৈয়াৰ কৰিবলৈ অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে পাতি দিয়া ভগৱতীপ্ৰসাদ বৰুৱা গৃহ-নিৰ্মাণ সমিতিয়ে গৃহ নিৰ্মাণ আৰম্ভ কৰে। সেই অনুসৰি ১৯৬৩ চনৰ ৭ এপ্ৰিল তাৰিখে অসমৰ ৰাজ্যপাল শ্ৰীবিষ্ণু সহায়ে গৃহৰ আধাৰশিলা প্ৰতিষ্ঠা কৰে এটি মনোজ্ঞ অনুষ্ঠানৰ মাজত।

এই সকলোখিনি আয়োজনৰ মাজতে পাৰ্বতি ককাইদেৱে মোৰ হাতত এটি ফাইলত তুলি দিয়ে তেওঁৰ ককাইদেউ ভগৱতীপ্ৰসাদৰ কেইটিমান কবিতা, কেইটিমান কথা-ৰচনা আৰু বিভিন্নজনলৈ লিখা চিঠি, লগতে ভগৱতীপ্ৰসাদ বৰুৱাৰ

বিষয়ে তেওঁৰ মৃত্যুৰ সময়ত লিখা বেজবৰুৱাৰ চিঠি, ৰত্নকান্ত বৰকাকতি আৰু ডিম্বেশ্বৰ নেওগৰ প্ৰবন্ধ দুটামান আৰু ভগৱতীপ্ৰসাদৰ সতীৰ্থ বন্ধু শ্ৰীকমলাকান্ত বৰুৱাৰ এখনি দীঘলীয়া চিঠি। ফাইলত পাৰ্বতি ককাইদেউৰ নিজৰ ৰংপুৰৰ ৰংঘৰৰ অৰ্থাৎ শিৱসাগৰ ষ্টেজ সম্পৰ্কে এটি প্ৰবন্ধ, বেণুধৰ শৰ্মাৰ যাদুৰাম ডেকা বৰুৱাৰ বিষয়ে আন এটি প্ৰবন্ধ আছিল। এই বস্তুখিনি সজাই-পৰাই অৰ্থাৎ এডিট কৰি, ছপাৰ বাবে যুগুত কৰি মই উলিয়াই দিব লাগিব আৰু ককাইদেৱে তাকে কিতাপ আকাৰে মনোৰমকৈ ছপাই উলিয়াব। কিন্তু সেই কাম আমি দুয়ো ভাবি-চিন্তি বাহ লগাই কৰিবলৈ নাপাওঁতেই এদিনা শ্ৰীকামাখ্যাপ্ৰসাদ বৰুৱাৰপৰা এটা নিঠুৰ তাঁৰ-বাৰ্তা পালোঁ—ককাইদেৱে শান্তিৰে শান্তিধামলৈ প্ৰয়াণ কৰিছে। ইয়াৰ পাছত মোৰ বন্ধু মোক্ষদাপ্ৰসাদ বৰুৱা আৰু শ্ৰীমতী সান্ত্বনা বৰুৱাৰে কিতাপখন উলিওৱা লৈ মাজে মাজে মাথোন আলোচনা হে হয়; নানা সঙ্কোচত কামটো হৈ নুঠে। শেহত্তত এই বছৰ সান্ত্বনা আইটিয়ে কোনোবা অনুষ্ঠানৰপৰা কিতাপখন প্ৰকাশ কৰাৰ বাবেও যত্ন কৰে। যি জাতীয় অনুষ্ঠানৰ লগত ভগৱতীপ্ৰসাদৰ নাম ওপৰত্ত বৰ্ণোৱাৰ দৰে জড়িত হৈ পৰিছে, মই ভাবিলোঁ, সেই সাহিত্য সভাৰ জৰিয়তেই কিতাপখনি ওলাব লাগে। সভাৰ গুণগ্ৰাহী প্ৰধান সম্পাদক ড° নগেন শইকীয়া আৰু কাৰ্য-নিৰ্বাহকে তাতে সমৰ্থন জনোৱাত আজিৰ এইটি প্ৰকাশ। কিন্তু ইয়াৰ ভিতৰতে এটি কিন্তু আছে। সভাৰ বৰ্তমান আৰ্থিক অৱস্থালৈ চাই সম্পাদক-প্ৰকাশকে কিতাপৰ আকাৰৰ কথা ভাবিবলগীয়া হয়। যদিও আমি ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ গৃহ-প্ৰৱেশলৈকে সামৰি প্ৰবন্ধ-পাতি ধৰিছিলোঁ এতিয়া কিন্তু আকাৰৰ ভয়ত সমস্ত বস্তুটিকে চমু কৰিবলগীয়া হ'ল। ইতিমধ্যে পাৰ্বতি ককাইদেউৰ ৰচনাৱলী অসম সাহিত্য সভাই প্ৰকাশ কৰিছেই, আৰু তাতে তেওঁৰ 'ৰংপুৰৰ ৰংঘৰৰ কথা' সোমাই আছে। বেণুধৰ শৰ্মাৰ নিজৰ প্ৰকাশিত গ্ৰন্থত 'যাদুৰাম ডেকাবৰুৱা' প্ৰবন্ধ সন্নিবিষ্ট হৈছে। এই দুটি প্ৰবন্ধ—ভগৱতীপ্ৰসাদৰে ঘনিষ্ঠভাৱে সংশ্লিষ্ট, সিও নহয়; অথচ পাঠকসকলে বিচাৰি পোৱাতো আহুকাল নাই। কমলাকান্ত বৰুৱাদেৱৰ (পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াৰ ককায়েক নীলকণ্ঠ গোহাঞিবৰুৱাৰ পুত্ৰ) চিঠিখন সুদীৰ্ঘ কিন্তু সাহিত্য-কৃতি বা চিঠিৰূপেও তাৰ মূল্য কম যেন লাগে; অথচ সম্পাদন কৰি উলিয়ালেও তাৰ ৰূপ বিৰূপ হোৱাৰ সম্ভাৱনা। মুঠতে, "পখা অনুৰূপে পখী তেৱে কি নুৰয়" বুলি আমি সৰু চৰাইটি হৈ ভগৱতীপ্ৰসাদৰ স্মৃতিত উৰা মাৰিবৰ যত্ন কৰিছোঁ।

ভগৱতীপ্ৰসাদক আমি দেখা পোৱা নাছিলোঁ। ১৯৩৩ চনৰ অক্টোবৰত যেতিয়া তেওঁৰ সলিল-সমাধি ঘটে, তেতিয়া আমি যোৰহাটত হাই স্কুলৰ শেষ শ্ৰেণীৰ ছাত্ৰ। ইয়াৰ আগতে অৱশ্যে শিৱসাগৰ ষ্টেজত বিশেষকৈ কলেজৰ বন্ধ আদিত পাৰ্বতি ককাইদেউক বেষ্ঠিত বহি হাৰ্মোনিয়ম লৈ 'হেৰ' বলিয়া নয়ন ভৰি ভৰি চা' আদি গীত গোৱা শুনিছিলোঁ। কিন্তু গায়কৰূপে নহওক, অভিনেতাৰূপে নহওক, দৰ্শকৰূপে, সদস্যৰূপে আৰু পৃষ্ঠপোষকৰূপে সেই ষ্টেজৰ লগত বৰুৱা পৰিয়ালটিৰ অতি ঘন সম্পৰ্ক। ষ্টেজৰ মাটিটুকুৰা ভগৱতীপ্ৰসাদৰ পিতৃ ৰাধিকাপ্ৰসাদৰ দান। ভগৱতীপ্ৰসাদৰ মৃত্যুৰ পাছত নতুনকৈ সজা ৰঙ্গমঞ্চত ভগৱতীপ্ৰসাদৰ নামে এটি ঘূৰণ মঞ্চ সংযোগ কৰা হৈছে। তাতোকৈ এই মঞ্চৰ লগত বৰুৱা পৰিয়ালৰ স্মৃতি সংযুক্ত হৈ থাকিব এটা অপৰোক্ষ কাৰণত—ইয়াত পূজাৰ নাটক চাবলৈ আহোঁতেই বৰুৱা পৰিয়ালৰ ভগৱতীপ্ৰসাদকে ধৰি কেইবাটিও প্ৰাণী দিচাং নৈত জাহ যায়। গতিকে এই ৰংপুৰৰ ৰংঘৰ তেওঁলোকৰ পাৰিবাৰিক স্মৃতিৰ লগত স্বাভাৱিকতে জড়িত হৈ আছে।

অতি তৰুণ বয়সতে (৩২ বছৰ মাথোন) ভগৱতীপ্ৰসাদে দেহ ত্যাগ কৰিবলগীয়া হয়। তেওঁৰ ৰুচি আৰু মনীষালৈ চাই সেই একুৰি বছৰকে আমি সাহিত্য-সাধনাৰ কাৰণে যথেষ্ট বুলি ধৰিব পাৰোঁ। ইংৰাজ কবি কীটছ্‌নো কিমান বছৰ আছিল? কিন্তু তেওঁৰ কবিতাই ক'ৰবাত শ্বেক্সপীয়েৰৰ মনীষাকো চুই যোৱা নাছিলনে? ভগৱতীপ্ৰসাদেও তেওঁৰ ৩২ বছৰত আমাক স্থায়ী কাব্য বা সাহিত্য দি যাব পাৰিলেহেঁতেন। এতিয়া আমাৰ হাতত তেওঁৰ যিখিনি বস্তু আছে তাৰ বেছিভাগেই শিশু-ৰচনা। তাৰ মাজতো কিন্তু আমি বিশেষ এটি স্পন্দন পাওঁ, যি স্পন্দন উৎফুল্ল হোৱা হ'লে হয়তো অভিনৱ সৃষ্টি দিলেহেঁতেন। আন একো নধৰি তেওঁৰ 'তোমালৈ' কবিতাটিকে লওকচোন। তাত কি লয়, তাত কি স্পন্দন! তাক জানো অসমীয়া কবিতাই হেৰুৱাওঁ বুলি হেৰুৱাই দিব পাৰে? ভগৱতীপ্ৰসাদৰ কথা-ৰচনাত নিজস্ব এক ভঙ্গি আছিল, যাৰ চিনাকি হেৰুওৱা টান। তেওঁৰ কথা অংশৰ 'জোন দেখা' বোলা ৰচনাটিকে লওক। সেই সিমান অকণমানি বস্তুটিয়ে পাঠকৰ মনৰ মাজত কিযে এটি সূক্ষ্ম সৌৰভ এৰি যায়, বুজোঁতাজনেহে উপলব্ধি কৰিব।

তেওঁৰ চিঠিবিলাকৰ ভিতৰত যিখিনি সংৰক্ষিত হৈছে আৰু আমি সন্নিবেশ কৰিছোঁ, সেইখিনিয়েহে প্ৰকৃত ভগৱতীপ্ৰসাদ বৰুৱাজনৰ চিনাকি দিব। তেওঁ মানুহজন সেইজনেই। তেওঁ যিজন কবি হ'লহেঁতেন, সেইজনেই। তেওঁ যিজন

সমালোচক হ'বলৈ ঘিণ কৰিছিল বুলি কৈছে, তেওঁ সেইজনেই আৰু বোধহয় ক'ব পাৰি তেওঁ যিজন সাংসাৰিক মানুহ হৈ আহিছিল সেয়াও সেইজনেই। তেওঁ চিন্তা, আদৰ্শ, জ্ঞানস্পৃহা, সৌন্দৰ্যস্পৃহা, কাব্য-সাহিত্যৰ আদৰ্শ আদিৰ কথাও তেওঁ এই চিঠিবোৰতে অন্ততঃ ইঙ্গিতত কৈ গৈছে। তেওঁ সমালোচক হ'বলৈ ঘিণ কৰোঁ বুলি কৈও (এই প্ৰসঙ্গত বোধ হয় তেওঁৰ মনত কীট্‌ছৰ নিচিনা সুকুমাৰ কবি-হৃদয় ধ্বংস কৰা Blackwood Magazine-অৰ কথা খেলাইছিল) মৰমৰ বন্ধু ডিম্বেশ্বৰ নেওগৰ কবিতাৰ গুণাগুণ সূক্ষ্মভাবে ফঁহিয়াই দিছিল। সৰু-সুৰা মেলতো এইদৰে কবিতাৰ দোষ-গুণ বিশ্লেষণ কৰা তেওঁৰ এটি স্বভাৱেই আছিল। এনে বিশ্লেষণ কবিতা লিখা আৰু কবিতা বুজা সকলোৰে বাবে প্ৰয়োজনীয়। এই পৰ্যায়ত কবিৰ কৰ্ম আৰু সমালোচকৰ কৰ্মৰ পাৰ্থক্য কমেই মাথোন থাকে। তেওঁ নিজকে অকবি বুলি পৰিচয় দিবৰ যত্ন কৰিব পাৰে বা তেওঁৰ বন্ধু ডিম্বেশ্বৰ নেওগে বন্ধুৰ সকলো কবিসমুচিত গুণ স্বীকাৰ কৰি লৈও তেওঁক নীৰৱ কবি, নীৰৱ শ্বেলী আখ্যা দিয়ে ক্ষান্ত থাকিব পাৰে। প্ৰকৃততে পিছে তেওঁ কবিয়েই। তেওঁৰ নিজৰ কবিগুৰু ৰবীন্দ্ৰনাথে "নীরব কবিত্ব এবং আত্মগত ভাবোচ্ছ্বাস"— এই দুটাক "দুটো বাজে কথা" বুলিছে। ভগৱতীপ্ৰসাদতকৈ দেখাতে কম poetical sensibilities থকা ডেকাই তেওঁৰ চকুৰ আগতে অজস্ৰ কবিতা লিখি, আনকি ইংৰাজীতো কলম চলাই যশস্যা আৰ্জিবৰ যত্ন কৰে। ভগৱতীপ্ৰসাদৰ বন্ধু গোপাল হালদাৰৰ ভাষাত "দুঃসাহস সে বয়সে কম থাকে না; তাই বাঙলা ছেড়ে তাতে ইংরাজীতেও কলম চালনা করতে বাধেনি। ভাষার ভুলভ্রান্তি ভাবের আতিশয্য—কে করে তার পারোয়া? কিন্তু যতদূর মনে পরে ভগবতীপ্রসাদের মাত্রাজ্ঞান সাহিত্যবোধ ওৰূপ দুষ্কর্মে তাঁকে এগিয়ে দিত না। সংযত বুদ্ধি ও সাহিত্যবোধ তখনকার ছিল তাঁৰ আপন বৈশিষ্ট্য।" মুঠতে ভগৱতীপ্ৰসাদ বৰুৱা হ'ল তেওঁৰ নিজৰে অতি প্ৰিয় যেন এজুপি অশোক গছ; তাত থোপাথোপকৈ বছৰি ফুল নধৰিলেও কথা নাই; কিন্তু সেই ফুল ধৰিবৰ ক্ষমতা থাকিব লাগিব আৰু যদি এথোপা কেতিয়াবা ফুলে সি চাৰিওকাষ ৰূপেৰে জক্‌মকাই, গোন্ধেৰে মল্‌মলাই তুলিব লাগিব। 'সবুজ পত্ৰ'ৰ দৰে এখনি অভিনৱ পত্ৰিকা তেওঁ বন্ধু বৰকাকতিক কোৱাৰ দৰে হয়তো এদিন উলিয়ালেহেঁতেন আৰু তাত হয়তো বৰকাকতিকে ধৰি আনসকলে ৰবীন্দ্ৰনাথৰ ভাও দিলেহেঁতেন আৰু ভগৱতীপ্ৰসাদ নিজেই তেওঁৰ প্ৰিয় "গানৰ ৰজা কবিতাৰ ৰজা", "নতুন যুগৰ দেৱতাক প্ৰেৰিত

কবি, পূব আকাশৰ ৰবি" ৰবীন্দ্ৰনাথ হ'লহেঁতেন। গতিকে তেওঁ মাথোন "অগীত গান, অকথিত কথা" হৈয়ে বৈ গ'ল আমাৰ বাবে।

তেওঁৰ চিঠিবিলাকৰ মাজত এক অপূৰ্ব সুষমা আছে। তাৰে আমি পোৱাখিনিৰ ভিতৰত তেওঁৰ সমধৰ্মী চৰিত্ৰ কণমইনা বা গিৰীন্দ্ৰনাথ বৰুৱালৈ (তাহানিৰ গোলাঘাটৰ আমাৰ লোকেল ফুড্ মিনিস্টাৰ ঘনশ্যাম বৰুৱাৰ পুত্ৰ) দিয়া চিঠিয়েই সৰহ। কণমইনা অসম ছাত্ৰ সম্মিলনৰ এক্‌টিভিষ্ট, আৰু যাক বোলে intellectual type of student. তেওঁলৈ চিঠি লিখোঁতে ভগৱতীপ্ৰসাদৰ মন-ঘৰ মুকলি হৈ পৰিছিল। এই ডেকাজনৰো অকালমৃত্যুত দেশত শোকৰ উৰ্মি উঠিছিল। এখনি সম্পূৰ্ণ চিত্ৰই সৈতে বেজবৰুৱা ডাঙৰীয়াৰ 'বাঁহী'ত শোকপ্ৰকাশ বাহিৰ হৈছিল। শিৱসাগৰৰ নগৰ মহল মৌজাৰ মৌজাদাৰ হিমকান্ত বৰুৱাদেৱৰ পুত্ৰ বিমলাকান্ত বৰুৱাই গান্ধী আন্দোলনত যোগ দিছিল, আন এজন পুত্ৰ শ্ৰীসুশীলাকান্ত বৰুৱা এতিয়াও জীৱিত আছে। এওঁলোকলৈ দিয়া চিঠিত গান্ধী আন্দোলনৰ প্ৰতি কৰা তেওঁৰ দৃষ্টিপাত আমাৰ চকুত পৰেহি। ৰুদ্ৰকান্ত বৰুৱালৈ লেখা এখন চিঠিত সেই কথাটো অলপ স্পষ্টকৈ লিখিছে; "নন্‌ক-অপৰেশ্যনৰ যিটো মত (principle) বা ভাব (idea) তাক চিৰদিনেই মই মোৰ বুলি কওঁ। কিন্তু এই বিষয়ৰ কামৰ দিহাত (methods) যিবোৰ এই ইণ্ডিয়া কংগ্ৰেছে সমৰ্থন কৰিছে মোৰ মতভেদো হ'ব পাৰে আৰু হোৱাটো স্বাভাৱিকো। সেই বিষয়ে বহলাই লেখিবলৈ মন নাই, কাৰণ—পলিটিক্‌স মই ভাল নাপাওঁ। এতিয়া তুমি যে নিজৰ মত অনুসৰি কাম কৰিছা সেইবাবে সম্মানাৰ্হ। সৰলতাক মই শ্ৰদ্ধা কৰোঁ।" তেওঁক আলসুৱা ৰূপকোঁৱৰ বুলিহে কেইবাজনেও আখ্যা দিছে। কিন্তু তেওঁ যেন দুখৰহে পূজাৰি। জীৱনত তেওঁ পূৰ্ণ চেতনাময় বেদনা বিচাৰিছিল।—"মোক লাগে দুখ; dilettanteৰ 'ছখ'ৰ দুখ নহয়, নিবিড়, দুঃসহ দুখ, বাস্তৱ বেদনা। বেছি সঁচাকৈ ক'বলৈ হ'লে—বেদনা আছেই—লাগে গ্ৰহণশীলতা, দুখৰ স্বৰূপ বুজিব পৰা প্ৰাণ।

ঋষি কবিৰ গানত আছে—

আৰো বেদনা আৰো বেদনা
দাও মোৰে আৰো চেতনা।

সেই চেতনা লাগে, মোৰ অসীম অপূৰ্ণ হেঁপাহ বৈ আছে—মাথোঁ লাগে।"

তেওঁ বন্ধু বিমলাকান্ত বৰুৱাৰ দৰে বা বেণুধৰ শৰ্মাৰ দৰে জেল-তীৰ্থলৈ যাব পাৰিলে সুখী হ'লহেঁতেন। কিন্তু আন কামত তেওঁ বন্দী হৈ ৰ'ল। বেণুধৰ শৰ্মালৈ লেখা এখন চিঠিত—সেই দেখি কৈছে—"শিৱসাগৰৰ পুখুৰীপাৰত থাকিবলৈ তপস্যাৰ আৱশ্যক। জেললৈ উপযাচি যাব পাৰিবলৈ আৰু এক সাধনৰ

সকাম। মোৰ ইয়াত এবিধো নাই, অথচ কালিবেপৰা উবা মাৰি গৈ তোমালোকৰ সেই পোতাশালৰ 'মজলিচ'ত পৰিবৰ মন গৈছে।"

"আজীৱন পৰাধীনতাৰ হাঁবা-পানীত ডাঙৰ-দীঘল হৈ আহিছোঁ, বহুত দিনৰপৰাই গাত লোহাৰ শিকলিৰ ভৰৰ উমান পাই আহিছোঁ। অপ্ৰকাশতেই সকলো বেদনা। নেদেখা শিকলিৰ কমাৰে গঢ়া পোতাশালৰ কষ্টতকৈ অকথনীয় ৰূপে বেছি। দেহাত অধীনতাৰ নাগ-পাশ লৈ তাক সেই বুলি মানিব নোৱৰা— অসবলতাই আচল আৰু চৰম পৰাধীনতা। এই জেলখনৰপৰা তৰিলে ৰক্ষো।"

ঘৰত থাকোঁতে ঘৰৰ বনবাবি আৰু গীতচৰ্চা কৰাৰ উপৰিও এসময়ৰ ধুনীয়া 'ঘৰ-জেউতি' কাকতখনি চলোৱা মৰমৰ ভনী শ্ৰীমতী সুধা আইদেউক নগাঁৱৰ শ্ৰীবিদ্যাকান্ত বৰুৱালৈ বিয়া দি উলিয়াই দিয়াৰ পাছত পোৱা মনৰ বিক্তত্তাৰপৰা ভনীজনীলৈ মনত পৰি শকুন্তলাৰ বিদায়ৰ কণ্ব মুনিৰ দৰে চকুলো টুকি দিয়া উপদেশৰ চিঠি দুখনিত এক মনোৰম কোমলতা সোমাই আছে। যেন কণ্ব মুনিহে বিদায় লোৱা শকুন্তলাক আশীৰ্বাদ কৰিছে। বৰ্তমান সঙ্কলনটি ভগৱতীপ্ৰসাদৰ অধিক ৰচনাৰে সমৃদ্ধ কৰিব পৰা হ'লে আমি অত্যন্ত সুখী হ'লোঁহেঁতেন। কিন্তু—বিমলালয় সভা, শিৱসাগৰ হাইস্কুল, কলিকতাৰ অগ্‌লভি হোষ্টেলৰ হাতে-লিখা মাহেকীয়া আলোচনীবোৰ আজি আৰু চকুত বাটি দিবলৈকো ক'তোৱেই পাবলৈ নাই। সেইবোৰ পোৱাহেঁতেনো ভগৱতীপ্ৰসাদৰ নাম নিদিয়া প্ৰবন্ধ চিনাক্ত কৰি উলিওৱা টান হ'লহেঁতন। আন কি, ককাইদেউ ডিম্বেশ্বৰ নেওগে তেওঁৰ সম্পাদিত 'মিলন' কাকতৰ বাবে নিয়া এনে অনামী টোকা কেইটাকে আমাৰ আগত চিনাকি কৰি দিব নোৱাৰিলে।

তাৰুণ্যতে তেওঁক আমি হেৰুৱালোঁ। তেওঁ মাথোন এক বিৰল ব্যক্তিত্বৰ, এক বিৰল ৰুচিবোধৰ আৰু এক কবিৰ গভীৰ সম্ভাৱনাৰ আশা সৰু এটি বন্ধু মহলৰ মাজত এৰি থৈ গুচি গ'ল। দিচাঙৰ চকুপানীয়ে আমাক সেই তৰুণ, সেই বিৰল ব্যক্তিত্ব, সেই অবিৰল ৰুচিবোধ আৰু বিৰল কবিত্বৰ সম্ভাৱনা কোনোদিনে ঘূৰাই নিদিয়ে।

ইউ. পি. এছ্. চি.
এড্‌ভাইজাৰ্চ্ছ ছুট
শ্বাজহাঁ ৰোড
নয়ীদিল্লী
৪ মেই, ১৯৮৩

# অৰুনোদই সম্বাদ পত্ৰ

## ভাৰতৰ শিক্ষা-সংস্কৃতিৰ নতুন মাইলৰ খুঁটি : ১৭৯৩ আৰু ১৮১৩

ব্ৰিটিংশ ভাৰতৰ শিক্ষা, সংস্কৃতি, ভাষা-সাহিত্যৰ ক্ষেত্ৰত অষ্টাদশ শতিকাৰ অন্তৰ্ভাগৰ ১৭৯৩ আৰু ঊনবিংশ শতিকাৰ প্ৰাৰম্ভৰ ১৮১৩ চন দুটা বিশেষ অৰ্থপূৰ্ণ বছৰ। এই সময়ত অসম ইংৰাজ-বাঘৰ বৰ-পেটত সোমোৱা নাছিল আৰু সেই ঘটনাৰ উপক্ৰমেও দেখা দিছিল বুলি ক'ব নোৱাৰি। তদুপৰি ১৭৯৩ আৰু ১৮১৩ৰ সাৰ্থকতাপূৰ্ণ ঘটনাই কালক্ৰমত অসমক স্পৰ্শ নকৰাকৈ নেৰিছিল। ১৮১৩ চনৰ চাৰ্টাৰ এক্টত ভাৰতীয়সকলৰ সুখ-সমৃদ্ধি বৃদ্ধি কৰা, সিসকলৰ মাজত ব্যৱহাৰিক জ্ঞান বিস্তাৰ কৰা আৰু ধৰ্মসম্পৰ্কীয় আৰু নৈতিক উন্নয়নৰ ব্যৱস্থা কৰাটো ইংলেণ্ডৰ কৰ্তব্য সাব্যস্ত কৰি ভাৰতলৈ ধৰ্মপ্ৰচাৰক আৰু শিক্ষক পঠোৱাটো কোৰ্ট অব ডাইৰেক্টৰ্ছৰ কৰ্মৰ ভিতৰত ধৰি বিধিবদ্ধ কৰা হ'ল। ১৭৯৩ চনৰ চাৰ্টাৰ এক্টত এনে এটা ছেদ সন্নিবেশ কৰিবৰ কাৰণে এক পক্ষৰপৰা বৰ হুৰমুৰ লগোৱা হৈছিল; কিন্তু পাৰ্লিয়ামেণ্টে শেহান্তৰত সেই ছেদ অনুমোদন নকৰিলে। কিন্তু সেই বছৰতে "খ্ৰীষ্টৰ শুভবাৰ্তা সমস্ত মানৱ জাতিৰ মাজত খ্ৰীষ্টিয়ানসকলে হাতে-কামে প্ৰচাৰ কৰাৰ প্ৰস্তাৱ দাঙি ধৰা কি আমেৰিকা কি ইউৰোপৰ প্ৰথম এংগ্লো-ছেক্সন্ প্ৰোটেষ্টাণ্ট" উইলিয়াম কেৰি কলিকতা পায়হি। তেওঁ ঠিক তাৰ আগৰ বছৰত এক পুস্তিকা প্ৰকাশ-প্ৰচাৰ কৰিছিল—*The Enquiry into the Obligations of Christians to Use Means for the Conversion of the Heathens*. সেই বছৰৰ অক্টোবৰৰ ২ তাৰিখে ইংলেণ্ডৰ কেটেৰিং বোলা ঠাইত পোন্ধৰজন ব্ৰিটিংশ বেপ্টিষ্ট মিছনেৰি লোক একেলগ হৈ বিদেশত ধৰ্ম প্ৰচাৰ কৰা সমাজ-গঠনৰ কথা আলোচনা কৰিছিল; তাতে আগ বয়সত মুচিৰ কাম কৰি জীৱন নিৰ্বাহ কৰা একত্ৰিছ-বছৰীয়া উইলিয়াম কেৰিয়ে সংগীসকলক উপস্থিত কৰ্তব্যলৈ প্ৰত্যাহ্বান জনায়। তেওঁৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি তেওঁৰ পুস্তিকাৰ বক্তব্যৰ মৰ্মে সেই সৰু সভাখনতে Baptist Society for the Propagation of the Gospel amongst the Heathen

প্ৰতিষ্ঠা কৰা হ'ল। দান-বৰঙণিও লগে লগে তোলা আৰম্ভ হ'ল। ১৭৯৩ৰ ৯ জানুৱাৰী তাৰিখে প্ৰথম মিছনেৰিও নিয়োগ কৰা হ'ল। ইতিপূৰ্বেই বংগদেশত ব্ৰিটিঃশ ছাৰ্জনৰূপে কাম কৰা জন্ তমাছ্ নতুন সমাজৰ কামলৈ আগ বাঢ়ি অহাত তেওঁক লোৱা হ'ল; আৰু একেবাৰেই প্ৰথমজন হ'বলৈ আশা কৰা উইলিয়াম কেৰিকো তমাছ্‌ৰ লগতে কামত দিয়া হ'ল। কিন্তু কেৰি-তমাছ্ কলিকতা পোৱাৰ আগতে বংগ ছৰকাৰে কোম্পানিৰ ৰাজ্যত ধৰ্মপ্ৰচাৰ কৰিবলৈ নিদিয়া নিয়ম ঘোষণা কৰি বহি আছে। কলিকতাত ঠুঁটিয়াবকে নোৱাৰি দুয়োজন মিছনেৰি ডেনমাৰ্কৰ ৰজাৰ অধীনৰ, কলিকতাৰপৰা দহ মাইলমান নিলগৰ শ্ৰীৰামপুৰত আশ্ৰয় ল'লেগৈ আৰু তাতে ডেনিঃশ গৱৰ্নৰে তেওঁলোকক ডেনিঃশ নাগৰিকৰ সা-সুবিধাৰে ব্ৰিটিঃশৰ বিৰুদ্ধ হেঁচা-ঠেলাৰ মাজত সুৰক্ষা দান কৰিলে আৰু ভাৰতীয় ভাষাবিলাকত ধৰ্মশাস্ত্ৰ ছপাবৰ নিমিত্তে ছপাশাল পাতিবলৈও আৱশ্যকীয় অনুমতি দিলে।

ভাৰতত ধৰ্মপ্ৰচাৰৰ প্ৰতি ব্ৰিটিঃশ ছৰকাৰৰ বিৰূপ মনোভাৱ নানা ঐতিহাসিক কাৰণত গঠিত হৈছিল। এই দেশৰ শিক্ষা আৰু ধৰ্মৰ ক্ষেত্ৰত কি নীতি অৱলম্বন কৰিব লাগে, সেই লৈ নানা বাদ-বিসংবাদৰ সৃষ্টি হৈছিল বিলাতত। ছাৰ চাৰ্লছ্ উইলকিন্‌ছ ছাৰ, উইলিয়াম্ জোন্‌ছ প্ৰভৃতিয়ে পোনৰেপৰা সংস্কৃত সাহিত্য আৰু ভাৰতীয় সংস্কৃতিৰ সমৃদ্ধি দেখা পাইছিল, স্বীকাৰ কৰিছিল আৰু তাৰ বাৰ্তা আনক কৈছিল। উইলছন্ কোলব্ৰুক্ আদি প্ৰাচ্যবিদসকলে ভাৰতীয় ঐতিহ্যৰ গৌৰৱ ঘোষণা কৰিছিল। এনেভাৱে, ভাৰতৰ নিজস্ব শিক্ষা-সংস্কৃতিৰ সংৰক্ষণৰ সপক্ষে এটা দৃঢ় মতবাদ গঢ় লৈ উঠিল। দ্বিতীয় পক্ষত আকৌ উদাৰপন্থী টোৰি মত হ'ল ভাৰতত যি আছে তাক পাশ্চাত্য আদৰ্শ আৰু মূল্যবোধেৰে উন্নয়ন নকৰিলে নহয়। কিন্তু নতুন ধৰ্ম, নতুন সংস্কৃতি ভাৰতত হঠাতে প্ৰচাৰ কৰিবলৈ যোৱাটো যে ভয়ংকৰভাৱে বিপজ্জনক হ'ব পাৰে, সেই কথাও এই দলৰ লোকে শাসনযন্ত্ৰক সোঁৱৰাই দিবলৈ পাহৰা নাছিল। তৃতীয় এটা মতবাদ হ'ল আমূল পৰিৱৰ্তনৰ, ভাৰতৰ ধৰ্ম, শিক্ষা, সংস্কৃতি নতুন পাতনেৰে পতাৰ দলৰ। অধৰ্ম-অনীতিত জোবোৰা মাৰি থকা ভাৰতক পাশ্চাত্য খ্ৰীষ্ট-ধৰ্মত দীক্ষিত কৰি ঈশ্বৰাভিমুখী কৰিব লাগিব। ইউটিলিটেৰিয়ান্‌সকলৰ বৰ চিন্তা হ'ল ভাৰতক যুক্তিবাদ আৰু ইউৰোপীয় জ্ঞান দি প্ৰকৃত মানৱ কৰাৰ। আমূল পৰিৱৰ্তনকামীসকলৰ মতে খ্ৰীষ্টিয়ান ধৰ্ম আৰু পাশ্চাত্য শিক্ষাৰ গ্ৰহণেই হ'ল ভাৰতবৰ্ষৰ কল্যাণকৰ উচিত কৰ্মপন্থা। গোস্পেল বা খ্ৰীষ্টৰ শুভবাৰ্তা-প্ৰদানৰ যোগে প্ৰচাৰকামী এভাঞ্জেলিকেল্‌সকল হ'ল এই আমূল পৰিৱৰ্তনবাদী দলৰ ভিতৰৰ

যিবোৰ তেনে শব্দ বেপ্টিষ্টসকলৰ পঢ়াশলীয়া কিতাপ আৰু ধৰ্মপুস্তকৰ অনুবাদবোৰতো ব্যৱহাৰ কৰা হৈছিল, সেইবোৰো অভিধানখনত গ্ৰহণ কৰা হৈছে। কিন্তু এনে শব্দবোৰৰ ধ্বনিতাত্ত্বিক আৰু অৰ্থগত (phonetic, semantic) পৰিৱৰ্তনৰ ফালে তেওঁ বিশেষ চকু ৰাখিছিল। (But it should be borne in mind that they are often used in Assamese, with a modified meaning, and a different pronounciation.) শব্দবোৰ সন্নিৱেশ কৰোঁতে বহুতবাৰ সিবোৰ পৰীক্ষা কৰি চোৱা গৈছিল আৰু সন্দেহৰ স্থলত বৃদ্ধ আৰু অভিজ্ঞ লোকেৰে পৰামৰ্শও কৰা হৈছিল। ইংৰাজী আৰু অসমীয়াত ব্যাখ্যা দিওঁতে তাক সৰল আৰু ব্যাপকাৰ্থ কৰিবৰ যত্ন কৰা হৈছিল। ব্ৰন্‌ছনে শব্দবোৰৰ ব্যুৎপত্তি নিৰ্দেশ কৰা নাই বা প্ৰয়োগৰ উদ্ধৃতিও দিয়া নাই।

ব্ৰাউনে দিয়া এক অসমীয়া শব্দকোষ আৰু এছ্. এম্. হোৱাইটিঙে দ আখৰ পৰ্যন্ত ছপাই উলিওৱা এক শব্দাৱলীৰ ব্ৰন্‌ছনে উল্লেখ কৰিছে। ইয়াৰ বহুত পূৰ্বতে (১৮৩৯) জাদুৰাম ডেকা বৰুৱাই এক বিস্তৃত বঙলা-অসমীয়া শব্দকোষ তৈয়াৰ কৰি এফ্, জেন্‌কিন্‌ছ চাহাবক দিছিল। সেইখন সম্ভৱতঃ ব্ৰন্‌ছনৰ হাতত পৰিছিলহি কাৰণে তেওঁ জাদুৰামৰ উচ্চাৰণানুগ বৰ্ণবিন্যাস-ৰীতি তেওঁৰ অভিধানৰ বাবে গ্ৰহণ কৰিছে বুলিছে। এই তিনিখন শব্দকোষো ব্ৰন্‌ছনৰ শব্দ-সংগ্ৰহৰ উৎসৰ ভিতৰত ধৰিব লাগিব। ইয়াৰ অধিকন্তু, শ্ৰীমতী হেৰিয়েট বি. এল্. কট্টাৰেও এখন শব্দকোষ যুগুত কৰি ছপোৱাৰ কথা জনা যায়। সেইখন ব্ৰন্‌ছনে পাইছিল নে নাই, আমি নাজানো। মুঠতে তেওঁ লেখ দিয়ামতে, মুঠ চৈধ্য হেজাৰ শব্দেৰে এজন অনা-অসমীয়া পণ্ডিতে বাৰ বছৰৰ কঠোৰ পৰিশ্ৰমেৰে প্ৰণয়ন কৰা এইখনি এখনি ভাল অভিধান হ'ল, যিখিনিয়ে অসমীয়া ভাষাৰ পুনঃপ্ৰতিষ্ঠা লাভৰ যুদ্ধত কাৰ্য্যকৰীভাৱে প্ৰভূত সহায় কৰিলে।

কিন্তু ব্ৰন্‌ছনে জাদুৰাম-ব্ৰাউনৰ বৰ্ণবিন্যাস-ৰীতি গ্ৰহণ কৰা পণ্ডিতীয়া কথাটোৱেই তেওঁৰ অভিধানখনক অল্পায়ু কৰিলে। সংস্কৃত, হিন্দী, বঙলা আৰু ইংৰাজীৰ জ্ঞানৰ পটভূমিৰে হেমচন্দ্ৰ বৰুৱাৰ দৰে শক্তিশালী এজন লেখকে ব্ৰন্‌ছনক প্ৰত্যাহ্বান জনাই অসমীয়া বৰ্ণবিন্যাস তথা ব্যাকৰণক এক অভিনৱ প্ৰতিষ্ঠা দিলে। স্থায়ীভাৱে হেমচন্দ্ৰই তিনিখন অভিধান ৰচনা কৰিছিল—'অসমীয়া হেমকোষ' (১৯০০), 'সংক্ষিপ্ত হেমকোষ' আৰু 'পঢ়াশলীয়া অভিধান' (১৯০৬)। 'সংক্ষিপ্ত হেমকোষ' ক'লৈ গ'ল ক'ব নোৱাৰি। আন দুখন তেওঁৰ মৃত্যুৰ পাছত প্ৰকাশিত হয়। তাৰ সঙ্কলনৰ কথা

তেওঁৰ নিজৰ ভাষাত শুনা যাওক। 'পঢ়াশলীয়া অভিধান'ৰ বাবে লিখা (আঘোণ ১৮১৪ শক) পাতনিত (সেইখনেই 'হেমকোষ'লৈও তেওঁ হ'ব বুলিছিল) কৈছে— "আমাৰ ভাষাৰ অভিধান মুঠেই নাই বুলিলেও গোটেই মিছা কোৱা নহয়, কিয়নো যদিও শিৱসাগৰৰ মিশ্যনেৰিবিলাকে এই ভাষাৰ এখনি অভিধান যুগুত কৰিবলৈ বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খ্ৰীষ্টিয়ান শকত পাদ্ৰি ব্ৰন্সন চাহাবে তাক সমাপ্ত কৰি ছপালে কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো সি যেনে হ'ব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰপৰা একো উপকাৰ হোৱা নাই, আৰু নহয়ো। এই অসুচল গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্তমান লেখকে 'হেমকোষ' নাম দি এখনি ডাঙৰ অভিধান যুগুত কৰে। তাত—নিশ্চয় কৰিব পৰা যায় মানে—প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতিশব্দ বা ব্যাখ্যাৰ পাছত ইংৰাজী অৰ্থ দিয়া হৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থে সৈতে ভালেমান সদায় ব্যৱহৃত ভাবুক খণ্ডবাক্য (idiomatic phrases) সন্নিবিষ্ট হৈছে। সংক্ষেপকৈ ক'ব লাগিলে ওৱেবৃষ্টাৰৰ ইংৰাজী অভিধান তাৰ আৰ্হি, আৰু সেই পুথিকে চানেকি কৰি তাক লিখা হৈছে।" কিন্তু কৈছে, অভিধানখন ডাঙৰ হোৱা বাবে "সি আজিলৈকে পোহৰ দেখা নাই, আন্ধাৰতে পৰি আছে।"

আকৌ ঃ "তাৰ পাছত 'সংক্ষিপ্ত হেমকোষ' নামেৰে তাতকৈ সৰু এখনি অভিধান প্ৰস্তুত কৰা যায়। তাত শব্দবিলাকৰ মূল, সমাৰ্থক শব্দ আৰু খণ্ডবাক্য নাই। কিন্তু অসমীয়া আৰু ইংৰাজী, দুয়ো ভাষাৰে অৰ্থ লিখা গৈছে, সিও ওপৰত কোৱা কাৰণতে বাহিৰলৈ ওলাব পৰা নাই, ভিতৰতে ভেঁকুৰিছে।"

"সেই দুখনি পৰি থাকোঁতেও এই ক্ষুদ্ৰ (পঢ়াশলীয়া) অভিধান সংগ্ৰহ কৰাৰ কাৰণ এই যে আমাৰ গাঁৱলীয়া পঢ়াশালিবিলাকৰ কাৰণে এখন ইংৰাজী অৰ্থ নথকা সৰু অভিধানৰ প্ৰয়োজন আছে। সেইবোৰত ই চলিব পাৰিব, আৰু ডাঙৰ নোহোৱা হেতু ইয়াৰ ব্যয়ো কম হ'ব, এতেকে ইয়াক অনেকে কিনা সম্ভৱ। সেয়ে হ'লে ইয়াৰ বাবে কৰা শ্ৰম আৰু ব্যয় নিৰৰ্থক নহয়। ইয়াক যদিও 'পঢ়াশলীয়া' অভিধান নাম দিয়া গৈছে তথাপি সম্প্ৰতি গাঁৱলীয়া পঢ়াশালিত ব্যৱহৃত পুথিবোৰত থকা শব্দবিলাকৰ বাহিৰেও ইয়াত বিস্তৰ অসমীয়া শব্দ আছে আৰু অকল প্ৰতিশব্দ বা ব্যাখ্যাৰ দ্বাৰা যি শব্দৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম নহয়, তাক যি ভাবত ব্যৱহাৰ কৰা যায়, তাৰ উদাহৰণ দি বুজাবলৈ চেষ্টা কৰা গৈছে, এতেকে ই অকল পঢ়াশলীয়া

ছাত্ৰৰ নহয়, আনৰো উপকাৰ সাধিবলৈ সক্ষম হ'ব এনে আশা কৰিব পাৰি।"

'হেমকোষ'ৰ সঙ্কলন-কাৰ্য্যৰ বিষয়ে আৰু কিছু আৱশ্যকীয় বাৰ্তা একেখন পাতনিতে দিয়া হৈছে—"হেমকোষ সংগ্ৰহ কৰোঁতে লেখকে ব্ৰন্সন্ চাহাবৰ অভিধানৰ সাহায্য বিচাৰিছিল, কিন্তু ওপৰত কোৱা কাৰণৰ নিমিত্তে তাৰপৰা অধিক সহায়তা পোৱা নগ'ল, তথাপি তাত বিস্তৰ অসমীয়া শব্দ থকা হেতু লেখকৰ শব্দ-সংগ্ৰহৰ পৰিশ্ৰম অনেক গুণে লঘু হ'ল। ই সামান্য লাভ নহয়। অৰ্থৰ কথাত যদিও তাৰপৰা পোৱা সাহায্য নিচেই কম, তেও সি সেই বিষয়ত মুঠেই উপকাৰ কৰা নাই বুলিব পৰা নেযায়।"

"ব্ৰন্সন্ চাহাবৰ অভিধানত বাজে লেখকে উইলচনৰ সংস্কৃত-ইংৰাজী অভিধান, টম্পচনৰ হিন্দী আৰু উৰ্দু-ইংৰাজী অভিধান আৰু মাজে সময়ে কেৰীৰ বঙলা-ইংৰাজী অভিধানো চাইছিল আৰু সেইবোৰৰপৰাও কিঞ্চিৎ উপকাৰ লভিছিল........।"

এই স্বীকাৰোক্তিত বিশেষভাৱে মন কৰিবলগীয়া — (১) 'হেমকোষ'ৰ শব্দ-সংগ্ৰহত ব্ৰন্ছনৰ অভিধানৰ সহায় লোৱা হৈছিল আৰু লগতে উইল্ছন, টম্পছন আৰু কেৰীৰ অভিধান চোৱা হৈছিল। (২) অভিধান লিখাৰ মডেল বা চানেকি ৰেবৃষ্টাৰে যোগাইছিল। (৩) প্ৰত্যেক শব্দৰ মূল (etymology) দিবৰ যত্ন কৰা হৈছে। (৪) শব্দটোৰ অসমীয়া প্ৰতিশব্দ বা/আৰু ব্যাখ্যা সন্নিৱিষ্ট কৰা হৈছে। (৫) ইংৰাজী অৰ্থও দিয়া হৈছে। (৬) মাজে মাজে শব্দবোৰৰ প্ৰয়োগৰ উদ্ধৃতি আৰু জতুৱা খণ্ডবাক্য সংযোজিত হৈছে। ইয়াৰ উপৰি পুংলিঙ্গ শব্দৰ স্ত্ৰীলিঙ্গ, বিশেষ্যৰ বিশেষণ ৰূপ, বিশেষণৰ বিশেষ্য ৰূপ আদি নিৰ্দেশ কৰা হৈছে। এইভাৱে সাধাৰণ (general, traditional) এখন আধুনিক অভিধানৰ আৱশ্যকীয় সকলো অঙ্গই প্ৰতিটো ভৰ্তিত (entry) দিয়া হৈছে। অভিধানখন ছপা হ'বৰ বেলা অসমীয়া অৰ্থ-ব্যাখ্যাৰ ওপৰত হেমচন্দ্ৰ গোস্বামীয়ে আৰু ইংৰাজী অৰ্থৰ ওপৰত কৰ্ণেল পি. আৰ্. টি. গৰ্ডনে চকু ফুৰাইছিল। অভিধানৰ নাম-পাতত তেওঁলোক দুজনক সম্পাদক বোলা হৈছে।

হেমচন্দ্ৰই শব্দ-সংগ্ৰহৰ কাম অকলশৰেই কৰিছিল আৰু যেতিয়াই যি শব্দ মনত পৰে বা চকুত পৰে বা কাণত পৰে, তাক লগে লগে টুকি থৈছিল। কেতিয়াবা নিশা পাটীত দীঘল দিয়াৰ পাছতো কিবা শব্দ মনলৈ আহি পুৱা তাক লিখিবলৈ নথৈ তেওঁ তেতিয়াই শোৱাৰপৰা উঠি কাগজ-কলম লৈ লিপিবদ্ধ কৰিছিল। তেওঁ শ্ৰীৰামপুৰী কাগজৰ বহি দুটামান বান্ধি লৈ তাতে শব্দ, অৰ্থ আদি একেবাৰতে

নিষ্পত্তি কৰি লিখি গৈছিল। তাৰ ওপৰত শুধৰণিৰ তৰপ পৰিছিল কিন্তু তাক পৰিষ্কাৰকৈ নকল কৰি উলিওৱাৰ কথা হেমচন্দ্ৰই নাভাবিছিল। গতিকে একেটা পিঠিত শব্দ যোগ দিওঁতে দিওঁতে অনেক ঠাইত টাপলিও পৰিছিল বহুত। তেওঁৰ অভিধানৰ মুঠ শব্দ-সংখ্যা ২২,৩৪৬।

ইয়াৰ পাছত আহিল সাহিত্যসভাৰ 'চন্দ্ৰকান্ত অভিধান' (১৮৫৪ শক, ১৯৩৪)। ইয়াৰ সঙ্কলনকাৰ্য ১৯২৪ৰ ছেপ্টেম্বৰৰপৰা ১৯৩৯ৰ ফেব্ৰুৱাৰীৰ ভিতৰত হৈছিল। 'হেমকোষে'ই আছিল 'চন্দ্ৰকান্ত'ৰ ধৰণী। ধনৰ বিনিময়ত বা কৃপা কৰি অনেকে নিজৰ সংগ্ৰহৰ শব্দবোৰ সভাক দিছিল। 'আলোচনী' আদি আলোচনীত 'হেমকোষৰ পৰিশিষ্ট' মাজে মাজে ওলাই আছিল। সিও কামত লাগিছিল। নিজৰ পুত্ৰৰ স্মৃতি বহন কৰি ওলাবলগীয়া অভিধানখনৰ বাবে ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই অশেষ কষ্ট কৰি বুৰঞ্জী আৰু আন পুৰণি কিতাপ-কাগজৰপৰা বহুত শব্দ সংগ্ৰহ কৰিছিল, প্ৰাণীতত্ত্ব, উদ্ভিদ্‌তত্ত্ব আদি বিজ্ঞানৰ কথাবোৰো অভিধানৰ বাবে গোটাইছিল। পুৰণি অসমীয়া সাহিত্য আৰু বুৰঞ্জীবোৰ পঢ়ি আৰু নতুন কিতাপৰপৰা শব্দ গোটাবলৈ তিনিজন কৰ্মচাৰীক নিযুক্তি দিয়া হৈছিল। এই শব্দবোৰ অভিধানত সুমুৱাওঁতে যিবোৰ শব্দ অকল পুৰণি পুথিতহে পোৱা যায়, সেইবোৰৰ অৰ্থ লিখোঁতে বন্ধনীৰ ভিতৰত 'পুথি' নিৰ্দেশটি দিয়া হৈছিল। নামনি অসমত মাথোন প্ৰচলিত শব্দবোৰত 'হেমকোষে' যেনেকৈ 'নামনি' বুলি ইঙ্গিত দিছিল, সেয়া 'চন্দ্ৰকান্ত'ত নিদিবলৈ স্থিৰ কৰা হয়। অনেক শব্দৰে ব্যুৎপত্তি দিবৰ কাৰণে যত্ন কৰা হৈছে যদিও সেই বিশয়ত কোনো প্ৰকাৰ বৈজ্ঞানিক সম্পূৰ্ণতা পাব পৰা হোৱা নাছিল। অনেক শব্দৰ অৰ্থৰ লগত বিৱৰণমূলক কেতিয়াবা একোটি বহল টোকা সংলগ্ন কৰি দিয়া হৈছিল। 'হেমকোষ'তো এনে টোকা আছিল, কিন্তু এতিয়া তাৰ পৰিসৰ যথেষ্ট বহল কৰি পোলোৱা হৈছিল। 'চন্দ্ৰকান্ত'ৰ প্ৰথম তাঙৰণত মুঠ শব্দ-সংখ্যা হ'ল ৩৬,৮১৯। অভিধানকাৰৰ নাম কিন্তু ক'তো লোৱা নহ'ল। দেবানন্দ ভৰালিৰ ভাষাতত্ত্ব-বিষয়ক এখন পাতনি সংযোগ কৰা হৈছে, য'ত 'চন্দ্ৰকান্ত'-প্ৰণয়নৰ প্ৰক্ৰিয়াৰ বিষয়ে কথা কোৱা হোৱা নাই। সেইখিনি বিৱৰণ দিয়া হৈছে সাহিত্যসভাৰ প্ৰধান সম্পাদক দেবেশ্বৰ চলিহাৰ পাতনিত। অভিধানখন প্ৰকাশ পোৱাৰ পাছত সভাৰ বাহিৰে-ভিতৰে নানা প্ৰতিবাদৰ ধ্বনি শুনা গৈছিল আৰু 'চন্দ্ৰকান্ত অভিধানৰ সংশোধন' নামে এখন কিতাপ প্ৰকাশ কৰাৰো চিন্তা সভাই কৰিছিল। শেহন্তত কায়স্থ, কোচ আদি জাতিবাচক শব্দৰ ওপৰত নতুন ব্যাখ্যাৰ টাপলি পৰিল। সি যি কি নহওক, সকলো দোষ-গুণ লৈ 'চন্দ্ৰকান্ত

অভিধান'খনি 'হেমকোষ'তকৈ আহল-বহল এখনি ভাল অভিধান হ'ল। বিশেষকৈ শব্দবোৰৰ অৰ্থ-ব্যাখ্যা দিবৰ যত্ন আৰু প্ৰয়োগৰ উদ্ধৃতিবিলাক অভিধানখনৰ বিশেষ বিশেষত্ব হ'ল। অৱশ্যে ৰামচৰণ ঠাকুৰৰ ভণিতাযুক্ত বিতৰ্কিত আৰু অৰ্বাচীন চৰিতৰ উদ্ধৃতিত গুৰুত্ব প্ৰদানৰ নিচিনা কথাত সমালোচকৰ চকু বৈ যায়।

অসমীয়া শব্দবোৰৰ আভিধানিক আৰু বৈয়াকৰণিক ৰূপৰ বিষয়ত পণ্ডিতৰ মনোভাবৰ ইতিমধ্যে নানা পৰিবৰ্তন ঘটিছিল। বহুত আগতে লিখা হ'লেও 'হেমকোষ' ১৯০০ চনতহে প্ৰকাশ পায়। তেতিয়ালৈকে 'হেমকোষ'ৰ অনুশাসন নোহোৱাকৈ আধুনিক অসমীয়া ভাষা আগবাঢ়ি আহিছিল। আদি 'জোনাকী' যুগটোতো সমাপ্তই হৈছিল। 'হেমকোষ' ওলালতো তাৰ বিচাৰধাৰাক প্ৰত্যাহ্বান জনোৱা একশ্ৰেণী লোক ওলাইছিল, যদিও সেই শ্ৰেণীটো আছিল অতি মুষ্টিমেয়। লক্ষ্মীনাথ বেজবৰুৱা আদি যিসকলে 'হেমকোষ'ৰ শাসন হেলাৰঙে মানি লৈছিল, সেইসকলেও নতুন আদৰ্শ বা বিচাৰৰ কথা নভবাকৈ নাছিল। বেজবৰুৱাই নিজেও কৈছে যে তেওঁ 'হেমকোষ'ক মানে, হয়, কিন্তু "আঁতৰাব গুৰিৰপৰা কঁটবাৰ গুৰিলৈকে" সকলো কথাতে নহয়। তেওঁৰ 'বাঁহী'ৰ প্ৰথম বছৰৰ চতুৰ্থ সংখ্যাতে (ফাগুন, ১৮৩১ শক) তেওঁ ঘোষণা কৰিছিল, "হেমকোষ ওলাবৰ আজি কত বছৰ হ'ল। তাৰ বাহিৰে অসমীয়া ভাল লেখকসকলে অনেক পৰিশ্ৰম কৰি বৰ্ণবিন্যাসৰ এটা প্ৰণালী থিয় কৰিছে।" এই হেমকোষোত্তৰ প্ৰণালীক অৱজ্ঞা কৰিলে নহ'ব। লক্ষ্মীনাথ বেজবৰুৱা নিজেই এই বিষয়ত এক আদৰ্শৰ স্তম্ভ হৈ থিয় হয়। 'বাঁহী' হয় সেই আদৰ্শৰ মুখপাত। এই 'বাঁহী'য়েই (২৫শ বছৰ?) ইংৰাজী আদি বিদেশী শব্দৰ অসমীয়ালৈ লিপ্যন্তৰকৰণৰ এক ধাৰা স্থিৰ নিয়ম ঘোষণা কৰে। তাক 'অসমীয়া' কাকতৰ যোগেদি আৰু leaflet ৰূপত প্ৰচাৰ কৰা হৈছিল। 'বাঁহী' আৰু 'অসমীয়া'ৰ শক্তিশালী মাধ্যমেদি সেই ধাৰা নিয়ম প্ৰচাৰিত হৈ সেই সময়ৰ শক্তিশালী লেখকৰ দ্বাৰা গৃহীত হৈছিল। কাৰণ ইতিমধ্যে হেমচন্দ্ৰ বৰুৱাই ঘোষণা কৰা পদ্ধতি অকুলন যেন বোধ কৰা হৈছিল। হেমচন্দ্ৰই প্ৰশ্নটো বিশদভাৱে বিচাৰ কৰা নাছিল, মাথোন কৈছিল, "কোনো অসমীয়া লেখকৰ মতে শ, ষ বা স-ৰে লিখা হিন্দী বা বঙ্গালী, s থকা ইংৰাজী বা 'চিন' আখৰযুক্ত ফাৰ্চী শব্দ অসমীয়াত লিখোঁতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত, কিন্তু এইটো মত যুক্তিযুক্ত নহয়, কিয়নো ওপৰত কোৱা গৈছে যে আমাৰ ভাষাত চ, ছ, দুইৰো একে উচ্চাৰণ, একো প্ৰভেদ নাই, এনে স্থলত চ'ক এৰি ছ লিখিবৰ একো কাৰণ দেখা নেযায়। কেৱল মছলমান শব্দ এই নিয়মৰ বাজ,

কাৰণ শিক্ষিত বঙ্গালী মছলমানেও মুছলমান লিখে। এতেকে সেই শব্দকে মূল বুলি আমি মতাৰ দৰে মছলমান লিখা অযুগুত যেন বোধ নহয়।" হেমচন্দ্ৰই মূল ইংৰাজী s, ss, c-ch, sh-অৰ উচ্চাৰণৰ পাৰ্থক্য আৰু তদনুৰূপ অসমীয়াতো পাৰ্থক্য-ৰক্ষণৰ আৱশ্যকতা আৰু সংস্কৃত মূলৰ 'স'ৰ আচৰণ (ষট্ = ছয়, বৎসৰ = বছৰ, মৎস্য = মাছ আদি) তেওঁৰ বিচাৰৰ ভিতৰলৈ অনা নাই। বাঁহী'ৰ উপৰোল্লিখিত নতুন ঘোষণাটোৱে কঠিন উচ্চাৰণত চ, কোমল উচ্চাৰণত ছ আৰু সংস্কৃতৰ শ-জাতীয় উচ্চাৰণত শ্ব, শ্য (এনেভাৱে উচ্চাৰণৰ হকে 'গুৰু-চৰিত-কথা'তে 'স'ত 'ৱ'লগাই দিয়া আমি দেখিছোঁ—সব, স্বব, চব) আৰু পদান্তত ঃশ'ৰ ব্যৱস্থা কৰিছিল। diacritical চিহ্ন নলগোৱাকৈ মূল উচ্চাৰণ ৰখাৰ এইটো এটা সহজ উপায়। অৱশ্যে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা বিষয়ৰ পাৰিভাষিক শব্দাৱলীৰ সৃষ্টিত প্ৰয়োজনৰ বেলা এই পদ্ধতিও সম্পূৰ্ণ সন্তোষজনক নোহোৱাত পৰিছে। গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথিক প্ৰণয়ন সমিতিয়ে লিপ্যন্তৰকৰণৰ নতুন একধাৰা নিয়ম ৰচনা কৰি সেইমতে কামত আগ বাঢ়িছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়েও সেই প্ৰথাকে গ্ৰহণ কৰিছে। কিন্তু সেইমতে ৰচিত গ্ৰন্থৰপৰা সৰ্বসাধাৰণৰ শব্দসম্ভাৰলৈ তথা সাধাৰণ অভিধানলৈ শব্দৰ সোঁত ব'বৰ এতিয়াও সময় নৌ হয়।

'হেমকোষ' (১৯০০) আৰু 'চন্দ্ৰকান্ত'ৰ (১৯৩৩) মাজৰ কালছোৱাত বৈজ্ঞানিক ধাৰাৰ ভাষাতত্ত্ব-অধ্যয়নে অসমীয়া ভাষাৰ ক্ষেত্ৰ প্ৰৱেশ কৰে। ছাৰ জন গ্ৰিয়াৰ্ছনৰ Linguistic Survey of Indiaই অসমীয়া ভাষাৰ স্থান-মান নিৰ্ণয় কৰাৰ উপৰিও, ভাষাটোৰ মানক ৰূপ আৰু উপভাষাবোৰৰ অস্তিত্ব আৰু বৈশিষ্ট্যৰ ফালে আমাৰ দৃষ্টি আকৰ্ষণ কৰে। অধ্যাপক সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ *Origin and Development of Bengali Language*-এও (১৯২৬) ভাৰতীয় ভাষাৰ মানচিত্ৰত অসমীয়াৰ স্থান অধিক বহলভাৱে নিৰ্দেশ কৰে। সেই গ্ৰন্থৰ অনুপ্ৰেৰণাতে চট্টোপাধ্যায়ৰ ছাত্ৰ বাণীকান্ত কাকতিয়ে তেওঁৰ পি. এইচ্. ডি. থিছিছ্ প্ৰণয়ন কৰে Assamese—Its Formation and Development (১৯৩৫, প্ৰকাশ ১৯৪১)। আৰু দুগৰাকী অসমীয়া পণ্ডিতে স্বতন্ত্ৰভাৱে অসমীয়া ভাষাৰ বৈজ্ঞানিক অধ্যয়নৰ প্ৰচেষ্টা কৰে—দেবানন্দ ভৰালি (অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চিনাকি, ১৯০২, ১৯৩৩) আৰু কালিৰাম মেধি (অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, (১৯৩৬)।[১] 'চন্দ্ৰকান্ত অভিধান' ৰচনাত গ্ৰিয়াৰ্ছন, ভৰালি আৰু দূৰৰপৰা চট্টোপাধ্যায়ৰ

প্ৰভাৱ সামান্যভাৱে পৰিছে। কিন্তু সেই সকলো প্ৰভাৱেও 'চন্দ্ৰকান্ত'ক বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠা কৰা নাই।

অভিধানখনৰ দ্বিতীয় সংস্কৰণৰ কামৰ দায়িত্ব গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ এখন চন্দ্ৰকান্ত অভিধান সংশোধন সমিতিয়ে গ্ৰহণ কৰে। সংশোধনৰ বেলা যিবোৰ ৰীতিলৈ সমিতিয়ে দৃষ্টি ৰাখিছিল, তাৰ কেইটামান আহ্বায়ক ড° বিৰিঞ্চি কুমাৰ বৰুৱাই সেই সংস্কৰণৰ পাতনিত টুকি দিছিল (১৯৬২); সেইখিনি মন কৰিবলগীয়া।

'চন্দ্ৰকান্ত অভিধান'ৰ পাছত কেইবাখনিও অভিধান ওলাইছে আৰু কেইবাখনিও ওলাবলগীয়া হৈ আছে। সেইবিলাকৰ বিষয়ে বৰ্তমানে আৰু আলোচনা নকৰোঁ বুলি ভাবিছোঁ। তাৰ ভিতৰতে সম্পাদকৰূপে মই জড়িত থকা অসম প্ৰকাশন পৰিষদৰ 'আধুনিক অসমীয়া অভিধান'ৰ মাথোন উল্লেখ কৰিব খোজোঁ, কাৰণ সেইখন চমু পৰিসৰৰ ভিতৰত চলতি অসমীয়া ভাষাৰ অসমীয়া অভিধান—বঙলা 'চলন্তিকা'ৰ আৰ্হিৰে। তাৰ অসমীয়া আখৰ-জোঁটনিৰ সৰলীকৰণৰ এটা যত্ন মই কৰিছিলোঁ, কিন্তু কামটো মই শেহলৈ এৰি দিবলগীয়া হোৱাৰ আগতে মোৰে মিলাই খোজ দি থকা আন সম্পাদক দুজনে কান পেলাই পুনৰ সংৰক্ষণশীলৰ ভাও ল'লে।[২]

দেশ-প্ৰশাসনৰ বাহনৰূপে আৰু উচ্চ শিক্ষাৰ মাধ্যমৰূপে অসমীয়া ভাষাৰ

---

১। ডক্টৰ কাকতিয়ে *AFD* ৰ পাতনিত ভৰালিৰ গ্ৰন্থখনিৰ বিষয়ে একো কোৱা নাই, সম্ভৱতঃ গ্ৰন্থখন দুষ্প্ৰাপ্য হৈ থকা বাবে। ভৰালিৰ লিখিত 'চন্দ্ৰকান্ত'ৰ পাতনিৰ বিষয়তো কাকতি নিমাত। তেওঁ কিন্তু *AFD* ছপা হৈ থাকোঁতেই প্ৰকাশ হোৱা মেধিৰ গ্ৰন্থৰ বিষয়ে কৈছে—It is an ambitious work and is supposed to be written on historical principles. But though it contains a mass of early Assamese forms, the mode of approach to the subject is far from scientific (p. ix).

২। ব্ৰনছনৰ, হেমচন্দ্ৰৰ আৰু চন্দ্ৰকান্ত অভিধানৰ বিষয়ে ডক্টৰ কাকতিয়ে কৰা মন্তব্য (*AFD*, 1941, Preface, p.x) বিশেষ প্ৰণিধানযোগ্য : "The outstanding feature of all the Assamese lexicons is the sedulous care with which all homely tbh, and indigenous words have been faithfully registered. Learned Sanskrit words that constitute the bulk of the entris in current Bengali dictionaries have as a rule been avoided. Sanskrit words are recorded only when they have been fully Assamicised. The existing Assamese lexicons thus present a faithful picture of the language that lives on the lips of the people. But they are very poor in etymological materials. The derivations wherever suggested are more often than not faithful. And at the present state of knowledge about Assamese such inaccuracies in lexicographers are inevitable" ড° কাকতিয়ে এই কথা লিখাৰ পাছত অসমীয়া ভাষাৰ ওপৰত সংস্কৃত শব্দৰ হেঁচা বাঢ়িছে। আধুনিক অসমীয়া অভিধানে ইয়াৰ কিছু সাক্ষ্য দিব পাৰে। শব্দৰ ব্যুৎপত্তিৰ বিষয়ত ড° কাকতি আদিৰ গ্ৰন্থ আৰু শিক্ষণৰ ফলত আমাৰ কিঞ্চিত উন্নতি হৈছে যেন ভাব হয়।

প্ৰচলন সিদ্ধান্ত হোৱাৰ লগে লগে প্ৰাশাসনিক আৰু বৈজ্ঞানিক পৰিভাষা নতুনকৈ সৃষ্টি কৰিবলগীয়া হৈছে। প্ৰথম অৱস্থাত সিবোৰৰ মাজত খেলি-মেলি এটা হোৱাৰ সম্ভাৱনা থাকে, কিন্তু সময়ত সেই অমিল-অজীৰ্ণ সুৰৰ মিল হ'ব লাগিব। কিন্তু পাৰিভাষিক শব্দবোৰ সৰ্বসাধাৰণৰ শব্দাৱলীৰ ভিতৰলৈ আহোঁতে কিছু সময় ল'ব আৰু তেতিয়ালৈকে সেইবোৰ অভিধানৰ সামগ্ৰী নহৈ স্বতন্ত্ৰ তালিকাৰূপেই (glossary) বৈ যাব লাগিব। আনফালে মনত ৰাখিব লাগিব যে এখন অভিধান বিশ্বকোষ নহয়, অৰ্থ-আদি-যুক্ত শব্দাৱলীহে। 'হেমকোষ'ৰ প্ৰথম তাঙৰণক an etymological dictionary বোলা হৈছে, কিন্তু সেই নাম সাৰ্থক কৰিবলৈ অধিক সাৰ্থকভাৱে আৰু বৈজ্ঞানিকভাৱে শব্দবোৰৰ ব্যুৎপত্তি টানিব লাগিছিল।

'চন্দ্ৰকান্ত অভিধান'ৰ তৃতীয় তাঙৰণৰ কাম অভিধানখনিৰ অৰ্থে মুকলি হাতে দান আগবঢ়োৱা পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ ব্যৱস্থামতে অসম সাহিত্য-সভাৰপৰা আৰম্ভ কৰা হৈছিল। কিন্তু সেই কাম অলপ আগ বাঢ়োঁতেই সন্দিকৈদেৱে সেই কাৰ্যৰ ভাৰ গুৱাহাটী বিশ্ববিদ্যালয়ক অৰ্পণ কৰে। দাতাৰ পৰামৰ্শ অনুযায়ী ডক্টৰ মহেশ্বৰ নেওগক অভিধানৰ মুখ্য সম্পাদক আৰু ডক্টৰ উপেন্দ্ৰনাথ গোস্বামীক সম্পাদক নিয়োগ কৰা হয়। তদুপৰি, মুখ্য সম্পাদক ডক্টৰ মহেশ্বৰ নেওগক আহ্বায়ক কৰি অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, ডক্টৰ উপেন্দ্ৰনাথ গোস্বামী আৰু শ্ৰীৰজনীকান্ত শৰ্মাক সদস্য কৰি এখনি সৰু উপদেষ্টা সমিতি গঠন কৰা হয়।

তৃতীয় তাঙৰণত দ্বিতীয় তাঙৰণৰ নিৰ্ণীত নীতিকে প্ৰায় স্থূলত অনুসৰণ কৰা হৈছে। এই সংস্কৰণত বহুত নতুন শব্দ, বিশেষকৈ অসমীয়াত ব্যৱহাৰ হোৱা তৎসম (সংস্কৃত) শব্দ মুকলিকৈ যোগ দিয়া হৈছে। অসম চৰকাৰৰ পৰিভাষা সমিতিয়ে গ্ৰহণ কৰা যিবোৰ প্ৰাশাসনিক পাৰিভাষিক শব্দ সৰ্বসাধাৰণৰ ব্যৱহাৰ অন্তৰ্গত হৈছে, তেনে কিছু শব্দ বৰ্তমান সংস্কৰণত সন্নিৱেশ কৰা হ'ল। ভৱিষ্যতলৈ বৰ্দ্ধিত পৰিমাণত তৎসম শব্দ আৰু পাৰিভাষিক শব্দ আমাৰ অভিধানবোৰত যোগ দিয়াৰ প্ৰয়োজন হ'ব, কাৰণ আজি-কালি আমি ভাষাৰ বিবিধ প্ৰকাৰ ৰূপত সৰহৰপৰা সৰহকৈ তৎসম শব্দ ব্যৱহাৰ কৰিবলৈ ধৰিছোঁ আৰু ব্যাৱহাৰিক প্ৰয়োজনত প্ৰাশাসনিক, বিদ্যায়তনিক পৰিভাষাৰ পৰিসৰ বঢ়াবলগীয়া হৈছে।

শব্দবোৰৰ অৰ্থ আৰু ব্যাখ্যা দিওঁতে বিৱৰণ যিমান পৰা যায় সংক্ষিপ্ত কৰা হৈছে। উদ্ধৃত কবিতা শাৰীবোৰো ছেদৰ চিন ৰাখি গদ্যৰ দৰে কথাৰ মাজত সুমুৱাই দিয়া হৈছে। তদুপৰি ছপাৰ হৰফবোৰ দ্বিতীয় তাঙৰণতকৈ সৰু হোৱা বাবে শব্দ

বঢ়া সত্ত্বেও অভিধানখনিৰ পিঠি-সংখ্যা প্ৰায় একেই ৰৈছে। উদ্ভিদবিদ্যা, প্ৰাণীবিদ্যা আদি বিষয়ৰ নামবোৰৰ ইংৰাজী অৰ্থৰ লগত প্ৰথম তাঙৰণত যিবোৰ বৈজ্ঞানিক অভিধা দিয়া হৈছিল, সেইবোৰৰ ৰূপ দ্বিতীয় তাঙৰণ আৰু বৰ্তমান তাঙৰণতো অবিকল একেই ৰখা হৈছে। সিবিলাক বিষয়ত বৈজ্ঞানিক জ্ঞান থকা লোকৰ সহায়ত সেই অভিধানখন পৰীক্ষা কৰোৱাই লোৱাটো বাঞ্ছনীয় হৈ আছে। মহাভাৰত, ৰামায়ণ আদি ভাৰতীয় সাহিত্যৰপৰা অহা নামবোৰ ইংৰাজী অৰ্থ-ব্যাখ্যা-প্ৰসঙ্গত দিওঁতে নামবোৰৰ ৰূপ আৰু উচ্চাৰণ বুজাবলৈ আৱশ্যকীয় চিহ্ন (diacritical marks) সংযোগ কৰা হৈছে।

অসমীয়া আখৰ-জোঁটনিৰ বিষয়ত দুটামান কথা মন কৰিবলগীয়া। উঢ়্ গুঢ় আদি শব্দত আমি বিকল্পে 'ৰ' ব্যৱহাৰ কৰিছোঁ। ৰেফযুক্ত ব্যঞ্জনবোৰ এটা আৰু দুটা দুইভাৱেই দেখুওৱা হৈছে। আজি-কালি ৰেফৰ লগত এটা ব্যঞ্জন দিয়াটো সঞ্চালনী হৈ পৰিছে। অৱশ্যে ই নতুন কথা নহয়। প্ৰাচীন অসমীয়া পুথিতো তেনে প্ৰয়োগ দেখা পোৱা যায়। অৱশ্যে বৰ্তমান তাঙৰণতো অৰ্থ-ব্যাখ্যাৰ বিৱৰণৰ অংশত পূৰ্বৰ নীতি ৰাখি দ্বিত্বকে ব্যৱহাৰ কৰা হৈছে। আৰবী, ফাৰ্চী, হিন্দী আৰু বিদেশী মূলৰ শব্দবোৰত শ, ষ, স-ৰ ৰূপান্তৰত চ-ছ'ৰ বিকল্প ৰখা হৈছে।

শব্দৰ প্ৰয়োগ উদাহৰণস্বৰূপে বিবিধ গ্ৰন্থৰপৰা অনা উদ্ধৃতিবোৰৰ মূল-নিৰ্দেশ স্পষ্টতৰ কৰিবৰ কাৰণে যত্ন কৰা হৈছে; উদ্ধৃত গ্ৰন্থ আৰু গ্ৰন্থকাৰৰ সূচী এখনো সংযোগ কৰি দিয়া হ'ল। কিন্তু প্ৰথম তাঙৰণত উদ্ধৃতিৰ মূল-নিৰ্দেশত যেনেকৈ বৰগীত শব্দই শঙ্কৰদেৱ-মাধৱদেৱৰ বৰগীত, ভটিমা আৰু নাটক, তিনিওটিকে সামৰিছিল, বৰ্তমান তাঙৰণতো প্ৰায় তেনেই ৰৈছে। সেইদৰে প্ৰথম তাঙৰণত বিবিধ বুৰঞ্জী বুজাবলৈ সিবোৰৰ নামবোৰ সুকীয়া সুকীয়া নকৰি যেনেকৈ এটা 'বুৰঞ্জী' শব্দেৰেই সকলোকে বুজোৱা হৈছে, সেই নিয়মো একেই আছে। ব্ৰজাৱলী ভাষা বা অসমীয়া ব্ৰজবুলি বুজাবলৈ সুকীয়া নিৰ্দেশ নিদি 'পু, অ.' সঙ্কেতৰ ভিতৰতে সেই ভাষা-ৰীতিৰ শব্দবোৰকো সামৰা হৈছে পূৰ্বৰেপৰা।

তৃতীয় তাঙৰণৰ 'চন্দ্ৰকান্ত অভিধান'খনিৰ কামত আমাক নিয়োগ কৰা আৰু সৰ্বপ্ৰকাৰে আস্থা আৰু পৰামৰ্শ-বাণীৰে আমাক উৎসাহিত কৰা বিশ্ববৰেণ্য পণ্ডিত আৰু অভিধানৰ সম্পাদন-প্ৰকাশনৰ অৰ্থে মুক্তহস্তে দান দিয়া পৰম শ্ৰদ্ধেয় কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াক বস্তুটি সম্পূৰ্ণ কৰি দেখুৱাব পৰা নহ'ল, এই খেদ আমাৰ ৰৈ যাব। তেখেতৰ ওচৰত আমি আৰু গুৱাহাটী বিশ্ববিদ্যালয় কৃতজ্ঞতা-পাশত আবদ্ধ।

দ্বিতীয় তাঙৰণ আৰু বৰ্তমান তাঙৰণৰ বিক্ৰীৰ ধন আৰু লগতে সন্দিকৈদেৱৰ নতুন দানেৰে ভৱিষ্যতৰ তাঙৰণবোৰ উলিয়াই থাকিবৰ ব্যৱস্থা কৰা হ'ব বুলি তেখেতে একান্ত ইচ্ছা প্ৰকাশ কৰিছিল।

বৰ্তমান প্ৰকাশনৰ কামত চন্দ্ৰকান্ত অভিধান পৰামৰ্শ সমিতিৰ সদস্যসকল (মুখ্য সম্পাদক, সম্পাদকৰ উপৰি অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীৰজনীকান্ত দেৱশৰ্মা), বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব প্ৰকাশন বিষয়া ক্ৰমে শ্ৰীকেশৱ মহন্ত আৰু শ্ৰীশ্যামাপ্ৰসাদ শৰ্মা প্ৰকাশন বিভাগৰ শ্ৰীনিত্যানন্দ তামুলী আৰু শ্ৰীমুকুট ভট্টাচাৰ্য, বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ সচিবালয়ৰ শ্ৰীশিৱনাথ চক্ৰৱৰ্তী, ড° সুলেখা চক্ৰৱৰ্তী প্ৰভৃতি আনসকল, সদৌটিৰে সহায়-সহানুভূতি আমাৰ মনত থাকিব। বিশ্ববিদ্যালয়ৰ প্ৰাক্তন প্ৰতিপঞ্জীয়ক শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাদেৱে কেঁচা ছপা শুধৰোৱা কাৰ্যত আমাক সহযোগ কৰিছিল, প্ৰথমৰ কেইফৰ্মামানত যেনেকৈ সহযোগ কৰিছিল ডক্টৰ উপেন্দ্ৰনাথ গোস্বামীয়ে। ছপাৰ কাৰ্যত নৱজীৱন ছপাশালৰ শ্ৰীকালীচৰণ পালৰ দক্ষতা আমাৰ সহায় হৈছিল। এই সৰ্বজনলৈ আমাৰ আন্তৰিক ধন্যবাদ।

গুৱাহাটী - ৭৮১০০৩
২৬ আগষ্ট, ১৯৮৭

# বাণীকান্ত কাকতি ৰচনাৱলী

## ভূমিকা

১

অধ্যাপক বাণীকান্ত কাকতিৰ মৃত্যুৰ পাছত কাৰ্জন-হলৰ চোতালত বহা শোক-সভাত এজন অধ্যাপক-সাহিত্যিকে কৈছিল, শেষ শয়নত কাকতিক দেখি তেওঁৰ বোলে ভাব হৈছিল—অসমীয়া সাহিত্যৰ একেটি বৈজ্ঞানিক মন আজি অন্তৰ্হিত। পোনতে কথা-আষাৰ অতিশয়োক্তি যেন লাগিলেও, বহলকৈ ভাবি চালে তাক অস্বীকাৰ কৰা টান হৈ পৰেগৈ। অসমীয়া ভাষাতত্ত্বত কাকতিৰ অপ্ৰতিদ্বন্দ্বিত পাণ্ডিত্যৰ কথা সম্প্ৰতিকে এৰি দিলেও পুৰণি আৰু নতুন অসমীয়া সাহিত্যৰ ওপৰত আধুনিক সমালোচনাৰ আলোকপাত কৰোঁতাসকলৰ মাজত কাকতি প্ৰধান।

২

আধুনিক সমালোচক হ'বৰ কাৰণে যেনেকুৱাখিনি মানসিক সম্বলৰ আৱশ্যক, সকলোখিনি কাকতিৰ আছিল। সৰুটিৰেপৰা তেওঁ আশাশুধীয়া ছাত্ৰ; বিশেষকৈ ভাষা-সাহিত্যৰ সৌন্দৰ্যৰ প্ৰতি তেওঁৰ চকু কম বয়সৰেপৰা। সকলো কথাৰ তললৈকে ভেদ কৰিব পৰা আৰু তাৰ মৌলিক কথা বা গুণবোৰ পলকতে চালি-জাৰি উলিয়াব পৰা শক্তি গভীৰ জ্ঞানান্বেষী বিদ্যাৰ্থীৰূপেই তেওঁ আহৰণ কৰিছিল। তদুপৰি ইংৰাজীৰ দৰে পৃথিবীৰ শ্ৰেষ্ঠ এটি সাহিত্যৰ মৌলিক সৃষ্টি আৰু সমালোচনাৰ ধাৰাৰ লগত পৰিচয় সেই সাহিত্যৰ এম. এ. পৰীক্ষাৰ মান পৰ্যন্ত আনুষ্ঠানিক শিক্ষাৰ যোগেদি তেওঁ লাভ কৰিছিল। পুৰণি গ্ৰীক আদি ইউৰোপীয় সাহিত্যৰ লগতো তেওঁৰ চিনাকি ইংৰাজী সাহিত্যৰ অধ্যয়নৰ যোগেদিয়েই। আনফালে সংস্কৃত ৰস-সাহিত্যৰ প্ৰতি তেওঁৰ প্ৰবল ধাউতি। শ্ৰুতি-সাহিত্যৰেপৰা আৰম্ভ কৰি সংস্কৃতৰ বৈষ্ণৱ-সাম্প্ৰদায়িক সাহিত্য আৰু কালিদাস-ভৱভূতিলৈকে তেওঁৰ ৰস-পিপাসুৰূপে

জ্ঞানানুসন্ধানৰ পৰিধি বিস্তৃত। ইংৰাজী সাহিত্যৰ চুকে-কোণে পৰি থকা কথা বা মতবাদ অধ্যয়ন আৰু অধ্যয়নৰ স্মৃতিৰ পৰিসৰ কেনে বহল আছিল, কাকতিৰ গুৰু আৰু সহকৰ্মী অধ্যাপক প্ৰফুল্লচন্দ্ৰ ৰায়ে 'আসাম ট্ৰিবিউন'ত লিখা মনোৰম স্মৃতিয়ন প্ৰবন্ধ এটিত আঙুলিয়াই দেখুৱাইছে। মুঠতে তেওঁৰ মানসিক দিগ্বলয় দূৰপ্ৰসাৰী, ভাবসম্পৰ্ক বহুমুখী।

ইংৰাজী সাহিত্য আৰু তুলনামূলক ভাষাবিজ্ঞানৰ অগাধ পাণ্ডিত্য লৈও কাকতিয়ে সিবোৰ বিষয়ৰ বহল যশস্যাৰ ক্ষেত্ৰ এৰি দি অসমীয়া সাহিত্য আৰু ভাষাৰ অনুশীলনতযে তাৰ জ্ঞান প্ৰয়োগ কৰিলে, সি আমাৰ ভাষা-সাহিত্যৰ লাভৰ বিষয়। বঙলা ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ লৈ লিখা ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ বৃহৎ গ্ৰন্থখনিৰ প্ৰতিযোগিতামূলক অনুপ্ৰেৰণাতে কাকতিয়ে অসমীয়া ভাষাৰ গঠন-প্ৰণালী আৰু বিকাশৰ আঁত মেলিবলৈ আৰম্ভ কৰে। তাৰ ফলত অসমীয়া ভাষাৰ সম্মান আৰু ঐতিহ্য আজি বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত হৈছে। ভাষাবিজ্ঞান-সম্পৰ্কীয় যি দুই-এটি প্ৰবন্ধ ভাষা-গৱেষণাৰ পত্ৰিকাত প্ৰকাশ হৈছিল, সিবিলাকতো অসমৰ কোনো নহয় কোনো কথাই আলোচিত হৈছিল।

৩

অসমীয়া ভাষাত ডক্টৰ কাকতি সাহিত্য-সমালোচক আৰু সাংস্কৃতিক ইতিহাসৰ গৱেষক। এই দুইটি কথাত তেওঁৰ অনুপ্ৰেৰণাৰ উদ্ৰেক এফালে ছাত্ৰৰূপে ইংৰাজী সাহিত্য, তাৰ সমালোচনা আৰু বুৰঞ্জী-অধ্যয়ন আৰু আনফালে নীতি-সদাচাৰ মনা নৈষ্ঠিক মহাপুৰুষীয়াৰূপে শঙ্কৰদেৱ-মাধৱদেৱৰ ধৰ্মগত, কৰ্মগত, লেখাগত আদৰ্শৰ প্ৰতি একান্ত আনুগত্যত। কালিদাস আদিৰ কাব্যৰ প্ৰতি সৌন্দৰ্যসন্ধী পাঠকৰূপে তেওঁৰ এটি মোহ সদায় আছিল; কিন্তু এই মোহ বিন্দুতহে, সমস্ত সংস্কৃত সাহিত্যৰ সিন্ধুত নহয়। আনফালে আকৌ তেওঁৰ মহাপুৰুষীয়া আনুগত্যৰ মোহক পাশ্চাত্ত্য সমালোচনাৰ অনুশীলনে অনুশাসন কৰিছিল; গতিকে তেওঁ আমাৰ আজিকালিৰ দক্ষিণা লৈ আশীৰ্বাদ দিয়া সমালোচকসকলৰ ভটীয়নী সোঁতত নুটি মহাপুৰুষীয়া কাব্যৰ সীমাবদ্ধতাও নিৰ্মোহভাৱে ঘোষণা কৰিছিল। তাত পুনৰুত্থানবাদৰ প্ৰশ্ন নাছিল। মই ওপৰত উল্লেখ কৰা কাকতিৰ মৃত্যুৰ পিছৰ শোক-সভাতে এজন সাহিত্যিকে চকুপানী টুকি টুকি আমাক খবৰ দিছিল, কাকতিয়ে হেনো এসময়ত কালাজ্বৰৰ দ্বাৰা আক্ৰান্ত হৈ মৃত্যুৰ বিভীষিকা চকুৰ আগত দেখি কৈছিল, 'মই

পণ্ডিত হ'লোহেঁতেন, পণ্ডিত হোৱাই আছিল মোৰ জীৱনৰ ধাউতি।" সেই বিভীষিকাৰ হেঙাৰখন কাকতি পাৰ হ'ল, তেওঁ পণ্ডিতো হ'ল। লগে লগে তেওঁৰ জীৱন-বীক্ষালৈ, সাহিত্য-বীক্ষালৈ পাণ্ডিত্যৰ নিৰ্মোহ ডিছিপ্লিন বা নীতিও আহিল।

কাকতিয়ে তেওঁৰ পাণ্ডিত্যক দুখন বহল ক্ষেত্ৰত প্ৰয়োগ কৰিছিল। তাৰে এখন হ'ল ভাষাতত্ত্বৰ, আনখন হ'ল ভাৰততত্ত্বৰ। পিছৰখন ক্ষেত্ৰত তেওঁ জীৱনৰ কৰ্মৰ মাজত পলমকৈ প্ৰৱেশ কৰিছিল; গতিকে ভাৰততত্ত্ব বা প্ৰাচ্যতত্ত্বৰ সমাজখনত তেওঁ প্ৰায় অপৰিচিত হৈ ৰৈ গ'ল। কিন্তু ভাষাতত্ত্বৰ পৃথিৱীখনে সময়মতে তেওঁৰ চিনাকি লৈছিল। তেওঁক আদৰ কৰিছিল। কাকতিয়ে আমাক ঘৰুৱা মেলত প্ৰায়ে কমলাকান্ত ভট্টাচাৰ্যৰ কথা কৈছিল। তেওঁ সেই প্ৰসঙ্গতে এবাৰ কোৱা কথা। ১৯২৮ চনত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ সন্মিলনত এজন অসমীয়া ব্যায়ামবীৰে কঁকালত ফয় বান্ধি চলন্ত মটৰগাড়ী ৰখাই দিয়া দেখি কমলাকান্ত হৈ পৰিছিল সৰু অসমীয়া দেশপ্ৰেমত উৎসাহিত হৈ অত্যন্ত উত্তেজিত। তেওঁৰ লগত খেল-পথাৰৰ একে বেঞ্চিত বহি এফালে বাণীকান্ত কাকতি, এফালে ৰত্নকান্ত বৰকাকতী। উৎসাহৰ আতিশয্যত কমলাকান্তই বহা ঠাইতে থিয় হৈ চীৎকাৰ কৰি উঠিছিল। বাণীকান্ত-ৰত্নকান্তই তেওঁক বাউসিত ধৰি বেঞ্চিৰ ওপৰলৈ তুলি দিলে। তেওঁ তাৰপৰাই চিঞৰ শোধাইছে, "উঠিল, উঠিল, অসমীয়া জাতি উঠিল", আৰু বাণীকান্তলৈ চাই লগে লগে তেওঁক ক'লে, "বাণীকান্ত, অসমীয়াৰ সকলো হৈছে। তুমি আমাৰ এখন ফাইললজি লিখাঁ।" কমলাকান্তই তেওঁৰ জাতীয় প্ৰোগ্ৰেমত ৰত্নকান্তক একোৰে একোটি বাব নিদিয়াত, তেওঁ অলপ ক্ষুণ্ণ হৈ ক'লে, "আমাক ফিলজফি এখনো লাগে", কাৰণ তেওঁ তেতিয়া 'চেতনা'ত আৰণ্যক আদি লৈ দৰ্শনৰ কথা লিখি আছিল। কমলাকান্তই ক'লে, "থোৱাঁ হে তোমাৰ ফিলজফি, মই মোৰ 'অষ্টাবক্ৰসংহিতা'ত নাস্তিকবাদ পৰ্যন্ত খণ্ডন কৰি থৈছোঁ।" পিছৰটো কথা এৰি দি আগৰটো লৈ আমি ভাবিব পাৰোঁ, হয়তো অগ্নি-ঋষিৰ অত্যন্ত অসমীয়া প্ৰেমৰ বাণীৰ দ্বাৰায় বাণীকান্ত উদ্বুদ্ধ হৈছিল, কাৰণ তেওঁ আমাক কোৱামতে তেতিয়াও তেওঁ অসমীয়া ভাষাতত্ত্বৰ কোনো গ্ৰন্থ লিখাৰ কথা ভবা নাছিল। তেওঁৰ তত্ত্বগ্ৰন্থৰ মূল অনুপ্ৰেৰণাৰ বিষয়ে তেওঁ আমাক একো কোৱাও নাছিল। কিন্তু অসমীয়া জাতিক তুলি ধৰিবলৈ (শব্দ দুটাৰ কায়িক অৰ্থত কিংবা 'শুৱনী কৰি তোলা' এই জতুৱা অৰ্থত) মাথোন তেওঁ সেই কাম হাতত লৈছিল, এনে বোধ হয় নহয়—যদিচ তেনে

অনুভূতিসিক্ত অনুপ্ৰেৰণাৰ অভাৱ তেওঁৰ নিশ্চয় নহৈছিল। কিন্তু তেওঁৰ জীৱনৰ 'মই পণ্ডিত হ'ম' সঙ্কল্পৰ এয়া অভিব্যক্তিৰ পাল। তদুপৰি ইতিমধ্যে পণ্ডিত-সমাজত আহ্লাদদায়ক উত্তেজনাৰ সৃষ্টি কৰা তেওঁৰ গুৰু ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ *Origin and Development of the Bengali Language* (১৯২৬) পুথিৰ প্ৰত্যাহ্বান তেওঁৰ দুৱাৰমুখত নে পদূলিমূৰত থিয় হৈছিলহি। অসমীয়া ভাষা লৈ তেনে এখন তত্ত্বগ্ৰন্থ নিশ্চয় হ'ব পাৰে আৰু হ'ব লাগে। কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ উত্তৰ কাকতবোৰ নিজে গৈ আনিবলগীয়া হোৱা ছলতে তেওঁ সুনীতি বাবুৰে পোনতে ভয়ে ভয়ে কথাটো আলোচনা কৰে। স্বভাৱসুলভঙ্গীৰে উৎসাহদান দি গুৰুৱে তেওঁক অনুসন্ধানৰ কান্তাৰ পথত আগ বঢ়াই দিয়ে। পুনৰ পুনৰ কলিকতালৈ যাওঁতে বাণীকান্ত সুনীতিকুমাৰৰ ঘৰত উপস্থিত হয়গৈ, কেতিয়াবা আন সকলেৰে বেষ্টিত হৈ থকা গুৰুৰ আলাপ শুনিয়ে তেওঁ সন্তুষ্ট হ'বলগীয়া হয়। তেওঁ ডক্টৰেটৰ কাৰণে এবাৰ গ্ৰন্থখন দাখিল কৰে; কিন্তু বৈজ্ঞানিক দৃষ্টিৰ কোৰামুঠীয়া বিচাৰৰ ভাৰতৰ বাহিৰৰ পৰীক্ষকে তাক গ্ৰহণ নকৰে; কিন্তু অধ্যাপক জুল ব্লখৰ পৰ্যাপ্ত টোকাবোৰে ডেকা পণ্ডিতক বৈজ্ঞানিক সঞ্চয়-দৃষ্টি দান কৰি পিছৰবাৰত কৃতকাৰ্যতা দিয়ে। এইদৰে বাণীকান্তই নিৰ্মোহ পাণ্ডিত্যৰ মন্ত্ৰ লাভ কৰে।

এই প্ৰসংগত আৰু এটি সৰু স্মৃতি ৰোমন্থন কৰিবৰ হেঁপাহ হৈছে। ১৯৩৬ চনত ৰিহাবাৰীৰ বোকা-বাট খচকি ৰত্নকান্ত বৰকাকতী আৰু উৎকট অসমীয়া-প্ৰেমৰ প্ৰতিভূ মাধৱচন্দ্ৰ বেজবৰুৱাৰ লগত ডক্টৰ কাকতিৰ ঘৰলৈ গৈছোঁ। দেশৰ কথা পাতোঁতে পাতোঁতে বিদগ্ধ পণ্ডিতজনেৰে ডেকা বেজৰ লাগিল খকা-খুন্দা। তৰ্কৰ জেৰ বাঢ়ি যোৱাত কাকতিয়ে ক'লে, "হেৰা, তোমাৰ অসমীয়া জাতি জানো জীয়াই আছে?" আৰু লগে লগে তেওঁৰ সেই বিখ্যাত ত্ৰিতৰংগৰ হাঁহিটো। ডেকা বেজক পায় কোনে! "তেনেহ'লে ছাৰ, আপুনিনো অসমীয়া ভাষাৰ গৌৰৱ বঢ়াবলৈ থিছিছখন লিখিছিল কিয়?" কাকতি নিশ্চল। "হেৰা, ইজিপ্টৰ মৃত সভ্যতাৰ ওপৰতেতো ইজিপ্টলজিৰ গ্ৰন্থবোৰৰ জন্ম।" তৰ্ক সিমানতে শেষ। কিন্তু কাকতিৰ অসমীয়া ভাষাৰ চৰ্চা জানো ইজিপ্টলজিৰ দৰেই দুৰণীয়া? তেওঁ জানো বিশ্বাস কৰিছিল, অসমীয়া জাতি আৰু ভাষা মৰিল, তাক ধুনীয়াকৈ কফিনত ভৰাই সম্মানেৰে কবৰ দিয়াই আমাৰ কাম? তেওঁৰ আলোচ্য বিষয়ৰ প্ৰতি প্ৰগাঢ় প্ৰেম নোহোৱাকৈ জানো তাৰ বৈজ্ঞানিক বিশ্লেষণলৈ আগ বাঢ়িছিল?

৪

লক্ষ্মীনাথ বেজবৰুৱাৰ 'শঙ্কৰদেৱ'ৰ অন্তৰ্গত কিছু ছেদ আৰু আলোচনীৰ সাময়িক পুথি-পৰিচয়েৰে আৰম্ভণিৰ পাছত কাকতিয়ে অসমীয়া সাহিত্যত আধুনিক সমীক্ষা পোনপ্ৰথম প্ৰয়োগ কৰে। কাব্যৰ সমালোচক কাকতিৰ প্ৰশিক্ষণ হৈছিল ইংৰাজী কাব্যৰ ছাত্ৰ আৰু শিক্ষকৰূপে। আমি ইংৰাজী অনাৰ্ছৰ শ্ৰেণীত তেওঁৰ ভাষাতত্ত্বৰ বক্তৃতাবোৰকে আটাইতকৈ বেছি মিঠা পাইছিলোঁ। তেওঁৰ ব্যাখ্যাই ভাষাতত্ত্বৰ জটিল সকলো কথা পানী যেন কৰি দিছিল। কিন্তু কবিতাও তেওঁৰ বৰ প্ৰিয় বিষয় আছিল, বিশেষকৈ ৰোমাণ্টিক কবিতা। তাৰ সমালোচনাত তেওঁ মেথিউ আৰ্নল্ড আৰু হাৰ্ফৰ্ডৰ দৃষ্টিভঙ্গিকে ভাল পাইছিল, হাৰ্ফৰ্ডৰ *Age of Wordsworth*-খনক সেই সমালোচনাৰ Gospel বুলিয়ে কৈছিল। তেওঁ তেওঁৰ গুৰু প্ৰফেছৰ পি. চি. ৰায়ৰ কন্যা সুজাতাৰ বাবে ৱৰ্ডছ্বৰ্থ, শ্বেলি আৰু কিট্‌ছৰ চৰাই-কবিতাবোৰৰ বিষয়ে এটা টোকা লিখি দিছিল। ছপা হৈ নোলালেও চাইক্লোষ্টাইল কৰা ৰূপত এই টোকাটোৰ যথেষ্ট বহল প্ৰচাৰ হৈছিল। প্ৰফেছৰ ৰায়ে মৰম কৰি সেই প্ৰসাদৰ ভাগ আমাকো দিছিল, কাৰণ তেওঁৰ my rare Banikanta-ৰ প্ৰশংসাত তেওঁ সদায় আছিল শতমুখ। টোকাটোত কাকতিয়ে কবিতাকেইটিৰপৰা কবি তিনিজনৰ নিজস্ব মনোবৃত্তি নিৰ্ণয় কৰিবৰ যত্ন কৰিছিল। তুলনামূলকভাৱে তেওঁ যেন ৱৰ্ডছ্বৰ্থৰ প্ৰতিয়ে সকলোতকৈ বেছিকৈ আকৃষ্ট, আনফালে কিট্‌ছৰ সৌন্দৰ্যসম্পৃক্ত বাণী আৰু হেলেনিজমৰ মূল্যও তেওঁ যথেষ্ট দিছে; কিন্তু আৰ্নল্ডৰ ineffectaul angel শ্বেলিৰ ধোঁৱাকোঁৱা আদৰ্শবাদক যে তেওঁ চল্লালি ল'ব পৰা নাই বা কোনো সহৃদয়তাৰে গ্ৰহণ কৰিও ল'ব পৰা নাই। ৱৰ্ডছ্বৰ্থে আদৰ্শ আৰু বাস্তৱৰ ভাৰসাম্য ৰখাটোহে তেওঁৰ মানত অতীৱ প্ৰশংসনীয়। তেওঁৰ মনত পৰি ভাল লাগে যে ৱৰ্ডছ্বৰ্থে সঁচাসঁচি পৃথিৱীখন, নিজৰ চাৰিফালখন, ইয়াৰ সৰু সৰু বস্তু আৰু মানুহবোৰ পাহৰি নাযায় আৰু তেওঁৰ স্কাইলাৰ্কবো পক্ষী-শাৱকৰ কথা নাপাহৰা আৰু তেওঁৰ আদৰ্শ মানৱ মিল্টনৰ দৰে Type of the wise হোৱাটোকেহে বাঞ্ছা কৰে। শ্বেলিৰ বাস্তৱ চৰাইটো অবাস্তৱলৈ পমি যোৱাটো তেওঁ সমূলে ভাল পোৱা নাই; অথচ তেওঁ মন কৰিছে যে শ্বেলিৰ আন কবিতাত প্ৰকাশ পোৱা অন্তৰৰ বিষাদৰ সুৰৰ ঠাইত স্কাইলাৰ্ক কবিতাটোত পয়গম্বৰী আকাঙ্ক্ষাহে জল্‌মলাই উঠিছে। তথাপি Shelley's Skylark is intensely personal. It is an expression of the sensations of the moment; no thought is worked out. Hence there in nothing like logical

evolution in the whole poem. The total impression is that of unrest. অসংযমৰপৰা নিটোল আৰ্ট হ'ব নোৱাৰে—এনেই কাকতিৰ ধাৰণা। বাণীকান্তৰ মনলৈ শান্তি ঘূৰি আহিছে কিট্ছৰ নাইটিংগেলটোৰ মানুহৰ কেঁকনি-গেঁথনি ভৰা আন্ধাৰ জগতৰ মাজৰো সৌন্দৰ্যৰ বাণীত। If Wordsworth sought after truth and Shelley after spirit, Keats sought after beauty. সেইহে কবিৰ বাবে নাইটিংগেল full-throated, গলগলীয়া মাতত জাগি উঠিছে প্ৰভেঞ্চ প্ৰদেশৰ কবিতাৰ ৰোমাঞ্চ জগৎ আৰু গ্ৰীক কবিতাৰ ক্লাছিকেল ভূমি। আৰু সেইখন যেন সমালোচকজনৰ চিনাকি গাঁও, কাৰণ গ্ৰীক কবিতাৰ মৌ তেওঁ ছাত্ৰৰূপেই চুহিবলৈ পাই থৈছে। তেওঁৰ ভাল লাগিছে সংগীতৰ গুঞ্জনে সৈতে প্ৰকৃতিৰ চিত্ৰ আমাৰ শ্ৰৱণ-নয়নৰ কাষ চপাই দিব পৰা কিট্ছৰ ভাষা। এই ৰচনাখন পঢ়াৰ পাছত ৰঘুনাথ চৌধাৰীৰ কবিতাৰ ধ্বনি, চিত্ৰ আৰু বাণীৰ নাড়ীজ্ঞান পাবলৈ বিচৰা, 'চৰাই-কবিতা', 'বিহগী কবি' আখ্যা প্ৰয়োগ কৰা, 'এটি স্বৰ, এটি প্ৰহেলিকা'ৰ দৰে ভাষা কোৱা সমালোচক কাকতিজন ক'ত আছে বিচাৰি উলিয়াবলৈ বোধ কৰোঁ টান নালাগিব। তেওঁক লাগে মনক 'feasted, fed' কৰা সৌন্দৰ্য; তাৰ মাজতো তেওঁক লাগে অৰ্থ, শৃংখলা, মাটিৰ পৰশ।

ৰোমাণ্টিক কবিতাৰ তেওঁ উপাসক। তাৰ মাজত শ্বেলিতকৈও ৱৰ্ডছৱৰ্থ আৰু কিট্ছৰ বাবে তেওঁৰ আকৰ্ষণ বেছি। তাৰ ভিতৰত আকৌ বাস্তৱাশ্ৰয়ী, যুক্তিবাদী ৱৰ্ডছৱৰ্থৰ সৰু ফুলৰ বাণীয়ে তেওঁৰ অন্তৰত যেন গভীৰতম সংবেদন জগাইছিল। ৰোমাণ্টিক আবেশ ভৰা মনেৰে কুৰি শতিকাৰ কবিতাৰো তেওঁ খবৰ ৰাখিছিল; মেথুৱেনৰ আধুনিক কবিতাৰ গ্ৰন্থখন তেওঁৰ লগৰীয়াৰূপে দেখা পাইছিলোঁ আৰু আমাক টিউটৰিয়েলত তাৰপৰা কাম কৰিবলৈ দিলেও প্ৰায়ে তমাছ হাৰ্ডিৰ আৰু কেতিয়াবা ৱাল্টাৰ ডি লা মেয়াৰৰ কবিতাহে বাছি উলিয়াইছিল। ইলিয়ট বা মুক্তক ছন্দৰ কবিসকলৰ লগত তেওঁৰ কুটুম্বিতা নহৈছিল। সেইসকলৰ ঢঙৰ অসমীয়া কবিতাক তেওঁ স্বীকাৰ কৰিবলৈ টান পাইছিল। তেওঁ কৈছিল, কবিতা একপ্ৰকাৰ সংগীত; কবিতা আৰু আদিম মেজিকৰ জন্ম অভেদ, কবিতাই তাৰ ধ্বনিৰে সেই আদিম কুহক সৃষ্টি কৰিব পাৰিব লাগিব। কবিতাৰ বাণী আঙ্গিকৰ এই কৌশলত নিহিত ৰূপেহে তেওঁ দেখা পাইছিল। "কবিতাৰ উৎপত্তি গীতৰপৰা, সেই কাৰণে কবিতাক বাঙ্ময়ী গীতি বুলিয়েই জনসমাজে স্বীকাৰ কৰি আহিছে" (কথা-কবিতা)।

ইংৰাজী কাব্যৰপৰা অসমীয়া কাব্যলৈ তেওঁৰ দৃষ্টিৰ সংক্ৰমণৰ ফলস্বৰূপে কাকতিৰ সমালোচনাৰ পদ্ধতি হৈ পৰে তুলনাত্মক। তেওঁৰ এই পদ্ধতি অসমীয়া

কাব্যৰ গুণ-উপলব্ধিৰ এটি প্ৰকৃষ্ট পথ হৈ পৰে। তেওঁৰ সৰহভাগ পাঠকৰ ইংৰাজী কবিতাৰ লগত আৰু তাৰ আলোচনাৰ লগতো পৰিচয় থকা বাবে তেওঁৰ সমালোচনাৰ নেতৃত্ব গ্ৰহণ কৰা চমজ্‌দাৰৰ বাবে অসমীয়া কবিতাৰ উপলব্ধিৰ আয়তনেই একে ফৰ্মুটিত দুটা আম সৰাৰ দৰে বৃদ্ধি পাই উঠে। একপ্ৰকাৰে ৰোমাণ্টিক ইংৰাজী তথা পাশ্চাত্ত্য কবিতা তেওঁৰ এৰাব নোৱৰা লেঠা, এটা obsession. ইংলেণ্ডৰ মেথিউ আৰ্নল্ডৰ গভীৰ জীৱন-বীক্ষাৰ কবিতা আৰু সমীক্ষা আৰু স্বৰ্গ-মৰ্ত্যস্পৰ্শী প্ৰেমৰ কবি ডাণ্টেৰ প্ৰতি কাকতিৰ টান লক্ষ্য কৰিবলগীয়া।

তেওঁৰ সমালোচনাখিনিৰ বিষয়বোৰ সুবিধাজনকভাৱে তিনি ভাগত ভাগ কৰিব পাৰি—পুৰণি অসমীয়া সাহিত্য, আধুনিক অসমীয়া সাহিত্য, আৰু বৈষ্ণৱ ধৰ্ম আৰু সেই ধৰ্ম-সম্পৰ্কীয় সাহিত্য।

৫

কাকতিৰ সাহিত্য-সমালোচনাৰ প্ৰবন্ধবোৰৰ ভিতৰত ১৯১৬ চনৰ ১৫ ডিচেম্বৰত গুৱাহাটীত বহা অসমীয়া ছাত্ৰ সন্মিলনৰ অধিৱেশনত পঠিত আৰু ডিব্ৰুগড়ৰ 'আলোচনী' পত্ৰিকাৰ ১৩৮৮ শকৰ মাঘৰ অষ্টম বছৰ চতুৰ্থ সংখ্যাত প্ৰকাশিত 'সাহিত্যত কৰুণ-ৰস' বোধ হয় প্ৰথম বস্তু। চন্দ্ৰনাথ শৰ্মাৰ সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ অভিভাষণো সেই সংখ্যা কাকততে ওলাইছিল। ঠিক তাৰ পিছৰটো সংখ্যাত ছপা হৈছিল সন্মিলনত পঠিত কৃষ্ণকান্ত সন্দিকৈৰ দাৰ্শনিক লেখা 'ভাৰতীয় চিন্তা' আৰু ক্ষেত্ৰধৰ বৰগোহাঁইৰ ঐতিহাসিক প্ৰবন্ধ 'ৰাধাৰুক্মিণী', আৰু ষষ্ঠ সংখ্যাত মুদ্ৰিত হৈছিল লক্ষ্মীনাথ দাসৰ তত্ৰৈৱ পঠিত বৈজ্ঞানিক 'কম্পন' প্ৰবন্ধ। এই সকলোটি পাছত অসম ছাত্ৰ সন্মিলনৰ প্ৰকাশন 'সন্মিলন-প্ৰবন্ধাৱলী' প্ৰথম খণ্ডত সম্ভৱতঃ সন্নিবিষ্ট হৈছিল। বাণীকান্তই কলেজীয়া ছাত্ৰৰূপেই তেওঁৰ 'সাহিত্যত কৰুণ-ৰস' লিখে। কুমলীয়া বয়সতে লিখা বুলি জানি এজন সমালোচকে ইয়াক আৰ্পইতা বুলি এঙাইছে। এয়া হ'ল হলা গছত বাগি কুঠাৰ মাথোন। আনসকলে এই লেখা কাকতিৰ ব্যক্তিগত নৈৰাশ্যৰ নিঠুৰ প্ৰকাশ বুলিও ধৰি ল'ব পাৰে, কাৰণ, কাকতিয়ে লিখিছে পোনতেই ঃ "চৈতন্যৰ উদয়ৰপৰা মৰণলৈকে মানৱ জীৱন এক সুদীৰ্ঘ কাৰুণ্যৰ আৱেগ মাথোন, নাইবা গভীৰ নৈৰাশ্যৰ দীৰ্ঘ নিশ্বাস।" আকৌ শেহৰ ফালে ঃ "ইয়াঁহি প্ৰকৃত জীৱন-ৰস নহয়, অন্ততঃ আমি যি ভাবত বুজোঁ।" আমাৰ চিন্তা হ'ব পাৰে, চেঙেলীয়া ডেকা বাণীকান্তক কিহে পালে, কিহে খালে!! জীৱনৰ

এই বিস্বাদ তেওঁৰ অপৈণত চিন্তাৰ ভ্রম নে ব্যক্তিগত জীৱনৰ বা সমাজৰ কিবা সংঘাতৰ বিষময় পৰিণতি!! কিন্তু শেহলৈকে পঢ়ি চালে দেখা যাব যে তেওঁৰ এই দুঃখদায়ক উক্তিবোৰৰ দাৰ্শনিক ব্যাখ্যা তেওঁ নিজেই দি থৈছে ঃ এক ঃ "আদিতে হাঁহি আৰু কান্দোনৰ একো পাৰ্থক্য নাই। যি কাৰণেই আমি হাঁহোঁ, সেই কাৰণেই আমি কান্দো।" দুই ঃ "জীৱনৰ সীমাবদ্ধতাৰ নিমিত্তে, হৃদয়ৰ বাসনাৰ অসীমতাৰ নিমিত্তে আৰু সংসাৰৰ বাধা-বিঘিনিৰ নিমিত্তে মানৱ-হৃদয় সদায় উতলা অৱস্থাতেই থাকে।" এই উতলাটোকে তেনে তেওঁ নাম দিছে জীৱন-জোৰা কাৰুণ্য, নৈৰাশ্য। তাৰ নামান্তৰ স্বৰ্গীয় হতাশা, divine despair. কথাটো সহজ হৈ পৰিছে। এয়া মাথোন ৰসবোধৰ কথা। হাঁহি আৰু কান্দোনযে একেটা মোহৰৰে ইলুটি-সিলুটি। এক আৰ্টৰূপে ট্ৰেজেডিয়ে মানুহৰ অনুভৱৰ, মানুহৰ জীৱনৰ দুখৰ উপলব্ধিৰ চৰম প্ৰকাশ দিব পাৰে। কিন্তু ট্ৰেজেডিকাৰসকল জানো জীৱন-বিমুখ প্ৰাণী? এনে কথাটো বুজি ল'লে তেওঁৰ প্ৰথম বাক্যটো এনেকৈও পঢ়িব পাৰি ঃ "চৈতন্যৰ উদয়ৰপৰা মৰণলৈকে মানৱ-জীৱন এটা সুদীৰ্ঘ হাঁহিৰ খলকনি।" লেছেলিছ্ এবাৰক্ৰম্বিয়ে আৰ্টৰ সংজ্ঞা এটা দিবলৈ যাওঁতে বাপেক, পুতেক আৰু ঘোঁৰাৰ সাধুটো কৈছে ঃ দুৰ্গম বাটত ঘোঁৰাৰ খোজ বলী কৰিবলৈ তাৰ নেজত ধৰি টানোতে কেনেকৈ দীঘল ফানৰ নোমসোপাই সৈতে ঘোঁৰাটোৰ নেজৰ ছাল এৰাই আহিল আৰু সেই একেটা কথাকে দেখি বাপেকৰ আৰ্থিক বিপৰ্যয়ৰ চিন্তাত কান্দোন ওলাল আৰু পুতেকৰ অসামঞ্জস্য জ্ঞানৰপৰা উঠিল হাঁহিৰ খলকনি! কাকতিয়ে যদিও তেওঁৰ বৰ্ণিত তিনিবিধৰ দুবিধ কৰুণ-ৰসৰ উদাহৰণ পছিমীয়া সাহিত্যৰপৰাই দিছে, ৰামায়ণৰ বালকাণ্ড আৰু ভৱভূতিৰ উত্তৰৰাম-চৰিতত্তে তাৰ প্ৰকৃষ্ট পটন্তৰ তেওঁ বিচাৰি পাইছিল। বালকাণ্ডই ক'লে শোকৰ ৰসনিষ্পত্তিৰে কৰুণ আদি-কবিতাৰ জন্মকথা। আকৌ, ভৱভূতিয়েইতো কৈছিল, "একো ৰসঃ কৰুণ এৱ।" কাকতিৰ প্ৰবন্ধটোৰ উদয়ৰপৰা অন্তলৈকে সেই একেটা ধাৰণাই কাৰ্য কৰি আছে। কৰুণ-ৰসৰ গাঢ়তা আন কোনোবিধ ৰসতে নাই।

বৈষ্ণৱ সাহিত্যৰ পুৰণি পুথিসমূহ "গাঁৱলীয়া মানুহে পঢ়া অসাৰ পদ- পুথি" আৰু তাৰ স্থান গাঁৱলীয়া লোকৰ ধোঁৱা-চাং আৰু পুথি-ঠেগি বুলিহে যেতিয়া বহুতৰে মত আছিল আৰু ধৰ্ম-পুথি বুলিহে মাত্ৰ সিবোৰৰ কিছু মূল্য দিয়া হৈছিল, কাকতিয়ে আধুনিক সাহিত্য-সমালোচকৰ দৃষ্টিৰে সিবোৰৰ সাহিত্যিক বা কাব্যিক সৌন্দৰ্য নিৰূপণ আৰু ভাষাগত আৰু সামাজিক মূল্যাংকন কৰে। শঙ্কৰদেৱৰ আধ্যাত্মিক

দান, মাধৱদেৱৰ পৰমানুভৱ আৰু গুৰু-প্ৰাণতা, অনন্ত কন্দলিৰ সৌন্দৰ্যবোধ, ৰাম সৰস্বতীৰ বধ-কাব্যৰ মানসিক পৰিৱেশ, অসমীয়া বৈষ্ণৱ কবিৰ ৰচনাত ৰাধাৰ বৈশিষ্ট্যপূৰ্ণ ৰূপ-পৰিগ্ৰহ—ইবোৰৰ বিশ্লেষণত কাকতিৰ বিশ্লেষণী দৃষ্টিয়ে আধুনিক ৰুচিগত সৌন্দৰ্যবোধৰ দিগ্দৰ্শন কৰে। তেওঁৰ এই সমালোচনামূলক প্ৰবন্ধাৱলীত শ্ৰদ্ধা আৰু ঐতিহাসিক দৃষ্টিভংগীৰ বিতোপন সমন্বয় ঘটিছে। কাকতিয়ে পুৰণি অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখিবৰ যত্ন নকৰিলে; কিন্তু তেওঁৰ গুটীয়া প্ৰবন্ধবোৰে সেই যুগৰ সাহিত্যৰ এটি থূলমূল পৰিচয় দিয়াৰ উপৰিও তাৰ প্ৰায় সকলো মৌলিক বৈশিষ্ট্যক দাঙি ধৰে।

পুৰণি সাহিত্য-বিষয়ক তিনিটাৰ বাহিৰে কাকতিৰ কেয়োটা প্ৰবন্ধই ১৮৪১ শক, ১৯১৯ চনৰ 'চেতনা' পত্ৰিকাত 'পুৰণি অসমীয়া সাহিত্য' ছিৰিজত ওলাইছিল। ১৯৪০ চনত 'পুৰণি অসমীয়া সাহিত্য' নাম দি তাক গ্ৰন্থৰূপে উলিয়াবৰ বেলিকা তেওঁ কৈছে, "মাহেকীয়া কাকতত লিখাৰ বাবে আৰু তেতিয়াৰ শিক্ষিত সমাজে পুৰণি অসমীয়া সাহিত্যক অসাৰ বুলি ভবাৰ কাৰণে, ইয়াৰ সাৰৱত্তা আদি প্ৰতিপন্ন কৰিবলৈ সাহিত্যৰ ইতিবৃত্তৰ ফালৰপৰা চাবেক প্ৰবন্ধবোৰত যিবোৰ ঐতিহাসিক যুক্তি তৰ্কৰ অৱতাৰণা কৰা হৈছিল, বৰ্তমান কিতাপৰপৰা সেইবোৰ বাদ দিয়া হ'ল। ভাব আৰু ভাষা মূলতঃ একৈছ বছৰৰ আগৰেই।" গতিকে সম্পাদিত ৰূপতহে লেখাখিনি আমি পাইছোঁ। নতুন প্ৰবন্ধৰ ভিতৰত 'চোৰধৰা'টি কাকতিৰ সম্পাদিত, অৰুণা পাব্লিছিং হাউছৰপৰা শ্ৰীঅম্বিকাচৰণ ৰায়চৌধুৰীৰ দ্বাৰা প্ৰকাশিত 'চোৰধৰা পিপৰা গুচোৱা' নাটৰ (১৯২৪-২৫ চন মানত) পাতনিস্বৰূপে ওলাইছিল, দ্বিতীয় 'বৰগীত' প্ৰবন্ধ বেজবৰুৱাৰ 'শঙ্কৰদেৱ' গ্ৰন্থৰ দ্বিতীয় তাঙৰণত এক অধ্যায়ৰূপে সন্নিৱিষ্ট হৈ ওলাইছিল আৰু তৃতীয় 'শঙ্কৰদেৱৰ আধ্যাত্মিক দান' দ্বিতীয় বছৰৰ 'আৱাহন'ত প্ৰকাশ পাইছিল। এই শেহৰ প্ৰবন্ধটিক 'পুৰণি অসমীয়া সাহিত্য'ৰ পাতনি বোলা হৈছে, অৰ্থাৎ সমস্ত গ্ৰন্থখনিৰ এইটি জানিবা সাঁচাৰ-কাঠী। বাণীকান্তৰ মতে শঙ্কৰদেৱৰ দান চতুৰ্ধা। এক, তেওঁৰ একেশ্বৰবাদৰ যোগে ভাৰতীয় সভ্যতাৰ আধাৰৰূপে প্ৰতিষ্ঠিত সনাতন আৰ্য সত্যৰ প্ৰতি সামাজিক চৈতন্যৰ পুনৰুদ্বোধন। দুই, বাহ্যিক প্ৰক্ৰিয়াৰ ঘনাড়ম্বৰৰ বিভীষিকাৰ ঠাইত বিশুদ্ধ অন্তৰৰ এক অনুভূতিক প্ৰকৃষ্ট পথৰূপে নিৰূপণ। তৃতীয়তে, সামাজিক শ্ৰেণী-বিভেদ উলংঘা কৰি পিছ পৰি থকাসকলকো সাধনাৰ পথত সৰ্বজনৰ সমান অধিকাৰদান, আৰু সৰ্বজনৰ ব্যক্তিগত আধ্যাত্মিক শক্তিৰ বিকাশৰ আহ্বান। চতুৰ্থতে, পুৰুষ-সূক্তৰ নিৰূপিত বিৰাট ৰূপৰ

অহৈতুকী আৰু অব্যৱহিত ৰতিৰ অকুতোভয় সন্ধান। এই সকলোটিৰে শেষ ফল মানৱৰ আত্মাৰ সৰ্বপ্ৰকাৰ বন্ধনৰপৰা মোচন—সামাজিক জীৱৰূপে আধ্যাত্মিক সাধনৰ মুক্তি। "জাতীয় জীৱন ছিন-ভিন হ'বলগীয়া অৱস্থাত বৈষ্ণৱ সাহিত্যই নতুন প্ৰাণৰ সঞ্চাৰ কৰি সৰ্বভাৰতীয় মহাজাতীয় চৈতন্যৰ লগত ইয়াৰ ঐক্য-ভাব স্থাপন কৰে।". আকৌ, "বৈষ্ণৱ কবিসকলে অসমীয়া ভাষাক আশ্ৰয় কৰি সাৰ্বজনীন শিক্ষা দিয়াৰ ব্যৱস্থা কৰাত অসমীয়া ভাষা জাতীয় ভাষাৰূপে পৰিগণিত হ'ল....।" জাতীয় আৰু মহাজাতীয় এই ভূমিকাৰ পটভূমিত অসমীয়া পুৰণি সাহিত্যৰ মূল্যায়নৰ আহ্বান—এয়ে কাকতিৰ সৰু পুথিখনিৰ মূল সূত্ৰ। সংস্কৃতৰ যি আধাৰ-গ্ৰন্থৰপৰা বৈষ্ণৱ কবিসকলে তেওঁলোকৰ উপজীব্য কথা লৈছে, তাক পটভূমিত লৈ কাকতিয়ে লোকৰঞ্জক বিবিধ পুৰণি পুথিৰ সৌন্দৰ্য আৰু দোষ বিচাৰ কৰিছে। ঐতিহাসিক দৃষ্টিৰে শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, ৰাম-সৰস্বতীক সেই কালৰ প্ৰথম খাপৰ কবি বুলি নিৰ্দেশ কৰা হৈছে। কন্দলিৰ 'কুমৰ-হৰণ' আমাৰ সমালোচকজনৰ বাবে স্বপ্নময় এটি কাব্য-কথা ঃ "গোটেই কবিতাটো জোনাকী নিশাৰ আকাশী পৰীৰ লীলা-খেলা যেন লাগে।" কিন্তু তাৰ ভিতৰতো তেওঁ চৰিত্ৰ চিত্ৰণত 'কাব্যৰ নিৰপেক্ষতা' ৰক্ষিত হৈছে নে নাই, মূল হৰিবংশতকৈও কন্দলিৰ কবিতাই কেনেকৈ গতিময় আৰু মাধুৰ্যময় ঘৰুৱা ৰূপ পৰিগ্ৰহ কৰিছে, দশমৰ পয়াৰ ছন্দৰ বৰ্ণনাকে ছবি ছন্দলৈ ভঙাত কেনেকৈ সি অধিক মনোমোহা আৰু মৌলিক হৈ পৰিছে, নজনা মানুহৰ সন্তোষ জন্মাবলৈ নানা ব্যঞ্জনেৰে ভোজনৰ বৰ্ণনা দি কেনেকৈ কবিয়ে ৰস-ভংগ কৰিছে, 'নবীন কবিৰ চপলতা'ৰ সাক্ষী কুঁজীৰ প্ৰৱেশ কেনেকৈ 'ৰমণীয় আদি-ৰসাত্মক কাব্যত ভালকৈ খাপ খোৱা নাই'—এই সকলোবোৰ সমীক্ষকে লক্ষ্য কৰিছে, আমাক তাৰ বতৰাও দিছে। সমালোচনাৰ কাম যদি বিচাৰ-বুদ্ধিৰে পাঠকক কাব্যৰ আস্বাদ ল'বলৈ শিকোৱাই হয়, তেতিয়া হ'লে, এই সৰু ৰচনাটিয়ে সেইটি অতি সুসম্পন্ন কৰিছে। "জোনাকী নিশাৰ আকাশী পৰীৰ লীলা-খেলা" বৰ্ণাবৰ উপযুক্ত কালিদাস আদিৰ ছন্দোময় স্মৃতি-বিজড়িত মঞ্জুল ভাষাই সেই কাৰ্যক প্ৰভূত সহায় কৰি তাক মনোগ্ৰাহী কৰি তুলিছে।

শঙ্কৰদেৱৰ ঐকান্তিক ধৰ্মৰ আধ্যাত্মিক আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ এক ৰাজনৈতিক সঙ্কটৰপৰা নিষ্কৃতি পোৱা মুহূৰ্তত বৈষ্ণৱ কবিসকলৰ বধ-কাব্য-ৰচনাত সমালোচকজনে অভিনৱ এক তাৎপৰ্য আৱিষ্কাৰ কৰিছে ইউৰোপৰ মধ্যযুগৰ ৰোমাঞ্চবোৰৰ লগত ৰিজাই তাক ভৱগহনত বিপন্ন মানৱ-আত্মাৰ ৰূপক বুলি। 'বধ-কাব্য' আৰু 'হেমা সুন্দৰী'ত এই ৰূপককে ব্যাখ্যা কৰা হৈছে।

অসমীয়া বৈষ্ণৱ ধৰ্ম আৰু কাব্যৰপৰা আদৰ্শগতভাৱে পাৰ্থক্য থকা বঙ্গীয় বৈষ্ণৱসকলৰ শৃঙ্গাৰাত্মক ছায়াবাদাচ্ছন্ন ৰাধাতত্ত্বৰ উৎপত্তিৰ কাকতিয়ে বিচাৰ কৰিছে প্ৰায় বঙ্কিমচন্দ্ৰৰ ঐতিহাসিক বিচাৰধাৰাত। ইন্দ্ৰিয়সুলভ কাম-প্ৰবৃত্তিক কাম-গন্ধহীনলৈ উদাত্তীকৰণ কৰাৰ ভাৰতীয় আদৰ্শক প্ৰতীচ্যৰ ডাণ্টেৰ মহাকাব্যৰ লগত তুলনা কৰি ব্যাখ্যা কৰিবৰ যত্ন কৰা হৈছে 'পৰকীয়া ভাব' আৰু দহ বছৰ পাছৰ 'কবিৰ অহৈতুকী প্ৰীতি' প্ৰবন্ধত (আৱাহন, কাতি ১৮৫১)। তাৰো কুৰি বছৰৰ পাছৰ ৰাধা-চৰিত্ৰৰ অভ্যুদয় সম্পৰ্কীয় ইংৰাজী নিবন্ধতো কাকতি আকৌ ৰাধাৰ ইতিহাসলৈ ঘূৰি আহিছে; কিন্তু সিমানতো ৰাধা-ৰহস্য যেন ঘনাইহে পৰিছিল। অম্বিকাগিৰীৰ কবিতাতো তেওঁ কামনা-বিলোপকে আত্মোপলব্ধিৰ সোপানৰূপে দেখা পাইছে। এয়া হ'ল কাব্যৰ আৰু ধৰ্মৰ ৰহস্যবাদ। মধ্যযুগীয় ইউৰোপত আৰু অন্যত্ৰও কবি-সিদ্ধসকলে আত্মাক ভগৱন্তৰ বৰণীয়া কন্যাৰূপে কল্পনা কৰিছিল। আধুনিক ৰবীন্দ্ৰনাথেও সেই আৱেশৰ মোহ এৰাব পৰা নাই ঃ "তোমায় আমায় মিলন হবে ব'লে পরাণ আমাৰ বধূর বেশে চলে চিরস্বয়ম্বরা।"

এই ৰহস্যবাদৰ বহুত নিলগৰ বস্তু অসমীয়া ৰাধাৰ চৰিত্ৰ। মাধৱদেৱৰ বৰগীতৰ 'ৰাধা-মাধৱক প্ৰেম-চাতুৰী-অনুৰাগ'ত যৌন প্ৰেমৰ চাটকে নাই; কাকতিয়ে সেই দেখি তাক "প্ৰায়েই ভায়েক-ভনীয়েকৰ স্নেহ-ধেমালিৰ দৰে" আৰু বাৎসল্য ৰসৰ ভিতৰেদিহে তাৰ কীৰ্তন হোৱা বুলিছে। "ৰাধা-মাধৱয়োঃ ৰহঃকেলয়ঃ"অৰে ভৰপূৰ বঙ্গীয় বৈষ্ণৱসকলৰ প্ৰিয় জয়দেৱৰ 'গীত গোৱিন্দ'ৰ ভাঙনিতো ৰামসৰস্বতীয়ে তাৰ আদি-ৰসাত্মক তীব্ৰতা সংহাৰ কৰি অসমীয়া বৈষ্ণৱ কাব্যৰ আদৰ্শহে প্ৰতিষ্ঠা কৰিছে। আনফালে দ্বিজ কলাপচন্দ্ৰৰ 'ৰাধা-বিজয়'ৰ ৰাধা-ভক্ত-শ্ৰেষ্ঠা, "কাম-গন্ধ নাহি তায়!" তেওঁ নাৰদীয় ভক্তিসূত্ৰৰ 'যথা ব্ৰজগোপিকানাম' সূত্ৰৰ আদৰ্শৰো আদৰ্শ। অসমীয়া বৈষ্ণৱ কবিৰ ৰাধাৰ অভ্যুদয়েই এইভাৱে স্বতন্ত্ৰ।

আমাৰ বৈষ্ণৱৰ অভিনৱ কল্পনা শক্তিৰ উদ্ভৱ হৈছে কৃষ্ণৰ শিশু-চৰিত্ৰ লৈহে; 'কাণ-খোৱা' আৰু তাৰ লোকৰঞ্জকতালৈকে এই বিষয়ত আঙুলিয়াই দিব পাৰি। "মানৱ-হিয়াৰ স্বাভাৱিক স্নেহেৰে উপলব্ধি কৰিব পৰা নিঃসহায় বাল্য-ভাৱ উপাস্য দেৱতাত আৰোপ কৰি বাৎসল্য ৰসৰ ভিতৰেদি প্ৰাণৰ ঐকান্তিক গভীৰ ভক্তি নিৱেদন"হে যেন এই বৈষ্ণৱসকল স্বভাৱসিদ্ধ। 'বৰগীত' প্ৰবন্ধটি কাকতিৰ পূৰঠ বয়সৰ ৰচনা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ বাবে লিখা বস্তু। তাত তেওঁ বৰগীতৰ বিশেষ সাৰ্থকতা নিৰ্দেশ কৰিছে—"শঙ্কৰদেৱ আৰু মাধৱদেৱে গীত আৰু কবিতাক

নৱ-প্ৰচাৰিত ভক্তি-ৰসেৰে অভিষিক্ত কৰি অসমীয়া সাহিত্যক আধ্যাত্মিকতাৰ ওখ ভেটিত থাপনা কৰি ঈশ্বৰাভিমুখী কৰি তুলিলে"; "বৰগীতবোৰৰ বেছি ভাগতেই এফালে কৃষ্ণৰ পৰমপুৰুষত্ব আৰু আনফালে দহজনৰ এজন হৈ মানৱী-লীলা-প্ৰকাশ—এই দুফলীয়া ব্যক্তিত্বৰ বিকাশ দেখা যায়"; "শিশু-চৰিত্ৰৰ কল্পনা-নৈপুণ্যত বৰগীতবোৰে কবিতা হিছাপে জগতত অতি ওখ ঠাই লাভ কৰিব পাৰে।" এই প্ৰসঙ্গত কাকতিয়ে তুকাৰাম, কবীৰ, মীৰাবাঈৰ নাম লৈছে; কিন্তু অধিক সাৰ্থকভাৱে সূৰদাসৰ নামো ল'ব পাৰিলেহেঁতেন। সম্ভৱতঃ ঐকান্তিক ভক্তি-ধৰ্মৰ বাহিৰৰ সমসাময়িক অসমীয়া কবিসকলৰ কবিতাৰ লগত বৰগীতৰ মৌলিক পাৰ্থক্য দেখুৱাবলৈ যাওঁতে পীতাম্বৰ কবিৰ প্ৰতি শঙ্কৰদেৱৰ নিন্দাৰ তাৎপৰ্যৰ কাকতিয়ে যি ইঙ্গিত দিছে, তাৰ মৰ্ম যেন আজিও আমি উপলব্ধি কৰিব পৰা নাই; সি দুই-এক আধুনিক সমালোচককো বিভ্ৰান্তহে কৰিছে, যেনেকৈ অনেককে বিভ্ৰান্ত কৰে হেৰিকৰ *Noble Numbers* পুথিৰ নামৰ উল্লেখে।[১]

'নামঘোষা'ৰ মাজত কাকতিয়ে মাধৱদেৱকেই মাথোন বিচাৰিছে। এইটি তেওঁৰ 'মহা-প্ৰাস্থানিক গীত,' য'ত তেওঁৰ আত্মাভিব্যক্তি ৰঞ্জিত হৈ উঠিছে আন কি অনূদিত শাৰীবোৰতো।' 'নামঘোষা' হ'ল তেওঁৰ সাহিত্য-প্ৰতিভাৰ দাস্য-ভাৱৰ অস্তাচল। পণ্ডিতগৰাকীয়ে শ্ৰীমন্ত মাধৱ পুৰুষক ইয়াতে সাক্ষাৎকাৰ কৰিছে— "ধীৰ, সৌম্য, সহিষ্ণু, প্ৰশান্ত, একান্ত গুৰু-ভক্ত, কৃষ্ণ নাম-ৰত, তথাপি হৃদয়ৰ উদ্বেল ভক্তি-ভাৱত সদায় উদ্বাউল, সীমাবানৰ সীমা লঙ্ঘন কৰি "পৰম আনন্দসাগৰে মজি" থাকিবলৈ ব্যাকুল— যত্তু বিদিতাদথো অবিদিতাদধি। এনেকৈয়ে প্ৰবন্ধটি ভাস্কৰ এক ব্যক্তিত্বৰ উজ্জ্বল এটি অধ্যয়ন হৈ পৰিছে। ভক্তি মানে প্ৰেম, স্বাভাৱকিতেই ৰসময়ী (সা ভক্তিৰ্যা পৰানুৰক্তিৰীশ্বৰে), তাৰ প্ৰকৃতিয়েই হ'ল অহেতুক (নিস্পৃহ, নিষ্কাম) আৰু অব্যৱহিত (পুৱা-সন্ধ্যাৰতো কথাই নাই, এক মুহূৰ্তৰো আজৰি নোহোৱা); নহ'লে কৰ্কশ, স্বাৰ্থপৰ, দৰা-দেখি-সুৱাগুৰি-তোলা প্ৰেম জানো প্ৰেম? তাৰ জানো অৰ্থ আছে কিবা? পূৰ্ণ মাধৱ পূৰ্ণ ভগৱন্তৰ পূৰ্ণ প্ৰেমত আছে এই 'নামঘোষা'ত— এয়ে কাকতিৰ বিচাৰ।

'অঙ্কীয়া নাট' নামৰ সৰু প্ৰবন্ধটিত বৈষ্ণৱ আন্দোলনত সঙ্গীত আৰু নাট্যৰ বাহিৰেও চিত্ৰকলা আদি কলাৰ ভূমিকাৰ বিষয়ে প্ৰথম অসমীয়া আলোচনা।

---

১. এই প্ৰসঙ্গতে ক'ব পাৰি, কাকতিয়ে ভবা দৰে সুকবি নাৰায়ণ আৰু দুৰ্গাবৰ কায়স্থ প্ৰাক্‌শঙ্কৰ নহয়। প্ৰথমজন সপ্তদশ শতিকাৰ আৰু দুৰ্গাবৰৰ ওপৰত শঙ্কৰদেৱৰ প্ৰভাৱ পৰিলক্ষিত হৈছে।

'লৌকিকতাৰ আভাস' বা 'লৌকিক গীত' নামৰ প্ৰবন্ধটোত শঙ্কৰদেৱৰ সমসাময়িক অথচ ভক্তসকলৰ শাৰীত সম্ভৱতঃ নবহা পীতাম্বৰ কবি আৰু দুৰ্গাবৰ কায়স্থৰ কবিতাত ভক্তিৰ স্বৰ্গীয়তাৰ বাহিৰৰ লোকগীতৰ প্ৰোফেন বা ইন্দ্ৰিয়াসক্ত লৌকিক ধাৰাৰ স্পৰ্শৰ বিচাৰ কৰা হৈছে। শঙ্কৰদেৱে আদি-ৰস সৰ্বত্ৰ বৰ্জন কৰিছিল, এনে কথা নহয়। বৰং তেওঁৰ কাব্য "শৃংগাৰাদি ৰসে ৰাজ হৌক, আনন্দে লোকে শুনোক"—এইহে তেওঁৰ বাঞ্ছা আছিল।

মুঠ কথা, কাকতিৰ 'পুৰণি অসমীয়া সাহিত্য' ছিৰিজে আমাৰ সাহিত্য-সমাজলৈ নতুন এখন জগতৰ সন্ধান আনিলে—যি জগতৰ সন্ধান কিট্‌ছে চেপমেনৰ হোমাৰ পঢ়ি চকুৰ আগত দেখিছিল। এই জগতখন আকৌ ৰবীন্দ্ৰনাথে ক'বৰ দৰে "বহু ব্যয় করি বহু ক্রোশ দূরে" দেখা সৌন্দৰ্যৰ জগৎ নহয়, আমাৰ দুৱাৰডলিতে পোৱা "একটি ধানের শীষের উপর একটি শিশির-বিন্দু"ৰ জল্‌মলীয়া জ্যোতিহে। এই জ্যোতি দেখা পোৱাৰ চৰ্তও অৱশ্যে কাকতিয়ে বান্ধি দিছে ঃ "দাৰ্শনিক তথ্য সদায় বুদ্ধিগম্য আৰু প্ৰকৃত সাহিত্য সদায় হৃদয়গম্য।" অৰ্থাৎ, আকৌ ৰবীন্দ্ৰনাথৰ ভাষাত, যিটো চিন্তাৰ বিষয় সি সাহিত্যৰ অৰ্থাৎ কাব্যৰ নহয়; যিটো হৃদয়ৰ, ভাবৰ বিষয়, সিহে কাব্যগ্ৰাহ্য; নহ'লেতো দৰ্শন, ৰাজনীতি, ভূগোল, কিমিয়া শাস্ত্ৰ গোটেইসোপা সাহিত্য হ'লহেঁতেন। পুৰণি অসমীয়া সাহিত্যত হৃদয়গম্য বস্তু কি আছে, তাক বিচৰাৰ এই ইঙ্গিত আমাৰ মাজত কামত লাগিছে আৰু কামত নালাগিছে। তেওঁৰ লেখাৰ যোগেদি পুৰণি কাব্য-নাট ধৰ্ম-জগতৰপৰা ওলাই সাহিত্যৰ জগতত পুনঃপ্ৰতিষ্ঠিত হ'ল। কিন্তু সেই পুনঃপ্ৰতিষ্ঠা নিঃপ্ৰশ্ন নাছিল, সাহিত্য-উপলব্ধিৰ সূত্ৰ অনুসৰিহে তাৰ জোখ-মাপ কৰা হৈছিল, যদিচ বিষয়ৰ প্ৰতি শ্ৰদ্ধা আছিল তাৰ আৰম্ভণি। বৰঞ্চ বেজবৰুৱা ডাঙৰীয়াই মহাপুৰুষৰ কবিতা, ধৰ্ম, দৰ্শনৰ প্ৰশংসা কৰি, সিজনাক পোৱা বাবে অসমীয়া জাতিক ধন্য ধন্য বুলি, মহাপুৰুষৰ পুনৰুত্থান কামনা কৰিছিল। কাকতিৰ লেখাত প্ৰশংসা আছে, কিন্তু সমালোচনাও লগে লগে হৈছে।

৬

আধুনিক অসমীয়া সাহিত্যৰ সমালোচনাতো কাকতিয়ে বুৰঞ্জীগত ধাৰাবাহিকতাৰ যত্ন কৰা নাছিল। কিন্তু কেইবাজনো মুখ্য আৰু তেওঁৰ বন্ধু-স্থানীয় আধুনিক কবি-সাহিত্যিকক সমালোচকৰ দৃষ্টিৰে সাহিত্যৰস-পিপাসুৰ ওচৰত পৰিচয় কৰি দিবৰ উদ্দেশ্যেৰেই তেওঁলোকৰ ৰচনাৰ বিষয়ে প্ৰবন্ধ কেইটিমান বিভিন্ন সময়ত ৰচনা

কৰে। কিন্তু সিবোৰত সাহিত্য-বুৰঞ্জীৰ দৃষ্টি প্ৰখৰভাৱে দেখা পোৱা যায় তেওঁৰ ৰচনাৰ বিষয়ীভূত সাহিত্যিকসকলৰ সাহিত্যত স্থান নিৰ্ণয় কৰিবলৈ যাওঁতে। তেওঁ ৰঘুনাথ চৌধাৰীক আমাৰ ঊনবিংশ শতিকাৰ বৈশিষ্ট্যপূৰ্ণ প্ৰধান কবিৰূপে আৰু যতীন্দ্ৰনাথ দুৱৰাক সেইদৰে বিংশ শতিকাৰ গুণালঙ্কৃত কবি হিছাপে স্থান দিবলৈ বিচাৰে। ইংৰাজী চৰাই-কবিতাৰ সমালোচনাৰ সমান্তৰাল কৰি কাকতিয়ে চৌধাৰীক 'বিহগী-কবি' নাম দিয়ে; আৰু সেই আখ্যা পিছৰ সকলো সমালোচকেই ব্যৱহাৰ কৰিছে, যদিচ চৌধাৰীক বৈশিষ্ট্যগতভাৱে প্ৰকৃতি-কবি বোলাই উচিত।

প্ৰথম বছৰ ষষ্ঠ সংখ্যা 'চেতনা'ত সমালোচনাৰূপে ওলোৱা 'কেতেকী' প্ৰবন্ধকে কবিতা-পুথিখনৰ দ্বিতীয় সংস্কৰণত "ঠায়ে ঠায়ে হাত ফুৰাই..... পাতনিস্বৰূপে দিয়া" হৈছিল। আধুনিক কবিতাৰ সমালোচনাৰ এইটি প্ৰবন্ধ বাটকটীয়া। এফালে শ্বেলিৰ a voice, a mystery, কিট্ছৰ 'নাইটিংগেল' কবিতাৰ শাৰী আৰু কোলৰিজৰ like a painted ship on a painted ocean আৰু আনফালে শঙ্কৰদেৱৰ কীৰ্তন-দশম আৰু কালিদাসৰ 'কুমাৰসম্ভৱ'ৰ (কালিদাসৰ বা ইংৰাজ কবিৰ লগত ৰঘুনাথৰ পৰিচয় আছিল বুলি কিন্তু সমালোচকে নক'লে, বৰং "ধাৰ কৰি অনা" ভাবটো অপনোদন কৰি "কবিৰ নিৰীক্ষণ শক্তিকে প্ৰশংসা কৰিছে" আৰু উচ্ছ্বাসত অসমীয়া কবিয়ে কালিদাসৰ ছবিকো চেৰ পেলোৱাহে বুলিছে) শাৰীৰে অসমীয়া কবিতাটোৰ তুলনাৰে এই লেখাই অসমীয়া সমালোচনাৰ বিশেষ এটা পটি ভাঙি দিলে। অসমীয়া কাব্যাস্বাদীসকলৰ ওচৰত তেতিয়া কোনো অসমীয়া কবিতকৈ শ্বেলি-কিট্ছেইহে আচল কবি, ঘৰুৱা চিনাকি। কেতেকীৰ মাতৰ লগত কবিয়ে প্ৰকৃতি আৰু কাব্যজগতৰ বিনন্দ-বিলাসক জড়িত কৰি অনুভৱ কৰা বিস্ময় ভাব আৰু যাক বোলে সাহিত্যৰ জাতীয়ত্ব, যাক বোলে 'গোস্পদে নভোমণ্ডলম্', সেই গুণকে কাকতিয়ে 'কেতেকী' কবিতাৰ বৈশিষ্ট্যৰূপে অভিনন্দন জনাইছে। প্ৰকৃতিৰ জীৱন-স্পন্দন অনুভৱ কৰাত ৰঘুনাথৰ কবিতাত এটি প্ৰবাহ (continuity) দেখাৰ গম তেওঁ এইখনি ৰচনাতে আমাক দিছে, আৰু কৈছে, "আগৰ কবিতাবোৰত যিবোৰ কথা প্ৰশ্নস্বৰূপে উদয় হৈছে 'কেতেকী'ত সেইবোৰৰ এটি কবিত্বময় উত্তৰ ফুটি উঠিছে।"

চৌধাৰীৰ 'দহিকতৰা' (আগৰ নাম 'মিলনদূত') কবিতালৈ আহি আকৌ কাকতিয়ে সেই প্ৰবাহৰ বিশ্লেষণ আৰু গাঢ় কৰি তুলিছে, কৈছে, 'সাদৰী'ৰ এভাগ প্ৰকৃতি-কবিতাত "মানৱ-সংসৰ্গবিহীন প্ৰকৃতিৰ স্তূপীকৃত সৌন্দৰ্যৰ ধ্যান আৰু নিজৰ

সৌন্দৰ্যত প্ৰকৃতিৰ নিজৰেই আনন্দোৎসৱ এটি দেখা যায়” আৰু আন এভাগত “সৌন্দৰ্যৰ আঘাতত কবিৰ ভিতৰেদি প্ৰেমিকৰ লোলুপ স্পৃহা জাগি উঠা দেখা যায়।” প্ৰথমবিধৰ প্ৰহেলিকাময় ভাবধাৰাৰ পূৰ্ণবিকাশ তেওঁ দেখা পাইছে ‘কেতেকী’ কবিতাত, আৰু কৈছে ‘দহিকতৰা’ হ’ল ‘কাম-গন্ধবিহীন অতীন্দ্ৰিয়’, ‘প্ৰেমৰ সান্ধ্য ৰাগিণী।’ চিৰকৌমাৰ্যব্ৰতী কবিৰ জীৱনত প্ৰেম-প্ৰতিমাই মানৱ-মূৰ্তি ধৰিছিল নে নাই, সেই প্ৰশ্ন তুলি আমাক কৌতূহলৰ বুকলৈ ঠেলা মাৰি থৈ, দহিকতৰাক ‘মৰমী বন্ধু’, ‘অ মোৰ বহনা’ বুলি মতা, গিৰিমল্লিকা ফুলকো ‘প্ৰাণ-প্ৰিয়া’ বুলি তন্ময়ভাৱে সম্বোধন কৰি তেওঁৰ “বিজন কুঞ্জত লয়লাসে হাঁহিৰ তৰঙ্গ তুলিবলৈ” গোপন নিমন্ত্ৰণ জনোৱা প্ৰৌঢ় কবিৰ তন্ময়তা ভৰা শাৰীবোৰতযে মাদকতা নাই, এই সাৱধানবাণী শুনাই সমালোচকে উন্মাদনা বিচৰা আমাক হতাশ কৰিছে। আনফালে ‘দহিকতৰা’ৰ বৰ্ণ-সৌৰভাঢ্য নিসৰ্গ-চিত্ৰবোৰৰযে তাৎপৰ্য ক’ত, সেই কথা কৈ কাকতিয়ে আমাৰ ৰসোপলব্ধিৰে বিশ্লেষণ দিছে ঃ “কোনো প্ৰাকৃতিক বৰ্ণনা কবিতাত পৰিণত হ’ব লাগিলে সেই বৰ্ণনা আমাৰ ভূত, ভৱিষ্যত আৰু বৰ্তমান সুখ-দুঃখাত্মক ভাবৰ লগত ওতপ্ৰোতভাৱে মিলি থকা যেন লাগিব লাগে।”

অম্বিকাগিৰী ৰায়চৌধুৰীৰ দেশানুৰাগমূলক গীত-কবিতাকেইটি ডক্টৰ কাকতিয়েই ইংৰাজীলৈ অনুবাদ কৰি *Songs of the Cell* নাম দি প্ৰকাশৰ বাবে দিয়ে। এই ভাঙনি বিচক্ষণ আৰু মনোৰম। কবিতাৰ ভাঙনিত অনেক সময়ত কবিতাৰ সৌন্দৰ্যৰ বিনাশো হয়। *Songs of the Cell* অত অম্বিকাগিৰীৰ প্ৰাণে নতুন জীৱন লাভ কৰিছে—নতুন ছন্দত, নতুন ভাষাৰ সৌন্দৰ্যত। এই অনুবাদে ‘গীতাঞ্জলি’ৰ ইংৰাজী ৰূপলৈ সোঁৱৰায়। পুথিখনি পঢ়োঁতে অনুবাদকজন নিজেই কবি, এনে অনুভৱো ৰোধ কৰা টান হয়। অম্বিকাগিৰীৰ কবিত্বক তেওঁ অতি উচ্চ স্থান দিব খোজে আৰু ‘তুমি’ৰ সমালোচনাত তেওঁ ৰায়চৌধুৰীৰ ৰহস্যবাদী মনোভাব বিশেষভাৱে ফঁহিয়াই দেখুৱায়। ‘তুমি’ ইন্দ্ৰিয়গ্ৰাহ্য ইন্দ্ৰিয়প্ৰমাথী চিত্ৰকল্পৰ সমাৱেশেৰে ভৰা। কাকতিয়ে আমাক খবৰ দিছে, “প্ৰেমিক ৰায়চৌধুৰী ডেকা বয়সত শ্বেলি, বাইৰন আদি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰে বহুতবাৰ প্ৰেমত পৰিছে, ওপঙিছে, সাঁতুৰি পাৰ হৈছে। ‘তুমি’ কাব্য ৰায়চৌধুৰীৰ কোনোবা “বিশিষ্ট নাৰীমূৰ্তিৰ প্ৰতি প্ৰেমৰ সম্মোহন অনুভূতিৰ স্বৰূপ প্ৰকাশ।” কিন্তু ইয়াৰ বিপৰীত বিন্দুত থিয় হৈ পণ্ডিতগৰাকীয়ে মন্তব্য কৰিছে, ‘তুমি’ কাব্য ৰায়চৌধুৰীৰ অতল আধ্যাত্মিকতাৰ উজ্জ্বল চানেকি। ‘তুমি’ কাব্যক কবিৰ বিশ্বৰূপ-দৰ্শন বুলিব পাৰি। এই স্ববিৰোধ

খণ্ডন কৰা হৈছে ডাণ্টে-বিএট্রিচৰ ক্লাছিক উদাহৰণেৰে ঃ "নাৰীৰ প্ৰেমৰ ভিতৰেদি বিশ্বনাথৰ ৰূপ আৰু আকৰ্ষণ উপলব্ধি কৰা কাব্য-জগতৰ ইতিহাসত বিৰল নহয়।" এফালে ইন্দ্ৰিয়ৰ মাদকতাক আনফালে ঈশ্বৰ-সন্ধানী দৰ্শনক আঙ্গিকৰ কি ব্যাকৰণৰ দ্বাৰা সমন্বয়িত কৰা হৈছে? "শিলৰ ওপৰেদি তৰিত গতিত ছিটিকি পৰা জলপ্ৰপাতৰ তৰঙ্গ-ভঙ্গৰ দৰে দশাক্ষৰী ক্ষিপ্ৰ গতিৰ চুটি পদবোৰে অনুভূতিৰ তীব্ৰতা বিচিত্ৰ সৌন্দৰ্যময়ী ভাষাৰে প্ৰকাশ কৰিছে।" ৰায়চৌধুৰীৰ সামগ্ৰিক ৰূপৰ বিষয়ে লিখা ইংৰাজী প্ৰবন্ধ এটাত (এইটি প্ৰবন্ধ অপ্ৰকাশিত ৰূপত কবিৰ হাতত পৰি আছিল; মই তেওঁৰপৰা আনি মোৰ সম্পাদিত ১৯৬১ চনৰ Journal of the University of Gauhatiত প্ৰকাশ কৰিছিলোঁ) কাকতিয়ে স্পষ্টকৈয়ে ঘোষণা কৰিছে, যেনেকৈ এমিলা ভিভিয়ানি বোলা ইতালিয়ান ছোৱালীজনীয়ে শ্বেলিক 'Epipsychidion' লেখিবৰ অনুপ্ৰেৰণা যোগাইছিল, অম্বিকাগিৰীৰ ডেকাকালৰ প্ৰেয়সী ইন্দুমতীও হ'ল the prototype of the mystic figure behind his later poem. Tumi এই 'তুমি' হ'ল the poet's vision of the Beautiful in sensuous and supersensuous images. শ্বেলিয়েও তেওঁৰ কবিতাৰ ছায়াছবিক thou, thou বুলিয়ে সম্বোধন কৰিছে, ৰায়চৌধুৰীয়ে 'তুমি', 'তুমি' বোলাৰ দৰে। সমালোচকে অম্বিকাগিৰীৰ জীৱনৰ স্ব-বিৰোধবোৰ আৰু ৰাজনৈতিক চিন্তাৰ বিফলতা লক্ষ্য কৰি যিবোৰ বৈশিষ্ট্য আঙুলিয়াই দিছে, কাকতিৰ নিজা ভাষাত তাক উদ্ধাৰ কৰি নিদিলে, তাক বুজাবৰ উপায় নাপাওঁ। কবিজনৰ দেশহিতৈষী জীৱনৰ সামগ্ৰিক ৰূপৰ বিষয়ে ঃ This poem, called 'I am a rebel, I am an anarch', written in the later clamorous style of the poet-patriot, unfolds the entire life philosophy of Roy Chowdhury, now masquerading as a poet and now as a politician. Revlot and intolerance is the key-note of his character. জেলত লেখা কবিতাকেইটা হ'ল stirring political poems.... in accompaniment to the clangour of the hammer. আৰু পাণ্ডু কংগ্ৰেছৰ বাবে লেখা গানকেইটাৰ বৈশিষ্ট্য ঃ breaking away in the vast sweet of their rolling verses from the clap-trap of ordinary political songs. ৰাজনৈতিক প্ৰোগ্ৰেমৰ কথা ঃ Roy Chowdhury's schemes have all the glamour of poetry but not all the four legs of realism. গদ্যশৈলী আৰু কাব্য গতি ঃ He feels, never reasons. His prose style in his journalistic writings has all the convolutions of twisted irons

when the steam-engine goes off the rails. He frets and foams till all the available vocables of praise or blame are strung together in a cast-iron mould. His angry denunciations often descend with the velocity of showering hails and leave his opponents prostrate. Caged within the technique of verse, his mind flows in its natural pace, but like a sweeping current overflowing the banks, it tortures logic in the freedom of prose. ৰায়চৌধুৰীৰ শিক্ষা-দীক্ষা : With little schooling, and less home training, he has sucked in inspiration from the common air and he breathes through every pore. ৰাজনীতিকজনৰ বিষয়ে দফা ৰফা কৰা শেষ কথা : He is at bottom a poet and his public programme is too often poetry in fireworks. সমালোচনাৰ হাতিয়াৰ হিছাপে কাকতি ইংৰাজী ভাষাৰেই আটাইতকৈ সুখী; তাৰেই তেওঁ স্পষ্ট টং টং শব্দ কৰি প্ৰাণৰ তলিলৈকে বক্তব্যৰ ধ্বনি স্পৰ্শাই দিব পাৰে।

ৰায়চৌধুৰীৰ কবিতাৰ অৰ্থ বিচাৰি কাকতি যেনেকৈ কবিৰ জীৱনত পিট্‌পিটাইছেগৈ, দুৱৰাৰ ব্যক্তিগত জীৱনৰো সেইদৰে কবিতাত ছায়াপাতৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে, আৰু সেই গতিকে কবিজনৰ জীৱনৰ খবৰ দিবলৈ গৈছে। পিছে গৈও আদবাটতে ৰৈ গৈছে, কাৰণ সি বোলে এটি সাঁথৰ। 'মোৰ শেষ পাঠ' আদি কবিতা টুৰ্গেনেভ আদিৰপৰা লোৱা বুলি আমি জানিলেও কাকতিৰ মতে "সেইবোৰক বুকুৰ তপত তেজৰ উম দি সজীৱ কৰি তোলা হৈছে।" গতিকে কথাত লিখা এই কবিতাবোৰ দুৱৰাৰ সাঁথৰ-জীৱনৰে ক্ৰমিক সাঁথৰ-আলেখ্য, সেই জীৱনৰ কথাকে 'সাঁথৰৰ ভাষাত' অৰ্থাৎ চৰ্যা-গীতিৰ বা আমাৰ ভকতীয়া ফকৰাৰ দৰে সান্ধ্য-সঙ্কেতেৰে 'ৰূপকাত্মক' কৰি কোৱা হৈছে : "প্ৰত্যেকটো চিত্ৰৰ আঁৰতেই ওৰণি লোৱা ভাব একোটা থাকে।" ওৰণিৰ কাৰুণ্যকে তেতিয়া হ'লে আমি ওৰণি-বাৰণিয়ে ঢকা মুখখনৰ কিবা কাৰুণ্যৰ বিৰিঙণি বুলি ল'ব লাগিব। কোনে লিখি থৈছে ক'ব নোৱাৰোঁ, 'কথা কবিতা'ৰ নামপাতৰ পিছতে এআষাৰি কথা গোঁঠা আছে, বোলে, "সুখ-দুখ হাঁহি-অশ্ৰু সকলোকে সামৰি লৈ কবিৰ ভাববিহ্বল হৃদয়ে কেনেকৈ অনন্তৰ উদ্দেশ্যে এটি হুমুনিয়াহ পেলাইছে এই সৰু গ্ৰন্থখনিত তাৰে স্পষ্ট আভাস পাব।" এই কথাই আৰু কাকতিৰ পাতনিয়ে আমাক এই সাঁথৰুৱা ইঙ্গিতবোৰৰ 'মানে'টো পঢ়িবৰ বাবে সজাগ কৰি তোলে।

কাকতিৰ সমালোচনা-প্ৰবন্ধৰ ভিতৰত তাহানিৰ কলিকতাৰ বেজবৰুৱা-সমিতিৰ সভাত পঠিত বেজবৰুৱাৰ সাহিত্যিক কীৰ্তিৰ বিশ্লেষণমূলক লেখাখনি এটি

লেখত ল'বলগীয়া বস্তু। বেজবৰুৱাৰ প্ৰতি কাকতিৰ শ্ৰদ্ধা অপৰিসীম। এই প্ৰবন্ধটিত কাকতিয়ে বেজবৰুৱাৰ কীৰ্তিৰ আৰু বৈশিষ্ট্যৰ ভিতৰত তেওঁৰ দেশৰ প্ৰতি 'অতিস্নেহঃ পাপশঙ্কী', তেওঁৰ অনাবিল হাস্যৰস আৰু অননুকৰণীয় কথাশৈলীকে বিশেষ স্থান দি বিশ্লেষণটি আৰম্ভ কৰে। এটা সময়ত "পক্ষীয়ে যিমতে শিশু-ছটকক পখাৰে আবৰি ৰাখে", তেনেকৈ বাহিৰৰ অসমীয়া-দ্বেষীসকলৰ আক্ৰমণৰ বিৰুদ্ধে তেওঁৰ লেখাৰে যুঁজি বেজবৰুৱা আমাৰ জাতীয় বীৰত পৰিণত হৈছিল। কিন্তু তাৰ পাছতে উজনীয়া-নামনীয়া ভাষা আৰু শঙ্কৰী-দামোদৰী ধৰ্মমতৰ বাদ-প্ৰতিবাদৰ সংঘৰ্ষৰ মাজত সোমাই তেওঁ এক বহু-বিতৰ্কিত পুৰুষ হৈ পৰিছিল। বাহিৰৰ শত্ৰুৰ লগত লগা ৰণখনৰ সময়ত বাণীকান্ত স্কুলীয়া ল'ৰা। কিন্তু ধৰমৰ ৰণৰ বেলিকা তেওঁ উঠন ডেকা। গতিকে তেওঁ অৰ্থাৎ অধ্যাপক কাকতিয়ে যেতিয়া বেজবৰুৱাৰ পক্ষত যোগ দিলে, তেতিয়া বিপক্ষক নিৰস্ত কৰিবৰ সৰহ সময় নালাগিল। তাতে আকৌ যেতিয়া কাকতিয়ে ঘোষণা কৰিলে যে অসমীয়া ভাষা শুধ্‌কৈ লিখিবলৈ হ'লে দিনে-নিশায় বেজবৰুৱাৰ ৰচনা পঢ়িব লাগে, তেতিয়া ভাষাৰ ৰণখনো স্বাভাৱিকতে নোহোৱা হ'ল। জাতীয় সাহিত্যৰ ভাৰসাম্যৰ প্ৰশ্নত সেই দেখি কাকতিৰ বেজবৰুৱা-প্ৰশস্তি ব্যাপক তাৎপৰ্যপূৰ্ণ। তেওঁলোক দুজনেযে ঘটনা বুজি-বাজিয়ে যোগ হৈছিল, কাকতিৰ চিঠিত (আমাৰ সম্পাদিত পত্ৰলেখা, ২২৪ পিঠি) তাৰ ইঙ্গিত পোৱা যায়।

কাকতিৰ আধুনিক সাহিত্যৰ আলোচনাৰ ভিতৰত ধাৰ্মিকা কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ 'ফুলৰ শৰাই'ৰ পাতনিখনি সৰু কিন্তু ধুনীয়া। হয়তো কাকতিৰ সৌন্দৰ্য-সন্ধ, সত্য-সন্ধ, ভাষা উজ্জ্বল হৈ উঠিছে।

আধুনিক নাট্য-সাহিত্যৰ এটি শ্ৰেষ্ঠ সম্পদ জ্যোতিপ্ৰসাদৰ 'শোণিত-কুঁৱৰী'ৰ সমালোচনাত পৌৰাণিক বিষয়-বস্তু এটি আধুনিক মনস্তাত্বিক আৰু নাটকীয় কৌশলেৰে কেনেকৈ পৰিৱেশন কৰা হৈছে, তাৰে প্ৰশংসাবাদ কৰা হৈছে। কিন্তু চৈধ্য বছৰ বয়সতে প্ৰথম ৰচনা কৰা, ওঠৰ বছৰ বয়সত গীতত অভিনৱভাৱে অসমীয়া সুৰ সংযোজন কৰা আৰু বাইশ বছৰ বয়সত ছপা কৰি উলিওৱা নাটখনৰ সমালোচকে মৰমেৰে "কুমলীয়া ল'ৰা আৰু আমাৰ ছাত্ৰস্থানীয়" বোলা নাট্যকাৰজনে কাকতিক নিশ্চয় গুৰুস্থানীয় জ্ঞান কৰিয়ে "নাটখনিৰ নিৰপেক্ষভাৱে দোষ-গুণ বিচাৰ কৰি 'বাঁহী' কাকতত প্ৰবন্ধ এটি দিব লাগে" বুলি এটা কপি উপহাৰ দিছিল। সেই কুমলীয়া ল'ৰাৰ কৃতিৰ সম্ভাৱনাখিনি বখানি সেই ল'ৰাটি "আমাৰ শ্ৰদ্ধাৰ পাত্ৰ হৈছে",

তেওঁৰ হাতত চিৰপৰিচিত আখ্যান এটিয়ে অভিনৱ ভাব-ভাষাৰ ৰূপ পোৱাত "সকলো সাহিত্য-সেৱীয়েই ভাল পোৱা উচিত", "পত্ৰলেখা, চন্দ্ৰলেখা, মধুলেখা আদি নামবোৰ বৰ কবিত্বপূৰ্ণ উদ্ভাৱনা", "উষাই বৰ লোৱাৰপৰা অনিৰুদ্ধৰ লগত মিলন হোৱালৈকে দৃশ্যবোৰ কাব্য হিছাপে বৰ নিৰুপম হৈছে', চিত্ৰলেখাৰ স্বগত বচনবোৰ "স্বাধীন কথা হিছাপে মধুৰ আৰু কবিত্বময় হৈছে", "পৌৰাণিক মায়া-বিদ্যাৰ ঠাইত আধুনিক ভেল্কীৰ (hypnotism) সহায়েৰে কুমৰক হৰণ কৰা কথাটো গ্ৰন্থকাৰৰ পক্ষে বৰ নিপুণ উদ্ভাৱনা, ভাব আৰু ভাষা মনোৰম",—এনেবোৰ মন্তব্যৰে অধ্যাপকজনে জ্যোতিপ্ৰসাদৰ আৰ্টৰ অভিনৱত্বক অভিবাদন জনাইছে। আনফালে, আখ্যানটিৰ উজ্জ্বল পৰম্পৰালৈ লক্ষ্য ৰাখি নাটকখনি ক'ত ক'ত নিস্তেজ হৈছে বা ক'ত কি হ'লে ভাল হ'লহেঁতেন, তাকো তৰুণ নাট্যকাৰে বিচৰামতে 'নিৰপেক্ষভাৱে' তন্ন-তন্নকৈ দি গৈছে জ্যোতিপ্ৰসাদৰ উজ্জ্বলতৰ ভৱিষ্যতৰ আশাত; ৰসজ্ঞানৰ কিন্তু অভাৱ হোৱা নাছিল; নাট্যকাৰেও হৃদ্যতাৰে গ্ৰহণ কৰি কাকতিৰ সেই সমালোচনাটি দ্বিতীয় তাঙৰণত (১৯৪৮) সম্মানেৰে 'বাঁহী'ৰ পৰা (আঘোণ ১৮৪৭) হুবহু তুলি দিছিল। অৱশ্যে এইটি সমালোচনাৰ ৰং কাকতিৰ আন প্ৰবন্ধবোৰৰ দৰে নহয়, কাৰণ আনবোৰ আলোচ্য কৃতি পূৰঠ হাতৰ বুলিয়েইহে তাৰ সমালোচনাত তেওঁ ধৰিছিল। এই সমালোচনা কিয়ৎপৰিমাণে সাময়িক পুথি-পৰিচয়-জাতীয় আৰু কিয়ৎপৰিমাণে কলেজীয়া নাট্যকলা-শ্ৰেণীৰ ছাত্ৰৰ বহীত প্ৰফেছৰৰ মন্তব্য জাতীয়।

নলিনীবালা দেৱী আৰু নীলমণি ফুকনৰ বিষয়ে দুটি প্ৰবন্ধ যোগ দি 'নতুন অসমীয়া সাহিত্য' পুথি সম্পূৰ্ণ কৰাৰ ভাব ডক্টৰ কাকতিৰ অপূৰ্ণ বৈ গ'ল।

৭

বৈষ্ণৱ সাহিত্যৰ আলোচনাৰ অনুষঙ্গী কাকতিৰ বৈষ্ণৱ ধৰ্মৰ আলোচনাধাৰা। এই ধাৰাৰ বুৰঞ্জী অৱশ্যে বৰ পৰিচ্ছন্ন নহয়। ১৮৪২ শকৰ জেঠ মাহৰপৰা ৰজনীকান্ত বৰদলৈৰ সম্পাদনাত 'অসম প্ৰদিপীকা' (কাকতখনৰ দ্বিতীয়া সংখ্যাৰপৰাহে তাৰ এনে ভুল নামৰ সংশোধন কৰা হয়) নামে এখন ধৰ্মালোচনাত্মক মাহেকীয়া আলোচনী ওলায়। এই আলোচনীখনিত সৰ্বজনস্বীকৃত মতৰ বিৰুদ্ধ, বৈষ্ণৱ ধৰ্ম-সাহিত্যৰ বুৰঞ্জীৰ বিকৃত ব্যাখ্যা দেখা পাই (বিশেষতে 'মহাপুৰুষীয়া বোলাওঁতা পাষণ্ড' কথা-আষাৰত ক্ষুণ্ণ হৈ) তৃতীয় সংখ্যা 'প্ৰদীপিকা' ওলালত দশম বছৰ ষষ্ঠ

সংখ্যা 'বাঁহী'ত (আহিন ১৮৪২ শক) কাকতিয়ে 'সমালোচনা : বুৰঞ্জীৰ সম্ভাব্য-সম্ভাৱনা', নামে এটি প্ৰবন্ধ লিখি 'সাম্প্ৰদায়িক ঘৃণা'যে বৰ্জনীয়, তাকে আলোচনা কৰে। 'চেতনা' কাকতত প্ৰকাশিত কাকতিৰ 'নামঘোষা' নামৰ প্ৰবন্ধটি (এতিয়া 'পুৰণি অসমীয়া সাহিত্য'ত সন্নিবিষ্ট) লৈ অষ্টম সংখ্যা 'প্ৰদীপিকা'ত 'ঘনশ্যাম দেৱশৰ্মা' নাম লৈ এজনে 'অধ্যাপক শ্ৰীবাণীকান্ত কাকতিৰ পুৰণি অসমীয়া সাহিত্য' শীৰ্ষেৰে অলপ ৰুষ্ট সমালোচনা কৰাত সেই আলোচনীৰ নৱম সংখ্যাত (৩৫৮-৩৬০ পিঠি) কাকতিয়ে এটি 'প্ৰতি-সমালোচনা' লিখে। 'দেৱশৰ্মা'ই কাকতখনিৰ দশম সংখ্যাত তেওঁৰ প্ৰবন্ধৰ পিছৰ ভাগ প্ৰকাশ কৰে। কিন্তু কাকতিয়ে আৰু তাৰ কোনো প্ৰতিবাদ নিলিখিলে। ইতিমধ্যেই তেওঁ এটি আণ্ডাৰগ্ৰাউণ্ড কৰ্মত সোমায়, অৰ্থাৎ দশম বছৰ সপ্তম সংখ্যা 'বাঁহী'ৰপৰা (কাতি ১৮৪২ শক) 'ভবানন্দ পাঠক' নাম লৈ "বিজুলী' নামেৰে একধাৰা প্ৰবন্ধ লিখিবলৈ ধৰে। এই লানিত মুঠ ওঠৰটি প্ৰবন্ধ প্ৰকাশ পাইছিল। প্ৰবন্ধসমূহত বেদ-উপনিষদৰেপৰা আৰম্ভ কৰি দাক্ষিণাত্যৰ বৈষ্ণৱ আৰু বৈদান্তিক সম্প্ৰদায় আৰু বঙ্গদেশৰ ৰাধা-সাহিত্যলৈকে সকলোকে সামৰা ভবানন্দৰ জ্ঞান জাহিৰ কৰা হৈছিল। সেইদৰে বাদ-বিসম্বাদৰ তিক্ততাও তাত স্বাভাৱিকতে পূৰ্ণৰূপে প্ৰকট হয়। সেই তিক্ততাখিনি বাদ দিলে এইধাৰা প্ৰবন্ধৰ জ্ঞান-গৌৰৱান্বিত মূল্য নিশ্চয় থাকিব। এইটি কাৰ্য কৰিবৰ বাবে কাকতিৰ নিজৰো ইচ্ছা আছিল আৰু তাক কিছু কিছু কৰি আৰম্ভও কৰিছিল। সাধাৰণতে বাদ-বিসম্বাদত যেনেভাৱে নিজৰ জ্ঞানৰ টোপোলা জোঁকাৰি জোঁকাৰি প্ৰতিযোদ্ধাৰ বিৰুদ্ধে ৰণ জিকিবলৈ যত্ন কৰা হয়, 'বিজুলী'ৰ লেখাবোৰতো তেনে অভিপ্ৰেত জ্ঞানৰ চক্‌মকনি ৰেঙাই উঠিছে বাৰে বাৰে। জ্ঞান-গম্ভীৰ বাণীকান্ত কাকতিয়ে জ্ঞানৰ এনে প্ৰদৰ্শনী পাতিব নোৱাৰিছিল আৰু তাৰে তিক্ত তৰ্ক-বিতৰ্কত গা দেখুৱাই লাগিবলৈও টান পাইছিল বাবেই সত্যৰ অপলাপক সংশোধন কৰিবলৈ ভবানন্দ পাঠকৰূপে অৱতীৰ্ণ হৈছিল। বেজবৰুৱাৰ কৃপাবৰ বৰবৰুৱাৰ দৰে কাকতিয়েও ভবানন্দ পাঠকৰ যোগেদি কম গুৰুত্বপূৰ্ণ কাম কৰা নাই। মিল্টনৰ ৰণৰঙ্গী পুস্তিকাৱলীৰ প্ৰকাশনৰ ফালে ইঙ্গিত কৰি ৱৰ্ডছৱৰ্থে লিখা কথাই এই প্ৰসঙ্গত আমাৰ মনলৈ আহে : "and yet thy heart/The lowliest duties on herself did lay." ভবানন্দৰ লেখাত কাকতিৰ হিউমাৰ আৰু ব্যঙ্গৰ বিকাশ দেখা পোৱা যায়। আনফালে ভবানন্দ পাঠকৰ এই জ্ঞানৰ কচৰতে কাকতিক আন এটি ডাঙৰ কাৰ্যৰ বাবে সাজু কৰিছিল; এই কাৰ্যটিৰ দুটি ফল হ'ল *The Mother Goddess Kamakhya*, মধ্যযুগীয় অসমৰ

ধৰ্মসমূহৰ নিৰ্ভীক আলোচনা; আৰু *Visnuite Myths and Legends,* বৈষ্ণৱ ধৰ্মৰ মূল সূত্ৰবোৰৰ বৈজ্ঞানিক ব্যাখ্যা।

'প্ৰদীপিকা' কাকতখন পোনতে ওলাওঁতেই বেজবৰুৱা ডাঙৰীয়াই তাৰ বিকৃত ভাষা আৰু বৈষ্ণৱ ধৰ্মৰ অপব্যাখ্যা আৰু অনাহক নিন্দাবাদৰ কঠোৰ সমালোচনা কৰি আৰু ভালেৰে বুজায়ো ('বাঁহী', ১০.৩ ঃ পোৱা কিতাপৰ বিষয়ে, সম্পাদকৰ কথা, ১০.৪ ঃ প্ৰদীপিকাৰ দ্বিতীয় সংখ্যা ১০.৫ ঃ বাদানুবাদ) প্ৰদীপিকা-পক্ষক নিৰস্ত কৰিব খুজিছিল; কিন্তু দেখে যে সিসকলে 'ধৰিলন্ত যুদ্ধ-কাছে' (১০.৪, পিঠি ৯৯) আৰু মহাপুৰুষীয়াসকলক নুবুজি-নেমেলি তৰ্কতহে প্ৰবৃত্ত হৈছে। তেতিয়া তেওঁ আপোন বন্ধু হ'লেও প্ৰদীপিকা-পক্ষৰ সেনাপতি ৰজনীকান্ত বৰদলৈকো ব্যক্তিগত বাক্য-প্ৰহাৰ দিবলৈ আৰু সিপক্ষৰ টুলুঙা যুক্তি লৈ পৰিহাস কৰিবলৈ আৰম্ভ কৰে। উদাৰহণ দিছোঁ।—"আৰু এটা তথ্য বৰদলৈয়ে দিছে, যে যাৰ জীৱনী লিখা যায়, জীৱনী-লেখক তাৰ সমসাময়িক নহ'লে সেই জীৱনী, inadmissible অবিশ্বাস্য, কাৰণ শুনা কথাক ইংৰাজীত hearsay বোলে। ই সাক্ষ্যৰ বা Evidence-অৰ গ্ৰাহ্য নহয়।" যি হওক, বৰদলৈয়ে ইমান বছৰ Evidence Act ঘাটি হাকিমি কৰাৰ ফল ফলিল (১০.৭)। "বৰদলৈৰ বিশুদ্ধ সিদ্ধান্ত পঞ্জিকাৰ সিদ্ধান্ত আৰু এটি যে শঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থ কৰিবলৈ গৈছিল অতি কমেও ৫০ বছৰ বয়সত। ..... আমি কওঁ তথাস্তু। এই নতুন পঞ্জিকা ঠিক চলিব" (১০.৮)। 'প্ৰদীপিকা'ই "আমাৰ কেনে যুক্তি, বাঁহীৰ কেনে যুক্তি চাওক" বুলি প্ৰত্যাহ্বান জনোৱাত বেজবৰুৱাই 'প্ৰদীপিকা' নামৰ চৰুটোৰপৰা এটা ভাত পিটিকি চাবলৈ দিছে পাঠকক ঃ 'প্ৰদীপিকা'ই লেখিছিল," "শঙ্কৰদেৱ ব্ৰাহ্মণৰ শিষ্য বুলি সৰুৰেপৰা আমাৰ জনা আছে" (প্ৰদীপিকা ১.৮, ৩১২ পিঠি)। বেজবৰুৱাই সৰহলৈ নগৈ ব্যঙ্গ কৰি কৈছে, "পাঠক কেনে যুক্তি দেখিলা! প্ৰদীপিকাৰ লেখকে বা প্ৰদীপিকাই যেতিয়া সেইটো সৰুৰেপৰা জানি আহিছে, সেইটোৱেই ডাঙৰ যুক্তি, আৰু কি লাগিছে? তেওঁলোকে যুদ্ধ জিকিলে! হেৰ কোন আছ, ডবা কোবাই দে" (১০.১১)। বেজবৰুৱাৰ এনে ব্যঙ্গবাণৰ সন্ধান তীব্ৰভাৱে অব্যৰ্থ হৈ পৰিছিল। বেজবৰুৱাৰ তলে পালি-সেনাপতি ভবানন্দ পাঠকো ব্যঙ্গৰ চেঙা-তেল জৰাত কমজন বেজ নাছিল। তেওঁৰ ছেদবোৰৰ শিৰোনামাবোৰতে সেই ব্যঙ্গ ব্যঞ্জিত হৈ প্ৰদীপিকা-পক্ষক ক্ষত-বিক্ষত কৰিছিলগৈ—'চৈতন্য দামোদৰ-সমাগম লীলা', 'যশস্পতি বাপুৰ খেমটা', 'হাকিমি চালৰ অফুট বিড়ম্বনা,' 'বৃহৎ দলৈৰ বৃহৎ সমস্যা', 'সনাতন ধৰ্মৰ লঙ্গৰ', বৰদলৈৰ বাম মিলে না', ইত্যাদি;

ভিতৰফালেও লক্ষ্মীনাথ-ৰামচন্দ্ৰৰ তেওঁ ধনুৰ্ধৰ লক্ষ্মণ-অনুজ। "কাক কেহো নাহি তুষ্টি। হানে বজ্ৰসম মুষ্টি॥" কিন্তু এই যুঁজখনত কাকতিৰ বীৰত্ব তেওঁৰ ডেকা তেজৰ উগ্ৰতাত সিমান নহয়; যেতিয়াই যেনে যুক্তি লাগিব পাৰে, ব্ৰাহ্মণ-সংহিতা-উপনিষদৰপৰা দক্ষিণ ভাৰতৰ মহাআচাৰ্যসকলৰ চৰিত আৰু অসমীয়া বৈষ্ণৱ সাহিত্যলৈকে তেনে যুক্তিৰ ছত্ৰ উদ্ধাৰ কৰিব পৰা চোকা ওকালতি আৰু শান্ত সমাহিত অধ্যাপকী পাণ্ডিত্যইহে প্ৰদীপিকা-পক্ষক পেঁপুৱা লগাইছিল আৰু 'হাৰ মানা হাৰ' পিন্ধিবলৈ বাধ্য কৰিছিল। জাতি-বিচাৰৰ অভিমান আৰু যুক্তিত এই সমস্ত অশুভ যুদ্ধখনি চলিছিল। যেতিয়া কাকতিয়ে বেদ-উপনিষদৰপৰা আৰু আদি-বৈষ্ণৱ শ্ৰীসম্প্ৰদায়ৰ ইতিহাসৰপৰা সেই বিভেদৰ অসত্যত্ব প্ৰতিপন্ন কৰিলে, তেতিয়া প্ৰতিপক্ষৰ যুক্তিৰ তলিয়েই সৰি পৰিল। যদিও এই লেখাবোৰত তৰ্কবাদৰ তিক্ততা আছে, তাৰ ভিতৰত সমাজৰ পিছ পৰি থকাসকলৰ অধিকাৰ প্ৰতিপাদন কৰা বৈষ্ণৱ ধৰ্মৰ উদাৰনৈতিকতা দৃঢ়ীভূত হৈ পৰিল বহুত দিন জোৰা এই সংগ্ৰামৰপৰা।

৮

পুৰণি অসমীয়া সাহিত্য বিষয়ক কাকতিৰ প্ৰায়খিনি প্ৰবন্ধই ১৯১৯-২০ চনত লিখা। ১৯২০-২১ চনতে তেওঁৰ 'বিজুলী' প্ৰবন্ধবোৰ ওলায়। আধুনিক অসমীয়া সাহিত্য বিষয়ক ৰচনাৰ ভিতৰত প্ৰথম 'কেতেকী'ৰ (১৯১৮) সমালোচনা ১৯১৯ চনৰ 'চেতনা'ত প্ৰকাশ পাইছিল। ইয়াৰ পাছত বিভিন্ন পুথিৰ পাতনিৰূপে বা পৰিচয় ৰূপে বাকীকেইটি লেখৰ প্ৰবন্ধ এক দশকৰ ভিতৰতে ওলাইছিল—'শোণিত-কুঁৱৰী' (১৯২৫), 'ফুলৰ শৰাই' (১৯২৯), 'দহিকতৰা' (১৯৩১), 'কথা-কবিতা' (১৯৩৩), 'তুমি' (দ্বিতীয় সংস্কৰণ)। বেজবৰুৱাৰ বিষয়ে লিখা প্ৰবন্ধটো ১৯২৯ চনৰে। এইদৰে দেখা যায় প্ৰায় এক দশকৰ ভিতৰতে কেয়োটা আলোচনা ওলায়। লক্ষ্মীনাথ ফুকনৰ 'সোণালী সপোন'ৰ (১৯৬১) পাতনি এই হিছাপত বিচ্ছিন্ন বস্তু। জ্ঞানদাভিৰাম বৰুৱাৰ 'বিলাতৰ চিঠি'ৰো কাকতিয়ে পাতনি লেখিছিল। ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ে তেওঁৰ দ্বিতীয় পুথি 'প্ৰাণৰ পৰশ'ৰ (১৯৫২) পাতনি লেখিবলৈ ধৰাত কাকতিয়ে সেই কাম মোক গতাই দিছিল। দুই-এখন পুথিৰ প্ৰকাশৰ লগে লগে তেওঁ চমু সমালোচনা একোটা ছপাই উলিয়াইছিল বা পুথিৰ লিখকলৈ পঠাইছিল—ডিম্বেশ্বৰ নেওগৰ 'থুপিতৰা' (১৯২৫) The Cotton College Magazine অত আৰু 'অসমীয়া সাহিত্যৰ জিলিঙনি' (১৯৩৯), নীলমণি ফুকনৰ 'জ্যোতিকণা' (১৯৩৮) আৰু

'গুটিমালী' (১৯৫০), মোৰ সম্পাদিত 'ভক্তি-প্ৰদীপ' (১৯৪৫) আদিৰ বিষয়ে তেওঁৰ চমু অথচ তাৎপৰ্যপূৰ্ণ মন্তব্য আছে। ডক্টৰ কাকতিয়ে লিখা ডক্টৰ সূৰ্যকুমাৰ ভূঞাৰ Bibliography-ৰ পাতনি এখনিও আছে। ইয়াৰ বাহিৰেও বেজবৰুৱালৈ তেওঁৰ বৰোদা বক্তৃতাৰ বিষয়ে লিখি পঠোৱা কথাখিনি প্ৰণিধানৰ বিষয় : "It is as beautiful and penetrating in its simplicity. ক'তো অনৰ্থক কথাৰ আড়ম্বৰ নাই, ভাবৰ ছয়াময়া খেলিমেলি নাই, সকলো যেন আত্মাৰ অনুভূতিৰপৰা ওলাইছে-বাইবেলৰ সৰল আৰু গূঢ় কথাৰ দৰে। ...মোৰ অকণি পুথিখনিত যি অফুট বা কুঁৱলিময় আছিল, আপুনি সকলোকে অনুভূতিৰ স্নিগ্ধ পোহৰেৰে জ্যোতিৰ্ময় কৰি তুলিছে।" বৈষ্ণৱ ধৰ্মৰ সকলো আলোচনাতেই এই কথা প্ৰয়োগ কৰিব পাৰি। লক্ষ্মীনাথ, ৰঘুনাথ, যতীন্দ্ৰনাথ আদি আমাৰ সাহিত্যৰ দিক্‌পালসকলক আদৰণি জনোৱা আলোচনাৰ একপ্ৰকাৰ ওভতা ৰিজনি খোৱাকৈ শেষ বয়সত কাকতিয়ে মহম্মদ পিয়াৰ আদি নিতান্ত তৰুণসকলকো দুটি কথাৰে উৎসাহিত কৰিছিল। 'যুগ-সাহিত্য আৰু সমাজৰ ৰূপৰেখা' প্ৰবন্ধত (বাণী-প্ৰতিভা) কাককিয়ে নিতান্ত সাময়িক মূল্যৰ পুথি-পত্ৰিকাৰো উল্লেখ কৰিছে। গতিকে তেওঁক বিভিন্ন ৰুচিৰ পুথিৰপৰা আঁতৰি থকা মুখ-চাই-পৰশা (exclusive) সমালোচক বুলিব নোৱাৰি। অৱশ্যে সমালোচক সমালোচক। 'অল্পকবি যশঃপ্ৰাৰ্থী'ক তেওঁ 'উপহাস্যতা'-গমনহে কৰাইছে। ফটুৱৈ ধৰা দুই-এখনি পদপুথি ছপাই সেইবোৰেই পাঠ্যপুথি নোহোৱাত সাময়িক পত্ৰিকাৰ পিঠি বখলা-বখল কৰা দুই-এজন "কবি টিলিকা"ক ('কথা-কবিতা') কবি টিলিকা শব্দটো কৃপাবৰ বৰবৰুৱাৰ) তেওঁ অলবৎ বৰদাস্ত নকৰিছিল, হয়।

মাদ্ৰাজৰ জি. এ. নটেশন এণ্ড কোম্পানিৰপৰা তেওঁলোকৰ Saints of India Series-অত ওলোৱা শঙ্কৰদেৱ সম্পৰ্কীয় অধ্যাপক কাকতিৰ কিতাপখন আজি চকুত বাটি দিবলৈকো পাবলৈ নোহোৱা হৈছে। তাৰ নাম আছিল মাথোন *Sankara Deva* কিংবা *Life and Teachings of Sankara Deva.* ১৯২৩ চনত পুথিখন ওলায়। তাৰ পূৰ্বতে *The Indian Review*-ত সেই বছৰ এপ্ৰিল আৰু মে' মাহত সি দুখণ্ডত বিভক্ত হৈ প্ৰকাশ পাইছিল। তাৰ স্বত্বাধিকাৰ হস্তান্তৰ কৰি দিয়া বাবে কাকতিক নটেশনে ডেৰ কুৰি ৰূপ দিছিল। (কাকতিয়ে পাছত আমাক কৈছিল, "হেৰা, পুথি-পত্ৰ লিখি জীৱনত সেই ত্ৰিছ টকাই যি পালোঁ) পাছত নটেশনে সেই দেখি কাকতিয়ে নজনাকৈয়ে তেওঁৰ নামো নিদিয়াকৈ চৈতন্য, হৰিদাস, ৰামপ্ৰসাদ, ৰামকৃষ্ণ, বিবেকানন্দ—এই পাঁচজন বঙালী সন্তৰ জীৱনীৰ লগতে

কাকতিৰ লেখাটি *Chaitanya to Vivekananda : Lives of the Saint of Bengal* নামৰ গ্ৰন্থত সন্নিবেশ কৰি দিছিল; আন কি সম্ভৱতঃ ১৯২৮ চনত ওলোৱা এই কিতাপখনৰ কপি এটা কাকতিয়ে ১৯৩৫ চনতহে যোগাৰ কৰে। বেজবৰুৱা ডাঙৰীয়ালৈ লিখা (১২ জুন ১৯২৩) এখন চিঠিত মূল লেখাটো সম্পৰ্কে কাকতিৰ কথাখিনি পঢ়িবলগীয়া ঃ "মই আকৌ তিনি মাহমানৰ মূৰত মুকলিমূৰীয়া হ'ম। এটি বাজে কামত লাগি থাকিব লগাত পৰিছোঁ। নটেশন কোম্পানিয়ে শঙ্কৰ-চৰিতৰ Sketch ছপাব লাগিছে। *Indian Review*-ত (April & May) খণ্ড খণ্ডকৈ ছপাই উলিয়াইছে। স্বতন্ত্ৰ পুথিৰ আকাৰত সোনকালে ওলাব যেন পাওঁ। কামৰূপ অনুসন্ধান সমিতিত থকা দ্বিজ ৰামানন্দৰ গুৰুচৰিতত শঙ্কৰ, মাধৱ আৰু গোপালদেৱৰ Group painting এখন আছে। তাৰপৰা ফটো লোৱাই Natesan-অৰ পুথিৰ ওপৰ পাতত block ছবি দিয়াবলৈ এখন ছবি পঠাই দিছো। আপোনালৈও এখন ছবি পঠালো। শ্ৰীযুত অবনীন্দ্ৰনাথ ঠাকুৰে review কৰা পুৰণি Indian painting-অৰ ধৰণ থকা যেন লাগে" (মোৰ সম্পাদিত পত্ৰলেখা, ২৩২ পিঠি)। ১০ চেণ্টিমিটাৰ পুতল আৰু ১৬ চেণ্টিমিটাৰ দীঘৰ, ৪৩ পিঠি মাথোন জোৰা এই খুদমণি কিতাপকণৰ চেহেৰা এই বৰ্ণনাৰপৰাই অনুমান কৰি লওক। আগৰ মহাপুৰুষীয়া সন্ত-মহন্তসকলে সাঁচিপাতত মহাপুৰুষৰ চিত্ৰ লেখিবৰ যত্ন কৰিছিল; বেজবৰুৱা-কাকতিয়ে বিংশ শতিকাৰ আৰম্ভণিত সেয়া ভক্তিৰে গ্ৰহণ কৰিছিল।

কাকতিৰ 'বাজে কাম'টি কিন্তু প্ৰকৃততে আমাৰ মনৰ মণিকূটৰ ভিতৰৰ বস্তুৱেই। এই সময়ত গুৰু-চৰিতবিলাকৰ নানা বিৰোধৰ বিষয়ে, বিশেষকৈ ৰামচৰণ ঠাকুৰৰ ভণিতাযুক্ত চৰিতৰ স্বৰূপৰ বিষয়ে নানা প্ৰশ্ন তেওঁৰ মনত উঠিছিল। বেজবৰুৱাক এখন চিঠিত (২৭ ছেপ্টেম্বৰ ১৯২০) সেই সন্দেহৰ কিছুমান ভঞ্জন কৰাৰ বাবে অনুৰোধো কৰিছিল। 'চেতনা'ত (৭.২, আহিন ৪৭৭ শঙ্কৰাব্দ) 'পুৰণি পুথিৰ কথা ঃ শঙ্কৰ-চৰিত' নামৰ প্ৰবন্ধত 'ৰামচৰণ ঠাকুৰ'ৰ সমালোচনা দিছিল। কিন্তু কাকতিয়ে নটেশনৰ বাবে লিখা পুথিত চৰিতৰ কোনো বিৰোধৰ কথা নুলিয়াই শঙ্কৰদেৱৰ জীৱনবৃত্ত এটা ধাৰাত সল্‌সলীয়াকৈ কৈ গৈছে। এই সৰু প্ৰবন্ধৰ কম পৰিসৰৰ ভিতৰতে শঙ্কৰদেৱৰ ধৰ্ম-প্ৰচাৰৰ পটভূমি, ভক্তিধৰ্মৰ হকে তেওঁৰ জীৱন জোৰা সংগ্ৰাম, তেওঁৰ ধৰ্মৰ মূল নীতিবোৰ আৰু সিবোৰৰ সৌন্দৰ্য আৰু তাৎপৰ্য, সামাজিক সাম্যৰ বাণী, পন্থভেদ আৰু সাহিত্যৰ বিকাশ—এই সকলো কথাকেই সামৰিছে। উপসংহাৰত তেওঁ কৈছে, The civilization of modern Assam

is essentially a Vaishnavic civilization. সত্ৰসমূহ অসমীয়া সমাজৰ অনুশাসন-যন্ত্ৰ। তিথি-মহোৎসৱত মহাপুৰুষৰ গীত-পদেৰে হৰি প্ৰসঙ্গ কৰি প্ৰসাদ লওঁতে মহাপুৰুষীয়া দামোদৰীয়াৰ কৃত্ৰিম বিভেদ আঁতৰি যায়। নামঘৰবোৰ গণতান্ত্ৰিক পদ্ধতিত সমাজক নিয়ন্ত্ৰণ কৰা সৰু-বৰৰ বা জাতৰ বিচাৰ নথকা গাঁৱলীয়া পাৰ্লিয়ামেণ্ট আৰু কাছাৰী—এই মত কাকতিয়েই পোনতে এই লেখাটিতে প্ৰকাশ কৰে। As a social force, Assam Vaishnavism has been working with marvellous success for about four hundred years and that too without any symptom of degradation. The strict elimination of women from the religious gatherings of men is a strong point in this school. It widened the pale of Hindu community receiving adherents from any religion and gave a wider range to social activities. It has fostered the ideas of brotherhood and equality amongst all men and acted as a strong solvent to hateful distinctions. কেৱল এটা পেৰাগ্ৰাফত সমগ্ৰ মহাপুৰুষীয়া সাহিত্যৰ এটি থূল-মূল আভাস দি তাৰ বৈশিষ্ট্যখিনিৰো ইঙ্গিত কৰা হৈছে। মুঠতে তৰুণ অধ্যাপকৰ হাতে-গঢ়া এইখনি মহাপুৰুষীয়া অৰ্থাৎ অসমৰ বৈষ্ণৱধৰ্ম সম্পৰ্কে সুন্দৰ হাত-পুথি হৈছে।

৯

আৱাহন-যুগৰ আৰম্ভণিত অধ্যাপক কাকতিয়ে প্ৰেমৰ স্পৰ্শ থকা বেদ-পুৰাণৰ আখ্যান আৰু ইউৰোপীয় সাহিত্যলৈ দৃষ্টি প্ৰসাৰিত কৰিছিল। 'সাহিত্য আৰু প্ৰেম'ত সন্নিবিষ্ট প্ৰবন্ধকেইটাৰ মুল সুত্ৰৰ সংজ্ঞা পাতনিত এইদৰে দিয়া হৈছে ঃ "প্ৰেমৰ পোৰণি-শক্তিৰ প্ৰভাৱতো একে তেজ-মঙহৰ শৰীৰৰ মানুহৰ মনত বেলেগ বেলেগ প্ৰতিক্ৰিয়া ঘটে। কেতবোৰৰ পক্ষে মনৰ চটফটনি আৰু কেতবোৰ দুৰ্লভ প্ৰকৃতিৰ মানুহৰ পক্ষে ই উদ্বোধনী প্ৰজ্ঞান-বন্তি। এই আখ্যানবোৰত কেতবোৰ বিশ্ববিখ্যাত মনীষীৰ প্ৰেমৰ স্পৰ্শত প্ৰাণৰ প্ৰতিক্ৰিয়া দেখুওৱা হৈছে। বেদৰ ঋষিপুত্ৰৰ প্ৰেমৰ প্ৰেৰণাত কবিত্ব লাভৰ প্ৰচেষ্টাৰপৰা আমিয়েল পৰিদৃশ্যমান বিশ্বৰ লগত একাত্মবোধৰ আকাঙ্ক্ষা সেই একে মিলন-স্পৃহাৰে বিভিন্ন বিকাশ।" প্ৰেমত উদ্ভুত 'তেজ-মঙহৰ খণ্ডেকীয়া ধৰফৰণি' কেনেকৈ মনীষাৰ স্পৰ্শত উদাত্তীকৃত হৈ 'অপাৰ্থিৱ সৌন্দৰ্য আৰু আনন্দৰ প্ৰতি উদ্যম সঞ্চাৰ কৰে', সেইটোৰ অধ্যয়নত কাকতিৰ যেন বিশেষ ৰতি। ৰঘুনাথ চৌধাৰী, চণ্ডীদাস, ডাণ্টে, সকলোতে সেই

উদাত্ত কাম-গন্ধ-বিহীন প্ৰেমৰ চিত্ৰ দেখি তেওঁ উল্লাস অনুভৱ কৰিছে। তেওঁৰ কাম্য প্ৰেম আদৰ্শবাদী; তাত 'উদ্দাম বাসনা, প্ৰণয়িনীৰ অঙ্গী-ভঙ্গীৰ লোলুপ ধ্যান 'আদি'ৰ পৰিবৰ্তে থাকিব লাগে 'সৰলতা, কোমলতা, নিস্পাপতাৰ সমাবেশ' ঋগ্বেদৰ শ্যাবাশ্বৰ প্ৰণয়ৰ দৰে। আবেলাৰ্ড আৰু হেলইছাৰ দাৰুণ প্ৰেম-কাহিনীত নাৰী-হৃদয় বিশ্লেষণ কৰি তেওঁ কৈছে, "তিৰোতাৰ প্ৰেম কামনাত আৰম্ভ হৈ নিস্কামতাত ডাণ্টেৰ প্ৰেমৰ ওখ আসনত উঠিব পাৰে; কিন্তু কামনাৰ ইন্দ্ৰিয়গম্যতা গুৰিতে আছেই।" আবেলাৰ্ডৰ মাত্ৰ আদেশত আগৰ মন্ত্ৰেৰে ভিক্ষুণী-বেশ-পৰিহিতা হেলইছাৰ প্ৰেম "প্ৰচ্ছন্ন কামলিপ্সা নহয়, অথচ তাৰ ভিতৰত কাম-ভাব আছে।" সেয়ে বোধ হয় নাৰী-হৃদয়ৰ বাস্তৱ। "আবেলাৰ্ডৰ নিৰ্মম আত্ম-বিলোপত তীৰবিদ্ধ কুৰুৱা চৰাইৰ দৰে হিয়াৰ বিননি যি চিঠিত প্ৰকাশ কৰিছিল, তাক নাৰী-হৃদয়ৰ চিৰ-স্বগতোক্তি বুলিব পাৰি।" আনফালে, লুক্ৰেজিয়াৰ 'খেলুৱৈ' প্ৰেমৰ আশাত এজন বৰেণ্য চিত্ৰশিল্পীৰ জীৱন বিৰাট নিষ্ফলতাত পৰিণত হৈছে। "কবিৰ অহৈতুকী প্ৰীতি"ত কাকতিৰ প্ৰিয় এটি বিষয় ডাণ্টে-বিএট্ৰিচৰ কাহিনীৰ চমু বৰ্ণনা দিয়া হৈছে আৰু চণ্ডীদাস-ৰামীৰ কথাৰে আৰম্ভণি কৰি আৰু মোখনি মাৰি প্ৰেম সম্পৰ্কে এটি গভীৰ কথা কোৱা হৈছেঃ 'কবিৰ মনত প্ৰেম আৰু বিশ্বশক্তি অভিন্ন পদাৰ্থ।" এয়া হ'ল ৰহস্যবাদ; তেজ-মঙহৰ স্থূল যৌনপ্ৰেমৰপৰা (touching and clawing) কাকতি বাৰে বাৰে এই অতীন্দ্ৰিয়, অহেতুক প্ৰীতিৰ ধাৰণালৈকে আৰু তাৰ বাস্তৱ আৰু সাহিত্যিক অভিব্যক্তিলৈকে ঘূৰি ঘূৰি আহিছে।

১০

সমালোচকৰ বাহ্যিক এটি সম্বল প্ৰকাশিকা শক্তিসম্পন্ন ভাষাৰীতি। কাকতিৰ ভাষা সোৱাদেই নহয়, নিটোলো অৰ্থাৎ balanced, সন্তুলিত। পাছত অসম সাহিত্য সভাৰ সভাপতি হোৱা এগৰাকী সাহিত্যসেৱীয়ে হেনো কৈছিল, "কাকতিৰ 'পুৰণি অসমীয়া সাহিত্য'খনত ইমান সুন্দৰ সুন্দৰ কথা আছে! সেইখনি ইমান ভাল পুথি! কিন্তু কাকতিয়ে সেইখন অসমীয়া ভাষাত লিখা হ'লে বৰ মনোৰম হ'লহেঁতেন।" এই কথা শুনি পোনতে আমি বুজি নাপাইছিলোঁ; তাৰ পাছত তাৰ ইঙ্গিত বুজি নোপোৱাকৈ হাঁহিছিলোঁ। 'পুৰণি অসমীয়া সাহিত্য'ৰ ভাষা অসমীয়া নহয় যদি কিনো? অৱশ্যে আজিৰ আমাৰ সকলোৰে দোষ বুলি নকওঁ, আমাৰ ভাষাৰ লক্ষণ যে আমি অসমীয়া শব্দেৰে ইংৰাজী ভাবা কওঁ। জতুৱা ঠাচেইযে একোটা ভাষাৰ আচল প্ৰাণ, সেই কথা মৃত্যুৰ চাৰি বছৰমানৰ আগতে লিখা এটি প্ৰবন্ধত ডক্টৰ কাকতিয়ে সুন্দৰকৈ দেখুৱাইছিল। অসমীয়া ভাষাৰ জতুৱা ঠাঁচৰ গৰাকী অৱশ্যে তেওঁ নহয়,

কিন্তু আন ফালপৰৰা তেওঁৰ এই অভাৱৰ ক্ষতিপূৰণ হৈছিল। তেওঁ নিজৰ উপমা আৰু নিজৰ গঠনৰীতি ব্যৱহাৰ কৰিছিল আৰু সেই ব্যৱহাৰে তেওঁৰ ভাষাক এটি অভিনৱ ঘৰুৱা ৰূপ দিছিল। সাধাৰণ অসমীয়া শব্দৰ মধুৰ ব্যৱহাৰ তেওঁৰ ভাষাৰীতিৰ এটি বিশিষ্ট অঙ্গ। গতিকে অসমীয়া ফকৰা-যোজনা, জতুৱা খণ্ডবাক্য ব্যৱহাৰ নকৰাকৈও কাকতিয়ে মনোৰম ভাষা লিখিব পাৰিছিল। এনে পাৰদৰ্শিতা অৱশ্যে কমৰে থাকে। 'শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে।'—এই আৱাৰ জাতে-পাঁতে অসমীয়া ফকৰা যেন লাগে, কিন্তু তাৰ গুৰিগোষ্ঠী বিচৰাসকলেহে জানিব যে সেয়া ইংৰাজী প্ৰৱচন এফাকিৰপৰা ভাষাৰ যাদুকৰ হেমচন্দ্ৰ বৰুৱাই অসমীয়া জাতত তুলি লোৱা পদাৰ্থ। ইংৰাজী ভাষাত কাকতিৰ হাত পকা আছিল আৰু ইংৰাজী ৰচনাৰীতিও আছিল সুন্দৰ। তাৰ সমান্তৰালভাৱে তেওঁৰ অসমীয়া ভাষাও সাৱলীল আৰু প্ৰকাশপূৰ্ণ হৈ পৰিছিল। কোনো কোনো ঠাইত তেওঁৰ ভাষা কাব্যসুলভ গদ্যত (poetcial prose) পৰিণত হৈছিল আৰু ঠায়ে ঠায়ে ছন্দও জোঁকাৰি উঠিছিল। তেওঁৰ গদ্যও মঞ্জুল আৰু কল্পনাপূৰ্ণ হোৱাৰ এটি কাৰণ হ'ল উপমা আৰু ৰূপকৰ ব্যৱহাৰ; এই উপমাবোৰে তেওঁৰ ভাষাক ঠায়ে ঠায়ে নিৰুপমা কৰিছে আৰু আমাক ক'বলৈ ফুচুলাইছে, উপমা বাণীকান্তস্য। অৱশ্যে চিত্ৰময় উপমা, ৰূপকৰ বহুলতা 'পুৰণি অসমিয়া সাহিত্য'ৰ প্ৰবন্ধকেইটিত যিমান পোৱা যায় (নামঘোষা প্ৰবন্ধতে সি সৰ্বাধিক), পিছৰ ৰচনাবোৰত সিমান নাই।

গোটেই কবিতাটো জোনাকী নিশাৰ আকাশী পৰীৰ লীলা-খেলা যেন লাগে। (কুমৰ-হৰণ)

সকলো জাতীয় আৰু মহাজাতীয় আন্দোলনক সাহিত্যই বন-পোৱা জুইক সহায় কৰাৰ দৰে সহায় কৰে। (বনগীত)

মৰুভূমিত উটে পানীৰ গোন্ধ লৈ জলাশয় বিচৰাৰ দৰে ভূষিত মানৱসকলেও বৰগীতৰ ধ্বনি-প্ৰতিধ্বনিক লক্ষ্য কৰি গুৰু দুজনাৰ ওচৰত উপস্থিত হৈছিল। (বৰগীত)

ধাতুৰ মুদ্ৰা এটিৰ এফালে ৰজাৰ চাব, আৰু আনফালে মুদ্ৰাটিৰ বেচফেৰিৰ উল্লেখ থকা দৰে গীতবোৰতো এফালে.......। (বৰগীত)

হিমালয়ৰ নিভৃত শৃঙ্গৰ ওপৰত স্তূপীকৃত হৈ থকা অনন্ত তুহিন-ৰাশিয়েই গলি গৈ ভৈয়ামত নানান নদ-নদীস্বৰূপে অৱতীৰ্ণ হোৱাৰ দৰে এই তিনিও ধাৰাৰেই মূল কাৰণ হৈছে মাধৱদেৱৰ ৰসময়ী ভক্তিৰ গভীৰ আৱেগ। (নামঘোষা)

সাগৰাভিমুখী স্ৰোতস্বিনী পৰ্বতৰ কঠোৰ শিলাখণ্ড অতিক্ৰম কৰি ভীষণ বেগেৰে সাগৰৰ ফালে বৈ যোৱাৰ দৰে.......। (নামঘোষা)

প্ৰবল বেগেৰে বৈ যোৱা বিশাল জলৰাশিৰ আগ ভেটি ধৰা উপল-খণ্ডৰ প্ৰতি তৰঙ্গ-আঘাত মাথোন। (নামঘোষা, তুলনীয় কালিদাস)

একান্ত ভক্তিৰ সোঁত নামিলে, ভাদমহীয়া ধলৰ পানী নৈৰ গৰা ভাঙি পাৰ বাগৰি যোৱাৰ দৰে ই সীমাবদ্ধ সগুণ উপাসনাত আবদ্ধ হৈ থাকিব নোৱাৰে। (নামঘোষা)

ইয়াত জোনাকী পৰুৱাৰ প্ৰভা আছে, কিন্তু দাহিকাশক্তি নাই। (নামঘোষা)

বতাহত সাগৰৰ উন্মত্ত তৰঙ্গমালাৰ দৰে হেলইছাৰ নাৰী-হৃদয় বিধাতাৰ শাসনৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিল। (নাৰী-হৃদয়)

আবেলাৰ্ডৰ নিৰ্মম আত্ম-বিলোপত তীৰবিদ্ধ কুৰুৱা চৰাইৰ দৰে হিয়াৰ বিননি.......। (নাৰী হৃদয়)

ই জোনৰ প্ৰভাৱত সাগৰৰ খলকনিৰ দৰে........। (নাৰী-হৃদয়)

ঘৰচীয়া মেকুৰীয়ে চৰাই-চিৰিকতি ধৰি ধেমালি কৰাৰ দৰে লুক্ৰেজিয়ায়ো নগৰীয়া ডেকাসকলৰ মন ধৰি খেলা কৰাত অতিশয় পাৰ্গতালি দেখুৱাইছিল। (সৌন্দৰ্যৰ প্ৰতাৰণা)

চাৰিওফালে গুঞ্জৰি ফুৰা মৌ-পিয়া ভোমোৰাসকলক.........। (সৌন্দৰ্যৰ প্ৰতাৰণা)

কেতিয়াবা সংস্কৃত কাব্যৰ উদ্ধৃতিয়েও উপমাৰ স্থান অধিকাৰ কৰিছে ঃ

দেশী-বিদেশী সৈন্যৰ জয়-পৰাজয়ৰ প্ৰলয়কাৰী ৰণ-হুঙ্কাৰৰ মাজতো অসমীয়া জাতীয় জীৱনে নব-প্ৰতিষ্ঠিত বৈষ্ণৱ সত্ৰবোৰক কেন্দ্ৰ কৰি নিবাত নিষ্কম্প ইব প্ৰদীপঃ .......। (বৈষ্ণৱ কবিৰ লক্ষ্য আৰু সাধনা)

কুমাৰী-ব্ৰত ভঙ্গ হোৱা বুলি আত্ম-বিচাৰ উষাত নুযুৱায়। পদং সহেত ভ্ৰমৰস্য পেলৱং শিৰীষ-পুষ্পং ন পুনঃ পতত্ৰিনঃ ........। (কুমৰ-হৰণ)

........ শমীমিৱাভ্যন্তৰলীনপাৱকাম্। (নাৰী হৃদয়)

পতংগৱৎ ৱহ্নিমুখং বিৱিক্ষুঃ (সৌন্দৰ্যৰ প্ৰতাৰণা)

ক'ৰবাত কেতিয়াবা আকৌ কাকতিয়ে হেমচন্দ্ৰ বৰুৱাৰ গতেৰে সৃষ্টি-চাতুৰ্যেৰে ইংৰাজী খণ্ডবাক্যক অসমীয়া ৰূপ দি তুলিছে ঃ

সেই সকলোবোৰ কাব্যত সমাৱেশ কৰিব লাগিলে হাবিতে গছ লুকুৱাৰ দৰে হয়। (কুমৰ-হৰণ)

কিছুমান বাক্যতযে কাকতিয়ে কেনেকৈ সপোন গোঁঠে, চমৎকৃত হ'বলগীয়া :

অনৱৰুদ্ধা ছোৱালীয়ে কাৰবাক ক'ৰবাত দেখি ভাল-বেয়া সপোন দেখিলেও দেখিব পাৰে; বতাহ সোমাব নোৱৰা ফুলৰ পাপৰিতযে ক'ৰপৰা পৰুৱা আহি পৰে, সেইটোহে বৰ বিস্ময়কৰ। (কুমৰ-হৰণ)

কাকতিৰ কথাশৈলীৰ আটাইতকৈ মনোৰম গুণ কল্পনাময় চিত্ৰ-গুণ আৰু তেওঁৰ প্ৰিয় উপমান (ওপৰৰ 'নামঘোষা'ৰ উদ্ধৃতিকেইটি চাওক) জলধাৰাৰ তৰঙ্গ-ভঙ্গৰ খলকনি আৰু চিক্‌মিকনি। এই সকলোৰে তেওঁক নিজস্ব এক জতুৱা ঠাঁচ দিছে। মুঠ কথা, সাহিত্যৰ সৌন্দৰ্য-প্ৰদৰ্শক সমালোচনাৰ ভাষাৰূপে তেওঁৰ কথা-ৰীতি যথেষ্ট সবল আৰু সুন্দৰ আছিল।

১১

বাণীকান্ত কাকতিয়ে ১৯৩৫ চনত *Assamese—Its Formation and Development* নামৰ গৱেষণা গ্ৰন্থৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট ডিগ্ৰি লাভ কৰে। কিন্তু গ্ৰন্থখন ১৯৪১ চনতহে ছপা হৈ ওলায়। এই গ্ৰন্থই বহুত দিনৰপৰা ভূত লগাৰ দৰে লাগি থকা অসমীয়া ভাষাৰ এটা অপবাদ গুচাই বৈজ্ঞানিকভাৱে সেই ভাষাৰ স্বতন্ত্ৰতা প্ৰতিষ্ঠা কৰে। এইটো কথা ঠিক যে এই অধ্যয়নত ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ *Origin and Development of the Bengali Language* গ্ৰন্থই আদৰ্শ যোগাইছিল। কিন্তু গুৱাহাটীৰ দৰে জগতৰ আওহতীয়া ঠাইত এনে বৈজ্ঞানিক ভাষা-চৰ্চাৰ কাম কৰাযে কি দুৰূহ তাক বুজোঁতাইহে বুজে। পৰীক্ষক পেৰিছ বিশ্ববিদ্যালয়ৰ অধ্যাপক জুল ব্লখে এই দুঃসাধ্য-সাধনৰ বিস্ময়-বিমিশ্ৰিত প্ৰশংসা কৰিছিল : I suppose the writer lives in an place far from academical atmosphere, But I am really surprised to find such a writing coming from such quarter. অসমীয়া ভাষাৰ বৈজ্ঞানিক অধ্যয়নত পথ-প্ৰদৰ্শক কোনো গ্ৰন্থ নাছিল; যদিও ব্ৰনছনৰ অভিধান, 'হেমকোষ' আৰু 'চন্দ্ৰকান্ত অভিধান'ৰ শব্দ-সংগ্ৰহ শলাগিবলগীয়া, পিছৰ দুখনত দিয়া শব্দৰ ব্যুৎপত্তি প্ৰায়ে নিৰ্ভৰযোগ্য নহয়; ব্ৰাউন, নিকল, হেমচন্দ্ৰ, সত্যনাথৰ ব্যাকৰণ ঠেক পৰিসৰৰ, মেথিৰ আলোচনা-প্ৰণালীও বৈজ্ঞানিক নহয; আনফালে অসমীয়া সাহিত্যিক-প্ৰকাশকৰ মাজত সমীক্ষিত পাঠৰ কোনো ধাৰণাই নোহোৱাত পুৰণি অসমীয়া সাহিত্যৰ-ভাষাৰ ৰূপ সাঁচিপাতীয়া-তুলাপতীয়া পুথিলৈ নগ'লে

পোৱা টান হৈছিল; তদুপৰি উপভাষাৰ ক্ষেত্ৰখন ইমান জটিল যে তাত বহল চৰজমিন বিচাৰ (field work) নহ'লে সেই বিষয়ে কিবা কোৱাই টান। এই সকলোখিনি আহুকাল সত্ত্বেও কাকতিয়ে অসমীয়া ভাষাৰ গঠনৰ এটা সৰু হ'লেও সামগ্ৰিক ৰূপ দাঙি ধৰিলে। পুথিখনিৰ দোষ-গুণ সকলো বিচাৰি কালিফৰ্নিয়া বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ এম. বি. এমেনুৱে এটি বিস্তৃত সমালোচনা প্ৰকাশ কৰিছিল বাৰ্কলিৰপৰা ওলোৱা এমেৰিকাৰ ভাষাতত্ত্ব সমাজৰ মুখপত্ৰ *Language*অত (Vol. 18 No. 2, 1942)। এই ভাষাতাত্ত্বিকগৰাকীয়ে পুথিখন প্ৰশংসা কৰোঁতে কিতাপখন notable product of a very good method আৰু, *ground breaking in many ways* আৰু তাত ঠায়ে ঠায়ে ডক্টৰ চট্টোপাধ্যায়তকৈও superior judgement থকা বুলিছে, আৰু পুথিখনৰ দ্বিতীয় সংস্কৰণত বৈজ্ঞানিক ত্ৰুটীবোৰ আঁতৰিব বুলি আশা কৰি উপসংহাৰত কৈছে, this is an important book in Indo-Aryan comparative and historical grammar. কাকতিৰ পুথিখন ওলোৱাত অধ্যাপক এমেনুন আনন্দ, কাৰণ The study of the comparative and historical grammar of the Indo-Aryan vernaculars is not a subject that engages many works. ইয়াৰ আগতে মাথোন ডক্টৰ ব্লখৰ *La Formation de la Langue Marathe* (১৯২০), *L'indo aryern* (১৯৩৪), সুনীতি বাবুৰ *ODBL* (১৯২৬), *The Indian Antiquary*ত (১৯৩১-৩৩) পৰিশিষ্টৰূপে ওলোৱা গ্ৰিয়াৰ্ছনৰ অসম্পূৰ্ণ Modern Indo-Aryan Vernaculars, টাৰ্নাৰৰ *Nepali-English Dictionary* (১৯৩১) আৰু সাক্সেনাৰ *Evolution of Awadhi* (১৯৪১) ছপা হৈ ওলাইছিল। এই পৰিপ্ৰেক্ষিতত কাকতিৰ গ্ৰন্থখনিৰ এক সৰ্বভাৰতীয় গুৰুত্ব আছে আৰু পৃথিৱীৰ যত্ৰ-যত্ৰ ভাৰতীয় আধুনিক ভাষাৰ অধ্যয়ন আছে তত্ৰ-তত্ৰ তাৰ আদৰ আছে।

কাকতিয়ে এই কিতাপখন ওলোৱাৰ পাছতো তেওঁৰ অকলশৰীয়া ভাষাতাত্ত্বিক অধ্যয়ন ধোৱাচাঙত তুলি থোৱা নাছিল। *The New Indian Antiquary*ত তেওঁৰ কেইটিমান মূল্যবান মৌলিক প্ৰবন্ধ ওলাইছিল। তাৰে এটি (জুলাই ১৯৩৮) তেওঁ অসমীয়া ভাষাৰ অষ্ট্ৰিক অধঃস্তৰটো বিশ্লেষণ কৰিছিল। আন এটিত আকৌ (জুন ১৯৪৩) 'কায়স্থ, 'বঙ্গ', নৈৰ নামৰ পাছত সংলগ্ন শ্ৰী (শিৰি), 'সৌমাৰ' আৰু 'হয়-গ্ৰীৱ' শব্দকেইটা লৈ অষ্ট্ৰিক-সংস্কৃত শব্দ-সংযোগৰ বিচাৰ কৰিছিল। ডক্টৰ চট্টোপাধ্যায়ে তেওঁ *ODBL*-অত (ছেদ ৪২) বঙ্গৰ ৰাজ-শাসনবোৰৰ ঠাইৰ নাম

কিছুমান বিশ্লেষণ কৰি দেখুৱাইছিল। কাকতিয়ে এতিয়া (ফেব্ৰুৱাৰী ১৯৪২) বিদ্যাবিনোদৰ 'কামৰূপ শাসনাৱলী'খন লৈ তাৰ দহখন ফলিৰপৰা ঠাই আৰু মানুহৰ নাম কিছুমান ব্যৱচ্ছেদ কৰি চাইছে।

ভাৰ্যাৰ মৃত্যুৰ পাছত (১৯৫১) সেই আঘাততে কাকতিৰ স্বাস্থ্যৰ ত্বৰিত গতিত অৱনতি হ'বলৈ ধৰে; তেওঁ শ্ৰেণীত পঢ়ুৱাবলগীয়া পাশ্চাত্ত্য সাহিত্যৰ পুথিবোৰৰ ভাৰ এখন এখনকৈ মোৰ হাতত গতায়, যদিচ তেতিয়াও জ্ঞানদানৰ স্পৃহাত ছাত্ৰ-ছাত্ৰীক ঘৰলৈ নি অধ্যয়ন-পথ নিৰ্দেশ কৰিছিল, ঘনাই পৰি অহা শৰীৰৰ অভাৱৰ সত্ত্বেও ভাষাতত্ত্বৰ অধ্যয়ন কৰাৰপৰা বিৰত নহৈছিল। আমাক তেতিয়া কৈছিল, 'ব্ৰাহ্মণ' আৰু 'শূদ্ৰ' শব্দ দুটাৰ তেওঁ নতুন ভাষাতাত্ত্বিক সূত্ৰ উলিয়াবৰ চেষ্টা কৰি আছে। ইয়াৰ মাজতে তেওঁ এদিন বিশ্ববিদ্যালয়লৈ আহিবলৈ ৰিক্‌শ্বাত উঠোঁতেই বাগৰি পৰি অচেতন হৈ যায়। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই পিছদিনা পুৱা নৰিয়া চাবলৈ গৈ দেখে, তেওঁ অধ্যয়ন-কক্ষত বহি 'ব্ৰাহ্মণ'-'শূদ্ৰ'ৰ অঙ্ক (equation) কৰিছে আপোন-মনে। বৰুৱাই "আপুনি এইবোৰ কি কৰে" বুলি কাগজবোৰ হাতৰপৰা কাঢ়ি একাষৰীয়া কৰি থ'লে। এইটি কথাই বোধ হয় দেখুৱাব যে ভাষাতত্ত্ব আছিল কাকতিৰ ভোকৰ ভাত, পিয়াহৰ পানী। কেইদিনমান পাছতে (১৫ নবেম্বৰ ১৯৫২) প্ৰাতঃভ্ৰমণ কৰি আহি মুখ-হাত ধোওঁতেই তেওঁ আকৌ অচেতন হৈ পৰিল, আৰু ঘূৰাই চেতনা নেপালে। ইয়াৰ পাছত তেওঁৰ অঙ্কৰ কাগজখিনি বিচাৰ-খোচাৰ কৰি গোটাই লৈ উত্তৰ তেতিয়াও নোলোৱা অসম্পূৰ্ণ টোকাৰ কথাখিনি টাইপ কৰি উলিয়ালোঁ, কিজানি তাকে প্ৰকাশ কৰিলে আনসকল পণ্ডিতৰ কিবা কামত লাগেই। ডক্টৰ বৰুৱাৰ পৰামৰ্শমতে পুণাৰ ডক্টৰ এছ. এম. কাত্ৰেলৈ সেয়া পঠিওৱাত তেওঁ উপদেশ দিলে, অসম্পূৰ্ণ ৰূপত বস্তুটো উলিয়ালে বিদগ্ধ পণ্ডিতজনৰ খ্যাতিৰ প্ৰতি অন্যায়হে কৰা হ'ব। সেইখিনি আৰু নোলাল। কাকতিৰ ভাষাতত্ত্ব-সাধনাৰ এটি ধ্যান অসিদ্ধ হৈ গ'ল।

চতুৰ্থ দশকৰ আগভাগতে লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী' অমিয়কুমাৰ দাসৰ হাতলৈ আহি গুৱাহাটীৰ পাণবজাৰৰপৰা ওলাবলৈ ধৰে আৰু তাৰ সুৰত স্পষ্ট ৰাজনৈতিক বোল এটি লাগি পৰে। সেইবেলাও কাকতিয়ে 'বাঁহী'ৰ লগ এৰা নাছিল, বৰং নিজৰ নাম নিদিয়াকৈ নতুন ৰূপৰ কাকতখনিলৈ দুই-এটি ৰাজনীতি সম্পৃক্ত লেখা দিছিল বুলিহে অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰপৰা জানিবলৈ পাইছোঁ।

১২

অসমত এটা কথাই বহুত দিনৰপৰাই জেঙা লগাই আহিছে। সেইটো হ'ল কলিতা জাতিৰ কৌলিক স্বৰূপতা। সকলো কথাৰে পুৰাণবোৰে সহজ মীমাংসা কৰাৰ দৰে এইটো বিষয়ত পৰশুৰাম deus ex machina ৰূপত হাতত পৰশু-কুঠাৰ লোৱাই জকাইচুকীয়া অসমত প্ৰৱেশ কৰাই কলিতাসকল ক্ষত্ৰিয়-কুল-লুপ্ত বুলি এটা প্ৰবাদ সৃষ্টি কৰা হৈছে, আৰু তাতেই সাধাৰণ লোকৰ কলিতা-কুল-উৎপত্তি সম্বন্ধে জ্ঞান-পিপাসাৰ নিবৃত্তি ঘটিছে। জাতিতত্ত্ব, নৃতত্ত্বও এই বিষয়ত সৰৱ নহয়। আধুনিক পণ্ডিতসকলৰ মাজত এই বিষয়ে বিশেষ আলোচনাও নাই। উনবিংশ শতিকাৰ বি. এইচ. বেডেন পাৱেল, মণ্টগমেৰি মাৰ্টিন, জন ব্ৰায়ান নিউফ্‌ভিল (নবীন চাহাব) আদিয়ে ছটিয়াই থৈ যোৱা দুই-এটা কথাৰ বাহিৰে কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকাত বৰ্তমান শতিকাৰ চতুৰ্থ দশকত দুটা মাথোন প্ৰবন্ধ ওলাইছিল আৰু কনকলাল বৰুৱাই দুআষাৰমান কথা লেখিছিল। ডক্টৰ কাকতি নিজে কলিতা। তেওঁৰো এই আহুকলীয়া প্ৰশ্নটোত গৈ মনটো ৰয়গৈ। তেওঁ *New Indian Antiquary* গৱেষণা-পত্ৰিকাত (Vol. II No. 5, A Volume of Indian and Iranian Studies presented to Sir E. Denison Ross, Kt., C.I.E., 1939) 'The kalita Caste of Assam' নাম দি এটি প্ৰবন্ধ লিখে। এইটো প্ৰবন্ধত ভাষাতাত্ত্বিক বিশ্লেষণৰপৰা, অসম আৰু দক্ষিণ ভাৰতৰ "ভাষাতাত্ত্বিক আৰু পুৰাতাত্ত্বিক সমান্তৰলতাৰ সম্ভৱপৰ দৃষ্টান্ত" দাঙি ধৰি অনিশ্চিত উৎপত্তিৰ জাতি অথচ "সম্পূৰ্ণভাৱে আৰ্যীকৃত জন-সমূহৰ প্ৰধান গোটৰ প্ৰতিভূ" কলিতাসকল দক্ষিণৰপৰা প্ৰব্ৰজন কৰি অহা লোক বুলি ক'বলৈ বিচাৰিছে। এইখিনি সমল কামত নলগোৱাকৈ তেওঁৰ সৰু পুথি (তাক তেওঁ এটা 'প্ৰবন্ধ' বা এখন 'ৰচনা'হে বুলিছে) 'কলিতা জাতিৰ ইতিবৃত্ত'ত (১৯৪৩) লোককথাৰ তুলনাত্মক অধ্যয়নৰ (Comparative Folklore) ৰীতি প্ৰয়োগ কৰিছে। প্ৰবন্ধটোৰ মূল প্ৰতিপাদ্য "কলিতাসকলৰ কৌলিক স্বৰূপতা নিৰ্ণয়ৰ বাবে" যত্ন; তেওঁ কৈছে ঃ "অসমৰ কলিতা এটি কৌতূহল জগোৱা জাতি। পুৰাণ, স্মৃতি আদি সঙ্কৰ বা বৃত্তিমূলক জাতিৰ কোনো তালিকাতেই ইয়াৰ নাম নাই। কেৱল পৌৰাণিক উপাখ্যান এটিৰ লগত আওপাক খোৱা ক্ষত্ৰিয় জাতি এটি বুলি বহু কালৰপৰা প্ৰবাদ এটি ওপঙি ফুৰিছে। কলিতা জাতি ভাৰতৰ আন ত'ন প্ৰদেশতো আছে। সকলো কলিতাৰ মাজত প্ৰচলিত কিম্বদন্তীবোৰ গোট খুৱাই পুৰণি অসমীয়া, ইংৰাজী, পালি-সংস্কৃত আদি ভাষাত উল্লিখিত তথ্যবোৰ খাপ খুৱাই আধুনিক বৈজ্ঞানিক প্ৰণালীৰে সকলোবোৰ উক্তিৰেই সামঞ্জস্য এটি দেখুওৱা

হৈছে।" এয়া হ'ল তেওঁৰ বিষয় আৰু আলোচনা-প্ৰণালীৰ বিষয়ে। তেওঁৰ সিদ্ধান্ত : "মূল সিদ্ধান্ত এইটো প্ৰতিপন্ন কৰা হৈছে যে বঙ্গলা আদি দেশৰ বৈদ্য, কায়স্থ আদিৰ দৰে অসমৰ কলিতা এটি বৃত্তিমূলক জাতি নহয়। এইটি clan, ইয়াক সংস্কৃতত কুল আৰু অসমীয়াত ফৈদ বুলিব পাৰি। কলিতা পুৰণি উত্তৰ ভাৰতৰ সুবৃহৎ ক্ষত্ৰিয় জাতিৰ এটি সৰু ফৈদ।" কাকতিয়ে ইয়াত জাতিতত্ত্বৰ সূত্ৰলৈও যোৱা নাই, *Journal of Asiatic Society of Bengal*-অত ৰাডেল চাহাবে দিয়া কলিতাৰ নৃতাত্ত্বিক জোখ-মাপলৈও যোৱা নাই; মাথোন সাহিত্যিক সম্বল আৰু লোককথাৰ কিম্বদন্তী, সমধ্বনিৰ নামবোৰ একেলগ কৰি এটা অৰ্থ উলিয়াবলৈ বিচাৰিছে। এই কথাৰ দ্বাৰায় তেওঁৰ সিদ্ধান্ত সীমিত। গতিকে সেই "কালিৰ সিদ্ধান্ত আজি বিতণ্ডা আকৌ" কৰি নতুন সিদ্ধান্ত আৱিষ্কাৰ কৰাৰ প্ৰত্যাহ্বান নিশ্চয় আছে। সহজ ভাষাৰে নানা তথ্য উত্থাপনৰ যোগে বিৱৰণৰ পঠনীয়তাৰ আস্বাদ সৃষ্টি কৰাৰ দৃষ্টিৰপৰা প্ৰবন্ধটোৰ দ্বিতীয় আৰু চতুৰ্থ অধ্যায় আমাৰ সঞ্চয়নৰ ভিতৰত সামৰা গ'ল।

১৩

১৯৪৪ চনত বহুত দিন অদৃশ্য হৈ থকা 'জয়ন্তী' কাকতৰ নতুন তৰঙ্গ আৰম্ভ হয় গুৱাহাটীস্থ ইণ্টেলেক্চুৱেল বা বৌদ্ধিকসকলৰ আশ্ৰয়ত ভাৰসা কৰি। কাকতখনে পোনৰেপৰা প্ৰগতিশীল কবিতা, প্ৰগতিশীল সাহিত্যৰ ধ্বনি তোলে। আনফালে তাৰ ষষ্ঠ সংখ্যাত কাকতিৰ এধানমান প্ৰবন্ধ 'প্ৰাগজ্যোতিষ শব্দৰ সম্ভাব্য ব্যুৎপত্তি' ওলাইছিল; সি প্ৰকৃততে তেওঁৰ ভাষাৰ গৱেষণা গ্ৰন্থৰে এক বেঙুণি। কিন্তু আলোচনীখনৰ একে বছৰৰে দ্বাদশ সংখ্যাত (৭.১২, কাতি ১৮৬৬) 'পুৰণি অসমত শিৱপূজাৰ চলতি', পিছৰ বছৰৰ দ্বিতীয়-তৃতীয় সংখ্যাত 'পুৰণি অসমত দেৱীপূজাৰ চলতি', চতুৰ্থ সংখ্যাত 'ভগ-শিশ্ন পূজা', পঞ্চম সংখ্যাত 'শাক্ত-শৈৱৰ সংঘৰ্ষ' নামৰ অভিনৱ প্ৰবন্ধ কেইটামান ওলাল আৰু বৌদ্ধিক মহলত মৃদু আলোড়নৰ সৃষ্টি কৰিলে। 'জয়ন্তী' আকৌ টুপাই বুৰ মাৰিলত এই ধাৰাৰ লেখাৰ প্ৰকাশ বন্ধ হ'ল; মাথোন দৈনিক 'শান্তিদূত' কাকতৰ কোনোবা এটা সংখ্যাত ওলাইছিল 'প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা'। এই পৰ্যায়ৰ প্ৰবন্ধৰ সমান্তৰাল ইংৰাজী ৰূপো হৈ আছিল বুলি আমি জানিবলৈ নৌ পাওঁতেই ১৯৪৮ চনৰ আগ ভাগতে কাকতিৰ ছাত্ৰ, আমাৰ পুৰণি সহপাঠী এজনে *The Mother Goddess Kāmākhyā* পুথিখনি প্ৰকাশ কৰিলে। ইতিমধ্যেই 'জয়ন্তী' কাকতত ওলোৱা ধাৰাৰ কথাকে ইয়াত মনোৰম

ভাষাত বৰ্ণনা কৰা হৈছে। ইয়াৰ দুই-এটি প্ৰবন্ধ বোম্বাইৰ *New Indian Antiquary,* বাঙ্গালোৰৰ *Triveni Quarterly,* পুণাৰ এই *Professor P. V. Kane Felicitatin Volume* এই Volume অত কাকতিৰ গ্ৰন্থৰ 'Break with the Mother' প্ৰবন্ধই 'Vaiṣṇavism of Assam and Southern India : certain points of corrrespondence' নামত প্ৰকাশিত হৈছিল) আৰু গুৱাহাটীৰ *Assam Tribune* কাগজত ওলাইছিল। এনেকৈ সিঁচৰতি হৈ ওলোৱা লেখাবোৰ পাছফালে এটা সমন্বয় আছিল। আৰু সিহঁতক এখন পুথি কৰি প্ৰকাশ কৰাৰ অভিপ্ৰায়ো লগতে আছিল। এতিয়া কিতাপখনৰ পাতনিত কাকতিয়ে কৈছে বোলে গ্ৰন্থকৰ্তা হোৱাৰ আধুনিক আকাঙ্ক্ষা যুদ্ধ-বিগ্ৰহ আদি প্ৰতিবন্ধকে নিৰস্ত কৰিব নোৱাৰে বাবেহে তেওঁৰ প্ৰকাশন ৰাজলৈ ওলাইছে। ভাৰতৰ নতুন ৰাজনৈতিক পৰিস্থিতিত অসমে ভাৰতৰ মানচিত্ৰত এটা মাত্ৰ নামৰূপেহে থকাৰ লক্ষণটো গাৰপৰা জোকাৰি পেলাইছে; তথাপি আৰ্য আৰু মঙ্গোলীয়সকলৰ মিলন-ভূমিৰূপে নিজৰ উৎপত্তি আৰু বিকাশৰ কাহিনী আজিও পূৰাকৈ কোৱা হৈ উঠা নাই। গতিকে The present publicatin is a mere introduction towards the study of the fusion of the Aryan and extra-Aryan religious beliefs and practices of Assam in the light of the comparative method of modern sociological studies. এইটোহে বিস্ময়ৰ বিষয় যে কাকতিৰ এই আৰ্য-মঙ্গোলীয় ধৰ্ম-সংস্কৃতিৰ অধ্যয়নৰ সাক্ষ্য হ'ল দুখন তন্ত্ৰৰ পুথি—'কালিকা-পুৰাণ' (১২শ শতিকা) আৰু 'যোগিনী-তন্ত্ৰ' (১৬শ শতিকা); লগতে তাৰ পূৰ্বৰ কামৰূপৰ ৰজাসকলৰ দহখন তাম্ৰপত্ৰ। এই পুথিবোৰত পুৰণি কামৰূপৰ ধৰ্ম-বিশ্বাস আৰু ৰীতি-নীতি সিঁচৰতি হৈ পৌৰাণিক কথা বা বিধিৰ ৰূপত পোত গৈ আছে; কাকতিৰ যত্ন হ'ল সেই পৰিস্থিতিৰপৰা সেইবোৰ উদ্ধাৰ কৰি সম্ভাব্য ঐতিহাসিক ৰূপত পুনঃপ্ৰতিষ্ঠা কৰাৰ। এই উদ্দেশ্যে তেওঁ আই গোসাঁনী কামাখ্যাক কেন্দ্ৰীয় বিন্দু কৰি গৈছে আৰু সেই বিন্দুৰ চাৰিওফালে আনবোৰ ধ্যান-ধাৰণা আদিৰ কথা উপস্থাপন কৰা হৈছে। এইভাবে আনুষ্ঠানিক পূজা-উপাসনাৰ (institutional cults) দৃষ্টিভঙ্গিৰপৰা সকলো সমলকে চোৱা হৈছে। এনে কৰাত 'শঙ্কৰ দিগ্বিজয়', 'শিখ পুৰাণ' আৰু 'বাহাৰিস্তান -ই-গাইবি' আদিত প্ৰাপ্ত ইন্দ্ৰজাল বিদ্যা আদিৰ কথা বাদ পৰি গৈছে। দেৱীৰ লগত বিভেদ আৰু নব্য ধৰ্মৰ শৃঙ্খলাৰ কথা বৰ্ণোৱা পুথিখনৰ পঞ্চম অধ্যায়ত মহাপুৰুষীয়া ধৰ্ম দেৱী-ধৰ্মৰ এক স্বাভাৱিক আৰু আকাঙ্ক্ষিত ঐতিহাসিক পৰিণতিৰূপেইযে আছিল, তাক কোৱা হৈছে। এই অংশত অৱশ্যে

মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম আৰু শ্ৰীসম্প্ৰদায়ৰ বৈষ্ণৱ ধৰ্মৰ সামঞ্জস্যৰ ওপৰত বৰ সৰহ গুৰুত্ব আৰোপ কৰা হৈছে; ভৱানন্দ পাঠকৰ 'বিজুলী'ৰ কোনো প্ৰস্তাৱতো এই গুৰুত্ব দিয়া দেখা গৈছিল। বেজবৰুৱালৈ লিখা এখন চিঠিতো (২৮ নবেম্বৰ ১৯২০) তেওঁ কৈছিল ঃ "যদি শঙ্কৰদেৱৰ দাস্যভক্তিৰ কিবা historical precedent আছে মোৰ ধাৰণা হয় সেইটো Ramanuja system, কিয়নো ৰামানুজে দাস্যভক্তিক ইয়াৰ last development-অলৈ নিয়া যেন লাগে।" (পত্ৰলেখা, পিঠি ২২৭)। আকৌ ৮ ডিচেম্বৰত লিখিছে ঃ "ৰামানুজৰ system-অৰ লগত আমাৰ বহুত principles মিলে। ৰামানুজৰো এক দেৱ এক সেৱ। এনে কি, এঠাইত শিৱ-মূৰ্তি হঠাৎ দেখি তেওঁ এদিন লঘোনে কটাইছিল। তেওঁৰো নাৰায়ণৰ লগত চিৰ-সম্বন্ধ কৈঙ্কৰ্য" (পত্ৰলেখা, ২৮৮ পিঠি)। প্ৰকৃত পক্ষত এই দুই সম্প্ৰদায়ৰ মাজত প্ৰত্যক্ষ সম্পৰ্ক ঘটাৰ কোনো প্ৰমাণ পোৱা নাযায়। ঐতিহাসিক দৃষ্টিৰে দেৱী-ধৰ্মৰ বিবৰণ দিয়াটিয়েই কাকতিৰ গ্ৰন্থখনিৰ বিশেষ ভূমিকা।

১৪

'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা'ৰ (১৯৫৫) "সম্পৰ্কৰ শেষ নিৰ্দেশখিনি" কাকতিৰ মৃত্যুৰ আগদিনাখন মাথোঁ পোৱা হয় বুলি প্ৰকাশকৰপৰা জানিব পৰা গৈছে। কিন্তু আমাৰ ওপৰৰ উল্লেখকাৰা বুজা যাব পুথিখনৰ অন্তৰ্গত প্ৰবন্ধৰ লেখা ১৯৪৪ চনতে আৰম্ভ হৈছিল; কিন্তু তাৰে সৰহভাগে সম্ভৱতঃ এই পুথিৰূপতহে প্ৰথম পোহৰৰ মুখ দেখা পায়। কিন্তু *The Mother Goddess Kāmākhyā* পুথি সন্নিৱিষ্ট প্ৰবন্ধবোৰৰ দৰে এই লেখাবোৰৰ পাছফালেও এখন কিতাপৰ ছবি নিশ্চয় অধ্যাপক কাকতিৰ মনত আছিল; আৰু এইটোও বোধ হয় সঁচা হ'ব যে এই দুখন পুথিৰ মানস ৰূপ দুটি অধ্যাপকজনৰ মনৰ ৰাজবাটেদি হাত ধৰা-ধৰিকৈ অগা-পিছাকৈ "ৰাম কৃষ্ণ দুটি ভাই বৃন্দাবনে চলি যায়" কৰি আছিল। এনেও হ'ব পাৰে যে ওপৰত উল্লিখিত কাকতে-পত্ৰে প্ৰকাশিত অসমীয়া প্ৰবন্ধকেইটিৰ বাদে 'ধৰ্মৰ ধাৰা'ৰ বাকী লেখাখিনি *Mother Goddess* প্ৰকাশ হৈ যোৱাৰ পিছৰ উদ্ভাৱনা। 'ইন্দ্ৰজাল বিদ্যা'ৰ ক-খ-গ তিনিওভাগৰ কথাও চাঁগৈ *Mother Goddess*-অৰ পাতনিত সেই ইংৰাজী পুথি নিলিখোঁ বুলি থিৰাং কৰাৰ পিছতেহে লিখা হৈছে; সেয়া বস্তু ইংৰাজী গ্ৰন্থৰ 'কড়া পাক'ত নুঠিব বুলি কাকতিয়ে আন এঠাইত বৰ্ণোৱা অসমীয়া 'এপগীয়া ভকতৰ চৰু'তে বহাবলৈ যেন থৈ দিলে। 'ধৰ্মৰ ধাৰা'ৰ 'মাতৃৰ

লগত বিভেদ' আৰু 'নতুন শৃঙ্খলা'ই সৈতে 'বিষ্ণুপূজা' ভাগটি *Mother Goddess*-অৰ পঞ্চম অধ্যায়ৰ অনুবাদ নহ'লেও অনুজাত। এইদৰে 'ধৰ্মৰ ধাৰা' *Mother Goddess*-অৰ ঠায়ে ঠায়ে প্ৰতিৰূপক, আৰু আনবোৰ ঠাইত পৰিপূৰক। ইয়াৰ প্ৰবন্ধবোৰ চমু চমু কিন্তু সূক্ষ্মভাৱে বস্তুগত (pointed, objective)। দুই-এঠাইত বাদে বিৱৰণৰ অৱলীলালৈ লেখকে লক্ষ্য কৰা নাই, বক্তব্যৰ প্ৰকাশেইহে তেওঁৰ ঘাই উদ্দেশ্য সৰ্বত্ৰ। অসমৰ দেৱী-ধৰ্মযে 'যোগিনী-তন্ত্ৰ'ই ক'বৰ দৰে 'কৈৰাতজ' আৰু শবৰ আদিৰ প্ৰভাৱত বামাচাৰ তাৰ প্ৰধান লক্ষণ, সেই কথা সৰু সৰু প্ৰবন্ধবোৰত প্ৰায় সূত্ৰৰ আকাৰে কৈ যোৱা হৈছে। এইভাৱে এই পুথি অভিনৱ-ব্যাখ্যা-গৰ্ভ হৈ পৰিছে।

১৫

১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্ম হ'ল, অল ইণ্ডিয়া ৰেডিওৰ গুৱাহাটী কেন্দ্ৰ হ'ল আৰু ৰামধেনু প্ৰকাশ অনুষ্ঠান প্ৰতিষ্ঠিত হৈ মাহেকীয়া 'ৰংঘৰ' বুলি বিৰিঞ্চিকুমাৰ বৰুৱাৰ সম্পাদনাত শিশু-আলোচনী এখনিও উলিয়াবলৈ ধৰিলে। কাকতি এই কেয়োটি সুকীয়া সুকীয়া অনুষ্ঠানৰ লগত সুকীয়া সুকীয়া মাত্ৰাত জড়িত হৈ পৰিছিল। বছৰটোৰ শেহৰ ফালে তেওঁ বিশ্ববিদ্যালয়ৰ অসমীয়া ভাষা-সাহিত্যৰ অধ্যাপক হ'ল। ৰেডিও কেন্দ্ৰৰপৰা তেওঁৰ কথিকা প্ৰচাৰিত হ'ল; তাৰে আটাইবোৰ তেওঁৰ নিজৰ লেখা অৱশ্যে নহয়। 'আৱাহন', 'জয়ন্তী' আদি কাকতত সিঁচৰতি হৈ থকা প্ৰবন্ধ বুটলি আনি ডক্টৰ বৰুৱাই ৰামধেনু ভৱনৰপৰা 'সাহিত্য আৰু প্ৰেম' (১৯৪৮) প্ৰকাশ কৰে আৰু 'ৰংঘৰ'ৰ প্ৰথম তিনিটা সংখ্যাত ক্ৰমে 'ছেইণ্ট নিকলাছৰ টেঙৰালি', 'মহিলাৰ মহাসভা' আৰু 'নাৰায়ণৰূপী জোঁৱাই' কাহিনীকেইটিও উলিয়ায় (ব'হাগ, জেঠ, আহাৰ ১৮৭০)। এনে সময়তে বাণী প্ৰকাশ মন্দিৰৰ শিশুৰ বাণী-কথামালাৰ বাবে হৰেন্দ্ৰনাথ শৰ্মাই গল্প এজোকা বিচাৰিলে। কাকতিয়ে 'ৰংঘৰ'ত ওলোৱা তিনিটা গল্পৰ দুটা, বহুত দিন আগতে (পুহ ১৮৫২) 'আৱাহন'ত ওলোৱা 'ডাবৰ', ৰেডিওত প্ৰচাৰিত হৈ 'সৌমাৰ-জ্যোতি' আলোচনীত প্ৰকাশিত 'তুলসীদাস' আদি মুঠ এক ডজন লেখা একেলগ কৰিলে 'পখিলা' নাম দি। সেই কথাকে তেওঁ ধুনীয়াকৈ কৈছে: "প্ৰকাশকে বিচাৰিলে গল্পৰ শৰাই, মই আগবঢ়ালোঁ এপগীয়া ভকতৰ চৰু। এইশ্ৰেণীৰ ভকতে একেটি চৰুতে একে সময়তে মাহ, চাউল, কচু, টেঁকীয়া, য'তে যি পায় লগ কৰি সিজায়। ময়ো য'তে যি চকুত পৰিল, বুটলি

আনি দুই বেঁটুপাতৰ মাজত ভৰাই দিলোঁ।" 'তুলসীদাস' সন্ত-কাহিনী। 'এমুঠি সৰিয়হৰ গুটি' বুদ্ধ-জীৱন-কথাৰ অন্তৰ্গত। 'নাম-মাহাত্ম্য' পুৰণি মিছৰৰ কাহিনী। 'মাছ অৱতাৰ' বেবিলনৰ উপকথা। 'সোণালী পৰশ', 'অমৰ প্ৰেমিকা', 'অৰূপ-ধুনীয়া তিৰোতা', 'মহিলাৰ মহাসভা' আৰু 'ডাৱৰ' প্ৰাচীন গ্ৰীচৰ পুৰাণ-কথা বা নাটকীয় কাহিনী। 'নাৰায়ণৰূপী জোঁৱাই' ভাৰতীয় পুৰাণৰ গল্প। 'নৰকাসুৰ' কামৰূপৰ 'কালিকা-পুৰাণ'ৰ কথা। এইদৰে দেখা যাব প্ৰায় কেয়োটি লেখাই তুলনামূলক লোক-কথাৰ (Comparative Folk-lore) অধ্যয়নৰ সামগ্ৰীৰ দৰে। বেবিলনৰ মৎস্য-অৱতাৰৰ কথা কাকতিৰ তেনে অধ্যয়নৰ *Viṣṇuite Myths and Lengends* গ্ৰন্থৰ ভিতৰৰ '*The fish and tortoise deities*'-অত (*Journal of the University of Gauhati,* 1, 1950) সোমাইছে। 'নৰকাসুৰ' *The Mother Goddess Kāmākhyā* বা 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' গ্ৰন্থৰ অন্তৰ্গত বিষয়বস্তু-জাতীয়। প্ৰকৃতপক্ষে, 'শৈৱ-শাক্তৰ সংঘৰ্ষ' প্ৰবন্ধৰ সংস্কৃত উদ্ধৃতিখিনি বাদ দিয়েই 'পখিলা'ৰ 'নৰকাসুৰ' প্ৰবন্ধ কৰা হৈছে। মুঠতে যি প্ৰাচীন কামৰূপৰ ধৰ্ম আৰু প্ৰাচীন ভাৰতৰ ধৰ্মমূলক কাহিনীৰ অন্তৰালৰ উপকথাৰ তুলনাত্মক অধ্যয়নত এইবেলা কাকতি ৰত আছিল, তাৰে উপফল আনি তেওঁ ল'ৰা-ছোৱালীৰ সাধুৰ কুঁকিত ভৰাই দি সিবিলাকক ধন্য কৰিছেহি। তুলসীদাসৰ কথা কওঁতেও তেওঁ তেওঁৰ পুৰণি প্ৰিয় বিষয় ডাণ্টে-বিএট্ৰিচৰ প্ৰেমৰ কথা খন্তেক পৰলৈ হ'লেও সুঁৱৰিছে। কিন্তু সমস্ত পুথিখনিৰ কথন-পদ্ধতি কিশোৰৰ গ্ৰাহ্য মাত্ৰাৰ ওপৰলৈ উঠিবলৈ দিয়া হোৱা নাই, আৰু তাতে কাকতিৰ ৰসাল কথকতাৰ কৌশল ফুটি উঠিছে।

১৬

ডক্টৰ কাকতিয়ে তেওঁৰ শেষ কৰ্মথলি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত প্ৰৱেশ কৰাৰ বেলা বিবিধ সমাজতাত্ত্বিক অধ্যয়নতে ৰত আছিল ইতিপূৰ্বে ১৯৪৩-ত প্ৰকাশিত 'কলিতা জাতিৰ ইতিবৃত্ত'ৰপৰা 'জয়ন্তী' পত্ৰিকাত ওলোৱা ভগ-শিশ্ন-পূজা বিষয়ক প্ৰবন্ধটি (১৯৪৪-৪৫) আৰু সেই প্ৰৱেশৰ আগে আগে ওলোৱা *The Mother Goddess Kāmākhyā*-লৈকে। এতিয়া তেওঁৰ নতুন এক পৰ্যায়ৰ লেখা আৰম্ভ হ'ল, যদিও তাতো সমাজতাত্ত্বিক অধ্যয়নৰ এক নতুন অধ্যায় মাথোন আমি পাওঁ। ইমান দিনে পণ্ডিতজনে ইতিহাসৰ আন্ধাৰত পৰি থকা অসমৰ চুকে-কোণে সিঁচৰতি হৈ থকা কথাৰ ওপৰত তেওঁৰ প্ৰজ্ঞান-বস্তিৰ পোহৰ সিঁচিছিল। এইবাৰ তেওঁ সৰ্বভাৰতীয় ক্ষেত্ৰলৈ প্ৰব্ৰজন কৰিছে। এটা দিশত মাথোন আগৰ

লেখাবোৰৰ চৰিত্ৰটি থাকি গ'ল—সেয়া হ'ল যে সেই অধ্যয়নখিনি বৈষ্ণৱ ধৰ্মৰ কোনো নহয় কোনো ক্ষেত্ৰতে বৈছিলগৈ। ডক্টৰ কাকতি অসমীয়া বিভাগৰ প্ৰাধ্যাপক আৰু আৰ্ট ফেকাল্টিৰ ডিন হ'ল। এনেটি পৰতে বিশ্ববিদ্যালয়ৰ উপকুলপতি কৃষ্ণকান্ত সন্দিকৈ সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ লক্ষ্ণৌ অধিৱেশনৰ ক্লাছিকেল সংস্কৃত বিভাগৰ সভাপতি হ'ল। সেইবাৰ কাকতিয়ে সম্মিলনৰ বাবে এটি প্ৰবন্ধ লেখিলে—The cult of Jagannātha, its lunar origin. ইতিমধ্যেই ১৯৫০ চনৰপৰা বিশ্ববিদ্যালয়ৰ গৱেষণা-পত্ৰিকা *Journal of the Universtiy of Gauhati* ওলাবলৈ ধৰিছিল। তাৰ প্ৰথম খণ্ডত (১৯৫০) কাকতিৰ The fish and tortoise deities, দ্বিতীয় বছৰত (১৯৫১) The rāsa dance and the moon myth and the emergence of Rādhā আৰু তৃতীয় খণ্ডত (১৯৫২) প্ৰাচ্যবিদ্যা সম্মিলনত পঠিত প্ৰবন্ধটি প্ৰকাশিত হয়; *Mm Potdar Commèmoration Volume*-অত ওলায় The boar in mythology and folklore. এই আটাইবোৰ সৰ্বভাৰতীয় বৈষ্ণৱ ধৰ্মৰ সুকীয়া সুকীয়া মূল সূত্ৰৰ অধ্যয়ন। ইতিমধ্যেই আমি দেখি আহিছোঁ তেওঁৰ প্ৰথম জীৱনতে ৰাধাতত্ত্ব লৈ চিন্তা কৰিছিল আৰু প্ৰবন্ধ লেখিছিল; গতিকে এই প্ৰবন্ধবোৰো তেওঁৰ ৰুচিৰ একেডালি সূতাতে মণিগণা ইব গোঁঠা হৈ থাকিল। এই সময়তে হয়তো তেওঁ তলে তলে 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা'ৰ বাবে নিজৰ *The Mother Goddess Kāmākhyā*-ৰে বস্তু লৈ সৰু সৰু প্ৰবন্ধবোৰ অসমীয়াত লিখি আছিল। ইতিমধ্যে শিশু 'ৰংঘৰ' বয়স্ক হৈ 'ৰামধেনু' ৰূপ ল'লে আৰু এবছৰৰ কাৰণে তাৰ সম্পাদনাৰ ভাৰ মোৰ ওপৰত পৰিল। সেই দায়িত্ব লৈয়ে গুৰুদেৱৰ কাষত ভিক্ষাৰ কাৰণে হাত পাতিলোঁ, তেৰোঁ প্ৰপন্ন-শিষ্যক বিমুখ নকৰি মূল্যবান ইংৰাজী প্ৰবন্ধবোৰৰে টাইপ কৰা কপি ভৈক্ষ্যৰ ঠোলাত পেলাই দিলে। তাৰ অসমীয়া ৰূপান্তৰৰ ভাৰ থাকিল সম্পাদকৰ। সেই দিহামতে মই নিজে ভাঙনি কৰিলোঁ 'ৰাধা চৰিত্ৰৰ অভ্যুদয়' (ৰামধেনু, আহিন ১৮৭২), সত্যেন্দ্ৰনাথ শৰ্মাৰ হতুৱাই অনুবাদ কৰালোঁ 'ৰাস ক্ৰীড়াৰ গুৰিকথা' (আঘোণ-পুহ ১৮৭২), আৰু সহকাৰী সম্পাদক মিহিৰকুমাৰ বৰুৱাৰ দুৱাৰেদি 'প্ৰেম-নিৱেদনত নাৰী' (বহাগ ১৮৭৩- Female initiative in courtship)। কাকতিৰ অনুমোদিত এই প্ৰবন্ধ তিনিটাৰ অসমীয়া ৰূপৰ ভাষা কিন্তু কাকতিৰ নহয়। ডক্টৰ কাকতিয়ে উল্লিখিত এই প্ৰবন্ধকেইটাৰ লগতে তেনে আৰু চাৰিটি আৰু এখনি ভূমিকা যোগ দি *Visnuite Myths and Legends* নাম দি কিতাপ-আকাৰ কৰি তেওঁৰ

গুণমুগ্ধ পুৰণি ছাত্ৰ এজনক প্ৰকাশকৰ বাবে দিয়ে। ইতিমধ্যে আহিল তেওঁৰ মৃত্যু। আৰ্হি-কাকত শুধৰোৱা, প্ৰকাশৰ টোকাৰ আৰ্হি কৰা আৰু আন কি মৃত্যুৰ পূৰ্বে প্ৰকাশ পোৱা কাকতিৰ ইচ্ছামতে উৎসৰ্গ-পত্ৰ সংযোগ কৰাৰ ভাৰ মোৰ কান্ধতে পৰিছিল। প্ৰকাশকে আদ্যশ্ৰাদ্ধৰ দিনা খৰখেদাকৈ উলিয়াই দিয়া পুথিখনৰ বিক্ৰীৰ সকলো ধন অধ্যাপক কাকতি স্মাৰক বক্তৃতাৱলীৰ পুঁজি-নিৰ্মাণৰ অৰ্থে গুৱাহাটী বিশ্ববিদ্যালয়ৰ দান ৰূপে দিছিল। এই পুঁজি মহাপণ্ডিতজনাৰ প্ৰতি তেওঁৰ ছাত্ৰ আৰু ভাল পাওঁতাসকলৰ অকৃত্ৰিম শ্ৰদ্ধাৰ প্ৰতীক।

*Visnuite Myths and Legends* তুলনাত্মক ধৰ্ম আৰু লোককথা অধ্যয়নৰ সমাজতাত্ত্বিক পদ্ধতিৰ পুথি। হিন্দু ধৰ্মৰ কিছুমান পুৰণি সূত্ৰৰ এয়া কাকতিৰ বৈজ্ঞানিক ব্যাখ্যা। এনে ব্যাখ্যা ভাৰতীয়-অভাৰতীয় অনেক ভাৰততত্ত্বৰ পণ্ডিত ইতিমধ্যেই আৰম্ভ কৰিছিল। কাকতিয়ে ভূমিকাত মেক্স-মূএলেৰ, মেকডোনেল, ব্লুমফিল্ড, বাৰ্থ আৰু ক্ৰুবেৰ—এই প্ৰাচ্যতত্ত্ববিদ আৰু নৃতত্ত্ববিদসকলৰ মত উদ্ধাৰ কৰি দিছে, আৰু কৈছে যে ভাৰতীয় ধৰ্মৰ পুৰাণ-কাহিনীবোৰৰ সূত্ৰবোৰ আদিৰেপৰা ইণ্ডো-ইউৰোপিয়ান, ইণ্ডো-এৰিয়ান আৰু আৰ্যেতৰ মূলকৰপৰা আহিছে; সেইবোৰ মূলৰ ভিতৰত আদিম জাতি আৰু বিবিধ জনজাতিৰ বিশ্বাস আৰু মানৱসমাজৰ বুৰঞ্জীৰ বিভিন্ন স্তৰত প্ৰব্ৰজনকাৰী আৰু বণিক জাতিয়ে অ'ৰপৰা ত'লৈ কঢ়িয়াই লৈ ফুৰা আৰু পিছত শৃঙ্খলাবদ্ধ কৰা লোক-বিশ্বাসৰ স্তূপবোৰো পৰে। এইভাৱে ধৰ্ম আৰু ধৰ্ম-সাহিত্যক নৃতাত্ত্বিক দৃষ্টিৰে চোৱা হ'ব পাৰে আৰু হৈছে। বৈদিক কাণ্ড আৰু ৰীতিৰ গুৰি আৰ্য-সভ্যতা গঠনৰ হয়তো বহুত পূৰ্বৰ। অথৰ্ববেদৰ বিহিত মন্ত্ৰ-অভিচাৰৰ লগত টিউটনিক আৰু অন্যান্য ইউৰোপীয় জাতিৰ মন্ত্ৰ-অভিচাৰৰ মিলৰ নিশ্চয় ঐতিহাসিক ব্যাখ্যা হ'ব পাৰে। গতিকে আমাৰ আত্মাৰ ৰূপ বিচাৰি প্ৰাচীন এছিৰিয়া, বেবিলনিয়া, মিচৰৰ সভ্যতাত ভুমুকি মাৰিব লাগেগৈ। এনে বিচাৰধাৰাতে অধ্যাপক কাকতি অধ্যয়নত আগবাঢ়িছে। বৈষ্ণৱ-চক্ৰৰ কেইটামান অত্যন্ত জনাজাত আৰু সৰ্বজনপ্ৰিয় কাহিনী-সূত্ৰ তেওঁ গুৱাহাটীত থাকি বিশ্ব-বীক্ষাৰে ব্যৱচ্ছেদ কৰিছে। তেওঁৰ শেহান্তৰত এই বিশ্বাস হৈছে যে বিষ্ণু, নাৰায়ণ, বাসুদেৱ কৃষ্ণক যদিও একেজন দেৱৰে বিভিন্ন ৰূপ বুলি ধৰা হয়, পুৰাণবিজ্ঞানৰ ফালৰপৰা (mythologically) সিসকলৰ ধাৰণাৰ উৎপত্তি অতি বিভিন্ন। একপ্ৰকাৰে ক'ব পাৰি, ধৰ্মৰ সমন্বয়-সাধন কাকতিৰ উদ্দেশ্য নহয়, বৰং বৈজ্ঞানিক বিশ্লেষণহে তেওঁৰ পদ্ধতি। মেক্স-মূএলেৰে তুলনাত্মক পুৰাণ-বৈজ্ঞানিকসকলক উপদেশ দিছিল যে

তেওঁলোকে এজন দেৱৰ মূল তাৎপৰ্য নিষ্কাশন কৰিবৰ অৰ্থে দেৱতাজনৰ নামৰ মূল অৰ্থ পুনৰুদ্ধাৰ কৰা উচিত। কাকতিয়ে এই বৈজ্ঞানিক সূত্ৰ প্ৰয়োগ কৰিবৰ যত্ন কৰিছে। কিন্তু এটা কথাত তেওঁ সাৱধান হৈছে যাতে ভাৰতৰ ভিতৰত কোনো জাতি-উপজাতিৰ মাজত প্ৰচলন নথকা কোনো অভাৰতীয় কৰ্ম-কাণ্ডৰ উল্লেখ কৰা নহয়। তেওঁ এইটোও কৈ আমাক সাৱধান কৰি দিছে যে প্ৰবন্ধবোৰ প্ৰতিষ্ঠাপন্ন কিছুমান গ্ৰন্থৰপৰা লোৱা উদ্ধৃতিৰ মাথোন সমষ্টিৰ অধিক একো নহয়; কিন্তু they have been so arranged as to shed some light upon a particula hypothesis. তেওঁ ঘাইকৈ ইউৰোপীয় আৰু ভাৰতীয় মূলৰপৰাই উদ্ধৃতিবোৰ আনিছে আৰু তেওঁৰ প্ৰচেষ্টাক explorations in correspondence and parallelism বুলি মাঠি-মুঠি ক'ব লাগিলে ক'ব পাৰি। ইউৰোপ আৰু ভাৰতৰ অনেক মনীষীয়ে এই বিষয়বোৰ ইতিমধ্যে ঘাটিছে যদিও আমি বোধ হয় নিৰ্বিবাদে ক'ব পাৰোঁ, পৃথিৱীৰ এচুকৰ অসমৰ এই মনীষীগৰাকীয়ে সেই অধ্যয়নশালাত নিজৰ কাপ-মৈলাম, ঠগি-বস্তি বিচাৰি পাইছে। তেওঁৰ বহল জ্ঞান আৰু তীক্ষ্ণধী বিচাৰৰ গুণে আৰু ভাষাৰ স্বাভাৱিকতাৰ গুণেও তেওঁৰ এই লেখাখিনি আমাৰ সুখপাঠ্য হৈ আমাৰ মানসিক দিগন্ত পূবলৈ-পশ্চিমলৈ প্ৰসাৰণ কৰে।

১৯৭৯